সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা

শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী

Satriya Sanskritir Swarna Rekha a book on Vaishnavi literature-Philosophy, religion & Culture of Assam written & Published by Sri Narayan Chandra Goswami Satradhikar, Natun Kamalabari Satra, Majuli, District. Jorhat Assam Price Rs 90.00

সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা

প্ৰথম প্ৰকাশ ঃ
১৯০৬ শক/১৯৮৪ চন

প্ৰন্থকাৰ ঃ
শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী
সত্ৰাধিকাৰ
নতুন কমলাবাৰী সত্ৰ
মাজুলী

মূল্য ঃ ৯০.০০

ছপা ঃ
পৰ্বতী প্ৰিণ্টিং
যোৰহাট-৭৮৫০০১

---



RASHTRAPATI BHAVAN,
NEW DELHI-4

৪. ৬. ৭৫.

প্ৰিয় সত্ৰাধিকাৰ গোস্বামী,

আপোনাৰ চিঠিখন মোক ইন্দোনেচীয়াৰ পৰা কলিকতালৈ ঘূৰি অহা বিমানতহে দিয়াৰ বাবে উত্তৰ দিয়াত পলম হৈছে। সত্ৰীয়া সাংস্কৃতিক দলটো ইতিমধ্যে সুকলমে ঘৰ পাবগৈ পাই। তেখেত সকলৰ মুখতে সকলো কথা নিশ্চয় শুনিছে। বিদেশত, নানা অসুবিধাৰ মাজত আৰু একেবাৰে আচহুৱা পৰিস্থিতিত দলটোৱে সুখ্যাতিৰে তেখেতসকলৰ কলা প্ৰদৰ্শন কৰি সকলোৰে, বিশেষকৈ, ইন্দোনেচীয়ান দৰ্শকসকলৰ প্ৰশংসা লাভ কৰিছে। ই আমাৰ সকলোৰে বাবে অতি গৌৰৱৰ কথা। মই দলটোৰ সকলোকে তাৰ বাবে অভিনন্দন জনাইছো। দলটোক মোৰ লগত পঠোৱাৰ বাবে আপোনাক ধন্যবাদ জনাইছো। ইতি

আপোনাৰ
ফকৰুদ্দিন আহমদ

শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী
সত্ৰাধিকাৰ নতুন কমলাবাৰী সত্ৰ
পোঃ আঃ কমলাবাৰী
মাজুলী

---

ভাৰতৰ ভূতপূৰ্ব ৰাষ্ট্ৰপতি ৺ফকৰুদ্দিন আলি আহমদে শ্ৰীশ্ৰীসত্ৰাধিকাৰলৈ দিয়া পত্ৰৰ প্ৰতিলিপি।



নং মু ম স ২২/৭১

মুখ্য-মন্ত্ৰী
অসম
শ্বিলং, ৯। ১২। ৭১

পূজ্যবৰেষু,

যোৱাকালি 'জনমভূমি' কাকতত আতাৰ লোকান্তৰৰ বাৰ্তাৰি পঢ়ি দুঃখীত হ'লো। তেওঁখতৰ পুণ্যাত্মাই জীৱন্মুক্ত হৈ স্বৰ্গত স্থান পালে।

শ্ৰাদ্ধাদি কাৰ্য্য সকলোৰে সহযোগত সুকলমে সমাধা হ'ব বুলি আশা কৰিছো।

ভকতসকল প্ৰমুখ্যে সত্ৰৰ সকলোৰে প্ৰতি মোৰ শ্ৰদ্ধা নিবেদন কৰিছো।

শ্ৰদ্ধাৰে,
আপোনাৰ
মহেন্দ্ৰ মোহন চৌধুৰী

শ্ৰীশ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী,
নতুন কমলাবাৰী সত্ৰ
সত্ৰাধিকাৰ দেৱৰ কৰকমলেষু
কমলাবাৰী, মাজুলী,
যোৰহাট।

---

অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী ৺মহেন্দ্ৰ মোহন চৌধুৰীদেৱে শ্ৰীশ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামীলৈ দিয়া চিঠিৰ প্ৰতিলিপি।



Minister for Law,
Relief and Rehabilitation, Co-operation
and Municipal Administration, Assam,
Shillong.
The 9. 12. 71.

পৰম পুজ্যপাদ প্ৰভু,

প্ৰভুৰ ১৩।৮।৯৩ শকাব্দৰ চিঠিখনি পাই মৰ্ম্মাহত হলোঁ। শ্ৰীশ্ৰীসত্ৰাধিকাৰ প্ৰভুৰ দৰে এজন সবল আৰু প্ৰকৃত ভগৱত ভক্ত গুৰুক হেৰুৱাটো অকল আপোনাৰে নহয় আমাৰো নিতান্তই দুখ আৰু বেজাৰৰ বিষয়। তেখেতে যথেষ্ট পৰমায়ু পাই স্বৰ্গগামী হৈছে—সেয়ে শান্ত্বনা। ভগৱন্তই তেখেতৰ আত্মাৰ যে সদ্গতি কৰিব তাত কোনো সন্দেহ নাই। প্ৰভুৱেও তেখেতক বৃদ্ধ বয়সত যথেষ্ট পৰিচৰ্য্যা কৰিলে। প্ৰভুৰ এনে বিয়োগ বেদনাৰ সময়ত এবাৰ সেৱা জনাই সমবেদনা আগবঢ়াবগৈ পৰা হলে নিজকে ধন্য মানিলোঁহেতেন; কিন্তু ৰাজহুৱা লেঠাত তাকে কৰিব নোৱাৰাত যেন আমাৰ ত্ৰুটি মাৰ্জ্জনা কৰে।

প্ৰভুলৈ আমাৰ ফালৰ পৰা হবপৰা সকলো প্ৰকাৰৰ সহায় সহযোগ আগবঢ়োৱা হ'ল। মুখ্যমন্ত্ৰী ডাঙৰীয়াৰ লগতো কথা হলোঁ। ৺প্ৰভু ঈশ্বৰৰ প্ৰথম মাহেকীয়া তিথিৰ বাবে যথাসম্ভৱ সাহাৰ্য্য পঠোৱা হ'ব। এতিয়া প্ৰভুৱে ইমান কম বয়সতে সত্ৰৰ ভাৰ লোৱাৰ ওপৰিও অসমত সমাজ সংস্কাৰ আন্দোলনতো আগ-ভাগ লব লাগিব। ভগৱানে প্ৰভুক সকলো দায়িত্ব লব পৰাকৈ শক্তিদান কৰক—এয়ে প্ৰাৰ্থনা।

শ্ৰীচৰণাৰ্থে আন্তৰিক ভক্তিপূৰ্ণ সেৱাৰে— ইতি

সেৱক
যোগেন শইকীয়া
আইন মন্ত্ৰী
অসম।

শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী
নতুন কমলাবাৰী সত্ৰ
পোঃ আঃ কমলাবাৰী
মাজুলী

---

অসমৰ প্ৰাক্তন আইন মন্ত্ৰী ৺যোগেন শইকীয়াই শ্ৰীশ্ৰীসত্ৰাধিকাৰলৈ দিয়া চিঠিৰ প্ৰতিলিপি।



# গ্ৰন্থোৎসৰ্গ

যিজনা পুৰুষৰ লালন-পালনত ডাঙৰ-দীঘল হলোঁ আৰু সঙ্গ প্ৰেৰণাত সত্ৰীয়া সংস্কৃতিৰ ভিতৰখনত প্ৰৱেশ কৰি নিজৰ জীৱন আকাশখনত বিদ্যাৰূপ সূৰ্য্যৰ পোহৰ পেলাবলৈ সক্ষম হলোঁ—নিজৰ জন্মদাতা পিতৃগুৰু থাকিলেও "যেনমতে মানো বসুদেৱ দেৱকীক। তুমি পোষ্টা পিতৃ দেখো তাহাতো অধিক" শ্ৰীশ্ৰীকৃষ্ণ দেৱৰ এই মহাবাণী আদৰ্শ শিৰোগত কৰি সেই পোষ্টা পিতৃ মাজুলীৰ গঙ্গাজল স্বৰূপ শ্ৰীশ্ৰী৺ঘনকান্ত দেৱ গোস্বামী প্ৰভুজনাৰ পৱিত্ৰ কৰকমলৰ উদ্দেশে অভাজনে এই ক্ষুদ্ৰ গ্ৰন্থখনি অৰ্পণ কৰি নিজে কৃতাৰ্থ মানিছোঁ।

ইতি

গ্ৰন্থকাৰ (বাপা)

## গ্ৰন্থকাৰৰ বক্তব্য

( উপোদঘাত )

যোৱা ১৮৯৪ শকাব্দৰ কথা। সেই শকৰে ১৮ ফাগুন শুক্ৰবাৰে হাতে দীঘলীয়া দিন লৈ ডিব্ৰুগড়লৈ যাত্ৰা কৰি চৌকিডিঙি নামঘৰতে দিন চেৰেক থকা হৈছিল। সেই সুযোগতে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক ডঃ কেশৱানন্দ দেৱ গোস্বামী মহোদয়ে ৩০ ফাগুনৰ দিনা আমাক সাক্ষাত কৰেহি। আগমনৰ উদ্দেশ্য সোধাত তেখেতে ক'লে যে বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক আৰু ছাত্ৰ-ছাত্ৰী সকলে সত্ৰীয়া সংস্কৃতি বিষয়ত এটি বক্তৃতা শুনাৰ অভিপ্ৰায় কৰি আছে। যিহেতু সেই বিষয়টোৰ ওপৰত এখন প্ৰশ্ন কাকতো আছে। এতেকে ছাত্ৰ-ছাত্ৰী সকলৰ সুবিধাৰ কাৰণে আৰু বহুদিনীয়া অভাব পূৰণৰ কাৰণে সকলোৱে আপোনাক সেই বিষয়ত এটি বক্তৃতা দিবৰ হেতুকে নিমন্ত্ৰণ কৰিছে ইত্যাদি। তেখেতৰ কথাত সম্মতি জনাই সেই শকৰে চ'তৰ পহিলা তাৰিখে বিশ্ববিদ্যালয়লৈ যোৱা হয় আৰু অতি কম সময়তে "সত্ৰীয়া সংস্কৃতি" বিষয়ত এটি নাতিদীৰ্ঘ বক্তৃতা দিয়া হয়। সেই সভাত সেই সময়ৰ উপাচাৰ্য্য শ্ৰীযুত জিতেন দাস আৰু বিভাগীয় অধ্যাপক তথা ছাত্ৰ-ছাত্ৰী সকল উপস্থিত আছিল। অতি কম সময়ৰ ভিতৰতে সত্ৰীয়া সংস্কৃতিৰ নিচিনা এটি গুৰুত্বপূৰ্ণ বিষয়ত বক্তৃতা দি ভুৰোকাত হাতী ভৰোৱাৰ যত্ন কৰাত আমাৰ মনটোত বৰ ভাল লগা নাছিল আৰু কিছুমান সন্দেহ ভুমুকি মাৰি আছিল। সত্ৰীয়া সংস্কৃতি বিষয়ত আমি এটি স্থায়ী ৰূপ দিবৰ কাৰণে প্ৰতিশ্ৰুতিবদ্ধ হওঁ আৰু সেই কথা আমি তিনিচুকীয়া বাহৰৰ পৰা উপাচাৰ্য্য গৰাকীক চিঠিৰে জনালো। তেখেতৰ হৈ সেই সময়ৰ অসমীয়া বিভাগৰ প্ৰধানাধ্যাপক ডঃ সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী মহোদয়ে আমালৈ এনেদৰে চিঠি লিখিলে 'বিশেষকৈ আপুনি "সত্ৰীয়া সংস্কৃতি" নামৰ প্ৰবন্ধ এটি যুগুত কৰিবলৈ লোৱা বাবে আমি আনন্দিত হৈছোঁ। প্ৰবন্ধটি সোনকালে পঠাবলৈ চেষ্টা কৰে যেন। এই প্ৰবন্ধটি পালে আমাৰ ছাত্ৰ-ছাত্ৰী সকল যে উপকৃত হ'ব তাত সন্দেহ নাই। শেষত আমাৰ প্ৰণাম লব" ইত্যাদি। আমি সেই ভ্ৰমণ সমাপ্ত কৰি সত্ৰলৈ উভটি আহি তাৰ কিছুদিনৰ পিছতে "সত্ৰীয়া সংস্কৃতি" নামৰ এটি প্ৰবন্ধ যুগুতাই মাজুলী মহাবিদ্যালয়ৰ উপাধ্যক্ষ শ্ৰীযুত মানিক নেওগক দেখুৱাওঁ আৰু তেখেতে প্ৰবন্ধটিৰ সামান্য সংশোধন কৰি দিলে যদিও আমাৰ মনত তেতিয়াও সত্ৰীয়া সংস্কৃতিত আৰু কিবাকিবি বহু কথা

বৈ যোৱা ধুলি সন্দেহ ঘণীভূত হয়। আমি ফিৰিঙ্গতিৰ পৰা খাণ্ডৱ দাহ কৰা অভিপ্ৰায়েৰে পুনঃ নানা গ্ৰন্থ সংগ্ৰহ কৰি সেই বিষয়টোত বিশেষ মনোযোগেৰে অধ্যয়ন কৰিবলৈ লোৱা হ'ল। প্ৰবন্ধ আকাৰৰ পৰিবৰ্তে গ্ৰন্থৰ আকাৰ কৰিবলৈ লৈ আমি বহুতো সমস্যাৰ সন্মুখীন হওঁ। একোটা নিৰ্দিষ্ট বিষয় নিৰ্বাচন কৰি লৈ লেখা কাম আৰম্ভ কৰা হ'ল যদিও মাজে মাজে সাংস্কৃতিক কাৰ্যক্ৰমত, সত্ৰীয়া কাৰ্যক্ৰমত, বাহিৰা কাৰ্যক্ৰমত আৰু ঘৰুৱা কাৰ্যক্ৰমত দীৰ্ঘদিন ব্যস্ত থাকিব লগীয়া হোৱাত লেখা কাৰ্য্যত বহু ব্যাহত হয়। একেৰাহে একাগ্ৰপতীয়াকৈ গ্ৰন্থখনিত লাগি থাকিব নোৱাৰা কাৰণে আমি যথা শীঘ্ৰ লেখি উলিয়াব পৰা নহ'ল। বছৰ হিচাবে ধৰিলে গ্ৰন্থখন লেখাৰ আৰম্ভণিৰে পৰা এতিয়ালৈকে প্ৰায় ৯ বছৰ হয়। কিন্তু কাৰ্য্যতঃ দিন গণনাৰে প্ৰায় দুবছৰ মানহে সময় লাগিছিল।

আমি পোন প্ৰথমে এই গ্ৰন্থখনৰ নাম "সত্ৰীয়া সংস্কৃতি' ৰখা হৈছিল। কিন্তু ডঃ কেশৱানন্দ দেৱ গোস্বামী - যিজনাৰ অনুৰোধক্ৰমে আমি "সত্ৰীয়া সংস্কৃতি" গ্ৰন্থখন লিখিবলৈ সুযোগ পোৱা হৈছিল - সেইজনে লিখা "সত্ৰ সংস্কৃতিৰ ৰূপৰেখা" গ্ৰন্থৰ পিছত 'স্বৰ্ণৰেখা' এটিৰ বিশেষ প্ৰয়োজন হোৱাত সত্ৰ শব্দটোত অতিৰিক্ত 'ঈয়া' প্ৰত্যয় এটি লগলগাই দি "সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা" নামেৰে নামকৰণ কৰা হ'ল। ডঃ গোস্বামী দেৱলৈ আমি কৃতজ্ঞতা জ্ঞাপন কৰা হৈছে।

গ্ৰন্থখনিত সত্ৰৰ আভ্যন্তৰীণ বহুতো বিষয় সন্নিবিষ্ট হৈছে। সেই বিষয়বিলাক সংগ্ৰহ কৰোঁতে আমাক সৰ্বতো প্ৰকাৰে সহায় সহানুভূতি আগবঢ়োৱা সকল হ'ল সৰ্বশ্ৰী সোণেশ্বৰ শৰ্মা ভাগৱতী বুঢ়াভকত, দেৱেন্দ্ৰনাথ বুঢ়াভকত, কমল চন্দ্ৰ নেওগ বায়ন, ধৰ্মেশ্বৰ নামলগোৱা, ডিম্বেশ্বৰ গায়ন, নাৰায়ণ বৰা, অৰুণ চন্দ্ৰ গায়ন, তুলসী দেউৰী, গোপাল চন্দ্ৰ গায়ন, নিত্যানন্দ বায়ন আৰু গুণকান্ত বায়নৰ নাম চিৰ স্মৰণীয়। বিশেষকৈ গ্ৰন্থ মুদ্ৰণত আৰ্থিক সাহায্য আগবঢ়োৱা গুৰু আতৈৰ বহাৰ শ্ৰীযুত বোকেশ্বৰ শৰ্মা ভাগৱতী বুঢ়াভকতৰ ওচৰত চিৰ কৃতজ্ঞ থাকিলোঁ। তদুপৰি গ্ৰন্থখনি লিখোঁতে আমাক বিবিধ গ্ৰন্থ দি অধ্যয়ন কৰিবলৈ সহায় কৰাৰ কাৰণে আৰু দিহা পৰামৰ্শ দিয়াৰ কাৰণে শ্ৰীযুত ধৰ্মেশ্বৰ নামলগোৱা আতৈৰ নাম শ্ৰদ্ধাৰে সোঁৱৰো। এবাৰ গ্ৰন্থখন চমুকৈ লেখি সামৰিবই খুজিছিলোঁ। কিন্তু আতৈয়ে যুক্তি দি ক'লে যে 'প্ৰভু ঈশ্বৰৰ এতিয়া বল বুদ্ধি আছে। পিছলৈ নাথাকিব। এতেকে সময় থাকোঁতেই সকলো দিশ খৰচি মাৰি লেখি জনসাধাৰণক ধৰ্ম আৰু সংস্কৃতিৰ ৰসাস্বাদন কৰাওক ইত্যাদি ইত্যাদি। তেখেতৰ কথামতেই আকৌ কাপ কাঠি লৈ লগা হ'ল শ্ৰম বাহুল্য আৰু ব্যয় বাহুল্য হ'ল যদিও আমাৰ

মনত আনন্দই নধৰা হৈছে। গ্ৰন্থখনিত উল্লিখিত বিষয়বোৰ নিখুঁত বা পৰিপাতি আৰু সকলো দিশ সামৰি সম্পূৰ্ণ হৈছে বুলি ক'ব নোৱাৰি। কাৰণ এনে গ্ৰন্থ প্ৰণয়নত আমি একেবাৰে নতুন।

গ্ৰন্থখনৰ প্ৰতিলিপি কৰাত যি সকল ব্যক্তিয়ে আমাক সহায় কৰিছিল সেই সকল হ'ল যথাক্ৰমে (আমাৰ সহকৰ্মী) সৰ্বশ্ৰী বিনোদ চন্দ্ৰ শৰ্মা ব্যাকৰণ শাস্ত্ৰী, ভোলানাথ শইকীয়া বি,এ আৰু আমাৰ প্ৰিয় ছাত্ৰ শ্ৰীমানসকল-কুঞ্জ নাথ ভূঞা, বিপিন চন্দ্ৰ তামুলি, সুনন্দ ওজা, দীন কান্ত শইকীয়া আৰু আমাৰ মৰমৰ ভতিজা শ্ৰীমান নৰেণ গোস্বামী। এই সকলক যথাক্ৰমে ধন্যবাদ আৰু আশীৰ্বাদ জনাইছোঁ। এওঁলোকৰ সহায়ৰ কথা মোৰ মানস পটত সদায় জিলিকি থাকিব।

পৰিশিষ্ট খণ্ডটোত শ্ৰীযুত দেবেন্দ্ৰ নাথ বুঢ়াভকতৰ আৰু শ্ৰীযুত ধৰ্মেশ্বৰ নাম-লগোৱা আতৈৰ নামত তিনিটা অধ্যায় সন্নিবিষ্ট কৰা হৈছে। তেখাসবৰ সেইখিনি গুৰুভক্তিৰ চিন। শ্ৰীযুত বুঢ়াভকতে শ্ৰীশ্ৰী৺ঘনকান্ত দেৱ গোস্বামী প্ৰভুজনাৰ জীৱনী পদ্য ভাগত আৰু শ্ৰীযুত নামলগোৱা আতৈয়ে শ্ৰীশ্ৰী৺চন্দ্ৰকান্ত দেৱ গোস্বামী প্ৰভু-জনাৰ জীৱনী পদ্য ভাগত আৰু আমাৰ নিজৰ জীৱনী গদ্য ভাগত ৰচনা কৰি ধন্যবাদৰ পাত্ৰ হৈছে। তেখাসকলৰ লিখনী তিনিটি ইয়াত সন্নিবিষ্ট কৰি আমিও ধন্য হৈছোঁ। কাৰণ তেখাসবৰ সেই তিনি ভাগি ৰচিত জীৱনী আনত কোনো কালেও প্ৰকাশ নাপালে হে'তেন। সেই পৰিশ্ৰমৰ সাৰ্থকতা আৰু মৰ্য্যদা ইয়াত প্ৰতিপন্ন কৰিব পৰাত আমি কৃতাৰ্থ মানিছোঁ।

আমি এই প্ৰসঙ্গতে লেখিছো যে আকাৰ বিশিষ্ট গ্ৰন্থ প্ৰণয়নত আমি একে-বাৰে নতুন। আমাৰ মনৰ পৰা এতিয়াও ভয় আঁতৰা নাই। সেই ভয় আঁতৰাবৰ কাৰণে গ্ৰন্থখনত সন্নিবিষ্ট ধৰ্ম দৰ্শন আৰু কলা সংস্কৃতি দৰ্শন দুটা ভাগ যথাক্ৰমে শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘৰ প্ৰাক্তন পদাধিকাৰ শ্ৰীযুত সোনাৰাম চুতীয়া দেৱক আৰু যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক শ্ৰীযুত ডিম্বেশ্বৰ দলাল শৰ্ম্মা দেৱক চকু ফুৰাবৰ কাৰণে দিয়া হৈছিল। শ্ৰীযুত চুতীয়া দেৱে আমালৈ দিয়া এখন চিঠিৰ এঠাইত লেখিছে 'ছাপা হৈ ওলালে এক শৰণ সম্পৰ্কত এখন অপূৰ্ব গ্ৰন্থ হ'ব'। আকৌ এঠাইত লিখিছে যাইহওক নিৰিক্ষণ আৰু পৰ্য্যবেক্ষন কৰি মোৰ হে উপকাৰ হ'ল। সময় বুলি লিখা হেতু মোৰ মতামত দিবৰ অধিকাৰ নাই বুলি ভাবো" ইত্যাদি। শ্ৰীযুত শৰ্ম্মাদেৱে লেখিছে "আপোনাৰ বহু বছৰৰ প্ৰত্যক্ষ অভিজ্ঞতা, বিস্তৃত

অধ্যয়ন আৰু গভীৰ মনোনিবেশৰ মাধ্যমেদি বিশেষ যত্ন কৰি লিখা "সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা" গ্ৰন্থ খনিৰ কেইবাটিও খণ্ড হাতে লিখা অৱস্থাতে চোৱাৰ সৌভাগ্য ঘটিছিল। যোৱা চাৰিশ বছৰতকৈও অধিক কাল অসমৰ ধৰ্ম্ম, সাহিত্য, সংস্কৃতিৰ কেন্দ্ৰ স্বৰূপ বৈষ্ণৱ সত্ৰ সমূহে যি আপুৰুগীয়া বৰঙণি যোগাই আহিছে তাৰ তুলনা পাবলৈ বৰ টান। শ্ৰীশ্ৰী কমলাবাৰী সত্ৰৰ ধৰ্ম্মীয় আৰু সাংস্কৃতিক অবদান অসমীয়া জাতিৰ অতি শ্ৰদ্ধা আৰু গৌৰৱৰ বস্তু। এনেহেন ঐতিহ্য প্ৰধান সৰ্বতোপ্ৰকাৰে সৌষ্ঠৱপূৰ্ণ সত্ৰ এখনিৰ ধৰ্ম্ম আৰু সংস্কৃতিৰ আহল বহল তত্ত্বগধুৰ আৰু হৃদয়গ্ৰাহী বৰ্ণনাৰে গ্ৰন্থখনি সমৃদ্ধ হৈছে। এইখিনি নিবিড় ভাবে অধ্যয়ন কৰিলে ধৰ্ম্মপ্ৰাণ আৰু সংস্কৃতিপ্ৰাণ লোক সকল প্ৰভূত পৰিমাণে উপকৃত হ'ব। অসমৰ সত্ৰীয়া সংস্কৃতিৰ ওপৰত গবেষণা কৰিবলৈ ইচ্ছুক পণ্ডিত সকলৰ বাবেও গ্ৰন্থ খনিয়ে প্ৰভূত সম্বল দিব। গ্ৰন্থ খনিত অঙ্কীয়া ভাওনা, শ্ৰীশঙ্কৰ মাধৱদেৱৰ নাটক সমূহ আৰু নাট্য-সাহিত্য আৰু কলাৰ ওপৰত এনে ব্যাপক আৰু গভীৰ আলোচনা আগতে ক'তো প্ৰকাশ হোৱা আমাৰ চকুত পৰা নাই। আপুনি ভৰতৰ নাট্য শাস্ত্ৰ, সাহিত্য দৰ্পণ আদি গ্ৰন্থৰ সহায়ত অঙ্কীয়া নাট আৰু চাৰিবিধ অভিনয়ৰ (সাত্ত্বিক, বাচিক, আঙ্গিক, আহাৰ্য্য) যি সূক্ষ্ম আৰু পাণ্ডিত্যপূৰ্ণ বিশ্লেষণ এই গ্ৰন্থত দাঙি ধৰিছে তেনে গভীৰ আলোচনা ইয়াৰ আগতে কোনো অসমীয়া গ্ৰন্থত হৈছে বুলি মনে নধৰে। গ্ৰন্থখনি প্ৰকাশ পালে অসমীয়া আৰু সংস্কৃতিৰ বি, এ বা এম, এ শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীৰ বাবে আৰু সকলো নাট্যপ্ৰেমী, অভিনয়প্ৰেমী লোকৰ বাবে গ্ৰন্থখনিৰ এই অংশ অতি প্ৰয়োজনীয় হ'ব। আপোনাৰ বহু কঠোৰ অধ্যৱসায় আৰু প্ৰত্যক্ষ অভিজ্ঞতাৰ দাপোন স্বৰূপ এই মহাগ্ৰন্থ খনিয়ে পণ্ডিত, ধৰ্ম্মবিদ্ আৰু সংস্কৃতিবিদ্ সকলৰ পৰা সমাদৰ লাভ কৰিব বুলি আমি আশা কৰিলো"। আমাৰ নিজৰ অভিজ্ঞতাৰে কওঁ যে "সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা" গ্ৰন্থখনি ডক্টৰেট্ ডিগ্ৰীৰ বাবে লিখিত গবেষণা গ্ৰন্থ বা ততোধিক মূল্যবান এখনি শ্ৰেষ্ঠ গ্ৰন্থ। আপোনাৰ পাণ্ডিত্য আৰু চিন্তা শক্তিৰ ফলশ্ৰুতি স্বৰূপে আমি বহুত আশা কৰোঁ" ইত্যাদি। এনেকৈ দুয়োজনা চিন্তাশীল পণ্ডিত লোকে তেখেত সকলৰ মূল্যবান সময় অপচয় কৰি আমাৰ হাতেলিখা গ্ৰন্থখনি চকু ফুৰাই দুটি অভিমত দাঙি ধৰি গ্ৰন্থখনিৰ মানদণ্ড উন্নীত কৰি দিয়াত আমি তেখেত সকলৰ শলাগ লৈছোঁ আৰু কৃতজ্ঞতা পাশত আবদ্ধ হৈছোঁ।

গ্ৰন্থখনি পূৰ্বশ্ৰী প্ৰিণ্টাৰ্ছত ছপাবলৈ আৰম্ভ কৰোঁতে আমাৰ মনত উদ্ভৱ হোৱা চিন্তা, শঙ্কা আৰু নানা সমস্যা দূৰ কৰি দিয়া আৰু সৰ্বতোপ্ৰকাৰে ত্যাগ

স্বীকাৰ কৰি গ্ৰন্থখনি নিজৰ বুলি ভাবি কাম কৰা পূৰ্বোক্ত প্ৰেছৰ মালিক শ্ৰীযুত শিৱ প্ৰসাদ বৰুৱা ডাঙৰীয়ালৈ আমাৰ প্ৰীতি ভৰা শুভেচ্ছা আৰু কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। লগতে তেখেতৰ সহকৰ্মী আৰু আমাৰ অতি প্ৰিয়পাত্ৰ শ্ৰীযুত পদ্মলোচন হাজৰিকালৈ আৰু সেই প্ৰেছৰ কৰ্মীসকললৈ আমাৰ প্ৰীতি শুভাশীৰ্বাদ জ্ঞাপন কৰিছোঁ। উভয়ৰ ওচৰত আমি ঋণী।

সৌভাগ্যৰ কথা যে অসমৰ মহাপুৰুষীয়া সংস্কৃতিৰ এজনা উজ্বল ভাস্কৰ পণ্ডিত ডঃ মহেশ্বৰ নেওগ ডাঙৰীয়াৰ এটি পাণ্ডিত্যপূৰ্ণ পাতনি এই গ্ৰন্থখনিত সংযোগ কৰিব পৰা হৈছে। এনেকুৱা সহানুভূতি আৰু অকৃত্ৰিম স্নেহৰ কাৰণে তেখেতৰ ওচৰত আমি ঋণগ্ৰস্ত হৈ থাকিলোঁ। মহাপুৰুষৰ চৰণত তেখেতৰ দীৰ্ঘায়ু কামনা কৰিছোঁ।

গ্ৰন্থখনি ছপাশালত দিয়াৰ পূৰ্বে পৰা ছপাকাৰ্য্য আৰম্ভ কৰিবলৈ খৰখেদা কৰা আৰু লিখালিখি কৰি দিয়া যোৰহাট জিলাৰ অতিৰিক্ত উপায়ুক্ত শ্ৰীযুত ভক্ত দাস ডাঙৰীয়াই আমাক কৃতজ্ঞতা পাশত আবদ্ধ কৰি ৰাখিছে। সেই সন্দৰ্ভতে গ্ৰন্থখনিৰ বিষয়ে আমাক সৰ্বতোপ্ৰকাৰে উদ্‌গনি দিয়া আৰু ছপাকাৰ্য্য কিমান আগবাঢ়িছে তাৰ কাৰণে সঘনে বাতৰি লৈ থকা সকলৰ ভিতৰত অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক ডঃ নগেন শইকীয়া ডাঙৰীয়া, গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক সংস্কৃতি বিভাগৰ প্ৰধান অধ্যাপক ডঃ বীৰেন্দ্ৰ নাথ দত্ত ডাঙৰীয়া, তথা বিশ্ববিদ্যালয়ৰে অসমীয়া বিভাগৰ অধ্যাপক শ্ৰীযুত ভব প্ৰসাদ চলিহা ডাঙৰীয়া, নগাঁও এ. ডি. পি মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক ডঃ নবেন কলিতা ডাঙৰীয়া, বোকাখাট মহাবিদ্যালয়ৰ ইংৰাজী বিভাগৰ প্ৰধান অধ্যাপক শ্ৰীযুত থানেশ্বৰ হাজৰিকা ডাঙৰীয়া, শিল্পী সাংবাদিক শ্ৰীযুত কিশোৰী মোহন পাঠক ডাঙৰীয়া, অসম ৰাজ্যিক সঙ্গীত মহাবিদ্যালয়ৰ প্ৰবক্তা শ্ৰীমান গোবিন্দ শইকীয়া, শ্ৰীমান ঘনকান্ত বৰা আৰু শ্ৰীমান শৈলেন শইকীয়া আদি আমাৰ অতি প্ৰিয় আৰু বিশিষ্ট ব্যক্তি সকলৰ নাম স্মৰণযোগ্য। তেখেতসকলৰ উদ্‌গনিয়ে আৰু প্ৰশংসা বাণীয়ে আমাক বহুতো প্ৰেৰণা যোগাইছে। আমাৰ অগ্ৰজতুল্য ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ সহ অধ্যাপক ডঃ কেশৱানন্দ দেৱ গোস্বামী দেৱেও আমাৰ সৌভাগ্যক্ৰমে ক'ৰবাত আমাৰ ছপা গ্ৰন্থৰ একাংশ চকু ফুৰাবলৈ পাই আমাক প্ৰশংসা বাণীৰে উদ্বুদ্ধ কৰি তুলিছে

আৰু উদগনি দিছে। আটাই সকললৈকে আমাৰ প্ৰীতি শুভেচ্ছা আৰু কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

সৰ্ব্বশেষত জনাওঁ যে আমাৰ এই গ্ৰন্থখনত বহুতো ভুল ত্ৰুটি হৈ গৈছে। ছপাশালৰ ভুল প্ৰমাদটো আছেই। লগতে অধ্যায় বিশেষে একেটা কথাকে চৰ্ব্বিত চৰ্ব্বনো হৈছে। আকৌ কোনো কোনো খণ্ডৰ মাজত উদ্ধৃত কৰা শ্লোকৰ তলত আমাৰ নিজাকৈ পদ্যানুবাদো কৰা হৈছে। সেই ঠাইত "পদ্যানুবাদ কৰোঁতে পদ্যানুবাদ আমাৰ নিজা", "অনুবাদ গ্ৰন্থকাৰৰ", আৰু "পদ্যানুবাদ গ্ৰন্থকাৰৰ নিজা" আদি এনেবুৰা কিছুমান বাক্যৰে সঙ্কেত দিয়া হৈছে। আমি আশাকৰোঁ — সেই অপৰাধ একান্ত মাৰ্জ্জনীয়। ভুল হৈ যোৱাটো বা থকাটো স্বাভাবিক। মানুহ মাত্ৰেই ভুল থাকে। নিৰ্ভুল হোৱা হলে সকলোৱেই দেৱতাৰ শাৰীত বহিব পাৰিলেহেঁতেন। যি কি নহওক আমি বিনয় সহকাৰে জনাওঁ যে আমি কোনো বৈষ্ণৱ নহওঁ, জ্ঞানী নহওঁ, কবি নহওঁ, শিল্পী নহওঁ সাহিত্যিকো নহওঁ। আমাৰ সৰ্ব্বাপৰাধ মাৰ্জ্জন কৰি সদাশয় পাঠকে ভুলবোৰ আঙুলিয়াই দিলে বা সংশোধন কৰি দিলে কৃতাৰ্থ মানিম আৰু উপকৃত হ'ম। কৃষ্ণাৰ্পণমস্তু। ইতি,

শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী
সত্ৰাধিকাৰ,
মাজুলী কমলাবাৰী সত্ৰ
পোঃ কমলাবাৰী (মাজুলী)
তাৰিখ—৮।১।৮৩

# বিষয় সূচী

## প্ৰথম খণ্ড

### প্ৰস্তাৱনা। সত্ৰাধিকাৰ সমন্বিতে ভক্ত বৈষ্ণৱৰ দৈনন্দিন কৰ্ম্ম প্ৰবাহ :



## দ্বিতীয় খণ্ড

### শঙ্কৰী ধৰ্ম্ম প্ৰবাহত নিত্য নৈমিত্তিক

(৩-ঘ) বিহুৰ নচৰ বিস্তৃত বিৱৰণ আৰু তাৰ সাজ-পাৰ, (৩-ঙ)- অংকীয়া ভাওনা, (৩-চ) সূত্ৰধাৰৰ সাজ পাৰ। (৩ ছ) - সূত্ৰধাৰী হোৱাৰ যোগ্যতা তথা ধাৰ বিধি প্ৰণালী, (৩-জ) শ্ৰীকৃষ্ণৰ সাজ-পাৰ, (৩-ঝ)— শ্ৰীকৃষ্ণ নৃত্যৰ পৃষ্ঠভূমি, (৩ ঞ) - স্ত্ৰীপ্ৰবেশৰ নাচ (৩-ট)— অন্যান্য ভাৱৰীয়া প্ৰবেশৰ নাচ, (৩-ঠ) ওজাপালি, (৩-ড) নতুন ওজা উঠাৰ তথা শিকাৰ নিয়ম প্ৰণালী, (৩—ঢ)- ন ধেমালি (৩-ণ)- বৰধেমালি আৰু খোৱা ধেমালি (খ—৪) — ভাঙনী, (৪- ক ) — যাত্ৰা ঘোষা, (৪—খ) - চৰিত পাঠ (৪-গ)— গীত গোৱাৰ পৰমাৰ্থ। (গ-১)— মহাপুৰুষ মাধৱ দেৱৰ কীৰ্ত্তন, (১-ক)— চাউল ভোজনী, (১—খ)— থাপনি, (খ-১)— চিন দিয়াৰ কাৰণ, (৩-গ)— কীৰ্ত্তন, (গ-১)— চাৰিটি কীৰ্ত্তন দিয়াৰ উদ্দেশ্য, (গ-২) বৰপেটীয়া ধেমালিৰ থিয় চাহিনি ঘোষা, (গ-৩)— ন-ধেমালিৰ থিয় চাহিনি ঘোষা, (৪—ঘ) ভাঙনী, ( ঘ ১ ) — মহাপুৰুষ বদলা আতাৰ কীৰ্ত্তন, ( ১-ক)— চাউল ভোজনী, (১-খ) থাপনি (১-গ) কীৰ্ত্তন (গ-১) — বয়াৱলী পুথি দিয়াৰ কাৰণ (গ-২) শিশু লীলাৰ কীৰ্ত্তন দিয়াৰ উদ্দেশ্য (গ—৩) থিয় চাহিনি ঘোষা, (৪-ঘ) ভাঙনী - (৫-ক)— কীৰ্ত্তন সম্বৰণ (৫-খ) — ওপৰঞ্চি।

## তৃতীয় খণ্ড

ক) কৃষ্ণজন্মাষ্টমী তিথি খ) শঙ্কৰদেৱৰ জন্ম জয়ন্তী গ) ৰাসোৎসৱ (গ-১)— ৰাসোৎসৱৰ উদ্ভৱৰ সময় (গ-২)-কেলি গোপালৰ বিকৃত অভিনয় (গ-৩)- ৰাস লীলাৰ উদ্দেশ্য আৰু তাৎপৰ্য্য ঘ) ফল্গুৎসৱ (ফাকুৱা) (ঘ-১)- ফল্গুৎসৱৰ উৎপত্তি আৰু ক্ৰমবিকাশ (ঙ) বহাগ বিহু (চৈত্ৰ সংক্ৰান্তি) (ঙ-১)- গৰু বিহু (১-ক) গৰু বিহুৰ উদ্দেশ্য আৰু তাৎপৰ্য্য (ঙ-২)- মানুহৰ বিহু (ঙ-৩) - চেৰাবিহু (চ) মাঘ বিহু (চ-১)- মাঘ বিহুৰ উদ্দেশ্য আৰু তাৎপৰ্য্য (ছ) - কাতি বিহু (জ) - নাৰায়ণ দাস ঠাকুৰ আতাৰ কীৰ্ত্তন (ঝ) মথুৰা দাস বুঢ়া আতাৰ কীৰ্ত্তন (ঞ) বৰবিষ্ণু আতাৰ কীৰ্ত্তন (ট) কেশৱচৰণ আতাৰ কীৰ্ত্তন (ঠ) - ওপৰঞ্চি (ড) - বৈকুণ্ঠী সত্ৰাধিকাৰ সকলৰ তিথি (ঢ)- অম্বুবাচী (ঢ-১) অম্বুবাচী সম্বন্ধে ভিন্নমত (ন) পাল নাম উৎসৱ (ত) হৰিকীৰ্ত্তন (থ) একাদশী তিথি (থ-১) একাদশী তত্ত্ব, মহিমা আৰু উৎপত্তি (থ-২)- একাদশী পালনৰ শাস্ত্ৰীয় নিয়ম (থ-৩)- মন্তব্য (থ-৪) দশমী বিদ্ধ একাদশী (দ) অমাৱস্যা তিথি (অমাউসী) (ধ) পূৰ্ণিমা আৰু সংক্ৰান্তি (ন) সত্ৰাধিকাৰ আৰু ভকত সকলৰ মৃত্যু তিথি (প) যাত্ৰা ঘোষা

## চতুৰ্থ খণ্ড



## পঞ্চম খণ্ড

(খ—১৪) দৰাদাৰী (খ—১৫) ৰৰা (খ—১৬) কাকতি (খ—১৭) কৰাপাঠ (খ—১৮) বাতৰি সোধা নিয়ম।

(গ) শঙ্কৰী সঙ্গীতৰ ধাৰা আৰু দিগ্দৰ্শন (গ—১) অসমৰ সত্ৰীয়া নাট্য সঙ্গীতৰ উদ্ভৱ কাল আৰু ক্ৰমবিকাশ (গ—২) মাটি আখৰা আৰু তাৰ সংখ্যা (২—ক) শৰীৰ সাধনা, (২—খ) হস্ত সাধনা (২—গ) কণ্ঠ সাধনা (গ—৩) ৰাগৰ বুৎপত্তি আৰু মহত্ত্ব (গ—৪) বৰগীত (গ—৫) বৰগীত আৰু অঙ্কীয়া গীতৰ ব্যৱধান (গ—৬) কৃষ্টি আৰু সংস্কৃতি (গ—৭) নৃত্ত নৃত্য, নাট্য (গ—৮) নাটকীয় পাত্ৰ আৰু প্ৰেক্ষক বিচাৰ (গ—৯) ছোমুখা আৰু খনিকৰী কামৰ নমুনা (গ—১০) নাটকীয় নৱৰস (১০—ক) শৃঙ্গাৰ (১০—খ) হাস্য (১০—গ) কৰুণ (১০—ঘ) ৰৌদ্ৰ (১০—ঙ) বীৰ (১০—চ) ভয়ানক (১০—ছ) বীভৎস (১০—জ) অদ্ভুত (১০-ঝ) শান্ত (গ—১১) অতিৰিক্ত ভক্তি ৰসৰ প্ৰাচুৰ্য্য (গ-১২) অঙ্কীয়া ভাওনা (গ-১৩) সংস্কৃত নাটকৰ লগত অঙ্কীয়া নাটকৰ সাদৃশ্য আৰু ব্যৱধান (গ-১৪) পূৰ্ব্বৰঙ্গ বিধান (গ-১৫) অঙ্কীয়া নাটৰ সূত্ৰধাৰ (গ-১৬) প্ৰেক্ষাগৃহ বা নাটঘৰ (গ-১৭) অঙ্কীয়া নাটত ব্ৰজাৱলী ভাষা (গ-১৮) অঙ্কীয়া শব্দৰ মূল বিচাৰ (গ-১৯) অঙ্কীয়া ভাওনাৰ আদি পৰ্ব্ব "চিহ্ন যাত্ৰা" নাট (গ-২০) খোলৰ চৰ্ম্মাদি শুদ্ধিৰ কথা (গ-২১) খেমালি শব্দৰ মূল বিচাৰ (গ ২২) আলোক সজ্জা (গ—২৩) নাৰী ৰূপত পুৰুষৰ ভূমিকা (গ-২৪) ঐশী শক্তিৰ নায়ক শ্ৰীমন্ত শঙ্কৰ (গ-২৫) শঙ্কৰদেৱৰ কালি দমন অঙ্কীয়া নাট (২৫-ক) নাটকৰ থুলমূল কাহিনী (২৫-খ) নাটকত বিসঙ্গতিপূৰ্ণ বিষয় আলোচনা (গ-২৬) পত্নী প্ৰসাদ নাট (২৬-ক) নাটকৰ থুলমূল কাহিনী (২৬-খ) মূলৰ আৰু নাটকৰ ব্যৱধান (গ-২৭) কেলি গোপাল নাট (২৭-ক) কেলি গোপাল নাটৰ কাহিনী (২৭-খ) নাটকীয় চৰিত্ৰ বিচাৰ (২৭-গ) মূল আৰু নাটৰ ব্যৱধান বিচাৰ (২৭-ঘ) কেলি গোপালৰ অন্তৰঙ্গ নিৰীক্ষণ (গ-২৮) ৰুক্মিণী হৰণ নাট (২৮-ক) ৰুক্মিণী হৰণ নাটৰ নামকৰণ (২৮ খ) ৰুক্মিণী হৰণৰ বাহ্য দৃষ্টি (গ-২৯) পাৰিজাত হৰণ নাট (২৯-ক) নাটকীয় থুলমূল কাহিনী (২৯-খ) মৌলিক আৰু নাটকীয় কাহিনীৰ ব্যৱধান (২৯ গ) পাৰিজাত হৰণ নাটৰ নামকৰণ বিচাৰ (গ-৩০) ৰামবিজয় নাট (৩০—ক) ৰামবিজয় নাটৰ সংক্ষিপ্ত কাহিনী (৩০-খ) মূল আৰু নাটৰ কাহিনী ব্যৱধান বিচাৰ (৩০—গ) নাটকীয় চৰিত্ৰ বিচাৰ (৩০-ঘ) ৰামবিজয় নাটৰ নামকৰণ বিচাৰ (গ-৩১) নাট্যকাৰ মহাপুৰুষ মাধৱদেৱ (৩১-ক) মাধৱদেৱৰ অৰ্জ্জুন ভঞ্জন নাট (৩১-খ) অৰ্জ্জুন ভঞ্জন নাটৰ সংক্ষিপ্ত কাহিনী (৩১-গ) মূলৰ লগত

## পৰিশিষ্ট খণ্ড

## লেখকৰ সহায়ক গ্ৰন্থ পৰিচয়

## সংস্কৃত বিভাগ

**গ্ৰন্থৰ নাম ঃ**

১] ঋগ্বেদঃ
২] যজুৰ্বেদঃ
৩] অথৰ্ব্ববেদঃ
৪] কঠোপনিষদ্
৫] মুণ্ডকোপনিষদ্
৬] মাণ্ডুক্যোপনিষদ্
৭] শ্বেতাশ্বতৰোপনিষদ্
৮] প্ৰশ্নোপনিষদ্
৯] গোপাল পূৰ্বতাপিনী উপনিষদ্
১০] মহানাৰায়ণোপনিষদ্
১১] ছান্দোগ্যোপনিষদ্
১২] ক্ষুৰিকোপনিষদ্
১৩] শ্ৰীমদ্ভাগৱতম্
১৪] বিষ্ণু পুৰাণম্
১৫] ব্ৰহ্মাণ্ড পুৰাণম্
১৬] মৎস্য পুৰাণম্
১৭] স্কন্দ পুৰাণম্
১৮] পদ্ম পুৰাণম্
১৯] নাৰদীয় পুৰাণম্
২০] বৰাহ পুৰাণম্
২১] ব্ৰহ্ম বৈবৰ্ত্ত পুৰাণম্
২২] অগ্নি পুৰাণম্
২৩] ভৱিষ্য পুৰাণম্
২৪] গৰুড় পুৰাণম্
২৫] কূৰ্ম্ম পুৰাণম্
২৬] বিষ্ণু ধৰ্ম্মোত্তৰ পুৰাণম্
২৭] বৃহৎ বামন পুৰাণম্
২৮] নৰসিংহ পুৰাণম্
২৯] শিৱ পুৰাণম্
৩০] হৰিবংশ পুৰাণম্
৩১] আদি পুৰাণম্
৩২] আঙ্গিৰস পুৰাণম্
৩৩] দেৱী ভাগৱতম্
৩৪] লঘু ভাগৱতম্
৩৫] শাঙ্কৰ ভাগৱতম্
৩৬] শ্ৰীমদ্ভগৱদগীতা
৩৭] পাণ্ডৱী গীতা
৩৮] অষ্টাবক্ৰ গীতা
৩৯] শিৱ গীতা
৪০] ৰাম গীতা
৪১] উদ্ধৱ গীতা
৪২] জীৱন্মুক্তি গীতা
৪৩] গুৰু গীতা
৪৪] বেদান্ত সূত্ৰম্

৪৫] নারদ ভক্তি সূত্রম্
৪৬] বেদান্ত সিদ্ধান্তঃ
৪৭] বাল্মিকী রামায়ণম্
৪৮] অধ্যাত্ম রামায়ণম্
৪৯] অদ্ভুত রামায়ণম্
৫০] যোগবাশিষ্ঠ রামায়ণম্
৫১] গুরু তন্ত্রম্
৫২] মহানির্ব্বান তন্ত্রম্
৫৩] সাত্বত তন্ত্রম্
৫৪] গোতমীয় তন্ত্রম্
৫৫] ব্রহ্ম তন্ত্রম্
৫৬] জ্ঞান সঙ্কালনী তন্ত্রম্
৫৭] যোগিনী তন্ত্রম্
৫৮] মহাভারতম্
৫৯] মনুসংহিতা
৬০] শরণ সংহিতা
৬১] কথ সংহিতা
৬২] অত্রি সংহিতা
৬৩] বৈশম্পায়ণ সংহিতা
৬৪] জাবাল সংহিতা
৬৫] বিশ্বামিত্র সংহিতা
৬৬] বিষ্ণু সংহিতা
৬৭] ব্রহ্ম সংহিতা
৬৮] শিব সংহিতা
৬৯] গর্গ সংহিতা
৭০] নারদ সংহিতা
৭১] অহির্বুধ্ন্য সংহিতা
৭২] বায়ু সংহিতা
৭৩] শাণ্ডিল্য সংহিতা
৭৪] পৈঠনসী স্মৃতিঃ
৭৫] বৃদ্ধহারীত স্মৃতিঃ
৭৬] বাধূল স্মৃতিঃ
৭৭] বৃহৎ পরাশর স্মৃতিঃ
৭৮] ব্যাস স্মৃতিঃ
৭৯] বিষ্ণু স্মৃতিঃ
৮০] নারদ পঞ্চরাত্রম্
৮১] ত্রৈলোক্য মোহন পঞ্চরাত্রম্
৮২] কাশ্যপ পঞ্চরাত্রম্
৮৩] তেজোদ্রবিন পঞ্চরাত্রম্
৮৪] দ্বারকা মাহাত্ম্যম্
৮৫] গীতা মাহাত্ম্যম্
৮৬] ভাগবত মাহাত্ম্যম্
৮৭] বিষ্ণু রহস্যম্
৮৮] শুক রহস্যম্
৮৯] সনৎ সুজাতিয়ম্
৯০] কাশী খণ্ডম্
৯১] শরণাগতি গদ্যম্
৯২] চৈতন্য শিক্ষাষ্টকম্
৯৩] নিরুক্তম্
৯৪] স্তোত্র রত্নাকরঃ
৯৫] শ্রীকৃষ্ণ লীলা সংগ্রহঃ
৯৬] বৈষ্ণবীয় তন্ত্রসারঃ
৯৭] আত্মজ্ঞান নির্ণয়ঃ
৯৮] ভাষা পরিচ্ছেদঃ [ন্যায় দর্শনম্]
৯৯] শরণ মালিকা
১০০] মোক্ষ নির্ণয়ঃ
১০১] সৎ সঙ্গী জীবন গ্রন্থ ঃ

১০২। বিবেক চূড়ামণিঃ
১০৩] পঞ্চদশী
১০৪] ভক্তি রত্নাৱলী
১০৫] ভক্তি রত্নাকৰঃ [শঙ্কৰদেৱ ৰচিত]
১০৬] ভক্তি ৰসায়ণম্
১০৭] ভক্তি ৰসামৃত সিন্ধুঃ
১০৮] ভক্তি বিবেকঃ- [ভট্টদেৱ ৰচিত
১০৯] গীত গোবিন্দম্
১১০] শ্ৰীকৃষ্ণ কৰ্ণামৃতম্
১১১] ৰঘুবংশ মহাকাব্যম্
১১২] পাতঞ্জল যোগ দৰ্শনম্
১১৩] অমৰাৰ্থ চন্দ্ৰিকা
১১৪] প্ৰবোধ সুধাকৰঃ
১১৫] ভুজঙ্গ প্ৰয়াতঃ
১১৬] ভৰত নাট্য শাস্ত্ৰম্
১১৭] নাটক চন্দ্ৰিকা
১১৮] সাহিত্য দৰ্পণঃ
১১৯] অভিনয় দৰ্পণঃ
১২০] সঙ্গীত ৰত্নাকৰঃ
১২১] উজ্জ্বল নীলমণিঃ
১২২] চাণক্য শ্লোকঃ
১২৩] সূক্তি সুধাকৰঃ

---

| | |
|---|---|
| ১২৪] প্ৰবোধ চন্দ্ৰোদয়ম্ | সম্পাদনা- পণ্ডিত ৰামনাথ ত্ৰিপাঠী |
| ১২৫] বিদগ্ধ মাধৱম্ | ” পণ্ডিত ৰমাকান্ত ঝা |
| ১২৬] শ্ৰীহস্ত মুক্তাৱলী | ” ড ঃ মহেশ্বৰ নেওগ |
| ১২৭] মিত্ৰলাভঃ | ” গুৰুনাথ বিদ্যানিধি |
| ১২৮] সুহৃদ্ভেদঃ | ” ” |
| ১২৯] শব্দাৰ্থ কল্পদ্ৰুমঃ | ” ” |
| ১৩০] নীতি শতকম্ | ” অনন্ত ৰাম শাস্ত্ৰী |
| ১৩১] সংস্কৃত পাঠ সংগ্ৰহঃ | ” ডঃ মুকুন্দ মাধৱ শৰ্ম্মা |
| ১৩২] বৈষ্ণৱানন্দ লহৰিঃ | ” শ্ৰীমতী কেশদা মহন্ত |
| ১৩৩] সংস্কৃত সাহিত্য সম্ভাৰঃ | ” প্ৰসূন বসু |

## অসমীয়া বিভাগ (ক — পদ্যভাগ)

| | |
|---|---|
| ১] শ্ৰীমদ্ভাগৱত | (প্ৰণেতা) শ্ৰীমন্ত শঙ্কৰদেৱ আৰু অন্যান্য |
| ২] কীৰ্ত্তন ঘোষা | ” ” |
| ৩] নিমি নৱসিদ্ধ সম্বাদ | ” ” |
| ৪] ভক্তি প্ৰদীপ | ” ” |

| | | |
|---|---|---|
| ৫] বৰগীত | প্ৰণেতা | শঙ্কৰ-মাধৱদেৱ |
| ৬] ৰামায়ণ | ” | ” |
| ৭] শঙ্কৰদেৱৰ বাক্যামৃত | সম্পাদনা | ৺হৰিনাৰায়ণ দত্ত বৰুৱ |
| ৮] ' মাধৱ দেৱৰ বক্যামৃত | ,, | পূৰ্ণ চন্দ্ৰ গোস্বামী |
| ৯] নাম ঘোষা | প্ৰণেতা | মাধৱদেৱ |
| ১০] ভক্তি ৰত্নাৱলী | ” | ” |
| ১১] ৰাজসূয় কাব্য | ” | ,, |
| ১২] ভক্তি ৰত্নাকৰ | ” | ৰাম চৰণ ঠাকুৰ |
| ১৩] বৈকুণ্ঠানন্দ লহৰি | ” | উদ্দিত ৰাম দেৱ |
| ১৪] সাত্বত তন্ত্ৰ | ” | ভাগৱত মিশ্ৰ |
| ১৫] বৈৱস্বত পুৰাণ | ” | কবি শেখৰ |
| ১৬] বৈকুণ্ঠামৃত | ” | অনন্ত কন্দলি |
| ১৭] ভক্তি প্ৰেমাৱলী | ” | নৰোত্তম ঠাকুৰ |
| ১৮] পদ্ম পুৰাণ (স্বৰ্গ খণ্ড) | ,, | সাৰ্বভৌম ভট্টাচাৰ্য্য |
| ১৯] নাৰদ পঞ্চৰাত্ৰ | | ( অজ্ঞাত ) |
| ২০] গোপাল আতাৰ গীত | | |
| ২১] সত্তাৱলী | | |
| ২২] গুৰু চৰিত | প্ৰণেতা | ৺ৰাম চৰণ ঠাকুৰ |
| ২৩] ” | ” | দ্বিজ ৰমানন্দ |
| ২৪] ,, | ” | দৈত্যাৰি ঠাকুৰ |
| ২৫] বদলা আতাৰ চৰিত | ” | নিত্যানন্দ অদ্বৈত |
| ২৬] ভক্তি ৰত্নমালা | সম্পাদনা | ৺ধৰ্ম্ম চন্দ্ৰ দেৱগোস্বামী |
| ২৭] ন ঘোষা | প্ৰণেতা | পুৰুষোত্তম ঠাকুৰ |

## অসমীয়া গদ্য ভাগ (খ)

| | | |
|---|---|---|
| ২৮] কথাগুৰু চৰিত | প্ৰণেতা | ইন্দ্ৰজিত গাভৰুগিৰি। |
| ২৯] ৰুক্মিণী হৰণ নাট | সম্পাদনা | শ্ৰীৰাম চৰণ ঠাকুৰীয়া |
| | ” | শ্ৰীৰজনী কান্ত শৰ্ম্মা |
| ৩০] পাৰিজাত হৰণ নাট | ” | শ্ৰীহৰিনাথ শৰ্ম্মাদলৈ |
| ৩১] ৰাম বিজয় নাট | ,, | শ্ৰীবিষ্ণু নাৰায়ণ শাস্ত্ৰী |

| | | |
|---|---|---|
| ৩২। দধিমথন বা অৰ্জ্জুন ভঞ্জন নাট | সম্পাদনা | ৺দিগম্বৰ পাঠক |
| ৩৩। অঙ্কমালা | | ডঃ কেশৱানন্দ দেৱ গোস্বামী |
| ৩৪। শ্ৰীশ্ৰীশঙ্কৰদেৱ | প্ৰণেতা | ডঃ মহেশ্বৰ নেওগ |
| ৩৫। সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল | ,, | |
| ৩৬। যুগনায়ক শঙ্কৰদেৱ | ,, | ৺ডিম্বেশ্বৰ নেওগ |
| ৩৭। অসমীয়া সঙ্গীতৰ ঐতিহ্য | ,, | ডঃ বীৰেন্দ্ৰ নাথ দত্ত |
| ৩৮ অসমীয়া নাট্য সাহিত্যৰ জিলিঙনি | ,, | ডঃ হৰিশ্চন্দ্ৰ ভট্টাচাৰ্য্য |
| ৩৯ আহোমৰ দিন | ,, | ৺হিতেশ্বৰ বৰবৰুৱা |
| ৪০। শঙ্কৰী সংস্কৃতিৰ অধ্যয়ন | সম্পাদনা | অধ্যাপক ভবপ্ৰসাদ চলিহা |
| ৪১ মহাপুৰুষ শঙ্কৰদেৱ | ,, | ,, |
| ৪২। শঙ্কৰী সাহিত্যৰ সমীক্ষা | ,, | ,, |
| ৪৩। মহাপুৰুষীয়া ধৰ্মৰ পঞ্চৰত্ন | প্ৰণেতা | অৰ্জ্জুন চন্দ্ৰ দাস |
| ৪৪। অসমৰ সংস্কৃতি | ,, | ডঃ লীলা গগৈ |
| ৪৫। নাম-ঘোষা তত্ত্ব দৰ্শন | ,, | শ্ৰীপ্ৰতাপ চন্দ্ৰ মহন্ত |
| ৪৬। অসম গৌৰৱ | সম্পাদনা | ডঃ হেমন্ত কুমাৰ শৰ্ম্মা |
| ৪৭। সত্যতত্ত্ব দৰ্শন বা বৈষ্ণৱ দৰ্শন | প্ৰণেতা | শ্ৰীভুবন চন্দ্ৰ ভূঞা |
| ৪৮ বেদৰ পৰিচয় | ,, | ডঃ যোগীৰাজ বসু |
| ৪৯। হেমকোষ অভিধান | সম্পাদনা | আনন্দৰাম বৰুৱা |
| ৫০। আধুনিক অসমীয়া অভিধান | প্ৰণেতা | ডঃ মহেশ্বৰ নেওগ, ৰজনী শৰ্ম্মা, নৰকান্ত বৰুৱা |
| ৫১। একশৰণ নাম ধৰ্ম্ম | ,, | স্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী |
| ৫২। অসমৰ বৈষ্ণৱ দৰ্শনৰ স্বৰ্ণৰেখা | ,, | পণ্ডিত সোণাৰাম চুতীয়া |
| ৫৩। নাম-ঘোষা-নৱনীত | প্ৰণেতা | ৺বিনোবা ভাৱে |
| ৫৪। প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত | ,, | ৺হৰিনাৰায়ণ দত্তবৰুৱা |
| ৫৫। একশৰণ ভাগৱতী ধৰ্ম্ম আৰু মহাপুৰুষ শঙ্কৰদেৱ | ,, | শ্ৰীভুবন চন্দ্ৰ ভূঞা |
| ৫৬। ভক্তি সাধন সামগ্ৰী | প্ৰণেতা | শ্ৰীভুবন চন্দ্ৰ ভূঞা |
| ৫৭। উপদেশ ৰত্নাৱলী | ,, | ,, |
| ৫৮। নীতি কথা | ,, | ৺ধৰ্ম্ম চন্দ্ৰ দেৱগোস্বামী |
| ৫৯। সনাতন মহাপুৰুষীয়া ধৰ্ম্মৰ আভিগুৰি | ,, | ৺মণিৰাম গায়ন মোক্তাৰ |
| ৬০। মণিৰাম দেৱান | ,, | ৺বেণুধৰ শৰ্ম্মা |
| ৬১। বুৰঞ্জী বিবেক ৰত্ন | ,, | ৺মণিৰাম দেৱান |

| | | |
|---|---|---|
| ৬২] শঙ্কৰদেৱৰ পঞ্চ শততম্ জন্মোৎসৱ সভাৰ বক্তাৰ ভাষণাৱলী | সম্পাদনা | শ্ৰীঅচ্যুতানন্দ দাস |
| ৬৩] প্ৰসঙ্গ প্ৰণালী | প্ৰণেতা | শ্ৰীধৰ্মেশ্বৰ নামলগোৱা |
| ৬৪] শ্ৰীমন্ত শঙ্কৰদেৱৰ সনাতন ধৰ্মৰ স্বৰূপ | " | " |
| ৬৫] একশৰণ ভাগৱতী ভক্তি | " | " |
| ৬৬] ভক্তি ৰত্নাকৰ পৰিশিষ্ট খণ্ড | পদ্যকাৰ | " |
| ৬৭] লুইতপৰীয়া শিল্পী | প্ৰণেতা | শ্ৰীকিশোৰী মোহন পাঠক |
| ৬৮] অসমৰ বৈষ্ণৱ সংস্কৃতিৰ ৰূপৰেখা | সম্পাদনা | শ্ৰীযোগেন নেওগ |
| ৬৯] বৰগীত মুকুৰ | " | শ্ৰীগোলাপ দত্ত |
| ৭০] তাল প্ৰদীপ | প্ৰণেতা | কেশৱ চাংকাকতি |
| ৭১] সত্ৰীয়া খোল বাদ্যাঙ্ক | " | শ্ৰীমহানন্দ দাস |
| ৭২] মহাপুৰুষীয়া বৈষ্ণৱ দৰ্শন | " | শ্ৰীকুশেশ্বৰ কলিতা |
| ৭৩] মহাপুৰুষ শঙ্কৰদেৱ | (বক্তৃতা মালা) | পাঞ্জাবী বিশ্ববিদ্যালয় |
| ৭৪] হৰি প্ৰসঙ্গ | প্ৰণেতা | শ্ৰীহুলিৰাম মেধি<br>শ্ৰীমন্ত্ৰ নাৰায়ণ দাস |
| ৭৫] সাতাৰাম ছাল বা স্বাধীনতাৰ প্ৰথম যুদ্ধ | " | ৺বেণুধৰ শৰ্মা |
| ৭৬] অস্পৃশ্যতা বৰ্জন | " | শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী, সত্ৰাধিকাৰ |
| ৭৭] দামোদৰদেৱৰ গুৰু কোন ? | " | " |
| ৭৮] শঙ্কৰী ধৰ্ম সংস্কৃতিত অন্তৰ্জ্জল | " | " |
| ৭৯] জ্যোতি (দুমহীয়া আলোচনী) | সম্পাদনা | শ্ৰীৰাম প্ৰসাদ শইকীয়া |
| ৮০] প্ৰাগজ্যোতিষ স্মৃতি-গ্ৰন্থ | " | শ্ৰীভৱ প্ৰসাদ চলিহা |
| ৮১] শঙ্কৰজ্যোতি স্মৃতি-গ্ৰন্থ | " | শ্ৰীতোলন চুতীয়া |
| ৮২] স্মৃতি-গ্ৰন্থ [শ্ৰীমন্ত শঙ্কৰ সংঘ] | " | শ্ৰীবদন চন্দ্ৰ শইকীয়া |
| ৮৩] সোণালী জয়ন্তী স্মৃতি-গ্ৰন্থ [বালিগাওঁ] | " | শ্ৰীডিম্বেশ্বৰ দয়াল শৰ্মা |
| ৮৪] স্মৃতি-গ্ৰন্থ [শঙ্কৰদেৱৰ জন্মোৎসৱ, যোৰহাট] | " | শ্ৰীদেবেশ্বৰ বৰা |
| ৮৫] স্মৃতি-গ্ৰন্থ [নগাওঁ জিলা অঙ্কীয়া নাট অভিবৰ্ত্তন] | " | শ্ৰীখগেন্দ্ৰ নাথ ভূঞাবৰা |
| ৮৬] শ্ৰীমন্ত শঙ্কৰদেৱ [স্মৃতি-গ্ৰন্থ] | " | শ্ৰীনেত্ৰৰাম কোঁৱৰ |
| ৮৭] স্মৃতি-গ্ৰন্থ | " | ডঃ পদ্মধৰ শইকীয়া |
| ৮৮] পাঞ্চজন্য [গীতাৰ্থী সমাজ পত্ৰিকা] | " | শ্ৰীধীৰেশ্বৰ ভট্টাচাৰ্য্য |

| | | | | | | |
|---|---|---|---|---|---|---|
| ৮৯। | নামধৰ্ম্ম | (আলোচনী) | শকাব্দ | ৫০২ | সম্পাদনা | ৺ৰামেশ্বৰ বৰুৱা |
| ৯০। | ,, | ,, | ,, | ৫২৩ | ,, | শ্ৰীগোবিন্দ শইকীয়া |
| ৯১। | ,, | ,, | ,, | ৫২৫ | ,, | শ্ৰীগোলোক কাকতি |
| ৯২। | ,, | ,, | ,, | ৫২৬ | ,, | শ্ৰীগোবিন্দ শইকীয়া |
| ৯৩। | ,, | ,, | ,, | ৫২৭ | ,, | ,, |
| ৯৪। | ,, | ,, | ,, | ৫২৮ | ,, | ,, |
| ৯৫। | ,, | ,, | ,, | ৫২৯ | ,, | ,, |
| ৯৬। | ,, | ,, | ,, | ৫৩০ | ,, | ,, |
| ৯৭। | ,, | ,, | ,, | ৫৩১ | ,, | শ্ৰীহেম শইকীয়া |
| ৯৮। | ,, | ,, | ,, | ৫৩২ | ,, | ,, |
| ৯৯। | ,, | ,, | ,, | ৫৩৩ | ,, | ,, |
| ১০০। | ,, | ,, | ,, | ৫৩৪ | ,, | ,, |
| ১০১। | শ্ৰীমন্ত, | আলোচনী | শকাব্দ | ৫২২ | ,, | শ্ৰীগোবিন্দ শইকীয়া |
| ১০২। | ,, | ,, | ,, | ৫২৩ | ,, | শ্ৰীচন্দ্ৰ বৰদলৈ |
| ১০৩ | ,, | ,, | ,, | ৫২৪ | ,, | শ্ৰীগোবিন্দ শইকীয়া |
| ১০৪। | ,, | ,, | ,, | ৫২৫ | ,, | ,, |
| ১০৫। | ,, | ,, | ,, | ৫২৬ | ,, | শ্ৰীচন্দ্ৰ বৰদলৈ |
| ১০৬। | ,, | ,, | ,, | ৫২৭ | ,, | ,, |
| ১০৭ | ,, | ,, | ,, | ৫২৮ | ,, | ,, |
| ১০৮। | ,, | ,, | ,, | ৫২৯ | ,, | ,, |
| ১০৯। | ,, | ,, | ,, | ৫৩০ | ,, | ,, |
| ১১০। | শ্ৰীমন্ত, | আলোচনী | শকাব্দ | ৫৩১ | ,, | ,, |
| ১১১। | ,, | ,, | ,, | ৫৩২ | ,, | ,, |
| ১১২। | বৰ্ণালী | আলোচনী | | | ,, | শ্ৰীসুৰেণ হাজৰিকা |
| ১১৩। | ৰাজসূয় | [কোৰ্জীয়া নাট] | | | প্ৰণেতা | ৺কৃষ্ণকান্ত অধিকাৰ প্ৰভু |
| ১১৪। | ৰুক্মিণী হৰণ | ,, | | | ,, | ,, |
| ১১৫। | দূতী সংবাদ | ,, | | | ,, | ,, |
| ১১৬। | দধি মথন | ,, | | | ,, | ৺ধৰ্ম্মকান্ত দেৱাধিকাৰ প্ৰভু |
| ১১৭। | কংস বধ | ,, | | | ,, | ,, |
| ১১৮। | অঘ বধ ব্ৰহ্মমোহন | ,, | | | ,, | ৺লক্ষ্মীকান্ত অধিকাৰ প্ৰভু |
| ১১৯। | মুক্তাহৰণ নাট | ,, | | | ,, | ৺চন্দ্ৰকান্ত অধিকাৰ প্ৰভু |
| ১২০। | ভক্তি ভাস্কৰ | [ধৰ্ম্মমূলক গ্ৰন্থ] | | | ,, | ৺কৃষ্ণকান্ত অধিকাৰ প্ৰভু |

## হিন্দী বিভাগ

| | | | |
|---|---|---|---|
| ১। শঙ্কৰদেৱ সাহিত্যকাৰ ঔৰ বিচাৰক | | প্ৰণেতা | ডঃ কৃষ্ণ নাৰায়ণ প্ৰসাদ মাগধ |
| ২। হিন্দী অভিধান | | ,, | বুদ্ধীন্দ্ৰ চন্দ্ৰ বৰুৱা |
| ৩। ৰাম চৰিত্ৰ মানস | | ,, | তুলসী দাস |
| ৪। তত্ত্ব চিন্তামণি | | সম্পাদনা | হনুমান প্ৰসাদ পোদ্দাৰ |
| ৫। প্ৰেম যোগ কা তত্ব | | প্ৰণেতা | জয়দয়াল গোয়েন্দকা |
| ৬। ভক্তমাল গ্ৰন্থ | | ,, | নাভাদাস |
| ৭। বিষ্ণু অঙ্ক | (কল্যাণ) | সম্পাদনা | গীতা প্ৰেছ, গোৰখপুৰ |
| ৮। সন্তবাণী অঙ্ক | ,, | ,, | ,, |
| ৯। তীৰ্থাঙ্ক | ,, | ,, | ,, |
| ১০। যোগৱাশিষ্ঠ অঙ্ক | ,, | ,, | ,, |
| ১১। নাৰী অঙ্ক | ,, | ,, | ,, |
| ১২। পৰলোক পুনৰ্জন্মাংক | ,, | ,, | ,, |
| ১৩। ভক্তি অঙ্ক | ,, | ,, | ,, |
| ১৪। ধৰ্মাঙ্ক | ,, | ,, | ,, |
| ১৫। মানৱতা অঙ্ক | ,, | ,, | ,, |
| ১৬। হিন্দু সংস্কৃতি অঙ্ক | ,, | ,, | ,, |
| ১৭। ভগৱৎ কৃপাঙ্ক | ,, | ,, | ,, |
| ১৮। বৈষ্ণৱ সদাচাৰ অঙ্ক | ,, | ,, | ,, |
| ১৯। শ্ৰীকৃষ্ণ বচনামৃত | ,, | ,, | ,, |
| ২০। গীতা তত্ত্ব বিবেচনী | ,, | ,, | ,, |

## বাঙলা বিভাগ

| | | |
|---|---|---|
| ১। বৈষ্ণৱ ধৰ্ম্ম প্ৰকাশিকা | প্ৰণেতা | অবিনাশ চন্দ্ৰ মুখোপাধ্যায় |
| ২। ভাৱবোধ অভিধান | ,, | আশুতোষ দেৱ |
| ৩। গুৰু বাক্য বা যৌগিক পন্থা | ,, | যোগ প্ৰকাশ ব্ৰহ্মচাৰী |
| ৪। ভাৰতেৰ নৃত্য কলা | ,, | গায়ত্ৰী চট্টোপাধ্যায় |
| ৫। সংস্কৃত সাহিত্যেৰ ৰূপৰেখা | ,, | ডঃ বিমান চন্দ্ৰ ভট্টাচাৰ্য্য। |

॥শ্ৰীশ্ৰী॥

# ভূমিকা

"সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা" নামজিলে নতুন কমলাবাৰী-সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামীৰ বিস্তৃত অভিজ্ঞতা আৰু অধ্যয়নৰ পৰা সমুদ্ভূত এই গ্ৰন্থখনি পাঠক সমাজত চিনাকি কৰি দিবলৈ এটি অনুৰোধ আহিছে। কমলাবাৰী সত্ৰৰ অধিকাৰৰ উচ্চ আসনৰ পৰা অহা এই অনুৰোধ পবিত্ৰ আজ্ঞাৰে সমতুল্য। শ্ৰীগোস্বামী সংস্কৃত সাহিত্যত প্ৰতিষ্ঠিত লেখক, আৰু সিজনাৰ দৃষ্টিও বহল আৰু উদাৰ। গতিকে সিজনাৰ লেখনীৰ পৰা নিঃসৃত এই বিৰাটবপু গ্ৰন্থখনিৰ আভ্যন্তৰিকতে এটি বৃহৎ মূল্য থাকিব লাগিব। তাতে আকৌ, আমাৰ থান-সত্ৰ-সমূহৰ মাজত কমলাবাৰীৰ বিশেষ এখনি স্থান আছে। "উজানত কমলাবাৰী ভাটীত মধুপুৰ, মধ্যত বৰপেটা"— এইটি এক প্ৰখ্যাত জনশ্ৰুতি, যিটি তাহানি গুণাভিৰাম বৰুৱাই "সৌমাৰ ভ্ৰমণ"ৰ বৰ্ণনা লেখিবলৈ কাপ তুলি লৈয়েই স্মৰণ কৰিছিল। সংৰক্ষণশীলতা আৰু শুচিবায়ুতাৰ প্ৰতীকৰ দৰে কমলাবাৰীক লৈ দুই-এটি জনপ্ৰবাদো লোকৰ মাজত প্ৰচলিত আছে ('তুমি কোন কুটা, কমলাবৰীয়া ভকতে খাই গৈছে গুদা।' 'আগৰ কমলাবৰীয়াই ধুই খায় খৰি, আজিৰ কমলাবৰীয়াই খাওঁতে নোধোৱে ভৰি।' ইত্যাদি। সামাজিক ধাৰ্মিক আচাৰ-বিচাৰৰ দৰে গীত-বাদ্য-নৃত্যৰ তৌৰ্যত্ৰিকৰ অনুশীলনৰ বিষয়তো কমলাবাৰী মহাপুৰুষ দুজনা গুৰু তথা বদুলা পদ্ম আতাৰ দান কোৰাযুগীয়াকৈ ধৰি ৰাখিছে বুলি সেই সেই কলা-সম্পদৰ কিছু সূক্ষ্ম লক্ষণৰ অস্তিত্বৰ পৰা অনুমান কৰিব পাৰি। বিশেষকৈ কমলাবাৰীৰ কলা-সম্পদৰ ঐতিহ্য অসমৰ বাহিৰৰ কলা বীক্ষা থকা লোকৰ চকুত ধৰা পৰে আৰু সি প্ৰভূত আদৰ পায়। আনফালে কমলাবৰীয়া সংৰক্ষণশীলতা সত্ত্বেও কমলাবাৰীয়ে অৰ্বাচীন ভাষা ভাওনা, গীত-ভাওনা, ঊনবিংশ শতিকাত প্ৰৱেশ কৰা বঙলুৱা ধুৰা-ভাওনা আৰু ঝুৰি-ভাওনা আৰু বিংশ শতিকাত অনুপ্ৰৱেশ কৰা চোক্ৰা-গানৰ ভাওনাকো প্ৰশ্ৰয় দি ৰাখিছে – যদিও সত্ৰত সিবোৰৰ প্ৰাধান্য নাই বা সিহঁতৰ সত্ৰীয়া চৰিত্ৰও নাই। কিন্তু আমাৰ চেষ্টাত কোনো প্ৰকাৰে প্ৰস্তুত আৰু প্ৰকাশিত "স্বৰ্ণৰেখাত বৰগীত", Rhythm in the Vaishnava Music of Assam" আৰু "সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল" পুথি আৰু কমলাবাৰীৰ এগৰাকী গুণিন শ্ৰীধৰ্মেশ্বৰ নামলগোৱাৰ "প্ৰসঙ্গ-প্ৰণালী"ৰ বাহিৰে শঙ্কৰী ঐতিহ্যৰ বিৰাট এটি ভাণ্ডাৰ স্বৰূপ কমলাবাৰীৰ কলা-সম্পদ উদ্ঘাটন কৰিবৰ বিশেষ যত্ন হোৱা নাই। অথচ সত্ৰীয়া নৃত্যৰ বাবে সঙ্গীত নাটক অকাদেমীৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ পাওঁতা তিনিজন কলাকাৰেই কমলাবাৰীৰ। আমাৰ সৌভাগ্যৰে বিষয় যে তিনিখনি কমলাবাৰী-সত্ৰৰ এখনিৰ পূৰ্ণাধিকাৰে নিজে সেই সত্ৰৰ ঐতিহ্য ধৰ্মানুষ্ঠান আৰু কলা-সম্পদৰ বিষয়ে সম্ভেদ দিবলৈ আগবাঢ়ি আহিছে। সত্ৰৰ অভ্যন্তৰৰ একক ধৰ্ম-জীৱনৰ বহল চিত্ৰ এখনি ইয়াত সন্নিৱিষ্ট হৈছে— যিটি ইতিপূৰ্বে কোনো গ্ৰন্থত আমি পোৱা নাই। শ্ৰীগোস্বামীদেৱৰ

সেই চিত্র যিমান পাৰি বিশদভাৱে আঁকিছে আৰু সত্ৰীয়া জীৱন আৰু সম্প্ৰতি সৰ্বভাৰতীয় প্ৰাচীন ঐতিহ্যৰ সম্পৰ্ক দেখুৱাবৰ কাৰণেও যত্ন কৰিছে। এই বিষয়ত লেখকৰ মতামতৰ লগত পাঠকৰ দৃষ্টি সদায় মিলিব বুলি অৱশ্যে আশা কৰা নাযায়। কিন্তু লেখকে নিতান্ত আৱশ্যকীয় আলোচনাৰ ধাৰা নিজৰ দৃষ্টিৰ কোণৰপৰা মুকলি কৰি দিয়াটোৱেই আমাৰ বাবে লাভৰ বিষয় হৈছে। আমাৰ কাৰণে গ্ৰন্থখনি এটি চহকী ভৰিষ্যনিধি হৈ থাকিল, আৰু আমি সময়ত লুটিয়াই চাবলৈ ইয়াতে কমলাবাৰীৰ জীৱন অভিলেখবদ্ধ হৈ ৰ'ল। সেই কালৰপৰা পুথিখনিৰ বৰ্ণনা-সম্ভাৰৰ প্ৰাচুৰ্য আমাৰ লাভদায়ক হ'বই। সত্ৰাধিকাৰ প্ৰভুৰ নিজৰ তাৎপৰ্য ব্যাখ্যা খনিৰো বিশেষ এটি মূল্য আছে। প্ৰভুদেৱে সকলো বিষয়তে কাৰ্পণ্য নকৰি সত্ৰৰ ঐতিহ্য আৰু নিজৰ জ্ঞানৰ ফালৰপৰা মুকলিকৈ অকুণ্ঠ সত্য বৰ্ণন কৰি গৈছে। তাৰ দ্বাৰা আমাৰ জ্ঞান সমৃদ্ধ হৈছে। সংস্কৃতৰো সুপণ্ডিত লেখকে বিবিধ সংস্কৃত গ্ৰন্থৰপৰা ভুৰি উদ্ধৃতি দি নিজৰ বক্তব্য সমৰ্থন কৰি গৈছে। ইয়াৰ ভিতৰত শ্ৰীগোস্বামীৰ ঐতিহাসিক বিচাৰ-ধাৰা আমাৰ বাবে উপাদেয় হৈছে। আহোম ৰাজত্বৰ শেহ স্তৰৰ দুৰ্বলতাৰ সময়ত কেনেকৈ তান্ত্ৰিক আৰু ব্ৰাহ্মণ্যধৰ্মী লোকৰ ৰক্ষক প্ৰভাৱ আৰু তাৰ ফল-স্বৰূপ ৰাজকীয় দণ্ড আৰু আদেশৰ তাড়নাত কোনো কোনো সত্ৰত ফাকুৱাৰ মেষ-দাহ প্ৰথা, অম্বুবাচী পালন আৰু মহাপুৰুষ গুৰুজনাৰ কীৰ্ত্তনৰ 'থাপনি'ৰ দিনাও বিগ্ৰহ-স্থাপন (বিষ্ণু-বিগ্ৰহেই হ'লেও) আদি অমিল-অজীৰ্ণ আচাৰ সোমাইছিল। গোস্বামীদেৱে সেবোৰৰ সমালোচনা দি গৈছে। বুৰঞ্জীত আছে, মূৰ্ত্তি-গোসাঁই পূজা নকৰাৰ বাবে স্বয়ং কমলাবাৰীয়া গোসাঁইক বেত্ৰ-প্ৰহাৰ কৰা হৈছিল। ৰজাঘৰীয়া প্ৰপীড়ন আৰু ধৰ্ম-কাৰ্যত হেতা ওপৰা সিমান দূৰলৈকে গৈছিল; যদিও আজি সত্ৰত মূৰ্ত্তি-গোসাঁই পূজা স্বাভাৱিক যেন লগা হৈছে, কথা প্ৰকৃততে তেনে নহয়। বৰ্ত্তমান গ্ৰন্থৰ আলোচনাই মহাপুৰুষীয়া আচাৰৰ স্বৰূপ-নিৰ্ণয়ৰ দিশ সূচনা কৰিব।

পথিখনিৰ প্ৰাৰম্ভণতে সত্ৰ, আৰু সত্ৰীয়া আখ্যাবোৰৰ ব্যাখ্যা দিবৰ কাৰণে যত্ন কৰা হৈছে। মন কৰিব লগীয়া যে হেমচন্দ্ৰ বৰুৱাই তেওঁৰ "হেমকোষ"ত 'সত্ৰ' শব্দটো ভুল, 'সত্ৰ'হে শুদ্ধ বুলি সাব্যস্ত কৰিছে। 'সত্ৰ' শব্দ বৈদিক যুগৰ সমানেই পুৰণি। "শতপথ-ব্ৰাহ্মণ"ত (১৩.৬.১) তাৰ প্ৰয়োগ আছে কেইবাদিনো জুৰি হোৱা যজ্ঞৰ অৰ্থত। মহাপুৰুষ শঙ্কৰদেৱে শব্দটি কিন্তু "ভাগৱত-পুৰাণ"ৰ পৰাহে লোৱা বুলি অনুমান হয়। ভাগৱতৰ অনেক ঠাইত শব্দটি আছিছে। নৈমিষ-ক্ষেত্ৰত মহান মহান ঋষিসকল গোট খাই সত্ৰ নামে যজ্ঞ পাতিছিল; ইয়াত শ্ৰীধৰস্বামীয়ে "সত্ৰ-সংজ্ঞকং কৰ্ম" অৰ্থাৎ সত্ৰ নামে যজ্ঞ বুলি ব্যাখ্যা দিছে (১.১.৪)। অন্যত্ৰ আকৌ (৩.৫.১১) টীকাকাৰজনাই সত্ৰ মানে যজ্ঞ বুলিছে ("সত্ৰেষু

সমাজেষু) লৈছে। দশম স্কন্ধত 'ব্ৰহ্ম-সত্ৰ' (১০.৮৭.৯) আখ্যাটি আছে। সেই প্ৰসঙ্গতে শ্ৰীধৰে ব্যাখ্যা দিছে এইদৰে 'ব্ৰহ্ম-সত্ৰমিতি। যথা যজমানা এব সমানা ঋত্বিগাদি-ৰূপেণ যত্ৰ কৰ্ম্ম কুৰ্ব্বন্তি, তৎ কৰ্ম্ম-সত্ৰং প্ৰসিদ্ধম্, তথা যথা সমানা এব বক্তৃশ্ৰোতৃ-ভাবেন ব্ৰহ্ম মীমাংসন্তে তদ্ব্ৰহ্ম-সত্ৰম্।' যি সমাজত বক্তা আৰু শ্ৰোতা সমান শাৰীত ৰহি ব্ৰহ্মৰ বিচাৰ কৰে, সেয়ে ব্ৰহ্ম-সত্ৰ — যেনেকৈ পুৰোহিত আৰু যজমান সমানভাৱে বহি যজ্ঞ কৰিলে সি হয় কৰ্ম-সত্ৰ। ভাগৱত বৰ্ণিত এই ব্ৰহ্ম-সত্ৰৰ ধাৰণাৰ অনুকৰণতে মহাপুৰুষৰ সত্ৰ অনুষ্ঠান গঢ় লৈ উঠে — পোনতে গীত-শাস্ত্ৰৰ ঈশ্বৰতত্ত্বৰ আলোচনাৰ নিত্য অধিৱেশন-ৰূপে (ৰামানন্দ দ্বিজে বৰ্ণোৱা দৰে 'সত্ৰত বসিয়া নাম গাই নিত্যাগত; ৮৩২ পদ) আৰু পিছত গুৰু-ভকতৰ একেলগে থকা আৱাসিক সংস্থাগাৰ-ৰূপে। শংকৰদেৱে বৰদোৱাৰ নিজা ঘৰ এৰি ভকতসকলেৰে ঠায়ে ঠায়ে থাকিব লগীয়া হোৱাৰ বাবেই এই ৰূপান্তৰ ঘটিব লগীয়া হৈছিল। ই এক স্বাভাৱিক বিকাশ। মহাপুৰুষৰ সময়তো বৰ্তমান শঙ্কৰাচাৰ্য আৰু উত্তৰ ভাৰতৰ ৰামনন্দী সম্প্ৰদায়ৰ মঠ নামৰ আৱাসিক অনুষ্ঠান বা বহুতে ভবা দৰে গুৰুজনাৰ কালত লোপ পোৱা বৌদ্ধসকলৰ-সংঘাৰামবিহাৰকৰ গঢ়ত মহাপুৰুষে সত্ৰ অনুষ্ঠানক ৰূপ দিয়া নাছিল বুলি ভাবিবৰ বহুত কাৰণ আছে। সত্ৰীয়া চৈধ্য প্ৰসঙ্গৰ বিকাশ সেইদৰে স্বতন্ত্ৰভাৱেই হৈছিল। সাধাৰণ বিশ্বাস (যিটো "গুৰুচৰিত কথা"ত অভিলিখিত হৈছে) মাধৱদেৱ পুৰুষে সুন্দৰীদিয়াত থকাতে চৈধ্য প্ৰসঙ্গৰ ক্ৰম-শৃংখলা লগায়। আমাৰ গ্ৰন্থকাৰে বোধহয় ঠিকেই নিৰূপণ কৰিছে (পিঠি ৩১) ব্যাস-কীৰ্ত্তন আদিতে চৈধ্য প্ৰসঙ্গৰ ভিতৰত নাছিল, পিছতহে সত্ৰসমূহত মূল প্ৰসঙ্গৰ মাজলৈ সোমায়। এই বিষয়ত চিন্তাৰ খেলি-মেলি হ'ব নালাগে যে 'প্ৰসঙ্গ' শব্দটি 'হৰি-কথা-প্ৰসঙ্গ' বা 'হৰি-নাম-প্ৰসঙ্গ' কথাৰে চমু ৰূপ মাথোন। সত্ৰীয়া নিত্য আৰু নৈমিত্তিক প্ৰসঙ্গৰ ব্ৰাহ্মণ্য নিত্য নৈমিত্তিক (চাৰি প্ৰকাৰৰ দুবিধ) কৰ্মৰ লগত বৰকৈ মিলনি নাথাকে। ব্ৰাহ্মণ্য ধৰ্মত 'সন্ধ্যাদীনি' অৰ্থাৎ সন্ধ্যা-গায়ত্ৰী, পঞ্চযজ্ঞ আদি হ'ল নিত্যকৰ্ম আৰু 'পুত্ৰজন্মাদ্যনুবন্ধীনি' অৰ্থাৎ ল'ৰা উপজিলে কৰিব লগীয়া বিবিধ সংস্কাৰ আদি নৈমিত্তিক কৰ্ম। মহাপুৰুষীয়া ধৰ্মত একশৰণ নামধৰ্মৰ পৰিসৰৰে সীমিত বিবিধ হৰিকথা প্ৰসঙ্গহে নিত্য আৰু নৈমিত্তিকৰ ভিতৰত পৰে। চৈধ্য প্ৰসঙ্গ হ'ল নিত্য-প্ৰসং; আৰু নৈমিত্তিক প্ৰসঙ্গ হ'ল যেনে ভাদমহীয়া কেইবাদিনো জোৰা গুৰু-কীৰ্ত্তন, কৃষ্ণ-জীৱনৰ লগত সংশ্লিষ্ট জন্মাষ্টমী, ৰাস আৰু ফাকুৱা, ঋতুৰ লগত সম্পৰ্কিত বিহু কেইটা, ইত্যাদি; মহাপুৰুষ শংকৰদেৱৰ জন্মোৎসৱো যোৱা তেৰ কুৰি বছৰ মানৰ ভিতৰত কোনো কোনো সত্ৰত নৈমিত্তিক উৎসৱ-ৰূপে উদ্‌যাপিত হৈ আহিছে। নিত্য-নৈমিত্তিক প্ৰসঙ্গৰ মাজেদি সত্ৰীয়া জীৱনৰ দিন, মাহ, বছৰবোৰ কেনেকৈ শৃংখলাৰ মাধ্যমত উৎসৱ-মুখৰ হৈ থাকে তাৰ পূৰ্ণ বৰ্ণনা আৰু ব্যাখ্যা দ্বিতীয় আৰু তৃতীয় খণ্ডত সুন্দৰভাৱে দিয়া হৈছে।

চতুৰ্থ খণ্ডত আটাইতকৈ গুৰুত্বপূৰ্ণ বিষয় — ভক্তিতত্ত্ব আৰু সত্ৰত তাৰ বাস্তৱ অনুশীলনৰ আলোচনা-সন্নিৱেশ কৰা হৈছে। শংকৰদেৱৰ ধৰ্মৰ নাম একশৰণ নামধৰ্ম। নামধৰ্ম' বলুটি যেনেকৈ নিত্য চৈধ্য প্ৰসঙ্গ আৰু

নৈমিত্তিক বিবিধ 'প্রসঙ্গ'ৰ যোগেদি ভক্তসকলে ব্যক্তিগতভাৱে আৰু সমজুৱাকৈ পালন কৰে, সত্ৰীয়া শৃংখলাৰ মাজেদি সেইদৰে 'একশৰণ' অনুশীলন আৰু ৰক্ষাও সিসকলে কৰে। এই শৃংখলা সংগঠনৰ প্ৰণালীয়ে কালক্ৰমতহে ৰূপ লয়। দীক্ষা (সেই শব্দ এই সম্প্ৰদায়ত ব্যৱহাৰ কৰা নহয়) অৰ্থাত 'শৰণ' শব্দৰ ব্যৱহাৰ মহাপুৰুষৰ ধৰ্মতেইহে আছে। যদিও মহাপুৰুষসকলেও কতো নাই, সেই শৰণৰ বস্তু অৰ্থাৎ পাৰমাৰ্থিক তত্ত্ব চাৰিটি—নাম, দেৱ, গুৰু, ভকত। শৰণৰ মূল-স্বৰূপ গূঢ় মন্ত্ৰ (এই শব্দও সম্প্ৰদায়ৰ ভিতৰত নচলে) হ'ল চাৰি নাম। ধৰ্মৰ মূল আধাৰ স্বৰূপ হৈছে ভাগৱত-পুৰাণ আৰু তাৰ হৃদয় হ'ল চাৰিটি শ্লোক চতুঃশ্লোকী (ভাগৱত-পুৰাণ, ২.৯ ৩৩–৩৬)। তাৰ মৰ্ম বাচ্য আৰু বক্তব্য হ'ল চাৰিটি তত্ত্ব—সত্ৰৰ শৰণৰ পিছৰ স্তৰত ভৰ্জন বুলি, ভক্তিৰ ব্যাখ্যাৰ শিক্ষা দিওঁতে বুজাই দিয়া জ্ঞান, বিজ্ঞান, তদঙ্গ, আৰু ৰহস্য। শ্ৰীধৰ স্বামীৰ ব্যাখ্যামতে জ্ঞানং শাস্ত্ৰোত্থম শাস্ত্ৰ পঢ়ি পোৱা ভগৱতত্ত্বৰ জ্ঞানেই এই জ্ঞান, বিজ্ঞানম অনুভৱঃ, হৃদয়ৰ অনুভৱৰ (intution) দ্বাৰা উপলব্ধ উত্তম জ্ঞান (revelation) হ'ল বিজ্ঞান; তদঙ্গ তস্য সাধনম সেই পৰম জ্ঞানৰ সাধন আৰু চূড়ান্ত হ'ল ৰহস্যং ভক্তিঃ, পৰম অনুভূতি-স্বৰূপ পৰম গুহ্য ভক্তি। এই আন্তৰ সাধন-পথৰ সহায়ক হ'ল বাহিৰৰ শীলশিক্ষা আৰু সদাচাৰ, উপাসনা আৰু গীত-বাদ্য-নৃত্য-নাট্যকলা। শ্ৰীগোস্বামীদেৱে বহল পঞ্চম খণ্ডত সেই সমূহৰ বিষয়ে বিস্তৃত আলোচনা কৰিছে। বিশেষকৈ 'শংকৰী সংগীতৰ ধাৰা আৰু দিগ্দৰ্শন' অংশটি (পিঠি ৫০৯ ৮০৮) অসমৰ কলা-বুৰঞ্জীৰ এটি উজ্জ্বল অধ্যায়েই হৈছে। নটুৱা বা নৰ্তকসকলৰ শৰীৰ-সাধনৰ অৰ্থে পৰিকল্পিত মাটি-আখৰাক যদিও লেখকে ভৰতৰ "নাট্যশাস্ত্ৰ"ৰ এশ আঠপ্ৰকাৰ কৰণেৰে মিলাবৰ এটি প্ৰয়াস কৰিছে, প্ৰকৃততে এই মাটি-আখৰা নামৰ কছৰৎবিলাক "নাট্যশাস্ত্ৰ"ত উল্লিখিত ব্যায়ামৰহে সমপৰ্যায়ৰ। অৱশ্যে কৰণৰ লেখীয়াকৈ মাটি-আখৰাৰ অঙ্গ চালনাবোৰ নাচৰ বিভিন্ন অৱস্থাত আপোনা আপুনি ব্যৱহৃত হৈ যায়। অসমত বিশেষকৈ অসমৰ সত্ৰ সমূহত "নাট্যশাস্ত্ৰ"ৰ চৰ্চা নাই। সেই বাবে সত্ৰীয়া নৃত্য শাস্ত্ৰীয় নৃত্য হ'লেও তাৰ শাস্ত্ৰীয় চৰিত্ৰ ম্লান হোৱাৰ দৰে হৈছে। এনে স্থলত বৰ্তমান গ্ৰন্থত "নাট্যশাস্ত্ৰ"ৰ পৰা কেইপ্ৰকাৰমান অঙ্গ-কৰ্ম বৰ্ণনা কৰা হোৱাত সিবিলাকৰ লগত আমাৰ নৃত্যাচাৰ্যসকলৰ পৰিচয় ঘটাৰ সম্ভাৱনা হ'ব।

কেৱল কমলাবাৰী-সত্ৰৰে নহয়, সমস্ত সত্ৰীয়া জীৱন আৰু কলাৰ চিত্ৰ-ৰূপে এই বহুমূলীয়া গ্ৰন্থখনে আমাক অসমীয়া সংস্কৃতিৰ এটি উজ্জ্বল ৰূপেৰে গভীৰ পৰিচয় প্ৰদান কৰিছে। এগৰাকী সত্ৰাধিকাৰৰ নিজৰ হাতৰ লেখা-ৰূপে সেই পৰিচয়ৰ এটি বৰ্ধিত মূল্য আমি পাইছো। আশা কৰিছো সংস্কৃতি-প্ৰেমী সৰ্বজনৰ পৰাই পুথিখনিয়ে প্ৰভূত সমাদৰ লাভ কৰিব। গ্ৰন্থখনিৰ বাবে আমি শ্ৰীগোস্বামীদেৱৰ ওচৰত কৃতজ্ঞ।

বৈজয়ন্তী, উত্তৰ শৰণীয়া
গুৱাহাটী ৭৮১০০৩
২৭ জুলাই, ১৯৮৪

মহেশ্বৰ নেওগ

# সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা

## প্ৰথম খণ্ড

### প্ৰস্তাৱনা

"সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা" শব্দত্ৰয়ৰ ব্যাপকাৰ্থ বিদ্যমান। অসমত পঞ্চ শতাধিক বা তদধিক সত্ৰানুষ্ঠান আছে। এখন সত্ৰৰ লগত অন্য এখন সত্ৰৰ সংস্কৃতি সম্পৰ্কত মতভেদ বা অমিল থকা দেখা যায়। এতেকে এখন সত্ৰৰ আধাৰত প্ৰবন্ধ বা পুস্তকাদি লিখিবলৈ যাওঁতে বিষয়টো সাৰ্ব্বজনিন্ বা সৰ্ব্বজনগ্ৰাহ্য নিতান্তই হব নোৱাৰে। কিন্তু আমি আমাৰ ক্ষুদ্ৰ বুদ্ধিৰে এইটোকেই সিদ্ধান্ত কৰা হ'ল যে অসমত যিমান সংখ্যাক সত্ৰ আছে, উক্ত সত্ৰসমূহ মহাপুৰুষদ্বয়ৰ আদৰ্শতেই প্ৰতিষ্ঠিত। দুজনা গুৰুৰ দ্বাৰা সংস্থাপিত মূল সত্ৰৰ অনুকৰণতে তদনুবৰ্ত্তী শিষ্য প্ৰশিষ্যৰ দ্বাৰা স্থাপিত সত্ৰ সমূহৰ মূল ভাবাদৰ্শ ঐক্যসূত্ৰতে নিবদ্ধ বা সংগঠিত। মাত্ৰ কিছু অমিল পৰিলক্ষিত হয় আচাৰ ব্যৱহাৰতহে। উক্ত অমিল বিলাক সেই সেই সত্ৰ সমূহৰ পৰম্পৰাগত পৰবৰ্ত্তী সত্ৰাধীশ সকলৰ দিবসত যুগ, সমস্যা, কাল বা সময়ৰ সোঁতত উদ্ভৱ হোৱা আচাৰহে। আহোম স্বৰ্গদেউৰ দিনত ৰাজধৰ্ম্মই প্ৰজাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিবলৈ সক্ষম হৈছিল। প্ৰজাধৰ্ম্মই তেতিয়া কোনো প্ৰকাৰে শিপাব পৰা নাছিল। গতিকে শ্ৰীগুৰুদেৱৰ নিৰ্দ্দিষ্ট নিয়মৰ পথভ্ৰষ্ট হৈ সকলো সত্ৰ সাঙ্কৰ্য্য দোষত পৰিছিল আৰু ৰাজধৰ্ম্মই বাধ্যতামূলকভাৱে সকলোকে সাবতি লৈছিল। সেইবিলাক নানা অসুবিধা অতিক্ৰম কৰি সমস্ত সত্ৰকে পূৰ্ব্বভাবাদৰ্শলৈ আকৰ্ষিত কৰা বা ঐক্যমতত উপনীত কৰিব পৰাটো কঠিন কাম আৰু "আকাশ কুসুম কল্পনা" মাত্ৰ। যিকি নহওক আমি মাধৱদেৱৰ প্ৰিয় শিষ্য বদলা পদ্ম আতা পুৰুষৰ দ্বাৰা সংস্থাপিত তথা বৰ্ত্তমান মাজুলী কমলাবাৰী সত্ৰৰ ধৰ্ম্ম আৰু সংস্কৃতিৰ আধাৰতে পুস্তকখনি "মণ্ডুক প্লুতিবৎ" ভাৱেৰে লিখিবলৈ প্ৰয়াস কৰা হৈছে। অৱশ্যে ইয়াৰ মূল সুঁতিটো প্ৰতি সত্ৰতে অব্যাহত ভাৱে বৈ আছে। সেই কাৰণেই

## ।।২।। সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা

গ্ৰন্থখনিত 'সত্ৰীয়া' শব্দটো ব্যৱহাৰ কৰা হৈছে।

'সত্ৰীয়া' মানে সত্ৰ+ভবাৰ্থে ঈয়, স্ত্ৰীলিঙ্গত্বাৎ আ-' সত্ৰীয়া"। সম+কৃ+ক্তিন্-সংস্কৃতি। স্বৰ্ণ মানে সু+অন-স্বৰ্ণ। ৰেখ বা লেখ্+আ (ল স্থানে ৰ) -ৰেখা। উক্ত "সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা" পদত্ৰয় সংস্কৃত সিদ্ধ পদ। সংস্কৃতৰ আ প্ৰত্যয়টো আৰু ক্তিন্ প্ৰত্যয়টো স্ত্ৰীলিঙ্গ। গতিকে তিনিওটা পদেই স্ত্ৰীলিঙ্গ। এতিয়া গোটেই পদৰ অৰ্থ এনেকৈ সত্ৰীয়া মানে সত্ৰস্থ বা সত্ৰৰ, সংস্কৃতি মানে পাৰম্পৰ্য্য চলি অহা বিধি ব্যৱস্থাসমূহ। স্বৰ্ণ-ৰেখা মানে সোণৰ এডাল বিস্তৃতিহীন দীঘধৰাতল লম্বাকৃতি চিহ্ন বা আঁক। সম্পূৰ্ণ অৰ্থ হ'ল — সত্ৰৰ পাৰম্পৰ্য্য নীতিৰ এদাল সোণৰ দীঘলীয়া চিহ্ন। সংস্কৃতিয়ে সত্ৰৰ যাবতীয় কৰ্ম্মনীতি পৰ্য্যায় পদ্ধতি স্পষ্ট-ভাৱে প্ৰদৰ্শন কৰে। সত্ৰই ধৰ্ম্ম, সাহিত্য, সংস্কৃতি, কলা, শিল্প আদি যাবতীয় কৰ্ম্মসমূহ বহন কৰিছে। সত্ৰ এখন সীমাবদ্ধ কৰ্ম্মস্থলী নহয়। সত্ৰ সমূহ বিভিন্ন প্ৰকাৰৰ সংস্কৃতিৰে ভৰপূৰ। এইক্ষেত্ৰত সত্ৰ এখন "বিশ্ব-বিদ্যালয়" বুলি কলেও অত্যুক্তি নহয়। কিয়নো অন্যান্য ৰাজ্যৰ কথা বাদ দি অসমৰ সত্ৰ সমূহত ইয়াৰ দৃষ্টান্ত বহুত আছে। সেই সম্পৰ্কে আমাৰ বক্তব্য "সত্ৰীয়া পাৰমাথিক বিচাৰ প্ৰসঙ্গ" অধ্যায়ত পৰিষ্কাৰ কৰি দিয়া হ'ব। আগলৈ আছে।

পাঞ্জাবী (শিখ সম্প্ৰদায়ৰ) সকলৰ শিৰস্ত্ৰাণ (পাগুৰি,) কেশ, শ্মশ্ৰু (দাড়ি), মুছলমানসকলৰ শ্মশ্ৰু হিন্দুৰ ধুতি, শ্মশ্ৰুহীনতা (সন্যাসীসকলৰ কথা ইয়াত ধৰা হোৱা নাই) আদিও প্ৰত্যেকৰে একোটা স্বতন্ত্ৰ সংস্কৃতি বুলি কব পাৰি। প্ৰত্যেক জাতিৰে একোটা নিজস্ব প্ৰাচীন বা পৰম্পৰাগত ভাবে চলি অহা ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, চলন-ফিৰণ, ভাৱ-ভাষা, গতি-বিধিৰ ব্যৱধান আছে। অসমতো অসমীয়া হিন্দু সকলৰ নিজস্ব বৈশিষ্ট্য-পূৰ্ণ প্ৰাচীন সংস্কৃতি আছে—যাক আমি থোৰতে "অসমীয়া সংস্কৃতি" বুলি কওঁ। উক্ত অসমীয়া সংস্কৃতিৰে এটা ঘাই সুঁতি হ'ল "সত্ৰীয়া সংস্কৃতি"। ই হ'ল অসমীয়া সংস্কৃতিৰ বিশুদ্ধ ৰূপ। 'সেই বাবেই হবলা পৃথক নামকৰণ হ'ল 'সত্ৰীয়া সংস্কৃতি'।

'সত্ৰ' শব্দটো পৌৰাণিক বা প্ৰাচীন শাস্ত্ৰীয় শব্দ হলেও ই ব্যৱহাৰিক ক্ষেত্ৰত পৌৰাণিক নহয়। জগত গুৰু শঙ্কৰ মাধৱ দেৱৰ দিনত আৰু উত্তৰ কালৰ কিছু বছৰলৈ যথা সম্ভৱ, 'সত্ৰ' শব্দটো ধৰ্মানুষ্ঠান বোৰত ব্যৱহাৰ হোৱা নাছিল বুলিয়েই ভবা হয়। 'স্থান' নামৰ এটা বিশেষ শব্দ (সত্ৰ শব্দৰ প্ৰতি শব্দৰূপে) ব্যৱহাৰ হৈছিল যদিও দুজনা মহাপুৰুষৰ দিনত ব্যৱহাৰ হৈছিলনে নাই সন্দেহৰ বিষয় ('স্থান' ক থোৰতে 'থান' বুলিও কয়

কিন্তু এইটো নিশ্চিত যে 'সত্ৰ' শব্দটো শঙ্কৰ দেৱৰে সৃষ্টি। অসমৰ বাদে ভাৰতৰ অন্য প্ৰদেশৰ ধৰ্ম্মানুষ্ঠান বিলাকত বোধহয় এতিয়ালৈকে 'সত্ৰ' বা 'স্থান' শব্দ ব্যৱহাৰ হোৱা নাই। যদি হৈছে, বা ব্যৱহাৰ কৰা হৈছে, তেন্তে কি অৰ্থত ব্যৱহাৰ হৈছে সেইটো জনা নাযায়। অন্য কি অসমৰ নতুন ধৰ্মীয় আৰু সাংস্কৃতিক বিষয়ত নৱপ্ৰতিষ্ঠিত অনুষ্ঠান বোৰতেই 'সত্ৰ' শব্দ প্ৰয়োগ কৰা হোৱা নাই যেনে শঙ্কৰ মন্দিৰ, মাধৱ মন্দিৰ, কৃষ্টি সংঘ, শঙ্কৰদেৱ সংঘ ইত্যাদি। অৱশ্যে গুৱাহাটীত স্থাপিত "সঙ্গীত সত্ৰ"ৰ কথা এই খিনিতে উল্লেখ নকৰিও নোৱাৰি। অসম ৰজা শিৱসিংহই সংস্থাপন কৰা "মুকলিমুৱীয়া সত্ৰ"য়ো সত্ৰ নামকৰণৰ পৰা প্ৰভাৱমুক্ত হব পৰা নাই। গতিকে সত্ৰ শব্দটো যে শঙ্কৰী অৱদান তাক বহলাই নকলেও হ'ব।

'সত্ৰ' মানে সৎ+ত্ৰ–পুণ্যধামলৈ গতি কৰা অৰ্থত বা 'সত' (ধাৰ্মিক লোকক) লোকক 'ত্ৰ' (ত্ৰাণ কৰে)–সৎলোকক ত্ৰাণ কৰে। এইবোৰতে সত্ৰ বুজায় যেনে (১) ধৰ্ম্মস্থান (২) যজ্ঞ (৩) দাতব্য ভোজনালয় (৪) নিৰ্দ্ধাৰিতকাল (৫) যোগ (৬) কাৰ্য্যাবধি (৭) গৃহ (৮) অৰণ্য (৯) আচ্ছাদন (১০) সদাদান (১১) সদাব্ৰত (১২) কৈতব (১৩) ধন (১৪) সৰোবৰ আদি। সেই সম্বন্ধে ভাগৱতে কয়—

নৈমিষে নিমিষে ক্ষেত্ৰে ঋষয়ঃ শৌনকাদয়ঃ।
সত্ৰং স্বৰ্গায় লোকায় সহস্ৰ সমমাসত॥

ভাগৱত/প্ৰথমস্কন্ধঃ

মহাভাগৱতৰ অপ্ৰমাদী টীকাকাৰ শ্ৰীধৰ স্বামীয়ে এই শ্লোকৰ টীকা এনেকৈ কৰিছে "সহস্ৰাং সমাং সং বৎসবাঃ অনুষ্ঠানকালাঃ যস্য তৎ সত্ৰং সত্ৰ সংজ্ঞকং" ইত্যাদি। পৃথিবী বিখ্যাত মহাকাব্য পঞ্চমবেদ মহাভাৰতৰ প্ৰথম শ্লোকতে পোৱা যায় "লোমহৰ্ষণ পুত্ৰ" উগ্ৰশ্ৰবাঃ সৌতিঃ পৌৰাণিকো নৈমিষাৰণ্যে শৌনকস্য কুলপতৈৰ্দ্বাদশ বাৰ্ষিকে মাত্ৰ" অৰ্থাৎ "লোমহৰ্ষণৰ পুত্ৰ পুৰাণ শাস্ত্ৰবিৎ আৰু উপনিষৎ তত্ত্বজ্ঞ উগ্ৰশ্ৰৱা সুতে নৈমিষাৰণ্যত কুলপতি শৌনকৰ দ্বাদশ বাৰ্ষিক যজ্ঞত"।

বহুভ্যঃ দীয়তে সত্ৰ তৃপ্যন্তি প্ৰাণিনঃ বহু।
কৰ্ত্তাৰো বহবো যত্ৰ তৎ সত্ৰমভিধীয়তে॥

(ইতি নীলকণ্ঠ বচনধৃতম্)

অৰ্থাৎ— য'ত বহু দান কৰা হয়, য'ত বহু প্ৰাণীয়ে তৃপ্তিলাভ কৰে, য'ত বহু কৰ্ত্তা ব্যক্তি থাকে, তাকেই সত্ৰ বুলি কয়।

জন্মেজয়স্য যাং ৰাজ্ঞো বৈশম্পায়ন উক্তৰান্।
যথাবৎ স ঋষিস্তুষ্ট্যা সত্ৰে দ্বৈপায়ণাজ্ঞয়া ॥

মহাভাৰত আদিপৰ্ব্ব ১/২০

অৰ্থাৎ— জন্মেজয়ৰ সৰ্পযজ্ঞত বেদব্যাসৰ আজ্ঞানুসাৰে প্ৰসিদ্ধ বৈশম্পায়ন ঋষিয়ে আনন্দেৰে যথা নিয়মে কৈছিল—

যত্ৰাচৰন্তি সদ্ধৰ্ম্মান কেৱলা ভগৱৎ প্ৰিয়াঃ।
নৱধা ভগৱদ্ভক্তিঃ প্ৰত্যহং যত্ৰ বিদ্যতে ॥
তৎ সত্ৰং উত্তমং ক্ষেত্ৰং বৈষ্ণৱং সুৰবন্দিতম্
তত্ৰস্থাঃ বৈষ্ণৱাঃ সৰ্ব্ব হৰিনাম পৰায়ণাঃ ॥

শৰণ মালিকা।

অৰ্থাৎ — যিস্থান দেৱতা আৰু বৈষ্ণৱৰ দ্বাৰা বন্দিত, যিস্থানত একান্ত ভক্ত সকলে ঈশ্বৰৰ প্ৰিয়কাৰ্য্য সাধন কৰে, আৰু যি স্থানত দৈনন্দিন নৱবিধ ভক্তিয়ে বিৰাজ কৰে, সেই শ্ৰেষ্ঠ স্থানকে সত্ৰ বুলি কোৱা হয়। তাত বাস কৰা সকলো বৈষ্ণৱ হৰিনাম পৰায়ণ।

মহাপুৰুষ শঙ্কৰ গুৰুৰ অনুবাদিত প্ৰথমস্কন্ধ ভাগৱতত প্ৰাঞ্জল ভাষাৰে পোৱা যায় –

আঠাইশ সহস্ৰ ঋষি বেদত প্ৰধান।
বিষ্ণুৰ নৈমিষ তীৰ্থ মহাপুণ্যস্থান ॥
মানা কৰি সূতক পাতিলা সত্ৰ তথা
শৌনক প্ৰমুখ্যে শুনে ভাগৱত কথা ॥

ভাগৱত/শঙ্কৰদেৱ

দ্বাদশস্কন্ধত–অথৰ্ব্ববেদীয়বিপ্ৰসমস্তক আনি।
পাতিলন্ত সৰ্পসত্ৰ মহাকুণ্ড খানি ॥

দ্বাদশ স্কন্ধ/শঙ্কৰদেৱ।

বৈবস্বত পুৰাণৰ ৭৮ পদত আছে—

সংসাৰী জীৱৰ যাতো ছেদিয়া সংশয়।
নানান প্ৰকাৰে যোগ অৰ্থ দেখাৱয় ॥
বৈকুণ্ঠৰ নাথ মোৰ আজ্ঞা যাতো থাকে।
জীৱৰ শৰণ কৰাই সত্ৰ বোলে তাকে ॥

বৈবস্বত পুৰাণ (পদ্যভাগ)

এইদৰে বিভিন্ন পুথিত বিভিন্ন প্ৰকাৰে 'সত্ৰ' শব্দৰ অৰ্থ প্ৰকাশ কৰা দেখা যায়। পূৰ্ব্বোক্ত উদ্ধৃতি বোৰৰ পৰা 'সত্ৰ' শব্দটো যে পৌৰাণিক

আৰু মহাগুৰুজনাই যে পোন প্ৰথম বাৰৰ বাবে ব্যৱহাৰ কৰি ইতৰ সকললৈ অৱদান দি গৈছে, এই কথা মুক্তকণ্ঠে স্বীকাৰ কৰিব লাগিব। চৰিত পুথিত আৰু শঙ্কৰ নাতি পুৰুষোত্তম ঠাকুৰদেৱৰ 'ন-ঘোষা'ৰ পৰা 'স্থান' শব্দ এটাৰ সূচনা পোৱা যায় যেনে—

জয় জয় বৰদোৱা বৈকুণ্ঠ দ্বিতয়।
সেহি স্থানে নিজ গুৰু ভৈলন্ত উদয়॥

পুৰুষোত্তম ঠাকুৰ/ন-ঘোষা

"সেহি স্থানে" বোলোতে সেই ঠাইত বা সেই সত্ৰত এনেদৰেও অৰ্থ বোধ জন্মে। আজিৰ কথা বাদ দি এতিয়াৰ পৰা প্ৰায় পঁচিশ বছৰৰ পূৰ্ব্বতে অসমৰ তিনিখন মুখ্য স্থান বৰপেটা, মধুপুৰ আৰু কমলাবাৰীক 'স্থান' বুলিহে আখ্যা দিয়া হৈছিল। অদ্য দিৱসত 'স্থান'ৰ পৰিবৰ্ত্তে 'সত্ৰ' বুলিহে প্ৰয়োগ হব ধৰিলে। 'সত্ৰ' শব্দটোৱে প্ৰকৃততে (শাস্ত্ৰমতে) যজ্ঞভূমি বুজায়। যজ্ঞ মানে পবিত্ৰ অৰ্থাৎ "পবিত্ৰ ভূমি", এই পবিত্ৰভূমি মানে কি—

তোমাৰ চৰণ চিন্তি যথাত ভকত থাকে
সেহি পুণ্য সেহি তীৰ্থ স্থান।
তোমাৰ অমৃত কথা ধাৰায়ে বহয় যথা
তাক যিটোজনে কৰে পান॥

শঙ্কৰদেৱ/কীৰ্ত্তন

এই 'সত্ৰ' অৰ্থাৎ 'যজ্ঞভূমি' বা 'পবিত্ৰভূমি' নিৰ্ম্মাণ হয় য'ত ঈশ কথা ভক্তৰ মুখত প্ৰকাশ পায়, য'ত অবিৰাম ভক্তৰ সমাবেশ হৈ সৎ সংলাপ কৰোতে নিজানন্দ সুখ পৰিপূৰ্ণ বৈকুণ্ঠ পৰিহৰি ভগৱন্তে তদ্‌গদ বা তন্ময় ৰিত্তস্থ ভক্তৰ আকুল আহ্বানত তেৰাসবৰ নিকটস্থ হৈ আত্মবিস্মৃত হয়, সেই ভক্ত ভগৱন্তৰ পদ ৰজপূত স্থানেই হ'ল 'সত্ৰ' বা 'স্থান'। সেই বাবেই ভগৱন্তে নিজ মুখে কয়—

নাহং তিষ্ঠামি বৈকুণ্ঠে যোগীনাং হৃদয়ে ন চ।
মদ্ভক্তাঃ যত্ৰ গায়ন্তি তত্ৰ তিষ্ঠামি নাৰদ॥

আৰু তত্ৰৈব গঙ্গা যমুনা চ তত্ৰ গোদাবৰী সিন্ধু সৰস্বতী চ।
সৰ্ব্বানি তীৰ্থানি বসন্তি তত্ৰ যত্ৰাচ্যুতোদাৰ কথা প্ৰসঙ্গঃ।

এতেকে উক্ত 'সত্ৰ' শব্দটো শঙ্কৰদেৱৰ আদৰ্শানুক্ৰমে আজি পৰ্য্যন্ত এবম্ভুত সৎ কৰ্ম্মানুষ্ঠানত প্ৰয়োগ হৈ আছে।

শংকৰ মাধৱদেৱৰ দিনত ধৰ্ম্মাভিলাষী জনসাধাৰণে বিষয়াসক্তি ত্যাগকৰি বৃদ্ধ, অৰ্দ্ধ বৃদ্ধ, ব্ৰাহ্মণ, অব্ৰাহ্মণ সকলোৱেই দুজনা গুৰুৰ সান্নিধ্যত শৰণ ভজন ধৰ্ম্ম গ্ৰহণ কৰিছিল। তদনুবৰ্ত্তী ধৰ্ম্মগুৰু মহাপুৰুষ বদলা আতা, গোপাল আতা, মথুৰাদাস আতা, নাৰায়ণ দাস আতা, বংশীগোপাল দেৱ, দামোদৰ দেৱ আদি গুৰুসবৰ দিনলৈকে বিষয় বাসনা ত্যাগী জন-সাধাৰণে ধৰ্ম্মমুখী হৈ একান্ত ভক্ত হিচাবে স্বীকৃতি পাইছিল। কিন্তু পূৰ্ব্বোক্ত সকলৰো পৰবৰ্ত্তী কালত ধৰ্ম্মপ্ৰচাৰক সকলৰ ধৰ্ম্মভাৱত উদাসীন, দুৰ্ব্বল তথা বিষয়াসক্ত হোৱা হেতুকে বা আকৰ্ষণ গুণহীন হোৱা হেতুকে বিষয়-ত্যাগী ভক্তৰ সমাবেশত বাধা পৰিল বা অৱসান হ'ল। লগে লগে সত্ৰ পৰম্পৰা ৰক্ষাৰ কাৰণে বৃদ্ধৰ ঠাইত বালকৰ সমাবেশ আৰু কোনোৱে উদাসীন ব্ৰত এৰি গাৰ্হস্থ্য ব্ৰতাৱলম্বন কৰিব ধৰিলে। বৰ্ত্তমানলৈকে উদাসীন সত্ৰ সমূহত উক্ত বালকৰ আনয়ন পূৰ্ণোদ্যমে চলি আছে আৰু যদবধি সত্ৰ সংস্থান থাকিব তদবধি এই নিয়মেই চলাৰ সম্ভাৱনা।

# সত্ৰাধিকাৰ সমন্বিতে ভক্ত বৈষ্ণৱৰ দৈনন্দিন কৰ্ম্ম প্ৰবাহ

## পুৱা প্ৰসঙ্গ

সবৈষ্ণৱ সত্ৰাধিকাৰ শীতকালত প্ৰাতঃ সূৰ্য্যোদয়ৰ লগে লগে আৰু গ্ৰীষ্মকালত সূৰ্য্যোদয়ৰ আঢ়ৈ দণ্ডৰ পূৰ্ব্বতে দৈনন্দিন গাত্ৰোত্থান কৰা অভ্যাস। অৱশ্যে বৃদ্ধ আৰু ৰোগী ব্যক্তিৰ ক্ষেত্ৰত ইয়াৰ ব্যতিক্ৰম আছে। প্ৰাক্ গাত্ৰোত্থানতে "ব্ৰহ্মা আদি কৰি জীৱ যত" এই ঘোষা জোকা সম্পূৰ্ণে উচ্চাৰণ কৰি ভকতসকলে শয়ন কক্ষ ত্যাগ কৰে। ব্ৰাহ্মমুহূৰ্ত্তৰ ঠিক পিচতে "চৌপৰ দবা" মৰাৰ নিয়ম আছে। এই আহি সুতলপুৰত থকা বলি ৰজাৰ ৰাজ্যৰ নিয়ম যেনে—

অৱজৰ নাহি ৰাতি প্ৰতি ঘৰে ঘৰে মাতি
ফুৰে কোটোৱাল বাটে বাটে।
কাটকে বজাৱে ভেৰি জাগ জাগ নিদ্ৰা এৰি
হৰি বোল হৰি বোল ঝাটে॥

শংকৰদেৱ/কীৰ্ত্তন

প্ৰহলাদ নাতি বলি ৰজাৰ নিৰ্দেশক্ৰমে সুতলপুৰীত চলা এই নীতি আদৰ্শমতে সত্ৰৰ ভকত শ্ৰেণীক "জাগ জাগ নিদ্ৰা এৰি হৰি বোল হৰি বোল ঝাল্কে" উচ্চাৰণ কৰাবলৈ এই ব্যৱস্থা ৰখা হৈছে। তদন্তে ভকত-সবৰ গাত্ৰোত্থান হয়।

অভিনৱ প্ৰাতঃ গমাগম হোৱাৰ লগে লগে কৃষক ভক্ত সকলে কৃষি কাৰ্য্যত, বিদ্যাৰ্থীসকলে অধ্যয়নত, ধৰ্ম্মীয় বৃদ্ধ সকলে ধৰ্ম্মালাপত, সত্ৰীয়া কৰ্ম্মচাৰী সকলে সত্ৰৰ যাৱতীয় কামত মনোনিবেশ কৰে। সত্ৰৰ ঘাই (মুখ্য) দেউৰীজনে পাত্ৰ লৈ পুষ্প চয়ন কৰিবলৈ যায়। পুষ্প চয়ন কৰোতে শৰীৰত এখন বস্ত্ৰাৱৰণ কৰে। গা শুদ্ধি (শৌচাগাৰ প্ৰবেশ) হোৱাৰ শৰীৰেৰে পুষ্পচয়ন নিষিদ্ধ। যদি অনিবাৰ্য কাৰণবশতঃ গা শুদ্ধি ঘটে, তেন্তে মুখ্য দেউৰী বা ঘাই দেউৰী জনৰ নিৰ্দ্দেশক্ৰমে সহকাৰী দেউৰী জনে সেই কাৰ্য্য সমাপন কৰিব। তুলসীক মুখ্যস্থান দিয়া হয়। বিনাতুলসীয়ে হৰি তুষ্ট নহয়। বিনাস্নানে তুলসী চয়ন ঘোৰ অপৰাধ—

অস্নাতা তুলসীং ছিত্বা যঃ পূজা কুৰুতে নৰঃ।
সোহপৰাধী ভবেৎ নিত্যং তৎ সৰ্ব্বং নিষ্ফলং ভবেৎ ॥

অৰ্থাৎ— যি লোকে বিনা স্নানে তুলসী চয়ন কৰি পূজা কৰে, সি সদায় অপৰাধী হয় আৰু তাৰ সকলো কৰ্ম্মই নিষ্ফল।

তুলসী চয়ন কৰোতে বাওঁহাতেৰে শাখা-প্ৰশাখাত ধৰি (বৃক্ষ-কম্পন নোহোৱাকৈ) সোঁহাতেৰে চয়ন কৰা হয়। চয়ন কৰোতে এই মন্ত্ৰ উচ্চাৰণ কৰিব লাগে—

ওঁ তুল্যস্যমৃত নামাসি সদা ত্বং কেশৱ প্ৰিয়ে।
কেশৱাৰ্থং চিনোমি ত্বাং বৰদা ভৱ শোভনে ॥

তুলসী চয়নৰ নিষিদ্ধ দিন দ্বাদশী, পূর্ণিমা, অমাৱস্যা, সংক্ৰান্তি, মধ্যাহ্ন-কাল, ৰাত্ৰিকাল, সায়ং কাল, তৈলমৰ্দ্দনান্তে অস্নাত, অপবিত্ৰ, শৌচান্তে আৰু অশৌচাদি কালত নিষিদ্ধ বুলি জনা যায়।

ঘাই দেউৰীজনে পুষ্পচয়ন কৰি যোৱাৰ পিচত মন্ত্ৰৰ পৌৰাণিক নীতিমতে পুৱা চাৰিদাঁৰত (সং-দণ্ড) দবাত চাৰিটা কোব মাৰে। (ইয়াক সত্ৰীয়া ভাষাত 'চাৰিদাঁৰ' বুলি কয়। পুৱা ৮ বজাত এই কাম হয়) ইয়াৰ কাৰণে এজন 'দবাদাৰী' আছে। এওঁ সত্ৰৰ আৱশ্যকীয় কৰ্ম্মচাৰী। দিন-টোত ৭ বাৰ এওঁ দবা মাৰিব লাগে। তাৰ নামবোৰ হ'ল যথাক্ৰমে চৌপৰ দবা, চাৰিদাঁৰ, পৰ দবা, তিনিপৰ দবা, সন্ধ্যা দবা, নাম থোৱা দবা আৰু শ্ৰৱণী

কোব। দবা মৰাৰ শব্দ বা এওঁৰ পৰা প্ৰসঙ্গৰ সঙ্কেট পোৱা হয়। দবাৰ প্ৰতিটো কোবত যি শব্দ ধ্বনিত হয়, তাৰ দ্বাৰা হৰিভক্তি কৰা ভকতৰ অন্তৰত উদ্ৰেক কৰি শম, দম, দয়া, দানৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰা হৈছে। দবাৰ দ-দ-দম্ শব্দ সম্বন্ধে এনেদৰে ব্যাখ্যা পোৱা যায়।
প্ৰথম 'দ'—ভোনৰ! দয়াং পৰো ভৱ।

( অৰ্থাৎ —হে মানব ( সমাজ )! দয়া পৰবশ হোৱা।

দ্বিতীয় 'দ'—ভোনৰ! দানং দেহি।

( অৰ্থাৎ-হে মানব ( সমাজ ) দৰিদ্ৰক দান দিয়া!

তৃতীয় 'দম্'—ভোনৰ! দয়া-দান সমন্বিত ধৰ্ম্মঃ প্ৰজায়তে।

( অৰ্থাৎ —হে মানব ( সমাজ ) দয়া আৰু দানৰ সমন্বয়ত ধৰ্ম্ম সিদ্ধি হয় বা বৃদ্ধি হয় )

এইদৰে পুৱা আৰু সন্ধ্যা দুয়োবেলাতে দবাই ইয়াকে উপদেশ দি ভগৱৎ ভক্তি জগাই তোলে। এয়ে ইয়াৰ আদৰ্শ।

চাৰিদাঁৰ মৰাৰ পিচত 'গুৰুবন্তি' প্ৰজ্বালক ঘাই দেউৰীজনে আৰু আবাল বৃদ্ধ যুৱা ভক্তসকলে বাহ্য শুদ্ধি (স্নান কৰি ) কৰণান্তৰে কীৰ্ত্তন ঘৰ, পদশীলা ( গুৰুগৃহ ), আতাৰ গৃহ আৰু অন্যান্য উপাস্য স্থানত সেৱা সংস্কাৰ কৰি নিত্য কৰ্ত্তব্য "গুৰু সেৱা" কাৰ্য্যত ব্ৰতী হয়। অৱশ্যে বালক সকলৰ ক্ষেত্ৰত "গুৰু সেৱা" প্ৰযোজ্য নহয়। ইয়াৰ পিচত ঘাই দেউৰীজনে গুৰু আসনত বা সিংহাসনত চোঁৱৰেৰে চুলি বন্তি জ্বলাই দিয়ে। চোঁৱৰ সম্পৰ্কে সৎ আদৰ্শ কীৰ্ত্তন ঘোষাত পোৱা যায়।

ধৱল চামৰে দুই পাশে বিঞ্চে।
সঘনে সুৰভী কুসুম সিঞ্চে॥
বা
শুক্ল চামৰে বিঞ্চে দুই কাছে।
ওপৰে শ্বেত ছত্ৰ তুলি আছে।

এই সূত্ৰৰ ওপৰত নিৰ্ভৰ কৰি গুৰু আসনত চোঁৱৰেৰে চুলোৱা হয়। চোঁৱৰ বা চামৰৰ বায়ু ওজস্কৰ, মক্ষিকাদি নিবাৰক। ইয়াৰ দণ্ড সুবৰ্ণ বা ৰৌপ্য বা উভয়ৰে মিশ্ৰিত ধাতুৰ পৰা হ'ব লাগে। শুক্ল বৰ্ণ, দীৰ্ঘ, লঘু আৰু ঘন চামৰ দেৱৰো দুৰ্লভ। ই অমঙ্গল দূৰ কৰে। সেই কাৰণেই ভগৱন্তৰ প্ৰিয় ব্যজন। ওপৰৰ এই সূত্ৰমতে আৰু আদৰ্শ অনুযায়ী

সত্ৰৰ গুৰু আসনত চামৰ ঢুলোৱা হয়। ইয়াৰে হৰি স্নান হয় বুলি সত্ৰীয়া বিশ্বাস এটি আছে। ইয়াক নকৰিলে প্ৰসংগাদি একো নহয়। চামৰ ঢুলোৱাৰ পিচত বন্তি প্ৰজ্বলন কৰি দিয়াৰ পিচতে নিৰ্দিষ্ট নামলগোৱা জনে প্ৰাতঃ কালোচিত ৰাগ দি পুৱাৰ গীত গায়। জাগৰণৰ, চলনৰ, খেলনৰ আদি পুৱাৰ গীত গাব লগা হয়। ৰাগৰ ভিতৰত শ্যাম, কল্যাণ, অহিৰ, কৌ, ললিত আদি। ইয়াৰে যি কোনো এটি ৰাগৰ পূৰ্ব্বাংশ দি পুৱাৰ গীত গোৱাৰ নিয়ম। তাত আৰু খোল সংগত নকৰে। হাতত তাল ৰাখি গাব লাগে মাত্ৰ। পুৱাৰ গীত গাই ভগৱন্তৰ নিদ্ৰাভংগ কৰাৰ সৎ আদৰ্শ এটি স্কন্দ পুৰাণত আছে যেনে –

গীতং কুৰ্ব্বন্তি যে ভক্ত্যা জাগৰে চক্ৰপাণিনঃ
জন্মাযুত শতৈঃ পাপৈঃ কৃতৈমুক্তঃ সুৰেশ্বৰি ॥

স্কন্দ পুৰাণম

অৰ্থাৎ – হে সুৰেশ্বৰি ! চক্ৰপাণি ভগৱন্তৰ নিদ্ৰাভঙ্গৰ উদ্দেশ্যে যি সকল ভক্তই ভক্তি ভাৱেৰে গীত গায়, তেওঁ শত অযুত জন্মৰ পাপ নাশ কৰি মুক্তি লাভ কৰে।

যি বিলাক গীত গাই নামৰ পাতনি মেলা হয়, উক্ত গীত সমূহৰ নাম যথাক্ৰমে—

১। অহিৰ ৰাগতঃ উঠ উঠ বাপু চান্দ বয়ন।
গোবিন্দ চিন্তঙ বালে গোপালং (এইটো একাদশীৰ দিনাহে গায়)

২। কৌ ৰাগত : উঠৰে উঠ বাপু গোপাল হে।
চলৰে চল বন্ধু উদ্ধৱ হে।

৩। শ্যাম ৰাগত : তেজৰে কমলাপতি পৰভাতে নিন্দ।
গোবিন্দ দুগ্ধ পিউ বোলেৰে যশোৱা।
গোবিন্দ চলয়ে বিৰিন্দাবনে।
পৰভাতে শ্যাম কানু ধেনু লৈয়া সঙ্গে।
পৰভাতে সুমৰো গোবিন্দ হৃষীকেশ ॥

৪। ললিত ৰাগত : যশোমতী পেখিতে নয়ন জুৰাই।
মাই খেলত গোপাল গোসাই।
গোপাল খেলে বালক সঙ্গে।

৫। কল্যাণ ৰাগত : উদ্ধৱ বন্ধু মধুপুৰি ৰহল মুৰাৰু।

তদুপৰিও শ্যামগড়া ৰাগত "শুনলো পণ্ডিত" "ৰাধেবাত বজাৱলো তোই." কৌ ৰাগত "প্ৰাণ নাথ নকৰা বঞ্চিত", কল্যাণ ৰাগত (খৰমানত) "জয় জয় জগজন তাৰণ কাৰণ নাৰায়ণ বৰদেৱং", "ব্ৰজমঙ্গল ৰসৰাস ৰসিক গুৰু" এই গীত কেইটা পুৱা আৱশ্যক বা ইচ্ছাবোধে গোৱাত বাধা নাই। দৰাচলতে এইখিনি গীত পুৱা বেলাৰ নহয়।

পুৱাৰ গীতবোৰ দৰাচলতে প্ৰাতঃ সূৰ্য্যোদয়ৰ পূৰ্ব্বতে গাব লাগে। কিন্তু সকলোৰে কাৰণে সেই নিয়ম পালিত নহয়। গীত গাওঁতে বন্তি প্ৰজ্বলন নহয়। কাৰণ সেই সময়ত ঘাই দেউৰী গৰাকী নাথাকে আৰু থাকিবও নোৱাৰে। গতিকে বিনা বন্তিৰে গীত গাব পাৰে। কিন্তু ভটিমা আৰু উপদেশ বন্তি নজ্বলোৱাকৈ গাব নোৱাৰে। তদুপৰি সেইদৰে গন্ধ চন্দনাদি অৰ্পণ নকৰাকৈ "কৃষ্ণ ডাকিবও নোৱাৰে"। বন্তি জ্বলাবলৈ হলে গুৰু আসনৰ বা সিংহাসনৰ কাষতে উত্তৰফালে বন্তিৰ গছা ৰাখি দক্ষিণ মুৱাকৈ বন্তি আগবঢ়াব লাগে। সিংহাসনত প্ৰতিমা নাথাকে। ভগৱন্তৰ বাঙময়ি মূৰ্ত্তি বা শব্দ ব্ৰহ্মৰূপ শ্ৰীমদ্ভাগৱত গ্ৰন্থ ৰখা হয়। শ্ৰীকৃষ্ণৰ চৈতন্যবিগ্ৰহ একমাত্ৰ ভাগৱত শাস্ত্ৰ। সেই সম্বন্ধে পদ্মপুৰাণৰ উত্তৰ খণ্ডৰ ভাগৱত মাহাত্ম্য প্ৰসঙ্গত উদ্ধৱে শ্ৰীকৃষ্ণক সুধিছে—হে গোবিন্দ! আজি আপুনি ভক্ত সকলৰ কাৰ্য্য সমাধানৰ অন্তত নিজ ধামলৈ গতি কৰিব। সম্প্ৰতি ঘোৰ কলিকাল মিলিছে। তাৰ সংস্পৰ্শত সকলো উগ্ৰ প্ৰকৃতিৰ হ'ব; জগতত বহু দুষ্ট ব্যক্তিৰ জন্ম হ'ব। গতিকে আপুনি সাধুসকলৰ প্ৰতি কৃপা কৰি এই পৃথিবীৰ পৰা আঁতৰি যোৱা উচিত নহয়। আপোনাৰ বিয়োগত আমি কেনেকৈ থাকিম। উদ্ধৱৰ কাতৰ বাক্যত ভগৱানে বহু সময় চিন্তা কৰিলে। সেই প্ৰসঙ্গতে সুতে কৈছে—

স্বকীয়ং যত্তৱেৎ তেজঃ তচ্চ ভাগৱতেদ দধাৎ।
তিৰোধায় প্ৰবিষ্টোহয়ং শ্ৰীমদ্ভাগৱতানৱম্॥
তেনেয়ং বাঙময়ী মূৰ্ত্তিঃ প্ৰত্যক্ষা বৰ্ত্ততে হৰেঃ।
সেৱনাৎ শ্ৰৱণাৎ পাঠদ্দৰ্শনাৎ পাপ নাশিনী॥

পদ্মপুৰাণান্তৰ্গত শ্ৰীমদ্ভাগৱত মাহাত্ম্য
৩/৬১,৬২

অৰ্থাৎ— তেতিয়া ভগৱানে নিজৰ সমস্ত শক্তি ভাগৱত শাস্ত্ৰত অৰ্পণ কৰিলে আৰু অন্তৰ্হিত হৈ এই ভাগৱত সমুদ্ৰত প্ৰবেশ কৰিলে। সেই

কাৰণে এই ভাগৱত শাস্ত্ৰ ভগৱানৰ সাক্ষাৎ শব্দময়ী মূৰ্ত্তি। এই শাস্ত্ৰৰ সেৱন, শ্ৰৱণ,, পঠন কিম্বা দৰ্শনত মানুহৰ সমস্ত পাপ নষ্ট হৈ যায়।

এই উক্তিৰ ওপৰত নিৰ্ভৰ কৰি আৰু ভগৱন্তৰ সমস্ত শক্তি ভাগৱতত ন্যস্ত থকাৰ কাৰণে ভাগৱত শাস্ত্ৰ শ্ৰীকৃষ্ণৰ প্ৰতীক হিচাবে সিংহাসনত স্থাপন কৰা হয়। ব্ৰহ্মৰ ভাগ দুটা যেনে –

দেব ব্ৰহ্মণি বেদিতব্যে পৰঞ্চাপৰমেৱচ।
শব্দ ব্ৰহ্মণি নিষ্ণাতঃ পৰমব্ৰহ্মাধিগচ্ছতি।
( প্ৰয়োগ ৰত্নমালা ব্যাকৰণৰ টীকা )

অৰ্থাৎ – ব্ৰহ্ম দুবিধ পৰমব্ৰহ্ম আৰু শব্দ ব্ৰহ্ম। শব্দ ব্ৰহ্মত অৱগাহন কৰি পৰমব্ৰহ্মক লাভ কৰিব পাৰি।

এই সূত্ৰমতে পৰমব্ৰহ্ম লাভৰ হেতু শব্দ ব্ৰহ্মক আশ্ৰয় কৰিব লাগে। কিন্তু ধৰ্ম্মীয় বিশ্বাসমতে "অক্ষৰং পৰমং ব্ৰহ্ম' অৰ্থাং আখৰেই পৰমব্ৰহ্ম। শব্দ ব্ৰহ্মকেই পৰমব্ৰহ্ম বুলি মনা হয়। যেতিয়া ভগৱন্তে নিজে অক্ষৰ ব্ৰহ্ম বা শব্দ ব্ৰহ্মত আশ্ৰয় লৈছে, তেতিয়াই শব্দ ব্ৰহ্ম হ'ল মূৰ্ত্তি-মান তথা পৰমব্ৰহ্ম। এতিয়া শব্দ ব্ৰহ্ম ভাগৱত চৈতন্য মূৰ্ত্তি সাক্ষাত পৰব্ৰহ্ম শ্ৰীকৃষ্ণ। শঙ্কৰদেৱে এই ভাগৱত শাস্ত্ৰখনি বৈকুণ্ঠৰ কল্পতৰু আৰু হৰিনাম বস্তু তাৰ ফল বুলি ভাবি গভীৰ গৱেষণা কৰি গুৰু আসনত বা সিংহাসনত বহুৱাইছে। ভবিষ্যত তত্ত্বদৰ্শী গুৰুজনাই সকলোৰে উপযোগীকৈ এই নিয়ম প্ৰৱৰ্ত্তন কৰি গৈছে। শাক্ত, শৈৱ বৈষ্ণৱ আৰু গানপত্য এই চাৰিওবিধৰ ভিতৰত এবিধে আনবিধক অমান্য কৰিব পাৰে বা প্ৰতিটোৱেই নিজৰ নিজৰ ইষ্ট দেৱতাক প্ৰধান কৰিব পাৰে; কিন্তু চাৰিওবিধে বিষ্ণুক সৰ্ব্বপ্ৰধান বুলি বা শক্তি, শিৱ, গণপতিত কৈ অত্যুচ্চ বুলি গণ্য কৰি আহিছে। ভগৱন্ত বস্তু সৰ্ব্বজন গ্ৰাহ্য, সৰ্ব্বজন নমস্য আৰু বেজালি মন্ত্ৰৰ ফালৰ পৰা সৰ্ব্বোচ্চ। জাতি বৰ্ণ, ধৰ্ম্ম নিৰ্বিশেষে, বা সৰ্ব্ব ধৰ্ম্মাবলম্বীয়েই ভগৱন্তক মান্য কৰে। গতিকে সৰ্ব্বজন সাধাৰণে যাতে মান্য কৰিব পাৰে বা সেৱা জনাব পাৰে তালৈ লক্ষ্য কৰি গুৰুজনাই পৰমব্ৰহ্মৰ প্ৰতীক হিচাবে শব্দময়ী ভাগৱত শাস্ত্ৰ স্থাপন কৰিছে। শঙ্কৰদেৱৰ ধৰ্ম্মত জড়োপাসনা নাই। বিষ্ণু বিগ্ৰহ স্থাপন কৰি তাত সেৱা পূজাৰ বিধানো দিয়া নাই আৰু প্ৰাধান্যও নাই। বিগ্ৰহ হ'ল জড় পদাৰ্থ। ভাগৱত শাস্ত্ৰ সাক্ষাৎ চৈতন্য মূৰ্ত্তি। অষ্টধা প্ৰতিমাৰ কথা একাদশ স্কন্ধ ভাগৱতত আছে যেনে —

শৈলী দাৰুময়ী লৌহী লেপ্যা লেখ্যা চ সৈকতি।
মনোময়ী মনিময়ী প্ৰতিমাষ্ট বিধাঃ স্মৃতাঃ॥

ভাগৱত/একাদশ স্কন্ধ।

অৰ্থাৎ — প্ৰতিমা আঠবিধ যেনে—শিলৰ, কাঠৰ, লোহাৰ, চন্দনৰ, অঙ্কিতৰ (অঙ্কণৰ), বালিৰ, মনৰ আৰু মণিৰ।

এই আঠবিধ প্ৰতিমাৰ ভিতৰৰ মনোময়ী মূৰ্ত্তি বৈষ্ণৱৰ বাবে গ্ৰহণীয়। "থিৰ বুদ্ধি কৰি ভকতজনে। প্ৰত্যেক অঙ্গাক চিন্তিব মনে" এই প্ৰবচন মন কৰিবলগীয়া। বিষ্ণু বিগ্ৰহ বাহ্যিক ভাৱে নাই। বিষ্ণুৰ ৰূপ চিন্তাৰ কথাহে গুৰুজনাৰ উপদেশ। উদাহৰণ স্বৰূপে "মন ৰাম বোল ৰাম বোল ৰাম বোল ৰাম। চিত্ত চিন্ত চতুৰ্ভুজ চতুৰ্ভুৰ্জ হৰি" এই প্ৰবচনৰ দ্বাৰা মুখেৰে ৰাম বুলিবলৈ আৰু চিত্তত চতুৰ্ভুৰ্জীয়া ভগৱন্তৰ ৰূপ চিন্তা কৰিবলৈ কোৱা হৈছে।

সিংহাসনত কৃষ্ণদেৱ অধিষ্ঠিত থকাৰ পিচত তেৰাৰ প্ৰতিনিধি বা কৃষ্ণৰ কিঙ্কৰ শঙ্কৰ গুৰু একৰূপে সত্ৰাধিকাৰৰ গাদীত বিৰাজ কৰে উত্তৰ দিশলৈ মুখ কৰি। এইটো ভকতীয়া বিশ্বাস বা সত্ৰীয়া বিশ্বাসহে, শাস্ত্ৰীয় নহয়। শ্ৰীশ্ৰীকৃষ্ণদেৱলৈ উদ্দেশ কৰি দক্ষিণমুৱাকৈ শঙ্কৰ গুৰুৰ প্ৰসন্নাৰ্থে বন্তি দিয়া হয়। অন্য এটি শাস্ত্ৰীয় বিধানমতে শুকদেৱে পৰীক্ষিতক ভাগৱত শাস্ত্ৰ ব্যাখ্যা কৰোতে মুনিদেৱে উত্তৰমুৱা হৈ আৰু পৰীক্ষিত ৰজা পুবমুৱা হৈ যথাক্ৰমে কীৰ্ত্তন আৰু শ্ৰৱণ কৰিছিল। পঞ্চ-পাণ্ডৱৰ স্বৰ্গাৰোহণ কালত "ধৰিলা উত্তৰ দিশ ৰাজা যুধিষ্ঠিৰ" বুলি কৈছে। তদুপৰি বিপ্ৰ পুত্ৰ আনয়ণ কালত কৃষ্ণাৰ্জ্জুনে "ধৰিলা উত্তৰ দিশ পথ" বুলিহে গুৰুজনে কৈছে। সেই আদৰ্শমতে শঙ্কৰদেৱক উত্তৰ মুখ কৰি সত্ৰাধিকাৰৰ গাদীত ৰখাৰ সত্ৰীয়া কল্পনা এটি কৰা হয়। পাঠক গৰাকীও সেইদৰে দক্ষিণমুৱাকৈ গুৰুজনাৰ অভিমুখে কীৰ্ত্তন দিব লাগে। কিন্তু ডেকা সত্ৰাধিকাৰ, ভাগৱতী, মুখ্য বুঢ়াভকত সকল উত্তৰ মুখ কৰি বহিব। এইখিনি সত্ৰীয়া নীতি।

সত্ৰাধিকাৰ, ডেকা সত্ৰাধিকাৰ, বুঢ়াভকত সকল, দেউৰী, পাঠক, ভাগৱতী, নামলগোৱা আদি কৰি নাম প্ৰসঙ্গত অংশ গ্ৰহণ কৰোতা সকলে চোলা পৰিধান কৰিব নোৱাৰে। একমাত্ৰ কাপোৰহে পৰিধান কৰিব পাৰিব। উৎসৱাদি হলে গাত অতিৰিক্ত এখন গামোচাও লয়। সত্ৰাধিকাৰ আৰু বুঢ়া ভকত সকলে তিনিখনীয়া বস্ত্ৰও গ্ৰহণ কৰে। তিনিখনীয়া বস্ত্ৰই তিনিগুণ অতিক্ৰম কৰি নিৰ্গুণ হোৱাকে সূচায়। দেউৰী সকলৰ পৰিচ্ছদ পৰিষ্কাৰ

হব লাগিব। থোৰ ওলোমাই, ঘাগৰিকটিয়াকৈ কাপোৰ আৰু গামোচাৰে মুখ বন্ধা হব লাগিব। এইখিনি সত্ৰীয়া ধৰা-বন্ধা নীতি।

## (ক-১) দেউৰীজনে মুখ বন্ধাৰ বৈজ্ঞানিক নিয়ম:—

"শৰীৰং ব্যাধি মন্দিৰম্" বুলি বৈদ্য শাস্ত্ৰত এটি প্ৰবচন আছে। মানব শৰীৰ সদা ৰোগ গ্ৰস্ত। মুখ, শৌচদ্বাৰ, মূত্ৰদ্বাৰ আদি ছখন দ্বাৰেদি অপবিত্ৰ বস্তু নিৰ্গত হয়। সেইবোৰ স্পৰ্শনাদিৰ পৰা মানবৰ শৰীৰত নতুন ৰোগ আবিৰ্ভাব হোৱাৰ সম্ভাৱনা থাকে। স্বাস্থ্য ৰক্ষাৰ প্ৰধান বস্তু হ'ল বিশুদ্ধ খাদ্য। খাদ্যত বিষক্ৰিয়া বা অপবিত্ৰ বস্তুৰ মিশ্ৰণে মানুহক ৰোগগ্ৰস্ত কৰে বা মৃত্যু ঘটায়। গতিকে এখন পবিত্ৰ স্থানত পবিত্ৰ ভাৱেৰে, পবিত্ৰ শৰীৰেৰে, পবিত্ৰ আসন পাতি "সাধকানাং হিতাৰ্থায় ব্ৰহ্মণো ৰূপ কল্পনা" কৰি ভগৱন্তক স্থিতি কৰা হয়। আনহাতে "যত জীৱ তত শিৱ" বা "ঘটে ঘটে ৰাম বিয়াপক হোই। আতমা ৰাম বিনে নাহি কোই" এই অৰ্থত প্ৰত্যেক মানুহৰ অন্তৰত পৰমাত্মাৰূপে ভগৱন্তে বিৰাজ কৰি আছে। নাম প্ৰসঙ্গ কালত জীৱাত্মাৰ সহিত পৰমাত্মাৰ সম্পৰ্ক বা মিলন ঘটে। ভক্তই নাম বস্তুক চৈতন্য কৰে বা মূৰ্ত্তিমন্ত কৰে। ভক্ত আৰু ভগৱন্তৰ মাজত ঐক্য স্থাপন হয়। সেই পৰিস্থিতত ভগৱৎ অৰ্পিত দ্ৰব্য বিশুদ্ধ হব লাগিব। পবিত্ৰ শৰীৰেৰে, সদাচাৰ সম্পন্ন হৈ দ্ৰব্যাৰ্পণ কৰা বিধেয়। সেয়েহে অপবিত্ৰ ষট্ দ্বাৰৰ অন্তৰ্গত মুখখন ভালকৈ বান্ধি নিজৰ শ্বাস-প্ৰশ্বাস পবিত্ৰ দ্ৰব্যত নপৰাকৈ ভগৱৎ অৰ্পিত হ'ব লাগিব আৰু সেই দ্ৰব্য ভক্তসকলৰ মাজত বিতৰণ কৰিব লাগিব। এইটো এটা বিজ্ঞান সম্মত নিয়ম। তদুপৰি হাত, ভৰি, মুখ ভালকৈ ধুই পৰিষ্কাৰ পৰিচ্ছন্ন শুদ্ধ বস্ত্ৰ পৰিধান কৰি কাৰো স্পৰ্শ নোহোৱাকৈ অকলশৰীয়াহৈ থকাও উক্ত নিয়মৰে অন্তৰ্গত। প্ৰসাদ বিতৰণ কাৰ্য্য সমাপ্ত নোহোৱা পৰ্যন্ত এনে ভাৱে থকাটো বাধ্যতামূলক। পাঠক, নামলগোৱা, ভাগৱতী জনেও দেউৰীজনৰ দৰেই পবিত্ৰ বস্ত্ৰ পৰিধান কৰাটো সত্ৰীয়া আৰু বৈজ্ঞানিক নীতি। সকলোৰে কাৰণে পৰিধেয় বস্ত্ৰ শুক্ল হব লাগে। বিবিধ ৰঙৰ বস্ত্ৰ সত্ৰীয়া সেৱকৰ গ্ৰহণযোগ্য নহয়।

নামলগোৱা জনৰ গীত গোৱা শেষ হলে "প্ৰাতু সময়ে, যশোৱা জননী, মুখ চুম্বিত শ্যাম ভগাৱন্ কু" এই ভট্টিমাটি সম্পূৰ্ণে সুৰ সংযোগ কৰি গাই উপদেশ বোলে যেনে—

গুৰুক শুশ্ৰূসা কৰি পৰম যতনে।
চিৰকাল বেদ শাস্ত্ৰ পঢ়ে যিটোজনে॥
সিসব শ্ৰমৰ এহিমানে মাত্ৰ ফল।
কহিয়া আছন্ত মহামহন্ত সকল॥
হৰি পাদ পদ্ম যাৰ হিয়াত সাক্ষাত।
শুনিব কৃষ্ণৰ গুণনাম তাসম্বাত॥
শুনা সভাসদ সব যুগুতি বচন।
হৰি ভকতিৰ আদি জানিবা শ্ৰৱণ॥
মহন্তৰ মুখে কথা শুনি প্ৰথমত।
তেবেসে প্ৰকমে পাই ভকতিৰ তত্ত্ব॥
কথা শুনিলেসে গুছে মনৰ সংশয়।
কৃষ্ণৰ সেৱাত ৰতি তেৱেসে বাঢ়য়॥
জানি হৰি কথা শুনা মহন্তৰ মুখে।
বোলা ৰাম ৰাম তেবে তৰিবাহা সুখে॥

অথবা

শুনিয়োক সভাসদ ভক্তি ৰত্নাৱলী পদ
ভকতৰ ইসে মহাধন।
জানিবা সমস্ত তত্ত্ব গুছিব সংশয় যত
পৰম নিৰ্ম্মল হৈব মন॥
ভকতিত পৰে আৰ নাহিকে শাস্ত্ৰৰ সাৰ
জানি সবে এৰা আন কাম।
গুছিবে সংসাৰ দুখ লভিবা পৰম সুখ
নিৰন্তৰে বোলা ৰাম ৰাম॥

এই দুটা উপদেশৰ যি কোনো এটা গাব। পুৱা বেলা এই দুটা উপদেশৰ বাহিৰে অন্য উপদেশ গোৱা নহয়। ৰাতিপুৱাৰ বাবে উক্ত উপদেশ দুটা বাধ্যতামূলক। উপদেশান্তে নামলগোৱাই কৃষ্ণ ডাকিব। ইয়াক "কৃষ্ণ ডকা" বুলি কয়। "কৃষ্ণ ডকা" মানে কৃষ্ণক আহবান কৰা। কৃষ্ণক আহবান কৰি আনি বহুৱাই তেওঁক বিনম্ৰ সহকাৰে স্তুতি গীত (প্ৰসঙ্গাদি) গাব লাগে। এয়েই "কৃষ্ণ ডকা'ৰ তাৎপৰ্য্য। ধীৰ স্থিৰ ভাৱে কৰ জোৰ কৰি সুৰ সংযোগেৰে "কৃষ্ণ ডকা"ৰ নিয়ম। ইয়াত ৯ বাৰ কৃষ্ণ, ৮ বাৰ ৰাম আৰু ৪ বাৰ জয় উচ্চাৰণ হ'ব লাগে। এনে নিৰ্দ্দিষ্ট সংখ্যা থকাৰ

এটি সত্ৰীয়া পাৰমাৰ্থিক নীতি থকা দেখা যায়। নিৰ্দিষ্ট সংখ্যাবোৰ এনেদৰে—

কৃষ্ণ ৰাম, কৃষ্ণ ৰাম, কৃষ্ণ ৰাম কৃষ্ণ ৰাম॥
কৃষ্ণ কৃষ্ণ ৰাম জয় জয় ৰাম॥
কৃষ্ণ কৃষ্ণ ৰাম জয় জয় ৰাম॥
কৃষ্ণ হৰি ৰাম হৰি ৰাম ৰাম ৰাম।
অনন্ত অচ্যুত সনাতন নাৰায়ণ প্ৰাণ॥

'কৃষ্ণ' বুলি নামলগোৱাই তিনি চাপৰ তাল মৰাৰ পিচতে ৰাম ঘোষাৰ অন্তৰ্গত ওঠৰ কুলপ ঘোষাৰ যি কোনো এটি চুটি ঘোষা গাব (কুলপীয়া ঘোষাৰ সবিস্তৃত বিবৰণ আমাৰ এই গ্ৰন্থৰ তৃতীয় খণ্ডত প্ৰকাশিত হ'ব)। প্ৰতি ফাঁকিতে চাৰিবাৰকৈ গায়। তিনিফাকি ঘোষা যোৱাৰ পিচতে পাঠক জন কীৰ্ত্তন ঘৰৰ ভিতৰ প্ৰবেশ কৰিব লাগে। কীৰ্ত্তনঘৰলৈ বহাৰ পৰা ওলাই যাওঁতে গোৱা মন্ত্ৰ এনেদৰে —

হৰিসে পিতৃ মাতৃ হৰিসে বন্ধুসাৰ।
হৰিসে সুহৃদ নিজ আত্মা আপোনাৰ॥
ইহ পৰলোকে হৰিকসে পাইবা লাগ।
যৈক লাগি যাস্থ হৰি হোস্ত সাতো আগ॥

এইটো কীৰ্ত্তনঘৰলৈ যোৱা সকলো ভকতৰ কাৰণে প্ৰযোজ্য। অনুক্ৰমে আহি কীৰ্ত্তন ঘৰৰ দুৱাৰ মুখত বহি ভক্তি ভাৱেৰে সেৱা জনাই দুৱাৰ দলিৰ ভিতৰৰ ধূলি গ্ৰহণ কৰিব এই মন্ত্ৰেৰে যেনে—

পাইলো পাইলো ৰে কৃষ্ণ পদ পঙ্কজৰ ধূলি।
ব্ৰহ্মাহৰে শিৰে ধৰে শুদ্ধ হওঁ বুলি॥

এই নিয়মে পদ গাই সোঁ ফালৰ খুটাত হাত দি সোঁ ভৰিৰে ভিতৰ প্ৰবেশ কৰিব লাগে। সোঁ-ভৰি আগ কৰি ভিতৰ প্ৰবেশ নকৰিলে দোষ আছে। বাওঁ ভৰি আগ কৰি ভিতৰ প্ৰবেশ কৰিব নেপায়। সেই সম্বন্ধে "সাত্বত তন্ত্ৰত" এটি প্ৰবৰ্চন আছে যেনে—

বামপাদ প্ৰবেশশ্চ কুৰ্দনং পাকভোজনম্।
শ্লেষ্ম প্ৰক্ষেপণংচৈব তৎতুনৈঃ দন্তধাবনম্॥

সাত্বত তন্ত্ৰম্ (৬৫)

অৰ্থাৎ — ( কীৰ্ত্তন ঘৰৰ ভিতৰত ) বাওঁ ভৰিৰে প্ৰবেশ কৰা, পাকক্ৰিয়া কৰা, ভোজন কৰা, খেকাৰ পেলোৱা আৰু খেৰেৰে উলুলোৱা কাৰ্য্য দোমণীয়।

নামলগোৱাই ঘোষা গাই থাকোতে সত্ৰাধিকাৰ প্ৰমুখ্যে ভকতসকল কীৰ্ত্তন ঘৰত প্ৰবেশ কৰিব লাগে। অৱশ্যে অনিবাৰ্য্য কাৰণবশতঃ ইয়াৰ তাৰতম্য হলে দোষ নাই। যিমান পাৰি দোষমুক্ত হবলৈ চেষ্টা কৰা কৰ্ত্তব্য। কীৰ্ত্তনঘৰ প্ৰবেশৰ পিচত কঠ পাৰি তাত হাত দি সন্মান জনাই সোঁফালৰ তপিনা পেলাই ভক্তি ভাৱেৰে বহিব। ভৰি, আঁঠু ঢাকি কাপোৰ লব আৰু আসনলৈ সেৱা জনাব। কঠখনক আসন বুলি কোৱা হয়। কঠখনৰ বিষয়ে এটি সত্ৰীয়া সনাতন বিশ্বাস আছে। সেইমতে কঠখনক তীৰ্থৰ কল্পনা কৰা হয়। তীৰ্থ মানে পবিত্ৰ। সেই কঠত উপবেশন কৰা মাত্ৰে প্ৰবিত্ৰ হয়। কঠখনক ব্ৰহ্মাদেৱ বুলি বিশ্বাস কৰা হয়। সেই সম্বন্ধে ভাগৱতৰ দশমস্কন্ধত এটি শ্লোক আছে যেনে—

তৎভূৰি ভাগ্যমিহজন্মকিমটব্যাং
যৎগোকুলেহপি কতমাঙিম্ৰৰজোঙিষেকম্।
যৎ জীৱিতং তু নিখিলং ভগবান মুকুন্দঃ
ত্বদ্যাপি যৎ পদৰজঃ শ্ৰুতিমৃগ্যমেৱ॥

ভাগৱত/দশমস্কন্ধ

শঙ্কৰ গুৰুৰ সংক্ষিপ্ত ভাওনী—

বৃন্দাবনে তৃণ হৈবো তেবে মহাভাগ।
পাইবো ব্ৰজবাসীৰ চৰণ ৰেণু লাগ॥

পূৰ্ব্বোক্ত সূত্ৰমতে ব্ৰহ্মাই একৰূপে আহি বৃন্দাবনত তৃণ হৈ ব্ৰজবাসীৰ চৰণ ৰেণু লাভ কৰাৰ এটা সত্ৰীয়া লোক বিশ্বাস আছে। শ্ৰীমন্তশুৰুজনাৰ আদৰ্শত স্থাপিত সত্ৰবোৰ "বৃন্দাবন তীৰ্থ" বুলি কোৱা হয়। তাৰ নিবাসী সবকো ব্ৰজবাসী বুলি ভবাৰ এটি পাৰমাথিক কথা আছে। তৃণবনৰ (কঁহিলা, গোগোল আৰু মুঠাৰ) পৰা কঠ নিৰ্ম্মাণ হয়। উক্ত ব্ৰহ্মাৰূপ কঠত ব্ৰজবাসী ৰূপ ভক্তই পদধূলি পেলাই "পাইবো ব্ৰজবাসীৰ চৰণ ৰেণু লাগ" ৰ সাৰ্থক কৰে। সেই হেতুকেই ভকতসকলে কঠত হাত দি সন্মান জনাই তাত উপবেশন কৰে। কঠখন ব্ৰহ্মাৰ শক্তি বুলি ভকত সকলে বিশ্বাস কৰি আহিছে। কঠৰ সম্বন্ধে কথাগুৰু চৰিতত এটি আদৰ্শ পোৱা

যায়। এনেদৰে "আৰু একদিন চোট আতা এখনি কই সাজি কল থহুৰাৰ সজকৈ ধুই পখালি দিলে নি গুৰুজনক। বোলে বাপ, আতে বহি হৰি কথা চৰ্চ্চা যাব। বোলে আৰ নাম কি দিছা? বোলে বাপ, কট নাম দিয়া হৈছে। বোলে সজ নাম হৈছে। আতে বহি হৰি গুণ শ্ৰৱণ কীৰ্ত্তন কৰিব দেহৰ কট শত বাসনা দূৰ হ'ব ভকতৰ"। এই কটেই সত্ৰীয়া ভাষাত কঠ বুলি কোৱা হয়। 'কট' শব্দটো সংস্কৃত শব্দ যেনে "কটং কুৰ্য্যাৎ"। কটৰ অপভ্ৰংশ শব্দ 'কঠ'।

পাঠকজনে কীৰ্ত্তন পুথি চাই প্ৰতিদিনে দুটাকৈ কীৰ্ত্তন দিয়ে। সমগ্ৰ কীৰ্ত্তন ঘোষাখন একাদিক্ৰমে আৰম্ভণিৰে পৰা সমাপ্ত পৰ্য্যন্ত প্ৰতিদিনে দুটাকৈ দি থাকে। শেষ হলে পুনৰ আৰম্ভ কৰে। এনেকৈ নিত্য প্ৰসঙ্গৰ কাৰ্য্যসমূহ নিয়মিতভাৱে চলি থাকে। কৃষ্ণ ডাকোতে, নাম সামৰোতে, পাঠকে ৰাগ দিওঁতে অসমাপ্ত পৰ্য্যন্ত ক্ষন্তেক থিয় দি থাকিব লাগে আৰু সেই সময়ত কোনো শব্দযুক্ত কাম কৰাও নিষিদ্ধ। পুৱা, বিয়লি আৰু ৰাতিৰ পাঠৰ সুৰ বেলেগ। নামত থকা সকলে প্ৰসঙ্গ চলি থাকোতে সংলাপ কৰা নিষিদ্ধ। সেই মৰ্ম্মে নামঘোষাত আছে—

হৰি কীৰ্ত্তনৰ সময়ে যি জনে
থাকে আন কথা পাতি।
অন্তকালে নিয়া যমদূতে ধৰি
কৰে তাক উগ্ৰশাস্তি ॥

নামঘোষা/মাধবদেৱ

নামলগোৱাজনে আবৃত্তি কৰি কীৰ্ত্তন দিলে বহু ক্ৰুটি বিচ্যুতি ঘটে অৰ্থাৎ আখৰ থাকি যোৱা, বাক্যৰ লৰচৰ হোৱা, পদৰ পঙক্তি ছোৰোৱা আদি এশ এবুৰি দোষ বৈ যায়। উক্ত দোষ আৰু অশুদ্ধি সংশোধনৰ কাৰণে পুথি চাই কীৰ্ত্তন দিয়াটো অভ্ৰান্ত আৰু অকাট্য যুক্তি বুলি ধৰি লোৱা হয়। বিশুদ্ধ উচ্চাৰণ আৰু মনন কৰা কাৰ্য্য প্ৰশস্ত বুলি ভবা হয়। তাৰ কাৰণেই এই ব্যৱস্থা। পাঠক গৰাকী 'পাঠ'ৰ নিৰ্দ্দিষ্ট আসনত উপবেশনৰ যোগ্য হব লাগিব। পাঠ পঢ়িবৰ কাৰণে সুকীয়া ধুতি, কাপোৰ ৰাখিব লাগিব আৰু পৰিস্কাৰ পৰিচ্ছন্ন হব লাগিব।

পাঠৰ থগাখনত (নিজৰ সোঁহাতে) এখন কাপোৰ বন্ধা থাকে। লগতে এটি জলপূৰ্ণ কাঁহৰ লোটাও থাকে। পাঠখন স্পৰ্শ কৰাৰ পূৰ্ব্বতে হাত ধুই কাপোৰখনত হাত মচি আসনলৈ সেৱা কৰি তদন্তে পাঠখনত সেৱা জনাই পবিত্ৰ ভাৱেৰে পুথি উন্মোচন কৰি ল'ব। দেউৰীয়ে থগা-খনত পুথি দুখন আগতে থয় বন্তি অৰ্চ্চনাৰ আগে আগে। নামলগোৱাই ঘোষা সামৰিলে কীৰ্ত্তন আৰম্ভ কৰিব। কীৰ্ত্তন শেষ হলে পাঠকে পাঠ সামৰিব আৰু সিকাষে থকা পদপুথিখন নিজৰ সমুখলৈ আনি লব। নামলগোৱাই সামৰণি ঘোষাৰে তিনি চাপৰ তাল মাৰি নাম সমাপ্ত কৰিব আৰু জয় দিব। জয় দিয়া নিয়ম এনেদৰে —

জয়ৰাম বোলা।
জয় নাৰায়ণ বোলা।
জয় শঙ্কৰ বোলা।
জয় মাধৱ বোলা।
অ' হৰি।

নিমি নৱসিদ্ধ সংবাদ পুথিত চাৰিনাম এনেকৈহে পোৱা হয়—

অনাদৰি আন ধৰ্ম্ম মাধৱৰ জন্ম কৰ্ম্ম
শুনিবেক মহন্তৰ মুখে।
জগত প্ৰসিদ্ধ নাম কৃষ্ণ বিষ্ণু হৰি ৰাম
লাজ এৰি গাইব মহাসুখে॥

এইখিনি উল্লেখ কৰাৰ কাৰণ হ'ল নিমি নৱসিদ্ধ সংবাদৰ মতে উক্ত চাৰিনামৰ জয় হব লাগিছিল। কিন্তু সম্পূৰ্ণ বিপৰীত হোৱাৰ কাৰণ হ'ল মিতান্তই গুৰুজনাৰ দিনত জয় দিয়াৰ নীতি নাছিল। শঙ্কৰ মাধবোত্তৰ দিনত উক্ত জয় দিয়াৰ নীতি প্ৰৱৰ্ত্তন হোৱাত "নিমিনৱসিদ্ধ সংবাদ" ৰ মত এৰি পূৰ্ব্বোক্ত জয় দিয়াৰ ব্যৱস্থা কৰা হ'ল। "জয় শঙ্কৰ" আৰু "জয় মাধৱ" বুলিবলৈ তেৰাসবে উপদেশ দিয়া নাছিল। তেৰাসৱে "কৃষ্ণৰ কিঙ্কৰ" "দাসৰো দাস" বুলি লিখি নিজক "তৃণাদপি সুণীচেন"ৰ আদৰ্শ স্থাপন কৰি গৈছে। গতিকে দেখা যায় যে পৰবৰ্ত্তী কালৰ গুৰুসকলে প্ৰতিদিনে দুজনা গুৰুক স্মৰণ কৰাৰ মানসেৰে পিচত যোগ বিয়োগ কৰিছিল। সত্ৰ বিশেষে জয় দিয়াৰ নীতিও পৃথক বুলি জনা যায়।

কমলাবাৰী সত্ৰত পূৰ্ব্বতে জয় দিয়াৰ নিয়ম নিম্নলিখিত ধৰণেৰে আছিল যেনে —

জয় ৰাম বোলা। জয় নাৰায়ণ বোলা।

জয় কৃষ্ণ বোলা। অ' হৰি।

উক্ত প্ৰথা পিছত পৰিবৰ্ত্তন কৰি ওপৰত দিয়া ধৰণে ব্যৱহাৰ কৰিবলৈ ললে। পৰিবৰ্ত্তন এই কাৰণেই কৰিব লগা এই যে কমলাবাৰী সত্ৰলৈ বৰদোৱা সত্ৰৰ পৰা প্ৰস্তাৱ আহিল যে ( বোধহয় এশবছৰৰ আগৰ কথা ) "জয় কৃষ্ণ"ৰ ঠাইত "জয় শঙ্কৰ" আৰু তেৰাৰ একাত্মা বান্ধৱ মাধৱকো অন্তৰ্ভূক্ত কৰি "জয় মাধৱ" কৰিব লাগে। কাৰণ "অৰ্জ্জুনস্য সখা কৃষ্ণঃ কৃষ্ণস্য সখিৰৰ্জ্জুনঃ। উভয়োৰন্তৰং নাস্তি পৱনাকাশয়োৰিব" অৰ্থাৎ আকাশ আৰু বায়ুৰ মাজত যেনেকৈ ব্যৱধান নাই, ঠিক তেনেকৈ কৃষ্ণৰ সখি অৰ্জ্জুন আৰু অৰ্জ্জুনৰ সখি কৃষ্ণৰ মাজত ব্যৱধান নাই। সেইদৰেই শঙ্কৰ মাধৱ প্ৰাণ বান্ধৱ কাৰণে শঙ্কৰদেৱৰ লগতে মাধৱদেৱকো অন্তৰ্ভূক্ত কৰিবলৈ কোৱা হ'ল। কমলাবাৰী সত্ৰই সেই প্ৰস্তাৱ গ্ৰহণ কৰিলে আৰু সেইমতে আজিলৈকে চলি আছে।

"নিমি নৱসিদ্ধ সংবাদ" পুথিত থকা "কৃষ্ণ বিষ্ণু হৰিৰাম"ৰ অন্তৰ্গত 'বিষ্ণু' শব্দটোৰ ঠাইত "নাৰায়ণ' শব্দটোৰ সংযোগ তাৎপৰ্য্যপূৰ্ণ। নামঘোষা শাস্ত্ৰৰ মতে চাৰিবেদৰপৰা চাৰিঅক্ষৰ অৰ্থাৎ 'নাৰায়ণ' নামৰ উদ্ভৱ হোৱা বুলি ইঙ্গিত দিছে। উক্ত নাৰায়ণ নামেই হ'ল নৰসমস্তৰ পাপ হৰণ কৰোতা বিশেষ চোৰ। মনসংহিতাৰ মতে "আপোনাৰা ইতি প্ৰোক্তা অয়নং আশ্ৰয়ং স্মৃতম্" অৰ্থাৎ নাৰা শব্দে জল আৰু অয়ন মানে আশ্ৰয় বুজায়। জলত যিজনে সৃষ্টিৰ অন্তত শয়ন কৰে, সেই জনেই ভগৱান্ নাৰায়ণ। শঙ্কৰ গুৰুৰ "গহনবন শয়ন''ৰ অৰ্থও একেদৰেই। সলিলশায়ী ভগৱন্তে ( সংস্কৃত বিষ্ ধাতু ষ্ণুক প্ৰত্যয় প্ৰবেশ কৰা অৰ্থ বুজায় ) প্ৰত্যেক জীৱ পদাৰ্থৰ শৰীৰত জীৱাত্মাৰূপে ( জীৱ অংশে তুমি প্ৰবেশিলা গাৱে গাৱে কীৰ্ত্তন ) প্ৰবেশ কৰিছে আৰু পৰমাত্মাৰূপে ইন্দ্ৰিয়, ভূত, প্ৰাণ, বুদ্ধি, মনক চৈতন্য শক্তি দি সকলোকে নিয়ন্ত্ৰণ কৰিছে সেইজনেই নাৰায়ণ। সেই নাৰায়ণ নামকে জয়ৰ বেলিকা দ্বিতীয় স্তৰত ৰখা হৈছে।

জয় দিয়াৰ পিচত সত্ৰৰ সেৱক দবাদাৰীজনে 'পৰমৰা' দবা মাৰিব। জয় দিওঁতে আৰু দবা মাৰোতে সকলোজন নিস্তব্ধ আৰু শিৰ অৱনত

কৰিব। ৮বামৰা শেষ হ'লে পাঠকে অতিৰ ৰাগ তুলি আন পদ পুথি সুৰ সংযোগ কৰি কথনেৰে গাব আৰু ভকতসকলে শ্ৰৱণ কৰিব। ইয়াত গোৱা পুথিসমূহৰ নাম তালিকা উল্লেখ কৰা হ'ল (১) জন্ম ৰহস্য (২) প্ৰথম স্কন্ধ (৩) দ্বিতীয় স্কন্ধ (৪) অনাদি পাতন (৫) ষষ্ঠ স্কন্ধ (অজামিল উপাখ্যান) (৬) অষ্টম স্কন্ধ (অমৃত মথন বলি চলন) (৭) দশম স্কন্ধ (আদ্য দশম) (৮) ৰুক্মিণী হৰণ (কাব্য) (৯) ৰাজসূয় (১০) কুৰুক্ষেত্ৰ (শেষ দশম) (১১) নিমিনৱসিদ্ধ সংবাদ (১২) একাদশ স্কন্ধ (১৩) দ্বাদশ স্কন্ধ (১৪) ভকতি প্ৰদীপ (১৫) ভক্তি ৰত্নাৱলী (১৬) ভক্তি ৰত্নাকৰ (পদ্য–ৰামচৰণ ঠাকুৰৰ) (১৭) নামমালিকা।

আমি ইয়াত উল্লেখ কৰা ক্ৰমানুসৰি পূৰ্ব্বোক্ত পদ পুথিসমূহ পুৱা বেলা প্ৰসংগত একাদিক্ৰমে পাঠ কৰে। শেষ হলে পুনৰ আৰম্ভ কৰিব। দুজনা মহাপুৰুষৰ দ্বাৰা ৰচিত শাস্ত্ৰৰ বাহিৰে (প্ৰসঙ্গৰ বেলিকা) অন্য কবি ৰচিত পদ পুথি পাঠ কৰা নহয়। অৱশ্যে শঙ্কৰদেৱৰ দ্বাৰা সংগৃহীত ভক্তিৰত্নাকৰ মূল শ্লোকৰ পৰা ৰামচৰণ ঠাকুৰে কৰা পদ-পুথিৰ ক্ষেত্ৰত ইয়াত বাদ পৰিব। কাৰণ মূল পুথি শঙ্কৰদেৱেই ৰচনা কৰা। গধূলি পাঠত গোৱা পদপুথিও উক্ত ধৰাবন্ধা নীতিৰ পৰা কিছু বিচলিত হোৱা দেখা যায়।

পাঠকে পদপুথি পাঠকৰি থকা অৱস্থাতে ঘাই দেউৰীজনে পুনৰ নিৰ্ম্মালি (চন্দন আৰু পুষ্প) অৰ্চ্চনা কৰি নামত তন্ময় হৈ থকা ভকতসকলৰ মাজত বিতৰণ কৰিব। (পাঠ পাতাৰ পূৰ্ব্বতে শ্লোক ভাগৱতো পাঠ কৰে। পিচে ইয়াক চৈধ্য প্ৰসঙ্গৰ লেখত ধৰা নহয়) প্ৰথমতে সত্ৰাধিকাৰক শৰাইত নিৰ্ম্মালি লৈ আগমান দিব। দ্বিতীয়তে ডেকা সত্ৰাধিকাৰক (সৰুকৈ কটা কলপাতত), তৃতীয়তে পাঠত, চতুৰ্থতে ভাগৱতত, পঞ্চমতে মুখ্য বুঢ়াভকত জনক, ষষ্ঠতে বাকী তিনিজনক (যি যেনেকৈ আগ পাচ হ'ব) সপ্তমতে বৰবুঢ়াসকলক (বয়স অনুপাতে) আৰু অষ্টমত বয়স অনুপাতে বা ক্ৰমানুসৰি অন্য সকলক নিৰ্ম্মালি বিতৰণ কৰিব। প্ৰসাদ বিতৰণ কৰা নিয়মো একে ধৰণৰে।

## (ক-২) তিলক নিৰ্ম্মাণ কৰা সামগ্ৰী আৰু প্ৰণালী :–

বিষ্ণুপ্ৰীত্যাৰ্থে চন্দন কাঠ, পদ্ম কাঠ, বচি কাঠ শিলৰ পটাত ঘঁহি চন্দন নিৰ্ম্মালি প্ৰস্তুত কৰা হয়। তাতে গোটাচেৰেক আৰৈ চাউল মিহিকৈ

ঘঁহি দিয়া হয়। চন্দনাদি কাঠৰ লগত আৰৈ চাউল ঘঁহি মিহি কৰি তিলক ধাৰণ কৰাটো শাস্ত্ৰীয় নিয়ম। সেই সম্বন্ধে (আৰৈ চাউলৰ তিলক ধাৰণ সম্বন্ধে) একাদশ স্কন্ধ ভাগৱতত কৃষ্ণই উদ্ধৱক কৈছে—

সাঙ্গোপাঙ্গাংসপাৰ্ষদাং তাং তাং মূৰ্ত্তিং স্বমন্ত্ৰত ঃ।
পাদ্যাৰ্ঘাচমনীয়া দ্যৈঃ স্নানবাসোবিভূষণৈঃ ॥
গন্ধমাল্যাক্ষতস্ৰাগ্ভিঃ ধূপদীপোপহাৰকৈ ঃ।
সাঙ্গং সম্পূজ্য বিধিবৎস্তবৈঃ স্তুত্বা নমেৎহৰিম্ ॥
ভাগৱত- ১১/৩/৫২,৫৩

অৰ্থাৎ — নিজৰ নিজৰ উপাস্য দেৱতাৰ বিগ্ৰহক হৃদয়াদি অঙ্গ, অস্ত্ৰাদি উপাঙ্গ আৰু পাৰিষদ সহিত তেওঁলোকক মূলমন্ত্ৰ দ্বাৰা পাদ্য, অৰ্ঘ্য, আচমন, মধুপৰ্ক, স্নান, বস্ত্ৰ, আভূষণ, গন্ধ, পুষ্প, দধি, অক্ষতৰ তিলক (আৰৈ চাউলৰ ফোঁট), মালা, ধূপ, দীপ আৰু নৈবেদ্যাদিৰে বিধিবৎ পূজা কৰিব। আকৌ স্তোত্ৰ দ্বাৰা স্তুতি কৰি সৰ্পৰিবাৰে ভগবান হৰিক নমস্কাৰ কৰিব।

পূৰ্ব্বোক্ত শাস্ত্ৰীয় বিধানমতে সত্ৰত ভগৱৎ অৰ্চ্চনা কালত চন্দন কাঠৰ লগত আৰৈ চাউল মিহলি কৰি তিলক নিৰ্ম্মাণ কৰা হয়। চন্দন কাঠৰ ব্যৱহাৰো সকলো ঋতুতে নহয়। সত্ৰীয়া হিচাবমতে কাতিমাহৰ পৰা ফাগুন মাহলৈকে বচি বা পদ্ম কাঠ আৰু চ'ত মাহৰ পৰা আহিন মাহলৈকে চন্দন কাঠ ব্যৱহাৰ কৰা হয়। আৰৈ চাউল বাৰমাহ দিব পাৰে। সাত্বত তন্ত্ৰই শীতকালত চন্দন কাঠ দিবলৈ নিষেধ কৰিছে যেনে "পৌষে চ চন্দন স্পৰ্শো গ্ৰীষ্মেমচাস্পৰ্শনং তথা" ( সাত্বত তন্ত্ৰ ) অৰ্থাৎ— বিষ্ণুক যি দৰে পুহ মাহত চন্দন ( চন্দনৰ তিলক ) দিলে দোষ আছে, তেনেদৰে গ্ৰীষ্মকালত চন্দন নিদিলে দোষ হয়। ইয়াৰ পৰা ইয়াকে বুজা হ'ল যে পুহমাহত চন্দনৰ তিলক দিব নাপায়, গ্ৰীষ্মকালতহে দিব লাগে। এনে উপদেশৰ প্ৰধান কাৰণ হ'ল চন্দন কাঠ পিহি কৰা তিলক এবিধ শীতল পদাৰ্থ। ই গ্ৰীষ্মকালৰ বাবেহে উপযোগী॥ শীতকালত শীতলতাই বেছি অপকাৰ কৰে। সেই কাৰণেই নিষেধ কৰা হৈছে। শীতকালত চন্দন কাঠৰ পৰিবৰ্ত্তে বচি আৰু পদ্মকাঠ আৰু গ্ৰীষ্মকালত কেৱল চন্দন কাঠ পিহি বা ঘঁহি তিলক নিৰ্ম্মাণ কৰা হয়। ইয়াক নিৰ্ম্মালি বুলি কোৱা হয়। চন্দন পদাৰ্থ বহু ৰোগ নিৰাময়ক। বিশেষকৈ চকুৰ কাৰণে প্ৰশস্ত। সদায় চকুত ৰিজনে চন্দন

লেপন কৰি থাকে, সেই জনৰ চকুৰোগ প্ৰায়েই হব নোৱাৰে বা নহয়। ভগৱৎ অৰ্পিত চন্দনৰ তিলক সোঁহাতৰ অনামিকা আঙুলিৰে লব লাগে। কৃত্ৰিম নিৰ্মিত বৈদ্যুতিক তাঁৰতকৈ আমাৰ দেহস্থ নাড়ীবোৰ অধিক শক্তি-শালী। সমগ্ৰ মানৱ শৰীৰ নাড়ী পুঞ্জেৰে বেষ্টিত আৰু গঠিত। অনামিকাৰ লগত কপালৰ নাড়ীৰ নিকট সম্পৰ্ক থকাৰ কাৰণে অনামিকাৰ দ্বাৰা চন্দনৰ তিলক ধাৰণ কৰিলে চকুৰ কাৰণে উপকাৰ হয় আৰু আনুষঙ্গিক অন্যান্য ব্যাধিও উপশম হয়। এইবোৰ বিজ্ঞান সম্মত কথা। অনামিকাই কপালত বিদ্যুৎ প্ৰবাহৰ দৰে কাম কৰে। তিলক ধাৰণ কৰাৰো বিধি আছে। তদুপৰি তিলক ধাৰণৰ বিধি পুৱা বেলাৰ কাৰণেহে, পিচবেলা নহয়। পদ্মপুৰাণ শাস্ত্ৰত পাৰমাৰ্থিক দৃষ্টিৰে দ্বাদশ সংখ্যক তিলক ধাৰণ কৰিববলৈ ব্যৱস্থা দিছে যেনে---

ললাটে কেশৱং বিদ্যাৎ নাৰায়ণমথোদৰে।  
মাধৱং হৃদয়ে ন্যস্য গোবিন্দং কণ্ঠকূপকে  
বিষ্ণুশ্চ দক্ষিণে কুক্ষৌ তদ্ভুজে মধুসূদনম্।  
ত্ৰিবিক্ৰমং কৰ্ণদেশে বামে কুক্ষৌ তু বামনম্॥  
শ্ৰীধৰংতু সদান্যসেৎ বাম বাহৌ নৰঃ সদা।  
পদ্মনাভং পৃষ্ঠদেশে ককুৎ দামোদৰংস্মৰেৎ।  
বাসুদেৱংস্মৰেন্মূৰ্ধ্নিং তিলকং কাৰয়েৎ ক্ৰমাৎ॥

পদ্ম পুৰাণম্।

শাস্ত্ৰীয় বিধানমতে দ্বাদশ সংখ্যক তিলক ধাৰণ কৰিব লাগে যদিও সত্ৰীয়া বা ভকতীয়া প্ৰথামতে পঞ্চ সংখ্যক তিলক হে ধাৰণ কৰে। ভগৱন্তৰ পদৰ পঞ্চচিহ্নৰ লগত তুলনা কৰি শিৰোভাগৰ পাঁচঠাইত (কপালত, দুই ভ্ৰূ মধ্যত, নাকত আৰু দুই কাণত) তিলক ধাৰণ কৰা হয়। সকলো সত্ৰতে তিলক ধাৰণ কৰা বিধি নাই। ব্যক্তিগত ভাবেও বহুতে তিলক ধাৰণ কৰে।

শ্ৰীকৃষ্ণৰ ৰূপ বৰ্ণনা প্ৰসঙ্গত তিলক ধাৰণৰ কথা ভাগৱতত (কীৰ্ত্তন ঘোষাত) আৰু শঙ্কৰদেৱ মহাপুৰুষে তিলক ধাৰণ কৰা কথা চৰিত পুথিত পোৱা যায়। দুটি উদাহৰণ দিয়া হ'ল

(১) প্ৰসন্ন বদন জ্বলে অলকা তিলক।  
বসুদেৱে দেখিলন্ত অদ্ভুত বালক॥ (কীৰ্ত্তন ঘোষা)  
(২) কপোলে অলক তিলক সাজে।  
শোভন অলকা কান্তি বিৰাজে॥ (বৰগীত)

ইত্যাদি

ভগৱৎ অৰ্পণাযোগ্য পুষ্পাদিৰ নাম যথাক্ৰমে নাৰ্জ্জি, দমনা, তগৰ, কেতেকী, তৰুৱাকদম, গোলাপ, কৰবী, চম্পা, ৰাঙন, নাহৰ আদি। দেবী পূজা যোগ্য পত্ৰ পুষ্প দিয়া নহয়। তুলসী সদায় ইয়াৰ লগত থাকে। অন্য পুষ্পৰ অভাৱ হলে কেৱল তুলসী দিলেও হয়।

## (ক-৩) দেউৰী হোৱাৰ যোগ্যতা :—

ভগৱৎ নিবেদন যোগ্য নৈবেদ্য, পত্ৰ পুষ্পাদি সমৰ্পণ, বিতৰণ কৰিবৰ কাৰণে সত্ৰস্থ কোছ, কেওঁট, কলিতা, ব্ৰাহ্মণ, মহন্ত আদিৰ ভিতৰৰ যি কোনো কুলৰ ভকতেই যোগ্যতানুসৰি ঘাই দেউৰী বা পালি দেউৰী হ'ব পাৰে। আৱশ্যকীয় নীতি প্ৰণালী, নীতি সদাচাৰ শিকিলে সত্ৰাধিকাৰ, সমূহ ভকতৰ দৃষ্টিত উপযুক্ত বুলি বিবেচিত হলে তথা আজ্ঞা আৰু আশীৰ্ব্বাদ পালে পূৰ্ব্বোক্ত কুলৰ ভিতৰৰ যিকোনো ব্যক্তিকে দেউৰী পতা হয়। দেউৰী হবৰ কাৰণে এজন বূঢ়াভকতৰ কাষত গুৱাপাণ, গামোচা, খৰছা, দি "সজকথা' আৰু পূজা অৰ্চ্চনাৰ নিয়মবোৰ শিকিব লাগে। এই প্ৰসঙ্গতে উল্লেখযোগ্য যে অপৰিচিত ব্যাধিযুক্ত, কুণ্ঠৰোগী, অসৎ, অত্যন্ত ক্ৰোধী ব্যক্তি দেউৰী কামৰ কাৰণে যোগ্য নহয়। সত্ৰৰ যাৱতীয় সজ কৰ্ম্মৰ কাৰণে ৫/৬ জন দেউৰী ৰখা হয়। সত্ৰৰ উল্লেখযোগ্য উৎসৱাদিত অতিৰিক্ত দেউৰী পাতিও লোৱা হয়।

পাঠকে পাঠ থলে এজন বূঢ়াভকতে আবৃত্তি কৰি ৰখা দুজনা গুৰুৰ বা বদলা আতাৰ চৰিত পাঠ কৰে। অৱশ্যে চৰিত পাঠ দৈধ্য প্ৰসঙ্গৰ লেখত নপৰে। চৰিত শেষ হ'লে পাঠকে "জয় ৰাম" আৰু "জয় হৰি" বুলি পুথি সামৰিব। থগাখন লৰাই নিজে গাত্ৰোত্থান কৰিলে বাকীসকল উঠিব। পুৱা প্ৰসঙ্গৰ কথা ইমানতে শেষ।

## (খ) "বিয়লি প্ৰসঙ্গ"

বিয়লি প্ৰসঙ্গক সত্ৰীয়া ভাষাক তিনিপৰ প্ৰসঙ্গও বোলে। প্ৰসঙ্গৰ আৰম্ভণিৰ আগে আগে (শীতকালত ১ বজা আৰু গ্ৰীষ্মকালত ২ বজাত) সত্ৰীয়া সেৱক 'দবাদাৰী' জনে দবা মাৰি প্ৰসঙ্গৰ সঙ্কেট দিব। লগে লগে পাঠক, নামলগোৱা, শ্ৰোতা ভকত সমবেত হয়। শ্ৰোতাৰ সংখ্যা কম। ই সাত্ত্বিক বিধৰ প্ৰসঙ্গ। পাঠকে পুৱাৰ দৰেই পাঠত বহি সুৰ সংযোগ কৰি পদ পুথি গাব। ৰাগ, সুৰ, সঞ্চাৰ পুৱা প্ৰসঙ্গতকৈ

বেলেগ। ইয়াত দুটা ভাগত পদ পুথি গোৱা হয়। প্ৰথম ভাগক "আগ-পাঠ" আৰু দ্বিতীয় ভাগক "শেহ পাঠ" বোলে। আগ পাঠত গোৱা পদপুথিৰ তালিকা —

১) জন্মৰহস্য ২) প্ৰথম স্কন্ধ ৩) দ্বিতীয় স্কন্ধ ৪) অনাদি পাতন ৫) ষষ্ঠ স্কন্ধ (অজামিল উপাখ্যান) ৬) অষ্টম স্কন্ধ (অমৃত মথন আৰু বলিছলন) ৭) দশম স্কন্ধ (আদ্য) ৮) ৰুক্মিণী হৰণ (কাব্য) ৯) ৰাজ-সূয় ১০) কুৰুক্ষেত্ৰ (শেষ দশম) ১১) নিমিনৱসিদ্ধ সংবাদ ১২) একাদশ স্কন্ধ ১৩) দ্বাদশ স্কন্ধ ১৪) ভকতি প্ৰদীপ ১৫) ৰত্নাৱলী ১৬) ৰত্নাকৰ ১৭) নাম মালিকা ১৮) কীৰ্ত্তন ঘোষা।

## শেহ পাঠত গোৱা পুথিৰ তালিকা :—

১) নাম ঘোষা ২) ভক্তি ৰত্নাৱলী ৩) বৰগীত (শঙ্কৰ-মাধৱদেৱৰ) ৪) কথা সূত্ৰ (সমগ্ৰ অঙ্কীয়া নাট) ৫) ভট্টিমা ৬) গুণমালা ৭) তাৎপৰ্য্য দুজনা গুৰুৰ সমগ্ৰ উপদেশবোৰ)।

পূৰ্ব্বোক্ত পদপুথিবোৰ পাঠত শেষ হ'লে পুনৰ ওপৰৰ পৰা আৰম্ভ কৰিব। পুথিবিলাক ঘাই দেউৰীজনে পাঠৰ থগাত নীতিগত ভাবে ৰাখিব আৰু পাঠ কৰা শেষ হ'লে নিৰ্দ্দিষ্ট ঠাইত থবগৈ। কাৰ পিচত কোনখন পুথি দিব লাগিব তাৰ তালিকাখন চাই ল'ব আৰু ক্ৰম লগাব।

পাঠকে "শেহপাঠ" আৰম্ভ কৰি ৩/৪ পদমান যাওঁতে নামলগোৱা জনে কণ্ঠ পাৰিব। প্ৰয়োজন সাপেক্ষে পাঠকে নাতিদীৰ্ঘ হিচাবে পাঠ গাই সামৰিলে (অধ্যায় শেষ নহলেও সামৰিব পাৰে) নামলগোৱাই "কৃষ্ণ ডাকি" এটি কুৰুপীয়া ঘোষা গাব। ঘোষা গোৱাৰ বা উক্ত প্ৰসঙ্গত কি কি ঘোষা গাব লাগে তাৰ কিছুমান বাধ্যতামূলক নীতি আছে। তদুপৰি এই প্ৰসঙ্গত প্ৰতিজোকা ঘোষা দুবাৰকৈ গাব লাগে। চাৰিটা কুৰুপীয়া ঘোষা প্ৰসঙ্গৰ কাৰণে নিৰ্দ্ধাৰিত আৰু ইয়াৰ ভিতৰৰে দুটা ঘোষা সম্পূৰ্ণে আৰু দুটা ঘোষা অসম্পূৰ্ণ ভাৱে গাব লগা হয়। তলত ঘোষা কেইটা তুলি দিয়া হ'ল।

১। হৰি মোৰ বান্ধৱ কৃষ্ণ ৰাম॥
কৃষ্ণ ৰাম ৰাম কৃষ্ণ ৰাম॥
গোপাল গোপীনাথ গোবিন্দ ৰাম॥

গোবিন্দ ৰাম কৃষ্ণ গোবিন্দ ৰাম ॥
গোবিন্দ ৰাম হৰি গোবিন্দ ৰাম ॥
হৰি হৰি নাৰায়ণ গোবিন্দ ৰাম।
গোবিন্দ ৰাম গোবিন্দ ৰাম গোপাল গোবিন্দ ৰাম ৰাম ॥

২। ৰাম নিৰঞ্জন অ'ৰাম নিৰঞ্জন নিৰাকাৰ হৰিবে ৰাম ॥
সদাশিৱ মোৰে প্ৰাণ সদাশিৱ সনাতন প্ৰভুৰে ৰাম ॥
দয়াশীল মোৰে প্ৰভু দয়াশীল দেৱ দীন বন্ধুৰে ৰাম ॥
ৰাম ৰাম ৰাম ৰাম হৰি হৰি গোপাল গোপাল ॥
যদুৰে যদুৰে অৰে বাপ কমললোচন ॥
ভজৰে ভজৰে অৰে মন হৰি চৰণত ॥

৩। দীন দয়াশীল দেৱ দামোদৰ হৰি দামোদৰ দামোদৰ দামোদৰ দেৱ দামোদৰ ॥
অনাদি অনন্ত সদাশিৱ সনাতন হৰি এ নিত্য নিৰঞ্জন হৰি নিত্য নিৰঞ্জন নিত্য নিৰঞ্জন নিত্য নিৰঞ্জন হৰি এ ॥
মুৰাৰি মধুৰিপু ৰাঘৱ এ ৰাম ৰঘুপতি ৰাম ৰাম ৰাম হৰি ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম নাৰায়ণ জয় নাৰায়ণ।
যাদৱ যদুপতি মাধৱ এ ৰাম ৰাম কৃষ্ণ নাৰায়ণ হৰি নাৰায়ণ নাৰায়ণ নাৰায়ণ হৰি নাৰায়ণ।
ৰামকৃষ্ণ গোবিন্দ গোপীনাথ হৰি গোপীনাথ গোপীনাথ গোপীনাথ হৰি গোপীনাথ।

৪। গোপাল গোপাল গোপাল গোপাল গোপাল গোপাল ৰাম।
গোপাল গোপাল গোপাল গোপাল গোপাল গোপাল ৰাম ॥
ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম।
ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম ॥
ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি ৰাম।
ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি ৰাম ॥
ৰাম নিৰঞ্জন ৰাম নিৰঞ্জন ৰাম নিৰঞ্জন ৰাম।
ৰাম নিৰঞ্জন ৰাম নিৰঞ্জন ৰাম নিৰঞ্জন ৰাম ॥
ৰাম নাৰায়ণ ৰাম নাৰায়ণ ৰাম নাৰায়ণ ৰাম।
ৰাম নাৰায়ণ ৰাম নাৰায়ণ ৰাম নাৰায়ণ ৰাম ॥

এই চাৰিটা ঘোষাৰ ভিতৰত ইচ্ছানুসৰি নামলগোৱাজনে ওলট পালট কৰি গায় থাকে। নামত তাল আৰু চাপৰি মৃদুভাৱে বজোৱা

হয়। ঘোষা গায় সামৰে, কীৰ্ত্তনঘোষা নিদিয়ে। জয় দিব পুৱা প্ৰসঙ্গৰ দৰেই। এই প্ৰসঙ্গটো নিচেই সংক্ষিপ্ত।

## (খ-১) মন্দ তাল ধ্বনি আৰু প্ৰসঙ্গ সংক্ষিপ্তৰ আদৰ্শ:—

দুজনা গুৰুৱে একশৰণ হৰিনাম ধৰ্ম্ম প্ৰচাৰৰ কালত কেইবাবাৰো ৰাজৰোষত পৰাৰ কথা চৰিত সমূহত পোৱা যায়। একশ্ৰেণী স্বাৰ্থপৰ ব্যক্তিৰ স্বাৰ্থত বাধা পৰাত এনেকুৱা বিপদৰ সম্মুখীন হৈছিল। ৰাজদণ্ডৰ পৰা এৰাই চলিবৰ কাৰণে ভকত সকলৰ সৈতে দুজনা গুৰু সময় সাপেক্ষে আত্মগোপন কৰি ফুৰিছিল। সেই কালত সত্ৰত থাকি তিনিও প্ৰসঙ্গ কৰাৰ দৰে আত্মগোপন কৰি থাকি অৰণ্যত প্ৰসঙ্গ সমূহ সমাপন কৰিব পৰা নাছিল। গতিকে প্ৰতিদিনে বিয়লি বেলা এটি মাত্ৰ প্ৰসঙ্গ সমাপন কৰি নিজৰ কৰ্ত্তব্য পালন কৰিছিল। ৰাজদূত সকলে তেৰাসবক আয়ত্তাধীন কৰিবৰ কাৰণে বিভিন্ন সন্দেহযুক্ত ঠাইত বিচাৰি ফুৰিছিল। প্ৰাতঃকালত মানুহৰ শৰীৰ সুস্থ থাকে। বিয়লি বেলা মানুহ ৰৌদ্ৰতাপত ক্লান্ত হয়। সেই সময়ত কৰ্ত্তব্য কাৰ্য্যত মানুহৰ অৱহেলা অহা দেখা যায়। এতেকে সুবিধা আৰু সময় বুজি তেৰাসবে ৰাজচোৰাং চোৱাসকলৰ কৰ্ণ গোচৰ নোহোৱাকৈ মঞ্জিৰা তালেৰে মৃদু শব্দেৰে সংক্ষেপে তিনিও প্ৰসঙ্গৰ সৈ বিয়লি প্ৰসঙ্গ সমাপন কৰিছিল। উক্ত আদৰ্শমতে (এতিয়া ৰাজদণ্ডৰ ভয় নাথাকিলেও) গুৰু পালিত প্ৰণালীতো শ্ৰদ্ধাৰে সৈতে পালন কৰি অহা হৈছে। প্ৰসঙ্গটো সংক্ষেপ কাৰণে কীৰ্ত্তন ঘোষা দিয়া নহয়। চাপৰিও বৰকৈ বজোৱা নহয়। ঘোষা অৱসানে পুৱাৰ দৰেই জয় দিব। ইয়াৰ পিচতে পাঠকে ৰাগ দি গুৰুৰ ৰচিত উপদেশ এটি (মুখস্থ থকা) গাব। অন্যৰচিত উপদেশ গোৱা নহয়। নামলগোৱাজন যথাস্থানৰ পৰা উঠি নাহে। প্ৰসঙ্গ শেষ নোহোৱা পৰ্য্যন্ত তাতে থাকে। উপদেশ গোৱাৰ পিচত এজন বায়ভকতে বদলা পদম আতাৰ চৰিত পাঠ কৰে। এই প্ৰসঙ্গত দুজনা গুৰুৰ চৰিত পাঠ নকৰে। চৰিত সংক্ষেপে কয়। চৰিত অৱসানে প্ৰসঙ্গৰো অৱসান হয়। পাঠকে জয় নিদিয়ে। নামলগোৱাজনে তাল থোৱা থগাখন তুলি নিয়াৰ পিচত পাঠক সহ সকলোৱে গাত্ৰোত্থান কৰি যায়গৈ।

পুৱাৰদৰে ঘাই দেউৰীজনৰ বিয়লি প্ৰসঙ্গত প্ৰয়োজন নহয়। চন্দনাৰ্পণ, বন্তি প্ৰজ্বলন আদিও কৰিব নালাগে। আত্মগোপন কৰি থকা অৱস্থাত বিয়লি প্ৰসঙ্গ কৰোতে বন্তি প্ৰজ্বলন নহৈছিল বাবেই সেই আদৰ্শ

মতে বন্তি জ্বলোৱা নহয়। পুৱা প্ৰসঙ্গত জ্বলাই থোৱা বন্তি জ্বলি বা নজ্বলাকৈ থাকিলেও কোনো দোষ নহয়। অৱশ্যে কোনোৱে যদি এই প্ৰসঙ্গতে নৈবেদ্য এভাগি অৰ্পণ কৰিব খোজে, তেন্তে নৈবেদ্য প্ৰদান আৰু বন্তি প্ৰজ্বলন কৰিব পাৰে বা কৰাৰ নিয়ম আছে ; কিন্তু ঘাই বন্তি নজ্বলায়। প্ৰসাদ বিতৰণ পূৰ্ব্বত উল্লেখ কৰি অহা নীতিমতেই হয় ; কিন্তু মুখ্য বুঢ়াভকত জনক প্ৰসাদৰ মান ধৰাৰ পিচত নামলগোৱাক দিয়ে। তাৰ পিচতহে বাকীসকল বুঢ়াভকতক দিয়াৰ নিয়ম। এই নিয়ম বিয়লি প্ৰসঙ্গৰ বাবেহে প্ৰযোজ্য। বিয়লি প্ৰসঙ্গ ইমানতে শেষ।

## (গ) ৰাতিৰ প্ৰসঙ্গ :—

ৰাতিৰ প্ৰসঙ্গক গধূলি প্ৰসঙ্গ বুলিও কয়। উক্ত প্ৰসঙ্গ আৰম্ভ হয় প্ৰায়েই শীতকালত সূৰ্য্যাস্তৰ আগে আগে ( ৪ বজা মানত ) আৰু গ্ৰীষ্ম কালতো তেনেদৰেই। গুৰু ভট্টিমাৰে এই প্ৰসঙ্গ আৰম্ভ কৰা হয়। কীৰ্ত্তন ঘৰ মাৰ্জ্জন কৰাসকলে বা বালক ভক্তসকলৰ দ্বাৰা ভট্টিমাৰে শুভাৰম্ভ কৰা উক্ত অনুষ্ঠানত সৰ্ব্বপ্ৰথমে গুৰু ভট্টিমা, দেৱ ভট্টিমা, গুণমালা, লীলামালা, টোটয় পাঠ হয়। ভট্টিমা চাৰিবিধ যেনে গুৰু ভট্টিমা, দেৱ ভট্টিমা, ৰাজ ভট্টিমা আৰু নাটৰ ভট্টিমা। এই চাৰিবিধৰ ভিতৰৰে ৰাজভট্টিমাৰ বাহিৰে বাকীখিনি ভট্টিমা গোৱা হয়। আকৌ নাটৰ ভট্টিমাৰ ভিতৰৰে সূত্ৰধাৰে গোৱা ভট্টিমাহে ব্যৱহাৰ হয়। নাটকীয় পাত্ৰৰ ভট্টিমা গোৱা নহয়। অৱশ্যে নাটৰ ভট্টিমা মুখস্থ থকা সকলৰ বাবেহে এনে ব্যৱস্থা আছে। যাৰ নাই তেওঁ গুৰু ভট্টিমা, দেৱ ভট্টিমাকে বোলে। কিন্তু "কেলি গোপাল" নাটৰ ভট্টিমা এটি প্ৰত্যহ গোৱা হয়। তলত উদ্ধৃতি দিয়া হ'ল সামান্যভাৱে—

| | | |
|---|---|---|
| (১) গুৰু ভট্টিমা | :— জয়গুৰু শঙ্কৰ, সৰ্ব্বগুণাকৰ | (ইত্যাদি) |
| (২) দেৱ ভট্টিমা | :— জয় জয় জগত মহেশ্বৰ | ( ,, ) |
| (৩) নাটৰ ভট্টিমা | :— পৰম পুৰুষ পুৰাতন পাপী পাৱন | (ইত্যাদি) |
| (৪) গুণমালা | :— ৰাম নিৰঞ্জন পাতক ভঞ্জন | ( ,, ) |
| (৫) লীলামালা | :— বন্ধু মাধৱ হে, তুৱা বিনে আছে আৰ তাৰককে | ( ,, ) |
| (৬) টোটয় | :— মধুদানৱ দাৰণ দেৱবৰং | ( ,, ) |

ভট্টিমা গায় থকা অৱস্থাতে পালি দেউৰীজনে সিংহাসনৰ ( গুৰু আসনৰ ) ভেটি মাৰ্জ্জন কৰিব, বন্তি জ্বলাব, ৰাতি পঢ়িবলগীয়া পুথি নিৰ্দ্দিষ্ট

থাপনাত থব। এই কামবোৰ সমাপন হোৱাৰ পিচত সন্ধ্যা হলে সত্ৰৰ সেৱক 'দবাদাৰী' জনে "সন্ধ্যা দবা" মাৰিব। দবা মাৰোতে ক্ষন্তেক চকু মুদি হৰি স্মৰণ কৰা হয়। ইয়াৰ পিচতে সত্ৰাধিকাৰৰ বাহৰত এজন বুঢ়াভকতে চৰিত পাঠ কৰে। শঙ্কৰদেৱ, মাধৱদেৱ, আতাসকল, আতৈ সকল, কমলাবাৰী, বৰপেটা, মধপুৰ স্থানৰ অধিকাৰ সকলৰ চৰিত সমূহ একাদিক্ৰমে পাঠ কৰা হয়। অনুষ্ঠানত বুঢ়াভকত সকলে অংশ গ্ৰহণ কৰে। চৰিত শেষ হলে পুনৰ গুৰিৰে পৰা আৰম্ভ হয়।

## ( গ-১ ) চৰিত পাঠ কৰাৰ আদৰ্শ :—

সত্ৰৰ কীৰ্ত্তন ঘৰত পুৰা আৰু বিয়লি প্ৰসঙ্গত দুজনাগুৰু আৰু বদলা আতাৰ চৰিত পাঠ কৰা হয় যদিও একাদিক্ৰমে পাঠ কৰিবপৰা নহয়। চৰিতৰ মাজৰ উপদেশমূলক আৰু আদৰ্শমূলক একোটা অংশ আনি পাঠ কৰে মাত্ৰ। ভাদৰ তিনিজনা মহাপুৰুষৰ কীৰ্ত্তনত তিনিওজনাৰে চৰিত আদিৰে পৰা প্ৰয়াণ পৰ্য্যন্ত পাঠ হলেও সম্পূৰ্ণকৈ এদিনতে চৰিত পাঠ শেষ কৰিব নোৱাৰে। এৰাধৰা নীতিৰেহে চৰিত পাঠ কৰা হয়। গতিকে তিনিও জনাৰ চৰিত একাদিক্ৰমে সম্পূৰ্ণভাৱে পাঠ কৰিবৰ কাৰণে সত্ৰাধিকাৰৰ বাহৰত এনে ব্যৱস্থা ৰখা আছে। তদুপৰি বক্তা গৰাকীয়ে চৰিত সমূহ নিজৰ আয়ত্তাধীন বা মুখস্থ কৰিবৰ কাৰণে এনে নীতি প্ৰবৰ্ত্তন কৰা হৈছে। এনে ব্যৱস্থাক সত্ৰীয়া ভাষাত "চৰিত তোলা" বুলি কয়। বক্তা বুঢ়াভকত জনে চৰিতৰ অংশবোৰ একাদিক্ৰমে মুখস্থ কৰি লয় আৰু প্ৰায় ১০/১৫ মিনিট মান সময় চৰিত তোলে। চৰিত শেষ হলে নৈবেদ্য দি পুনৰ আদিৰে পৰা আৰম্ভ কৰে। শ্ৰোতা সকলেও চৰিত শ্ৰৱণ কৰিবলৈ হলে নৈবেদ্য বা অন্য কিবা উপকৰণ দ্ৰব্য দি নাম ভৰ্ত্তি কৰিব লাগে। এনে নিয়ম এতিয়াও চলি আছে। উক্ত "চৰিত তোলা" প্ৰথা তিনিও প্ৰসংগৰ লেখৰ নহয়। ই হ'ল অতিৰিক্ত প্ৰসঙ্গ। বৰপেটা, সুন্দৰী দিয়া আদি থান সত্ৰ সমূহতো এনেকুৱা নীতি এতিয়াও চলি আছে বুলি শুনা যায়।

"চৰিত তোলা" শেষ হলে যুবক ভক্তসকলে খোল-তালৰ প্ৰসঙ্গ কৰে। গায়ন বায়ন (৪ জন মান বা ততোধিক) সকলে থোৰ ওলোমাই, শৰীৰাবৰণ বস্ত্ৰ পৰিধান কৰে। শিৰস্ত্ৰাণো (পাগুৰি) থাকে। চোলা নিপিন্ধে। গায়ন সকলে ৰাগ (মেলাৰাগ) দি দুজনা গুৰুৰ ৰচিত (তলত উল্লেখ গীত সমূহৰ ভিতৰৰ যিকোনো এটা) বৰগীত বা অঙ্কীয়া গীত এটি গাব। ইয়াক

"খোল তালৰ প্ৰসঙ্গ" বুলি কয়। গীত শেষ হলে বায়নে ঘাত মাৰি সামৰিব। গায়ন-বায়নসকলে প্ৰথমতে বহি লব আৰু ৰাগ দিবৰ সময়ত থিয় হৈ লয়। প্ৰসংগত ব্যৱহাৰ কৰা গীত সমূহ নিম্নস্থানত উল্লেখ কৰা হ'ল।

১। কানড়া ৰাগত — কৃষ্ণৰ চৰণে কৰিয়ে বিদায় ॥
২। আশোৱাৰীত — ৰাম গোঁসাই কৰোহো গোহাৰি ॥
,, আনন্দে গোবিন্দে বাই বৃন্দাবনে বেণু ॥
৩। ধনশ্ৰীত — হৰিক বয়নে হেৰি মাই ॥
,, প্ৰিয়া কেৰি কাহিনী শুনিয়ে মুৰাৰি ॥
,, বোলহু ৰাম নামেসে মুকুতি নিদান ॥
,, নাৰায়ণ কাহে ভকতি কৰো তেৰা ॥
৪। ভাটিয়ালী — ভুবন মোহন মুৰুতি মধুৰ মদন জিনিয়া ভুলে ॥
দয়াল ঠাকুৰ হৰি যদুমণি ঐ ৰাম ॥
৫। তুড় ভাটিয়ালী— এ নাথ তাৰিয়ো তাৰিয়ো যদুমণি ॥
,, তন পান বিনে ৰোষিত গোবিন্দ
,, কপট পৰিহৰি। প্ৰাণে কি জীৱয় মোৰ ॥
৬। কেদাৰ — পাৱে পৰিহৰি কৰোহো কাতৰি ॥
৭। মাহুৰ — নিন্দি নটবৰ মুৰুতি মনোহৰ ॥
,, মন মেৰি হৰি সঙ্গে মিত বন্ধায়ো ॥
৮। নাটমল্লাৰ — অৱসখি পেখো মদন গোপাল ॥
৯। গৌৰী — ৰাম পৰম ধন চিন্তহ মন ভাই।
,, ভালি নাচে মদন গোপাল
১০। সুহাই — সখিহে চলে কানু বিৰিন্দাবনে ॥
১১। নাট — শ্যামমুৰুতি পীত অম্বৰ লাসা ॥
১২। শ্ৰী — উদ্ধৱ চলহুগো কুলে লাই ॥
১৩। বৰাড়ি — কোটোৰা খেলাই হৰি ওহি বালকৰ কেলি ॥
হৰি কমলাকান্ত কমল দল কোমল।

ইত্যাদি

উক্ত গীতবোৰকে গায়ন সকলৰ ইচ্ছামতে বা অভিৰুচিমতে গাব

পাৰে। ইয়াত আগপিচ নাই। গীতবোৰত বজাব পৰা (খোলেৰে) বহুতো ঘাত আছে। বায়নসকলে সেইবোৰ যথাৰীতি বজাব। ঘাত আৰু তালবোৰৰ নাম প্ৰকাশ কৰা হ'ল। (কমলাবাৰী সত্ৰত ৩৬ খন তাল আছে)।

(১) এতালি (২) পৰিতাল (৩) ৰক্তুতাল (৪) থাকতাল (৫) ব্ৰহ্মতাল (৬) মাঠ তাল (৭) ৰূপক (৮) সৰু বিষম (৯) বৰবিষম (১০) ৰূপ গঞ্জল (১১) দোমানি (১২) তিনিমানি (১৩) চাৰিমানি (১৪) পাঁচমানি (১৫) দোবাজ (১৬) জামান (১৭) বিৰূপ (১৮) আচতলা (১৯) দশবাৰি (২০) চুত কলা (২১) চুটা (২২) যতি (২৩) ধৰম যতি (২৪) উনযতি (২৫) খন যতি (২৬) থেকেচা যতি (২৭) খৰ মান (২৮) মেলা চুটা (২৯) মানচোক (৩০) মাঠ যতি (৩১) চাৰিখনীয়া (৩২) দোপদৰ ঠেলা (৩৩) ঠেলা (৩৪) ধুলনা (৩৫) গুৰু ঘাত (৩৬) লনা ঘাত।

ঘাত বিলাকৰ ভিতৰত 'গুৰু ঘাত' আৰু 'লনাঘাত' এই দুটাই মুখ্য। 'গুৰু ঘাত' ৬টা। সময় বিশেষে ইয়াৰ ব্যৱহাৰ হয়। আগলৈ প্ৰকাশ কৰা হ'ব। 'লনা ঘাত' ১০ টা। প্ৰতিটোৰেই বেলেগ বেলেগ। ইয়াৰো ব্যৱহাৰ সময় বিশেষে হয়। আগলৈ আছে। পূৰ্ব্বোক্ত গুৰু ঘাত আৰু লনা ঘাত দুটাৰ সংখ্যা থাকিলেও তাৰ কোনো নাম নাই। গুৰু ঘাত আৰু লনা ঘাত বুলিহে জনা যায়। ধুলনা ৭ খন। তাৰো নাম নাই।

গায়নে ৰাগ দিওঁতে 'ৰাম', 'হৰি', গোবিন্দ' আৰু বন্ধাৰাগ দিওঁতে (প্ৰসঙ্গত বন্ধাৰাগ ব্যৱহাৰ নহয়) হে, ৰে, খতে, টা, নে, না, বুলি দিয়ে। কাৰণ এইবোৰ হ'ল ৰাগৰ আধাৰ। বৰদোৱা আৰু তৎ সংজ্ঞাৰ সত্ৰ সমূহত 'কৃষ্ণ শঙ্কৰ গুৰু হৰি ৰাম" বুলি ৰাগৰ আৰম্ভণি কৰে। কিন্তু কমলাবাৰী সত্ৰত তেনে নিয়ম নাই।

'খোল তালৰ প্ৰসঙ্গ" শেষ হলে নামলগোৱাই নাম লব। কুলপীয়া ঘোষা এটি গায়। ধৰি গোৱা ঘোষা নাগায়। ঘোষা থলে কীৰ্ত্তন এটি দিব। নামলগোৱাই নিজে (মুখস্থ থকা) দিব পাঠকে নিদিয়ে। ইয়াৰ পিচতে জয় দি সামৰিব। সত্ৰৰ সেৱক দবাদাৰীয়ে দবাত চাৰিটা কোব মাৰিব ইয়াক "নাম থোৱা দবা" বুলি কয়। নামৰ পিচত বিয়াহ বা "ব্যাস কীৰ্ত্তন" অথবা "ঘোষা কীৰ্ত্তন" কৰিব। ব্যাস কীৰ্ত্তন এদিন আৰু ঘোষা কীৰ্ত্তন দুদিন কৰিব। সেই হিচাব সত্ৰৰ সেৱক সকলেই কৰিব, ব্যাস কীৰ্ত্তন বা ঘোষা কীৰ্ত্তন কৰি থকা অৱস্থাতে "শ্ৰৱণী কোব" মাৰিব।

সত্ৰৰ বৰবুঢ়া সকলক সেই সময়ত শ্ৰৱণ কৰিবৰ কাৰণে দবা মাৰি সঙ্কেট দিয়া হয়। সেই সময়তে পাঠকজনো আহে। ব্যাসকীৰ্ত্তন থলে পাঠকে ৰাগ দি পাঠ পঢ়িব। গধূলি পাঠৰ সুৰ সঞ্চাৰ বেলেগ। পাঠত পঢ়া পুথিৰ তালিকা নিম্নস্থানত তুলি দিয়া হ'ল।

(১) জন্মৰহস্য (২) প্ৰথম স্কন্ধ (৩) দ্বিতীয় স্কন্ধ (৪) অনাদি পাতন (৫) ষষ্ঠ স্কন্ধ (অজামিল উপাখ্যান) (৬) অষ্টম স্কন্ধ (বলি বাসৱৰ যুদ্ধ) (৭) দশম স্কন্ধ (আদ্য দশম) (৮) ৰুক্মিণী হৰণ (কাব্য) (৯) ৰাজসূয় (১০) কুৰুক্ষেত্ৰ (শেষ দশম) (১১) নিমি নৱসিদ্ধ সংবাদ (১২) একাদশ স্কন্দ (১৩) দ্বাদশ স্কন্ধ (১৪) ভকতি প্ৰদীপ (১৫) ৰত্নাৱলী (১৬) ৰত্নাকৰ (পদপুথি) (১৭) নাম মালিকা (১৮) ৰামায়ণ (সম্পূৰ্ণ পদপুথি) (১৯) হৰিচন্দ্ৰ উপাখ্যান (২০) গুৰু চৰিত (২১) কীৰ্ত্তন ঘোষা।

উক্ত পুথি বিলাক একাদিক্ৰমে পাঠ কৰে। শেষ হ'লে পুনৰ আৰম্ভ কৰিব। অধ্যায় শেষ নোহোৱা কৈয়ো সামৰিব পাৰে। "জয় ৰাম, জয় হৰি" বুলি পাঠকে পাঠ সামৰিব আৰু পালি দেউৰীজনে যথাস্থানত ৰাখিব। ৰাতিৰ প্ৰসঙ্গ ইমানতে শেষ হয়।

## (গ-২) ব্যাস কীৰ্ত্তনৰ বিকাশৰ সময়ঃ—

বহুতো অধুনা পণ্ডিতে ঐতিহাসিক দৃষ্টিকোণৰ পৰা "ব্যাস কীৰ্ত্তন" ক প্ৰাক্ শঙ্কৰী যুগৰ বুলি ঠাৱৰ কৰিছে। ৰাম দাস আতৈয়ে আৰু মথুৰা দাস আতাই ব্যাস কীৰ্ত্তন কৰা কথা চৰিত পুথিয়ে কৈছে। শঙ্কৰ মাধৱ গুৰুৰ নিজস্ব সৃষ্টি নহয় কাৰণে ব্যাস কীৰ্ত্তনক সত্ৰীয়া চৌদ্ধ প্ৰসঙ্গৰ লেখত ধৰা নহয়। ই হ'ল অতিৰিক্ত প্ৰসঙ্গ। ইয়াক "ওজাপালি" বুলিও কয়। কমলাবাৰী সত্ৰত এই অনুষ্ঠানটো সুপ্ত বা মৃত কল্প হৈ আছিল। পিচত কমলাবাৰী সত্ৰৰে বিখ্যাত সঙ্গীতজ্ঞ ৺কৃষ্ণকান্ত গোস্বামী প্ৰভু জনাই ইয়াক পুনৰ জাগ্ৰত বা সজীৱ কৰে। তেখেতে নিজে বহুতো সুৰ সঞ্চাৰ ইয়াত যোগ বিয়োগ কৰাত ই প্ৰাণৱন্ত হৈ পৰে। তেখেতৰ দিনতে ব্যাসকীৰ্ত্তন প্ৰসঙ্গত অন্তৰ্ভূক্ত কৰা হয়। অৱশ্যে চৌদ্ধ প্ৰসঙ্গৰ বাহিৰ হৈ থাকে।

সত্ৰৰ ভকতসকলে দুয়ো বেলা গা-স্নান কৰে। সেই সময়ত গুৰু ভট্টিমা, দেৱ ভট্টিমা, ঘোষা, গীত পদ গোৱাৰ নিয়ম এটি আছে। স্নানৰ পিচত খাই বৈ সত্ৰীয়া গীত মাত, বাজনা, ওজা, ঘোষা কীৰ্ত্তনাদি সত্ৰীয়া

অভিজ্ঞ অধ্যাপকৰ ওচৰত শিক্ষা কৰেগৈ। এইখিনি যুবকসকলৰ বাবেহে। ৰাতিৰ প্ৰসঙ্গ ইমানতে শেষ।

## (ঘ) তিনি প্ৰসঙ্গত চৌদ্ধ প্ৰসঙ্গৰ লেখ আৰু তাৰ পাৰমাৰ্থিক বিচাৰ :—

মহাপুৰুষ শঙ্কৰদেৱে পোনপ্ৰথমে ভক্তসকলক ভক্তিৰসত আপ্লুত কৰিবলৈ আৰু হৰিভক্তিত বেছিকৈ মন নিয়োজিত কৰিবলৈ দিনটোৰ সৰহ ভাগ সময় কীৰ্ত্তন ঘৰত ৰাখিছিল আৰু নিজে তেনেকুৱা আদৰ্শ দেখুৱাইছিল। কিন্তু গৃহবাসীসকলে একমাত্ৰ প্ৰসঙ্গতে দিনটো কটাই দিলে গৃহ সংসাৰ নচলে। কাৰণ দিনটোৰ ভিতৰত চৌদ্ধটা প্ৰসঙ্গ সমাপন কৰিবলৈ হ'লে ঘৰলৈ ভক্ত সকল যাবলৈ মুঠেই অৱসৰ নাপায়। সেই বাবেই হৰলা মাধৱদেৱে ভক্তিৰত্নাৱলীত লিখিছে—

> ইহাৰ উত্তৰ সাৱধানে শুনিয়োক।
> পৰমবিষয়ী কৰ্ম্ম জড় যত লোক।
> লাগিবে আলাস বহু কথা শুনি তাৰ।
> এত কথা শুনিতে শকতি আছে কাৰ।।
> নাহিকে আলাস যাৰ শ্ৰদ্ধা শুনিবাক।
> লাগে তাৰো অৱশ্যে কুটুম্ব পুষিবাক।।
> নাপায় অৱজৰ ভাগৱত নশুনিব।
> মোৰ ইটো কৃত্যাত তাহাৰ শ্ৰদ্ধা হৈব।।
> কৰিলো সংগ্ৰহ মই তাকে লক্ষ্য কৰি।
> নানা প্ৰকৰণ হন্তে শ্লোকক উদ্ধৰি।।

শঙ্কৰগুৰুৱে প্ৰৱৰ্ত্তন কৰা উক্ত চৌদ্ধ প্ৰসঙ্গৰ ব্যৱস্থা মাধৱদেৱে সমৰ্থন কৰা নাছিল। কাৰণ এনে ব্যৱস্থাৰ পৰিপ্ৰেক্ষিতত ভৱিষ্যতে ভক্তৰ সংখ্যা হ্ৰাস হোৱাৰ আশঙ্কা দেখি মাধৱদেৱে চৌদ্ধ প্ৰসঙ্গৰ ঠাইত তিনি প্ৰসঙ্গৰ ব্যৱস্থা কৰিলে বুলি সত্ৰীয়া সন্ত সাধুৰ মুখেদি শুনা যায়। তিনি প্ৰসঙ্গ প্ৰবৰ্ত্তনৰ মুখ্য উদ্দেশ্য হ'ল "হাতে কৃত্য কাম। মুখে বোলা ৰাম"ৰ ব্যৱস্থা অৰ্থাৎ বিষয়ত ব্যস্ত থকা গৃহী সকলে যাতে গৃহকৃত্য কৰি ৰাম নাম লব পাৰে আৰু ৰামনাম লৈয়ো যাতে গৃহকৃত্য কৰিব পাৰে এনে ব্যৱস্থা। শঙ্কৰ গুৰুৱে এনে নিয়ম প্ৰৱৰ্ত্তনত সন্মতি জনালে আৰু তেতিয়াৰে পৰা চৌদ্ধ প্ৰসঙ্গৰ ঠাইত তিনি প্ৰসঙ্গ চলিল।

চৌদ্ধ প্ৰসঙ্গৰ ঠাইত তিনিপ্ৰসঙ্গ সংক্ষেপকৰণ নীতি সমূহ নিম্ন স্থানত ডাঙি ধৰা হ'ল।

(১) প্ৰাতঃ প্ৰসঙ্গ ( পুৱা প্ৰসঙ্গ ):- প্ৰাতঃ সূৰ্য্যোদয়ৰ পৰা প্ৰায় ৫ দণ্ডৰ পিছত ( প্ৰায় ৮ বজাত ) যি প্ৰসঙ্গ হয়, তাকে প্ৰাতঃ প্ৰসঙ্গ বা পুৱা প্ৰসঙ্গ বোলে। ইয়াত যথাক্ৰমে পঞ্চসংখ্যক প্ৰসঙ্গ সংক্ষেপকৰণ হৈ আছে যেনে (১) বৰগীত (২) ভটিমা আৰু উপদেশ (৩) ঘোষা (৪) কীৰ্ত্তন আৰু (৫) পাঠ।

(২) বিয়লি প্ৰসঙ্গ:— পুৱা প্ৰসঙ্গৰ পৰা প্ৰায় ১০ দণ্ড সময়ৰ পিছত ( শীত কালত ) আৰু ১২ দণ্ড ৩০ পলৰ পিছত ( গ্ৰীষ্মকালত ) "বিয়লি প্ৰসঙ্গ" বা "তিনিপৰ প্ৰসঙ্গ" কৰা হয়। ইয়াত চতুৰ্থ সংখ্যক প্ৰসঙ্গ সংক্ষেপ কৰা আছে যেনে— (১) আগপাঠ (২) শেহ পাঠ (৩) ঘোষা আৰু (৪) উপদেশ।

(৩) ৰাতিৰ প্ৰসঙ্গ:- শীতকালত প্ৰাতঃ সূৰ্য্যোদয়ৰ পৰা ১৭ দণ্ড ৩০ পল (প্ৰায় ৪ বজা) আৰু গ্ৰীষ্মকালত ২০ দণ্ড যোৱাত 'ৰাতিৰ প্ৰসঙ্গ" বা "গধূলি প্ৰসঙ্গ" আৰম্ভ হয়। এই প্ৰসঙ্গত পঞ্চ সংখ্যক প্ৰসঙ্গ সংক্ষেপকৰণ কৰা আছে যেনে-(১) গুৰু ভটিমা আদি (২) বৰগীত (খোল তালৰ প্ৰসঙ্গ) (৩) ঘোষা (৪) কীৰ্ত্তন (৫) পাঠ। (উক্ত তিনি প্ৰসঙ্গ নিৰ্দ্ধাৰিত সময়বোৰ অনিবাৰ্য্য কাৰণবশতঃ তাৰতম্যও হয়) ইয়াৰ পিছত প্ৰসঙ্গ শেষ।

চৌদ্ধ প্ৰসঙ্গৰ ক্ষেত্ৰত চৌদ্ধ প্ৰকাৰ পাৰমাৰ্থিক বিষয় ভকতীয়া অৰ্থত বিকশিত হৈছে। উক্ত চৌদ্ধ প্ৰকাৰতে সমুদ্ৰ মন্থন কৰোতে ওলোৱা চৌদ্ধ ৰত্ন আছে আৰু ইয়াত চৌদ্ধ বিদ্যা বা চৌদ্ধ শাস্ত্ৰও আছে। উক্ত চৌদ্ধ ৰত্ন আৰু চৌদ্ধ বিদ্যা একত্ৰিত হৈছে নামৰত্ন বা নামধনত। ভাগৱতেই চৌদ্ধ শাস্ত্ৰ বা চৌদ্ধ বিদ্যাৰ সাৰ। ইয়াকে বেদৰ শিৰোৰত্ন বোলে। ভাগৱতেই সাগৰ, জিভাখন মন্দৰ পৰ্ব্বত। জিভাৰে পঢ়ি ভাগৱত সাগৰ মথিলে চৌদ্ধৰত্নৰ পূৰ্ণপ্ৰতীক নামামৃত বা নামধন পায়। "ৰাম মালিকা" পুথিত ইয়াৰ বিস্তৃতি আছে।

চৌদ্ধ ব্ৰহ্মাণ্ডেৰে এই বিশ্বখন গঠিত। সকলোৰে মুখ্যস্থান বিষ্ণুলোক। চৌদ্ধ ব্ৰহ্মাণ্ডই যাক আশ্ৰয় কৰি আছে, সেই বিষ্ণু লোকৰ প্ৰতীক কীৰ্ত্তন ঘৰ। চৌদ্ধ প্ৰসঙ্গ চৌদ্ধ ব্ৰহ্মাণ্ডৰ প্ৰতীক। 'চৌদ্ধ ভুবনৰ বন্দ্যস্থান। যাক কৃষ্ণে কৰিছে নিৰ্ম্মাণ ??' এই আদৰ্শেৰে চৌদ্ধ ব্ৰহ্মাণ্ডৰ প্ৰতীক চৌদ্ধ প্ৰসঙ্গ কৰি ভগৱন্তক সন্তোষ কৰা হয়।

## (ঙ) প্ৰসঙ্গ —ঃ

'প্ৰ' মানে প্ৰকৃষ্ট অৰ্থাৎ ভাল 'সঙ্গ' মানে লগ অৰ্থাৎ সঙ্গ লাভ। সম্পূৰ্ণ অৰ্থ হ'ল সৎসঙ্গই প্ৰসঙ্গ বা সাধুসঙ্গই প্ৰসঙ্গ। প্ৰসঙ্গৰ কেইটি-মান আভিধানিক বিধি এনেদৰে যেনে— (১) সম্পৰ্ক (২) সঙ্গতি (৩) বিশেষ (৪) আপত্তি (৫) প্ৰসক্তি (৬) প্ৰস্তাৱ (৭) মৈথুনাসক্তি (৮) ব্যাপ্তি।

পূৰ্ব্বোক্ত প্ৰসঙ্গৰ ভাগবোৰ 'প্ৰসংগ'ৰ লগত কোনবোৰ সংগতি বা খাপ খাব তাৰ উল্লেখ কৰা হ'ল যেনে সম্পৰ্ক, সংগতি, আপত্তি, প্ৰসক্তি, প্ৰস্তাৱ এই পঞ্চ সংখ্যক শব্দ কেইটাহে 'প্ৰসঙ্গ'ৰ লগত খাপ খাব। ভগৱন্তৰ গুণনাম আমি সমবেত হৈ শ্ৰৱণ কীৰ্ত্তন কৰো বাবে ইয়াক প্ৰসঙ্গ বোলে। উক্ত প্ৰসঙ্গৰ লগত সংগতি আৰু বিসংগতি থকা শব্দ কেইটাৰ প্ৰত্যেকটোৰ অৰ্থ বিশ্লেষণ কৰি দিয়া হ'ল।

**(ঙ—১) সঙ্গতি প্ৰসঙ্গাৰ্থ ঃ— (ক—১) সম্পৰ্ক ঃ —** সম্পৰ্ক মানে ভগৱন্তৰ লগত আমি বিশেষ সম্পৰ্ক ৰাখিব লাগে। তদানিন্তন আমি গৃহবাসৰ জঞ্জালখিনি গৃহতে ত্যাগ কৰি একান্ত ভাৱে কীৰ্ত্তন ঘৰত নাম-কীৰ্ত্তনত ৰতি প্ৰীতি কৰিব লাগে। তদৱস্থাত ভগৱন্তই আমাত আৰু আমি ভগ-ৱন্তত আপ্লুত হৈ মিলি যাব লগাটোকে 'সম্পৰ্ক' বোলে। সম্পৰ্কই হ'ল প্ৰেম।

**(ক-২) সঙ্গতি ঃ—** (১) মনতে ভগৱন্ত সাক্ষাৎ হোৱা অনুভৱ।
(২) ভগৱন্তৰ সৈতে মিত্ৰতা স্থাপন কৰা।
(৩) ভগৱন্তৰ সৈতে সমন্বয় সাধন কৰা।
(৪) উপযুক্ত কালত ভগৱন্তৰ গুণনাম শ্ৰৱণ কীৰ্ত্তন কৰা।
(৫) দেৱান্তৰ সেৱা বৰ্জ্জন কৰি ভগৱন্তৰ চৰণত ৰতি কৰা।

**(ক-৩) আপত্তি ঃ** (১) ভগৱন্তৰ আন এটা নাম হৰি। সংসাৰৰ আধিদৈৱিক, আধিভৌতিক, আধ্যাত্মিক, এই ত্ৰিতাপ হৰণ কৰে বাবে হৰি বোলে। এই ত্ৰিতাপ আৰু গৃহাসক্তি পৰিহাৰ কৰি তেওঁতেই একমাত্ৰ ৰতি প্ৰীতি পদানৰ বাবে কৰা প্ৰাৰ্থনাই হ'ল 'আপত্তি'।

(ক-৪) প্ৰসক্তি ঃ— (১) পুত্ৰ পৰিবাৰ গৃহাদিক লোষ্ট্ৰবৎ ভাবি ভগৱন্তক একমাত্ৰ সঙ্গী আৰু সম্পত্তি বুলি অনুভব কৰাই প্ৰসক্তি।

(২) ভগৱন্তৰ প্ৰতি প্ৰণয় স্থাপন কৰাই 'প্ৰসক্তি'।

(ক-৫) প্ৰস্তাৱ ঃ— (১) ভগৱন্তৰ কথানুষ্ঠান কৰাই প্ৰস্তাৱ।

(ঙ-২) - বিসঙ্গতি প্ৰসঙ্গাৰ্থ — (খ—১) — বিশেষ ঃ— এই শব্দটোৱে প্ৰসঙ্গৰ লগত সঙ্গতি ৰাখিব নোখোজে। বিশেষৰ আভিধানিক বিশ্লেষণ এনেদৰে পোৱা যায় (১) প্ৰভেদ (২) বৈলক্ষণ (৩) তাৰতম্য (৪) প্ৰকাৰ (৫) ব্যক্তি (৬) নিয়ম (৭) বৈচিত্ৰ (৮) প্ৰকৰ্ষ (৯) সাৰ (১০) অবয়ব (১১) আধিক্য (১২) দ্ৰষ্টব্য দ্ৰব্য (১৩) তিলক আদি। ইয়াৰ ভিতৰৰ কোনোটোতেই প্ৰসঙ্গাৰ্থ সঙ্গতি থকা দেখা নাযায়। এতেকে বিশেষ শব্দটো ইয়াত যোগ হ'ব নোৱাৰে।

(খ-২) মৈথুনাসক্তি ঃ— প্ৰসঙ্গৰ লগত ইয়াৰ কোনো প্ৰকাৰে মিল নহয়। গতিকে ই নিৰৰ্থক।

(খ-৩) ব্যাপ্তি ঃ— ব্যাপন, সৰ্ব্বত্ৰ অৱস্থান, ঐশ্বৰ্য্য বিশেষ আদি ইও প্ৰসঙ্গৰ লগত খাপ নাখায়। গতিকে নিৰৰ্থক।

"চৌদ্ধ প্ৰসঙ্গ"ৰ ব্যৱস্থা আৰু প্ৰৱৰ্ত্তন হয় সাব্বজনিনভাৱে অৰ্থাৎ সামূহিকভাৱে। একত্ৰ অৱস্থান কৰি সামূহিকভাৱে ভজন কৰাই হ'ল চৌদ্ধ প্ৰসঙ্গৰ নিয়ম। কিন্তু ব্যক্তিগতভাৱে নিজ গৃহত কৰা গুৰু সেৱাৰে সৈতে সৰ্ব্বমুঠ পোন্ধৰ প্ৰসঙ্গ হয়। অৱশ্যে ইয়াক চৌদ্ধ প্ৰসঙ্গৰ অন্তৰ্গত কৰিব নোৱাৰি বা কৰাও নাই। এতেকে উক্ত গুৰু সেৱা কাৰ্য্য কেনেকুৱা হ'ব লাগে, তাৰ বিবৰণ ডাঙি ধৰা হ'ল। কীৰ্ত্তনৰ ভাগ পাঁচ প্ৰকাৰ যেনে (১) বীৰ (২) নিবিড় (৩) উপাঙ্গ (৪) মানস (৫) বিৰল।

(১) বীৰ — গীতবাদ্য সহকাৰে কৰা কীৰ্ত্তন।
(২) নিবিড় — নীৰৱ নিস্তব্ধ সহকাৰে কৰা কীৰ্ত্তন।
(৩) উপাঙ্গ — নৃত নাট্যাদিৰে কৰা কীৰ্ত্তন।
(৪) মানস — মনতে কৰা কীৰ্ত্তন।
(৫) বিৰল — গোপনভাৱে কৰা কীৰ্ত্তন।

কীৰ্ত্তন জপবিধিৰ তিনিটা লক্ষণ আছে যেনে —

জপস্তু ত্ৰিবিধঃ প্ৰোক্তঃ বাচিকোপাংশু মানসঃ।
জপেধেতেষু বিপ্ৰেন্দ্ৰাঃ পূৰ্ব্বাৎ পূৰ্ব্বতৰো বৰঃ॥

নাৰদীয় পুৰাণম্।

অৰ্থাৎ হে বিপ্ৰসকল! জপবিধি তিনিপ্ৰকাৰ বুলি জানিবা—বাচিক, উপাংশু আৰু মানস। এই তিনিবিধ জপৰ মাজত ইটোতকৈ সিটোৰ গুণ শ্ৰেষ্ঠতৰ হয়।

(১) বাচিক ঃ— মন্ত্ৰ স্যোচ্চাৰণং সম্যক্ স্ফুটাক্ষৰ পদং তথা।
বাচিকস্তু জপো জ্ঞেয়ঃ সৰ্ব্বযজ্ঞফল প্ৰদঃ।

নাৰদীয় পুৰাণম্।

অৰ্থাৎ — যি মন্ত্ৰৰ উচ্চাৰণ স্পষ্টভাৱে, পৰিস্ফুটভাৱে হয়, তাকে বাচিক জপ (কীৰ্ত্তন) বুলি কয়। ই সকলো যজ্ঞৰ ফলদায়ক।

(২) উপাংশু ঃ— মন্ত্ৰস্যোচ্চাৰণং কিঞ্চিৎপদাৎ পদবিবেচনম।
জপস্তু কথিতোপাংশুঃ পূৰ্ব্বস্মাৎদ্বিগুনোঽধিকম্॥

নাৰদীয় পুৰাণম্।

অৰ্থাৎ যি মন্ত্ৰৰ উচ্চাৰণ সামান্যভাবে (ঈষৎভাবে) কৰা হয় আৰু প্ৰতি পদৰ অৰ্থ বিবেচন কৰা হয়, তাকে উপাংশু বোলে। ই বাচিকতকৈ দ্বিগুণাধিক ফলদায়ক হয়।

(৩) মানস ঃ— ধিয়া যদাক্ষৰ শ্ৰেণ্যা যত্তুতত্ত্ব বিচাৰণম্।
মানসস্তু জপঃ প্ৰোক্তো যোগ সিদ্ধি প্ৰদায়কঃ।

নাৰদীয় পুৰাণম্।

অৰ্থাৎ চিত্তত যি মন্ত্ৰৰ প্ৰত্যেক পূৰ্ব্বাক্ষৰৰ পৰা পাছৰ অক্ষৰ পৰ্য্যন্ত ক্ৰমে তত্ত্বাৰ্থ বিচাৰবোধ জন্মে, তাক মানস জপ বোলে। ই যোগ সিদ্ধি সাধক।

পূৰ্ব্বোক্ত ত্ৰিবিধ জপ (কীৰ্ত্তন) ব্যৱস্থাৰ ভিতৰত 'বাচিক' জপৰ বিধান সামূহিক কীৰ্ত্তন বা সাৰ্ব্বজনিন্ কীৰ্ত্তনৰ ভিতৰত পৰে। বাকী দুবিধ গুৰুসেৱা কাৰ্য্যত (ব্যক্তিগতভাৱে কৰা জপত) খাটে। মুঠতে কীৰ্ত্তন ঘৰত বাচিক জপ আৰু নিজ ঘৰত উপাংশু আৰু মানস জপ কৰণীয়। এনেকৈ প্ৰসঙ্গ আৰু জপ বিধানৰ ব্যৱস্থা নিৰ্ণয় কৰিব পাৰি। বাহুল্যৰ ভয়ত বেছি কোৱা নহ'ল।

॥ প্ৰথম খণ্ড সমাপ্ত ॥

# দ্বিতীয় খণ্ড

## ॥ শঙ্কৰী ধৰ্ম্ম প্ৰবাহত নিত্য নৈমিত্তিক ॥

"শঙ্কৰী ধৰ্ম্ম প্ৰবাহত নিত্য নৈমিত্তিক" ব্যৱস্থা এটি অপৰিহাৰ্য্য অঙ্গ বিশেষ। নিত্য আৰু নৈমিত্তিক দুটা শাখা। ইটোৰ লগত সিটোৰ ওতঃপ্ৰোতঃ সম্বন্ধ আছে। যেনে এটা কুপ, এখন সাগৰ। পাত্ৰৰ পাৰ্থক্য মাত্ৰ, জল পদাৰ্থ একেই।

১। আভিধানিক মতে 'নিত্য' শব্দৰ অৰ্থ এনেদৰে কৰা হয় যেনে—
(ক) দৈনন্দিন বা প্ৰাত্যহিক। (খ) আদ্যন্তহীন। (গ) বিৰামহীন। (ঘ) অন্যথা ভাব নোহোৱা ইত্যাদি।

২। নৈমিত্তিক মানে :—(ক) প্ৰয়োজনাৰ্থক (খ) নিমিত্তাভিত্ত (গ) মাসসংবৎসৰাদি, বিশেষ নিয়ম শূন্য অৱশ্য কৰ্ত্তব্য নিমিত্তোৎ পন্ন পুত্ৰজন্মাদি নিমিত্তক ( শ্ৰাদ্ধাদি )।

কৰ্ম্ম চাৰিবিধ :—নিত্য, নৈমিত্তিক, কাম্য, আৰু নিষিদ্ধ। কিন্তু বিষ্ণু ভক্তই পিছৰ দুবিধ কৰ্ম্ম ( অৰ্থাৎ কাম্য, নিষিদ্ধ ) ত্যাগ কৰি নিত্য, নৈমিত্তিক কৰ্ম্ম ঈশ্বৰৰ আদেশ বুলি আৰু তাক পালন নকৰিলে দোষ হ'ব বুলি কৰিব যেনে :—

মোক্ষাৰ্থী ন প্ৰবৰ্ত্তেত তত্ৰ কাম্য নিষিদ্ধয়োঃ।
নিত্য নৈমিত্তিকং কুৰ্য্যাৎ প্ৰত্যবায় জিহাসয়া ॥

( ভক্তি বিবেকঃ )

কৰিব লাগিব কি ?—নিত্যং নৈমিত্তিকং চৈব তথাৱশ্য মেবচ।
গৃহাশ্ৰমী বিষ্ণু ভক্তঃ কুৰ্য্যাৎ কৃষ্ণং ধিয়াস্মৰণ্।

( সাত্বত তন্ত্ৰম্ )

অৰ্থাৎ নিত্য নৈমিত্তিক কৰ্ম্ম গৃহশ্ৰমী বিষ্ণু ভক্তই অৱশ্যে কৃষ্ণক মনতে ভাবি কৰিব লাগে। এই নৈমিত্তিক মানেনো কি ?

১। কানি নিত্যানি ? সন্ধ্যাদীনি (সন্ধ্যা মন্ত্ৰজপ কৰ্ম্মাদি)

২। কানি নৈমিত্তিকানি ? পুত্ৰ জন্মাদান বন্ধীনি (অৰ্থাৎ পুত্ৰ জন্মাদি তৎ সম্বন্ধীয় কৰ্ম্মসমূহ )

নিত্য আৰু নৈমিত্তিক সম্বন্ধে শাস্ত্ৰাদিত বহুমত পোৱা যায়। কিন্তু মহাপুৰুষীয়া সত্ৰত ইয়াৰ ব্যৱহাৰ বেলেগ। নিত্য কৰ্ম্ম সম্বন্ধে আমি প্ৰথম খণ্ডত ব্যক্ত কৰি অহা হৈছে। দ্বিৰুক্তি নিষ্প্ৰয়োজন। "নৈমিত্তিক কৰ্ম্ম" সত্ৰত "শিৰোনাস্তি শিৰঃ পীড়া" অৰ্থাৎ মস্তকহীন মানুহৰ মূৰ কামোৰণি নথকাৰ নিচিনা। উদাসীন সত্ৰত পুত্ৰ জন্মকৰ্ম্মাদি কৰিব কেনেকৈ। গতিকে সত্ৰত অৱশ্য কৰ্ত্তব্য বছৰেকীয়া তিথি উৎসৱাদিকে "নৈমিত্তিক কৰ্ম্ম" হিচাবে কাম সমাপন কৰা হয়। মুখ্য আৰু গৌণ হিচাবে সত্ৰত তিথি উৎসৱাদি চলে। নৈমিত্তিক কৰ্ম্ম হিচাবে এই কেইটাকে ধৰা হয় যেনে ঃ— ১) ভাদ্ৰমহীয়া শ্ৰীমন্ত শঙ্কৰ গুৰু, মাধৱদেৱ, বদলা আতা কীৰ্ত্তন, বহাগ বিহু, আতাসকলৰ কীৰ্ত্তন, ৰাসোৎসব, ফাল্গুৎসৱ, কৃষ্ণ জন্মাষ্টমী, শঙ্কৰ জন্মোৎসৱ আৰু মাঘ বিহু। গৌণ হিচাবে ধৰা হয় কাতি বিহু, সত্ৰাধিকাৰ সকলৰ তিথি সমূহ।

## (ক) ভাদ্ৰমহীয়া তিনিগুৰু কীৰ্ত্তনৰ বিস্তৃত বিৱৰণ ঃ—

চিৰস্মৰণীয় তিথি উৎসৱ পালনৰ ভিতৰত শঙ্কৰ, মাধৱ, বদলা আতাৰ কীৰ্ত্তনকে মুখ্য নৈমিত্তিক পৰ্ব্ব হিচাবে ধৰা হয়। বিশেষ ভাৱে শঙ্কৰদেৱৰ কীৰ্ত্তনক মুখ্য স্থান দিয়া হয়। অৱশ্যে তিনিওজনা মহাপুৰুষৰ কীৰ্ত্তন প্ৰত্যেকতে চাৰিদিনকৈ পালন কৰা হয়। চাৰিওদিন অহোৰাত্ৰ নাম-কীৰ্ত্তন, গায়ন-বায়ন, নৃত্য, ওজাপালি, ঘোষা কীৰ্ত্তন, আদি সাংস্কৃতিক অনুষ্ঠান চলি থাকে। শাওণ মাহত কীৰ্ত্তন স্থাপন কৰা হয়। বিসৰ্জ্জন নিদিয়া পৰ্য্যন্ত কীৰ্ত্তনৰ অনুষ্ঠান চলি থাকে। শঙ্কৰ, মাধৱ, বদলা আতাৰ কীৰ্ত্তনক তিথি বোলা নহয়, কীৰ্ত্তনহে বোলা হয়। কীৰ্ত্তনৰ আগত দুদিন আৰু শেষত এদিনৰে সৈতে ( মূল কীৰ্ত্তনৰ সৈতে ) মুঠ চাৰিদিন। কীৰ্ত্তনৰ আৰম্ভণিৰেপৰা সাতদিনৰ আগৰ তাৰিখতে কীৰ্ত্তন স্থাপন কৰা হয়। ইয়াক

"থাপনি" বা "ধেমালি জোৰা" বোলে। সাতখন ধেমালি আৰু পোন্ধৰখন ভঙ্গী বায়। যুৱক ভক্ত বৃন্দই ইয়াত মুখ্য অংশ গ্ৰহণ কৰে। হৰিধ্বনি নিদিয়ে, কীৰ্তনৰ চাৰিওদিনতহে দিয়ে। "ধেমালি জোৰা" দিনা সত্ৰৰ ভঁৰালৰ পৰা "গুৱাপাণ' বিতৰণ কৰে। গায়ন-বায়ন সকলে নাচি নাচি 'ধেমালি' পৰিবেশন কৰে। সকলোৰে মূৰত পাগুৰি থাকে। ৰাগ দি দুজনা গুৰু ৰচিত বৰগীত গোৱা হয়। (গীত সামৰিলে ভঙ্গী আৰম্ভ কৰে। অৱশ্যে প্ৰথম "ধেমালি জোৰা" দিনা 'ভঙ্গী' নাবায়। ৰাগ দি "হৰিপদ পেখয়ে নপাৱলি মাই" এই গীত গাই সামৰে। ভঙ্গীৰ লয়লাস বা গতি বৰ মনোৰম। আগৰ দিনত পোহৰৰ ব্যৱস্থা মিঠাতেলৰ বন্তিৰে হৈছিল। এতিয়া কেৰাচিন তেলৰে হলেও পুৰাতনীয়া ঐতিহ্য ৰক্ষা কৰি ৫/৬ গছ মিঠাতেলৰ বন্তি জ্বলোৱা হয়। গীত, ধেমালি আৰু ভঙ্গী বিশেষে ১½ বা ২ ঘণ্টা মান সময় লাগে। ধেমালিত বোৱা ধেমালিৰ নাম আৰু সংখ্যা উদ্ধৃতি দিয়া হ'ল যেনেঃ— (ইয়াত উদ্ধৃতি দিয়া প্ৰথম চাৰিখন ধেমালিৰ নাম চমুকৈ ৰাগ ধেমালি আৰু খট প্ৰবেশ ধেমালি বুলিও কয়)।

১) ধেই ধেই ধেমালি।
২) ৰাতা তাতা ধেমালি।
৩) তাধেনিতি তাধিনাওঁ ধেমালি।
৪) ধিনা খিতা ধেমালি।
৫) বং ধেমালি।
৬) গুৰু মৃদং ধেমালি (গুৰুমৃদঙ্গ বা গুৰু বন্দন)।
৭) বৰপেটীয়া ধেমালি।

সাত সংখ্যাৰ "বৰপেটীয়া ধেমালি"খন কীৰ্তনৰ দিনা দিনৰ ভাগত বজোৱা হয়। কিন্তু "ধেমালি জোৰা"ত বাওঁতে কীৰ্তনৰ দিনাৰ বাবে সন্মান জনাই দুটা মুখ্য সঞ্চাৰ এৰি বজাৰ লাগে। এইটো বাধ্যতামূলক নীতি।

ধেমালিৰ পিছত বোৱা 'ভঙ্গী'ৰ নাম আৰু সংখ্যা—

১। বৰ বিষম তাল
২। সৰু বিষম ,,
৩। ৰূপক ,,
৪। ৰূপ গঞ্জন ,,

| | | |
|---|---|---|
| ৫। | থাক | তাল |
| ৬। | দুখৰ্নায়া | ,, |
| ৭। | চাৰিখনীয়া | ,, |
| ৮। | চুটকলা | ,, |
| ৯। | ব্ৰহ্ম | ,, |
| ১০। | দোৱাজ | ,, |
| ১১। | বৰ গঞ্জন | ,, |
| ১২। | দোপদৰ ঠেলা | ,, |
| ১৩। | আচতলা | ,, |
| ১৪। | খৰমান | ,, |
| ১৫। | মেলা চুটা | ,, |

'ভঙ্গী বোৱা শেষ হ'লে পিছলৈ হুহকি গৈ ঠিয় হৈ সামৰণি ঘাত মাৰে। সেৱা কৰি ঘৰা ঘৰি যায়। তাৰ পিছতে নামলগোৱাই "কৃষ্ণ ডাকি" নাম লয়। "কুলুপীয়া' এটি আৰু "ধৰি গোৱা" ঘোষা এটি গায়। কীৰ্ত্তন সামৰণিৰ দিনালৈকে এনেদৰে নামলগোৱাজনে "ধৰিগোৱা ঘোষা এটি গাব। কীৰ্ত্তন এটি দিব। সামৰিব। নামৰ পিচতে 'ঘোষা কীৰ্ত্তন" কৰিব। এই সময়তে গুৰু আসনৰ আগত অৰ্চ্চনা কৰা শৰাই খন ঘাই দেউৰী জনে ভাঙিব। বৰা এজনে প্ৰসাদ নিবৰ কাৰণে ভকতক উচ্চৈঃস্বৰে নিমন্ত্ৰণ জনাব। 'ঘোষা কীৰ্ত্তন" শেষ হলে পাঠক আহি শাস্ত্ৰ পাঠ কৰিব সুৰ সংযোগ কৰি। পাঠ থলে সেইদিনাৰ কীৰ্ত্তন "থাপনি"ৰ কাৰ্য্যসূচী সমাপন হয়।

কীৰ্ত্তনৰ চাৰিও দিন (কাৰ্য্যত তিনি দিনহে) নাচ-গীত হয়। নৃত্য সমূহৰ নাম ক্ৰমে ১। বিহাৰ নৃত্য ২। চালি নৃত্য ৩। প্ৰবেশ নৃত্য ৪। নাদু ভঙ্গী নৃত্য ৫। ঝুমুৰা নৃত্য আদি। এই নাচসমূহ কীৰ্ত্তনৰ পৰা প্ৰায় এমাহৰ আগতে ভক্ত বালকক শ্ৰেণী বিশেষে এজন সঙ্গীতাধ্যাপকৰ দ্বাৰা শিক্ষা দিয়া হয়। কীৰ্ত্তনৰ দিনালৈ এই নাচ সমূহ প্ৰস্তুত কৰা হয়। ঝুমুৰা, চালি, নাদুভংগী নৃত্যত ৩/৪ জন ভক্ত বালকৰ প্ৰয়োজন। বিহাৰ আৰু প্ৰবেশ নৃত্যত সংখ্যা বাৰজন। সাজ-পোছাক পৌৰাণিক ধৰণৰ। নৃত্যকাৰী ভক্ত বালকসমূহৰ বৃত্তি আৰু অধ্যাপকৰ বেতন নাই। তিথি উৎসৱত অধ্যাপক জনক প্ৰসাদৰ এটি ভাগ দিয়া হয় মাত্ৰ। বালক (ছাত্ৰ) সকলৰ নাই। নিজস্ব কৰ্ত্তব্য বুলি তথা ভক্তিৰ কাৰণে সকলোৱে কামত যোগ দিয়ে।

অসমৰ সঙ্গীতাকাশৰ উজ্বল ধ্ৰুৱতৰা শ্ৰীমন্ত শঙ্কৰ গুৰুৱে পৃথিবীৰ ভিতৰত সৰ্ব্বপ্ৰথমে আঞ্চলিক ভাষাত নাটলিখি বিভিন্ন নাচ বা গীত

মাত প্ৰচাৰ কৰে। অসমত প্ৰাক্‌শঙ্কৰী যুগত এবিধ অসমীয়া সংস্কৃতি আছিল। কিন্তু শঙ্কৰদেৱে তাত নতুন ৰূপ দি আৰু নিজস্ব সৃজনী শক্তি খটুৱাই নৃত্য প্ৰচলন কৰে। তেৰাৰ সৃজিত গীত নৃত্যই বেছি প্ৰাধান্য লাভ কৰে। তৎ মাধ্যমেদি মহাপুৰুষীয়া ধৰ্ম্ম সেই সময়ত প্ৰবল গতিৰে চলিছিল। সাংস্কৃতিক অনুষ্ঠান কৰি যে মানুহে ভগৱৎ সান্নিধ্য লাভ কৰিব পাৰে, তাৰ সবল যুক্তি শাস্ত্ৰৰ যোগেদি ডাঙি ধৰিছিল। "উৎসৱ প্ৰিয়াঃ খলু মনুষ্যাঃ" অৰ্থাৎ মানুহে উৎসৱ ভাল পায়। ভগৱন্তৰ আগত নৃত্য কৰিলে কি হয় সেই সম্বন্ধে "নাৰদ পঞ্চ ৰাত্ৰত" পোৱা যায়:—

কেশৱাগ্ৰে নৃত্য গীতং যঃ কৰোতি কলৌ নৰঃ।
পদে পদেঽশ্বমেধস্য ফলং প্ৰাপ্নোতি নিত্যশঃ ॥

নাৰদ-পঞ্চৰাত্ৰ- ৪।১১।২৩

আকৌ পৰম পুৰুষ শ্ৰীকৃষ্ণই উদ্ধৱক কৈছে:—
মোৰ যশ গায়া যিটো কৰে গীত নৃত্য।
নাহি তাৰ জন্ম সিটো ভৈল কৃত কৃত্য ॥

কীৰ্ত্তন-ঘোষা

আকৌ গায়া গীত বায়া বাদ্য নাচিব প্ৰত্যেক।
গোষ্ঠী হুয়া মোৰ গৃহোৎসৱ কৰিবেক ॥

এইদৰে ভগৱন্তৰ লীলানুষ্ঠান কৰিবলৈ শাস্ত্ৰত কোৱা হৈছে। মহাপুৰুষ শঙ্কৰদেৱে নৃত্য গীতমাত ভালেখিনি প্ৰকাশ কৰি গৈছে। শঙ্কৰদেৱৰ "বাৰকুৰি বৰগীত" প্ৰসিদ্ধ আছিল। কমলা গায়নে আওঁৰাবলৈ নিওঁতে গৃহদগ্ধত নাশ হ'ল। মাধৱদেৱে তেৰাৰ আজ্ঞানুক্ৰমে ন কুৰি বৰগীত লিখে। মহাপুৰুষ শঙ্কৰদেৱে সমুদায় নৃত্য গীত মাত, ধৰ্ম্ম-কৰ্ম্ম শক্তি ভক্তি মাধৱ দেৱৰ ওপৰত সমৰ্পণ কৰি তেৰা বৈকুণ্ঠী হয়। মাধৱদেৱে শেষ বয়সত নিজৰ নমলীয়া শিষ্য বদলা পদ্ম আতাক নিজৰ প্ৰতিনিধি হিচাবে 'বদল' দি মহাপুৰুষীয়া সংস্কৃতিৰ গুৰুভাৰ দি পঠালে। সেই কাৰণেই 'বদলা' আতা বোলে। বদলা আতা বৰপেটা সত্ৰত কেইবা বছৰো বাস কৰি থাকি সঙ্গীতবোৰ শিকি অসমৰ উজনী খণ্ডত প্ৰচাৰ কৰে। শঙ্কৰদেৱৰ পিছত মাধৱদেৱে আৰু মাধৱদেৱৰ পিছত বদলা আতাই মহাপুৰুষীয়া সংস্কৃতিত কিছু স্থান কাল ভেদে যোগ বিয়োগ কৰিছিল। বদলা আতাৰ নমলীয়া বা শেষ কালত সংস্থাপিত শ্ৰীশ্ৰীকমলাবাৰী

সত্ৰখনি মহাপুৰুষীয়া সংস্কৃতিৰ ভৰাঁল। এই সত্ৰত কলা সংস্কৃতি সম্পূৰ্ণে পোৱা যায়। সংস্কৃতি সমূহ ক্ৰমগতভাবে ভাদ্ৰ মহীয়া প্ৰকাশ কৰা হয়। তিনিজনা গুৰুৰ কীৰ্ত্তনত ১২ দিন ব্যাপি সমগ্ৰ নৃত্য গীত প্ৰচাৰৰ প্ৰথম উদ্যোক্তা তথা প্ৰবৰ্ত্তক কমলাবাৰী সত্ৰৰে প্ৰাক্তন সত্ৰাধিকাৰ শ্ৰীশ্ৰী৺কৃষ্ণকান্ত গোস্বামী প্ৰভু। তেখেতে তিনিটা কীৰ্ত্তনৰ সমস্ত নিয়ম পদ্ধতি লগাই শৃংখলা কৰে। ওজা বা ব্যাস কীৰ্ত্তন প্ৰাক্ শঙ্কৰী যুগৰ। শঙ্কৰোত্তৰ যুগত অসমৰ স্থান বিশেষে ইয়াৰ প্ৰচলন হয়। উক্ত ব্যাস কীৰ্ত্তনো "গুৰু কীৰ্ত্তন"ৰ অন্তৰ্ভূক্ত কৰা হয়। তেখেতৰ অবদান কমলাবাৰী সত্ৰত বহু আছে। তিনিজনা গুৰু কীৰ্ত্তনৰ নিয়ম শৃংখলা নিম্ন ভাগত লিখা হৈছে।

## (খ) শ্ৰীমন্ত শঙ্কৰ গুৰুৰ কীৰ্ত্তন—

শঙ্কৰ গুৰুৰ কীৰ্ত্তন চাৰিদিন হয়। চাউল ভোজনী, থাপনি, কীৰ্ত্তন আৰু ভাঙনী। এই চাৰিদিন অহোৰাত্ৰ নাম-প্ৰসঙ্গ, গায়ন-বায়ন, নৃত্য হয়। কীৰ্ত্তনৰ দিনা মহাপয়োভৰে কীৰ্ত্তন উদ্‌যাপন কৰা হয়। চাৰিদিন ৭ খন ধেমালি, ৫ খন নাচ, প্ৰায় ৩০ টা মান বৰগীত, দুটা ভাওনা (এটা অঙ্কীয়া আৰু এটা মাতৃভাষাৰ) প্ৰচাৰ কৰা হয়। শুক্লা দ্বিতীয়া তিথিত (ভাদ্ৰ মাহত) এই কীৰ্ত্তন পৰে।

**ধেমালি :**— (১) গুৰু মৃদং (২) চোট ধেমালি (৩) ৰাম ধেমালি (৪) বৰপেটীয়া ধেমালি (৫) ন ধেমালি (৬) ঘোষা ধেমালি (৭) বৰ ধেমালি।

**নাচ :**— (১) ঝুমুৰা নাচ (২) নাদুভঙ্গী (৩) চালি-নাচ (৪) বিহাৰ (বহা) নাচ (৫) প্ৰবেশ নাচ।

**বৰগীত :**— আগলৈ প্ৰকাশ কৰা হ'ব।

**নাট :**— (১) কালিদমন (২) পত্নীপ্ৰসাদ (৩) কেলি গোপাল (৪) ৰুক্মিণী হৰণ (৫) পাৰিজাত হৰণ (৬) ৰাম বিজয়।

বাকী মাতৃ ভাষাৰ নাট যিকোনো এখন নিৰ্ব্বাচিত কৰি থাপনিৰ দিনা (কীৰ্ত্তনৰ আগদিনা) নিশা ৰাম ধেমালি বায় বৰ প্ৰবেশ নৃত্যৰ পিছত অভিনীত কৰে। অঙ্কীয়া নাট কীৰ্ত্তনৰ দিনা "দিবস ভাগত" অভিনীত কৰা হয়। শঙ্কৰগুৰুৰ দ্বাৰা ৰচিত নাট শংকৰদেৱৰ কীৰ্ত্তনত আৰু মাধৱদেৱৰ দ্বাৰা ৰচিত নাট মাধৱদেৱৰ কীৰ্ত্তনৰ দিনা অভিনীত কৰা

হয়। শঙ্কৰদেৱৰ দ্বাৰা ৰচিত নাট ৬ খনৰ অন্তৰ্গত যিকোনো এখন অভিনীত কৰে। নাটৰ গীত মাত সূত্ৰ বচন আদি এৰি যোৱাটো দোষণীয়। অঙ্কীয়া নাটৰ বিষয়ে কৰ্ত্তব্য সকলো বিস্তৃতি আগ ভাগত প্ৰকাশ কৰা হ'ব।

(খ-১) চাউল ভোজনী :— কীৰ্ত্তনৰ আৰম্ভণী "চাউল ভোজনী"ৰ দিনা ঘাই দেউৰীজনে সোনকালে গা স্নান কৰি আহি "শুক্ল আসনত" নতুন বস্ত্ৰ দিব। বাকী দেউৰীসকলে আহি প্ৰসাদৰ বাবে প্ৰয়োজনীয় দ্ৰব্য প্ৰস্তুত কৰিব। প্ৰসাদ "গাজ" মাহ দিয়ে। মগু মাহ আগদিনাই ধুই তিয়াব। শিথিল হলেই তাক পাচিত জোখমতে থৈ কলপাত দি খৰাহিৰে ঢাকি গাপ দিব। পিচদিনা গজালি মেলে। ই শক্তি-কাৰক আৰু সুস্বাদু। ঘাই দেউৰীজনে বন্তি প্ৰজ্বলন কৰি শৰাই পাতিব। নামলগোৱাই ৩।৪ টা মান পুৰাগীত গাব। শ্যাম, অহিৰ, ললিত, কৌ, কল্যাণ আদি ৰাগ দি গীত গায়। প্ৰথমতে যি ৰাগত গীত গাব মাজত অন্য ৰাগৰ (মাজত ৰাগ নিদিয়ে) গীত গালেও শেষৰ "প্ৰাতুসময়ে" ভটিমাটো প্ৰথম ৰাগৰ সুৰতহে সমাপন কৰিব। এই কীৰ্ত্তনত শুক্ল আসনত গৌৰ বস্ত্ৰ দিয়ে। পাঠ আৰু ভাগৱততো তেনেকৈ দিয়ে। পাঠকে হাত ধুবৰ বাবে নতুন লোটা নতুন গামোচা দিব। কীৰ্ত্তনৰ চাৰিওদিন সেই নিয়মেই থাকিব। ৰূপৰ 'কৰণি' আৰু অন্যান্য নতুন পাত্ৰ ব্যৱহাৰ কৰে। সত্ৰাধিকাৰ, ডেকাধিকাৰ, ভাগৱতী, পাঠক, নামলগোৱা, দেউৰী আৰু প্ৰসঙ্গত অংশগ্ৰহণকাৰী ভক্তসকলে নতুন বস্ত্ৰ পৰিধান কৰিব।

ভটিমা গোৱা শেষ হলে নামলগোৱাই কৃষ্ণ ডাকি ঘোষা (নাম ছন্দৰ) "ৰাম ৰঘুপতি পৰমানন্দ পৰম পুৰুষ দীনবন্ধু গোবিন্দ" এই খণ্ড গায় পুনঃ শৰণ ছন্দৰ (ধৰিগোৱা) এক কুলপ "গোপী নাথ গোপী নাথ মোৰে একমলা কান্ত হৰি হৰি মোৰ প্ৰভু ৰাম নাৰায়ণ" এই খণ্ড গাব। এই ঘোষা নিৰ্দ্দিষ্ট কৰি ধৰা বন্ধা আছে। নামলগোৱাৰ ওচৰত ৩।৪ জন মান পালি নামলগোৱাই ৩/৪ জোৰ তাল লৈ গায়। ঘোষা থলে পাঠকে 'কীৰ্ত্তন ঘোষা'ৰ অন্তৰ্গত "কংস বধ" অধ্যায়ৰ পৰা ৩ টা কীৰ্ত্তন ঘোষা দিব। তাৰ ধৰা বন্ধা নিয়ম আছে। কীৰ্ত্তনৰ ৩ দিনত ১২ টা কীৰ্ত্তন ঘোষা গাব লাগিব। "চাউল ভোজনী"ৰ দিনা "কংস বধ"ৰ ১। মাধৱ ৰাম মুকুন্দ মুৰাৰি ২। গোবিন্দ যদুদেৱ দীন দয়াশীল। তুমিসি বান্ধৱ কৃষ্ণ আৱেসে জানিল, ৩। প্ৰাণ বান্ধৱ মাধৱ ৰাম। ওহি দেখা

হৰি কৰো প্ৰণাম" এই তিনিটা কীৰ্ত্তন দিব। যিকোনো ২টা কীৰ্ত্তন ঘোষাত ভাঙনী দিব। নাম থলে জয় দিব আৰু সত্ৰৰ ভঁৰালীয়ে সত্ৰাধিকাৰ, সমূহ বৈষ্ণৱৰ সাক্ষাতে ভঁৰালত (আতাৰ গৃহত) মাহ বিতৰণ কৰিবলৈ আজ্ঞা লব। প্ৰাৰ্থনা সমাপন হোৱাৰ পিছত সমূহ সত্ৰাধিকাৰে 'সজ' বুলি অনুমতি দিব। ভঁৰালীয়ে আতাৰ গৃহলৈ আহি মাহ বিতৰণ কৰে। প্ৰথমে সত্ৰাধিকাৰলৈ তিনিকঠা মাহ আগবঢ়াই থব লাগে। সেই মতে থোৱাৰ পিছত ভকতসকলক কোনো আগপাছ নোহোৱাকৈয়ে বিতৰণ কৰে। শঙ্কৰদেৱৰ কীৰ্ত্তনৰ "চাউল ভোজনী'ত মাতিমাহ বিতৰণ কৰা হয়। মাহ বিতৰণ হৈ থকা অৱস্থাতে সিপিনে কীৰ্ত্তন ঘৰত ডবা মাৰিব আৰু ভাঁগৱতীয়ে মঙ্গলাচৰণ বাক্য বুলি ভাগৱত পাঠ কৰিব। সেইদিনা পাঠকে দিয়া তিনিটা কীৰ্ত্তনত যি কাহিনী প্ৰকাশ হয়, তাকে ভাগৱতত বৰ্ণনা কৰিব। ইপিনে প্ৰসাদ বিতৰণ হৈ থাকে। পদপুথিত পাঠকে যিকোনো এছোৱা গাব পাৰে। তাৰ ধৰাবন্ধা নিয়ম নাই। ভাগৱত সমাপনে পাঠকে সুৰ লগাই পাঠ পঢ়াৰ পিছতে অৰ্থাৎ সমাপনে বা ভকত এজনে শঙ্কৰ গুৰুৰ চৰিত পাঠ কৰিব। চিলাৰায় দেৱানৰ অনুৰোধক্ৰমে শঙ্কৰ গুৰুৱে বৃন্দাবনীয়া বস্ত্ৰ, ৰামবিজয় নাট, আদি নিৰ্ম্মাণ কৰি তেওঁৰ হাতত সমৰ্পণ কৰাৰ পৰা আৰম্ভ কৰি নিজ সত্ৰত পদাৰ্পণ কৰালৈকে এই খণ্ড চৰিত পাঠ কৰে। চৰিত শেষ হ'লে পাঠকে জয় দি পুথি সামৰিব আৰু লগে লগে গায়ন বায়নৰ জোৰা উঠিব। ইয়াত হৰিধ্বনি নিদিয়ে, "থিয় চাহিনি" ঘোষাও নেগায়। ইয়াত "গুৰুমৃদঙ্গ" (গুৰু মৃদং) ধেমালি বজায়। ইয়াৰ "বহি চাহিনি" এখন। ইয়াত ভৰিমান দিয়ে, কিন্তু "পানী পকৰা" নিদিয়ে।

**(১—ক) গায়ন বায়নৰ সাজপাৰ :—** গায়ন বায়নৰ সাজ-পোছাক শুদ্ধ বগা। থোৰ ওলোমোৱা গেৰোৱা লোটোৱা চুৰিয়া। গায়নৰ গাত মাত্ৰ কাপোৰ আৰু বায়নৰো তদনুৰূপ। বায়নৰ 'চাপকন চোলা' নামৰ এবিধ চোলা আছে। কিন্তু সেইদিনাৰ সঙ্গীতানুষ্ঠান কাৰ্য্যত উক্ত চোলা ব্যৱহাৰ নকৰে। সকলোৰে মূৰত শিৰস্ত্ৰাণ (পাগুৰি) অপৰিহাৰ্য্য। গায়ন বায়নৰ পাগুৰি বিষয়ে মহাভাৰত শান্তি পৰ্ব্বৰ মোক্ষ ধৰ্ম্ম পৰ্ব্বৰ ১২ সংখ্যাৰ শ্লোকত ভীষ্মই যুধিষ্ঠিৰক কৈছিল :— ত্ৰিগুণাতীত হ'বৰ কাৰণে তিনিগুণ ময় পাগুৰি ব্যৱহাৰ কৰা হয়। আধ্যাত্মিক আধি-ভৌতিক, আধি-দৈবিক এই ত্ৰিতাপ নিবাৰণৰ কাৰণে নাম কীৰ্ত্তন কৰা বৈষ্ণৱে তিনি গুণময় আৱৰণৰূপে তিনিখন বস্ত্ৰৰে দেহ সমাবৃত কৰিছে ত্ৰিগুণাতীত ভগবানৰ

সান্নিধ্য লাভ হয়। যেনেকৈ মৃগ বায়ু দেবতাৰ বাহন। সেই মৃগ চৰ্ম্মত আসন কৰি বহিলে মন সংযম হয়। তদ্ৰূপে ত্ৰিকালজ্ঞ সকলৰ মতে এই ব্যৱস্থা কৰা হয়।

## (২-খ)- "মান চোক নাচ"

শুক মৃদং ধেমালি শেষ হ'লে এজন গায়নে 'অহিৰ' ৰাগ দিয়ে। এই দিনাৰ বাবে ই বাধ্যতামূলক। ৰাগ দিব লগা প্ৰয়োজন সম্বন্ধে গৰ্গ সংহিতাৰ বিশ্বজিত খণ্ডৰ ৪৪ অধ্যায়ত বিশদৰূপে আছে। নাৰদে বহুলাশ্ব নৃপতিক কৈছিল ঃ— ৰাজন্! দেশ ভেদে, কাল ভেদে, ক্ৰিয়া ভেদে ৰাগ গীত ৫৬ কোটি আছে। আনন্দময় শব্দ ব্ৰহ্মই সাক্ষাত শ্ৰীহৰিৰ মূৰ্ত্তি। সেই কাৰণেই ৰাগ দি শব্দ ব্ৰহ্ম হৰিক আহবান কৰি লয়। পূৰ্ব্বোক্ত আদৰ্শ মতে শ্ৰীহৰি ভগবানৰ মন তুষ্টিৰ বাবেই প্ৰথমে ৰাগ দি লোৱা হয়। অহিৰ ৰাগ দি থকা অৱস্থাতে মুখ্য গায়ন বায়ন দুগৰাকীয়ে সত্ৰাধিকাৰ জনাক "মান চোক নাচ" দৰ্শনৰ কাৰণে জনাবহি।

**(৩-গ) মান চোক নাচৰ উদ্দেশ্য :**— মান চোক নাচত গোপীউদ্ধৱ সংবাদৰ আলমত ৰচিত তিনিটা গীত গোৱা হয়। এবছৰ শ্ৰীকৃষ্ণৰ লগত বিয়োগ বিৰহ কাতৰা গোপীসকলক সান্ত্বনা কৰিবলৈ শ্ৰীকৃষ্ণই যেতিয়া উদ্ধৱক পঠাইছিল, সেই সময়ত গোপীসকলে উদাৰৱল ভাৱে উদ্ধৱক সম্মান দৰ্শোৱাৰ ভাৱত এই মান চোকৰ উদ্ভাৱন কৰে। দ্বিতীয়তে শঙ্কৰদেৱে কামৰূপ পৰিত্যাগ কৰি বিহাৰ ৰাজ্যত প্ৰৱেশ কৰোতে ৰাজা নৰনাৰায়ণে স্বাগত সৎকাৰ কৰাৰো দিগদৰ্শন কৰা হয়। মুখ্য গোলোক পতি মায়া ৰহিত, ত্ৰিগুণাতীত ভগৱন্তক সাত বৈকুণ্ঠৰ ঈশ্বৰ সকলে সাতোটা ঘাত মাৰি মান ধৰি আগবঢ়াই নিয়াকে সূচায়।

'অহিৰ' ৰাগ দি শেষ হলে গীত আৰম্ভ হয় আৰু বৰবায়ন এজনে দক্ষিণ ফালে থাকি ঘাত মাৰে। বাকী বায়ন সকল উত্তৰ ফালে থাকে। গীত তিনিটা নিম্নস্থানত উদ্ধৃতি দিয়া হৈছে।

### মান চোকৰ গীত, ৰাগ অহিৰ

১। গোবিন্দ গুণ মন লাগি। সুমৰিতে তনু জ্বলে আগি॥
মধুপুৰী মাধৱ পিউ। কৈছে ধৰব অব জীউ॥
নিশি সব বঞ্চোহোঁ জাগি। ভেলি মাধৱ বধ ভাগী॥

## গীত ৰাগ অহিৰ

২। উদ্ধৱ বন্ধু মধুৰিপু প্ৰাণ হামাৰি জীৱ হামাৰি।
যদুপুৰী পাৱত, পুনু নাৱত, কত সহৰি বিৰহ কুমাৰী॥
কৈছে কেশৱ পুনু পায়।
দুখ মেৰি মোচন, ৰাজীৱ লোচন, চৰণ নাহেৰি জীৱ যায়॥
কহ মোহে কানুক বাতে।
নন্দ নন্দন পুনু, পাৱব গোপপুৰী, পৰশি জীয়াৱব হাতে॥

## গীত ৰাগ অহিৰ

৩। কহ মোহে উদ্ধৱ জীউ।
কৈচন চাড়ল গোষ্ঠ কৃষ্ণপ্ৰাণ পিউ॥
পতি সুত সুহৃদ সবহু অভিলাষ।
চোড়ি কয়লো কৃষ্ণ চৰণক আশ॥
তবহু ৰহলি মেৰি বন্ধু মধুপুৰী।
নিকৰুণ কানু নাৰে অৱহু বহৰি॥
ব্ৰজকু জীৱন ধনৰে এ নন্দ কুমাৰ।
বিচোড়ল পুৰুবক সুনেহা হামাৰ।
কৈছে ধৰবো অৱ ব্ৰজ বধু প্ৰাণা।
কৃষ্ণ কিঙ্কৰ ৰস শঙ্কৰ ভাণা॥

এই গীতত গায়ন সকলে ভোৰ তাল লৈ নৃত্য কৰে আৰু বায়ন সকলে কেঁৰি মেৰি কৈ পাক দি খোল সঙ্গত কৰে। এই নৃত্য বৰ মনোৰম।

চাউল ভোজনীৰ অৰ্থ এনেদৰে- কীৰ্ত্তনৰ প্ৰাৰম্ভিক অনুষ্ঠানটোত চাউলৰ ভোজনী দিয়ে বাবে ইয়াক ভকতীয়া ভাষাত ‘চাউল ভোজনী’ বোলে।

**গুৰু মৃদঙ্গৰ অৰ্থ**:— এই ধেমালিখন মৃদঙ্গত বজোৱা হৈছিল বা ইয়াৰ ‘বোল’ বোৰ মৃদঙ্গীয়া বাজনাৰ লগত মিলে। ই বৰ গুৰু গম্ভীৰ বাবে ইয়াক ‘গুৰু মৃদুং’ বুলি কয়। মৃদ্+অঙ্গ=মৃদঙ্গ।

মানচোক নৃত্য শেষ হলে গায়ন বায়ন সকলক প্ৰসাদ বিতৰণ কৰা হয়। মানচোক দৰ্শন কৰিহে সকলোৱে অন্ন গ্ৰহণ কৰে। ইয়াৰ পিছতে “ঘোষা কীৰ্ত্তন” কৰে। ৩।৪ জন কীৰ্ত্তনীয়া লোকে ভোৰ তাল লৈ এই প্ৰসঙ্গ সমাপন কৰা হয়। কীৰ্ত্তন ঘোষা, নাম ঘোষা শাস্ত্ৰৰ পদ

মুখস্থ মাতি এই অনুষ্ঠান পৰিবেশন কৰা হয়। এই সময়তে আতাৰ পৃহত (ভৰাঁলত) চাউলৰ সিধা বিতৰণ কৰে। আৰৈ চাউল, লোণ, তেল আদিৰে একোষ্টি ভোজনী দিয়া হয়। পুৰা মাহ বিতৰণৰ লগত ইয়াৰ সঙ্গতি আছে। বৰাজনে ডাক দিয়াৰ লগে লগে সকলোৱে ভোজনী নিবৰ কাৰণে শাৰি পাতেহি। "ঘোষা কীৰ্ত্তন"ৰ পিছতে ওজাপালি (ব্যাসকীৰ্ত্তন) কৰে।

## (৪-ঘ) "ঝুমুৰা নাচ"

"ওজাপালি' নৃত্য শেষ হ'লে ঝুমুৰা নাচ পৰিবেশন কৰে। ইয়াত বৰ দুহৰীয়া, সৰু দুহৰীয়া, গায়ন বায়ন সকলে অংশ গ্ৰহণ কৰে। বৰবায়ন সকলে ইয়াত যোগ নিদিয়ে। এই নৃত্যৰ বাবে ৯।১০ বছৰীয়া দুজন বা ততোধিক সংখ্যাৰ ল'ৰা প্ৰয়োজন হয়। চাৰিজনতকৈ অৱশ্যে বেছি হ'লে অশোভনীয়।

## (৫-ঙ) - ঝুমুৰা নাচৰ সাজপাৰ :—

ঝুমুৰা নাচৰ বাবে নটুৱাৰ মূৰত গায়ন বায়নৰ দৰে ভাটৌ ঠুটীয়া বগা কাপোৰৰ পাগুৰি মাৰিব লাগে। দীঘল চুলি থাকিলে সৰু খোপা এটা বান্ধি কিঞ্চিত ওখকৈ (মূৰৰ ওপৰত) পাগুৰি কাপোৰৰ তলতে ৰাখি ঢাকি দিয়া হয়। কপালত তিলক (ফোঁট) থাকে। সুবিধা পালে কোনোৱে দৌলৰ কলচীটোৰ দৰে দাঠ কাগজ কাটি চেপেটা কৰি তাত গুণা চমকি খুৱাই তিলক লোৱাৰ উপৰি ভাগৰ পাগুৰিৰ সোঁমাজত চিলাই লয়। ই দেখিবলৈ ভাল হয়। নটুৱাৰ গাত জালি কটা বুকু ফলা চোলা। ইয়াক 'জালদাৰ' চোলা বুলি কয়। ককালত বগা কাপোৰৰ লহঙাৰ ওপৰত ফুলাম টঙালি মৰা থাকে। ডিঙিত এধাৰ মতা মণি। হাতৰ মুঠিত আৰু বাউসিত চাৰিপাত বাজু, পাবত নপুৰ, ভৰি তলুৱাৰ নিচেই কাষত চাৰিও-ফালে ৰঙা ৰেখা। এয়ে ঝুমুৰা নৃত্যৰ সাজ পাৰ।

**"ঝুমুৰা নৃত্য" শব্দাৰ্থ :—** "ঝু' মানে বায়ু মণ্ডল, অব্যক্ত কৃষ্ণৰ ঘৰ। 'মুৰ' মানে বেৰিলোৱা চলনা, আগুৰি লোৱা কাৰ্য্য বা ঘূৰি ঘূৰি কৰা কাৰ্য্য। গতিকে এই নৃত্যত ঘূৰণ আৰু ঘূৰিব ক্ৰেৰ মেলা আৰু গুৰা দিয়া কাৰ্য্য বৰ বেছি। এই নৃত্য তীব্ৰ গতিত চলে আৰু ইয়াত চমৎকাৰিত্ব গুণ আছে।

ঝুমুৰা নাচৰ সাজপাৰ দেখাত পুৰুষৰ আৰু নাচো পুৰুষৰ। ইয়াত মাইকী ওৰা, মাইকী পাক নিদিয়ে বা নপাৰে। মতা ওৰা, মতা পাক পৰে। ভকতীয়া বিশ্বাসমতে ঃ-

বৃন্দাবনত যেতিয়া গোপীসকলৰ (ৰাস নৃত্যৰ সময়ত ) মাজৰ পৰা নৃত্য বিশাৰদ শ্ৰীকৃষ্ণৰ অন্তৰ্ধান হয় আৰু তদভাবে গোপীসকলে বিষাদ-গ্ৰস্ত হৈ "মই কৃষ্ণ বুলি কৰে ভাৱনা" কৰিবলৈ আৰম্ভ কৰে, সেই সময়ৰ শ্ৰীকৃষ্ণৰ ৰূপ পৰিগ্ৰহ কৰা গোপীসকলৰ ভাৱনাই এই নৃত্য বুলি ধৰা হয়।

এই ঝুমুৰা নাচখনি শ্ৰীশ্ৰীমাধৱদেৱৰ দ্বাৰা সৃষ্ট বুলি সন্ত সকলে কয়। কাৰণ শংকৰদেৱৰ পূৰ্ণাঙ্গ অংকীয়া নাট কেইখনিৰ তুলনাত মাধৱদেৱৰ নাচ কেইখন সৰু আকাৰৰ। তেৰাৰ অংকীয়া নাট কেইখনক ৰাস ঝুমুৰা, চোৰধৰা ঝুমুৰা বোলে। 'ঝুমুৰা' নামটো এই নাট কেইখনৰ এটি সুকীয়া নাম। এই নাচত "ৰাস ঝুমুৰা" নাটৰ গীত ব্যৱহাৰ কৰা হয়। তদুপৰিও নাৰীৰ ভাব প্ৰকাশ কৰা বৰগীত আৰু শঙ্কৰদেৱৰ দ্বাৰা ৰচিত নাটৰ গীতো এই নাচত প্ৰয়োগ হয়।

ব্যৱহাৰ হোৱা নাচৰ গীতসমূহ ঃ—

১। হৰি পদ পেখয়ে নপাৱলি মাই।
ফোকাৰয় ঘনে ঘন নয়ন জুৰাই ॥ — পাহাৰীয়া ৰাগত

( সম্পূৰ্ণে গাব)

( ইয়াক অঙ্কীয়া বেলোৱাৰ ৰাগতো গোৱা হয়)

২। মোহন বাৱত মুৰুৰিবে কানু।
শুনি ব্ৰজ ৰমণী গণ নৰহে পৰাণু ॥ — আৰহণা ৰাগত

৩। উদ্ধৱ চলহু গোকুলে লাই ।
হামো বিনে গোপীৰ তিলকে

যুগ যায় — এমত কল্যাণ ৰাগত

৪। হৰি হাসি বাংশী বায়।
বঙ্কিম নয়নে চাই ॥ — কামোদ ৰাগত

৫। নাগ নাৰী আৱে অৱনত কায়।
তাপিত তনু মন নয়ন জুৰায় ॥ — দেশাগ ৰাগত

৬। দেখো জগত গুৰু কানু আৱত।
সঙ্গে সুন্দৰী ৰাধে ৰঙ্গ মিলাৱত॥—জয়শ্ৰী ৰাগত।

ওপৰত উল্লেখ থকা গীতৰ ৰাগবোৰ "বন্ধা ৰাগ" বুলি কয়। অঙ্কীয়া ৰাগবোৰ হৰি ৰাম গোবিন্দ এই তিনিটা শব্দৰ ওপৰত সুৰ চালনা হয়। ইয়াক মেলা ৰাগো বোলে। কিন্তু "বন্ধা ৰাগ"ত "হেৰে ঋতে নাথেন" এই শব্দবোৰৰ ওপৰতহে সুৰ চালনা কৰে। ( বন্ধা ৰাগৰ বিষয়ে আগলৈ বহলাই কোৱা হ'ব )

প্ৰথমে গায়ন বায়ন সকল ঠিয় হৈ গুৰু আসনলৈ সেৱা জনাই বাদ্য আৰম্ভ কৰিব। চালি নাচৰ ৰাগ ৰেপনিৰ ( নাচৰ ভাগ তিনিটা—ৰামদানি, গীতৰ নাচ আৰু মেলা নাচ) আধা অংশৰ পৰা অৰ্থাৎ "ধেগি তিতা নিতি তানি তিতা নিতি" বুলি আৰম্ভ কৰে। ৰাগ ৰেপনি অৰ্থ হ'ল নাচৰ নটুৱা প্ৰৱেশৰ আগে আগে বজোৱা বাজনা। ৰাগ ৰেপনিৰ পিছতে ৰাগ দিব আৰু ৰাগৰ পিছতে নটুৱাৰ প্ৰবেশ হয়। বায়নে "জিন্‌হ্‌ থাক জিন্‌হ্‌ থাক্‌" বুলি বজালেই নটুৱাই সোঁ ভৰি বাওঁ হাত আগ কৰি ওলোৱাৰ নিয়ম। প্ৰথমে গায়ন বায়নৰ মাজৰ পৰাই নটুৱা ওলাই থিয় হৈ বুকুৰ আগত হাত ৰাখি নমস্কাৰ জনোৱাৰ পিছতে নৃত্য আৰম্ভ কৰে। "শ্ৰীহস্ত মুক্তাৱলী" বা তৎ সম্বন্ধীয় অন্যান্য সংস্কৃতি শাস্ত্ৰৰ লগত এই নাচৰ হাতৰ ( হস্ত বা মুদ্ৰা ) মিল বহুতো আছে। "ঝুমুৰা নৃত্য"ৰ মেলা নাচত কাটি খৰ আৰু চিট খৰ মাৰে। ই বৰ আকৰ্ষণীয়। নাচ শেষ হ'লে সকলোৱে সেৱা জনাই বিদায় লৈ যাব। ইয়াৰ পিছতে "ঘোষা কীৰ্ত্তন" কৰি দিনৰ কাৰ্য্যসূচী শেষ কৰিব।

সন্ধ্যা গুৰু ভটিমা, চপয়, টোটয় গাব। তাৰ পিছতে বৰ দুহৰীয়া আৰু সৰু দুহৰীয়া সকলে চোঁ ( চোট ) ধেমালি আৰম্ভ কৰে। এই ধেমালিত বৰ বায়নজন নঠে।

**(৬-চ) চোট ধেমালি ঃ—** শঙ্কৰ গুৰুৱে "চিহ্নযাত্ৰা" ভাওনাত এইখন ধেমালিও বজাইছিল। ইয়াক 'চৰিত'ৰ ভাষাৰে "চোট ধেমালি" বোলে। কিন্তু আজিকালি ভুলকৈ "চো ধেমালি" বুলি কয়। চৰিত পুথিত আছে ঃ—

নাট ধৈমালি চোট ধৈমালিক বাইলা।
বৰ ধৈমালিক বাই লোকক তুষিলা॥ ১৪৮৮ পদ

( ৰাম চৰণ ঠাকুৰ কৃত গুৰু চৰিত )

এই "চোট ধেমালি"য়েই এতিয়াৰ "চোধেমালি"। বোধহয় "ন ধেমালি"ৰ ঠাইত হ'ব "নাট ধেমালি"হে। গতিকে 'চোট ধেমালি'কে আমি গ্ৰহণ কৰিছোঁ। চোঁ শব্দটোৱে কোনো ভাল অৰ্থ প্ৰদৰ্শন নকৰে। 'চোট' মানে সৰু আৰু 'ধেমালি' মানে নাট্য শাস্ত্ৰৰ বিহিত — "যন্নাট্য স্তুনঃ পূৰ্ব্বং ৰঙ্গং বিঘ্নোপশান্তয়ে, কুশীলবা : প্ৰকুৰ্ব্বন্তি পূৰ্ব্বৰঙ্গ সউচ্যতে" শ্লোকত থকা "পূৰ্ব্বৰঙ্গ" শব্দটোৰ (শংকৰ দেৱৰ দ্বাৰা প্ৰদত্ত) নৱৰূপ। নাট্য শাস্ত্ৰমতে "পূৰ্ব্বৰঙ্গ" আৰু সত্ৰীয়া ভাষাৰে 'ধেমালি' বোলে। ভাওনাৰ আগে আগে 'পূৰ্ব্বৰঙ্গ' বা 'ধেমালি' বজোৱা হয়। এই ধেমালি বাজনাৰ কাৰ্য্যকে "গায়ন বায়নৰ জোৰা" বোলা হয়। "গুৰু কীৰ্ত্তন"ৰ প্ৰথম দিনাই নিশাৰ সাংস্কৃতিক কাৰ্য্য সূচীত প্ৰথম গায়ন বায়ন জোৰাই সামান্য ভাবে কাৰ্য্য আৰম্ভ কৰিবলৈ এই চোট (সৰু) ধেমালিখন বজায়।

(৭—ছ) — **গায়ন বায়নৰ সাজ** :— গায়ন বায়ন সকলৰ মূৰত বগা পাগুৰি, খোৰ ওলোমোৱা বগা চুৰিয়া। গাত বগা কাপোৰ। (কাপোৰ লোৱা পদ্ধতি লিখাত সহজ নহয়)। 'চাপকন' চোলা নিপিন্ধে। (চাপকন চোলা :— এবিধ সত্ৰীয়া পদ্ধতিৰে নিৰ্ম্মিত দীঘল বগা চোলা, ই আঁঠুৰ তললৈকে ওলমি থকা হ'ব লাগিব)। অৱশ্যে চাপকন চোলা বায়ন সকলেহে পিন্ধে, গায়ন সকলৰ নহয়। গায়নে চাপকন চোলাৰ নিচিনাকৈ নিৰ্ম্মিত এবিধ কুৰ্টা চোলা পিন্ধাত বাধা নাই। এই "চোট ধেমালি"ত গায়ন বায়ন সকলৰ 'চাপকন চোলা' বৰ্জিত হ'ব লাগিবই। গায়ন বায়নৰ সাজ এয়ে মাত্ৰ।

প্ৰথমে গায়নসকলে শাৰীপাতি থিয় হৈ হাতত ডোৰ তাল ধৰি আৰু বায়নসকলে কান্ধত খোল লৈ উত্তৰ মূৱাকৈ বহি এখন হাতেৰে সেৱা জনাব। মূৰ দোঁৱাব। এজন গায়নে উচ্চৈঃস্বৰে "জয় ৰাম বোলা" বুলি হৰিধ্বনি কৰিলে বাকী গায়নসকলে "জয় হৰি বোলা" বুলিব। আকৌ গায়ন জনে "জয় হৰি বোলা" বুলিলে বাকীসকলে "জয় ৰাম বোলা" বুলি হৰি ধ্বনি শেষ কৰিব। লগে লগে বায়নসকলে 'খিত' বুলি খোলত বোল দিব। বায়নসকলে হৰিধ্বনিত অংশগ্ৰহণ নকৰে, গায়নৰহে অধিকাৰ আছে। গায়ন সকলৰ সম্মুখ ভাগত বহি বায়ন সকলে খোল বজাব। ইয়াক "বহি চাহিনি" বোলে। চোট ধেমালিৰ বহি চাহিনি ১খন আৰু সঞ্চাৰ ( সচাঁৰ ) ১০ টা। বহি চাহিনি শেষ হলে বায়ন সকল থিয় হব। তেতিয়া গায়ন সকলে পুনৰ হৰিধ্বনি কৰিব আৰু "থিয় চাহিনি ঘোষা" আৰম্ভ কৰিব।

খিয় চাহিনি ঘোষা "চাউল ভোজনী"ৰ দিনা ৰাতিৰ 'চোট ধেমালি'ত তিনিওটা কীৰ্ত্তনত বেলেগ বেলেগ ধৰণে গোৱাৰ নিয়ম। অৱশ্যে আজিকালি ইচ্ছানুযায়ী গোৱা হৈছে।

চোট ধেমালিত ( শংকৰদেৱৰ কীৰ্ত্তনৰ চাউল ভোজনীত ) গোৱা খিয় চাহিনিৰ ঘোষা :

হৰি নাম ৰসে বৈকণ্ঠ প্ৰকাশে
প্ৰেম অমৃতৰ নদী।
শ্ৰীমন্ত শংকৰে পাৰ ভাঙ্গি দিলা
বহে ব্ৰহ্মাণ্ডক ভেদি ॥

পূৰ্ব্বোক্ত ঘোষা জোকাৰপৰা আৰম্ভ কৰি "ৰাম নাম ৰস বেশায়া জগতে চলয় বৈকুণ্ঠ পুৰি" লৈকে গাব।

"খিয় চাহিনি ঘোষা" দিওঁতে গায়নসকলক বেচ সজীব যেন দেখা যায়। মুখ্য গায়নজনে পদ দিব আৰু বাকী গায়নসকলে পালি হিচাবে ঘোষা ফাকি দোহাৰি থাকিব। সেই সময়ত গায়নসকলৰ বেচ আহ্লাদ দেখা যায়। এই সময়ছোৱাৰ কাৰ্য্যখিনি দ্ৰষ্টব্য তথা শ্ৰোতব্য। "খিয় চাহিনি ঘোষা" শেষ হ'লে বায়নসকলে "চোট ধেমালি"ৰ মূল বাদ্য আৰম্ভ কৰিব। ইয়াৰ মাজতে "পানী পকৰা" দিয়াৰ নিয়ম আছে। এই দৃশ্য অতি মনোৰম। মুখ্য বায়নজন আগত আৰু পাত্ৰা পাত্ৰানুযায়ী বায়নবোৰ ক্ৰমে শাৰি পাতি ইজনৰ পিছত সিজন হৈ খোজ চলাব। পানীত কিছুমান পকৰা থাকে। সিহঁতে পানীৰ ওপৰতে সহজতে একা বেকাকৈ অথবা কেৰিমেৰিকৈ চলন ফুৰণ কৰে। ঠিক তেনেকৈ বায়ন সকলো যায়। সেই বাবে এই বক্ৰ গতিক "পানী পকৰা দিয়া" বোলে। ৪ সংখ্যাটো মাটিত লেখি তাৰ ওপৰে ওপৰে খোজ চলালে যেনেকুৱা হ'ব, ঠিক তেনেদৰে চলিব। তদুপৰি "চোট ধেমালি"ত বায়নসকলে 'ভৰি মান' দিব। বায়নসকলে হাতেৰে বোল দিব আৰু ভৰিৰে তাৰ চেৱে চেৱে খোজ চলাই নৃত্য ভঙ্গিমা দি অগাপিছা কৰিব। সেইবাবেই তাক ( ভৰিৰে মান ধৰে বাবে ) "ভৰি মান দিয়া" বুলি কয়। "পানী পকৰা" দিয়া আৰম্ভ কৰিলেই গায়নসকলে হৰিধ্বনি কৰিব আৰু বায়নসকলৰ মাজে মাজে গায়ন সকল সোমাই লৈ "পানী পকৰা" দিয়াত অংশ গ্ৰহণ কৰিব। ইয়াত গায়নসকলে পৃথকে 'পানী পকৰা' নিদিয়ে। "পানী পকৰা" দি শেষ হলে বায়নসকলে উত্তৰ আৰু দক্ষিণমুৱাকৈ দুশাৰী হৈ বহি সামৰণি

গুৰুঘাত মাৰিব। ঘাতৰ শেষত থিয় হৈ পুনঃ লনা ঘাত মাৰি "চোট ধেমালি"ৰ অন্ত কৰিব। তাৰ পিছতে গায়ন এজনে সিন্ধুৰা ৰাগ দিব। ঘাই দেউৰী গৰাকীয়ে সেই সময়তে এপোণ তামোল আৰু চাৰিগুছি পাণ লৈ এখন শৰাইত সজাই গুৰু আসনৰ আগত ৰাখি গায়ন বায়ন সকললৈ নমস্কাৰ জনাব। ইয়াৰো এটি ৰহস্য আছে। ৰাগ দি শেষ হ'লে শ্ৰীমন্ত শঙ্কৰদেৱ কৃত "আৰত একানু সুৰভি চৰাই। ৰঞ্জিত ধেনু ৰেণু বেণু বজাই॥" এই গীতটি গায়নসকলে উক্ত সিন্ধুৰা ৰাগতে সম্পূৰ্ণে গাব। ৰাগ দি থকা অৱস্থাতে এজন মুখ্য বায়ন আৰু এজন মুখ্য গায়নে সত্ৰাধিকাৰক "মেলা প্ৰৱেশ" দৰ্শন কৰিবৰ কাৰণে জনাই আহিবগৈ। "চোট ধেমালি" শেষ হলেই বৰদহৰীয়া আৰু সৰু দহৰীয়াৰ কাম নাথাকে। কান্ধত খোল লৈ দুজন বৰ বায়ন উপস্থিত হয়হি। ইয়াত চাপকন চোলা নিপিন্ধে। সৰু বায়নেও অংশ গ্ৰহণ কৰিব পাৰে। কিন্তু মুখ্য অংশ গ্ৰহণত নিষেধ আছে। গীতটি শেষ হোৱাৰ লগে লগে দুয়োজন বৰ বায়নে কেঁৰিমেৰিকৈ পদ চালনা কৰি "মেলা প্ৰৱেশ" বাদ্য আৰম্ভ কৰিব। "চোট ধেমালি"ৰ পিছৰ সিন্ধুৰা ৰাগৰ পৰা আৰম্ভ কৰি বাকী ছোৱাক "মেলা প্ৰবেশ" বোলে। গীত শেষ হলে বায়ন গায়ন সকল বহি লৈ মেলা প্ৰবেশৰ" বাদ্য বজাব। "মেলা প্ৰবেশ" বাদ্য বৰ গাম্ভীৰ্য্যপূৰ্ণ। এয়া শেষ হলে নিত্য প্ৰসঙ্গ কৰিব অৰ্থাৎ কৃষ্ণ ডাকি নাম লব। কুলুপীয়া ঘোষা এটি গাই একুলুপ ধৰি গোৱা ঘোষা গাব, কীৰ্ত্তন এটি দিব। ইয়াৰ পিচতে সবহুৱা "ঘোষা কীৰ্ত্তন" কৰি পাঠ পঢ়িব। এইখিনি শেষ কৰোঁতেকে প্ৰায় ১১।১২ বজা হয়গৈ। ইমানতে "চাউল ভোজনী" শেষ হ'ব।

## (খ—২)-থাপনি (দ্বিতীয় দিনা)

"চাউল ভোজনী" দিনাৰ দৰেই পিছদিনাৰ "থাপনি"তো দেউৰীসকলে সোনকালে কৰ্ত্তব্য কাম সম্পাদন কৰিব। নাম লগোৱাজনে ৩/৪টা মান পুৱা গীত গাই নাম ছন্দৰ পৰা (কুলুপীয়া) 'জয় হৰি ৰাম জয় শ্ৰীৰাম' ঘোষা আৰু শেষত শৰণ ছন্দৰ পৰা "অচিন্ত্য অনন্ত শকতিৰ পতি" এই "ধৰিগোৱা" ঘোষা কুলুপ গাব। পাঠকে "কংস বধ" খণ্ডৰ ১। "সেৱক বুলিয়া পালিয়ো ৰাম চৰণে শৰণ লৈলো" ২। "জগন্নাথ অনাথক থাপিয়ো চৰণে" আৰু ৩। 'গোপাল কৃপাল কৰুণাময়" এই তিনিটা কীৰ্ত্তন ঘোষা দিব। এইটো ধৰা বন্ধা নিয়ম। যিকোনো দুটা বা তিনিটা কীৰ্ত্তন ঘোষাতে ভাঙনি দিব। নাম থলে উপৰোক্ত 'কংসবধ' প্ৰসঙ্গৰ (দৰা মৰাৰ পিছত) ভাগৱত পাঠ কৰিব। ইয়াৰ ভিতৰতে অন্যান্য ঠাইৰ পৰা অহা কৰ

বৰঙণি দাতা সকলৰ হৈ ঘাই দেউৰীজনে আশীৰ্ব্বাদ কৰাব। ভাগৱত থলে পাঠকে পাঠ পঢ়িব। দেউৰীসকলে প্ৰসাদ বিতৰণ কৰিব। 'থাপনি' প্ৰসাদৰ নিৰ্ম্মাণ প্ৰণালী আগদিনাতকৈ অলপ পৃথক্। গাজী মাহ তিয়াই থৈ তাকে ভালকৈ ধুই চোকোৰা গুচাব। তাকে অৰ্চ্চনা কৰিব। ইয়াক "ধোৱা গাজী প্ৰসাদ" বোলে। 'থাপনি'ৰ প্ৰসাদ পাবলৈ বহুতো লোকৰ আগ্ৰহ দেখা যায়। ই বৰ সুস্বাদু হয়। প্ৰসাদখিনি দেখাতো সুন্দৰ। পাঠ পঢ়া শেষ হলেই মুখ্য বুঢ়াভকতজনে আগদিনাৰ "চাউল ভোজনী"ত তোলা চৰিতৰ বাকী অংশৰ পৰা অৰ্থাৎ চিলাৰায় দেৱানক বৃন্দাবনীয়া বস্ত্ৰ দিয়াৰ পিছৰ খণ্ডৰ পৰা গণককুছী থানত মাধৱদেৱক ধৰ্ম্ম ৰাজ্যৰ ভাৰ দি কোছ বিহাৰৰ কাকতকুটা থানত বাস কৰালৈকে এই অধ্যায়টো পাঠ কৰিব। চৰিত থলেই পাঠকে জয় দিব আৰু লগে লগে গায়ন বায়নৰ জোৰা উঠিব। হৰি ধ্বনি নিদিয়ে। ইয়াতো বৰদুহৰীয়া আৰু সৰুদুহৰীয়া সকলেহে অংশ গ্ৰহণ কৰে। প্ৰয়োজন হলেহে বৰ বায়নজন যায়। বহি চাহিনি শেষ হ'লে গুৰু মৃদঙ্গ ( মৃদং ) ধেমালি বাব। থিয় চাহিনি ঘোষা ইয়াত নাই। বায়নে ভৰি মান দিয়ে। পানী পৰুৱা নিদিয়ে। ধেমালিৰ অন্তত প্ৰথমে "গুৰুঘাত" আৰু পিছত "লনাঘাত" মাৰিলে বায়নে "শাৰঙ্গ ৰাগ" দিব। এই ৰাগ 'মেলাৰাগ' অৰ্থাৎ "অঙ্কীয়া ৰাগ"। ৰাগ সঁচাৰ ( সঞ্চাৰ ) ঘাত মাৰি শেষ হ'লে "নাদু ভঙ্গী" নৃত্য কৰিব।

(২-ক) - **নাদুভঙ্গী** (নাদু ভঙ্গি) **নৃত্যৰ বিৱৰণ :—** কোনো কোনো সন্ত সাধুৰ মুখে শুনামতে কালিয় হ্ৰদত শ্ৰীকৃষ্ণই যেতিয়া কালি নাগক দমন কৰিবলৈ নাদুৰিছিল, সেই ভঙ্গিমাৰ লগত ৰজিতা খোৱা বাবে ইয়াক 'নাদুভঙ্গী' বোলে। দ্বিতীয় কথা হ'ল—নাদুভঙ্গী বৃন্দাবনৰ গোপ-গোপীৰ নৃত্য অকল শৰীয়াকৈ গোপ নৃত্য অৰ্থাৎ পুৰুষ নৃত্য হিচাবেও প্ৰদৰ্শন কৰা হয় ( বদুলা আতাৰ কীৰ্ত্তনৰ বিবৰণ দ্ৰষ্টব্য )। এই নৃত্যৰ ভাগ দুটা —ৰাম দানি আৰু গীতৰ নাচ।

(২-খ)**নৃত্যৰ সাজ :—** ককালত ৰঙা চুৰিয়া বা পাটৰ চুৰিয়া ভৰিত নূপুৰ, গাত চুটি হাতৰ বুকু ফলা ক'লা চোলা, মূৰত ৰঙা, হালধীয়া বা বগা কাপোৰ। তাৰ ওপৰত বন কৰা নটুৱা টুপী, হাতত বাজু। এয়ে সাজ। মুঠতে ইয়াক শ্ৰীকৃষ্ণৰ সাজ বুলি কলেও বঢ়াই কোৱা নহয়। ৩।৪ জন ল'ৰাৰ প্ৰয়োজন। প্ৰত্যেক জনৰে সাজ থাকে একেধৰণৰ।

ৰাম দানি শেষ হ'লে গায়নসকলে "শাৰঙ্গ ৰাগত" "অবসখি পেখো মদন গোপাল" এই গীতটি গাব। শঙ্কৰ গুৰুৰ কীৰ্ত্তনৰ থাপনি'ৰ দিনা

"নাদুভঙ্গী" নৃত্যৰ বাবে এই গীতটি ধৰাবন্ধা । গীতৰ শেষত নৃত্যও শেষ হয় ; মেলা নাচ নাই ।

নৃত্যৰ অন্তত সবছৰা "ঘোষা কীৰ্ত্তন" কৰিব। ইয়াত প্ৰায় ২ ঘণ্টা মান সময় লাগে। কাম শেষ হ'লে গায়ন বায়নক আৰু কীৰ্ত্তনীয়াক প্ৰসাদ দিয়াৰ নীতি আছে ।

এই প্ৰসঙ্গতে উল্লেখযোগ্য এটি কথা হ'ল এই যে মূল কীৰ্ত্তনৰ দিনা নাম থোৱাৰ (কীৰ্ত্তনৰ বিবৰণ দ্ৰষ্টব্য) পিছতে দুখন শৰাই পাতে আৰু "থাপনিৰ প্ৰসাদ" বুলি প্ৰচাৰিত গাজী মাটিমাহ ভকতক বিতৰণ কৰা হয়। উক্ত শৰাই দুখনৰ বাবে মগুমাহ আৰু "থাপনিৰ প্ৰসাদ"ৰ বাবে মাটিমাহ পানীত তিওৱাৰ সময় এটি নিৰ্দ্দিষ্ট কৰি থোৱা আছে। থাপনিৰ দিনা পুৱা প্ৰসঙ্গত দুটা কীৰ্ত্তন দিয়াৰ পিছত তৃতীয় কীৰ্ত্তনৰ তিনি ফাকি পদ যোৱাৰ পিছতে উক্ত কাৰ্য্যৰ বাবে পালি দেউৰী অথবা ঘাই দেউৰীজনে মগুমাহ আৰু মাটিমাহ হিচাব মতে তিয়াব। কীৰ্ত্তনৰ বাবে ই ধৰাবন্ধা নিয়ম।

"ঘোষা কীৰ্ত্তন"শেষ হ'লে "বিয়াহ কীৰ্ত্তন" (ওজাপালি) কৰিব। এই দিনাতে নতুন ওজাও উঠে। ওজা থলে বিয়লি প্ৰসঙ্গ (তিনিপৰ প্ৰসঙ্গ) কৰে। অৱশ্যে "চাউল ভোজনী"ৰ দিনা এই বিয়লি প্ৰসঙ্গ নকৰে। 'থাপনি'ৰ দিনা কৰাৰ 'কাৰণ আছে। প্ৰসঙ্গত নাম লগোৱাজনে 'কংস বধ'ৰ এটি কীৰ্ত্তন দিয়ে। নিত্য প্ৰসঙ্গত অৱশ্যে কীৰ্ত্তন দিয়াৰ নিয়ম নাই।

## (২—গ)— বিয়লি প্ৰসঙ্গ কৰা আৰু কীৰ্ত্তন দিয়াৰ উদ্দেশ্য :—

শঙ্কৰদেৱ মহাপুৰুষে যেতিয়া কোচবিহাৰলৈ যোৱাৰ ইচ্ছাৰে ভক্ত সকলৰ সৈতে গৈ মাধৱদেৱৰ থান গণককুছীৰ ঘাটত নাও চপাইছিল, তেতিয়া মাধৱদেৱে তেৰাৰ নিজৰ কীৰ্ত্তন ঘৰত বিয়লি প্ৰসঙ্গ কৰিছিল। গুৰুৰ আগমন জানি প্ৰসঙ্গ আধাতে এৰি গুৱাপাণ লৈ মাধৱদেৱে সাষ্টাঙ্গ প্ৰণিপাত জনাই সাদৰি আনি কীৰ্ত্তন ঘৰতে উপবেশন কৰিবলৈ দিলে। তেৰাই শঙ্কৰ গুৰুক সাক্ষাত ঈশ্বৰ মানি বাতৰি সুধি আধা কৰা বিয়লি প্ৰসঙ্গ সম্পূৰ্ণ কৰাৰ উপৰিও ওপৰঞ্চি এটি কীৰ্ত্তন দি গুৰুৰ প্ৰতি ভক্তি নিষ্ঠা প্ৰদৰ্শন কৰিছিল। সেই সজ আদৰ্শকে লৈ থাপনিৰ দিনা এটি কীৰ্ত্তন দিয়ে বিয়লি প্ৰসঙ্গত। সেই প্ৰসঙ্গত নামলগোৱাজনক মাধৱদেৱ হিচাবে, কীৰ্ত্তন ঘৰটিক গণককুছী থান হিচাবে সন্তসকলে কল্পনা কৰিছে। সত্ৰাধিকাৰৰ গাদীত শঙ্কৰদেৱক কল্পনাৰে বহুৱাই থাপনা কৰি নামলগোৱাৰূপী মাধৱদেৱে অতিৰিক্ত এটি কীৰ্ত্তন দিয়ে। ভক্তি নিষ্ঠা প্ৰদৰ্শনৰ এয়ে আদৰ্শ। শঙ্কৰদেৱক থাপনা কৰে বাবেও এই দিনটোক

'থাপনি' বোলে। 'থাপনি'ৰ দিনা কীৰ্ত্তন ঘৰটিক কোচবিহাৰৰ কাকতকুটা থান (সত্ৰ) হিচাবেও কল্পনা কৰে। যিহেতু গণককুছিৰ পৰা বিদায় লৈ শঙ্কৰদেৱে কাকতকুটাত নৰ নাৰী সামৰিছিল। "মূল কীৰ্ত্তন" ভাগ শঙ্কৰদেৱৰ তিৰোভাবৰ দিন শুক্লা দ্বিতীয়া তিথিত হয়। সেইদিনা তেৰাৰ অন্তৰ্হিত কল্পনা কৰা হয়। অৱশ্যে শঙ্কৰদেৱৰ 'কীৰ্ত্তন'ৰ বাবেহে ই প্ৰযোজ্য। মাধৱদেৱৰ আৰু বদলা আতাৰ কীৰ্ত্তনতো পূৰ্ব্বোক্ত চাউল ভোজনী আৰু 'থাপনি'ৰ নিয়ম একে হলেও কল্পনা অৱশ্যে পৃথক ভাবে হয়। ( মাধৱদেৱৰ আৰু বদলা আতাৰ কীৰ্ত্তনৰ বিৱৰণ দ্ৰষ্টব্য )। পাঠকে আগপাঠ, শেহপাঠ গোৱাৰ পিছতে নামলগোৱা-জনে এক্ৰূপ ঘোষা গাই কীৰ্ত্তনটি দি সামৰিব। প্ৰসঙ্গ সমাপতিৰ পিছতে বদলা আতাৰ গৃহৰপৰা 'ঘাই বস্তু' শাস্ত্ৰ উলিয়াব। আতাৰ গৃহত নিত্য সেবনীয় থাপনাক 'ঘাই বস্তু' বুলি কয়। তাত দুভাগ থাপনা থাকে। দুয়োখন থাপনাতে ভাগৱত শাস্ত্ৰ আছে। এখন তাতে ৰাখি দ্বিতীয়খন উলিয়ায়। ঘাই দেউৰীজনে পবিত্ৰ বস্ত্ৰাদি পৰিধান কৰি মুখত গামোচা বান্ধি থাপনাৰ কান্ধতে আঁঠুলৈ থাকিব। লগত দুগৰাকী পালী দেউৰী। সিফালে বৰদহৰীয়া আৰু সৰু দুহৰীয়া গায়ন বায়নৰ এটা দল আৰু হাতত ৩।৪ জোৰ বৰতাল লৈ ৩।৪ জন নাম লগোৱা ভকত আৰু মুখ্য বুঢ়াভকত প্ৰমুখ্যে ৪ গৰাকী বুঢ়াভকত সহ সত্ৰাধিকাৰ গৰাকী আতাৰ গৃহৰ দুৱাৰ মুখত আঁঠুলৈ থাকিব। গায়ন বায়ন সকলে খোল তাল বাদ্য কৰিব আৰু নাম লগোৱা সকলে 'করুণাময় ৰাম করুণাময়। কৰিয়ো কৃপা যেন উচিত হয়' এই ঘোষা গাই তাল বজাব। এই সময়ত গায়ন বায়ন সকল থিয়হৈ থাকে। এই সময়ছোৱা গাম্ভীৰ্য্যপূৰ্ণ। ঘোষাৰ মাজ মানতে হৰিধ্বনি কৰিব আৰু দবা মাৰিব। লগে লগে শাস্ত্ৰখন ডাঙি বাহিৰ কৰিব। মাজৰপৰাই ঘোষা পুনৰ আৰম্ভ কৰি গাই পিচহুহকি গৈ থাকিব। গায়ন বায়নৰ দল, নাম লগোৱাৰ দল আৰু অন্যান্য সকল শাস্ত্ৰৰ সমুখত পিচহুহকি যায় আৰু বুঢ়াভকত সহ সত্ৰাধিকাৰ জন শাস্ত্ৰৰ পিছত ধীৰগতি কৰিব। আতাৰ গৃহৰ দুৱাৰ মুখৰপৰা এজনে জল সিঞ্চন (পানী চতিয়াই ) কৰি যাব শাস্ত্ৰৰ আগে আগে। এজনে এগছ বন্তি আৰু এজনে চোঁৱৰ ধৰি চুলাই যাব। ইয়াত কালি ( এবিধ মুখেৰে বোৱা বাদ্য ) বজোৱা হয়। শাস্ত্ৰখন কীৰ্ত্তন ঘৰৰ ঘাই দুৱাৰ মুখেদি সৰকাই ভিতৰ প্ৰবেশ কৰাব আৰু সিংহাসনৰ আগত পাতি থোৱা বৰ শৰাইত থাপিবগৈ। গায়ন বায়ন থিয় হৈ থাকে আৰু বাকী সকলে আঁঠু লৈ ভক্তিভাবেৰে বহি থাকিব। সিফালে 'করুণাময়' ঘোষা শেষ হ'লে হৰিধ্বনি কৰিব। লগে লগে সেই পৰ্ব্বৰ সামৰণি পৰিব। তাৰ পিছতে বিগ্ৰহ উলিয়াই গুৰু আসনৰ আগত ৰখা থাপনাত থাপিব। ইয়াত ঘোষা নাগায়। গায়ন সকলে

বিগ্ৰহ উলিয়াই আনোতে ( "মহাপ্ৰভু উলিওৱা" বুলি কয় ) "জয় জয় জগজন তাৰণ কাৰণ নাৰায়ণং বৰ দেবং" এই গীতটো গাই বিগ্ৰহৰ আগে আগে যাব। 'ঘাই বস্তু' উলিয়াওঁতে গায়ন সকলে "জয় জয় নন্দ নন্দন পৰমানন্দ বন্দো বাল গোপালং" গীত গায়। দুয়োটা গীত খৰমানতে গায়। বিগ্ৰহ উলিয়াওঁতে সত্ৰাধিকাৰ আৰু বুঢ়া ভকত সকল লগত নাযায়। সিংহাসনক মাজত ৰাখি বিগ্ৰহ খনলৈ তিনিবাৰ প্ৰদক্ষিণ কৰে কীৰ্ত্তন ঘৰৰ ভিতৰত। বিগ্ৰহ আনোতে আৰু যাওঁতে হৰিধ্বনি কৰিব। গায়ন সকলে "জয় জয় জগজন" গীতটো সম্পূৰ্ণ গাব। গীত শেষ হ'লে হৰিধ্বনি কৰি 'মহাপ্ৰভু উলিওৱা" পৰ্ব্ব সামৰণি মাৰিব। লগে-লগে কালি বাজিব। দবা মৰা অপৰিহাৰ্য্য। এই দৃশ্য বৰ গাম্ভীৰ্যাপূৰ্ণ।

## (২—ঘ) বিষ্ণু বিগ্ৰহ স্থাপনৰ কাৰণ :—

আগৰ দিনত 'থাপনি'ৰ দিনা গুৰু আসনৰ আগত দুখন ভাগৱত শাস্ত্ৰ থাপনা কৰাৰ নিয়ম প্ৰচলিত আছিল। বিগ্ৰহ স্থাপন কৰাৰ কোনো প্ৰশ্নই নাছিল। পিছে কমলাবাৰী সত্ৰৰ প্ৰথিতযশা প্ৰাক্তন সত্ৰাধিকাৰ ৺কৃষ্ণ কান্ত গোস্বামী প্ৰভুৰ দিনত ৰাজ প্ৰভাৱত পৰি দ্বিতীয়খন শাস্ত্ৰৰ ঠাইত বিগ্ৰহে স্থানাধিকাৰ কৰি ললে। তদবধি এই নিয়ম হ'ল। এই পৰ্য্যন্ত "প্ৰচলিত প্ৰথা" বুলি ধৰি লৈ কাম কৰা হয়। অৱশ্যে বিগ্ৰহ গৌণ শ্ৰেণীত থাকে, ভাগৱত শাস্ত্ৰ মুখ্য। ভাগৱত শাস্ত্ৰৰ গাত শুক্ল বস্ত্ৰ দিয়ে। কাপোৰত ৰূপ আৰু সোণৰ ফুল। বন্তি উত্তৰ মুৱা। বিগ্ৰহৰ ককালত লহঙা, হাতত বাঁহী, গাত কাপোৰ, মুৰত কিৰীটি। এওঁৰ ওচৰত বন্তি দক্ষিণ মুৱা হৈ থাকে। এওঁৰ গাতো সোণ ৰূপৰ ফুল অপৰিহাৰ্য্য। ভাগৱত শাস্ত্ৰ আৰু বিগ্ৰহ সমানে ৰখা হয়। ভাগৱত দক্ষিণ দিশে আৰু বিগ্ৰহ উত্তৰ দিশে থাকে পশ্চিম মুৱা হৈ। 'ঘাই বস্তু' আৰু "মহাপ্ৰভু' থাপনাৰ পিছতে গুৰু আসনৰ তল থাকৰ চাৰিওফালে ঘাই দেউৰীয়ে দশম, কীৰ্ত্তন, ঘোষা, ৰত্নাৱলী এই চাৰি শাস্ত্ৰ স্থাপন কৰে। তাৰ অৰ্থ হ'ল এই যে শঙ্কৰদেৱে মাধৱদেৱক কৈছিল —

শুনিয়ো মাধৱ মোৰ থাকিবাৰ থান।
দশম কীৰ্ত্তন মোৰ মূৰ্ত্তিৰ সমান॥
ঘোষা নামে এক শাস্ত্ৰ তুমিয়ো লিখিবা।
ঘোষা ৰত্নাৱলী মাজে তুমিও থাকিবা॥

এই উপদেশ বাণীৰ মৰ্ম্মে 'চাৰিশাস্ত্ৰ' থাপনা কৰা হয়। প্ৰশ্ন আহে — শঙ্কৰদেৱৰ মূৰ্ত্তি হিচাবে এই কীৰ্ত্তনত দশম আৰু কীৰ্ত্তন থব লাগে।

ঘোষা, ৰত্নাৱলী কিয় থোৱা হয় ? উত্তৰ এয়ে যে "শঙ্কৰ মাধৱ প্ৰাণ বান্ধৱ" এই একাত্মা বোধৰ বাণী সাৰোগত কৰি এনে কৰা হয়। চাক্ষুষ দৃষ্টিত শঙ্কৰ মাধৱৰ পাৰ্থক্য থাকিলেও অন্তৰ্দৃষ্টিত অভেদাত্মা। আমিও এই কীৰ্ত্তন ভাগি অন্তৰ্দৃষ্টিত অনুষ্ঠিত কৰিছোঁহক। সেয়ে এই কল্পনা।

সিংহাসনৰ দক্ষিণে দশম, উত্তৰে কীৰ্ত্তন, পূবে ঘোষা আৰু ৰত্নাৱলী। পশ্চিম দিশেও থব লাগে। পিছে আসনৰ সমুখ ভাগত (পশ্চিমত) নিৰ্ম্মালি অৰ্চ্চনাকে ধৰি অন্যান্য বহুতো কামৰ বাবে স্থল ৰাখিব লগাৰ হেতুকে পশ্চিম ভাগত মনেৰে ৰাখি পূবতে দুয়োখন স্থাপন কৰা হয়। অৱশ্যে কওঁতে চাৰিওফালে স্থাপন কৰা হৈছে বুলিয়েই কোৱা হয়। ইয়াৰ পিছতে সিংহাসনৰ আগত এখন প্ৰসাদৰ শৰাই দিয়া হয়। সেয়া মাহৰ নহয়। সুদা আৰৈ চাউল ধুই ভক্তি ভাৱেৰে শৰাইত সজাই অৰ্পণা কৰিব লাগে। ইয়াক "লঠা প্ৰসাদৰ শৰাই" বুলি কোৱা হয়। এইখন শৰাই অতি আদৰৰ। ইয়াৰ বিশদ বিৱৰণ ৰাতিৰ সাংস্কৃতিক অনুষ্ঠানৰ কাৰ্য্যত তথা কীৰ্ত্তনৰ কাৰ্য্যক্ৰমত প্ৰকাশ পাব।

সেইদিনা পুৱাৰ পৰা 'থাপনি'ৰ কাৰ্য্যক্ৰম পালিত হলেও আচলতে কীৰ্ত্তন ঘৰত 'ঘাই বস্তু' স্থাপন কৰা, গুৰু আসনৰ চতুৰ্দ্দিশে 'চাৰি শাস্ত্ৰ' স্থাপন কৰাৰ কাৰণে ইয়াক 'থাপনি' বোলে। দশম আৰু কীৰ্ত্তনেৰে শংকৰদেৱ আৰু ঘোষা, ৰত্নাৱলীৰে মাধৱদেৱ সম্পূৰ্ণ কাৰণে "চাৰি শাস্ত্ৰ" থাপনা কৰে। এয়া সত্ৰীয়া বিশ্বাসৰ কথা।

'ঘাই বস্তু' থাপনা কৰাৰ পিছতে পুৱা নাম প্ৰসংগৰ—তৃতীয়টো কীৰ্ত্তন ঘোষাৰ তিনি ফাকি পদ যোৱাৰ পিছত তিউৱা 'থাপনি'ৰ প্ৰসাদ (মাটিমাহ) আৰু "শৰাই সজোৱা প্ৰসাদ" (মগুমাহ) টুকিব। লগতে তামোল, পাণ, কল, আদা আদি ধুই পখালি থ'ব। ইয়াত নাৰিকল নিদিয়ে। কলৰ ভিতৰত পুৰাকল আৰু মালভোগ কলহে দিয়ে। চাউলৰ ভিতৰত জহা চাউলৰ বাদে অন্য চাউল দিয়া নিষিদ্ধ। এই সময়ত পূৰ্ব্বোক্ত কামখিনি কৰিবৰ বাবে বাধ্যতামূলক নিয়ম আছে। সময় পাৰ হ'লে দোষ হয়। এইখিনি কাম ঘাই বস্তু, আৰু 'মহাপ্ৰভু' উলিয়াই হৰিধ্বনি কৰাৰ পিছত গায়ন বায়ন সকলে যেতিয়া হৰিধ্বনি কৰিব তেতিয়াই কৰা কাম। ইয়াৰ ব্যতিক্ৰম হ বলৈ দিয়া নহয়।

মহাপ্ৰভু থাপি হৰিধ্বনি কৰাৰ পিছতে লগে লগে গায়ন বায়ন জোৰাৰ হৰিধ্বনি হয়। হৰিধ্বনি দুজনে দুবাৰ দিয়ে। লগত কাল্লি বাজে।

দৰা অপৰিহাৰ্য্য। গায়ন বায়নৰ দুয়োটা দল থিয় হৈ থাকে। বায়নসকল উত্তৰ মুৰাহৈ আৰু গায়নসকল আসনৰ দিশে পুব মুৰা হৈ থাকে। হৰিধ্বনি শেষ হ'লে বায়নসকলে "তাওঁ তাওঁ তাধেই" বোল দিব। ইয়াত আগশাৰীত বৰ বায়ন উঠে আৰু গায়নৰ দলত বৰগায়ন উঠে। গায়নৰ ইয়াত পাতি-তাল ব্যৱহাৰ হয়।

**( ২—ঙ ) গায়ন বায়নৰ সাজ ঃ—** গায়ন বায়নৰ মূৰত 'পাগুৰি' বায়নৰ গাত 'চাপকন' ( বগা ) চোলা আৰু কাপোৰ। গায়নৰ গাত চেলং কাপোৰ আৰু কৰ্কালত বৰ গায়নৰ পাটৰ চুৰিয়া। বাকী পালি গায়নৰ কপাহী চুৰিয়া। বায়নৰ কৰ্কালত পাটৰ চুৰিয়া, বাকী সৰু বায়নৰ কপাহী চুৰিয়া। বৰ বায়নৰ ডিঙিত কাঠৰ মালা। বৰ গায়নৰো মালা থাকে। সৰু সকলৰ নাই। এইখিনি গায়ন বায়নৰ জোৰাতে 'চাপকন' চোলাৰ ব্যৱহাৰ হয়। এই সাজ পোচাক কীৰ্ত্তনৰ শেষৰ দিনালৈকে গায়ন বায়নৰ ব্যৱহাৰ হয়। ইয়াক থাপনিৰ "ঘাই পাল" বুলি কয়। এইখিনিৰ পৰাই গায়ন বায়নৰ জোৰা বৰ গাম্ভীৰ্য্যপূৰ্ণ হয়। বায়নৰ খোলৰ বোল খিনিও বেচ শ্ৰুতিমধুৰ।

বায়নে খোলৰ বোল আৰম্ভকৰি প্ৰথমতে "ৰাগৰেপনি" বাব। ইয়াত 'ভৰি মান' বা 'পদ ভঙ্গি' দিয়ে। এই পদভঙ্গি দৰ্শনীয়। গায়ন সকলৰ 'ভৰি মান' নাই। "ৰাগ ৰেপনি"ৰ মাজতে মুখ্য বায়ন দুজনমানে সত্ৰাধিকাৰৰ ওচৰলৈ যাব আৰু ভৰি মান দি নৃত্য কৰিব। সত্ৰাধিকাৰে অলপ খৰছা দি 'মান' ধৰিব। বায়ন কেইজনে ক্ৰমে বুঢ়া ভকত সকলৰ ওচৰত আৰু ভকত সকলৰ সৈতে দৰ্শক সকলৰ ওচৰতো ভৰিমান দিব আৰু তথানু-ক্ৰমে সকলোৱে খৰছাৰে সন্মান কৰিব। অৱশ্যে মান চোকৰ গুৰু মৃদং ধেমালিৰ পৰা আৰম্ভ কৰি কীৰ্ত্তনৰ শেষলৈকে এনেদৰে বায়ন সকলৰ সত্ৰা-ধিকাৰ প্ৰমুখ্যে ভকত সকলৰ ওচৰলৈ অহাটো নিয়ম আছে। কেৱল বায়নেই নহয়, নটুৱাও আহে। পূৰ্ব্বকালত নটুৱা সকলক শ্ৰীকৃষ্ণ আৰু ( মুখ্যজনক শ্ৰীকৃষ্ণ আৰু বাকীবোৰক গোপবালক হিচাবে ) গায়ন বায়ন সকলক স্বয়ং দেৱতা জ্ঞান কৰি দৰ্শক সকলে সেৱা জনাবৰ বাবে আহবান কৰিছিল। সেয়ে এতিয়া অভ্যাসত পৰিণত হৈ বিনা আহবানে আহে আৰু প্ৰাক্তন আদৰ্শানু-ক্ৰমে দৰ্শকসকলে সেৱা জনায়। আগতে উল্লেখ কৰা "ঝুমুৰা নৃত্য" আৰু "নাদুভঙ্গী" নৃত্যকাৰী সকলেও সত্ৰাধিকাৰ আৰু ভকত সকলৰ ওচৰত খৰছা গ্ৰহণ কৰিবহি। অনিবাৰ্য্য কাৰণবশতঃ আহিব নোৱাৰিলে সকলোৱে নৃত্যৰ শেষত গায়ন বায়ন তথা নৃত্যকাৰ সকলৰ উদ্দেশ্যে হাতত থকা খৰছাখিনি দৰাইত জমাদি সেৱা জনাই বিদায় লব। এয়া সত্ৰীয়া আদৰ্শ।

বায়নসকলে "ৰাগ ৰেপনি" শেষ কৰিলে মুখ্য গায়নজনে ৰাগ দিব। ইয়াত থিয় চাহিনি ঘোষা নাগায়। ৰাগ দুই প্ৰকাৰে আছে—এবিধ মেলা ৰাগ (অংকীয়া) আৰু এবিধ "বন্ধা ৰাগ"।

মেলা ৰাগ :— অংকীয়াখিনি

বন্ধা ৰাগ ঃ— অংকীয়া ৰাগৰ বাহিৰৰখিনি

মেলা ৰাগ বা অঙ্কীয়া ৰাগৰ সংখ্যা ঃ— ১। আশোৱাৰী ২। মল্লাৰ ৩। ধনশী ৪। গৌৰী ৫। সুহাই ৬। বসন্ত ৭। শ্ৰী ৮। কেদাৰ ৯। মাহুৰ ধনশী ১০। তুৰ বসন্ত ১১। কল্যাণ ১২। ভূপালি ১৩। অহিৰ ১৪। মাহুৰ ১৫। ভাটি-য়ালী ১৬। তুৰ ভাটিয়ালী ১৭। সিন্ধুৰা ১৮। বৰাড়ী ১৯। নাট ২০। বেলোৱাৰ ২১। শ্ৰীগান্ধাৰ ২২। কামোদ ২৩। শ্যাৰঙ্গ ২৪। শ্যামগড়া ২৫। নাট মল্লাৰ ২৬। কৌ ২৭। শ্যাম ২৮। ললিত ২৯। কানড়া ৩০। পূৰ্ব্বী ৩১। শ্ৰীগৌৰী আৰু ৩২। তুৰ। সৰ্ব্ব মুঠ অংকীয়া ৰাগ ৩২ টা মাত্ৰ পোৱা হৈছে।

বন্ধা ৰাগৰ সংখ্যা ৮০ (আশী) টা মান আছে। তাৰে ৪০ (চল্লিশ) টা ৰাগৰ নাম পোৱা হৈছে। বাকীবোৰ পাহৰণিৰ গৰ্ভত। বন্ধা ৰাগৰ সংখ্যা ৪০ (চল্লিশ) টা।

১। চালেঙ্গী ২। সুহাই ৩। পৰজ ৪। আৰহণা ৫। পাহাৰীয়া ৬। কেদ্ৰা ৭। আশোৱাৰী ৮। তুৰ ৯। বসন্ত ১০। মালশ্ৰী ১১। ধানশ্ৰী ১২। জয়শ্ৰী ১৩। এমত কল্যাণ ১৪। পূৰ্ব্বী ১৫। শ্ৰীগান্ধাৰ ১৬। শ্ৰী ১৭। চৰথ ১৮। ভাটিয়ালী ১৯। ভূপালী ২০। বৰাড়ী ২১। নৱনীত বৰাড়ি ২২। ৰামগিৰি ২৩। সৈ-সিন্ধুৰা ২৪। শাৰঙ্গ ২৫। অহিৰ ২৬। কামোদ ২৭। ব্যাহগড়া ২৮। মাহুৰ ২৯। কাফীৰ ৩০। গৌৰী ৩১। ভৈৰৱী ৩২। ৰাইচা ৩৩। মধ্যাৱলী ৩৪। পট্টমঞ্জৰী ৩৫। মল্লাৰ ৩৬। সৌভাগী ৩৭। মালগড়া ৩৮। সিন্ধুৰা ৩৯। খট ৪০। গান্ধাৰ। মুঠ— ৪০টা।

ইয়াৰ কিছুমান অপ্ৰচলিত হৈ আছে। ইয়াৰ ভিতৰৰ ২২ (বাইশ) টা মান ৰাগ চলোৱা হয়। পূৰ্ব্বোক্ত গায়ন বায়ন জোৰাৰ প্ৰয়োজন চালি নৃত্যৰ বাবে। চালি নৃত্যত পূৰ্ব্বোক্ত ৰাগসমূহৰ প্ৰয়োজন হয়। ইয়াত অঙ্কীয়া ৰাগ বা মেলা ৰাগৰ ব্যৱহাৰ নহয়। মুখ্য গায়নজনে ৰাগ দি শেষ কৰিলে বাকী ৩।৪ গৰাকী মান পালি গায়নেও ৰাগটোৰ মাজৰ পৰা পুনঃ ৰাগ টনাৰ নিয়ম আছে। অৱশ্যে এজন মুখ্য গায়নে ৰাগ দিলেও হয়। বোধহয় বাকী বিলাকৰ অভ্যাসৰ বাবেই এই ব্যৱস্থা কৰা হৈছে। "ৰাগ ৰেপনি"ৰ শেষত গায়নসকলে ৰাগ দিওঁতে বায়নসকল উত্তৰ মুৰা হৈ বহি থাকে। ৰাগ শেষ হলে

উঠিব আৰু "চালি নৃত্য' প্ৰৱেশ কৰাব। নাচনিয়াৰ ৩।৪ জন ল'ৰা গায়ন বায়নৰ মাজেদি সৰকি "আসন"লৈ সেৱা জনাই ওলাই আহে। বায়ন সকলৰ আগত নাচনিয়াৰ সকল থিয় দিলে তেতিয়া বায়নৰ দলটো দুভাগ হৈ দক্ষিণ আৰু উত্তৰ মুৱাকৈ মুখামুখি কৰি বহি লব। বৰ বায়নকেজন আগত হ'ব। "চালি নৃত্য"ৰ প্ৰৱেশ কৰাই বায়নে 'ৰামদানি' বাদ্য বজাব। নৃত্যৰ আগ খণ্ডক ৰামদানি বোলে। ইয়াত নেগেৰাও খোলৰ লগত বজায়।

(২-চ)—"চালি নৃত্য"ৰ সাজপাৰ :— চালি নাচৰ নটুৱাৰ সাজপাৰ গোপীৰ সাজ। মূৰৰ ওপৰত দীঘলীয়া (ম'ৰা চৰাইৰ জ,জ, টোৰ নিচিনাকৈ) খোপা বান্ধি ওৰোণাৰে ঢাকি মুখখন উলিয়াই ঠুঁটৰিৰ তলত কাপোৰখন সূতাৰে গাঁঠি মাৰি দিয়ে। খোপাটোৰ তল অংশৰ ওৰোণাটো গাঁঠি দিব। ডিঙিত সূতাৰে তৈয়াৰী মালা। গাত মখমলৰ ক'লা কাপোৰৰ হ.তচুটি চোলা। একা বেকাঁকৈ বাহুৰ ওপৰেদি ককাঁলত মেৰিয়াই অনা পটি। ককাঁলৰ পৰা ভৰিত পৰাকৈ বগা কাপোৰৰ লহঙা। তাৰ ওপৰত বনকৰা আঁচল বা দুকাষে দুখন ৰিহা। ইয়াক দুয়োটা টিপিনাৰ দুকাষে দিয়া হয়। তাৰ ওপৰত নিজৰ নাভি-দেশৰ পৰা তললৈ নমাই লহঙা আৰু ৰিহা দুচলা টানি বন্ধা এদাল কপাহী কাপোৰৰ ৰঙা ফুল বছা টঙালি। ভৰিত জুনুকা। হাতৰ মুঠিত আৰু বাহুৰ তলত চাৰিপাত বনকৰা বাজু। অৱশ্যে পূৰ্ব্বকালত চম্‌কিৰে সজা বাজু আছিল। আজিকালি কলিকতীয়া ধৰণৰ হৈছে। বুকুৰ দুকাষে স্তনৰ ব্যৱহাৰো কৰে। এইখিনিতে উল্লেখযোগ্য এয়ে যে আজিকালি চালি নাচৰ নটুৱাৰ ওৰোণা হালধীয়া বা ৰঙা কাপোৰৰ হৈছে। আগৰ দিনত শুদ্ধ বগা কাপোৰৰ ওৰোণা দিয়া হৈছিল। তদুপৰি ৰিহা বা আচল দুচলা আগৰ ক'লা মখমল কাপোৰত চমকি দি নিৰ্ম্মাণ কৰি লৈছিল। এতিয়া কাপোৰ একে ধৰণেই থাকিলেও চিত্ৰ বিচিত্ৰ ফুলবছা বনকৰা কাপোৰ ব্যৱহাৰ কৰিবলৈ লৈছে। চমুকৈ চালি নাচৰ সাজ পাৰ ইমানেই। চালি নাচৰ ভাগ দুটা। এটা ভাগক শুদ্ধ চালি নাচ আৰু আনটো ভাগক "ৰজাঘৰীয়া চালি নাচ" বুলি কোৱা হয়। শুদ্ধ চালি নাচ আঠখন আৰু ৰজাঘৰীয়া চালি নাচ ৪ খন— মুঠ ১২ খন। ইয়াৰ বাদেও এই পৰ্য্যন্ত ৰজাঘৰীয়া চালি নাচৰ আহিত (ঠাৰ্চত) আশীটা বন্ধা ৰাগৰ ভিতৰৰ বহুতো ৰাগৰ ছাঁ লৈ বৰগীত বা অঙ্কীয়া নাটৰ গীতত সুৰ বান্ধি চালি নাচৰ সৃষ্টি কৰা হৈছে। আজিৰ পৰা প্ৰায় এশ বছৰৰ আগতে আৰু মাজ ভাগতো কমলাবাৰী সত্ৰৰ বিশিষ্ট সঙ্গীতজ্ঞ ভকতৰ দ্বাৰা শ্ৰুতিমধুৰ ৰাগৰ সুৰ বৰগীত বা অঙ্কীয়া গীতত সংযোগ কৰি চালি নাচৰ সৃষ্টি কৰিছিল। ই জনশ্ৰুতি নহয়। সেইবাবেই ৰজাঘৰীয়া চালি নাচৰ আৱিৰ্ভাৱ। পূৰ্ব্বকালত ৰাজাঘৰত প্ৰদৰ্শনৰ কাৰণে খনচেৰেক

নাচ প্ৰস্তুত কৰি লোৱা হৈছিল বাবে ইয়াৰ নাম "ৰাজাঘৰীয়া চালি নাচ"। এই চালি নাচত বায়ন উঠি নেগেৰাত বোল দি নাচ দেখুৱাই ৰজাক আমোদ দিয়াৰ বাবে কমলাবাৰী সত্ৰৰ এগৰাকী বিখ্যাত সঙ্গীতজ্ঞ ৺ৰাপি ৰাম ওজা আতৈক (কন্দৰ্পেশ্বৰ সিংহ ৰজাই) এখন প্ৰশংসা পত্ৰ, এদাল কুহুমফুলীয়া পাগুৰি আৰু ২।১ পদ বিশেষ বস্তু দি তেখেতক সন্মান কৰিছিল। আমি নিজে কৰপৰা অৱস্থাতে নতুন কমলাবাৰী সত্ৰৰ চাৰিগৰাকী বিখ্যাত সঙ্গীতজ্ঞ পুৰুষে তিনিখন তালত, তিনিটা ৰাগত, তিনিটা গীত বান্ধি বাজনাৰ সৃষ্টি কৰিছিল। গীত, ৰাগ, তালখিনি যথাক্ৰমে:—

১। ৰূপক আৰু ৰূপ গঞ্জল তালত, ভূপালী ৰাগত গীত—

"সুন্দৰী ধৰি হৰি চৰণে বিনাৱে"

গীতত সুৰ সংযোজক—শ্ৰীযুত কমল চন্দ্ৰ গায়ন বুঢ়াভকত

বাজনা সংযোজক —শ্ৰীযুত কমল চন্দ্ৰ নেওগ বায়ন আতৈ

২। একতালি, ৰক্ততাল আৰু পৰিতাল মিশ্ৰিত তালত এমত কল্যাণ ৰাগত গীত— "প্ৰিয়াকেৰি কাহিনী শুনিয়ে মুৰাৰি"

গীতত সুৰ সংযোজক— ৺খগেশ্বৰ গায়ন আতৈ

বাজনা সংযোজক — ৺পৰমানন্দ বায়ন আতৈ

৩। বৰ বিষম তালত, কেন্দ্ৰা ৰাগত গীত—

"হৰি বিনে ৰমণী দেখত আন্ধিয়াৰী"

গীতত সুৰ সংযোগ কৰ্ত্তা — শ্ৰীযুত কমল চন্দ্ৰ গায়ন বুঢ়াভকত

বাজনা সংযোগ কৰ্ত্তা— শ্ৰীযুত কমল চন্দ্ৰ নেওগ বায়ন

এইখিনি চালি নাচত ব্যৱহাৰ কৰা হয়। অৱশ্যে ইয়াক ৰজাঘৰীয়া চালি নাচতহে অন্তৰ্ভুক্ত কৰা হৈছে। ইয়াৰ উপৰিও এৰা সবৰ আগত বিজ্ঞ গায়ক বায়কসকলে বহুতো তাল আৰু ৰাগত বাজনা নিৰ্ম্মাণ কৰি বৰগীত বা অঙ্কীয়া গীতত সুৰ সংযোগ কৰি চালি নাচক চহকী কৰি গৈছে। ইয়াৰ অভিলেখ বহুতো আছে। বিস্তৰৰ ভয়ত লিখা নহ'ল। গীতত ৰাগৰ পৰা সুৰ উলিয়াই বান্ধি তাত বাজনাবোৰ তালমতে সংযোগ কৰি চালি নাচ ঠিক কৰা হয়। ই বৰ সহজ, সাধাৰণ কথা নহয়, লাগিব বিশেষ জ্ঞান, বিবেক; তদভাবে নহয়। চালি নাচ নিৰ্ম্মাণ কৰিব পৰা আৰু বহুতো সমল আছে। যিহেতু ৮০টা বন্ধা ৰাগ বিদ্যমান। এইখিনি অৱশ্যে ৮ খন মূল চালি নাচৰ লগত সমান কৰা নহয়। উক্ত ৮ খন সদায় শ্ৰেষ্ঠ স্থানত আছে।

## (২-ছ) (শুদ্ধ) চালি নাচ আৰু ৰজাঘৰীয়া চালি নাচৰ পাৰ্থক্য :—

শুদ্ধ চালি নাচ আৰু ৰজাঘৰীয়া চালি নাচৰ পোছাক পৰিচ্ছদ একেই। আমি আগতে কৈ আহিছোঁ যে চালি নাচ ৮ খন আৰু ৰজাঘৰীয়া চালিনাচ ৪ খন। তদুপৰি ৰজাৰ ঘৰত আকৰ্ষণীয় পৰ্য্যায়ত প্ৰদৰ্শন কৰিবৰ বাবে ইয়াক ঠিক কৰি লোৱাৰ কাৰণেও ইয়াক "ৰজাঘৰীয়া চালি নাচ" হিচাবে প্ৰখ্যাত বুলিও কোৱা হৈছে। পাৰ্থক্য এয়ে যে (শুদ্ধ) চালি নাচত গীত ধৰোঁতে বাদ্যখিনি গীতৰ মাজৰ পৰা তালৰ হিচাব ধৰি বজোৱা হয়; কিন্তু ৰজাঘৰীয়া চালি নাচত গীতৰ নাচৰ আৰম্ভৰে পৰা গীত, বাজনা, নাচ একেলগে চলি থাকে। ইয়াত অলপো জিৰণি নাই। গীত, বাজনা, নাচ একেলগে শেষ হয়। চালি নাচৰ গীতত ঘাত পৰাৰ লগে লগে নাচ ধৰে। গীতৰ গামানত নটুৱাই নানাচে। মাত্ৰ হাত দি ভৰিৰে তাল ৰাখি থাকে। কিন্তু ৰজাঘৰীয়া নাচৰ গামানতো নাচ চলি থাকে। চালি নাচৰ বোল আৰু ৰজাঘৰীয়া চালি নাচৰ বোল অলপ পৃথক্। চালি নাচৰ বোল-ধেই, দাওঁ, খিত আদি। কিন্তু ৰজাঘৰীয়া নাচৰ বোল-"ঘেদি, তিন, দাং" ইত্যাদি। মৃদঙ্গেৰেও ইয়াক বজোৱা হয়। কাৰণ ইয়াত মৃদঙ্গীয়া বোলৰ মিশ্ৰণ আছে। ৰজাঘৰীয়া নাচৰ গীত বন্ধা ৰাগত গোৱা হয়।

ৰজাঘৰীয়া চালি নাচৰ ৰামদানি চাৰিখন। কেইবাখনো তালত ইয়াক গোৱা হয়। তাল সমূহ হ'ল ক্ৰমে —

১। ব্ৰহ্মতাল
২। ৰূপক
৩। ৰূপগঞ্জন
৪। বৰবিষম
৫। সৰুবিষম
৬। চাৰিখনিয়া
৭। দুখনিয়া
৮। যতি
৯। চুটা

শুদ্ধ চালি নাচৰ তাল মাত্ৰ দুখন। একতালি আৰু পৰিতাল। যিবোৰ অঙ্কীয়া গীত আৰু বৰগীতত গোপী সমূহৰ কাৰ্য্য আৰু ভাবানুভূতিৰ প্ৰকাশ আছে; সেইবোৰ (চালিনাচত) গীতকে নাচত ব্যৱহাৰ কৰা হয়। আগতে কোৱা হৈছে যে নাচৰ ভাগ তিনিটা যেনে ৰামদানি, গীতৰ নাচ আৰু মেলা নাচ। ৰাগ ৰেপনিৰে সৈতে (নৃত্যৰ আগ খণ্ড) মুঠ ভাগ চাৰিটা।

ৰাগ ৰেপনি অৱশ্যে নাচৰ ভাগত নপৰে। ইয়াক ৰাগৰ আৰম্ভণি বুলিও কব পাৰি। ৰাগৰ আগখণ্ডক 'ৰাগ ৰেপনি', গীতৰ আগখণ্ডক "ৰামদানি" গীত খণ্ডক "গীতৰ নাচ" আৰু গীত শেষ হ'লে পিচ খণ্ডক "মেলা নাচ" বুলি কয়। মেলা নাচতে নাচ শেষ হয়।

চালি নাচত গোৱা গীত আৰু ৰাগসমূহ এনেদৰে:—

১। হৰিকো আণ্ড ৰাধা আজুৰি জুৰি মাগে (ৰাম গিৰি ৰাগ)
২। হৰি হৰি কিনা ভেলি ৰাজকুমাৰী — পৰজ
৩। প্ৰিয়া কেৰি কাহিনী শুনিয়ে মুৰাৰি — এমৎ কল্যাণ
৪। হৰিপদ পেখয়ে নপাৱলি মাই — বৰাৰি আৰু নবনীত বৰাৰি
৫। মাধৱ ৰঙ্গ মনাই — ধানশ্ৰী
৬। প্ৰিয়াকেৰি কাহিনী শুনিয়ে মুৰাৰি — বসন্ত
৭। শ্যাম মুকুতি পীত অম্বৰ লাসা — চৰথ
৮। সকল নিগম তেৰি — চালেঙ্গী
৯। প্ৰিয়া কেৰি কাহিনী — শ্ৰীগান্ধাৰ
১০। হৰিপদ পেখয়ে — সুহাই
১১। যশোমতী পেখিতে নয়ন জুৰাই — ভূপালী
১২। ব্ৰজ মঙ্গল ৰস — — আশোৱাৰী, শ্ৰী,আৰহণা
১৩। কৃষ্ণক চৰণে কৰিয়ে বিদায় — — আশোৱাৰী

এই গোটেইখিনি এতানি আৰু পৰিচালনত গোৱা হয়। একোটা গীততে দুই তিনটা ৰাগ বন্ধা থাকে। ইচ্ছানুযায়ী গাব পাৰে। এইখিনিক শুদ্ধ চালি নাচ বুলি কয়। বৰ্জাঘৰীয়া চালি নাচৰ গীত আৰু ৰাগ সমূহ দেখুউৱা হ'ল —

| ৰাগ | গীত | তাল |
|---|---|---|
| ১। শাৰঙ্গ - | চিন্তিত গোপিনী পেখিয়ে নৈৰাশা - | চুটা |
| ২। ভাটিয়ালী - | এ সখী চলহু বহুৰি গৌৰী — | ব্ৰহ্মতাল |
| ৩। পূৰ্ব্বী<br>৪। পাহৰীয়া | হৰিপদ পেখয়ে নপাৱলি মাই — | সৰুবিষম |
| ৫। ভুপালী- | সুন্দৰী হৰি হৰি-- | ৰূপক, ৰূপগঞ্জল |

| | | | |
|---|---|---|---|
| ৬। মালশ্ৰী<br>৭। জয়শ্ৰী<br>৮। গান্ধাৰ | দেখু জগত গুৰু কানু আৱত | | ৰূপক<br>ৰূপগঞ্জল<br>চাৰিখনীয়া |

৯। কেদ্ৰা— হৰি বিনে ৰমণী দেখত আন্ধিয়াৰী—বৰ বিষম

১০। মালশ্ৰী— ওৰে সখী, পেখু পেখুৰে —যতি তাল

১১। শ্ৰী— গোৱাৰিণী কৈচন কলঙ্ক হামাৰি — চাৰিখনীয়া

ইয়াৰ উপৰিও দুখনীয়া তালত ৰজাঘৰীয়া চালি নাচৰ গীত আছে। কিন্তু সি প্ৰাহৰণিৰ গৰ্ভত পৰিছে। ইমানেই চালি নাচ আৰু ৰজাঘৰীয়া চালি নাচৰ গীত, ৰাগ আৰু তালৰ সংখ্যা।

## (২—জ) চালি নাচৰ অৰ্থ আৰু পাৰমাৰ্থিক বিচাৰ :—

'চালি নাচ'ৰ সাজ পাৰ আৰু লক্ষণসমহ পূৰ্ব্বতে বৰ্ণনা কৰা হৈছে। ইয়াক মৈৰা চৰাইৰ লগত তুলনা কৰিব পাৰি। মূৰত জ'টো থকাৰ কাৰণে আৰু ককালত লহঙাৰে সৈতে পাক দিলে ঠিক মৈৰা চৰাইয়ে চালি ধৰাৰ নিচিনা দেখা যায়। সেই বাবেই বোধহয় ইয়াৰ নাম "চালি নাচ"। কীৰ্ত্তনৰ হৰ-মোহন অধ্যায়ত আছে —"পিন্ধি শাৰী খোপটা জালি, যেন মৈৰা কৰে চালি" ইত্যাদি। গোপৰূপী শ্ৰীকৃষ্ণই বৃন্দাবনত গৰু চৰাওঁতে এই চালি নাচ দিছিল বুলি সন্ত সাধুৱে কয়। তদুপৰি নাৰদমুনি বৈকুণ্ঠলৈ যাওঁতে ছালিক্য নৃত্য প্ৰদৰ্শন কৰিছিল হেনো। এই ছালিক্যই বোধহয় এই চালি নাচৰ সংজ্ঞা। হৰিবংশ পুৰাণত ছালিক্যৰ বৰ্ণনা আছে। এই সম্বন্ধে "সঙ্গীত ৰত্নাকৰ" নামৰ এখন সঙ্গীত গ্ৰন্থত এটি শ্লোক পোৱা যায় যেনে —

কোমলং সবিলাসং চ মধুৰংতাল লাস্যযুক্ ॥
নাতিদ্ৰুতং নাতি মন্দং ত্যশ্ৰতা প্ৰচুৰং তথা।
পাদোৰুকটি বাহুনাং যৌগপদ্যেন চালনম্ ॥

মহাপুৰুষ মাধৱদেৱৰ দ্বাৰা ৰচিত "ৰাজসূয়" শাস্ত্ৰত চালি নাচৰ এটি আদৰ্শ পোৱা গৈছে।

বদন মণ্ডল পূৰ্ণ চন্দ্ৰৰ উদয়।
প্ৰফুল্ল পঙ্কজ যেন নয়ন দুতয় ॥
মকৰ কুণ্ডলে গণ্ড প্ৰকাশে প্ৰচুৰ।
চালি কৰি নাচে যেন দুগোটা ময়ূৰ ॥

ৰাজসূয়/১৭৭ পদ

নাম ঘোষাৰ "শ্ৰীমুকুন্দৰ নাম গুণ, কীৰ্ত্তন প্ৰকাশে যি দিশিত সি দিশক প্ৰতি নমস্কাৰ যিটো কৰে। চিদানন্দ ঘন স্বৰূপত ঈশ্বৰ কৃষ্ণত নিত্যাগত পৰম আনন্দ কৰে সিটো সাধুনৰে'। এয়ে চালি নৃত্যৰ ভেটি বুলি কব পাৰি। আকাশত নতুন মেঘ উঠিলে মৈৰা চৰাইবোৰে চালি ধৰি উঠে। মৈৰা চৰাইৰ মেঘৰ লগত বন্ধুতা আছে। ভক্ত আৰু ভগৱন্তৰো তেনেদৰে। ভক্ত সকলে ভগৱন্তৰ গুণ গান কৰোঁতে ভগৱন্তই বৈকুণ্ঠ ত্যাগ কৰি ভক্তৰ আকুল আহবানত সেই স্থলত উপগত হলে ভক্ত সকল ভক্তি ভাৱত মত্ত অথবা গদ্‌গদ্ হয়। ভক্তক মৈৰা চৰাইৰ লগত আৰু ভগৱন্তক মেঘৰ লগত তুলনা কৰিছে। মেঘ ৰূপ ভগৱন্তৰ আগমন সূচনাত মৈৰা ৰূপ ভক্তই আনন্দত চালি ধৰি উঠে। তথা মৈৰা ৰূপ ভক্তৰ আকুল আহবান কৰণ ৰূপ নৃত্য গীতত ভগৱন্তৰ সমাগম হয়।

থাপনিৰ দিনা চালি নাচৰ আগতে যি "থাই বস্তু" কীৰ্ত্তন ঘৰলৈ আনীত হয়, সেয়া মেঘ ৰূপ তথা ভগৱন্তৰ ৰূপ কল্পনা। "থাই বস্তু" স্থাপন কৰণৰ ঠিক পিছতে চালি নাচ আৰম্ভ হয়। সেয়া মৈৰাৰূপ ভক্তই ( ভগৱন্তৰ আগমনত ) আনন্দত চালি ধৰি ভক্তিত গদগদ হয়। মেঘ আৰু মৈৰা ভক্ত আৰু ভগৱন্তৰ কল্পনাৰ ৰহস্যৰেই এই চালি নৃত্য।

মহাপুৰুষ মাধৱদেৱে বৰপেটা সত্ৰত এই চালি নাচৰ সৃষ্টি কৰিছিল। এসময়ত বৰপেটা সত্ৰত মাধৱদেৱে বৰ্গীয়াল গৃহ নিৰ্ম্মাণ কৰি জন আকৰ্ষণৰ বাবে নাচ নৃত্য গীত বাদ্যাদি প্ৰদৰ্শন কৰিছিল। মানুহে তেতিয়া বৰ্গীয়াল গৃহক সোণৰূপৰ ঘৰ বুলি ভাবিছিল। গীত, বাদ্য, নৃত্যক স্বৰ্গীয় বস্তু বুলি অনুভৱ কৰি গৈলে ধাবিত হৈছিল। চৰিত পুথিমতে সেই সময়ত মাধৱদেৱৰ জয় জয় ময় ময় অৱস্থা। এই সংবাদ ৰাজদৰবাৰত প্ৰতিধ্বনিত হ'ল। সুৱানন্দ নামৰ এজন বিশেষ ৰাজ কটকীক পঠাই দিয়া হ'ল। ৰাজ বিষয়াৰ সন্মানাৰ্থে এই চালিনৃত্য প্ৰদৰ্শন কৰা হৈছিল। কিন্তু তালেই কাল হ'ল। ৰাজাজ্ঞামতে মাধৱদেৱ বন্দি হ'ল। সেই সময়তে এই নাচৰ নিৰ্ম্মাণ হোৱা বুলি চৰিত পুথি সমূহে ইঙ্গিত দিছে।

চালি নাচ শেষ হলে সকলোৱে সেৱা জনাই বিদায় লয়। শুদ্ধ চালি নাচৰ গীত গোৱা আৰম্ভ কৰিলে এজন মুখ্য নাচনিয়াৰ ল'ৰা উঠি আহি প্ৰথমে সত্ৰাধিকাৰ, দ্বিতীয়ত বুঢ়া ভকত, তৃতীয়ত বাকী ভকতসকল সমন্বিতে অন্যান্য দৰ্শক সকলৰ পৰা পইছা দান গ্ৰহণ কৰে। ৰজা ঘৰীয়া চালি নাচত একেবাৰে মেলা নাচৰ শেষতহে পইছা গ্ৰহণ কৰিব পাৰে। কাৰণ এই নাচ আগৰ পৰা অৰ্থাৎ ৰামদানিৰ পৰা আৰম্ভ কৰি গীতৰ

নাচ মেলা নাচলৈকে চলে বাবে মাজত আহিব নোৱাৰে। চালি নাচত পাৰে। তাত গীত আৰম্ভ কৰোঁতে নাচনিয়াৰ সকল বহি থাকে। ঘাত পৰিলেহে নাচে।

চালি নাচ শেষ হলে "ঘোষা কীৰ্ত্তন" কৰে। ১০।১২ জন শিল্পীয়ে ভোৰ তাল আৰু বৰ তাল লৈ নাচি নাচি এই অনুষ্ঠান প্ৰদৰ্শন কৰে। ইয়াত কীৰ্ত্তন ঘোষা আৰু নাম ঘোষাৰ পদ দিয়ে। প্ৰায় ২।৩ ঘণ্টা মান সময় লাগে। অনুষ্ঠানটো সাত্বিক ধৰণৰ। ইয়াত মুখ্য কীৰ্ত্তনীয়া ওজা এজন থাকে। তেওঁ দক্ষিণফালে আৰু বাকীসকল ধনুভিৰিয়া হৈ আসনলৈ সমুখ কৰি থিয় হৈ অনুষ্ঠান কৰে। কীৰ্ত্তনৰ ওজাজনে কেতিয়া ক'ৰ পৰা পদ বা ঘোষা ধৰিব তাৰ মূল নিৰ্ণয় কৰা টান। ই বৰ টান বিদ্যা। ইয়াক শিকোতাৰ সংখ্যাও নিচেই নগণ্য। শ্ৰোতাৰ সংখ্যাও কম। সন্ধ্যাৰ লগে লগে সেইদিনা এই অনুষ্ঠান প্ৰায় শেষ হয়।

(২ – ঝ) ৰাম ধেমালি :— ঘোষা কীৰ্ত্তনৰ শেষত সত্ৰীয়া ববাই (হাতী মতা) গায়ন বায়ন সকলক পাগুৰি মাৰিবলৈ নিৰ্দ্দেশ দিব। গায়ন বায়নসকলে (ইয়াত বৃদ্ধ ভকতসকলে যোগদান কৰে ) দুবাৰ হৰিধ্বনি কৰে। গায়ন সকল ঠিয় হৈ আৰু বায়নসকল উত্তৰ মুৱাকৈ বহি লয়। এইটো "ৰাম ধেমালি" অনুষ্ঠান। ৰাম ধেমালিৰ বহিচাহিনি এখন। বহিবাদ্য বজাই বাবে ইয়াক "বহি চাহিনি" বোলে। ৰাম ধেমালিৰ বহিচাহিনি শেষ হ'লে "থিয় চাহিনি" আৰম্ভ হয়। থিয় হৈ বজাই কাৰণে ইয়াক "থিয় চাহিনি" বোলে। গায়ন সকলে তেতিয়া "থিয় চাহিনি ঘোষা" গাব।

"থিয় চাহিনি ঘোষা"

জগন্নাথ অনাথক থাপিয়ো চৰণে ।
তোমাক বান্ধৱ মানি পশিলো শৰণে।

পদ দিব :— গাই নতু দুহিবাৰ সময় হোৱন্তে গৈয়া
দামুৰিক মেলন্ত মুৰাৰি।
নেমেল নেমেল বুলি আমি সবে মাতো যেবে
অধিক হাসন্ত বিশ্বপাৰি ॥

(ইত্যাদি)

পদ দীঘলাই দিব পাৰে। গায়ন সকলৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰিব। থিয় চাহিনি শেষ হলে "ৰাম ধেমালি" আৰম্ভ কৰে। ইয়াত ৯টা সঞ্চাৰ। ই বৰ অনুপম আৰু গাম্ভীৰ্য্যপূৰ্ণ। গায়ন বায়নসকলে "পানী গকৰা" দিয়ে। ধেমালিৰ মাজতে ২।৩ গৰাকীমান মুখ্য বায়ন ওলাই আহি সত্ৰাধিকাৰ প্ৰমুখ্যে দৰ্শক সকলৰ পৰা প্ৰণামি অৰিহণা গ্ৰহণ কৰে। ইয়াত

বায়নসকলে বচা বচা ভৰিমান দিয়ে। ধেমালি শেষ হ'লে বৰ বায়নে "গুৰুঘাত" মৰাৰ পিছত বৰ দুহৰীয়া বায়ন সকলে "লনা ঘাত" মাৰে। "লনাঘাট"ৰ পিছতে গায়নসকলে "সিন্ধুৰা" ৰাগ দি "আৱত এ কানু সুৰভী চৰাই। ৰঞ্জিত ধেনু ৰেণু বেণু বজাই" এই গীতটো সম্পূৰ্ণে গাব। বায়ন সকলে মাজে মাজে ঘাটিব। গীত শেষ হ'লে "বৰ প্ৰবেশ নৃত্য" আৰম্ভ হয়। ইয়াত "অগ্নিগড়" লগায়। কীৰ্ত্তন ঘৰৰ শেষৰ কোঠালিত "অগ্নিগড়" থাপনা কৰে। দুফালে দুটা খুটা থকা ধনু আকৃতিৰ কাঠেৰে নিৰ্ম্মিত এই "অগ্নিগড়"ৰ কাঠচলাত ৰন্ধ্ৰ (ফুটা) থাকে। বাঁহৰ সৰু শাৰিত মৰাপাট বা পৱিত্ৰ কাপোৰ মেৰিয়াই মিঠাতেলত বা ঘিউত তিয়াই উক্ত ৰন্ধ্ৰবোৰত ভৰাই দিব আৰু জুই লগাব। "অগ্নিগড়"ত ৯ ডাল বা ১২ ডাল শলিতা থাকিব লাগে। তাতকৈ বেছিও থাকিব পাৰে; কিন্তু কম হ'ব নোৱাৰে। উক্ত 'অগ্নিগড়' সম্বন্ধে কেইটিমান পাৰমাৰ্থিক বিশ্লেষণ পোৱা হৈছে। নিম্নস্থানত উদ্ধৃত কৰা হ'ল।

অগ্নি ঃ— জুই

গড় ঃ— ওখ ভেটি, বেষ্টনি বা ঘেৰাও।

এতিয়া প্ৰকৃত অৰ্থ ঃ— "অগ্নিগড়" মানে অগ্নিৰ ওখ ভেটি বা বেষ্টনি। "চিহ্নযাত্ৰা" প্ৰসঙ্গত গুৰু চৰিতত ৰামচৰণ ঠাকুৰে লিখিছে—

কুটিলা জোৰাক তাক কোঙ্গাৰা কৰিল।
কানিৰ আঁৰিয়া লগাই অগ্নি গেৰা দিল। ১৪৯৩ পদ

এই "অগ্নি গেৰাই" হ'ল "অগ্নিগড়"। শঙ্কৰদেৱে "অগ্নিগ'ড়ৰ ব্যৱস্থা কিয় কৰিব লগা হৈছিল, সেয়া ভাবিলে আচৰিত হ'ব লাগে। "অগ্নিগড়"ৰ ক্ষেত্ৰত এফালে আছে পোহৰৰ ব্যৱস্থা আনফালে আছে পাৰমাৰ্থিক বিচাৰ। আজিকালি বিজুলী চাকি বা মেণ্টেল লাইটৰ ব্যৱস্থা থকা সত্বেও 'অগ্নিগড়" আৰু 'আঁৰিয়া' জ্বলোৱাৰ প্ৰয়োজন দেখা নাযায়। আগৰ কালত এইবোৰ ব্যৱস্থা নথকাত পোহৰৰ বাবে এনে শক্তিশালী ব্যৱস্থা লব লগা হৈছিল। এনে পৰিস্থিতিত "অগ্নিগড়" কেৱল পোহৰৰ বাবেই শঙ্কৰদেৱে ব্যৱস্থা কৰাটো অমূলক। মুখ্য ভাৱে তাত্বিক বিচাৰ আৰু গৌণ ভাবে পোহৰৰ ব্যৱস্থা বুলি কোৱাটোত সবল যুক্তি আছে।

একাদশ স্কন্ধ ভাগৱতত সূৰ্য্য, চন্দ্ৰ আৰু অগ্নি মণ্ডলৰ মধ্যত থকা বৈৰাজ পুৰুষক ধ্যান কৰিব লগা কথা প্ৰকাশ কৰিছে। ভগৱন্ত বস্তুক লাভ কৰিবলৈ হলে অগ্নি মণ্ডল ৰূপ "অগ্নিগড়"ৰ যোগেদি লাভ কৰা সহজ বুলি ইয়াকে সূচাইছে। জৰাসন্ধ বানাসুৰ আৰু নৰকাসুৰৰ ৰাজধানীৰ চতুস্পাশে "অগ্নিগড়" আছিল। শ্ৰীকৃষ্ণই এওঁলোকৰ ৰাজধানী প্ৰবেশ কৰাৰ পুৰ্ব্বতে

অগ্নিগড় ভেদ কৰিহে এওঁলোকক বধ কৰিব পাৰিছিল। তেনেদৰে নৱবিধ ভক্তি বা দ্বাদশ স্কন্ধ ভাগৱতৰ প্ৰতীক 'অগ্নিগড়' ভেদ কৰি বা আশ্ৰয় কৰিহে ভগৱন্তক পাব পাৰি বা জৰাসন্ধাদি বৈৰী ৰূপ মহাপাপ খণ্ডন কৰি বিষ্ণু সান্নিধ্য লাভ কৰিব পাৰি। এয়ে ইয়াৰ সূচনা।

'অগ্নিগড'ৰ লক্ষণ আগতে প্ৰকাশ কৰা হৈছে। ইয়াত ৯ ডাল বা ১২ ডাল শলিতাৰ প্ৰয়োজন। ৯ ডাল শলিতা নৱবিধ ভক্তিৰ প্ৰতীক বা ১২ ডাল শলিতাত দ্বাদশাদিত্য বা দ্বাদশ স্কন্ধ ভাগৱতে আত্ম প্ৰকাশ কৰিছে।

আঁৰিয়া ঃ—'ধেমালি' আৰম্ভৰ লগে লগে দুজন লোকে নটুৱাৰ সাজ পিন্ধি গায়ন বায়নৰ জোৰাৰ আগত পদ সঞ্চালন কৰি ঠেঙ ঠমক ধৰি থাকে বাদ্যৰ লগত সঙ্গতি ৰক্ষা কৰি। দুডাল গাঁঠী থকা বাঁহৰ চুঙাত তেল ভৰাই ওপৰত শকত শলিতা দি জুই জ্বলোৱা হয়। ই পোহৰৰ ব্যৱস্থা কৰে যদিও আঁৰিয়া দুডাল নৱবিধ ভক্তিৰ মাজৰ পৰা শ্ৰৱণ কীৰ্ত্তন সাৰ মানি লোৱাকে বুজাইছে। চৰিত পুথিতো 'চিহ্ন যাত্ৰা' কালত আঁৰিয়াৰ কথা বৰ্ণনা আছে।

ম'তা ঃ— "চিহ্ন যাত্ৰা" কালত ভাৱৰীয়া প্ৰবেশৰ বেলিকা বেছি উজ্বল হবৰ কাৰণে লগোৱা এবিধ আঁৰিয়াৰ দৰে খণ্ড শলিতা। এই ব্যৱস্থাই গুৰুৰ দ্বাৰা ভক্তি প্ৰদীপ দান কৰা সূচাইছে। 'চিহ্ন যাত্ৰা'ত আঁৰ কাপোৰ টনা হৈছিল। ভাৱৰীয়া প্ৰবেশৰ আগে আগে দুজন পুৰুষে এখন কাপোৰ দীঘলীয়াকৈ টানি ধৰে। গুৰু চৰিত্ৰত আছে :—

বিচিত্ৰ পামৰি বস্ত্ৰে আঁৰ কৰি ধৰি।
প্ৰথমে প্ৰবেশ দিলা শঙ্কৰ শ্ৰীহৰি।

এই "আঁৰ কাপোৰ" মায়াৰ আৱৰণ। এই মায়াৰ আৱৰণ ভেদ কৰি জীৱই নৱবিধ ভক্তিৰ মাজৰ পৰা শ্ৰৱণ আৰু কীৰ্ত্তনৰ মাধ্যমেদি গুৰু প্ৰদত্ত জ্ঞানৰ সাৰথ্যেৰে এক শৰণ নিষ্ঠ হৈ বিষ্ণু সান্নিধ্য লাভ কৰাত সুগম হৈ উঠে।

(২-ঞ) **বৰ প্ৰবেশ নাচ :**— অগ্নিগড় থাপি তাৰ শলিতাবোৰত অগ্নি জ্বলোৱাৰ লগে লগে "বৰ প্ৰবেশ"ৰ নটুৱাসকল তাৰ তলত উপস্থিত হয়হি। নটুৱাৰ সংখ্যা ১২ জনেই সীমা। তাতকৈ বেছিও হ'ব পাৰে, কম হ'ব নোৱাৰে। ইয়াত পঁচিশ-ত্ৰিশজন নটুৱাও ওলায়। শ্ৰীকৃষ্ণই গোপ বালকৰ সৈতে বৃন্দাবনৰ পৰা গধূলি গোকুললৈ ঘূৰি আহোঁতে এই নৃত্য কৰিছিল। নটুৱা

সকলৰ শীৰ্ষস্থানত এজন কৃষ্ণৰ সাজ-পাৰ কৰা বালক থাকে। এই নৃত্য 'থাপনি'ৰ দিনা ৰাতি 'ৰাম ধেমালি'ৰ পিছত প্ৰদৰ্শন কৰাৰ বাদে সত্ৰৰ অন্য সাংস্কৃতিক অনুষ্ঠান কাৰ্য্যত আৰু সত্ৰৰ বাহিৰৰ কোনো অনুষ্ঠানতে প্ৰদৰ্শন কৰা নহয়। "ৰাম ধেমালি' ও তদনুৰূপে প্ৰদৰ্শন কৰা নহয়। এই গোটেই অনুষ্ঠানটো বৰ গম্ভীৰ তথা ৰহস্যপূৰ্ণ অনুষ্ঠান বাবে সত্ৰৰ চাৰিবেৰৰ মাজতে সীমাবদ্ধ। ইয়াক সত্ৰৰ লোকে বাহিৰত প্ৰদৰ্শন কৰিলে দণ্ড জৰিমনা ভৰাৰ বিধান আছে। সেইবাবে সত্ৰীয়া শিল্পী সকলে ইয়াক বৰ শ্ৰদ্ধাৰ চকুৰে চায় আৰু ইয়াক প্ৰদৰ্শন কৰিবলৈ ভয় কৰে। এই অনুষ্ঠান ইমান ৰহস্যপূৰ্ণ তথা শ্ৰদ্ধাৰ বস্তু যে 'ৰাম ধেমালি'ৰ পিছত 'সিন্ধুৰা' ৰাগ দিয়াৰ লগে লগে "বৰ বায়ন' 'দুজনে 'চাপকন' চোলা খুলি গাত স্নাগৰি কতিয়াকৈ পবিত্ৰ বস্ত্ৰ লৈ তাত উপস্থিত হয়হি। এই নৃত্যৰ বাজনা "বৰ বায়ন"ৰ নিৰ্ম্মালি লোৱা শিল্পী জনাৰ বাদে অন্যে বজাব নোৱাৰে। বৰদুহৰীয়া সকলে ইয়াত মুঠেই হস্তক্ষেপ কৰিব নোৱাৰে। বৰ গায়নজনে "সিন্ধুৰা" ৰাগ দিয়াৰ লগে লগে "ঘাই দেউৰী" জনে বা তেওঁৰ আদেশত অন্য এজন পালি দেউৰীয়ে উক্ত "বৰ প্ৰবেশ" নৃত্য অনুষ্ঠানলৈ শ্ৰদ্ধা প্ৰদৰ্শন কৰি এখনি "গুৱাপাণ"ৰ থগি আসনৰ আগত থৈ প্ৰণাম জনাব। শ্ৰীকৃষ্ণই বৃন্দাবনৰ পৰা গো বা চৰু লৈ গৃহ প্ৰত্যাগমন কৰোঁতে বংশীনাদ কৰি আহে আৰু যশোদাই পুত্ৰ কৃষ্ণৰ আগমনৰ প্ৰতীক্ষাত তেওঁৰ বাবে খাদ্য সামগ্ৰী যতন কৰি থয়। কৃষ্ণ গৃহ প্ৰবেশৰ লগে লগে যশোদাই শ্ৰদ্ধাৰে সাবটি ধৰে আৰু তেওঁক ধলাজাৰি কোলাত লৈ আহাৰ কৰিবৰ কাৰণে যতনাই থোৱা দ্ৰব্য আগবঢ়াই দিয়ে। এই আহি অনুসাৰে কৃষ্ণৰূপ নটুৱাক, যশোদা ৰূপ দেউৰীয়ে, আহাৰ দ্ৰব্য সামগ্ৰী ৰূপ ঠগি আগবঢ়াই সন্মান তথা শ্ৰদ্ধা প্ৰদৰ্শন কৰা হয়। এয়া সত্ৰীয়া পাৰমাৰ্থিক বিচাৰ বিশ্লেষণ আজিও চলি আছে। বৰ প্ৰবেশ নাচ দৰ্শনৰ বাবে বৰ বায়ন আৰু বৰ গায়নে সত্ৰাধিকাৰক জনাব লাগে।

## (২—ট) বৰ প্ৰবেশৰ নটুৱাৰ সাজপাৰ ঃ—

"বৰ প্ৰবেশ" নৃত্য পুৰুষৰ কঁকালত ৰঙা চুৰিয়া বা পাটৰ চুৰিয়া, ককালৰ দুয়ো পাষে চমকিবে বনকৰা ৰিহা বা আঁচল, তাৰ ওপৰত পটি মেৰোৱা, মূৰত হালধীয়া বা বগা কাপোৰ আৰু তাৰ ওপৰত কলিক খুটৰা গুণা চমকিৰে বন কৰা ওখ কিৰীটি। মুখ্য নটুৱাজনৰ গাতহে এইখিনি। বাকীবোৰৰ আচল, আৰু পটি মেৰোৱা নাথাকে। এইখিনি সাজ পাৰ শ্ৰীকৃষ্ণৰ। অৱশ্যে অঙ্কীয়া নাটৰ শ্ৰীকৃষ্ণৰ বুকুত "অঙ্গমালা" নামৰ এবিধ আভৰণ আছে, নাচত এইবিধ সাজ নাথাকে।

(২—ঠ) "বৰ প্ৰবেশ"ৰ অৰ্থ :—

'বৰ' মানে শ্ৰেষ্ঠ বা পূজ্য, 'প্ৰবেশ' মানে আগমন। বৃন্দাবনৰ পৰা গোকুললৈ গো বা চৰু সমেত শ্ৰীকৃষ্ণ ভগৱন্তই শ্ৰেষ্ঠ বা উৎকৃষ্ট ৰূপে প্ৰবেশ কৰে। ইয়াকে এই অৰ্থত "বৰ প্ৰবেশ" নৃত্য বোলে।

"অগ্নিগড়"ৰ নিম্ন ভাগত নটুৱাসকল উপনীত হৈ এটি ৰাগ দিব আৰু উক্ত ৰাগৰ সুৰত সঙ্গতি ৰাখি এটি বৰগীত গাব। ইয়াক "নটুৱাৰ গান" বুলি কয়।

গীত সমূহ :—

১। আলো ভাই চল আইস যাওঁ বৃন্দাবনে।

২। কানাই খেলানে যায়।

৩। গোবিন্দ চলয় বৃন্দাবনে।

৪। সখিহে চলে কানু বিৰিন্দা বনে।

এই চাৰিটাৰ ভিতৰৰ যি কোনো এটা গায়। এই খিনিতে এটি উল্লেখযোগ্য কথা হ'ল এই যে "বৰ প্ৰবেশ" নৃত্য বৃন্দাবনৰ পৰা গোকুললৈ অহাৰ নৃত্য। ইয়াত আকৌ "গোবিন্দ চলয় বৃন্দাবনে" বুলি গোৱাৰ কোনো অৰ্থ নাথাকে। দুয়োজনা গুৰুৰ দ্বাৰা ৰচিত "বৰগীত" সমূহত গোকুলৰ পৰা বৃন্দাবনলৈ যাত্ৰা সময়ৰ গীতহে আছে, বৃন্দাবনৰ পৰা গোকুললৈ অহাৰ গীত নাই। অৱশ্যে 'গোকুলে চলেৰে মুৰাৰু' বুলি "পত্নী প্ৰসাদ" নাটৰ শেষত এটি গীত পোৱা যায়। কিন্তু সেই গীতটো গোপ বালকৰ মুখৰ গীত নহয়। নাটকাৰ গৰাকীৰ নিজস্ব কথাহে। গতিকে এজন ৰজা বা শ্ৰীকৃষ্ণ প্ৰবেশৰ সময়ত নাটত একোটি গীত থাকে। ইয়াক "প্ৰবেশৰ গীত' বোলে।

"বৰ প্ৰবেশ"ৰ নৃত্যতো প্ৰবেশৰ গীত এটিৰ প্ৰয়োজন অপৰিহাৰ্য্য। সেয়ে "বালকৰ গান"ৰ দ্বাৰা বৃন্দাবনত প্ৰবেশ আৰু গোকুললৈ প্ৰস্থানৰ কথাকে সুচাইছে। ইয়াৰ দ্বাৰা আগমন আৰু নিৰ্গমনৰ দুয়োটা কথা পৰিষ্কাৰ হৈছে। এয়া ভাবাৰ্থৰ কথাহে।

"বালকৰ গান" বা "নটুৱাৰ গান" শেষ হলেই গায়ন বায়ন সকলে হৰিধ্বনি কৰিব আৰু লগে লগে দবা বাজিব। ইয়াৰ পিছতে বায়নে "ধগি তাত্ তিনি ত্ৰিসিতা" বা 'তাধেই খিৰ্ খিৰ্ খিৰ" বুলি বোল দিব। মুখ্য নটুৱা-জন আগত আৰু বাকীবোৰ নৃত্যত অভিজ্ঞ বা অনভিজ্ঞ বা সৰু ডাঙৰ ইত্যাদি ক্ৰমগত ভাৱে আগ-পিছ হৈ 'পানী পৰুৱা" দিব। এই খণ্ডনৃত্য শেষ হলে সকলো নটুৱা আসনলৈ মুখ কৰি শাৰী পাতিব। মূল নটুৱাজন আগত হ'ব। বায়ন

সকল উত্তৰ আৰু দক্ষিণ মুৰা হৈ বহি লব। মুখ্য বা "বৰ বায়ন" জন উত্তৰ মুৰাহৈ বহাটো বাধ্যতামূলক। গায়ন সকলে শাৰি পাতি আসনলৈ মুখ কৰি থাকিব। নটুৱা সকলে গায়ন বায়নৰ আগ হৈ নৃত্য কৰিব। খোলৰ বোল সমূহৰ মাজে মাজে গায়ন সকলে "আৱত এ কানু সুৰভী চৰাই" এইফাঁকি গাই থাকিব। নৃত্য শেষ হলে নটুৱা সকলে পিছু হুহকি আহি সেৱা জনাই প্ৰস্থান কৰিব। এই নৃত্য পৰিবেশন কৰোঁতে প্ৰায়েই ৪৫ বা ৫০ মিনিট সময়ৰ প্ৰয়োজন হয়। ইমানতে "বৰ প্ৰবেশ" নৃত্য শেষ।

"বৰ প্ৰবেশ" নৃত্য শেষ হোৱাৰ পিছত নিত্য প্ৰসঙ্গ আৰম্ভ হয়। গায়নে ভাটিয়ালী ৰাগ দি "আলো মই কি কহব দুখ। পৰাণ নিগৰে নাদেখিলো চান্দ মুখ" এই গীতটো সম্পূৰ্ণে গাব। বায়নে গীতত ঘাত মাৰিব। শ্ৰীমন্ত শঙ্কৰ গুৰুৰ মহাপ্ৰয়াণৰ পিছত, মহাপুৰুষ মাধৱদেৱে গুৰুৰ প্ৰয়াণত আকুল পৰাণ হৈ শোকে দুখে ব্যাকুলতাত এই গীত ৰচনা কৰি গাইছিল। শঙ্কৰদেৱৰ দহা কাৰ্য্যৰ আগদিনা ৰাতি গণককুছিৰ থাটৰপৰা পাটবাউসীলৈ নাৱেৰে আহি থাকোতে এই গীত গোৱা হৈছিল বাবে শঙ্কৰ দেৱৰ কীৰ্ত্তনৰ আগদিনা (থাপনিৰ দিনা) ৰাতি এই গীতটো বাধ্যতামূলক ভাৱে গোৱা হয়। গীতটো কৰুণ সুৰৰ। শুনিলে মনত বেদনা ওপজে। গীত শেষ হলে সৰু দুহৰীয়া আৰু বৰ দুহৰীয়া সকলে মিলি মাতৃভাষাৰ ৰামায়ণ, মহাভাৰত বা পুৰাণৰ কাহিনীৰ অৱলম্বনত একোটি চমু ভাওনাও পাতে। ভাওনা নাপাতিলে বা পাতিলে তাৰ পিছতে নাম ল'ব। এটি কুলুপীয়া ঘোষা দিব। নাম থলে মুখ্য কীৰ্ত্তনীয়া ওজাসকল আহি 'কীৰ্ত্তন' কৰিব। এই 'কীৰ্ত্তন' অনুষ্ঠান শেষ কৰোতে প্ৰায় ২ বা ২½ ঘণ্টা সময় লাগে। 'কীৰ্ত্তন' সামৰিলে পাঠকে 'পাঠ' পঢ়িব আৰু সিমানতে 'থাপনি'ৰ অনুষ্ঠানৰ সামৰণি পৰে।

## (খ—৩) — কীৰ্ত্তন

শ্ৰীমন্ত শঙ্কৰ গুৰুৰ মহাপ্ৰয়াণৰ "কীৰ্ত্তন'ৰ দিনা ভকত সকলৰ তথা শিষ্য প্ৰশিষ্য বগৰ আগ্ৰহ আৰু শ্ৰদ্ধা বিশেষ ভাৱে সৰ্ব্বাধিক। পুব আকাশেদি উষাৰাণীয়ে ভুমুকি মৰাৰ আগে আগে মুখ্য বায়ন আৰু মুখ্য গায়ন দুগ-ৰাকীয়ে মূৰত পাগুৰী মাৰি তাল খোল লৈ কীৰ্ত্তন ঘৰলৈ আহি 'অহিৰ' ৰাগদি "গোবিন্দ চিন্তহু বাল গোপালং" বৰগীতটি গাব। মন্দ তাল ধ্বনি আৰু মন্দ খোল ধ্বনি কৰিব। গায়ন বায়ন দুয়োগৰাকীয়ে সেইদিনা ৰাতি নতুনকৈ বিচনা পাৰি তাত শয়ন কৰিব, পুৰণা খাটত বা বাহি চাঙত শয়ন কৰা নিষিদ্ধ। বিনাস্নানে এই প্ৰাক প্ৰাতঃ প্ৰসঙ্গ সমাপন কৰিব পাৰে। প্ৰসঙ্গ সমাপনান্তে ৬।৭ গৰাকী নামলগোৱা আৰু গায়ন ভকতে স্নান কৰি

পবিত্ৰ বস্ত্ৰ পৰিধান কৰি কীৰ্ত্তন ঘৰত একাষৰীয়াকৈ (উত্তৰে বা দক্ষিণে) বহি প্ৰথমতে 'অহিৰ' ৰাগ দি "গোবিন্দ চিন্তহু বাল গোপালং" এই গীতটিৰ পৰা আৰম্ভ কৰি জাগৰণৰ চলনৰ পুৱাৰ গীত সমূহ গাব। একেবাৰে শেষত 'মানচোকৰ' তিনিটা গীত গাই সামৰিব। ইয়াত বাদ্য সংগত নকৰে। মাত্ৰ হাতত তাল ৰাখি গায়। নিম্ন স্থানত পুৱা গীত সমূহৰ সংখ্যা নিৰূপণ কৰা হৈছে। ( এই খিনিক উষা-কীৰ্ত্তন বুলিও কয় )

১। স্মৰণৰ :— গোবিন্দ চিন্তহু বাল গোপালং।
,, :— পৰভাতে সমৰো গোবিন্দ হৃষীকেশ।
২। উপদেশৰ :— শুনলো পণ্ডিত ; হৰিপদ সেৱাৰসে খিৰকৰো চিত।

৩। জাগৰণৰ ঃ— উঠ উঠ বাপু চান্দ বয়ন।
,, :— উঠৰে উঠ বাপু গোপাল হে।
,, :— তেজৰে কমলাপতি পৰভাতে নিন্দ।
,, ঃ— গোবিন্দ দুগ্ধ পিউ বোলেৰে যশোৱা।
৪। চলনৰ :— গোবিন্দ চলয় বিৰিন্দাবনে।
, :— পৰভাতে শ্যাম কানু ধেনু লৈয়া সঙ্গে।
,, :— শ্যাম কমল লোচন, শিশু সঙ্গে চলে বৃন্দাবন।
,, :— চলৰে চল বন্ধু উদ্ধৱ হে।
৫। খেলানৰ :— গোপাল খেলে বালক সঙ্গে।
,, : মাই খেলত গোপাল গোঁসাই।
৬। বিৰহৰ :— উদ্ধৱ বন্ধু মধু পুৰী ৰহল মুৰাৰু।
,, :— প্ৰাণ নাথ নকৰা বঞ্চিত।
৭। ,, (মানচোকৰ) ঃ— গোবিন্দ গুণ মন লাগি।
,, ,, :— উদ্ধৱ বন্ধু মধু ৰিপু প্ৰাণ হামাৰি।
,, ,, :— কহ মোহে উদ্ধৱ জীউ।

পূৰ্ব্বোক্ত "মানচোক'ৰ গীতৰ পিছত পুনঃ গীত গোৱা নহয়। ইমানতে সামৰণি পৰে। গীত শেষ কৰাৰ পিছতে অহিৰ ৰাগতে ( আৰম্ভণি আৰু শেষৰ গীত কেইটা অহিৰ ৰাগৰ ) ভটিমা "প্ৰাতু সময়ে যশোৱা জননী" আৰু উপদেশ "গুৰুক শুশ্ৰূষা কৰি পৰম যতনে" এইখিনি গাই সেৱা জনাই সামৰণি মাৰিব। গীত গোৱা কাৰ্য্য চলি থাকোতে ঘাই দেউৰী আহি নিত্য প্ৰসঙ্গৰ নিচিনাকৈ "চামৰ ধুলন", "বন্তি প্ৰজ্বলন', পুষ্প চন্দন অৰ্চ্চন

"নৈবেদ্য অৰ্পণ", আদি কাৰ্য্য সম্পাদন কৰিব। অন্য দেউৰী সকলেও অন্য কাৰ্য্য কৰিব। এই সময়তে সত্ৰৰ 'বৰা' জনে থাপনিৰ প্ৰসাদ নিবৰ কাৰণে সকলোকে নিমন্ত্ৰণ কৰিব। এই "থাপনিৰ প্ৰসাদ" আগদিনা "থাপনি"ৰ কাৰ্য্য-ক্ৰমৰ ভিতৰত পুৰা প্ৰসঙ্গৰ তৃতীয়টো কীৰ্ত্তন ঘোষাৰ তিনিপদ যাওঁতে (তিওৰা) আৰু চালি নাচৰ "ৰাগৰেপনি" আৰম্ভৰ লগে লগে টুকি কলপাতেৰে চাকি গাপ দি থোৱা মাহিমাহ বিতৰণ কৰে। ইয়াক অৱশ্যে 'থাপনি'ৰ দিনা ৰাতি নিত্য প্ৰসঙ্গত ''ঘোষা-কীৰ্ত্তন' কৰা সময়তহে বিতৰণ কৰা নিয়ম আছিল। কিন্তু তেতিয়া ৰাতি প্ৰায় ২ বা ৩ বাজে কাৰণে ভকত সকল নিদ্ৰামগ্ন হয় আৰু যথা সময়ত নিব নোৱাৰাৰ কাৰণে সেই কাৰ্য্য 'কীৰ্ত্তন'ৰ দিনা পুৱা নাম প্ৰসঙ্গৰ আগে আগে বা মাজতো "থাপনিৰ প্ৰসাদ" বিতৰণ কাৰ্য্য চলি থাকে। লগতে 'থাপনি'ৰ দিনা চালি নৃত্যৰ "ৰাগৰেপনি" বাওঁতে গুৰু আসনৰ আগত সজোৱা "লঠা প্ৰসাদৰ শৰাই''ৰ প্ৰসাদো অলপ দিব। সৰু সৰুকৈ পাত কাটি তাতে প্ৰসাদ দিয়ে আৰু ভকতে চৰিয়া পাতি নি বৰ শ্ৰদ্ধা সহকাৰে তিয়াই খায়। ইয়াক "ভাঙনী"ৰ দিনা ব্যঞ্জন কৰি খায়।

"গুৰু কীৰ্ত্তন''ৰ দিনা পুৱাৰ শৰাই সজোৱা কাম শেষ হলে নাম লগোৱাই কৃষ্ণ ডাকি নাম আৰম্ভ কৰে। কীৰ্ত্তনৰ দিনা ভকতসকলে তথা সমগ্ৰ মহাপুৰুষীয়া লোকে হালখতি আৰু ভাত খতি কৰে। ৰাতিলৈ ভাত খাব পাৰে। শঙ্কৰদেৱৰ কীৰ্ত্তনৰ বাবে নিৰ্দ্দিষ্ট কৰি থোৱা "জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ হৰি" এই কুলুপীয়া ঘোষা জোকা সম্পূৰ্ণে গাব (কুলুপীয়া ঘোষা দ্ৰষ্টব্য)। ৫।৬ জোৰ বৰতাল লৈ ৫।৬ জন নাম লগোৱাই ইয়াত অংশ গ্ৰহণ কৰে। মুখ্য নাম লগোৱা জনৰ ওচৰৰ পৰা পাঠকজনৰ ওচৰলৈকে মুখামুখিকৈ দুশাৰি হৈ ভকত সকল বহে। এই দৃশ্য বৰ মনোৰম। মুখ্য বুঢ়া ভকত প্ৰমুখ্যে বাকী কেজনেও শাৰিৰ মুৰত উত্তৰ মুখে তিনিখনীয়া বস্ত্ৰলৈ বহিব লাগে। পাঠক জনৰ কাষতো ২।৩ জন পালি পাঠক বহে সহায়ৰ কাৰণে। এওঁলোক পাঠকজনৰ সোঁফালে থাকে। 'জগন্নাথ' ঘোষা শেষ হলে পাঠকে কীৰ্ত্তন ঘোষা দিব। কীৰ্ত্তন চাৰিটা দিয়ে কংস বধৰ। একাদিক্ৰমে—

১। হে কৃষ্ণ কৰা কৃপা পৰমানন্দ ২। ৰাম পাৱে কৰা ৰতি।
৩। ৰামে সে গতি ভজ মোৰ মতি ৪। এ হৰি ৰাম নিৰঞ্জন যদুপতি।

**(৩ - ক) চাৰিটা কীৰ্ত্তন দিয়াৰ কাৰণ :—** শঙ্কৰদেৱৰ কীৰ্ত্তনত চাৰিটা কীৰ্ত্তন দিয়াৰ প্ৰধান কাৰণ হ'ল এয়ে যে শঙ্কৰদেৱে "কলিসি শ্ৰেষ্ঠ চাৰিযুগ

মাজে''ৰ চাৰি নাম, চাৰি শৰণ ধৰ্ম্ম প্ৰৱৰ্ত্তক। তেৰা চতুৰ্ব্বৰ্গপদ, চাৰি-বেদাত্মা, চাৰি অস্ত্ৰধাৰী অৱতাৰী মহাপুৰুষ কাৰণে চাৰি সংখ্যক কীৰ্ত্তন-ঘোষা দিয়াৰ নিয়ম প্ৰৱৰ্ত্তন হৈ আছে। তদুপৰি কংস বধ অনুখণ্ডৰ কীৰ্ত্তন দিয়াৰ কাৰণো এয়েযে "ত্ৰিভুবন বন্দন, দৈৱকী নন্দন, যোহৰি মাৰল কংস। জগজন তাৰণ, দেৱ নাৰায়ণ, শঙ্কৰ তাকেৰি অংশ'' এই আদৰ্শৰে শঙ্কৰ দেৱক কংসহন্তা দৈৱকী সুত হিচাবে সবল যুক্তি থকাত কংস বধৰ চাৰিটা কীৰ্ত্তন ঘোষা দিয়া হয়। আগৰ দুদিনটো কংস বধৰে কীৰ্ত্তন দিয়া হয়। এয়া সত্ৰীয়া পাৰমাৰ্থিক বিচাৰত কোৱা হৈছে ।

চাৰিওটা কীৰ্ত্তন ঘোষাৰ মাজত ভাঙ্গনী বা দিহা ঘোষা দিয়া হয়। পাঠকে সুৰ জোকাৰিলেই নামলগোৱাই তাল ভাঙেগ আৰু দিহা ঘোষা আৰম্ভ কৰে। নামলগোৱাই ''গোপাল গোবিন্দ মুকুন্দ ৰাম'' এই দিহা ঘোষা আৰম্ভ কৰিলে পাঠকে তাৰ লগত সঙ্গতি ৰাখি নিৰ্দ্দিষ্ট সুৰ মিলাই "নাৰায়ণ অংশ দুয়ো জানিবা সাক্ষাত''ৰ পৰা আৰম্ভ কৰিব। প্ৰত্যেক ফাঁকি দিহা ঘোষাতে ভাঙ্গে আৰু নতুনকৈ অন্য ফাঁকি দিহা আৰু পদ আৰম্ভ কৰে। দিহা ঘোষা তদনুক্ৰমে এনেদৰে ঃ –

প্ৰথম কীৰ্ত্তন ঃ—

হে কৃষ্ণ কৰা কৃপা পৰমানন্দ।
নজানো ভকতি মই মল মতি মন্দ॥

দিহা ঘোষা

(ক) গোপাল গোবিন্দ মুকুন্দ ৰাম

(খ) ৰাম ৰাম হৰি হৰি গোপাল গোপাল।

(গ) যদুৰে আৰে বাপ কমল লোচন।

(ঘ) ভজৰে আৰে মন হৰি চৰণত।

২। দ্বিতীয় কীৰ্ত্তন :— ৰাম পাৱে কৰা ৰতি।
ভাই ৰামৰ নামেসে গতি॥

ইয়াত "তৰ্জ্জন্ত গৰ্জ্জন্ত কামুৰি দান্ত"ত ভাঙ্গিব আৰু পাঠকে "বলী অবলীৰ যুদ্ধ দেখিয়া'ৰ পৰা পদ আৰম্ভ কৰিব। এই কীৰ্ত্তনৰ "দিহা ঘোষা" এনেদৰে ঃ—

(ক) একান্তে হৰিত কৰিয়ো ৰতি।
হৰিসে নিজ ভকতৰ গতি ।

(খ) পৰম শ্ৰেয়স হৰি ভকতি।
জানি হৰি পাৱে কৰিয়ো ৰতি॥

৩। তৃতীয় কীৰ্ত্তন :— ৰামেসে গতি ভজ মোৰ মতি, ৰামেসে গতি —

ইয়াত "মূৰ্চ্ছিত চানুৰ চেতন নাই'ত ভাঙিব আৰু পাঠকে "সঙ্কুচি যেন শেন গোট উঠি''ৰ পৰা পদ গাব। এই কীৰ্ত্তনৰ "দিহা ঘোষা" এনেদৰে :—

(ক) ৰাম হৰি জয় ৰাম হৰি॥
(খ) গোপাল গোবিন্দ ৰাম হৰি জয়॥
(গ) ৰাম হৰি জয় ৰাম॥
(ঘ) ৰাম হৰি জয় ৰাম ৰাম॥
(ঙ) এ হৰি ৰাম জয়॥
(চ) ৰাম হৰি জয় ৰাম গোবিন্দ॥
(ছ) ৰাম জয় জয় ৰাম জয়॥
(জ) মকুন্দ মুৰাৰি ৰাম হৰি জয়॥

৪। চতুৰ্থ কীৰ্ত্তন :— এ হৰি ৰাম নিৰঞ্জন যদুপতি।
তুমিসি মাধৱ মোৰ অগতিৰ গতি॥

ইয়াত "ভূমিত পাৰিয়া পৰিলাহা ওপৰত''ত ভাঙিব আৰু পাঠকে "জগতৰ ভৰত মৰিল কংসৰায়''ৰ পৰা পদ আৰম্ভ কৰিব। এই কীৰ্ত্তনৰ দিহা ঘোষা এনেদৰে ঃ—

(ক) এ ভাৱক ভাই ভজ ভগৱন্ত ভক্তি ভাৱে।
(খ) হৰি কমলাপতি মোৰে নচাৰিবা নাৰায়ণ।
(গ) হৰি কমলাপতি সত্যে সত্যে পশিলো শৰণ।

কীৰ্ত্তন ঘোষা আৰু দিহা ঘোষা শেষ হ'লে নামলগোৱা সকলে 'হাঁ' হৰি এ'' বুলি সামৰণি ঘোষা গাব। ইয়াত আঠু কাঢ়ি বহি লৈ তাল ঘূৰায়। সামৰণি ঘোষা এনেদৰে :—

হাঁ হৰি এ নাৰায়ণ নাৰায়ণ।
নাৰায়ণ এ হৰি এ জয় ৰাম, হৰি এহে জয় ৰাম।
অ এ বান্ধৱ কৃষ্ণ হৰি ৰাম হৰি এ, কৃষ্ণ কৃষ্ণ কৃষ্ণ বান্ধৱ।
ৰাম ৰাম ৰাম অ' হৰি ৰাম ৰাম ৰাম অ' হৰি ৰাম ৰাম
ৰাম অ' হৰি ৰাম ৰাম অ' হৰি ৰাম ৰাম।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ অ' এ কৃষ্ণ ৰাম ৰাম
কৃষ্ণ ৰাম ৰাম, অ' হৰি এ কৃষ্ণ ৰাম।
অ' ৰাম ৰাম ৰাম ৰাম॥

নাম লগোৱাই জয় দিওঁতে নিত্য প্ৰসংগৰ দৰেই দিব, কিন্তু "অ' হৰি"ৰ ঠাইত সকলোৱে এক স্বৰে "উচ্চ কৰি হৰিবোল" বুলি কয়।

নাম সামৰিলে দবা মাৰিব। ভাগৱতীয়ে ভাগৱত মেলি মঙ্গলাচৰণ পঢ়িব। এইখিনিতে এটি উল্লেখযোগ্য কথা হ'ল এই যে তৃতীয়টো কীৰ্ত্তন ঘোষা " ৰামেসে গতি ভজ মোৰ মতি " দিওঁতে তাৰ তিনি পদ যোৱা অৱস্থাতে দবা মাৰে। লগে লগে ঘাই দেউৰীজনে সোমাই আহি সত্ৰাধিকাৰ আৰু মুখ্য বুঢ়া ভকতজনৰ মাজতে বৈ আসনলৈ সেৱা জনায়। তাৰ পিছতে সমাজলৈ চাই সেৱা কৰি সত্ৰাধিকাৰ, মুখ্য বুঢ়াভকত, বাকীকেজন বুঢ়াভকতৰ ওচৰত শৰাই সজাবৰ বাবে আজ্ঞা লৈ আতাৰ গৃহ (ভঁৰাললৈ) লৈ প্ৰস্থান কৰিব। শেষৰটো কীৰ্ত্তন ঘোষালৈকে আতাৰ গৃহত শৰাই সজায়। 'কীৰ্ত্তন'ৰ দিমা আশীৰ্ব্বাদ লোৱা আৰু দিয়া নিষেধ।

## (৩—খ) শৰাই সজোৱাৰ নিয়ম—

ঘাই দেউৰীজনে কীৰ্ত্তন ঘৰৰ পৰা আজ্ঞা লৈ আহি দুজন পালি দেউৰীৰে সৈতে আতাৰ গৃহ প্ৰবেশ কৰিবহি। আগদিনা থাপনিৰ চালি নাচৰ ৰাগ ৰেপনি বাইথকা অৱস্থাতে শৰাই সজোৱা মাহ, কল, আদা, তামোলপাণ আদি থিক কৰি থোৱা উক্ত বস্তুখিনি ঠিক ঠাক কৰি লয়। দুখন ৰূপৰ বা পিতলৰ শৰাইত বস্তুখিনি সজাব। ঘাই দেউৰীজনে সজায় আৰু পালি দেউৰীদুজনে বস্তুৰ যোগান ধৰে। তিনিজনৰ বাদে তাত প্ৰবেশ নিষিদ্ধ। কামৰ সময়ত সকলোজন নিৰ্ব্বাক নিস্পন্দ হৈ থাকিব লাগে। আকাৰ ইঙ্গিতেৰেহে কাম কৰা হয়। শেষৰ কীৰ্ত্তনটোৰ দিহা ঘোষাৰ লগে লগে ইয়াৰ কাম শেষ কৰে। পুৰা কল ৪৮ টা, মালভোগ কল ৩২ টা, পাণ ৪৮ খিলা, তামোল ৩২ টা, আদা ৩২ টুকুৰা। দুয়োখন শৰাইত ৪ বাৰকৈ ৮ বাৰ চাউল, মাহ দিব লাগে। গাজি মগু মাহ, জহা চাউল লাগে। নিজৰ সোঁফালৰ পৰা ঘৰাই কলবোৰ ঠিয় কৰি তাৰ মাজে মাজে পাণ তামোল আৰু আদা খাজি নিব। শৰাইৰ ভিতৰত ঘূৰণীয়াকৈ কটা কলপাত এখন দি লয়। তাৰ ওপৰত মাহ কল আদি দিব। শৰাই সজাই হলে তাৰ ওপৰতো এখন ঘূৰণীয়াকৈ কটা কলপাত দিয়ে ‑আৰু কলপাতৰ ওপৰত এটুকুৰা কল দিব লাগে। শৰাই সজোৱা সম্বন্ধে সত্ৰীয়া পাৰমাৰ্থিক বিচাৰ আছে, কিন্তু অপ্ৰকাশৰ বাবে গোপনীয়তাৰ শপথ বাক্য থকাৰ কাৰণে তাক বেকত কৰা নহ'ল। এয়া শৰাই সজোৱা নিয়ম।

ভাগৱতীয়ে ভাগৱতৰ মঙ্গলা চৰণ বাক্য বুলি থকা অৱস্থাতে জন চেৰেক বৃদ্ধ ভকত আৰু সহকাৰী বুঢ়া ভকত কেজন কীৰ্ত্তন ঘৰৰ পৰা উঠি শৰাই আগবঢ়াই আনিবৰ কাৰণে যায়। আতাৰ গৃহৰ পৰা শৰাই উলিয়াই আনোতে আগে আগে এজনে পানী চতিয়াই আহে দুজন দেউৰী অগা পিচাকৈ অহাৰ নিয়ম। কীৰ্ত্তন ঘৰৰ পিৰালি উঠাৰ লগে লগে তাত থকা ভকতসকলে আৰু কীৰ্ত্তন ঘৰৰ ভিতৰ প্ৰৱেশ কৰাৰ লগে লগে ভিতৰত থকা সত্ৰাধিকাৰ সমন্বিতে ভকতসকলে কঠৰ পৰা নামি আঠু লৈ নীৰৱে হাত জোৰকৈ থাকিব লাগে। শৰাই লওঁতা প্ৰথমজন দেউৰীয়ে দক্ষিণফালে (আসনৰ) সত্ৰাধিকাৰৰ গাদীৰ ওচৰত ৰ'ব আৰু সিজনে দক্ষিণ ফালেদি নিজৰ বাওঁহাত হৈ আসনৰ উত্তৰ ফাল হ'ব। এজন দেউৰীয়ে দুখন কলপাত দুখন শৰাইৰ বাবে নিৰ্দ্দিষ্ট ঠাইত পাতি দিব। দুয়োজনে লাহেকৈ কলপাতৰ ওপৰত শৰাই দুখন সমানে নমাই থব আৰু সেৱা জনাব। তেৰা সবে সেৱা কৰাৰ লগে লগে বাকী সকলোৱেই একেলগে সেৱা কৰিব। সেইখিনিতে সেই পৰ্ব্বৰ সামৰণি পৰে।

ভাগৱতৰ মঙ্গলাচৰণ শেষ হলে উপৰুক্ত চাৰিটা কীৰ্ত্তন ঘোষাৰ ঘটনা সমূহকে ভাগৱত ব্যাখ্যা প্ৰসঙ্গত ডাঙি ধৰে। ভাগৱত থলে পাঠ পঢ়ে। দশম স্কন্ধ ভাগৱতৰ "মাৰিলন্ত কৃষ্ণে যেৱে বৰ বৰ মাল" এইখিনিৰ পৰা পাঠকে পাঠ আৰম্ভ কৰিব। নিত্য প্ৰসংগত পাঠৰ যি সুৰ আছে, তাতকৈ ই পৃথক আৰু গভীৰ। কীৰ্ত্তনৰ বাবে এই সুৰখিনি নিৰ্দ্দিষ্ট কৰা আছে। এই সময় ছোৱাতে দেউৰী সকলে নিৰ্ম্মালি প্ৰসাদ বিতৰণ কৰে। কীৰ্ত্তনৰ দিনা বকুল ফুলৰ মালা, চন্দনৰ লগত নিৰ্ম্মালি হিচাবে বিতৰণ কৰা হয়। সত্ৰাধিকাৰক চাৰিধাৰ, মুখ্য বুঢ়াভকতক দুধাৰ আৰু সমূহৰ বুঢ়াভকত হিচাবে দিয়া মাননী চৰুত দুধাৰ, ডেকাধিকাৰক সহকাৰী বুঢ়াভকত, সত্ৰৰ বহাৰ অভিভাৱক সকল, পাঠত দুধাৰ আৰু বাকী সকল ভকতক একোধাৰকৈ মালা বিতৰণ কৰে। সেইদিনা প্ৰসাদ নিবলৈ চৰিয়া অনা নহয়; সকলোৱে গামোচা পাতি প্ৰসাদ গ্ৰহণ কৰে। প্ৰসাদত নাৰিকল, কল, তামোল, পাণ নিদিয়ে। সেইদিনাৰ প্ৰসাদৰ বাবে ভকতৰ বৰ আগ্ৰহ।

পাঠ থলে গুৰুজন'ৰ চৰিত তোলা হয়। "থাপনি" দিনাৰ এৰা অংশৰ পৰা অৰ্থাৎ গুৰুজনা কাকত কুটাত বাস কৰাৰপৰা বৈকুণ্ঠ প্ৰয়াণ কৰি তেৰাৰ অন্ত্যেষ্টিক্ৰিয়া সমাপন, মাধৱদেৱৰ গুৰুভাৰ গ্ৰহণলৈকে ব্যাখ্যা কৰিব। এই সময়তে গায়ন বায়নসকল আহি কীৰ্ত্তন ঘৰত উপস্থিত হ'বহি।

## ( ৩-গ ) বৰপেটীয়া ধেমালি আৰু বিহাৰ নাচ ঃ—

চৰিত থলে পাঠকেও পাঠ সামৰিব আৰু গায়ন বায়ন সকল নিৰ্দ্দিষ্ট স্থানত সমবেত থাকি দুবাৰ হৰিধ্বনি কৰিব। লগে লগে বায়নে "বহি চাহিনি" আৰম্ভ কৰে। ইয়াত ৪।৫ জোৰা ডেকা ভকতৰ ল'ৰাই মূৰত পাগুৰি, গাত বগা চাপকণ চোলা, চুৰিয়া, কাপোৰ আৰু হাতত ভোৰতাল লৈ বাজনাৰ চেৱে চেৱে নৃত্য কৰে। এই দৃশ্য বৰ মনোৰম। নৃত্য কৰি অলপ পিছতে আঁতৰি যায়। "বহি চাহিনি" শেষ হ'লে "থিয় চাহিনি" আৰম্ভ হয়। বৰ পেটীয়া ধেমালিৰ বহি চাহিনি এখন। থিয় চাহিনি ঘোষা নিম্নস্থানত দিয়া হৈছে।

শ্ৰীশঙ্কৰগুৰুদেৱৰ দুখানি চৰণ হে অভয়চৰণ হে ৰাতুল চৰণ।
কায় বাক্য মনে হেৰা পশিলো শৰণ হৰিহে।
হৰি লৈলো হৰি লৈলো শৰণ ই বেলি।
মই অনাথক পাৱে নেপেলাইবা ঠেলি॥

পদ ঃ— নমো নমো কৃষ্ণ অনাথৰ নাথ দেৱ।
মোত পৰে অনাথ নাহিকে আন কেৱ॥
বৈকুণ্ঠৰ পৰা আইলো ৰথ সমন্বিতে।
ঘোৰাক পঠাইলা মই থাকিলো ভূমিতে॥
কোন অপৰাধে মোক এবা উগ্ৰশাস্তি।
এহি বুলি সাৰথি কান্দন্ত পৰি আতি॥
চলিলোহো মই প্ৰাণ প্ৰভুক উপেক্ষি।
কেনে জীবো ইটো পদ পঙ্কজ নেদেখি।

( ইত্যাদি )

থিয় চাহিনি ঘোষা গাই থাকোতে 'ঘাই দেউৰী' জনে প্ৰথমতে ক্ৰমে বৰবায়ন বৰগায়নক দুধাৰকৈ, পালিবোৰক একোধাৰকৈ মালা নিৰ্ম্মালি, চন্দন তিলক পুষ্পাদি প্ৰদান কৰে। "থিয় চাহিনি" ঘোষা অৱসানে বৰপেটীয়া ধেমালি আৰম্ভ কৰে। এই ধেমালিখন গভীৰ আৰু মনোৰম। ইয়াত বায়নে ভৰিমান, হাত ( মুদ্ৰা ), পানী পকৰা দিয়ে। বায়নে প্ৰণামি অৰিহণা গ্ৰহণ কৰে। ধেমালি অৱসানে বৰগায়নে মেলা ৰাগ দিয়ে। বসন্ত, তুৰ বসন্ত, মল্লাৰ, সিন্ধুৰা এই কেইটাৰ ভিতৰৰ যি কোনো এটা ইচ্ছাপূৰ্ব্বক দিব পাৰে। ইয়াতকৈ অধিক ৰাগ এই প্ৰসঙ্গত ব্যৱহাৰ নহয়। ৰাগৰ পিছতে দুজন গায়নে "আৱত এ কানু সুৰভী চৰায়" বা "শ্যাম কমল লোচন। শিশু সঙ্গে চলে বৃন্দাবন" ইয়াৰ যি কোনো এটা "প্ৰবেশৰ গীত" গায়। যিহেতু গীতৰ পিছতে "বিহাৰ নাচ"ৰ প্ৰবেশ হয়। দুজন গায়নে শিৰত গায় আৰু

বাকী সকলে পালি হৈ দোহাৰত গাই থাকে। প্ৰবেশৰ গীত শেষাক্তে নটুৱা সকল উপনীত হৈ নিম্ন স্থানত লিখিত যিকোনো এটি গীত ( বালকৰ গান) গায়।

১। আলো ভাই চল আইস যাওঁ বৃন্দাবনে।

২। কানাই খেলানে যায়।

৩। গোবিন্দ চলয় বৃন্দাবনে।

৪। সখিহে চলে কানু বৃন্দাবনে।

"বালকৰ গান"ৰ অৱসানে হৰিধ্বনি কৰে আৰু দবা মাৰে। লগে লগে বায়নে খোলত "তাধেই খিৰ্ খিৰ, খিৰ্" বুলি বোল দিলে নটুৱা সকলৰ প্ৰবেশ হয়। ইজনৰ পিছত সিজন হৈ একাদিক্ৰমে ওলাই যায়। প্ৰথমে প্ৰবেশ কৰি আসনৰ ওপৰেদি ঘূৰি আহে। লগত জনচেৰেক "দধি ভাৰী" যায়।

## (৩—ঘ) "বিহাৰ নাচৰ বিস্তৃত বিবৰণ আৰু তাৰ সাজপাৰ"

মাধৱদেৱৰ "ভোজন ব্যৱহাৰ" বা "ভোজন বিহাৰ" নাটৰ নামৰ ওপৰত ভিত্তি কৰি এই নাচৰ নাম হৈছে। মহাপুৰুষ শঙ্কৰদেৱ এই নাচৰ প্ৰৱৰ্ত্তক হলেও মাধৱদেৱে ইয়াত যোগ বিয়োগ কৰা যেন অনুমান হয়। নাচৰ নাম আচলতে 'বিহাৰ নাচ' হ'ব লাগে। কিন্তু পিছত শব্দৰ অপভ্ৰংশ হৈ 'বিহাৰ'ৰ ঠাইত বেহাৰ বাহাৰ বা বহা নাচ হয়গৈ। "পৰভাতে বিহাৰে চ'ল মুৰাৰু" বুলি বৰগীতত এটি গীত আছে। 'বিহাৰ' মানে লীলা খেলা। "বিহাৰ নাচ" মানে লীলা খেলাৰ নাচ। "বিহাৰ নাচ"ৰ যিখিনি গীত আছে ইয়াৰ লগত সম্পূৰ্ণ সামঞ্জস্য থকা দেখা যায় বাবে বেহাৰ বা ব্যৱহাৰ নহৈ 'বিহাৰ, হে হ'ব ই ধ্ৰুৰূপ। বৃন্দাবনত শ্ৰীকৃষ্ণ আৰু গোপ বালকৰ খেল বা লীলা ভাৱৰ বৰ্ণোৱা গীত হ'ল এই নাচৰ সাহিত্য। শ্ৰীকৃষ্ণ বৃন্দাবনলৈ গোপ বালক সকলৰ সৈতে যাওঁতে যি খেলা কৰিছিল, তাৰে এটি আভাস মাত্ৰ এই বিহাৰ নাচ। এই নাচৰ লগত যি কেজন 'দধিভাৰী' ওলায় তেওঁলোকক "দধ্যন্ন বাহী" গুৱালে বুলিব পাৰি। কাৰণ সেই কালত গোপ বালকৰ সৈতে শ্ৰীকৃষ্ণ বহু দূৰ দেশত গোৱা-চৰু চৰাবলৈ গৈছিল—যাৰ কাৰণে নন্দ-যশোদাই দিনৰ দিনতো 'হামৰাও' কাঢ়ি থাকে। গধূলি গৰুলৈ ঘৰলৈ উভটি আহিলে নন্দ যশোদাই কৃষ্ণক 'আতৌ পুতৌ' কৰে। গতিকে দূৰ পৰ্ব্বতৰ পাদ দেশত গৰু চৰাবলৈ যাওঁতে দিনটোৰ বাবে খাদ্য সম্ভাৰ যোগাৰ কৰি লৈ যোৱাটো নিশ্চিত। দ্বিতীয়তে আগৰ দিনত নাটক বিলাকত একোজন বহুৱা (বসুৱা) থকা দেখা যায়। শঙ্কৰদেৱৰ "পাৰিজাত

হৰণ" নাটকত দেৱৰ্ষি নাৰদৰ লগত এজন বহুৱাৰ প্ৰবেশ দিছিল। দৃষ্টান্ত —"বসৰা চুৰ্ৰি পাৰল মুনি তথি বৈঠল" ইত্যাদি। এই বহুৱাজনে হাস্য ৰসৰ সৃষ্টি কৰে। বিভিন্ন ঠেও ঠমকেৰে এওঁ শ্ৰোতাক আনন্দ দিয়ে। এই বিহাৰ নাচতো জনচেৰেক বহুৱা উলিওৱা হয়। এওঁলোকেও দৰ্শক সকলৰ মাজত হাস্য ৰসৰ সৃষ্টি কৰে। মুখত জধে মধে ৰং সানি ককালত লহঙা মেৰিয়াই গাত কম্বল আৰু কান্ধত এখন কলৰ ভাৰ লৈ নটুৱাৰ লগত ওলাই যায় আৰু নাচৰ মাজে মাজে ঠেওঠমক ধৰি কলবোৰ বখলিয়াই নটুৱা বোৰক খুৱাই দিয়ে। অলপ পাচতে এওঁলোকৰ প্ৰস্থান হয়। এই "বিহাৰ নাচ"ৰ বাবে সত্ৰীয়া ভঁৰালৰ পৰা বা ব্যক্তিগত ভাৱেও মিঠৈ দিয়ে। ইয়াক "ভোজন বিহাৰৰ মিঠৈ" বুলি কয়। পিঠা গুৰিত কল, গাখীৰ, চেনি, অন্যান্য মছলা মিহলাই মিঠৈ কৰি নাচৰ মাজত বিতৰণ কৰা হয়। সত্ৰাধিকাৰ প্ৰমুখ্যে দৰ্শক সকলৰ মাজত ইয়াক বিতৰণ কৰা হয়। নটুৱা সকলক নাচৰ অৱসানে দিয়ে।

এই বিহাৰ নাচত ২৫ বা ৩০ জন নটুৱা ওলায়। ১২ জন নটুৱা এই নাচৰ বাবে নিৰ্দ্ধাৰিত আছে। তাতকৈ কম হব নোৱাৰে। প্ৰত্যেকজন নটুৱাৰ সাজপাৰ একে; কিন্তু প্ৰথমজনা নটুৱাৰ সাজ পাৰ ২।১ পদ অতিৰিক্ত থাকে। এওঁক শ্ৰীকৃষ্ণ কল্পনা কৰা হয়। নটুৱাৰ সাজ পাৰ এনেদৰে :- ভৰিত নূপুৰ, কঁকালত পাটৰ বা ৰঙা চুৰিয়া, গাত মখমলৰ চুটি হাতৰ ক'লা চোলা আৰু তাত পটি মেৰোৱা, মূৰত হালধীয়া বা বগা কাপোৰ আৰু গুণা চমকিৰে বন কৰা কিৰীটি। ককালৰ চুৰিয়াৰ ওপৰত দুয়োকাষে আঁচল আৰু তাৰ ওপৰত কাঞ্চিও থাকে। অৱশ্যে পালি নটুৱা সকলৰ আঁচল জোৰ আৰু কাঞ্চি বা নূপুৰ নাথাকে। কাৰোবাৰ হয়তো পটি মেৰোৱাও নাথাকে। বাকী সকলো একে। এয়ে বিহাৰ নাচৰ নটুৱা সকলৰ সাজ পাৰ। ৰৰ প্ৰবেশ নৃত্যৰ নটুৱাৰ সাজ পাৰৰ লগত একে ধৰণৰ।

নটুৱা সকল গুৰু আসনৰ ওপৰেদি ঘূৰি আহি পুনৰ গোলা কৃতি হয়হি আৰু সেৱা মুদ্ৰা প্ৰদৰ্শন কৰাৰ লগে লগে সত্ৰাধিকাৰ প্ৰমুখ সকলোজন ঠিয় হয়। এয়া নটুৱা সকলৰ প্ৰতি সম্মান প্ৰদৰ্শন। বিহাৰ নাচখন উচ্চস্তৰৰ আৰু সম্মানিত নাচ। ইয়াৰ লয়তালসোগাম্ভীৰ্য্যপূৰ্ণ। সেই কাৰণে এই নাচক সম্মান জনোৱা হয়। বিহাৰ নাচ পুৰুষৰ আৰু নাচৰ ভাগ দুটা ৰামদানি আৰু গীতৰ নাচ। ৰামদানি শেষ হলে মুখ্য নটুৱাজনে অৰিহণা গ্ৰহণ কৰিবৰ কাৰণে সত্ৰাধিকাৰ প্ৰমুখ দৰ্শক সকলৰ মাজলৈ আহে। গায়ন সকলে গীত গোৱা আৰম্ভ কৰে। নিম্ন স্থানত গীতৰ সংখ্যা ভাঙি ধৰা হ'ল।

১। মল্লাৰ :— (ক) বাই ৰ হয়াছ দেখ সই

২। সিন্ধুৰা :— (ক) কেলি কৰে বৃন্দাবনে (খ) কানু সাজে সাজে .....

৩। বসন্ত : — (ক) ভালি নাচে মদন গোপাল।

৪। তুৰ বসন্ত :— (ক) বৈকুণ্ঠ তেজিয়া কেলি কৰা বৃন্দাবনে।
তোমাৰ বিনোদ হৰি জানিবো কমনে॥
(খ) বৃন্দাবনে ভেটলো হৰি এ গুণেৰ নিধি।
(গ) সই বনে বনমালী।
(ঘ) কৰু হৰি বৃন্দা বিপিন।

ইয়াত মুঠ ৰাগৰ সংখ্যা ৪টা আৰু গীতৰ সংখ্যা ৮টা। "বিহাৰ নাচ"ৰ বাবে ইয়াতকৈ অতিৰিক্ত গীত পাবলৈ নাই। এই খিনিৰে ইচ্ছানুযায়ী যি কোনো এটা গাব পাৰে। গীত আৰম্ভ কৰিলে ইয়াক গীতৰ নাচ বুলি কয়। গীত শেষ হলে লগে লগে নাচো শেষ হয়। নটুৱা সকলে পিচুৱাই গৈ সেৱা জনায় প্ৰস্থান কৰে। এই নাচ সত্ৰতহে প্ৰদৰ্শন কৰা হয়। আনত প্ৰদৰ্শন কৰা নিষিদ্ধ।

## (৩—ঙ) অঙ্কীয়া ভাওনা :—

শঙ্কৰদেৱৰ কীৰ্ত্তনৰ দিনা বিহাৰ নাচৰ অৱসানে তেওঁৰ দ্বাৰা ৰচিত পত্নী প্ৰসাদ, কালিয় দমন, কেলিগোপাল, ৰুক্মিণী হৰণ, পাৰিজাত হৰণ আৰু ৰামবিজয় আদি ৬ খন অঙ্কীয়া নাটৰ ভিতৰৰ যি কোনো এখন পৰিৱেশন কৰা হয়। নটুৱা সকলৰ প্ৰস্থানৰ লগে লগে নাটকৰ সূত্ৰধাৰ জন প্ৰৱেশ কৰে। প্ৰথমে গুৰু আসনলৈ সেৱা কৰিব আৰু তেতিয়া গায়ন বায়নে হৰিধ্বনি কৰে। দবা আৰু কাঁহ বজায়। সূত্ৰধাৰ প্ৰৱেশৰ আগৰ পৰাই প্ৰৱেশৰ প্ৰথম বাজনাখন বায়ন সকলে নৃত্য কৰি বাই থাকে। সূত্ৰধাৰ প্ৰৱেশত আঁৰকাপোৰ ধৰাৰ নিয়ম। সূত্ৰধাৰে সেৱা কৰি থিয় হৈ সেই বাজনাতে অৰ্থাৎ "খিতি তাক ধেই দাওঁ" বোলোতে সোঁহাত বাওঁ ভৰি আগলৈ দি আকৌ সোঁ ভৰি বাওঁহাত দি আগলৈ গৈ থাকে। সূত্ৰধাৰ পুৰুষৰ নৃত্য। ইয়াত মতা ওৰা ( ওৰা দুবিধ–মতা ওৰা আৰু মাইকী ওৰা ) পৰিৱেশন কৰা হয়। বায়ন সকল সূত্ৰধাৰৰ পিচত থাকে আৰু বহি লয়। ইয়াত দুজন মুখ্য বায়নে অংশ গ্ৰহণ কৰে। সূত্ৰধাৰী নাচৰ দুটা ভাগ–এভাগ গীতৰ নাচ, এভাগ শ্লোকৰ নাচ। গীতৰ নাচত বায়নে বাজনাবোৰ ( মুখস্থ হৈ থকা ) খোলত বোল দিয়ে আৰু শ্লোকৰ নাচত বায়ন জনে মুখেৰে শ্লোকবোৰ গায় আৰু পিচত খোলত বজায়। শ্লোক গাওঁতে সূত্ৰধাৰীয়ে নানাচে, খোলত বোল

দিলেহে নাচে। মুখে মুখে প্ৰচলিত হৈ আহোঁতে শ্লোকবোৰ বিকৃত হোৱা যেন লাগে। নিম্ন স্থানত সূত্ৰধাৰী নাচৰ কেইটামান শ্লোক তুলি দিয়া হ'ল—

১। কৃপাঙ্গ উপাঙ্গ ভূপাঙ্গ ভূষিতং ভূধৰ শ্ৰীধৰ ধৰ ধৰ ধগিতাং। অগ নগ খগ ধগ ধগ ধগ ধগিতাং। গোবিন্দ শ্ৰীপদ পদ বদ ইন গদ ইন শ্ৰদ ইন শ্ৰীদ ইন ধেঃ॥

২। দ্ৰিম্ দ্ৰিম্ দ্ৰিম্ থুানা দ্ৰিমিকি দ্ৰিমিকি থুানা,
থুানা নানা নানা নানা ত্ৰুমতো ত্ৰিসিতা থুানা।
ঘেঘেনা ঘেনা ঘেনা ঘেঘেনা ঘেনিনাং
ত্ৰুমতা ত্ৰিসিতা থুানা ধেঃ॥

৩। ধগুৰতা তগুৰতা তগুৰ তগুৰতা তগুৰ তগুৰ তগুৰ তগুৰ তগুৰিতি তা। খেত বিতা নিতা তাত তাতা নিতা তাত তাতা নিতা তাক থেই ধৌ ধেন্না।

৪। ত্ৰাদিঙা ধগা খিতা ধগি তাধগিতা ধগা।
ধগা ধগা ধগা ধগা ধগিতা ধগিতা ধগা।
ত্ৰাদিঙা ধগা খিতা ধগিতা ধগিতা ধগিতা॥

৫। ধেখ্ৰিক ধেখ্ৰিক ধেই ধগুৰতাং তগুৰতাং।
আদিদাং দিদি দাং দিদাং তি দাং দাং।
তিতি নিতি তিতি নিতি তিতি নিতি থেনা খেনা ধেই॥

এই প্ৰসঙ্গত মাত্ৰ ৫টা সূত্ৰধাৰী নাচৰ শ্লোকৰ উদ্ধৃতি দিয়া হ'ল। অতিৰিক্ত আৰু ৫/৬ টা মান শ্লোক আছে। এই শ্লোক বায়নে প্ৰত্যেকটোতে ২ বাৰকৈ গাব আৰু খোলতো দুবাৰকৈ বজাব। কমলাবাৰী সত্ৰত যিমানখিনি নাচৰ সমল আছে বা সংখ্যা আছে তাৰ ভিতৰত সূত্ৰধাৰ নাচেই কঠোৰ আৰু ভয় লগা। এই নৃত্য দিবৰ বাবে যি কোনো আগ বাঢ়িব নোৱাৰে। সকলো নাচত পাকৈত হলেহে সূত্ৰধাৰী নাচ দিব পাৰে। তদ ভাৱে নাচৰ নামত ভেকো ভাওনা হোৱাৰহে থল থাকে।

সত্ৰীয়া বিচাৰ মতে সকলো বাজনাত নিপুণ, নীতিশাস্ত্ৰজ্ঞ, অঙ্কীয়া নাট সমূহত সিদ্ধ হস্ত, নৱৰসজ্ঞ, সঙ্গীত কলাকুশলী, নানা শিল্প গুণবিশিষ্ট, পুৰাণ ইতিহাসত সম্যক্ জ্ঞান থকা, ভাৱৰীয়াৰ ৰংবৰণ, বেশভূষা আদি কৰণত সৰ্ব্ব প্ৰকাৰ অভিজ্ঞ লোকেই প্ৰকৃত সূত্ৰধাৰ হবৰ যোগ্য। সূত্ৰধাৰ গৰাকী জন সৰ্ব্বগুণাধিকাৰী হ'ব লাগে। তেওঁৰ নিৰ্দ্দেশ মতে ভাওনাৰ যাৱ-দীয় কাৰ্য্য পৰিচালনা নীতিগতভাৱে হ'ব লাগে। এই খিনিৰ অভাৱে অকুশলী

ব্যক্তিজনাক সূত্ৰধাৰ কাৰ্যাত নিয়োগ কৰাটো গহিত কাম। সূত্ৰধাৰ মানে- "সূত্ৰংধাৰয়তীতি সত্ৰধাৰঃ" অৰ্থাৎ সূতাডাল ধৰি থাকে বাবে সূত্ৰধাৰ। পুতলা নাচ অনুষ্ঠানত এজন পটু ব্যক্তিয়ে পুতলা বিলাকত ৰচি লগাই লৈ সজীৱ ব্যক্তিৰ দৰে সিহঁতৰ অঙ্গপ্ৰত্যঙ্গবোৰ চালনা কৰে। সিহঁত যে নিৰ্জ্জীৱ পদাৰ্থ সেই কথা দৰ্শক সকলৰ মনৰ পৰা কিয়ৎক্ষণৰ কাৰণে আতৰি থাকে। পুতলা নাচৰ কৌশলে দৰ্শক সকলৰ মোহ জন্মাৰ পৰা সেই সূতাধৰা জনেই সূত্ৰধাৰ।

শ্ৰীমদ্ভগৱদ্‌গীতা শাস্ত্ৰত শ্ৰীকৃষ্ণই অৰ্জ্জুনৰ আগত কৈছে ঃ—

ঈশ্বৰ: সৰ্ব্বভূতানাং হৃদ্দেশেঽৰ্জ্জুন তিষ্ঠতি।

ভ্ৰাময়ন্ সৰ্ব্ব ভূতানি যন্ত্ৰাৰূঢ়ানি মায়য়া ॥ ১৮।৬১—গীতা।

অৰ্থাৎ হে অৰ্জ্জুন। যেনেকৈ সূত্ৰধাৰে ( সূতাধৰালোকে ) দাৰু যন্ত্ৰত আৰুঢ় কৃত্ৰিম প্ৰাণীবোৰক নচুৱাই থাকে, তেনেকৈ ইশ্বৰে জগতৰ প্ৰাণী সকলৰ হৃদয়ত অৱস্থান কৰি তেওঁলোকক ভ্ৰমণ কৰোৱাই।

শ্ৰীধৰস্বামীজীয়ে উক্ত শ্লোকৰ টীকাত এনেদৰে লিখিছে 'যথা দাৰু যন্ত্ৰ মাৰুঢ়ানি কৃত্ৰিমানি ভূতানি সূত্ৰধাৰোলোকে ভ্ৰাময়তি তদ্বদিত্যৰ্থ:'' ॥

শঙ্কৰদেৱৰ কল্পিত সত্ৰধাৰজনে সঁচাকৈয়ে অঙ্কীয়া নাটকত সূতাডাল ধৰে। সংস্কৃত নাটকত সত্ৰধাৰজন নান্দী গোৱাৰ পিছতে আহি দৰ্শক সকলৰ আগত নাটকখনৰ কাহিনী এটি চমুকৈ প্ৰকাশ কৰি প্ৰস্থান কৰে। কিন্তু অঙ্কীয়া নাটত সূত্ৰধাৰ জন আদ্যন্ত অৱস্থান কৰাৰ উপৰিও নাটকৰ বাবে প্ৰস্তুতি ৰখা ভাওৰীয়াৰ হঠাতে কিবা অসুখ-বিসুখ হলে বা অনিবাৰ্য্য কাৰণ-বশত: প্ৰবেশ কৰিব নোৱাৰিলে সূত্ৰধাৰ জনেই তেওঁৰ প্ৰতিনিধিত্ব কৰিব পাৰে। সেই বাবেই সূত্ৰধাৰ জনৰ ওপৰত গুৰুত্ব বেছি। ভাৱৰীয়া সকলে সূত্ৰ বচন মতাৰ পিছতহে তেওঁলোকে বচন মাতিব পাৰে। বিনা সূত্ৰে তেওঁ-লোক জড় পদাৰ্থ। পুতলা ৰূপ অঙ্কীয়া নাটৰ ভাৱৰীয়া সকলক ৰচিৰূপ সূত্ৰ বচনৰ দ্বাৰা সূতা ধৰা বা সূত্ৰধাৰজনে ভাওনাখন পৰিচালনা কৰে। গতিকে সূত্ৰধাৰ জন যে কিমান গুণৰ অধিকাৰী হ'ব লাগে তাৰ ইঙ্গিত পূৰ্ব্বোক্ত প্ৰমাণবোৰৰ দ্বাৰা প্ৰতীয়মান হয়। পূৰ্ব্বকালত গাওঁ অঞ্চলত কোনো ব্যক্তিয়েই সত্ৰধাৰৰ ভূমিকাত অৱতীৰ্ণ হ'ব নোৱাৰিছিল। বহুদূৰ দূৰণিৰ পৰাও একোজন অভিজ্ঞ ব্যক্তিক সূত্ৰধাৰৰ ভূমিকা লবলৈ নিমন্ত্ৰণ কৰি অনা হৈছিল। আজি অৱশ্যে মানুহ অভিজ্ঞ হ'ব ধৰিছে।

**(৩—চ) সূত্ৰধাৰৰ সাজপাৰ ঃ** - মূৰত পাগ। ইয়াক সূত্ৰধাৰী পাগ বোলে। ই ঠিক গায়ন বায়নৰ 'পাগুৰি'টোৰ দৰেই। কিন্তু 'পাগুৰি'ৰ আগটো সম্মুখৰ

ফালে থাকে, সূত্ৰধাৰী পাগৰ আগটো পিচফালে থাকে। পাগুৰি হ'ল কাপোৰেৰে নিৰ্ম্মিত আৰু পাগ হ'ল তুলাপাতেৰে (কাগজৰ) নিৰ্ম্মিত। এই পাগ নিৰ্ম্মাণ কৰোতে বহু যত্ন লাগে। মাটিৰ ডাঙৰ চপৰা এটা আনি তাক মূৰৰ জোখেৰে সাঁচ কৰা হয়। তাৰ পিছতে কেন্দু বা বিহমনা গুটিৰ ৰস উলিয়াই তুলা পাতত সানি মাটিৰ সাঁচটোত মৰা হয়। ৰ'দত দি শুকুৱাই সাঁচটো মাটিৰ পৰা ফালি উলিওৱাৰ পিছত তাত বগা পটি মেৰিয়াই তাত বেজিৰে চিলাই কৰিব। পাগটোৰ তল অংশত ক'লা মখমল কাপোৰ (দুই আঙুলমান বহল) খণ্ডত গুণা চমকি লগাই তাত চিলাই দিব আৰু ওপৰ অংশতো এটা কল্কি তৈয়াৰ কৰি তাতো গুণা চমকি লগাব। এই পাগ দেখাত বৰ ধুনীয়া হয়। আজি কালিৰ মানুহে ইয়াক "মোগলাই টুপী" বুলি ভুলকৈ কয়। শঙ্কৰদেৱে বিজ্ঞানসন্মতভাৱে এই পাগ আবিষ্কাৰ কৰিছিল। যাত্ৰা ভাওনাৰ ভাৱৰীয়া সকলৰ টুপীৰ লগত ইয়াক কোনো মতেই তুলনা কৰিব নোৱাৰি। পাগৰ তলত অৰ্থাৎ সূত্ৰধাৰৰ মূৰত এখন বগা বা হালধীয়া চকুত লগা কাপোৰ থাকে। কাণত উন্টি ওলমোৱা। মুখত বগা ৰং। গাত কঁকাললৈকে পৰা তথা লিপিট খোৱা, দুয়োটা হাতত কোঁচ থকা দীঘল হাতৰ শুদ্ধ বগা কাপোৰৰ চোলা। হাতৰ মুঠিত ৰূপৰ গামখাৰু, তাত সোণপানী চৰোৱা আৰু বাখৰ লগোৱা। ডিঙিত মতা মণি আৰু অন্যান্য আপুৰুগীয়া অসমীয়া অলঙ্কাৰ। পিছফালৰপৰা দুই বাহুৰ ওপৰ ভাগেদি আনি আঁঠুলৈকে ওলমি থকা দুখনীয়া (চাৰি আঙুল পৰিমাণৰ) ৰংখটোৱা বা ফুল বছা কাপোৰ। ইয়াক সূত্ৰধাৰী কাপোৰ বুলিও কয়। তাৰ ওপৰত কঁকালত আঁঠুৰ তললৈকে পৰা ৰঙা কলপতীয়া মিহলি ডাঙৰ ডাঙৰ ফুল বছা বগা কপাহী টঙালি, অৱশ্যে সূত্ৰধাৰীৰ লহঙাৰ ওপৰতহে টঙালি থাকে। কঁকালৰপৰা ভৰিৰ গোৰোৱালৈকে ওলমি থকা শুদ্ধ বগা কপাহী লহঙা। নিচেই তল ভাগত চকমকীয়া পটি লগোৱা। দুই ভৰিত জুনুকা থাকে। সূত্ৰধাৰৰ লহঙাটো অন্য নাচৰ নটুৱাৰ লহঙাতকৈ কিছু উন্নত। সূত্ৰধাৰৰ পোচাক পৰিচ্ছদ বৰ চকুত লগা ধৰণৰ। ইয়াত আৰ্থিক ফালৰপৰা অৱস্থাপন্নলোকেহে বস্তু সংগ্ৰহ কৰিব পাৰে। তদুপৰি অভিজ্ঞ ব্যক্তিয়েই ইয়াক চিলাব পাৰে।

## (৩—ছ) সূত্ৰধাৰী হোৱাৰ যোগ্যতা তথা তাৰ বিধি প্ৰণালী :—

আমি পূৰ্ব্বতে ব্যক্ত কৰি অহা হৈছে যে সূত্ৰধাৰীজন বহুগুণ বিশিষ্ট হব লাগে। ইয়াৰ বাদেও সত্ৰীয়া পৰম্পৰা মতে সূত্ৰধাৰৰ ভূমিকাত অৱতীৰ্ণ হোৱা ব্যক্তিজন দেখনিয়াৰ হ'ব লাগে। তেওঁ স্বাস্থ্যবান হলে দৰ্শক সকল আকৃষ্ট হয়। লগতে সূত্ৰধাৰী হোৱা জনৰ বয়স ১৮/২০ বছৰৰ কম হ'ব

নালাগে। ৩০ বছৰৰ বাহিৰ হ'লে সূত্ৰধাৰ পতা নহয়। কাৰণ তেওঁৰ স্বাস্থ্য ক্ৰমে অৱনতি হয়। শৰণ ভজন নললে সূত্ৰধাৰ হোৱা তথা কৃষ্ণৰ ভাও লোৱা নিষিদ্ধ। দহ বছৰৰ ভিতৰত ভকতৰ ল'ৰাক শৰণ কৰোৱা নহয়। অৱশ্যে শৰণ নললে কৃষ্ণৰ ভাওঁ লবও নোৱাৰে। গতিকে অৰ্জ্জুন ভঞ্জন, পত্নী প্ৰসাদ, কালিয় দমন নাটৰ শিশু কৃষ্ণৰ ভাওৰ ক্ষেত্ৰত বাধা নিষেধ কৰা নাই। যিহেতু তাত ৪।৫ বছৰীয়া ভকতৰ ল'ৰা-প্ৰয়োজন। বাকী নাটত পৃথক্। কীৰ্ত্তনৰ কাৰণে অঙ্কীয়া নাট ভাওনা পাতিবলৈ সকলো গায়ন বায়ন মিলিত হৈ ওপৰত কৈ অহা বিধিমতে এজন ব্যক্তিৰ নাম এজনে প্ৰস্তাৱ কৰিব। বাকী সকলে সমৰ্থন কৰে। সৰ্ব্বসম্মতিক্ৰমে নিৰ্ব্বাচিত হ'লে ব্যক্তিজনে এজন নাট্যাভিজ্ঞ ভকতৰ ওচৰত গামোচা সহ গুৱাপাণৰ এটি মাননি ( অৰ্চ্চনি ) দি নাট শিকিবলৈ লব। তেনেদৰে নাচো শিকিব। কোনো শুভ দিবসত নাট মেলিব। নাট মেলোতে এখনি "নৈবেদ্যৰ থগি" দিয়া হয়। অথবা কিবা অসুবিধা বা অনিবাৰ্য্য হেতু 'গুৱা' ও দিয়া হয়। এইখিনি এই সময়ত সমূহীয়া ভঁৰালৰ পৰা খৰচ কৰে। অঙ্কীয়া নাটৰ আখৰা কীৰ্ত্তনঘৰ বা তৎসম পৰ্য্যায়ৰ ধৰ্ম্মীয় অনুষ্ঠানতহে কৰা হয়। ব্যক্তিগত ঘৰত কৰাটো নিষিদ্ধ। কীৰ্ত্তনৰ দিন চেৰেকৰ আগতে সূত্ৰধাৰীজনে কীৰ্ত্তন ঘৰত এখন "নৈবেদ্যৰ থগি' (প্ৰসাদৰ শৰাই) আৰু পকা মিঠৈ দিয়াৰ ধৰাবন্ধা নীতি আছে। এইখিনি বিয়লি প্ৰসঙ্গৰ আগে আগে শেষ কৰে। ভাওনাৰ দিনা সূত্ৰধাৰী পোচাক পিন্ধি আতাৰ গৃহ ( ভঁৰাল ), পদলীলা গৃহ, সত্ৰাধিকাৰ আৰু অধ্যাপক জনক সেৱা জনাই কীৰ্ত্তন ঘৰত প্ৰবেশ কৰা নিয়ম।

সূত্ৰধাৰ নৃত্যত "গতৰ নাচ" আৰু "শ্লোকৰ নাচ" শেষ হলে গীত আৰম্ভ হয়। গীতৰ পিছতে "সীতা স্বয়ম্বৰ" নাট হলে ৰামচন্দ্ৰৰ আৰু ' কালিয় দমন" আদি নাট হ'লে শ্ৰীকৃষ্ণৰ প্ৰবেশৰ নাচ হ'ব। অৱশ্যে পত্নী প্ৰসাদ, কালিয় দমন নাটৰ গোপবালকৰ সৈতে শ্ৰীকৃষ্ণৰ আৰু ৰুক্মিণী হৰণ, পাৰিজাত হৰণ আদি নাটৰ শ্ৰীকৃষ্ণৰ নাচ বেলেগ। গোপী বা পত্নীৰে সৈতে শ্ৰীকৃষ্ণৰ নাচত স্ত্ৰী চৰিত্ৰত লাস্য আৰু শ্ৰীকৃষ্ণ চৰিত্ৰত পুৰুষ নৃত্য দিয়া হয়। বাজনা একে থাকে। তেনেদৰে শ্ৰীকৃষ্ণ আৰু ৰামচন্দ্ৰৰ নৃত্যত বাজনা একেই; কিন্তু হস্ত ( মুদ্ৰা ) আদিত পাৰ্থক্য আছে। ইয়াক– 'গোঁসাই প্ৰবেশৰ নাচ" বোলে। এই নাচৰ বৈশিষ্ট্য হ'ল গাম্ভীৰ্য্য আৰু লালিত্য। নাচৰ ভাগ দুটা। প্ৰথম বাজনা বা গতৰ নাচ, দ্বিতীয় শ্লোকৰ নাচ। কিন্তু কৃষ্ণ আৰু ৰামচন্দ্ৰৰ শ্লোক আৰু শ্লোকৰ নাচ সুকীয়া। বায়নে শ্লোকবোৰ পোনতে মুখেৰে গায় আৰু তাৰ পিচতে খোলত বজায়। তেতিয়া ভাৱৰীয়াই নাচে। নিম্ন স্থানত শ্লোকবোৰ দিয়া হ'ল।

**শ্ৰীকৃষ্ণৰ :—**

১। বিশ্বং ভৱত্বং তংপদ নমতং লক্ষ্মীৱল্লভদুৰ্ল্লভপদত্বম্,
ফফনি ধৰতং ধৰতং ধৰতং বৰতং ব্ৰজতং খগৱতীতা ॥
২। তুতং ঘৃতং প্ৰকটিত স্থিতং অতি গতি গলিতং প্ৰণী তংনীতন্ ।
ত্ৰিভুৱন কমলং চৰণত্ব বৰণং চৰণং সমৰণংতবণং খগৱতীতা ॥

**শ্ৰীৰামচন্দ্ৰৰ :—**

১। শ্ৰীৰঘুনন্দন জটিল জটতং জটিল জটাজুটশ্ৰীবল্কপ্ৰকটম ॥
প্ৰকট মৰ্কট ঠাট পটুতং গিৰ্ গিৰ্ গিৰ্ শব্দিতম্ ॥
২। শ্ৰীৰাম ৰাঘৱ ৰাজীৱ লোচন ভৱভয় ভঞ্জন দুৰ্জ্জন শাসন।
বিকত প্ৰকট মৰ্কট সনাতক নাটিং অতয়ে লঙ্কা শঙ্কা তঙ্কা উৎপাতম্ ॥
( উপৰোক্ত শ্লোকবোৰ দুবাৰকৈ গাব আৰু বজাব )

ইয়াৰ উপৰিও বহুতো শ্লোক আছে। বাহুল্যৰ ভয়ত দিয়া নহ'ল। শ্ৰীকৃষ্ণ নাচৰ শ্লোক সংখ্যাধিক। লগতে গোপ বালকৰ সৈতে প্ৰবেশৰ নাচ আৰু কালিয় নাগৰ শিৰত নচা নাচৰ বাজনাও বেলেগে আছে। ৰুক্মিণী আৰু সত্যভামাৰে সৈতে শ্ৰীকৃষ্ণৰ প্ৰবেশৰ নাচৰ বাজনা একেখনেই, মাত্ৰ নাচৰ ভঙ্গী বেলেগ। কৃষ্ণই পুৰুষৰ আৰু ৰুক্মিণী আদিয়ে স্ত্ৰীৰ ভঙ্গী ( মুদ্ৰা বা হাত ) দিব। "কেলি গোপাল" নাটতো তেনেদৰে। অৱশ্যে যশোদা, সীতা, ৰুক্মিণী আদি স্ত্ৰী নৃত্যৰ বাজনা আৰু শ্লোক বেলেগেও আছে। সেয়া সুকীয়াকৈ প্ৰবেশ হ'লে বজায়।

( ৩-৬ ) **শ্ৰীকৃষ্ণৰ সাজপাৰ :** শ্ৰীকৃষ্ণৰ সাজত পাটৰ চুৰিয়া চাদৰী আৰু আচঁল, চুটি হাতৰ ক'লা কাপোৰৰ চোলা, হাতত গাম খাৰু (ৰূপ আৰু সোণেৰে নিৰ্মিত), বুকুত অঙ্গ মালা ( পহুচাল ঘূৰণীয়াকৈ কাটি তাত ৰূপ আৰু সোণৰ ফুল গাঁঠী দিয়া হয় ) মূৰত সাঁচি পাতেৰে নিৰ্মিত তথা ক'লা কাপোৰত গুণা চম্‌কি লগাই কৰা কল্কি দিয়া কিৰীটি। আগৰ দিনত কল্কিবোৰত আৰু টুপীটোৰ চাৰিওফালে হেঙুল হাইতাল আদি ৰং দি চিত্ৰ বিচিত্ৰ কৰি লিখা হৈছিল। আজি-কালি গুণা চম্‌কিৰে নিৰ্ম্মাণ কৰা হৈছে। কিৰীটিৰ ওপৰত মৈৰা পাখি। ভৰিত নূপুৰ। ৰামচন্দ্ৰৰ সাজ-পাৰো প্ৰায় একেই। কিন্তু মৈৰা পাখি নাই মাত্ৰ। কৃষ্ণ বা ৰামচন্দ্ৰৰ প্ৰবেশৰ বেলিকা গায়ন বায়নে হৰিধ্বনি কৰে আৰু দবা, শঙ্খ বাজে। ভাৱৰীয়াই সেৱা জনাই প্ৰৱেশ কৰে। নৃত্যৰ অন্তত সত্ৰাধিকাৰ প্ৰমুখ্যে দৰ্শক সকলৰপৰা অৰিহণা প্ৰণামি গ্ৰহণ কৰাৰ নিয়ম আছে। ইয়াতো গতৰ নাচ আৰু শ্লোকৰ নাচ আছে। নাচ শেষ হ'লে ভাৱৰীয়া সকল

শ্ৰীকৃষ্ণ বা ৰামক দক্ষিণ ফালে আৰু সীতা আদি স্ত্ৰীসকলক উত্তৰফালে কণ্ঠ পাৰি দিব। তাতে তেওঁলোক বহিব।

## (৩—ঝ) শ্ৰীকৃষ্ণ নৃত্যৰ পৃষ্ঠভূমি

"শ্ৰীকৃষ্ণ নৃত্যৰ পৃষ্ঠভূমি"ৰ সন্দৰ্ভত বৈদিক যুগৰ কথা পৰিহাৰ কৰি দ্বাপৰৰ যুগৰ কথাকে প্ৰাধান্য দিয়া হওক। মানুহে কথা কওঁতে সুৰ সংযোজনা আৰু মুদ্ৰা বিৰচনা হয়। এইবোৰ স্বভাৱজ কথা। অৱশ্যে ইয়াক নৃত্য কৰা বা গীত গোৱা বুলি কোৱা নহয়। গীতৰ অৰ্থ হ'ল "কৈ গৈ শব্দে' বা "গীয়তে ইতি গীতঃ"॥ সকলো কালতে বালকে অৰ্থহীন মিছা গীত গায় আৰু সঙ্গতহীন বা অশাস্ত্ৰীয় অংগী ভংগী কৰে। এইখিনি ল'ৰালি কালৰ স্বাভাৱিক অৱস্থা। শ্ৰীকৃষ্ণয়ো সকলো কালতে তেওঁ পৰিপূৰ্ণতমাৱতাৰ হ'লেও শিশু সুলভ ভাৱভঙ্গী বা নৰনাট্য খেলা খেলিছিল। গোপীসকলক অঙ্গী ভঙ্গী কৰি কৌতুক জন্মাইছিল। কীৰ্ত্তনত আছে—

কেহো বেলা গোপীগণে পাঞ্চে গায়া গীত।
তাসম্বাৰ প্ৰীতি সাধি কতো কৰা নৃত্য॥
মালাৰি কৰাহা কতো গোপৰ বচনে।
ছাঁয়া পুতলাক যেন নচাৱে যতনে॥

( কীৰ্ত্তন-শিশুলীলা )

দ্বিজনাগুৰু ৰচিত বৰগীততো কৃষ্ণ নৃত্য সম্বন্ধে ভালে খিনি সমল পোৱা হয় যেনে —

১। যাদু ভাল নাচত, নন্দনন্দন গোবিন্দ নাচত, ব্ৰজনায়ক নাগৰ নাচত পৰমানন্দ ৰসেৰে।

২। তালি নাচে মদন গোপাল।

৩। গোপাল গোৱাৰী পাৰাতে নাচে।

৪। জীৱতু জয় জয় যশোৱানন্দন আনন্দ পদ পায়।
নাচতু চিনি গোপ গোপিনী হাতে তালি বাজায়॥

তদুপৰি তিনি নাচ, তিনি কাছ, তিনি থান, তিনি মান, এই চাৰিটা সংক্ষেপ সদুক্তিৰ উত্তৰত পোৱা যায় যেনে ঃ—

১। তিনি নাচ— (ক) কালিয় নাগৰ শিৰত নাচ।
(খ) ৰঙ্গ শালত নাচ।
(গ) বৃন্দাবনত গোপীৰ মাজত নাচ।

২। তিনি কাছ— (ক) গোপ কাছ।
(খ) মল্ল কাছ।
(গ) যুদ্ধ কাছ।

৩। তিনি থান— (ক) গোকুল (খ) বৃন্দাবন (গ) মথুৰা।

৪। তিনি মান— (ক) ৰাজসূয় যজ্ঞত মান।
(খ) বলিৰ সভাত মান।
(গ) বিশ্বকেতু ৰাজসভাত মান।

দশম স্কন্ধ ভাগৱতত বৰ্ণিত "কেলি গোপাল" বা ৰাম ক্ৰীড়া প্ৰসঙ্গত উত্থাপিত নৃত্যই কৃষ্ণ নৃত্যৰ প্ৰধান পৃষ্ঠভূমি বুলি ক'ব পাৰি।

শঙ্কৰদেৱে লিখিছে ঃ— আপুনি লাৱণ্য কলা কুশল সুগন্ধী।
সমস্ত গোপীত অপি ক্ৰীড়িলা প্ৰবন্ধি ॥

ইত্যাদি

সংক্ষেপে এয়েই কৃষ্ণ নৃত্যৰ পৃষ্ঠভূমি। সেইদৰে ৰাম নৃত্যৰ আৰু গোপী নৃত্যৰো পৃষ্ঠভূমি আছে। ৰামচন্দ্ৰই অৱশ্যে নৃত্য কৰা কথা কোনো ঠাইতে পোৱা নাযায়। কিন্তু ৰামচন্দ্ৰৰ নৃত্য আনন্দাৰ্থত প্ৰয়োগ কৰা হয় বুলি বহুতে কয়। অঙ্কীয়া নাট সঙ্গীত প্ৰধান কাৰণেও ৰামচন্দ্ৰ নৃত্য প্ৰয়োগ কৰে। গোপী নৃত্যৰ পৃষ্ঠভূমি ৰাম ক্ৰীড়াত উৎযাপিত গোপী গোপালৰ নৃত্য বুলিয়েই সত্য ধাৰণা কৰা হয়। "ক্ৰীড়া দেখি চন্দ্ৰো কামে বিমোহিত আতি। স্তম্ভাইলন্ত ৰথ নুপুহাই সিটো ৰাতি" বুলি ভাগৱতে বৰ্ণনা কৰিছে। নাট্য শাস্ত্ৰত সিপিনে নৃত্য দুবিধ তাণ্ডৱ আৰু লাস্য বুলি কৈছেই। এনেস্থলত পৃথকে উদ্ধৃতি দিয়াৰ প্ৰয়োজন নাই।

(৩—ঞ) স্ত্ৰীপ্ৰৱেশৰ নাচ :— যশোদা, সীতা, ৰুক্মিণী আদি স্ত্ৰীচৰিত্ৰৰ প্ৰবেশৰ নাচৰ ভাগ দুটা। এটা বাজনাৰ আৰু আনটো শ্লোকৰ। এওঁলোকৰ সাজপাৰ চালি নাচৰ নটুৱাৰ সাজেই। মাত্ৰ ওৰোনা নাই আৰু ওপৰলৈ খোপা বন্ধা নাথাকে। মূৰত কৃত্ৰিম চুলি পৰিধান কৰে। কৃষ্ণ আৰু ৰামৰ প্ৰৱেশৰ শ্লোক পৃথকে থকাৰ নিচিনাকৈ স্ত্ৰীপ্ৰৱেশৰ শ্লোকো পৃথকে আছে। নিম্ন স্থানত লাস্য বিষয়ক এটি শ্লোক দিয়া হ'ল।

১। শ্ৰীমত্তিৰ্ঘ্ৰ কমলং নমঃ কি নমতং গোবিন্দ পদ বিনয়েন বৃন্দম্। তাপিত বেপিত ব্ৰজৱতী তানাম্ ॥

(৩—ট) অন্যান্য ভাৱৰীয়া প্ৰৱেশৰ নাচ ঃ— শ্ৰীকৃষ্ণ, ৰামচন্দ্ৰ, যশোদা প্ৰমখ্যো স্ত্ৰীপ্ৰৱেশৰ নাচৰ দৰেই ভাওনাৰ অন্যান্য ভাৱৰীয়া সকলৰো প্ৰৱেশৰ

নাচ বেলেগে বেলেগে আছে। কিন্তু ইয়াত শ্লোকৰ নাচ নাই। তেনেদৰে যুদ্ধৰ বাজনাও আছে। ৰাম, কৃষ্ণ, ৰজা সকলৰ হাতত ধনু আদি অস্ত্ৰ শস্ত্ৰ থাকে। ধনু যুদ্ধত গুণ টানি শব্দ তোলা এবিধ কেটেপ ধনু ব্যৱহাৰ হয়। ই এটি বিশেষ বস্তু। সত্ৰৰ বাহিৰে অন্যত এইবিধ ধনু ব্যৱহাৰ হোৱা দেখা নাই। দেখাত ই বৰ মনোমোহা। পোছাক পৰিচ্ছদৰ ক্ষেত্ৰত দশৰথ, ইন্দ্ৰ আদি বিশেষ ভাৱৰীয়াই সূত্ৰধাৰী পোছাক পিন্ধে। লহঙা, টঙালি, দীঘল হাতৰ কোঁচ দিয়া চোলা, মতামণি আৰু অন্যান্য সোণৰূপৰ অলঙ্কাৰ, সূত্ৰধাৰী কাপোৰ, মূৰত সূত্ৰধাৰী পাগ ইত্যাদি। অৱশ্যে আজিকালি এই সাজৰ ঠাইত বজৰুৱা সাজ পিন্ধিবলৈ লৈছে।

ভাওনা শেষ হ'লে সকলোৱে হৰিধ্বনি কৰি সামৰণি ঘাত মাৰি ভাওনা সমাপন কৰিব। সকলোৱে আঁঠু লব আৰু বুঢ়াভকতে নাটকৰ বঢ়া টুটা দোষ খণ্ডনৰ বাবে আশীৰ্ব্বাদ কৰিব। সিমানতে সেই পৰ্ব্বৰ সামৰণি পৰে। তাৰ পিছতে ৭।৮ জন কীৰ্ত্তনীয়া আহি "ঘোষা কীৰ্ত্তন" কৰে॥ চাউল, ভোজনী, থাপনিৰ ঘোষা কীৰ্ত্তনতকৈ ই উচ্চ পৰ্য্যায়ৰ। সময়ো যথেষ্ট লাগে। শ্ৰীমন্ত শঙ্কৰ গুৰুৰ দিনত শিষ্য ৰাম দাস আতৈয়ে "ঘোষা কীৰ্ত্তন" কৰি প্ৰহলাদ চৰিত্ৰৰ পদ দি থাকোঁতে তন্ময় হৈ জুইত জাপ দি পৰাৰ কথা, তথা নামৰ মহিমাত জুই শান্ত হোৱা বিৱৰণ গুৰু চৰিতত পোৱা যায়। এই "ঘোষা কীৰ্ত্তন"ত নাম ঘোষা, কীৰ্ত্তন ঘোষা, ভাগৱত আদি পুথিৰ পদ গায়। শ্ৰোতাৰ সংখ্যা কম।

## ( ৩ –ঠ ) ওজাপালি :—

"ঘোষা কীৰ্ত্তন" শেষ হ'লে ওজা ( ব্যাস কীৰ্ত্তন ) গায়। ইয়াত নতুন ওজা উঠে। ইয়াক ব্যাস কীৰ্ত্তন, বিয়াহ কীৰ্ত্তন, বিয়াহৰ ওজা পালি বা ওজাপালি বুলিও কয়। এই অনুষ্ঠানটোত ১৪।১৫ জন পালি আৰু তেওঁলোকৰ মাজত নতুন ওজা বা এজন ওজা থাকে। ওজাজনে হাত দি বানা আৰু পদ লগাই গায় আৰু নাচে। পালিয়ে দোহাৰত থাকি তাকে দোহাৰি গাই থাকে আৰু ভৰিৰে তাল ৰাখি থাকে। ইয়াত খোল ব্যৱহাৰ নহয়, খুটিতাল হে ব্যৱহাৰ হয়। ওজাই পোনতে "হেৰে খতে টানেনা" বুলি বন্ধা ৰাগদি কীৰ্ত্তন ঘোষাৰ "কৃষ্ণায় বাসুদেৱায় দেৱকী নন্দ নায় চ' এই শ্লোক কেইশাৰী সেই ৰাগতে অৰ্থ অনুসৰি হাত দি গাব। তাৰ পিছতে সেই ৰাগতে বৰগীত এটি গায়। তাতো হাত দিয়ে। গীতৰ পিছতে দিহা ঘোষা দি কীৰ্ত্তনৰ "চতুৰ্ব্বিংশতি অৱতাৰ বৰ্ণন"ৰ "প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী

সনাতন" এই পদখিনি সম্পূৰ্ণে অৰ্থ ব্যঞ্জক হাত দি গায়। এয়া শেষ হ'লে "থিয় পাতন" আৰম্ভ হয় অৰ্থাৎ ভাগৱতৰ কালিয়দমন, বলিছলন, কংসবধ, ৰুক্মিণী হৰণ আদি অংশ একোটা সুৰ লগাই হাত দি গায়। ইয়াৰ উপৰি ৰামায়ণ, মহাভাৰতৰ পৰাও গাব পাৰে। এই অংশক "এপাল পদ" বুলি কোৱা হয়। কীৰ্ত্তনৰ দিনা নতুন ওজাজনৰ ক্ষেত্ৰত পূৰ্ব্বোক্ত অংশবোৰৰ যি কোনো 'এপাল পদ' গাব পাৰে; কিন্তু নতুন ওজা নুঠিলে পুৰণা ওজা জনে সেই কীৰ্ত্তনত গোৱা প্ৰাণ বান্ধৱ মাধৱ ৰাম, সেৱক বুলিয়া পালিয়ো ৰাম, জগন্নাথ অনাথক থাপিয়ো চৰণে এই তিনিটা কীৰ্ত্তন ঘোষা সম্পূৰ্ণে গোৱাটো বাধ্যতামূলক। পদৰ মাজে মাজে বাদ্য খিয়ালী, বানা আদি গায়। নতুন ওজাজন যথা স্থানৰপৰা ওলাই আহি (পদ দি থকাৰ মাজতে) সত্ৰাধিকাৰ, বুঢ়াভকত প্ৰমুখ্যে দৰ্শকসকলৰ পৰা অৰিহণা গ্ৰহণ কৰে। টকা, পইছা, গামোচা, কাপোৰ আদি এই নতুন ওজাজনক দিয়া হয়। পিছত এই-বোৰ ওজাপালি সকলৰ মাজত ভাগ কৰে তিনি অংশ কৰি।

ওজাপালি কাৰ্য্যৰ ভাগ কেইটি এনেদৰে প্ৰদৰ্শন কৰা হয়ঃ-
১। ৰাগ দিয়া ২। গীত ৩। দিহা ৪। থিয় পাতন ৫। ৰাগ মালিতা ৬। চাৰণ ৭। বাদ্যখিয়ালী ৮। ধুৰা ৯। বানা ১০। উপদেশ।

## ওজাপালি গোৱা গীত আৰু ৰাগৰ সংখ্যা এনেদৰেঃ—

১। সুহাই :— সখীহে চলে কানু বিৰিন্দাবনে।
২। জয়শ্ৰী, শাৰঙ্গ, সিন্ধুৰা :— অৱসখী পেখো মদন গোপাল।
৩। সিন্ধুৰা :— জয় জয় জগজন তাৰণ কাৰণ। মধুৰ মূৰুতি মুৰাৰু
৪। ৰামগিৰি :— ৰাধে বাত বুজাৱলো তোই।
৫। শ্ৰীগান্ধাৰ :— মোহন মনোহৰ মূৰতি মাধৱ।
৬। পৰজ :— নাৰায়ণ লীলা জানব কোই।
৭। চালেঙ্গী :— উদ্ধৱ বন্ধু মধুপুৰী ৰহল মুৰাৰু।
৮। কেদ্ৰা :— একৰু ৰময়া কৰু ৰময়া ৰস কেলি।
৯। শ্ৰী :— গোধন সঙেগ ধাই।
১০। গৌৰী :— শুন শুন ৰে সুৰবৈৰী প্ৰমাণা।
১১। ব্যাহগড়া :— জয় জয় নন্দ নন্দন পৰমানন্দ।
১২। ভূপালী :— দেখোৰে নয়ন ভৰি লোই।
১৩। বসন্ত :— জয় জয় ৰাম ৰাঘৱ ৰঘু কুল পঙ্কজ।

১৪। কামোদ :— নিন্দি নটবৰ মূৰুতি মনোহৰ।

এই খিনিক সবহুৱা গীত বুলি কয়। ইয়াৰ বাদে নিত্য প্ৰসংগৰ ব্যাস কীৰ্ত্তনত গোৱা গীতো আছে। সবহুৱাখিনি নিত্য প্ৰসংগত আৰু নৃত্য প্ৰসঙ্গখিনি সবহুৱাত ব্যৱহাৰ কৰা নহয়। পূৰ্ব্বোক্ত ১৬টা বন্ধাৰাগ আৰু ১৫ টা গীতৰ ভিতৰত যি কোনো এটা বাচি লৈ গাব পাৰে। পূৰ্ব্বোক্ত ৰাগ আৰু গীত সমূহৰ বাদেও আৰু বহুতো ওজাপালিত গোৱা গীত আৰু ৰাগ আছে। বাহুল্যৰ ভয়ত সেইখিনি প্ৰকাশ কৰা নহ'ল।

"ওজাপালিত গোৱা কাৰ্য্যৰ ভাগ কেইটিৰ বিৱৰণ" :—

১। ৰাগ :— শাৰঙ্গ।

২। গীত :— অৱসখীপেখো।

৩। দিহা :— একি দয়াময় ঐ নাথ হে চৰণে শৰণ লৈলো।

৪। থিয়পাতন :— শুক মুনি ৰাজাত কহন্ত .... ইত্যাদি পদসমূহ।

৫। ৰাগ মালিতা :— চিন্তং নাগ্রং প্ৰদতং বহল ভুজযুগ মন্থনং
ভাব্যং চিন্তং ধাৰ্য্যং মাধুৰ্য্যসাৰং ॥
মধুমথন বিধৌশুক্ল বৰ্ণং দধানং।
জাত বৈৰাগ্য ৰাগংনিখিল মুনিগণ
প্ৰিয়তে সৰ্ব্বৰূপং মহন্তং ॥
স্বৰ সকল ধৰ নাম শাৰংগ ৰাগং ॥

৬। চাৰণ (চাৰোণ) :— তাদ্ৰিং দ্ৰিং নাদ্ৰিং দ্ৰিং তাদ্ৰিং নাদ্ৰিং নাদ্ৰিং দ্ৰিং
তাতা নাতা নাতা থেই থেই নাথেই নাথেই থেই।
ধগি তিতি নিতি তানি তিতাক জুনা নানা থেযাহো।
ৰমনীগজ গমনী জগমোহনী আৰবি অ'।

৭। বাদ্য খিয়ালী :— হো ৰণ জয় ৰণ জয় ৰণ জয় ৰণ জয়
বাজিছে ৰণৰ দামা লো।
ধেই ধেই থেই থেই খিত খিতি নাধেনি
তাক তাক থুন না।
ভেৰী ভুৰঙ্গ মাদল মুচংগ
ঢোল মৃদংগ মধুৰ মৃদঙ্গ বাজে।
কৰতাল ৰণ জয় ৰণ জয় ৰণ জয় জয়
বাজিছে ৰণৰ দামালো॥

৮। ধ্ৰুৱা :— শোভে তনু নৱঘন শ্যামং
শমন দমন শ্ৰীকৃষ্ণৰ নামং ॥ ইত্যাদি।

৯। বানা :— ধ্ৰুৱাৰ পিছত বানা। পদকে সুৰ লগাই বেলেগে গোৱা হয়। কিন্তু সুৰ কিছু চৰা। (এই সময়তে অবিহণা গ্ৰহণ কৰিবলৈ যায়)।

১০। উপদেশ :— এমন ভাৱকি, শ্ৰদ্ধায়ে স্মৰ হৰি হৰি
আসিবে শমন কৰিবে বন্ধন
তবে হবে মন কি।
শুনিয়োক সভাসদ ভক্তি ৰত্নাৱলী পদ
ভকতৰ ইসে মহাধন ॥ ইত্যাদি।

উপদেশৰ পিছতে সামৰণি পৰে। এই অনুষ্ঠানটো শেষ কৰোতে প্ৰায় ২।৩ ঘণ্টামান সময় লাগে। ওপৰত উল্লেখ কৰা ৰাগ গীত আদিৰ এটি সামান্য মাত্ৰ উদাহৰণ দেখুউৱা হ'ল। ইয়াৰ বহুতো চাবণ, বাদ্য খিয়ালী আদি আছে। ভাগে ভাগে প্ৰকাশ কৰিবলৈ সমৰ্থ নহ'ল। ওজাপালি বিষয়ৰ এজন পৃথক্ পুস্তক লিখাৰ প্ৰয়োজন আছে।

নতুন ওজাজন ১০ বা ১২ বছৰীয়া বালক হ'ব লাগে। ২০ বছৰ বয়সতো উঠিব পাৰে; কিন্তু তাৰ সংখ্যা কম। ওজাৰ পোছাক পৰিচ্ছদ সূত্ৰধাৰীৰ দৰে। কীৰ্ত্তনৰ দিনা নতুন ওজা নুঠিলে পুৰণাএজনেই ওজা উঠে। তেওঁৰ পোছাক চুৰিয়া, জালদাৰ চোলা, কাপোৰ, মূৰত পাগুৰি। বাকী পালি বোৰবো একেই।

## (৩—ঙ) নতুন ওজা উঠাৰ তথা শিকাৰ নিয়ম প্ৰণালী :—

সত্ৰৰ মাতে-কথাই সুন্দৰ স্বাস্থ্যবান ১০।১২ বছৰীয়া ভকতৰ ল'ৰাক বুঢ়াভকত (অভিবাৱক) জনে ওজা বিদ্যাত নিপুণ অধ্যাপক এজনৰ ওচৰত ওজা শিকিবলৈ দিয়েগৈ। এটা কাঠৰ চৰিয়াত তামোল, পাণ, গামোচা, পইচা আৰু ওপৰত এখন কলাপাত দি অধ্যাপকজনৰ ওচৰত আগবঢ়াই আঁঠু লৈ সেৱা কৰোৱাই। এই কাম কীৰ্ত্তনৰ দিনাৰ পৰা অৰ্থাৎ ভাদ মাহৰ পৰা ৬ মাহ মানৰ আগতে কৰে। সন্ধ্যা দবা মৰাৰ পিছত বা কীৰ্ত্তন ঘৰত খোল তালৰ প্ৰসঙ্গৰ সময়ৰ পৰাই শিকাৰ কাম আৰম্ভ হয়। গ্ৰীষ্ম কালত দিন ভাগত খোৱা বোৱা কৰাৰ পিছতো শিকা হয়। এনেদৰেই শিকা আৰু শিকোৱাৰ কাম চলি থাকে। ওজাৰ কাম স্বয়ং চম্ভালিব পৰা হ'লে ওজা তোলাৰ ৩।৪ দিন মানৰ আগতে ল'ৰাটিৰ মহলা লোৱা হয়।

মহলা মানে পৰীক্ষা। মহলা লোৱাৰ নিয়ম এনেদৰে ঃ— সত্ৰৰ সত্ৰাধিকাৰৰ চ'ৰাত সত্ৰৰ মুখীয়াল ভকতৰ সৈতে সত্ৰাধিকাৰৰ উপস্থিতিত অধ্যাপক জনে জনচেৰেক ওজাপালি লৈ ল'ৰাজনক গাবলৈ দিব। সত্ৰাধিকাৰক সেই সম্পৰ্কে আগতীয়াকৈ অধ্যাপকজনে জনাই আৰু সত্ৰাধিকাৰে ভকতসকলক সেই অনুষ্ঠানলৈ নিমন্ত্ৰণ কৰি আনে। পালিসকলে হাতত খুটিতাল লৈ আৰু ওজাজনে পাগুৰি মাৰি অনুষ্ঠান প্ৰদৰ্শন কৰে। ওজাজনৰ কাম পৰিপাটি তথা সুন্দৰ যেন দেখিলে সকলোৱে "ভাল হৈছে" বুলি ক'ব আৰু সুচাৰু-ৰূপে কৰ্ম্ম সম্পাদন হ'বলৈ আশীৰ্ব্বাদ কৰিব। যদি নহয় তেন্তে দিন চেৰেক আকৌ ভালকৈ শিক্ষা দিবৰ কাৰণে অধ্যাপক গৰাকীক সত্ৰাধিকাৰে নিৰ্দ্দেশ দিব। অনুষ্ঠানৰ শেষত সত্ৰাধিকাৰে 'গুৱা' বিতৰণ কৰে। প্ৰথমে ওজাজনক, দ্বিতীয়তে অধ্যাপকজনক, তৃতীয়তে পালিসকলক আৰু বুঢ়াভকত সকল প্ৰমুখ্যে বাকীসকলক পাত্ৰাপাত্ৰানুযায়ী ২ খন আৰু ১খনকৈ 'গুৱা' দিয়ে। অনুষ্ঠানটো সন্ধ্যা দবা মৰাৰ পিছতে হয়। এইটো বাধ্যতামূলক নিয়ম।

ওজা উঠাৰ আগদিনা অৰ্থাৎ থাপনিৰ দিনা সত্ৰাধিকাৰক এখন শৰাইত গুৱা-পাণ, গামোচা, পইচা আদি সজাই অধ্যাপকজনে ওজা ল'ৰাটিক সেৱা কৰোৱাব। তদনুক্ৰমে মুখ্য বুঢ়াভকত সকল, ওজা সকলক আৰু বৰ বায়ন, বৰ গায়ন দুজনকো গামোচা, পয়চা, গুৱা-পাণ দি সেৱা কৰোৱাব। এজনে গামোচা পইচা, আদি এটা খৰাহিত লৈ যাব আৰু কাঠৰ চৰিয়া এটাত সেইখিনি নিৰ্দ্ধাৰিত মতে সজাই দি যাব। এইখিনি দিনৰ ভাগৰ কাম। ৰাতি নতুন ওজা জনে প্ৰত্যেক বহাতে সোমাই পিছদিনাৰ ওজা উঠা অনুষ্ঠান দৰ্শনৰ কাৰণে ভকত সকলক নিমন্ত্ৰণ কৰিব লাগে। সেই একে দিনাই নতুল ওজাজনৰ পক্ষৰ পৰা অধ্যাপক জনক এটি মাননি দিয়ে। মাননি বস্তু যথাক্ৰমে এখন চুৰিয়া, কাপোৰ, গামোচা, জালদাৰ, চোলা, ৰুমাল, ( সৰু গামোচা ). এজোৰ খুটিতাল, এটা পাগুৰি, টকা ৫·০০ ( পাঁচটা ), গুৱা-পাণ। এইখিনি দিব লগাটো বাধ্যতামূলক। দুখীয়া হ'লে কিছু তাৰতম্য কৰিব পাৰে। নতুন ওজা কীৰ্ত্তনৰ দিনাৰ বাহিৰে "চাউল ভোজনী" 'থাপনি' আৰু বহাগৰ বিহুৰ দিনাও উঠে। কিন্তু কীৰ্ত্তনৰ দিনা উঠাটো সৰ্ব্বাধিক প্ৰশস্ত। ইয়াত দেউৰীয়ে কটা গুৱা-পাণ বিতৰণ কৰে।

## (৩—চ) ন ধেমালি :—

ওজাপালি কাৰ্য্যৰ অৱসানে "ন ধেমালি" আৰম্ভ হয়। ওজাপালি উঠাৰ পৰা আৰম্ভ কৰি বাকী অনুষ্ঠান বোৰক "ঘাই পাল" বুলি কয়। ন ধেমালিৰ

নিয়ম নীতি ৰাম ধেমালিৰ দৰেই। কিন্তু কেইটামান বিষয়ত মাত্ৰ পাৰ্থক্য আছে। ৰাম ধেমালিৰ বহি চাহিনি এখন; কিন্তু ন ধেমালিৰ দুখন। সকলো ধেমালিৰ থিয় চাহিনি দুখন। বৰ ধেমালিৰ বেলেগে এখন আৰু বাকীবোৰ ধেমালিৰ উমৈহতীয়াকৈ এখন। ন ধেমালিৰ সঞ্চাৰ আঠটা, ৰাম ধেমালিৰ সঞ্চাৰ নটা। ৰাম ধেমালি য'তে ত'তে, যি কোনো সময়তে সত্ৰৰ বাহিৰত ( থাপনি দিনাৰ বাদে ) নবজায়। কিন্তু "ন ধেমালি" খন য'তে ত'তে যি কোনো সময়তে বজাব পাৰে। কোনো তিথি পৰ্ব্ব, ভাৱনা-সবাহ বা কোনো বিশেষ ব্যক্তিক প্ৰদৰ্শন কৰিব লগা হ'লে বজায়। ন ধেমালিৰ আন এটা শুদ্ধ নাম "নাট ধেমালি"। সেই সম্বন্ধে আমি পূৰ্ব্বতে উল্লেখ কৰি আহিছোঁ। কোনো নাটক অভিনীত হ'লে আৰম্ভণিৰ আগে আগে "পূৰ্ব্ব-ৰঙ্গ" হিচাবে বজায় কাৰণেও বোধহয় ইয়াক "নাট ধেমালি" বুলিছিল।

গায়ন বায়ন জোৰা উঠাৰ নীতি একে বুলি আগতে কোৱা হৈছে। সেইমতে নিৰ্দ্দিষ্ট ঠাইত সমবেত হৈ দুবাৰ হৰিধ্বনি কৰে। ইয়াত বুঢ়া বুঢ়া গায়ন বায়নসকলে যোগদান কৰে। পাটৰ চুৰিয়া, কাঠৰ মালা আৰু পাগুৰিত বকুল ফুলৰ মালা পিন্ধে। দেখাত বৰ শোভাকৰ হয়। দুখন বহি চাহিনি বজাই থিয় চাহিনিত ধৰে। গায়নসকলে থিয় চাহিনি ঘোষা ধৰে। এই সময় ছোৱাতে দেউৰীয়ে ক্ৰমে সত্ৰাধিকাৰ, বুঢ়াভকতসকল, বৰ গায়ন, বৰ বায়ন, পালি গায়ন বায়ন আৰু দৰ্শকসকলৰ মাজত 'গুৱা' বিতৰণ কৰে। সৰু সৰু কলপাতত অগ্ৰমানী সত্ৰাধিকাৰ মুখ্যে বুঢ়াভকত সকলক আৰু বাকীসকলক হাতে হাতে গুৱা দিয়াৰ নিয়ম।

"থিয় চাহিনি ঘোষা"

শঙ্কৰ মাধৱ এ ভৈলা অৱতাৰ।
ইবাৰ কৰিবো বুলি জগত উদ্ধাৰ॥

পদ: - হৰি লৈলো হৰি লৈলো শৰণ ইবেলি।
মই অধমক পাৱে নেপেলাইবা ঠেলি॥
নমো নমো কৃষ্ণ অনাথৰ নাথ দেৱ।
মোত পৰে অনাথ নাহিকে আন কেৱ॥ ইত্যাদি।

থিয় চাহিনি ঘোষা শেষ হ'লে ধেমালি আৰম্ভ কৰে। এই ধেমালি-খন বৰ ৰংচঙীয়া। ইয়াত গায়নে তাল ঘূৰাই নাচে। উভয়ে পানী পৰুৱা দিয়ে। বৰ তাল, ভোৰ তাল ব্যৱহাৰ হয়। বায়নে অৱিহণা লয়। এই ধেমালিত বায়ন সকলে হাত (মুদ্ৰা) দি নৃত্য কৰে। গোটেই অনুষ্ঠানটো

বৰ মনোৰম হৈ উঠে। পানী পকৰা দিয়াৰ পিছত বায়ন সকলে উত্তৰা দক্ষিণা হৈ বহি ঘাত মাৰিব। অৱসানে গায়ন সকলে নিজৰ নিজৰ তাল একতিয়াকৈ মুখৰ আগত হাতেৰে ধৰি নিম্নস্থানত লিখা ঘোষা সুৰ লগাই গায়। এই সময়ত বায়ন সকলে আঁতৰি থাকে।

১। কৃষ্ণ এক দেৱ দুখহাৰী কাল মায়াদিৰো অধিকাৰী
কৃষ্ণ বিনে শ্ৰেষ্ঠ দেৱ নাহি নাহি আৰ
সৃষ্টি স্থিতি অন্তকাৰী দেৱ অন্ত বিনে আন নাহি কেৱ
জানিবা বিষ্ণুসে সমস্ত জগতে সাৰ ॥

ঘোষা অৱসানে বায়নসকলে চাৰিটা সঞ্চাৰ মাৰে আৰু পুনঃ আঁতৰি যায়। গায়নসকলে সুৰ সংযোগেৰে পুনঃ নিম্নস্থানত লিখা ঘোষা গাই সমাপতি কৰিব।

২। হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে
প্ৰেম অমৃতৰ নদী।
শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙ্গি দিলা
বহে ব্ৰহ্মাণ্ডক ভেদি ॥

ইয়াৰ পিছতে বায়ন সকলে পুনঃ আৰু চাৰিটা সঞ্চাৰ মাৰি "গুৰু ঘাত" আৰু লনা ঘাত মাৰিব। তেতিয়া গায়নে বৰাড়ি ৰাগ দি "ব্ৰজ বালক সঙ্গে ৰঙ্গ মনে নাচতু এ সদাশিৱ। ওহি অৱতাৰে নিজ যশ চয় প্ৰচাৰি তাৰিলা জীৱ" এই গীতটো সম্পূৰ্ণে গাব। ইয়াক "টিকুনৰ গীত" বুলি কয়। ই বৰ গভীৰ। এই গীত গাঁওতে দুজন বৰ বায়ন আৰু ৩।৪ জন বৰ গায়ন থাকে। বাকী সকল "গুৰু ঘাত" মৰাৰ লগে লগে বিদায় লৈ যায়। ৰাতি ১২ মান বজাত এই গীত গাওঁতে মনলৈ এটি ভক্তি আৰু গম্ভীৰ ভাৱ আহে। গীত শেষ হ'লে 'ন ধেমালি'ৰ অধ্যায়ৰ সামৰণি পৰে। পিছত "ঘোষা কীৰ্ত্তন" কৰে।

ইয়াৰ পিছতে (নিত্য প্ৰসঙ্গ) খোল তালৰ প্ৰসংগ আৰু নাম লয়। নামত এটি কুলুপীয়া ঘোষা, এটি ধৰি গোৱা ঘোষা আৰু কীৰ্ত্তন ঘোষা এটি গায়। নামৰ পিছতে ঘোষা কীৰ্ত্তন কৰে। অৱসানে পলীয়া পাঠকে (যাৰ সেই মাহত পাঠ পঢ়া পাল থাকে) আহি চাউল ভোজনী থাপনি আৰু কীৰ্ত্তন এই তিনি দিনত যি কেইটা কীৰ্ত্তন দিয়ে (মুঠ ১০টা) সেই কেদিনৰ আটাইকেইটা কীৰ্ত্তন ঘোষা কথনেৰে গাই শেষ কৰে। পাঠৰ পিছতে গুজা গায়। সমগ্ৰ ৰাতিটো সাংস্কৃতিক অনুষ্ঠানত জড়িত সকলো শিল্পী উজাগৰে থাকে। 'বৰা' জন এই ৰাতিটোৰ বাবে বিশেষ ভাৱে সংৰক্ষিত।

কোনোবা যদি নিদ্ৰা মগ্ন হ'বলৈ ইচ্ছা কৰিছে তেওঁ ততালিকে গৈ সাৱধান বানী শুনাইছে। এনেদৰেই সকলোজনে এই অনুষ্ঠানটোৰ লগত জড়িত হৈ পৰে। এই অনুষ্ঠানটোত যদি কোনো দৰ্শক মণ্ডলীও নাথাকে, তেন্তে তালৈ কাৰো ভ্ৰূক্ষেপ নাই। ইয়াত আছে গভীৰ ভক্তিৰ কথা তথা স্পন্দন। সকলোৱে "প্ৰাণটাকি' খোৱা বোৱা শোৱা ইত্যাদি লৈ পিঠি দি সাংস্কৃতিক কাৰ্য্যক্ৰমত ভাগ লয়। এই কেইদিনত বুঢ়া, ডেকা, ল'ৰা সকলোৱে নৱ-উৎসাহ। নিজক পাহৰি যায়।

## (৩—৭) বৰ ধেমালি আৰু ঘোষা ধেমালি ঃ -

ওজাপালি অনুষ্ঠান শেষ হ'লে গভীৰ ৰাতি বৰ ধেমালি আৰু ঘোষা ধেমালি অনুষ্ঠান আৰম্ভ হয়। গুৰু চৰিতত আছে —

নাট ধৈমালি চোট ধৈমালিক বাইলা।
বৰ ধেমালিক বাই লোকক তুষিলা ॥ ১৪৮৮
বৰ ধৈমালিত পাঞ্চ গোটা বাইলা খোল।
বাসুকি মণ্ডলী বাদ্য বাইবাক লাগিল ॥
পাছে ধৰিলন্ত দেৱ ধৈমালিক গই।

আগে পাছে নৱগোটা খোল গুৰু লই ॥ ১৪৮৯

পূৰ্ব্বোক্ত প্ৰসঙ্গত নাট ধৈমালি (ন ধেমালি) চোট ধেমালি বৰ ধেমালি, বাসুকি মণ্ডলী বাদ্য, দেৱ ধেমালি এই পাঁচখন ধেমালি মাত্ৰ পোৱা হৈছে। গুৰুজনাৰমহাপ্ৰয়াণৰ ৬০/৭০ বছৰ মানৰ পিছত লিখা চৰিতত বহুতো কথা বঢ়া টুটা ন্যূনাধিক হোৱাটো নিশ্চিত। মুখে মুখে পোৱা কথা আৰু কিংবদন্তিমূলক কথাৰ ওপৰত কিছুমান কথা নিৰ্ভৰ কৰিছে। সকলো সাংস্কৃতিক অনুষ্ঠানৰ কথা সম্পূৰ্ণে প্ৰকাশ কৰিব নোৱাৰাত চৰিতকাৰজনক দোষাৰোপ কৰিব নোৱাৰি। নিৰ্ভুল তথ্যপাতি যোগান ধৰাটো বৰ কণ্টকৰ। উল্লেখনীয় দীৰ্ঘবিশিষ্ট ৰাম ধেমালি আৰু ঘোষা ধেমালিৰ বিৱৰণ চৰিতত পোৱা নাযায়। লগতে "বাসুকি মণ্ডলী বাদ্য" আৰু "দেৱ ধেমালিৰ নিচিনা প্ৰশস্ত ধেমালি দুখনো সত্ৰত বাদ পৰিছে। মেঘ মণ্ডলী ৰাগৰ লগত মিলাই এই ধেমালি বজোৱা হৈছিল। গুৰুজনাৰ পিছত ইয়াক ৰাখিব নোৱাৰিলে। পূৰ্ব্বোক্ত দুখন ধেমালি হেৰাল। আকৌ ৰাম ধেমালি আৰু ঘোষা ধেমালি এই দুখনৰ সাধাৰণ ইঙ্গিত এটিও নোপোৱাত চৰিতকাৰজনৰ অজ্ঞতাৰ দোষতে বাদ পৰি যোৱাটো নিশ্চিত হৈছে। বৰ ধেমালিৰ পিছতে ঘোষা ধেমালি আৰম্ভ হয়। বোধ হয় বৰ ধৈমালিৰে এটা অংগ বা অংশ বুলি ঘোষা ধেমালিক বাদ পেলাই থব পাৰে। বৰ ধেমালিৰ পিছতে ঘোষা গায় আৰু

হাতেৰে মুদ্ৰা প্ৰকাশ কৰা হয়। ইয়াকে সেইবাবে ঘোষা ধেমালি বোলে। গুৰু কীৰ্ত্তনৰ দিনা মাজনিশাৰ ঠিক পিছৰপৰা ব্ৰহ্ম মুহূৰ্ত্তলৈকে এই ধেমালি বজোৱা হয়। সূৰ্য্য উদয় হলে দোষ আছে। ই বৰ গভীৰ আৰু অনুপম আৰু ব্ৰহ্ম ভাৱৰ ভক্ত চিননৰ যোগে জীৱৰ শৰণৰ পিছত দেহ ভজনত এক পূৰ্ণ প্ৰকাশ। নাম যেনেকৈ অমূৰ্ত্তক আৰু ভকত মূৰ্ত্তি মন্ত, ঠিক তেনে-দৰে ঘোষা ধেমালি যেন বৰ ধেমালিৰ অমূৰ্ত্তক অৱস্থা। এই ঘোষা ধেমালি দৰ্শন কৰিলে "হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে" কথাটোৰ সাৰ শিৰে শিৰে স্নায়ুৱে স্নায়ুয়ে অনুভৱ কৰিব পাৰি। এই ঘোষা ধেমালি আদি গুৰু কীৰ্ত্তনৰ দিনা কমলাবাৰী সত্ৰত নেচালে গুৰুজনে থৈ যোৱা সঙ্গীত সংস্কৃতিৰ কোনো আহি অসমীয়া গায়ক সংগীতজ্ঞ সকলে অলপো বুজিব নোৱাৰে। গুৰু কীৰ্ত্তনৰ দিনা ভক্তিত আপ্লুত হৈ থকা আৰু উথলি থকা প্ৰাণ আৰু সেই গহীন ৰাতিৰ সত্ৰৰ কীৰ্ত্তন ঘৰৰ পৰিবেশ আৰু তিনিকুৰি চাৰিকুৰি ভকতে একে ধৰণৰ সাজ পিন্ধি গায়ন বায়নৰ ভাওত ওলাই সেই ধেমালি পৰিবেশন কৰাৰ সুচল সুবিধা অন্য সময়ত বা অন্য ঠাইত কেতিয়াও সৃষ্টি কৰি ল'ব নোৱাৰি। গতিকে গুৰু কীৰ্ত্তনৰ দিনা কমলাবাৰী সত্ৰত এই ধেমালি চাই অসমীয়া বৈষ্ণৱসকলে জীৱন সাৰ্থক কৰা প্ৰয়োজন। কেৱল সেয়ে নহয়, চাৰিদিন চাৰি ৰাতি একেৰাহে নিদ্ৰা তন্দ্ৰা এৰি দৰ্শন কৰিব লাগিব। তেতিয়াহে পূৰ্ণ প্ৰকাশ হ'ব। ঘোষা ধেমালিক ওপৰ খাপৰ আৰু অতি পৱিত্ৰ বস্তু বুলি ভবা হয়। এই ধেমালি বজাওঁতে বন্য প্ৰাণীৰ শ্ৰুতিগোচৰ নোহোৱাকৈ বজাব লাগে আৰু শিকাওঁতে গোপনভাৱে নিৰলত জন সমাগমৰ পৰা আতঁৰত শিকোৱা হয়। যি কোনো বায়নক শিকোৱাও নহয়। পূৰ্ণ বিশ্বাসৰ ওপৰত নিৰ্ভৰ কৰিহে শিকোৱা হয়। মানুহে পেৰাৰ ভিতৰত সামৰি ভালদৰে ৰখা চুৰিয়া কাপোৰ আদি যিকোনো সময়তে ব্যৱহাৰ নকৰে, তাক উৎসৱাদিতহে ব্যৱহাৰ কৰা হয়। লগতে গোপনীয় কথা কিছুমান বিশ্বাস ভাজন ব্যক্তিৰ বাহিৰে আনৰ আগত ব্যক্ত নকৰাৰ দৰেই যি কোনো অনুষ্ঠানতে ঘোষা বাদ্য (ইয়াক সত্ৰীয়া ভাষাত ঘোষা বাদ্য বুলি কয়) নবজায় আৰু যি কোনো মানুহক নিশিকায়। যিখিনি সাংস্কৃতিক অনুষ্ঠান পোনতে চিহ্ন যাত্ৰা ভাওনাত প্ৰদৰ্শন কৰা হৈছিল, সেইখিনি অনুষ্ঠানৰ ভিতৰৰ কিছুমান মুখ্য কাৰ্য্য মুখ্য তিথিত প্ৰদৰ্শন কৰাৰ বাবে সেই তিথি বৰ শ্ৰদ্ধা আৰু আগ্ৰহৰ বস্তু হৈ পৰে। মধ্য নিশা মানুহ গভীৰ নিদ্ৰা দেবীৰ কোলাত আশ্ৰয় লৈ থাকে। সেই সময়তে ঘোষা ধেমালি বোৱাৰো এটা প্ৰধান কাৰণ। যাৰ ভাগ্য থাকে সিহে সেই অনুষ্ঠান উপভোগ কৰিব পাৰে, সকলোৱে নোৱাৰে। চিহ্ন যাত্ৰা অনুষ্ঠানত দৰ্শক সকলৰ কেনে অৱস্থা হৈছিল, তাৰ সাক্ষ্য গুৰু চৰিত সমূহে বহন কৰিছে।

গায়ন সকলে গীত আনন্দত গাই।
সমজ্যায়ে যেন বৈকুণ্ঠক আছে চাই॥
নজানিল সভাসদে কিবা ৰাত্রি দিন।
দেখি বৈকুণ্ঠৰ যেন পাট ভৈল ক্ষীণ।
নাৰী গণে নজানয় কোন জন স্বামী।
সৱেহন্তে যেহেন ভৈলন্ত মোক্ষগামী॥
বালকে নিচিনে কোনজন মাৱ বাপ।
সমস্তৰে শৰীৰৰ অন্তৰিল পাপ॥
স্বামীয়ে নিচিনে এহি মোৰ ভাৰ্য্যা বুলি।
শঙ্কৰৰ মায়ায়ে সবাকো থৈলা ভুলি।

এই ঘোষা ধেমালিৰ খোলৰ পাৰমাৰ্থিক বিচাৰ এনেদৰে কৰা হয় — বিৰাট ব্ৰহ্মই খোলা, বিশ্বাসে ৰূপহী, প্ৰেমে গোথনি, শ্ৰদ্ধায়ে বৰত্তি, স্নেহ প্ৰীতিয়ে ঘুন, ধৈৰ্য্যাই দোল, শব্দ ব্ৰহ্মই খোলৰ মাত ইত্যাদিৰে বিশ্লেষণ কৰা হয়।

বৰ ধেমালি আৰু ঘোষা ধেমালিৰ বহি চাহিনি ৪ খন। থিয় চাহিনি ১ খন। গায়ন বায়নৰ সাজ পাৰ একেই, মাত্ৰ পাগুৰিৰ ওপৰত বকুল ফুলৰ মালা থাকে। বাৰ বৃন্দাবনৰ বাৰগোপালৰ আহিৰে গায়ন বায়নৰ সংখ্যা ১২ জন হ'ব লাগে। বাৰ বৃন্দাবন হ'ল যথা ক্ৰমে — ১। বৃন্দাবন ২। মথুৰাবন ৩। ভদ্ৰবন ৪। শ্ৰীবন ৫। ভাণ্ডাৰী বন ৬। তালবন ৭। খদীৰবন ৮। বহুলা বন ৯। কুসুম বন ১০। কাম্যবন ১১। লৌহবন ১২। মহাবন। এই বাৰ বনৰ বাৰ জনা অধিনায়কৰ আহিৰে বাৰজনা বায়ন লাগে। ইয়াত বাৰটা সঞ্চাৰ আৰু বাৰ ফাকি ঘোষা আছে। বৰ ধেমালিৰ থিয় চাহিনি ঘোষা এনেদৰে ঃ-

শ্ৰীশঙ্কৰ গুৰুদেৱ দুখানি চৰণহে অভয় চৰণহে ৰাতুল চৰণ।
কায় বাক্য মনে হেৰা পশিলো শৰণ।

পদ:— নমো নমো কৃষ্ণ অনাথৰ নাথ দেৱ।
মোত পৰে অনাথ নাহিকে আন কেৱ॥
ইত্যাদি।

"থিয় চাহিনি ঘোষা" থলে ভৰি মান দি গায়ন বায়ন সবে "পানী পকৰা" দিয়ে। তদৱসানে বায়ন সকল যথাস্থানৰ পৰা আতৰি যায় আৰু গায়ন সকলে গুেতিয়া নিম্নস্থানত ত্ৰিধা ঘোষা ফাকি গাব।

ঘোষা—কৃষ্ণ একদেৱ দুখহাৰী কালমায়াদিৰো অধিকাৰী
কৃষ্ণ বিনে শ্ৰেষ্ঠ দেৱ নাহি নাহি আৰ।
সৃষ্টি স্থিতি অন্তকাৰীদেৱ তান্তবিনে আন নাহি কেৱ
জানিবা বিষ্ণুসে সমস্ত জগতে সাৰ ॥

ঘোষা অৱসানে বায়ন সকলে পুনৰ খোল লৈ সঞ্চাৰ মাৰি তিনিবাৰ পাচলৈ তিনিটা জাপ মাৰে। তাৰ পিছতে গুৰুঘাত মাৰি আঁঠু কাঢ়ি সেৱা জনাব আৰু গায়ন সকলৰ কাষলৈ আহি ৭ (সাত)টা 'ৰাগ সঞ্চাৰ' মাৰে। বৰ ধেমালিৰ সঞ্চাৰ সাতটা। পাঁচটা "ৰাগ সঞ্চাৰ" মৰাৰ পিছতে বৰ গায়ন এজনে বৰাড়ি ৰাগ দিয়ে। বৰাড়ি ৰাগ দিয়াৰ লগে লগে দেউৰী এজনে এখন তামোল পাণৰ শৰাই আসনৰ আগত থৈ গায়ন বায়নলৈ সেৱা জনাব। মধ্য ৰাতি এই বৰাড়ি ৰাগ দিওঁতে বৰ গভীৰতা পৰিলক্ষিত হয়। ৰাগ দিয়াৰ লগে লগে বৰ বায়ন বৰ গায়ন দুজনে অনুষ্ঠান দৰ্শনৰ কাৰণে সত্ৰাধিকাৰক জনায়গৈ। বৰ গায়ন জনে ৰাগ দি থলে ক্ৰমে এজন এজনকৈ সকলো বৰ সকলো গায়নেই ৰাগটো দিব পাৰে। কিন্তু প্ৰথমতে বৰ গায়নে ৰাগটো দিয়াৰ নিয়ম। ৰাগৰ আগতে সঞ্চাৰ মাৰে বাবে ইয়াক "ৰাগ সঞ্চাৰ" বোলে।। ৰাগ অৱসানে বাকী থকা দুটা সঞ্চাৰ বজাই বৰ ধেমালিৰ সামৰণি মাৰি "ঘোষা ধেমালি" আৰম্ভ কৰে উক্ত বৰাড়ি ৰাগতে গায়ন সকলে "হৰি নৈলো হৰি নৈলো শৰণ ইবেলি। মই অধমক পাৰে নেপেলাইবা ঠেলি" এই ঘোষা কুট দুবাৰ গাই সকলো গায়নে আঁঠু লৈ সেৱা জনাই বহিব আৰু বায়ন সকলো বহি সেৱা কৰি মুখা-মুখিকৈ দুশাৰি হৈ পাঁচটা "প্ৰবেশৰ সঞ্চাৰ" মাৰে। পাঁচোটা সঞ্চাৰত পাঁচ ফাকি ঘোষা গায়। প্ৰত্যেক ফাকি ঘোষাত এটাকৈ সঞ্চাৰ মাৰে। সঞ্চাৰ মাৰি বায়ন সকল আঁতৰি যায় আৰু ঘোষা শেষ হওঁ হওঁ অৱস্থাত পুনৰ আহি মুখা-মুখিকৈ বহি সঞ্চাৰ বজায়। ঘোষা গাওঁতে প্ৰথমতে গায়ন সকলে হাতযোৰকৈ থাকে, ঘোষা ফাকি শেষ হোৱাৰ সময়ত তাল লয়। এই দৃশ্য চাওঁতে অন্তৰত প্ৰেম আৰু ভক্তি ওপজে। ঘোষা ৫ ফাকি তলত উদ্ধৃত কৰা হ'ল।
প্ৰতি ফাকি ঘোষা দুবাৰকৈ গায়।

১। হৰি নৈলো হৰি নৈলো শৰণ ইবেলি।
মই অধমক পাৰে নেপেলাইবা ঠেলি ॥

২। হে প্ৰাণ বন্ধু কৃষ্ণ কৃপাৰ ঠাকুৰ।
অনু এক কৰা দয়া মায়া হোক দূৰ ॥

৩। জয় জয় কৃপা ময় দেৱ যদুপতি।
তোমাৰ চৰণে মাগো অমূল্য ভকতি ॥

৪। হে হে পৰমানন্দ প্ৰভু কৃপা সিন্ধু।
ভকতি আনন্দ ৰস মাগোঁ এক বিন্দু ॥

৫। পতিত পৰিয়া ৰৈলো এভৱ সাগৰে।
পতিত পাৱন নাম ভৈল কিৱা তৰে ॥

উক্ত পাঁচ ফাকি ঘোষাত পাচোঁটা প্ৰবেশৰ সঞ্চাৰ মৰাৰ অৰ্থ এনেদৰে —'চাউল ভোজনী'ৰ দিনা ৰাতি "চোট ধেমালি" বাই মেলা প্ৰবেশ আৰম্ভ কৰে। ইয়াৰ দ্বাৰা ভগৱন্ত পুৰুষ বৈকুণ্ঠৰ পৰা পৃথিবীলৈ এখোজ আগবাঢ়ি অহা সূচায়। পুৱা বেলা চাউল ভোজনী দি তেৰাক সন্তুষ্ট কৰি থোৱা আছেই। গতিকে এখোজ আগবাঢ়ি আহি পিচদিনা 'থাপনি'ত বিয়লি বেলা সম্পূৰ্ণে স্থান লৈছেহি। কীৰ্ত্তনৰ দিনা দিনৰ ভাগত সম্পূৰ্ণে থাকি ৰাতিলৈ যোৱাৰ ইচ্ছা প্ৰকাশ কৰিছে। কিন্তু ভকতে এৰি দিয়া নাই, দিনৰ ভাগতহে পঠোৱাৰ ইচ্ছা। দেৱতাসকলে নিজে প্ৰবেশ কৰি আহি ভগৱন্ত পুৰুষক নিবলৈ কাতৰ কৰিছেহি। উক্ত দেৱতা সকলেই চদ্মৰূপে অদৃশ্য ভাৱে প্ৰবেশ কৰে। সেয়ে বাজনাও "প্ৰবেশৰ সঞ্চাৰ" বুলি কোৱা হয়। পিছত দেৱতাসকলৰ নামত হাতৰি ( হস্ত বা মুদ্ৰা ) দিয়া হয়। ঘোষা ধেমালি বা ঘোষা বাদ্যৰ অতি গাম্ভীৰ্য্যপূৰ্ণ ভাৱধাৰা আছে। প্ৰত্যেক ঘোষাৰ মাজে মাজে বাজনা আৰু মুদ্ৰা বিৰচনাৰ সংযোগ আছে। মুদ্ৰাও একপ্ৰকাৰ মুক্ ভাৱে ভগৱানক প্ৰসন্ন কৰোৱাৰ স্তৱ। মুদ্ৰা অৰ্থে ভগৱানক মোদ কৰা অৰ্থাৎ আনন্দ দিয়াৰ কথা বুজায়। ( মুদি হৰ্ষে মুদ্+আ প্ৰত্যয়-মুদ্ৰা ) শৰীৰৰ পঞ্চভূতৰ চলন কৰে, দৰ্শকৰো মনোৰঞ্জন হয়। শৰীৰৰ বাত, পিত্ত, কফ প্ৰশমিত হয়। পাপ নাশ, অৰ্থ কাম সিদ্ধি কৰি ভগৱন্তৰ সান্নিধ্য লাভ কৰাত সহজ কৰে। চৌৰাশী লক্ষ জন্মৰ হাত সাৰিবলৈ চৌৰাশী লক্ষ মুদ্ৰা আছিল। শঙ্কৰদেৱে ভক্তি ভাৱ সূচক প্ৰধান প্ৰধান মুদ্ৰা কিছুমান প্ৰচলন কৰে। সত্ৰীয়া ভাষাত মুদ্ৰা বুলি নকয়, হস্ত বা হাত বুলি কয়। ঘোষা ধেমালিত 'হাতৰি' বুলি কয়। সেয়ে হাতৰি সঞ্চাৰ। সঞ্চাৰ মানে সংসম্যক্ চৰ্ গতৌ ( সম্+চৰ্+ঘঞ্-সঞ্চাৰ ) অৰ্থাৎ ভালদৰে চালন কৰে বাবে সঞ্চাৰ। সঞ্চাৰৰ ঠাইত্ সঁচাৰ বুলিও সত্ৰীয়া ভাষাত কোৱা হয়।

প্ৰবেশৰ সঞ্চাৰত দেৱতাসকলে ভগৱন্ত পুৰুষক বা শ্ৰীমন্ত শঙ্কৰ গুৰুক আগবঢ়াই নিবলৈ প্ৰবেশ কৰিলে। তাৰ পিছতে আৰম্ভ কৰিলে হাতৰি সঞ্চাৰ। কীৰ্ত্তনত আছে —

অনন্তৰে যতেক আসিলা দেৱজাক।
তহিতে মিলিলা আসি আবৰি ব্ৰহ্মাক ॥
সিদ্ধ মুনি বিদ্যাধৰ কিন্নৰ চাৰণ ॥
পাৰ্ব্বতী সহিতে আসিলন্ত ত্ৰিনয়ন ॥
কৃষ্ণৰ নিৰ্য্যান দেখিবাক অভিলাষে।
বিমানে বেঢ়িয়া আসি ৰহিলা আকাশে ॥

(শঙ্কৰদেৱ কীৰ্ত্তন ঘোষা)

দেৱতা সকল প্ৰবেশ কৰি আহি আকাশত স্ব স্ব স্থানত উপনীত হ'লহি। কোন কোন দেৱতা আহিল আৰু তেওঁলোক নিজ নিজ চৰিত্ৰ বিষয়ক হস্ত দি তেওঁলোকক চৈতন্য কৰিবৰ অৰ্থে বা অৰ্থ প্ৰকাশ কৰিবৰ নিমিত্তে 'হাত' দিয়া হয়। হাতৰি সঞ্চাৰত ৭ ফাকি ঘোষা গায়। কোন কোন হাতৰি সঞ্চাৰত কি কি ঘোষা গায় নিম্ন স্থানত দিয়া হৈছে।

৬। অৰুণ চৰণে মই পাপীক তাৰিয়ো।
পতিত পাৱন নাম সাফল কৰিয়ো ॥

এই ঘোষা ফাকিত ১। প্ৰণাম ২। কৰ্ত্তনি ৩। মকৰা গুচোৱ ৪। মোৰোপা। ৫। নাচ।

৭। আতুৰ ভৈলোহোঁ হৰি বিষয় বিকলে।
কৰিয়ো উদ্ধাৰ মোক চৰণ কমলে ॥
১। তপ ২। জপ ৩। মৎস্য ৪। কুৰ্ম্ম ৫। হস্তী।

৮। হে কৃষ্ণ কৃষ্ণ নাথ কৰা পৰিত্ৰাণ।
তনু নাৱ বুৰি আসে নাহিকে গিয়ান ॥
১। চন্দ্ৰ ২। সূৰ্য্য ৩। বায়ু ৪। বহ্নি ৫। ৰাজা।

৯। নাম ধন দিয়া মোৰে কিনা বনমালী।
দাস পায়া নলৱা কমন ঠাকুৰালি ॥

১। পাঁজিকটা, ২। কাষলৈ হাত চাপৰি ৩। তাওঁ তাওঁ তাওঁ ধেই। ৪। ধিনাও দাওঁ নাধেই ধেই ৫। বটু।

১০। নিজ দাস কৰি হৰি মোৰে কিনা কিনা।
আন ধন নলাগয় নাম ধন বিনা ॥

মুখা মুখিকৈ বায়ন বহি ইজনে সিজনৰ খোলত ধৰি বজায়।

১১। জয় জয় ৰাম কৃষ্ণ শৰণ তোমাৰ।
কৃপাৰ সাগৰ কৃপা কৰা একবাৰ॥

ইজনৰ পিচত সিজনকৈ বায়ন সকল অগা পিচা হৈ বহি ইজনে আন জনৰ খোল বজায়।

১২। দিয়ো দৰিশন পাৰে পশিলো শৰণ
ভকত জনৰ ধন তুমি নাৰায়ণ॥

গায়ন বায়ন সকলোৱে সেৱা কৰি আগলৈ গৈ খোল লোৱা আৰম্ভ কৰে।

প্ৰত্যেক ফাকি (৬ নংৰ পৰা ৯নংলৈকে) ঘোষাত ৫ (পাঁচ) টাকৈ হাতৰি সঞ্চাৰ পৰে। গায়নে ঘোষা গাওঁতে বায়ন সকল আঁতৰি থাকে সম্মুখৰ পৰা। ঘোষা শেষ হলেই গায়নে হাতত তাল তুলি ললেই বায়ন সকলে আগত দশাৰি হৈ বহি গা মানত ধৰে। ১০ নং ঘোষাৰ পৰা ১২ নং লৈকে হাতৰি সঞ্চাৰ খিনি উল্লেখযোগ্য নহয়। বিশেষকৈ ১৭ টা হাতৰি সঞ্চাৰ হে বিশিষ্ট। কাযলৈ হাত চাপৰি, তাওঁ তাওঁ তাওঁ ধেই, ধিনাওঁ দাওঁ নাধেই ধেই" এই কেইটা হাতৰি সঞ্চাৰ বুলি প্ৰায়েই নধৰে। এতিয়া প্ৰতিটো হাতৰি সঞ্চাৰৰ অৰ্থ উল্লেখ কৰা হ'ল।

প্ৰণাম ঃ— সকলো দেৱতা মিলি ( সমবেত হৈ ) ভগবন্ত পুৰুষক প্ৰণাম কৰা সূচাইছে।

২। কৰ্ত্তনি ঃ— নাৰদ মুনিৰ প্ৰতীক
৩। মকৰা শুচোৱা ঃ— মহাদেৱ শিৱৰ প্ৰতীক।
৪। মোৰোপা :— পালক বিষ্ণু (নিম্ন খাপৰ বিষ্ণু) প্ৰতীক
৫। নাচ :— ৰতিৰ সৈতে কামদেৱৰ প্ৰতীক
৬। তপ : সিদ্ধ বিদ্যাধৰ আদিৰ প্ৰতীক
৭। জপ : -- ঋষি মুনি আদিৰ প্ৰতীক
৮। মৎস্য : -- মৎস্য অৱতাৰী বিষ্ণুৰ প্ৰতীক
৯। কুৰ্ম্ম ঃ— কুৰ্ম্মাৱতাৰী বিষ্ণুৰ প্ৰতীক
১০। হস্তী ঃ— ঐৰাৱতৰ প্ৰতীক
১১। চন্দ্ৰ ঃ— চন্দ্ৰৰ প্ৰতীক
১২। সূৰ্য্য ঃ— সূৰ্য্যৰ প্ৰতীক
১৩। বায়ু ঃ— বায়ুৰ প্ৰতীক
১৪। বহ্নি ঃ - বহ্নিৰ প্ৰতীক
১৫। ৰাজা ঃ— ইন্দ্ৰৰ প্ৰতীক

১৬। পাঁজিকটা ঃ— চক্ৰ আদি অস্ত্ৰ সমূহৰ প্ৰতীক।

১৭। বটু ঃ – বামন অৱতাৰৰ প্ৰতীক ।

এই ভাবাৰ্থসমূহ পুৰণা তথ্যপাতিৰ পৰা সংগ্ৰহ কৰি দিয়া হৈছে। ইয়াত এটা প্ৰশ্ন উঠিব পাৰে যে দেৱতাসকলৰ মাজত মৎস্য কুৰ্ম্মাদি অৱতাৰৰ হাতৰি খিনি কিয় দিয়া হ'ল। উত্তৰত কোৱা হয় – শাস্ত্ৰত আছে —

অংশ কলা বিভূতিৰ শকতিক ল'ই।
বসুদেৱ গৃহত জন্মিবো গৈয়া মই ।।

এই সূত্ৰ মতে ভগৱন্ত পুৰুষ য'ত স্থিতি হ'ব তাতেই ৰজাৰ লগত মন্ত্ৰী যোৱাৰ দৰে সকলো দেৱতা দেৱী পিচে পিচে ধাৱন কৰে। কিম্পুৰুষ বৰিষত ৰামচন্দ্ৰক উপাসি হনুমান্ আছে, নৃসিংহক উপাসি প্ৰহলাদ আছে ইত্যাদি কথা ভাগৱত শাস্ত্ৰত পোৱা যায়। সেইমতে মৎস্য কুৰ্ম্মাদি অৱতাৰ স্থানে স্থানে আছে। ভগৱন্তে এবাৰ ৰূপ পৰিগ্ৰহ কৰিলে বিনষ্ট হবলৈ নেপায়। তাৰ বীজ থাকিবই। সেয়ে মৎস্যাদি অৱতাৰৰ প্ৰতীক চিহ্ন হাতৰি সঞ্চাৰত দিয়া হয়। ঐৰাৱতৰ প্ৰতীক হস্তীত ইন্দ্ৰৰ প্ৰতীক ৰাজা উপবেশন কৰি আছে। পাজি কটাত চক্ৰাদিৰ হাতৰি দিয়া হয় ।

"এহিমতে দাৰুকে বোলন্তে পাচে ৰথ।
আকাশে ধৰিল বেগে বৈকুণ্ঠৰ পথ ।।
পাচতে লৰিল চক্ৰ আদি অস্ত্ৰ চয়।
দেখিয়া দাৰুক ভৈল পৰম বিস্ময়" ॥

পূৰ্ব্বোক্ত প্ৰসঙ্গ সঙ্গতি লগাই এই হাতৰি দিয়া হয়। মুখ্য হাতৰি সঞ্চাৰ মুঠ ১৭ খন আৰু উপ হাতৰি সঞ্চাৰ মুঠ ৬ খন সৰ্ব্বমুঠ-২৩ খন/হাতৰি সঞ্চাৰ আৰম্ভ কৰাৰ লগে লগে মুখামুখিকৈ (উত্তৰ দক্ষিণ মুৱাকৈ) বহি বাজনা বোৱা বায়ন সকলৰ (ইয়াত বৰ বায়নজন উত্তৰ মুখকৈ বহে) দুয়ো কাষে ৩।৪ জোৰা গায়নে তাল লৈ নৃত্য কৰে। এই দৃশ্য বৰ চিত্তাকৰ্ষক। গায়ন কেজনে আগ শাৰিত থকা বায়ন ৪ জনক অতিক্ৰম কৰি যাব নোৱাৰে। কৰিলে দোষ আছে। এনেদৰে হাতৰি সঞ্চাৰ কৰে। ঘোষা ধেমালি বোৱা বায়ন আৰু গায়নক দেৱতা জ্ঞান কৰে। তেওঁলোকক বিষ্ণুৰ প্ৰেৰিত পুৰুষ বুলি বা স্বয়ং শ্ৰীমন্ত শঙ্কৰ গুৰুৱে খোল লৈ ঘোষা ধেমালি বজোৱা কাৰণে গুৰু বুলি উপলব্ধি কৰে। কোনো ভক্তি ভাৱত আপ্লুত হৈ থকা ব্যক্তিয়ে ধেমালি শেষ হোৱাৰ পিচত বা মাজতে গায়নসকলৰ (যত তেওঁলোকে নৃত্য কৰে, সেই স্থানৰ পৰা) পদধূলা শিৰত লয়। এয়া ভক্তিৰ কথা।

দিয়ো দৰিশন পাৱে পশিলো শৰণ।
ভকত জনৰ ধন তুমি নাৰায়ণ॥

এইফাকি ঘোষা শেষ হলেই গায়ন বায়ন আৰু সমাজৰ সকলোৱেই সেৱা কৰিব। ইয়াতেই ঘোষাৰো শেষ। অৱসানে সকলো আগলৈ আহিব আৰু বায়ন সকলে খোল ল'ব। প্ৰথমে বৰ বায়ন জনে এঘাৰটা খোল লয়। আগত তিনিটা, পিচফালে তিনিটা, সোঁফালে দুটা, বাওঁফালে দুটা আৰু মূৰৰ ওপৰত এটা। সোঁফালে দাইনা ভাগ আৰু বাওঁফালে বেৱাঁ ভাগটো লয়। তিনিজন বায়নে খোল কেইটা ধৰি থাকে আৰু এজন গায়নে তাল ধৰে। প্ৰথমে বৰ বায়ন জনে আসনলৈ আৰু ক্ৰমে সত্ৰাধিকাৰ, অধ্যাপক আৰু সমাজলৈ নমস্কাৰ জনাব। এই দৃশ্য বৰ মনোৰম। ইয়াক "খোল লোৱা" বুলি কয়। বৰ বায়নৰ "খোল লোৱা" হলে বৰ দুহৰীয়া সকলেও খোল লয়। এওঁলোকক সাতটা খোলহে দিয়া হয়। আগে পিচে ছয়টা আৰু ওপৰত এটা। সৰু দুহৰীয়া সকলে খোল লব নোৱাৰে। শিক্ষা নকৰিলে খোল লোৱা কাৰ্য্য নহয়। বৰ বায়নজনক তামোল পাণ গামোচা অৰিহণা এটকা দি সেৱা জনাই কীৰ্ত্তনৰ আগতে শিকিব লাগে। শিকা শেষ হলে ঘোষা ধেমালিৰ দিনা "খোল লোৱা" সময়ত অধ্যাপক বৰ বায়ন জনে ল'ৰাজনক খোল লবৰ বাবে সমূহ সত্ৰাধিকাৰক আজ্ঞা দিবলৈ অনুৰোধ কৰিব। সকলোজনে "সজ হৈছে" বুলি ক'লে বৰ বায়নে মূৰৰ ওপৰত খোল এটা দি কাৰ্য্যৰ পাতনি মেলে। "খোল লোৱা" শেষ হলে বায়ন সকলে উত্তৰ দক্ষিণ মূৱা হৈ আঁঠুকাদি দাইনা ভাগটো ওপৰ কৰি এটা সঞ্চাৰ মাৰে। তাৰ পিচতে সকলো থিয় হয় আৰু গায়ন বায়ন সকলো মিলি তলত লিখা ঘোষাটো গায়। তাল নবজায়, দুয়োহাতে তাল লৈ মুখৰ ওচৰতে ভাঁজ লগাই ৰাখে।

বৈকুণ্ঠৰ কল্পতৰু ভাগৱত শাস্ত্ৰ।
ইহাৰ উত্তম ফল হৰি নাম মাত্ৰ॥
হৰি নামে হৰি নামে হৰি নামে গতি।
হৰি নামে ভকতৰ কেৱল ভকতি॥

ঘোষা অৱসানে বায়ন সকলে "লনা ঘাত" এটা মাৰে আৰু লগে লগে ঘোষা ধেমলিৰো অন্ত হয়। সকলোৱেই সেৱা জনাই দিহা দিহি যায়। এই খিনিতে উল্লেখযোগ্য এটি কথা প্ৰকাশ নকৰিলে বিষয়টো অসম্পূৰ্ণ হ'ব বুলি জানি লিখা হৈছে। গুৰু চৰিতত পোৱা যায়:—

পাচে ধৰিলন্ত দেৱ ধৈমালিক পই।
আগে পাছে নৱ গোটা খোল গুৰু লই ॥

এই আদৰ্শমতে খোল লোৱা কাৰ্য্যত এঘাৰটা খোল নহৈ নটা:হে হ'ব লাগিছিল। অৱশ্যে এয়া দেৱ ধেমালিৰ কথাহে। দেৱ ধেমালিত নৱবিধ ভক্তিৰ প্ৰতীক নটা (৯টা) খোল লোৱাটো বৈধ বুলি ভবা হয়। ঘোষা ধেমালিৰ কথা মুঠেই নথকাত লৌকিক ভাৱেই বায়নৰ মুখে মুখে বাগৰি এনে নিয়ম প্ৰৱৰ্ত্তন হৈ আহিছে। পিছৰ যুগত দেৱ ধেমালি ৰাখিব নোৱাৰিলে। সেইদৰেই মেঘ মণ্ডলী ৰাগ, বায়ু মণ্ডলী ৰাগ, তিমিৰি ৰাগ আদিও ৰাখিব পৰা নহ'ল। আৰু যে কত কি ৰাগ, কত কি ধেমালি আৰু অন্যান্য সংস্কৃতি লোপ পালে সেয়া বিস্মৃতিৰ গৰ্ভত।

এই ঘোষা ধেমালিৰ এঘাৰটা খোলে একাদশ ৰুদ্ৰ আহি ভগৱন্ত বন্দক কাতৰ স্তুতি কৰা অৰ্থ সূচনা কৰিছে। অন্য এটি বিচাৰ মতে পঞ্চ জ্ঞানেন্দ্ৰিয়— ১। চক্ষু ২। কৰ্ণ ৩। নাসিকা ৪। জিহ্বা ৫। ত্বক্, পঞ্চ কৰ্ম্মেন্দ্ৰিয় (১) বাক্ (২) পাণি (৩) পাদ (৪) পায়ু ৫। উপস্থ, চাৰি অন্তৰেন্দ্ৰিয় (১) মন (২) বুদ্ধি (৩) অহঙ্কাৰ (৪) চিত্ত-মুঠ চতুৰ্দ্দশেন্দ্ৰিয়। ইয়াৰ ভিতৰৰে বুদ্ধি, অহঙ্কাৰ, চিত্ত এই তিনিটা মনৰে ভাগ হোৱা হেতুকে এই তিনিটা বাদ দিলে মাত্ৰ এঘাৰটা থাকে। পণ্ডিত সকলে একাদশেন্দ্ৰিয় বুলি থোৱতে কয়। সকলোৰে ওপৰত মন প্ৰধান (ইন্দ্ৰিয়ানাং মনশ্চাস্মি গীতা দশম অধ্যায়) যদিও মনৰ অধিষ্ঠাতা একমাত্ৰ ভগৱন্ত পুৰুষ। গতিকে একদশেন্দ্ৰিয়ই, "একাদশ ইন্দ্ৰি নতু হোৱন্তে বিকল। ভজা ইটো মাধৱৰ চৰণ কমল" (শঙ্কৰদেৱ) ইয়াকে সূচাইছে। এঘাৰটা খোল একাদশেন্দ্ৰিয়ৰ প্ৰতীক। সেই আদৰ্শৰে এঘাৰটা খোল। বৰ ধেমালি আৰু ঘোষা ধেমালিৰ সকলো গায়ক বায়কেই স্নানান্তে পবিত্ৰ হৈ হে অনুষ্ঠানত যোগদান কৰিব পাৰে। কীৰ্ত্তন ঘৰ ভিতৰ সোমাই অনুষ্ঠান দৰ্শন উপভোগ কৰা সকলেও স্নান কৰিহে দৰ্শন কৰিব পাৰে। বাহিৰত থকা সকলৰ বাবে এই নিয়ম প্ৰযোজ্য নহয়।

## (খ— ৪)— "ভাঙ্গনী"

(৪—ক) যাত্ৰা ঘোষা : - পুৱা "ঘোষা ধেমালি" অৱসানে 'ভাঙ্গনী' অৰ্থাৎ কীৰ্ত্তনৰ চতুৰ্থ দিনাৰ সাংস্কৃতিক অনুষ্ঠানৰ কাৰ্য্যক্ৰম আৰম্ভ কৰা হয়। "প্ৰথমে ঘোষা কীৰ্ত্তন" আৰম্ভ হয়। তদৱসানে খোল তাল লৈ বৰদুহৰীয়া আৰু সৰুদুহৰীয়া সকলে (বৰ বায়ন সকলো যাব পাৰে) অনুষ্ঠান কৰে। প্ৰথমে গায়নে 'অহিৰ' ৰাগ দি "শ্যাম কমল লোচন। শিশু সঙ্গে চলে বৃন্দা-বন" ॥ এই গীত পৰিবেশন কৰে। ইয়াৰ দ্বাৰাও ভগৱন্ত গোকুলৰ পৰা

বৃন্দাবনলৈ যোৱা কথা সূচাইছে। এই অনুষ্ঠানৰ অৱসানে বৰ গায়ন বৰ বায়নসকল সন্মিলিতভাৱে বৰতাল, ভোৰতাল লৈ "যাত্ৰা ঘোষা" গায়। সকলোৰে মাজত এজন ওজা থাকে। বাকীবোৰ পালি হয়। সৰু সৰু ভকতৰ ল'ৰায়ো ইয়াত অংশ গ্ৰহণ কৰে। সকলোৰে মূৰত পাগুৰি। ওজাজনৰ সাজ—পাটৰ চুৰিয়া, পাটৰ কাপোৰ, ডিঙিত কাঠৰ মালা, মূৰত পাগুৰি আৰু তাত বকুল ফুলৰ মালা। ঠিয় হৈ এই অনুষ্ঠান পৰিবেশন কৰা হয়। প্ৰথমতে ওজাজনে ঘোষা লগাই দিয়ে, পালি সকলে দোহাৰি থাকে। ইয়াত দুটা কংস বধ খণ্ডৰ কীৰ্ত্তন ঘোষা আৰু এটা বেলেগ ঘোষা দিয়ে, মুঠ তিনিটা। ওজাজনে পদৰ অৰ্থব্যঞ্জক হস্ত বা হাত দিয়ে।

প্ৰথম ঘোষা ঃ— অ' এ জয় হৰি জয় ৰাম।

পদ ঃ— গোপ ৰূপে নন্দৰ তনয়।
শুভক্ষণে কৰিলা বিজয় ॥
( সম্পূৰ্ণে পদ দিয়ে )

দ্বিতীয় ঘোষা ঃ— অ' এ প্ৰাণ হৰি গৈলা এৰি।

পদ ঃ— হেন হৰি ভৈলোহো বঞ্চিত।
কিমতে ধৰিবো আৰে চিত্ত ॥
( সম্পূৰ্ণে পদ দিয়ে )

তৃতীয় ঘোষা :— অ' এ হৰি।

পদ :— ১। জগন্নাথ।
২। প্ৰাণনাথ।
৩। গোপীনাথ।
৪। ৰঘুনাথ।
৫। কৃষ্ণনাথ। ( শেষ )

ওপৰৰ ঘোষা ফাকি ওজাজনে সুৰ লগাই দিব আৰু তলৰ চুটি চুটি শব্দ কেইটাত সুৰ মিলাই গাব। এই অনুষ্ঠানত কীৰ্ত্তন ঘৰৰ ভিতৰতে সাত পাক বা সাত বাৰ প্ৰদক্ষিণ কৰে। প্ৰথমটোত দুবাৰ দ্বিতীয়টোত দুবাৰ আৰু তৃতীয়টোত তিনিবাৰ। ইয়াত ওপৰৰ ঘোষা তিনিটা আৰু সাতবাৰ প্ৰদক্ষিণ কৰাৰ পাৰমাৰ্থিক বিচাৰ এনেদৰে কৰা হয় ঃ-

ঘোষা ধেমালিত ব্ৰহ্মা ইন্দ্ৰাদি দেৱতা সকলে ভগৱন্তক বৈকুণ্ঠলৈ নিবৰ কাৰণে পৃথিবীলৈ আহিল। তেওঁলোকে স্তুতি মিনতি অনেক কৰিলে। "শ্যাম কমল লোচন" বৰ গীতো গোৱা হ'ল। শিশু সঙ্গে বৃন্দাবনলৈ যাবৰ কাৰণে উদ্যোগ বা যাত্ৰা কৰা হ'ল। ইয়াত বৃন্দাবন অৰ্থে বৈকুণ্ঠপুৰী সূচাইছে।

আধ্যাত্মিক আৰু বাহ্যিক ভেদে বৃন্দাবনৰ ভাগ ত্ৰিসংখ্যক পোৱা হৈছে যেনে ঃ— ১। গোলোক বৈকুণ্ঠ ২। শ্ৰীকৃষ্ণৰ লীলাভূমি ৩। হৃদয় নিকুঞ্জ। এই তিনি ভাগক বৃন্দাবন বুলি শাস্ত্ৰ, সন্তই কৈছে। অপৰ অৰ্থত "য'তেই ৰাম ত'তেই অযোধ্যা"ৰ দৰে য'তেই কৃষ্ণ ত'তেই বৈকুণ্ঠ। সামান্য ভাষাত "ৰজা য লৈকে যায় তাতেই ৰাজধানী হয়"। উক্ত "শিশু সঙ্গে চলে বৃন্দাবন"ৰ লগত সঙ্গতি ৰাখি "জয় হৰি জয় ৰাম"ৰ ঘোষাত "গোপ ৰূপে নন্দৰ তনয়" শুভক্ষণে বিজয় কৰি কংস বধে প্ৰয়াণ কৰিছে। যাত্ৰা কৰা অৰ্থত ইয়াক "যাত্ৰা ঘোষা" বোলে। কৃষ্ণ মথুৰালৈ গৈছে বা তাত্বিকাৰ্থত ভকত সকলে বা দেৱতা সকলে পৰম পুৰুষ জনাক তালে-খোলে, গীতে-মাতে সশ্ৰদ্ধ আগবঢ়াই নিছে। উৰ্দ্ধে অধে মিলি চৈধ্য ভুবন। ওপৰ ভাগত সাত ভুবন আছে। তেৰা সবে আগবঢ়াই নৈ যাওঁতে সাতলোক (সাত ভুবন) অতিক্ৰম কৰি বৈকুণ্ঠ প্ৰাপ্ত হৈছেগৈ। অথবা বৈকুণ্ঠৰ সপ্তম-দ্বাৰ (সপ্তমদ্বাৰৰ দুই পাশে। দুইবো শিৰে কিৰীটি প্ৰকাশে ॥ কীৰ্ত্তন) অতি-ক্ৰম কৰিছে। সেই সপ্তম দ্বাৰ বা সপ্তলোক অতিক্ৰম কৰা অৰ্থত সাত বাৰ প্ৰদক্ষিণ কৰা সূচনা কৰিছে। শ্ৰীকৃষ্ণ বৈকুণ্ঠ প্ৰয়াণ কৰাৰ আগে আগে দাৰুক কৃষ্ণৰ বিৰহত আকুল হৈছিল। কৃষ্ণৰ আদেশ পাই দাৰুকে ঃ—

প্ৰদক্ষিণ প্ৰভুক কৰিলা সাত বাৰ।
দুনাই দুনাই পৰিয়া কৰন্ত নমস্কাৰ ॥ (কীৰ্ত্তন)

এই আদৰ্শ মতেও সাতবাৰ প্ৰদক্ষিণ কৰা বুজায়। পিচৰ ঘোষাটিৰ দ্বাৰা কৃষ্ণ ভগৱন্তক বৈকুণ্ঠত থাপি ভকত সকলে খেদ কৰা অৰ্থ প্ৰকাশ পাইছে যেনে ঃ—

শিৰত আছিলা ধৰি দুখানি চৰণ।
লোতকে চঞ্চল আখি কৰন্ত ক্ৰন্দন ॥
চলিলোহো মই প্ৰাণ প্ৰভুক উপেখি ॥
ইজন্মত ভৈলো পৰিচ্ছেদ দেখা দেখি ॥
এই বুলি লড়িলা কৃষ্ণৰ পাব এৰি।
হা কৃষ্ণ বুলিয়া পাড়ন্তে যান্ত গেড়ি ॥

এনে অৰ্থ প্ৰকাশক জগন্নাথ, প্ৰাণনাথ, আদি শব্দ উচ্চাৰণ কৰি বিৰহ বেদনা পাইছে-যিহেতু ভগৱন্ত বস্তুক যথা স্থানত থোৱা হৈছে। এই-খিনি অৱশ্যে আধ্যাত্মিক ভাবৰ কথা আৰু এটি তাত্বিক কথা এই যে এই অনুষ্ঠানত গায়ক আৰু দৰ্শক সকলে ঘাগৰি কটিয়াকৈ কাপোৰ লব লাগে, আৰু ঠিয় হৈ অনুষ্ঠান উপভোগ কৰিব লাগে। যাত্ৰা ঘোষাৰ তিনিওটা ঘোষাই কৰুণ ৰসাত্মক। ঘোষা অৱসানে ওজাজনে জয় ৰাম, জয় নাৰায়ণ,

জয় শঙ্কৰ, জয় মাধৱ অ' হৰি বুলি জয় দিব। জয় দি হলে সকলোৱে আঁঠু কাঢ়ি সেৱা জনাব। ইমানতে "যাত্ৰা ঘোষা" শেষ।

(৪—খ) **চৰিত পাঠ :—** "যাত্ৰা ঘোষা" অৱসানে চৰিত পাঠ কৰে। শঙ্কৰ দেৱৰ আৱিৰ্ভাৱৰ পৰা আৰম্ভ কৰি প্ৰয়াণ পৰ্য্যন্ত চৰিত পাঠ কৰা হয়। শঙ্কৰদেৱ, মাধৱদেৱ, আদি মহাপুৰুষ আৰু আতা আতৈ সকলৰ সম্পূৰ্ণ চৰিত মুখস্থ থকা তথা অভিজ্ঞ এজনা বুঢ়াভকত বা মুখ্য বুঢ়া ভকতজনে চৰিত পাঠ কৰাৰ যোগ্যতা লাভ কৰে। চৰিত পাঠ কৰা জনে চৰিত শেষ নোহোৱা পৰ্য্যন্ত খোৱা বোৱা কৰা নিষিদ্ধ। কীৰ্ত্তনঘৰত প্ৰথমে সত্ৰাধিকাৰ, বুঢ়া ভকত সকল আৰু অন্যান্য ভকত প্ৰমুখ্যে শ্ৰোতা মণ্ডলীৰ সাক্ষাতে বুঢ়া ভকতজনে আঠুকাঢ়ি সেৱা কৰি চৰিত পাঠ কৰিবলৈ আজ্ঞা লয়। সত্ৰাধিকাৰে বা এজন বুঢ়াভকতে চৰিত পাঠ কৰিবলৈ আজ্ঞা দিব।

এনেদৰে আজ্ঞা কৰাৰ পিচত সকলোৱে 'সজ' বুলি কব। তেতিয়া বুঢ়াভকতজনে ধীৰ স্থিৰ হৈ কিছু সময় তেৰা বস্তুক চিন্তা কৰি চৰিত পাঠ আৰম্ভ কৰে। প্ৰথমতে আৰম্ভ কৰে এনেদৰে :—

নমো নমো নাৰায়ণ জগত কাৰণ।
ব্ৰহ্মা হৰে সেৱা কৰে যাহাৰ চৰণ॥
মুকুত সকলে সদা যাৰ গুণ গায়।
হেন গুৰু চৰণত প্ৰণামো সদায়॥

নমো নমো নাৰায়ণ প্ৰসন্ন হুয়োক হৰি
কৰিয়োক মায়াক নিৰ্য্যান।
আপোনাৰ মহিমাক আপুনি বেকত কৰি
জীৱক কৰিয়ো পৰিত্ৰাণ।

আন কাল হন্তে আসি অংশ অৱতাৰ।
আসিলন্ত ভগৱন্ত আপুনি ইবাৰ॥
ইবাৰ কৰিম বুলি জগত উদ্ধাৰ।
পূৰ্ণ ব্ৰহ্ম ভগৱন্ত ভৈলন্ত অৱতাৰ॥

জগত কাৰণ যিটো নিখিল জীৱৰ আত্মা
নাৰায়ণ পৰম পুৰুষ।
পৰম ঈশ্বৰ হৰি নিজ মায়া বশ্য কৰি।
কাৰণেসে ভৈলন্ত মানুষ॥

জীৱৰ তৰণ হেতু নাৰায়ণ
বৈকুণ্ঠ তেজিয়া আসি।
কহয় মাধৱ নানা বিধ ৰসে
প্ৰচাৰিলা যশ ৰাশি।।

এনেদৰে আৰম্ভ কৰি চৰিত পাঠৰ পাতনি মেলে। চৰিত মুখেৰে কয়, কোনো আহি আগত ৰখা নহয়। পাঠক গৰাকীৰ ইচ্ছানুযায়ী এৰা ধৰা কৰি আদৰ্শমূলক চৰিতখিনি ব্যাখ্যা কৰা হয়। চৰিতখিনি প্ৰায়েই দিনৰ ১০ বজাৰপৰা আৰম্ভ হ'ব পাৰে। সন্ধ্যা পৰ্য্যন্ত বা তাৰ আগতো শেষ কৰে। সকলো ইচ্ছাৰ ওপৰত নিৰ্ভৰ। অৱশ্যে একেদিনাই চৰিতখিনি শেষ কৰা কঠিন। চৰিত থলে পাঠকজনে "জয় ৰাম" আদি জয় দিব।

চৰিত অৱসানে পুনৰ বুঢ়াভকত জনে চৰিত পাঠ কৰণত দোষ মৰিষণৰ কাৰণে প্ৰাৰ্থনা জনায়। সত্ৰাধিকাৰ বা বুঢ়াভকত এজনে আশীৰ্ব্বাদ কৰে। ইয়াৰ পিছতে চৰিত পাঠ কৰা জনেই সত্ৰাধিকাৰ জনক দুবাৰ আশীৰ্ব্বাদ কৰে। লগে লগে ডবা বৰ তাল বজায়। অৱসানে ক্ৰমে ডেকা সত্ৰাধিকাৰক, ভকত সকলক, শিষ্য প্ৰশিষ্য বৰ্গক, দেউৰীসকলক আৰু গুৰু কীৰ্ত্তনৰ বাবে অৰিহণা দিয়া ব্যক্তিসকলক আশীৰ্ব্বাদ কৰিব। চৰিত পাঠ ইমানতে শেষ।

চৰিত পাঠ অৱসানে গায়ন বায়ন আৰু নামলগোৱা সকলে খোল, তাল আৰু বৰ তাল লৈ "ঘাই বস্তু" আৰু 'মূৰ্ত্তি' সামৰাৰ প্ৰস্তুতি চলায়। গায়ন বায়ন সকলে থিয়হৈ আৰু নাম লগোৱা সকলে আঠু কাঢ়ি লয়। ইয়াত সত্ৰাধিকাৰ প্ৰমুখ্যে বুঢ়াভকত সকলেও অংশ গ্ৰহণ কৰে। নামলগোৱাই আগৰদৰেই "করুণাময় ৰাম করুণাময়। কৰিয়ো কৃপা যেন উচিত হয়" এই ঘোষা গাব। ঘোষাৰ মাজ ভাগতে হৰিধ্বনি কৰে আৰু লগে লগে ঘাই দেউৰীজনে শাস্ত্ৰ থাপনাখন (ঘাই বস্তু) ভাঙি লয়। তেতিয়া সকলোৱে পিচ হুঁহকি সন্মান সহকাৰে "জয় জয় নন্দ নন্দন পৰমানন্দ বন্দো বাল গোপালং" এই গীতটো গাব। কীৰ্ত্তন ঘৰৰ বাহিৰ হলে আগৰ দৰেই এজনে জলসিঞ্চন কৰিব। "ঘাই বস্তু" নি পুনৰ আতাৰ গৃহৰ নিজ ঠাইত থাপনা কৰে আৰু ঘোষা আৰু গীত শেষ হোৱাৰ লগে লগে পুনৰ হৰিধ্বনি কৰে আৰু গায়ন বায়নে সামৰণি ঘাত মাৰি আহি মূৰ্ত্তিকো তেনেদৰে নিজ ঠাইত থবহি। মূৰ্ত্তি সামৰোতেও হৰিধ্বনি কৰে আৰু "গোকুলে চলেৰে মুৰাৰু" এই গীত গাব। সামৰণি ঘাত মাৰি সেই পৰ্ব্ব সমাপতি কৰিব। ইয়াৰ পিছতে দুজনে আৰ কাপোৰ ধৰিব আৰু এজন দেউৰীয়ে (ঘাই দেউৰীয়ে)

কীৰ্ত্তনৰ দিনা নাম প্ৰসঙ্গৰ অৱসানে আতাৰ গৃহৰ পৰা অনা শৰাই দুখন ভাঙ্গে। এই সময়ত অনাৰ দৃষ্টি পৰাটো নিষিদ্ধ। সিফালে আতাৰ গৃহৰ দুৱাৰ মুখত ৩।৪ জন মান গায়কে নিম্ন স্থানত লিখা গীতটো শ্ৰদ্ধা আৰু ভক্তি ভাৱ সহকাৰে গায়।

## গীত ৰাগ মাহুৰ ধনশ্ৰী

ৰাম তেৰে চৰণ কমলে ৰতি লাগো, মাগো ভকতি গোঁসাই। হামো অনাথ, নাথ তোঁহো গোবিন্দ, অগতিক গতি আৱৰি কোই নাই॥ নিৰমল ভকতি ৰাজতুৱা নামগুণ, তাবিনে পতিত তাৰক নাহি কোই। হামো পতিত তুমহি একু পালক, ইবেৰি গোঁসাই বঞ্চবি নাহি মোই॥ তুৱা নিজ দাস সঙ্গতি ৰতি ভকতি, তৃণ দশনে মাগোহো প্ৰভুৰাম। তুৱা নিজ দাসক দাসক লেৱনা, মাধৱ কহয় আৱৰি নাহি কাম॥

(৪-গ) গীত গোৱাৰ পৰমাৰ্থ :— এই গীত গোৱাৰ এটি পাৰমাৰ্থিক বিচাৰ আছে। থাপনিৰ দিনা বৈকুণ্ঠৰ পৰা ভগৱন্ত বস্তুক আহবান কৰি আনি কীৰ্ত্তন ঘৰত থাপনা কৰা হ'ল। দুদিন দুৰাতি ৰাখি পুনৰ তেৰাক ভক্তি-ভাৱে বিদায় দি যথা স্থানত থোৱা হ'ল। বৈকুণ্ঠবাসী সকলে ভগৱন্তৰ পুনৰা-গমনত আনন্দ প্ৰকাশ কৰি স্তুতি নতি কৰে। সেয়ে ইয়াৰ সূচনা। শ্ৰীকৃষ্ণ বৈকুণ্ঠ প্ৰয়াণ কৰাৰ পিছত তাৰ চতুৰ্ভুজীয়া (সবে চতুৰ্ভুজ পুৰুষ মানে—কীৰ্ত্তন) ভকত পুৰুষ সকলে ভগৱন্তৰ শুভাগমনত আনন্দ প্ৰকাশ কৰাৰ কাহিনী একাদশ স্কন্ধ ভাগৱতত আছে যেনে—

দেখিয়া প্ৰভুক উৎসুকে পৰিয়া
প্ৰণামিলা লক্ষ্মী মাৱে।
কতো কালে নাগ পায়া জাগিটবাক
লাগিলা স্বামীৰ পাৱে॥
মুখ্য পাৰিষদে উপাসি চৌপাশে
নম্ৰ ভাৱে তুতি বোলে।
মাথাৰ ওপৰে শ্বেত ছত্ৰ তুলি
ধৱল চামৰে ঢোলে॥

এই সূচনা মতে চতুৰ্ভূজীয়া ভকত ৰূপ গায়ক সকলে স্তুতি নতি ৰূপ গীতটি গায় বৈকুণ্ঠৰূপ আতাৰ গৃহত। এয়ে পাৰমাৰ্থিক বিচাৰ।

গীতৰ অৱসানে কীৰ্ত্তনৰ সম্পূৰ্ণ কাৰ্য্যসূচীৰ অন্ত পৰে। লগে লগে নিত্য প্ৰসংগ আৰম্ভ হয়। নাম লগোৱাই নাম লয়, পাঠকে পাঠ পঢ়ে, চৰিত কয়। লগতে তিনি পৰ প্ৰসঙ্গও কৰা হয়। সেই সময়তে দেউৰীসকলে প্ৰসাদ বিতৰণ কৰে। তিনিপৰ প্ৰসঙ্গৰ বেলিকা সত্ৰাধিকাৰ, পাঠক, বুঢ়াভকত সকলকো পুনৰ প্ৰসাদ অতিৰিক্ত হিচাবে দিয়া হয়। ইমানতে কীৰ্ত্তনৰ কাৰ্য্য-সূচী তথা নিত্যপ্ৰসঙ্গৰ সমাপতি হয়।

॥ শঙ্কৰদেৱৰ কীৰ্ত্তন সমাপ্ত ॥

## (গ) মহাপুৰুষ মাধৱদেৱৰ কীৰ্ত্তন —

মহাগুৰু শ্ৰীমন্তশঙ্কৰদেৱৰ কীৰ্ত্তনৰ দৰেই শ্ৰীশ্ৰীমাধৱদেৱৰ কীৰ্ত্তনো চাৰিদিন পালন কৰা হয়। প্ৰথমে চাউল ভোজনী, দ্বিতীয়ত থাপনি, তৃতীয়ত কীৰ্ত্তন আৰু চতুৰ্থত ভাঙ্গনী। ইয়াৰ নিয়ম প্ৰণালী দুই এটাৰ বাদে বাকী সকলো একে। পাৰ্থক্যখিনি নিম্নস্থানত প্ৰদৰ্শন কৰা হৈছে। লগতে চমুকৈ অনুষ্ঠানৰ আভাষ দিয়া হ'ল।

### (১—ক) চাউল ভোজনী

এই দিনা গুৰু আসনত শ্যাম বৰণীয়া বা পাটৰ বস্ত্ৰ দিয়ে। ঘাই দেউৰীজনৰ যাবতীয় কাম, নাম লগোৱাজনৰ পুৰাগীত একেই থাকে। মাত্ৰ নামলগোৱাজনে প্ৰথম "ৰাম ৰঘুপতি পৰমানন্দ পৰম পুৰুষ দীনবন্ধু গোবিন্দ" এই কুলুপীয়া ঘোষা জোকা গোৱাৰ পিচত শৰণ ছন্দৰ "জয় জগজীৱ মোৰে প্ৰাণ, মোৰে প্ৰাণধন বান্ধৱ মুৰাৰি" এই ধৰি গোৱা ঘোষা কুলুপ গোৱা হয়। পাঠকে প্ৰহলাদ চৰিতৰ তলত লিখা কীৰ্ত্তন তিনিটা দিয়ে। তিনিওটা বা দুটা কীত্তনত ভাঙ্গনী দিয়ে।

১। অ' এ ৰাম হৰি নিৰঞ্জন।

২। ৰাম হৰি ৰাম হৰি গোপাল গোপাল।

৩। ও হৰি চৰণে লাগো শৰণ মাগো
গোপাল গোবিন্দ।
ভৱ সিন্ধু মাজে মজিলো মাধৱ
সুমৰি নাসয় নিন্দ।।

কীৰ্ত্তন ঘোষা অৱসানে প্ৰহলাদ চৰিতৰ শ্লোক ভাগৱত পাঠ কৰে। আতাৰ গৃহত এই দিনা চাউল ভোজনীত মাটি মাহৰ পৰিবৰ্ত্তে মগুমাহ দিয়ে। পাঠ শেষে মাধৱদেৱৰ চৰিত তোলে। মাধৱদেৱে পূব দিশলৈ হমুনিয়াহ কাঢ়ি শুকাৰপৰা কেশৱ চৰণ আতাৰ দ্বাৰা বদলা আতাক তেৰাৰ ওচৰত সমৰ্পণ কৰালৈকে পাঠ কৰে।

চৰিত অৱসানে গায়ন বায়নে গুৰু মৃদং ধেমালি বাই মানচোক নাচ পৰিবেশন কৰে। পৰে ঘোষা কীৰ্ত্তন, ওজাপালি আৰু ঝুমুৰা নাচ প্ৰদৰ্শন কৰা হয়। ঝুমুৰা নাচৰ বাবে নিৰ্দিষ্ট ৰখা যি কোনো এটি গীত গাব পাৰে। ঝুমুৰা নাচৰ গীতৰ উল্লেখ পূৰ্ব্বতে কৰা হৈছে। নাচৰ পিছতে ঘোষা কীৰ্ত্তন কৰি ৰাতি "চোট ধেমালি" বজোৱা হয়। চোট ধেমালিত থিয় চাহিনি ঘোষা "হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে" গায়।

চোট ধেমালি অৱসানে "সিন্ধুৰা ৰাগ" দি "আৰে বালক কানু কয়ো পৰসাৰ। সঙ্গে যশোৱা মাই কৰত বিহাৰ" এই গীতটো সম্পূৰ্ণে গাব। পৰে মেলা প্ৰবেশ যায়।

মেলা প্ৰবেশৰ পিছতে নিত্য প্ৰসঙ্গ কৰা হয় আৰু সেই দিনাৰ উৎসৱৰ সামৰণি পৰে। থূল মূল ভাৱে চাউল ভোজনীৰ অনুষ্ঠান বিবৰণ প্ৰকাশ কৰা হ'ল।

## ( ২ - খ ) থাপনি

থাপনিৰ দিনা পুৱা প্ৰসঙ্গত "জয় হৰি ৰাম জয় শ্ৰীৰাম। পৰম মঙ্গল মাধৱৰ গুণ নাম" এই কুৰূপীয়া ঘোষা জোকা গোৱাৰ পিছতে শৰণ ছন্দৰ "জয় জয় ৰাম করুণা সাগৰ এ মোক নাৰায়ণ ইবাৰ কৰিয়ো দয়া"

এই ধৰি গোৱা ঘোষা কুলুপ গোৱা হয়। নিম্ন স্থানত উল্লেখ কৰা মতে পাঠকে কীৰ্ত্তন ঘোষা দিয়ে। তিনিটা বা দুটাত ভাঙনী দিব পাৰে। কীৰ্ত্তন প্ৰহলাদ চৰিতৰ।

১। কেশৱ শিৱ শিৱ ঘুষিয়ো সদায়।
 ৰাম নাম বিনা বান্ধৱ নাই॥

২। নমো মধুমুৰ মথন ৰাম।
 সংসাৰ তাপ কৰা উপশাম।

৩। দুৰাচাৰ মন মোৰ ৰাম হৰি বোল।
 ৰাম হৰি বোল ৰাম হৰি বোল॥

কীৰ্ত্তন ঘোষা অৱসানে ভাগৱত শাস্ত্ৰ ( প্ৰহলাদ চৰিতৰে ) কয়। পাৰে পাঠ পঢ়ি থলে তেৰাৰে চৰিত প্ৰকাশ কৰে—বদলা আতা মাধৱদেৱৰ স্থানত তিনি দিন থকাৰ পিছত তীৰ্থলৈ যাব গুৰুৰ আজ্ঞাত। তীৰ্থৰ পিছত পুনঃ তিনি দিন থাকি গুৰু ভাৰ দি আতাক পঠোৱালেকে।

চৰিত অৱসানে পাঠ সামৰে আৰু গায়ন বায়নৰ জোৰা উঠি গুৰু মৃদং ধেমালি বায়। গৌৰী ৰাগ ( মেলা ৰাগ ) দি "ব্ৰজ মণ্ডল ৰস ৰাস ৰসিক গুৰু কৰত অনঙ্গ ৰস কেলি" এই গীতত নাদু ভঙ্গী নাচ প্ৰদৰ্শন কৰা হয়। এই গীতটো ইয়াৰ বাবে ধৰা বন্ধা। নাচৰ অৱসানে ঘোষা কীৰ্ত্তন আৰু ওজা পালিঅনুষ্ঠান কৰে। এই সময়তে পাঠৰ থগাৰ ওচৰৰ পৰা নাম লগোৱাজন বহাৰ ওচৰলৈকে সোঁমাজতে দুডাল ৰচি দীঘল কৈ টানি দুহাত মান বহলে ৰাখি তাক হাতুৰিৰে মৰিয়াই চিন লগোৱা হয়। নামৰ শাৰি ঠিক কৰিবৰ কাৰণে এই ব্যৱস্থা। এই সম্বন্ধে পুৰাতনীয়া এটি আদৰ্শৰ কথা ইয়াত বেকত কৰা হ'ল। কথাগুৰু চৰিতত আছে :— "শুনি গুৰু ওপৰলৈ হস্তকৈ উঠি ঘূৰি নাম দিছে বোলে বাপুসব, নাম নেৰিবা, ঈশ্বৰ আহিছে, গৰুড়ৰ পখা বাজিছে। ঈশ্বৰ সোমাব নৰাইলে, ভকত এঙ্গা-জেঙ্গাকৈ বহিছিল বাট মাৰি। পৰা দেখে আহুঁতৰ ডালতে পৰিছিল, ভাগি পৈল, নখ বহি আছে। তেহে গুৰুজনে বোলে, মোৰ মহাপুৰুষ গুৰু আজি সিংহাসন আসন হোৱা হলে তাতে বহি জিৰাই নাম ভকতৰ আনন্দ চালে হঁতে। তেহে আসন পাতি দি গা পখালি বহাৰো শাৰি লগাই চৈধ্য গোটা প্ৰসঙ্গ পাতি মূৰ্তিমন্তকৈ চচ্চি ক্ৰমে লগাইছে, বৈকুণ্ঠৰ পৰা অনন্তলৈ।"

## ( খ—১ ) চিন দিয়াৰ কাৰণ :—

এইজনা আছিল শ্ৰীমন্ত মাধৱ মহাপুৰুষ। স্থান আছিল সুন্দৰীদিয়া সত্ৰ। সত্ৰৰ কামৰ পৰা মুক্ত হৈদিবৰ কাৰণে দিন-ৰাতি নাম প্ৰসঙ্গ কৰি কলয়া সুখত বহি ভগৱন্ত বস্তুক থিত কৰিছিল। সেই সময়ত নামত বহোতে কোনো শৃঙ্খলা নাছিল। ভগৱন্ত বিদিত হৈ কীৰ্ত্তন ঘৰত সোমাব নোৱাৰা হ'লত পিছত শাৰি ক্ৰম লগালে। এইখিনি মহাপুৰুষ জনাৰে সৃষ্টি। সেই আদৰ্শকে লৈ তেৰাব কীত্তনৰ থাপনিত নামৰ শাৰিত চিন দিয়া হয়। শঙ্কৰদেৱ আৰু বদলা আতাৰ কীৰ্ত্তনৰ থাপনিত এই ব্যৱস্থা নাই, মাধৱ দেৱৰ কীৰ্ত্তনতহে আছে। কিন্তু মাধৱদেৱৰ কীৰ্ত্তন ভাদৰ শেষলৈ পিচুৱাই পৰিলে নামৰ শাৰি ঠিক কৰিবৰ কাৰণে ভাদৰ প্ৰথম ভাগতে যি জনৰে কীৰ্ত্তন উপস্থিত হয়, সেই জনৰে থাপনিৰ দিনা এই নিয়ম কৰি লোৱা হয়।

ওজাপালি অনুষ্ঠানৰ শেষত বিয়লি প্ৰসঙ্গ কৰা হয় আৰু তাত নাম লগোৱাজনে প্ৰহলাদ চৰিতৰ এটি কীৰ্ত্তন দিয়ে। প্ৰসঙ্গ অৱসানে "ঘাই বস্তু" উলিওৱা হয় আৰু গায়ন বায়নৰ জোৰা উঠি "চালিনৃত্য" পৰিবেশন কৰা হয়। ইয়াত পূৰ্ব্বতে উল্লেখ কৰা চালি নাচৰ গীতৰ সংখ্যাৰ ভিতৰৰ যি কোনো এটা গাব পাৰে।

চালি নৃত্যৰ পিছতে ক্ৰমে ঘোষা কীৰ্ত্তন আৰু ৰাম ধেমালি বায়। ৰহি চাহিনিৰ শেষত গোৱা থিয় চাহিনি ঘোষা এনেদৰে ঃ—

বান্ধৱ মাধৱ দেৱ হৰি।
কৰা কৃপা দোষ ক্ষমা কৰি ॥

পদ— গাই নতু দুহিবাৰ সময় হোৱন্তে গৈয়া
দামুবিক মেলন্ত মুৰাৰি

ইত্যাদি।

ৰাম ধেমালিৰ পিছতে সিন্ধুৰা ৰাগদি "আৰে বালক কানু কয়ো পৰসাৰ। সঙ্গে যশোৱা মাই কৰত বিহাৰ" এই গীতটো সম্পূৰ্ণে গাই "বৰ প্ৰবেশ নৃত্য" পৰিবেশন কৰা হয়। তদৱসানে নিত্য প্ৰসঙ্গ কৰে। গায়নে আশোৱাৰী ৰাগত "ৰেমন সেৱহু হৰি কহো চৰণা। নিকট দেখহু নিজ মৰণা" এই গীত সম্পূৰ্ণে গায়। মহাপুৰুষ শঙ্কৰদেৱৰ আজ্ঞাক্ৰমে প্ৰথম ৰচিত গীতটো এই দিনা পৰিবেশন কৰা হয়। ইয়াৰ পিছতে মাতৃ ভাষাত ৰচিত ভাওনাও অনুষ্ঠিত কৰে। ভাওনা অনুষ্ঠান কৰিলে বা নকৰিলেও নাম প্ৰসঙ্গ, ঘোষা কীৰ্ত্তন আৰু পাঠ পঢ়ি সেই দিনাৰ অনুষ্ঠান শেষ কৰা হয়।

## ( ৩ - গ ) কীৰ্ত্তন

থাপনিৰ কাৰ্য্যক্ৰম শেষ কৰাৰ পিচদিনা মাধৱদেৱৰ কীৰ্ত্তন মহোৎসৱ। পুৱাৰ আগে আগে দুগৰাকী গায়ক বায়ক আহি অহিৰ ৰাগত "গোবিন্দ চিন্তহু বাল গোপালং" এই গীত গায় আৰু তদৱসানে পূৰ্ব্বতে উল্লেখ কৰা নিয়ম মতে "পুৱাৰ গীত" পৰিবেশন কৰা হয়। অৱসানে নাম লয়। এই সময়তে থাপনিৰ প্ৰসাদ ( মাটিমাহ ) বিতৰণ কৰে। "মাধৱ মাধৱ মাধৱ মধুৰিপু গোবিন্দ কৃষ্ণ হৰি হৰি ৰাম" এই ঘোষা-জোকা গাব। ইয়াত ৩।৪ জোৰা তালিয়াই তাল লৈ ঘোষাৰ লগত সঙ্গতি ৰাখি নৃত্য কৰে। এওঁ-লোক সোঁমাজৰ শাৰিতে দুশাৰি হৈ বহি লয়। ঘোষা অৱসানে পাঠকে প্ৰহলাদ চৰিতৰ চাৰিটা কীৰ্ত্তন দিয়ে। নামলগোৱাই দিহা ঘোষা ধৰে। নিম্ন স্থানত কীৰ্ত্তন আৰু দিহা ঘোষাখিনি উল্লেখ কৰা হ'ল।

প্ৰথম কীৰ্ত্তন :— ৰাম পাৱে ভজ ভাই।
ঘুষিয়ো ৰাম সদায় ॥

পাঠকে ইঙ্গিত দিয়াৰ লগে লগে নামলগোৱাই তাল ভাঙে আৰু দিহা ঘোষা ধৰে। পাঠকে "শুনিয়া প্ৰহলাদে বোলয় বাণী। সৱাতো বৰা প্ৰভু চক্ৰপাণি"ৰ পৰা দিহা ঘোষাৰ লগত সুৰ মিলাব।

"দিহা ঘোষা"

১। কৃষ্ণ সূৰ্য্য ভৈলন্ত উদিত।
নাম ধৰ্ম্ম কৰিলা বিদিত ॥
২। মাধৱ বান্ধৱ উদ্ধাৰা বাপ।
কতনো সহিবো সংসাৰ তাপ ॥
৩। মাধৱক দৰশন পায়া।
আনন্দ কৰি হৰি গুণ গায়া ॥
৪। মাধৱ বান্ধৱ দেৱ হৰি।
কৰা কৃপা দোষ ক্ষমা কৰি॥

দ্বিতীয় কীৰ্ত্তন :— ও হৰি নৰ হৰি হৰিয়ো কুমতি।
অন্তকালে হৰি চৰণেসে গতি ॥

ইয়াত "হেন দেখি দৈত্যেন্দ্ৰে মনত গুণে ভৰি। আমাক বধিতে হৰি আইলা মায়া কৰি"ৰ পৰা পাঠকে জোৰণি দিয়ে।

"দিহা ঘোষা"

১। হে পৰম গুৰু পুৰুষোত্তম হৰি পুৰুষোত্তম।
২। পুৰুষোত্তম পুৰুষোত্তম জয় পুৰুষোত্তম ॥
(প্ৰত্যেকতে দুবাৰকৈ-মুঠ চাৰি বাৰ গাব)

তৃতীয় কীৰ্ত্তন :— হৰি ৰাম মুকুন্দ মুৰাৰি মোৰ গতি।
কৃষ্ণ কৃপা কৰা প্ৰভু ৰঘুপতি ॥

ইয়াত "নৃসিংহে পেলাইলা দৈত্যন্দ্ৰক। গৈলা খেদি দানৱ গণক"ৰ পৰা জোৰণি দিয়ে। নামলগোৱাই দিহা ঘোষা ধৰিব :—

"দিহা ঘোষা"

১। মোৰ ইষ্ট দেৱ যাদৱ ৰায় ॥
২। সেৱা কৰিবাৰ নামে উপায় ॥
৩। গোপাল গোবিন্দ ৰাম মাধৱ ॥

৪। ভকত জনৰ তুমি বান্ধৱ ॥
৫। গোপাল গোবিন্দ গৰুড় কেতু ॥
৬। ভকতৰ ধন জীৱৰ হেতু ॥
৭। ৰাম নিৰঞ্জন নিৰাময় ॥
৮। জয় জগন্নাথ দয়াময় ॥

চতুৰ্থ কীৰ্ত্তন :— হৰি মাধৱ মধুৰিপু মুৰাৰি ৰাম।
কৃষ্ণৰ চৰণে কাৰো পৰিয়া প্ৰণাম ॥

ইয়াত "অনন্তৰে শঙ্কৰে বুলিলা স্তুতি বাণী। মাৰিলা অসুৰ ইটো অতি অল্প প্ৰাণী" এই খিনিৰ পৰা জোৰণি দিয়ে নাম লগোৱাই দিহা ঘোষা জুৰিব ঃ—

দিহা ঘোষা — ১। দুঃস্বপ্ন নাশন ইটো মাধৱ মাধৱ নাম
দুষ্ট গ্ৰহ ভয় বিনাশন ॥
২। পৰম সম্পদ ৰূপ জানি মাধবৰ নাম
সৰ্ব্বদায়ে কৰিয়ো কীৰ্ত্তন ॥
৩। মাধৱ মাধৱ নাম বচনত উচ্চৰয়
মাধৱ মাধৱ হৃদয়ত ॥
৪। নিৰন্তৰে সাধুসবে মাধৱ মাধৱ নাম
উচ্চৰয় সমস্ত কাৰ্য্যত ॥
৫। মাধৱেসে আত্মা নিজ মাধৱেসে ইষ্ট গুৰু
মাধৱেসে দেবতা পৰম ॥
৬। পৰম ঈশ্বৰ স্বামী জানি মাধৱক ভজা
মনুষ্যৰ ইসে শ্ৰেষ্ঠ ধৰ্ম্ম ॥

ইমানতে নামৰ সামৰণি পৰে।

**(গ—১) চাৰিটি কীৰ্ত্তন দিয়াৰ উদ্দেশ্য ঃ** মহাপুৰুষ মাধৱদেৱৰ কীৰ্ত্তনত প্ৰহলাদ চৰিতৰ কীৰ্ত্তন ঘোষা চাৰিটা দিয়াৰ অভিপ্ৰায় বেকত কৰা হৈছে ঃ— মাধৱদেৱক বলোভদ্ৰ গোঁসাইৰ অংশ বুলি ধৰা হয়। কথাগুৰু চৰিতত আছে ঃ— দেখে ঈশ্বৰ শক্তি কাৰণ হে মনুষ্য। বোলে তোমাৰ তনয় যে মাধৱ ৰোহিনী সুত সেই মাধৱ"। শ্ৰীৰাম অৱতাৰত লক্ষ্মণৰ উপকাৰৰ বদলি ৰামে একো উপায় নাপাই শ্ৰীকৃষ্ণ অৱতাৰত জ্যেষ্ঠৰূপে দাদা বুলি বলোভদ্ৰক অগ্ৰমান্য দি সন্মান কৰিছিল। গুৰু অৱতাৰত সেই বলোৰামে

সেৱক হৈ মাধৱ ৰূপ ধৰি শঙ্কৰৰূপী কৃষ্ণক গুৰু সেৱাৰ আদৰ্শ ডাঙি ধৰিলে। "গুৰু সেৱা কৰিলন্ত মাৰ্কণ্ডেয় ঋষি। গুৰু সেৱা কৰিলন্ত প্ৰহলাদ হৰিষি॥ গুৰুসেৱা কৰিল লক্ষ্মণ সাৱধানে। গুৰুসেৱা কৰিলো আস্ৰা কিছুমানে"॥ এই গুৰু সেৱাৰ আদৰ্শৰ প্ৰতীক প্ৰহলাদ আৰু মাধৱদেৱ মহাপুৰুষ। সেই কাৰণে প্ৰহলাদ চৰিতৰ কীৰ্ত্তন দিয়া হয়। প্ৰহলাদ চৰিতত চাৰিওবিধ প্ৰাণীতে ঈশ্বৰ দৰ্শনানুভূতিত চতুৰ্বৰ্গ সাধন হয় আৰু চাৰিটি গুৰু বাক্যে চাৰি ঠাইত শৰণৰ কথা আৰু চাৰি নাম প্ৰকাশ পাইছে কাৰণে চাৰিটি কীৰ্ত্তন দিয়া হয়।

নাম অৱসানে ভাগৱত পাঠ, আতাৰ গৃহৰ পৰা দুখন থগি আনয়ন, পাঠ পঠন, প্ৰসাদ বিতৰণ আদি কাৰ্য্য হয়। ভাগৱত প্ৰহলাদ চৰিতৰ কয়। পাঠৰ পুথি "নামমালিকা শাস্ত্ৰ" দিয়ে। প্ৰথমৰ পৰাই পদ্য পুথি আৰম্ভ কৰে। পাঠ অৱসানে চৰিত ব্যাখ্যা কৰে। কীৰ্ত্তনৰ দিনা চৰিত—লক্ষ্মী নাৰায়ণ ৰজাৰ ধাই মাক (আইধাই) গৰাকীয়ে হৰি কীৰ্ত্তন কাৰোৱাৰ পৰা মাধৱদেৱ বৈকুণ্ঠী হোৱালৈকে পাঠ কৰে।

নামৰ অৱসানে বৰপেটীয়া ধেমালি বজাই "বিহাৰ নাচ" আৰম্ভ কৰা হয়। নাচৰ গীতৰ উল্লেখ পৰ্ব্বতে কৰা হৈছে। ইয়াৰ পিচতে মাধৱদেৱৰ দ্বাৰা ৰচিত অৰ্জ্জুন ভঞ্জন, ভোজন বিহাৰ, চোৰধৰা, পিম্পৰা গুচোৱা, "কোটোৰা খেলা," "ভূষণ হেৰোৱা" আদি ছখন নাটৰ ভিতৰত যিকোনো এখন নাট অভিনীত কৰা হয়। ইয়াত শিশু কৃষ্ণ আৰু গোপ গোপীৰ নৃত্য আছে। নাট অৱসানে "ঘোষা কীৰ্ত্তন" কৰে। পৰে ওজা পালি অনুষ্ঠান (ইয়াতো নতুন ওজা উঠে) ন ধেমালি অনুষ্ঠান অনুষ্ঠিত হয়। ন ধেমালিত গোৱা থিয় চাহিনি ঘোষা আৰু লগতে ওপৰত উল্লেখ কৰা বৰপেটীয়া ধেমালিৰ থিয় চাহিনি ঘোষাও বেকত কৰা হ'ল ঃ—

## (গ—২) "বৰপেটীয়া ধেমালিৰ থিয় চাহিনি ঘোষা"

মহাপুৰুষ গুৰুদেৱ দুখানি চৰণ হে অভয় চৰণ হে ৰাতুল চৰণ।
কায় বাক্য মনে হেৰা পশিলো শৰণ হৰি এ ॥
হৰি লৈলো হৰি লৈলো শৰণ ই বেলি।
মই অধমক পাৰে নেপেলাইবা ঠেলি ॥
বৈকুণ্ঠৰ পৰা আইলা ৰথ সমৰ্পিবতে।
ঘোষাক পঠাইলা মই থাকিলো ভূমিতে ॥ ইত্যাদি পদ দিব।

(গ—৩) ন ধেমালিৰ থিয় চাহিনি ঘোষা”

শঙ্কৰ মাধৱ এহে ভৈলা অৱতাৰ।
ইবাৰ কৰিবো বুলি জগত উদ্ধাৰ॥
হৰি লৈলো হৰি লৈলো শৰণ ইবেলি।
মই অধমক পাৱে নেপেলাইবা ঠেলি।
নমো নমো কৃষ্ণ অনাথৰ নাথদেৱ।
মোত পৰে অনাথ নাহিকে আন কেৱ॥

ইত্যাদি।

ন ধেমালিৰ ভৰিমান আৰু পানী পকৰা দিয়াৰ শেষত নিম্ন স্থানত উল্লেখ কৰা দুটি ঘোষা গায়ন সকলে গায়। ন ধেমালিৰ বাকী অংশ সকলো একেই। মাত্ৰ ঘোষা- দুটা বেলেগ। তিনিওটা কীৰ্ত্তনত বেলেগ বেলেগ ঘোষা পৰিবেশন কৰা হয়।

প্ৰথম ঘোষা :— বলি নিগদতি যদুপতি ৰাম ৰাম ৰাম ৰাম ৰাম
কিনো কৃপা মোক কৰিলাহা নাৰায়ণ।
দেৱৰ দুৰ্ল্লভ অতিশয় ৰাম ৰাম ৰাম ৰাম ৰাম
গৃহতে থাকিয়া দেখিলো তয়ু চৰণ॥

দ্বিতীয় ঘোষা :— হৰি পদ সেৱা নকৰে নিমিত্তে
মায়ায়ে বান্ধি ফুৰাৱে।
তাৱত মায়াক নতৰে হৰিত
শৰণ নলৱে যাৱে॥

ঘোষা অৱসানে গুৰুঘাত আৰু লনাঘাত মৰাৰ পিচত গায়নে ভাটিয়ালী ৰাগদি "মোকে ইবাৰ কৰুণা কৰা নাৰায়ণ কৰুণা সাগৰ স্বামী। তোমাৰ অভয় চৰণে শৰণ আশা কৰি আছোঁ আমি" এই "টিকুনৰ গীত"টো সম্পূৰ্ণে গাব। গীত অৱসানে ঘোষা কীৰ্ত্তন কৰে। তাৰপিছতে নিত্য প্ৰসঙ্গ কৰা হয়। অৱসানে ঘোষা কীৰ্ত্তন কৰে। তাৰ পিছতে নিত্য প্ৰসঙ্গ কৰা হয়। অৱসানে পলীয়া পাঠকে তিনিও দিনত গোৰা কীৰ্ত্তন ঘোষা দহোটা কথনেৰে গায়। ওজা পালি উঠে আৰু বৰ ধেমালি, ঘোষা ধেমালি আৰম্ভ কৰে। বৰ ধেমালিৰ থিয় চাহিনি ঘোষা এনেদৰে :—

১। বিহাৰে মধুপুৰ।
কামৰূপে বৰপেটা, উজানে কমলাবাৰী স্থান ভৱপুৰ।
হৰি লোলো হৰি লৈলো শৰণ ইবেলি।
মই অধমক পাৱে নেপেলাইবা ঠেলি॥

পদ ঃ— পাছে ৰাম কৃষ্ণ দুয়ো অঙ্গিনাক যায় ।
আঁঠু কাঢ়ি ক্ৰীড়ন্তে ফুৰন্তে দুয়ো ভায় ॥
পথে চলি যাহন্তে ঘাঘৰে কৰে ধ্বনি ।।
পৰম আনন্দ হোন্ত যান্তে তাক শুনি ।।
লোকক খেদিয়া যায় তিনি চাৰি ভৰি ।
তাকে চাই নিচুকি থাকন্ত কতো ডৰি ।।

থিয় চাহিনি ঘোষাৰ পিছতে পানী পৰুৱা দিব। তদৱসানে নিম্ন স্থানত লিখা ঘোষা কুট গায় ঃ—

বলি নিগদতি যদুপতি ৰাম ৰাম ৰাম ৰাম ৰাম
কিনো কৃপা মোক কৰিলাহা নাৰায়ণ ।

দেৱৰ দুৰ্ল্লভ অতিশয় ৰাম ৰাম ৰাম ৰাম ৰাম
গৃহতে থাকিয়া দেখিলো তয়ু চৰণ ।।

ইয়াৰ পিছতে ঘোষা ধেমালি আৰম্ভ হয়। ইয়াতে 'কীৰ্ত্তন' অধ্যায়ৰ সামৰণি পৰে।

## (৪—ঘ) "ভাঙ্গনী"

'ভাঙ্গনী' চতুৰ্থ দিনাৰ অনুষ্ঠান। এই অনুষ্ঠানটো শঙ্কৰদেৱৰ কীৰ্ত্তনৰ ভাঙ্গনীৰ লগত সাৱশেষে মিল। ইয়াক বাহুল্যভাৱে বক্তব্যৰ নিষ্প্ৰয়োজন। মাত্ৰ চৰিত পাঠ কৰাত অমিল। কাৰণ ইয়াত মাধৱদেৱৰ জীৱনী চৰিত পাঠ কৰা হয়। মাধৱদেৱৰ উপৰি পুৰুষৰ পৰা মাধৱদেৱৰ মহা প্ৰয়াণৰ আদ্য শ্ৰাদ্ধ অনুষ্ঠানলৈকে এৰা ধৰা কৰি চৰিত পাঠ কৰা হয়। চৰিত পাঠৰ পিচতে বাই বস্তু সম্বৰণ, নিত্য প্ৰসঙ্গ আৰু প্ৰসাদ বিতৰণ আদি সমাপনে সেই দিনাৰ বিস্তৃত কাৰ্য্যসূচী শেষ কৰা হয়।

"মাধৱদেৱৰ কীৰ্ত্তন সমাপ্ত"

## (ঘ—১)— মহাপুৰুষ বদলা আতাৰ কীৰ্ত্তন

জগদগুৰু শ্ৰীশ্ৰীশঙ্কৰ মাধৱ দুজনা মহাপুৰুষৰ কীৰ্ত্তনৰ দৰেই মহাপুৰুষ শ্ৰীশ্ৰীবদলা পদ্ম আতাৰ কীৰ্ত্তনো চাৰিদিন পালন কৰা হয়। ইয়াতো চাউল ভোজনী, থাপনি, কীৰ্ত্তন আৰু ভাঙ্গনী ।দুই এটা তাৰতম্যৰ বাদে বাকীখিনি একে। পাৰ্থক্যখিনি আৰু লগতে চমকৈ অনুষ্ঠানৰ আভাষ দিয়া হ'ল।

## (১-ক) "চাউল ভোজনী"

মহাপুৰুষ বদলা আতা বা কমলাকান্ত আতাৰ কীৰ্ত্তনৰ "চাউল ভোজনী" অনুষ্ঠানত পুৱা ভাগত দেউৰীয়ে শুক্ল আসনত শুক্ল ধৌত বস্ত্ৰ দিয়ে। দেউৰীয়ে আৱশ্যকীয় কাম আৰু নামলগোৱাই পুৱাৰ গীত গোৱাৰ পিছত নাম প্ৰসঙ্গ আৰম্ভ কৰে। প্ৰথমে "ৰাম ৰঘুপতি পৰমানন্দ" এই নামছন্দৰ কুলুপীয়া ঘোষা গোৱাৰ পিছতে শৰণ ছন্দৰ "কিমতে ভকতি কৰিবো তোমাত হৰি এ" এই ঘোষা কুলুপ গোৱা হয়। পাঠকে প্ৰহ্লাদ চৰিতৰ কীৰ্ত্তন তিনিটা দিয়ে। দুটাত ভাঙনা দিব পাৰে। নিম্নস্থানত কীৰ্ত্তন কেইটি দিয়া হ'ল।

১। অ' এ ৰাম হৰি নিৰঞ্জন।
২। ৰাম হৰি ৰাম হৰি গোপাল গোপাল।
৩। ও হৰি চৰণে লাগো শৰণ মাগো
গোপাল গোবিন্দ।
ভৱসিন্ধু মাজে মজিলো মাধৱ
সুমৰি নাসয় নিন্দ ॥

কীৰ্ত্তন অৱসানে প্ৰহ্লাদ চৰিতৰে ভাগৱত পাঠ কৰে। আতাৰ গৃহত চাউল ভোজনীত মণ্ড মাহ বিতৰণ কৰে। পাঠ হলে বদলা আতাৰ চৰিত পাঠ কৰা হয়। দক্ষিণকুলীয়া কৃষ্ণ আতৈক বৰপেটালৈ পঠিয়াই মাধৱদেৱৰ সৰ্ব্বস্ব সংগ্ৰহ কৰি অনাৰ পৰা আৰম্ভ কৰি সেইখিনি বদলা আতাৰ হাতত দিয়ালৈকে পাঠ কৰে।

চৰিত পাঠ আৰু পদ্য পুথি পাঠ সম্বৰণে গায়ন বায়ন জোৰা উঠে। শুক্ল মৃদং ধেমালি বায়। সিন্ধুৰা ৰাগ দি "ৰাধে ৰাত বুজাৱো তোই" এই গীতটো বা গৌৰী ৰাগ দি "ব্ৰজ জীৱন দয়াল দীন দলনু এ নন্দ কুমাৰ মন মোহনু" এই গীত পৰিবেশনত নাদু ভঙ্গী নাচ প্ৰদৰ্শন কৰা হয়। আতাৰ কীৰ্ত্তনৰ চাউল ভোজনীৰ দিনা মান চোক নাচ নহয়, নাদু ভঙ্গী নাচ হে হয়। এই নাদু ভঙ্গী নাচত তিনি যোৰা নটুৱা ওলায়। এযোৰা নাদু ভঙ্গী নটুৱা (পূৰ্ব্বতে উল্লেখ কৰা ধৰণৰ সাজ পাৰেৰে) দ্বিতীয়তে ঝুমুৰা নাচৰ নটুৱাৰ সাজপাৰেৰে আৰু তৃতীয়তে চালি নাচৰ নটুৱাৰ সাজ পাৰেৰে উলিওৱা হয়। গীত বাজনা একেই থাকে, মাত্ৰ হস্ত (মুদ্ৰা) বেলেগে দিয়ে। ইয়াৰ অৱসানে ঘোষা কীৰ্ত্তন, ওজা পালি আৰু ঝুমুৰা নাচ হয়। ঝুমুৰা নাচ কিবা অনিবাৰ্য্য কাৰণবশতঃ দিব নোৱাৰিলে শ্ৰীৰাগ দি 'উদ্ধৱ চলহ গোকুলে লাই' এই গীত গাব পাৰে। ইয়াৰ পিছতে ঘোষা কীৰ্ত্তন কৰি দিন ভাগৰ অনুষ্ঠান শেষ কৰে।

ৰাতি চোট ধেমালি বজোৱা হয়। সিন্ধুৰা ৰাগ দি "আৰে বালক কান কয়ো পৰসাৰ" গীত গাই মেলা প্ৰবেশ ৰায়। চোট ধেমালি থিয় চাহিনি ঘোষা তলত লিখা হ'ল—

হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে
প্ৰেম অমৃতৰ নদী।
শ্ৰীমন্ত শংকৰে পাৰ ভাঙ্গি দিলা
বহে ব্ৰহ্মাণ্ডক ভেদি ॥

ইয়াৰ পিছতে নিত্য প্ৰসঙ্গ কৰে আৰু সেই দিনাৰ উৎসৱৰ সামৰণি মৰা হয়। ০০০৩

(২ -খ) "থাপনি"

থাপনিৰ দিনা পুৱা প্ৰসঙ্গত "জয় হৰি ৰাম জয় শ্ৰীৰাম" এই ঘোষা গোৱাৰ পিচতে "তুমি শুদ্ধ বুদ্ধ নিত্য নিৰ্ম্মল নিৰ্গুণ দেৱ মোৰে প্ৰভু নাৰায়ণ এ" এই শৰণ ছন্দৰ এক্‌ৰূপ ঘোষা গোৱা হয়। তলত লিখা মতে পাঠকে কীৰ্ত্তন ঘোষা দিব। কীৰ্ত্তন প্ৰহলাদ চৰিত্ৰৰ। ইয়াত ভাঙ্গনী দিয়ে।

১। কেশৱ শিৱ শিৱ ঘুষিয়ো সদায়।
ৰাম নাম বিনা বান্ধৱ নাই ॥

২। নমো মধুসুৰ মথন ৰাম।
সংসাৰ তাপ কৰা উপশাম ॥

৩। দুৰাচাৰ মন মোৰ ৰাম হৰি বোল।
ৰাম হৰি বোল ৰাম হৰি বোল ॥

অৱসানে তৎ সঙ্গতি ক্ৰমে ভাগৱত ব্যাখ্যা, পাঠ আৰু চৰিত তোলে। বদলা আতাই মুদৈ ভেটি এৰি কমলাবাৰী স্থান নিৰ্ম্মাণ কৰালৈকে এই খণ্ড চৰিত পাঠ কৰা হয়।

চৰিত অৱসানে পাঠ সামৰে আৰু লগে লগে গায়ন বায়ন জোৰা আৰম্ভ হয়। হৰিধ্বনি কৰে। বাকী পূৰ্ব্বোক্ত দুয়োটা কীৰ্ত্তনৰ থাপনিৰ দিনা পুৱাৰ এই অনুষ্ঠানত হৰিধ্বনি নকৰে। এই কীৰ্ত্তনৰ থাপনিৰ দিনা গায়ন বায়ন জোৰাত হৰিধ্বনি কৰাৰ নিয়ম আছে। গুৰু মৃদং ধেমালি বাই বিহাৰ নাচ নচুৱাই। আগৰ দুয়োটা কীৰ্ত্তনৰ থাপনিৰ পুৱা গুৰু মৃদং ধেমালিত থিয় চাহিনি ঘোষা গোৱা নহয়; কিন্তু ইয়াত থিয় চাহিনি ঘোষা গোৱা হয়।

এইখিনিতে বদলা আতাৰ কীৰ্ত্তনত পাৰ্থক্য আছে। থিয় চাহিনি ঘোষা :—

আতাৰ স্থান আতাৰ স্থান।
দুয়োজনা গুৰু আসি কৰিছা নিৰ্ম্মাণ॥
হৰি নৈলো হৰি নৈলো শৰণ ইবেলি।
মই অধমক পাৰে নেপেলাইবা ঠেলি॥
(অন্য পদ দিব)

গুৰুমৃদং ধেমালি বাই বিহাৰ নাচ অনুষ্ঠানৰ পিচতে ঘোষা কীৰ্ত্তন, ওজা পালি, তিনিপৰ প্ৰসঙ্গ কৰা হয়। ইয়াত প্ৰহ্লাদ চৰিতৰ এটি কীৰ্ত্তন দিয়ে। অৱসানে ভাগৱত স্থাপন, ৰাগ ৰেপনি বাই চালি নৃত্য প্ৰদৰ্শন কৰা হয়। ইয়াৰ পিচতে ঘোষা কীৰ্ত্তন কৰি দিনৰ কাৰ্য্যসূচী শেষ কৰে।

ৰাতি ৰাম ধেমালি বোৱা হয়। থিয় চাহিনি ঘোষা গোৱা হয় :—

"বিহাৰে মধুপুৰ।
কামৰূপে বৰপেটা, উজানে কমলাবাৰী স্থান ভৰপুৰ॥
হৰি নৈলো হৰি নৈলো শৰণ ইবেলি।
মই অধমক পাৰে নেপেলাইবা ঠেলি॥

পদ – পাচে ৰাম কৃষ্ণ দুয়ো অঙ্গিনাক যায়।
আঠু কাঢ়ি ক্ৰীড়ন্তে ফুৰন্তে দুয়ো ভায়॥
(ইত্যাদি পদ দিব)

ৰাম ধেমালিৰ পিচতে সিন্ধুৰা ৰাগ দি "আৰে বালক কানু কয়ো পৰসাৰ" গীত গাই বৰ প্ৰবেশ নৃত্য প্ৰদৰ্শন কৰা হয়। নৃত্য অৱসানে অশোৱাৰী ৰাগত "ভয়ো ভাই সাৱধান, যাৰে নাহি চুট প্ৰাণ" এই গীতটো গাই প্ৰসঙ্গ কৰিব। পৰে নাম লব "ঘোষা কীৰ্ত্তন, পাঠ পঢ়ি সেইদিনাৰ অনুষ্ঠানৰ অন্ত পেলাব। অৱশ্যে ৰাম ধেমালিৰ পিছত মাতৃ ভাষাৰ ভাওনাও পাতে। ভাওনা পতাতো কোনো বাধ্যতামূলক নহয়।

## (৩—গ) "কীৰ্ত্তন"

প্ৰাতি ঃ সূৰ্য্যোদয়ৰ আগে আগে বদলা আতা কীৰ্ত্তনৰ বাবে কৰণীয় যাবতীয় অনুষ্ঠান শেষ কৰিব। নিয়ম আগত উল্লেখ কৰা কীৰ্ত্তনৰ দৰে একে। পুৱা গীত গাব। কিন্তু ইয়াত মান চোকৰ গীত গোৱা নিষিদ্ধ। বাকী গীত খিনি সম্পূৰ্ণে গায়। নাম ডাকি "মাধৱ মাধৱ মাধৱ মধুৰিপু গোবিন্দ কৃষ্ণ হৰি হৰি ৰাম" এই ঘোষা জোকা গাব। ইয়াত তাল ঘুৰাই নাচে। ঘোষা অৱসানে

পাঠকে শিশুলীলা খণ্ডৰ চাৰিটা কীৰ্ত্তন দিয়ে। নাম লগোৱাই দিহা ঘোষা ধৰে। কীৰ্ত্তন কেইটি নিম্ন ভাগত দেখুওৱা হৈছে।

প্ৰথম কীৰ্ত্তনঃ— কৃষ্ণ গোপাল করুণাময় ৰাম ৰাম হৰি।

ইয়াত পাঠতে ইঙ্গিত দিলেই নামলগোৱাই দিহা ঘোষাত ধৰে। "বৰিষে কণিকা মেঘে ওপৰত গাজে"ৰ পৰা পাঠকে দিহা ঘোষাৰ সুৰৰ লগত সুৰ মিলাই আৰম্ভ কৰে। দিহা ঘোষাখিনি উল্লেখ কৰা হ'ল।

## দিহা ঘোষা

১। অ' ৰাম কৃষ্ণ হৰি অ' ৰাম কৃষ্ণ হৰি।
কৃষ্ণ ৰাম কৃষ্ণ ৰাম গোবিন্দ গোবিন্দ॥

২। গোবিন্দ ৰে হে ৰাম জয় কৃষ্ণ নাৰায়ণ হৰিবে ৰাম॥

৩। ৰাম বোলহে গোপাল বোলহে অ' গোবিন্দ গোবিন্দ ৰাম॥

৪। ৰাম কৃষ্ণ ৰাম গোপাল হৰি ৰাম গোবিন্দ গোবিন্দ ৰাম॥

৫। অ' হৰি এ হে গোপাল ৰাম জয় ৰাম জয় হৰি হৰি॥

দ্বিতীয় কীৰ্ত্তন :— ৰাম পাৰ কৰা ৰঘুনাথ সংসাৰ সাগৰে।

ইয়াত "আনন্দতে সমস্ত গোৱালীগণ আসি"ৰ পৰা আৰম্ভ কৰিব আৰু নামলগোৱাই দিহা ঘোষা জুৰিব নিম্ন লিখিত ঘোষাৰে।

## দিহা ঘোষা

১। গোবিন্দৰে জয় কৃষ্ণ জগত জীৱন ৰাম॥

২। জয়তি এ মাধৱ গোবিন্দ ৰাম॥

৩। গোবিন্দৰে জয় কৃষ্ণ জয় ৰাম জয় ৰাম॥

তৃতীয় কীৰ্ত্তন :— কেশৱ কৃষ্ণ করুণা সিন্ধু।
ত্ৰাহি জগন্নাথ অনাথ বন্ধু॥

এই খিনিত "যশোদা সুন্দৰী দেখন্ত পাছে"ৰ পৰা পাঠকে আৰম্ভ কৰে। নামগোৱাই দিহা ঘোষা আৰম্ভ কৰিব।

## দিহা ঘোষা

১। করুণা ময় ৰাম করুণাময়।

২। কৰিয়ো কৃপা যেন উচিত হয়।

৩। তুমিসে ৰাম কৃপা ৰসেৰ নিধি।
৪। তোমাৰ কৃপা বিনে নাহিকে সিদ্ধি।
৫। তোমাৰ কৃপা কেসে কৰিছোঁ আশ।
৬। অৰুণ পদ তলে দিয়োক বাস।
৭। সহজে তুমি ৰাম করুণা সিন্ধু।
৮। তোমাৰ বিনে আন নাহিকে বন্ধু।
৯। তোমাৰ কৃপা লেসে আমাৰ গতি।
১০। কহয় মাধৱ মুৰুখ মতি।।

চতুৰ্থ কীৰ্ত্তন ঃ— হে করুণাময় ৰাম কৃষ্ণ প্ৰভু ৰঘুপতি।

ইয়াত "পূৰ্ণব্ৰহ্ম জগত ঈশ্বৰ"ৰ পৰা আৰম্ভ হয়। নাম লগোৱাই ধৰা দিহা ঘোষা এনেদৰে : —

## দিহা ঘোষা

১। ৰাম ৰাঘৱ এ ৰঘুপতি এ তুমি দেৱ অগতিৰ গতি নাহে।
অ' হৰি এ তুৱা পদ কমলৰ মকৰন্দ ৰসে ৰতি
কৰিয়া থাকোক মোৰ মতি নাহে।।

২। জয় জয় হৰি জয় এ যদুপতি এ তুৱা পাৱে পশিলো শৰণ নাহে।
অ' হৰি এ ভাল কথা শুনিয়াছি মনে লৈলো সাৰ বাচি
তুৱা নাম পতিত পাৱন নাহে।।

৩। প্ৰাণ বান্ধৱ এ মাধৱ এ দয়াশীল দৈৱকী নন্দন নাহে।
অ' হৰি এ তুমি দেৱ দীন বন্ধু কেৱলে করুণা সিন্ধু
কৰো তযু চৰণ বন্দন নাহে।

৪। ৰাম ৰাম হৰি ৰাম এ ৰঘুনাথ হে অ' প্ৰাণ নাথ হে।
ৰাম নাম নচাৱোক মুখে নাহ।।

ইমানতে শেষ। নাম অৱসানে কৃষ্ণলীলা অধ্যায়ৰ ভাগৱত আৰু "ভক্তি ৰত্নাৱলী" পুথিৰ পাঠ পঢ়ে। ৰত্নাৱলীৰ "ভৰত প্ৰমুখ্যে কৰি শুনা পুত্ৰ গণ। কহো তোমাসাত মই স্বৰূপ বচন" এই প্ৰসঙ্গতো প্ৰকাশ হলেহে পাঠ সামৰে। এই প্ৰসঙ্গটো উত্থাপন হোৱাৰ প্ৰধান কাৰণখিনি বেকত কৰা হৈছে।

### (গ—১) ৰত্নাৱলী পুথি দিয়াৰ কাৰণ :—

বদলা আতাই ধৰ্ম্ম গ্ৰহণ কৰাৰ কিছু বছৰৰ আগতে এদিন এঘৰ লোকৰ তাত উৎসৱৰ নিমন্ত্ৰণ পাই তালৈ গৈছিল। সকামৰ ঘৰত

জনসাধাৰণৰ কোলাহলৰ বাদে অন্য একো অনুষ্ঠান নেদেখি ক'লে — "আমি এখনি ধৰ্ম্ম পুথি পোৱা হ'লে পঢ়িলোহেঁতেন"। এনেতে এগৰাকী লোক আহি সুধিলে— আপোনাক কি পুথি লাগে। বদলা আতাই ক'লে — কি পুথি আছেনো ? তেওঁ উত্তৰ দিলে — আমাৰ হাতত কেইবাখনো শাস্ত্ৰ আছে। তাৰ ভিতৰত "পাণ্ডৱী গীতা"ও এখন। বদলা আতা — "পাণ্ডৱী গীতা" আমাৰ মুখস্থ আছে। তাৰ বাহিৰে আৰু কিবা আছে যদি দিয়ক। তেওঁ জোলোঙাৰ পৰা ভক্তি "ৰত্নাৱলী" শাস্ত্ৰখন উলিয়াই দি ক'লে—এয়া এখন ভাল শাস্ত্ৰ আপোনাক দিলো। পঢ়ি ভাল পাব। বদলা আতাই পূৰ্ব্বতে সেই পুথিখন পোৱা নাছিল। নতুন পুথি পাই আনন্দত অধীৰ হৈ উঠিল আৰু দাতা জনক প্ৰশংসা কৰিলে। দাতাজন পুথিখন দি বদলা আতাৰ সাক্ষাতে অন্তৰ্ধ্যান হ'ল। আতাই ভাবিলে — এয়া ভগৱন্ত ঈশ্বৰৰহে দান। এই ভাবি এফালৰ পৰা পঢ়িব ধৰিলে। মাজতে উক্ত "ভৰত প্ৰমুখ্য কৰি শুনা পুত্ৰগণ" এই খণ্ডটো প্ৰকাশ পালে আৰু মনতে থিৰাং কৰিলে "যি জনা গুৰুৱে এই পুথি ৰচনা কৰিছে, তেওঁকে গুৰু গ্ৰহণ কৰিম"। সেই শুভাদৰ্শকে নিৰ্ভৰ কৰি ভক্তি ৰত্নাৱলী পুথি আৰু উক্ত প্ৰসঙ্গটো পাঠ কৰা হয়।

(গ ১) "শিশুলীলা"ৰ কীৰ্ত্তন দিয়াৰ উদ্দেশ্য — বদলা আতা কীৰ্ত্তনত "শিশুলীলা" অধ্যায়ৰ কীৰ্ত্তন দিয়াৰ প্ৰধান কাৰণ হ'ল— শিষ্যই গুৰুক ঈশ্বৰৰ প্ৰতীক বুলি কয় যেনে -"বিশিষ্ট গুৰুক অকপটে সেৱা কৰি। মানিব গুৰুক এহেন্তেসে মহা হৰি" (নিমিনৱসিদ্ধ সংবাদ) কথা গুৰু চৰিতত আছে (বদলা আতাৰ শিশুকালৰ বৃত্তান্ত প্ৰসঙ্গত)— "আৰু এদিন ব্ৰহ্মপুত্ৰৰ চাপৰিৰ লুহিয়াত গৰু মেলিছে। কুমাৰে নাৱ ৰাখি চৰু সলাইছে। তাৰে আতা গোৰ টিঙতে উঠি শুলে। চ'ত মহা বৰ ধূপ। কুমাৰ আহি দেখে অনন্তে ফণাৰে ছাঁকৈ আছে। তেতে মাতে। আতা উঠিল, ফণাও জলতে লুকাল। আশ্চৰ্য্য অদ্ভুত হৈ বোলে আৰা শুদালোক নহয়, ঈশ্বৰ অংশ কোনোৱা আহিছে"। আতাৰ এই লীলা শ্ৰীকৃষ্ণৰ "ফণায়ে ধৰিলা ছত্ৰ আসি সৰ্পৰাজে" ৰ লগত মিলোৱা হয়।

দ্বিতীয় এটা কাৰণ হ'ল — বদলা আতা শিশুকালৰ পৰাই শিশু কৃষ্ণৰ ধ্যানত, কৃষ্ণলীলা গুণানুবাদৰ প্ৰেমত উন্মত্ত আছিল কাৰণেও তেৰাৰ প্ৰয়াণৰ তিথিত "শিশুলীলা"ৰ কীৰ্ত্তন দিয়া হয়। মহাপুৰুষ মাধৱদেৱে শেষ বয়সত অন্তৰঙ্গ বিশিষ্ট পাত্ৰ শিষ্যক চাৰি নামৰ মালা সমৰ্পণ আৰু চাৰি বস্তুৰ আচাৰ্য্য পাতি উজনীলৈ প্ৰেৰণ কৰিছিল বাবেও চাৰিটা কীৰ্ত্তন দিয়া হয়।

ইয়াতো আতাৰ গুহৰ পৰা থগি আনে। পাঠ অৱসানে চৰিত পাঠ কৰে। বদলা আতাই কমলাবাৰী স্থান নিৰ্ম্মাণ কৰি তাত প্ৰায় ২½ বছৰ কাল থাকি ধৰ্ম্ম প্ৰচাৰ কৰি তেৰাৰ দেহত্যাগলৈকে এই খণ্ড চৰিত পাঠ হয়।

চৰিত অৱসানে পাঠ সামৰে আৰু লগে লগে হৰিধ্বনি কৰি গায়ন বায়নৰ জোৰা আৰম্ভ হয়। ইয়াতো তাল ঘূৰাই ৩/৪ জোৰা তালিয়াই নৃত্য কৰে। গায়নে থিয় চাহিনি ঘোষা গায়—

## (গ—৩) "থিয় চাহিনি ঘোষা"

অ' হৰি এহে বদুলা আতা গুৰুদেৱ দুখানি চৰণ হে অভয় চৰণ হে ৰাতুল চৰণ।

কায় বাক্য মনে হেৰা পশিলো শৰণ।

"হৰি লৈলো হৰি লৈলো শৰণ ইবেলি।
মই অধমক পাৰে নেপেলাইবা ঠেলি॥
নমো নমো কৃষ্ণ অনাথৰ নাথ দেৱ।
মোত পৰে অনাথ নাহিকে আন কেৱ॥

ইত্যাদি।

থিয় চাহিনি ঘোষা অৱসানে বৰপেটীয়া ধেমালি বজায়। ইয়াত বিহাৰ নাচ অনুষ্ঠান প্ৰদৰ্শন কৰা নহয়। ধেমালিৰ মাজতে বায়নসকলে আসনৰ ওচৰত আঁঠুকাঢ়ি বহি "কৰুণাময় ৰাম কৰুণাময়" এই ঘোষা জোকা সম্পূৰ্ণে গাব। প্ৰতিফাকি ঘোষা অৱসানে বায়ন সকলে খোলত বোল দিয়ে।

ধেমালি শেষ হ'লে গায়নে অহিৰ ৰাগ দি "গোবিন্দ চিন্তহু বাল গোপালং" এই গীত গায়। তদৱসানে সিন্ধুৰা ৰাগ দি (লগে লগে) "জয় জয় নন্দ নন্দন পৰমানন্দ বন্দো বাল গোপালং" এই গীত গোৱা হয়। বদলা আতাৰ প্ৰয়াণৰ তিথি শুক্লা একাদশী। সেইবাবে গোবিন্দ চিন্তহু বাল গোপালং" এই গীত গোৱাৰ উপৰিও "জয় জয় নন্দ "এই গীত পিছত গোৱাৰ এটি কাহিনী বদলা আতাৰ চৰিতত আছে। (বদলা আতা প্ৰয়াণৰ সময়ত)

এহি বুলি আতা পাছে অসুস্থ ভৈলন্ত।
সেৱক সকলে পাশ চাপি আসিলন্ত॥
কীৰ্ত্তন ঘৰত প্ৰসঙ্গৰ অন্তে পাছে।
গায়ন সকলে গীত গাইবে লাগি আছে॥

গোবিন্দ চিন্তোহো গীত গাইয়া আছন্ত।
শুনিলেক ভক্তে গোঁসাই বৈকুণ্ঠে যইবন্ত ॥
গীত এৰি তাৰা সৱে আৱৰিলা আসি ॥
ভক্তক চাহিয়া আতা বুলিলা আশ্বাসি ॥
গীত এৰি এহিক্ষণে আসিলা কিসক।
চলিয়োক সৱে পুন কীৰ্ত্তন ঘৰক ॥
পুনৰ্ব্বাৰ গাউক গীত কৰিয়া উৎসৱ।
অহনিশি সৱে মিলি কৰা হৰি ৰৱ ॥
শুনি হেন ভক্তসৱে আতাৰ বচন।
পুনৰপি গীত গাইবে লৈলা ৰঙ্গ মন ॥
"জয় জয় নন্দ" গীত যেতিক্ষণে গাইলা।
পুনৰ্ব্বাৰ আতা আৰু এক ভাব হৈলা।

(বদলা আতাৰ চৰিত)

১৫৬, ১৫৭, ১৫৮, ১৫৯ পদ

পূৰ্ব্বোক্ত আদৰ্শ মতে ইটোৰ পিছত সিটো গীত গাই সামৰা হয়। দুয়োটা গীত বৰ গাম্ভীৰ্য্য। ইয়াৰ পিছতে ঘোষা কীৰ্ত্তন আৰু ওজা পালি অনুষ্ঠান হয়। নতুন ওজাও উঠে। তদনুসাৰে নধেমালি আৰম্ভ হয়। ৫ম চাহিনি ঘোষা নিম্ন স্থানত লিখা হ'ল।

হৰিহৰে বয় দোলা ধৰ্ম্মে ধৰে ছাতি।
সেই দোলাত চৰি যায় কোন পুৰুষৰ নাতি ॥
হৰি লৈলো হৰি লৈলো শৰণ ইবেলি।
মই অধমক পাৰে নেপেলাইবা ঠেলি ॥

পদ— এহিমতে দাৰুকে বোলন্তে পাছে ৰথ।
আকাশে ধৰিলা বেগে বৈকুণ্ঠৰ পথ ॥

(ইত্যাদি)

নধেমালিৰ ঘোষাঃ—

ভক্তি সৰোবৰে কৃষ্ণ পদ- পঙ্কজত পৰি নিৰন্তৰে
পৰম আনন্দে ভকত ভ্ৰমৰ জাকে।
যশ-ৰস মধু পানে মত্ত হয়া অতি সাৱধানে
ৰাম ৰাম ৰাজহংসৰাৱ শুনি থাকে ॥

শেষৰ ঘোষা :—

হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে
প্ৰেম অমৃতৰ নদী।
শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙ্গি দিলা
বহে ব্ৰহ্মাণ্ডক ভেদি ॥

ঘোষা অৱসানে ভাটিয়ালী ৰাগত "ব্যৱসা কৰিয়ো ভাই হৰিৰ চৰণ ধন সাৰ" এই গীত গায়। ইয়াক "টিকুনৰ গীত" বুলি কয়। গীতৰ শেষত ঘোষা কীৰ্ত্তন, খোল তালৰ নিত্য প্ৰসঙ্গ, নাম, ঘোষা কীৰ্ত্তন আৰু পাঠ গায়। পাঠত প্ৰহ্লাদ চৰিতৰ ৬টা আৰু শিশুলীলাৰ প্ৰথম ৪টা কীৰ্ত্তন ঘোষা কথনেৰে গাব। পৰে ওজা গাই বৰ ধেমালি আৰু ঘোষা ধেমালি বায়। ইয়াত গোৱা খিয় চাহিনি ঘোষা :-

আতাৰ স্থান আতাৰ স্থান।
দুয়োজনা গুৰু আসি কৰিছে নিৰ্ম্মাণ ॥
হৰি লৈলো হৰি লৈলো শৰণ ইবেলি ॥
মই অধমক পাৰে নেপেলাইবা ঠেলি ॥

পদ — বৈকুণ্ঠৰ পৰা আইলো ৰথে সমন্বিতে।
ঘোৰাক পঠাইলা মই থাকিলো ভুমিতে ॥
(ইত্যাদি)

বৰ ধেমালিৰ পৰে ঘোষা ধেমালি বাই সামৰিব। ইয়াৰ পিছতে ঘোষা কীৰ্ত্তন হয়।

(৪-ঘ) "ভাঙ্গনী"

ঘোষা কীৰ্ত্তন অৱসানে অহিৰ ৰাগত "শ্যাম কমললোচন" গীত গাই "যাত্ৰা ঘোষা" আৰু তদৱসানে বদলা আতাৰ পূৰ্ব্ব পুৰুষৰ পৰা আৰম্ভ কৰি তেঁৰাৰ মহা প্ৰয়ানৰ শেষ কৃত্য পৰ্যন্ত চৰিত পাঠ কৰে। চৰিত থলে ঘাই বস্তু সংবৰণ, প্ৰসাদ আদি বিতৰণ নিত্য প্ৰসঙ্গাদি সমাপনে সেই দিনাৰ কাৰ্য্য সমাধা কৰা হয়।

## (৫—ক) কীৰ্ত্তন সম্বৰণ

তিনিওজনা গুৰুৰ কীৰ্ত্তন অৱসানে "কীৰ্ত্তন সামৰা" বা "কীৰ্ত্তন সম্বৰণ" বা "ধেমালি সামৰা" অনুষ্ঠান হয়। পুৱা নাম প্ৰসঙ্গত এখনি থগি দিয়ে। ফুলুগীয়া আৰু ধৰি গোৱা ঘোষা দুকুলুপ গোৱাৰ পিছত পাঠকে

তিনিটা কীৰ্ত্তন দিয়ে আৰু তাৰে এটাত ভাঙ্গনী দিয়া হয়। সকলো গায়ন বায়নে আশীৰ্ব্বাদ লয়। দিনত নাচ নৃত্য এঁকো নকৰে। ৰাতিলৈ ন ধেমালি বাই ভাওনা পাতে। অসমীয়া মাতৃ ভাষাৰ বা অংকীয়া ভাওনাও পাতিব পাৰে। ভাওনা নপতাকৈও 'ধেমালি সামৰা" অনুষ্ঠান কৰা হয়। মাত্ৰ 'ন ধেমালি' বাজনা বাই সকলোৱে হৰিধ্বনি কৰি আশীৰ্ব্বাদ লয়। আহিন মাহৰ কোনো এটা শুভদিনত এই অনুষ্ঠান কৰে। "ধেমালি সামৰা" কাৰ্য্য শেষ নোহোৱা পৰ্য্যন্ত নিত্য প্ৰসঙ্গত ধেমালি বায় আৰু নাম প্ৰসঙ্গত "ধৰি গোৱা" ঘোষা এফুলপ বেছিকৈ গায়। তদনুক্ৰমে সবহুৱা ওজাপালি অনুষ্ঠান কৰি থাকে। ধেমালি সামৰাৰ পিছৰ পৰা নিত্য প্ৰসঙ্গখিনি স্বাভাবিক অৱস্থালৈ পৰিবৰ্ত্তন হয়। ইমানতে ধেমালি সামৰা শেষ। কিছুদিনৰ পিছত শুভ দিন-বাৰ চাই বা শঙ্কৰদেৱৰ জন্মোৎসৱৰ দিনা সত্ৰৰ সকলোকে সমাজৰ ভঁৰালৰ পৰা "পকা মিঠৈ" বিতৰণ কৰা হয়। সত্ৰাধিকাৰ, বুঢ়াভকত বৰ গায়ন, বৰ বায়ন, বৰ দুহৰীয়া, সৰু দুহৰীয়া ভেদে পকা মিঠৈ বিতৰণ কৰাত তাৰতম্য আছে। কীৰ্ত্তনৰ পিছত যথা সময়ত আয় ব্যয়ৰ হিচাব আদিও কৰা হয়।

(১-খ) "ও ৰক্ষিঃ"

১। শংকৰ দেৱৰ অৱতাৰ ঃ — ১৩৭১ শক আহিন মাহৰ ৩ তাৰিখ বৃহস্পতি বাৰ শুক্লা দশমী তিথি।

প্ৰয়াণ ঃ — ১৪৯০ শক ভাদ মাহ শুক্লা দ্বিতীয়া তিথি

২। মাধৱদেৱৰ অৱতাৰ ঃ— ১৪১১ শক, জেঠ মাহ শুক্লা প্ৰতিপদ
প্ৰয়াণ ঃ— ১৫১৮ শক, ভাদ মাহ কৃষ্ণা-পঞ্চমী তিথি

৩। বদলা আতাৰ অৱতাৰ :— ১৪৬৮ শক, জেঠ মাহ, শুক্লা একাদশী তিথি
প্ৰয়াণ ঃ— ১৫৯৮ শক, ভাদ মাহ শুক্লা একাদশী তিথি

পূৰ্ব্বোক্ত তিনিজনা গুৰুৰ অৱতাৰ আৰু প্ৰয়াণৰ শক তাৰিখ আদি দেখুওৱা হ'ল। শঙ্কৰদেৱৰ বাদে বাকী দুজনৰ জন্মোৎসৱ পালন এই পৰ্য্যন্ত কৰা হোৱা নাই। প্ৰয়াণ উৎসৱ মহা সমাৰোহেৰে পালন কৰা হয়। সেই-দিনা হালখতি কৰা হয় আৰু পাগ পাত্ৰ কৰা নহয়। শিষ্যৰ মাজতো এনে নিয়ম।

০০০০

# তৃতীয় খণ্ড

## (ক) কৃষ্ণ জন্মাষ্টমী তিথি

পবিত্ৰ ভাদ মাহৰ কৃষ্ণপক্ষীয় অষ্টমী তিথিত শ্ৰীশ্ৰীকৃষ্ণদেৱৰ অৱতাৰ হৈছিল। আচৰিত কথা যে এই মাহতে তিনিওজনা গুৰুৰো অন্তৰ্ধান বা মহাপ্ৰয়াণ হৈছিল। মহাপুৰুষ মাধৱদেৱৰ কীৰ্ত্তনৰ পিছতে এই উৎসৱ হয়। গুৰু আসনত পবিত্ৰ দেখনীয়াৰ বস্ত্ৰ দিয়াৰ পিছতে পুৰা গীত, নাম-প্ৰসঙ্গ চলে। নামত "দীন দয়াশীল দেৱ দামোদৰ হৰি দামোদৰ দামোদৰ দামোদৰ দেৱ দামোদৰ" এই কুলুপীয়া ঘোষা সম্পূৰ্ণে দিয়ে। পাঠত শিশুলীলাৰ প্ৰথম তিনিটা কীৰ্ত্তন দিয়া হয়। দুটা বা এটাত ভাঙ্গনী দিয়ে। নামৰ অৱসানে প্ৰসাদ বিতৰণ, ভাগৱত পাঠ, চৰিত আদি ব্যাখ্যা হয়। শঙ্কৰদেৱৰ জন্ম বিৱৰণ খিনিকে ইয়াত পাঠ কৰে। দিন ভাগত নাচনৃত্য আদি নাই। ৰাতিলৈ নিত্য প্ৰসঙ্গৰ পিছতে ভাওনা পাতিব পাৰে। তদভাৱে নিত্য প্ৰসঙ্গৰ পিছতে ধনশ্ৰী ৰাগ দি "হৰিক বয়ন হেৰি মাই" গীত বা সত্ৰত জন্ম খণ্ডৰ ৰজাঘৰীয়া গীত গোৱা হয়। গীত অৱসানে হৰিধ্বনি কৰি উৎসৱৰ সামৰণি মৰা হয়। এই তিথিৰ দিনা হাল খতি আৰু ভাত খতি দুয়োটাই কৰা হয়।

## (খ) – শঙ্কৰদেৱৰ জন্ম জয়ন্তী

পবিত্ৰ আহিন মাহৰ শুক্লাদশমী তিথিৰ দিনা শঙ্কৰদেৱৰ জন্ম বা অৱতাৰ দিৱস। কৃষ্ণজন্মাষ্টমীৰ সৈতে নিয়ম প্ৰণালী একে। নাম প্ৰসঙ্গ, ভাগৱত, পাঠ, চৰিত আদিৰ নিয়ম একে কাৰণে বাহুল্যৰ ভয়ত লিখা নহ'ল। দিনৰ ভাগত আৱশ্যক বুজি "ধেমালি সামৰা" পকা মিঠৈ দিয়ে। লগতে সত্ৰত সময় বিশেষে সভা সমিতি পাতি গুৰুজনাৰ-গুণানুকীৰ্ত্তনো কৰা হয়। অৱশ্যে সত্ৰাধিকাৰ প্ৰমুখ্যে সাংস্কৃতিক দল বাহিৰৰ জন্মোৎসৱ সভাত যোগদান কৰিবলৈ যাব লগা হোৱা বাবে প্ৰায়েই সত্ৰত সভা-সমিতি অনুষ্ঠিত কৰিব নোৱাৰে। কেতিয়াবা আহিন মাহৰ প্ৰথম পক্ষেকতে গুৰুজনাৰ জন্ম জয়ন্তী উৎসৱ পৰিলে সত্ৰৰ পবিত্ৰ ভাদমাহৰ "ধেমালি সামৰা" অনুষ্ঠান এই দিনাই অনুষ্ঠিত কৰি ভাওনাও পাতে। এইদিনাও হাল খতি আৰু ভাত খতি কৰা হয়। গুৰুজনাৰ জন্ম জয়ন্তী উৎসৱ পালন কৰা বা উদ্ভৱ হোৱা বেছি দিন হোৱা নাই। অসমৰ গুৱাহাটীত উদ্ভৱৰ কেন্দ্ৰস্থান। তাৰপৰা ৰাগৰি আহি উজনি অসমত বিয়পি পৰিল।

### (গ) ৰাসোৎসৱ"

ৰাসোৎসৱ মহাপুৰুষীয়া সকলৰ অতি পবিত্ৰ দিবস। পুৱা গীত নাম প্ৰসঙ্গ চলে। "দীন দয়াশীল দেৱ দামোদৰ হৰি দামোদৰ" এই কুলুপীয়া ঘোষা গোৱাৰ পিছত পাঠকে কীৰ্ত্তনৰ "ৰাসক্ৰীড়া" অধ্যায়ৰ "কৰে ৰাস কেলি গোপাল গোপী সঙ্গে" এই কীৰ্ত্তন ঘোষা প্ৰমুখ তিনিটা ভাঙ্গনীযুক্ত কীৰ্ত্তন ঘোষা দিয়ে। প্ৰসাদ বিতৰণ, ভাগৱত ব্যাখ্যা ( ৰাস পঞ্চাধ্যায়ৰ ) পাঠ আৰু চৰিত তোলা হয়। শঙ্কৰ গুৰুৰ মধ্য লীলাৰ পৰা এখণ্ড চৰিত্ৰ পাঠ কৰে। চৰিত অৱসানে সময় বিশেষে নৃত্য ও প্ৰদৰ্শন কৰা হয়। ৰাতিলৈ ৰাস যাত্ৰা আৰম্ভ কৰে। এই উৎসৱ কাতি বা আঘোণৰ পূৰ্ণিমা তিথিত হয়।

**(গ—১) ৰাসোৎসৱ উদ্ভৱৰ সময় :—** বৃন্দাবনত শৰত কালৰ পূৰ্ণিমা ৰাতি গোপী-গোপালৰ কেলিয়েই ৰাসোৎসৱৰ মূল উদ্ভৱ। প্ৰাক্ শঙ্কৰী যুগত সেই সম্পৰ্কত কিবা আলোচনা বিলোচনা বা পাতনি মেলা হৈছিল বা নহৈছিল তাৰ উৎঘাটি নাচাই মাত্ৰ শ্ৰীমন্ত শঙ্কৰ গুৰুৰ দিৱসৰ পৰাই ৰাসোৎসৱ উদ্ভৱ বুলি কব খোজা হৈছে। শঙ্কৰদেৱে নিজে এই নাট ভায়েক ৰামৰায়ৰ অনুৰোধক্ৰমে ৰচনা কৰি অভিনীত কৰিছিল। সেই অবধি অসমত ৰাসোৎসৱ উৎযাপন কৰি অহা হৈছে। শঙ্কৰদেৱে "কেলি গোপাল" নাটক পাটবাউসীত থাকোতে ৰচনা কৰে। সেই "কেলি গোপাল" নাটেই অসমৰ ৰাসোৎসৱৰ মূল ভেটি। তাৰ পিছতে এই পৰ্য্যন্ত অন্যান্য নাট্যকাৰে "কেলি গোপাল" নাটকে কেন্দ্ৰ কৰি মাতৃভাষাত বহুতো নাট লিখি উলিয়াইছে। ৰাসোৎসৱৰ মূল কেন্দ্ৰ মাজুলীভূমি। যদিও "কেলি গোপাল" নাট ৰচনাৰ কেন্দ্ৰ পাটবাউসী স্থান তথাপিতো অভিনয়ৰ প্ৰাধান্য মাজুলীয়েহে বহন কৰি আহিছে। বৰ্ত্তমান নামনি অসমত "কেলি গোপাল" নাট বা ৰাসোৎসৱ অভিনীত হোৱা কথা শুনা নাই। মাজুলীত সৰ্ব্বপ্ৰথম কমলাবাৰী সত্ৰতেই "কেলি গোপাল" নাট বা তদনুৰূপ মাতৃভাষাত বা মিশ্ৰিত ভাষাত নাট লিখি অভিনীত কৰা হয়। এতিয়া সম্পূৰ্ণ মাতৃভাষাত হৈছে।

**(গ—২) "কেলি গোপাল"ৰ বিকৃত অভিনয় :—** মহৰ্ষি বেদব্যাস ৰচিত মূল ভাগৱত শাস্ত্ৰত আৰু মহাপুৰুষ শঙ্কৰদেৱৰ দ্বাৰা অনুবাদিত পদ্য ভাগত (দশম স্কন্ধৰ ৰাসলীলা অধ্যায়ত) 'ৰাধা'ৰ নাম নাই। ৰহস্যে গোপীৰ নাম তালিকাত 'ৰাধিকা' বুলি এটা নাম পোৱা যায় যদিও সেয়া প্ৰকৃত ৰাধানে বা 'ৰাধা' নামযুক্ত এগৰাকী গোপী নে আমি ধৰিব নোৱাৰিলো। তেওঁ নায়িকা বা মুখ্যা গোপীৰ ভাৱতো অৱতীৰ্ণ হব পৰা নাই। এই সমগ্ৰ বিষয়টো চালি জাৰি চাই বুজা গ'ল যে মূল ভাগৱতত ৰাধাৰ স্থান শূন্য। কিন্তু শঙ্কৰদেৱৰ

কলি গোপাল" অঙ্কীয়া নাটত ৰাধা'ৰ নাম পোৱা যায়। অৰণ্যে স্থান বিশেষে 'ৰাধা' নামৰ পৰিবৰ্তে 'গোপী' বুলিও উল্লেখ আছে। আচলতে গুৰুজনাৰ স্বহস্ত লিখনিত 'ৰাধা' ৰ নাম বহুওৱা হোৱা নাছিল। পিছত কোনোবা ৰাধা প্ৰেমী একশৰণ বিদ্বেষী লোকে এনে কৰা বুলি ধাৰণা কৰা হয়। সেই আদৰ্শকে লৈ এতিয়া ৰাসলীলা নাট্যানুষ্ঠানত 'ৰাধা' ক নায়িকা ৰূপে লৈ অহা হৈছে। শঙ্কৰদেৱৰ "কেলি গোপাল" নাটত থকা শ্লোকত আছে।

১। গোপীং বিধায় হৃদয়ে তত্যাজব্ৰজঘোষিতঃ।

২। কৃষ্ণেণ সহ সা যাতি গোপী তন্মানদৰ্পিতা।

ইয়াত উল্লেখিত 'গোপী'ৰ ঠাইত "ৰাধাং বিধায় হৃদয়ে তত্যাজ ব্ৰজ ঘোষিতঃ" কৰি ছন্দ ভঙ্গ নোহোৱাকৈ শব্দটো প্ৰয়োগ কৰা হৈছে। এইখিনি অপ্ৰাসঙ্গিক যদিও থোৰতে বিষয়টো বেকত কৰা হ'ল।

(গ - ৩) ৰাসলীলাৰ উদ্দেশ্য আৰু তাৎপৰ্য্য :— মহৰ্ষি বেদব্যাস ৰচিত শ্ৰীমদ্ভাগৱত মহাপুৰাণৰ অন্তৰ্গত "দশম স্কন্ধ" খণ্ডটো মহাপুৰুষ শ্ৰীশ্ৰীকৃষ্ণ দেৱৰ সমগ্ৰ জীৱনালেখ্যৰে ভৰপুৰ। দ্বাদশ স্কন্ধ ভাগৱতৰ ভিতৰত আকাৰ বিশেষে, ভক্তজন গ্ৰাহ্য শ্ৰীকৃষ্ণৰ অমানবীয় অসংখ্য তত্ত্বপূৰ্ণ কথাৰে "দশম স্কন্ধ" পৰিপূৰ্ণ হৈ আছে। দশম স্কন্ধ ভাগৱত তিনিটা ভাগত বিভক্ত যেনে আদ্য দশম, মধ্য দশম আৰু শেষ দশম। আদ্য দশমত শ্ৰীকৃষ্ণৰ অলৌকিক শিশুলীলাৰ পৰা আৰম্ভ কৰি গোপী উদ্ধৱ সম্বাদলৈকে বৰ্ণনা কৰা হৈছে। ইয়াৰ ভিতৰত "ৰাস লীলা'' বা "ৰাস পঞ্চাধ্যায়" অংশটো এটা উল্লেখনীয় তথা নানা তাৎপৰ্য্যপূৰ্ণ পাৰমাৰ্থিক বিশিষ্ট অংশ বুলি তৎটীকা নিৰ্ম্মাতা শ্ৰীধৰ স্বামী আৰু তদনুবৰ্ত্তী বা উত্তৰ পুৰুষ সকলে স্বীকাৰ কৰিছে। আজিকালি তাত্ত্বিক দিশত অনভিজ্ঞ বহুতো লোকে শৃঙ্গাৰ ৰস প্ৰধান এই "ৰাস লীলা'' অধ্যায়টোত অশ্লীলতা দেখা পায়। ওপৰে ওপৰে চালে ইয়াক শৃঙ্গাৰ ৰসযুক্ত দাম্পত্য প্ৰেমাবেশ দেখা হয়, কিন্তু নিবিড় ভাৱে অন্তৰ্দৃষ্টিৰে চালে ইয়াক ভক্তিতত্ত্ব প্ৰেমাবেশযুক্ত দেখা যায়।

"ৰাস লীলা'' প্ৰবক্তা গৰাকী হ'ল পৰমহংস সন্ন্যাসী দিগম্বৰ শ্ৰীমৎ শুকদেৱ। তেওঁ আজন্ম বৈৰাগী—দ্বিজনক উলঙ্গ অৱস্থাত দেখি পথৰ মাজত আৰু গ্ৰামান্তভাগত ক্ৰীড়াসক্ত বালকে বাতুল বুলি ভাবি ধূৰমুঠি হানি ইতিকিং কৰিছিল, আৰু সেই পৰিহাসক তেওঁ তুচ্ছ বা মান অপমানক সমভাৱ কৰি "বসুধৈৱ কুটুম্বকম্" বা "অগ নগ জগ তেৰি কায়া" বুলি ভাবি কাকৈকো

দৃষ্টিপাত নকৰি নিজ গন্তব্য স্থানেদি পদ চালনা কৰি গৈছিল। এনে এগৰাকী মহাত্মাৰ মুখেদি অশ্লীলতাৰ কথা প্ৰকাশ হোৱাটো কিমান সম্ভাৱনাহীন সেয়া নবক্তব্যম্।

আনহাতেদি 'ৰাসলীলা" শ্ৰোতা গৰাকী মুমূৰ্ষু ৰাজা পৰীক্ষিত যি জনা সপ্তাহৰ শেষতে সৰ্পদংশনত ইহলীলা সম্বৰণ কৰিব। এনে এটা পৰিস্থিতিত শৃঙ্গাৰ প্ৰধান বা কামোদ্দীপক এটা ঘটনা ব্যাখ্যা কৰা আৰু শ্ৰৱণ কৰাটো কিমান গৰিহা বা গৰ্হিত আৰু নিৰ্দ্দিষ্ট সীমা অতিক্ৰম কৰা অনুচিত কাৰ্য্য তাক সহজে উপলব্ধি কৰিব পাৰি। তদুপৰি ৰাসলীলাৰ সময়ত শ্ৰীকৃষ্ণৰ বয়স আঠ বছৰতকৈ বেছি নহয়। কাৰণ কংসবধৰ আগে আগে "নতু প্ৰৱেশন্ত যৌৱন কাল। তাসম্বাক যুঁজে দুৰ্জ্জয়মাল" ॥ বুলি কীৰ্ত্তনত পোৱা হয়। গাঁৱত থকা বহুতৰে দহ বছৰীয়া বালক প্ৰায় নগ্ন অৱস্থাত থাকে। তেওঁলোকৰ কাম প্ৰবৃত্তি আৰু দাম্পত্য সম্বন্ধৰ কোনো জ্ঞান নাথাকে। এনে পৰিস্থিতিত শ্ৰীকৃষ্ণ আঠ বছৰীয়া বালক হৈ শৃঙ্গাৰ ৰসকেলি কৰিবলৈ যোৱাটো কিমান হাস্যকৰ কথা, তাক মূক্ বধিৰেও কব। গতিকে আঠবছৰীয়া শ্ৰীকৃষ্ণৰ গোপী সমেত ৰাসলীলা আৰু তাকে এজন সৰ্ব্বজগত বিষ্ণুময় দ্ৰষ্টা নগ্ন সন্যাসী শুকদেৱ আৰু মৃত্যুমুখী ৰাজা পৰীক্ষিতৰ মাজত শ্ৰোতা বক্তা হিচাবে থকাটো বহিৰ্দৃষ্টিৰ পক্ষৰ পৰা অসম্ভৱ। অন্তৰ্দৃষ্টিৰেহে ই সম্ভৱ হব। এই দৃষ্টিৰে এইটোৱেই সিদ্ধ হয় যে গোপী সকলৰ সৈতে ভগবান্ শ্ৰীকৃষ্ণৰ যি ৰাস বা ৰমণ হ'ল, সেইটো সৰ্ব্বথা-দিব্য ভগৱৎ ৰাজ্যৰ লীলাহে, লৌকিক কামক্ৰীয়া নহয়। শ্ৰীমদ্ভাগৱত মহাপুৰাণৰ দশম স্কন্ধৰ ২৯ অধ্যায়ৰ প্ৰথম শ্লোকত শুকদেৱে কৈছে—

ভগবানপি তাৰাত্ৰীঃ শাৰদোৎফুল্লমল্লিকাঃ।
বীক্ষ্যৰন্তুং মনশ্চক্ৰে যোগমায়ামুপাশ্ৰিতঃ ॥

১০।২৯।১

শ্ৰীমদ্ভাগৱত টীকাকাৰ অপ্ৰমাদী পণ্ডিত শ্ৰীধৰ স্বামীজীয়ে উপৰুক্ত শ্লোকৰ ব্যাখ্যা প্ৰসঙ্গত লিখিছে—"আত্মাৰামোঽপ্যৰীৰমদ্। সাক্ষাদ্ মন্মথ-মন্মথঃ। তস্মাদ্ ৰাসক্ৰীড়াবিড়ম্বনং কাম বিজয়াখ্যাপনায়েত্যেব তত্ত্বম্"। এয়া পাৰমাৰ্থিক কথা। ইয়াত "মন্মথমন্মথঃ" মানে কামদেৱৰো কামদেৱ। আত্মাৰামৰ লগত ক্ৰীড়া কৰিছিল। তাৰ মানে—বাস্তৱতে গোপী সকলৰ নিষ্কপট প্ৰেমৰ নামান্তৰ হ'ল 'কাম' আৰু ভগবান্ শ্ৰীকৃষ্ণৰ আত্মৰমণ অথবা তেওঁৰ দিব্য ক্ৰীড়াই হ'ল ৰতি। সেই কাৰণেই স্থানভেদে বিভু, পৰমেশ্বৰ, লক্ষ্মীপতি, ভগবান্, যোগেশ্বৰেশ্বৰ, আত্মাৰাম, মন্মথমন্মথ আদি শব্দ প্ৰয়োগ হৈছে—যাৰ

দ্বাৰা কাৰো কোনো ভ্ৰমাত্মক মনোভাব উপনীত হ'ব নোৱাৰে। "কাম বিজয়াখ্য" প্ৰসঙ্গৰ লগত সঙ্গতি ৰাখি শঙ্কৰদেৱে পদ্য ভাগত লিখিছে -

শুনিয়োক বুধজন জনম সাফলি।
কামজয় নামে ইটো কেশৱৰ কেলি ॥

শ্ৰীমদ্ভাগৱত মহাপুৰাণত যি ৰাসলীলাৰ পাঁচ অধ্যায় আছে, তাক "পঞ্চপ্ৰাণ" বুলি মনা হয়। ভগৱান্ শ্ৰীকৃষ্ণৰ পৰম অন্তৰঙ্গ লীলা, নিজ স্বৰূপভূতা গোপীসকলৰ লগ হৈ ভগৱানৰ দিব্যাতি দিব্য ক্ৰীড়া সমূহ এই অধ্যায়ত বৰ্ণিত হৈছে। 'ৰাস' শব্দৰ মূল 'ৰস' বুলি কোৱা হয় আৰু ৰস স্বয়ং শ্ৰীকৃষ্ণ ভগৱানৰহে। কাৰণ "ৰসো বৈ সঃ"। এই ৰাস বস্তুতঃ পৰম উজ্বল ৰসৰ এক দিব্য প্ৰকাশ। জড় জগতৰ কথা বাদেই, জ্ঞান ৰূপ বা বিজ্ঞানৰূপ জগততো ই প্ৰকট নহয়। শৃঙ্গাৰ, করুণ, বীৰ, বিভৎস, ৰৌদ্ৰ, ভয়ানক, অদ্ভূত, হাস্য, শান্ত আদি নৱৰস' থাকিলেও বাহ্যিক দৃষ্টিত ৰাসলীলা শৃঙ্গাৰ প্ৰধান যদিও প্ৰকৃতাৰ্থত, যথাৰ্থত ই ভক্তিৰসৰ প্লাৱন আনিছে। তাত্বিক দিশত নৱৰসৰ অতিৰিক্ত ভক্তিৰসৰ সমাবেশে 'দশ ৰস' বুলি কব পাৰি। ভক্তি ৰসামৃতময় এই ৰাসলীলা অন্তৰ্দৃষ্টিৰ দ্বাৰা আৰু মুখ্যতঃ ভগৱৎ কৃপাৰ দ্বাৰা হোৱা বুলি বুজিব পাৰি। এই দিব্য লীলাৰ ৰহস্য নাজানি জন সাধাৰণে নানা আশঙ্কা প্ৰকাশ কৰে। ইয়াত আশ্চৰ্য্য হোৱাৰ কোনো কাৰণ নাই। এই ৰাসলীলাৰ যথাৰ্থ স্বৰূপ আৰু পৰম মাধুৰ্য্যৰ আস্বাদ পৰম প্ৰেমময় শ্ৰীকৃষ্ণ আৰু গোপীসকলৰ মাজতহে পোৱা যায়, অন্যলোকে ইয়াৰ কল্পনাই কৰিব নোৱাৰে। প্ৰাকৃত দেহৰ নিৰ্ম্মাণ হয় স্থূল, সূক্ষ্ম আৰু কাৰণ—এই তিনি দেহৰ সংযোগেৰে। ভগবান এই ত্ৰিনিবিধৰ অতীত। ভগবান সচ্চিদানন্দময় বিশুদ্ধ পৰম ভাগৱত। তেওঁত ৰক্ত, মাংস, অস্থি আদি নাই। সেইদৰে শুক্ৰও নাই। সেই কাৰণে তেওঁৰ দ্বাৰা প্ৰাকৃত পাঞ্চভৌতিক শৰীৰ-ধাৰী স্ত্ৰীপুৰুষৰ ৰমণৰ দৰে ৰাসলীলাৰ ৰমণ কৰা বুলি ধৰিব নালাগে। ভগৱানক উপনিষদত "অখণ্ড ব্ৰহ্মচাৰী" আৰু ভাগবত গ্ৰন্থত "অৱৰুদ্ধ সৌৰত" আদি শব্দ প্ৰয়োগ কৰিছে।

কীৰ্ত্তনৰ "উপপতি সমে ক্ৰীড়া গৰিহিত কৰ্ম্ম"ৰ যিটো ঔপপত্য ভাব বিদ্যমান আছে-সেয়া লৌকিক অৰ্থত খটুৱাব নালাগে। য'ত কাম ভাব নাই, অঙ্গ সঙ্গ নাই তাত 'ঔপপত্য'ৰ কল্পনা কেনেকৈ হব পাৰে? গোপীসকল পৰকীয়া নাছিল, স্বকীয়া আছিল। শ্ৰীকৃষ্ণৰ প্ৰতি গোপীসকলৰ ইমান বিশ্বাস আছিল যে শ্ৰীকৃষ্ণৰ ওচৰত তেওঁলোকৰ উপস্থিতি নিজৰ ওচৰত নিজে উপস্থিত থকাৰ তুল্য হৈছিল। দ্বিতীয়তে শ্ৰীকৃষ্ণই যোগমায়াৰ দ্বাৰা এনে

ব্যৱস্থাও কৰি ৰাখিছিল যে ঃ—

গোকুলৰ গোপ- জনৰ মনক
মোহিল কৃষ্ণৰ মায়া।
হাত বুলাই দেখে শয্যাত শুতিয়া
কাছে আছে নিজ জায়া।।
যশোদায়ো তৈতে পুত্ৰক দেখন্ত
শয্যাত আছন্ত শুতি।
আছোক মনুষ্য যাহাৰ মায়াত
ব্ৰহ্মায়ো ভৈলা বিস্মৃতি ।।

(ভাগৱত)

শ্ৰীকৃষ্ণচন্দ্ৰৰ এই লীলাৰ অনুকৰণ কেৱল তেওঁ নিজেহে কৰিব পাৰে। তেওঁৰ এই শিক্ষা গোপীসকলৰ কাৰণে নহয়, সামান্য নাৰী জাতিৰ কাৰণেহে। সেই কাৰণে শুকদেৱ মুনিয়ে ৰাস পঞ্চাধ্যায়ৰ শেষত সকলোকে সাৱধান বাণী শুনাইছে যে ভগবানৰ উপদেশ সকলোৱে মানিব পাৰে, কিন্তু তেওঁৰ সকলো আচৰণৰ অনুকৰণ কৰিব নোৱাৰে। শুকে পৰীক্ষিতক কৈছেঃ—

পৰম ঈশ্বৰে কৰে অকৰ্ম্ম।
তেজস্বীত কিছু নাহি অধৰ্ম্ম ।।
সৰ্ব্বভক্ষ বহ্নি সবাকো শোধে।
তাঙ্ক কি কৰিব ইসব দোষে।।
ঈশ্বৰ নুহি যিটো মূঢ়মতি।
ইকৰ্ম কৰি যাইব অধোগতি ।।
হৰক দেখি বিষ খাই আনে।
সিজন জানা মৰি যায় প্ৰাণে ।।

ইত্যাদি।

শ্ৰীকৃষ্ণৰ এই লীলাবিনোদ নিচেই হাস্যকৰ। কিয়নো "ৰেমে ৰমেশোব্ৰজসুন্দৰীভিঃ যথাৰ্ভকঃ স্বপ্ৰতিবিম্ব বিভ্ৰমঃ" অৰ্থাৎ শুকজনাৰ ভাষাৰে — নপাৰিলে গোপীগণে মোহিবে কৃষ্ণক।
ছাঁয়ায়ে সহিতে যেন ওমলে বালক।।

ইয়াৰ দ্বাৰাই সৰ্ব্বসাধাৰণ কামী বা কামাতুৰ পুৰুষৰ কাম প্ৰবৃত্তি নিবৃত্তিৰ কাৰণে ৰাসলীলাৰ ব্যৱস্থা কৰা হৈছে বুলিও ঘোষণা কৰা হৈছে। কণ্টকে কণ্টক উৎপাতন কৰাৰ দৰে আৰু কামাসক্ত বুলি জনাজাত বাঘৰ

চালত বহি যোগ সাধনা কৰিলে যোগীসকলে কাম নিবৃত্তি হোৱাৰ দৰে অনঙ্গ কেলি শ্ৰৱণ কীৰ্ত্তন কৰিলেও কামাতুৰ পুৰুষৰ কাম নিবৃত্তি হয় বুলি ভাগৱতত কোৱা হৈছে যেনে—

শৃংগাৰ ৰসে যাৰ আছে ৰতি।
আকে শুনি হৌক নিৰ্ম্মল মতি॥

পৰমাৰ্থত এই ৰাসলীলা জীৱাত্মাৰ সৈতে পৰমাত্মাৰ লীলা। পৰমাত্মাই কৃষ্ণ, জীৱাত্মাই গোপী, হৃদয়েই লীলাভূমি বৃন্দাবন, দম্ভ বা পাপেই শঙ্খচূড, মূল প্ৰকৃতিয়েই বংশী, চৈতন্য শক্তিয়েই বংশীধ্বনি, আত্মাৰ আনন্দ ঘন শক্তিয়েই ৰাস।

সংসাৰ এখনি ৰঙ্গমঞ্চ বা ভাওনাঘৰ। এই ঘৰত প্ৰতি জীৱই ভাও দি বচন বুলি আছে। সকলোৰে অন্তৰত বিষ্ণু ব্যাপক হৈ থাকি যি ক্ৰীড়া কৰি আছে, সেয়েই ৰাসক্ৰীড়া। সংসাৰখন ভাওনাঘৰ বা বৃন্দাবন, প্ৰাণীসমূহ বা গোপীসকল জীৱাত্মা। পৰমাত্মাই শ্ৰীকৃষ্ণ, গোপীসকল যন্ত্ৰ ভগৱান যন্ত্ৰী, এওঁ সূত্ৰধাৰ হৈ ব্যাপকভাৱে সকলোকে নিয়ন্ত্ৰিত কৰিছে। সেয়ে ৰাসলীলাৰ তাৎপৰ্য্য।

## (ঘ)— ফল্গুৎসৱ (ফাকুৱা)

বসন্ত কালত ফাগুণ মাহৰ পূৰ্ণিমা তিথিৰ দিনা ফল্গুৎসৱ বা 'ফাঁকুৱা' উৎসৱ হয়। কেতিয়াবা চ'ত মাহতো এই উৎসৱ পৰে। সত্ৰতো এই উৎসৱ পালন কৰা হয়। ইয়াত এসাজ ভাত খতি আৰু হালখতি কৰা হয়। পুৱা গুৰু আসনত নৱবস্ত্ৰ দিয়াৰ পিছত নাম প্ৰসংগ আৰম্ভ কৰে। নিয়ম প্ৰণালী আগৰ উৎসৱাদিৰে সৈতে একে। মাত্ৰ নামলগোৱাই "দীন দয়াশীল দেৱ দামোদৰ হৰি দামোদৰ" এই ঘোষা কুলুপ গায়। পাঠকে "ওৰেষা বৰ্ণন" কীৰ্ত্তনৰ অধ্যায়ৰ "ৰঙ্গে ফাগু খেলে চৈতন্য বনমালি। দুইহাতে ফাগুৰ গুড়া সিঞ্চন্ত মুৰাৰি" এই কীৰ্ত্তনটো মাজত বা শেষত পৰাকৈ তিনিটা কীৰ্ত্তন দিয়ে। এটা বা দুটা কীৰ্ত্তনত ভাঙ্গনী দিয়া হয়। ভাগৱত ব্যাখ্যা আৰু পাঠ (পদ্য) পঢ়া হয়। ইয়াত দ্বিতীয় স্কন্ধ ভাগৱতৰ শ্লোক আৰু পদ্য ভাগত থকা বৈকুণ্ঠৰ দোল যাত্ৰা বিষয়ক কথাখিনি পাঠ কৰে। পাঠ সমাপণে শঙ্কৰদেৱে বৰদোৱা স্থানত দৌলোৎসৱ পতা বিষয়ৰ চৰিতখিনি পাঠ কৰা হয়। প্ৰসাদ বিতৰণ, সাংস্কৃতিক অনুষ্ঠান ৰাতিলৈ ভাওনাও পাতে। উৎসৱৰ আগদিনা ৰাতি মণিকূটৰ পৰা বিষ্ণু বিগ্ৰহ উলিয়াই দৌলত বা তদভাৱে কীৰ্ত্তন ঘৰৰ ভিতৰত স্থাপনা কৰি বৰগীতত থকা দৌলোৎসৱ বিষয়ৰ গীত আৰু নৱ ৰচিত

আধুনিক "হুলি গান" গায়। খোল, তাল, ডবা, কাঁহ, ঢাক, ঢোল আদি বাদ্য বজোৱা হয়। উৎসৱৰ দিনা বিয়লি গায়ন বায়ন সকলে মিলি "হুলি গান" গাই আনন্দ কৰে। পুৱা প্ৰসঙ্গৰ চন্দনৰ লগত ফোঁট লবৰ কাৰণে ফাগু গুৰি অৰ্পণা তথা ভকতৰ মাজত বিতৰণ কৰা হয়। হুলি গান গোৱাৰ বেলিকা ফাগু গুৰি সিঞ্চন কৰে। উৎসৱৰ পিছদিনাৰ পৰা দুদিন ধৰি সত্ৰৰ ভিতৰত আৰু সত্ৰৰ বাহিৰৰ গাওঁভুঁই অন্যান্য সত্ৰবোৰত মূৰ্ত্তি লৈ ভ্ৰমণ কৰোৱা হয়। ইয়াত সকলোৱে টকা পইছা দি সেৱা সৎকাৰ কৰে। ইয়াত আৰ্থিক ফালৰ পৰা লাভবান হয়। বিগ্ৰহ পৰিভ্ৰমণ শেষ হলে পিছদিনা কীৰ্ত্তন ঘৰত এখন নৈবেদ্যৰ শৰাই দিয়া হয় আৰু একে সময়তে বিষ্ণু বিগ্ৰহ মণিকূটত পুনৰ স্থাপন কৰে।

ফাকুৱা উৎসৱত গোৱা গীত তিনিটা বৰগীতত পোৱা হৈছে। উক্ত গীত কেইটি গোৱাৰ উপৰিও অন্যান্য বৰগীত সমূহো ব্যৱহাৰ কৰা হয়। তদুপৰি ৰজাঘৰীয়া ৰাগৰ লগত মিলাই আধুনিক ৰচিত গীত সমূহো গোৱা হয়। প্ৰাক্তন কমলাবাৰী সত্ৰাধিকাৰ ৺চন্দ্ৰকান্ত গোস্বামী প্ৰভুৰ দ্বাৰা ৰচিত গীত ইয়াত ব্যৱহাৰ কৰে। বৰগীত আৰু অধুনা কালৰ ৰচিত গীত সমূহ ইয়াৰ নিম্ন ভাগত উল্লেখ কৰা হ'ল। ইয়াত খোল, তাল, বৰকাহঁ, ডবা, শঙ্খ আদি বাদ্য বজায়।

১। দোলায় গোবিন্দ পৰম আনন্দে
ৰত্ন সিংহাসনে বাস।
কনক বিৰচিত দোলৰ মণ্ডপ
জ্বলে যেন ৰবি শশী॥
ৰতন ভূষণ জ্বলে শ্যাম তনু
ফাগুৱে হয়া উজ্বলিত।
নৱ মেঘ যেন বিজুলী সঞ্চৰে
পেখিতে কাম বিমোহিত॥
ছত্ৰ চামৰে চৌভিতি ৰঞ্জিত
কনকময় ধ্বজ দণ্ড।
আকাশে দেৱগণ কুসুম বৰিষে
বজায়া বহু বাদ্যতণ্ড॥
গন্ধৰ্ব্বে গাৱয় বাৱে বিদ্যাধৰে
নাচয় অপেসৰা গণ।

সিদ্ধ মুনি গণে মহিমা স্তুতি কৰে
কৌতুকে দোলে নাৰায়ণ ॥
পৰ্ণ শশী জিনি জলে শ্যাম তনু
মুকুতা মণি শাৰি শাৰি ।
উৰ্দ্ধ দৃষ্টি কৰি পৰম আনন্দে
নিৰেখে যত নৰ নাৰী ॥
হৰিৰ দৌলৰ মহিমা কৌতুক
কমনে কহি পাৰে সীমা ।
আছোক মানুষ দেৱ মুনি গণ
নজানে যাৰ মহিমা ॥
দৌলৰ উপৰে মনৰ ভিতৰে
জ্বলে ত্ৰিজগত পতি ।
পৰম মূঢ় মতি কহয় মাধৱ
গোবিন্দ পদে মোৰ গতি ॥

২। এ ফাগু খেলায় করুণাময় এ নন্দ কুমাৰ ।
দেৱৰ দুৰ্ল্লভ কেলি ফাগুৰ বিহাৰ ॥
ফাগু পৰি শ্যাম তনু কৰে তিৰি মিৰি ।
ৰবিৰ কিৰণে যেন মৰকত গিৰি ॥
কৰ্পূৰ কুসুমে ফাগু অতি সুবাসিত
গোপ গোপী সমে খেলে হুয়া আনন্দিত ॥
আউৰ আউৰে ফাগু মাৰে অঞ্জলী ভৰিয়া ।
ফাগু ৰসে নীচে হাসে কীৰ্ত্তন কৰিয়া ॥
ফাগুৰে চৌভিতি দেখি অৰুণ বৰণ ।
প্ৰভাত কালৰ যেন ৰবিৰ কিৰণ ॥
আনন্দে আকুল লোক ফাগুৰ উৎসৱে ।
চৌভিতি পূৰয় হৰি কীৰ্ত্তনৰ ৰৱে ॥
ত্ৰিভুবন জিনি গোপ পৰী পৰকাশে ।
কহয় মাধৱ দীন হৰি পদ দাসে ॥

৩। ভাই দেখো কমলাপতি দৌলৰ ওপৰে ।
বৈকণ্ঠৰ নাথ দৌল ৰসে কেলি কৰে ॥

দিব্য সিংহাসনে প্ৰকাশয় দামোদৰে।
নৱনীল মেঘ যেন মেৰুৰ শিখৰে ॥
শ্যাম শৰীৰত ঝিকি পাৰে অলঙ্কাৰ।
নিৰ্ম্মল গগণে যেন জ্যোতি কৰে তাৰ ॥
কিৰীটি কুণ্ডল হাৰ কেয়ুৰ কিঙ্কিনী।
ৰত্নৰ নূপুৰ পাৱে বাজে ৰিণি ঝিনি ॥
সিংহাসনে সমে দোলে ত্ৰিজগত পতি।
যেন আকাশত ৰবি শশী কৰে গতি।
নন্দৰ আনন্দ বৰ ৰঙ্গ যশোদাৰ।
জয় হৰি বুলি গোপ গোপীৰ জোকাৰ ॥
গোকুলে মিলিয়া আছে বৈকুণ্ঠ উৎসৱ।
হৰি পদে গতি মোৰ কহয় মাধৱ ॥

॥ আধুনা কালৰ ৰচিত গীত সমূহ ॥

১। হে জগন্নাথ কৰা পৰিত্ৰাণ।
সদা কৰা মোৰে অভয় প্ৰদান ॥
তুমি বিনা কেবা কৰে মুক্তিদান।
তব সম বিনা কোনো নাহি আন ॥
ইন্দ্ৰদ্যুম্নে স্বপ্নে পাই দৰশন।
ভক্তিভাৱে তোমাক কৰিল পূজন ॥
বলভদ্ৰ কৃষ্ণ সুভদ্ৰা ভগিনী।
শ্বেতাঙ্গ শ্যামাঙ্গ গৌৰাঙ্গ বৰণী ॥
এহি মূৰ্ত্তি তিনি পাপ সংহাৰণ।
জগবন্ধু পদে যেন মজো মন ॥

২। আহা সাৰ্থক হৈল এ জীৱন।
হৰি সঙ্গে কৰো আমি আলাপন ॥
ফল্গু অগৰু চন্দন।
কৃষ্ণক কৰোঁ অৰ্পণ ॥
হৰি সদয় আমাৰ প্ৰতি কমললোচন ॥

৩। জয় জয় কেশৱ মুৰাৰি।
জয় জয় ভৱৰ কাণ্ডাৰী ॥
ধৰণী ভাৰ কৰিতে উদ্ধাৰ।
দৈৱকী নন্দন বন বিহাৰ ॥

হৈয়ে নন্দৰ নন্দন।
ধেনু চাৰে বৃন্দাবন॥
খেলে যমুনা পুলিন।
হয়ে বিনোদ মিলন॥
মাথাতে ময়ূৰ পাখা।
শ্যামল সুন্দৰ আভা॥
গেৰু গুঞ্জা বনমালা শ্যাম তোহাৰি।
জয় জয় কেশৱ মুৰাৰি॥

৪। নমস্তে বদলা আতা ব্ৰহ্ম নিৰাকাৰ
সকৰাহি স্থানে প্ৰভু ভৈলা অৱতাৰ॥
শুক্ল কায়া নাহি মায়া
সাংসাৰিক ধৰ্ম্ম প্ৰভু কৰিলাহা পৰিহাৰ॥
মাল্লাতালে গাৰ বদলে
মাধৱদেৱে পাতি গৈছে ধৰ্ম্ম অধিকাৰ।
লৱনাতি স্থান পাতি
কমলাবাৰী বুলি কৰে তিনি ৰাজ্যে নমস্কাৰ॥

৫। জয়শ্ৰীশঙ্কৰ শ্ৰীমাধৱ গুৰু অৱতাৰ।
পূৰ্ণ কলিযুগে পাপী জীৱে কৰিতে উদ্ধাৰ॥
গৌৰ শ্যামাঙ্গ বৰণ একাত্মা দুজন।
সেব্য সেৱক ৰূপে আদি নিৰঞ্জন॥
শৰণ ভজন মহাভক্তি কৰিল প্ৰচাৰ।
দশম কীৰ্ত্তন আদি শাস্ত্ৰগণ, ঐশ্বৰীক বুদ্ধিবলে কৰি বিৰচন
শ্ৰৱণ কীৰ্ত্তন কৰি পাই জীৱে ভৱপাৰ॥
গুৰু হে শঙ্কৰ মাধৱ হে।

০০০০

## (ঘ—১) ফল্গুৎসৱৰ উৎপত্তি আৰু ক্ৰমবিকাশ ঃ—

প্ৰাক্‌শঙ্কৰী যুগত (সত্য, ত্ৰেতা, দ্বাপৰৰ বাদে) ফল্গু যাত্ৰা বা উৎসৱৰ কোনো তথ্য আমাৰ হাতত পৰা নাই। এইটো অসমৰ ক্ষেত্ৰত হে কোৱা হৈছে। অসমৰ বাহিৰত কেনে চলিছিল আমাৰ জনা নহয়। ব্ৰহ্মপুৰাণৰ পৰা অনুবাদিত শঙ্কৰগুৰুৰ কীৰ্ত্তন গ্ৰন্থত "ৰঙ্গে ফাগু খেলে চৈতন্য বনমালী" এই কীৰ্ত্তনটো আমি পাওঁহক। অসমত পোন প্ৰথম শ্ৰীমন্ত শঙ্কৰ

দেৱেই ফল্গুৎসৱৰ প্ৰৱৰ্ত্তক বুলি দাঠি কব পৰা হয়। ইয়াত নুই বুলিবৰ থল নাই। তেৰাই শ্ৰীমদ্ভাগৱতৰ পৰা এই উৎসৱৰ আভাস লোৱা বুলি কব পাৰি। কাৰণ ভাগৱতৰ দ্বিতীয় স্কন্ধত বৈকুণ্ঠতে এই উৎসৱৰ কথা কোৱা হৈছে যেনে :—

কতো কৃষ্ণ বুলিয়া প্ৰেমত দেই ডাক।
কতো ঠাইত কৰে ভক্তে কৃষ্ণৰ চেষ্টাক ॥
বিমানত আছে লক্ষ্মী সম দিব্য নাৰী।
তাবা সবো কৃষ্ণ গুণ গাৱে শাৰী শাৰী ॥
যাত লক্ষ্মী মনোহৰ মূৰুতিক ধৰি।
কৃষ্ণৰ উৎসৱ যাত্ৰা কৰন্ত সাদৰি ॥
কৃষ্ণক দোলত কতো দোলাসনে তুলি।
মুখে কৃষ্ণ গুণ গান্ত আনন্দতে ভুলি ॥
দণ্ড ছত্ৰ চামৰ ধৰিয়া ভক্ত চয়।
জয় জয় কৃষ্ণ বুলি ফাল্গু সিঞ্চৰয় ॥
হেন মহা মহোদয়ে বৈকুণ্ঠ নগৰে।
শ্ৰীকৃষ্ণদেৱক দেখিলন্ত সৃষ্টিকৰে ॥

(ভাগৱত পদ ৬২৭,৬২৮,৬২৯)

পূৰ্ব্বোক্ত উক্তিৰ আধাৰতে শংকৰদেৱে ফল্গুৎসৱ কৰা বুলি ভবা হয়। গুৰু চৰিত সমূহৰ ভিতৰত ৰামচৰণ ঠাকুৰ কৃত "গুৰু চৰিত"ৰ বাদে বাকী কেইখনত সেই সম্বন্ধে বিবৰণ পোৱা নাযায়। শঙ্কৰদেৱে কীৰ্ত্তন ঘৰ নিৰ্ম্মাণৰ বাবে ভেটি চোঙাওতে এখন শিলৰ প্ৰতিমা পাইছিল। তাতে ভিত্তি কৰি ফল্গুৎসৱ কৰা কথা চৰিতখনে প্ৰকাশ কৰিছে। এইটো বৰদোৱাৰ কথা। বাকী দ্বিজ ৰমানন্দ কৃত "শ্ৰীগুৰু চৰিত" দৈত্যাৰি ঠাকুৰ কৃত "মহাপুৰুষ শ্ৰীশংকৰ দেৱ আৰু শ্ৰীমাধৱদেৱৰ চৰিত" চৰিতত কাৱোলা বাটৈৰ দ্বাৰা মূৰ্ত্তি সজাই গুৰুজনে জনাকৰ্ষণ কৰা কথা বেকত কৰা হৈছে। ইয়াতে আকৌ দ্বিজ ৰমানন্দই "মদন গোপাল" "দৈত্যাৰি ঠাকুৰে "জগন্নাথ" মূৰ্ত্তি বুলিছে। কথা গুৰু চৰিতে "তাতে গৈ গণক জানে চাৰি হাতি কৰি গৃহ বান্ধিবলৈ চাৰ মাৰোতে বাসুদেৱ মূৰ্ত্তি ওলাইছে "ইয়াতকৈ অতিৰিক্ত কথা কোৱা নাই। পিছৰ তিনিখন চৰিতত ফাল্গুৱা উৎসৱৰ বাতৰি পোৱা নহ'ল। ৰামচৰণে "গুৰু চৰিত"ত বৰ বহলকৈ চতুৰ্ভুজ মূৰ্ত্তি প্ৰতিষ্ঠা কৰি ফাকুৱা উৎসৱ পতাৰ কথা বিবৰিছে। তেওঁ ফাকুৱাৰ কাৰণে "গুৰু ছাগ" কিনি আনি 'মেষদাহ' যজ্ঞ কৰা বিবৰণো ভাঙি ধৰিছে।

শঙ্কৰে বোলন্ত শুক্ল ছাগলক কিনিবাহা
ক'লা ইটো যজ্ঞত নালাগে।
কড়ি লৈয়া দুয়োজন কৰি আনি ৰঙ্গমন
ছাগলক আনি দিলা আগে ॥ ১৬৩৯

( গুৰু চৰিত )

তিনি গোটা দৌল ভৈলা মৃত্তিক দৌলত থৈলা
গন্ধ গাইবে সময় মিলিল।
শঙ্কৰে হবিষ কৰি গুৰু তিল কুশ ধৰি
মেষদাহ যজ্ঞক কৰিল ॥

( গুৰু চৰিত )

ফাকুৱা উৎসৱৰ বাবে শুক্লছাগ কিনি আনি মেষদাহ যজ্ঞ কৰাটো মহাপুৰুষৰ একশৰণ ধৰ্ম্মৰ বিপৰীত হয়নে নহয় সেইটো চিন্তা কৰিব লগা কথা। পৃথিবীৰ অন্যান্য অৱতাৰী মহাপুৰুষ সকলৰ ধৰ্ম্মমতৰ লগত শ্ৰীমন্ত গুৰুজনাৰ এটি বৈশিষ্ট্যমূলক পাৰ্থক্য এয়ে যে শঙ্কৰ গুৰুৱে "একমেৱাদ্বিতীয়ম্" বা একদেৱ একসেৱ, এক বিনে নাহি কেৱ অথবা—

এক কৃষ্ণ দেৱ কৰিয়োক সেৱ
ধৰিয়ো তাহান নাম।
কৃষ্ণ দাস হুয়া প্ৰসাদ ভুঞ্জিয়া
হস্তে কৰা তান কাম ॥

এই বাণী তেৰাৰ স্বৰচিত গ্ৰন্থ সমূহত পোৱা হৈছে। তেৰাই হাতে কামে, বাক্যে বচনে শাস্ত্ৰৰ কথা মানি গৈছিল। তেনেস্থলত শাক্ত বা তন্ত্ৰোক্ত বিধিৰে উৎসৱ উৎযাপন কৰিছিল নে নাই সন্দেহ। যদি কৰিছিল বুলি গ্ৰহণ কৰা হয়, তেন্তে এইটোৱেই সিদ্ধান্ত হ'ব যে সেই সময়ত শঙ্কৰদেৱ অপৰিপক্ক বৈষ্ণৱগুৰু। সেয়া ধৰ্ম্ম প্ৰচাৰৰ প্ৰথম সোপানৰ কথা। ২০।২১ বছৰীয়া যুৱা পুৰুষৰ মানত ধৰ্ম্মও যুবাত্ব। শেষ বয়সত বয়োবৃদ্ধৰ সময়ত ধৰ্ম্মৰো বয়োবৃদ্ধত্ব অৱস্থা। যিহেতু শেষ বয়সত শঙ্কৰদেৱে ফাকুৱা উৎসৱ উৎযাপনৰ কথা কোনো এখন চৰিত পুথিয়ে কোৱা নাই। গতিকে সেয়া উৎসৱ শঙ্কৰ দেৱৰ যুৱা কালৰ উৎসৱ।

এই উৎসৱ শঙ্কৰোত্তৰ কালৰ কোন ছোৱাৰ পৰা উৎযাপিত হবলৈ ধৰে কোৱা টান। বৰ্ত্তমান ব্ৰহ্ম সংহতি সত্ৰ সমূহত এই উৎসৱৰ পয়োভৰ নাই। মাত্ৰ শৰাই এখন দি থয়। কিন্তু নিকা সংহতিৰ বৰপেটা, কমলাবাৰী, সন্দৰীদিয়া, মধুপুৰ স্থানত এই উৎসৱ মহা পয়োভৰে পালন কৰা হয়।

ফাকুৱাৰ উৎপত্তি কেন্দ্ৰস্থান বৰদোৱা সত্ৰতো তদনুৰূপ। কমলাবাৰী সত্ৰত তান্ত্ৰিক "মেষদাহ যজ্ঞ" নাই মাত্ৰ সাংস্কৃতিক অনুষ্ঠান পাতি ফাকুৱা ভ্ৰমণ কৰা হয়। ওপৰৰ বিৱৰণীত স্পষ্টভাৱে আছে। সংক্ষেপতে এই কথা খিনি ব্যক্ত কৰা হ'ল।

## (ঙ)—"বহাগ বিহু" ( চৈত্ৰ সংক্ৰান্তি )

বহাগ বিহু বা চ'তৰ বিহুটো অসমীয়া জাতিৰ বাপতি সাহন। এটা বছৰক বিদায় দি নতুন বছৰ এটাক বুকুত সুমাই লবলৈকে এই উৎসৱ পাতি অসমীয়া মানুহে আমোদ প্ৰমোদ কৰে। ইয়াক মানুহে ৰঙালি বা ৰাঙলি বিহু বুলি কয়। এই বিহু প্ৰধানকৈ তিনিদিন উৎযাপিত কৰা হয়। চ'ত মাহৰ শেষ তাৰিখৰ দিনটোক গৰু বিহু, বহাগ মাহৰ প্ৰথম দিনটো আৰু দ্বিতীয় দিনটোক ক্ৰমে মানুহৰ বিহু আৰু চেৰা বিহু হিচাবে পালন কৰে। গৰু বিহুৰ আগ দিনা 'উৰুকা' বুলি কোৱা হয়। গাওঁ অঞ্চলত এক বা দুই সপ্তাহ পৰ্য্যন্ত এই উৎসৱ পালন কৰে। এওঁলোকে বিহু নাচ, বিহু গীত, হুচৰি গীত গাই গাঁৱে গাঁৱে ভ্ৰমণ কৰি আশীৰ্ব্বাদ দি ধন সংগ্ৰহ কৰে। এই ধন সজ কাৰ্য্যত ব্যয় কৰা হয়। সত্ৰত অৱশ্যে পুৰ্ব্বোক্ত ব্যৱস্থা নাই। মাত্ৰ যাত্ৰা ভাওনা, নৃত্য, নাম প্ৰসঙ্গ, খেলা ধুলা আদি কৰে। চিৰা সান্দহ, কোমল চাউল, দৈ, এৰ্ৰা, পিঠা-পনা, চুঙা চাউল, পোৰা পিঠা, আলু আদি খোৱা হয়। গুৰু, ভকত তথা উচ্চ মান বিশিষ্ট বয়োজেষ্ঠ জনক মান সৎকাৰ সেৱা কৰা নিয়ম। কানি কাপোৰ দুদিনৰ আগতে ধুই নিকা কৰা হয় আৰু উৎসৱৰ দিনা নতুন চুৰিয়া, কাপোৰ চোলা আদি পিন্ধা হয়। বন্ধু বান্ধৱৰ সহিত অধিক সৌহাৰ্দ্দ্য গঢ় দিয়া হয়। পৰস্পৰে পৰস্পৰক মাত বচন, আলাপ আলোচনাদিৰে নিজ নিজ মনত আনন্দ ভাব ওপচাই দিয়া হয়। এয়া সংক্ষেপ কথা গৰু বিহু আৰু মানুহৰ বিহুৰ দিনা দিবা ৰাত্ৰ ভাওনা, নৃত্য প্ৰদৰ্শন কৰে। এতিয়া অৱশ্যে অৰ্থব্যয় সীমিত কৰণৰ প্ৰয়োজন হোৱাত দুয়ো দিনা দিবা ৰাত্ৰ ভাওনা পতাটো স্বাভাৱিকতে ত্যাজ্য হৈছে। ভাওনা ব্যয় বহুল অনুষ্ঠান। দুয়োদিনা ৰাতি দুটা বা মানুহৰ বিহুৰ দিনা ৰাতি এটা ভাওনা পতা হয়। চেৰা বিহুৰ দিনা ভাওনা নাই। মাত্ৰ নাম প্ৰসঙ্গহে সেই দিনা অনুষ্ঠিত কৰা হয়। নৃত্যও নাই।

## (ঙ—১) গৰু বিহু

ৰঙালি বিহুৰ প্ৰথম দিনটো গৰু বিহু। পুৱা ভাগতে গৰুৰ বাবে 'চাট' (গৰু বিহুৰ উদ্দেশ্য আৰু তাৎপৰ্য্য দ্ৰষ্টব্য) তৈয়াৰ কৰা হয় আৰু গৰু 'নোৱাব'ৰ বাবেও বস্তু ঠিক ঠাক কৰা হয়। নিৰ্দ্দিষ্ট সময়মতে শুভক্ষণ

চাই ভকতসকলে নিজ নিজ গৰু সমূহ খেদি নি নৈ বা পুখুৰীত নোৱা ধোৱা কৰা হয়। নোৱাই ধোৱাই হলে পথাৰলৈ নি এৰাল বা পলীয়া মানুহ দি ৰখা হয়। এই কাৰ্য্য সমাধা হোৱাৰ লগে লগে ইপিনে কীৰ্ত্তন ঘৰত বন্তি প্ৰজ্বলন, নৈবেদ্য অৰ্পণ আদি কাৰ্য্য দেউৰীসকলে সমাপণ কৰিব। নামলগোৱাই ৰাগ দি ৩/৪টা মান পুৱা গীত গায়। ইপিনে সত্ৰাধিকাৰ আৰু ভকতসকলে সোনকালে গা স্নান কৰিব। সকলোৱে নবীন বস্ত্ৰাদি পৰিধান কৰি আতাৰ গৃহ, পদশীলা কীৰ্ত্তন ঘৰ, সত্ৰাধিকাৰ, চাৰিখন মুখ্য বহাৰ বুঢ়া ভকতসকলক খৰছা দি সেৱা সৎকাৰ কৰিব। কীৰ্ত্তন ঘৰৰ গুৰু আসনত নবীন বস্ত্ৰ দিয়াৰ দৰেই সত্ৰাধিকাৰ আৰু মখ্য বহা কেখনৰ "সেৱাইত বস্তত' নৱবস্ত্ৰ দিব। সেৱা সৎকাৰৰ পিছতে সকলোৱে পিঠা-পনা, চিৰা গাখীৰ গুৰু আদি ভোজন কৰিব। ইপিনে নাম-লগোৱাই কৃষ্ণ ডাকি নাম ল'ব। প্ৰথমতে "ৰাম ৰঘুপতি" বা "জয় হৰি ৰাম" এই দুটাৰ যিকোনো এটা কুলুপীয়া ঘোষা গাই "অচিন্ত্য অনন্ত শকতিৰ পতি হৰি হৰি হৰি হৰ এ "এই শৰণ ছন্দৰ ধৰি গোৱা ঘোষা একলপ গোৱা হয়। পাঠকে কংস বধৰ তিনিটা কীৰ্ত্তন ঘোষা দিব। দুটা বা এটাত ভাঙনী দিয়ে। কীৰ্ত্তন ঘোষা "মাধৱ ৰাম মুকুন্দ মুৰাৰি" ৰ পৰা আৰম্ভ কৰি "হে কৃষ্ণ কৰা কৃপা পৰমানন্দ" লৈকে ইয়াৰ ভিতৰৰ যিকোনো তিনিটা দিব পাৰে। নাম সমাপনে ভকতসকলে সেৱা সৎকাৰ কৰে। তাৰ পিছতে ডবা মাৰিলে কংসবধ খণ্ডৰে শ্লোক ভাগৱত কয় আৰু পাঠ পঢ়ে। পাঠ য'ৰে ত'ৰে গাব পাৰে। তদৱসানে চৰিত কয়। বৰপেটা সত্ৰত মাধৱদেৱ থাকোঁতে পূবদিশলৈ হমুনিয়াহ কাঢ়ি থকাত ভকতৰ অনুৰোধক্ৰমে ভাটৌকুছীয়া আতাক বদলা আতাক আনিবলৈ পঠোৱা, তেৰাক আনি মাধৱদেৱৰ হাতত সোধোৱালৈকে এই খণ্ড চৰিত পাঠ কৰা হয়। ইয়াত নৱবৰ্ষ চক্ৰও কয়।

চৰিত অৱসানে নাম প্ৰসঙ্গ সামৰা হয় অৰু লগে লগে বৰদুহৰীয় আৰু সৰু দুহৰীয়া গায়ন বায়নসকলে ধেমালি আৰম্ভ কৰে। ধেমালিৰ অন্তত গায়নে শ্যামৰাগত "পৰভাতে শ্যাম কানু ধেনু লৈয়া সঙ্গে" এই গীত সম্পূৰ্ণে গায়। ইয়াৰ পিছতে ঘোষা কীৰ্ত্তন, ওজাপালি, আদি নহয়। গীত গোৱাৰ পিছতে অনুষ্ঠান শেষ কৰা হয়। ৰাতিলৈ ভাওনা হব পাৰে।

নাম প্ৰসঙ্গ শেষ হোৱাৰ পিছতে সত্ৰৰ চাৰিখন মুখ্য বহাৰ শিষ্যসকলক বঢ়াভকতসকলে জলপান খুউৱাৰ নিয়ম আছে। বিহুৰ আগদিনা বুঢ়াভকতসকলে সত্ৰাধিকাৰ জনাকো এটি জলপানৰ সিধা দিব লাগে। এই জলপানৰ সিধা আৰু জলপান খুউৱাৰ নিয়ম এই কাৰণেই যে সকলোৰে মাজত প্ৰীতিৰ বান্ধোন কটকতীয়া কৰা আৰু নমস্য মুখ্য বহ কেখনৰ সেই সেই বহাৰ শিষ্যসকলে বছৰেকৰ মূৰত পবিত্ৰ প্ৰসাদ গ্ৰহণ কৰা। এয়ে তাৰ বিশিষ্ট নিয়ম।

সেইদিনা সূৰ্য্যাস্তৰ আগে আগে গৰুবিলাক খেদি অনা হয় গোহালিলৈ। বাহৰ এচাৰিৰ পৰিবৰ্ত্তে মাখিয়তি, দীঘলতি ঠাৰিৰে কোবাই গৰু খেদি অনা হয়। গোহালিৰ প্ৰবেশ দুৱাৰত ২টা আৰু ভিতৰত ১টা নানা বনৌষধিপূৰ্ণ ধোঁৱা দিয়া হয়। গৰুক পিঠা-পনা খুৱায়। মৰাপাট আৰু তৰা মিশ্ৰিত পঘাৰে (নতুন নিৰ্ম্মিত) গৰু বন্ধা হয়। গৰুক সেইদিনা বৰ শ্ৰদ্ধা ভক্তি সহকাৰে ৰাখি বান্ধি সেইদিনাৰ কাৰ্য্যসূচী শেষ কৰা হয়।

## (১-ক) গৰু বিহুৰ উদ্দেশ্য আৰু তাৎপৰ্য্য

বিহু অসমৰ জাতীয় উৎসৱ। ই যেনেকৈ এফালে সামাজিক, তেনেকৈ ধৰ্ম্মীয় উৎসৱো। মানুহে যিকোনো কামকে ধৰ্ম্মৰ লগত সম্বন্ধ ৰাখি ভাল পায়। বিহু ( চ'তৰ বিহু ) লৌকিক ধাৰামতে উৎপত্তি আৰু ইয়াত অশ্লীলৰ গন্ধ থাকিলেও প্ৰকৃতিয়ে নতুন নতুন সাজপাৰ পিন্ধি আহোঁতে আহোঁতে ই শ্লীললৈ পৰিবৰ্ত্তন হৈছে। এতিয়াৰ বিহু প্ৰাক্‌কালৰ হাবিতলীয়া বিহু নাই। আছে মাত্ৰ মুকলি ৰভাৰ তলৰ আৰু ভাওনা সবাহ, পৌৰাণিক শাস্ত্ৰ সন্মত নৃত্য নাটিকাৰে গায়নে বায়নে কীৰ্ত্তনঘৰ ৰজন্-জনাই যোৱা বিধৰ বিহু। গাঁৱৰ আৰু সত্ৰ সমাজৰ বিহুৰ সামান্য তাৰতম্য থাকিলেও ধৰ্মীয় দিশটো একেই। বিহুৰ দিনা কীৰ্ত্তন ঘৰত ভগৱন্ত পুৰুষৰ প্ৰসন্নৰ বাবে এভাগী নৈবেদ্য দিয়া নিয়ম সকলোতে সৰ্ব্বত্ৰাক মন্ত্ৰ বা মকৰধ্বজৰ দৰে। চ'তৰ বিহুক এসময়ত বাসন্তী উৎসৱ বা বসন্ত উৎসৱ বোলা হৈছিল। এই "বাসন্তী উৎসৱ' নামটোৱে এতিয়া প্ৰকৃতিৰ আঁৰৰ পৰা সময়ে সময়ে জনসাধাৰণৰ পৰা অদৃশ্যভাৱে ভুমুকি মাৰি থাকে। কঙালী (কাতি বিহু) বিহু, ভোগালী (মাঘবিহু) বিহু আৰু ৰঙালী বিহু ( চ'তৰ বিহু ) বছৰেকত এই তিনিটা বিহু আছে যদিও শেষৰটোক বেছি প্ৰাধান্য দিয়া হয়। ই সকলো পক্ষৰ পৰা তাৎপৰ্য্যপূৰ্ণ। বৈজ্ঞানিক দৃষ্টিৰেও ই লেখত লবলগীয়া বিহু। বসন্ত কালতে জীৱন ধাৰণৰ একমাত্ৰ পথ শস্য ক্ষেত্ৰত বীজৰোপন কৰে। বীজ অঙ্কুৰিত হৈ লাহে লাহে শস্য শ্যামলা হয়। আহিন কাতি মহীয়া মানুহৰ ধন ধানৰ অভাব ঘটে। আঘোণ পুহত ধান দাই কাটি আনি ভঁৰালত জাপি, মাঘি বছৰেকৰ মূৰত সুখে সন্তোষে ধনী দীন দৰিদ্ৰই চিৰা পিঠা খুন্দি ভোগালী বিহু পাতে। এই বিহু ভোগৰ চূড়ান্ত যদিও তাৰ সীমা অতিক্ৰম কৰি যাব নোৱাৰে। ইয়াৰ পৰিণতি হয়গৈ চ'তৰ বিহুত হে। সেই কাৰণে চ'তৰ বিহুক অন্য দিশেদি পূৰ্ণাঙ্গ বা পূৰ্ণ ভোগালী বিহু বুলিও ক'ব পাৰি। ৰং-ৰহইচ, আনন্দ উৎসৱাদিৰে ই পৰিপূৰ্ণ। ভালে-মন্দে,সুখে-দুখে এটা বছৰ পাৰ হ'ব খোজে। প্ৰকৃতিয়ে পুৰণা সাজপাৰ এৰি নতুন সাজপাৰ পিন্ধে। মানুহেও পুৰণা অতীত বছৰৰ কথা পাহৰি নতুন বছৰক আদৰণি

জনাব লাগে। মানুহ প্ৰকৃতিৰ অধীন। গতিকে প্ৰকৃতিক আপোন বুলি লবলৈ আৰু তেওঁৰ লগতে খেলা ধূলা কৰিবলৈ এইবোৰ ভাওনা পাতে। সুখ স্বাচ্ছন্দ্য আদিৰে থাকিবলৈ লাগে আমাক এমুঠি অন্ন। সেই অন্নৰ বাবে লাগে এখন শস্যক্ষেত্ৰ আৰু এহাল গৰু। মানুহক আকৌ শক্তিমন্ত তথা মেধাবী বা স্মৰণিকা শক্তি হবলৈ লাগে অকণমান গাখীৰ, তাৰ বাবে লাগে এজনী খীৰতী গাই। তেতিয়াহে মানুহ সৰ্ব্ব পৰিপূৰ্ণ হব পাৰে। গৰু, গাই আৰু মানুহ এই উভয়ৰ সহযোগ-তেই ধৰণী শস্যশ্যামলা হয়। জীৱিকা নিৰ্ব্বাহৰ বাবে কৃষি কৰ্ম্ম পৰে বাবে গৰু অপৰিহাৰ্য্য আছিলা। গতিকে যেতিয়া আমি এটা বছৰক সহজতে বিদায় দি নতুন এটা বছৰক সাবটি লব খোজো, তেতিয়া আমাৰ লগতে গো জাতিকো অন্তৰ্ভূক্ত কৰি তেওঁলোকৰ সৈতে একেলগে পুৰণা বছৰক বিদায় দিওঁহক। তেওঁলোকে উৎসৱ পাতিব নেজানে কাৰণে আমিয়েই প্ৰতিনিধিত্ব কৰোঁ। সেয়ে পশুৰ কাৰণে "গৰুবিহু" নাম দি লোৱা হৈছে। গো জাতিটো ভালেৰে থাকিবলৈ ভগৱন্তৰ ওচৰত প্ৰাৰ্থনা জনোৱা হয় সেইদিনা।

ঋগ্বেদৰ দিনৰ পৰাই গৰু বিহুৰ প্ৰচলন হোৱা বুলি ভাবিবৰ থল আছে। গৰু বিহু মানে গোপূজা। বেদৰ শ্লোকত গোদেৱতাৰ উদ্দেশ্যে ৰচনা কৰা ভালেমান সূক্ত পোৱা যায়। সেই শ্লোকবোৰত গো জাতিৰ শুভ কামনা কৰি ঈশ্বৰৰ চৰণত প্ৰাৰ্থনা জনোৱা হৈছে। গোজাতিৰ শ্ৰীবৃদ্ধি, ক্ষীৰতমা হবলৈ বেদৰ ষষ্ঠ মণ্ডল, দশম মণ্ডলাদিৰ অন্যান্য শ্লোকত প্ৰাৰ্থনা কৰিছে। বৈদিক যুগত গো হত্যাৰ কথা উল্লেখ থাকিলেও বেদ শাস্ত্ৰত গোহত্যাৰ কথা পাবলৈ নাই। বেদত আছে অহিংসাৰ বাণীহে। গোমাতা হত্যা কৰাৰ বিষয়ে তাত নিন্দা কৰা হৈছে। বেদৰ বাহিৰে পিছৰ কালৰ অন্যান্য ধৰ্ম্মীয় সাহিত্যতো গোদেৱতা পূজা কৰাৰ কথা পোৱা যায়. মহাভাৰত, পুৰাণ, ৰামায়ণ আদি গ্ৰন্থ এই প্ৰসঙ্গত উল্লেখযোগ্য। দশমস্কন্ধ ভাগৱতত হিন্দুৰ প্ৰধান দেৱতা শ্ৰীকৃষ্ণই নিজে গোচাৰণ, গোপালন কৰা কথা উল্লেখ আছে। সেয়ে গো জাতি আমাৰ পূজনীয়। মহাভাৰতৰ শান্তি পৰ্ব্বত গো জাতিৰ শৰীৰত সমস্ত দেৱতাই বাস কৰি থকাৰ কথা উল্লেখ আছে যেনে ঃ

পৃষ্ঠে ব্ৰহ্মা গলে বিষ্ণুৰ্মুখে ৰুদ্ৰঃ প্ৰতিষ্ঠিতঃ।
মধ্যে দেৱগণাঃ সৰ্ব্বেৰোমকূপে মহৰ্ষয়ঃ॥
নাগাঃ পুচ্ছে খুৰাগ্ৰেষু যে চাষ্টৌ কুলপৰ্ব্বতাঃ।
মূত্ৰে গঙ্গাদয়ো নদ্যো নেত্ৰয়ো শশিভাস্কৰৌ॥
স্ৰতে যস্যাস্তনৌ দেৱাং সা ধেনুৰ্ব্বৰদাস্তু মে।
বৰ্ণিতং ধেনুমাহাত্ম্যং ব্যাসেন শ্ৰীমতা স্বয়ম্॥

ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণত থকা গোবৰ্দ্ধন পূজা প্ৰসঙ্গত শ্ৰীকৃষ্ণই পিতৃ নন্দৰজাক কৈছিল এনেদৰে ঃ— (কৃষ্ণ জন্ম খণ্ড ২১।৮৭-৮৯)

তীৰ্থস্থানেষু যৎপুণ্যং যৎপুণ্যং বিপ্ৰভোজনে।
সৰ্ব্বব্ৰতোপবাসেষু সৰ্ব্বস্বেৱৰ তপঃসু চ॥
যৎপুণ্যংচ মহাদানে যৎপুণ্যং হৰিসেৱনে।
ভুৱঃ পৰ্যটনে যত্তু বেদবাক্যেষু যদ্ভৱেদ্॥
যৎপুণ্যং সৰ্ব্বযজ্ঞেষু দীক্ষায়াং চ লভেন্নৰঃ।
তৎপুণ্যং লভতে প্ৰাজ্ঞো গোভ্যো দত্বা তৃণানি চ॥

মহাভাৰতৰ আশ্বিমেধিক পৰ্ব্বত কোৱা হৈছে যে গৰু, অগ্নি আৰু ব্ৰাহ্মণ এই তিনিজন ভগৱানৰ মুখ যেনে "গাবোঽগ্নিঃ ব্ৰাহ্মণো বক্ত্ৰম্"। প্ৰহলাদ চৰিতৰ 'বিপ্ৰৰ মুখে ভুঞ্জো যেন কৰি। বহ্নিৰ হোমে মোহে তাঙ্ক সৰি" লৈ মনত পেলাব পাৰি।

গোজাতি হিন্দুৰ পবিত্ৰ জন্তু। ষোল বিধ মাতৃৰ ভিতৰত গোমাতাও লেখত ধৰা হয়। সন্ধ্যা বেলিকা চৰণীয়া পথাৰৰ পৰা গৰু খেদি আনোতে তেওঁলোকৰ খুৰাত লাগি ওপৰলৈ উঠা ধূলি শৰীৰত স্পৰ্শ হলে স্নান কৰাৰ তুল্য বুলি কোৱা হয়। সন্ধ্যা বেলাক গোধূলি বুলি কয়—যিহেতু সেই সময়ত গৰু খেদি আনোতে তেওঁলোকৰ খুৰাগ্ৰস্পৰ্শত পথত ধূলি উৰে। এইবোৰত নিতান্তই বৈজ্ঞানিক বিশ্লেষণ আছে।

গৰুৰ গোবৰ এবিধ কীটানু নাশক পদাৰ্থ। আগৰ শ্লোকত গোবৰৰ কথা উল্লেখ নাই যদিও অন্যান্য গো বিষয়ৰ বহু শ্লোকত গোবৰৰ উপ-কাৰিতা তথা তাত লক্ষ্মীদেবী বাস কৰে বুলি কোৱা হৈছে যেনে "গোময়ে লক্ষ্মী বাসশ্চ" ইত্যাদি। বেছিদিনৰ কথা নহয়—১৯৫৮ চনৰ ২৩ জুন তাৰিখত আমেৰিকাৰ পৰা প্ৰকাশিত এখন বাতৰি কাকতত দক্ষিণ আমে-ৰিকাৰ তেতিয়াৰ প্ৰখ্যাত পাশ্চাত্য চিকিৎসক পিন্নোট্ৰীয়ে গোবৰৰ গুণ প্ৰকাশ কৰি এখন চিঠি লিখিছিল। সেই সময়ত তাত এবিধ অচিন ৰোগ উৎপন্ন হৈছিল। তেওঁ নিজে উক্ত ৰোগ নিৰ্ম্মূলৰ কাৰণে গোবৰেৰে ঘৰ লিপায় ৰোগৰ কীটানু নাশ কৰিছিল আৰু তাৰ দ্বাৰা ৰোগ নিৰ্ম্মূল কৰাত সফল হৈছিল। পুৰাণাদিত গোবৰেৰে ঘৰ মুচিবলৈ কোৱা হৈছে। নৰসিংহ পুৰাণত হৰিমন্দিৰত মাৰ্জ্জন কৰোতে গোবৰ ব্যৱহাৰ কৰিবলৈ কৈছে আৰু তাৰ ফলৰ কথাও উল্লেখ কৰিছে। আমাৰ ঘৰুৱা ভাষাতো কয় যে গোবৰেৰে ঘৰ মুচিলে মাটিৰ এহাতৰ তললৈকে হেনো শুচি হয়, ওপৰৰতো কথাই নাই। অন্য দিনাৰ কথা বাদ দিও বিহু সংক্ৰান্তি, পিতৃ শ্ৰাদ্ধ, অন্যান্য উৎসৱাদিত

মাটিৰ লগত গোবৰ মিহলাই ঘৰ মোচা অপৰিহাৰ্য্য কাম। গৰু বিহু, মানুহ বিহুৰ দিনা গোবৰেৰে ঘৰ মুচিবই লাগিব। এইখিনি গোবৰ প্ৰশস্তি সংক্ষেপে প্ৰকাশ কৰা হ'ল মাত্ৰ।

গৰু বিহুৰ দিনা পুৱা গৰু নোৱাবৰ কাৰণে মাটিমাহ, হালধি বাটি তাৰ লগত মিঠাতেল মিহলি কৰি যিটো বস্তু নিৰ্ম্মিত কৰা হয়, তাৰ দ্বাৰাও গৰুৰ অন্যান্য ৰোগ নিৰ্ম্মূল কৰাত সহায় কৰে। বেঙেনা, তিয়ঁহ, জাতিলাও থেকেৰা, হালধি কাটি বাঁহৰ চাটিত চিলাই কৰি গৰু গা ধুউৱাৰ পিছত সেইবোৰ গৰুৰ গালৈ মাৰি দিয়া হয়। তাৰ পৰাও অদৃশ্য ভাৱে ৰোগ নিৰ্ম্মূল হোৱাত সহায় কৰে। ই চৰ্ম্মৰোগ নাশক বুলি কোৱা হৈছে। গৰুৰ গাত মৰা হালধি বুতলি আনি পিচদিনা (মানুহ বিহুৰ দিনা) বাটি মিঠাতেল মিহলাই প্ৰাক্ স্নানতে গাত ঘঁহিব লাগে। তাৰপৰা মানুহৰ চৰ্ম্ম ৰোগ নাশ হয়। কোনো কোনোৱে চাটিত বাকী থকা লাও, বেঙেনা, থেকেৰা, হালধি আদি তেনেকৈয়ে আনি গোহালিৰ চালত আৰু বেৰত খুচি থয়। ইয়াৰ দ্বাৰা গৰুৰ ৰোগ হোৱাত বাধা দিয়ে। গোধূলি (বা গধূলি) তৰা মিশ্ৰিত পৰা দিয়া, দীঘলতি, মাখিয়তি পাতেৰে কোবোৱা, নানা বনৌষধি মিশ্ৰিত বস্তুৰে যাগ দিয়াৰ ফলত মাখিৰ পৰা উৎপন্ন হব লগা অন্যান্য ৰোগ নিৰ্ম্মূল হয়। মাখিৰ উপদ্ৰৱো বহু পৰিমাণে হ্ৰাস পায়। এইবিলাক বিজ্ঞানসন্মত কথা। ইয়াৰ ওপৰত আধুনিক পদ্ধতিত গৱেষণা কৰিলে পূৰ্ব্বৰ অদৃশ্য তথ্য ধৰা পৰিব। অতি সংক্ষিপ্তভাবে এইখিনি প্ৰকাশ কৰা হ'ল।

গৰু বিহু, মানুহ বিহু আৰু চেৰা বিহুক শঙ্কৰদেৱ, মাধৱদেৱ আৰু বদলা আতাৰ তিথিৰ লগত কল্পনা কৰা হয়। তদুপৰি এই বিহুতে বদলা আতাই মাধৱদেৱৰ সৎসঙ্গ লাভ কৰি, ধৰ্ম্ম গ্ৰহণ কৰি, তেওঁ তাৰ লৈ উজনিলৈ প্ৰত্যাৱৰ্ত্তন কৰিছিল। সেই বাবেও বিহু পৰ্ব্ব কমলাবাৰী সত্ৰৰ বাবে অতি পবিত্ৰ দিবস। মাধৱদেৱ ভেলা মধুপুৰ স্থানত থাকোতে ভাটী কুছীৰ কেশৱচৰণ আতাৰ সৌজন্যত বদলা আতাই শ্ৰীগুৰুৰ সঙ্গ লাভ কৰে। তেৰাৰ ইচ্ছানুসৰি বদলা আতাই গঙ্গা নদীক পৱিত্ৰ কৰি আহেগৈ। বোধহয় বদলা আতাৰ গঙ্গা যাত্ৰা ফাগুণ মাহতে হৈছিল। চৈত্ৰ সংক্ৰান্তি অৰ্থাৎ গৰু বিহুৰ দিনাই গঙ্গাৰ পৰা আহি মাধৱদেৱৰ পুনদৰ্শন হয়। তিনিদিন থাকি (প্ৰথম দৰ্শনৰ তিনি দিন এবেলা আৰু দ্বিতীয় দৰ্শনৰ তিনিদিন এবেলাৰ সৈতে মুঠ সাত দিন) মাধৱদেৱৰ পৰা ধৰ্ম্মোপদেশ পাই ধৰ্ম্মপ্ৰচাৰৰ বাবে পিচদিনা বিয়লি বেলা অৰ্থাৎ চেৰা বিহুৰ পিচদিনা বিয়লি বেলা উজনিলৈ যাত্ৰা কৰে। সেই বাবেই গৰু বিহুৰ দিনা মাধৱদেৱৰ সৈতে বদলা আতাৰ সাক্ষাৎ প্ৰসঙ্গৰ চৰিত তোলা হয়।

শ্ৰীকৃষ্ণ নন্দ গোৱালৰ পুত্ৰ। যদিও ঔৰসজাত নহয়, তথাপি "যেনমতে মানো বসুদেৱ দৈৱকীক। তুমি পোষ্টা পিতৃ দেখো তাহাতো অধিক" আদৰ্শৰে পিতৃ হয়। তেওঁৰে পিতৃ নন্দ গোৱালৰ ৰজা আৰু শ্ৰীকৃষ্ণ এজন সুদক্ষ গো-ৰক্ষক আৰু পালক। সেই কৃষ্ণৰ (শঙ্কৰ তাকেৰি অংশ) অংশাৱতাৰ হ'ল শ্ৰীমন্ত শঙ্কৰ গুৰু। গতিকে তেৰাও গোপাল। সেই আদৰ্শ মতে গৰু বিহুৰ দিনটো গোপালৰ অংশ শ্ৰীমন্ত গুৰুজনাৰ তিথিৰ লগত তুলনা কৰা হয়। সেই বাবেই "কংস বধ"ৰ কীৰ্ত্তন ঘোষা তিনিটা দিয়ে। ভাদমহীয়া শঙ্কৰদেৱৰ কীৰ্ত্তনতো কংস বধৰে কীৰ্ত্তন দিয়া হয়। মানুহ বিহুৰ দিনা (দ্বিতীয় দিনা) মাধৱ দেৱৰ তিথিৰ কল্পনা কৰে। সেইদিনা প্ৰহলাদ চৰিতৰ তিনিটা কীৰ্ত্তন দিয়ে। চেৰা বিহুৰ দিনটো বদলা আতাৰ তিথিৰ লগত তুলনা কৰি শিশু লীলাৰ তিনিওটা কীৰ্ত্তন দিয়া হয়। যিহেতু সেই দিনাই বদলা আতাই মাধৱ দেৱৰ পৰা ধৰ্ম্মৰ অধিকাৰ ভাৰ পাইছিল।

## (৬—২) "মানুহ বিহু"

গৰু বিহুৰ পিচদিনা নতুন বছৰ অৰ্থাৎ ব'হাগ মাহৰ প্ৰথম তাৰিখ। সেইদিনাই মানুহ বিহু। আগদিনাৰ দৰেই এই দিনাও গুৰু আসনত নববস্ত্ৰ দিব। প্ৰসাদৰ ব্যৱস্থাও আছে। পুৱা ভকত সকলে আগদিনাৰ গৰু চাটৰ হালধি বটি মিঠাতেলৰ লগত মিহলাই গাত সানি গা ধুব। এই দিনা হালধি সানিলে চৰ্ম্মৰোগ নাশ হয়। গাধুই আহি নববস্ত্ৰ পৰিধান কৰি আতাৰ গৃহ, কীৰ্ত্তন ঘৰ, পদশীলা, সত্ৰাধিকাৰ, মুখ্য বুঢ়াভকত সকলক সেৱা জনাই জা-জলপান, পিঠা-পনা আদি খাব। শদা পেটতে মচুৰ মাহ, নিমপাত আৰু গাখীৰ সমস্তকে মিহলাই বিষ্ণুচিন্তি খালে এবছৰলৈ সৰ্পভয় নাথাকে। সেইদৰে কঠালৰ মুচি খালে মোৰ নামৰ ব্যাধি হ'ব নোৱাৰে।

নামলগোৱাই ৩।৪টা পুৱা গীত গোৱাৰ পিছত নাম লয়। প্ৰথমতে "জয় হৰি ৰাম জয় শ্ৰীৰাম' এই কুলুপীয়া ঘোষা গোৱাৰ পিছত "তুমি শুদ্ধ "বুদ্ধ নিত্য নিৰ্ম্মল নিৰ্গুণ দেৱ" এই ধৰি গোৱা ঘোষা গোৱা হয়। পাঠকে প্ৰহ্লাদ চৰিতৰ "অ' এ ৰাম হৰি নিৰঞ্জন"ৰ পৰা আৰম্ভ কৰি "হৰি ৰাম মুকুন্দ মুৰাৰি মোৰ গতি" লৈকে ইয়াৰ ভিতৰৰ যি কোনো তিনিটা কীৰ্ত্তন ঘোষা দিব। দুটাত ভাঙনী দিয়ে। নাম থলে প্ৰহলাদ চৰিতৰে ভাগৱত কয়। পাঠ যি কোনো পুথিৰে পঢ়ে। বদলা আতাক তীৰ্থলৈ পঠোৱাৰ পিচত তেৰা পৰি-বৰ্ত্তী আহি পুনৰ মাধৱদেৱৰ সঙ্গ লাভ কৰি তেৰাৰ পৰা ধৰ্ম্মাধিকাৰী নিৰ্ম্মালি গ্ৰহণ আৰু তাৰ পৰা বিদায় হৈ যোৱালৈকে এই খণ্ড চৰিত পাঠ কৰা হয়। উল্লেখযোগ্য যে এই বিহুতে বদলা আতাই মাধৱদেৱৰ সঙ্গ লাভ

কৰে। নাম প্ৰসঙ্গ সমাপনে গায়ন বায়নৰ আৰম্ভ কৰে আৰু বিহাৰ নাচ নচুৱায়। পিছত একো অনুষ্ঠান দিনৰ ভাগত কৰা নহয়। ৰাতিলৈ মাতৃভাষাত ভাওনাও পাতে।

উল্লেখযোগ্য যে সত্ৰৰ চাৰিখন মুখ্য বহাত এই দিনা "সেৱাইত বস্তু" নিৰ্দ্দিষ্ট ঠাইৰ পৰা মজিয়ালৈ উলিওৱা হয়। চাৰিও পিনে আঁৰ কাপোৰেৰে বেৰা দি ওপৰত চন্দ্ৰতাপ 'সেৱাইত বস্তু''ত নৱবস্ত্ৰ, সোণ ৰূপৰ ফুল, লোহাৰ গছাত শতাধিক বন্তি প্ৰজ্বলন, পুষ্পদান আৰু ধূপ দীপাদিৰে আকৰ্ষণীয় জাক জমক কৰি ৰখা হয়। প্ৰয়োজনবোধে কোনোবা দৰ্শকৰ সাগ্ৰহ অনুৰোধত "সেৱাইত বস্তু" প্ৰদৰ্শনো কৰা হয়। এয়া ১মান ৰজাত পুনৰ সামৰি নিৰ্দ্দিষ্ট ঠাইত থোৱা হয়। সত্ৰাধিকাৰজনে সোনকালে সেৱা সৎকাৰ কৰিবহি নোৱাৰে বাবে তেখেতৰ আগমণৰ প্ৰতীক্ষাত থাকে। সত্ৰাধিকাৰে সেৱা কৰি যোৱাৰ পিছতহে 'সেৱাইত বস্তু" সামৰাৰ নিয়ম। সত্ৰাধিকাৰ জনে সেইদিনা তেখেতক সেৱা সন্মান কৰিবলৈ যোৱা ভকত সকলক আৰু বাহিৰৰ শিষ্যসকলক মান্যৱন্তসকলক দুখনকৈ আৰু বাকীসকলক এখনকৈ তামোল বিতৰণ কৰে।

বিহুত পিঠা-পনা, সান্দহ, কোমল চাউল, চিৰা আদি খোৱাটো অপৰিহাৰ্য্য। তিল গুড় মিহলোৱা বৰা চাউলৰ পিঠা অৰ্শৰ ঔষধ আৰু শক্তি বৰ্দ্ধক। বৰা পিঠাও সেইদৰে কৃমি দমন আৰু তেল সংযোগ বৰা চাউল গুড়ৰ সৈতে শক্তিকাৰক হয়। গৰু বিহুৰ উদ্দেশ্য আৰু তাৎপৰ্য্য শিতানত বিহুৰ দিশ কেইটা সভিক্ষপ্তভাৱে কোৱা হৈছে। ইয়াত পুনৰুক্তি কৰা নিষ্প্ৰয়োজন।

মানুহৰ বিহুৰ দিনটো মাধৱদেৱৰ তিথিৰ লগত তুলনা কৰা হয় বুলি পূৰ্ব্বতে কোৱা হৈছে। সেইবাবেই প্ৰহ্লাদ চৰিতৰ কীৰ্ত্তন তিনিটা দিয়া হয়। অধিক নিষ্প্ৰয়ে জন। ইয়াত হাল খতি আৰু ভাত খতি দুয়োটাই হয়।

## (ঙ—৩) "চেৰা বিহু

চেৰা বিহু কমলাবাৰী সত্ৰৰ অতি পৱিত্ৰ আৰু আদৰৰ দিন। এই দিৱসতে মাধৱদেৱে বদলা আতাক ধৰ্ম্মাধিকাৰ প্ৰতি তাল মালা সৰ্ব্বশক্তি অৰ্পণ কৰি উজনিলৈ ধৰ্ম্ম প্ৰচাৰ কৰিবৰ বাবে আদেশ কৰিছিল। ইয়াৰ পিছদিনা মধুপুৰ সত্ৰৰ পৰা বদলা আতাই মাধৱদেৱৰ গাৰ বদল পাই উজনিলৈ আহে। এই বিহুৰদিনা আগৰ দুদিনৰ দৰেই কীৰ্ত্তন ঘৰৰ কাৰ্য্য সমাধা কৰা হয়। আৰৈ চাউলৰ প্ৰসাদ দিয়া হয়। শিশু লীলাৰ প্ৰথম তিনিটা কীৰ্ত্তন দিয়ে দুটা ভাঙনী

সহ। নামলগোৱাই পুৰা গীত গাই প্ৰথমতে এটা কুলুপীয়া ঘোষা গোৱাৰ পিছত "কিমতে ভকতি কৰিবো তোমাত হৰি এ" এই ধৰি গোৱা ঘোষা গাব। সেৱা সৎকাৰ আদি পুৱা বেলাতে সমাপন কৰে আগৰ দুদিনৰ দৰে। পাঠ যিকোনো পদ পুথিৰে পঢ়িব পাৰে। চৰিত তোলা হয়—বদলা আতাৰ অগ্ৰজ শঙ্কৰ দাস আতা বদলা আতাৰ ওচৰলৈ যোৱা আৰু প্ৰথম অৱস্থাত তেৰাৰ পৰা সন্তোষজনক সন্নিধান নোপোৱা আৰু শেষত পোৱা কথা খিনিকে তোলা হয়। পুৱাপ্ৰসঙ্গ সমাপনৰ পিছত গায়ন বায়নৰ অনুষ্ঠান আদি একো কৰা নহয়। হালখতি ভাত খতি দুয়োটাই হয়। এই বিহু বদলা আতাৰ তিথিৰ লগত তুলনা কৰা হয়।

চেৰাবিহু মানে অৱসানৰ বিহু। চেৰা মানে ত্যাগ কৰা অৰ্থ সূচায়। দুদিন মুখ্য বিহু পালন কৰাৰ পিছত ই হল সৰ্ব্বশেষত কৰা পেলনীয়া বিহু। যেনেকৈ গুৰু কীৰ্ত্তনৰ পিছত শেষৰ দিনটোক 'ভাঙ্গনী' বুলি কোৱা হয়। শেহতীয়া বা ত্যাগ (চেৰা বিহু চাড়ি যোৱা) কৰা বুলি অৰ্থ সূচোৱা বাবে ইয়াক চেৰা বিহু বুলি এতিয়াও চলি আছে। উক্ত দিনাৰ পৰা চেৰা বিহুৰ দিনালৈকে হালখতি কৰা হয়।

## (চ) -মাঘ বিহু

পুহমাহৰ সংক্ৰান্তি বা পুহৰ শেষ আৰু মাঘ মাহৰ উদয়ৰ দিনাই মাঘবিহু পালন কৰা হয়। ইয়াক ভোগালি বিহু বা মেজি বিহু বুলিও কয়। বিহুৰ দিনচেৰেকৰ পূৰ্ব্বৰ পৰা গছ কাটি খৰি যোগৰ কৰিব। বিহুৰ আগদিনা সত্ৰৰ ভেকা আৰু বালকসকলে সংগঠিত হৈ একত্ৰে মেজি পাতে। মেজি বহুতো পাতিলেও দুটাই প্ৰধান। এটা বাহি মেজি আৰু আনটো ধ্বতি মেজি। মাজৰাতি বাহী মেজি আৰু প ক সৰ্য্যাদসাৰ ধৰি মেজি জ্বলোৱা হয়। মেজি

গাই নাম লব। প্ৰথমতে "জয় হৰি ৰাম জয় শ্ৰীৰাম" এই কুলুপ ঘোষা গোৱাৰ পিছত "গোপীনাথ গোপীনাথ মোৰে এ কমলাকান্ত" এই ধৰি গোৱা ঘোষা কুলুপ গোৱা হয়। পাঠকে "প্ৰহলাদ চৰিত"ৰ তিনিটা কীৰ্ত্তন ভাঙনী সহ দিয়ে। ইয়াত 'দামোদৰ বিপ্ৰাখ্যান'ৰ প্ৰথম তিনিটা কীৰ্ত্তনো ভাঙনী সহ দিব পাৰে। এই খিনি পাঠকজনৰ ইচ্ছাৰ ওপৰত বৰ্ত্তি থাকে। কীৰ্ত্তন ঘোষাৰ দুয়োটা অধ্যায় এই মাঘ বিহুৰ বাবে ধৰা বন্ধা। নাম থলে ভাগৱত পাঠ আৰু পদ ভাগৱত পাঠ কৰা হয়। পাঠৰ পিছতে প্ৰসাদ বিতৰণ আৰু চৰিত তোলা হয়। শ্ৰীশ্ৰীবদলা আতা বৰপেটা সত্ৰস্থানত থাকোতে এবাৰ মাঘবিহু পৰিছিল। সেই সময়ৰ চৰিত খণ্ডকে এই বিহুত পাঠ কৰে। কামৰূপৰ ফালে বিহু পৰ্ব্বক 'দোমাহী' বুলি কয়। চৰিতৰ পিছতে এখন সৰু ধেমালি বোৱা হয় আৰু গায়নে শ্যাম ৰাগ দি "পৰভাতে শ্যাম কানু ধেনু লৈয়া সঙ্গে" এই গীত গাই প্ৰসঙ্গ সমাপিত কৰে। বিয়লি পুনঃ খোল তালৰ প্ৰসঙ্গ এটিও কৰে। ঘোষা কীৰ্ত্তনো কৰা হয়। ৰাতিলৈ প্ৰয়োজন বোধে মাতৃ ভাষাৰ ভাওনাও পাতিব পাৰে।

## (চ—১)— "মাঘ বিহু উদ্দেশ্য আৰু তাৎপৰ্য্য"

বছৰেকীয়া শ্ৰমদানেৰে উপাৰ্জ্জিত ধানমুঠি আমি আঘোণ - পুহ মাহত দাই কাটি ঘৰৰ ভৰাঁলত থওঁ। পুহ মাহত মানুহে ন খোৱা নাপাতে, ঈশ্বৰকো নিদিয়ে। সেইবাবে আঘোণতে লৰালৰিকৈ অলপ দাই আনি মাৰি, খুন্দি ঈশ্বৰত, গুৰু ঘৰত আৰু বন্ধুবৰ্গক একত্ৰ কৰি ন চাউল মুঠি দিয়া আৰু খোৱা হয়। কিন্তু মনৰ সন্তোষেৰে ধীৰে সুস্থিৰে মানুহে ন চাউল মুঠি খাবলৈ নাপায়। ইপিনে উত্তৰায়ণ আৰু দক্ষিণায়ন ভেদে সূৰ্য্যৰ দুটা প্ৰধান গতিৰ ভিতৰত মাঘ মাহত উত্তৰায়ণ পৰে। এই সময়ত মৃত্যু হলে মানুহৰ ওপৰত যমৰ অধিকাৰ নাথাকে হেনো। সেই কাৰণেই পিতামহ ভীষ্মই উত্তৰায়ণত ইচ্ছা মৃত্যু হৈছিল। মাঘ বিহুক জ্যোতিষৰ মতে উত্তৰায়ণ সংক্ৰান্তিও বোলে। মানুহে পথাৰৰ পৰা শস্য চপাই আনি আঘোণ মাহতে যেতিয়া লৰালৰিকৈ এমুঠি ন চাউল খাই লয়, তেতিয়া সকলো কথাই ব্যক্তিগত হয় আৰু সম্পূৰ্ণ হিতিৰ পৰা বাহিৰ। মাঘ বিহুৰ আগে আগে শস্য চপোৱাৰ কাম প্ৰায়েই শেষ হয়। সকলোৱে মিলিজুলি সামূহিক ভাৱে ৰং ৰহইচ সহ এমুঠি চাউল খোৱাৰ আশা কৰা হয়। এই বিহু সকলো ভোগেৰ পৰিপূৰ্ণ কাৰণে ইয়াক সেই বাবে "ভোগালি বিহু" বোলে। আলু, কচু, মাহ, ধান আদি মানুহৰ দৈনন্দিন ব্যৱহাৰ্য্য খাদ্য সামগ্ৰী এই সময়তে পূৰ্ণতা প্ৰাপ্ত হয়। ধনী দৰিদ্ৰ সকলোৱে এই সময়তে এমুঠি অন্ন লাভ হয়। দাস-দৰিদ্ৰই হাতত জুলি লৈ গলে এই সময়তে এমুঠি ধান পায়। কাৰণ খেতিয়কে এমুঠি ধান ভিক্ষাৰীক পেলাই দিবলৈ এই সময়ত মুঠেই কুণ্ঠাবোধ

নকৰে। এই ভোগালি বিহুত ভোগৰ চূড়ান্ত পৰ্য্যায় অতিক্ৰম কৰিবলৈ মানুহে উমৈ-হতীয়া ভাবে উৎসৱ উদযাপন কৰে। মাঘ, ফাগুন, চ'ত, বহাগ, এই চাৰিমাহতে সকলো জীৱজন্তুৰে শীতৰ প্ৰভাৱমুক্ত হয়। কথাতে কয়— "মাঘে তৰু, ফাগুনে গৰু, চ'তে, নৰ বহাগে বানৰ"। মাঘ বিহুত মেজি জ্বলাই জুই পুৱাই সকলো জীৱ জন্তুক শীত প্ৰভাৱমুক্ত কৰাকে সূচোৱা যেন লাগে। এয়া পাতনি মেলা হয় মাত্ৰ। বৈদিক যুগৰ অগ্নিপূজা কৰা সম্পৰ্কও ইয়াত থাকিব পাৰে। অৱশ্যে সত্ৰত অগ্নিপূজা কৰা নিয়ম নাই। মাঘৰ মাহটোতে এই বিহু বৰ্ত্তি থাকে।

মাঘৰ ভোগালি বিহু অতি পুৰণি, জীৱনী শক্তি বৰ্দ্ধক আৰু পবিত্ৰ। পুহৰ সংক্ৰান্তিতে অসুৰৰ ৰজা বলিয়ে বামণক তিনিপদ ভূমি দান কৰি সুতল পুৰীলৈ যাব লগা হ'ল। বলিৰ এদিনৰ ভোগ পৃথিবীত থাকি যোৱা বাবে মানুহে এই দিনা মহানন্দে সুখেৰে বিহু হিচাবে খোৱা বোৱা কৰিব লগা হ'ল বুলি জনশ্ৰুতি আছে। বিহুৰ দিনা মেজি পাতি ইজু লগাই "অগ্নি সাক্ষী" কৰি শাৰীৰিক, মানসিক শক্তিৰ উৎকৰ্ষ সাধনৰ বাবে সংকল্প লব লাগে। এই বিলাক কাম সম্পাদন কৰিব পাৰিলেহে সংক্ৰান্তিৰ দিনা ভোগ কৰিবলৈ লোৱা বিহুটো সম্পূৰ্ণ ভোগালি হৈ পৰে। বল-বুদ্ধি-স্বাস্থ্য-সৌন্দৰ্য্য বৃদ্ধিৰ কাৰণে মাঘৰ একাদশীত লবোন দিব লাগে। মাঘী সপ্তমীত বগৰিপাত আৰু অশোকৰ পাত সাতোটাকৈ, তিল চাউলেৰে সৈতে মূৰত লৈ স্নান কৰিলে বসন্ত ৰোগ নিবাৰণ হয়। এয়া মাঘবিহুৰ চমু উদ্দেশ্য আৰু তাৎপৰ্য্য।

(ছ)—"কাতি বিহু"

বছৰেকৰ তিনিটা বিহুৰ ভিতৰত কাতি বিহুৱেই প্ৰথম বিহু। ইয়াক পিছৰ দুটা বিহুৰ আৰম্ভণি বিহু বুলিও কোৱা হয়। "কাঙালি বিহু" বুলিও ইয়াৰ দুৰ্নাম আছে। এই সময় ছোৱাত মানুহৰ খাদ্যাভাব আৰু অৰ্থাভাব ঘটে। আহিন আৰু কাতি মাহৰ সন্ধিতে এই বিহু উদ্‌যাপন কৰা হয়। খেতিৰ নদন-বদন অৱস্থাত অৰ্থাৎ শস্য শ্যামলা অৱস্থাত কাতি বিহু, খেতি চপাই আনি ভঁৰালত থৈ তাক সুখে সন্তোষে খোৱাৰ অৱস্থাত মাঘ বিহু আৰু খাই বৈ পুৰণা বছৰক বিদায় দি নতুন বছৰক আদৰি আনি ৰং-বহইচ্‌ সহ উদ্‌যাপন কৰাক চ'তৰ বিহু বা বহাগ বিহু বুলি কোৱা হয়। সেয়ে কঙালি, ভোগালি আৰু ৰঙালি বিহু নামেৰে প্ৰখ্যাত। এই কঙালি বিহুত কোনো উৎসৱ মুখৰ পৰিবেশ দেখা পোৱা নাযায়। পিঠা পনা, গাখীৰ গুড় আদিও যথাৰীতি যোগাৰ বিশেষভাৱে পৰিলক্ষিত নহয়। খাদ্য আৰু অৰ্থাভাৱৰ লগত সঙ্গতি ৰাখি এই বিহুৰ নাম সেই বাবেই কঙালি বিহু ৰখা হৈছে। ইয়াক কোনো কোনোৱে তুলসী বিহু বুলিও কোৱা শুনা

যায়। কাৰণ সেইদিনা পুৰা মানুহে (সত্ৰতো) দুৱাৰ মুখত ভেটি বান্ধি তুলসী বৃক্ষৰোপন কৰে। দুৱাৰ মুখত বুলি কওঁতে চোতালৰ মূৰত হে হয়। হৰি ভগৱানৰ প্ৰিয়া বুলি শাস্ত্ৰত উল্লেখ থকা সৰ্ব্বৃক্ষ শ্ৰেষ্ঠ তুলসী ৰোপনত ভগৱান সন্তুষ্ট হয় বুলি কোৱা হয়। এই বিহুত তুলসী ৰোপন কৰিলে যমৰ দূতলৈ ভয় নেথাকে হেনো। সেই কাৰণেই কয়–"তুলসী দৰ্শনে পুণ্যং স্পৰ্শনে পাপ নাশনম্"। সেইদিনা বিহু খাই খেতিয়ক সকল পথাৰত ধান চাবলৈ যোৱাৰ নিয়ম আছে। তাৰ অৰ্থ এয়ে যে এই সময়তে পথাৰত শস্য শ্যামলা হয়। ভোগালি বিহু উৎযাপন কৰিবলৈ এই বিহুতে নদন বদন শস্য দৰ্শন কৰি আঁচনি যুগুতোৱা হয়। নিৰাপদে শস্য আনয়নত ভগবানৰ কৃপা প্ৰাৰ্থনা কৰা হয়। গাওঁ অঞ্চলৰ ৰাইজে সেইদিনা পথাৰত শস্য নষ্টকাৰী পোক পৰুৱা ধ্বংসৰ কাৰণে জুই জ্বলাই থৈ আহে। কোনো কোনো গাৱঁত সেইদিনা ৰাতি তুলসীৰ গুৰিত বন্তি জ্বলাই মাহ প্ৰসাদ দি নাম কীৰ্ত্তন কৰা দেখা যায়। সত্ৰত তেনে নিয়ম নাই। সকলো কৰ্ম্ম কীৰ্ত্তন ঘৰতহে সমাপন হয়। পুৱা ভাত খতি আৰু হাল খতি হয়।

পুৱা কীৰ্ত্তনঘৰৰ গুৰু আসনত নৱবস্ত্ৰ দি দেউৰী সকলে প্ৰসাদৰ যোগাৰ কৰে। নামলগোৱাই পুৱা গীত গাই নাম লয়। প্ৰথমতে 'ৰাম ৰঘুপতি' বা "জয় হৰি ৰাম" কুলপীয়া ঘোষা এজোকা গাই "কিমতে ভকতি কৰিবো তোমাত হৰি এ" এই ধৰি গোৱা ঘোষা গাব। পাঠকে শিশু লীলাৰ প্ৰথম তিনিটা কীৰ্ত্তন ঘোষা ভাঙ্গনী সহ দিয়ে। নাম থলে ভাগৱত আৰু পাঠ পঢ়া হয়। প্ৰসাদ বিতৰণ কৰে। তদন্তে চৰিত পাঠ হয়। বদলা আতাৰ জ্যেষ্ঠ শঙ্কৰ দাস আতাই তেৰাৰ ভচৰলৈ পকা কলৰ ভাৰ দুখন লৈ আহি যোগান ধৰা কথা খিনিকে চৰিতত তোলা হয়। চৰিত থলে ধেমালি বায় আৰু "ঝাধেবাত বুজাৱলো তোই" গীত গাই সামৰে। বিয়লি পুনৰ ভজা গাই খোল তালৰ প্ৰসঙ্গেৰে কাতি বিহুৰ সামৰণি মাৰে। এই বিহু বদলা আতাৰ ভাগৰ বুলি কয়। কাতি বিহু শেষ।

## (জ)—নাৰায়ণ দাস ঠাকুৰ আতাৰ কীৰ্ত্তন

মহাপুৰুষ শঙ্কৰদেৱৰ সোঁ বাহু আৰু প্ৰধান শিষ্য শ্ৰীশ্ৰীনাৰায়ণ দাস ঠাকুৰ আতাৰ কীৰ্ত্তন এদিনীয়াকৈ সত্ৰত পালন কৰা হয়। পুহ মাহৰ কৃষ্ণা পঞ্চমী তিথিত এই কীৰ্ত্তন কৰে। মহাপুৰুষৰ প্ৰপন্ন শিষ্য সম্পৰ্কত ধৰ্ম্মসূত্ৰে আৰু মহাপুৰুষ মাধৱদেৱৰ আজ্ঞানুসৰি বদলা আতাই এৰাৰ পৰা ভক্তি পৰমাৰ্থ তত্ত্ব বস্তু গ্ৰহণ কৰাৰ বাবে এই কীৰ্ত্তন কমলাবাৰী সত্ৰত পালন কৰিব লগা হয়। পুৱা গুৰু আসনত নৱবস্ত্ৰ প্ৰদান,

বন্তি প্ৰজ্বলন, পুৰাৰ গীত গাই নামলগোৱাই নাম ধৰে। প্ৰথমতে "জয় হৰি ৰাম" বা "ৰাম ৰঘপতি" যি কোনো এটি কুলুপীয়া ঘোষা গোৱাৰ পিছত ধৰি গোৱা ঘোষাৰ "জয় জয় ৰাম করুণাসাগৰ এ" এই ঘোষা গাব। পাঠকে প্ৰহলাদ চৰিতৰ যিকোনো তিনিটা ভাঙ্গনী সহ কীৰ্ত্তন দিব। দৈনিক প্ৰসঙ্গৰ ক্ৰমানুযায়ী পৰা তিনিটা কীৰ্ত্তন দিব পাৰে। মূঠতে তাত ভাঙ্গনী দিব লাগিব। মহাপুৰুষ শঙ্কৰদেৱে মাধৱদেৱৰ সৈতে এৰাক সখি পাতি দিছিল। তদুপৰি ভাদমাহৰ কৃষ্ণাপঞ্চমী তিথিত মাধৱদেৱ গুৰুজন ই নৰনাট্য সম্বৰণ কৰিছিল। তেৰাৰ আদৰ্শ অনুসৰি এৰাইও কৃষ্ণা পঞ্চমী তিথিত দেহ ত্যাগ কৰিলে। সেয়ে মাধৱদেৱৰ কীৰ্ত্তনত প্ৰহলাদ চৰিতৰ কীৰ্ত্তন দিয়ে বাবে এৰাৰ কীৰ্তনতো তেৰাৰ আদৰ্শানুগামী হিচাবে তাকেই দিয়া হয়। নাম থলে ভাগৱত পাঠ-পদ ভাগৱত পাঠ, প্ৰসাদ বিতৰণ আৰু চৰিত পাঠ হয়। চৰিতো তেৰাৰে কয়। প্ৰসঙ্গ সমাপনে গায়ন বায়নে "গুৰু মৃদঙ্গ" ধেমালি বাই মাহুৰ ধনশ্ৰী ৰাগত "ৰাম তেৰে চৰণ কমলে ৰাতি লাগো" এই গীতটি গোৱা হয়। গীত অৱসানে ঘোষা কীৰ্ত্তন, ওজাপালি, খোল তালৰ প্ৰসঙ্গ আৰু একেবাৰে শেষত ঘোষা কীৰ্ত্তন কৰি কীৰ্ত্তন সামৰা হয়। বিয়লি প্ৰসঙ্গ কৰা নহয় দিনতীয়া কীৰ্ত্তন বাবে। সেইদিনা হাল বোৱা আৰু ভাত খোৱা নিষিদ্ধ। ৰাতিলে ভাওনা নকৰে। তিথিৰ আগদিনা ৰাতি এখন ধেমালি আৰু এখন ভঙ্গী বাই তিথিৰ সূচনা কৰে।

## (ঝ)—মথুৰা দাস বুঢ়া আতাৰ কীৰ্ত্তন

মহাপুৰুষ মাধৱদেৱৰ প্ৰপন্ন শিষ্য শ্ৰীশ্ৰীমথুৰাদাস বুঢ়া আতা বা গোপাল আতাৰ কীৰ্ত্তন এদিনীয়াকৈ পালন কৰা হয়। আহিন মাহৰ কৃষ্ণা চতুৰ্থীত এই তিথি পৰে। মাধৱদেৱৰ প্ৰপন্ন শিষ্য সম্পৰ্কত ধৰ্ম্মসূত্ৰে আৰু তেৰাৰ আজ্ঞানুসৰি বদলা আতাই এৰাৰ পৰা ভক্তি পৰমাৰ্থ তত্ত্ব বস্তু গ্ৰহণ কৰাৰ বাবে এই কীৰ্ত্তন কমলাবাৰী সত্ৰত পালন কৰিব লগা হয়। পুৱা এই কীৰ্ত্তনৰ বাবে দেউৰীয়ে প্ৰয়োজনীয় কৰ্ম্ম সম্পাদন কৰাৰ পিছত নামলগোৱাই উক্ত কুলুপীয়া ঘোষাৰ যি কোনো এটা গাই "জয় জগজীৱ মোৰে প্ৰাণ' এই ধৰি গোৱা ঘোষা গাব। পাঠকে প্ৰহলাদ চৰিতৰ বা নিত্য প্ৰসঙ্গৰ প্ৰাসত পৰা তিনিটা কীৰ্ত্তন ঘোষা দিব ভাঙ্গনী সহ। তদন্তে মূল ভাগৱত পাঠ, পদ ভাগৱত পাঠ, প্ৰসাদ বিতৰণ আৰু চৰিত পাঠ হয়। চৰিত তেৰাৰে কয়। প্ৰসঙ্গ সমাপনে গুৰুমৃদঙ্গ ধেমালি বাই মাহুৰ ধনশ্ৰী ৰাগত "ৰাম তেৰে চৰণ কমলে ৰতি লাগো।" এই গীত গোৱা হয়।

অৱসানে ঘোষা কীৰ্ত্তন, ওজাপালি, খোল তালৰ প্ৰসঙ্গ আৰু অৱশেষত ঘোষা কীৰ্ত্তন কৰি কীৰ্ত্তনৰ সামৰণি মৰা হয়। বিয়লি প্ৰসঙ্গ নহয়। এই দিনা হালবোৱা আৰু ভাত খোৱা দুয়োটাই নিষিদ্ধ। ৰাতি ভাওনা নহয়। আগদিনা ৰাতি এখন ধেমালি আৰু ভঙ্গী বায়।

## (ঞ)—"বৰবিষ্ণু আতাৰ কীৰ্ত্তন"

মহাপুৰুষ মাধৱদেৱৰ প্ৰিয় শিষ্য শ্ৰীশ্ৰীবৰবিষ্ণু আতাৰ কীৰ্ত্তন এদিনীয়াকৈ পালন কৰা হয়। ফাগুন মাহৰ শুক্লা দ্বিতীয়া তিথিত এই কীৰ্ত্তন পৰে। মাধৱদেৱৰ প্ৰসন্ন শিষ্য সম্পৰ্কত ধৰ্ম্ম সূত্ৰে আৰু তেৰাৰ আজ্ঞানুসৰি বদলা আতাই এৰাৰ পৰা ভক্তি পৰমাৰ্থ তত্ত্ববস্তু গ্ৰহণ কৰাৰ বাবে এই কীৰ্ত্তন কমলাবাৰী সত্ৰত উদ্‌যাপন কৰা হয়। ওপৰত উল্লেখ কৰা পালিত কীৰ্ত্তনৰ নিয়ম প্ৰণালীৰ কোনো পাৰ্থক্য নাই। মাত্ৰ এই কীৰ্ত্তনৰ নামত "হে প্ৰাণ বন্ধু কৃষ্ণ কৃপাৰ ঠাকুৰ" এই ধৰি গোৱা ঘোষা, কংস বধৰ তিনিটা কীৰ্ত্তন ভাঙনী সহ অথবা কীৰ্ত্তনৰ প্ৰাসত পৰা তিনিটা কীৰ্ত্তন দিয়ে আৰু তেৰাৰ প্ৰয়াণৰ চৰিত তোলে। বাকী নিয়ম একে। ইয়াতো হাল খতি আৰু ভাত খতি কৰা হয়। ভাওনা নাই। আগদিনা ধমালি, ভংগী বোৱাটো বাধ্যতামূলক

## (ট)—"কেশৱ চৰণ আতাৰ কীৰ্ত্তন"

মহাপুৰুষ মাধৱদেৱৰ প্ৰিয় শিষ্য শ্ৰীশ্ৰীকেশৱচৰণ আতা বা ভাটো কুছীয়া আতাৰ কীৰ্ত্তন এদিনীয়াকৈ কমলাবাৰী সত্ৰত পালন কৰা হয়। মাধৱদেৱৰ প্ৰপন্ন শিষ্য সম্পৰ্কত ধৰ্ম্মসূত্ৰে আৰু বদলা আতাৰ প্ৰিয় সুহৃদ বান্ধৱ তথা মহাপুৰুষৰ একান্ত ভক্তি ধৰ্ম্ম গ্ৰহণ কৰিবলৈ বদলা আতাক আগবঢ়াওঁতা হিচাবে এৰাব কীৰ্ত্তন পালন কৰা হয়। জেঠ মাহৰ শেষ ৰবিবাৰে আৰু আহাৰ মাহৰ অম্বুবাচী নিবৃত্তিৰ দিনা দুদিনকৈ এই তিথি পালিত হয়। দুদিন তিথি পালনৰ উদ্দেশ্য এয়ে যে জেঠ মাহৰ শেষ ৰবিবাৰৰ দিনা সেই সময়ত ৰাজবোৱত পৰি বদলা আতা আৰু এৰাই হাবি বননিয়ে লুকাই ফুৰিছিল। সেইদিনা হঠাতে ক'ৰবাৰ পৰা বহু মানুহৰ কোলাহল শব্দ শুনিবলৈ পোৱা গ'ল। এৰা বৰ ভয়াতুৰ আছিল। হঠাতে এনে শব্দ শুনি ৰাজদূতে আক্ৰমণ কৰিলে বুলি ভাবি বদলা আতাক তাতে এৰি গভীৰ অৰণ্যত প্ৰবেশ কৰিলে আৰু বাঁহ গছৰ ওপৰত উঠিলগৈ। ইফালে বদলা আতাই ওৰে দিনটো বিচাৰি বিচাৰি হাবাথুৰি খালে। বিচাৰি নাপাই সেই ৰাতি উপবাসে থাকিল মনৰ বেজাৰতে। সিফালে কেশৱচৰণ আতাই বাঁহৰ ওপৰতে ভগৱন্তৰ চৰণত একান্তমনে ধ্যান ধ্যাৰণা কৰি পৃথিৱী এৰাৰ মানসেৰে সশৰীৰে বৈকুণ্ঠ প্ৰাপ্তি হ'ল আৰু

গুৰুজনাক লগ পালেগৈ। গুৰুজনাই কলে—কেশৱচৰণ! তুমি পৃথিৱী এৰিবৰ হোৱা নাই, তাত বহুতো কাম আছে। তোমাৰ কাৰণে তোমাৰ সুহৃদ্ বান্ধৱ সৰাকীয়ে মনৰ বেদনাত উপবাসে আছে। গতিকে ঘোৰাগৈ। গুৰু আতা শিৰে ধৰি পুনৰ আতা নামি আহি বাঁহ গছতে ৰ'লহি। ৰাতিপুৱা বদলা আতাই বিচাৰি বিচাৰি তাতে পালেহি। তেতিয়া কেশৱ আতাৰ শৰীৰ একেবাৰে অৱশ। কোনোমতে গছৰ পৰা নমাই আনি তেৰাক স্নান পান কৰালে, তেতিয়া শান্ত হ'ল। সেইদিনা যে পৃথিৱী এৰিছিল সেই আদৰ্শকে লৈ জেঠৰ শেষ ৰবিবাৰৰ দিনটোত এই তিথি পালন কৰিব লগা হ'ল। অম্বুবাচী নিৱৃত্তিৰ দিনা আতাই দেহ ত্যাগ কৰাৰ বাবে সেই দিনাই দ্বিতীয় তিথি পালিত হয়। ইয়াত কোনো তিথিৰ ঠিকনা নাথাকিল। ৰবিবাৰ আৰু অম্বুবাচী নিৱৃত্তিৰ তাৰিখেই তিথি। জেঠৰ ৰবিবাৰৰ তিথিত উল্লিখিত কুলপীয়া ঘোষা এটি গোৱাৰ পিছত "করুণাময় ৰাম করুণাময়" এই ধ্বনি গোৱা ঘোষা আৰু প্ৰাসত পৰা তিনিটা ভাঙনীযুক্ত কীৰ্ত্তন দিয়া হয়। তেৰাৰে চৰিত তোলা হয়। বাকীখিনি ওপৰৰ দৰে একেই। অম্বুবাচী নিবৃত্তিৰ দিনা নামত ধ্বনি গোৱা ঘোষা গোৱা নহয়। "ৰাম নাৰায়ণ হৰি ৰাম নাৰায়ণ ৰামকৃষ্ণ নিৰঞ্জন শিৱ সনাতন" এই কুলপীয়া ঘোষা সম্পূৰ্ণে গাব। পাঠকে শিশুলীলাৰ প্ৰথম তিনিটা কীৰ্ত্তন ভাঙনী সহ দিয়ে। প্ৰাসত নিদিয়ে। বদলা আতাৰে সৈতে একাত্মা প্ৰিয় প্ৰাণ বান্ধৱ কাৰণে তেৰাৰ কীৰ্ত্তনত বদলা আতাৰ কীৰ্ত্তনত দিয়া শিশুলীলাৰ কীৰ্ত্তন ঘোষা তিনিটা দিয়া হয়। তেৰাৰে চৰিত কয়। বাকীখিনি একে। আতাৰ এই দুদিন কীৰ্ত্তনত হাল বোৱা ভাত খোৱা নিষিদ্ধ। ভাওনা নাই। আগদিনা ধেমালি আৰু ভঙনী বোৱাটো বাধ্যতামূলক।

(ঠ) —ওপৰৰ্ত্তি

মহাপুৰুষীয়া ধৰ্মৰ সৰ্বাগ্ৰগণ্য বাৰজন আতাৰ নাম সৰ্বজন বিদিত — যাক আমি প্ৰায় সকলো কথাতে স্মৰণ কৰি থাকিব লগা হয়। উক্ত আতাসকলক কমলাবাৰী সত্ৰৰ পৰম্পৰাত একোজন শিৰৰ মুকুট বুলি গণ্য কৰা হৈ আহিছে। উক্ত বাৰজন আতাৰ কীৰ্ত্তন এই সত্ৰত পালন কৰিব লাগিছিল। অৱশ্যে ইয়াৰ ভিতৰৰে পাঁচজনৰ তিথি পালন কৰা হয়। বাকীসকলৰ তিথি পালন নকৰাৰ কাৰণো বহুতো থাকিব পাৰে। ইয়াৰ ভিতৰতে কাৰোবাৰ হয়তো তিথিৰ ঠিকনা হেৰাইছে। কোন মাহত প্ৰয়াণ হৈছিল তাকো পৰম্পৰে ৰক্ষা কৰিব

নোৱাৰাৰ পৰিণামতো এনে হোৱা বুলি খাটাংকৈ এটা সিদ্ধান্ত কৰিব পাৰি। যিকি নহওক "গতস্য শোচনা নাস্তি" বুলি তাক বাদ দিয়া হৈছে। এতিয়া মূঠ কথা হ'ল যিকেজনৰ পৰা গুৰুৰ আজ্ঞাত বদলা আতাই ধৰ্ম্মতত্ত্ব বস্তু গ্ৰহণ কৰি কৃতাৰ্থ হৈছিল সেই কেজনৰ তিথি পালন কৰাটো বিধেয় বুলি মানি লোৱা হৈছে। কিন্তু বদলা আতাই তত্ত্ব কথা গ্ৰহণ কৰা চাৰি-গৰাকী বিশিষ্ট ভক্তৰ ভিতৰৰ এজনৰ কথা ইয়াত বাদ পৰি আছে। সেই-জনা হ'ল শ্ৰীশ্ৰীভৱানীপুৰীয়া গোপাল আতা। এই বিশিষ্ট পুৰুষজনাৰ পৰাও বদলা আতাই বিশিষ্ট কথা শ্ৰৱণ কৰি ধন্য হৈছিল। "কথাৰ সাগৰ, দাইন বাহু" বুলি খ্যাত এই আতা পুৰুষৰ কথাত বদলা আতা ভোল গৈছিল—যিজনে দিন ৰাতিৰ কথা পাহৰি গৈছিল। এই পুৰুষজনাৰ তিথি কমলাবাৰী সত্ৰত নিশ্চয় পালন কৰিব লাগিছিল। সত্ৰৰ বয়োবৃদ্ধ ভকতৰ পৰা জানিব পৰা গৈছে যে পূৰ্ব্বতে হেনো এবাৰ তিথি পালন কৰা হৈছিল। পিছত সংহতি বিভাজন হোৱাত এই তিথি বাদ পৰিব লগা হ'ল হেনো। লগতে ৰাজনৈতিক বিপৰ্য্যয়, ধৰ্ম্মীয় উত্থান পতনতো এনে হোৱা বুলি ধাৰণা কৰিব পাৰি। যি কি নহওক কীৰ্ত্তন পালন নকৰিলেও বাৰজনা আতাৰ শাৰিত এৰাজন এতিয়াও আছে আৰু স্মৰণৰ বেলিকা এৰা বাদ নপৰে যেতিয়া ভাবিব লগা কোনো কাৰণ নাই।

## (ঙ)— বৈকুণ্ঠী সত্ৰাধিকাৰ সকলৰ তিথি

কমলাবাৰী সত্ৰৰ বৈকুণ্ঠগত প্ৰাক্তন সত্ৰাধিকাৰ সকলৰ তিৰোভাৱ তিথি পবিত্ৰ ভাৱেৰে পালন কৰা হয়। এতিয়ালৈকে চাৰিজনা সত্ৰাধিকাৰৰ তিথি পালিত হৈ আহিছে। এই তিথি জীৱিত সত্ৰাধিকাৰ গৰাকীয়ে পাতে। সামূহিক ব্যয় নহয়। মাত্ৰ শিষ্যসকলে আৰু তেৰাৰ গুণমুগ্ধ সকলে শক্তি অনুপাতে অৰিহণা পাতি দিয়ে। সকলো সত্ৰাধিকাৰৰে আৰু ভৱিষ্যতলৈ যি সকল সত্ৰাধিকাৰ বৈকুণ্ঠী হব সেই সকলৰো তিথিৰ নিয়ম প্ৰণালী একে। পুৱা গীত, বন্তি প্ৰজ্বলন, গুৰু আসনত বস্ত্ৰাৰ্পণ আদি কৰাৰ পিছত নামলগোৱাই "মাধৱ মাধৱ মাধৱ মধুৰিপু গোবিন্দ কৃষ্ণ হৰি হৰি ৰাম ৰাম" এই কুলপীয়া ঘোষা গাব। মাধৱদেৱ আৰু বদলা আতাৰ কীৰ্ত্তনত এই ঘোষা গোৱা হয় কাৰণে তেৰাসবৰ প্ৰতি সন্মান জনাই এই তিথিত এই ঘোষাৰ পিছৰ চাৰিফাকি ঘোষা বাদ দিয়া হয়। ধৰি গোৱা ঘোষা নাগায়। ইয়াৰ পিছতে পাঠকৈ "শ্ৰীকৃষ্ণ বৈকুণ্ঠ প্ৰয়াণৰ" তিনিটা কীৰ্ত্তন ঘোষা ভাঙ্গনী সহ দিয়ে। তদন্তে ভাগৱত, পাঠ, [প্ৰসাদ বিতৰণ আৰু চৰিত তোলা হয়। বদলা আতাৰ চৰিত পাঠ কৰে। তদৱসানে গায়ন বায়নে গুৰু মৃদঙ্গ ধেমালি, বিহাৰ নাচ, ঘোষা কীৰ্ত্তন, ওজাপালি, চালিনাচ, ঘোষা কীৰ্ত্তন আৰু ৰাতিলৈ ভাওনা

পাতে। এই অনুষ্ঠানৰ প্ৰত্যেকটোতে তামোল পাণৰ শৰাই আৰু টকা দিব লাগে। এইখিনি সত্ৰাধিকাৰজনে দিয়ে।

বদলা আতাৰ পৰা বহু পিচলৈ ব্ৰাহ্মণ, অব্ৰাহ্মণ ভালেকেজন সত্ৰাধিকাৰে সত্ৰ চলাই বৈকুণ্ঠী হৈছে। সেই সকলৰ তিৰোভাব তিথি পালন কৰা নহয়। বদলা আতাৰ তিথি পালন কৰাৰ পিছত চাৰিপুৰুষৰ (অৰ্থাৎ এতিয়াৰ পৰা আগৰ) তিথি পালন কৰা হৈ আহিছে। প্ৰথমৰ পৰা চাৰিগৰাকী সত্ৰাধিকাৰৰ নাম নিম্নস্থানত উল্লেখ কৰা হৈছে।

১। শ্ৰীশ্ৰী৺কৃষ্ণকান্ত সত্ৰাধিকাৰ গোস্বামী ঃ— জেঠৰ কৃষ্ণাষষ্ঠী
২। ,, লক্ষ্মীকান্ত সত্ৰাধিকাৰ গোস্বামী ঃ— আহাৰৰ শুক্লা দ্বাদশী
৩। ,, চন্দ্ৰকান্ত সত্ৰাধিকাৰ গোস্বামী ঃ - মাঘৰ শুক্লা নৱমী।
৪। ,, ঘনকান্ত সত্ৰাধিকাৰ গোস্বামী ঃ— আঘোণৰ শুক্লা একাদশী

এই তিথিত হালবোৱা ভাতখোৱা নিষিদ্ধ। তিথিৰ আগদিনা ধেমালি আৰু ভঙ্গী হয়।

(ঢ) "অম্বুবাচী (সাত)"

আহাৰ মাহৰ ৭ তাৰিখৰ পৰা ১১ তাৰিখলৈকে অম্বুবাচীৰ প্ৰবৃত্তি আৰু নিবৃত্তি হয়। তান্ত্ৰিক আৰু জ্যোতিষ শাস্ত্ৰত ইয়াৰ উল্লেখ আছে। এই খিনি বাদ দি আভিধানিক বিধান কেইটিমান উল্লেখ কৰা হ'ল।

অম্বুবাচী ঃ মিথুনৰাশিস্থ সূৰ্য্যৰ আৰ্দ্ৰানক্ষত্ৰ-প্ৰথমপাদ ভোগকাল। জেঠমাহৰ শেষাংশত সূৰ্য্য যি বাৰে আৰু যি সময়ত মিথুন ৰাশিলৈ যাত্ৰা কৰে, তাৰ পিছৰ সেইবাৰে আৰু সেই সময়ত পৃথিবী ৰজঃস্বলা হয় অৰ্থাৎ সম্ভৱতঃ বৃষ্টিপাত যুক্ত পৃথিবী ৰসযুক্তা হৈ বীজাদি ধাৰণ অৰ্থাৎ শস্যাদি প্ৰসৱ কৰাৰ উপযোগী হয়, ইয়াৰ নাম অম্বুবাচী ; তিনিদিন বিশ দণ্ড ইয়াৰ স্থিতি কাল। অম্বুবাচীৰ তিনিদিন বেদাধ্যয়ন আৰু বীজৰোপণ নিষিদ্ধ ; যতি, বিধবা, ব্ৰহ্মচাৰী আৰু ব্ৰাহ্মণসকলৰ স্বপাক আৰু পৰপাক চণ্ডালৰ অন্নতুল্য। (অম্বু+ বচ্+নি কৰ্ত্তৃবা, ঈপ্ স্ত্ৰীং)

(আশুতোষ দেৱ সংকলিত "ছাত্ৰবোধ অভিধান")

অনুবাদ—গ্ৰন্থকাৰৰ।

সত্ৰত অম্বুবাচী বা সাত পালন কৰে এনেদৰে— যি সময়ত সাত লাগে বা প্ৰবৃত্তি হয়, তাৰ পূৰ্ব্বতে বহাৰ ভিতৰৰ চাৰিওফালে খুটি মাৰি দোল দি বেৰা দিয়া হয়, চৰু বা পাগ পাত্ৰ বেলেগে জুৰি লোৱা হয়, চাউল, মাহ, তেল, নিমখ আদি যাবতীয় খাদ্য সামগ্ৰী সুকীয়াকৈ ৰাখি তাক (তিনিও দিনৰ কাৰণে) ব্যৱহাৰ কৰা হয়। দোলৰ ভিতৰৰ বস্তু স্পৰ্শ কৰা নিষিদ্ধ। কীৰ্ত্তন

ঘৰত গুৰু আসন স্পৰ্শ কৰা নহয়, চন্দন পুষ্পাদি নিবেদন আৰু বিতৰণ নিষিদ্ধ। আসনৰ চাৰিওকাষে বেৰা দিয়া থাকে। বন্তি প্ৰজ্বলন আৰু নাম প্ৰসঙ্গ হয়। অম্বুবাচী নিবৃত্তিৰ আগদিনা উপবাসে থাকি পিছদিনা তিনিও দিনত ব্যৱহাৰ কৰা পাত্ৰ সামগ্ৰী পৰিষ্কাৰ কৰা হয়। সেইদিনা শ্ৰীশ্ৰীকেশৱৰ চৰণ আতাৰ কীৰ্ত্তনো।

## (ট—১)— "অম্বুবাচী সম্বন্ধে ভিন্নমত

অম্বুবাচী বা সাত সম্বন্ধে অসমত বহু জল্পনা কল্পনা বহু ব্যক্তিৰ পৰা পোৱা যায়। কোনোৱে ইয়াক ৰজাৰ আদেশত আৰু শাক্ত ধৰ্ম্মৰ প্ৰভাৱত হোৱা বুলি কব খোজে। অৱশ্যে এইটো সঁচা যে অম্বুবাচীৰ তিনিদিন কামাখ্যা দেৱালয়ৰ দুৱাৰ বন্ধ থাকে। নিবৃত্তিৰ দিনা খোলা হয়। এই বাতৰি আমি অসমৰ বাতৰি কাকতৰ যোগে জানিবলৈ পাওঁ। এই সময়ত হেনো দেবী ৰজঃস্বলা হয়। দেবীয়েই প্ৰকৃতি আৰু প্ৰকৃতিয়েই পৃথিবী। দেবী ৰজঃস্বলা হোৱা মানেই হেনো পৃথিবী ৰজঃস্বলা হোৱা। পৃথিবীতে মানুহৰ উৎপত্তি বা সম্পৰ্ক থকা বাবেই মানুহে হেনো অশৌচ পালন কৰিব লাগে। মহিলা ৰজঃস্বলা হলে তেওঁলোক তিনিদিন অশৌচত থাকিব লগা হয়। সেই আদৰ্শ লৈয়েই অম্বুবাচীত মানুহৰ এইখিনি কৰ্ত্তব্য কাম। এতিয়া কথা হ'ল মহিলা সকলৰ ৰজঃস্বলা হলে তিনিদিন অশৌচত থাকিলে তেওঁলোকৰ স্বামী, পুত্ৰ, নাতিসকলে সেই অশৌচ পালন কৰাৰ আৱশ্যকতা দেখা পোৱা নাযায় বা নকৰেও। তেনেস্থলত পৃথিবী ৰজঃস্বলা (যদি সত্যই হয়) হ'লে আমালোকে কি কাৰণত অশৌচ খাটিব লাগে তাৰ সন্তেদ বিচাৰি পোৱা টান। কোনোৱে কয়—পৃথিবীত আমি আধেয় সম্বন্ধে থকাৰ কাৰণে বা স্পৰ্শ কাৰণত সকলোৱে অশৌচ পালন কৰিব লাগে। প্ৰশ্ন আহে — পৃথিবী ৰজঃস্বলা মাত্ৰ অসমতে হয়নে? বিহাৰ উৰিষ্যাতো হয় বা অসমৰ ভূমি খণ্ডকহে পৃথিবী বুলি কোৱা যায়। অথবা ভাৰতৰ বাহিৰত থকা দেশবোৰক পৃথিবী বুলি ক'লে ভুল হবনেকি? সেইফালে পৃথিবী ৰজঃস্বলা নহয়নেকি? ইত্যাদি। অন্য প্ৰসঙ্গত আৰু এটি প্ৰশ্ন উত্থাপিত হয় এই যে মানুহৰ এমাহত পিতৃলোকৰ একদিন হয়। যদি এয়ে হয় তেন্তে মানুহৰ হিচাবত দেবতাৰ শাৰিত পৰা পৃথিবীৰ এবছৰত কেতিয়াও ৰজঃস্বলা হ'ব নোৱাৰে। আকৌ কোনোৱে কয়— দেৱতাৰ অৰ্থাৎ পৃথিবীৰ ৰজঃস্বলা হোৱা কথা সঠিক নজনাৰ কাৰণে মানুহে প্ৰত্যেক বছৰতেই অশৌচ পালন কৰিব লগা হ'ল। যদি সেয়ে সচা হয়, তেন্তে প্ৰতি বছৰে জ্যোতিষী পণ্ডিত সকলে বছৰ, মাহ, তিথি, বাৰ, নক্ষত্ৰ, দিন, ৰজা, মন্ত্ৰী, শুভাশুভ ফলাফলবোৰ অঙ্কৰ দ্বাৰা

গণনা কৰি উলিয়াব পাৰিছে। এই ৰজঃস্বলা কোন বছৰত পৰিছে তাক নিৰ্ণয় কৰিব নোৱাৰাৰ কিবা অৰ্থ থাকিব পাৰে জানো ? মানুহে এতিয়া মাধ্যাকৰ্ষণ শক্তিৰ ওপৰত উঠিছেগৈ। এইটো সাধাৰণ কথা নক্ৰনা বা নাজানো বুলি কলে এতিয়া এনেদৰে কোৱাজনকহে নজনা বুলি ক'লে দোষ নহব। তদুপৰি আমি মানুহবোৰে যেনেদৰে অম্বুবাচী পালন কৰিছোঁ—এইখিনি চিন্তা কৰি চালে আমি ভুলকৈ চলিছোঁ বুলি অন্তত ঃ ধাৰণা এটি আহিব। আমালোকে ঘৰখনৰ ভিতৰতে পৃথিবীখনতে দুভাগ কৰি এভাগত দোলৰ বেৰা দি ৰাখো শুদ্ধ ভাৱে .আৰু আন ভাগক ব্যৱহাৰৰ কাৰণে ৰাখোঁ অশুদ্ধ ভাৱে। এতিয়া কথা হ'ল—যি ভাগক আমি স্পৰ্শ কৰো সেই ভাগ অপৱিত্ৰ আৰু আনভাগ পৱিত্ৰ বুলি ভাবি মহাভুল কৰি আছোঁহক। যিহেতু ইয়াৰ দ্বাৰা এইটোৱেই সিদ্ধান্ত কৰিব পাৰিনেকি যে দুটা ভাগৰ ভিতৰত এভাগক পৃথিবী আৰু আনভাগক কিবা এটা পদাৰ্থ বুলি জ্ঞান কৰিব পাৰি। এই ধাৰণাৰ পৰা মানুহে অপৱিত্ৰ আৰু পৃথিবী অপৱিত্ৰ নোহোৱাটোহে সূচাইছে। এনেদৰেই নানা মুনিৰ নানা মত হোৱাদি বহুতৰ মনত সন্দেহ ভাব উপচি পৰিছে। দৰাচলতে শাস্ত্ৰীয় সিদ্ধান্ত বৈজ্ঞানিক বিশ্লেষণেৰে কোৱা হয় যে এই নীতি শাস্ত্ৰ বিগাহিত তথা অবৈজ্ঞানিক কাৰ্য্য। তদুপৰি ই বৈষ্ণৱৰ কৃত্যও নহয়। এই নিয়মৰ পৰা কোনো ধৰণৰ বৈষ্ণৱৰ পক্ষে লাভ লোকচান নাই। লাভজনক কৃষিয়ে পৰিয়াল পোষণত সহায় কৰে। বৈষ্ণৱৰ কৰ্ম্ম হ'ল এক হৰি সেৱা কৰি তেৰাৰ কাম চপা। অৱশ্যে এইকথা সত্য যে এই নিয়ম আহোম ৰাজত্বকালত শাক্ত সম্প্ৰদায়ৰ অবাধ প্ৰভাৱৰ ফলত বৈষ্ণৱ মাৰ্গলৈ বিয়পি আহিল। যাৰ পৰিণামে এই নিয়ম বৈষ্ণৱ পৰম্পৰা বুলি আজিও জনাজাত হৈ আছে। গতিকে চমুকৈ ইয়াৰ ভিন্নমত আৰু সিদ্ধান্ত ডাঙি ধৰা হ'ল।

(ণ)— "পালনাম উৎসৱ"

কমলাবাৰী সত্ৰৰ 'পাল নাম' এটি উল্লেখনীয় উৎসৱ। পাল হিচাবে নাম গাই কাৰণে ইয়াক 'পাল নাম' বোলে। প্ৰতিবছৰে বহাগ বা জেঠ মাহত এই উৎসৱ পতা হয়। অৱশ্যে কোনো সময়ত বন্ধও থাকে। কিয়নো চৰিত পুথি আৰু মৌখিক কথামতে এই উৎসৱ জনসাধাৰণৰ মঙ্গলৰ বাবে হৰি ভগবানৰ সন্তুষ্টিৰ কাৰণেহে পতা হয়, ব্যক্তিগত কাৰণত নহয় বা কেৱল সত্ৰৰ বাবে নহয়। কোনো সময়ত দেশত বিভ্ৰাট, মাৰিমৰক, দুৰ্ভিক্ষ, অনাটন বা জননেতা, ধৰ্ম্মনেতা, দেশহিতৈষী মহানুভব ব্যক্তিৰ অমঙ্গলাদি হলে সেই সকলৰ বাবেহে এই উৎসৱ বিশেষভাবে প্ৰযোজ্য হয়। অৱশ্যে প্ৰতিবছৰে পাতিলেও কোনো দোষণীয় নহয়। পালনাম উৎসৱ সৰ্ব্বপ্ৰথমে শ্ৰীমন্ত শঙ্কৰ গুৰুৱে বৰদোৱা স্থানত পাতিছিল। সেই সময়ত তাৰ ৰাইজৰ মাজত জলাভাৱ

ঘটিছিল। জলৰ নাটনিত গছ-গছনি শুকাই গৈছিল, গৰু মহ আদি জন্তুৰ আৰু জীৱশ্ৰেষ্ঠ মানৱৰ হাহাকাৰ লাগিছিল। বিষ্ণুৰ অংশাৱতাৰ বুলি পৰিচিত আৰু ঐশিক মহিমাৰে মহিমান্বিত শ্ৰীমন্ত গুৰুজনাক সকলোৱে প্ৰণিপাত জনাই জলপানৰ বাবে চিন্তা কৰিবলৈ অনুৰোধ কৰাত তেৰাই ভগৱানৰ সন্তুষ্টিৰ বাবে পালনামৰ আয়োজন কৰিলে। সাতদিন সাতৰাতি অখণ্ড নাম-কীৰ্ত্তন কৰি সকলো দিহা দিহি গ'ল। গুৰুৱে মাজৰাতি কমলি ধৰা পৰমানন্দ আতৈক লগত লৈ এজোপা বটবৃক্ষৰ গুৰিলৈ গৈ ওপৰলৈ চাই সাতোটা গোৰো-হনি মাৰিলে আৰু লগে লগে বটবৃক্ষ দ্ৰৱীভূত হৈ ধনু আকৃতিৰে এখন বৃহৎ সৰোবৰ নিৰ্ম্মাণ কৰিলে। তেতিয়াৰ পৰা বটবৃক্ষ দ্ৰৱ হোৱাৰ কাৰণে 'বটদ্ৰৱা' বুলি প্ৰখ্যাত হ'ল। এইখিনি চৰিত পুথিত আছে। এয়া তেৰাৰ জীৱনৰ প্ৰথম পাতনিৰ কথা।

দ্বিতীয়তে মাজুলীৰ বেলগুৰি সত্ৰত থাকোতে গুৰুৰ জামাতা চাৰি ওজাক আৰু মাধৱদেৱক অসম ৰজাই জগৰ ধৰি বন্দি কৰি নিয়ায় ৰাজ-নৈতিক কাৰণত। ৰাজবিচাৰত কাক কি কৰা হৈছে গুৰুৱে একোকে নাজানি মাধৱ মহাপুৰুষ সুস্থ শৰীৰে স্বস্থান পোৱাৰ মানসেৰে বেলগুৰিত সাতদিন সাতৰাতি পাল নাম উৎসৱ উৎযাপন কৰিছিল। ইয়াৰ পিছত গুৰুৱে পাল নাম পতাৰ কোনো সম্ভেদ পোৱা নাযায়।

তৃতীয়:তে মাধৱদেৱ গুৰুৱে সুন্দৰীদিয়া সত্ৰত ভূত যক্ষাদি অপসাৰণৰ বাবে পালনাম পাতিছিল। ভূত খেদোৱাৰ কাৰণ হ'ল ভকতে যাতে নিৰাপদে ভূত প্ৰেতাদিৰ প্ৰভাৱমুক্ত হৈ ভগৱন্তৰ গুণানুকীৰ্ত্তন কৰিব পাৰে। ইয়াৰ বাহিৰেও আনুষঙ্গিক বহুতো কাৰণ আছে। সেইখিনি গৌণ হিচাবে ৰাখিছিল। এতিয়া প্ৰশ্ন হ'ল, এই গোটেই উৎসৱটোৱেই সকামী। দুয়োজনা গুৰুৱেই সকাম কৰ্ম্মৰ ঘোৰ বিৰোধী আছিল। তেন্তে ইয়াৰ সমিধান আৱশ্যক। নিষ্কাম ভাৱেৰে ভজনা কৰিলে ভগৱানক যিমান সহজতে পাই, সকাম ভাৱেৰে ভজিলে সহজতে পোৱা টান। গীতা ভাগৱতাদি মহৎ গ্ৰন্থাদিত সেই সম্বন্ধে বিস্তৰ আলোচনা হৈছে। মহাপুৰুষ দ্বয়ে সেই আদৰ্শেৰে তেৰা সবৰ লিখনী আৰু জীৱন কালত আদৰ্শ দেখুৱাই গৈছে। শতকৰা নিৰান্নব্বৈজনে সকাম ভাৱেৰে ভগবানক ভজে, কৰ্ম্মফল বাঞ্চা কৰে; কিন্তু তেওঁ-লোকে নাজানে যে কৰ্ম্মফলত তেওঁলোকৰ অধিকাৰ নাই। গীতাত ভগৱানে অৰ্জ্জুনক কৈছে :—

"কৰ্ম্মন্যেবাধিকাৰস্তে মা ফলেষু কদাচন্" ইত্যাদি।

প্ৰহলাদে নৃসিংহ ভগবানক স্তুতি প্ৰসঙ্গত কৈছে :—
তোমাৰ অকাম ভৃত্য আমি।
তুমিও নিষ্কাম মোৰ স্বামী ॥ (কীৰ্ত্তন)

শ্ৰীকৃষ্ণক বিচাৰি নাপাই বিৰহ বেদনাত গোপীসকলে কৈছিল :—
তযু কথামৃতে দগ্ধকো জীয়াৱৈ
শ্ৰৱণে দেই মুকুতি।
সকাম কৰ্ম্মক আতি তুচ্ছ কৰি
জ্ঞানী কৰে তাকে তুতি ॥ (কীৰ্ত্তন)

পূৰ্ব্বৰ উচ্চ ভাৱাপন্ন মুনিসকলে অন্য কামনা কৰা দূৰৰ কথা, ভগৱানৰ অতি উচ্চস্তৰৰ দান পঞ্চমুক্তিকো নিবিচাৰিছিল, মাত্ৰ ভগৱদ্ভক্তি কৰি তেওঁতে মন প্ৰাণ সপি দিছিল। সেয়ে মাধৱ মহাপুৰুষে নামঘোষাৰ আদিতে মুক্তিত নিস্পৃহ ভকতজনকহে প্ৰথমতে প্ৰণাম জনাইছিল। নিষ্কাম ভাৱৰ কথা বাদ দি সকাম ভাৱেৰেও ভগবানক ভজিলে কোনো দোষণীয় নহয় - যদিহে নিজৰ মঙ্গলৰ কথা নাভাবি বহল দৃষ্টিৰে জনসাধাৰণৰ মঙ্গলৰ বাবে চিন্তা কৰা হয়। নিজৰ আত্মাৰ কল্যাণৰ বাবে সকলো জিজ্ঞাসুৱেই প্ৰযত্ন কৰে। "সকলো মোৰ ভাই, সকলোৰে কল্যাণ হওক, তেওঁলোকৰ লগত মোৰো কল্যাণ হ'ব" ইত্যাদি কামনা অত্যন্ত উচ্চভাৱৰ। এনে ধৰণৰ কামনা হলেও নিষ্কামৰ সমতুল্য হয়। আনৰ ব্যয় আৰু মোৰ আয় হওক এই ভাৱনা নীচ প্ৰকৃতিৰ আৰু ই নিতান্তই ক্ষণস্থায়ী বুলি ভবা হয়।

নামঘোষাত মাধৱদেৱে লিখিছে : -

দেহ ধনজন অৰ্থ লোভে পাষণ্ড বুদ্ধিয়ে যিটো লৱে
সিটো হৰিনামে তাৰিতে শীঘ্ৰে নাপাৰে।
শুদ্ধে বা অশুদ্ধে একনাম শুনে বা ভনে বা মনে স্মৰে
অপৰাধহীন পুৰুষক সদ্যে তাৰে।

শঙ্কৰদেৱে উক্ত পালনাম উৎসৱ ব্যক্তিগত কাৰ্য্য সাফল্যৰ বাবে বা পৰিয়াল কল্যাণৰ বাবে কৰা নাছিল। কৰিছিল জনসাধাৰণৰ কল্যাণৰ কাৰণে। জনগণৰ কল্যাণৰ বাবেই ঈশ্বৰ ভগবানে নৰনাট্য খেলা কৰেহি। শ্ৰীকৃষ্ণদেৱেও ভকতৰ দুখত বা জনগণৰ অমঙ্গলৰ সূচনাত দুখীত হৈ নিজ প্ৰাণ দি সেইসকলৰ দুখ মোচন কৰিছিল।

কালিয় দমন প্ৰসঙ্গত :— ভকতৰ দুখ দেখি গোপাল।
আস্ফোট কৰি দিলা উৰুফাল"
(কীৰ্ত্তন)

ৰাসলীলা প্ৰসঙ্গত :— শুক নিগদতি পাচে শুনিয়ো নৃপতি ।
দেখিয়া গোপীৰ যিটো সপ্ৰেম ভকতি ॥
দ্ৰৱ ভৈল চিত্ত অতি গোপালো বিহ্বল ।
প্ৰেমত মজিল যেন নয়ন সজল ॥

ভকতৰ দুখ দেখি নসহে হৃদয় ।
আতি আথে বেথে আসি কৃষ্ণ কৃপাময় ॥
আনন্দ বঢ়ায়া গোপীগণৰ মাজত ।
পৰম মোহন মূৰ্ত্তি ভৈলন্ত বেকত ॥

(ভাগৱত দশম স্কন্ধ)

গোপী উদ্ধৱ সংবাদ প্ৰসঙ্গত :—

কৃষ্ণবিনে যেন ভৈল গোপীৰ অৱস্থা ।
ভকতৰ বান্ধৱ মাধৱে শুনি কথা ॥
নসহে হৃদয় দুখে মনে গুণিলন্ত ।
কিমতে কৰাইবো আৱে গোপীকাক শান্ত ॥

(ভাগৱত দশম স্কন্ধ)

এইদৰে ভাগৱত আৰু অন্যান্য গ্ৰন্থৰ পৰা বহু উদ্ধৃতি দিব পাৰি। শংকৰ মহাপুৰুষেও জনকল্যাণৰ বাবেহে পাল নাম পাতিছিল। সেয়া বহুল ভাৱে কোৱা নিষ্প্ৰয়োজন।

মাধৱদেৱ মহাপুৰুষেও শঙ্কৰদেৱৰ আদৰ্শকে লৈ জনসাধাৰণৰ কল্যাণৰ বাবে পাল নাম উৎসৱ পাতিছিল সুন্দৰীদিয়া সত্ৰত। এই পাল নাম যক্ষ ৰাক্ষস অপসাৰণৰ বাবে। অৱশ্যে যক্ষ অপসাৰণ গৌণভাৱে আৰু আনুষঙ্গিক অন্যান্য কাৰণত মুখ্য ভাৱে এই উৎসৱ পতা হৈছিল। সকামী ভাৱনা হলেও নিষ্কাম ভাৱে কৰাটোহে ইয়াত সূচনা হৈছে। যক্ষ অপসাৰণ কৰাটো দেখাত নিচেই সৰু কাম হলেও অন্তৰালত ইয়াৰ দ্বাৰা ৰাইজৰ কিমান উপকাৰ হৈছিল সেয়া একমাত্ৰ মাধৱদেৱৰ ব্যতীত আনে নাজানিছিল। গতিকে বাহ্যিক ভাৱে যক্ষ অপসাৰণ আৰু অন্তৰালত নিহিত আছিল জনসাধাৰণৰ মঙ্গল কাৰ্য্য। হৰিনাম শ্ৰৱণ কীৰ্ত্তনত যে যক্ষ-ৰক্ষই অপকাৰ কৰে বা ভগৱদ্ভক্তে অসুবিধা ভোগ কৰে, তাৰ সম্ভেদ ধৰ্ম্মশাস্ত্ৰত উল্লেখ আছে। তাৰ বাবে ভকতে অবিৰাম নাম লব লাগে। তেতিয়া সকলো বিঘিনি আতৰি যায়। শ্ৰীমদ্ভগৱদ্গীতা শাস্ত্ৰত আছেঃ-

স্থানে হৃষীকেশ তৱ প্ৰকীৰ্ত্যা
জগৎ প্ৰহৃষ্যত্যনুৰজ্যতে চ।

ৰক্ষাংসি ভীতানি দিশো দ্ৰৱন্তি
সৰ্ব্বে নমস্যন্তি চ সিদ্ধ সংঘাঃ ॥

গীতা - ১১/৩৬

মাধৱদেৱৰ তদনুবাদ :--

কৃষ্ণক বোলন্ত ধনঞ্জয় তোমাৰ কীৰ্ত্তনে কৃপাময়
অতি অনুৰাগে জগতে কৰে হৰিষ।
তোমাৰ কীৰ্ত্তন অগনিৰ শিখায়ে দগধ হুয়া অতি
ৰাক্ষস পিশাচ পলাই যায় দশো দিশ।'

নামঘোষা - ৬৪৫

দুঃস্বপ্ন নাশন ইটো মাধৱ মাধৱ নাম
দুষ্ট গ্ৰহ ভয় বিমোচন।
পৰম সম্পদ ৰূপ জানি মাধৱৰ নাম
সৰ্ব্বদায়ে কৰিয়ো কীৰ্ত্তন।।

নামঘোষা ১১৯

পুণ্য অৰণ্যৰ মাজে মাধৱৰ নাম সিংহ
প্ৰকাশ কৰয় অতি বৰে।
যাৰ ধ্বনি শুনি ভয়ে মহাপাপ হস্তীচয়
পলায় অতি ত্ৰাসত লৱৰে॥

নামঘোষা ২৫

এইদৰে শাস্ত্ৰোল্লিখিত সিদ্ধান্তানুযায়ী বা যক্ষৰক্ষাদি সত্ৰৰ কাষৰ পৰা খেদাই ভকতৰ নিৰাপত্তাৰ কাৰণে আৰু আশে পাশে দিগ্ দিগন্ত হৰিনামময় কৰি জনসাধাৰণৰ কল্যাণৰ কাৰণে এই পালনাম মাধৱদেৱৰ দ্বাৰা আয়োজিত হৈছিল। এই সময়তে মাধৱদেৱ "কলয়াসুখত" ৰহিছিল। এতিয়াও সুন্দৰীদিয়া সত্ৰৰ নাতিদূৰত "কলয়া সুখৰ" স্থান ৰাইজৰ দৃষ্টি গোচৰ হৈ আছে। এই সময়তে মাধৱদেৱ হৰিনামত বিভোৰহৈ বাহ্য জ্ঞান শূন্য হৈছিল আৰু নামৰ ধ্বনিত ভগৱান গৰুড়ৰ স্কন্ধত উঠি বৈকুণ্ঠৰ পৰা পৃথিৱীলৈ সশৰীৰে অৱতৰণ হবলৈ বাধ্য হৈছিল। এয়ে পালনাম মহোৎসৱৰ তাৎপৰ্য্য।

পালনাম উৎসৱ মহাপুৰুষৰ আদৰ্শেৰে সাতদিন সাতৰাতি পাতিব লাগে। কিন্তু মানুহৰ শক্তি সামৰ্থ্য দিনে দিনে হ্ৰাস পাই অহাত সাতদিনৰ

ঠাইত তিনিদিন পালন কৰি আহিছে। উক্ত তিনিদিনতে সাতদিনৰ সমগ্ৰ অনুষ্ঠান শেষ কৰা হয়। মূল অনুষ্ঠানৰ পৰা দুদিনৰ আগতে অনুষ্ঠান আৰম্ভ কৰে। আৰম্ভণি দিনাৰ পৰা দুদিন তিনিপাল নাম প্ৰতিদিনে গালে মুঠ ছয়-পাল হয়গৈ। শেষৰ দিনা এপাল হয়। গতিকে সাত দিনৰ ঠাইত সাত পাল নাম গায়। নিত্য প্ৰসঙ্গৰ পিছতে ১২ মান বজাত নাম ডাকে। সেইদিনা তিনি পাল আৰু পিচদিনাও তিনিপাল গোৱা হয়। প্ৰতি পালতে নামডাকে আৰু কুলুপীয়া, ধৰি গোৱা ঘোষা গায়, এটা কীৰ্ত্তন ঘোষা দিয়ে। ইয়াত নামলগোৱা-য়েই কীৰ্ত্তন দিয়ে। নামলগোৱাই মুখেৰে উপদেশ এটি গাই সামৰে। অলপ সময় জিৰণি লৈ পুনঃ আৰম্ভ কৰে। নামৰ মাজত গুৱা বিতৰণ কৰে। শেষৰ পালত প্ৰসাদ বিতৰণ কৰা হয়। সেইদিনা সিমানতে শেষ। পিচদিনাও নিয়মো একেদৰেই তিনিপাল গায়। সৰ্ব্বশেষৰ দিনা অৰ্থাৎ তৃতীয় দিনা পূৰ্ব্বৰ দৰে নিত্য প্ৰসঙ্গৰ পিছতে নাম আৰম্ভ হয়। বহুতো কুলুপীয়া আৰু ধৰি গোৱা ঘোষা গায়। তদন্তে দুটা কীৰ্ত্তন ভাওনী সহ দিয়ে। নাম সমাপনে উপদেশ গাই সামৰে, প্ৰসাদ বিতৰণ হয়। ইয়াত পকা মিঠৈ দিয়ে। প্ৰতিদিনাই নামৰ শেষত সকলো ভকতে সেৱা কৰে। আশীৰ্ব্বাদ দিয়ে। এই খিনিতে এটি উল্লেখযোগ্য কথা হ'ল এই যে প্ৰতি দিনাৰ (শেষৰ দিনা অৱশ্যে নহয়) নামত ঘোষাৰ মাজে মাজে ক্ষন্তেক ৰয়, তাল বজাই থাকে। গুৰুজনাৰ দিনত হেনো পালনামত বহা ভকত সকলে নামত বিভোৰ হৈ মাজে মাজে প্ৰেমাশ্ৰু বোৱাইছিল। তৎআদৰ্শৰে মাজে মাজে ক্ষন্তেক ৰৈ ৰৈ গায়। পাল নামৰ শেষত ৰাতিলৈ ভাওনাও পাতে। পাল নাম অধ্যায় ইমানতে শেষ। পিচদিনা ৰাতি কীৰ্ত্তন ঘৰত সকলো ভকত একত্ৰিত হৈ নাম গায় আৰু ক্ৰমে আতাৰ গৃহত ক্ৰমে সত্ৰাধিকাৰ আৰু প্ৰতি বহাতে ৰৈ ৰৈ নাম গায়। সকলোৱে সেৱা কৰে। চতুৰ্দ্দিশে হৰিধ্বনি কৰে। সামৰে।

## (৩) "হৰিকীৰ্ত্তন"

কমলাবাৰী সত্ৰৰ হৰি কীৰ্ত্তন কোনো সামূহিক অনুষ্ঠান উৎসৱ নহয়। ই সম্পূৰ্ণ ব্যক্তিগত। তথাপি এই উৎসৱ গুৰুজনাৰ আদৰ্শেৰে প্ৰতিষ্ঠিত কাৰণে ব্যক্তিগত হলেও সামূহিক অনুষ্ঠান উৎসৱৰ অঙ্গ বুলি ধৰি লোৱা হৈছে। চৰিত পুথিত হৰি কীৰ্ত্তন পত্ৰতি শিষ্য সকলে গুৰুজনাক নিমন্ত্ৰণ কৰি নিয়াৰ কথা উল্লেখ আছে। গতিকে গুৰুজনাৰ আদৰ্শৰেই ই প্ৰতিষ্ঠিত। ব্যক্তিগত ভাবে এই উৎসৱ নিজ গৃহত পাতি নাম প্ৰসঙ্গ, প্ৰসাদ বিতৰন, জলপান ভোজন

আদি কাৰ্য্য কৰা হৈছিল। পূৰ্ব্বে দুজনাগুৰু ভাটিলৈ যাওঁতে এগৰাকী বুঢ়ীয়ে চাউলৰ সিধা এটি দিছিল। সেই আহিৰেই ইয়াতো ভাতৰ সিধা দিয়াৰ নিয়ম প্ৰৱৰ্ত্তন হৈ আছে। পূৰ্ব্বৰ আহিৰে এই উৎসৱ নিজ বহাত নাপাতি কীৰ্তন ঘৰত পাতে। মাঘ, ফাগুন আৰু চ'ত মাহত এই উৎসৱ হয়।

পূৰ্ব্বকালৰ হৰিকীৰ্ত্তন সাত্বিক ভাৱৰ আছিল; কিন্তু এতিয়া লগতে ৰাজসিক ভাব সোমাইছে। সত্ৰৰ হৰি কীৰ্তন দুটা ভাগত বিভক্ত। সত্ৰৰ সত্ৰাধিকাৰ আৰু মুখ্য বুঢ়াভকত সকলৰ বাবে এটা নিয়ম আৰু অন্য ভকত সকলৰ বাবে এটা নিয়ম। প্ৰথম ভাগত বহুত ব্যয় সাপেক্ষে আৰু পিছৰ ভাগত কিছু কম। ভকত সকল জীৱিতাৱস্থাতে এই উৎসৱ পতা হয়; কিন্তু সত্ৰাধিকাৰ জনাৰ মৃত্যুৰ পিচতহে পিচৰ জনাই পতাৰ নিয়ম।" এতিয়া সত্ৰাধিকাৰ, মুখ্যবুঢ়াভকত আৰু বৰবুঢ়াসকলৰ হৰি-কীৰ্ত্তনৰ প্ৰণালী সমূহ নিম্ন ভাগত দেখুউৱা হৈছে।

সত্ৰাধিকাৰজনৰ বাবে পতা হৰিকীৰ্ত্তন প্ৰায় সপ্তাহ জুৰি পাতিব লাগে। এতিয়া সেই নিয়মে পতাটো কষ্ট সাধ্য। গতিকে সংক্ষেপে পতা হয়। অৱশ্যে সামৰ্থ থাকিলে পতা দোষণীয় নহয়। বুঢ়া ভকতসকলে ৩/৪ দিনবৈয়ো পাতিব পাৰে। লগতে নিজ পিতৃ মাতৃৰ হকেও পাতে। মূল হৰিকীৰ্ত্তনৰ আগদিনা চাউল ভোজনী দিয়ে, ইয়াত চাউল মাহ, লোণ, তেল, মছলা, পাচলি, খৰি, উখান, সোতা, চৰু, চৰুধৰা, বিৰিয়া আদি বিতৰণ কৰে। সত্ৰাধিকাৰক এটা বেলেগে সিধা দিয়াৰ নিয়ম। আগদিনা সকলোকে হৰিকীৰ্ত্তনৰ বাবে জনায়। চাউল ভোজনীৰ দিনা সকলোজনে সেই সাজ ভাত কৰোতা জনৰ মঙ্গলৰ হকে ঈশ্বৰ চিন্তা কৰি ভোজন কৰিব লাগে। কীৰ্ত্তন ঘৰত এখন শৰাইও দিয়ে। সেই দিনাই ৰাতি পিচদিনা মূল হৰি কীৰ্ত্তনৰ বাবে সত্ৰাধিকাৰ আৰু ডেকা সত্ৰাধিকাৰ একোখন চুৰিয়া, কাপোৰ, গামোচা অৰিহনা আৰু জলপানৰ সিধা দিয়ে। পিচদিনা আতাৰ গৃহত জল-পান বিতৰণ কৰে। গাখীৰ, গুড়, কোমল চাউল আৰু তামোল পাণ দিয়ে। কীৰ্ত্তনঘৰৰ গুৰু আসনত, আতাৰ গৃহৰ ঘাই বস্তুত, পাঠ আৰু ভাগৱতৰ থগাত একোখন নৱবস্ত্ৰ দিয়াৰ নিয়ম আছে। চন্দ্ৰতাপ, গুৰুআসনৰ ভেটি মোচা লোটা আৰু পাঠৰ লোটা, চৰিয়া আদি দিয়া হয়। প্ৰসাদৰ শৰাই দিয়া অপৰিহাৰ্য্য। এই উৎসৱলৈ অন্যান্য সত্ৰৰ সত্ৰাধিকাৰ সকলক আৰু ভকত সকলকো নিমন্ত্ৰণ কৰা হয়। প্ৰসঙ্গত কুলুপীয়া আৰু ধৰি গোৰা ঘোষা দুকলুপ গায়। দুটা কীৰ্ত্তন ঘোষাৰ এটাত ভাঙ্গনী দিয়ে। নাম সমাপনে গায়ন বায়ন উঠে, গুৰুমৃদং ধেমালি বাই বিহাৰ নাচ নচুৱাই। পৰে ঘোষা কীৰ্ত্তন, ওজাপালি, চালিনাচ হয়। তাৰ পিচতে ঘোষা কীৰ্ত্তন

কৰে। ঘোষা কীৰ্ত্তনত গোৱা ঘোষা তলত দিয়া হৈছে। অৱশ্যে ঘোষা কীৰ্ত্তনত প্ৰথমে অন্যান্য ঘোষা গোৱা হয়। শেষতহে নিম্ন স্থানত লিখা দুফাকি ঘোষা গায়।

১। হৰিকীৰ্ত্তনৰ তাপ লাগি পলায় পাপ দশোদিশে ভাগি
হেৰা পাইলে বুলি ত্ৰাসত ভিড়ি লৰড়ে।
ব্ৰহ্মাণ্ড ভিতৰে নাপাই ঠাই আউৰ ব্ৰহ্মাণ্ডক পলায় যায়
নামে খেদি নেন্তে ব্ৰহ্মাণ্ডোপৰি বাগৰে॥

২। দেহ ধন জন অৰ্থলোভে পাষণ্ড বুদ্ধিয়ে যিটো লৱে
সেহি হৰি নামে তাৰিতে শীঘ্ৰে নপাৰে।
শুদ্ধে বা অশুদ্ধে এক নাম শুনে বা ভণে বা মনে স্মৰে
অপৰাধহীন পুৰুষক সদ্যে তাৰে।

ঘোষা কীৰ্ত্তনৰ মাজতে "লঠা প্ৰসাদ" (আৰৈ চাউলৰ প্ৰসাদ) কল. তামোল-পাণ সহবিতৰণ কৰি থাকে। কীৰ্ত্তন সমাপনে হৰিকীৰ্ত্তন কৰোতা জনে আলধৰা পৰিজন সহ আঁঠুলৈ সেৱা কৰে। আশীৰ্ব্বাদ দিয়া শেষহলে সমূহ পক্ষৰ পৰা এখন কাপোৰ, গামোচা নিৰ্ম্মালি সহ আশীৰ্ব্বদীয়া স্বৰূপে তেখতক দিয়া হয়। সিমানতে দিনৰ ভাগৰ অনুষ্ঠান শেষ হয়। ৰাতিলৈ ভাওনা পাতে বা নেপাতিবও পাৰে। দুদিনমানৰ পিছত সত্ৰাধিকাৰ, সমূহ বৈষ্ণৱক নিমন্ত্ৰণ কৰি নি নিজ বহাত জলপান খুউৱাৰ নিয়ম এটিও আছে। সিমানতে হৰিকীৰ্ত্তন সামৰা হয়। ওপৰত লিখা বিধি ব্যৱস্থা আৰ্থিকৰ ওপৰত নিৰ্ভৰ কৰি আৰু বুঢ়াভকত সকলৰ বাদে অন্য ভকত সকলৰ ক্ষেত্ৰত হৰি কীৰ্ত্তন কৰা বিষয়ত কিছু তাৰতম্য ঘটে। অন্য সকলে, চৰু, উধান, খৰি, সোতা আদি দিব নালাগে। সত্ৰাধিকাৰ আৰু বুঢ়াভকত সকলৰ বাবেহে এইখিনি প্ৰযোজ্য। হৰিকীৰ্ত্তনৰ দিনা ৰাতি প্ৰতি বহাত প্ৰতিজন ভকতক এখন গামোচা, তামোল-পাণ আৰু পইচা চাৰিঅনা (এতিয়া ২৫ পইচা) দি হৰি কীৰ্ত্তন কৰ্ত্তাজনে সেৱা কৰিব লাগে। চাৰিখন বহাৰ বুঢ়াভকত সকলোকো এখন কাপোৰ, পইচা, তামোল-পাণ দি সেৱা কৰিব লাগে। নামলগোৱা আৰু পাঠক কেজনকো বেলেগে সন্মান কৰে। হৰিকীৰ্ত্তন কৰিলে 'বৰবুঢ়া' মান পায়। তেওঁলোকক নিৰ্দ্দিষ্ট স্থান দিয়া হয়।

## (থ)–একাদশী তিথি

এমাহত দুটা পক্ষ পৰে। এটা শুক্ল পক্ষ, আনটো কৃষ্ণপক্ষ। প্ৰতিটো পক্ষতে পোন্ধৰ দিন থাকে। উক্ত পোন্ধৰ দিনৰ ভিতৰতে কেইটামান বিশেষ তিথি আছে। ইয়াৰ ভিতৰত একাদশী, পূৰ্ণিমা, আৰু অমাৱস্যাই প্ৰধান।

প্ৰতিপদ প্ৰভৃতি পোন্ধৰটা তিথিৰ ভিতৰত এঘাৰ দিনৰ দিনা একাদশী, শুক্ল পক্ষ হলে সৰ্ব্বশেষৰ তিথি পোন্ধৰ দিনৰ দিনা পূৰ্ণিমা আৰু কৃষ্ণ পক্ষ হলে অমাৱস্যা বা আঁউসী পৰে। তিনিটা তিথি প্ৰধানা হলেও একাদশীকে সৰ্ব্বাগ্ৰগণ্যা বুলি কোৱা হয়। ই পুণ্য তিথিও। ইয়াত ভাত খতি আৰু হালখতি দুয়োটাই হয়। সকলোৱে এইদিনা সজকৰ্ম্ম, ধৰ্ম্মালোচনা কৰিব লাগে। সত্ৰত বিশেষ নাম প্ৰসঙ্গও হয়। পুৱা নামলগোৱাই নিম্নস্থানত লিখিত বৰগীতটি গায় অহিৰ ৰাগত।

## গীতৰাগ অহিৰ

গোৱিন্দ চিন্তহু বাল গোপালং।
ৰতন তলপ মহ শয়নে ৰহতু হৰি
পঙ্কজ নয়ন বিশালং ॥
কৰপঙ্কজ যুগ ধৰিপদ পঙ্কজ
বয়ন পঙ্কজে নিবেশিতং।
মুনিবৰ কৈছে চোড়ি অমিয় মধু
পদ পঙ্কজ ৰস পীতং ॥
ওহি মন ভাবি পৰম ৰতি কৌতুকে
নিজ পদ পঙ্কজ পানং।
বালক কেলি অমিয় ৰস সাগৰ
মাধৱ কহ পৰমানং ॥

গুৰু আসনৰ সম্মুখত এগছ বন্তি বেচিকৈ জ্বলোৱা হয়। গীতৰ শেষত নাম লোৱা হয়। নামত "গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ ৰাম মুৰাৰি'' বা মৌচন্দিয়া ঘোষা বা লতা কটা ঘোষা বা (কুলুপীয়া ঘোষা অধ্যায় দ্ৰষ্টব্য) "জয় হৰি ৰাম জয় শ্ৰীৰাম" এই ঘোষা গাই এটি ধৰিগোৱা ঘোষা গোৱা হয়। একাদশী বিষয়ৰ চৰিত তোলে। সকলো ভকতে প্ৰসঙ্গলৈ যায়। গা ধুই সকলোৱে আতাৰ গৃহ, পদশীলা, কীৰ্ত্তন ঘৰ, সত্ৰাধিকাৰৰ বাহৰত সেৱা কৰাৰ নিয়ম আছে। প্ৰসঙ্গ সমাপনে খোল তালৰ প্ৰসঙ্গ কৰে আৰু অহিৰ ৰাগ দি পুনৰ "গোৱিন্দ চিন্তহু বাল গোপালং" এই গীত সম্পূৰ্ণে গোৱা হয়। ৰাতিলৈ নামত এটি দীঘল কুলুপীয়া ঘোষা গায়। ৰাতিও ভাত খতি কৰা হয়। দিন ভাগত অন্য অনুষ্ঠান নকৰে। এইদৰে পুণ্য তিথি একাদশীৰ দিনা সজ ধৰ্ম্ম কৰ্ম্মৰ আলোচনা, সৎচিন্তা, নিৰামিষ আহাৰ, বিশেষ নাম প্ৰসঙ্গত অংশ গ্ৰহণ কৰিব লাগে। নকৰিলে দোষ আছে।

একাদশী তিথি পালনৰ বিস্তৃতি গুৰুজনাৰ চৰিত পুথি সমূহত

পোৱা যায়। অন্য চৰিতৰ কথা এৰি কথাগুৰু চৰিতৰ পৰা এটি উদ্ধৃতি দিয়া হ'ল। ইয়াৰ পৰাই গুৰুজনাই কেনেকৈ একাদশী পালন কৰিছিল, তাৰ এটি আভাস পোৱা হ'ব। দৈত্যাৰি ঠাকুৰ, ৰমানন্দ দ্বিজ, ৰামচৰণ ঠাকুৰ কৃত গুৰু চৰিততো একাদশী পালনৰ বিৱৰণ আছে।

## কথাগুৰু চৰিতৰ পৰা ঃ—

"আৰু এদিন শ্ৰীমাধৱদেৱ গা বিষমৰ হেতু চাউল সিজাব নুৱাইলে। পুৱা হ'ল একাদশী। পাছে শৌচ শুদ্ধি স্নান; গুৰু সেৱা কৈ ক্ষুধা তৃষাত গা ৰৰয়াব ধৈলে। তেহে এপোহা আতপ চাউল, দুই পহা জলেৰে ভোজনকৈ গৈ শ্ৰীশঙ্কৰদেৱক সেৱা কৰিলেগৈ। চাই বোলে ববাপো, আজি দেখো মুখ প্ৰসন্ন? কিবা ভোজন কৈলা হুবলা? বোলে বাপ, জলে সমে চাউল এপহা গিলা হ'ল, গা বিষমৰ হেতু। পাছে গুৰুজনে বোলে উদৰেই চৰু তাতে জঠৰ বহ্নি আছে, চাউল, পানী বহাইছা, লোণ তৈল খাৰ দিলে, সম্পূৰ্ণে ভোজনেই হয়। 'তুমি আমি কৰো যদি গৰিহিত কৰ্ম্ম। পাছৰ লোকে আকে মানিবেক ধৰ্ম্ম'॥ এই বুলি খঙিছে"।

ইয়াৰ পিচতে মাধৱদেৱৰ পৰামৰ্শ আৰু অনুৰোধক্ৰমে শঙ্কৰদেৱে একাদশীত পালিত কিছুমান কঠিন নীতি ত্যাগ কৰিব লগা হৈছিল। দুয়ো গৰাকী পুৰুষৰ আলাপ আলোচনাত কোন বেলা কি খাব লাগিব, তাৰো এটি নীতি নিৰ্দ্ধাৰণ কৰা হ'ল। কলিত মানব জাতি যে অন্নগতপ্ৰাণ তাৰ যুক্তি দৰ্শাই একাদশীৰ দিনা ভকত সকলে কি কৰিলে ধৰ্ম্ম কৰ্ম্ম দুয়োটাই বৰ্ত্তি থাকিব তাৰ সহজ সৰল অথচ কতিপয় কঠিন নিয়ম বান্ধিলে। এতিয়া অৱশ্যে যুগ কালৰ পৰিবৰ্ত্তনত সেই সময়ৰ নিয়ম প্ৰণালী সম্পূৰ্ণকৈ ৰাখিব পৰা নাই। আগৰ দিনত পিঠাগুৰি আৰু সান্দহৰ ব্যৱস্থা আছিল। এতিয়া তাৰ ঠাইত কোমল চাউলৰ জলপানে ভকতৰ উদৰ দখল কৰিছে। চৰিতৰ আদৰ্শানুযায়ী এই পৰ্য্যন্ত সত্ৰত একাদশী তিথি পালন কৰি অহা হৈছে কিছু পৰিবৰ্ত্তনেৰে। ইয়াক একাদশী ব্ৰত বুলি নকৈ একাদশী তিথি পালন কৰা বুলি কোৱা হয়।

## (থ—১) একাদশী তত্ত্ব, মহিমা আৰু উৎপত্তি॥

একাদশী বছৰেকত শুক্ল আৰু কৃষ্ণপক্ষ ভেদে পঁচিশটা পৰে। ইয়াৰ ভিতৰত চাৰিটা প্ৰধান। তাৰ নাম যথাক্ৰমে আহাৰ মাহত শয়ন একাদশী, ভাদ মাহত পাৰ্শ্ব পৰিবৰ্ত্তন, কাতি মাহত উত্থান আৰু মাঘমাহত ভীম একাদশী। ইয়াক "ভৈমী একাদশী"ও বোলে। চাৰিওটা শুক্লা একাদশী। প্ৰধানতঃ এই চাৰি একাদশীৰ উপৰিও বহুতো একাদশীৰ নাম আছে যেনে উৎপন্না,

মোক্ষা, সুফলা, পুত্ৰদা, ষট্‌তিলা, জয়া, বিজয়া, আমলকী পাপমোচনী, কামদা, বৰুথিনী, মোহিনী, অপৰা, নিৰ্জ্জলা, যোগিনী, দেৱশয়নী, কামিনী, পবিত্ৰা, অজা, পদ্মা, ইন্দিৰা, পাপাঙ্কুশা, ৰমা, প্ৰবোধিনী, আদি।

এই নামবোৰত অৱশ্যে কোনেও গুৰুত্ব দিয়া দেখা নাযায়। কিন্তু চাৰি একাদশীৰ কথা প্ৰায় সকলোৱেই জানে। চাৰি একাদশী উৎপত্তি বিষয়ে পদ্ম পুৰাণত এটি কাহিনী পোৱা যায়। এসময়ত মহাবলশালী মধু দৈত্যৰ সৈতে ভগবান বিষ্ণুৰ সমৰ হৈছিল। বিষ্ণুৱে দৈত্যৰ পৰা-ভৱত পলাই পৰ্ব্বতৰ গুহাত শয়ন কৰি আছিল। দৈত্যাই বিষ্ণুক বিচাৰি হিৰণ্যকশিপুৰ দৰেই ত্ৰিলোক ভ্ৰমি বিষ্ণুৰ কোনো সন্ধান নেপাই অৱশেষত হিমাচল প্ৰদেশৰ বদাৰিকাশ্ৰমৰ সন্নিকট এটা গুহাত শয়ন কৰা অৱস্থাত দৰ্শন পালে। দৈত্যাই এইটো কোন বুলি ধৰমাৰ কৰি বিষ্ণুক আক্ৰমণো-দ্যত হ'ল। এনেতে বিষ্ণুৰ শৰীৰৰ পৰা মহাবলশালিনী এগৰাকী কন্যা উদ্ভৱ হৈ দৈত্যৰ লগত মহাসমৰ আৰম্ভ কৰিলে। অৱশেষত কন্যাৰ হাতত দৈত্যাই প্ৰাণ হেৰুৱালে। তেনেতে বিষ্ণুৰ নিদ্ৰাভঙ্গ হৈ বলবতী কন্যা গৰা-কীক দৰ্শন হৈ ভীমকায় বিশিষ্টা তুমি কোন বুলি সোধাত কন্যাই সৰ্ব্ববৃত্তান্ত আদ্যোপান্তে ব্যক্ত কৰিলে। তেতিয়া বিষ্ণু সন্তুষ্ট হৈ বৰহস্ত মুদ্ৰা দৰ্শালে। কন্যাই ভগৱদ্ভক্তি প্ৰাৰ্থনা কৰিলে আৰু ক'লে যে আপোনাৰ পৰা জন্ম হোৱা আজি তিথিত যি ব্ৰতোপবাস কৰি তোমাৰ গুণানু-বাদৰ শ্ৰৱন কীৰ্ত্তন ভক্তি কৰিব, তেওঁৰ তোমাৰ চৰণত ভক্তি আৰু মুক্তি সুলভ হওক। এই বৰ দিয়ক। ভগবান বিষ্ণুৱে তথাস্তু বুলি বৰ প্ৰদান কৰিলে। সেই কন্যাগৰাকীৰ নামকৰণ কৰি দিলে বলশালিনী আৰু ভীমকায় বিশিষ্টা কাৰণে "ভৈমী"। সেইদিনাৰ নামেই "ভৈমী একাদশী"। এই তিথি মাঘত পৰে। ভগবানে যি সময়ত গুহাত শয়ন কৰিছিল, সেই নামেৰে নামকৰণ হ'ল "শয়ন একাদশী," যি সময়ত শোৱাৰ পৰা কাতি হৈছিল, সেই নামকৰণেৰে হ'ল "পাৰ্শ্ব পৰিবৰ্ত্তন" আৰু যি সময়ত শয়নৰ পৰা উঠিছিল, সেই নামেৰে নামকৰণ হ'ল "উত্থান একাদশী"। চাৰিটা মাহত চাৰিটা একাদশী এবছৰত শেষ হয়। মানুহৰ এবছৰত দেৱতাৰ এক নিমেষ হয় কাৰণে ভগৱানৰ ক্ষেত্ৰতো এক নিমেষতে চাৰিওটা একা-দশী পাৰ হৈ গৈছিল। ভগৱানে শয়ন কৰি থকা অৱস্থাতে চাৰি একাদশীৰ সৃষ্টি হোৱাত সেই আদৰ্শকে লৈ একাদশীৰ দিনা "গোবিন্দ চিন্তহু বাল গোপালং। ৰত্ন তলপমহ শয়নে ৰহতু হৰি পঙ্কজ নয়ন বিশালং"॥ এই শয়নৰ গীত গোৱা হয়। মাধৱদেৱ মহাপুৰুষে "কৃষ্ণ কৰ্ণামৃত" নামৰ গ্ৰন্থৰ পৰা শ্লোক ভাঙি গীতলৈ ৰূপান্তৰ কৰিছে। শ্লোকটি হ'ল —

কৰাৰবিন্দেন পদাৰবিন্দং মখাৰবিন্দে বিনিবেশয়ন্তম্ ।
বটস্য পটস্য পুটে শয়ানং বাল মুকুন্দং মনসা স্মৰামি ॥

( শ্ৰীকৃষ্ণকৰ্ণামৃতম্ )

মাধৱদেৱৰ গীতত মুকুন্দৰ ঠাইত গোবিন্দ বটপত্ৰৰ ঠাইত ৰতন তলপমহ আদি গোটাচেৰেক শব্দ অতিৰিক্তি কৰি লিখা হৈছে । একাদশীৰ দিনা "গোবিন্দ চিন্তহু বাল গোপালং" এই গীত গোৱাটো ধৰাবন্ধা । গীতৰ লগত সঙ্গতি ৰাখি প্ৰায়েই "গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ ৰাম মুৰাৰি" এই কুলুপীয়া ঘোষাটি গোৱা হয় । শয়নস্থ ভগৱানৰ শৰীৰৰ পৰা যে ভৈমী একাদশী বাজ হৈছিল , সেই আদৰ্শকে লৈ প্ৰায়েই "হিয়াৰ মাজে নামৰ ভাণ্ডাৰ মুখে বাজ হয়" এই ধৰি গোৱা ঘোষাও গায় ।

দশমীয়ে বিদ্ধা অৰ্থাৎ স্পৰ্শ কৰা একাদশী আৰু তাৰ নিয়ম নীতি সমূহ নিম্নস্থানত লিখা হৈছে । গৰ্গ সংহিতাৰ মাধুৰ্য্য খণ্ডৰ অন্তৰ্গত নাৰদ বহুলাশ্ব সংবাদৰ যজ্ঞসীতোপাখ্যান প্ৰসংগৰ নৱম অধ্যায়ত বিশেষ কথা আছে । গোপীসকলৰ প্ৰশ্নত ৰাধা নামৰ আন এগৰাকী গোপীয়ে কৈছিল প্ৰথমতে দৈত্য বিনাশৰ কাৰণে দেৱতাসকলে একাদশী ব্ৰত পালন কৰি হৰিক সন্তুষ্ট কৰি দৈত্যক পৰাজয় কৰে । বৈশান্তই যমলোকৰ পৰা একাদশী পালন কৰি পিতাকক উদ্ধাৰ কৰে । লুম্পক ৰজাই একাদশী ব্ৰত কৰি পুনৰ ৰাজ্য প্ৰাপ্ত হয় । ভদ্ৰাৱতী নগৰৰ ৰজাই তিথি পালন কৰি পুত্ৰ লাভ কৰে । শ্ৰীৰামচন্দ্ৰই সেতু বান্ধিবলৈ আৰু ৰাৱণ বধৰ কাৰণে একাদশী ব্ৰত পালন কৰে । সদাশিৱই একাদশী পালন কৰি ব্ৰহ্মা কপালৰ পৰা মুক্ত হৈছিল । অম্বৰীশ ৰজাই ইয়াৰ প্ৰভাৱত ব্ৰহ্মশাপ ধ্বংশ কৰে । মহীজিত ৰজাই এই ব্ৰত কৰি বৈকুণ্ঠবাসী হৈছিল আৰু হৰিচন্দ্ৰ ৰজাই পুৰবাসীৰে সৈতে স্বৰ্গবাসী হোৱা বুলি জনা যায় । একাদশী সাক্ষাৎ শ্ৰীহৰি-স্বৰূপ । যি একাদশী তিথি পালন কৰি শ্ৰীবিষ্ণুৰ নাম শ্ৰৱন-কীৰ্ত্তন কৰে, তেওঁ সহস্ৰ অশ্বমেধ, এশ ৰাজসূয় যজ্ঞৰ ফল পায় । একাদশী পালন কৰিলে কি হয় সেই সম্পৰ্কে বিভিন্ন ধৰ্ম্ম শাস্ত্ৰীয় প্ৰবচন নিম্নস্থানত উদ্ধৃত কৰা হ'ল :—

পদ্মপুৰাণত :— বৰ্ণানামাশ্ৰমানাঞ্চ স্ত্ৰীনাঞ্চ বৰবৰ্ণিনি ।
একাদশ্যপবাসস্তু কৰ্ত্তব্যো নাত্ৰ সংশয় ঃ ॥

অগ্নিপুৰাণত :— একাদশ্যা পবাসং যঃ সদা তু কুৰুতে নৰঃ ।
স যাতি পৰমং স্থানং যত্ৰ দেৱো হৰি স্থিতঃ ॥

গৌতমীয়তন্ত্ৰত :— বৈষ্ণৱো যদি ভঞ্জীত একাদশ্যাং প্ৰমাদতঃ ।
বিষ্ণুৰ্ব্বচনং বৃথা তস্য নৰকং ঘোৰমাপ্নুয়াৎ ॥

কাশ্যপ পঞ্চৰাত্ৰত ঃ— মনুখানে মচ্ছয়নে মৎপাৰ্শ্ব পৰিৱৰ্ত্তনে ।
অন্নং বা যদি ভুঞ্জীত ফল মূলম খাপিবা ।।
অপৰাধমহং তস্য ন ক্ষমামি কদাচন ।। ইত্যাদি

**(থ—২) একাদশী পালনৰ শাস্ত্ৰীয় নিয়ম ঃ—** দশমীৰ দিনা এবাৰ ভোজন কৰি ৰাতি জিতেন্দ্ৰীয় হৈ ভূমিত শয়ন কৰিব আৰু পানীও এবাৰহে খাব। ধৌত বস্ত্ৰ পৰিধান কৰি তনুমন বচনেৰে অত্যন্ত নিৰ্ম্মল হৈ থাকিব। পিচদিনা ব্ৰাহ্মমুহূৰ্ত্তত উঠি ভগবানক সেৱা কৰি শৌচাদিৰ পৰা নিবৃত্ত হৈ স্নানান্তে কামাদি ষড়ৰিপু আৰু কুসঙ্গ ত্যাগ কৰি ভগৱৎ পূজা সমাপনে সৎসঙ্গত ভগবানৰ কথালাপ কৰি থাকিব। একাদশীৰ দিনা কাঁহৰ পাত্ৰ, মাংস, মচুৰ, শাক, পৰান্ন, দিবভোজন; মৈথুন; তৈল্যসেৱনাদি ত্যাগ কৰিব। সেইদৰে দ্বাদশীতো পাৰনা কৰি এবাৰ ভোজন কৰিব। এয়ে একাদশী পালনৰ শাস্ত্ৰীয় বিধি।

**(থ—৩) মন্তব্য** ঃ—বৰ্ত্তমান অন্নগতপ্ৰাণ মানৱ জীৱনত এনে নিয়মে একাদশী পালন কৰাটো কঠিনতম। মাত্ৰ পূৰ্ব্বৰ শাস্ত্ৰীয় মত লঙ্ঘন নকৰাকৈ বা কিঞ্চিৎ মাত্ৰ শাস্ত্ৰবাক্য পালনৰ কাৰণে দেহৰক্ষাৰ নিমিত্তে বৰ্ত্তমানৰ খাদ্যই সুজাকৈ একাদশী তিথি পালন কৰি অহা হৈছে।

**(থ-৪) দশমী বিদ্ধ একাদশী** ঃ— দশমীবিদ্ধ বা দশমীয়ে স্পৰ্শ কৰা একাদশী বৰ্জ্জিত হয়। একাদশী তিথিৰ দিনা যদি দশমী তিথিয়ে স্পৰ্শ কৰে, সেই দিনা "দশমীয়ে বিদ্ধা" একাদশী বুলি কয়। সেইদিনা একাদশী পালন কৰা নহয়। দ্বাদশীৰ দিনা সম্পূৰ্ণ একাদশী পালন কৰা হয়। সেই সম্পৰ্কে শাস্ত্ৰবাক্য নিম্নস্থানত উদ্ধৃত কৰা হ'ল :—

একাদশীত্যাদি মহাব্ৰতানি
কুৰ্য্যাদ্বিবেধানি হৰিপ্ৰিয়ানি
বিদ্ধা দশম্যা যদি সাৰুণোদয়ে,
সা দ্বাদশীতু পসেদ্বিহায় তাম্ ।।

বৈষ্ণৱমতাব্জভাস্কৰ/১৬ নং শ্লোক।

অৰ্থাৎ ভগবদ্ প্ৰীতি ইচ্ছাযুক্ত সাধকে ভগবানৰ প্ৰিয় অৰুণোদয় কালত দশমী বিদ্ধা ৰহিত একাদশী মহাব্ৰতৰ অনুষ্ঠান কৰে। যদি সেই একাদশী অৰুণোদয় কালত দশমীয়ে স্পৰ্শ কৰে, তেন্তে সেই একাদশী ত্যাগ কৰি দ্বাদশীত ব্ৰত উপবাস কৰি ত্ৰয়োদশীত পাৰণা কৰিব।

ভবিষ্যপুৰাণত :— আদিত্যোদয় বেলায়াঃ প্ৰাঙমুহূৰ্ত্তদ্বয়ান্বিতা
একাদশী তু সম্পূৰ্ণা বিদ্ধান্যা পৰিকীৰ্ত্তিতা ॥

অৰ্থাৎ একাদশী যদি সূৰ্য্যোদয়ৰ চাৰিদণ্ডৰ আগৰ পৰা প্ৰবৃত্তি হৈ পিচ দিনা সূৰ্য্যোদয় পৰ্য্যন্ত থাকে, তাক সম্পূৰ্ণা বোলে ; নতুবা একাদশী বিদ্ধা হয়।

কণ্বসংহিতাত ঃ— অৰুণোদয় বেলায়াং দশমী সংযুতা যদি।
অত্ৰোপোষ্যা দ্বাদশী স্যাৎ ত্ৰয়োদশ্যাংতু পাৰণম্ ॥

অৰ্থাৎ–অৰুণোদয়ৰ সময়ত যদি বা সেই সময়লৈকে দশমী তিথি থাকে তেতিয়া হলে দ্বাদশীৰ দিনা (একাদশীৰ) উপবাস কৰি ত্ৰয়োদশীৰ দিনা পাৰণা কৰিব

অগ্নিপুৰাণৰ ১৮৭ অধ্যায়ত অগ্নিয়ে বশিষ্ঠ মুনিক কৈছিল যে দশমী বিদ্ধা একাদশীত কেতিয়াও উপবাস নকৰিব। উপবাস কৰিলে নৰক প্ৰাপ্তি হয়। এইদৰে কাশ্যপ পঞ্চৰাত্ৰতো ভগবানৰ বাণী পোৱা যায়। ইয়াৰ উদ্ধৃতি বহু দিব পাৰি। সংক্ষেপে মাত্ৰ ইয়াক প্ৰকাশ কৰা হ'ল। দশমী বিদ্ধা একাদশী যে বৰ্জ্জিত ইয়াক সত্ৰৰ সকলোৱে জানে। সেই কাৰণে একাদশী তিথি উপস্থিত হলেই তিথি কিমান সময়ত আৰম্ভ হৈছে তাক চালি জাৰি চোৱা হয়। একাদশী তিথি কেতিয়াকৈ পৰে তাক মুখস্থ কৰি থকাৰ প্ৰয়োজন নাই। কিবা এটাই সহজতে হৃদয়ঙ্গম কৰি দিয়ে। এইটো সকলোৱে বাবে। একাদশীৰ দিনা পোক পৰুৱা নাশ নকৰিবৰ বাবেই হাল খতি কৰে। এই দিনা ধান সিজোৱাও নিষিদ্ধ।

(দ) –**অমাৱস্যা তিথি (আঁউসী) ঃ—**

এমাহত দুটা পক্ষ পৰে আৰু কৃষ্ণ পক্ষৰ পোন্ধৰ দিনৰ দিনা অমাৱস্যা বা আঁউসী তিথি মিলে। আধুনিক বিজ্ঞানে অমাৱস্যা আৰু পূৰ্ণিমা সম্বন্ধে বিভিন্ন তথ্য পাতিৰে যুক্তি প্ৰমাণ দিলেও "অমা সহ বসতোঽস্যাং চন্দ্ৰাকৌ" এই পৌৰাণিক শাস্ত্ৰীয় প্ৰবচন মনত ৰাখি বা একাদশীৰ পিচতে অমাৱস্যাক দ্বিতীয় স্থান দি বিশেষ তিথি হিচাবে সত্ৰত পালন কৰি আহিছে। দেহৰ লগত চন্দ্ৰ সূৰ্য্যাদি গ্ৰহবোৰৰ সম্বন্ধ আছে বুলি জ্যোতিষ শাস্ত্ৰই কয়। সেয়ে অমাৱস্যাত চন্দ্ৰৰ দৰ্শন নঘটে বা নষ্ট হোৱাৰ কাৰণে সেইদিনা ৰাতি পাকান্ন ভোজন নিষিদ্ধ কৰা হয়। স্বাস্থ্যৰ কাৰণেও উপকাৰী বুলি কোৱা হৈছে। সেই দিনা পৰা পক্ষত বিনা ভোজনেই থাকিব লাগে। পিচে আজি কালি মানুহৰ বাবে বিনা ভোজন এটা মাৰাত্মক ব্যাধি। গতিকে কোমল চাউল আৰু গাখীৰ ইয়াৰ বাবে যথেষ্ট। গধূলি প্ৰসঙ্গত বিশেষ নাম প্ৰসঙ্গ হয়। হাল খন্তিও কৰে। অৱশ্যে এইখিনিতে এটা কথা বক্তব্য এই যে

অমাৱস্যা তিথি স্থিতিৰ ওপৰতে নিৰ্ভৰ কৰে। অমাৱস্যা তিথি যদি গধূলিহে মিলিছে তেন্তে পুৱা হালখতি নকৰে আৰু ধানো সিজাব পাৰে। পিচদিনা-লৈকে অৰ্থাৎ পুৱা ৭ বা ৮ বজালৈকে ( তাতকৈ অধিক হলেও ) যদি অমাৱস্যা তিথি বৰ্ত্তি থাকে, সেইদিনাহে হালখতি আৰু ধান সিজোৱা নিষিদ্ধ হয়। যদি পুৱা ৫ বা ৬ বজাৰ পৰা অমাৱস্যা মিলে, তেতিয়া হালখতি, ধান সিজোৱা নিষিদ্ধ হয়। ৰাতিলৈ পাকান্ন নিষিদ্ধ আছেই। হালখতি আৰু ধান সিজো-ৱাটো অমাৱস্যা প্ৰবেশৰ সময় বেলিকা আৰু ভাত খতিটো ৰাতি বেলিকাত প্ৰয়োগ ঘটে। পুৱা পাকান্ন ভোজন কৰে। দিন ভাগত অমাৱস্যা মিলিলেও সূৰ্য্যৰ উপস্থিতিত চন্দ্ৰৰ শক্তি লাঘব হৈ থাকে বাবে অন্ন ভোজনত দোষ নাই। সেই সম্বন্ধে বিষ্ণুপুৰাণৰ দুটি প্ৰামান্য শ্লোকেই যথেষ্ট যথা—

১। অপ্সুতস্মিন্নহোৰাত্ৰে পূৰ্ব্বং বসতি চন্দ্ৰমা।
ততো বীৰুৎসু বসতি প্ৰয়াত্যৰ্ক্যং ততঃ ক্ৰমাৎ ॥

বিষ্ণু পুৰাণ/২/১২/৯

অৰ্থাৎ-সূৰ্য্য প্ৰবেশৰ পূৰ্ব্বে চন্দ্ৰই অহোৰাত্ৰ জলত বাস কৰি তাৰ পিচত লতা সমূহত আশ্ৰয় লয়। তাৰ পিচত সূৰ্য্যলৈ গতি কৰে।

২। নৈৱদন্তমনমৰ্কস্য নোদয়ঃ সৰ্ব্বদা সতঃ।
উদয়াস্তমনাখ্যং হি দৰ্শনাদৰ্শনং ৰবেঃ ॥

বিষ্ণুপুৰাণ/২/৮/১৫

অৰ্থাৎ-বৰ্ত্তমান সূৰ্য্যৰ উদয় আৰু অস্ত নাই। সূৰ্য্যৰ দৰ্শন আৰু অদৰ্শনেই উদয়াস্ত বুলি কয়।

( ধ ) **পূৰ্ণিমা আৰু সংক্ৰান্তিঃ—** অমাৱস্যাৰ দৰে পূণিমা আৰু সংক্ৰান্তিৰ দিনা হাল খতি কৰে আৰু ধান সিজোৱা নহয়। পূণিমাত পাকান্ন ভোজন হয়। সংক্ৰান্তিত বয়োজ্যেষ্ঠ সকলে যেতিয়া যি সময়ত সংক্ৰান্তি সঞ্চাৰ হয়, সেই সময়ত সেইসকলে পাকান্ন ভোজন নকৰে। বাকী নিয়ম একেই। চন্দ্ৰই সেই দিনা পূৰ্ণতা লাভ কৰে বাবে পূণিমা আৰু সূৰ্য্য সংক্ৰমন হয় বাবে সংক্ৰান্তি বোলে।

## ( ন ) "সত্ৰাধিকাৰ আৰু ভকতসকলৰ মৃত্যু তিথি"

সত্ৰৰ সত্ৰাধিকাৰ গৰাকীজনৰ মৃত্যুৰ আগে আগে বা কিছুদিনৰ আগতে সময় বুজি সমূহ ভকতৰ সাক্ষাতে তেখেতৰ উত্তৰাধিকাৰী পোষ্য পুত্ৰ ডেকাধিকাৰজনাক সত্ৰৰ সমস্ত ভাৰ অৰ্পণ কৰে। মালা নিৰ্ম্মালি চাৰি-ধাৰ শিৰত দি আশীৰ্ব্বাদ কৰা হয়। সত্ৰাধিকাৰজন অৱশ হৈ আহিলে

বা নাহিলেও ৰাতি কীৰ্ত্তন ঘোষা আৰু নাম ঘোষা পাঠ কৰি থকা হয়। মৃত্যুৰ আগে আগে খাটত নতুন বস্ত্ৰাদি দি মূৰত পাগুৰি মাৰি মালা চাৰি-ধাৰ আৰু আতাৰ গহৰ পৰা দিয়া এখন নতুন গামোচা, কাপোৰ মালা নিৰ্ম্মালি সহ সজোৱা হয়। আগফালে নৱৰোপিত তুলসীৰ গুৰিলৈ খাট সহ নি হৰি নাম কৰ্ণবোহৰত প্ৰৱেশ কৰোৱা হয়। মৃত্যু হোৱাৰ লগে লগে হৰিধ্বনি কৰে আৰু তাৰ সঙ্গতি ৰাখি ভোৰ তাল, শঙ্খ, কাঁহ, ডবা বাজে। মুক্ত আকাশৰ তলত মুক্ত বায়ুৰ লগত ব্ৰহ্মলীন হ'বলৈ দিয়া হয়। ঘৰৰ ভিতৰত মৃত্যু হ'বলৈ দিয়াটো সত্ৰীয়াসকলৰ এটা মহৎ দোষ বুলি বিশ্বাস আছে। কাৰণ ঘৰ হ'ল সহস্ৰ গ্ৰন্থীযুক্ত আৰু মায়াৰ আলয়। তাত মৃত্যু হ'বলৈ দিয়া মানে মায়াবদ্ধ আৰু সহস্ৰ গ্ৰন্থীৰ মাজত জীৱটোক ৰাখি বায়ুৰ লগত লীন হ'বলৈ বাধা দিয়াটো। মুক্তাকাশ আৰু ঘটাকাশৰ পাৰ্থক্য আছে। মুক্তাকাশত যিমান সহজে প্ৰাণ পক্ষী উৰি যাব পাৰে, ঘটাকাশত সিমান সহজে নিশ্চয় যাব নোৱাৰে। প্ৰাণ বায়ু হ'ল এটা অদৃশ্য পদাৰ্থ। বায়ুও এটা অদৃশ্য পদাৰ্থ। গতিকে দুয়োকো লগ লগাবলৈ লাগিব এখনি মুক্তাকাশ। গীতাৰ দ্বিতীয়াধ্যায়ৰ :—

বাসাংসি জীৰ্ণানি যথা বিহায়
নৱানি গৃহ্নাতি নৰোঽপৰাণি।
তথা শৰীৰাণি বিহায় জীৰ্ণা --
ন্যন্যানি সংযাতি নৱানি দেহি ॥

"যেন জোকে তৃণ পাইলে এৰে আউৰ তৃণ। জনম মৰণ স্বপ্ন এৰে নোহে ভিন॥ বুলি কোৱাৰদৰে যদি মুক্তাকাশত বায়ুৰ লগত মিলন হবলৈ বা নৱদেহ ধাৰণ কৰিবলৈ সুবিধা দিব লাগে; তেন্তে মুক্তাকাশত মৃত্যু হ'বলৈ দিয়াটো বাঞ্চনীয়।

সত্ৰাধিকাৰ বৈকুণ্ঠী হ'লে সত্ৰৰ সকলো ভকত বাহিৰ ওলাই আহি তেখেতৰ শেষকৃত্য সমাপনত ব্যস্ত হয়। মৃত্যু শয্যা য'ত ৰখা হয়। তাৰ চাৰিওকাষে চৰিটা খুঁটি মাৰি থয়। তিনিদিনৰ দিনা তিলনীত পুৱা তাত গোবৰ মাটি দি মুচি শুদ্ধ কৰা হয়। সত্ৰাধিকাৰ জনক চাৰিজন বা দুজন সগোত্ৰীয় ব্যক্তিয়ে কান্ধত নিয়ে। লগত গায়ন বায়ন সকলে গীত মাত নামলগোৱাই ঘোষা গাই যোৱাৰ নিয়ম। সত্ৰৰ ভিতৰ কৰাপাট বা সত্ৰৰ পৰা বাহিৰ ওলালে যাত্ৰা ঘোষা দিয়ে। কীৰ্ত্তনৰ কংসবধ খণ্ডৰ "জয় হৰি জয় ৰাম' ঘোষা দি পদ দিয়া হয়। এই আহি বদলা আতাৰ দিনৰ পৰা হৈছে।

**(প)—যাত্ৰা ঘোষা দিয়াৰ নিয়ম প্ৰৱৰ্ত্তন ঃ—** বদলা আতাই অন্তিম বয়সত ভাবিছিল যে তেখাৰ প্ৰিয় শিষ্য আৰু আলধৰা যোগ্য ব্যক্তি হৰি আতৈক সত্ৰাধিকাৰৰ গধুৰ ভাৰ অৰ্পণ কৰি যাব। হৰি আতে ব্ৰাহ্মণ আছিল। পিচে বাটত বিধি পথালি দিলে। হৰি আতৈয়ে আতাৰ এই অভিলাষৰ কথা জানিব পাৰি এদিন আতাৰ ওচৰত আঁঠুলৈ সেৱা কৰি জনালে আতা! তোমবা আমাক এটি বৰ দিব লাগে। আতাই ক'লে হৰিচৰণ! কি লাগে কোৱা, আমি নিশ্চয় দিম। আতৈয়ে কলে আতা! তোমবা জীৱিত থাকোতেই যেন আমাৰ প্ৰাণ বায়ু যায়, ইয়াকে লাগে। আতাই এই কথাত মৰ্ম্মান্তিক বেজাৰ পালে আৰু কান্দি কান্দি কলে–হৰিচৰণ! আমি ভাবিছিলো মোৰ পিচত তুমিয়েই সত্ৰৰ ভাৰ বহন কৰিবা। পিচে সেই অভিলাষ পূৰণ নহ'ল। তোমাৰ অভিলাষহে সিদ্ধি হ'ল। তুমি যি বাঞ্চা কৰিছা সেয়ে পূৰ্ণ হব। কথামতে কাম। কিছুদিনৰ পিচত হৰি আতৈ বৈকুণ্ঠী হ'ল। এই সংবাদ পালে আতা মূৰ্চ্চা যোৱাৰ ভয়ত ভকত সকলে আলধৰা গোবিন্দ আতৈক আতাৰ কাষত ৰাখি আতাই সম্ভেদ নোপোৱাকৈ হৰি আতৈৰ শৱ দাহ কৰিবৰ কাৰণে লৈ গ'ল। বোধহয় পূৰ্ব্বতে মৃত্যুস্থানৰ পৰাই যাত্ৰা ঘোষা গাই যোৱাৰ নিয়ম বান্ধিছিল। পিচে নিচেই ওচৰতে গালে আতাৰ কৰ্ণস্পৰ্শ হ'ব আৰু অধিক দুখ কাতৰ হ'ব বুলি জানি ভকত সকলে সত্ৰৰ বাহিৰ হৈ যাত্ৰা ঘোষা গাই গৈছিল। সেই আদৰ্শ এতিয়ালৈকে থাকি গ'ল।

**(প —১) যাত্ৰা ঘোষা গোৱাৰ উদ্দেশ্য ঃ—** এখন গৃহস্থী সংসাৰ ত্যাগ কৰি সত্ৰলৈ আহে মায়া মোহ জালত নপৰি ভক্তি তত্বলৈ কায়বাক্যমনে একশৰণ গ্ৰহণ কৰি পাপহস্তীক দমন কৰা। সমনাধিকাৰ যাতে হ'ব নোৱাৰে, তালৈ লক্ষ্য ৰাখি বিষ্ণুৰ নামামৃত পান কৰি বিষ্ণুৰ সান্নিধ্য লাভ কৰাই উদ্দেশ্য। গোটেই জীৱনত নামময় কৰাৰ পিচত মৃত্যুৰ বেলিকাও যাতে নামৰ পৰা অব্যাহতি দিয়া নহয় তাৰ বাবেও এই নামৰ ব্যৱস্থা। দ্বিতীয়তে "জয় হৰি জয় ৰাম" ঘোষা দি নাম যে সৰ্ব্ববলীয়ান তাৰ জয় ঘোষণা কৰা হৈছে। তৃতীয়তে পদত আছে গোপৰূপে নন্দৰ তনয়। শুভক্ষণে কৰিলা বিজয়॥ বাজে শিঙ্গা বাংশীৰ নিসান। কংসবধে কৰিলা প্ৰয়াণ॥ ইয়াৰ অৰ্থ হ'ল বৈকুণ্ঠপতি ভগৱন্তই গোপৰূপে ব্ৰজধামত লীলা বিহাৰ কৰিছিল। এওঁ কপট গোপবেশী। মাধৱ দেৱৰ নামঘোষাত আছে —

যি হেতু চৈতন্য পূৰ্ণ পৰমাত্মা ৰূপে হৰি
হৃদয়ত আছন্ত প্ৰকাশি ।
তাতেসে ইন্দ্ৰিয় গণ ভূতপ্ৰাণ বুদ্ধি মন
প্ৰবৰ্ত্তে যতেক জড় ৰাশি ।।

পৰমাত্মা চৈতন্য। গোপৰূপ জীৱাত্মা নন্দৰ তনয় ৰূপ পৰমাত্মাৰ পিচে পিচে শুভক্ষণত বিজয় কৰিছে। দেহত যেতিয়া পৰমাত্মা হীন হয়, তেতিয়া জীৱাত্মা নিষ্ক্ৰিয়। মাকৰ পিচে পিচে শিশু পুত্ৰ ধাৱন হোৱাৰ দৰে। জীৱাত্মাৰ পিচে পিচে যায় পাপ আৰু পুণ্য। যদি পুণ্যাৰ্জ্জন কৰিব পাৰিছে তেন্তে কংসৰূপ পাপ ধ্বংস কৰাত নিচেই সহজ। এই সঙ্ক্ষেপ পাৰমাৰ্থিক দৃষ্টিত এই আদৰ্শ পালন কৰি অহা হৈছে। মৃত্যু পৰ্য্যন্ত যাতে হৰি নামময় হয়, তাৰ বাবেই এই ব্যৱস্থা কৰি ৰখা হৈছে।

এনেদৰে শৱ যাত্ৰা কৰিবলৈ যোৱাৰ পিছত যথাস্থানত শৱ দেহ স্থাপন কৰিব। উত্তৰ পূব মুৱাকৈ চিতা নিৰ্ম্মাণ কৰিব। তাৰ কাৰণ হ'ল পূব দিশে "কৃষ্ণ সূৰ্য্য ভৈলন্ত উদিত। নাম ধৰ্ম্ম, কৰিলা বিদিত"। উত্তৰেঃ— "ধৰিলা উত্তৰ দিশ ৰাজা যুধিষ্ঠিৰ"। উত্তৰ দিশে বৈকুণ্ঠ আছে আৰু পূব দিশে কৃষ্ণ সূৰ্য্য উদয় হয়। সেয়ে আদৰ্শ। ক্ৰবাদ্ অগ্নিয়ে শৰীৰ দাহ কৰে। চিতাৰ অগ্নিৰ নামেই হ'ল ক্ৰবাদ্ অগ্নি। হোম যজ্ঞাদিত যি অগ্নি স্থাপন কৰা হয়, সেই অগ্নিৰ পৰা ক্ৰবাদ্ অগ্নি আঁতৰাই লোৱা হয়। আনকি দৈনন্দিন মন্দিৰ আদিত জ্বলোৱা বন্তিৰো ক্ৰবাদ্ অগ্নি আঁতৰাই লোৱা বিধেয়। ক্ৰবাদ্ অগ্নিয়ে শৰীৰ দাহ কৰাটো প্ৰমাণ কৰে। চিতাৰ মুখাগ্নি কৰা অগ্নিৰ ক্ৰবাদ্ অগ্নি নুগুচায়। কৰ্ম্মবাসনাৰ আবদ্ধ দেহটি পুৰি জীৱাত্মাক দেখাই দিয়া হয় যে তুমি এই দেহলৈ আশা নকৰিবা। তোমাৰ দেহ পোৰা হ'ল। যেনেকৈ সীতাক ৰামচন্দ্ৰই বনলৈ যাওঁতে অগ্নিত সোধাই গৈছিল, সেইদৰেই আমিও স্থূল দেহটি অগ্নিত সোধাই দিওঁ। আগতেও তেজ বা দেহৰ প্ৰকাশ অগ্নিয়েহে আমাক দিয়ে। বিৰাট ব্ৰহ্মাণ্ডটিও অগ্নিয়ে দগ্ধ কৰিছিল যেনেঃ—

বায়ু সূৰ্য্য নিঃস্বত্ব কৰিলে সবৰাজ।
অনন্ত মুখৰ পৰা অগ্নি ভৈলা বাজ।।
হাজাৰেক মুখে বিষ বহ্নি বাজ হই।
পাতালক দহিয়া উৰ্দ্ধক উধাই জুই।।
সাতো পৃথিবীক বহ্নি লাগিলেক চানি।
পোৰে সাতো স্বৰ্গ যেন জ্বলন্ত অগনি।।

ব্ৰহ্মাণ্ডক দহিলেক বাহিৰে ভিতৰে।
তপত লোহাক যেন দেখি নিৰন্তৰে॥

( অনাদি পাতন-শঙ্কৰদেৱ )

মহাভাৰতৰ আশ্বমেধিক পৰ্ব্বত আছেঃ— ( শ্ৰীকৃষ্ণই যুধিষ্ঠিৰক কৈছে )

ব্ৰহ্মত্বেনাসৃজং লোকানহমাদৌ মহাদ্যুতে।
সৃষ্টোহগ্নি মুখতঃ পূৰ্ব্বং লোকানাংহিত কাম্যয়া॥
যস্মাত্তু সৰ্ব্ব কৃত্যেষু পূৰ্ব্বমস্মৈ প্ৰদীয়তে।
আহুতি দীপ্যমানায় তস্মাদগ্নীতি কথ্যতে॥

মহাভাৰত। ১৬।৮,২০

অৰ্থাৎ "হে তেজস্বী মহাৰাজ! আমি সৃষ্টিৰ প্ৰাৰম্ভতে ব্ৰহ্ম স্বৰূপে সম্পূৰ্ণ লোকসকলৰ সৃষ্টি কৰি লোকসকলৰ মঙ্গলৰ বাবে নিজে মুখৰ পৰা প্ৰথমতে অগ্নিক সৃষ্টি কৰিছিলো সৰ্ব্ব কাৰ্য্যৰ সৰ্ব্বাগ্ৰে অগ্নি প্ৰজ্বলিত কৰি আহুতি দিয়া হয় কাৰণে অগ্নি বোলে"। চিতাৰ চাৰিও কাষে খৰি জাপি দিব। ইয়াৰ পিচতে ডেকাধিকাৰ জনাই গাধুই একুৰা জুই লৈ চিতাৰ চাৰিও কাষে তিনিবাৰ প্ৰদক্ষিণ কৰি শৱৰ মুখাগ্নি কৰে। দপ্ দপ্কৈ জুই জ্বলি উঠে। তদন্তে সমূহ বৈষ্ণৱলৈ আঠুলৈ সেৱা জনাই মৃতকৰ হকে প্ৰাৰ্থনা কৰে। এজন বুঢ়া ভকতে আশীৰ্ব্বাদ কৰে। আশীৰ্ব্বাদ দিয়াৰ পিচতে সত্ৰৰ ভঁৰালৰ পৰা নিয়া মিঠাতেল এজন দেউৰীয়ে প্ৰত্যেককে অলপ অলপকৈ দি যায়। সকলোৱে হাতত বা গাত মাৰ্জ্জন কৰে। ইয়াৰ দ্বাৰা শৱ যাত্ৰাতে শৱ দাহত উদ্ভৱ হ'ব পৰা বীজাণু নাশ কৰে বুলি কয়। তেল মাৰ্জ্জন কৰি হলে সকলোৱে গাধোৱে। শৱ যাত্ৰা কৰি যোৱা পথটো গোবৰ পানী চটিয়াই শুদ্ধ কৰি দিলেহে গা ধোৱা ভকত সকল যাব পাৰে। ইয়াৰ পিচতে বহাৰ ভিতৰৰ কাপোৰ কানি তিয়াই, কাহি বাতি ধুই, বহা পিৰালি গোবৰ মাটিৰে মুচি শুদ্ধি কৰা হয়। তিনিদিনীয়া তিলনীত শৱ বহন কৰা ব্যক্তি কেগৰাকীও শুদ্ধ হয়। তেওঁলোকে তিনিও দিন পিঠাগুৰি, কল, গাখীৰ আদি খাব লাগে। মুখাগ্নি কৰা জনে তিনিও দিন উপবাসে থকাৰ নিয়ম। সকলোৱে চৰু পেলাই দিয়ে।

তিলনীৰ দিনা বিয়লি কীৰ্ত্তন ঘৰৰ টুপত সকলো ভকতক একত্ৰ কৰি তামোল পাণৰ শৰাই দি ডেকাধিকাৰে দহা আৰু আদ্য শ্ৰাদ্ধৰ কাৰ্য্যৰ বাবে সকলো প্ৰকাৰ সহায় সহযোগিতা কামনা কৰি জনায়। সেই দিনাই দহা কাৰ্য্যৰ বাবে প্ৰয়োজনীয় প্ৰস্তুতি কৰে।

দহাৰ দিনা পুৱা প্ৰতি বহাতে মিঠাতেল বিতৰণ কৰাৰ নিয়ম। আসনত নৱ বস্ত্ৰ দিব। নামলগোৱাই "মাধৱ মাধৱ মাধৱ মধুৰিপু গোবিন্দ কৃষ্ণ হৰি হৰি ৰাম" এই কুলপীয়া ঘোষা গায়। ঘোষাৰ পিচৰ চাৰিফাকি এৰে। পাঠকে শ্ৰীকৃষ্ণ বৈকুণ্ঠ প্ৰয়াণৰ তিনিটা কীৰ্ত্তন ভাঙনী সহ দিব। নাম থলে সেৱা কৰে। নামৰ আগে আগে আতাৰ গৃহত জলপান যেনে গাখীৰ, গুড়, চাউল তামোল পাণ বিতৰণ কৰা হয়। সেৱা কৰোতে অপৰাধৰ হে প্ৰাৰ্থনা কৰে। মৃতকৰ গুণাগুণখিনি দহা কাৰ্য্যৰ শেষত কোৱা হয়। প্ৰসাদ বিতৰণ, পাঠ, ভাগৱত শেষ হোৱাৰ পিচত গায়ন বায়ন উঠে। গুৰু মৃদং ধেমালি বোৱাৰ পিচত বিহাৰ নাচ নচুৱা হয়। তদন্তে ঘোষা কীৰ্ত্তন, ওজাপালি, চালি নাচ আৰু পুনঃ ঘোষা কীৰ্ত্তন কৰা হয়। ইয়াৰ পিচতে আবৈ চাউলৰ প্ৰসাদ বিতৰণ কৰে। ইয়াতে শৰাই দি আঠু লে প্ৰাৰ্থনা কৰিব। প্ৰাৰ্থনা কৰাৰ পিচত বুঢ়াভকত জনে আশীৰ্বাদ জনাব। প্ৰসাদ বিতৰণ তথা আশীৰ্বাদ শেষ হলেই দিনৰ ভাগৰ কাৰ্য্যবো শেষ। ৰাতিলৈ ভাওনা পাতে। ভাওনাৰ শেষত ডেকাধিকাৰে অৰিহণা দিব লাগে।

দহা কাৰ্য্য শেষ হলে আদ্য শ্ৰাদ্ধ হয়। ৺সত্ৰাধিকাৰ সকলৰ আদ্য শ্ৰাদ্ধ মহা পয়োভৰেৰে কৰা হয়। নাম-কীৰ্ত্তনৰ নিয়ম প্ৰণালী দহা কাৰ্য্যৰ দৰে একেই। মাত্ৰ সত্ৰাধিকাৰৰ নিৰ্ম্মালি প্ৰদান অনুষ্ঠানটো বৰ জাক জমক ভাৱে কৰে। ডেকাধিকাৰ জনক গাধুৱাই নৱ বস্ত্ৰ পৰিধান কৰোৱা হয়। পাগুৰি মাৰে। পোনতে সত্ৰাধিকাৰৰ গাদীৰ কাষতে বহুৱাই আতাৰ গৃহৰ পৰা গায়ন বায়নে সদল বলে ঘাই দেউবীজনে অনা ধোপ নিৰ্ম্মালি সত্ৰৰ সমূহ বৈষ্ণৱৰ হৈ মুখ্য বুঢ়াভকত জনে আৰু তৎ সংস্ৰাৱ অন্য সত্ৰৰ সত্ৰাধিকাৰ সকলে প্ৰদান কৰে। নিৰ্ম্মালি প্ৰদান কৰোতে সত্ৰৰ প্ৰতিষ্ঠাতা গৰাকীৰ পৰা আৰম্ভ কৰি বৈকুণ্ঠী সত্ৰাধিকাৰ জনাৰ দিবসৰ চৰিত ব্যাখ্যা কৰা হয়। সত্ৰখনি সুচাৰু ৰূপে চলাবলৈ, সকলো বৈষ্ণৱক সমান চকুৰে চাবলৈ, ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ সুমতি, সুবুদ্ধি, আয়ু, যশ বৃদ্ধিৰ বাবে আশীষ কৰা হয়। নিৰ্ম্মালি প্ৰদান হলে দিনৰ অনুষ্ঠান শেষ হয়। ৰাতিলৈ ভাওনা হয়। দিনটো ভাওনা ( অঙ্কীয়া ) পতা হয়। সিমানতে আদ্য শ্ৰাদ্ধৰ কাৰ্য্য সমাপন। কিছু দিনৰ পিচত অৰ্থ্যাৎ মৃত্যুৰ পৰা ছমাহ পূৰ্ণ হলে ছমহীয়া আৰু বছৰেক পূৰ্ণ হলে বছৰেকীয়া তিথি পাতে। ইয়াৰ পিচত প্ৰতি বছৰে মৃত্যু তিথি পালন কৰি থাকে।

ভকতৰ মৃত্যু হলে নিয়ম প্ৰণালী একেই। মাত্ৰ দুই এটা নিয়মৰ তাৰতম্য আছে। বাহুল্যৰ ভয়ত সেইখিনি প্ৰকাশ কৰা নহ'ল। সত্ৰাধিকাৰ

আৰু ভকতৰ মৃত্যুৰ পিচত আদ্য শ্ৰাদ্ধ সমাপনৰ পিচদিনা ভোজভাত খাই (জাতি সকলে) আৰু ৰাতিলৈ একাষাৰ নামো পাতে। প্ৰসাদ আৰু জলপান হয়। সংক্ষেপতে এনে নিয়মেই চলি আছে।

(ক)– ॥ নাম কীৰ্ত্তনৰ বাবে আহিলা ॥

(খ)– ॥ কুলুপীয়া ঘোষা আৰু ধৰিগোৱা ঘোষাৰ উৎপত্তি তথা অৰ্থ ॥

মহাপুৰুষ মাধৱদেৱে উপনিষদ, ভাগৱত, গীতা, পুৰাণ, বৈষ্ণৱামৃত লহৰি, ভক্তি ৰত্নাকৰ, আচাৰ্যসংহতি, মোহমুদ্গৰ, ভাগৱত ভাবাৰ্থ দীপিকা আদি অন্যান্য শাস্ত্ৰৰাজিৰ পৰা ভক্তিমূলক শ্লোক উদ্ধাৰ কৰি আৰু নিজৰ অভিজ্ঞতা পুষ্ট ভাবানবেগ সহিত সাৰসংগ্ৰহ শাস্ত্ৰ মহাপুৰুষীয়া বৈষ্ণৱ দৰ্শন নামঘোষা ৰচনা কৰে। নামঘোষাত মাধৱদেৱে তেওঁৰ ধৰ্মীয় জীৱনৰ সৰ্ব্ব শক্তি প্ৰয়োগ কৰিছে। নামঘোষা এখন ভক্তিবাদী অনুপম শাস্ত্ৰ—যাক শঙ্কৰদেৱৰ আদেশত বাল্য বৃদ্ধ জাতি বৰ্ণ নিৰ্বিশেষে গাব পৰাকৈ ৰচনা কৰা হৈছে। মাধৱদেৱৰ পূৰ্ণাবয়ব দৰ্শনৰ কাৰণে নামঘোষা আৰু ভক্তি ৰত্নাৱলী ধৰ্ম্মদৰ্পন দ্ৰষ্টব্য। ভক্তি ৰত্নাৱলীতকৈ নামঘোষাৰ মধুৰতা প্ৰচুৰ বা চূড়ান্ত। অৱশ্যে "বিনাগুৰু চৰণে ভকতি ৰতি" অভাৱে ইয়াৰ অভ্যন্তৰত নিহিত থকা মণি মুকুতা বা নিগূঢ় তত্ত্ব আহৰণ কৰা দুঃসাধ্য। ই এখন কল্পতৰু শাস্ত্ৰ। যি ব্যক্তিয়ে নামঘোষাৰ সৰ্ব্বদিশ আয়ত্ত কৰিব পাৰিছে, তেওঁ বিদগ্ধ পণ্ডিত হিচাবে খ্যাতি লাভ কৰিব পৰা সমৰ্থ হব নিশ্চয়। ইয়াত সন্দেহ নাই।

অসমীয়া জনসাধাৰণে নাম প্ৰসঙ্গ কৰিবলৈ কীৰ্ত্তন ঘোষৰ পূৰ্ব্বতে নামঘোষাৰ আশ্ৰয় লব লগা হয়। পৰম ভক্ত মাধৱৰ ধৰ্মীয় আধ্যাত্মিক জীৱনৰ অভিজ্ঞতা পুষ্ট ছন্দোময় প্ৰকাশ "নামঘোষা" শাস্ত্ৰক "হেজাৰি ঘোষা" হিচাবেও প্ৰচাৰ আছে–যাক হেজাৰৰ মাজৰ পৰা লেচেৰি বুটলি আনি খণ্ড খণ্ডকৈ নামকীৰ্ত্তনৰ আৰম্ভণি কৰা হয়। অসমৰ চাৰিখন প্ৰধান সত্ৰ বৰদোৱা, বৰপেটা, মধুপুৰ, কমলাবাৰী সত্ৰত এই নামঘোষা নাম প্ৰসঙ্গত দুটা ভাগত গোৱা হয়। বৰদোৱা আৰু বৰপেটা সত্ৰত মূল নামঘোষাৰ পৰা একোটা অংশ উদ্ধাৰ কৰি গায়। বৰপেটাত ইয়াক 'যুগল' বুলি কয়। কমলাবাৰী সত্ৰত আৰু তৎ সংস্কাৰ বা তদনুবৰ্ত্তি সত্ৰ সমূহত "কুলুপীয়া" আৰু "ধৰিগোৱা ঘোষা" বুলি একশ্ৰেণী বিশেষ ঘোষা গায়। এই খিনি নাম ঘোষাৰ অংশ যদিও ইয়াত ঠায়ে ঠায়ে অতিৰিক্ত কেইটিমান ঘোষা পোৱা যায়। মধুপৰ সত্ৰত সময় বিশেষে বৰপেটা আৰু কমলাবাৰী আহিৰে

নাম গোৱা হয়। আকৌ বৰপেটা সত্ৰৰ নিচেই কাষতে থকা তৎসংজ্ঞাৰ সুন্দৰী দিয়া সত্ৰত কুলুপীয়া ঘোষা গায়। এই আহি কমলাবাৰী সত্ৰৰ প্ৰভাৱত হৈছে। বৰ্ত্তমান অসমৰ সত্ৰ সবাহে, গাৰেঁ ভূক্ৰে বৰপেটা, বৰদোৱা আৰু কমলাবাৰীৰ আহি অনুক্ৰমে নাম প্ৰসঙ্গ চলিছে, এই কথা ধ্ৰুবসত্য।

বৰদোৱা আৰু বৰপেটা সত্ৰতকৈ বহুপিচত স্থাপিত হোৱা কমলাবাৰী সত্ৰত নামঘোষাৰ নিচিনা সৰ্ব্বশাস্ত্ৰ সাৰ বস্তু থাকোতে নাশ্ৰুত নাভূত কুলু-পীয়া আৰু 'ধৰিগোৱা' নামৰ ঘোষা "কস্মাদায়াতি" সেই সৰ্ম্পকে পুঙখানু-পুঙখৰূপে বিচাৰ কৰা প্ৰয়োজন আছে, সেই সম্বন্ধে এটি কিং বদন্তি আছে। অৱশ্যে চৰিত পুথিত ইয়াৰ তথ্য পাবলৈ নাই। আমি কিং বদন্তিটো ভাঙি ধৰিছো শুনি অহামতে। এসময়ত মাধৱদেৱ মহাপুৰুষ ধৰ্ম্মৰ বাবে বিচাৰত বন্দি হৈ ৰঘুনাৰায়ণ ৰজাৰ ৰাজসভাত উপস্থিত হব লগা হৈছিল। ৰাজদূত সত্ৰ পোৱাৰ পিচত ৰাজৰোষ হোৱা বুলি জানিব পাৰি সত্ৰৰ ভকত সকলে আত্মগোপন কৰিলে। মাধৱদেৱৰ লগত থাকিল (মাধৱ দেৱক এৰা নাছিল) জনাৰ্দ্দন আতৈ আৰু দনাৰ্দ্দন আতৈ নামৰ দুজন ডেকা ভকত। মাধৱ দেৱক ৰাজ্ঞাজ্ঞা শুনোৱাৰ পিচত ৰাজসভালৈ লৈ যোৱা হ'ল। লগত গ'ল উক্ত দুজন ভকত। মাধৱদেৱে এই সহানুভূতি তথা বিপদৰ সময়ত তেৰাক এৰা নিদিয়াত অত্যন্ত সন্তুষ্ট হ'ল। "সকলো ভকতে আমাক এৰি পলাল, তোমালোকে নেৰিলা" এই বুলি এখন আপুৰুগীয়া পুথি তেওঁলোক দুজনৰ হাতত মৰমৰ চিন স্বৰূপে 'মাধৱদেৱে দি দিলে। সেই পুথিয়েই হ'ল। পূৰ্ব্বোক্ত "কুলুপীয়া" আৰু 'ধৰিগোৱা' ঘোষা। মাধৱ দেৱৰ হেনো নামঘোষাৰ পৰা আকৌ সাৰ সংগ্ৰহ কৰি পূৰ্ব্বোক্ত ঘোষা খিনি লিখিছিল। পিছত উক্ত দুয়োজন ভকতৰ পৰা বদলা পদ্ম আতাই শিকি কমলাবাৰী সত্ৰত প্ৰচাৰ কৰে। এইখিনিয়েই জনশ্ৰুতি। এতিয়া প্ৰশ্ন হয় যে মাধৱদেৱে সৰ্ব্ব শাস্ত্ৰ সাৰ সংগ্ৰহ ভক্তিবাদী বৈষ্ণৱ দৰ্শন 'নামঘোষা' শাস্ত্ৰ প্ৰণয়ন কৰাৰ পিচত তাৰ পৰাই আকৌ সাৰ সংগ্ৰহ কৰাটো কিমান দূৰ সত্যাসত্য বা প্ৰমাণ হ'ব পাৰে, সেয়া গভীৰ বিশ্লেষণৰ প্ৰয়োজন। চৰিত পুথিয়েও এই সম্বন্ধে কোনো মাত মতা নাই। মাধৱদেৱৰ দ্বাৰা যে এই পুথি সৃষ্টি নহয়, তাৰ প্ৰমাণ ভালেমান পোৱা গৈছে। তাৰ ভিতৰত বিশেষ ভাবে উল্লেখ কৰিব লগা প্ৰমাণ সমূহ হ'ল — কুলুপীয়া ঘোষাৰ ভিতৰত শঙ্কৰ গুৰু প্ৰণীত কীৰ্ত্তন ঘোষাৰ ভালেখিনি ঘোষা আছে যেনে —

১। কৃষ্ণ যদু পতি ৰামে মোৰ গতি।

২। ৰাম বনমালী গোপাল বনমালী।

৩। ৰাখ কি দয়াময় মোক যদুৰায়।
তোমাত ভকতি বিনে ব্যৰ্থে আয়ু যায়।

৪। হেলাই গৱাইলো হৰি ইহেন জনম।
নভৈল ভকতি মই পাতকি পৰম॥

৫। বন্ধু মাধৱ হে তুৱা বিনে আছে আৰ তাৰক কে॥

৬। বোল ৰাম ৰাম ভাবিয়ো ৰাম ৰাম।
পৰম মধুৰ বাণী লৈতে অনুপাম॥

৭। ভাবিয়ো ৰাম চিন্তিয়ো ৰাম ৰাম নাম জোনো চাৰ।
কৃষ্ণ ৰাম নাম অস্ত্ৰক ধৰিয়া পাপ বিপক্ষক পাৰ॥

সহস্ৰ নাম বৃত্তান্তৰ পৰাও উদ্ধৃতি আছে:—

৮। কি কৰিলো কি কৰিলো ভকতি নকৰি।
অন্তকে পাইলেক প্ৰভু ৰক্ষা কৰা হৰি॥

অতিৰিক্ত (তৎ ব্যতীতঃ):—

৯। ৰাখ ৰাঙ্গা পদতলে মই বৰ দুখীত।
পতিত পাৱন নাম জগত বিদিত॥

১০। দৈৱকী নন্দন মোৰ বান্ধৱ এ ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম।

১১। নন্দেৰ নন্দন মোৰ বান্ধৱ এ ,, ,, ,, ,, ,,
১২। পুতনা শোষণ মোৰ বান্ধৱ এ ,, ,, ,, ,, ,,
১৩। শকট ভঞ্জন মোৰ বান্ধৱ এ ,, ,, ,, ,, ,,
১৪। অৰ্জ্জুন ভঞ্জন মোৰ বান্ধৱ এ ,, ,, ,, ,, ,,
১৫। কালিক দমন মোৰ বান্ধৱ এ ,, ,, ,, ,, ,,
১৬ কমল লোচন মোৰ বান্ধৱ এ ,, ,, ,, ,, ,,
১৭। ভকত বৎসল মোৰ বান্ধৱ এ ,, ,, ,, ,, ,,
১৮। পতিত পাৱন মোৰ বান্ধৱ এ ,, ,, ,, ,, ,,

ইত্যাদি

অৱশ্যে নাম ঘোষাৰ মাজত কীৰ্ত্তন ঘোষাৰ "গোপাল গোবিন্দ যদুনন্দন। কৃষ্ণৰ চৰণে লৈলো শৰণ" এই ঘোষা জোক পোৱা গৈছে। বোধ হয় কিবা এটি বিশেষ কাৰণত নাম ঘোষাৰ মাজত মাধৱদেৱে ঠাই দিছিল। অথবা কোনোবাই হয়তো (নকল কৰোঁতাই) ভুলক্ৰমে নাম ঘোষাত ভুল পাঠ সংযোজনা কৰিলে। ইত্যাদি বহুতো কাৰণ থাকিব পাৰে। এতিয়া পুনঃ প্ৰশ্ন হয় যে যদি মাধৱদেৱে এয়া ৰচনা কৰা নহয়, তেন্তে কোনে বা কাৰ দ্বাৰা ৰচিত হ'ল — ব্যক্তি গৰাকীৰ প্ৰয়োজন নিশ্চয় আছে। আমি পোৱা নিঃসন্দেহ তথ্য পাতি মতে কমলাবাৰী সত্ৰ প্ৰতিষ্ঠাতা মহানুভৱ বদলা আতাৰ

দ্বাৰাই কুলুপীয়া আৰু ধৰি গোৱা ঘোষা সমূহ ৰচিত হৈছে। অৱশ্যে ইয়াক ৰচিত বুলি ক'ব নোৱাৰি। কাৰণ কীৰ্ত্তন ঘোষা আৰু নাম ঘোষাৰ পৰাই পাঠ উদ্ধাৰ কৰি ইয়াক সজাই পৰাই তোলা হৈছে। বদলা আতাৰ দ্বাৰা ৰচিত কোনো পুথি এতিয়ালৈকে পোৱা নাই। শঙ্কৰ মাধৱে ধৰ্ম্ম প্ৰচাৰৰ বাবে যিখিনি আহিলা দি থৈ গৈছে, তাতকৈ অতিৰিক্ত সম্বল প্ৰয়োজনৰ কথা বদলা আতাই নাভাবিলে। তথাপিতো দুজনা গুৰুৰ পদাঙ্ক অনুসৰণ তথা অনুকৰণকাৰী বদলা আতাই নামৰ সুচল হোৱাকৈ "কুলুপীয়া" আৰু "ধৰি-গোৱা" নামৰ একশ্ৰেণী ঘোষা প্ৰৱৰ্ত্তন কৰাটো একো আচৰিত কথা নহয়। ইয়াত নাম ঘোষাৰ বিষয় বস্তুৱেই সৰ্ব্বাধিক, কীৰ্ত্তন ঘোষাৰ অলপ মাত্ৰ উদ্ধৃতি আছে। নিজস্ব সৃষ্টিও গোটাচেৰেক পোৱা গৈছে। এইখিনিৰ সম্মিলিত বস্তুৰেই কুলুপীয়া আৰু ধৰিগোৱা। বদলা আতাৰ দ্বাৰা যে এইখিনি ৰচনা কৰা হৈছে সেই কথা নিঃসন্দেহে কব পাৰি। কুলুপীয়া ঘোষাৰ প্ৰচাৰ অসমৰ সত্ৰ সমাজত কম। কমলাবাৰী সত্ৰ আৰু সেই সংস্কাৰ দুই এখন সত্ৰ আৰু দুই এখন গাৱঁৰ বাদে ইয়াৰ প্ৰচলন সীমাবদ্ধ। বৰপেটাৰ সুন্দৰীদিয়া সত্ৰত ইয়াৰ প্ৰচলন আছে। বোধহয় কমলাবাৰী সত্ৰৰ কোনোবা ভকতে তাত শিকাইছিলগৈ। অনুমান সেই প্ৰশিক্ষণ ৮০ বা ৯০ বছৰতকৈ বেচি হোৱা নাই। কমলাবাৰী সত্ৰৰ প্ৰাক্তন সত্ৰাধিকাৰ ৺লক্ষ্মীকান্ত গোস্বামী প্ৰভুজনাৰ দিনতে (তেখেতে যেতিয়া সুন্দৰীদিয়া সত্ৰত আছিল) তাত কুলুপীয়া ঘোষাৰ প্ৰৱৰ্ত্তন হোৱা বুলি নিঃসন্দেহে কব পাৰি। এই কথা আমাৰ এই সত্ৰৰ প্ৰথম সত্ৰাধিকাৰ ৺ঘনকান্ত গোস্বামী প্ৰভুজনাই আমাৰ আগত বেকত কৰা মনত পৰিছে। যি কি নহওক বিভিন্ন তথ্য পাতি সমৃদ্ধ পূৰ্ব্বোক্ত কথাকেইটি বাস্তৱ বুলি কবলৈ আমাৰ বুকুত উপচি পৰা সাহস বত্তি আছে।

এতিয়া দ্বিতীয় কথা 'কুলুপ' মানে এটা খণ্ড বা অংশ। ইয়াত 'ঈয়া' প্ৰত্যয় যোগ হৈ 'কুলুপীয়া' হৈছে। নাম ঘোষাৰ একো একোটা খণ্ড বা অংশ উদ্ধাৰ কৰি ইয়াক এটা গোট হিচাবে প্ৰস্তুত কৰি ইয়াৰ নাম ৰাখিলে "কুলুপীয়া ঘোষা"। বিশেষ বিশেষ উৎসৱত আৰু ৺বুঢ়া ভকতসকলৰ বছ-ৰেকীয়া তিথিত তথা সত্ৰৰ বাহিৰৰ লোকে কিবা উৎসৱ পাতিলে কুলুপীয়া ঘোষা এটি প্ৰথমতে গাই তাৰ পিছতে এটি 'ধৰি গোৱা' ঘোষা গোৱা হয়। কুলুপীয়া ঘোষাৰ লগতে ধৰি গাই বাবে ইয়াক 'ধৰি গোৱা' ঘোষা বোলে। অৱশ্যে কুলুপীয়া ঘোষাৰো শেষৰ ফালে ধৰি গোৱা ঘোষাৰ একোটা অংশ থাকে। সকলোতে নাথাকে। বিশেষ ঘোষা কেইটিমানতহে আছে। উক্ত কুলু-পীয়া ঘোষা কেইটি গালে বেলেগে ধৰি গোৱা ঘোষা গোৱাৰ আৱশ্যক

নাথাকে। নামলগোৱা সকলৰ সেইখিনি জনা আছে। এই কুলুপীয়া আৰু ধৰিগোৱা ঘোষা সমূহ কমলাবাৰী সত্ৰৰ বৰ আদৰৰ বস্তু। ঘোষা সমূহ মুখস্থ থাকিলে যক্ষ, ৰক্ষ পিশাচলৈ কোনো ভয় নাথাকে বুলি বিশ্বাস এটিও আছে। এই ঘোষা সমূহ আমি ইয়াত সবিস্তাৰে লিখিছোঁ ৰাইজৰ বিদিতাৰ্থে।

কুলুপীয়া ঘোষা ওঠৰ কুলুপ আৰু ধৰি গোৱা ঘোষা ওঠৰ কুলুপ মুঠ ৩৬ কুলুপ। ইয়াক দুটা ভাগত বিভক্ত কৰি লিখা হৈছে।

## কুলুপীয়া ঘোষা ( ১ সংখ্যা )

১। গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ ৰাম মুৰাৰি।
অনন্ত কোটি ব্ৰহ্মাণ্ডৰ হৰি অধিকাৰী ॥

২। গোবিন্দ ৰাম মুৰাৰি মুকুন্দ ৰাম মুৰাৰি।
ভকতি ৰোচন দুখ বিমোচন ভকতৰ ভয়হাৰী ॥

৩। পৰম পুৰুষ পৰমানন্দ পৰম গুৰু মুৰাৰি।
অনাদি অনন্ত অচ্যুত গোবিন্দ ভকতৰ ভয়হাৰী ॥

৪। জয় যাদৱ এ মোৰে প্ৰাণ জীৱৰ জীৱন নাৰায়ণ।
ভকতৰ ধন তযু অৰুণ চৰণ ॥

৫। ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি জয় নাৰায়ণ ॥

৬। ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ॥
ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম অ' হৰি ৰাম নিৰঞ্জন ॥

৭। ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম কৃষ্ণ হৰি নাৰায়ণ ॥

৮। ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম কৃষ্ণ হৰি হৰি হৰি হৰি ॥

৯। হৰি হৰি ৰাম ৰাম কৃষ্ণ ৰাম ৰাম ৰাম শ্ৰীৰাম জয় জয় ৰাম ॥

১০। শ্ৰীৰাম জয় ৰাম জয় জয় এ ॥

১১। ৰাম ৰাম ৰাম ৰাম গোপাল জীৱৰ জীৱন যদুৰায় ॥

দ্ৰষ্টব্য ঃ— এই ঘোষাৰ "ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি"ৰ পৰা "ধৰি গোৱা ঘোষা" পৰে।

## ২ নং সংখ্যা ঘোষা ঃ—

১। দীন দয়াশীল দেৱ দামোদৰ হৰি দামোদৰ দামোদৰ দামোদৰ দেৱ দামোদৰ ॥

২। অনাদি অনন্ত সদাশিৱ সনাতন হৰি এ নিত্য নিৰঞ্জন হৰি নিত্য নিৰঞ্জন নিত্য নিৰঞ্জন অ' নিত্য নিৰঞ্জন ॥

৩। মুৰাৰি মধুৰিপু ৰাঘৱ এ ৰাম ৰঘুপতি ৰাম ৰাম ৰাম হৰি ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম নাৰায়ণ জয় নাৰায়ণ ॥

৪। যাদৱ যদুপতি মাধৱ এ ৰাম ৰাম কৃষ্ণ নাৰায়ণ হৰি নাৰায়ণ নাৰায়ণ নাৰায়ণ হৰি নাৰায়ণ ॥

৫। ৰাম কৃষ্ণ গোবিন্দ গোপীনাথ হৰি গোপীনাথ গোপীনাথ গোপীনাথ হৰি গোপীনাথ ॥

৬। কৰুণা সাগৰ মোৰ বান্ধৱ এ ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ॥

৭। দৈৱকী-নন্দন মোৰ বান্ধৱ এ ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ॥

৮। নন্দৰ নন্দন মোৰ বান্ধৱ এ ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ॥

৯। পুতনা শোষণ মোৰ বান্ধৱ এ ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ॥

১০। শকট ভঞ্জন মোৰ বান্ধৱ এ ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ॥

১১। অৰ্জ্জুন ভঞ্জন মোৰ বান্ধৱ এ ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ॥

১২। কালিক দমন মোৰ বান্ধৱ এ ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ॥

১৩। কমল লোচন মোৰ বান্ধৱ এ ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ॥

১৪। ভকত বৎসল মোৰ বান্ধৱ এ ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ॥

১৫। পতিত পাৱন মোৰ বান্ধৱ এ ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ॥

১৬। ৰাম ৰাম ৰাম ৰাম গোবিন্দ ৰাম ৰাম ৰাম ৰাম হৰি ৰাম ৰাম ৰাম ৰাম ॥

১৭। ৰাম কৃষ্ণ ৰাম গোপাল গোবিন্দ মুকুন্দ হৰি মুৰাৰি ॥

দ্ৰষ্টব্য :— ইয়াত "কৰুণা সাগৰ মোৰ বান্ধৱ এ"ৰ পৰা ( ৬নংৰ পৰা ) ধৰি গোৱা ঘোষা।

৩ নং ঘোষা :—

১। ৰাম ৰাম ৰাম ৰাম গোবিন্দ, ৰাম ৰাম ৰাম ৰাম হৰি, ৰাম ৰাম ৰাম ৰাম, ৰাম কৃষ্ণ ৰাম গোপাল গোবিন্দ মুকুন্দ হৰি মুৰাৰি ॥

২। ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ, ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম, ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম, ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম গোবিন্দ জয় ৰাম ॥

৩। ৰাম কৃষ্ণ ৰাম কৃষ্ণ প্ৰভুদেউ নাৰায়ণ নাৰায়ণ, নাৰায়ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ প্ৰভুদেউ ॥

৪। ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম, অ' ৰাম নাৰায়ণ ৰাম কৃষ্ণ ৰাম ॥

৫। ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম হৰি ৰাম নাৰায়ণ হৰি হৰি ॥

৬। ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম হৰি ৰাম কৃষ্ণ ৰাম, ৰাম কৃষ্ণ ৰাম ৰাম কৃষ্ণ হৰি অ' ॥

৭। ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম হৰি ৰাম ৰাম ৰাম, ৰাম ৰাম
ৰাম ৰাম ৰাম হৰি অ' ॥

৮। হৰি ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম।
পতিত পাৱন হৰি গুণে অনুপাম ॥

৯। মোৰে প্ৰভু নাৰায়ণ ৰাম কৃষ্ণ ৰাম।
ভকত বৎসল প্ৰভু গুণে অনুপাম ॥

১০। ৰাম কৃষ্ণ নাৰায়ণ হৰি ৰে হে প্ৰভু ৰে হে ৰাম কৃষ্ণ ৰাম ॥
অ' প্ৰভু ৰে হে ৰাম ৰাম ৰাম ॥

১১। মুকুন্দ মাধৱ মুৰাৰি মধুৰিপু জগত জীৱন ৰাম হৰি হৰি ॥

১২। জয়তি যদুপতি জগত জীৱন যাদৱ মাধৱ ৰাম হৰি হৰি,
পৰম পুৰুষ ৰাম জয় জয় ॥

১৩। ৰাম ৰাম কৃষ্ণ, ৰাম ৰাম কৃষ্ণ, ৰাম ৰাম কৃষ্ণ ৰাম হৰি হৰি ॥

১৪। ৰাম ৰাম ৰাম ৰাঘৱ ৰঘুপতি প্ৰণত পালক দেৱ হৰি হৰি,
প্ৰপন্নতাৰক দেৱ জয় জয় ॥

১৫। হৰিতো হৰি হৰি হৰিতো হৰি হৰি হৰিতো হৰি হৰি ৰাম জয় জয় ॥

১৬। গোপাল গোবিন্দ হৰি ৰাম ৰাম, ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম ৰাম ॥

১৭। হৰি হৰি পৰম পুৰুষ শিৱ সনাতন।
অনন্ত অচ্যুত নিত্য নিৰঞ্জন ॥

দ্ৰষ্টব্যঃ—এই ঘোষাৰ "ৰাম কৃষ্ণ নাৰায়ণ হৰি ৰে হে" (১০ নংৰ পদ)
ইয়াৰ পদ ধৰি গোৱা ঘোষা হয়।

৪ নং ঘোষা ঃ—

১। হৰি হৰি হৰি ৰাম গোবিন্দ মুৰাৰি মুকুন্দ জয় ৰাম ॥

২। ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম গোপাল গোবিন্দ জয় ৰাম ॥

৩। ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম, অমিয়া মাধুৰী তযু নাম ॥

৪। ৰাম কৃষ্ণ ৰাম কৃষ্ণ জয়, ৰাম কৃষ্ণ দীন দয়াময় ॥

৫। যাদৱ মাধৱ দীন দয়াল, দৈৱকী নন্দন ৰাম গোপাল ॥

৬। মোৰ ইষ্টদেৱ যাদৱৰায়, সেৱা কৰিবাৰ নামে উপায় ॥

৭। গোপাল গোৱিন্দ ৰাম মাধৱ, ভকত জনৰ তুমি বান্ধৱ।

৮। গোপাল গোৱিন্দ গৰুড় কেতু, ভকতৰ ধন জীৱৰ হেতু ॥

৯। ৰাম নিৰঞ্জন নিৰাময়, জয় জগন্নাথ দয়াময় ॥

১০। গোবিন্দ গোবিন্দ গোবিন্দ ৰাম, পতিত পাৱন তোমাৰ নাম ॥
১১। ৰাম কৃষ্ণ হৰি বুলিও মুখে, হৰি পদে মন মজায়ো সুখে ॥
১২। ৰাম বুলি দুবা বাহু আচাৰি, কপটৰ মোট পেলায়ো ফাৰি ॥
১৩। ভজ্জ ভগৱন্ত ভকতি ভাৱে, নাম লৈয়া গতি পতিত পাৱে ॥
১৪। ৰাম নাম খানি ফুৰিয়ো গায়া, কি কৰিবে হৰিৰ মায়া ॥
১৫। ৰাম নাম খানি লৈয়োক দাঠি, হেলায় মাৰিয়ো যমেৰ ঘাটি ॥
১৬। মুখে ৰাম নাম গাৱ, মায়াৰ বাজু মাৰিয়া যাৱ ॥
১৭। ৰাম কৃষ্ণ নাম জপ সঘনে, হৰিৰ চৰণ নেৰিবা মনে ॥
১৮। ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোলা, আশা সমুদ্ৰৰ মন তোলা ॥
১৯। ৰাম কৃষ্ণ হৰি বুলিয়ো যাস্তে, মিলিবে মৰণ হাটে বা বাটে ॥

দ্ৰষ্টব্যঃ— এই ঘোষাৰ "ৰামকৃষ্ণ হৰি বুলিও মুখে" ৰ পৰা ধৰিগোৱা ঘোষা আৰম্ভ হয়। তালৰ ঘোষণি নাই। গধূলা প্ৰসঙ্গত ইয়াক সম্পূৰ্ণে গাব পাৰে। উৎসৱাদিত ইয়াৰ ব্যৱহাৰ নাই।

## ৫ নং ঘোষা :—

১। ৰাম ৰঘুপতি পৰমানন্দ পৰম পুৰুষ দীনবন্ধু গোবিন্দ ॥
২। সহজানন্দ হৰি স্বৰূপানন্দ, হৃদয়ানন্দ হৰি পৰমানন্দ ॥
৩। গোবিন্দ ৰে জয় কৃষ্ণ জগত জীৱন ৰাম ॥
৪। জয়তি এ মাধৱ গোবিন্দ ৰাম ॥
৫। গোবিন্দ ৰে জয় কৃষ্ণ জয় ৰাম জয় ৰাম ॥
৬। গোপাল গোবিন্দ মুকুন্দ ৰাম ॥
৭। ৰাম ৰাম হৰি হৰি গোপাল গোপাল ॥
৮। যদুৰে অৰে ৰাপ কমল লোচন ॥
৯। ভজৰে অৰে মন হৰি চৰণত ॥

## ৬ নং ঘোষা :—

১। বনমালী ৰাম বনমালী ৰাম চৰণে লাগো শৰণ মাগো ॥
২। ৰাম কৃষ্ণ ৰাম ৰাম কৃষ্ণ ৰাম পৰম মঙ্গল তোমাৰ নাম ॥

৩। গোৱিন্দ জয় কৃষ্ণ গোপাল ৰাম ॥
৪। গোবিন্দ দয়াময় মুৰাৰি ৰাম ॥
৫। গোপাল জয়ৰাম গোৱিন্দ জয় ৰাম ॥
৬। গোপাল গোৱিন্দ হৰি ৰাম নাৰায়ণ ॥
৭। হলিৰাম শ্ৰীৰাম বামণ পৰশুৰাম ॥
৮। হৰিৰাম শ্ৰীৰাম জয় জয় ৰাম ৰাম ॥
৯। গোপাল গোৱিন্দ ৰাম কৃষ্ণ মুকুন্দ ॥

৭নং ঘোষা :—

১। ৰাম ৰাম কৃষ্ণ ৰাম নাৰায়ণে ॥
২। ৰাম কৃষ্ণ ৰাম ৰাম নাৰায়ণে ॥
৩। বনমালী গোৱিন্দ ৰাম কৃষ্ণ হৰি ॥
৪। ৰাম হৃষীকেশ গোৱিন্দ হৃষীকেশ ॥
৫। কৃষ্ণ যদুপতি ৰামে মোৰ গতি ॥
৬। ৰাম বনমালী গোপাল বনমালী ॥
৭। ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম হৰি ॥
৮। জয় ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি ॥
৯। ৰাম কৃষ্ণ ৰাম কৃষ্ণ শিৱ সনাতন।
১০। তুমিসে গোৱিন্দ ভকতৰ নিজধন ॥
১১। শিৱ শিৱ শিৱ শিৱ শিৱ।
১২। শিৱ সনাতন জগ জীৱ ॥
১৩। শিৱ শাৰঙ্গধাৰী মধুসূদন দৈত্যাৰি ॥

৮ নং ঘোষা :—

১। মাধৱ মাধৱ মাধৱ মধুৰিপু গোৱিন্দ কৃষ্ণ হৰি হৰি ৰাম ৰাম ॥
২। নাৰায়ণ নিৰঞ্জন নিৰাকাৰ নিৰাময় মুৰাৰি এ হৰি হৰি ৰাম ॥
৩। নমো নাৰায়ণ নমো নাৰায়ণ অ' হৰি এ নিৰঞ্জন নিৰাকাৰ
নিৰ্ব্বিকাৰ নিৰাময় নৰোত্তম শম্ভু সনাতন ॥
৪। নমো কি ৰাম নিৰঞ্জন এ হৰি ॥

৫। প্ৰাণ গোপাল দীনবন্ধু নাৰায়ণ।

৬। হে পৰমগুৰু পুৰুষোত্তম হৰি পুৰুষোত্তম পুৰুষোত্তম পুৰুষোত্তম
জয় পুৰুষোত্তম॥

৭। মোৰে প্ৰভু নাৰায়ণ পৰমানন্দ হৰি পৰমানন্দ পৰমানন্দ পৰমানন্দ
জয় পৰমানন্দ ॥

৮। হৰি হৰি পৰমানন্দ প্ৰভু পীতাম্বৰ হৰি পীতাম্বৰ পীতাম্বৰ পীতাম্বৰ
প্ৰভু পীতাম্বৰ ॥

৯। পৰমানন্দ জয় পৰমানন্দ হৰি হৰি হৰি হৰি হৰি হৰি এ হৰি হৰি এ
এ হে পৰমানন্দ জয় পৰমানন্দ ॥

১০। কমলাকান্ত জয় কমলাকান্ত কমল লোচন বনমালী হৰি এ বনমালী এ
এ হে কমলাকান্ত জয় কমলাকান্ত ॥

১১। দামোদৰ প্ৰভু দামোদৰ দৈৱকীনন্দন দীনবন্ধু হৰি এ দীনবন্ধু এ
এ হে দামোদৰ দেৱ দামোদৰ ॥

১২। জগত জীৱন ৰাম যদুপতি জগত জীৱন ৰাম হৰি হৰি জগত জীৱন ৰাম॥

১৩। জগজীৱন ৰাম জগজীৱন ৰাম, জগতৰ সুমঙ্গল তুৱাগুণ নাম ॥

১৪। মধুসূদন দেৱ মধুসূদন দেৱ, তুমি বিনে অগতিৰ গতি নাই কেৱ ॥

১৫। বন্ধু মাধৱ হে বন্ধু মাধৱ হে, তুৱা বিনে আছে আৰ তাৰক কে ॥

১৬। হেলায় গৱাইলো হৰি ইহেন জনম।
নভৈল ভকতি মই পাতকী পৰম ॥

১৭। ৰাখ কি দয়াময় মোক যদুৰায়।
তোমাত ভকতি বিনে ব্যৰ্থে আয়ু যায় ॥

১৮। ৰাখ ৰাঙ্গা পদতলে মই বৰ দুখীত।
পতিত পাৱন নাম জগত বিদিত ॥

১৯। কি কৰিলো কি কৰিলো ভকতি নকৰি।
অন্তকে পাইলেক প্ৰভু ৰক্ষা কৰা হৰি ॥

দ্ৰষ্টব্য ঃ--- এই ঘোষাৰ "হেলায় গৱাইলো হৰি" এইখিনিৰ পৰা শেষলৈকে ধৰি গোৱা ঘোষা। মাধৱদেৱ আৰু বদলা আতাৰ কীৰ্ত্তনৰ দিনা ইয়াক সম্পূৰ্ণে গায়; কিন্তু সত্ৰাধিকাৰ সকলৰ তিথিত উক্ত চাৰি শাৰী নাগায়। ৰাতিৰ নিত্য প্ৰসঙ্গতো এৰে।

৯ নং ঘোষা ঃ—

১। কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম ॥
২। কৃষ্ণ কৃষ্ণ কৃষ্ণ ৰাম ৰাম কৃষ্ণ কৃষ্ণ ৰাম ॥
৩। কৃষ্ণ কৃষ্ণ কৃষ্ণ ৰাম গোৱিন্দ কৃষ্ণ ৰাম ৰাম ॥
৪। গোৱিন্দ গোৱিন্দ গোৱিন্দ ৰাম ৰাম কৃষ্ণ গোৱিন্দ ৰাম ॥
৫। কৃষ্ণৰাম হৰি ৰাম গোপাল গোবিন্দ ৰাম ॥
৬। হৰে কৃষ্ণ হৰে ৰাম জয় কৃষ্ণ হৰে ৰাম ।
৭। হৰে হৰে হৰে ৰাম কৃষ্ণ হৰে হৰে হৰে ৰাম ॥
৮। হৰে হৰে ৰাম ৰাম ৰাম, বান্ধৱ হৰে ৰাম ৰাম ৰাম ॥
৯। হৰে হৰে ৰাম নাৰায়ণ বান্ধৱ হৰে ৰাম নাৰায়ণ ॥
১০। হৰি হৰি নাৰায়ণ গোৱিন্দ ৰাম ।
১১। গোৱিন্দ ৰাম গোৱিন্দ ৰাম গোপাল গোৱিন্দ ৰাম ৰাম ॥

দ্ৰষ্টব্য ঃ — ইয়াত "হৰে হৰে ৰাম ৰাম ৰাম"ৰ পৰা ধৰি গোৱা ঘোষা ॥

১০ নং ঘোষা :—

১। গোপাল গোপাল গোপাল গোপাল গোপাল গোপাল ৰাম ॥
২। ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম ॥
৩। ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি ৰাম ॥
৪। ৰাম নিৰঞ্জন ৰাম নিৰঞ্জন ৰাম নিৰঞ্জন ৰাম ॥
৫ ৰাম নাৰায়ণ ৰাম নাৰায়ণ ৰাম নাৰায়ণ ৰাম ॥
৬। ৰাম নাৰায়ণ গোপাল গোবিন্দ মাধৱ মুকুন্দ ৰাম ।
তুমি কৃপাময় ভকতজনৰ পূৰিয়ো মনৰ কাম ।
৭। গোপাল গোবিন্দ মুকুন্দ ৰাম জয় সনাতন হৰি ॥
নিগম নিগূঢ় হৰিৰ নাম লৈয়োক যতন কৰি ।
৮। গোপাল গোপাল গোপাল গোপাল গোপাল গোবিন্দ হৰি ।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ বুলিয়ো আনন্দ কৰি ॥
৯। কৰ কোন কাম বোলা ৰাম ৰাম তেজিয়া মুখে আলাস ।
ভকতৰ সঙ্গে হৰিগুণ গায় বৈকুণ্ঠে কৰিয়ো বাস ।
১০। বোল ৰাম ৰাম ভাবিয়ো ৰাম ৰাম ।
পৰম মধুৰ বাণী লৈতে অনুপাম ॥

১১। ভাবিয়ো ৰাম চিন্তিয়ো ৰাম ৰাম নাম জোনো চাৰ।
কৃষ্ণ ৰাম নাম অস্ত্ৰক ধৰিয়া পাপ বিপক্ষক পাৰ ॥

১২। শীঘিৰ কৰিয়া বোলা ৰাম হৰি বিলম্ব নকৰা ভাই।
কোননো নায়ক যমৰ দায় হৰিক সুহৃদ পাই ॥

১৩। মুখ ভৰি ভৰি বোলা ৰাম হৰি অক্ষয় পুণ্যক সঞ্চা।
ৰাম ন ভাবিয়া আন আচৰিয়া কেনে আপোনাক বঞ্চা ॥

১৪। শুনলো সজ্জন ভজ নাৰায়ণ এৰিয়া বিষয় ৰাগ।
হৰি নুসুমৰে আনসে আচৰে সেহিসে যমেৰ ভাগ ॥

দ্ৰষ্টব্য :— এই ঘোষাৰ "ৰাম নাৰায়ণ গোপাল গোবিন্দ"ৰ পৰা ধৰি গোৱা ঘোষা। ইয়াত ঘোষণি নিদিয়ে। ৰাতিৰ প্ৰসঙ্গত গোৱা হয়। উৎসৱাদিত ব্যৱহাৰ নাই। এই ঘোষাক "বটাকটা ঘোষা" বুলিও কয়। মধুপুৰ সত্ৰৰ ভকতে বটা কাটোতে এই ঘোষা গাইছিল। মাধৱদেৱে ৰচিছিল সেই সময়তে হেনো।

১১ নং ঘোষা ঃ—

১। ৰাম নাৰায়ণ হৰি ৰাম নাৰায়ণ। ৰাম কৃষ্ণ নিৰঞ্জন শিৱ সনাতন ॥

২। গোৱিন্দ গোপাল এ মোৰে প্ৰাণ মুকুন্দ মুৰাৰি হৰি ৰাম নাৰায়ণ ॥

৩। হা পৰমানন্দ গোৱিন্দ এ ৰাম ৰাম কৃষ্ণ নিৰঞ্জন হৰিবে ৰাম ॥

৪। গোৱিন্দ গোৱিন্দ গোৱিন্দ গোৱিন্দ এ এহে ৰাম জয় সনাতন গোপাল গোৱিন্দ মাধৱ মুকুন্দ ৰাম ॥

৫। গোৱিন্দ ৰেত্ৰাহে ৰাম জয় কৃষ্ণ নাৰায়ণ হৰি ৰে হে ॥

৬। ৰাম বোল হে এ গোপাল বোল হে অ' গোৱিন্দ গোৱিন্দ ৰাম ॥

৭। ৰাম কৃষ্ণ ৰাম গোপাল হৰি ৰাম গোৱিন্দ গোৱিন্দ ৰাম।

৮। অ' হৰি এ হে গোপাল ৰাম জয় ৰাম জয় হৰি হৰি ॥

৯। গোপাল গোৱিন্দ ৰাম কৃষ্ণ নাৰায়ণ।
কমল লোচন হৰি পতিত পাৱন ॥

১০। গোপাল গোপীনাথ গোৱিন্দ মাধৱ।
জীৱৰ জীৱন যদু নন্দন যাদৱ ॥

১১। বৈকুণ্ঠৰ কল্পতৰু ভাগৱত শাস্ত্ৰ।
ইহাৰ উত্তম ফল হৰি নামে মাত্ৰ।

১২। হৰি নামে হৰি নামে হৰি নামে গতি।
হৰি নামে ভকতৰ কেৱলে ভকতি ।।

১৩। কৃষ্ণ পাদ পদ্ম দুই মোৰ নিজ গতি।
হৰি নাম বিনে আন নজানো ভকতি ।।

১৪। ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ সাৰ।
ৰাম কৃষ্ণ বিনে ঝুণ্টা আৱৰ বিচাৰ।

১৫। শ্ৰীৰাম নামে ভকতৰ বিত্ত সাৰ।
সংসাৰ সাগৰে ৰাম নামে দুৰ্গ পাৰ ।।

১৬। হৰি নাম কীৰ্ত্তনেসে পৰম মঙ্গল।
পাৱয় পৰমানন্দ গুচে কৰ্ম্মমল ।।

১৭। ব্ৰহ্মাহৰে ভজন্ত হৰিৰ দুই পাৱে।
মুকুত সকলে সদা হৰিগুণ গাৱে ।।

১৮। বিষয়ৰ আশা ভঙ্গে ভক্তৰ হৰিষ।
দেখয় বিষয় সুখ বিষ্ঠাৰ সদৃশ ।।

১৯। মুৰাৰি মাধৱ মধুৰিপু ৰাম।
তুমি ভকতৰ ধৰ্ম্ম অৰ্থ মোক্ষ কাম ।।

২০। মুৰাৰি মনোহৰ ভগৱন্ত দেৱ।
তুমি বিনে পতিতৰ গতি নাহি কেৱ ।।

২১। কিনো কৃপাময় দেৱ প্ৰভু যদুৰায়।
মুখৰ মাজে থৈলা নাম সৰ্ব্বক্ষণে পায় ।।

২২। ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম ।।

দ্ৰষ্টব্য ঃ—এই ঘোষাত "গোপাল গোবিন্দ ৰাম কৃষ্ণ নাৰায়ণ" ৰ পৰা ধৰি গোৱা ঘোষা। ইয়াত ঘোষনি নাই। ইয়াক ৺ ভাটোকুছীৰ কেশৱ-চৰণ আতাৰ তিথিত (অম্বুবাচী নিবৃত্তিৰ দিনা) গোৱা হয়। নিত্য প্ৰসঙ্গৰ ৰাতিও গাব পাৰে।

## ১২ নং ঘোষা ঃ—

১। জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ হৰি।
জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ হৰি হৰি ৰাম
জগন্নাথ জগন্নাথ হৰি ।।

২। নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন হৰি।
নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন হৰি হৰি ৰাম
নিৰঞ্জন নিৰঞ্জন হৰি ॥

৩। গোবিন্দ ৰাম গোবিন্দ ৰাম গোবিন্দ ৰাম গোবিন্দ ৰাম গোবিন্দ ৰাম
গোবিন্দ ৰাম হৰি।
গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ
গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ ৰাম ॥

৪। মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি
হৰি হে ৰাম।
হৰি হৰি হৰি হৰি হৰি হৰি হৰি ৰাম শ্ৰীৰাম ॥

৫। ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি ৰাম
কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি ৰাম।
ৰাম কৃষ্ণ হৰি মুকুন্দ মুৰাৰি মাধৱ মধুসূদন হৰি হৰি যাদৱ যদুনন্দন ॥

৬। ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম।
হৰি হৰি ৰাম ৰাম ৰাম ৰাম ৰাম ॥

৭। এ ৰাম জয় ৰাম জয় ৰাম জয় ৰাম ॥

৮। অ' হৰি ৰাম ৰাম জয় ৰাম জয় ৰাম ॥

৯। হৰি হৰি হৰি হৰি হৰি হৰি হৰি হৰি হৰি হৰি এ, অ' এ প্ৰাণবন্ধু।
হৰি হৰি হৰি হৰি এ, অ' মোৰে প্ৰাণধন হৰি এ, এ অ' অনাদি অনন্ত
প্ৰভু ভগৱন্ত ভজো চৰণত ধৰি এ, অ' এ হৰি হৰি ভজো চৰণত ধৰি এ,
অ' পতিত পাৱন প্ৰভু নাৰায়ণ সেৱক লৈয়ো উদ্ধাৰি দীনবন্ধু সেৱক
লৈয়ো উদ্ধাৰি গোবিন্দ জয় ৰাম ॥

১০। ৰাম হৰি জয় ৰাম হৰি। গোপাল গোবিন্দ ৰাম হৰি জয় ॥

১১ ৰাম হৰি জয় ৰাম। ৰাম হৰি জয় ৰাম ৰাম ॥

১২। অ' এ হৰি হৰি ৰাম জয়। ৰাম হৰি জয় ৰাম গোবিন্দ ॥

১৩। ৰাম জয় জয় ৰাম জয়। মুকুন্দ মুৰাৰি ৰাম হৰি জয় ॥

দ্ৰষ্টব্য :— ইয়াত "হৰি হৰি হৰি"ৰ (৯ সংখ্যাৰ পৰা) পৰা ধৰি গোৱা ঘোষা। জগদগুৰু শ্ৰীমন্ত শঙ্কৰ দেৱৰ তিথিৰ দিনা এই ঘোষা গোৱা হয়। নিত্য প্ৰসঙ্গতো গাব পাৰে (ৰাতি)। কিন্তু সম্পূৰ্ণে নাগায়। গুৰুৰ প্ৰতি সম্মান জনাই তাৰ পৰাই এৰে।

১৩ নং ঘোষা ঃ—

১। জয় হৰি ৰাম জয় শ্ৰীৰাম পৰম মঙ্গল মাধৱৰ গুণনাম ॥
২। কৃষ্ণ কৃষ্ণ ৰাম জয় জয় ৰাম, মধুমুৰ মথন মুৰাৰি হৰি ৰাম।
৩। চিদানন্দ ৰাম সদানন্দ হৰি, নিত্যানন্দ কৃষ্ণে মোক লৈয়ো দাস কৰি ॥
৪। মুকুন্দ মুৰাৰি দীন দয়াশীল হৰি ৰাম ॥
৫। কমললোচন দুখ মোচন মুৰাৰি ৰাম ॥
৬ জীৱেৰ জীৱন ধন মুকুন্দ মুৰাৰি নাৰায়ণ ॥
৭। ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ জয় নাৰায়ণ ॥
৮। ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ জয় ৰাম জয় ৰাম ॥
৯। ৰাম কৃষ্ণ হৰি অনন্ত মুৰাৰি এ হৰি নাৰায়ণ।
ভকত জনৰ দুখ ভয় হাৰী এ হৰি নাৰায়ণ।
১০। ৰাম কৃষ্ণ বুলি অনাথে ডাকয় এ হৰি নাৰায়ণ।
অনাথক দয়া কৰা কৃপাময় এ হৰি নাৰায়ণ।

১৪ নং ঘোষা ঃ—

১। মোৰে প্ৰাণ হৰি জীৱন প্ৰাণ হৰি অ' হৰি ৰে ৰাম ৰাম কৃষ্ণ হৰি ॥
২। কৃষ্ণ হৰি এ প্ৰাণ হৰি এ হৰিৰে ৰাম ৰাম কৃষ্ণ হৰি ॥
৩। হৰি হৰি ৰাম বান্ধৱ হৰি ৰাম এ হৰি হৰি এ হে নাৰায়ণ জয় গোৱিন্দ ৰাম ॥
৪। হৰিৰে হৰিৰে ৰাম ৰাম জয় জয় অ' জয় হৰি নাৰায়ণ।
৫। প্ৰাণ প্ৰভু কৰুণা সাগৰ ৰাম মোকে কৃপা কৰা দামোদৰ হৰি এ ॥
৭। মোকে কৃপা কৰা হৰি এ এহে দান্তে ধৰো তৃণ ৰাম মাথে ধৰো তৃণ।
অ' তুমি কৃপাময়ক নজানো এতদিন ৰাম মোকে কৃপা কৰা হৰি এ ॥
৭। মোকে কৃপা কৰা এ এ হে ঐ বন্ধু ৰাম প্ৰাণ বন্ধু ৰাম, নেৰোক মুখে
ৰাম কৃষ্ণ নাম মোকে কৃপা কৰা হৰি এ ॥
৮। দয়া কৰা দয়া কৰা মোৰে এ হে ৰাম, তোমাৰ চৰণে হৰি হৃদয়
পঙ্কজে ধৰি মুখে লৈবো তুৱা গুণ নাম হে যদুমণি ৰাম ॥
৯। যদুমণি ৰাম ৰাম' মোৰে প্ৰাণ হৰি হৰি হৰি এ ॥
১০। যাদৱ মাধৱ মোৰে প্ৰাণ হৰিৰে ৰাম ৰাম ৰাম ৰাম ॥
১১। হাঁ হাঁ জীৱধন হৰি অ' এ প্ৰাণ হৰি এ ৰাম ৰাম ॥

দ্ৰষ্টব্য ঃ— ইয়াত "মোকে কৃপা কৰা এ" এই খিনিৰ পৰা ধৰি গোৱা ঘোষা। ইয়াত ৰাতিৰ প্ৰসঙ্গত সম্পূৰ্ণে গাব পাৰে। কোনো উৎসৱাদিত ইয়াৰ ব্যৱহাৰ নাই। একাদশীৰ দিনা ৰাতিও ইয়াক গাব পাৰে।

১৫ নং ঘোষা ঃ—

১। ৰাম নিৰঞ্জন অ' ৰাম নিৰঞ্জন নিৰাকাৰ হৰিৰে ৰাম।
২। সদাশিৱ অ' মোৰে প্ৰাণ সদাশিৱ সনাতন প্ৰভুৰে ৰাম।।
৩। দয়াশীল মোৰে প্ৰভু দয়াশীল দেৱ দীন বন্ধু ৰে ৰাম॥
৪। ৰাম ৰাম ৰাম ৰাম হৰি হৰি গোপাল গোপাল॥
৫। যদুৰে অ' যদুৰে অৰে বাপ কমল লোচন॥
৬। ভজৰে অ' ভজৰে অৰে মন হৰি চৰণত।

১৬ নং ঘোষা :—

১। হৰি মোৰ বান্ধৱ কৃষ্ণ ৰাম।
২। কৃষ্ণ ৰাম ৰাম কৃষ্ণ ৰাম॥
৩। গোপাল গোপীনাথ গোৱিন্দ ৰাম।
৪। গোৱিন্দ ৰাম-কৃষ্ণ গোৱিন্দ ৰাম॥
৫। গোৱিন্দ ৰাম হৰি গোৱিন্দ ৰাম।।
৬। হৰি হৰি নাৰায়ণ গোৱিন্দ ৰাম।।
৭। গোৱিন্দ ৰাম গোৱিন্দ ৰাম গোপাল গোৱিন্দ ৰাম ৰাম॥

১৭ নং ঘোষা :— (মৌছঙ্গীয়া ঘোষা)

১। ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম হৰি হৰি ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।
ৰামতে ৰমোহোঁ অবিৰাম হে ৰাম ৰাম।
২। ৰাম নাম ধৰ্ম্ম অনুপাম হৰি হৰি, পূৰে ভকতৰ মন কাম হে ৰাম ৰাম।
৩। কলি যুগে ৰাম নাম সাৰ হৰি হৰি। ৰাম নাম বিনে নাহি আৰ হে ৰাম ৰাম।
৪। ৰাম বুলি পায় ভৱ পাৰ হৰি হৰি, ৰাম নাম জগত উদ্ধাৰ হে ৰাম ৰাম॥
৫। ৰাম নামে অমূল্য ৰতন হৰি হৰি, ৰাম নাম বিনে নাহি ধন হে ৰাম ৰাম।
৬। ৰাম নামে মুক্তি বিৰম্বন হৰি হৰি, জপ ৰাম নাম অনুক্ষণ হে ৰাম ৰাম॥
৭। ৰাম নামে ভকতি যুগম হৰি হৰি, নাহি ভক্তি ৰাম নাম সম হে ৰাম ৰাম॥
৮। ৰাম নামে ধৰ্ম্মতে উত্তম হৰি হৰি, ৰাম নাম পাতকৰ যম হে ৰাম ৰাম।
৯। নাৰায়ণ নাৰায়ণ নাৰায়ণ নাৰায়ণ জয় নাৰায়ণ।
তোমাৰ অৰুণ চৰণ পঙ্কজে নিমজোক মেৰি মন॥
১০। তুৱা চৰণে হামাৰ মজোক মন জয় ৰাম নাৰায়ণ নাৰায়ণ।
১১। গোৱিন্দ গোৱিন্দ দৈৱকী নন্দন হৰি ৰাম নাৰায়ণ॥

দ্ৰষ্টব্য :— ইয়াত "নাৰায়ণ নাৰায়ণ - - - " এইখিনিৰ পৰা ধৰি গোৱা ঘোষা। একাদশীৰ দিনা পুৱা আৰু গধূলি দুয়োটা সময়তে গাব পাৰে। ইয়াক মৌছন্দীয়া ঘোষা বোলে। ভকতে মৌ পাৰি খাওঁতে গুৰুজনাই এইটো মৌবৰষা ঘোষা ৰচনা কৰে। মৌ খোৱা সময়ত ৰচনা কৰে বাবে আৰু নতুনকৈ এনে ছন্দত ৰচনা কৰে বাবে "মৌছন্দীয়া ঘোষা" বোলে।

(লৈতাকটা ঘোষা)

১৮নং ঘোষা :—

১। ৰাম কৃষ্ণ ৰাম হৰি ৰাম চন্দ্ৰ ৰাম ৰাম শ্ৰীৰাম দেৱ ৰঘুপতি।
হে প্ৰভু ৰঘুনাথ, প্ৰণামো দয়ামনাথ, তুমি মোৰ হৈবা নিজ গতি হৰিৰাম
ৰঘুকুল নন্দন মুৰাৰি ॥

২। গোপাল গোৱিন্দ ৰাম গোপাল গোৱিন্দ ৰাম গোপাল গোৱিন্দ জয়ৰাম।
তোমাৰ চৰণে হৰি, কেৱল ভকতি বিনে, মোৰ আৰ নাহি আন কাম
হৰি ৰাম গোপাল গোৱিন্দ জয় ৰাম ॥

৩। গোপীনাথ গোপীনাথ গোপীনাথ গোপীনাথ গোপীনাথ গোপীনাথ হৰি।
তোমাৰ অভয় দুই চৰণে, শৰণ লৈলো, লৈয়ো মোক নিজ দাস কৰি
হৰি ৰাম গোপীনাথ গোপীনাথ হৰি ॥

৪। মুৰাৰি মুকুন্দ ৰাম মুৰাৰি মুকুন্দ ৰাম মুৰাৰি মুকুন্দ ৰাম জয়।
সুমৰণে পাপ ক্ষয়, মিলে মহামহোদয়, দুখ চয় গুচে শোক ভয় হৰি ৰাম
মুৰাৰি মুকুন্দ ৰাম জয় ॥

৫। ৰাম কৃষ্ণ নাৰায়ণ নিৰঞ্জন নিৰাকাৰ নিৰ্ব্বিকাৰ নিৰাময় হৰি।
চিদানন্দ সদানন্দ, পুৰুষ পৰমানন্দ, ভজো তুৱা চৰণত ধৰি হৰি
ৰাম বিভু প্ৰভু অনন্ত দৈত্যাৰি ॥

৬। ৰাম কৃষ্ণ গোৱিন্দ ৰাম কৃষ্ণ গোৱিন্দ ৰাম কৃষ্ণ গোৱিন্দ হৰি।
বনমালী বাসুদেৱ, পদ্মনাভ জনাৰ্দ্দন, মাধৱ মুকুন্দ মুৰাৰি
হৰি ৰাম মাধৱ মুকুন্দ মুৰাৰি ॥

৭। মাধৱ মধুৰ মূৰুতি মধুসূদন দনুজ দমন দুখহাৰী।
পীতাম্বৰ ধৰ, শ্যাম সুন্দৰ হৰি, জয় জয় মুকুন্দ মুৰাৰি হৰি ৰাম
জয় জয় মুকুন্দ মুৰাৰি ॥

৮। ৰামকৃষ্ণ ৰামকৃষ্ণ ৰামকৃষ্ণ ৰামকৃষ্ণ ৰামকৃষ্ণ বোল মন ভাই।
হৰিয়ো সন্তোষ হয়, গুচয় সংসাৰ ভয়, হৰি পদ সেৱা সুখে
পায় হৰি ৰাম ৰাম কৃষ্ণ বোল মন ভাই ।।

( কলপীয়া ঘোষা অন্ত )

দ্ৰষ্টব্য :— ইয়াত ধৰি গোৱা ঘোষা নাই। অৱশ্যে ইয়াৰ অন্তত "হিয়াৰ মাজে নামৰ ভাণ্ডাৰ" ধৰি গোৱা ঘোষাটো যোগ কৰি গোৱা হয়। এইটো বাধ্যতামূলক। মাসান্তৰ দিনা ৰাতি নামত গায়। একাদশীৰ দিনা পুৱা বা ৰাতিৰ প্ৰসঙ্গতো ইয়াক গাব পাৰে। বৰপেটা সত্ৰৰ কীৰ্ত্তন ঘৰ পুনৰ্নিৰ্ম্মাণ কৰোতে মাধৱদেৱে এই ঘোষা বেৰত লিখিছিল। নামেৰে লতা কাটিছিল· বাবে ইয়াৰ নাম "লতাকটা ঘোষা" থাকিল।

## (খ) ধৰিগোৱা ঘোষা

**১নং ঘোষা ঃ—**

১। হিয়াৰ মাজে নামৰ ভাণ্ডাৰ মুখে বাজ হয়।
ৰাম নামে মৰণা মাৰিয়া পাপ কটকৰ ক্ষয় ।।
২। পাপ বিপক্ষক সংহৰি হৰি নাম খলখলি হাসে।
সকলো ধৰ্ম্মৰ ওপৰে বসিয়া হৰিৰ নাম প্ৰকাশে ।।
৩। মুকুতি সুখক বশ্য কৰি হৰি নাম আনন্দত নাচে।
পুৰুষে 'সহিতে সখিত্ব কৰিয়া চলয় হৰিৰ কাছে।
৪। আপুন নামৰ মহিমা দেখিয়া হৰিৰ আনন্দ চৰে।
যিটো নাম লয় হৰি তাৰ হয় ই পুনু ৰহস্য বৰে ।।
৫। হৰিগুণ নাম ভাবিয়া পুৰুষে ৰহয় হৰিৰ পাশে।
হৰিৰ চৰণ হৃদয়ে ধৰিয়া কহয় মাধৱ দাসে ।।

( এই ঘোষা প্ৰায়েই একাদশীত গায় )

**২নং ঘোষা ঃ—**

১। যাদৱ যদুনন্দন মাধৱ মধুসূদন।
তুমি নিত্য নিৰঞ্জন নাৰায়ণ তোমাত লৈলো শৰণ ।
২। ভুবন মোহনৰাম ভজিলো তোমাৰ পাই।
মহা মহাপাপী যাৰ নাম জপি উত্তম পদক পায় ।।

৩। জীৱন যাদৱৰায় সেৱহু তোমাৰ পাই।
ৰাম নেৰিবা নফৰ দায় ।
তুৱা পাৱে ৰতি যিমতে কৰিবো দিয়োক নাথ উপায় ।।

৪। হে যদুপতি ৰাম পূৰিয়ো মনৰ কাম ৰাম দিয়োক এহি উপায় ।
যেন মোৰ মনে তোমাৰ চৰণে কৰয় ৰতি সদায় ।।

৫। গোৱিন্দ বোল মনাই মুকুন্দ বোল মনাই ।
ব্ৰহ্মা হৰে যাৰ শৰণে পশয় আনৰ কোন বৰাই ।

৩ নং ঘোষা ঃ—

১। ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোলৰে পামৰু মন ভুলিয়া কমনে পাপী মৰ ।
যাৰ মায়া পাশে বন্দি হুয়াছ পামৰু মন তানে দুই চৰণত ধৰ ৰে
পামৰু মন তানে দুই চৰণত ধৰ ।

২। ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল ভাই এ সকল নিগমে ওহি সাৰ ।
সুমৰিতে হৰি বশ্য হোৱে ভাই এ সুখে পাই ভৱনদী পাৰ ।

৩। ভাল উপায় পাইলো ভাই ভাই এ ৰাম নাম নিগম ৰহস্য ।
একচিত্ত মনে ভাব ভাই ভাই এ যাৰে নাম তাৰে কৰ বশ্য ।।

৪। ভাল ভাৰথা পাইয়া আছি হৰি করুণাময় ৰাম কৃষ্ণ কৃপাৰ ঠাকুৰ।
ৰাম বুলিতে পাপী তৰে হৰি করুণাময় সকল আপদ হোৱে দূৰ ।

৪ নং ঘোষা ঃ—

১। দীনবন্ধু ৰাম দয়াশীল দেৱ। তুৱা পদকমলে সদায় কৰো সেৱ ।
২। মোৰে প্ৰভু ৰাম করুণাসাগৰ। আমি দুখীতক নাচাৰিবা দামোদৰ ।।
৩। মধুৰিপু ৰাম কমললোচন। তুৱা গুণ নামে ভৱ ভয় বিমোচন ।।
৪। বন্দো মাধৱ মধুৰিপু ৰাম। তুৱা পদ কমল যুগল হৰি এ ।।

৫ নং ঘোষা :—

১। যাদৱ যাদৱ যাদৱ দেৱ। তুমি বিনে সুহৃদ বান্ধৱ নাহি কেৱ ।।
২। কমনে ভজিবো হৰি চৰণ তোমাৰ। দুৰ্ঘোৰ মায়ায়ে মন মুহিল আমাৰ ।।
৩। ৰাম বুলি তৰিতে দঢ়াই আছো মন। তুমি হৰি দীনবন্ধু পতিত পাৱন ।।
৪। পতিত পাৱণ ৰাম কৃষ্ণ কৃপাসিন্ধু। আমি পতিতক নচাৰিবা দীনবন্ধু ।।

৫। হাঁ হৰি মোৰে প্ৰাণ জীৱন মুৰাৰি। অনাথৰ নাথ ভকতৰ ভয়হাৰী॥
৬। শ্ৰীৰাম নামে ৰতি মিলিল যাহাৰ। সি সি ভাগ্যৱন্তে পাই সংসাৰৰ পাৰ॥
৭। হৰিগুণ ভকতৰ কৰ্ণৰ ভূষৰ্ণ। যিটো সদা বোলে ৰাম সি সি মহাজন॥
৮। নিত্যানন্দময় হৰি ভকতৰ ধন। হৰি বিনে আন ধন সবে অকাৰণ।
৯। সংসাৰত নাহি ধৰ্ম্ম হৰিনাম সম। যিটো সদা বোলে ৰাম সি সি নৰোত্তম॥
১০। আনধৰ্ম্মে নুহি হৰি নামক উপাম। হৰিৰো বল্লভ যিটো সদা বোলে ৰাম॥
১১। ৰামকৃষ্ণ নামক আনন্দে যিটো ধৰে। বংশেসমে তৰয় হৰিকো বশ্য কৰে॥

## ৬ নং ঘোষা :—

১। ৰাম ৰাঘৱ এ ৰঘুপতি এ তুমি দেৱ অগতিৰ গতি নাহে।
অ' হৰি এ তুৱা পদ কমলৰ মকৰন্দ ৰসে ৰতি কৰিয়া থাকোক মোৰমতি নাহে॥
২। জয় জয় হৰি জয় এ যদুপতি এ তুৱা পাৱে পশিলো শৰণ নাহে।
অ' হৰি এ ভাল কথা শুনিয়াছি মনে লৈলো সাৰ বাচি তুৱা নাম পতিত পাৱন নাহে।
৩। প্ৰাণ বান্ধৱ এ মাধৱহে দয়াশীল দৈৱকী নন্দন নাহে।
অ' হৰি এ তুমি দেৱ দীনবন্ধু কেৱলে করুণাসিন্ধু কৰো তয়ু চৰণ বন্দন নাহে॥
৪। ৰাম ৰাম হৰি ৰাম এ ৰঘুনাথ হে অ' প্ৰাণনাথ হে।
ৰাম নাম নছাৰোক মুখে নাহে।

## ৭ নং ঘোষা :—

১। এ ভাৱক ভাই ভজ ভগৱন্ত ভক্তি ভাৱে।
ভগৱন্ত ভজিয়া পৰম গতি পাৱে॥
২। ভগৱন্ত নভজি চলয় যম থাৱে॥
৩। ভগৱন্ত ভকতক শমনে নধাৱে॥
৪। ভগৱন্ত ভজিয়া জনম বাহুৰাৱে॥
৫। আনো যত সৱে মিছা ভক্তিৰ অভাৱে॥
৬। জানিয়া ভজিয়ো ভাই ভগৱন্ত পাৱে॥
৭। এহু ৰস মাধৱ মৰুখ মতি গাৱে॥

৮ নং ঘোষা ঃ—

১। তুমি শুদ্ধ বুদ্ধ নিত্য নিৰ্ম্মল নিৰ্গুণ দেৱ মোৰে প্ৰভু নাৰায়ণ এ,
স্বৰূপ আনন্দে সদাসুখী, হৰি হৰি তুমি নিজানন্দে সদা সুখী ।
আমি মূঢ়মতি ঘোৰ অবিদ্যাসাগৰে মজি মোৰে প্ৰভু নাৰায়ণ এ,
তোমাক নজানি ভৈলো দুখী, হৰি হৰি স্বৰূপ নজানি ভৈলো দুখী হৰি এ ।।

২। অখণ্ডিত সদা শুদ্ধ চৈতন্য শক্তিৰ বলে মোৰে প্ৰভু নাৰায়ণ এ,
তুমি দূৰ কৰি আছা মায়া, হৰি হৰি তোমাৰ নিকটে নাহি মায়া ।
তোমাক নভজো পদে মায়ায়ে মহিলে মোক মোৰে প্ৰভু নাৰায়ণ এ,
আৰে কৃপাময় কৰা দয়া, হৰি হৰি মায়াক নিবাৰি কৰা দয়া হৰি এ ।।

৩। দৈৱকীনন্দন দেৱ দৈৱকীনন্দন দেৱ দীনবন্ধু দামোদৰ এ,
হৰি হৰি চৰণে উদ্ধাৰ কৰা মোক, দীনবন্ধু ইবাৰ নেৰিবা হৰি মোক ।
ভকতি মিনতি স্তুতি প্ৰণতি নজানো মই দীনবন্ধু দামোদৰ এ,
হৰি হৰি আৰে মোৰ কেন গতি হোক প্ৰাণবন্ধু মোৰ মন তোমাত ৰহোক হৰি এ ।।

৪। হে কৃষ্ণ তুমি নিজ আত্মা প্ৰিয়তম গুৰু মোৰে প্ৰভু নাৰায়ণ এ,
পৰম ঈশ্বৰ ভয়হাৰী, হৰি হৰি তুমি ইষ্টদেৱ ভয়হাৰী ।
এতেক জানিয়া তয় চৰণে শৰণ লৈলো মোৰে প্ৰভু নাৰায়ণ এ,
নছাৰিবা ইবাৰ মুৰাৰি, হৰি হৰি লৈয়ো মোক মায়াক নিবাৰি হৰি এ ।।

৫। মনুষ্য যোনীৰ কৰ্ম্মে নিঃশেষ যোনীত ফুৰি দীনবন্ধু দামোদৰ এ,
হৰি হৰি বাৰে বাৰে ভুঞ্জিলো অপাৰ, দীনবন্ধু কতবা ভুঞ্জিলো নাহি পাৰ ।
ইবেলি তোমাৰ দুই চৰণে শৰণ লৈলো দীনবন্ধু দামোদৰ এ,
হৰি হৰি নকৰিবা মোক পৰিহাৰ, প্ৰাণবন্ধু চৰণত ৰাখিও ইবাৰ হৰি এ ।।

৬। পুন পুনু নৰতনু লভিয়া তোমাক তেজি দীনবন্ধু দামোদৰ এ,
হৰি হৰি সংসাৰ ভ্ৰমিলো অসংখ্যাত, দীনবন্ধু কতবা কৰিলো আয়াযাত ।
ইবেলি কৰুণাময় তোমাৰ কিঙ্কৰ ভৈলো দীনবন্ধু দামোদৰ এ,
হৰি হৰি ৰতি মোৰ ৰহোক তোমাত, প্ৰাণবন্ধু চৰণত কৰো প্ৰণিপাত হৰি এ ।।

৭। তুমি প্ৰাণ প্ৰিয়তম সুহৃদ পৰম গুৰু প্ৰাণবন্ধু পীতাম্বৰ এ,
তুমিসে কেৱলে আত্মা মোৰ, হৰি হৰি তুমিসে পৰম আত্মা মোৰ ।
তোমাক নজানি জড় মিছা শৰীৰক মই প্ৰাণপ্ৰভু পীতাম্বৰ এ,
আত্মা বুলি ভৈলো সেৱা চোৰ, প্ৰাণ বন্ধু কিনো মই অজ্ঞানী দুৰ্ঘোৰ হৰি এ ।।

৯ নং ঘোষা ঃ—

১। জয় জগজীৱ মোৰে প্ৰাণ মোৰে প্ৰাণধন বান্ধৱ মুৰাৰি ।
শ্ৰৱণ আনন্দে শুনিছো গোৱিন্দ তুমি দীন দুখ হাৰী ॥
২। মোৰে জীৱধন গোপীনাথ প্ৰাণ গোপীনাথ পশিলো শৰণে ।
মোৰ প্ৰাণমন মজিয়া ৰহোক তোমাৰ চৰণে ॥
৩। দুগুটি অক্ষৰ ৰামনাম শ্ৰীৰামনাম অগিয়া মধুৰি ভুৰে ।
অতি সুকুমল পৰম মঙ্গল সব মনোৰথ পুৰে ।
৪। জয় জয় নিত্য নিৰঞ্জন নিত্য নিৰঞ্জন দেৱ শিৱ সনাতন।
পৰম অভয় তোমাৰ চৰণ তাপ তিনি বিনাশন ॥
৫। দয়াশীল দেৱ দামোদৰ তুমি দীনজন বন্ধু ।
পতিত পাৱন তুমি কৃপাময় কেৱলে কৰুণাসিন্ধু ।
৬। হৰি হৰি হৰি হৰি এ হৰি হৰি হৰি তুমি কৃপাময় দীন দুখ বিনাশন ।
ভৃত্য ভয়হাৰী জানিয়া তোমাৰ চৰণে লৈলো শৰণ ॥
৭। হে কৃষ্ণ দীন দয়াশীল দীন দয়াশীল দয়া নচাৰিবা মোক ।
অজ্ঞান তিমিৰ নাশিয়া বিজ্ঞান প্ৰদীপ প্ৰভু দিয়োক ॥
৮। ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম ৰাম কৃষ্ণ ৰাম কৃষ্ণ অগতিৰ গতি ।
অচিন্ত্য অনন্ত সুখেৰ সাগৰ কৃষ্ণৰ পদ ভকতি ॥
৯। হে প্ৰাণ প্ৰভু কৃষ্ণদেৱ প্ৰাণ কৃষ্ণদেৱ দীনক কৰিয়ো দয়া।
পৰম তাপিতে মাগোহো তোমাৰ শীতল চৰণ ছাঁয়া ॥
১০। প্ৰাণ প্ৰিয়তম যদুদেৱ দিয়ো মোক এহিদান ।
কৰায়ো তোমাৰ চৰণ সেৱাৰ সন্তোষ অমিয়া পান ॥
১১। নমো ৰাম কৃষ্ণ সদাশিৱ সদাশিৱ কৃষ্ণ তুমি জগতৰ পতি ।
অপায় ৰহিত মাগোহো ভকতি চৰণে কৰো প্ৰণতি ॥
১২। জগতগুৰু নাৰায়ণ জগতগুৰু নাৰায়ণ মোৰে প্ৰভু ৰাম কৃষ্ণ ৰাম,
হৰিতো হৰি ৰাম কৃষ্ণ ৰাম ॥
১৩। ৰাম কৃষ্ণ নিৰঞ্জন ৰাম কৃষ্ণ নিৰঞ্জন দীনবন্ধু নাৰায়ণ এ,
তুমিতো প্ৰভু অগতিৰ গতি ॥

১০নং ঘোষা ঃ—

১। গোপীনাথ গোপীনাথ মোৰে কমলাকান্ত হৰি হৰি মোৰ প্ৰভু ৰাম নাৰায়ণ ।
হৰি এ অভয় চৰণ পায় পশিলো শৰণ ॥
২। অনাদি অনন্ত হৰি এ, জীৱন বন্ধু হৰি হৰি ৰামকৃষ্ণ কৰুণাসাগৰ ।
হৰি এ অনাথৰ নাথ দয়াশীল দামোদৰ ॥

৩। পৰম পুৰুষ প্ৰভু এ পৰমানন্দ হৰি হৰি পৰম কাৰণ নাৰায়ণ ।
হৰি এ ভকত ৰঞ্জন তযু অৰুণ চৰণ, অনন্ত অচ্যুত সদাশিব সনাতন ।।
৪। জয়তি জগত গুৰু এ গুণেৰ নিধি হৰি হৰি নিত্য নিৰঞ্জন নিৰাকাৰ ।
হৰি এ তোমাৰ চৰণে সদা শৰণ আমাৰ ।।
৫। দৈৱকীনন্দন প্ৰভ এ পৰম গুৰু হৰি হৰি দয়াশীল দেৱ নিৰঞ্জন ।
হৰি এ তযুপদ কমলে মজোক মেৰি মন ।।
৬। জগতে জীৱন যদু এ যাদৱানন্দ হৰি হৰি জগত কাৰণ যদুপতি ।
হৰি এ তুমিসি কেৱলে নিজ ভকতৰ গতি ।।
৭। ভকত বৎসল প্ৰভু এ ভকত বন্ধু হৰি হৰি ভকতজনৰ ভয়হাৰী ।
হৰি এ ভকতৰ নিজ গতি তুমিসি মুৰাৰি ।।
৮। পতিত জনেৰ গতি এ জগত পতি হৰি হৰি পতিত পাৱন ভগৱন্ত ।
হৰি এ পৰম ঈশ্বৰ দেৱ অনাদি অনন্ত ।।

## ১১ নং ঘোষা ঃ—

১। কৰুণাময় ৰাম কৰুণাময় । কৰিয়ো কৃপা যেন উচিত হয় ।।
২। তুমিসে ৰাম কৃপা ৰসেৰ নিধি । তোমাৰ কৃপা বিনে নাহিকে সিদ্ধি ।।
৩। তোমাৰ কৃপাকেসে কৰিছোঁ আশ । অৰুণ পদতলে দিয়োক বাস ।।
৪। সহজে তুমি ৰাম কৰুণা সিন্ধু । তোমাত বিনে আন নাহিকে বন্ধু ।।
৫। তোমাৰ কৃপালেশে আমাৰ গতি । কহয় মাধৱ মূৰুখমতি ।।

## ১২ নং ঘোষা : —

১। জয় জয় ৰাম কৰুণাসাগৰ এ, মোক নাৰায়ণ ইহাৰ কৰিয়ো দয়া ।
অভয় চৰণে শৰণ পশিলো এ, প্ৰভু দামোদৰ দূৰ কৰা মোৰ মায়া ।।
২। পতিত পাৱন বুলি নাৰায়ণ এ, পৰম পতিতে ডাকে আতুৰ হয়া ।
তযু বেদ বাণী মুখে আছো শুনি এ, মহা মহা পাপী তৰে তযু নাম লৈয়া ।।
৩। তুৱাগুণ নাম অমৃত আশায় এ, তোমাৰ চৰণে বিকা গৈলা মূঢ়মতি ।
চৰণত ধৰো কাতৰ কৰো এ, মই অনাথক নৱঞ্চিবা যদুপতি ।।
৪। তোমাৰ সেৱক ভৈলো নাৰায়ণ এ, নিশ্চয় তোমাৰ দিবাক লাগে প্ৰসাদ ।
নিজ ভৃত্য কৰি লৈলে গোপীনাথ এ, তুমি কৃপাময় মিলয় কোন প্ৰমাদ ।।
৫। হে দয়াশীল দেৱ দামোদৰ এ, তোমাৰ চৰণে বোলোহোঁ কাকুতি বাণী ।
মোক নিজ দাস কৰি লৈলে হৰি এ, কহিয়ো কৃপাল তোমাৰ কিহয় হানী ।।
৬। পৰম কৃপালু হয়া যদুপতি এ, কিনো অপৰাধে মোক ভৃত্য পৰিহৰা ।
শাস্ত্ৰতো প্ৰসিদ্ধ অজ্ঞানতো হৰি এ, যিটো নামলৱে তাক মোৰ বুলি ধৰা ।।

৭। জ্ঞান শুন্য আতি পশু পক্ষী জাতী এ, তাকো অনুগ্ৰহ কৰি আছা কৃপাময়।
আকে জানি হৰি শৰণ পশিলো এ, আমাক তোমাৰ তেজিতে উচিত নয় ॥
৮। তোমাৰেসে নিজ ভৃত্য ভৈলো হৰি এ, কৃপাৰ সাগৰ তুমি মোৰ নিজস্বামী।
মই অনাথক নবঞ্চিবা হৰি এ, তয়ু সেৱাৰসে আশা কৰি আছোঁ আমি ॥
৯। বেদৰ গুপুত বিত্ত নাৰায়ণ এ, দৈৱকীত হন্তে সাক্ষাতে ভৈলো বিদিত।
জীৱন তৰণ হেতু নাৰায়ণ এ, প্ৰচাৰিলা নিজ যশ ধৰ্ম্ম বিপৰীত ॥
১০। ভকতৰ বশ্য হৈবাক শঙ্কায় এ, জ্ঞোনো মোক তুমি দাস পৰিহৰা হৰি।
ইটো শঙ্কাহৰি দূৰতে তেজিয়া এ, লৈয়োক তোমাৰ ভৃত্যৰ অধীন কৰি ॥
১১। তোমাৰ গুণৰ মহিমা দেখিয়া এ, আনো যত কাম দুৰতে তেজিয়া থৈলো।
তয়ু পদসেৱা ৰসক আশায় এ, তোমাৰ একান্ত ভৃত্যৰ কিঙ্কৰ ভৈলো ॥
১২। সহজে কৃপালু গুণক প্ৰকাশিয়া এ, ধৰি আছা হৰি ভকত বৎসল নাম ॥
ধেনু যেনমতে বৎসক পালয় এ, তুমি সেহিমতে ভকতক পালা ৰাম ॥

১৩ নং ঘোষা—

১। অচিন্ত্য অনন্ত শকতিৰ পতি হৰি হৰি হৰি হৰি এ,
তুমি কৃপাময় দেৱ অগতিৰ গতি।
তুমি সত্য সনাতন সদাশিৱ হৰি হৰি হৰি হৰি এ,
তোমাৰ চৰণে মাগোহো নিৰ্ম্মল ৰতি ॥
২। হে হৰি মোৰ মুখে নাছাৰোক হৰি হৰি হৰি হৰি এ,
পৰম নিৰ্ম্মল তয়ু গুণ নাম যশ।
কৰা কৃপা কৃষ্ণ মনত মিলোক হৰি হৰি হৰি হৰি এ,
তয়ু পদ সেৱা পৰম অমিয়া ৰস ॥
৩। আমি যতজীৱ তোমাৰ পালন হৰি হৰি হৰি হৰি এ,
তুমিসে পালিয়া ফুৰা হুয়া অন্তৰ্যামী।
আৰে যেৱে নিজ ভৃত্য বুলি পালা হৰি হৰি হৰি হৰি এ,
তেবেসে কৃপালু কৃত কৃত্য হওঁ আমি ॥
৪। তুমি যাক পালা সিও জন আমি হৰি হৰি হৰি হৰি এ,
সংসাৰ নিকাৰ ভুঞ্জিয়া ফুৰো বহুত।
তোমাৰ অধীন হুয়া কেনে আমি হৰি হৰি হৰি হৰি এ,
ভৈলোহোঁ স্বতন্ত্ৰ ইটো কিনো অদভুত ॥
৫। তোমাক পৰম ঈশ্বৰ নমানি হৰি হৰি হৰি হৰি এ,
মহা অহঙ্কাৰে দ্ৰোহ আচৰিলো আমি।
আৰে তয়ু পদে শৰণ পশিলো হৰি হৰি হৰি হৰি এ,
মই দ্ৰোহীয়াৰ দোষ ক্ষমা কৰা স্বামী ॥

৬। দাস হুয়া তযু সেৱা নকৰিলো হৰি হৰি হৰি হৰি এ,
ইটো মোৰ অপৰাধৰ চিকিৎসা নাই ।
তুমি পুনু প্ৰভু সহজে কৃপালু হৰি হৰি হৰি হৰি এ,
শৰণে পশিলো ক্ষমিতে প্ৰভু যুৱাই ॥

৭। মই অজ্ঞানীৰ যতেক অজ্ঞান হৰি হৰি হৰি হৰি এ,
কথা কহি কোনে সীমা কৰিবেক তাক ।
ইটো মোৰ ঘোৰ দোষ পৰিহৰি হৰি হৰি হৰি হৰি এ,
কৃপাময় কৃষ্ণ চৰণে ৰাখা আমাক ॥

৮। প্ৰিয়তম আত্মা ঈশ্বৰ দেৱতা হৰি হৰি হৰি হৰি এ,
কৃষ্ণেসে সুহৃদ বান্ধৱ গুৰু আমাৰ ।
কৃষ্ণৰ চৰণ পঙ্কজ বিনাই হৰি হৰি হৰি হৰি এ,
মই অনাথৰ গতি নাহি নাহি আৰ ॥

৯। দুৰ্ব্বাৰ দুঃসঙ্গ দুৰ্ব্বাসনা দুষ্ট হৰি হৰি হৰি হৰি এ,
অনাদি অবিদ্যা আপুনি ভৈলো মোহিত ।
অনাত্মা দেহত আত্মা বুদ্ধি কৰি হৰি হৰি হৰি হৰি এ,
তুমি পৰমাত্মা ঈশ্বৰে ভৈলো বঞ্চিত ॥

১০। অত্যন্তিক সুখ তযু পদ সেৱা হৰি হৰি হৰি হৰি এ,
সেৱা পৰিহৰি সিসুখে ভৈলো বঞ্চিত ।
মায়াময় ঘোৰ সংসাৰ নিকাৰ হৰি হৰি হৰি হৰি এ,
তাকে সুখ মানি মগন ভৈল মোৰ চিত্ত ॥

১৪ নং ঘোষা ঃ—

১। ৰাম জয় হৰি জয় ৰাম কৃষ্ণ ৰাম হৰি জয় ।
ৰাম কৃষ্ণ যিটো সততে সুমৰে তাৰ আৰ কাক ভয় ॥

২। সকল ধৰ্ম্মৰ ওপৰে বসিয়া ৰাম নাম প্ৰকাশয় ॥
৩। ৰাম কৃষ্ণ নাম কীৰ্ত্তন বিনাই কৃত্য শেষ নথাকয় ॥
৪। ৰাম কৃষ্ণ নাম কীৰ্ত্তনে কৃষ্ণৰ কৃপাৰ মন্দিৰ হয় ॥
৫। ৰাম কৃষ্ণ নাম কীৰ্ত্তন প্ৰভাৱে সংসাৰ সুখে তৰয় ॥
৬ ৰাম কৃষ্ণ নাম কীৰ্ত্তনে সমস্ত বিঘিনি নাশ কৰয় ॥
৭। ৰাম কৃষ্ণ নাম ৰসক লভিয়া মুকুতিকো নগণয় ॥
৮। ৰাম কৃষ্ণ নাম পৰম আনন্দ সমুদ্ৰে মজি থাকয় ॥

৯। ৰাম কৃষ্ণ নাম কীৰ্ত্তন প্ৰসাদে হৰিৰ বল্লভ হয় ॥
১০। ৰাম কৃষ্ণ নাম কীৰ্ত্তন কৰিয়া হৰিকো বশ্য কৰয় ॥

১৫ নং ঘোষা ঃ—

১। হৰি হৰি হৰি হৰি হৰি হৰি হৰি কি কাম কৰিলো আমি।
হৰি এ সাধুসঙ্গ লৈয়া তোমাক নভজি ভৈলো কিনো অধোগামী ॥
২। নিজদাস হুয়া সেৱাক তেজিলো, সেহি দোষে ঘোৰ আপদে মজিলো ॥
৩। তুমিসে সুহৃদ আত্মাপ্ৰিয়তম, তথাপি তোমাক নভজো অধম ॥
৪। তুমি নিজ পিতৃ গুৰু ইষ্ট মোৰ, মই মন্দমতি ভৈলো সেৱা চোৰ ॥
৫। অধমকো তাৰে তোমাৰ ভকতি, তথাপি তোমাক নভজো কুমতি ॥
৬। ইষ্টদেৱ বুলি তোমাক নধৰো, নিকাৰ ভুঞ্জিয়া সংসাৰতে মৰো ॥
৭। তুমিসে কেৱলে করুণাসাগৰ, তোমাক নভজো কি মই পামৰ ॥
৮। আবে কৃপাময় দিয়োক শৰণ. দোষ মৰিষণ তোমাত চৰণ ॥
৯। ইবাৰ ঈশ্বৰ নাছাৰিবা মোক, মোৰ মন মজি তোমাত ৰহোক ॥

১৬ নং ঘোষা ঃ—

১। ইবাৰ করুণাময় হৰি কমলাপতি মোৰে নাছাৰিয়ো নাৰায়ণ।
অৰুণ চৰণ তলে হৰি কমলাপতি সত্যে সত্যে পশিলো শৰণ ॥
২। হৰি চৰণত শৰণ লৈলো এ হৰি নাৰায়ণ।
মানবী জনম সাফল কৈলো এ হৰি নাৰায়ণ ॥
৩। ৰামচৰণে শৰণ লৈলো মানবী জনম সাফল কৈলো ॥
৪। হৰিও অ' হৰি চৰণে লাগো, অভয় চৰণে শৰণ মাগো ॥
৫। ৰাম ৰঘুপতি ৰঘুনন্দন, তোমাৰ চৰণে লৈলো শৰণ ॥
৬। গোপাল গোবিন্দ যদুনন্দন, কৃষ্ণৰ চৰণে লৈলো শৰণ ॥
৭। ৰাঘৱৰ অভয় চৰণে, সত্যে সত্যে পশিলো শৰণে ॥

১৭ নং ঘোষা ঃ—

১। কিমতে ভকতি কৰিবো তোমাত হৰি এ,
মই মূঢ়মতি নজানো তাৰ উপায় ৰাম ৰাম ॥
২। মহাবলৱন্ত দুৰ্ব্বাসনা ঘোৰ হৰি এ,
আমাৰ মনক তেজিয়া দূৰ নযায় ৰাম ৰাম ॥
৩। তোমাৰ মায়ায়ে মন মুহি আছে হৰি এ,
অজ্ঞান অন্ধকাৰে পৰিয়া পাৰ নপাওঁ ৰাম ৰাম ॥

৪। অভয় চৰণে শৰণ পশিলো হৰি এ,
তুৱা গুণ নাম ভকতি প্ৰদীপ চাওঁ ৰাম ৰাম ।।

৫। ভকতি মিনতি প্ৰণতি নজানো হৰি এ,
মোতপৰে জ্ঞান শুন্য হীনমতি নাই ৰাম ৰাম।

৬। তুমি প্ৰভু কৃপা ৰসেৰ সাগৰ হৰি এ,
দিয়ো মোক তুৱা পদছাঁয়া তলে ঠাই ৰাম ৰাম ॥

৭। বিচাৰি দেখস পামৰু মনাই হৰি এ,
ইহ পৰলোকে হৰিসে সুহৃদ বন্ধু ৰাম ৰাম।

৮। মজিয়া ৰহোক সুহৃদ মনাই হৰি এ,
হৰিগুণ নাম অপাৰ আনন্দ সিন্ধু ৰাম ৰাম॥

৯। নিচিন্তি আছস কেমনে মনাই হৰি এ,
সুখেৰ সাগৰ হৰিত নকৰি ৰতি ৰাম ৰাম ।

১০' আলাস তেজিয়া ভজিয়ো মনাই হৰি এ'
ভৃত্য ভয়হাৰী হৰিয়ে পৰম গতি ৰাম ৰাম ॥

১৮ নং ঘোষা ঃ—

১। হে প্ৰাণবন্ধু কৃষ্ণ কৃপাৰ ঠাকুৰ । অনু এক কৰা দয়া মায়া হোক দূৰ ॥
২। জয় জয় কৃপাময় দেৱ যদুপতি। তোমাৰ চৰণে মাগো অমূল্য ভকতি ॥
৩। হে হে পৰমানন্দ প্ৰভু কৃপাসিন্ধু । ভকতি আনন্দ ৰস মাগো এক বিন্দু ॥
৪। পতিত পৰিয়া ৰৈলো এভৱ সাগৰে । পতিত পাৱন নাম ভৈল কিবা তৰে ॥
৫। অৰুণ চৰণে মই পাপীক তাৰিয়ো। পতিত পাৱন নাম সাফল্য কৰিয়ো ॥
৬। আতুৰ ভৈলোহো হৰি বিষয় বিকলে। কৰিয়ো উদ্ধাৰ মোক চৰণ কমলে ॥
৭। হে কৃষ্ণ কৃষ্ণ নাথ কৰা পৰিত্ৰাণ। তনু নাৱ বুৰি আসে নাহিকে গিয়ান ।
৮। নাম ধন দিয়া মোৰে কিনা বনমালী। দাস পায়া নলৱা কমন ঠাকুৰালি ॥
৯। নিজ দাস কৰি হৰি মোৰ কিনা কিনা। জ্ঞানধন নলাগয় নামধন বিনা ॥
১০। জয় জয় ৰাম কৃষ্ণ শৰণ তোমাৰ। কৃপাৰ সাগৰ কৃপা কৰা একবাৰ॥
১১। দিয়ো দৰিশন পাৱে পশিলো শৰণ। ভকতজনৰ ধন তুমি নাৰায়ণ ॥

( ধৰিগোৱা ঘোষা সমাপ্ত )

দ্ৰষ্টব্য : — এই " ধৰি গোৱা ঘোষা " খিনিৰ যি কোনো এটি গাব লগা হলে ( প্ৰয়োজন বোধে ) কুলপীয়া ঘোষা এটি গোৱাৰ পিচতে গায়। সকীয়াকৈ অৰ্থাৎ অকল শৰীয়াকৈ ইয়াক গোৱাৰ

নিয়ম নাই । “ পাল নাম ” মহোৎসৱ পাতিলে এই ধৰি গোৱা ঘোষা খিনি বেচিকৈ ব্যৱহাৰ কৰা হয় । অন্য সময়ত ইয়াৰ ব্যৱহাৰ কম। অৱশ্যে তিনিও জনা গুৰুৰ কীৰ্ত্তনত আৰু অন্যান্য নৈমিত্তিক পৰ্ব্ব বিলাকত ইয়াৰ ব্যৱহাৰ আছে । আমি সেইখিনি দেখুৱাই আহিছোঁ– যেই সেই পৰ্ব্ব বা উৎসৱৰ প্ৰসঙ্গত । ধৰি গোৱা ঘোষা খিনি বৰ মধুৰ আৰু ইয়াত গাম্ভীৰ্য্যতা প্ৰচুৰ পৰিমাণে থকা দেখা যায় । সকলো নামলগোৱাৰে ধৰি গোৱা ঘোষা মুখস্থ নাথাকে, বচা বচা গোটাচেৰেকহে থাকে । কাৰণ ইয়াৰ ব্যৱহাৰ কম আৰু নিবিড়। কুলুপীয়া ঘোষাৰ ব্যৱহাৰ সৰ্ব্বাধিক ।

△△

# চতুৰ্থ খণ্ড

## (ক) শৰণৰ বিধি ব্যৱস্থা ঃ—

—"মহাপুৰুষীয়া ধৰ্ম্ম" বা "একশৰণ হৰি নাম ধৰ্ম্ম"ৰ প্ৰধান অঙ্গ বা জীৱাত্মা হ'ল শৰণ ব্যৱস্থা। যিটো নহলে ধৰ্ম্মটো জড়াৱস্থা বা নিষ্ক্ৰিয়। ধৰ্ম্মৰ নিগূঢ় তত্ত্ব বুজিবলৈ হলে প্ৰথমতে শৰণ গ্ৰহণ কৰিবই লাগে। তদভাৱে মানুহ যিমানেই শাস্ত্ৰজ্ঞ নহওক লাগে সি নিষ্ফল। তাৰ প্ৰমাণ—

শব্দ ব্ৰহ্মৰ পাৰ ভৈল যিটো
কৃষ্ণত ভকতি নাই।
তাৰ মাত্ৰ শ্ৰম শ্ৰমে মাত্ৰ ফল
যেন ৰাখে বাজী গাই॥ (নামঘোষা—মাধৱদেৱ)

কৃষ্ণ ভক্তিৰ প্ৰথম সোপান শৰণ। শৰণৰ দ্বাৰা কৃষ্ণ ভক্তি প্ৰবল ভাৱে জাগৃত হয়। সংসাৰ সাগৰৰ পৰা মুক্তি পোৱাৰ কামনাৰে একমাত্ৰ অদ্বৈত নিৰ্গুণ ব্ৰহ্ম শ্ৰীকৃষ্ণত শৰণ বা তেওঁৰ প্ৰতি সৰ্ব্বস্বাৰ্পনেই হ'ল শৰণ। তাত্ত্বিক পক্ষৰ পৰা শৰণ অগ্ৰাহিতা জনক হৰিবিমুখ আৰু সামাজিক পক্ষৰ পৰা সি নিন্দিত বাক্য অশৰণীয়া অপৱিত্ৰ আখ্যা পায়। আগৰ দিনত শৰণ নহলে সি চুৱা আৰু তেওঁ যিমানেই বয়সস্থ নহওক লাগে তেওঁ সমাজৰ পৰা বাহিৰ তথা সজ কৰ্ম্মৰ পৰা বঞ্চিত হৈছিল। বিবাহ আৰু সমাজৰ সজ কৰ্ম্মৰ বাবে শৰণ গ্ৰহণ অপৰিহাৰ্য্য আছিল। সম্প্ৰতো সমাজৰ সজ কৰ্ম্মৰ বাবে বা তদভাৱেও শৰণ গ্ৰহণ অপৰিহাৰ্য্য হিচাবে চলি আছে। শৰণ গ্ৰহণৰ অভাৱে তেওঁৰ হাতে এটোপা চেচাপানী খোৱাও নিষিদ্ধ। এই বান্ধোনে মানুহক হৰি সন্মুখ বা শৰণ গ্ৰহণ কৰিবলৈ উদ্‌গনি যোগায়—যিহেতু সমাজৰ পৰা বঞ্চিত হোৱাজনে দহজনক এটোপা চেচাপানী দিবলৈ নেপোৱাটো লজ্জাজনক কথা।

## (ক—১) শৰণ ব্যৱস্থা প্ৰৱৰ্ত্তক শ্ৰীমন্ত শঙ্কৰ গুৰু ঃ—

অসমত এক শৰণ বা শৰণ ধৰ্ম্মৰ প্ৰথম প্ৰৱৰ্ত্তক শ্ৰীমন্ত শঙ্কৰগুৰু। ভাৰতৰ অন্যান্য মহাপুৰুষ সকলে 'শৰণ' শব্দ ব্যৱহাৰ কৰা বুলি এই

পৰ্য্যন্ত ক'তো পোৱা নাই। শঙ্কৰাচাৰ্য্য, ৰামানুজাচাৰ্য্য বল্লভাচাৰ্য্য নিম্বাৰ্কাচাৰ্য্য, চৈতন্য দেৱ প্ৰমুখ ধৰ্ম্ম গুৰু সকলে বিশিষ্টাদ্বৈতবাদ একান্তাদৈবতবাদ, দৈবতাদৈবতবাদ, দৈবতবাদ আদি নামকৰণেৰে ধৰ্ম্মৰ পাতনি মেলিছিল। তেওঁলোকৰ দীক্ষাহে, শৰণ নাই। শঙ্কৰদেৱে নিজক ক'তো দেখুউৱা নাই। তেওঁ চাৰিনাম উলিয়ালে। সিও ভগৱন্তৰে নাম। একমাত্ৰ নিৰ্গুণ কৃষ্ণৰ গুণ প্ৰকাশ কৰি একমাত্ৰ কৃষ্ণত শৰণ গ্ৰহণ কৰিবলৈ আদৰ্শ আৰু উপদেশ দি গৈছে। কৃষ্ণ দৈবপায়ন বেদব্যাসে প্ৰথমে ভাগৱত শাস্ত্ৰত একশৰণৰ কথা উল্লেখ কৰিছে। পিচত অদৈবতবাদী নৃসিংহ উপাসক শ্ৰীধৰস্বামীয়ে "ভাগৱত ভাবাৰ্থ দীপিকা" টীকাত "একশৰণ"ক সমৰ্থন কৰি তাক গজগজীয়া কৰিলে। প্ৰায় তেওঁৰে সমসাময়িক জগদ্-গুৰু শঙ্কৰদেৱে "একশৰণ" শব্দটোৰ ওপৰতে সৰ্ব্বাধিক দৃষ্টিপাত কৰে আৰু তাক কাৰ্য্যকৰী কৰিবৰ কাৰণে তাৰ নামকৰণ কৰি ললে "একশৰণ হৰি নাম ধৰ্ম্ম" বা একশৰণ ভাগৱতী ভক্তি"। শ্ৰীমদ্‌ভাগৱদ্‌গীতা শাস্ত্ৰতো শ্ৰীকৃষ্ণই অৰ্জ্জুনক এক শৰণৰ কথা কৈছে। শঙ্কৰদেৱ মহাপুৰুষে একশৰণ প্ৰতিপাদক শ্ৰীমদ্ভগবদ্ গীতাৰ পৰা শৰণ, ভাগৱতৰ পৰা সৎসঙ্গ অৰ্থাৎ ভজন, পদ্ম পুৰাণৰ পৰা সহস্ৰ নমৰ নামলৈ অসম, কামৰূপ, কোচবিহাৰত ভক্তিবাদ প্ৰচাৰ কৰে। সেই হিচাবে পৃথিবীৰ ভিতৰত বা ভাৰতৰ ভিতৰত কাৰ্যকৰী ভাৱে "একশৰণ হৰিনাম ধৰ্ম্ম"ৰ প্ৰথম প্ৰৱৰ্ত্তক শ্ৰীমন্ত শঙ্কৰ গুৰুহে। বৰ্ত্তমানে ই "মহাপুৰুষীয়া ধৰ্ম্ম" নামেৰে জনাজাত হৈছে। একশৰণৰ সম্পৰ্কত আমাৰ পিচৰ "একশৰণ তত্ব বিবেচন" অধ্যায়ত বিস্তৃতি ভাঙি ধৰা হৈছে। এতিয়া বাহুল্য কৰা নহ'ল।

### (ক—২) সত্ৰত শৰণৰ কাৰ্য্যক্ৰম ঃ—

সত্ৰত শৰণ গ্ৰহণ কৰিবলৈ সত্ৰৰ ভকতৰ উপৰিও বাহিৰৰ পৰাও লোক আহে। শৰণ গ্ৰহণৰ আগদিনা উপবাসে থাকিব লাগে। প্ৰাক্ সূৰ্য্যাস্ততে লঘু আহাৰ কৰি সেইদিনা শুদ্ধ ভাৱে থাকিব লাগে। দাড়ি, নখ কাটি চৰু পেলাই ঘৰত গোবৰ মাটিৰে মাৰ্জ্জন কৰি শুদ্ধ কৰি লোৱাৰ নিয়ম। জীৱনৰ এটা প্ৰথম শুদ্ধ পথ বাচি লোৱাৰ মুহূৰ্ত্তত নিজকে সাৱধান কৰি লোৱা প্ৰয়োজন আছে। বিবাহ যেনেকৈ দুবাৰ নহয়, তেনেকৈ শৰণো নহয়।

শৰণ গ্ৰহণৰ আগদিনা উপবাসে থকাৰ কাৰণ এয়ে যে শৰণাৰ্থী গৰাকীৰ শাৰীৰিক আৰু মানসিক শুদ্ধি হ'ব লাগে। কিছুমান ব্ৰত উপবাস সাধক সকলে বা বৈষ্ণৱ সকলে উপসাধন হিচাবে পালন কৰা প্ৰয়োজন।

ব্ৰতোপবাসৰ দ্বাৰা মনৰ স্থিৰতা, ইন্দ্ৰিয় সংযম আৰু নিৰ্ম্মল হয়। লগতে নিৰোগী, দীৰ্ঘজীৱী আৰু চিন্তাশীল হ'ব পাৰে, সাধনাৰ ক্ষেত্ৰতো বিশেষৰূপে সহায়ক হয়। তদুপৰি শৌচ খোলোচা হয়, শৰীৰ লঘু হয়, শৰীৰত সত্বগুণ বাঢ়ে, ইন্দ্ৰিয় দমন হয়, সমস্ত ৰোগব্যাধি আঁতৰে; আনকি বহু পাপৰ প্ৰায়শ্চিত্তও হয় আৰু আত্মা শুদ্ধি কৰে। ব্ৰতোপবাস ভক্তি মুক্তিৰ কাৰণ নহয় সঁচা; কিন্তু ভক্তি মুক্তিৰ বাবে অগ্ৰিম কাৰ্য্যৰ আহিলা হিচাবে ব্যৱহাৰোপযোগী বস্তু। শৰীৰ, মন আদি ঠিক ভাৱে ৰাখিব নোৱাৰিলে সাধনাত বিফল হয়। এই নীতি মানিলে ভাল কথা।

শৰণাৰ্থীজন আগদিনা উপবাসে থাকি পিচদিনা স্নানাদিৰে শুদ্ধি হ'ব আৰু নৱবস্ত্ৰ পৰিধান কৰি শৰণ কাৰ্য্য শেষ নোহোৱা পৰ্য্যন্ত খাদ্য দ্ৰব্য ভোজন নকৰাকৈ থাকিব। এটোপা ঠাণ্ডা জল পান কৰাও নিষিদ্ধ। শৰণাৰ্থীজনক আগবঢ়াই দিওঁতা বা এজন নামাঞ্জনীয়া বা ভকত থাকে। (এই বিষয়ে আগত বহলাই কোৱা হ'ব) তেখেতেই সকলো দিহা পৰামৰ্শ দিয়ে। সত্ৰাধিকাৰ জনকো শৰণ গ্ৰহণৰ দিনা বা আগদিনাই শৰণ দানৰ কথা কব লাগে। পুৰুষ শৰণাৰ্থী হলে কীৰ্ত্তন ঘৰত আৰৈ চাউলৰ প্ৰসাদ দিব লাগে। স্ত্ৰী শৰণাৰ্থীৰ নালাগে। গুৰু আসনত এখন গামোচা আৰু ১.২৫ টকা খৰছা দিয়াৰ উপৰিও তৈলবন্তি দিব লগাতো অপৰিহাৰ্য্য। ঘাই দেউৰীয়ে বন্তি প্ৰজ্বলন আৰু নৈবেদ্য অৰ্পণ কৰাৰ পিছতে শৰণ কাৰ্য্য আৰম্ভ হয়। কীৰ্ত্তন ঘৰত নামলগোৱাজন বহাৰ ওচৰতে গুৰু আসনৰ পোনে পোনে সত্ৰাধিকাৰ গৰাকী উত্তৰমুৱা হৈ, নামাঞ্জনীয়া গৰাকী দক্ষিণ মুৱা হৈ কঠ পাৰি বহিব। শৰণাৰ্থী জনক পূবমুৱাকৈ আঁঠু লৈ বহুৱাব।

ভাগৱতত আছে ঃ—

আছিলন্ত স্তুতি কৃষ্ণ চৰণত ধৰি।<br>
পাৰিলন্ত কুশক পূৰ্ব্বক আগ কৰি। ৩৮২ ॥<br>
বসিলন্ত তাতে ৰাজা উত্তৰক মুখে।<br>
কৃষ্ণৰ চৰণ চিন্তিবাক লৈলা সুখে ॥

প্ৰথম স্কন্ধ ভাগৱত—শ্ৰীশ্ৰীশঙ্কৰদেৱ

এয়া হ'ল ভাগৱত বক্তা শুকদেৱ আৰু শ্ৰোতা পৰীক্ষিতৰ কথা। পৰীক্ষিত ৰজাই ভাগৱত শ্ৰৱণৰ আগে আগে গঙ্গাৰ পাৰত পূৰ্ব্ব মুখে কুশাসন পাৰি উত্তৰ মুখে বহিছিল আৰু সেইমতে শুকদেৱে পূৰ্ব্বমুখে বহিছিল। এই আদৰ্শ মতে শৰণাৰ্থী গৰাকী উত্তৰ মুৱা হ'ব লাগে। কিন্তু সাক্ষাত গুৰু আসন পশ্চিম মুৱা হৈ থকাৰ কাৰণে, তালৈ লক্ষ্য ৰাখিব লগা হোৱাৰ কাৰণে শৰণাৰ্থী জনক পূব মুখী কৰা হয়। এই আদৰ্শ পঞ্চৰাত্ৰৰ যথা :--

প্ৰাঙমুখঃ প্ৰণতিং কৃত্বা পঞ্চধা দণ্ডৱৎ ব্ৰতী।
সত্যং ত্ৰিবাৰমুচচাৰ্য্য গুৰৌ শৰণমাৱদেৎ ॥
কৃষ্ণে তন্নাম্নি শৰণং তদ্দেৱ মুদীৰয়েৎ।
ত্ৰিৰেব্বেক ভাৱেণ কায় বাঙমানসৈস্তথা॥ শৰণ সংহিতা ১৭।১৮

অৰ্থাৎ— ব্ৰতী শিষ্যই পূৰ্ব্বমুখে প্ৰণতি জনাই পাঁচবাৰ দণ্ডৱত কৰিব। "গুৰুত শৰণ", "কৃষ্ণত (দেৱত) শৰণ" আৰু "নামত শৰণ" বুলি কৈ প্ৰত্যেকতে তিনিবাৰকৈ কায়বাক্যমনে একে ভাবে সত্য উচ্চাৰণ কৰিব।

উক্ত শৰণ সংহিতাৰ শৰণ ক্ৰম খিনি সত্ৰত সম্পূৰ্ণে মনা হোৱা নাই। পূৰ্ব্বমুখে শৰণাৰ্থী গৰাকী আঁঠু লোৱাটো গ্ৰহণ হৈছে। লগতে প্ৰত্যেকতে তিনি বাৰকৈ 'সত্য' উচ্চাৰণ কৰাটোও গ্ৰহণ হৈছে। কিন্তু সত্ৰত মহাপুৰুষীয়া ধৰ্ম্মৰ চাৰিনামৰ লগৰ চাৰিবস্তু যেনে ভকত, নাম, গুৰু, দেৱ সম্পূৰ্ণে আছে। উক্ত গ্ৰন্থত তিনি বস্তুৰ কথাহে পোৱা গৈছে। গতিকে সত্ৰৰ "চাৰি বস্তুত" প্ৰত্যেকতে তিনিবাৰকৈ 'সত্য' বোলাব লাগে।

কোনো কোনো অধুনা কালৰ পণ্ডিতে কয় যে শঙ্কৰদেৱে ভকত, নাম আৰু দেৱ এই তিনি বস্তুহে বেকত কৰিছিল; গুৰুক গুপুতে ৰাখিছিল। পিছত মাধৱদেৱে শঙ্কৰ গুৰুৰ আজ্ঞা লৈ প্ৰকাশিলে। এই সম্পৰ্কত সম্পূৰ্ণে সঁচা মিছাৰ দায়িত্ব সত্যানুসন্ধানী তথা সত্য তথ্য-পাতিৰ ওপৰত। অৱশ্যে এইটো সঁচা যে মাধৱদেৱ শঙ্কৰদেৱৰ পৰিপূৰক। দুজনা গুৰুৰ দিনতে যে ই পূৰ্ণতা প্ৰাপ্ত হৈছিল তাক নুই কৰিব নোৱাৰি। শঙ্কৰদেৱৰ দ্বাৰা বিৰচিত ভক্তি ৰত্নাকৰ গ্ৰন্থৰ প্ৰথমতে "গুৰু মাহাত্ম্য" বৰ্ণনা কৰা হৈছে আৰু গ্ৰন্থাৰম্ভতে (প্ৰত্যেক গ্ৰন্থতে) গুৰু নমস্কাৰ কৰা হৈছে। এইটো সঁচা যে মাধৱদেৱ 'গুৰু' বস্তুটোৰ প্ৰতি বেছি আকৰ্ষিত আছিল আৰু তেৱাই সৰ্ব্বাধিক গুৰুত্ব দিছিল। তাৰ প্ৰমাণ "জয় গুৰু শঙ্কৰ সৰ্ব্ব গুণাকৰ" গুৰু ভটিমালৈকে মন কৰিব লাগে। তেৰা সকলৰ পিচত "দুজনা গুৰু" আখ্যা পোৱাটোও এটা মন কৰিব লগা কথা।

ওপৰত কৈ অহা নিয়মমতে শৰণাৰ্থীজন পূৰ্ব্বমুখে আঁঠু লোৱাৰ পিচত শৰণৰ কাৰ্য্যক্ৰম আৰম্ভ হয়। এইখিনিতে উল্লেখনীয় এই যে শৰণাৰ্থী জনে তিনিখনীয়া বস্ত্ৰ লব লাগে। তিনিখনীয়া বস্ত্ৰ লোৱাৰ আদৰ্শ হ'ল তিনি-গুণক অতিক্ৰম কৰি ভগৱন্ত বস্তুক আত্মস্থিত কৰা। শৰণ কাৰ্য্যৰ বেলিকা সত্ৰাধিকাৰ, নামঞ্জনীয়া বুঢ়া ভকত আৰু শৰণাৰ্থী জনৰ ব্যতীত অন্য ব্যক্তি উপস্থিত থকাটো নিষিদ্ধ।

একেলগে কেইবাজন ব্যক্তিকো শৰণ দিয়া হয়। তেওঁলোকৰ মাজত পৰস্পৰৰ এটা ধৰ্ম্মীয় সম্পৰ্ক ঘটে। গাৱঁলীয়া ভাষাত ইয়াক "হৰি ভকত' আৰু সত্ৰীয়া ভাষাত ইয়াক "আতৈৰাম" বোলে। ককাই-ভাইৰ মাজত উক্ত সম্পৰ্ক প্ৰায়েই ঘটোৱা নহয়। কাৰণ ককাই-ভাইৰ তেজৰ সম্বন্ধ সহজতে আছে। এনে সম্পৰ্ক এতিয়াৰ নহয়। উদ্ধৱ মৈত্ৰেয়ৰ মাজত এনে সম্পৰ্ক ঘটাইছিল শ্ৰীকৃষ্ণদেৱে। শ্ৰীকৃষ্ণ বৈকুণ্ঠ প্ৰয়াণ কৰা কালত উদ্ধৱক ভক্তি তত্ত্ব বস্তু প্ৰদানৰ সময়ত মৈত্ৰেয়ৰ লগত কেনে সম্বন্ধ ঘটাইছিল তাৰ প্ৰমাণ শ্ৰীমদ্ভাগৱত শাস্ত্ৰত আছে।

মিলিল মৈত্ৰেয় আসি সেহি সময়ত।
কৃষ্ণক প্ৰণামি থিয় ভৈলন্ত আগত ॥
তাঙ্ক দেখি প্ৰভু পাচে তুলিলন্ত হাসি।
কহিলা ৰহস্য জ্ঞান ভকতি প্ৰকাশ ॥ ১৭৮৯০ ॥
শুনিয়ো ভকত দুয়ো কহিলো স্বৰূপ।
যেন দেখা আত পৰে নাহি মোৰ ৰূপ ॥
ইহাক নজানি লোকে আন কৰ্ম্ম কৰে।
এহি মাত্ৰ দোষে ঘোৰ নৰকত পৰে ॥ ১৭৮৯১ ॥
হৃদয়তে আছে মোক তথাপি নাদৰে।
নাহিকে নাৰকী সিটো পাতকীত পৰে।
শ্ৰৱন কীৰ্ত্তন বিনে ধৰ্ম্ম নাহি আন।
কৈলো সত্য ৰহস্য ভকতি মহাজ্ঞান ॥ ১৭৮৯২ ॥
শুনিয়ো মৈত্ৰেয় ঋষি কহিলো তোমাত।
নেদেখিলো প্ৰাণ বিদুৰক ই বেলাত ॥
আপুনি কহিবা তাঙ্ক ইটো তত্ত্ব ভেদ।
চলিয়োক দুয়ো আৰে দিলো পৰিচ্ছেদ ॥ ১৭৮৯৩ ॥
পৰম প্ৰসাদ দুইকো দিলা কৃপাময়।
আনন্দ নধৰে আৰো দুহানো হৃদয় ॥
ৰোমাঞ্চিত তনু নয়নৰ ঝৰে নীৰ।
কৰিলন্ত প্ৰণাম পাৱত থৈয়া শিৰ ॥ ১৭৮৯৪ ॥

একাদশ স্কন্ধ। শঙ্কৰদেৱ

অৱশ্যে ইয়াত 'আতৈৰাম'' বা "হৰি ভকত" মিলনৰ উদাহৰণ নাই যদিও আওপাকে দুয়োকো তেনে সম্বন্ধ ঘটোৱা স্পষ্ট হৈছে। ৰহস্য ভক্তি ব্যাখ্যা যাতে তাতে দিয়া নিষিদ্ধ। "দাম্ভিক শঠত নকহিবা ইটো তত্ত্ব" আদি উদাহৰণেই যথেষ্ট। যদি উদ্ধৱ মৈত্ৰেয়ক একে মতি একে প্ৰাণ নেদেখিলেহেঁতেন তেন্তে শ্ৰীকৃষ্ণই দুয়োকো কেতিয়াও ৰহস্য ভক্তি নকলেহেঁতেন

অযোগ্য পাত্ৰত সৎ বস্তু থব নাপায়। দুয়ো সৎপাত্ৰ আছিল আৰু "হৰি ভকত" হোৱাৰ যোগ্যতা সৰ্ব্বাধিক ৰূপে আছিল।

আগৰ কথা নকলেও শঙ্কৰ মাধৱ দুয়োজনা গুৰুৰ দিনতে শঙ্কৰদেৱে মাধৱদেৱৰ সৈতে নাৰায়ণ দাস ঠাকুৰ আতাক, মাধৱদেৱ বদলা আতাৰে সৈতে ভাটোকুছীয়া কেশৱচৰণ আতাক মিলন, সখিত্ব বা "আতৈ ৰাম" কৰি দিয়াৰ দৃষ্টান্ত চৰিত পুথিত আছে। এনেকুৱা দৃষ্টান্ত ভালেমান থকা দেখা যায়। বাহুল্যৰ ভয়ত দিয়া নহ'ল।

শৰণ কাৰ্য্যত সত্ৰাধিকাৰে কিছুমান প্ৰশ্ন কৰে আৰু বুঢ়াভকতৰ সহায়ত শৰণাৰ্থীজনে তদুত্তৰ দিব লাগে। সত্ৰাধিকাৰে নিজক গুৰু হিচাবে প্ৰদৰ্শন নকৰে। শ্ৰীকৃষ্ণ দেৱক দেৱ হিচাবে ভজিবলৈ শৰণাৰ্থীজনক উপদেশ দিয়ে। শ্ৰীকৃষ্ণৰ একশৰণ নামধৰ্ম্মৰ প্ৰবৰ্ত্তক হিচাবে শঙ্কৰ মাধৱ দুজনা গুৰুক "তোকেৰি অংশ"ৰ আদৰ্শত মানিবলৈ কোৱা হয়। দেৱান্তৰ সেৱা বৰ্জ্জনত অধিক গুৰুত্ব দিয়া হয়। মদ, ভাং, কানি, ধপাত আদি তজ্জাতীয় মাদক পদাৰ্থ সেৱনত বাধা নিষেধ কৰাটো সৰ্ব্বাধিক অপৰিহাৰ্য্য। ইয়াৰ দ্বাৰা কি কি অপকাৰ উপকাৰ হয়, তাক ব্যাখ্যা কৰা হয়। জীৱ মানেই কাকো অপকাৰ নকৰিবলৈ আৰু চুলিত ধৰা, গোৰ মৰা কাৰ্য্য, গালি শপনি আদিৰ পৰা বিৰত থাকিবলৈ উপদেশ দিয়ে। শৰণ গ্ৰহণ কৰাৰ পিচৰ পৰা হৰিৰ চৰণত একান্ত ভাৱেৰে ভজিবলৈ আৰু "গুৰু সেৱা" কৰিহে জল গ্ৰহণ কৰিবলৈ কোৱা হয়। ইয়াৰ ভিতৰত শৰণ কাৰ্য্যৰ বেলিকা চাৰিটা দণ্ডৱত কৰা উল্লেখযোগ্য বিষয়। চাৰি বস্তু ভকত নাম গুৰু দেৱৰ লগত সম্পৰ্ক ৰক্ষা কৰি চাৰি দণ্ডৱত কৰিব লাগে। দণ্ডৱত মানে অষ্টাঙ্গ প্ৰণাম। চাৰিবস্তু, চাৰি পৰিক্ৰিয়া, চাৰি দণ্ডৱত আছে:

## (ক—৩) চাৰিবস্তু–ভকত, নাম, গুৰু, দেৱঃ—

মহাপুৰুষীয়া ধৰ্ম্মত চাৰিবস্তু অপৰিহাৰ্য্য। ভকতত শৰণ, নামত শৰণ, গুৰুত শৰণ আৰু দেৱত শৰণ হিচাবে ইয়াৰ প্ৰয়োগ হয়। প্ৰশ্ন হয় শ্ৰীকৃষ্ণৰ একশৰণ নাম ধৰ্ম্মত আকৌ এই চাৰি শৰণ কিয়? ইয়াৰ অৰ্থ এইটো যে শ্ৰীমন্ত শঙ্কৰ গুৰুৱে নিজক ক'তো প্ৰকাশ কৰি যোৱা নাই। তেৰাই— শ্ৰীকৃষ্ণকহে গুৰু মানিবলৈ কৈ গৈছে। জীৱিত কালত শ্ৰীকৃষ্ণ দেৱৰ প্ৰতি থকা তেৰাৰ ভক্তি ভাবৰ চূড়ান্ত নিদৰ্শন ৰচিত শাস্ত্ৰ বাণী আৰু আদৰ্শৰ পৰা পোৱা যায়। এয়া হ'ল একমাত্ৰ ভগৱন্তৰ চাৰিটা বস্তু অৰ্থাৎ চাৰিটাই এটা। 'ব্ৰহ্ম পৰমাত্মা ভগৱন্ত এক তত্ত্ব। একৰেসে তিনি নাম লক্ষণ ভেদত'

উদাহৰণেই যথেষ্ট। ভগৱন্ত বস্তুক জানিবলৈ বা বুজিবলৈ এই চাৰিটা উপায়হে, পৃথক বস্তু নহয়।

অসমৰ সত্ৰ সমাজত ব্ৰাহ্মণ আৰু অব্ৰাহ্মণ ভেদে চাৰি সংহতি আছে—যাক পুৰুষ সংহতি, কাল সংহতি, নিকা সংহতি, ব্ৰহ্ম সংহতি বুলি কয়। অৱশ্যে সংহতি বিভাজন শঙ্কৰী যুগৰ নহয়। ই হ'ল সাম্প্ৰদায়ীকতা-বাদী একশ্ৰেণী ব্যক্তিৰ কাম। বোধহয় দামোদৰ দেৱ, বংশীগোপাল দেৱ ঠাকুৰ আতা, বদলা আতাৰ দিনলৈকে এই বিভাজন ঘটা নাছিল। যিকি নহওক বৰ্ত্তমানে নিকা সংহতি কমলাবাৰী সত্ৰৰ সম্পৰ্কলৈ আহোঁ। আমি ওপৰত উল্লেখ কৰা চাৰিবস্তু অৱশ্যে চাৰি সংহতিতে একে। কিন্তু তাৰ ভিতৰত পাৰ্থক্য এয়ে যে উক্ত চাৰিবস্তু ভকত, নাম, গুৰু, দেৱৰ ক্ষেত্ৰত নামৰ ওলট-পালট আছে: কোনোৱে গুৰুক, কোনোৱে দেৱক, কোনোৱে নামক কোনোৱে ভকতক আগ কৰে। কমলাবাৰী সত্ৰই ভকতক আগ কৰে। একে সংজ্ঞাৰে বা একে সংহতিৰ (নিকা) বৰপেটা সত্ৰই ভকতক আগ নকৰে। নিকা সংহতিৰ কমলাবাৰী সত্ৰ আৰু তৎ আজ্ঞা প্ৰাপ্ত তদনুবৰ্ত্তী সত্ৰ আৰু শিষ্য সম্প্ৰদায়ত ভকতকহে আগ কৰা হয়। অৱশ্যে নীতিগত ভাৱে 'দেৱ' হে সৰ্ব্বাগ্ৰে হব লাগে। তাৰ পিচতে গুৰু, নাম আৰু ভকত এই হিচাবে ক্ৰম হোৱা উচিত। কিন্তু কমলাবাৰী সত্ৰত কেতিয়াৰ পৰা 'ভকতক' সৰ্ব্বাগ্ৰে স্থান দিয়া হ'ল সেই তথ্য গৱেষণা কৰিলেহে পোৱা যাব। মহাপুৰুষীয়া প্ৰধান ধৰ্ম্মশাস্ত্ৰ গীতা ভাগৱত আদি মূল সংস্কৃত পুথি আৰু দুজনাগুৰু ৰচিত মৌলিক আৰু অনূদিত গ্ৰন্থৰাজীৰ বিশিষ্ট স্থানত ভকতৰ প্ৰাধান্যতাই অত্যাধিক। শঙ্কৰগুৰুৰ দ্বাৰা ৰচিত মূল ভক্তি ৰত্নাকৰ সংস্কৃত পুথিৰ তৃতীয় মাহাত্মত সৎসঙ্গ আৰু ভকতৰ মহিমা বিচাৰ কৰিবলৈ গৈ শঙ্কৰদেৱে কৈছে—তীৰ্থ ভ্ৰমণ, মূৰ্ত্তি পূজা, যোগ, সাংখ্য ইত্যাদি অপেক্ষা ভকতৰ সঙ্গত থাকি চিত্ত শুদ্ধি কৰাই অধিক উপযোগী। সেই অনুসাৰে দেৱ দৰ্শনতকৈ ভক্ত বা সন্ত দৰ্শন অধিক মহত্বপূৰ্ণ। যিহেতু দেৱতা স্বহিত সাধন তৎপৰ; কিন্তু সাধু-সকল পৰমাৰ্থ পৰায়ণ আৰু নিৰাশ্ৰয়ীজনৰ প্ৰতি কৃপাদান কৰোঁতা। প্ৰসঙ্গক্ৰমে উদ্ধৃতি "দেবাঃ স্বকাৰ্য্য সাধন পৰাঃ সাধৱস্তু পৰানুগ্ৰহ পৰাঃ পৰমাৰ্থশ্চ"। 'ভক্ত' শব্দৰ অৰ্থ হ'ল দাস, সেৱক, অনুগত, ভৃত্য, অনুৰক্ত আদি। ভগৱন্তৰ প্ৰতি অগাঢ় প্ৰেম থকা আৰু প্ৰাণ থকা জনক ভগৱদ্‌ভক্ত বোলে। শঙ্কৰদেৱে ভগৱান দেৱতা আৰু সন্তৰ তুলনাত্মক বৰ্ণনা কৰি কৈছে — "দেৱতাঃ বান্ধৱাঃ সন্তঃ সন্ত আত্মাহমেৱচ" অৰ্থাৎ দেৱতা আমাৰ বন্ধু; কিন্তু সন্ত আমাৰ আত্মা। ভক্ত কবি নাভাদাসে ভক্তি, ভক্ত, ভগৱান, আৰু গুৰু এই চাৰিটাক এক বুলি মানিছে যেনে —

ভক্তি ভক্ত ভগৱন্ত গুৰু চতুৰ নাম বপু এক ।

ইন্‌কে পদ বন্দন কিএ নাশেঁ বিঘন অনেক। ভক্তমাল গ্ৰন্থ।

অৰ্থাৎ ভক্তি, ভক্ত, ভগৱন্ত, গুৰু চাৰিটা নাম হলেও মাত্ৰ এটা শৰীৰ। এওঁলোকৰ চৰণ বন্দন কৰিলে অনেক বিঘিনি নাশ হয় ।

(৩-১) ভকত :— সাত্বত তন্ত্ৰত নামৰ দশাপৰাধ সমূহৰ সৰ্ব্বাগ্ৰে ভকতৰ অপৰাধৰ কথা উল্লেখ কৰিছে। সৰ্ব্বাপৰাধৰ মূলতে ভকতৰ অপৰাধৰ কথা বৰ্ণনা কৰাটো এটা তাৎপৰ্য্যপূৰ্ণ কথা। "সৰ্ব্বশ্ৰেষ্ঠ ভকতক মই বুলি মানো" বোলাৰ অৰ্থ ও বোধ হয় এই কাৰণেই। সাত্বত তন্ত্ৰৰ উদ্ধৃতি দিয়া হ'ল :— সতাং নাম্না শিৰে বিষ্ণৌ ভিদাচাৰ্য্যাবমানতা ॥৩৮

ইয়াৰ সুন্দৰ অনুবাদ শ্ৰীমন্ত গুৰুৱে কীৰ্ত্তনৰ নামাপৰাধ খণ্ডত কৰিছে যেনে--

ভকতক নিন্দা কৰে অধম ।
জানিবা নামৰ দ্ৰোহী পৰম ॥
যাত হন্তে ভৈল নামৰ খ্যাতি ।
তাৰ কি নিন্দা নামে সহে আতি ॥

ইয়াত "যাত হন্তে ভৈল নামৰ খ্যাতি" এই পদ শাৰীলৈ মন কৰিবলগীয়া, সাত্বত তন্ত্ৰৰ পদকৰ্ত্তা ভাগৱত মিশ্ৰৰ অনুবাদ চাওক--

মহন্তক নিন্দা যি জনে কৰয়
নাম অপৰাধী হয় ।

ইয়াত সাত্বত তন্ত্ৰই "সতাং" শব্দৰ ঠাইত 'ভকতক' আৰু ভাগৱত মিশ্ৰই 'মহন্তক' শব্দ ব্যৱহাৰ কৰিছে। কিন্তু স্বৰূপতে একে ।

আমি ওপৰত উল্লেখ কৰি আহিছোঁ যে ভকতৰ শ্ৰেষ্ঠতা মহাপুৰুষীয়া সকলো ধৰ্ম্ম শাস্ত্ৰতে পোৱা যায় । সেই সম্পৰ্কে বাহুল্যভাৱে ব্যক্ত নকৰি সংক্ষেপে মাত্ৰ মহাপুৰুষৰ গোটাচেৰেক উক্তি প্ৰকাশ কৰা হৈছে যেনেঃ—

১। কৃষ্ণক পাইবাৰ জানা ভকতেসে পন্থ ।
এহিসে কহয় গীতা ভাগৱত গ্ৰন্থ ॥ একাদশ স্কন্ধ

২। ভকতেসে ধ্যান ভকতেসে জ্ঞান।
ভকত সমান নাহি মোৰ আন ॥ (গুণমালা)

৩। বিষ্ণু বৈষ্ণৱৰ কিঞ্চিতেকো নহি ভেদ ।
দুইৰো কথা কৰে পাতকৰ স্কন্ধ ছেদ ॥ (ভাগৱত)

৪। ভকতেসে মোৰ সুহৃদ প্ৰাণ । কীৰ্ত্তন ।

৫। তোমাৰ ভৃত্যেসে মোৰ পৰম বান্ধৱ ॥ (নিমি নৱ সিদ্ধ)

৬। মই এৰে ভকতৰ নহিকে অন্তৰ ।। (ভাগৱত)
৭। দেৱতো তীৰ্থতো কৰি ভকতেসে বৰ। ভকতক ভজিলে গুচয় কৰ্ম্মজড়
একাদশ স্কন্ধ ভাগৱত

এনেকুৱা কিছুমান প্ৰমাণেৰে ভক্তৰ শ্ৰেষ্ঠতা তথা প্ৰাধান্যতা স্বীকাৰ কৰা হৈছে। ভক্তও চাৰিবিধ যেনে উত্তম, মধ্যম, প্ৰাকৃত আৰু আচাৰ-ভ্ৰষ্টা উত্তম ভক্ততে ভগৱন্তে বিশেষ ভাবে মোৰ বুলি স্বীকাৰ কৰিছে। পিছৰ সকলো ক্ৰমশঃ উন্নীত হলে প্ৰথম স্থানেই পায়। উত্তম ভক্তৰ লক্ষণ—

ঈশ্বৰত দেখে যিটো সমস্তে প্ৰাণীক।
প্ৰাণী সমস্ততো দেখে ঈশ্বৰ মূৰ্ত্তিক ।।
সমস্তে ঐশ্বৰ্য্য ব্যাপি আছে জগতত।
হেন যিটো দেখে যিটো মহাভাগৱত ।। (নিমি নৱসিদ্ধ)

এয়া ভক্তৰ লক্ষণ। বৈকুণ্ঠ প্ৰয়াণৰ বেলিকা শ্ৰীকৃষ্ণই উদ্ধৱক কৈছিলঃ—

ভকতেসে মোৰ হৃদি জানিবা নিশ্চয়।
ভকত জনৰ জানা আমিসে হৃদয় ।।
মই বিনা ভকতে নিচিন্তে কিছু আন।
ভকতত পৰে মই নেদেখোহো আন ।।৪৬।। (কীৰ্ত্তন)

মাধৱদেৱ মহাপুৰুষে নাম ঘোষা শাস্ত্ৰৰ প্ৰথমতে 'মুক্তিতো নিস্পৃহ যিটো সেহি ভকতক নমো" বুলি সৰ্ব্বাগ্ৰে ভকতকহে প্ৰণতি জনাইছে।

নামাপৰাধৰ ভিতৰত পৰা সৰ্ব্বাগ্ৰে ভক্তাপৰাধৰ উপৰিও উক্ত সাত্ত্বত তন্ত্ৰতে ভক্তৰ তিনি অপৰাধৰ কথা পুনশ্চ উক্তি পোৱা যায় যেনে— (শিৱই কৈছে)

বিষ্ণোবপ্যপৰাধান্ বৈ নাম সংকীৰ্ত্তনাওৰেৎ।
বিষ্ণু ভক্তাপৰাধানাং নৈবাস্ত্যন্য প্ৰতিক্ৰিয়া।

(শৰণ সংহিতা)

অৰ্থাৎ বিষ্ণুৰ অপৰাধ সমূহ তেওঁৰ নাম কীৰ্ত্তন কৰিলেই দোষ মুক্ত হয়; কিন্তু বিষ্ণু ভক্ত দ্ৰোহী জনৰ প্ৰতীকাৰৰ অন্য উপায় নাই। এই প্ৰসঙ্গত ভক্তৰ অপৰাধ কিহৰ কাৰণে হয় বুলি নাৰদে সোধাত শিৱই কৈছেঃ—

বিষ্ণু ভক্তস্য সৰ্ব্বস্ব হৰণং দ্বিজ সত্তম।
ভৎৰ্সনং চোত্তমে ভক্তে স্বপ্নেন চাপি প্ৰহৰণম্। ৪৯

(শৰণ সংহিতা)

অৰ্থাৎ -- বিষ্ণু ভক্তৰ সৰ্ব্বস্ব হৰণ, ভৎৰ্সনা আৰু প্ৰহাৰ কৰা।
( এই তিনিটাই ভকতৰ অপৰাধ )

**বিষ্ণু ভক্তৰ ছয় অপৰাধ ঃ—**

ঘ্নন্তি নিন্দন্তি বৈ দেবষ্টি বৈষ্ণৱান্নাভি নন্দতি।
ক্ৰুধ্যতে দৰ্শনে হৰ্ষং নো যাতি পতনানিষট্ ॥

( স্কন্দ পুৰাণ )

অৰ্থাৎ — বিষ্ণু ভক্তক প্ৰহাৰ কৰা, নিন্দা কৰা, শত্ৰুতাচৰণ কৰা, অভিনন্দন নকৰা, ক্ৰোধ প্ৰদৰ্শন কৰা, দৰ্শনত আনন্দ প্ৰকাশ নকৰা — এই ছটা নৰক পতনৰ কাৰণ।

সাত্বত তন্ত্ৰৰ— ৭।৫৬ শ্লোকত আছে।

কেশাকৰ্ষে পদাঘাতে মুখে চ চৰ্পটে কৃতে।
ন নিস্কৃতিং প্ৰপশ্যামি তস্মাত্তন্ন সমাচৰেৎ ॥

অৰ্থাৎ ঃ— ভকতৰ চুলিত ধৰিলে, চৰ মাৰিলে, গোৰ মাৰিলে সেই দোষৰ উদ্ধাৰ নাই। সেই কাৰণে শ্ৰেষ্ঠ কাম কৰোতো সকলে বিষ্ণু ভকতৰ কেতিয়াও দোষ নলগাব।

বৰাহ পুৰাণত :— স্থিৰে মনসি সুস্বস্থে শৰীৰে সতি যো নৰঃ।

ধাতু সাম্যে স্থিতে স্মৰ্ত্তা বিশ্বৰূপংচমাং ভজন ॥
ততস্তং প্ৰিয় মানংতু কাষ্ঠ পাষাণ সন্নিভম্।
অহং স্মৰামি মদ্ভক্তং নয়ামি পৰমাং গতিম্ ॥

বসুন্ধৰাই কৰা প্ৰশ্নৰ উত্তৰত ভগৱান্ বৰাহে ক'লে—যি মোৰ ভক্তই সুস্থাৱস্থাত নিৰন্তৰে মোক স্মৰণ কৰি থাকে, তেওঁ মৃত্যুৰ সময়ত যদি সংজ্ঞা ৰহিত হৈ শুকান কাঠৰ দৰে পৰি থাকি মোক চিন্তনৰ অসমৰ্থ হয় তেতিয়া মই তেওঁক স্মৰণ কৰি পৰম গতি দিওঁ।

ভকতৰ অৱশেষ মোৰ জীৱ প্ৰাণ।
ইহাক এৰয় যিটো বধৰ সমান ॥
ভক্তৰ শেষত পৰে বস্তু শ্ৰেষ্ঠ নাই।
তাক ভুঞ্জিবাক সখি মোৰ বাঞ্চা যায় ॥

অনন্ত কন্দলী। বৈষ্ণৱামৃত —

ৰত্নাৱলীত—ভকতৰ সঙ্গ মুকুতিৰ মুখ্য দ্বাৰ।
স্ত্ৰী সঙ্গীৰ সঙ্গ নৰক যাইবাৰ ॥

ভক্তিপ্ৰদীপতঃ—সি সি জানা প্ৰিয়তম ভকত আমাৰ।
তাৰ সঙ্গ লৈলে হৈব জগত উদ্ধাৰ ॥

দেৱতো তীৰ্থতো কৰি সি সি শ্ৰেষ্ঠতম।
কি কহিবো সখি মই নোহো তাক সম ॥

শঙ্কৰ গুৰুৱে স্বীকাৰ কৰিছে ভকতক গুৰু হিচাবে। কথাগুৰু চৰিতত তাৰ বিস্তৃতি আছে। তলৰ উদ্ধৃতিয়ে প্ৰমাণ কৰিছে।

"আৰু এদিন শ্ৰীমাধৱদেউ আহে গণককুচিৰ পৰা। বাটতে এটা বামুণে আগচি ধৰিলে। বোলে তোম্ৰা কলৈ যায়? বোলে আমি শ্ৰীশঙ্কদেৱৰ ঠাইলে যাও। বোলে তোম্ৰাৰ গুৰু কোন? বোলে আমাৰ গুৰু তাৰাই। বোলে তাৰাৰ একা? বোলে ই কথা তাৰাতে সুধিবা, আমিও সুধিলেহে ক'ব পাৰো, সোধা নাই। তেহে গৈ গুৰুজনক সেৱা কৈলেগৈ। বোলে বৰাপো, আজিদহোঁ বেলা হ'ল? বোলে বাপ, এটা বামুণে আগচি ধৰি খট্ বন্ধকৈ নেৰে সেই খন্তে। বোলে কিয়বা? বোলে সি, তোমাৰ গুৰু কোন। মই বোলো আমাৰ গুৰু তাৰাই। বোলে তাৰাৰ একা? আমি বুইলো তাৰাতে সুধিবা আমি ভূ নাপাওঁ এই খানি। পাছে গুৰু জনে বোলে এনেকৈ নবুলিলা কিয়. কৃষ্ণ দেউ বুলিছে "মোৰ গুৰু ভকতেহে স্বৰূপ স্বভাৱ। যেন বায়ু আকাশৰ নাহি ভিন্ন ভাৱ" ॥ আমিও ভাবিছোঁ—"সৰ্ব্ব তত্ত্ব ভকতক মই গুৰু মানো। ভকত গুৰুত পৰে আনক নজানো" ॥ বোলে বাপ, কিয় বুলিম একা, কি সাহেবে" ?

ভকতৰ প্ৰভাৱ বা প্ৰমূল্য ঈশ্বৰ বা গুৰুৱেহে জানে। তৎব্যতীত আনে নাজানে। ভকত আৰু ভগৱন্ত বা গুৰুৰ শৰীৰত হে মাত্ৰ ভিন্ন, পৰমাৰ্থত একবস্তু। ভকতক উদ্ধাৰ আৰু ৰক্ষাৰ কাৰণে ভগৱন্তে কায় ক্লেশ তথা স্বজীৱন আগবঢ়াই দিয়াৰ উদাহৰণ আছে। ভাগৱতৰ গজেন্দ্ৰ মোক্ষণ" বা— কীৰ্ত্তনৰ "গজেন্দ্ৰ উপাখ্যানত" গ্ৰাহৰ পৰাক্ৰম তথা উৎপীড়নৰ পৰা গজেন্দ্ৰক ৰক্ষা কৰাৰ প্ৰমাণ পোৱা যায়।

গজেন্দ্ৰই— শুণ্ডে মেৰাই পদ্ম গোট ওপৰক তুলি।
গজেন্দ্ৰে শৰণ লৈলা ত্ৰাহি হৰি বুলি ॥
আথে বেথে শীঘ্ৰে হৰি গৰুড়ৰ স্কন্ধে।
ভকতক ৰাখিবাক আসিলা প্ৰবন্ধে ॥ ৩৩
গৰুড়ৰ নামি হৰি পৰম বিক্ৰমে।
শুণ্ডে ধৰি তৰক তুলিলা গ্ৰাহে সমে।
চক্ৰ ধৰি তেখনে চিৰিলা গ্ৰাহমুখ।
হৰিৰ প্ৰসাদে গজেন্দ্ৰৰ গৈল দুখ। ৩৪

কীৰ্ত্তন ঘোষা

মহাভক্ত প্ৰহ্লাদক পিতৃ হিৰণ্য কশিপুৱে নানা অত্যাচাৰ কৰিছিল বিষ্ণু নাম গ্ৰহণ কৰাৰ বাবে। তাতো অদৃশ্য ভাৱে ভকতক ৰক্ষা কৰি আছিল।

মহাসৰ্পগণে বেঢ়িয়া দংশয়
তাৰো দান্ত গৈল ভাগি।
গাত খানি কতো পোতে প্ৰহলাদক
কৰাৱে বিষক পান।
হাতে গলে বান্ধি অগ্নিত পেলাৱে
তথাপি নযায় প্ৰাণ ॥

কীৰ্ত্তন ঘোষা
ইত্যাদি।

ভক্ত ধ্ৰুৱে নাবদৰ উপদেশক্ৰমে হৰি আৰাধনা কৰিছিল। তেওঁক বিমাতা সুৰুচিয়ে ভাল নেপাইছিল। তেওঁৰ তাড়না আৰু উৎপীড়নত ধ্ৰুৱে ৰাজ্য ত্যাগ কৰিবলৈ বাধ্য হয় আৰু একান্ত মনে ধ্যান পৰায়ণ হৈ বিষ্ণুক সাক্ষাত কৰে। এই জনা ভকতকো বিষ্ণুৱে সৰ্ব্ব ভাৱে ৰক্ষা কৰি ফুৰিছিল। এনেদৰে বিষ্ণুৱে তেওঁৰ ভকত সকলক সৰ্ব্বতোভাৱে ৰক্ষা আৰু উদ্ধাৰ কৰা কাহিনী ভাগৱতাদি বৈষ্ণৱ শাস্ত্ৰ সমূহত অলেখ পোৱা হয়। বাহুল্যৰ ভয়ত দিয়া নাই।

ভগৱানৰ ভক্ত ভগৱৎ স্বৰূপ হৈ যায়। তেওঁৰ মন বুদ্ধি লীলাময় ভগৱানত ওতঃপ্ৰোতঃ ভাৱে জড়িত হয়। সেই কাৰণেই ভক্তৰ কাৰ্য্যকলাপ আৰু বিচাৰ ব্যাপাৰ আদি ভগবানৰেই লীলা তুল্য বুলি বুজা উচিত। যেনেকৈ ভগৱানৰ ধাম, লীলাক্ষেত্ৰ আদি তীৰ্থ স্থান হয়, তেনেকৈ ভক্তৰ নিবাস স্থানো আৰু কৰ্ম্ম ক্ষেত্ৰও তীৰ্থত পৰিণত হয়।

সেই কাৰণেই শাস্ত্ৰত ধ্বনিত হৈছে —
সাধূনাং দৰ্শনং পুণ্যং তীৰ্থ-ভূতাহি সাধৱঃ।
তীৰ্থং ফলতি কালেন সদ্য সাধু সমাগমঃ ॥ চানক্য শ্লোক

ৰত্নাৱলীত মাধৱদেৱে কৈছে ঃ—

দেৱে তীৰ্থে চিৰকালে কদাচিত শুদ্ধি কৰে
সাধু সঙ্গে সদো পাপ হৰে।

গীতাৰ চতুৰ্থ অধ্যায়ত শ্ৰীকৃষ্ণৰ উক্তি—
যদা যদা হি ধৰ্ম্মস্য গ্লানিৰ্ভবতি ভাৰত।
অভ্যুত্থানমধৰ্ম্মস্য তদাত্মানং সৃজাম্যহম্ ॥
পৰিত্ৰানায় সাধূনাং বিনাশায় চ দুষ্কৃতাম্।
ধৰ্ম্ম সংস্থাপনাৰ্থায় সম্ভবামি যুগে যুগে॥

স্বয়ং ভগৱান্ ভক্তৰ অধীন। যিহেতু ভক্ত ৰাজ অম্বৰীষৰ ওপৰত ক্ৰোধ কৰা মহৰ্ষি দুৰ্ব্বসাক ভগৱন্তে নিজমুখে কৈছিলঃ—

অহং ভক্ত পৰাধীনো হ্যস্বতন্ত্ৰ ইৱ দ্বিজ।
সাধুভিগ্ৰস্তহৃদয়ো ভক্তৈঃ ভক্ত জন প্ৰিয়ঃ ॥

শ্ৰীমদভাগৱত ৯।৪।৬৩

অৰ্থাৎ হে দ্বিজ। মই পৰতন্ত্ৰৰ নিচিনাকৈ ভক্তৰ অধীন। সেই সাধু ভক্তই মোৰ হৃদয় দখল কৰি লৈছে। মইও তেওঁৰ সদা প্ৰিয় হওঁ।

সাধবো হৃদয়ং মহ্যং সাধুনাং হৃদয়ং ত্বহম।
মদন্যৎতে ন জানন্তি নাহং তেভ্যো মনাগপি ॥

ঐ – ৯।৪।৬৮

অৰ্থাৎ সাধুসকল মোৰ হৃদয় আৰু মই সাধুসকলৰ হৃদয়। মোৰ ব্যতিৰেকে তেওঁলোকে একো নাজানে আৰু তেওঁলোকৰ ব্যতিৰেকে মই একো নাজানো।

কীৰ্ত্তন ঘোষাৰ শেষৰ ভাগৱতৰ তাৎপৰ্য্যত শঙ্কৰ গুৰুৱে কৈছে —

যি জনে যায় হৰি নাম সেৱি।
পাছত ফুৰে যত দেৱ দেৱী ॥
যতেক তীৰ্থ তাক স্তুতি কৰে।
তাৰ বায়ু পাপ সমস্তে হৰে ॥ ৯
যিটো জনে ফুৰে নাম সুমৰি।
তাৰ পাছে পাছে ভ্ৰমন্ত হৰি ॥
বৎসক স্নেহে যেন ধেনু ধাৱে।
ভজিয়ো জানি হেন হৰি পাৱে ॥ ১০

কীৰ্ত্তন ঘোষা

কীৰ্ত্তনৰ "দামোদৰ বিপ্ৰাখ্যান" প্ৰসঙ্গত বিপ্ৰৰ প্ৰতি শ্ৰীকৃষ্ণোক্তি ঃ—

ভকত সকলে পূজে ফুলে জলে
তুষ্ট হওঁ তাকে পাই।
অভকতে যদি নানা দ্ৰব্য দেই
তাত মোৰ তুষ্ট নাই।

বিষ্ণু "সৰ্ব্ব ঘটে বৈঠি" আছে যদিও তেওঁক নাজানিলে, নুবুজিলে, নাভাবিলে, তেওঁত শৰণাপন্ন নহলে আৰু কৰ্ম্মাসক্ত হলে তেওঁ সেই জনৰ হৃদয়ত বিৰাজ থাকিও তাৰপৰা আঁতৰি যায় অৰ্থাৎ তেওঁৰ কোনো বিপদ

সম্পদলৈ মনোযোগ নিদিয়ে। সেইকাৰণে চাবিসিদ্ধই হৈছে —

সমস্ত ভূতৰে যদি তুমি হৃদিগত।
তথাপি কৰ্ম্মীৰ মনে নুহিকা বেকত ।।
ভকতেসে পাৱে খজি তুমি অন্তৰ্য্যামী।
কিনো ভাগ্য নয়নে তোমাক দেখো আমি ।।

প্ৰহ্লাদ চৰিত — ৪২

ভগৱত প্ৰেমৰ কাৰণে ভকতৰ পাছে পাছে ভগৱান্ পৰম পুৰুষে ভ্ৰমণ কৰে। ভকতৰ সুখ দুখত নিজে সুখ দুখ অনুভৱ কৰে বা মানে। ভকতৰ বাবেই নিজৰ প্ৰিয়া লক্ষ্মী দেবীৰ প্ৰতি তেওঁ চিন্তা কৰি নাথাকে। ভক্তবৰ ভীষ্মৰ প্ৰতিজ্ঞা ৰক্ষাৰ কাৰণে নিজে অস্ত্ৰ ধাৰণ নকৰো বোলা প্ৰতিজ্ঞা বাক্য ভঙ্গ কৰি দিছিল আৰু ভক্ত সখি অৰ্জ্জুনৰ ৰথত সাৰথিৰূপে অৱতীৰ্ণ হ'ব লগা হৈছিল। এনেকুৱা মহামহিম, ভাগ্যবান্ আৰু ভগৱৎ স্বৰূপ ভক্তৰ স্মৰণ ধ্যান মাত্ৰকতে পাপৰাশি সমূলঞ্চে ভস্ম হৈ যায়। মুক্তি দাসী তেওঁৰ পাছে পাছে ভ্ৰমণ কৰে। ভগৱানৰ নিচিনাকৈ মহাপুৰুষ ভক্তৰ ধ্যান কৰিলে কল্যাণ অৱশ্যে হ'ব। কাৰণ ভক্তক চিন্তা কৰিলেহে বা ভক্তৰ স্বৰূপ উপলব্ধি কৰিব পাৰিলেহে ভগৱানে আত্ম প্ৰকাশ কৰে। শাস্ত্ৰত কৈছে —

ভকত সমান সখি মোৰ কোন আছে।
মই মহা ভকতৰ ফুৰো পাছে পাছে ।।
মোৰ শৰীৰত আছে ব্ৰহ্মাণ্ড যতেক।
ভকতৰ ধূলা পৰি পৱিত্ৰ প্ৰত্যেক।

একাদশ স্কন্ধ/শঙ্কৰদেৱ

বৈষ্ণৱানন্দ লহৰিত আছে —

বৈষ্ণৱাল্লভতে ভক্তিং ভক্ত্যা মাং লভতে নৰঃ।
তস্মাত্তু বৈষ্ণবো বিষ্ণুঃ কলেৰ্ম্মধ্যে বিশেষতঃ ।।
বৈষ্ণৱত হন্তে ভক্তি লভিয়া মনুষ্য নৰে
ভক্তি হন্তে আমাক লভয়।
এহি হেতু তেসে জানা কলিত বৈষ্ণৱে বিষ্ণু
বিশেষ কৰিয়া কৈলো মই ।।

*উদিত ৰাম দেৱকৃত ঘোষানুবাদ

জগতাং গুৰুবো ভক্তাঃ ভক্তানাং গুৰুবো বয়ম্।
সৰ্ব্বেষাং গুৰুবো ভক্ত : বয়ঞ্চ গুৰুবো যথা ।।

(ঐ)

ঐ ঘোষানুবাদ—

জগত জনৰ গুৰু জানিবাহা ভক্তজন
ভকত জনৰ গুৰু মই।
সকলো লোকৰ গুৰু ভকতেসে জানা সখি
গুৰু যেন মতে হওঁ মই ॥

অস্মাকং বান্ধবা ভক্তা ভক্তানাং বান্ধবা বয়ম্।
অস্মাকং গুৰবো ভক্তা ভক্তানাং গুৰুবো বয়ম্ ॥

ঐ ঘোষানুবাদ—

আমাৰো বান্ধৱ ভক্ত ভক্তৰো বান্ধৱ আমি
জানিবাহা সখি ধনঞ্জয়।
আমাসাৰ ভকতেসে গুৰু জানা নিশ্চয় কৰি
ভকত জনৰ গুৰু মই ॥

আদি পুৰাণৰ কৃষ্ণাৰ্জ্জুন সংবাদত আছে—

যে যে ভক্ত জনাঃ পাৰ্থ নমে ভক্তাশ্চতে জনাঃ।
মদ্ভক্তানাঞ্চ যে ভক্তাঃ মম ভক্তাশ্চ তে জানাঃ ॥

আদি পুৰাণ

অৰ্থাৎ--যি সকল মোৰ ভক্ত আছে, সেই সকল মোৰ ভক্ত নহয়। হে পাৰ্থ ! আচনতে মোৰ ভক্তৰ যি সকল ভক্ত, সেই সকলেহে মোৰ ভক্ত।

সংসাৰো বৈষ্ণৱাধীনঃ দেৱা বৈষ্ণৱ পালিতাঃ।
অহঞ্চ বৈষ্ণৱাধীনঃ তস্মাৎ শ্ৰেষ্ঠাশ্চ বৈষ্ণবাঃ।

পদ্ম পুৰাণ

অৰ্থাৎ—সংসাৰখন বৈষ্ণৱৰ অধীন। দেৱতা সকলো বৈষ্ণৱৰ প্ৰতিপালিত। আমিও বৈষ্ণৱ সকলৰ অধীন। গতিকে সৰ্ব্বাপেক্ষা বৈষ্ণৱেই শ্ৰেষ্ঠ।

ভক্তি ৰত্নাকৰ গ্ৰন্থত শঙ্কৰ গুৰুৱে কৈছেঃ—

ততো দুঃ সঙ্গমুৎ সৃজ্য সৎসু সজ্জেত বুদ্ধিমান্।
সন্তএৱাস্য ছিন্দন্তি মনো ব্যাসঙ্গ মুক্তিভিঃ ॥

ভক্তি ৰত্নাকৰ। ৩।১৪

অৰ্থাৎ—সেই হেতু বুদ্ধিমান্ লোকে অসতৰ সঙ্গ ত্যাগ কৰি ভকতৰ সঙ্গ কৰা উচিত। কাৰণ সাধুৱেহে হিত উপদেশৰ দ্বাৰা মনৰ দুৰ্ব্বাসনা ছেদন কৰিব পাৰে।

আকৌ তাতে—সাধু সঙ্গাৎ ভবেৎ বিপ্ৰ শাস্ত্ৰাণাং শ্ৰৱণং প্ৰভোঃ।
হৰি ভক্তিৰ্ভবেৎ তস্মাৎ ততো জ্ঞানং ততো গতিঃ ॥

ভক্তি ৰত্নাকৰ—৩৪।৬

অৰ্থাৎ—হে বিপ্ৰ! সাধুৰ সঙ্গত প্ৰভু হৰিৰ বিষয়ক শাস্ত্ৰ শ্ৰৱণ হয়, শ্ৰৱণৰ পৰা ভক্তি হয়, ভক্তিৰ পৰা ঈশ্বৰীয় জ্ঞান হয়, জ্ঞানৰ পৰা গতি লাভ হয়।

সাত্বত তন্ত্ৰত কৈছে—দেৱ তীৰ্থ ধৰ্ম্মত বিশ্বাস যত মানে।
সবাকে এৰিয়া আসি পৰম যতনে ॥
একান্ত ভক্তৰ সঙ্গে কৰি ৰঙ্গ মন।
কৃষ্ণ পাদ পঙ্কজত পশিব শৰণ ॥

৮।২৯৫

বৈষ্ণবামৃতত— মোৰ ভকতক যিটো কৰে নাম দান।
সপ্ত দ্বীপা ভূমিদানে নুহিকে সমান ॥

..............................................

ভকতক দেখি যিটো নকৰে ভকতি।
মোত মাত্ৰ ভকতি কৰয় দৃঢ় মতি ॥
আত পৰে শত্ৰু আৰ মোৰ কেহো নাই।
ভকতক নিন্দি মোৰ বুকে মাৰে ঘাই ॥
মোক নিন্দা কৰে যদি সহিবাক পাৰো।
ভকতৰ নিন্দাত সন্তাপে সখি মৰো ॥
মোৰ দ্ৰোহী ভৈলে ভক্তে ৰাখিতে শকত।
ভকত দ্ৰোহীক মই নোৱাৰো ৰাখিত ॥

৪৫,৪৬

সন্ত সূৰ্য্য যাৰ ভৈলন্ত উদয়
কি কৈবো ভাগ্য তাহাৰ।
সগুণা নিৰ্গুণা ভকতি প্ৰকাশে
প্ৰকাশে চক্ষু অপাৰ ॥
এতেকে সন্তেসে দেৱতা বান্ধৱ
আত্মাময় মহেশ্বৰ।
মহন্ত সহিতে অনুমাত্ৰ মোৰ
নাহিকে জানা অন্তৰ ॥

হেন জানি নৰে মহন্তৰ সঙ্গে
কৰোক মোত ভকতি।
সাধু সঙ্গ বিৰ চন কথা মৃত
এহিমানে সমাপতি ॥

মাধৱদেৱ । ভক্তি ৰত্নাৱলী

দশম স্কন্ধত— ভকত জনৰ অনুগ্ৰহৰ কাৰণে।
কৰিলা অনেক লীলা প্ৰভু নাৰায়ণে ॥ ১১০ ॥

পুনৰ ঐ — দুষ্টক দণ্ডিবা ভকতক ৰক্ষা কৰি।
এহিসে কাৰণে নাথ আছা অৱতৰি ॥ ১৯০১ ॥

কথা গুৰু চৰিত্ৰত "ভকত দ্ৰোহী"ৰ বিৱৰণ এটি পোৱা যায়। "আৰু একদিনা ঠাকুৰ আতা" মধাই আতৈ, সবে ভক্তৰ আনিয়া অনি লাগি গুৰু জনত সুধিলে, ভকত দেৱষীৰ গতি আছে নাই বুলি। গুৰু জনে বোলে ৰাম কৃষ্ণ অৱতাৰেহে দেবষ কামে শক্ৰ ভাৱ গতি পালে, কংস, কুব্জী, গোপী দণ্ডবক্ৰ, শিশুপাল আদি। এতিয়া একা কৃষ্ণ দেএ কৈছে—"মোৰ দ্ৰোহী ভৈলে তাক ৰাখিবে ভকতে। ভকত দ্ৰোহীৰ মই নুহিকো শকতে। গুৰুত লাগিতে ভক্তত ৰব, ভক্তত লাগিলে অধঃপাত হ'ব। ভকতক দেৱষকৈ সংসাৰে ভ্ৰমি যমদূত বেশকৈ ফুৰিব"।

শঙ্কৰদেৱ এজনা মহাপুৰুষ হৈ নিজৰ এগৰাকী ভকত সৰ্ব্বজয় আতৈক কেনেদৰে শুশ্ৰূষা কৰি ইতৰ সকললৈ আদৰ্শ ৰাখি থৈ গৈছে — তাৰে এটি চূড়ান্ত নিদৰ্শন উক্ত কথা গুৰু চৰিতৰ পৰাই উদ্ধৃতি দিয়া হ'ল :- "আৰু এক দিনামান কীৰ্ত্তন কৰিছে, মহাৰাসৰ দশমৰ পদ গাই। বৃদ্ধসৰ্ব্বজয় আতৈ প্ৰেমৰসে মজি দেহ পাসৰি মৌনে ভক্তি যোগৰ খেলাত আছে, ক্ষুদ্ৰশৌচ গ'ল, শ্ৰেষ্ঠা নপালে। কঠৰ তলে বৈ খালে ডোঙা বান্ধি আছে। ভকত উঠি আহে, দেখি নিলগে ডেওদি যায় ফুৰা হয় বুলি। উপহাস্য কৈ গ'ল সবেও। পাছত গুৰু-জনে দেখি বস্ত্ৰ থৈ আতৈক ধৰি তুলি নি স্নান কৰাই কাপৰ কঠ তিয়াই ধুতি কৈ চৰিয়াত আটালৈ:ক ভৰি মচি মাটি পানীএ স্নান কৈলে। ছোট আতা দেখি অশ্চাৰ্য্য হৈ বোলে বাপ, দাসী দাসে কৰিলে একা? আপোনাৰ যেন ই বন? বোলে বৰাৰ পো, সকএ বৰ হবহে খোজে, হৈ তেও নপাৰে, মধ্য বৰ্ত্তী হৈ পাশ দলত লাগিবয় আয়াজাত কৈ। বৰে ছোট হ'ব পাইলে সংসাৰ হাত সৰকি সাৰিব পাৰি। দেখা সৰু জল ৰাম টিঙ্গতে গৈ, দেখালত হে ৰৈছে বৈ। ব্ৰহ্মা হৰ লক্ষ্মী যি প্ৰসাদ পোৱা নাই ইয়াৰ ভু অন্ত কোনে পাব? হৰি ভকতিৰ বিষম সন্ধি দেখি শুনি ছোট আতা নাম গোৱা মালা সেৱাত শ্ৰদ্ধা এৰিও গুৰুজনৰ পৰিচৰ্য্যা কৃত্য সেৱা অহোপুৰুষাৰ্থে কৰিব ধৰিলে"।

এটা স্বচ্ছ কাঁচৰ চিচাত পানী ভৰাই যদি ৰ'দত ৰাখি দিয়া হয়, তেতিয়া পানী গৰমটো অৱশ্যই হ'ব, কিন্তু সোনকালে নহয়। কিছু পলম হ'ব। কিন্তু যদি চিচাটোত ক'লা ৰং লগাই দিয়া যায়, তেন্তে অল্প সময়ৰ ভিতৰতে পানীখিনি গৰম হ'ব। ক'লা ৰঙে ৰবি ৰশ্মি আকৰ্ষিত কৰাৰ বিশেষ ক্ষমতা পায়। সেইদৰেই সন্তৰ সহযোগত শ্ৰদ্ধালুজনে সহজে ভগৱৎ 'সান্নিধ্য লাভ কৰিব পাৰে, অশ্ৰদ্ধালুজনে নোৱাৰে। বিশেষ শ্ৰদ্ধা, বিশ্বাসযোগ্য মনুষ্যৰ কোনো ভগৱদ্ভক্তৰ সৈতে সাক্ষাৎকাৰ হলে এনেকুৱা বোধ উদয় হব যে সেই মহাত্মাৰ দ্বাৰা ঈশ্বৰ ভক্তি সমতা, দয়া, শান্তি, প্ৰেম, আনন্দ, জ্ঞান, তথা অন্য সকলো সদগুণ তেওঁত প্ৰবেশ হ'ব ধৰিছে। এয়া মহাত্মা, সৰ্ব্বগুণাধিকাৰী ভগৱৎ বশকাৰী, নিৰ্গুণ, সৰ্ব্বজীৱ কৰুণাকাৰী মহাভক্তৰ সংক্ষিপ্ত মহিমাৰ বিকাশ।

( ৩—২ ) নাম

শঙ্কৰদেৱৰ "একশৰণ হৰি নাম" ধৰ্ম্মত 'নাম' এটি উপাদেয় অপৰিহাৰ্য্য বস্তু যিটো বস্তুৱে ভগৱৎমুখী হোৱাত সহায় কৰে। চাৰি বস্তুৰ ভিতৰত এই নামে ( কমলাবাৰী সত্ৰত ) দ্বিতীয় স্থান অধিকাৰ কৰিছে। বীজাভাৱে বৃক্ষৰ উৎপত্তি নহয় অৰ্থাৎ দেৱৰ উৎপত্তি নোহোৱাকৈ নামৰ উৎপত্তি হ'ব নোৱাৰে সঁচা কিন্তু দেৱক সাক্ষাত কৰিবলৈ বা সন্তুষ্ট কৰিবলৈ নামৰ প্ৰয়োজন হ'ল। সেয়ে নামক দ্বিতীয় স্থান দিয়া হৈছে। প্ৰথমতে 'কৃষ্ণক পাইবাব জ'না ভকতেসেপন্থ'' হ'ল অৰ্থাৎ কৃষ্ণক পাবলৈ ভকতৰ যোগেদি নামৰ প্ৰয়োজন। নামৰ বিষয়ে গীতা ভাগৱতাদি শাস্ত্ৰ আৰু মহাপুৰুষ দুজনাৰ ৰচিত শাস্ত্ৰৰাজীত প্ৰচুৰ পৰিমাণে উল্লেখ আছে। সেই বিষয়ে বক্তব্যৰ নিষ্প্ৰয়োজন। নামমালিকাত ঘোষা শাস্ত্ৰতো নামৰ মহিমা প্ৰচুৰ ভাৱে আছে শঙ্কৰদেৱৰ দ্বাৰা ৰচিত ভক্তিবাদী ভক্তি ৰত্নাকৰ সংস্কৃত পুথিত আছে—

( বৈষ্ণৱানন্দ লহৰি )

কলৌ নাম কলৌ নাম কলৌ নামৈব কেৱলম্।
হিত্বা নাস্ত্যেৱ নাস্ত্যেৱ নাস্ত্যেৱ গতিৰন্যথা॥ ২৫
ৱৈষ্ণবাল্লভতে ভক্তিং ভক্ত্যা মাং লভতে নৰঃ।
তস্মাদ্ধি বৈষ্ণৱো ৱিষ্ণোঃ কলেৰ্ম্মধ্যে ৱিশেষতঃ॥ ২৬

ভক্তি ৰত্নাকৰ ২১,২৫,২৬ শ্লোক

তদনুবাদ ৰামচৰণৰ দ্বাৰা ঃ—

বৈষ্ণৱা নন্দনে আৰো শুনা যেন মত ।
ভগৱন্ত মাধৱে কহন্ত অৰ্জ্জুনত ।।
কলিযুগে নাম নাম নামে মাত্ৰ সাৰ ।
নাম এৰি নাই নাই নাই গতি আৰ ।।
নাম বিনে আন একো ধৰ্ম্ম নাহিকয় ।
কলি যুগ মধ্যত বিশেষ অতিশয় ।।
বৈষ্ণৱক পাইলে লভে ভকতি আমাৰ ।
এতেকে বৈষ্ণৱে বিষ্ণু জানা সাৰে সাৰ ।।

ভক্তি ৰত্নাকৰ (পদ্য ভাগ) ৭৫০,৭৫২

ভাগৱতৰ ৬।৩।২২ শ্লোকতঃ—

এতাৱানেৱ লোকেঽস্মিন্ পুংসাং ধৰ্ম্মঃ পৰঃ স্মৃতঃ ।
ভক্তি যোগো ভগৱতি তন্নাম গ্ৰহনাদিভিঃ ।।

অৰ্থঃ—ইহলোকত জীৱৰ কেৱল ধৰ্ম্ম হৈছে ভগৱানৰ নাম শ্ৰৱণ-কীৰ্ত্তন কৰি তেওঁত ভক্তি কৰাটো ।

নাম হ'ল সত্যৰ প্ৰতীক । সত্যক বুজিবৰ বাবে যোগ, জ্ঞান ব্ৰতাদি সকলো সাধন স্তৰতে অমুখ্য ভাৱেও নামৰ ব্যৱহাৰ কৰা হয় । নাম হ'ল শব্দৰ সহায়ত চৈতন্য বস্তুক প্ৰতীক ৰূপত প্ৰতিফলন কৰা সাধন । নিজৰ ইষ্ট দেৱৰ নাম, ৰূপ, লীলা, ধামৰ মাহাত্ম্য গোৱা সকলো বৈষ্ণৱ ভক্তৰে প্ৰিয় বিষয় । শঙ্কৰদেৱৰো নিজ ইষ্ট দেৱৰ নাম স্মৰণ প্ৰিয় আছিল । একশৰণীয়া ভক্তিত নাম জপ বা নাম সেৱা সকলোৰে ওপৰত । নাম সেৱা দুই প্ৰকাৰে মহাপুৰুষীয়া ভক্তিবাদত বিদ্যমান । এক—সামূহিক ভাৱে বাচিক ৰীতিৰে হৰি মন্দিৰ বা কীৰ্ত্তন ঘৰত শ্ৰৱণ কীৰ্ত্তন কৰা । দুই—একমাত্ৰ ব্যক্তিগত ভাৱে স্বভবনত মানসিক ৰীতিৰে কৰা । পিচৰ ভাগত নাম মালা জপ বা নাম সেৱা কৰা হয় । মালা দুই প্ৰকাৰ । এবিধ কণ্ঠ মালা আৰু আনবিধ কৰ মালা । ইয়াৰ আদৰ্শ হ'ল—

ভকতে যত লৱে গুণ নাম ।
তাহাৰ মালা গাঠি অনুপাম ।
পিন্ধন্ত কণ্ঠত কৰি উৎসৱ ।
হেনসে ভকত বন্ধু মাধৱ ।। ৮

কীৰ্ত্তন-ভাগৱতৰ তাৎপৰ্য্য ।

মালা জপ বিধান শঙ্কৰদেৱৰ সময়তে আৰম্ভ হৈছিল। কাৰণ তাল মালা সৰ্ব্বশক্তি ভক্তি অৰ্পণ মাধৱদেৱৰ ওপৰত হৈছিল। চৰিত পুথিত সংক্ষেপে সেই মৰ্ম্মে এটি বিৱৰণ আছে। মাধৱদেৱক গুৰু ভাব প্ৰদানৰ বেলিকা শঙ্কৰদেৱে কি কৰিছিল সেৱা ৰামচৰণ ঠাকুৰে কৈছে—

এহিবুলি মাধৱৰ মাথে মালা দিলা।
আচাৰ্য্য পাতিলো বুলি সবাত কহিলা॥

(গুৰুচৰিত)

উক্ত 'মালা' নিতান্তই কণ্ঠ মালা আছিল। সেই মৰ্ম্মে উক্ত মালা বিষয়ক এটি অভ্ৰান্ত সিদ্ধান্ত বদলা আতাৰ চৰিতৰ যোগেদি দিব পৰা যায়। মাধৱদেৱে পদ্ম আতাক ধৰ্ম্ম ৰাজ্য অৰ্পণ কৰোতে কৈছিল ঃ—

এহিমালা লৈয়া গুৰু জাপ্য কৰিছিলা।
সন্তোষক পায়া তাৰা আমাক যে দিলা॥
এহি মালা আমাক দিলন্ত ধৰ্ম্ম থাপি।
আমি হৰি নাম লৈয়া আছোঁহো অদ্যাপি॥
আমাৰ গাৱৰ বদলেসে অবিশ্ৰাম।
দিলোহোঁ তোমাক জানা লইবাৰ নাম॥
স্নেহে শ্ৰীশঙ্কৰ গুৰুদি আছে আমাক।
গুৰু বাক্যে আমি হেৰাদিলোহোঁ তোমাক।
...... ... ....................
.............................
পুথি তাল মালা গুৰু দিলা বিদ্যমান।
সৰ্ব্ব শক্তি ভক্তি গুৰু দিলা ৰঙ্গ মন॥

বদলা আতা চৰিত–৫৯৫, ৫৯৬,

ইয়াৰ দ্বাৰা শঙ্কৰদেৱে মাধৱক আৰু মাধৱে বদলা আতাক ধৰ্ম্ম ৰাজ্য অৰ্পণৰ সময়ত উক্ত তাল মালা সৰ্ব্ব শক্তি ভক্তি দিয়াটো প্ৰমাণ হৈছে। গতিকে ইয়াৰ পৰা শঙ্কৰদেৱে মালা জপ কৰাটো সিদ্ধান্ত হ'ল। মাধৱ দেৱৰ পৰা বদলা আতাই উক্ত কণ্ঠমালা পালে যদিও বৰ্ত্তমানে কমলাবাৰী সত্ৰত কণ্ঠমালা জপৰ বিধান নাই। বদলা আতাৰ গদ্য চৰিতৰ মতে—মাধৱ দেৱৰ আজ্ঞা মতে গুৰুভাৰ লৈ বদলা আতা উজনিলৈ পৰিবৰ্ত্তি আহোতে সৰৈদ্বাৰত কিছু সময় জিৰণি লৈছিল আৰু সেইদিনা একাদশী কাৰণে তাতে গুৰু আজ্ঞাৰে সান্দহ ভোজন কৰিছিল। ক্ষন্তেক বৈ তাতে মালা জপ কৰোতে

হেনো মালা মূৰ্ত্তিমন্ত হ'ল। ইয়াৰ পিছতে বদলা আতাই গুৰু প্ৰদত্ত মালা "সেৱনীয় বস্তু" হিচাবে ৰাখি কৰ মালা জপ কৰাৰ বিধি প্ৰবৰ্ত্তন কৰে। সেয়ে কথিত হ'ল "কাঠৰ মালা ফাটে ফুটে। মনৰ মালা কাহা ছুটে"।

শঙ্কৰদেৱে পদ্ম পুৰাণাদিৰ পৰা নাম মালা প্ৰস্তুত কৰে। বিষ্ণুৰ সহস্ৰ নামৰ প্ৰতি নামৰে মহিমা আছে। মাধৱদেৱৰ নাম মালিকা পুথিত তাৰ বিস্তৃতি আছে। কি উদ্দেশ্যত কি নাম হৈছে তাৰো বিৱৰণ দেখা যায় ঘোষা শাস্ত্ৰত। শঙ্কৰদেৱৰ ভক্তি প্ৰদীপ পুথিতো কৃষ্ণদেৱে অৰ্জ্জুনক কোৱা নামৰ এখন তালিকা পোৱা হয়। প্ৰতি নামৰ মহিমা থাকিলেও একোটা নামৰ সৰ্ব্বাধিক বা অত্যাধিক শক্তি নিহিত আছে। ঘোষাই কৈছে ঃ—

দিব্য সহস্ৰেক নাম তিনি বাৰ
পঢ়ি পাৱে যত ফল।
একবাৰ কৃষ্ণ নাম উচ্চাৰিলে
পাৱয় তাক সকল॥

ভক্তি প্ৰদীপ পুথিৰ পৰা ঃ-

নামৰ মহিমা কহন্ত কেশৱ
আপুনি আশ্চৰ্য্য ভৈলা।
শৰীৰ ৰোমাঞ্চ বচন নোলাই
নিচুকি স্তম্ভিয়া ৰৈলা॥

........................

দেৱৰ মধ্যত দৈৱকী তনয়
ধৰ্ম্মৰ মধ্যত নাম।
দুইত পৰে তিনি নাই নাই নাই
ভকত পূৰণ কাম॥

নামঘোষা ঃ— এক নামে যত পাপ সংহৰিতে পাৰে।
পাতকী ততেক পাপ কৰিতে নপাৰে।

সাত্বত তন্ত্ৰ ঃ—যতেক পাতক নামে সংহৰিতে পাৰে।
ততেক পাতকী পাপ কৰিতে নপাৰে॥
জ্ঞানে বা অজ্ঞানে নাম কৰিলে কীৰ্ত্তন।
তেতিক্ষণে পাপ ৰাশি দহি কৰে ছন্ন॥

যি হেতু নামেসে তীৰ্থ ক্ষেত্ৰ পুণ্যতপ।
নামেসে পৰম দেৱ নামে মূল জপ॥

নামেসে পৰম ক্ৰিয়া নামে মুখ্য দান।
নামেসে পৰম ধৰ্ম্ম নামে মুখ্য কাম॥

পদ্মপুৰাণত :— হত্যাযুতং পান সহস্ৰ মুগ্ৰং
গুৰ্ব্বঙ্গনা কোটি নিষেবনঞ্চ।
স্তেয়ান্যনেকানি হৰি প্ৰিয়েন
গোবিন্দ নাম্না নিহতানি সদ্যঃ॥

অৰ্থাৎ ঃ— অযুত প্ৰাণি হত্যা, সহস্ৰ উগ্ৰসুৰাপান, কোটি গুৰুদাৰ গমন, অনেক বিধ চৌয্য বৃত্তি দ্বাৰা যি পাপ সঞ্চয় হয়, হৰি গোবিন্দৰ প্ৰিয় নামৰ দ্বাৰা সকলো পাপ নষ্ট হৈ যায়।

লঘুভাগৱতত ঃ— তে সভাগ্যা মনুষ্যেষু কৃতাৰ্থা নৃপ নিশ্চিতম্।
স্মৰন্তি যে স্মাৰয়ন্তি হৰেৰ্নাম কলৌ যুগে॥

অৰ্থাৎ :— যি সকল ব্যক্তিয়ে হৰি নাম স্মৰণ কৰে আৰু যিসকলে অন্য ব্যক্তিকো স্মৰণ কৰোৱাই, কলিযুগত তেওঁলোকেই কৃতাৰ্থ আৰু ভাগ্যবান্, ইয়াত সন্দেহ নাই।

জাবাল সংহিতাত :— হৰেৰ্নাম পৰং জপ্যং ধ্যেয়ং গেয়ং নিৰন্তৰম্।
কীৰ্ত্তনীয়ঞ্চ বহুধা নিবৃত্তিৰ্ব্বহুধেচ্ছতা॥

অৰ্থ ঃ— যি ব্যক্তিয়ে নিবৃত্তি কামনা কৰে, তেওঁ সৰ্ব্বদায় হৰিনাম জপ, ধ্যান, গীত আৰু কীৰ্ত্তন কৰিব।

নামে তপ জপ যজ্ঞ নামে যোগ ধ্যান।
নামে দান পুণ্য নামে কোটি তীৰ্থ স্নান॥
নামে ধন জন বন্ধু নামে পিতা মাতা॥
নামে নিজ সুহৃদ নামেসে গতি দাতা॥

শঙ্কৰদেৱ–ভাগৱত–১০/৫৬৪

হেন সে নাম ধৰ্ম্ম শিৰোমণি।
পাপ অৰণ্যৰ যেন অগনি॥

কীৰ্ত্তন / ২২৬০

এনেদৰে নামৰ মহিমাত্মক বহুতো উদ্ধৃতি দিব পৰা যায়। গ্ৰন্থ বাহুল্যৰ ভয়ত অক্ষম। আমি ওপৰত কৈ অহা নাম, ৰূপ, লীলা, ধাম এই চাৰিটা নাম স্মৰণৰ মুখ্য স্তৰ। এই কেইটাৰ অভাৱে নাম সাধনা নিষ্ফল।

স্মৰণ ত্ৰিবিধ যেনেঃ -

তত্ৰ স্মৰণং ত্ৰিবিধম্ — নাম স্মৰণং ৰূপ স্মৰণং গুণ কৰ্ম্মাদেঃ স্মৰণঞ্চেতি। তত্ৰ নাম স্মৰণং নামজপোম্। ৰূপ স্মৰণং ভগৱদ্ৰূপধ্যানম্। তদুভয়ং নিৰূপিতমেব। ইদানীং গুণ কৰ্ম্মাদেঃ স্মৰণং নিৰূপ্যতে। তত্ৰ শ্ৰীভাগৱতে নামান্যনন্তস্য হৃতত্ৰপঃ পঠন্।

গুহ্যানি ভদ্ৰানি কৃতানি চ স্মৰন্ ॥
পাং পৰ্য্যটংস্তুষ্টমনা গতস্পৃহঃ
কালং প্ৰতীক্ষমমদৌ বিমৎসৰঃ ॥
(ভাগৱত-১-৬-২৭ নাৰদস্যাত্ম ভাৱবৰ্ণনে বাক্যম্)

অৰ্থ—সেই স্মৰণ তিনিবিধি নামস্মৰণ, ৰূপস্মৰণ আৰু গুণ কৰ্ম্মাদিৰ স্মৰণ।

নাম স্মৰণ – নাম মালাৰ জপ।

ৰূপ স্মৰণ – ভগৱন্তৰ ৰূপ চিন্তন।

গুণ কৰ্ম্মৰ স্মৰণ—ভগৱন্তৰ গুণ আৰু কৰ্ম্মাদি বিষয়ৰ চিন্তন।

(শ্লোক ভাঙনি কৰা নহ'ল তাৰ আভাষ মাত্ৰ লেখা হৈছে।

আমি ওপৰত ব্যক্ত কৰি অহা নাম, ৰূপ, লীলা আৰু ধামৰ বিষয়ে বহলাই ব্যক্ত কৰাটো যুক্তি যুক্ত বুলি ভাবি নিম্ন স্থানত লিখা হৈছে।

(২ – ক)—নাম

মহা সৰ্গৰ পূৰ্ব্বতে একমাত্ৰ নিৰ্গুণ নিৰাকাৰ সচ্চিদানন্দঘন ব্ৰহ্ম আছিল। পিছত মহা সৰ্গৰ আৰম্ভত সেই পৰমাত্মাৰ অভিন্ন শক্তিৰূপা প্ৰকৃতিত ৰজো গুণে ব্ৰহ্মা, সত্ব গুণে বিষ্ণু আৰু তমো গুণে শিৱ এই ত্ৰিমূৰ্ত্তিৰ আবিৰ্ভাৱ হয়। এই তিনি গুণেৰে সংযুক্ত যি পৰমাত্মাৰ স্বৰূপ, সেয়ে সগুণ নিৰাকাৰ। তেওঁলোকৰ পৰাই আদি সৃষ্টিৰ বিস্তাৰ হয়। সৃষ্টিৰ উৎপত্তি, পালন আৰু সংহাৰ কৰিবৰ কাৰণে সেই সগুণ নিৰাকাৰ পৰমাত্মাই নৃসিংহশ্ৰীৰাম শ্ৰীকৃষ্ণ আদি সগুণ সাকাৰ ৰূপত প্ৰকট হৈ যুগে যুগে লীলা প্ৰকাশ কৰে। ইয়াত লীলাৱতাৰ, গুণাৱতাৰ আদি নামেৰে প্ৰখ্যাত। নিম্ন স্থানত বিশদভাৱে দেখুউৱা হ'ল।

১। পুৰুষাৱতাৰ— ব্ৰহ্ম পৰমাত্মাৰ পৰা উদ্ভূত পুৰুষ।

২। গুণাৱতাৰ— ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰ এই ত্ৰিমূৰ্ত্তি, পুৰুষৰ পৰা।

৩। কল্পাৱতাৰ— ব্ৰহ্মকল্পং পদ্মকল্প আৰু শ্বেত বৰাহ কল্পত হোৱা অৱতাৰ।

৪। লীলাৱতাৰ— মৎস্য কূৰ্ম্মাদি

৫। কলাৱতাৰ— কপিলাদি।
৬। অংশাৱতাৰ— নাৰদ সিদ্ধাদি।
৭। মন্বন্তৰাৱতাৰ— স্বায়ম্ভূব মনু আদি।
৮। অংশাংশী অৱতাৰ— পৃথু আদি।
৯। আবেশাৱতাৰ— ব্যাসাদি।
১০। পূৰ্ণাৱতাৰ— শ্ৰীৰাম।
১১। পৰিপূৰ্ণতমাঅৱতাৰ— শ্ৰীকৃষ্ণ।

এই ঘোৰ কলিকালত পৰমাত্মা বস্তুক লাভ কৰিবৰ কাৰণে ভক্তি-য়েই হ'ল সৰ্ব্বোত্তম আৰু সুগম উপায়। যেতিয়া সেই পৰমাত্মাই সগুণ সাকাৰ স্বৰূপত অৱতাৰ হয়, তেতিয়া মায়া মুগ্ধ পুৰুষে তেওঁক বুজিবলৈ বা জানিবলৈ সমৰ্থ নহয়।

গীতাত কৈছে :— নাহং প্ৰকাশঃ সৰ্ব্বস্য যোগমায়া সমাবৃতঃ।
মূঢোঽয়ং নাভি জানাতি লোকো মামজমব্যয়ম্ ॥
গীতা — ৭।২৫

অৰ্থাৎ মই যোগ মায়া বৃত হৈ আছো। সকলোৰে সমীপত কেতিয়াও প্ৰকাশিত নহওঁ। সেই বাবেই মূঢ় ব্যক্তিয়ে মোক জন্মহীন আৰু মৃত্যুহীন বুলি ভাৱে।

যি পুৰুষে পৰমাত্মাত শৰণ লৈ তেওঁক ভক্তি কৰে, সেইজনৰ কাষৰ পৰা পৰমাত্মাই মায়াৰ আঁৰ কাপোৰ আঁতৰাই লৈ যায় আৰু তেওঁ ভগৱানৰ সাক্ষাত চিন্ময় দিব্য সগুণ সাকাৰ ৰূপৰ প্ৰত্যক্ষ দৰ্শন হৈ যায়। সেই কাৰণে প্ৰত্যেক মানৱেই শ্ৰদ্ধা আৰু প্ৰেম পূৰ্ব্বক তেওঁক ভক্তি কৰা উচিত। প্ৰেম কি –

দৰ্শনে স্পৰ্শনে বাপি শ্ৰৱণে ভাষণেঽপিবা।
হৃদয়স্য দ্ৰৱত্বং যৎ তৎ প্ৰেম ইতি কথ্যতে ॥
( ৰূপ গোস্বামী কৃত )

অৰ্থাৎ দৰ্শন, স্পৰ্শন বা শ্ৰৱণ বা কীৰ্ত্তনতো হৃদয় দ্ৰবীভূত হোৱাকে প্ৰেম বুলি কয়।

ক্ষমা, দয়া, শান্তি, প্ৰেম আদি যি পৰমাত্মাৰ দিব্য গুণ আছে, সেই সকলো নামৰ ভিতৰত প্ৰৱেশ হৈ আছে। যি হেতু নাম জপ, কীৰ্ত্তন, শ্ৰৱণ আৰু স্মৰণ কৰাৰ পৰা উপাসক সকলত নামীৰ দিব্য গুণ স্বাভাৱিকতে উপনীত হয়হি। বেলেগ বেলেগ অৰ্থ প্ৰকাশক নামে নামীজনৰ একো একোটা লক্ষণ প্ৰকাশ কৰে। অৱশ্যে নাম আৰু নামীৰ অভেদ সম্বন্ধ।

আপুনি নামৰ সঙ্গ নচাৰন্ত হৰি ।
সেই নাম সেই হৰি জানা নিষ্ঠ কৰি ।

( নামঘোষা )

নামৰ সহায়েৰে নামীৰ স্বৰূপটো ভকতে যেনেকৈ উপলব্ধি কৰিব পাৰে, সেইদৰে অন্য সাধাৰণ লোক সকলৰ লগতে জ্ঞান মাৰ্গী আৰু কৰ্ম্ম মাৰ্গী সকলে নোৱাৰে। অন্তৰ্ব্বোধৰ ওপৰতহে – নামৰ আচল ৰূপটোৰে নিৰ্ভৰ কৰিছে। মানুহে মানুহক যেনেকৈ নাম ধৰি মাতে, ঈশ্বৰকো মানুহে সেইদৰে নাম ধৰি মাতিলে পাব। নাম ধৰি মাতিলে মানুহৰ অপমান বোধ হয়, কিন্তু ঈশ্বৰৰ নহয়। তেওঁ আনন্দ প্ৰকাশ কৰে। প্ৰতি নামৰ একোটা একোটা পৃথক শক্তি আছে বা গুণ আছে। সেই সেই সময়ত সেই সেই নামোচ্চাৰণ কৰিলেহে নামে ক্ৰিয়া কৰে। যেনে "শয়নে পদ্ম নাভস্য ভোজনেষু জনাৰ্দ্দনঃ" অৰ্থাৎ শয়নত পদ্মনাভ নাম আৰু ভোজনত জনাৰ্দ্দন নাম ললে তাৰ ফল দিয়ে, অন্য সময়ত নিদিয়ে। সেইদৰে বিবাহত প্ৰজাপতি, যুদ্ধত চক্ৰধৰ, প্ৰবাসত হৰি আৰু সৰ্ব্বকাৰ্য্যত মাধৱ নাম প্ৰসিদ্ধ।

মাধৱ মাধৱ নাম বচনত উচ্চৰয়
মাধৱ মাধৱ হৃদয়ত
নিৰন্তৰে সাধুসৱে মাধৱ মাধৱ নাম
উচ্চৰয় সমস্ত কাৰ্য্যত ।। ( নামঘোষা )

এটা মাত্ৰ নামেৰেই নামী জনৰ সকলো গুণ বা লক্ষণ প্ৰকাশ কৰিব নোৱাৰি। নামীৰ স্বৰূপটো উপলব্ধিৰ কাৰণে বহুত নামৰ প্ৰয়োজন আছে। নাম উচ্চাৰণ কৰাৰ লগে লগে নামৰ মহিমা আৰু নামীৰ স্বৰূপটো সাক্ষাত হ'ব লাগিব তেতিয়াহে নামে ক্ৰিয়া কৰিব। গজেন্দ্ৰ, প্ৰহ্লাদ আদিয়েই তাৰ উজ্বল উদাহৰণ।

গুণ নাম অনুসৰি বেকত হোৱন্ত হৰি
হৃদয়ত যেহি জীৱ ভাৱে ।
সেহি ৰূপে ভকতৰ পূৰ্ণ কৰে ইষ্টকাম
ঈশ্বৰৰ নামৰ প্ৰভাৱে ।।

নামীজনতকৈ যে নামৰ প্ৰভাৱ বা গুণ বেছি সেই সম্বন্ধে নাম ঘোষাত চাওক —

অনন্ত শকতি তুমি ৰাম লক্ষ্মণ সুগ্ৰীৱ বিভীষণ
হনুমন্ত আদি মহা মহা বীৰ গণে ।
আনি তৰুলতা পৰ্ব্বতক শতেক যোজন সমুদ্ৰক
সেতু বান্ধি পাৰ ভৈলাহা মহা যতনে ।।

হে প্ৰাণ প্ৰভু ৰঘুপতি ৰাম ৰাম ৰাম ৰাম ৰাম
তোমাত কৰিয়া তনু গুণ নাম চাৰ।
বিনা সেতু বন্ধ কৰি নৰে ৰাম ৰাম ৰাম ৰাম ৰাম
অপাৰ সংসাৰ সমুদ্ৰৰ হোৱে পাৰ ।।

(নামঘোষা)

গোটাচেৰেক নামৰ তাৎপৰ্য্য প্ৰকাশ কৰা হ'ল।

বিষ্ণু — সদৈক ৰূপ ৰূপত্বাৎ সৰ্ব্বাত্মত্বাদ্ বিভুত্বত:।
অনাময়ত্বাদীশত্বাদ্ গভস্তত্বাদ্ ঘৃনিত্বতঃ ।।
যথেষ্ট ফলদাতৃত্বাদ্ বিষ্ণুৰিত্যভিধীয়তে ।।

বৃদ্ধ হাৰীত স্মৃতিঃ ৩।২০৭

অৰ্থাৎ — সৰ্ব্বদা এক স্বভাৱ সকলোৰে অন্তঃস্থিত আত্মা, সৰ্ব্বব্যাপী আৰু সৰ্ব্বপ্ৰভু, ৰোগাদি দুখশূন্য, সকলোৰে নিয়ন্তা জ্যোতিৰ্ম্ময় আৰু যথেষ্ট ফল দাতা কাৰণে তেওঁক বিষ্ণু বোলা হয়।

নাৰায়ণ — নাৰা ইতি সমূহত্বে বাহুল্যত্বাজ্জনস্যচ।
তেষাময়নমাবাসস্তেন নাৰায়ণঃস্মৃতঃ ।।

বৃদ্ধহাৰীত স্মৃতি: ৩।১০২

অৰ্থাৎ - নাৰ শব্দে বহু নৰ, (নৰানাং সমূহো নাৰ:) সেই নৰ সমূহৰ আবাস স্থানেই নাৰায়ণ বুলি কয়।

আৰৌ— আপো নাৰা ইতি প্ৰোক্তা আপো বৈ নৰসূনব:
তা যদস্যায়নং পূৰ্ব্বং তেন নাৰায়ণ: স্মৃতঃ ।।

মনুসংহিতা ১।১০

অৰ্থাৎ— 'নৰ' অৰ্থাৎ পৰমাত্মাৰ পৰা সৰ্ব্বাগ্ৰে জলৰ সৃষ্টি হৈছে কাৰণে জলক 'নাৰ' বুলি কোৱা হয়। সেই 'নাৰ' ব্ৰহ্মৰূপে অৱস্থিত পৰমাত্মাৰ সৰ্ব্বপ্ৰথম আশ্ৰয় কাৰণে তেওঁক নাৰায়ণ বোলে।

নামঘোষাত আছে—

চাৰিও বেদৰ চাৰি অক্ষৰ সাৰ কাঢ়ি আনি ব্ৰহ্মাদেৱে
বেকত কৰিয়া থৈলা নাৰায়ণ বাণী।
সেহি নাৰায়ণ নাম লৈয়া শুদ্ধ কৰো আমি চিত্তকায়া
হৰি সন্তোষৰ কাৰণ আন নজানি ।।

(নাম-ঘোষা, মাধৱদেৱ)

৩। কৃষ্ণ:— কৃষি ৰ্ভূ বাচকঃ শব্দো নশ্চ নিবৃত্তি বাচক: ।
উদয়ো: সঙ্গতি ৰ্যত্ৰ তদ্ ব্ৰহ্মত্যাভিধীয়তে ॥
বৃদ্ধহাৰীত স্মৃতিঃ—৩/২৯৪

অৰ্থঃ – 'ক' শব্দ পৃথিৱী বাচক, 'ন' নিবৃত্তি বাচক। উভয়ৰ সঙ্গতিয়েই 'কৃষ্ণ' আৰু তাকেই ব্ৰহ্ম বুলি কয়।

মাধৱদেৱৰ নাম ঘোষা আৰু বহুতো মূল্যবান্ সংস্কৃতৰ ধৰ্ম্ম শাস্ত্ৰত 'কৃষ্ণ' শব্দৰ অৰ্থ বহল ভাৱে পোৱা যায়। এনেকৈ ভগবানৰ সহস্ৰ নামৰ প্ৰতিটোৰে গুণ আৰু লক্ষণ পোৱা হয়। আমাৰ একশৰণ ধৰ্ম্মৰ চাৰি নামৰ গুণ আৰু লক্ষণ বেকত কৰা হ'ল যেনে—

কৃষ্ণ নাম পৰম্ব্ৰহ্মঃ ৰামো ৰমনকঃ স্মৃতঃ।
হৰিৰ্হৰতি পাপানি ত্ৰিভিঃ সপ্ৰেম ভক্তক: ॥
ভক্তি ৰত্নাকৰ/শঙ্কৰদেৱ

শ্ৰীকৃষ্ণ নাম পৰম্ব্ৰহ্মৰ স্বৰূপ অৰ্থাৎ যেই নাম সেই হৰি। গোটেই জগত ভগৱানতে ৰমি আছে আৰু জগতৰ প্ৰাণী পদাৰ্থতে ভগৱন্তে ৰমন কৰি আছে। হৰি শব্দে জগতৰ পাপ সমূহ হৰণকৰে অৰ্থাৎ কায়িক, বাচিক, মানসিক ভেদে উদ্ভৱ হোৱা পাপ সমূহ হৰণ কৰে বাবে হৰি বোলে। এয়া হ'ল কৃষ্ণ, ৰাম আৰু হৰি। শ্ৰীমন্ত শঙ্কৰ গুৰুৱে নিমিনৱসিদ্ধ সংবাদ পুথিত চাৰি নাম হিচাবে "কৃষ্ণ বিষ্ণু হৰি ৰাম"ক স্বীকৃতি দিছে। 'বিষ্ণু নামতকৈ 'কৃষ্ণ' নামৰ মহিমা. গুণ আৰু শক্তি সৰ্ব্বাধিক কাৰণে 'বিষ্ণু' নামৰ ঠাইত কৃষ্ণ নামক পিছত প্ৰাধান্য দিয়া হ'ল। গতিকে এতিয়া 'কৃষ্ণ হৰি ৰাম' হ'ল যদিও দুবাৰ কৃষ্ণ নুবুলি থোৰতে "কৃষ্ণ হৰি ৰাম" বুলিও সন্ত সকলে নিৰূপণ কৰিছে।

পুনশ্চ প্ৰমাণ—মধুমধুৰমেতৎ মঙ্গলং মঙ্গলানাং
সকল নিগমবল্লী সৎফলং চিৎস্বৰূপম্।
সকৃদপি পৰিগীতং শ্ৰদ্ধয়া হেলয়া বা
ভৃগুবৰ নৰমাত্ৰং তাৰয়েৎ কৃষ্ণ নামম্।
(স্কন্ধ পুৰাণম্)

মাধৱদেৱৰ নামঘোষাত "সকল নিগম লতা" ইয়াৰ অনুবাদ। সৰ্ব্ব ধৰ্ম্মই নামত শৰণ লোৱা সম্বন্ধে—

ঘোৰে কলিযুগে প্ৰাপ্তে সৰ্ব্ব ধৰ্ম্ম বিবৰ্জ্জিতঃ।
নাৰায়ণ পৰা মৰ্ত্যাস্তে কৃতাৰ্থা ন সংশয়ঃ ॥
বৃহন্নাৰদীয় পুৰাণ ৩৮।১।২৯

তদনুবাদঃ—

ঘোৰ কলি যুগে পাইলে সৰ্ব্ব ধৰ্ম্ম
বৰ্জ্জিত ভৈল নিশ্চয় ।
নাৰায়ণ পৰ ভৈলে কৃত কৃত্য
হোৱয় নাহি সংশয় ॥

নামঘোষা—৩৮১

যিটো মহা ম্লেচ্ছ জাতি সিয়ো শুদ্ধ হোৱে আতি
মুখে মাত্ৰ হৰি নাম লয় ।
কলিৰ ভয়ত গৈয়া নামত শৰণ লৈয়া
ৰহিল সমস্ত ধৰ্ম্মচয় ॥

কীৰ্ত্তন । তাৎপৰ্য্য -১

সমস্ত ধৰ্ম্মৰ কলি ভাঙ্গিলে চৰণ ।
মোহোৰ নামত লৈব সমস্তে শৰণ ॥

পদ্ম পুৰাণ স্বৰ্গ খণ্ড/সাৰ্ব্বভৌম ভট্টাচাৰ্য্য

নাম্নামকাৰি বহুধা নিজ সৰ্ব্বশক্তি
স্তত্ৰাৰ্পিতা নিয়মিতঃ স্মৰণে ন কাল
তাদৃশী তব কৃপা ভগৱান্ সমাপি
দুৰ্দ্দৈবমীদৃশমিহাজনি নানুৰাগঃ ॥

(শ্ৰীচৈতন্য শিক্ষাষ্টক-২)

মহাপুৰুষ মাধৱদেৱৰ অনুবাদ—

আপুন নামক বহুতৰ কৰি নিজ সৰ্ব্বশক্তি দিয়া
কালৰ নিয়ম নিবিহিলা স্মৰণত ।
এতাদৃশী তব কৃপা হৰি মোহোৰ দুৰ্দ্দৈব দেখা কিনো
অনুৰাগ প্ৰভু নভৈল তযু নামত ॥

নামঘোষা । ৬৭৭

সত্য, ত্ৰেতা, দ্বাপৰ আৰু কলি যুগৰ বাবে ভগৱন্তৰ নামৰ ভাগবিধান কৰি দিয়া হৈছে । সেই সম্বন্ধে নিমিনৱসংবাদ পুথিত স্পষ্ট ভাৱে পোৱা যায় ।

১) সত্যযুগৰ নামঃ— হংস পৰমাত্মা ধৰ্ম্ম অব্যক্ত ঈশ্বৰ ।
সুপৰ্ণ বৈকুণ্ঠ আৰো নাম যোগেশ্বৰ ॥
অনন্ত পুৰুষ এই দশ গুটি নাম ।
সত্যত মহন্ত সৱে জপে অবিশ্ৰাম ॥ ৩৭০

২) ত্ৰেতা যুগৰ নামঃ— পৃশ্নিগৰ্ভ সৰ্ব্বদেৱ ময় বিষ্ণু যত।
উৰুক্ৰম উৰুগায় বৃষা কপি সত্ত ।।
জয়ন্ত সহিতে এহি অষ্ট শুচি নাম ।
ত্ৰেতা যুগে লোক সবে জপে অনুপাম ।। ৩৭৩৭৪

৩) দ্বাপৰ যুগৰ নামঃ--নমো বাসুদেৱ নমো নমো সঙ্কৰ্ষণ ।
প্ৰদ্যুম্ন পুৰুষ অনিৰুদ্ধ ভগৱান ।।
সৰ্ব্বভূত আত্মা নমো নমো মহাত্মন্ ।
বিশ্ব বিশ্বেশ্বৰ নমো ঋষি নাৰায়ণ ।। ৩৭৭-৭৮

৪) কলিযুগৰ নামঃ---হে মহাপুৰুষ হে প্ৰণত পালক ।
সদা বন্দো তোমাৰেসে পাদ পঙ্কজক ।।
সদায়ে চিন্তিবে যোগ্য এহিসে চৰণ ।
ভকতৰ কৰে ইসে বাঞ্চিত পূৰণ ।। ৩৮৩
ভৱ পৰাভৱক এহিসে কৰে ক্ষয় ।
পৰম পবিত্ৰ ইসে তীৰ্থৰো আলয় ।।
মহা সুখময় ইটো চৰণ দুখানি ।
ব্ৰহ্মাহৰে আকেসে সেৱন্ত সত্য মানি । ৩৮৪
ভৃত্য মাত্ৰ কৰে যত পীড়াক গুচাৱে ।
সংসাৰ সাগৰ তৰি ইসে মহানাৱে ।।
হে কৃষ্ণ বন্দো হেৰা চৰণ তোমাৰ ।।
শ্ৰীৰাম চন্দ্ৰৰূপে ধৰি অৱতাৰ ।। ৩৮৫
পিতৃৰ আদেশে চাৰি ৰাজ্য অভিলাষ ।
পত্নী সীতা সহিতে খপিলা বনবাস ।।
আনৰ দুস্ত্যজ যিটো দেৱৰ বাঞ্চনি ।
হেন ৰাজ্য লক্ষ্মীক তেজিলা ৰঘুমণি ।। ৩৮৬
সুবৰ্ণৰ মৃগ দেখি ভাৰ্য্যাৰ বচনে ।
গৈলা মায়া হৰিণক খেদি নাৰায়ণে ।।
হেনসে ভকত প্ৰিয় প্ৰভু পূৰ্ণকাম ।
তোমাৰ চৰণে সদা থাকোক প্ৰণাম ।। ৩৮৭

নামে সাত কাৰ্য্য সাধে। সেই সম্বন্ধে কীৰ্ত্তনত চাওক ।
নামে সাত কাৰ্য্য সাধিবে দেখা ।
প্ৰতি প্ৰতি লোৱা সাতৰো লেখা ।।

১। প্ৰথমে দহিবে পাতক চয় ।
২। কৰিবে মহা পুণ্য অভ্যুদয় ॥
৩। কৰাইবে বিষয়ত বিৰকতি ।
৪। কৃষ্ণত মিলাইবে প্ৰেম ভকতি ।
৫। উপজাইবে আতি বৈষ্ণৱী জ্ঞান ।
৬। মায়াক দহিয়া কৰে নিৰ্য্যাণ ॥
৭। চৈতন্য মূৰ্তি পূৰ্ণানন্দ হৰি ॥
থৈৰন্ত তেন্তে এৰে একে কৰি ॥

এতিয়া নাম মাহাত্ম্য সূচক গোটাচেৰেক উদ্ধৃতি দি 'নাম' সামৰা হ'ব ।

শ্ৰদ্ধয়া হেলয়া নাম ৰটন্তি মম জন্তবঃ
তেষাং নাম সদা পাৰ্থ বৰ্ত্ততে হৃদয়ে মম ॥

আদি পুৰাণ ।

অতীতাঃ পুৰুষাঃ সপ্ত ভবিষ্যাশ্চ চতুৰ্দ্দশ ।
নৰস্তাৰয়তে সৰ্ব্বান্ কলৌ কৃষ্ণেতি কীৰ্ত্তনাৎ ॥

দ্বাৰকা মাহাত্ম্য

বাসুদেবেতি মনুজ উচ্চাৰ্য্য ভৱভীতিতঃ ।
তন্মুক্তঃ পদমাপ্নোতি বিষ্ণোৰেৱ ন সংশয়ঃ ॥

আঙ্গিৰস পুৰাণ

নামৈৱ পৰমং জ্ঞানং ধ্যানং যোগস্তথাৰতিঃ ।
বিজ্ঞানং পৰমং গুহ্যং ৰাম নামৈৱ কেৱলম্ ॥

মৎস্য পুৰাণ

নাহং বেদৈনৰ্ত্তপসা নেজ্যয়া নাপি তীৰ্থতঃ ।
সন্তুষ্যামি দ্বিজ শ্ৰেষ্ঠ যথা নাম্নাং প্ৰকীৰ্ত্তনাৎ ॥
গানেন নাম গুণয়োঃ মম সাযুজ্য মাপ্নুয়াৎ ॥

অদ্ভুত ৰামায়ণ

সৰ্ব্বপাপ প্ৰশমনং সৰ্ব্বোপদ্ৰব নাশনম্ ।
সৰ্ব্ব দুঃখ ক্ষয় কৰং হৰি নামানু কীৰ্ত্তনম্ ॥

ব্ৰহ্ম বৈবৰ্ত্ত পুৰাণ

বিশ্ৰুতানি বহুন্যেৱ তীৰ্থানি বিবিধানি চ ।
কোট্যংশেনাপি তুল্যানি নাম কীৰ্ত্তনতো হৰেঃ ॥

বিশ্বামিত্ৰ সংহিতা

## (২—খ)—"ৰূপ"

শ্ৰীমন্ত শঙ্কৰ গুৰুৰ একশৰণ হৰি নাম ধৰ্ম্মত ভগবদ্ৰূপ চিন্তন এটি অপৰিহাৰ্য্য কাৰ্য্য। তেৰাই ভগবদ্ৰূপ বৰ্ণনা বহু ঠাইত কৰিছে। ভাগৱত মূল শাস্ত্ৰত শ্ৰীকৃষ্ণৰ ৰূপ বৰ্ণনা ঠায়ে ঠায়ে সংক্ষিপ্ত। মাত্ৰ থাকিলেও তেৰাই ৰূপত আপ্লুতহৈ তাক বিস্তৃত ভাৱে বৰ্ণনা কৰা পোৱা গৈছে। বিশেষ ভাৱে শ্ৰীকৃষ্ণ ৰূপ বৰ্ণনাত তেৰা সিদ্ধ হস্ত। শ্ৰীকৃষ্ণক আত্মস্থিত বা হৃদিস্থিত কৰিব পৰা সমৰ্থতাৰ পৰিপ্ৰেক্ষিততে প্ৰত্যক্ষ দৃষ্টিৰে ৰূপ কল্পনা কৰিব পৰাটোৱেই গুৰু জনাৰ পক্ষে সম্ভৱ হৈছিল। হৰি ভগৱানৰ নাম চিন্তনৰ লগতে ৰূপ চিন্তা নকৰিলে ধৰ্ম্মৰ এটা প্ৰধান অঙ্গ ক্ষুণ্ণ কৰা হয়ঃ সেয়ে তেৰাই লিখি গৈছে।

ক) মুখে ৰাম বোল হৃদয়ে ধৰা ৰূপ।
এতেকে মুকুতি পাইবা কহিলো স্বৰূপ॥ (কীৰ্ত্তন)

খ) হৃদয়ত ৰূপ হৰি নাম যাৰ মুখে।
বিষ্ণুৰ নৈবেদ্য উদৰত ভৰে সুখে॥ ঐ

গ) ঘুষিয়ো হৰি হৃদি ৰূপ ধৰি ঘুষিয়ো হৰি।
নাহি আন পুণ্য নামক সৰি॥ ঐ

ঘ) মন ৰাম বোল ৰাম বোল ৰাম বোল ৰাম।
চিত্ত চিন্ত চতুৰ্ভুজ চতুৰ্ভুজ হৰি॥ ঐ

মধৰ মুৰুতি মুৰাৰু, মন দেখু হৃদয়ে হামাৰু।
ৰূপে অনঙ্গ সঙ্গ তুলনা তনু কোটি সূৰুয উঝিয়াৰু॥

(বৰগীত। শঙ্কৰদেৱ)

কীৰ্ত্তন ঘোষাত শঙ্কৰ গুৰুৱে ভগৱন্তৰ ৰূপ চিন্তনৰ বিধি বিধান নিৰূপণ কৰি থৈ গৈছে। কীৰ্ত্তনৰ অন্যান্য অধ্যায়ৰ লগতে "ধ্যানবৰ্ণন" অধ্যায়ো ইয়াৰ অন্তৰ্ভুক্ত হৈ আছে। প্ৰথমে বৈকুণ্ঠ বৰ্ণনাৰ পিচতে ভগৱন্তৰ ৰূপ বৰ্ণনা কৰা হৈছে যেনে—

থিৰ বুদ্ধি কৰি ভকত জনে।
প্ৰত্যেক অঙ্গক চিন্তিব মনে।
চৰণ পদ্ম দেখি সুখী হুই।
অৰুণ আতি পদতল দুই॥ ১১
অঙ্কুশ পদ্ম ধ্বজ বজ্ৰ যৱ।
দেখি চিহ্ন তাতে মিলে উৎসৱ॥
চৰণ পঙ্কজ আছে প্ৰকাশি।
আঙ্গুলি পাণ্ডি তাৰ ভৈল পাশি॥ ১২

এনেকৈ ভগৱন্তৰ সমগ্ৰ চিন্তনৰ ৰূপ বৰ্ণনা কৰা হৈছে। উল্লেখ যোগ্য যে সৰ্ব্ব প্ৰথম চৰণ পদ্মৰ পৰা, মস্তকলৈ আৰু দ্বিতীয় বাৰত মস্তকৰ পৰা চৰণ পদ্মলৈকে চিন্তা কৰিব লাগে। "মস্তকৰ পৰা পাদ পৰ্য্যন্তে। নমাইবে মনক দুনাই দেখন্তে" ইত্যাদি।

ভাগৱতৰ (২য়, ৩য়, ১১শ) আৰু নিমিনৱসিদ্ধ আদি কৃষ্ণ ভক্তি-বাদী শাস্ত্ৰতো কৃষ্ণ ৰূপ পৰিস্কাৰ ভাৱে পোৱা যায়। মাধৱদেৱ মহাপুৰুষে "গুৰু ভট্টিমা"ত শঙ্কৰদেৱ গুৰুৱে কেনেকৈ হৰি ভগৱানৰ ৰূপ চিন্তা কৰি আত্ম বিভোৰ বা তন্ময়তা ভাব হৈছিল তাৰ সুন্দৰ ব্যাখ্যা দিছে যেনে—

হৰি কহো মূৰ্ত্তি স্ফুৰ্ত্তি মগন মন মজ্জল আনন্দ সিন্ধু।
ঐচন নিৰ্ম্মল হৃদয় বিকশিত ভকত কুমুদ কুল ইন্দু॥

গুৰু ভট্টিমা। মাধৱদেৱ

যি কোনো পুৰুষেই কোনো এটি কাৰ্য্যত প্ৰাণ বা তন্ময়তা ভাব প্ৰকাশ কৰি দিব নোৱাৰিলে কাৰ্য্য সিদ্ধিত বাধা প্ৰাপ্ত হোৱাটো স্বাভাৱিক। দুজনা গুৰুৱে ধ্যান পৰায়ণ হৈ ঈশ্বৰ তত্ত্ব বা ৰূপতত্ত্ব সাক্ষাৎ কৰিহে ভগৱন্তৰ গুণলীলা প্ৰকাশ কৰিছিল। পূৰ্ব্বৰ ঋষি মুনি সকলে একোটা মন্ত্ৰ নিৰ্ম্মাণৰ কাৰণে পৰ্ব্বতৰ গুহাত বহি নিৰ্ব্বিকাৰ ভাৱে একনিষ্ঠ হৈ তপঃ সিদ্ধ হৈছিল। তেওঁ-লোকে তপ প্ৰভাৱত মন্ত্ৰ সাক্ষাৎ কৰিছিল। সেই বাবে তেওঁলোকক "মন্ত্ৰ দ্ৰষ্টা" বোলে। যি সকল সাক্ষাৎ কৃত ধৰ্ম্মা তেওঁলোকেই ঋষি। সেই সূত্ৰে এটি শ্লোক ধৰা পৰিছে—

তদ্ধিতাং স্তদভিপ্ৰায়ান্ ঋষীণাং মন্ত্ৰ দৃষ্টিষু।
বিজ্ঞাপয়তি বিজ্ঞানং কৰ্ম্মানি বিবিধানি চ॥

( উদ্ধৃতি—সংস্কৃত সাহিত্যৰ ৰূপ-ৰেখা )
লেখক—ডঃ বিমান চন্দ্ৰ ভট্টাচাৰ্য্য

তেনেকৈ শঙ্কৰ মাধৱ দুজনা গুৰু ও সাক্ষাৎ কৃত ধৰ্ম্মা বা ভগৱ-দ্ৰূপ দ্ৰষ্টা। ভগৱৎ নিষ্ঠাপৰ বা ভগৱৎ দৰ্শন হৈছে তেৰাসবে একোটাহঁত ভগৱদ্ তত্ত্ব সম্বন্ধীয় গীত, পদ ৰচনা কৰিছিল। তৎ সম্বন্ধে মাধৱদেৱৰ নিজৰ লিখনীতে প্ৰকাশ পাইছে—

মোৰ গুণ নাম কহন্তে শুনন্তে
মিলে আসি মহাভাগ।
আনন্দ স্বৰূপ মোৰ দিব্য ৰূপ
প্ৰত্যক্ষতে পাৱে লাগ॥
প্ৰসন্ন বদন অৰুণ নয়ন
তনু অতি অনুপম।

ভকতক দয়া কৃপা দৃষ্টি চায়া
পূৰন্ত মনৰ কাম।
দেখি কৃষ্ণ মুখ মিলে মহাসুখ
দূৰ হোৱে যত তাপ ।
অতি মন প্ৰীতি মাধৱে সহিতি
মধুৰ কৰে আলাপ ।।

ৰত্নাৱলী/মাধৱদেৱ-১৯,৬০

ভগৱৎস্বৰূপ দ্ৰষ্টা শ্ৰীমন্মাধৱদেৱে ৰচনা কৰা এটি ভটিমাৰ পৰা তেওঁৰ ভগৱৎ প্ৰেমাপ্লুত বা হৰিৰূপ তন্ময়াৱস্থাৰ কথাকে সূচায়। ভটিমাটি নিম্ন স্থানত তুলি দিয়া হ'ল।

জয় জগজীৱ সনাতন দেৱ।
ব্ৰহ্মা শিৱ চৰণে কৰু সেৱ ।।
পাতক ঘাতক যাকেৰি নাম।
তোহাৰি চৰণে কৰোঁহো প্ৰণাম ।।
নীল শৰীৰ জলদ কৰু ভাস ।
পীত পটাম্বৰ কৰু পৰকাশ ।।
অৰবিন্দ নিন্দি চৰণ কৰু কান্তি।
পদ পঙ্কজ তল আৰকত ভাস্তি ।।
ধ্বজ যৱ পঙ্কজ অঙ্কুশ ভাসে ।
পেখিতে বজ্ৰ ভকত ভয় নাশে ।।
ইন্দু নিন্দি নখ চান্দ পৰকাশ।
ভকতক হৃদয় তাপ কৰু নাশ ।।
ৰতন উঝণিট আঙ্গুলি দশ মাজে।
পদ পঙ্কজ মহ মঞ্জীৰ বাজে ।।
উৰু কৰী কৰ দোহো বলিত সমান।
বহল নিতম্ব কটি ডম্বৰুক ঠাম ।।
কিঙ্কিনী কনক লম্বি চিৰ পীত।
ৰুচিৰ কাঞ্চী কতি ৰতন জৰিত ।।
মনোহৰ নাভী সৰোৰুহ গঞ্জে ।
উদৰে ললিত ৰেখা তিনি ৰঞ্জে ।।
সিংহ বন্ধ স্কন্ধ বহল বক্ষ মাজে ।
কমলা শ্ৰীবৎস পাস্তি বিৰাজে ।।

পদ নখ পৰশি বনহু মালা শোহে।
ভ্ৰমৰ কেলি কৰত মধু লোহে।
গজ মতি হাৰ পেচন্দাৰ লোলে।
পেখিতে ৰূপ ভুবন মন ভোলে॥
জগতক জীৱ সবহু একঠাম।
কণ্ঠে কৌস্তুভ মণি অনুপাম॥
চতুৰ উজৰ কৰ বৰ ভুজদণ্ড।
যৈছে নীল মৃণাল খণ্ড॥
বলয়া কঙ্কণ কেয়ূৰ তাতে।
শঙ্খ চক্ৰ গদা পঙ্কজ হাতে।
কিশলয় কৰ চাৰু আঙ্গুলি পান্তি।
ৰতন আঙ্গুলি নখ চান্দ কৰু কান্তি॥
জিন্দি ইন্দু কোটি বয়ন বিকাশ।
মোতিম দশন মন্দ কৰু হাস॥
আয়ত নেত্ৰ কমল দল পাশি।
মদনক ধনু সম ভ্ৰুব প্ৰকাশি॥
নাসা তিল কুসুম সম শোহে।
চাৰু চিবুক মন আলোনা লোহে॥
মকৰ কুণ্ডল দোহো লম্বিত কৰ্ণ।
তাসু ৰস্মি গণ্ড পাণ্ডৰ বৰ্ণ।
অলকা কুটিল তিলক কৰু কান্তি।
পেখিতে ভকতৰ তাপ উপশান্তি॥
ৰতন চূড়ামণি কিৰীটি উজ্বল।
তাসু বিকাশিত বদন কমল॥
শিৰ ছত্ৰাকৃত কুঞ্চিত কেশ॥
কোটি মদন মন মোহন বেশ॥
মাধৱ কহ তুৱা দাসকো দাস।
ঐচন ৰূপ হৃদয়ে কৰু বাস॥
কাকু কৰিয়ে তুৱা চৰণহি লাগো।
মুকুতি সুকৃতী ভকতি একু মাগো॥
ভকত বৎসল কৰু ঐচন দয়া।
চৰণে শৰণ লোহো চোৰহু মায়া॥
ভকত সঙ্গ ৰহু মুহে ভৰি নাম।
ভো সমাজিক বোল ৰাম ৰাম॥

ভটিমা/মাধৱদেৱ

দুজনা গুৰু মহাপুৰুষৰ শিক্ষণত তেৰাসবৰ শিষ্য সবো হৰি নামৰূপ স্মৰণত উচ্চস্তৰলৈ উন্নীত হোৱাৰ আদৰ্শ আছে। শ্ৰীৰাম আতাও এই সকলৰ ভিতৰত অন্যতম। মহাপুৰুষ মাধৱদেৱৰ আলধৰা কালিৰাম আতৈয়ে ৰূপ চিন্তা কৰাৰ কথা চৰিত পুথিত আছে। ভকতৰ বাবে অষ্ট প্ৰতিমাৰ ভিতৰত মনোময়ী প্ৰতিমা বিশেষ ভাৱে গ্ৰহণীয়। কথা গুৰু চৰিতৰ পৰা কালিৰাম আতৈৰ মনোময়ী প্ৰতিমা উপাসনা বা ৰূপ চিন্তাৰ আদৰ্শ প্ৰদৰ্শন কৰা হ'ল।

"স্মাৰু শ্ৰীমাধৱদেৱে স্নান, গুৰু সেৱা, মালা সেৱাকৈ প্ৰাতষে কৃষ্ণ কথা শুনিবলৈ গুৰুজন তত যায় শ্ৰীৰাম আতা সৈতে। ভক্ত কালিৰাম আতৈএ নিত্য কৰ্ম্ম কৰি ঠাই, খৰি, পাত, মাছ, শাক, পানী সবাকে যতাই থৈ গুৰু সেৱা কৰে নিতে। সেই দিনাও কৰিছে মনে। সেই দ্ৰব্য অলঙ্কাৰ পিন্ধাই দি আনিছে বত্ৰিশ অঙ্গে। এপদে দিছে; এপদে দিবলৈ আছে খৰম। তেনেতে আহি গুৰুজনে গল ওকাহি দিলেহি পদূলিত। শুনি তেনেই এৰি আতৈ জল পাত্ৰ লৈ ওলাই আগবাঢ়ি গ'ল। তেহে ছোট আটা চাউলত জল দি ধ্যান কৈ দেখে আত্মাত, এপদে পাদুকা নাই। অনেক ভাগ্ৰ তুতি নতিকৈ দিএ, নলয় একোৰূপে। তেহে বোলে মোৰ প্ৰভুক কোনে এনে বিতণ্ডা কৈলিহঁক? পাছে কালিৰাম আতৈ দণ্ডৱতে পৈলেগৈ। বোলে বাপ, মই পাপীষ্ঠৰহে বন। বোলে কিয়নো নিদি এৰি গলা? বোলে বাপ, আপুনাৰ মুখ পদ্মে শুনিছোঁ গুৰু সেৱাতকৈ ভক্তৰ সেৱা ডাঙৰ বুলি। বোলে তোম্ৰা আমাৰে সমান ভকত হলা, আমাৰ পৰিচৰ্য্যা কৰিব নালাগে আৰু। এ শ্ৰীৰামেই কৰিবা আজিৰ পৰা, কালিৰামে অহাযোৱা কৰিবা আমাৰ লগে"।

এনেকুৱা উদাহৰণ বহুতো আছে। "অকপটে গুৰুসেৱা যিজনে কৰয়। গুৰুৰ সমান শক্তি শিষ্যত লভয়" উদাহৰণটো ইয়াতে খাটিছে। সেই কাৰণেই বোধহয় শঙ্কৰদেৱে বৰগীতত লিখিছে

সোই সোই ঠাকুৰ মোই সোহৰি পৰকাশা।
নামধৰত ৰূপ স্মৰত তাকেৰি হা.মা দাসা। ১০ নং

ৰূপ চিন্তা মানেই পৰমাত্মা চিন্তা। দৈৱকী নন্দন শ্ৰীকৃষ্ণয়ো লোক শিক্ষাৰ কাৰণে আত্মাক চিন্তা কৰিছিল।

মনুষ্যৰ আচাৰ আচৰি নাৰায়ণ।
কৰি সমাপত যত শৌচৰ লক্ষণ।
যাৱত নুহিকে ভালে ৰজনী প্ৰভাত।
তাৱে আপোনাক চিন্তি থাকন্ত সাক্ষাত॥

মাধৱদেৱ—ৰাজসূয়। ৩৮

কতো ঘৰে আছা সন্ধ্যা উপাসি ।
গায়ত্ৰী জপা মৌন হুয়া বসি ॥

শঙ্কৰদেৱ—কীৰ্ত্তন । নাৰদকৃষ্ণ দৰ্শন—৩৩

শ্ৰীকৃষ্ণৰ নৱধা ভক্তিৰ ভিতৰত স্মৰণ ভক্তিও (ৰূপচিন্তা) অন্যতম। একাশীবিধ ভগবদ্ ভক্তিৰ ভিতৰত নৱবিধক মুখ্য স্থান দিয়া হৈছে। তাৰ ভিতৰতে পুন: বিচাৰ কৰি "যদ্যপি ভকতি নৱবিধ মাধৱৰ। শ্ৰৱণ কীৰ্ত্তন তাতে অতি শ্ৰেষ্ঠতৰ" বুলি শ্ৰৱণ কীৰ্ত্তনক শ্ৰেষ্ঠ স্থানত ৰাখিলেও ভগৱদ্ৰূপ চিন্তা একশৰণ নাম ধৰ্ম্মত গৰীয়সী।

নৱধা ভক্তি ঃ— শ্ৰৱণং কীৰ্ত্তনং বিষ্ণোঃ স্মৰণং পাদসেৱনম্ ।
অৰ্চ্চনং ৱন্দনং দাস্যং সখ্যমাত্ম নিৱেদনম্ ॥

ভাগৱত-৭।৫।২৩

ভক্তিৰ এই নৱ লক্ষণৰ প্ৰতিটোৰে একোজনা দক্ষ উপাসক বা কাৰ্য্য সফলকাৰী মহান ব্যক্তি নিৰ্দ্দিষ্ট হৈ আছে। ভাগৱতেই ইয়াৰ সন্ধান দিছে।

শ্ৰীবিষ্ণোঃ শ্ৰৱণে পৰীক্ষিদভৱদ্ বৈয়াসকিঃ কীৰ্ত্তনে ।
প্ৰহলাদ স্মৰণে তদঙ্ঘ্ৰি ভজনে লক্ষ্মীঃ পৃথু পূজনে।
অক্ৰূৰস্ত্বভিৱন্দনে কপিপতিৰ্দা স্যেঽথ সখ্যেঽৰ্জ্জুনঃ।
সৰ্ব্বস্বাত্মনিৱেদনে বলিৰভূদ্ কৃষ্ণাপ্তিৰেষাং পৰম ॥

ভাগৱত

অৰ্থাৎ — ১। শ্ৰৱণত—পৰীক্ষিত ।
২। কীৰ্ত্তনত—শুকদেৱ ।
৩। স্মৰণত—প্ৰহলাদ ।
৪। পাদসেৱনত—লক্ষ্মী ।
৫। অৰ্চ্চনত—পৃথু ।
৬। বন্দনত—অক্ৰূৰ ।
৭। দাস্যত—হনুমান ।
৮। সখিত্বত—অৰ্জ্জুন ।
৯। আত্ম নিবেদনত—বলি ।

মতান্তৰে উল্লেখ আছে ঃ—

নাৰদে কৰিলা হৰি কীৰ্ত্তনত ৰতি ।
পৰীক্ষিতে শ্ৰৱণত লভিলা মুকুতি ॥
প্ৰহ্লাদে স্মৰণ কৰি ভৈলা পাৰিষদ ।
অম্বৰীষে পদসেৱী পাইলা পৰম্পদ ।

ইন্দ্রদ্যুম্ন ৰাজা পূজা কৰিলা হৰিত ।
কৃষ্ণে সমে কৰিলন্ত অৰ্জ্জুনে সখিত্ব ।।
উদ্ধৱে দাস্যালী ভক্তি কৃষ্ণত কৰিলা ।
বলি ৰাজা বামনত দেহ নিবেদিলা ।।
অক্রুৰে বন্দনে প্রীতি কৰিলা হৰিত ।
এহি নৱবিধ ভক্তি লোকত বিদিত ।।

হৰি ভগৱানৰ ৰূপ স্মৰণৰ বিষয় অৱগত কৰোৱাৰ উদ্দেশ্যে এই প্রসঙ্গতে নববিধ ভক্তিৰ ক্রমৰ মাজৰ পৰা স্মৰণৰ বিষয়টো উল্লেখ কৰা হৈছে। আমাৰ পিচৰ "ভজন ভক্তি তত্ব বিবেচন"ত বহলাই কোৱা হ'ব। হৰিৰূপ স্মৰণ মহিমা বিষয়ে ধৰ্ম্ম শাস্ত্র সমূহে কি কৈছে তাক উল্লেখ কৰা হ'ল।

মুহূৰ্ত্তমপি যোধ্যায়েন্নাৰায়ণ মতন্দ্রিতঃ।
সোঽপি সদ্‌গতিমাপ্নোতি কিং পুনস্তৎ পৰায়ণঃ ।।

গৰুড় পুৰাণ ।২৩৪।৬

অৰ্থাৎ—মুহূৰ্ত্ত কাল যদি নাৰায়ণৰ ৰূপ আলস্য শূন্য হৈ ধ্যান কৰে, তেন্তে সেই হৰি পৰায়ণ নৰে সাধুগতি লাভ কৰে।

ইয়মেৱ পৰা হানিৰূপ সৰ্গোহয়মেৱহি ।
অভাগ্যং পৰমং চৈতদ্ বাসুদেৱং ন যৎ স্মৰেৎ ।।

( কাশী খণ্ড, ধ্রুবচৰিত্র )

অৰ্থাৎ : — মানৱ জীৱন পাই যিজনে বাসুদেৱৰ ৰূপ স্মৰণ নকৰে, তেওঁৰ মহৎ হানি হয়, বৰ উপদ্ৰব মিলে আৰু তেওঁ পৰম অভাগী।

তুলা পুৰুষদানানাং ৰাজসূয়াশ্বমেধয়োঃ ।
ফলং বিষ্ণোঃ স্মৃতি সমং ন জাতু দ্বিবজসত্তম ।।

বৃহন্নাৰদীয় পুৰাণ।

অৰ্থাৎ :— হে দ্বিজোত্তম! পুৰুষৰ তুলা স্বৰ্ণদান আৰু ৰাজসূয়-অশ্বমেধ আদি যজ্ঞৰ ফল কেতিয়াও বিষ্ণু স্মৰণৰ সমান নহয়।

কৰ্ম্মণা মনসা বাচা যঃ কৃতঃ পাপ সঞ্চয়ঃ ।
সোহপ্য শেষঃ ক্ষয়ং যাতি স্মৃত্বা কৃষ্ণাঙ্ঘ্রি পঙ্কজম্ ।।

ব্রহ্মবৈৱৰ্ত্ত পুৰাণম্ ।

অৰ্থাৎ :— কায়িক, বাচিক, মানসিক ভাৱে যি পাপ সঞ্চিত হৈছে, সেইবোৰ কৃষ্ণ পাদ পদ্ম স্মৰণত নষ্ট হৈ আছে।

ভগৱানৰ ৰূপ চিন্তনৰ বাবে তেওঁৰ চতুৰ্ভুজযুক্ত স্বৰূপ হৃদয়ত বিৰাজ কৰাই ল'ব লাগিব। দুজনা গুৰুৱে ৰচনা কৰা হৰিৰূপ বৰ্ণনত শঙ্খ চক্ৰ গদা পদ্ম যুক্তশ্ৰী হৰিক হৃদিস্থিত কৰিবলৈ কৈছে। কোন হাতত কোন অস্ত্ৰ বিৰাজ কৰিছে, তাকো ভাগৱতত বৰ্ণনা কৰা হৈছে। বাওঁহাতৰ তলত শঙ্খ আৰু ওপৰ হাতত চক্ৰ, সোঁহাতৰ ওপৰত গদা আৰু তলৰ হাতত পদ্ম বিৰাজ কৰিছে। সেই সম্বন্ধে ষষ্ঠ স্কন্ধ ভাগৱতত বৃত্ৰাসুৰ বধ প্ৰসঙ্গত পৰিষ্কাৰ হিচাবে পোৱা যায়। চাৰিহাতত থকা চাৰি অস্ত্ৰৰ প্ৰকৃত তত্ত্ব হ'ল চতুৰ্বৰ্গ প্ৰদ, চতুৰ্ব্বেদাত্মা, চতুৰ্যুগ স্বৰূপ আৰু চতুৰস্ত্ৰ। শঙ্খ হ'ল জল তত্ত্ব, চক্ৰ তেজ তত্ত্ব, গদা ওজঃ বলাদি যুক্ত প্ৰাণ তত্ত্ব আৰু পদ্ম ধৰ্ম্ম জ্ঞানাদি যুক্ত সত্ত্বময়। আনহাতে এই সম্পৰ্কে "বিষ্ণু সংহিতা"ত বিষ্ণুদেৱক ভূমিয়ে স্তুতি কৰা এটা সূত্ৰ পোৱা যায় :— "ভগবং স্ত্বৎ সমীপে সততমেবংচত্বাৰি মহাভূতানি কৃতালয়ান্যাকাশঃ শঙ্খৰূপী বায়ুশ্চক্ৰৰূপী তেজশ্চ গদাৰূপী অম্ভোঽম্ভোৰুহৰূপী অহমপ্যনে নৈব ৰূপেন ভগৱৎ পাদ মধ্য পৰিবৰ্ত্তিনী ভবিতুমিচ্ছামি"

( বিষ্ণু সংহিতা )

অৰ্থ ঃ— হে ভগৱান! তোমাৰ ওচৰত চাৰি মহাভূত ( আকাশ, বায়ু, তেজ, জল ) আশ্ৰয় লৈ আছে, আকাশ শঙ্খৰূপে ( আকাশৰ গুণ শব্দ, সেই কাৰণে শব্দকাৰী শঙ্খক আকাশ বোলা হৈছে ), বায়ু চক্ৰৰূপে ( বায়ুৰ গুণ সদাগতি ; চক্ৰও সদা ঘূৰ্ণমান, সেই হেতু সদাগতিশীল চক্ৰক বায়ু বোলা হৈছে), তেজ বা অগ্নি গদাৰূপে ( অগ্নি আৰু গদা উভয়েই ধ্বংসকাৰী, সেই কাৰণে গদাক অগ্নি বোলা হৈছে ) জল পদ্ম ৰূপে ( পদ্মৰ দৰে জলো আপ্যায়ণকাৰী, সেইকাৰণে পদ্মক জল বোলা হৈছে ), বিৰাট পুৰুষ আপোনাৰ পাদ মধ্য বৰ্ত্তিনী হৈ থাকিবলৈ ভূমিৰূপী ময়ো বাঞ্চা কৰো। অন্যান্য অলঙ্কাৰো এনেদৰে তত্ত্ব বিৰাজ কৰিছে। "জগতক জীৱ সবহু একুঠাম কণ্ঠে কৌস্তুভ মণি অনুপাম" এয়া হ'ল কৌস্তুভ মণিৰ তত্ত্ব। বাহুল্যৰ ভয়ত সৰ্ব্বালঙ্কাৰ তত্ত্ব প্ৰকাশ কৰা নহ'ল।

ভগৱানৰ ৰঙ্গ, ৰূপ, আকৃতি আৰু লাৱণ্য বহুতো মধুৰ; কোমল ৰসময়, পৰম আকৰ্ষক, কান্তিময়, অলৌকিক, সুন্দৰ আৰু অদ্ভূত। তথা তাত নিৰতিশয় অসীম আৰু অনন্ত বিলক্ষণ ক্ষমা, দয়া, শান্তি, প্ৰেম, ন্যায়, সৌহাৰ্দ্দ, সৰলতা, মধুৰতা, সমতা, উদাৰতা, ধীৰতা, বীৰতা, গম্ভীৰতা, সত্যতা নিৰভিমানিতা, নিৰহংকাৰিতা, নিৰ্ব্বৈৰতা, নিৰ্ভয়তা, পৱিত্ৰতা, ভক্তবৎসলতা সৌম্যতা আদি অনন্ত দিব্য গুণ আছে। এয়া ভগৱানৰ গুণৰ দিগদৰ্শন। সম্পূৰ্ণ বল ঐশ্বৰ্য্য, তেজ, শক্তি, সামৰ্থ্য, জ্ঞান, বৈৰাগ্য, ধৰ্ম্ম, যশ, শ্ৰী, বিভূতি; মহিমা

কান্তি, জগতৰ উৎপত্তি, স্থিতি, লয় কৰা সামৰ্থ্য, সৰ্ব্বজ্ঞতা, সৰ্ব্বাধাৰত্তা, সৰ্ব্বব্যাপকতা, সৰ্ব্বনিয়ন্তৃতা, সৰ্ব্বেশ্বৰতা, সৰ্ব্বান্তৰ্য্যামিত্তা, তথা অসম্ভৱক সম্ভৱ আৰু সম্ভৱক অসম্ভৱ কৰিব পৰা শক্তি আদি অপৰিমিত প্ৰভাৱ ভগবানৰ আছে। যেনেকৈ সূৰ্য্যোদয়ৰ পৰা সৰ্ব্বান্ধকাৰৰ অত্যন্ত অভাৱ হয়, তেনেকৈ পৰমাত্মাৰ স্বৰূপৰ স্মৰণ আৰু ধ্যানৰ দ্বাৰা সমস্ত দুগুণ-দুৰাচাৰ, বিকাৰ আৰু দুখ-দুৰ্গতি সৰ্ব্বথা অভাৱ হৈ যায়। তেতিয়া মানুহ সদ্‌গুণ, সদাচাৰ সম্পন্ন হৈ জন্ম মৃত্যুৰূপ সংসাৰ সমুদ্ৰৰ পৰা উদ্ধাৰ হৈ সহজতে পৰমাত্মা বস্তুক লাভ কৰিবলৈ সক্ষম হয়।

গীতাত ভগৱান শ্ৰীকৃষ্ণই কৈছে :—

তেষমেহং সমুদ্ধৰ্তা মৃত্যু সংসাৰ সাগৰাৎ।
ভবামি ন চিৰাৎ পাৰ্থ ময্যাবেশিত চেতসাম্‌ ॥

গীতা—১২।৭

অৰ্থাৎ—হে পাৰ্থ ! মোত চিত্ত আৰোপ কৰা সকলক মই সোনকালে মৃত্যুৰূপ সংসাৰ সমুদ্ৰৰ পৰা উদ্ধাৰ কৰোঁতা।

আনদেৱ নৰাধে নসাধে স্বৰ্গকাম।
নেৰে সুখে দুখে মুখে মোৰ গুণ নাম।।
মোৰ মতি মনে নিতে হৃদয়ত ধৰে ।।
জানা সেহি মহাসাধু সখি সুখে তৰে।

একাদশ। ১৭৬৫৭

শাস্ত্ৰান্তৰত

অব্যক্তস্য কথং পূজা ব্যাপকে কিং বিসৰ্জ্জনম্‌।
অমূৰ্ত্তত্বাৎ কথং ধ্যানং নামমাত্ৰাৎ শুচিৰ্ভৱেৎ।।

মহাপুৰুষ মাধৱদেৱে অনুবাদ কৰিছে: —

অব্যক্ত ঈশ্বৰ হৰি কিমতে পূজিবে তাঙ্ক
ব্যাপকত কিবা বিসৰ্জন।
এতাৱন্ত মূৰ্ত্তি শূন্য কেনমতে চিন্তিবাহা
ৰাম বুলি শুদ্ধ কৰা মন॥

নামঘোষা ৮

ইয়াৰ অৰ্থ স্পষ্ট হৈ আছে। ভগৱানৰ মূৰ্ত্তি নাই, তেওঁ নিৰ্গুণ নিৰাকাৰ। এই কথা ব্ৰহ্মবাদী শাস্ত্ৰ সমূহে স্বীকাৰ কৰিছে। কিন্তু যদিও তেওঁ নিৰ্গুণ নিৰাকাৰ, তথাপিতো তেওঁ ভক্তৰ হৃদয় ৰঞ্জনৰ কাৰণে নানা বিধ লীলা প্ৰকটৰ বাবে সাকাৰ ৰূপে অৱতৰণ কৰে। সেয়ে বৰগীতত ধ্বনিত হৈছে—

নাহি জন্ম তোমাৰ তথাপি জন্ম ধৰা।
সোহি জন্মে জীৱৰ জনম দূৰ কৰা ॥

শুক ভট্টিমাত—

মায়া নৰতনু ধৰি হৰি ভকতি
মুকুতি কয়লি বহু পৰচাৰ।
সৰনৰপাপ পয়োধি মজ্জল
তাহে কয়লি উদ্ধাৰ ॥

-পূৰ্ব্বোক্ত "ৰাম বুলি শুদ্ধ কৰা মন"ৰ পৰিসীমা হ'ল ঃ —

আৰে মন শুদ্ধিৰ শুনিয়ো যেন ফল।
পুৰুষৰ বুদ্ধিৰ গুছিল যেবে মল ॥
নিৰ্ম্মল মনত হোৱে জ্ঞানৰ উদয়।
কৃষ্ণৰ কথায়ে মন নিৰ্ম্মল কৰয় ॥

( ভক্তি ৰত্নাৱলী )

এই পদে অব্যক্তক বুদ্ধিৰ বিক্ষেপ আদি মল গুচিলে দৰ্শানানুভূতি হোৱাটো সূচাইছে। নাম জপ আৰু ৰূপ চিন্তা কৰিলে ইষ্টদেৱতাই দৰ্শন দিয়াটো অনিবাৰ্য্য কথা। যেনেকৈ জাহাজৰ লঙৰ তুলিলে এপাহ এপাহকৈ শিকলি ওপৰলৈ আহে, সেইদৰেই ইষ্ট দেৱৰ ৰূপ চিন্তা কৰ্ত্তাৰ আৰু মন্ত্ৰদ্ৰষ্টাৰ সমীপলৈ ভগৱান চাপি আহে। নাম গাওঁতে গাওঁতে মলিন দৰ্পন পৰিস্কাৰ কৰিলে নিজৰ প্ৰতিবিম্ব অচিৰাৎ অবাধিতে আৰু অনিচ্ছাতো দৰ্শন হোৱাৰ দৰে নামৰূপ চিন্তকৰ নিৰ্ম্মল মনত বিক্ষেপ আদি দোষ, ঈৰ্ষা, অসূয়া, তিৰস্কাৰ, হিংসা দূৰহৈ ভগবন্ময় হব। তেতিয়া আত্মাতে ঈশ্বৰানুভূতি দৰ্শন হ'ব, ইয়াত সন্দেহ নাই।

ভগৱন্তক বৈৰ ভাৱে ( কলিযুগৰ বাদে ) চিন্তা কৰিও ভগবদ্বিৰোধী সকলে সদ্গতি পোৱাৰ উদাহৰণ আছে। এইটো সত্য, ত্ৰেতা, দ্বাপৰ যুগতহে সম্ভৱ হৈছিল। বৈকুণ্ঠদ্বাৰী জয় বিজয়ক ভগৱন্তৰ আদেশ ঃ— "বৈৰভাৱে চিন্তিবাহা মোক। অল্পকালে পাইবা এহিলোক"। বৰ্ত্তমান অৱস্থাত অৰ্থাৎ কলিযুগত বৈৰভাৱে চিন্তি ভগৱন্তক পাব নোৱাৰে। কাৰণ "সিকালত বেকত আছিল দামোদৰ" অৰ্থাৎ বৈৰভাৱটো ব্যক্তহৈ থকাত হে সাৰ্থক হয়, পৰোক্ষত বা অব্যক্তত নহয়। সেইকালত ভগৱন্ত সাক্ষাত আছিল বাবে বিষয়টো কাৰ্য্যকৰী হৈছিল। এতিয়া কলিযুগত ভক্তি ভাৱেৰেহে ভগৱন্তক পাব। তদভাৱে সকলো যত্নই বৃথা।

বৈৰ ভাৱে কংসাদি কৃষ্ণদ্বেষী সকলে আৰু ভক্তি ভাবেৰে প্ৰহলাদাদি ভগবদ্ভক্ত সকলে ভগৱৎ সান্নিধ্য লাভ কৰিবলৈ সমৰ্থ হৈছিল। ভক্তি ভাৱতো

ভগৱৎ একনিষ্ঠ আৰু বৈৰ ভাৱতো ভগৱৎ একনিষ্ঠ হ'ব লাগে। অৱশ্যে উদ্দেশ্য দুয়োটাৰে পৃথক, কিন্তু চিন্তাৰ বিষয় বস্তুটো একে। কংসই কেনেকৈ কৃষ্ণৰ ৰূপ চিন্তা (বৈৰভাৱে) কৰি সাৰূপ্য মুক্তি পাইছিল তাৰ প্ৰমাণ—

পিয়ন্তে বোলন্তে সিটো পথত ভ্ৰমন্তে।
নিশ্বাস কাঢ়ন্তে নিশি শয়ন কৰন্তে ॥
ভয়তে আগতে দেখে কৃষ্ণক সদায়।
সিহেতু কৃষ্ণৰ ৰূপ পাইলা কংসৰায় ॥ ৪২৭

শঙ্কৰদেৱ। কীৰ্ত্তন-ঘোষা

(২—গ) লীলা

ভগৱানৰ অলৌকিক বিচিত্ৰ লীলাৰ বৰ্ণনা ভাৰতীয় সংস্কৃত শাস্ত্ৰ-সমূহত বিবিধ প্ৰকাৰে কৰা হৈছে। ভাৰতৰ অৱতাৰী মহাপুৰুষ সকলে সেই বিচিত্ৰ পবিত্ৰ লীলা কাহিনী সৰসতা প্ৰযুক্ত গীত পদ আদি নিজস্ব ভাষাৰে ৰচনা কৰি গাই হৰিলীলা ৰসাস্বাদনত বিভোৰ হৈ পৃথিবীতে পৰমানন্দ সুখ লাভ কৰিছিল। মহাপুৰুষ শঙ্কৰ মাধৱ দুজনা গুৰুৱেও হৰিলীলা গানত আত্ম বিভোৰ হৈছিল। তেৰাসৰে লীলা বিষয়ক বহুতো গীত পদ ৰচনা কৰি নিজে তন্ময় হোৱাৰ উপৰিও কলিৰ মলিন মতি পাপ সাগৰ মগ্ন লোকসকলৰ হিতাৰ্থে, ভগবদ্ প্ৰেমাপ্লুত কৰণাৰ্থে বহুতো চেষ্টা কৰি গৈছে। শঙ্কৰদেৱে বিশেষ ভাৱে ভগবানৰ যুৱকলীলা আৰু মাধৱদেৱে বাৎসল্য লীলা বা কৈশোৰ লীলাৰ প্ৰতি আকৃষ্ট হয়। ভগৱানৰ গুণমালা, লীলামালা নাম কৰণেৰে বিবিধ প্ৰকাৰ লীলাগুণ প্ৰকট কৰা হৈছে। "পৰম দুৰ্ব্বোধ আত্মতত্ত্ব" সমূহ সহজে বুজি পোৱা টান। বহিৰ্ম্মুখী জীৱক অন্তৰ্ম্মুখী কৰিবলৈ হ'লে প্ৰথমে বালকক তিক্ত ঔষধ সেৱনৰ বাবে প্ৰথমতে মিচিৰি বা চেনিৰ ৰসাস্বাদন কৰি লোৱাৰ দৰে ভগৱানৰ সৰসলীলাৰ আস্বাদ ৰঞ্জনৰ বাবে লীলা বিষয়ক সহজ উপায় অৱলম্বন বুদ্ধি-মান্ লোকৰ অৱশ্যে কৰ্ত্তব্য। নাম ঘোষাত ধ্বনিত হৈছে ঃ—

পৰম দুৰ্ব্বোধ আত্ম তত্ত্ব তাৰ জ্ঞান অৰ্থে হৰি যত
লীলা অৱতাৰ ধৰা তুমি কৃপাময়।
তাহান চৰিত্ৰ সুধা সিন্ধু তাতে ক্ৰীড়া কৰি দীন বন্ধু
চাৰি পুৰুষাৰ্থ তৃণৰ সম কৰয় ॥

বৰগীতত ধ্বনিত হৈছে —

নাৰায়ণ লীলা জানব কোই।
সনক সনাতন চিন্তি চতুৰ মুহ
অধিকহি বিমোহিত হুই ॥

শঙ্কৰদেৱ। বৰগীত।— ৭

কীৰ্ত্তন ঘোষাৰ লীলামালাত ধ্বনিত হৈছে—

শুক মুনি ৰাজাত কহন্ত বিদ্যমানে।
কৃষ্ণ লীলা মালা আৰে শুনা সাৱধানে।
শ্ৰৱণ কীৰ্ত্তন কৰি বৈকুণ্ঠক যায়।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ আত সবে পায়।

দ্বিতীয় স্কন্ধ ভাগৱতত ঃ—

অনাদি জনমে জীৱে কুকথা শুনয়।
তাৰ মলে কৰ্ণপথ বান্ধিয়া আছয়।
অৱতাৰ চৰিত্ৰে তাহাক বিনাশয়।
মিলে মহোদয় কৃষ্ণ পাৱে ৰতি হয় ॥

ভাগৱত ১৩১৭ পদ।

ভগৱানৰ লীলা মুখ্য আৰু গৌণ ভেদে দুবিধ। তাৰে প্ৰথম বিধ হ'ল —

সৃষ্টি স্থিতি লয় মাধৱৰ মুখ্য লীলা।
আপুনি তৰিলা তুমি আনকো তাৰিলা ॥

শঙ্কৰদেৱ। অনাদি পাতন— ১৪

দ্বিতীয় বিধ হ'ল সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণৰ পৰা আবিৰ্ভূত হৈ যি বিলাক অৱতাৰ ধাৰণ কৰিছিল, সেই সকল ভগৱানৰ গৌণ লীলা। ইয়াৰ ভিতৰত পৰব্ৰহ্মৰূপী পৰিপূৰ্ণতমাৱতাৰ সনাতন শ্ৰীকৃষ্ণৰ লীলা সকল মুখ্য হিচাবে ধৰি লোৱা হৈছে। মুখ্য লীলাক ব্ৰহ্মলীলা বুলিও কব পাৰি। পুৰুষাৱতাৰ আৰু গুণাৱতাৰ খিনিক মুখ্য লীলা হিচাবে ধৰা হয়। ইয়াৰ ভিতৰতে দ্বাপৰ যুগৰ শেষাংশত অৱতাৰ শ্ৰীকৃষ্ণ লীলা সমূহক তেওঁ ব্ৰহ্মৰ পৰিপূৰ্ণতমাৱতাৰ কাৰণে আৰু তল্লীলা সমূহ অত্যন্ত ৰুচিকৰ, মনোগ্ৰাহী আৰু উল্লেখযোগ্য কাৰণে মুখ্য লীলাৰ অন্তৰ্ভূক্ত কৰি ল'বলগীয়া হয়। আমি ইয়াৰ পিছতে এই সংক্ৰান্তত বহুল ভাৱে প্ৰকাশ কৰা হ'ব। গুৰু জনাৰ চৌবিশ অৱতাৰৰ লেখৰ ভিতৰত দশৱতাৰ মুখ্য স্থানত আছে। কবি জয়দেৱে গাইছে ঃ —

বেদানুদ্ধৰতে জগন্তি বহতে ভূগোলমুদ্ বিভ্ৰতে।
দৈত্যং দাৰয়তে বলিং ছলয়তে ক্ষএক্ষয়ংকুৰ্ব্বতে।
পৌলস্ত্যং জয়তে হলংকলয়তে কাৰুণ্য মাতন্বতে
ম্লেচ্ছান্ মূৰ্চ্ছয়তে দশা কৃতি কৃতে কৃষ্ণায় তুভ্যং নমঃ॥

গীত গোবিন্দ— ১।১২

মাধৱদেৱে অনুবাদ কৰিছে :—

মৎস্য কুৰ্ম্ম নৰসিংহ বামন পৰশুৰাম
হলিৰাম বৰাহ শ্ৰীৰাম।
বুদ্ধ কল্কি নামে দশ আকৃতি ধৰিছা কৃষ্ণ
তযু পাৱে কৰোহো প্ৰণাম ॥

নামঘোষা —৩

ইয়াত ব্ৰহ্মৰূপী সনাতন শ্ৰীকৃষ্ণক প্ৰণতি জনোৱা হৈছে। শ্ৰীকৃষ্ণ দশাৱতাৰ বা চৌবিশ অৱতাৰৰ ভিতৰত নপৰে। বাকী গৌণ লীলাকাৰী অন্য অৱতাৰী সকলৰ লীলা সমূহ সীমাবদ্ধ তথা ক্ষন্তেকীয়া কাৰণে তেওঁলোকৰ লীলা গৌণ তথা সংক্ষিপ্ত। যেনে — মৎস্য কুৰ্ম্মাদিৰ লীলা আৰু দশাৱতাৰ অন্তৰ্ভূক্ত পূৰ্ণাৱতাৰ শ্ৰীৰাম চন্দ্ৰৰ কথাকে ক'ব পাৰি। আকৌ চৌবিশ অৱতাৰৰ ভিতৰতে দশাৱতাৰ মুখ্য কাৰণে এওঁলোকৰ লীলা সমূহ কিছু চিত্তাকৰ্ষকো হয়। এই সন্দৰ্ভত স্থান, কাল, পাত্ৰ ভেদে লীলা বিষয়ক শ্ৰৱণাধিকাৰ থকা দেখা যায়। হৰি লীলা যেনেকৈ মুখ্য আৰু গৌণ ভেদে দুবিধ, তেনেকৈ তাতে লীলাও আকৌ দুই প্ৰকাৰৰ আছে। ইয়াক অন্তৰঙ্গ আৰু বহিৰঙ্গ বোলে। অধ্যাত্মবাদী সাধকসকলে অন্তৰঙ্গ লীলা ভাগ অনুমোদন কৰে। বহিৰঙ্গ সাধক সকলে ভগবানৰ বহিৰঙ্গ লীলাৰ ৰসাস্বাদন কৰি সুখ পায়। নিজ চিদংশ জীৱৰূপা গোপী কৃষ্ণৰ ৰাসলীলা আৰু উপদেশ সকল (শ্ৰীকৃষ্ণ), আৰু পৰমব্ৰহ্ম পৰমাত্মাৰ কটাক্ষতে সৃষ্টি স্থিতি লয় কৰিব পৰা সামথ্য তথা তজ্জাতীয় লীলা সকল অন্তৰঙ্গ লীলা আৰু এইখিনি অন্তৰঙ্গ সাধকৰ গ্ৰহণীয়। তদ্ব্যতীত সাধাৰণ খিনি (অন্যান্য অৱতাৰৰ) বহিৰঙ্গ লীলা। ইয়াৰ ভিতৰতে শ্ৰীকৃষ্ণৰ ছকুৰি বছৰীয়া জীৱনত সংঘটিত লীলা সমূহ অন্তৰঙ্গ আৰু বহিৰঙ্গ সাধক বৰ্গৰ অভিৰুচি মতে গ্ৰহণীয়। যি যেনেৰূপে বিচাৰে "কল্পতৰু বৃক্ষবৎ" আধাৰ বিশেষে ল'ব পাৰে। অন্তৰঙ্গ আৰু বহিৰঙ্গ সম্বন্ধে শাস্ত্ৰই সিদ্ধান্ত কৰিছে যেনে ঃ—

অন্তৰঙ্গংহি বলবৎ বহিৰঙ্গাৎ যতস্তত:।

বেদান্ত সিদ্ধান্ত —২২৬

অৰ্থাৎ — বহিৰঙ্গতকৈ অন্তৰঙ্গ সদায় বলৱান্।

আকৌ কৈছে :— অন্তৰঙ্গ বিহীনস্য কৃত শ্ৰৱণ কোটয়:।
ন ফলন্তি যথা যোদ্ধুৰধীৰস্যাস্ত্ৰ সম্পদ: ॥

বেদান্ত সিদ্ধান্ত — ২২৭ ॥

অৰ্থাৎ — অন্তৰঙ্গ সাধনহীন সাধকে কোটি কোটিবাৰ শ্ৰৱণ কীৰ্ত্তন কৰিলেও সাধনাৰ কোনো ফল নধৰে। যেনেকৈ অধীৰ যোদ্ধাৰ শৰনিক্ষেপ সদায় নিস্ফল হয়, তেনেকৈ।

শ্ৰীমন্ত শঙ্কৰ গুৰুৰ এক শৰণ ভাগৱতী ধৰ্ম্মত শ্ৰৱণ কীৰ্ত্তন ভক্তিক "বহিৰঙ্গ" আৰু স্মৰণ ভক্তিক "অন্তৰঙ্গ" বুলি কোৱা হয়। কাৰণ মন আৰু বুদ্ধি এই অন্তৰেন্দ্ৰিয়ৰ দ্বাৰা সাধনা কৰে বাবেই ইয়াক অন্তৰঙ্গ বোলে। স্মৃতি পথত ইয়াক ধৰি ৰাখিব লগীয়া হয়। স্মৰণ মানে স্মৃ চিন্তায়াং স্মৃ ধাতু অনট্ প্ৰত্যয়। অন্তৰঙ্গ মানে অন্তৰত ভগৱানৰ অঙ্গ চিন্তা আৰু বহিৰঙ্গ মানে বাহিৰত ভগৱানৰ অঙ্গ চিন্তা। এয়ে হ'ল শ্ৰৱণ কীৰ্ত্তন আৰু স্মৰণ।

আমি ওপৰত কৈ অহা অন্তৰঙ্গ আৰু বহিৰঙ্গ লীলা সমূহ আধাৰ বিশেষেহে ভক্ত সকলে গ্ৰহণ কৰিব পাৰে। ভগৱানৰ লীলাও অলৌকিক আৰু লৌকিক ভেদে বহুবিধ। জগতৰ লোকো বহুবিধ। শৃঙ্গাৰাদি ৰস ভেদে ভগৱানৰ লীলা শ্ৰৱণৰো আধাৰ ভেদ থকা দেখা যায়। বালকৰ আগত শৃঙ্গাৰ ৰসৰ কথা ব্যক্ত কৰিলে তেওঁলোকে সুখ নাপায়। তেওঁলোকক লাগে পুতনাৰ স্তন পান, বকাসুৰ বধ, বানৰক লৱনু দান, লৱনু চোৰ আদি বীভৎস, অদ্ভুত আৰু হাস্য ৰসৰ সোৱাদ। নাৰী সকলক লাগে গোপী বিৰহ, গোপী কৃষ্ণালাপ আদি মধুৰ ৰস। এই দৰে বিভিন্ন জনে আধাৰ ভেদে বিভিন্ন ৰসাস্বাদ বিচাৰে আৰু ই স্বাভাৱিক। গীতা ভাগৱতৰ সাৰ মৰ্ম্ম একে হলেও পাত্ৰানুযায়ী বা আধাৰ বিশেষে উপদেশ আদৰ্শ আদি পৃথক দেখা যায়। গীতাৰ কৃষ্ণই অৰ্জ্জুনক কৰ্ম্ম-ফল তেওঁকে অৰ্পণ কৰি ক্ষত্ৰিয় ধৰ্ম্ম বা ৰণ ধৰ্ম্ম পালন কৰিবলৈ কৈছে। ভাগৱতৰ কৃষ্ণই প্ৰয়াণৰ আগে আগে উদ্ধৱক "পিন্ধিবাহা বাকলি বসন। বন্য ফল কৰিবা ভোজন" ইত্যাদি। অন্তৰঙ্গ সাধকক লাগে অৱতাৰী সকলে দিয়া উপদেশ "বাহিৰে ভিতৰে জানা ইটো জগতৰ। পৰিপূৰ্ণৰূপে আছোঁ মই মহেশ্বৰ" "শুনিয়ো উদ্ধৱ আৰে ৰহস্য ভকতি ইত্যাদি। কিন্তু এই কথা সত্য যে বহিৰঙ্গ লীলা নাজানিলে অৰ্থাৎ শ্ৰৱণ কীৰ্ত্তনৰ তত্ত্বমৰ্ম্ম নাপালে অন্তৰঙ্গ লীলা অৰ্থাৎ স্মৰণ তত্ত্বলৈ উন্নীত হোৱাটো "পৰ্ব্বতত কাছৰ কণী সাগৰত মৌৰ' দৰে। সেই কাৰণেই শঙ্কৰ মহাপুৰুষৰ উপদেশ বা বাণী "যদ্যপি ভকতি নৱবিধ মাধৱৰ। শ্ৰৱণ কীৰ্ত্তন তাতে অতি শ্ৰেষ্ঠতৰ" ইত্যাদি।

প্ৰহ্লাদ চৰিত প্ৰসঙ্গত চাৰিসিদ্ধই হৰি ভগৱানৰ ৰূপ প্ৰত্যক্ষ কৈ কেনেকৈ হৃদিগত কৰি অন্তৰঙ্গ সাধনত তৎপৰ হৈছিল কীৰ্ত্তনে পৰিষ্কাৰ কৰি দিছে —

পৰম আনন্দে চাৰি সিদ্ধে দেখি পাছে।<br>
শিৰে প্ৰণামিয়া দণ্ডৱতে পৰি আছে।

কৃষ্ণ পাদ মিশ্র তুলসীৰ পায়া গন্ধ।
ক্ষোভ ভৈল চিত্ত মহা মিলিল আনন্দ ॥
... ... ... ... ... ... ... ... ... ...
তাসম্বাৰ ভৈল মন বাঞ্চিত পূৰণ।
চাহিলা কৃষ্ণৰ দুনাই দুখানি চৰণ ॥
আৰকত নখ পান্তি আছে প্ৰকাশন্তে।
চিত্তত চিন্তিলা তাক বাহিৰৰ হন্তে ॥
আছিলন্ত ধৰি হৃদয়ত কতো বেলি।
কৃষ্ণক সমুখে দেখি পাছে চক্ষু মেলি ॥
কৰযোৰে চাৰি সিদ্ধ আনন্দক পাই।
কৰিবে লাগিলা স্তুতি মাধৱক চাই ॥
..........................................
পিতৃ মুখে তযু গুণ শুনিলো যৈসানি ॥
সেহি দিনা হিয়াত পশিলা চক্ৰপাণি।
তুমি পৰআমা তত্ত্ব জানিলো সম্প্ৰতি।
সত্য মূৰ্ত্তি ধৰি সাধা ভকতৰ গতি ॥ ইত্যাদি।

ভগৱানৰ মুখ্য আৰু গৌণ লীলা, অন্তৰঙ্গ আৰু বহিৰঙ্গ লীলা আৰু তাৰ শ্ৰৱণাধিকাৰী ভেদ সংক্ষিপ্ত ভাৱে প্ৰকাশিত হ'ল। ইয়াতে লৌলিক আৰু অলৌকিক লীলা ভেদো ব্যক্ত হৈছে। সেই সম্বন্ধে শ্ৰীকৃষ্ণৰ লীলা স্থান প্ৰসঙ্গত বিশদ ভাৱে অলৌকিক আৰু লৌকিক লীলা সমূহ ইয়াৰ পিছতে প্ৰকাশ কৰা হ'ব। আমি উল্লেখ কৰি আহিছোঁ যে (শ্ৰীকৃষ্ণৰ ব্যতীত) অন্যান্য অৱতাৰ সমূহৰ লীলা ক্ষন্তেকীয়া আৰু সংক্ষিপ্ত তথা গৌণ। শ্ৰীকৃষ্ণ সচ্চিদানন্দ বিগ্ৰহ তথা কাৰণৰো কাৰণ হেতু তেওঁৰ লীলা সমূহ অন্যৰ তুলনাত বেছি আকৰ্ষণীয় আমোদকাৰী আৰু উল্লেখযোগ্য।

ঈশ্বৰঃ পৰমঃ কৃষ্ণঃ সচ্চিদানন্দ বিগ্ৰহঃ।
অনাদিৰাদি গোবিন্দঃ সৰ্ব্বকাৰণ কাৰণম্ ॥

ব্ৰহ্মসংহিতা ॥ ৫/১

অৰ্থাৎ — সচ্চিদানন্দৰূপী শ্ৰীকৃষ্ণই পৰম ঈশ্বৰ। তেওঁ অনাদি আৰু আদি, বেদ পালক, সকলো কাৰণৰো কাৰণ স্বৰূপ।

নূতন জলধৰৰুচয়ে গোপ বধূটী দুকূল চৌৰায়।
তস্মৈ নমঃ কৃষ্ণায় সংসাৰ মহীৰুহস্য বীজায় ॥

ভাষা পৰিচ্ছেদ (ন্যায়দৰ্শন)—১

অৰ্থাৎ — নতুনকৈ আকাশত উঠি অহা মেঘ সম ৰুচি সম্পন্ন, গোপৰমণী সকলৰ বস্ত্ৰ হৰণ কৰোঁতা, সংসাৰ ৰূপবৃক্ষৰ বীজ স্বৰূপ সেই কৃষ্ণক নমস্কাৰ।

একপ্ৰকাৰে শ্ৰীমদ্ভাগৱতোক্ত শ্ৰীকৃষ্ণ লীলাৰ মহাভাষ্য বুলি প্ৰতিপন্ন কৰা গৰ্গ সংহিতাত পোৱা যায় :—

যস্মিন্ সৰ্ব্বানি তেজাংসি বিলীয়ন্তে স্বতেজসি।
তং বদন্তি পৰে সাক্ষাৎ পৰিপূৰ্ণতমং স্বয়ম্ ॥

( গৰ্গসংহিতা )

অৰ্থাৎ — য'ত সকলো তেজ নিজ তেজত, (শক্তিত) বিলীন হৈছে, তেওঁকে স্বয়ং সাক্ষাত পৰিপূৰ্ণতমাৱতাৰ বুলি কৈছে।

ভাগৱতত ধ্বনিত হৈছে ঃ— এতেচাংশকলাঃ পুংসঃ কৃষ্ণস্তু ভগৱান স্বয়ম্।
অৰ্থাৎ :— এই সকল অংশ কলাৱতাৰ, কিন্তু কৃষ্ণ স্বয়ং ভগৱানৰ অৱতাৰ আৰু একমাত্ৰ পুৰুষ।

অন্য অৱতাৰক অংশাৱতাৰ বা কলাৱতাৰ বুলি মনা হয়। কিন্তু শ্ৰীমদ্ভাগৱত শাস্ত্ৰ প্ৰতিপাদিত শ্ৰীকৃষ্ণ একমাত্ৰ স্বয়ং ভগৱান। গীতাত "আপুৰ্য্যমান মচল প্ৰতিষ্ঠাং সমুদ্ৰমাপঃ প্ৰবিশন্তি যদ্বৎ" বুলি কোৱাৰ দৰে যেনেকৈ পৃথিবীৰ সকলো নদনদীৰ জল সৰ্ব্বদা জল পৰিপূৰ্ণ আৰু স্থিৰ ভাৱে অৱস্থিত সমুদ্ৰত প্ৰৱেশ কৰিছে, তেনেকৈ সকলো অৱতাৰেই একমাত্ৰ পৰম পুৰুষ পৰমাত্মা, সচ্চিদানন্দ বিগ্ৰহ শ্ৰীকৃষ্ণত বিলীন হৈছে। শ্ৰীকৃষ্ণ লীলা ব্ৰহ্ম পৰমাত্মাৰ লীলা বা বিষ্ণুৰ লীলা অৰ্থাৎ যিজনা সৰ্ব্বঘটতে বিৰাজ কৰি আছে। যি লীলা সংসাৰৰ কল্যাণৰ কাৰণে হৈছে। ··· সেই সম্বন্ধে ঋগ্বেদত আছে —

"ঋতস্যগৰ্ভ জনুষা পিপৰ্ত্তন। মহস্তে বিষ্ণোঃ সুমতি ভজামহে"।

ঋগ্বেদ —১৷১৫৬৷৩

সেইজনেই শ্ৰীকৃষ্ণ, যি জন :—

ভূতেষ্বন্তৰ্য্যামী জ্ঞানময়ঃ সচ্চিদানন্দঃ।
প্ৰকৃতেঃ পৰঃ পৰাত্মা যদুকুল তিলকঃ স এবায়ম্ ॥

শঙ্কৰাচাৰ্য্য। প্ৰবোধ সুধাকৰঃ।

অৰ্থাৎ : —সৰ্ব্বভূতৰে অন্তৰ্য্যামী, জ্ঞানময়, সচ্চিদানন্দ প্ৰকৃতিৰো পৰ, প্ৰকৃতিৰ আত্মা, যদুকুলৰ তিলক তেওঁৱেই সেইজন।

বসুদেৱ সুতং দেবং কংস চানুৰ মৰ্দ্দনম্।
দেৱকী হৃদয়ানন্দং কৃষ্ণং বন্দে জগদ্ গুৰুম্ ॥

গৰ্গসংহিতা।

নামঘোষাত মাধৱদেৱৰ অনুবাদ —

বসুদেৱসুত কৃষ্ণ তুমি ভকতৰ ইষ্ট
কংস চানুৰাদি বিমৰ্দ্দন।
দেৱকীহৃদয়ানন্দ জগতৰ গুৰু কৃষ্ণ
তযু পাৱে কৰোঁহো বন্দন॥ ৭৮

বৰগীতত ধ্বনিত হৈছে :—

আলো ভাই গোকুলে আনন্দ জয় জয়।
মিলিছে পৰম মহোদয়॥
যিটো নিগমেৰ গুপ্ত বিত্ত।
হেন হৰি গোকুলে বিদিত॥
শুনিতে কৌতুক অনুপাম।
ব্ৰহ্মৰ বৰণ ঘনশ্যাম॥
পৰমাত্মা যিটো লক্ষ্মীপতি।
হুয়া আছে গোপৰ সঙ্গতি॥
মিলিছে বৈকুণ্ঠ মহোৎসৱ।
সদায়ে আনন্দ হৰি ৰৱ॥
গোকুলৰ ভাগ্যৰ মহিমা।
কেবা কহি কৰিবেক সীমা॥
কহয় মাধৱ মূঢ়মতি।
হৰি পাদ পদ্মে মোৰ গতি॥

বৰগীত — ১০৩

খণ্ডিবাক লাগি পৃথিবীৰ মহাভাৰ।
দেৱকীৰ গৰ্ভে আমি ভৈলা অৱতাৰ॥ শঙ্কৰদেৱ। কীৰ্ত্তন।
দুষ্টক দণ্ডিবা ভকতক ৰক্ষা কৰি।
এহিসে কাৰণে নাথ আছা অৱতৰি॥ দশম স্কন্ধ পদ্যভাগ
সৃষ্টি স্থিতি লয় কাৰণ যোই।
যাকেৰি লীলা জানত নাহি কোই॥
সোহি মহেশ্বৰ গোপ কুমাৰা।
লোক তাৰণ হেতু অৱতাৰা॥ মাধৱদেৱ। ভূমি লোটোৱা নাট

বৰগীত— তিনি গুণময় বেদ বন পৰিহৰা ।
গোৱালীৰ ঘৰে গৈয়া ব্ৰহ্ম চিনিধৰা ।
উড়ুখলে যাৰে বান্ধি থৈয়া আছে টানি ।
সোহি বেদ শিৰো ৰত্ন অৰ্থ ভজা জানি ॥

মাধৱদেৱ । বৰগীত—৬৬

অংশ কলা বিভুতিৰ শকতিক লই ।
বসুদেৱ গৃহত জন্মিবো গৈয়া মই ॥

সাৰ্ব্বভৌম ভট্টাচাৰ্য্য । পদ্মপুৰাণ

আনকাল হন্তে আসি অংশ অৱতাৰ ।
আসিলন্ত ভগৱন্ত আপুনি ইবাৰ ॥
ইবাৰ কৰিবো বুলি জগত উদ্ধাৰ ।
পূৰ্ণ ব্ৰহ্ম ভগৱন্ত ভৈলন্ত অৱতাৰ ॥
জগত কাৰণ যিটো নিখিল জীৱৰ আত্মা
নাৰায়ণ পৰম পুৰুষ ।
পৰম ঈশ্বৰ হৰি নিজ মায়া বশ্য কৰি
কাৰণেসে ভৈলন্ত মানুষ ॥

কলিত প্ৰধান জানা কৃষ্ণ অৱতাৰ ।
বেদতো অধিক তন্ত্ৰ-মন্ত্ৰ হোৱে ছাৰ ॥
কলিত কৃষ্ণৰ মূৰ্ত্তি পৰম নিৰ্ম্মল ।
হেন ইন্দ্ৰনীল ৰত্ন পৰম উজ্বল ॥ নিমিনৱ সিদ্ধ—৩৭৯

মহাপুৰুষ শঙ্কৰদেৱৰ দ্বাৰা অনুবাদিত ভাগৱত গ্ৰন্থৰ স্কন্ধকেইটাৰ ভিতৰত দশম স্কন্ধ (আদ্য দশম) সৰ্ব্বোৎকৃষ্ট অনুবাদ। মূলৰ ক্ষুদ্ৰমানো এৰা ধৰা নকৰাকৈ দশম স্কন্ধ হে পদ্য কৰা হৈছে । বাকী পূৰ্ণাঙ্গ প্ৰথম, দ্বিতীয়, একাদশ, দ্বাদশ স্কন্ধ কেইটাত বহু স্থলত এৰাধৰা কৰা হৈছে । ইয়াৰ মূলতে হ'ল সৰ্ব্বশ্ৰেষ্ঠ, পৰিপূৰ্ণতমানৱতাৰ, পৰব্ৰহ্ম শ্ৰীকৃষ্ণাখ্যান । শঙ্কৰ মহাপুৰুষে ইয়াত শ্ৰীকৃষ্ণক সৰ্ব্বোত্তমতা প্ৰতিপাদনত সৰ্ব্বশক্তি প্ৰয়োগ কৰিছে । শঙ্কৰদেৱৰ শ্ৰীকৃষ্ণ ব্ৰহ্ম কৃষ্ণ আৰু বিষ্ণু কৃষ্ণ। তেৰাৰ ৰচনাত কৃষ্ণক দুটা বিশেষ ৰূপত ভাগ কৰা হৈছে ।

১) অদ্বৈত নিৰ্গুণ ব্ৰহ্মৰূপ আৰু ২) সত্ব বিগ্ৰহৰূপ। মতান্তৰে তিনিটাও পোৱা যায়—১) বিশ্বজগত ৰূপ— (জত জীৱ জঙ্গম কীট পতঙ্গম অগনগ জগ তেৰি কায়া) ২) ব্যক্ত ৰূপ— (সত্য সনাতন নিত্য নিৰঞ্জন দেৱ। অনাদি

অনন্ত যোহি বিনে নাহি কেব ) (৩) মায়া নৰতনুৰূপ ( সোহি প্ৰভু নাম ধৰু নন্দকু নন্দন আৰু চিদানন্দ মূৰুতি কপট গোপবেশ )। ইত্যাদি।

দ্বাদশ স্কন্ধ ভাগৱতৰ সাৰমৰ্ম্ম শ্ৰীগুৰুৰ আদৰ্শ আৰু উপদেশ ক্ৰমে দশম স্কন্ধ ভাগৱতেই নিশ্চত হয়। কাৰণ মহাপুৰুষীয়া চাৰি শাস্ত্ৰ বোলোতে দশম, কীৰ্ত্তন, ঘোষা, ৰত্নাৱলী পৰে। উচ্চ স্থানত জল দান কৰিলে নিম্ন স্থানলৈ নামি অহাৰ দৰে সকলো অৱতাৰী পুৰুষৰ ভিতৰত শ্ৰীকৃষ্ণ দেৱৰ লীলা, শক্তি সৰ্ব্বাধিক গুৰুত্বপূৰ্ণ তথা চমৎকাৰ। "তীৰ্থ যাত্ৰা কালত শ্ৰীগুৰু জনাই ভকতৰ অনুৰোধক্ৰমে ৰাম চৰিত কীৰ্ত্তন কৰোঁতে কৃষ্ণ চৰিতলৈ বাগৰি যোৱাত" আমাক কৃষ্ণ চৰিতই আকুল কৰিলে" বুলি গুৰু জনাই নিজমুখে বেকত কৰাৰ কথা চৰিত পুথিত আছে। তদুপৰি কোচ বিহাৰাধিপতি নৰ-নাৰায়ণ মল্লদেৱে "এক বহাতে ভাগৱত শ্ৰৱণৰ ইচ্ছা" কৰাত ভাগৱতৰ সাৰ মৰ্ম্ম তথা দশম স্কন্ধৰ শ্ৰীকৃষ্ণৰ লীলা বিষয়ক গুণ মালা, লীলা মালা ৰচনা কৰি "ভুৰোকাত হাতী" ভৰাইছিল। ব্ৰাহ্মণ সকলে প্ৰশ্ন কৰিছিল হেনো "এয়া দশম স্কন্ধৰ কথাহে. সম্পূৰ্ণ ভাগৱতৰ কথা নোলাল দেখোন"। শ্ৰীগুৰুৱে তেতিয়া অকাট্য যুক্তি দেখুৱাইছিল" শ্ৰীকৃষ্ণ সৰ্ব্বাৱতাৰাধিনায়ক। তেওঁৰ চৰিত প্ৰকাশে সকলো অৱতাৰৰে বৰ্ণনা প্ৰকাশ হোৱাকে সূচায়"। এয়া শ্ৰীকৃষ্ণ সৰ্ব্বাৱতাৰৰো কাৰণৰ কথা।

আমি আগতে শ্ৰীকৃষ্ণ লীলা লৌকিক আৰু অলৌকিক ভেদে দিব-প্ৰকাৰ বুলি উল্লেখ কৰি আহিছোঁ। উদাহৰণ সহকাৰে এতিয়া ইয়াক স্পষ্ট ভাবে দেখুউৱা হ'ল।

১) লৌকিকঃ—মাখন চোৰ, গো চাৰণ, নানা খেলধেমালি।
কেহো বেলা গোপীকাৰ শুনি আজ্ঞা বাণী।
পাদুকা পীৰাক প্ৰভু ধৰি থাকা আনি।
আদি।

২) অলৌকিকঃ—বাল ঘাতিনী পুতনা বধ, চক্ৰবাত, বকাসুৰ, অঘাসুৰ বধ, বনাগ্নি পান আদি।
অচিন্ত্য মহিমা হৰি পুৰুষ প্ৰধান।
লীলা কৰি অনেক দৈত্যৰ লৈলা প্ৰাণ।
আদি।

ভগৱান্ শ্ৰীকৃষ্ণই তেওঁৰ ছকুৰি বছৰীয়া জীৱন কালত তিনিটা ভাগত তেওঁ অলৌকিক আৰু লৌকিক ভেদে লীলা প্ৰকাশ কৰিছিল। সেই মৰ্ম্ম এটি শ্লোকৰ যোগে এটি ইঙ্গিত পোৱা যায় যেনে—

গোকুলে মথুৰায়াং চ দ্বাৰৱত্যাং ততঃ ক্ৰমাৎ।
কৃষ্ণ লীলা ত্ৰিধা প্ৰোক্তা তত্ৰ্য ভেদৰ নেকধা॥

শ্ৰীকৃষ্ণ লীলা সংগ্ৰহ (শ্ৰীধৰ কাৰিকা)

অৰ্থাৎ কৃষ্ণ লীলা তিনিটা ভাগত বিভক্ত ১) গোকুল লীলা (কৈশোৰ লীলা) ২) মধুৰা লীলা আৰু ৩) দ্বাৰকা লীলা। সেই সেই স্থানত প্ৰকাৰ ভেদে অনেক লীলা প্ৰকাশ কৰিছিল

১) গোকুল লীলা ঃ—শ্ৰীকৃষ্ণৰ জন্মৰ পৰা মহাৰাস পৰ্য্যন্ত।
২) মধুৰা লীলা ঃ শ্ৰীকৃষ্ণ মথুৰা গমনৰ পৰা শাস্ত্ৰাধ্যয়ন পৰ্য্যন্ত।
৩) দ্বাৰকা লীলা ঃ—শ্ৰীকৃষ্ণ ৰুক্মিণী হৰণৰ পৰা বৈকুণ্ঠ প্ৰয়াণ পৰ্য্যন্ত।

ভগৱান শ্ৰীকৃষ্ণই নিজৰ অদ্ভুত দিব্য শক্তিৰ দ্বাৰা অনেক ৰূপ ধাৰণ কৰিছিল। এয়া তেওঁৰ লীলাত প্ৰভাৱৰ দিগদৰ্শন।

গোপ বালক, গোবাচৰু, বংশী আৰু অন্যান্য আহিলা বস্তুতঃ ভগ-ৱানেই তৈয়াৰ কৰিছিল। তেওঁ অনেক ৰূপ তৈয়াৰ কৰি লীলা প্ৰকাশ কৰি-ছিল এয়া তেওঁৰ লীলাত তত্ত্বৰ দিগদৰ্শন।

মাতা যশোদা, নন্দ আৰু অজ্ঞান গাভীসকলৰ ভগৱান শ্ৰীকৃষ্ণত যি বাৎসল্য ভাৱৰ ইচ্ছা আছিল, তেওঁলোকক এনেদৰে গুপ্তৰূপত পূৰ্ত্তি কৰা—এই লীলাত ৰহস্যৰ দিগদৰ্শন আছে।

ভগৱানৰ প্ৰত্যেক চেষ্টা, পদে পদে মঙ্গলময় গুণেৰে ওতঃপ্ৰোতঃ সম্বন্ধ জড়িত হৈ আছে। সেই কাৰণে ভগৱানৰ প্ৰত্যেক ক্ৰিয়াত ক্ষমা, দয়া, প্ৰেম, সমতা আদি তেওঁৰ অচিন্ত্য অনন্ত গুণক দেখাই হ'ল লীলাত গুণ দেখা। ভগ-ৱানৰ লীলাত এনেদৰে গুণ, প্ৰভাৱ, তত্ত্ব, ৰহস্য জানি তাৰ আদৰ্শ মানি তেওঁৰ দৰ্শন চিন্তন, স্মৰণ আৰু অনুকৰণ কৰিলে অন্তঃকৰণ পৱিত্ৰ হৈ মনুষ্য মুক্ত হৈ যাব, সন্দেহ নাই। এয়া জনা মানেই ভগৱানৰ লীলাৰ প্ৰভাৱ জনা।

যেনেকৈ গোপবালক, বৎস, বংশী, শিঙা আদি আহিলা আৰু ক্ৰীড়া সকল সকলো ভগবানৰে সৃষ্টি, তেনেকৈ জগতত কৰ্ত্তা, কৰ্ম্ম, ক্ৰিয়া আদি যি বিলাক আছে, সকলো তত্ত্বতঃ ভগৱান। ইয়াক জনামানে লীলাৰ তত্ত্ব জনা। ভগৱানৰ সকলো চেষ্টা স্বাৰ্থ আৰু অহঙ্কাৰ ৰহিত হোৱাৰ কাৰণে পৰম পৱিত্ৰ আৰু কল্যাণ কাৰিণী হয় অৰ্থাৎ ভগৱানৰ যি বিলাক কাৰ্য্য সেই সকলো বিলাক জনকল্যাণৰ বাবেই। তেওঁৰ সম্পূৰ্ণ ক্ৰিয়াই অত্যন্ত বিশুদ্ধ ৰূপত আছে। ইয়াক জনা মানেই ভগৱানৰ ৰহস্য জনা।

## ( ২—ঘ ) ধাম

ভগৱন্ত শ্ৰীকৃষ্ণৰ নাম, ৰূপ, লীলাৰ পিছতে 'ধাম' চতুৰ্থ স্থানত পৰিছে। 'ধাম' মানে আশ্ৰয় স্থান বা নিবাস স্থান। পূণ্য তীৰ্থকো 'ধাম' বুলি কয়। কিন্তু দৰাচলতে 'ধাম' শব্দটো উচ্চ পৰ্য্যায়তহে ব্যৱহাৰ হ'ব লাগে যেনে বৈকুণ্ঠ ধাম, ধৰা ধাম ইত্যাদি। নামৰ লগত যেনেকৈ নাম, ৰূপ, লীলাৰ সম্পৰ্ক আছে, তেনেকৈ ধামৰো আছে। কাৰণ ভগবানে নিজে ধামৰ ৰূপত প্ৰাদুৰ্ভূত হৈছে। 'ধাম' সাক্ষাত ভগৱানৰেই স্বৰূপ। নিৰ্গুণ নিৰাকাৰ সচ্চিদানন্দ ঘন ব্ৰহ্মই সগুণ কাৰণে 'ধাম' পৰমাত্মাৰ স্বৰূপ হোৱা হেতু তেওঁৰ পৰা অভিন্ন। তেওঁক বুজা মানেই ধামৰ তত্ত্ব বুজা।

> বিশ্বসৰ্গ বিসৰ্গাদি নৱলক্ষণ লক্ষিতম্।
> শ্ৰীকৃষ্ণাখ্যাং পৰংধাম জগদ্ধাম নমামি তৎ॥

ভাগৱত/২।১০।১

অৰ্থাৎ বিশ্বসৰ্গ, বিসৰ্গ, স্থান, পোষণ আদি নৱলক্ষণৰ দ্বাৰা প্ৰকাশিত শ্ৰীকৃষ্ণ নামক পৰম ধাম (অৰ্থাৎ তেজ, দেহ, নিবাস) জগদ্ধাম অৰ্থাৎ বিশ্বই দেহ যাৰ, সেই বস্তুটিক প্ৰণাম কৰো।

ভগৱান আৰু ভগৱানৰ ধামৰ গুণ, প্ৰভাৱ, তত্ত্ব তথা লীলাৰ গোপনীয় দিব্য ৰহস্যময়ী কথা যি নাজানে—অৰ্থাৎ ভগৱান আৰু ভগৱানৰ ধাম বস্তুতঃ কি বস্তু ইয়াৰ তাত্ত্বিক ৰহস্য প্ৰত্যক্ষ কৰিব নোৱাৰিলে পৰলোকৰ জখলাত ভৰি দি পিচলি পৰাৰ বাদে অন্য একো নহয়। ভগৱানক বুজিবলৈ ধাম আৰু ধামক বুজিবলৈ ভগৱানক বুজিব লাগিব। কিন্তু ইয়াক লৌকিক বুদ্ধি, মন, বাণীৰে চুকি নাপাব। ইয়াৰ বাদে ৰহস্যময়ী খোলা দুৱাৰ লাগিব। ক্ষমা, দয়া, শান্তি, সমতা, প্ৰেম, ন্যায় আদি যি ভগবানৰ নিত্য গুণ আছে সেই সকলো ভগৱদ্ধামত স্বাভাৱিকতে আছে। কিয়নো ভগৱান স্বয়ং ধামৰ ৰূপত প্ৰাদুৰ্ভূত হৈছে। সেই বাবে সেই ধামত নিবাস কৰা ভক্ত সকলতো সেই গুণ সমূহ স্বভাৱিকতে থাকে। যি সকল প্ৰেমী ভক্তই ভগৱন্তৰ সাক্ষাত দৰ্শন লাভ কৰে, তেওঁলোকে সেই ভগবদ্ ধামকো লাভ কৰে। ভগবদ্দৰ্শনৰ প্ৰভাৱত ধাম কৰতলগত হয়। সাধক ভক্তই ভজন, স্মৰণ, সৎসঙ্গ, স্বাধ্যায় আদি সাধনাৰ দ্বাৰা ভগৱদ্ধাম প্ৰাপ্ত হয়। তেতিয়া ভগবদ্দৰ্শনতো সুলভ হয়। ভগৱদ্দামৰ এনে প্ৰভাৱ যে যি সেই পৰম ধামত এবাৰ প্ৰবেশ কৰিলে, তেওঁ পুনঃ পৰিৱৰ্ত্তি অহাৰ পথ নাথাকে। সেই ধামত প্ৰৱেশ কৰা লোক বিষ্ণুৰূপ হৈ (অতি আনন্দিত বিষ্ণুৰ স্থানে। সবে চতুৰ্ভুজ পুৰুষ মানে কীৰ্ত্তন)

তাত নিবাস কৰে। তেওঁলোকেই সেই ধাম, সেই ৰূপ প্ৰাপ্ত হয়—যি সকলে অন্য সকলো প্ৰকাৰৰ কামনা বাসনা ত্যাগ কৰি একমাত্ৰ ভগৱৎ চৰণ শৰণ প্ৰাপ্তিৰ বাবে আৰাধনা কৰে।

শ্ৰীমদ্ভগৱদগীতাত শ্ৰীকৃষ্ণই অৰ্জ্জুনক কৈছে—

> ন তদ্ভাসয়তে সূৰ্য্যো, ন শশাঙ্কো ন পাৱকঃ।
> যৎ গত্বা ন নিবৰ্ত্তন্তে তদ্ধাম পৰমং মম॥ ১৫।৬

অৰ্থাৎ—য'ত সূৰ্য্য, চন্দ্ৰ আৰু অগ্নিৰ প্ৰকাশ নাই আৰু য'ত প্ৰবেশ কৰিলে পুনৰাগমন নাই, সেয়ে মোৰ পৰম ধাম।

ভগৱদ্ধাম প্ৰাপ্ত হলে সংসাৰৰ মায়া আৰু মায়াৰ কাৰ্য্যৰ দ্বাৰা কেতিয়াও কোনো প্ৰকাৰে লিপ্ত নহয় তথা তেওঁৰ দেহ অনাময় হয়। তাত যি থাকিব তেওঁৰ শৰীৰ জন্ম-মৃত্যু, জৰা-ব্যাধি আদি দোষ তথা সমস্ত বিকাৰ ৰহিত আৰু পৰম পবিত্ৰ হৈ ভগবানৰ দিব্য, চিন্ময়, অলৌকিক আৰু সম্পূৰ্ণ সদ্গুণৰ দ্বাৰা যুক্ত হৈ যায়।

ভগৱদ্ধামক পৰম পদ, পৰম ব্যোম, সনাতন আকাশ, দিব্যস্থান, পৰম স্থান, পৰস্থান, পৰাগতি, অনাময় পদ, শাশ্বত পদ, মহাবিভূতি, ব্ৰহ্মপুৰ, ব্ৰহ্মলোক আৰু বৈকুণ্ঠ নামেৰে অভিহিত কৰা হয়। ভগৱদ্ধাম বা বৈকুণ্ঠ অনাদি; কিয়নো ই কাৰো দ্বাৰা সৃষ্ট নহয়। ইয়াৰ উদয়াস্ত নাই অৰ্থাৎ নিত্যোদিত। তদুপৰি জড় প্ৰকৃতিয়েও ইয়াক নিৰ্ম্মাণ কৰা নাই। ই স্বয়ং প্ৰকাশ আৰু শুদ্ধ সত্ব। সত্ব, ৰজ, তম এই ত্ৰিগুণ বহিৰ্ভূত এই ভগৱদ্ধাম। প্ৰাকৃত সত্বৰ ইয়াত অধিকাৰ নাই। প্ৰাকৃত সত্ব হ'ল জড় সত্বা আৰু অপ্ৰাকৃত সত্বা অজড় সত্তা। বৈকণ্ঠ বা ভগৱদ্ধাম স্বয়ং প্ৰকাশ সত্তা। গতিকে ই অনাদি ষট্গুণময়তা স্বয়ংসিদ্ধ। ব্ৰহ্ম তন্ত্ৰত কৈছে—

> লোকং বৈকুণ্ঠ নামানং দিব্যং ষট্গুণ সংযুতম্।
> অবৈষ্ণৱানাম প্ৰাপ্যং গুণত্ৰয় বিৱৰ্জ্জিতম্॥ ব্ৰহ্মতন্ত্ৰ

অৰ্থাৎ—বৈকুণ্ঠ নামৰ শ্ৰীবিষ্ণু ভগৱানৰ যি দিব্য ধাম আছে তাত প্ৰকৃতিৰ তিনি গুণৰ অস্তিত্ব নাই। তাত কেৱল জ্ঞানাদি ষট্ গুণৰ (ছয় গুণৰ) বিকাশ।

যজুৰ্ব্বেদত উল্লেখ আছে—তদ্বিষ্ণোঃ পৰমংপদং সদাপশ্যন্তি সূৰয়ঃ
যজুৰ্ব্বেদ - ৬।৫

সপ্ত পাতাল আৰু সপ্ত স্বৰ্গ মিলি চৈধ্য ব্ৰহ্মাণ্ড বা চৈধ্য ভুবন আছে। ইয়াক থোৰতে তিনিলোক বা স্বৰ্গ, মৰ্ত্য, পাতাল বুলিও কয়। চৈধ্য ভুবন হ'ল :—

১) সপ্ত স্বৰ্গ—ভূঃ, ভুবঃ, স্বঃ, মহঃ, জন, তপ, সত্য,
২) সপ্ত পাতাল—তল, অতল, বিতল, ৰসাতল, তলাতল, মহাতল, আৰু সুতল।

এই চৈধ্য ভুবনৰ ওপৰত সাতখন বৈকুণ্ঠ থকাৰ কথা শাস্ত্ৰত পোৱা হৈছে। ইয়াক সপ্ত বৈকুণ্ঠ বোলে। সেই সপ্ত বৈকুণ্ঠ হ'ল যথাক্ৰমে শ্বেত বিলাস, সান্তানু বিলাস, পুষ্প বিলাস, পঙ্কজ বিলাস, সনাতন বিলাস, গোলোক বিলাস, কনকদন্ত বিলাস। ইয়াৰ প্ৰতিখনতে একোজনা অধিপতি আছে। শঙ্কৰ মহাপুৰুষে "চিহ্নযাত্ৰা" ভাওনা পাতোতে তেৰাৰ দ্বাৰা অঙ্কিত চিত্ৰপটত সাত বৈকুণ্ঠ অঙ্কিত কৰাৰ কথা চৰিতকাৰ ৰাম চৰণ ঠাকুৰে বেকত কৰিছে।

মহামহোৎসৱ দেখিয়া উৎসৱ
চহ্নযাত্ৰা বিতোপন।
সাতো বৈকুণ্ঠক ভূমিতে দেখাইবে
কুসুম ভূঞা নন্দন॥
গুৰু চৰিত। ১৪৫৬

লক্ষ্মী সৰস্বতী চৌদ্ধ পাৰিষদ
গীততে সবাকে দিলা।
সাত বৈকুণ্ঠৰ সাত গোটানাথ
সবাকে তাতে নিৰ্ম্মিলা।
ইত্যাদি।

পূৰ্ব্বোক্ত সপ্ত বৈকুণ্ঠৰ ওপৰত ব্ৰহ্ম পৰমাত্মাৰ ধাম বা বৈকুণ্ঠ আছে—যাক মায়া, ত্ৰিগুণ, কাল আদিৰ প্ৰৱেশ নাই। তাত লক্ষ্মীও নাই। তেওঁ হ'ল নিজানন্দ। এক প্ৰকাৰ তাক "নিজানন্দ বৈকুণ্ঠ" বুলিও কোৱা হয়। কীৰ্ত্তনৰ "চৈধ্য ভুবনৰ বন্দ্যস্থান" যাক কৃষ্ণে কৰিছা নিৰ্ম্মাণ'ৰ ওপৰৰো ওপৰত এই বৈকুণ্ঠ — য'ত "প্ৰকৃতি-পুৰুষ দুইৰো নিয়ন্তা মাধৱ। সমস্তৰে আত্মা হৰি পৰম বান্ধৱ" থাকে। গুৰুজনে লিখিছে —

একেশ্বৰে আছো মই আদি নিৰঞ্জন।
সৃষ্টি যে নাহিকে মোক নকৰে শোভন॥
চৈধ্যয় ভুবন হৃদয়তে দিলো ঠাই।
প্ৰকৃতি দেৱীও আছা গৰ্ভত লুকাই॥

জড় হুয়া আছে তাৰ নাহিকে চেতন।
আমি মহা চৈতন্য পুৰুষ নিৰঞ্জন॥

অনাদি পাতন। ৪১,৪২

প্ৰকৃতি পুৰুষৰ পিতা, নিজানন্দ সুখমগ্ন, পৰম ধাম, চৈতন্য মূৰ্ত্তি, পৰব্ৰহ্ম, পৰম পুৰুষ, আদি নিৰঞ্জন ভগৱন্তৰ পবিত্ৰ বাসস্থানৰ নাম "নিজানন্দ "বৈকুণ্ঠ" বা 'কৃষ্ণলোক" বুলি কোৱা হয়। বিশেষভাৱে বৈকুণ্ঠ নামেই বেচি জনাজাত আৰু সৰ্ব্ব প্ৰসিদ্ধ। নাম ঘোষাতো পোৱা যায় —

কাল মায়া আদি যাহাৰ নামক
কৰিতে নপাৰে কুণ্ঠ।
এহিসে কাৰণে ঈশ্বৰৰ নাম
প্ৰসিদ্ধ ভৈল বৈকুণ্ঠ॥ ১৭৮

ভগৱন্তৰ সহস্ৰ নামান্তৰ্গত 'বৈকুণ্ঠ' নামটো তেওঁৰ বাসস্থানৰ নামেই। কাৰণ ভগৱানৰ নাম আৰু ৰূপৰ সমানে তেওঁৰ ধামো তেওঁৰ পৰা অভিন্ন। যেনেকৈ ভগৱানৰ ৰূপ অনন্ত তেনেকৈ ধামো অনন্ত। ছান্দোগ্য শ্ৰুতি অনুসাৰে নাৰদ মুনিয়ে সনৎ কুমাৰক সুধিছিল "সভগবঃ কস্মিন্ প্ৰতিষ্ঠিত ইতি" অৰ্থাৎ —সেই মহাপুৰুষ পৰব্ৰহ্মৰ অৱস্থিতি ক'ত? তাৰ উত্তৰত সনৎ কুমাৰে ক'লে "স্বেমহিম্নি" অৰ্থাৎ নিজৰ মহিমা আৰু বিভূতিত।

তাৎপৰ্য্য এয়ে যে ভগৱানৰ ধাম তেওঁৰ পৰা পৃথক নহয়। ব্ৰহ্মাণ্ড মায়িক আৰু ভগবদ্ধাম বা বৈকুণ্ঠ মায়াতীত। কিন্তু ভগৱানৰ ইচ্ছাতে সেই ভগবদ্ধাম ব্ৰহ্মাণ্ডত প্ৰকট হয়। যেতিয়াই ভগবান ব্ৰহ্মাণ্ডত ভক্ত কল্যাণৰ কাৰণে অৱতীৰ্ণ হয়, তেতিয়াই তেওঁৰ ধামো অৱতীৰ্ণ হয়। ভগৱন্তৰ নাম মালা বা ৰূপ মালা চিন্তনৰ লগতে তেওঁৰ ধামো চিন্তা কৰিব লাগে। মহাপুৰুষ শঙ্কৰদেৱে ভগৱদ্ৰূপ চিন্তা কৰণাৰ্থে উপায় দিছে। কীৰ্ত্তনৰ "ধ্যান বৰ্ণন" প্ৰসঙ্গত ভগৱদ্ৰূপ চিন্তাৰ লগতে ভগবদ্ধাম চিন্তাৰ ব্যৱস্থাও কৰিছে যেনে —

একমনে শুনা হৰিৰ ধ্যান।
বৈকণ্ঠ নামে আছে মহা থান॥
শাৰী শাৰী বঞ্জে বিমান চয়।
বৈদূৰ্য্য হীৰা মৰকত ময়।
চন্দ্ৰ সূৰ্য্য যেন প্ৰকাশ আতি।

নজানি যাত প্ৰশিদিন ৰাতি ॥
চাৰু সৰোবৰ নিৰ্ম্মল জল ।
সুগন্ধি পদ্ম শোভে উতপল ॥
আছে ৰাজহংস সমূহে ৰঙ্গি ।
লীলায়ে মৃণাল ভুঞ্জে উভতি ॥
পাৰে পাৰিজাত মলয়া বাৱ ।
চটকে তেজে সুললিত ৰাৱ ॥
ভ্ৰমৰ গণে গাৱে হৰি গীত ।
বৈষ্ণৱ গণ শুনি আনন্দিত ॥
হেন বৈকুণ্ঠৰ মাজতে পাছে ।
উচ্ছ্ৰিত ৰত্ন মন্দিৰেক আছে ॥
বৈদুৰ্য্য স্তম্ভ স্ফটিকৰ বাৰ ।
মালিক কপাট হীৰাৰ দবাৰ ॥
কাটিলা জিঞ্জিৰি সুবৰ্ণাৱলী ।
বিচিত্ৰ মণি মৰকত স্থলী ॥
পদ্ম ৰাগ ৰত্নে লগাইলা চৌতি ।
কৌটি সূৰ্য্য যেন গৃহৰ জ্যোতি ।
বিচিত্ৰ চন্দ্ৰতাপ আছে টানি ।
আৰিল মুৰাৰি মুকুতা মণি ॥
হেন মন্দিৰে ৰত্ন সিংহাসনে ।
আছন্ত বসি প্ৰভু নাৰায়ণে ॥
ইত্যাদি ।

"প্ৰহ্লাদ চৰিত্ৰ" প্ৰসঙ্গতো বৈকুণ্ঠৰ চিত্ৰ এখন দেখা পোৱা যায় ।

আনন্দে লোকক চাহন্তে ফুৰি ।
দিনেক দেখিলা বৈকুণ্ঠ পুৰী ॥
সবে চতুৰ্ভুজ পুৰুষ মানে ॥ ইত্যাদি ।

আৰু এখন উল্লেখযোগ্য বৈকুণ্ঠ জল ভাগত থকাৰ কথা ভাগৱতে সন্ধান দিছে । কীৰ্ত্তনৰ "বিপ্ৰ পুত্ৰ আনয়ন" প্ৰসঙ্গত শ্ৰীমন্ত শুৰুজনাই লিখিছে –

অৰ্জ্জুনক বুলি হেন বাণী । দিব্য ৰথে চড়ি চক্ৰ পাণি ।
ধৰিলা উত্তৰ দিশ পথ । অৰ্জ্জুনে ডাকন্তে যান্ত ৰথ ।
সাতোখন পৃথিৱী এৰাইল । গৈয়া সাতো সাগৰ চৰাইল ।
ধৰি মহা মনোজৱ গতি ভৈলা লোকালোকৰ সিভিতি ॥

প্ৰবেশিলা ঘোৰ অন্ধকাৰে। ঘোড়া আউৰ যাইবাক নপাৰে ।।
.......................................................
ঘোৰতম তৰিয়া সত্বৰে। জ্যোতিষ্পুঞ্জ পাইলা তাত পৰে ।।
.......................................................
তাক এৰি জল পাইলা গই। ঘোৰ উৰ্ম্মি বায়ু উথলয় ।।
পাছে ধনঞ্জয় যদুৰাজে। প্ৰবেশিলা সেহি জল মাজে ।।
দুয়ো গৈয়া দেখিলা প্ৰত্যেক। ফটিকৰ স্তম্ভ হাজাৰেক ।।
দিব্য গৃহ প্ৰকাশন্তে আছে। পশিলা ভিতৰে তাৰ পাছে ।।
অনন্তক গৈয়া ভৈলা ভেট। তুলি আছে হাজাৰেক ফেট ।।
.......................................................
তান শৰীৰত সুখাসনে। প্ৰকাশন্ত বসি নাৰায়ণে ।।

ইত্যাদি।

ভগৱদ্ধাম তিনি প্ৰকাৰে তিনি ঠাইত সদা বিৰাজ কৰি আছে। (১) প্ৰাকৃত লোক অথবা চৈধ্য ভুবনৰ বাহিৰত (২) প্ৰাকৃত লোক বা পৃথিবীত ভগবদ নিৰ্ম্মিত তেওঁৰ লীলা বিলাসৰ বাবে (৩) ভগবদভক্ত সকলৰ হৃদয় নিকুঞ্জ বনত।

চৈধ্য ভুবনৰ বন্দ্যাস্থান, ত্ৰিগুণ মায়া ৰহিত, সনাতন, চিন্ময় সৰ্ব্বাধাৰ, সৰ্ব্বলক্ষণ সম্পন্ন শ্ৰীকৃষ্ণৰ বাসস্থান "নিজানন্দ বৈকুণ্ঠ' প্ৰথম স্থানত আছে। সেয়া আগতে প্ৰকাশিত হৈ আহিছে। ভগৱদ্ধাম প্ৰাকৃত লোকত অৰ্থাৎ পৃথিবীতো হব পাৰে। দুষ্টক দমন সন্তক পালনাৰ্থে, লীলা কেলি বিলাসাৰ্থে মায়া নৰতনু ধাৰণ কৰি তেওঁ পৃথিবীত একোখন তেওঁৰ বৈকুণ্ঠ নিৰ্ম্মাণ কৰি লয়। সেয়া হ'ল গোকুল, বৃন্দাবন, মথুৰা আদি প্ৰাতঃ স্মৰণীয় চিৰ নমস্য তেওঁৰ লীলা ভূমি বৈকুণ্ঠ। তাত তেওঁৰ প্ৰাকৃতিক বা স্বয়ম্ভূ বৈকুণ্ঠৰ সৰ্ব্বশক্তি নিহিত কৰি ৰাখে। এতিয়াও সেই লীলা ভূমি সমূহ জন পূজনীয় হৈ আছে। তদুপৰি হৰি লীলা আৰু ভগৱদ্ধৰ্ম্ম প্ৰৱৰ্ত্তক মহাপুৰুষ সকলৰ দ্বাৰা সংস্থাপিত ধৰ্ম্মাশ্ৰম বোৰকো ভগৱদ্ধাম বা বৈকুণ্ঠ হিচাবেও কল্পনা কৰা হয়। তাৰ উদাহৰণ হ'ল—

তোমাৰ চৰণ চিন্তি যথাত ভকত থাকে
সেহি পুণ্য সেহি তীৰ্থ স্থান।
তোমাৰ অমৃত কথা ধাৰায়ে বহয় যথা
তাক যিটোজনে কৰে পান।।

কীৰ্ত্তন/বেদস্তুতি

যেত থাকে মোৰ ভক্ত উদাৰ চৰিত্ৰ।
কীট পতঙ্গকো তথা কৰয় পৱিত্ৰ ॥ আদি।

তৃতীয়তে ভক্তৰ হৃদয়ো ভগৱানৰ ধাম বা বৈকুণ্ঠ বুলি মনা হয়। এই কথা শ্ৰীমদ্ভাগৱতৰ সৰ্ব্বমান্য শ্ৰীধৰী টীকাত প্ৰমাণিত হৈ আছে। একান্ত ভক্তৰ শৰীৰ পৰমাত্মাৰ মন্দিৰ বা ধাম। ইয়াত ঈশ্বৰ নিবাস কৰে। ভক্তই সদায় নিবাস ধামত ঈশ্বৰানুভৱ কৰে। সেই মন্দিৰ কেতিয়াও অপবিত্ৰ হ'বলৈ নিদিয়ে। অসত্যালাপ বৃথালাপ আদিয়ে হৃদয় মন্দিৰ অপবিত্ৰ কৰে। ভুলতো, স্বপ্নতো মিথ্যালাপ কৰা দোষণীয়। কাৰণ নৌকাৰ বাহিৰত পানী থাকক তাত হানী নাই; কিন্তু নৌকাৰ ভিতৰত যদি পানী থাকে তেন্তে নৌকা পচি যাব, সন্দেহ নাই। সত্য আৰু পবিত্ৰ হৃদয়েৰে পৰমাত্মাৰ চৰণ চিন্তা কৰণীয়। ইয়াত প্ৰশ্ন হয় যে "ঈশ স্বৰূপে হৰি, সবঘটে বৈঠহ, যৈচন গগন বিয়াপি" এই প্ৰবচন ক্ৰমে সৰ্ব্বভূততে ভগৱান পৰমাত্মাৰূপে অৱস্থিতি আছে। তেন্তে পৃথক্ ভাৱে ভগৱদ্ভক্তৰ হৃদয়হে পৰমাত্মাৰ মন্দিৰ বা ধাম আনত নহয় এই কথা কেনেকুৱা হ'ব পাৰে। তদুত্তৰ এই যে প্ৰহ্লাদ চৰিত প্ৰসঙ্গত চাৰি সিদ্ধৰ মুখেদি প্ৰকাশ পাইছে —

সমস্ত ভূতৰে যদি তুমি হৃদিগত।
তথাপি কৰ্ম্মীৰ মনে নুহিকা বেকত ॥
ভকতেসে পাৱে খুজি তুমি অন্তৰ্য্যামী।
কিনো ভাগ্য তোমাক নয়নে দেখো আমি ॥ ৪২ পদ

সৰ্ব্বভূততে পৰমাত্মাৰ মন্দিৰ আছে সত্য; কিন্তু সকলোৰে সেই পৰমাত্মাক হৃদয়ত অনুভৱ কৰিব তথা চিন্তা কৰিব পাৰিলেহে প্ৰকৃত মন্দিৰ হব। তদভাৱে পৰমাত্মাৰূপে সৰ্ব্বভূততে অৱস্থিতি হলেও অপ্ৰকাশিত অৱস্থাতে থাকে আৰু তাৰ দ্বাৰা সেই জনৰ "ফাট ফোট কৰে যেন কমাৰৰ ভাটি"। ভগৱানে ভক্তৰ হৃদয় ধামত যেনেকৈ অৱস্থান কৰে তেনেকৈ অন্যত নকৰে। সেই কাৰণে আমি ওপৰত উল্লেখ কৰা ত্ৰিধামৰ ভিতৰত ভক্ত হৃদয় ধামৰ পৱিত্ৰতা আৰু স্থায়ীত্ব অত্যধিক। ভগৱানে কৈছে —

নাহং তিষ্ঠামি বৈকুণ্ঠে যোগিনাং হৃদয়ে ন চ।
মদ্ভক্তাঃ যত্ৰ গায়ন্তি তত্ৰ তিষ্ঠামি নাৰদ ॥
বৃহন্নাৰদীয় পুৰাণ-১।১।৪, নাৰদসংহিতা ১।৭

মাধৱদেৱ মহাপুৰুষে ঘোষাত অনুবাদ কৰিছে :—

একান্ত ভকতসৱে নিৰ্গুণ কৃষ্ণৰ গুণ
গাৱে সদা বসিয়া যথাত।
বৈকণ্ঠকো পৰিহৰি যোগীৰো হৃদয় এৰি
থাকা হৰি সাক্ষাতে তথাত। - ঘোষা- ৪

ইয়াত "যত্ৰগায়ন্তি" মানে ভকতে ভগৱৎ চৰণ চিন্তা কৰাকে সূচাইছে। কাৰণ একান্ত ভকতে সামূহিক সঙ্গ নিবিচাৰে। তেওঁলোক সদায় নিঃসঙ্গ। বাচিক, মানসিক, উপাংশু জপতকৈ মানসিক জপ প্ৰশস্তা গতিকে একান্ত ভকতে মানসিক জপহে কৰে।

যেনেকৈ ভগৱদ্ধাম ত্ৰিবিধ, তেনেকৈ ভগৱৎ প্ৰাপ্তকামী সাধক ভক্তও ত্ৰিবিধ। একান্ত ভক্তই হৃদয় ধামত অৱস্থিত বৈকুণ্ঠতকৈ ত্ৰিভুবন বন্দ্যস্থান বৈকুণ্ঠ আৰু প্ৰাকৃত লোকাৱস্থিত বৈকুণ্ঠক তুচ্ছ দেখে। তেওঁলোকে তালৈ যোৱাটো বাঞ্ছা নকৰে। কিয়নো তালৈ গলে তেওঁলোকে ভগৱানৰ জন্ম লীলা আদি দৰ্শন কৰিবলৈ নাপায়। হৃদয়ধামত ভগৱানৰ লীলা সমূহ সদাদৰ্শন কৰি থাকিব পাৰে। সাধনাৰ স্তৰত প্ৰথমতে নিজৰ হৃদয়ত ধাম নিৰ্ম্মাণৰ বাবে ভক্তই যত্ন কৰে। যেতিয়া নিজৰ হৃদয়ত ধাম নিৰ্ম্মাণ কৰা হৈ যায়, তেতিয়া "যথামতিস্তথা গতি" হয় অৰ্থাৎ দেহান্তৰৰ পিছত ভক্তই ইচ্ছানুসৰি অন্য ধামলৈ যাব পাৰে। কিন্তু যি জনে হৃদয়ত "ভগৱানৰ ধাম" নিৰ্ম্মাণ নকৰাকৈ "ভৱধাম" নিৰ্ম্মাণ কৰিবলৈ যায় তথা লোকান্তৰৰ পিছত ভগৱানৰ দিব্য ধাম প্ৰবেশ হোৱাৰ বাঞ্ছা কৰে তেনে সাধকে "সদা তদ্ভাৱ ভাৱিতঃ"ৰ বিপৰীত কাৰ্য আচৰণ কৰাৰ পৰা উপহাসৰ পাত্ৰ হয়॥

**মুক্তি পাঁচ বিধ** :—(১) সালোক্য (২) সামীপ্য (৩) সাৰুপ্য (৪) সাযুজ্য আৰু (৫) নিৰ্ব্বাণ বা লীন।

(ভাগবৎ—৩/২৯/১৩)

(১) সালোক্য :— ভগৱানৰ পৰম ধামলৈ গৈ তাত নিবাস কৰাকে "সালোক্য মুক্তি" বোলে। যি জনে বাৎসল্য আদি ভাৱেৰে ভগৱানক উপাসনা কৰে, তেৱেঁই সালোক্য মুক্তি পায়।

(২) সামীপ্য :— ভগৱানৰ পৰমধামলৈ গৈ তেওঁৰ সমীপত অৰ্থাৎ ভগৱৎ সমীপত নিবাস কৰাকে "সামীপ্য মুক্তি বোলে। যি জনে দাস্য ভাৱেৰে বা মধুৰ ভাৱেৰে ভগৱানক উপাসনা কৰে, তেৱেঁই "সামীপ্য মুক্তি" লাভ কৰে।

(৩) সাৰূপ্য :— ভগৱানৰ পৰম ধামলৈ গৈ ভগৱানৰ স্বৰূপ লাভ কৰাকে "সাৰূপ্য মুক্তি" বোলে। যিজনে সখ্য ভাৱেৰে ভগৱানক উপাসনা কৰে, তেৱেঁই "সাৰূপ্য মুক্তি" পায়।

(৪) সাযুজ্য :— ভগৱানৰ পৰম ধামলৈ গৈ ভগৱানৰ স্বৰূপত অভেদ ৰূপেৰে বিলীন হোৱাকে বা সহযোগ ( সহযুক্ত ) হোৱাকে "সাযুজ্য মুক্তি" বোলে। যি জনে শান্ত ভাৱেৰে ( জ্ঞানমিশ্ৰিত ভক্তিৰে) ভগৱানক উপাসনা কৰে, তেৱেঁই "সাযুজ্য মুক্তি" পায়।

(৫) নিৰ্ব্বাণ বা লীন :— ভগৱানৰ পৰম ধামলৈ গৈ ভগৱানৰ শৰীৰত একত্ব বা তেওঁতে লয় প্ৰাপ্ত হোৱাকে "নিৰ্ব্বাণ মুক্তি" বোলে। যেনেকৈ নদীয়ে জল নিজৰ নাম, ৰূপ ত্যাগ কৰি সমুদ্ৰত মিলি সমুদ্ৰ হৈ যায় তেনেকৈ সাধকে ভগৱানত লীন হয় অৰ্থাৎ তেওঁৰ কোনো অস্তিত্ব নাথাকে। প্ৰমাণ যেনে :—

যথোদকং শুদ্ধে শুদ্ধ মাসিক্তং তাদৃগেৱ ভৱতি।
এবং মুনেৰ্বিজানত আত্মা ভৱতি গৌতম ।।

কঠোপনিষদ্ - ২।১।১৫

অৰ্থাৎ — হে গৌতম! যেনেকৈ নিৰ্ম্মল জলত সকলো ফালৰ পৰা বৃষ্টি হ'লে জল আৰু বৃষ্টি জল একত্ব বা মিলিত হৈ তাৰ কোনো অস্তিত্ব নাথাকে, তেনেকৈ একমাত্ৰ পৰব্ৰহ্মত সকলো ফালৰ জনা মুনিয়ে পৰব্ৰহ্মত মিলি তদ্ৰূপ হৈ যায়।

ইহলোক আৰু পৰলোকৰ সকলো প্ৰকাৰ দুখৰ হাত এৰাই সকলো অৱস্থাতে অবিচলিত ভাৱে থকা অৱস্থাকে মুক্তি বোলে। সকলো সাধকৰ মুক্তিয়েই চৰম লক্ষ্য। মুক্ত হ'ব পাৰিলেই সাধকৰ পুৰুষাৰ্থ সিদ্ধি হয়। কিন্তু যি সকল একান্ত ভক্ত, তেওঁলোকে মুক্তি কামনা নকৰে। তেওঁলোকে ভাৱে — ভক্তি হলে, ৰস স্বৰূপ পৰমাত্মাক ভজিলে মুক্তি সহজতে আহি লগ ল'ব। ভক্তি ৰাণী, মুক্তি তাৰ দাবী।

নলাগে লীন মুকুতিক তথা।
নাহি হৰি পদ পঙ্কজ যথা ।।
কৰ্ণৰ অমৃত হৰি চৰিত।
ভকতৰ মধে শুনিবো নিত ।।

কীৰ্ত্তন—পাষণ্ড মৰ্দ্দন / ৪২

একান্ত ভকতে মুক্তি নিবিচাৰে আৰু তেওঁলোক জীৱন্মুক্ত অৱস্থাতে থাকে। তাৰ মানে জীৱিতাৱস্থাতে তেওঁলোক মুক্ত হয়। তেওঁলোকে সেই অৱস্থাতে থাকি হৃদয় বৈকুণ্ঠতে পৰমাত্মাক ভজি মনত তৃপ্তি পায়।

সদা ভক্তি সুখ সহিতে বৈকুণ্ঠ
ঐশ্বৰ্য্য সমে মুকুতি।
একান্ত ভকতে পাৱে আনজনে
নপাৱে শুনা যুগুতি ॥ ভক্তি ৰত্নাৱলী।

মহাপুৰুষ মাধৱ দেৱে নাম ঘোষাত সৰ্ব্ব প্ৰথমে সেই কাৰণেই মুক্তিত নিস্পৃহ ভক্তক প্ৰণতি জনাইছে। আমি ওপৰত উল্লেখ কৰা পাঁচবিধ মুক্তিৰ বাদেও নামান্তৰে জীৱন্মুক্ত, পৰম মুক্ত আদিও আছে। শ্ৰীকৃষ্ণৰ কেইবা· জনো জীৱন্মুক্ত ভকত আছিল। তাৰ ভিতৰত উদ্ধৱ, মুচুকুন্দ, অৰ্জ্জুন, আদিৰ নাম উল্লেখ কৰিব পাৰি।

১। জীৱন্মুক্ত উদ্ধৱ—( কৃষ্ণই কৈছে ) মোহোৰ কৃপায়ে লভিলা পাৰ। আউৰ
জন্ম দুনাই নাহি তোমাৰ ॥ কীৰ্ত্তন।

২। মুচুকুন্দঃ— বদৰিকাশ্ৰমে গৈয়া ধৰিয়া সমাধি।
থাকিলন্ত মুচুকুন্দ কৃষ্ণক আৰাধি ॥ ৯১২
কীৰ্ত্তন/মুচুকুন্দ স্তুতি।

৩। অৰ্জ্জুনঃ—ভকতিৰ বলে জ্ঞান লভিয়া নিৰ্গুণ।
জীৱন্তে মুকুত হুয়া ৰহিলা অৰ্জ্জুন ॥
কীৰ্ত্তন/শ্ৰীকৃষ্ণ বৈকুণ্ঠ প্ৰয়াণ

সালোক্যাদি পঞ্চ মুক্তি নিবিচৰাকৈয়ে তথা জীৱন্মুক্ত নোহোৱাকৈয়ো ভগৱানে আতুৰ পতিত ভক্তক উদ্ধাৰ কৰি বিনা চৰ্ত্তে মুক্তি দিয়াৰ উদাহৰণ গজেন্দ্ৰাদিতে খাটে। ভগবানে নিজ সেৱকক উদ্ধাৰ কৰিও পিছত নিজ স্বৰূপ কৈৱল্য প্ৰদান কৰে। অন্য দেৱতান্তৰৰ এই মুক্তি দিয়াৰ ক্ষমতা নাই।

মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ দিনত তেৰাসবৰ দহজন মুক্ত ( মুকুত ) ভকত থকাৰ কথা পোৱা যায়। মুক্তৰ পাঁচটা ভাগ আছে। যেনে— (১) জীৱন্মুক্ত (২) পৰম মুক্ত (৩) হিয়া মুক্ত (৪) চিত্ত মুক্ত (৫) বন্ধ মুক্ত। এইখিনি অৱশ্যে সত্ৰীয়া ব্যৱহাৰৰহে।

(১) জীৱন্মুক্ত :— (ক) শ্ৰীৰাম আতা।
(খ) হৰিহৰ আতা।

(২) পৰম মুক্ত :— (ক) জনাৰ্দ্দন আতৈ।
(খ) গোপাল আতৈ।

(৩) হিয়া মুক্ত :— (ক) গোবিন্দ আতৈ।
(খ) জয়ানন্দ আতৈ।

(৪) চিত্ত মুক্ত :— (ক) চাৰেঙীয়া শ্ৰীৰাম আতৈ।
(খ) নাসিকাৰ পো ৰাম আতৈ।

(৫) বন্ধ মুক্ত :— (ক) বৰ বৈকুণ্ঠ আতৈ।
(খ) বৰ তুলসীৰাম আতৈ।

'ধাম' বৰ্ণনা প্ৰসঙ্গত গোটাচেৰেক কথা বেকত কৰা হ'ল। বাহুল্যৰ ভয়ত 'ধাম'ৰ বিশদ বৰ্ণনা ইমানতে সামৰা হৈছে।

ভগৱানৰ নাম, ৰূপ, লীলা, ধাম, গুণ, প্ৰভাৱ তত্ত্ব ৰহস্যৰ অমৃতময়ী কথা শ্ৰদ্ধা প্ৰেম পূৰ্ব্বক নিস্কাম ভাৱেৰে স্বয়ং মধুৰ বাণীৰে কীৰ্ত্তন কৰা, কথা ব্যাখ্যানাদি দ্বাৰা আনকো শুনোৱা, দিব্য স্তোত্ৰ আৰু পদৰ দ্বাৰা ভগৱানক স্তুতি প্ৰাৰ্থনা কৰা আৰু সকলোতে ভগৱদ্ভাৱ ৰাখি সকলোৰে লগত হিতপূৰ্ণ, সত্য, প্ৰিয়, মধুৰ, কোমল বাণীৰে বাৰ্ত্তালাপ কৰা আৰু এইদৰে কৰোতে কৰোতে ৰোমাঞ্চ, অশ্ৰুপাত, কণ্ঠাৱৰোধ, হৃদয়ৰ প্ৰফুল্লতা হৈ প্ৰেমত মুগ্ধ হৈ যোৱা — এই কথাৰ দ্বাৰা উপযুক্ত পদাৰ্থৰ সেৱন কৰিব লাগে।

**নামাপৰাধ :—**

ভক্তৰ তিনিবিধ অপৰাধ থকাৰ দৰে নামৰো দশাপৰাধৰ কথা শঙ্কৰ দেৱে কীৰ্ত্তনৰ "নামাপৰাধ" প্ৰসঙ্গত বেকত কৰিছে। সাত্বত তন্ত্ৰতো ইয়াৰ বিৱৰণ পোৱা যায়। অপৰাধ সমূহ যথাক্ৰমে :—

১) হৰি ভকতক নিন্দা কৰা।
২) বিষ্ণু আৰু শিৱৰ গুণ আৰু নামত ভিন্ন বুদ্ধি কৰা।
৩) গুৰুক অৱহেলা কৰা।
৪) বেদ নিন্দা কৰা।
৫) নামৰ মহিমা উচ্ছাদ কৰা।
৬) নামৰ বলত পাপ বুদ্ধি কৰা

৭) নামক ব্ৰত, হোম, তীৰ্থ স্নানাদিৰ সমতুল্য কৰা।
৮) আনে নাম ললে তাৰ প্ৰতি আওকান কৰা।
৯) নামৰ প্ৰতি বীতশ্ৰদ্ধজনক নাম দান কৰা।
১০) নামৰ মহিমা শুনিও তাৰ প্ৰতি প্ৰীতি নকৰা।

নামৰ মহিমা বা শক্তি অতুলনীয়। হৰিৰ দ্ৰোহ কৰিলেও সেই দোষৰ পৰা অব্যাহতি পায়। কিন্তু নামদ্ৰোহী জনৰ মুক্তি নাই। সেই সম্বন্ধে কীৰ্ত্তনত শঙ্কৰদেৱে লিখিছে ঃ—

যিটো মন্দ মতি অধম নৰে।
হৰিৰ মহা অপৰাধ কৰে॥
নামত শৰণ লৱে বাৰেক।
নামে হৰে তাৰ সবে পাতক॥ ৪৪॥
সুহৃদ হৰি নাম সমস্তৰে।
তাৰ অপৰাধ যিনৰে কৰে॥
তাহাৰ ৰক্ষাৰ নাহি উপায়॥
অৱশ্যে সিটো অধোগতি যায়॥ ৪৫ কীৰ্ত্তন

'চাৰি বস্তুৰ" অন্তৰ্গত 'নাম' অধ্যায়টো শেষ হৈছে।

(৩—৩) গুৰু ঃ—

নিকা সংহতিৰ কমলাবাৰী সত্ৰত গুৰুৱে তৃতীয়স্থান অধিকাৰ কৰিছে। কোনো কোনো সত্ৰত গুৰুক চাৰি বস্তুৰ আগত ৰখা হৈছে। সৰ্ব্ব সাধাৰণক ভগৱন্মুখী কৰাত গুৰুৰ সৰ্ব্বাধিক দায়িত্ব আছে। মাধৱ গুৰুৱে 'গুৰু ভটিমা"ত লিখিছে -"বিনা গুৰু চৰণে ভকতি ৰতি মুকুতি কবহু নাহোই" পৃথিৱীত যি সকল মহাপুৰুষে ধৰ্ম্ম বিতৰণ কৰি সব্বজনৰ কল্যাণ সাধন কৰি গৈছে, তেৰা সবৰ এক৷ এজনা গুৰু আছিল। শঙ্কৰদেৱেও (বাহ্যিকভাৱে এজনা গুৰু নাথাকিলেও) আধ্যাত্মিক ভাৱত এজনা গুৰু স্বীকাৰ কৰি গৈছে। সেইজনা হ'ল 'ভকত'। কথা গুৰু চৰিতত ইয়াৰ বিস্তৃতি আছে। গুৰুজনাই 'দেৱ' আৰু 'গুৰু'ক পৃথকভাৱে আৰু কেতিয়াবা দুয়োকো যুক্তভাৱে বন্দনা কৰা দেখা যায়।

১। নমো মধুৰি পুৰাম মোৰ মহাগুৰু।
প্ৰভু ভগৱন্ত ভকতৰ কল্পতৰু।। নিমিনৱসিদ্ধ
২। নমো নমো মোৰ মহাগুৰু হৃষীকেশ।
কৃষ্ণৰ চৰণে মনে পায়া উপদেশ॥ ভাগৱত ১২।২
৩। কৃষ্ণ পদ পঙ্কজ যুগল মনে ধৰি।
গুৰুৰ চৰণে মন শিৰোগত কৰি॥ ৰুক্মিণীহৰণ কাব্য

৪। কৃষ্ণ পাদ পদ্ম যুগ হৃদয়ত ধৰি ।
গুৰুৰ চৰণে মন শিৰোগত কৰি ॥ হৰিশ্চন্দ্ৰ উপাখ্যান।

৫। মাধৱৰ পাদ পদ্ম ধৰি হৃদয়ত ।
গুৰুৰ চৰণে মন কৰি শিৰোগত ॥ অষ্টম স্কন্ধ ভাগৱত

ইত্যাদি।

প্ৰাচীন গ্ৰন্থৰাজীত গুৰুৰ প্ৰতি সন্মান জনোৱাৰ বিপুল উল্লেখ আছে। গুৰু গীতাত সুন্দৰ সমাধান কৰিছে—

ধ্যান মূলং গুৰোৰ্মূৰ্ত্তিঃ পূজামূলং গুৰোঃ পদম্ ।
মন্ত্ৰ মূলং গুৰোৰ্ব্বাক্যং মোক্ষমূলং গুৰোঃ কৃপা ॥

গুৰুগীতা/৫০—শ্লোক

গীতাত গুৰু পূজন শাৰীৰিক তপ বুলি কৈছেঃ—

দেৱ দ্বিজ গুৰু প্ৰাজ্ঞ পূজনং শৌচমাৰ্জ্জৱম্ ।
ব্ৰহ্মচৰ্য্য মহিংসা চ শাৰীৰং তপউচ্যতে ॥

শ্ৰীমদ্ভগৱদ্‌গীতা – ১৭।১৪

অৰ্থাৎ—দেৱতা, ব্ৰাহ্মণ, গুৰু,, পণ্ডিত ব্যক্তিৰ পূজা, পবিত্ৰতা, সৰলতা, ব্ৰহ্মচৰ্য্য আৰু অহিংসা শাৰীৰিক তপ বুলি কোৱা হয়।

ভাৰতৰ হিন্দু শাস্ত্ৰ সমূহত উক্তি থকা 'গুৰু' শব্দটো অত্যন্ত অৰ্থপূৰ্ণ আৰু তত্ত্বগধুৰ। ইয়াত গুৰু লক্ষণ উত্তম ৰূপে বৰ্ণনা কৰা হৈছে। 'গুৰু' সৰ্ব্বজনৰ যোগ্য। গুৰুৰ পৰা জ্ঞান লাভ হয় আৰু ঈশ্বৰ তত্ত্ব বোধ জন্মে। সেই বাবে গুৰুক জ্ঞানৰ প্ৰতীক বুলি কয়। গুৰুৰ উপদেশ ক্ৰমে সাধনা সিদ্ধি লাভৰ কাৰণে নিৰ্দ্দিষ্ট ব্যৱস্থা গ্ৰহণ কৰি মনক জড় ভাৱৰ পৰা আতৰাই চৈতন্য সত্তাৰ প্ৰতি ধাৱিত কৰিব লাগে। ঈশ্বৰ তত্ত্ব সম্বন্ধে গুৰুৰ পৰা বাস্তৱ ৰূপ পোৱা যায়। অৱশ্যে ভকত হৈহে গুৰু হ'ব পাৰে। শঙ্কৰদেৱ বিদ্যমান থাকোতে মাধৱদেৱ তেতিয়া ভকত আৰু গুৰু বৈকুণ্ঠী হোৱাৰ পিচত মাধৱদেৱ উত্তৰাধিকাৰী গুৰু হিচাবে আসনত অধিষ্ঠিত। এই খিনিতে উল্লেখনীয় যে শাস্ত্ৰৰ স্বৰূপ জ্ঞান আৰু জ্ঞানৰ প্ৰতীক হ'ল গুৰু। গুৰুৰ পৰা জ্ঞান লাভ হয় আৰু ভক্তিৰ পথ সুগম হৈ যায়। পতিকে গুৰুৰ লক্ষণ বা গুৰুত্বটোৱে জ্ঞানৰ ওপৰত নিৰ্ভৰ কৰে। গুৰুৰ বৈশিষ্ট্যটো জ্ঞান দিয়া বা পথ প্ৰদৰ্শন কৰাত নিহিত হৈ আছে। গুৰুৰ গুৰুত্ব উপলব্ধি কৰাবৰ বাবেই বোধহয় শঙ্কৰ গুৰুৱে তেৱাৰ ভক্তি ৰত্নাকৰ গ্ৰন্থ খন ৰচনা কৰিছে সংস্কৃত মাধ্যমত আৰু সৰ্ব্বাগ্ৰে তিনিসনা গুৰুৰ কথা ৰেকত কৰিছে। গুৰু সেৱাৰ নিচিনা মঙ্গলপ্ৰদ কাৰ্য্য আৰু নাই। সকলো

আৰাধনাতকৈ ভগৱানৰ আৰাধনা মহৎ আৰু তাতোকৈ গুৰু পাদ পদ্ম সেৱা মহৎ। এনে বিচাৰ নোহোৱা পৰ্য্যন্ত ভক্তি গ্ৰহণ অনৰ্থক। শ্ৰীগুৰু পাদ পদ্মত আশ্ৰয় গ্ৰহণ কৰিলে নিৰ্ম্মোহ, নিৰ্ভয় আৰু শোকহীন হ'ব পাৰি। তেওঁৰ ঠাইত আশীৰ্ব্বাদ প্ৰাৰ্থী হ'লে তৎপাদ পদ্মই সৰ্ব্ববিধ মঙ্গল প্ৰদান কৰিব। ইয়াত নিৰ্ভেদ কৰ্ম্মী গুৰু, যোগী গুৰু, ব্ৰতী গুৰু, তপস্বী গুৰু, ঐন্দ্ৰজালিক গুৰু, কপট গুৰুৰ কথা কব খোজা নাই। একমাত্ৰ মহাভাগৱত, জীৱ সমূহৰ অহৈতুক দয়াময়, পৰদুখ দুখী, ভগৱতত্ত্ব সাধক গুৰুৰ কথাহে ইয়াত বেকত কৰিব খোজা হৈছে— যিজনা, অনন্ত জীৱন দাতা, ভৱ ৰোগৰ সংবৈদ্য, আৰু সৰ্ব্বপ্ৰাণী পদাৰ্থৰে সৰ্ব্বতোভাৱে উপকাৰক। গুৰু তিনিটা ৰূপত বিভক্ত। সেয়া হ'ল দেৱ ৰূপ, শাস্ত্ৰ ৰূপ আৰু ব্যক্তি ৰূপ। সৰ্ব্বাধিসাক্ষীভূত পৰম পুৰুষ কৰুণাময় ভগৱন্ত দেৱক প্ৰথমে গুৰু হিচাবে মনা হয়। দ্বিতীয়তে তেওঁৰ বাঙ্ময়ী বা বাক্যৰূপ শাস্ত্ৰ সমূহ অৰ্থাৎ ভগৱৎ তত্ত্ব সম্বন্ধীয় শাস্ত্ৰ সমূহ আৰু সেই শাস্ত্ৰ বাণী সমূহক তেওঁ নৰকায় হিচাবে, ব্যক্তিৰূপ হিচাবে অৱতীৰ্ণ হৈ নিজ তত্ত্ব খিনি প্ৰচাৰ কৰে। সেই কাৰণে তিনিটা ভাগত গুৰু হিচাবে স্বীকাৰ কৰি অহা হৈছে। অৱশ্যে অন্তৰঙ্গ ভাৱে তিনিওটাৰে একত্ব সংস্থাপিত হয়। বহিৰঙ্গ ভাৱৰ দৃষ্টিতহে তিনিটাক পৃথক্ ৰূপে দেখা যায়। মূলতঃ ভগৱানেই সকলো। তেওঁ মাত্ৰ নৰ সমাজৰ চাক্ষুষ দৃষ্টিত ব্যক্তিৰূপে আৰু শাস্ত্ৰৰূপে প্ৰতীয়মান হৈছে। পৰব্ৰহ্ম ভগৱানক আমালোকে চাক্ষুষ দৃষ্টিৰে দেখা নাপাওঁ। তেওঁৰ উপলব্ধি হ'ব পাৰে শাস্ত্ৰ আৰু সেই শাস্ত্ৰ তত্ত্ব বেত্তা ব্যক্তি ৰূপ গুৰুৰ যোগেদি। সেয়ে তেওঁ দুয়োটা ৰূপত অৱতীৰ্ণ হৈ লোক চক্ষুত ধূলি দি ইন্দ্ৰজাল ৰচনা কৰি আমাৰ মাজতে বেকত হৈ থাকে। সেই বাবে মাধৱ পুৰুষে নাম ঘোষাত লিখিছে :

তুমি হৰি কৃপাময় বাহিৰত গুৰু ৰূপে
অনুগ্ৰহ কৰি আছা মোক
অন্তৰ্য্যামী গুৰু ৰূপে তাকে সত্য কৰা মোক
তয়ু নামে সদা ৰতি হোক।

গুৰুৰ তিনিটা ৰূপ আছে। মানুহক মনুষ্যত্ব বিকাশ কৰি জড়ৰ পৰা চৈতন্য শক্তিলৈ ধাবিত কৰি নিয়ে বাবে বা চৈতন্যৰ বিকাশ কৰে বাবে গুৰু এই ক্ষেত্ৰত ব্ৰহ্মা। মনুষ্যত্ব বিকাশ কৰিবলৈ দিয়া জ্ঞান খিনিকে লৈ তাক আচৰণ প্ৰবৰ্ত্তন কৰে বাবে বা গুৰু প্ৰদত্ত জ্ঞানেৰে জীৱনটো পালন কৰে বাবে গুৰু এই ক্ষেত্ৰত পালক বিষ্ণু। গুৰু শিক্ষাত পূৰ্ব্বৰ বা সেই সময়ৰ মানসত উদয় হৈ থকা বা হোৱা অসৎ প্ৰবৃত্তি প্ৰকৃতিবোৰ মষিমূৰ কৰি নিৰ্ম্মল জীৱন যাপনত সহায় কৰে বাবে সেই ক্ষেত্ৰত গুৰু সংহাৰ কৰ্ত্তা মহাদেৱ। এই তিনিওটাৰ ওপৰত মনুষ্যৰ তিনিটা কৰ্ম্ম সাধন কৰোৱা বাবে

গুৰু পৰম্ব্ৰহ্ম পৰমাত্মা ভগৱন্ত। সেই কাৰণে শাস্ত্ৰত কৈছে :—

গুৰু ব্ৰহ্মা গুৰু বিষ্ণু গুৰুদেৱো মহেশ্বৰঃ।
গুৰুদেৱ পৰম্ব্ৰহ্ম তস্মৈ শ্ৰীগুৰৱে নমঃ ॥ পঞ্চৰাত্ৰ তন্ত্ৰ
২/৮/২১

পৰম্ব্ৰহ্ম পৰমাত্মা ভগৱন্ত তিনিটাৰ অৰ্থ একেই। এই কেইটা শব্দাৰ্থ মহাপুৰুষ শঙ্কৰদেৱে ভাগৱতত এনেকৈ ফঁহিয়াইছে—

প্ৰবৰ্ত্তান্ত যেখনে ইন্দ্ৰিয় সমস্তক।
পৰমাত্মা বোলয় তেখনে মাধৱক।
সমাধিত বেকত হোৱন্তে গুছে ভ্ৰম।
তেখনে বোলয় মাধৱক পৰমব্ৰহ্ম ॥
যেখনে কৰয় ইটো সৃষ্টি স্থিতি অন্ত।
তেখনে বোলয় মাধৱক ভগৱন্ত ॥
ব্ৰহ্ম পৰমাত্মা ভগৱন্ত এক তত্ত্ব।
একৰেসে তিনি নাম লক্ষণ ভেদত। নিমি নৱসিদ্ধ।

গুৰুৰ তিনিটা ৰূপ যেনে দেৱ ৰূপ, শাস্ত্ৰৰূপ আৰু ব্যক্তিৰূপৰ ক্ষেত্ৰত এতিয়া সংক্ষেপ আলোচনা কৰা হৈছে।

দেৱৰূপঃ — ১) তুমি মহা গুৰু তোমাৰ চৰণে
মন যদি লৱে বাস।
তোমাৰ কৃপায়ে সৱে সিদ্ধি হৈব
নলাগে জ্ঞান অভ্যাস ॥ ১৮
শঙ্কৰদেৱ। কীৰ্ত্তন বেদস্তুতি।

২) হে ভগৱন্ত গুৰু তয়ুপদে মন মোৰ
যি কালত স্থিতিক লভয়
তোমাৰ কৃপাত তেৱে সমস্তে সাধন শ্ৰম
এৰাই সুখী হুইবোহো নিশ্চয় ॥ ৬৪
মাধৱদেৱ। নাম ঘোষা

৩) বসুদেৱ সুতং দেৱং কংস চানূৰ মৰ্দ্দনম্।
দেৱকী পৰমানন্দং কৃষ্ণং ৱন্দে জগদ্‌গুৰুম্ ॥
গীতা মাহাত্ম্য। গৰ্গসংহিতা

৪) আৰে জগত গুৰু কয়ো পৰবেশ।
শঙ্কৰদেৱ। পাৰিজাত হৰণ নাট

৫) মাধৱেসে আত্মা নিজ মাধৱেসে ইষ্ট গুৰু
মাধৱেসে দেৱতা পৰম।
পৰম ঈশ্বৰ স্বামী জানি মাধৱক ভজা
মনুষ্যৰ ইসে শ্ৰেষ্ঠ ধৰ্ম্ম ॥ ১২০

মাধৱদেৱ। নাম ঘোষা

৬) গায়ত্ৰীং গায়তস্তস্মাৎ অধিগত্য সৰোজজঃ।
সংস্কৃতশ্চাদি গুৰুনা দ্বিজতাম গমত্ততঃ॥

ব্ৰহ্ম সংহিতা—৫।৩৬

৭) তুমি নিজ পিতৃ গুৰু ইষ্ট দেৱ
নভজো তোমাৰ পাৱে।
এহি দোষে মোক যম দূতে ধৰি
যাতনা দুখ ভুঞ্জাৱে ॥ ৩৭৮

মাধৱদেৱ। নাম ঘোষা।

৮) মোৰ নিজগুৰু হৃদীশ্বৰ যদুৰায়।
দিয়ো উপদেশ মোক কৃপা দৃষ্টি চাই ॥

মাধৱ দেৱ। ভক্তি ৰত্নাৱলী।

৯) হৃদয়ৰ ঈশ্বৰ পৰম মোৰ গুৰু।
প্ৰভু ভগৱন্ত ভকতৰ কল্পতৰু ॥

শঙ্কৰদেৱ। একাদশ স্কন্ধ। ইত্যাদি।

শাস্ত্ৰৰূপঃ—দেৱৰূপগুৰু আৰু ব্যক্তিৰূপ গুৰুক সকলো ক্ষেত্ৰতে পোৱা নাযায়। বিশেষকৈ দেৱৰূপ গুৰুৰ চাক্ষুষ দৰ্শন নাই, অন্তৰ দৰ্শনহে। ব্যক্তি-ৰূপে গুৰুও ক্ষণভঙ্গুৰ। তেওঁলোকে তেওঁলোকৰ বাণী সমূহকে শাস্ত্ৰৰূপে প্ৰতিষ্ঠা কৰি যায়। শঙ্কৰদেৱে কৈছিল "শুনিও মাধৱ মোৰ থাকিবাৰ স্থান। দশম কীৰ্তন মোৰ মূৰ্ত্তিৰ সমান" ইত্যাদি। তেওঁ-লোকে জীৱিত কালত নিজে আৰু ভবিষ্যতলৈ শাস্ত্ৰতে গুৰুৰূপে আনক শিক্ষা দিয়ে। তেওঁলোকে দেৱৰূপ গুৰুক উপলব্ধি কৰিবলৈ শাস্ত্ৰীয় অনুশীলন বা সাধনা কৰিবৰ কাৰণে ইতৰ সকলক শিক্ষা দিয়ে। গতিকে দেৱৰূপ গুৰু আৰু ব্যক্তি ৰূপ গুৰুৰ মাজত শাস্ত্ৰ গুৰুক ঠাই দিয়া হৈছে। জ্ঞানেই শাস্ত্ৰৰ স্বৰূপ। এই জ্ঞান দেৱৰূপ গুৰুৰ প্ৰেৰণাৰে প্ৰেৰিত হৈ ভক্ত জনৰ মুখেদি অৰ্থাৎ ব্যক্তিৰূপ গুৰুৰ মুখেদি বাজ হয়। আৰু শাস্ত্ৰৰূপে লিপিবদ্ধ বা প্ৰসিদ্ধি হয়। বেদাদিক এই শ্ৰেণীৰ শাস্ত্ৰ ৰূপে গ্ৰহণ কৰা হৈছে। ভাগৱতো পৰে। উক্ত শাস্ত্ৰৰূপ গুৰুক দেৱৰূপ গুৰুৰ প্ৰতীক হিচাবেও ব্যৱহাৰ কৰা হয়।

কাৰণ "সাধকানাং হিতাৰ্থায় ব্ৰহ্মণো ৰূপ কল্পনা" । শব্দ ব্ৰহ্ম আৰু পৰম্ব্ৰহ্মৰ ভিতৰত পোনপতীয়াকৈ পৰম্ব্ৰহ্মক বুজিবলৈ যোৱাতো ধৃষ্টতা মাত্ৰ । পৰম্ব্ৰহ্মক বুজিবলৈ আমি শব্দ ব্ৰহ্মক অৰ্থাৎ শাস্ত্ৰৰ কাষ চাপিব লাগিব । শাস্ত্ৰ হ'ল গুৰু আৰু দেৱ উভয়ৰ প্ৰতীক। জগদ গুৰু শ্ৰীমন্মহাপুৰুষ শঙ্কৰদেৱৰ একশৰণ ভাগৱতী ধৰ্ম্মত ভগৱানৰ চাৰিৰূপ গ্ৰহণীয়। সেয়া হ'ল (১) সচ্চিদানন্দ পৰম্ব্ৰহ্ম ৰূপ, (২) বিশ্ব-জগদ্ৰূপ (৩) চতুৰ্ভুজ ৰূপ (৪) দ্বিভুজ ৰূপ ।

সচ্চিদানন্দ পৰম্ব্ৰহ্মৰূপ :— প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন ।

(ক) সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ ।।

(খ) তোমাৰ নিৰ্ম্মল সূক্ষ্ম ৰূপ যিটো স্বামী ।
দেৱে নজানন্ত তাক কেনে জানো আমি ।

(২) বিশ্বজগদ্ৰূপ :— (ক) ঈশ্বৰৰূপে হৰি সব ঘটে বৈঠহ যৈচন গগন বিয়াপি।

(খ) ঈশ্বৰ: সৰ্ব্ব ভূতানাং হৃদ্দে শহৰ্জ্জুন তিষ্ঠতি ।
ভ্ৰাময়ন্ সৰ্ব্বভূতানি যন্ত্ৰাৰূঢ়ানি মায়য়া।

(গ) চাৰি বিধ প্ৰাণীৰ হৃদয় আকাশত ।
অন্তৰ্য্যামী ৰূপে যিটো সদায় বেকত ॥

(৩) চতুৰ্ভুজৰূপ :— (ক) অপৰ তোমাৰ ৰূপ যাত ভুজ চাৰি ।
পীত বস্ত্ৰে শোভে শঙ্খ চক্ৰ গদাধাৰী ।।

(খ) মন ৰাম বোল ৰাম বোল ৰাম বোল ৰাম ।
চিত্ত চিন্ত চতুৰ্ভুজ চতুৰ্ভুজ হৰি ।।

(৪) দ্বিভুজৰূপ :— (ক) তিনি গুণময় বেদবন পৰিহৰা।
গোৱালীৰ ঘৰে গৈয়া ব্ৰহ্ম চিনি ধৰা ।।

(খ) পৰভাতে সুমৰো গোবিন্দ হৃষীকেশ ।
চিদানন্দ মূৰুতি কপট গোপ বেশ ।।

ভগৱৎ কথিত বাঙময়ী শাস্ত্ৰই তেওঁৰ নাম, ৰূপ, লীলা, ধামৰ সবিশেষ বৰ্ণনা বিশদ ৰূপে দিছে। সেই হিচাবে শাস্ত্ৰৰূপ গুৰু বৰ বহল। এক শৰণীয়া ভক্ত গণে বেদক আদ্য শাস্ত্ৰ হিচাবে মানিলেও ভগৱৎ প্ৰতীক হিচাবে উপাসনা নকৰে। বেদ, উপনিষদ, স্মৃতি (গীতা), ৰামায়ণ, মহাভাৰত, পুৰাণ আদি বৈষ্ণৱ শাস্ত্ৰ সমূহক মহাপুৰুষীয়া সকলে গুৰু আৰু দেৱৰ প্ৰতীক হিচাবে প্ৰতিষ্ঠা কৰা দেখা নাযায়। মূল ভাগৱত শঙ্কৰদেৱ ৰচিত ভাগৱতৰ পদ্য ভাগ, ভাগৱতৰে অংশ বিশেষ কীৰ্ত্তন প্ৰভৃতি আৰু মাধৱদেৱ ৰচিত নাম ঘোষা, ৰত্নাৱলী আদি ভক্তিবাদী শাস্ত্ৰবোৰ ভগৱৎ প্ৰতীক ৰূপে প্ৰতিষ্ঠ হৈ

আহিছে। অৱশ্যে দুজনা গুৰু ৰচিত নাটক সমূহ ইয়াৰ পৰা বাহিৰ। দুয়োজনা গুৰু ৰচিত ভক্তিমূলক শাস্ত্ৰত, গুৰুজনাৰ ভাৱ স্বৰূপে চৈতন্য বস্তুটি আছে বুলি ধাৰণা কৰি লোৱা হয়। "যেই নাম সেই হৰি" কাৰণে ভগৱানৰ লীলা আৰু নামেই গ্ৰন্থৰ বিষয় বস্তু কাৰণে "ভাগৱত স্থাপন" কৰা গ্ৰন্থখন নামৰো প্ৰতীক। লগতে গ্ৰন্থখনে ভক্ত বা সামূহিক চৈতন্য সত্তাৰো প্ৰতিনিধিত্ব কৰে।

বেদৰ আন এটা নাম শ্ৰুতি (শ্ৰুতিস্তু বেদ বিজ্ঞেয়া-মনুসংহিতা) শ্ৰু ধাতু ক্তিন্ প্ৰত্যয়—শ্ৰুতি (স্ত্ৰীলিঙ্গ)। সাধক সকলে নিজৰ হৃদয়ত অন্তৰ্য্যামী ভগৱন্তৰ বাণী শুনিবলৈ পোৱা কাৰণেই বা বৈদিক ঋষি মুনি সকলে এজনে আনজনৰ পৰা তপশ্ৰমলব্ধ মন্ত্ৰবোৰ শুনি লিপিবদ্ধ কৰিছিল বাবেই বেদৰ আনটো নাম শ্ৰুতি। গুৰু সকলে এই শ্ৰুতি পথকে অনুসৰণ কৰিবলৈ বা বেদানুগামী ভক্তিবাদী শাস্ত্ৰৰ অনুসৰণ কৰিবলৈ শিষ্য সকলক শিক্ষা দি গৈছে। নাম ঘোষা শাস্ত্ৰত অলঙ্কাৰ পূৰ্ণ উক্তি ঃ —

হৰি ভক্তি ৰাজ মাৰ্গ গুৰু  পদনখ চন্দ্ৰ প্ৰকাশিত
শ্ৰুতি জননীৰ পদ পন্থ অনুসৰি।
ফুৰো হুয়া আমি আনন্দিত  স্খলন নাহিকে কদাচিত
মহাজন সব জানিবা নিশ্চয় কৰি।

মাধৱদেৱ। নামঘোষা ৬২৪

শ্ৰুতি স্মৃতি মমৈৱাজ্ঞা যস্তামুল্লঙ্ঘ্য বৰ্ত্ততে।
আজ্ঞা চ্ছেদী মম দেৱষী মদ্ভক্তোঽপি ন বৈষ্ণৱঃ।

বোধল স্মৃতি ঃ—১৮৯। বৃহদ্বামন পুৰাণ

মাধৱদেৱৰ অনুবাদ —

মাধৱে বোলন্ত শ্ৰুতি স্মৃতি  মোৰ আজ্ঞা বাণী জানা নিষ্ঠি
যিটো জনে আক উল্লাঙ্ঘিয়া প্ৰবৰ্ত্তয়।
সিটো ভৈল মোৰ আজ্ঞা চ্ছেদী  মোক দ্বেষ কৰিলেক আতি
মোৰ ভক্ত হন্তো বৈষ্ণৱ সিটো নোহয়॥

ইয়াত শ্ৰুতি অৰ্থে বেদ বা বেদ শিৰোৰত্ন ভাগৱত আৰু স্মৃতি অৰ্থে ধৰ্ম্ম শাস্ত্ৰ (ধৰ্ম্ম শাস্ত্ৰস্তু বৈ স্মৃতি :- মনুসংহিতা) বা গীতাক বুজায়। "মদ্ভক্তোঽপি ন বৈষ্ণব:" মানে সি মোৰ ভক্ত হ'লেও আজ্ঞা চ্ছেদকাৰী আৰু দ্ৰোহীং সি বৈষ্ণৱ নহয়।

শাস্ত্ৰ আৰু গুৰু বা শাস্ত্ৰ গুৰুক উপাসা কৰিবলৈ নাম ঘোষাই নিৰ্দ্দেশ কৰিছে :—

(১) ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল ভাই
তেজিয়া লাজ আলাস।
শাস্ত্ৰ আচাৰ্য্যক উপাসা কৰিয়া
বাসনা কৰা বিনাশ॥

(২) শাস্ত্ৰ গুৰু সৱে শিষ্যক কৃপায়ে
শুদ্ধ উপদেশ দিব।
শিষ্য সবে শুদ্ধ ভাৱে নাচৰিলে
তাৰা সৱে কি কৰিব॥

ইয়াত জনসাধাৰণৰ কল্যাণৰ কাৰণে শাস্ত্ৰ ৰূপ গুৰু আৰু ব্যক্তি ৰূপ গুৰুৰ আৱশ্যকতাৰ ওপৰত নিৰ্ভৰ কৰা হৈছে। শাস্ত্ৰ গুৰুৱে ব্যক্তি গুৰুৰ যোগেদি বা মুখেদি আত্ম প্ৰকাশ কৰে। "হিয়াৰ মাজে নামৰ ভাণ্ডাৰ মুখে বাজ হয়" ইত্যাদি তদভাৱে শাস্ত্ৰ গুৰু অচল বা অচৈতন্য। শাস্ত্ৰ গুৰুৱে বিভিন্ন পথ প্ৰদৰ্শন কৰি জনসাধাৰণক সেই সেই পথেদি লৈ যাবলৈ সৰ্ব্বাধিক যত্ন কৰে।

ব্যক্তিৰূপ :— দেৱ ৰূপ গুৰুৱে বাণীয়ে শাস্ত্ৰ গুৰু ৰূপে প্ৰকট হোৱাৰ পিছত তাক প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে ব্যক্তি ৰূপ গুৰু হিচাবে আত্ম প্ৰকাশ কৰে। ভগৱন্ত নিৰ্গুণ, নিৰাকাৰ, নিৰাময়, অব্যক্ত। তেওঁ সাক্ষাতকাৰ বা প্ৰকট ৰূপে প্ৰদৰ্শন কৰিবলৈ তৎ শক্তি প্ৰেৰিত বিশেষ ব্যক্তি জনাকো গুৰু বুলি কোৱা হয়। ভগৱন্তে যেতিয়া নৰ দেহ ধাৰণ কৰি ভূমি ভাগত অৱতীৰ্ণ হয়, তেতিয়া অৱ-তাৰী মানৱজনাৰ শাস্ত্ৰ বাণীময় দিব্য জীৱন আৰু সৎ চৰিত্ৰ অনুধাৱন কৰি তেওঁৰ প্ৰতি অনুৰাগ জন্মি বহু সাধকে নিজ জীৱন সাৰ্থক কৰাৰ লগতে জগতকো ধন্য কৰে। জগতৰ মায়া মুগ্ধ প্ৰাণী সমষ্টিক উদ্ধাৰৰ মানসে ভগৱন্তে গুৰুৰূপে স্বয়ং প্ৰকট হৈ যুগে যুগে অধৰ্ম্ম নাশ কৰি শাস্ত্ৰীয় বাণীৰে উদ্‌বুদ্ধ কৰি ত্ৰিতাপ তাপিত জনসাধাৰণক অমৃতত্ত্বৰ সন্ধান দিয়ে। "যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত" প্ৰামাণ্যটো পৃথিবীৰ বিভিন্ন ধৰ্ম্ম শাস্ত্ৰই নিশ্চয় স্বীকাৰ কৰে। গুৰুৰ প্ৰাধান্যও বা গুৰু তত্ত্বও পৃথিবীৰ যাৱতীয় ধৰ্ম্মতে একে। ভগৱন্তৰ চতু-ৰ্ব্বিংশতি অৱতাৰ, সৰ্ব্বৱতাৰৰ কাৰণ পৰব্ৰহ্মময় তনু শ্ৰীকৃষ্ণ আৰু তৎ প্ৰেৰিত গুৰু সকল যেনে শঙ্কৰদেৱ, মাধৱদেৱ, শঙ্কৰাচাৰ্য্য, মাধৱাচাৰ্য্য, চৈতন্য দেৱ, গুৰু নানক, কবীৰা, দামোদৰদেৱ, বংশী গোপালদেৱ আদি মহাপুৰুষ সকলো ব্যক্তিৰূপ গুৰুৰ লেখত পৰে। বিংশ শতিকাৰ মোহন দাস কৰমচাঁদ গান্ধী বা মহামানব মহাত্মা গান্ধীও ইয়াৰ পৰা আঁতৰ নহয় যেন লাগে। যোগ্যতা

সম্পন্ন নৰকলেৱৰ গুৰু জনাক দেৱতকৈ অভিন্ন ৰূপত দেখিব লাগ বা অভিন্ন-ৰূপে প্ৰতীয়মান হয়।

হৰি যেন আতি কৃপাময় ভক্ত গুৰুজনো সেহিনয়
দুয়োজন এক শৰীৰত মাত্ৰ ভিন্ন।
কৃপা ৰসে তুষ্ট হুয়া চিত্ত লোকৰ হিতক চিন্তি নিত
নিজ গুণে তুষ্ট দুয়ো অহঙ্কাৰ হীন ॥

মাধৱদেৱ। নাম ঘোষা–৬৮১

নৃদেহ ধাৰী জনাই নিজেই শাস্ত্ৰ লিখে আৰু নিজেই অধ্যয়ন কৰি লোক শিক্ষা দিয়ে। তেওঁ নৰৰূপী বিড়ম্বন।

আপুনি নিৰ্ম্মিলা শাস্ত্ৰ তাকো পঢ়া হুয়া ছাত্ৰ
ইটো কিনো ভৈল বিড়ম্বন।
নমো নমো নাৰায়ণ নৰৰূপী বিড়ম্বন
দেৱকীৰ গৰ্ভে অৱতাৰ। ইত্যাদি।

বহিৰ্দৃষ্টিত গুৰু নৰদেহধাৰী এগৰাকী ভক্ত বা ব্যক্তি মাত্ৰ। সূক্ষ্ম বা অন্তদৃষ্টিত গুৰু জ্ঞান স্বৰূপ চৈতন্য শক্তিমান্। চৈতন্যৰ স্তৰত গুৰু, ভক্ত আৰু দেৱৰ মাজত পাৰ্থক্য একো নাথাকে। এনে অৱস্থাত গুৰুক দেৱ ৰূপ গুৰুৰ অনুগ্ৰহ কৰ্ত্তা ৰূপত দেখা যায়। সেয়ে নাম ঘোষা শাস্ত্ৰত ধ্বনিত হৈছে—

তুমি হৰি কৃপাময় বাহিৰত গুৰুৰূপে
অনুগ্ৰহ কৰি আছা মোক।
অন্তৰ্য্যামী গুৰু ৰূপে তাকে সত্য কৰা মোৰ
তযু নামে সদা ৰতি হোক ॥ ৬৩

আকৌ কৈছে :—

বাহিৰে ভিতৰে তুমি হৰি গুৰু
আছাহা চৈতন্য ৰূপে।
দিয়োক সুমতি তুমি বিনে গতি
নাহিকে কৈলো স্বৰূপে ॥

মাধৱদেৱ/নাম ঘোষা

নাম ঘোষাৰ এঠাইত "গুৰু' আৰু 'দেৱ' ক ভিন্ন ৰূপত দেখুউৱা হৈছে :—

সমস্তৰে আদি নৰতনু উদ্যম কোটিয়ো নপায় পুনু
কোনো ভাগ্যোদয়ে পায়া নাৱ দৃঢ় আতি।
গুৰু ভৈলা তাত কৰ্ণধাৰ কৃষ্ণ ভৈলা অনুকূল বায়ু
তথাপি সংসাৰ নতৰয় আত্মঘাতী ॥ ৬২৭

ইয়াত মানৱতনুক নাৱ ( তনুনাৱ বুৰি আসে নাহিকে গিয়ান ), নাৱৰ গুৰি বঠা ধৰোতা গুৰু আৰু পৰব্ৰহ্ম কৃষ্ণক অনুকূল বায়ু অৰ্থাৎ নাৱৰ গতি-দিশেদি বৈ যোৱা সহায়ক বায়ু হিচাবে তুলনা কৰা হৈছে। বায়ু যদি নাৱৰ প্ৰতিকূলে প্ৰবাহিত হয়, তেন্তে নাৱৰ গতি মন্থৰ হোৱাটো স্বাভাৱিক। তেতিয়া গন্তব্য স্থান যথা সম্ভৱ শীঘ্ৰ প্ৰাপ্তিত বাধা পৰিব। কিন্তু গুৰু যেতিয়া সুজান কৰ্ণধাৰ অৰ্থাৎ সুযোগ্য (জানন্ত শাস্ত্ৰৰ তত্ত্ব কৃষ্ণত ভকত) স্থানত অধিষ্ঠিত, তেনেস্হলত কৃষ্ণই ধেনুৰ লগত বৎস যোৱাদি বাধ্য হৈ সহজতে অনুকূল হবই লাগিব। যেনেকৈ কোনো এখন বনত জুই লাগিলে সহজতে জুইৰ কোৱাল গতিত বায়ু সহায়ক হৈ গোটেই বন ক্ষন্তেকতে দগ্ধ কৰাত সুবিধা কৰি দিয়ে, তেনেকৈয়ে গুৰু কৰ্ণধাৰৰ বিনা নিমন্ত্ৰণতে কৃষ্ণ অনুকূল বায়ু হিচাবে উপনীত হবহি, সন্দেহ নাই। অগ্নিৰ বন্ধু বায়ু যেনেকৈ নলে-গলে লগা বা উভয়ৰ বন্ধুত্বা অবিচ্ছেদ্য, তেনেকৈ গুৰুৰ লগতো কৃষ্ণৰ অবিচ্ছেদ্য বন্ধু, কোনেও কাকো এৰিব নোৱাৰে। ইয়াৰ দ্বাৰা এইটোৱেই প্ৰতিপন্ন হয় যে উভয়েই উভয়ৰ পৰিপূৰক বা "পৱনা কাশয়োৰিৱ" অৰ্থাৎ " যেন বায়ু আকাশৰ নাহি ভিন্ন ভাৱে"। নিমি নৱ সিদ্ধ সংবাদতো গুৰু আৰু হৰি সম্বন্ধে ভক্তজনে কৈছে — 'উপদেশ দাতা যিটো গুৰু আছে, তাকে হৰি বুলি মানে' ইত্যাদি। শঙ্কৰ মাধৱৰ মিলনটো এই ক্ষেত্ৰতে প্ৰযোজ্য হ'ব পাৰে। শঙ্কৰ গুৰুৱে মাধৱ গুৰুক যেনে দৃষ্টিৰে চাই ছিল শ্ৰীকৃষ্ণই উদ্ধৱক তেনে দৃষ্টিৰে চোৱাৰ দৃষ্টান্ত ভাগৱতত আছে। উদ্ধৱে কৈছিল :

শয়নে ভোজনে স্নানে তোমাৰ ৰহস্য স্থানে
সদা সেৱা কৰি থাকো আমি।
তুমি জীৱ তুমি প্ৰাণ তুমি বিনা নাহি আন
কিমতে বৰ্ত্তিবো আৰে স্বামী ॥

শঙ্কৰদেৱ। কীৰ্ত্তন

শঙ্কৰ মাধৱৰ ক্ষেত্ৰত :—

শঙ্কৰ মাধৱ অভেদ ঈশ্বৰ, অন্ত নাহি দুইত পৰে ॥

আকৌ— শঙ্কৰ স্বৰূপে হৰি নিজ অংশে অৱতৰি
ভকতি প্ৰদীপ লগাই থৈলা।
মাধৱ স্বৰূপে আসি তাতে তৈল বৰ্ত্তি দিয়া
অজ্ঞান আন্ধাৰ দূৰ কৈলা

পুৰুষোত্তম ঠাকুৰ। নামঘোষা।

"গুৰু শুশ্ৰূষা বিদ্যা"— অৰ্থাৎ গুৰু শুশ্ৰূষাৰ দ্বাৰা বিদ্যা লাভ হয়। গুৰুসেৱাৰ নিচিনা মঙ্গলপ্ৰদ বিকল্প কাৰ্য্য আৰু নাই। সৰ্ব্বাৰাধনা অপেক্ষা

ভগৱান আৰাধনা মহৎ, ভগবান আৰাধনা অপেক্ষা গুৰু পাদপদ্মৰ সেৱা মহৎ। এজন সাধকে ধ্যান পৰায়ণহৈ থাকোতে গুৰু আৰু ভগৱান উভয়েই তেওঁৰ সাধনাত তুষ্ট হৈ একেলগে সাক্ষাৎ দিয়েহি। সাধকে কোনো জনক সৰ্ব্বাগ্ৰে সেৱা জনাব সেই বিষয়ে বিচাৰ কৰি শেষত গুৰুকেই সৰ্ব্বাগ্ৰে সেৱা জনাবলৈ বাধ্য হ'ল। গতিকে ভগৱানতকৈয়ো যে গুৰু সৰ্ব্বাগ্ৰে পূজ্য সেই বিষয়ে ইয়াৰ দ্বাৰাই স্পষ্ট হ'ল। কাৰণ "গুৰু সন্তুষ্ট মাত্ৰেন তুষ্টাস্তি সৰ্ব্বদেৱতা। শ্ৰীগুৰু পাদ পদ্মত আশ্ৰয় গ্ৰহণ কৰিলে কোনো ভয় নাথাকে। গীতাত শ্ৰীকৃষ্ণই অৰ্জ্জুনক কৈছে :—

তদ্বিদ্ধি প্ৰণিপাতেন পৰিপ্ৰশ্নেন সেৱয়া।
উপদেক্ষ্যন্তি তে জ্ঞানং জ্ঞানিনঃ তত্ত্ব দৰ্শিনঃ॥ গীতা ৪।৩৫

অৰ্থাৎ — হে সখি! তুমি জ্ঞানী তত্বদৰ্শী পুৰুষ এজনক প্ৰণিপাত জনাই সেৱা শুশ্ৰূষাৰে সন্তুষ্ট কৰিলৈ গুৰু বৰণ কৰি তত্ব কথাৰ প্ৰশ্ন সুধিবা তেহেতত্ব দৰ্শী পুৰুষে তোমাক তত্ব উপদেশ দিব।

শ্ৰীমন্ত শঙ্কৰদেৱে কৈছেঃ—

হেন জানি চাহে যিটো উত্তম কল্যাণ।
প্ৰথমে কৰিবে সিটো গুৰুক সন্মান॥

নিমিনৱ সিদ্ধ

আৰু :— কৈলো যেন যেন কৃষ্ণ নামৰ মহত্ব।
আক যিটোজনে জানে সংসাৰ মধ্যত॥
আমাৰ সদৃশ সিটো গুৰু সি সি জন।
শিষ্য হুয়া সেৱা কৰা তাহাৰ চৰণ॥

ভক্তি প্ৰদীপ

তদ্বিজ্ঞানাৰ্থং স গুৰুমেৱাভি গচ্ছেং সমিৎ পানিঃ শ্ৰোত্ৰিয়ং ব্ৰহ্মনিষ্ঠম্।
(মুণ্ডকোপনিষদ্। প্ৰথম মুণ্ডক, দ্বিতীয় খণ্ড। ১২)

অৰ্থাৎ—আত্মজ্ঞান লাভৰ কাৰণে হাতত গুৰু শুশ্ৰূষাৰ উপযোগী বস্তুলৈ বেদজ্ঞ আৰু ব্ৰহ্মনিষ্ঠ গুৰু গ্ৰহণ কৰিব লাগে।

মাধৱদেৱে কোৱা বুলি এটি মৌখিক পদ্য আমাৰ মাজত কথিত আছে।

গুৰু সেৱা কৰিলন্ত মাৰ্কণ্ডেয় ঋষি।
গুৰু সেৱা কৰিলন্ত প্ৰহলাদ হৰিষি॥
গুৰু সেৱা কৰিল লক্ষ্মণ সাৱধানে।
গুৰু সেৱা কৰিলোহো আম্ৰা কিছুমানে॥

ইত্যাদি।

গুৰু ভক্তিমাত মাধৱদেৱে "জয় গুৰু শঙ্কৰ সৰ্ব্বগুণাকৰ" বুলি উক্তি কৰিছে।

সত্য যুগৰ পৰা গুৰু শিষ্য পৰম্পৰাত গুৰু কুলত থাকি শিষ্যসকল গুৰু সেৱা পৰায়ণ হৈ কেনে ভাৱে উপকৃত তথা ধন্য হৈছিল তাৰ বহুতো উদাহৰণ আছে। সেইখিনি বেকত নকৰি ইদানীকতে মহাপুৰুষ শঙ্কৰ দেৱক মাধৱদেৱে যি গুৰু ভক্তি প্ৰদৰ্শন কৰিছিল তাৰ উদ্ধৃতি এটি কথা গুৰু চৰিতৰ পৰা দিয়া হ'ল।

"আৰু একদিনা ছন্ন মেঘ গধূলি বেলা স্নান কৈলন্ত। বোলে আঁজি আঙচ নুশুকাবহে কালৈ পিন্ধিবলৈ। পাট ভুনি পছৰা ঘৰিও অনাবলৈ নহ'ল। তেহে ছোট আতা শুনি গৈ গণকুছিত ভোজন পাতি কৰি আতৈ সব শুনত গ'ল, আন্ধাৰ দুপৰ নিশা। বৃষ্টিএ বুকু, এক'কাল জল ঠাই ঠাই, হাবি জঙ্গল, বোকা, মহ, বাঘ, হাতী। গা, উৰু, জংঘা, কাটি এৰালি সিঙ্গা-বিএ, জোকে, পোকে, মহে দাহে খাই বোবধা, বঙ্গা, কৈলে সব শৰীৰ। এই মতে বিল, জান, হাবি, উংৰি, পালেগৈ তিনিপৰ নিশাত দিবাকৰ মৰলৰ গৃহ। মাতিলে উঠি মৰলে দেখি অভ্ৰাহি হৈ বোলে বাপ, কি হৈছে? এই দুপৰ নিশা কিয় অহাগ'ল? বোলে ভুনি পছৰা বামুণী দিয়া গুৰু জনক পুৱালে সলাবলৈ লাগে। তেহে মৰলে নবীন বস্ত্ৰাদি সলোৱাই জুই ধৰি গা সেকি বস্ত্ৰ মুৰি দি নৌকাৰে থৈ গ'লহি। পুবেও পোহৰ হৈ আহিছে, ছোট আতাও খোজ লৈছে বাউসীলৈ। গুৰু জনে শৌচ, শুদ্ধি, নিত্য কৰ্ম্ম কৈ স্নান কৰি গা মচিছে, তেনেতে ছোট আতা শৰাইত ভুনি পছৰা দিছেনি। দেখি গুৰুজনে আচৰিত হৈ বোলে কালি সন্ধ্যা গৈছা, এই ভাদ মহাজলা বৃষ্টি, পংক কেতিয়া কেনেকৈ আনিলা? বোলে বাপ, নিশাই অনা হ'ল। বোলে আমি কালি মধ্যতে সবাৰে আগত কলোঁহে কথাটো এই নিশাৰ কাল কিয় গোলা ভুমি? মই কাহানি পাঁচিছো তোমাক? বোলে বাপ পাচিব লাগে কেলেই? দাস, ভৃত্যে স্বামীৰ কাৰ্য্য বুজি আমি কৰিবই পাওঁ। পাছে মহাপুৰুষ গুৰু সেই খিতে প্ৰেমে জৰি ভক্তিত বশ্য হৈ ঘোষা পটল কৰিছে পৰমাৰ্থ সাৰ"॥

শ্ৰীৰাম আতাই শঙ্কৰ গুৰুৰ পদৰেণু কেনেকৈ সংৰক্ষিত কৰি তিলক ধাৰণ কৰিছিল তাৰ এটি উদ্ধৃতি উক্ত কথা গুৰু চৰিতৰ পৰাই দিয়া হ'ল।

"আৰু একদিন ছোট আতা এখনি কট সাজি কল থহুৰাৰ সজকৈ ধুই পখালি দিলে নি গুৰুজনক। বোলে বাপ, আতে বহি হৰি কথা চৰ্চ্চা যাব। বোলে আৰ কি নাম দিছা? বোলে বাপ কট নাম দিয়া হৈছে। বোলে সজ নাম হৈছে। আতে বহি হৰি গুণ শ্ৰৱণ কীৰ্ত্তন কৰিব দেহৰ কটশত বাসনা দূৰ হব ভকতৰ। তেহে শ্ৰীৰাম আতা সাজিলৈ সুধিছে, গুৰু চৰ্চ্চি দেখাইছে বনৰ জুহা কুটি পৰ্য্যন্ত। তাৰে পৰাহে কঠৰ আহি হ'ল। সবে গান্থি ললে। আগে চলা পিৰাহে আছিল। সেই কট খানিকে শ্ৰীৰাম

আতো পাৰে, তাতে কমলি খানি পাৰি দিএ। উঠিলে ধুলি এই খানি নিতে পৰিচৰ্য্যা সেৱা ধৰে। পাচে কতো দিনৰ ধুলা গোটাই গণকুচিৰ হাটিৰ পাছে ন চৰুত তিয়াই লাৰু কৈ শুকাইছে। আত্মা অন্তৰ্য্যামী, তাৰা ভকত অবিদিত, গৈ দেখি বোলে শ্ৰীৰাম এই কি শুখাইছা? বোলে বাপ, গুৰু জনৰ আজি এক বৰ্ষৰ কট কম্বল তুলি ধূলি ফেৰি শুকাইছোঁ। গুৰু সেৱাৰ বেলা তিলক লবলৈ; বোলে শ্ৰীৰাম অমূল সৰ্ব্বসৰ মোলক তুমিহে পালা চিনি, জগত উদ্ধাৰ বস্তু। এই মহা প্ৰসাদ বস্তু আমাকো দিবা। এই বুলি তাতে ঘোষা কৰি মাতিছে—

পৰম ঈশ্বৰ কৃষ্ণ তাহাঙ্ক নপাই লাগ
তপ জপ যাগ যোগ দানে।
একান্ত ভক্তৰ পদ ৰেণু শুদ্ধ চিত্তে মাথে
অভিষেক নকৰয় মানে॥

তাৰ পৰাহে ধূলাৰ আহি হ'ল। ইত্যাদি।

শ্ৰীমন্ত শঙ্কৰ গুৰুৰ একমাত্ৰ সংস্কৃত গ্ৰন্থ ভক্তি ৰত্নাকৰত সৰ্ব্বপ্ৰথমে তিনি জনা গুৰুৰ কথা উল্লেখ কৰাটো এটি তাৎপৰ্য্যপূৰ্ণ কথা। মাধৱ দেৱে নাম ঘোষাত প্ৰথমতে ভকতক নমস্কাৰ কৰিছে। ভক্তি ৰত্নাকৰৰ প্ৰথম মাহাত্ম্যতে উল্লেখ থকা ৰাক্যটো হ'ল এনেদৰে—

"অথ প্ৰথমমত্ৰ ভক্তি জ্ঞান প্ৰদ গুৰু সেৱা মাহাত্ম্যমাহ– দশমস্কন্ধে অশীত্য ধ্যায়ে দৰিদ্ৰ দামোদৰং প্ৰতি ভগৱদ্দবাক্যম্। ভক্তিজ্ঞান প্ৰদ গুৰুৰত্যান্তঃ পূজ্যঃ ইত্যাশয়েন ত্ৰীন্ গুৰূজনাহ। সৰৈসৎ কৰ্ম্মণাং সাক্ষাৎ দ্বিজাতেৰিহ সম্ভবঃ। আদ্যোঽঙ্গ যত্ৰাশ্ৰমিনাং যথাহং জ্ঞানদো গুৰুঃ। ইহ সংসাৰে যত্ৰ সম্ভৱো জন্মমাত্ৰং যস্মাৎ সঃপিতা তাৱদাদ্যঃ প্ৰথমো গুৰুঃ পূজ্যঃ। কৰ্ম্ম বিদ্যা প্ৰদং গুৰু মাহ, দ্বিজাতেঃ পুংসঃ সৎকৰ্ম্মণাং যত্ৰ সম্ভবঃ উপনয়ন পূৰ্ব্বক ৰেদাধ্যয়নং সঃ দ্বিতীয়ে গুৰুঃ। যথাহমীশ্বৰঃ তথা প্ৰথমাদপি পূজ্যঃ। ব্ৰহ্মবিদ্যা প্ৰদং গুৰুমাহ আশ্ৰমিনামপি সৰ্ব্বেষাং জ্ঞানদো যোগুৰুঃ সতু সাক্ষাদহমেৱ। অতো জ্ঞান প্ৰদং গুৰুৰূপমাশ্ৰিত্য যে সংসাৰং তৰন্তি তে বুদ্ধি মন্ত ইত্যাহ। নন্বৰ্থকোবিদা ব্ৰহ্মণ্। বৰ্ণাশ্ৰমৱতামিহ। যে ময়া গুৰুনা বাচা তৰন্ত্য ঞ্জোভৰাৰ্ণৱম হে ব্ৰহ্মণ্। তে বৰ্ণাশ্ৰমৱতাং মধ্যে অৰ্থকোবিদাঃ। ইহ মনুষ্য জন্মনি। অত্ৰাপি ৱৰ্ণাশ্ৰমৱত্বে সতি যে ময়া গুৰুনা গুৰুৰূপেন বক্ত্ৰাৱাচা উপদেশ মাত্ৰেন সুখেনৈৱ ভৱাৰ্ণৱং তৰন্তি, অতো জ্ঞানদং গুৰুমাশ্ৰিত্য যে

সংসাৰ তৰন্তি তে বুদ্ধিমন্ত ইত্যৰ্থঃ। জ্ঞান প্ৰদাৎ গুৰুৰধিকঃ সেব্যো নাস্তীত্যুক্তম্। অতএব গুৰু ভজনাদধিকো ধৰ্ম্মো নাস্তীত্যত আহ। নাহমিজ্যা প্ৰজাতিভ্যাং তপসোপশমেন বা। তুষ্যেয়ং সৰ্ব্বভূতাত্মা গুৰু শুশ্ৰূষয়া যথা"।

ইত্যাদি।

ভাৰতৰ বৈষ্ণৱ দৰ্শন শাস্ত্ৰত "গুৰু মাহাত্ম্য" বা "গুৰুতত্ব" বিশদ ৰূপে তথা প্ৰধান ভাৱে ব্যক্ত কৰা হৈছে। তাৰে গোটাচেৰেক উদ্ধৃতি দিয়া হ'ল —

গুকাৰ স্ত্বন্ধকাৰঃ স্যাদ্রুকাৰস্তন্নিৱৰ্ত্তকঃ।
অন্ধকাৰ ৱিনাশিত্বাৎ গুৰুৰিত্যভিধীয়তে ॥

সনতসুজাতীয়ম্।

অৰ্থাৎ — 'গু' কাৰে অন্ধকাৰ বুজায়, ৰুকাৰে তাক নিবাৰণ কৰে বা পোহৰ কৰা অৰ্থ বুজায়। অন্ধকাৰ নাশি পোহৰ দিয়ে বাবে 'গুৰু' বুলি কোৱা হয়।

আকৌ — ব্ৰহ্মজ্ঞান পঞ্চ তত্ত্ব গুৰুৰ লক্ষণ।
বিচাৰিয়া আক ভজিয়োক বিদ্যমান ॥
গুৰু তুষ্ট ভৈলে ত্ৰিজগত তুষ্ট হয়।
চৰাচৰ জগতৰ গুৰুসে আশ্ৰয় ॥ অনন্ত কন্দলী/বৈষ্ণৱামৃত
তস্মাদাদৌ গুৰুঃ পূজ্যং পৰমব্ৰহ্ম ময়োহিসঃ।
তৎ প্ৰসাদাদবাপ্যেব দেহি ব্ৰহ্মময়ো ভৱেৎ ॥

ব্ৰহ্মাণ্ড পুৰাণ/৩/২০

সাত্বত তন্ত্ৰত—মনুষ্য বুদ্ধিক যিটো গুৰুত কৰয়।
কুঞ্জৰ স্নানৰ মতে সবে ব্যৰ্থ হয় ॥
সৰ্ব্ব সাধনতে শ্ৰেষ্ঠ গুৰু সেৱা জানা।
তেবে মাধৱত ভক্তি হইবে মনে মানা ॥

পদ/১৪৬

তস্মাৎ সৰ্ব্ব প্ৰযত্নেন যথা বিষ্ণুং তথা গুৰুম্।
অভে'দেনাৰ্চ্চয়েৎ যস্তু স মুক্তি পদমাপ্নুয়াৎ ॥

বিষ্ণু ৰহস্য

অৰ্থাৎ — গতিকে সৰ্ব্বযত্ন সহকাৰে গুৰুক বিষ্ণু বুদ্ধিৰে অভেদ অৰ্চ্চনা যিজনে কৰে, তেওঁ মুক্তি পদ পায়।

দেৱে তীৰ্থে দ্বিজে মন্ত্ৰে দৈৱজ্ঞে ভেষজে গুৰৌ।
যাদৃশী ভাৱনা যস্য সিদ্ধিভৱতি তাদৃশী ॥

হলায়ুধ কৃত ধৰ্ম্ম বিবেকাৎ।

ব্ৰহ্মানন্দং পৰমসুখদং কেৱলং জ্ঞানমূৰ্ত্তিং।
দ্বন্দ্বাতীতং গগন সদৃশং তত্ত্বমস্যাদি লক্ষ্যম্।
একং নিত্যং বিমল, মচলং সৰ্ব্বাধি সাক্ষীভূতং,
ভাৱাতীতং ত্ৰিগুণ ৰহিতং সৎগুৰু তং নমামি॥

শুকৰহস্যম্

অজ্ঞান তিমিৰান্ধস্য জ্ঞানাঞ্জন শলাকয়া।
চক্ষুৰুন্মীলিতং যেন তস্মৈ শ্ৰীগুৰুৱে নমঃ॥

গুৰুগীতা, ইত্যাদি।

গুৰুৰপৰা হ'বলগীয়া অপৰাধৰ কথা শঙ্কৰদেৱৰ ৰচনাৱলী সমূহত যদিও নাই, তথাপি ভক্তাপৰাধ, নামাপৰাধ আৰু দেৱাপৰাধ থকা'ৰ দৰে নিশ্চয় গুৰ্ব্বপৰাধ বা গুৰুৰ অপৰাধো আছে। সেই সম্বন্ধে কেৱলীয়া দৰ্শন আৰু মহাপুৰুষীয়া ভক্তিবাদত আচৰণীয় বিধান আৰু "ভক্তি তত্ত্ব দৰ্পণ" নামৰ পুথিত গুৰুৰ পাঁচ প্ৰকাৰ অপৰাধ থকাৰ কথা পোৱা যায়। শঙ্কৰ গুৰুৱে নামাপৰাধত মাত্ৰ "যিটোজনে কৰে গুৰুক হেলা" বুলি উল্লেখ কৰিছে। উক্ত "ভক্তি তত্ত্ব দৰ্পণ" শাস্ত্ৰত পোৱা পাঁচ প্ৰকাৰ অপৰাধ যেনে — (১) গুৰু নিন্দা কৰা (২) গুৰু নিন্দা শুনা (৩) গুৰুৰ বিষয়ে বেয়া কথা জ্ঞাপনা, সূচনা কৰা (৪) গুৰুক সামান্য ব্যক্তি বুলি মনা (৫) গুৰুৰ আদেশ বিৰোধ বা উলংঘা বা পালন নকৰা। এই পাচোঁটাই গুৰু অপৰাধ। ইয়াৰ বিপৰীতটোৱেই গুৰু মান্য বুলি ধৰা হয়। গোটেইখিনি কথা বিশদ ভাৱে দিবলৈ বাহুল্যৰ আশঙ্কাত তাৰ পৰা আঁতৰত থকা হ'ল। "গুৰু তত্ত্ব" বা গুৰু বিষয়ক কথাখিনি সংক্ষেপে ইয়াকে ব্যক্ত কৰা হ'ল।

## (৩—৪) দেৱ

মহাপুৰুষীয়া ধৰ্ম্মৰ "চাৰি বস্তু"ৰভিতৰত 'দেৱ' তদন্তৰ্গত। ইয়াৰ অবিহনে 'চাৰিবস্তু' পঙ্গু বা পূৰ্ণ নহয়। আমি পূৰ্ব্বতে কৈ অহা মতে 'চাৰি বস্তু' মূলতঃ একে বা পৰমাৰ্থতঃ ঐক্য সূত্ৰতে গঠিত যদিও আমি ইয়াতে চাৰিটাক দুটা ভাগত ভগাব পাৰোঁ। যেনে — প্ৰথম অৱস্থাত ভকত হৈ নললে গুৰু হ'ব নোৱাৰে। সেই হিচাবে ভকত আগ। ভকত হ'লে তাৰ পিছুতে ক্ৰমোন্নতি লাভ কৰি 'গুৰু'ৰ স্তৰলৈ উঠে। যেতিয়া তেওঁ এখোপ আগবাঢ়িল। এনে এটা হিচাবত ভকত আৰু গুৰু একোটাতে পৰে। তাৰ দ্বিতীয়তে দেৱ আৰু নামৰ প্ৰাৰ্থক্য একো নাই। নাম আৰু নামীৰ অবিচ্ছেদ্য সম্পৰ্ক নাম থাকিলেই ব্যক্তি আৰু ব্যক্তি থাকিলেই নাম থকাটো ধৰা-বন্ধা কথা। বীজ

এটাত এজোপা প্ৰকাণ্ড বৃক্ষ সোমাই থকাৰ দৰেই ব্যক্তিজনৰ শৰীৰত নাম-টোৱে বহল ভাবে বিকাশ কৰি আছে। নামধৰি আহবান কৰাৰ লগে লগে ব্যক্তিজনৰ সমগ্ৰ শৰীৰত স্পন্দন উঠে। তেতিয়া ক্ষন্তেকতে তেওঁ উপস্থিত হ'বলৈ বাধ্য হয়। ভগৱানে মানবাদি জীৱ জন্তুৰ সৃষ্টিৰ পূৰ্ব্বতে যেনেকৈ খাদ্যৰ সৃষ্টি কৰি ল'ব লগা হৈছিল, তেনেকৈ ব্যক্তিৰ পূৰ্ব্বতে নামৰ সৃষ্টি কৰিলে। মাতৃ গৰ্ভত বিন্দুস্থিতিৰ লগে লগে তেওঁৰ জন্ম, মৃত্যু, শুভাশুভ আৰু নানা সংঘাত নিৰ্ণয় হয়। মানুহ মাত্ৰেই এইখিনি হ'বই, ই ধ্ৰুব সত্য। গতিকে জন্ম স্থিতিৰ পূৰ্ব্বতে ব্যক্তিজনাৰ নাম লগ্ন হয়। সেই হিচাবত নাম আৰু দেৱৰ মাজত কোনো পাৰ্থক্য নাই। এই ভাৱে চাৰি বস্তুত ভকত, গুৰু, নাম, দেৱ ক্ৰমত হ'ব লাগিছিল। কমলাবাৰী সত্ৰই ভকত, নাম, গুৰু, দেৱ এই ক্ৰমত "চাৰি বস্তু"ক বিকাশ কৰে। কথা হ'ল ভকত হ'বলৈ ভগৱন্তত শৰণ ভজন ভক্তি ল'ব লাগিব। তেতিয়া দেৱৰূপ সাক্ষাতকাৰ হব নোৱাৰে। অহনিশি নামৰ আশ্ৰয়ত দেৱত শৰণ ল'ব লগা হোৱাত ক্ৰমানুসাৰে ভকত আৰু নাম হ'ল। তাৰ পিচতে ক্ৰমোন্নতিত অৰ্থাৎ নামৰ মালা ধাৰণ কৰি ভগৱন্তত গুৰুজনৰ দ্বাৰে মনোনিবেশ কৰোতে 'গুৰু' ক্ৰমোন্নতি আৰু নামৰ স্বৰূপ ব্যক্তি দেৱ পুৰুষে চতুৰ্থ স্থান পাই "চাৰিবস্তু পূৰ কৰিলে। এই হিচাবত শুদ্ধ হোৱা যেন অনুমান হয়। অৱশ্যে সংহতি ভেদে সেই সেই সংহতিৰ "চাৰি বস্তু"ৰ ক্ৰমত ওলট পালট হলেও তেওঁলোকৰ সেই মতেই শুদ্ধ বুলি ধাৰণা কৰি লোৱাত আপত্তি নাথাকে।

'দেৱ' বা 'দেৱতা' বোলোতে আমি সাধাৰণতে ব্ৰহ্মা, মহাদেৱ, ইন্দ্ৰ, চন্দ্ৰ, বায়ু, অগ্নি, সূৰ্য্য, প্ৰভৃতিকে বুজো বা জানো-যি বিলাক প্ৰাকৃতিক শক্তিৰ একোটা অংশ। ইয়াৰ ভিতৰতে মানুহো দেৱতা হয়—যি সকলে জ্ঞান আৰু কৰ্ম্ম সাধনাৰে এই শক্তি সমূহৰ পৰা তৎ শক্তি আহৰণ কৰিব পাৰে। ইয়াক দেৱত্ব লাভ কৰা বুলি কয়। দৰাচলতে উক্ত দেৱতা সকলক পুৰাণাদিয়ে 'দেৱ' স্তৰত ৰাখিলেও এওঁলোক শুদ্ধ ৰূপত দেৱতা নহয়। এওঁলোক অপ দেৱতা বা উপদেৱতা হে। "অৰ্জ্জুনত গীতাত কহিলা কৃষ্ণে সাক্ষা। অপদেৱতাক পূজি হুই-বেক পিশাঞ্চ" ইত্যাদি পৰব্ৰহ্ম পৰম পুৰুষ সৃষ্ট এই দেৱতা অৰ্থাৎ অপদেৱতা সকল মহা প্ৰলয়ত তেওঁত লীন যাব। এওঁ লোকৰ স্বকীয় শক্তি বা বৈশিষ্ট্যতা নাই। পৰব্ৰহ্মৰ পৰা ধাৰ কৰা শক্তিৰেই এওঁলোক বলীয়ান। ধৰুৱা মানুহে মহাজনক ধাৰ পৰিশোধ কৰিবই লাগিব। ধৰুৱা মানুহৰ যেতিয়া সদায় ধাৰ নকৰিলে আন গত্যন্তৰ নাই তেন্তে তেওঁলোক কেনেকৈ স্বকীয় শক্তিৰে আত্যৱন্ত হ'ব সেই কথা সহজতে বুজিব পাৰি। তেওঁলোকে নিজ শক্তি কেনেকৈ পৰকীয়ত খটুৱাব বা বিকীৰণ কৰিব, সেই কথা নবক্তব্যম্। কাৰণ ভক্তি ৰত্নাৱলীত মাধৱ পুৰুষে বেকত কৰিছেঃ—

কালে যাক অধিকাৰ কৰে বিদ্যমান।
তাহাৰ মহত্ত্ব উপহাস্যৰেসে স্থান ॥
এতেকে জানিবা সৰ্ব্বভাৱে পুৰুষৰ।
ভগৱন্ত মাত্ৰ ভৈল ভজনী ঈশ্বৰ ॥
হৰিবিনে আছন্ত যতেক আনদেৱ।
আপোনাকো ৰাখিবাক ক্ষম নোহে কেৱ ॥
নাহি আপোনাৰ পুৰী কালৰ ভয়তে।
তাৰা সবে ৰাখিবে আনক কেনমতে ॥
কেৱলে নিৰ্ভয় এক ঈশ্বৰ মুৰাৰি।
কাল মায়া আদি সমস্তৰে অধিকাৰী ॥
আত্মা লাভ বিনে সুখ আন নমানন্ত।
সৰ্ব্ব ভাৱে ভয়াতুৰ জনক ৰাখন্ত ॥
জানিয়া তাহান দুই অভয় চৰণে।
হুয়োক শৰণাপন্ন কায়বাক্য মনে ॥

পদ। ১০৩, ১০৪, ১০৫

ব্ৰহ্মাদি জগতৰ সকলোকে জীৱ বা প্ৰাণী বুলি কোৱা হয়। তেওঁলোকৰ জীৱাত্মা আছে। গতিকে তেওঁলোকৰ মৰণ অৱশ্যম্ভাৱী। যেতিয়া তেওঁলোক মৃত্যুমুখী, তেনেস্থলত ইতৰ মৃত্যুমুখী সকলক ৰক্ষা কৰিব কেনেকৈ সেৱা ভাবিব লগা। "বন্দিয়ে বন্দিক তাৰে কমন যুগুতি" বা "যেন অন্ধলোক অন্ধ উপদেশে বিষ্ণুক সিটো নজানে" বুলি কোৱাৰ দৰে। এজন চিকিৎসকে এজন ৰোগীক চিকিৎসা কৰে। যেতিয়া চিকিৎসক জনেই ৰোগগ্ৰস্ত হয়, তেতিয়া অন্য সমকক্ষ চিকিৎসকে তেওঁৰ চিকিৎসা কৰিব লগা হোৱাৰ দৰেই। যেতিয়া নিজেই চিকিৎসক হৈ নিজস্ব ৰোগ নিয়ন্ত্ৰণ কৰিব নোৱাৰে, তেন্তে তেওঁ কেনেকৈ আনক চম্ভালিব সেই কথা সহজে অনুমান কৰণীয়।

পুনঃ ৰত্নাৱলীতে কৈছে ঃ—

ভকতি পন্থত এক দেৱ নাৰায়ণ।
শুনা আৰ হেতু সাৱধান কৰি মন ॥
সত্ব ৰজ তম প্ৰকৃতিৰ তিনিগুণে।
ধৰা তিনি মূৰ্ত্তি একে পুৰুষ আপোনে ॥
ৰজো গুণে ব্ৰহ্মা হুয়া সৃজা চৰাচৰ।
সত্বগুণে বিষ্ণুৰূপে পালা নিৰন্তৰ ॥

তমো গুণে ৰুদ্ৰৰূপে সৃষ্টি সংহাৰন্ত।
তিনি গুণে তিনি মূৰ্ত্তি একে ভগৱন্ত ॥
যদ্যপি ভজনি হোন্ত তিনিও ঈশ্বৰ।
তথাপিতো বিষ্ণুতেসে সিদ্ধি মনুষ্যৰ ॥

শ্ৰীমন্ত শঙ্কৰ মহাপুৰুষে ভক্তি ৰত্নাকৰত কৈছে :—

সত্যং সত্যং পুনঃ সত্যমুদ্ধৃত্য ভুজমুচ্যতে।
নাস্তি বেদাৎ পৰং শাস্ত্ৰং ন দেৱ কেশৱাৎ পৰম্ ॥

পঞ্চম মাহাত্ম্য

অৰ্থাৎ — নাৰদে বাহুতুলি কৈছে :— সত্যে, সত্যে, সত্যে এই তিনিসত্যে কও যে বেদতকৈ শ্ৰেষ্ঠ শাস্ত্ৰ নাই আৰু কেশৱতকৈ শ্ৰেষ্ঠ দেৱতা নাই।

ভক্তিমাত আছে ঃ—

ব্ৰহ্মা মহেশ্বৰ যাকৰ চাকৰ
তাকৰ গুণমুহ লেহ।
মাধৱ বান্ধৱ সাধব মুকুতি
তাহে চৰণে চিত্ত দেহ ॥

ত্বমেকং শৰণ্যং ত্বমেকং বৰেণ্যং ত্বমেকং জগৎ কাৰণং বিশ্বৰূপম্।
ত্বমেকং জগৎ কৰ্ত্তৃপাতৃ প্ৰহৰ্ত্তৃ ত্বমেকং পৰং নিশ্চলং নিৰ্ব্বিকল্পম্ ॥

মহানিৰ্ব্বাণ তন্ত্ৰম্ ।২ (ব্ৰহ্মস্তোত্ৰম্)

অৰ্থাৎ— তুমিয়েই একমাত্ৰ শৰণ্য, বৰেণ্য, জগতৰ কাৰণ, জগদ্ৰূপী, জগতৰ সৃষ্টি কৰ্ত্তা, পালন কৰ্ত্তা, সংহৰ্ত্তা আৰু নিৰ্ব্বিকল্প নিশ্চল পৰব্ৰহ্ম।

শাস্ত্ৰান্তৰত ঃ — ব্ৰহ্মা আদি কৰি দেৱ দেৱী আছে যত।
বন্দি হুয়া আছে সবে কালৰ হাতত ॥
নজানি ভকতি যিটো কৰে তাসম্বাত।
বন্দিয়ে বন্দিক মেলাইবেক কেনমত ॥
তথাপিতো আন দেৱ পূজে ভিন্ন বুদ্ধি।
আত্মাঘাত কৰি মৰে নাহি তাৰ সিদ্ধি ॥
পাতকীৰো পাতকী সেহিসে মহাপাপী।
পণ্ডিত বোলায়া খণ্ডে ভক্তিক তথাপি ॥

সৰ্ব্ববেদ ময়ী গীতা সৰ্ব্ব ধৰ্ম্ম ময়ো মনুঃ।
সৰ্ব্ব তীৰ্থ ময়ী গঙ্গা সৰ্ব্ব দেৱ ময়ো হৰিঃ ॥

নৰসিংহ পুৰাণ।

অর্থাৎ — গীতা সকলো বেদময়, মনুসৰ্ব্ব ধৰ্ম্মময়, গঙ্গা সৰ্ব্বতীৰ্থময় আৰু হৰি ভগৱান্ সৰ্ব্ব দেৱতাময়।

অৰ্চ্চিতে দেৱদেবেশ শঙ্খচক্ৰ গদাধৰে।
অৰ্চ্চিতাঃ সৰ্ব্বদেবা: স্যুঃ যতঃ সৰ্ব্বগতো হৰিঃ।

গৰুড় পুৰাণ

অর্থাৎ— শঙ্খ চক্ৰ গদাধাৰী দেৱতাৰ গৰাকী, দেৱ পূজ্য হৰিক অৰ্চ্চনা কৰিলে সকলো দেৱতাক অৰ্চ্চনা কৰা হয়। যিহেতু তেওঁ সৰ্ব্ব ভূততে বিৰাজমান।

দেৱাদিৰ মন্ত্ৰলয় নিন্দে যিটো দুৰাশয়
তাৰ পূজা নকৰো গ্ৰহণ।
দেৱতাক শ্ৰেষ্ঠ কৰি মোক মানে ভিন্ন কৰি
শুদ্ধি নোহে দেহ বুদ্ধিমন॥

কৰি সাৰ্ব্বভৌম ভট্টাচাৰ্য্য। পদ্ম পুৰাণ স্বৰ্গখণ্ড।

কাক ভজন পূজন কৰি সেই ফলানুসাৰে কোনে কাক লাভ কৰিব, সেই সম্বন্ধে গীতাই পৰিষ্কাৰ কৰি দিছে:—

যান্তি দেৱব্ৰতা দেৱান্ পিতৃন্ যান্তি পিতৃব্ৰতাঃ।
ভূতানি যান্তি ভূতেজ্যা যান্তি মৎ যাজি নোঽপি মাম্॥

গীতা ৯/১৫

অর্থাৎ — দেৱব্ৰত পৰায়ণ ব্যক্তি সকলে দেৱগণক, পিতৃ ব্ৰতনিষ্ঠ ব্যক্তিসকলে পিতৃগণক, ভূত উপাসক সকলে ভূতগণক আৰু আমাৰ উপাসক সকলে আমাক লাভ কৰিব।

হুয়া দেৱ দিগম্বৰ ভস্মে বিভূষিত অঙ্গ
শিৰত ধৰিছা জটা ভাৰ।
মহেশে সেৱন্ত যাক হেন হৰি বিনে আন
কোন শ্ৰেষ্ঠ দেৱ আছে আৰ॥

মাধৱদেৱ/নামঘোষা।

ব্ৰহ্মা হৰ পুৰন্দৰ আদি দেব নিৰন্তৰ
যাত সদা পশয় শৰণে।
আৰ আন নাহি ত্ৰিভুবনে।
ভকতজনৰ বন্ধু তুমিসে কৰুণা সিন্ধু
মোৰ গতি তোমাৰ চৰণে॥

মাধৱদেৱ নামঘোষা।

যথা হস্তী পদে সৰ্ব্ব পদ মাত্ৰং প্ৰলীয়তে।
তথা চৰাচৰং বিশ্বং কৃষ্ণ এব প্ৰলীয়তে ॥

শঙ্কৰদেৱ। ভক্তি ৰত্নাকৰ

ইয়াৰ সুন্দৰ ভাঙনি গুৰুজনে কীৰ্ত্তনত দিছে:—

যতেক দেখা খোজ সমুদায় ।
হস্তীৰ খোজত সবে লুকায় ॥
এহিমতে যত বিশ্ব সমস্ত।
কৃষ্ণতে জান সবে যায় অস্ত ॥

কীৰ্ত্তন। ভাগৱত তাৎপৰ্য্য

আলোচ্য সৰ্ব্ব শাস্ত্ৰানি বিচাৰ্য্যচ পুনঃ পুনঃ ।
ইদমেৱ সনিষ্পন্নং ধ্যেয়ো নাৰায়ণঃ সদা ॥ পাণ্ডৱী গীতা। ১২।

অৰ্থাৎ — সকলো শাস্ত্ৰকে পুনঃ পুনঃ আলোচনা আৰু বিচাৰ কৰি এয়ে সিদ্ধান্ত পোৱা হ'ল যে সদায় নাৰায়ণক ধ্যান কৰা উচিত।

মুখে মন্দ হাসং নখেন্দু প্ৰকাশং
কৰে চাৰু চক্ৰং সুৰেশাভি বন্দ্যাম্ ।
ভুজঙ্গে শয়নং ভজে বিশ্বনাথং
হৰেৰণ্য দেৱং নমন্যো ন মন্যে ॥

পৰমহংস ভট্টাচাৰ্য্যকৃত ভুজঙ্গ প্ৰয়াত

অৰ্থাৎ — মুখত স্মিত হাস্যযুক্ত, নখ-চন্দ্ৰ প্ৰকাশিত, হাতত চক্ৰ যুক্ত; ব্ৰহ্মাদি দেৱ বন্দিত, অনন্ত শয্যা শায়িত বিশ্বনাথ ভগৱন্তক ভজনা কৰোঁ। হৰিৰ বাহিৰে অন্য দেৱতাক নামানো নামানো ।

এনেকুৱা দেৱপ্ৰাধান্য সূচক ভগৱৎ মহিমাযুক্ত শাস্ত্ৰীয় যুক্তি অগনিতভাৱে পোৱা যায়। ইয়াৰ ভিতৰত বৈকুণ্ঠও বহুত আৰু তাৰ অধিপতি ঈশ্বৰো বহুত আছে। এফোটা বিশেষ কাৰণত বিশ্বব্ৰহ্মাণ্ড ৰক্ষাৰ কাৰণে এওঁলোক নিয়োজিত আৰু দায়িত্ব গ্ৰহণ কৰি আছে। কিন্তু এওঁলোকৰ স্বকীয় অস্তিত্বৰ অভাৱ। ভগৱানে গীতাত উল্লেখ কৰাৰ দৰে "মমতে জোঽংশসম্ভৱম্ ।' সেইদৰে অৱতাৰো বহুত। "জগতাং উপকাৰায় ন সা কৰ্ম্ম নিমিত্তজা" (বিষ্ণু পুৰাণ ৬৭।৭২) অৰ্থাৎ তেওঁ জগতৰ উপকাৰৰ কাৰণে অৱতাৰ হয় কৰ্ম্ম জন্যৰ কাৰণ নহয়। কোনো কোনো কাৰণত আলোচনাক্ৰমে এই ঈশ্বৰ সকল পৃথিবীলৈ নামি আহে। নমি অহাক অৱতৰণ বা অৱতাৰ বুলি কয়। কিন্তু বিশেষৰো বিশেষ কামত এওঁলোকৰ অধিকাৰ নাই। বিশেষ কাৰণত যিসকলে অৱতৰণ কৰিছিল তেওঁলোকক "চৌবিশ অৱতাৰ" বুলি সংক্ষেপতে কোৱা হয়। ভাগৱত ত ধ্বনিত হৈছে :—

অৱতাৰ হ্যসং খ্যেয়া হৰেঃ সত্ত্ব নিধেৰ্দ্বিজাঃ ।
যথাৱিদাসিনঃ কুল্যাঃ সৰসঃ স্যুঃ সহস্ৰশঃ ॥

ভাগৱত ১৷৩৷২৬

অৰ্থাৎ—যেনেকৈ কোনো এখন অক্ষয় জলাশয়ৰ পৰা অসংখ্য সৰু সৰু জল প্ৰবাহ ওলাই চাৰিওফালে ধাৱিত হয়, তেনেকৈ সত্ত্বনিধি পৰমেশ্বৰৰ পৰা বিবিধ অৱতাৰৰ উৎপত্তি হয়।

অৱতাৰৰ সংখ্যা আমি আগতে প্ৰকাশ কৰি আহিছোঁ যদিও এই প্ৰসঙ্গত পুনঃচৰ্ব্বিত চৰ্ব্বণ কৰিব লগা হৈছে। অৱতাৰৰ সংখ্যা বহুত যেনে পুৰুষাৱতাৰ, গুণাৱতাৰ, কল্পাৱতাৰ, যুগাৱতাৰ, লীলাৱতাৰ, কলাৱতাৰ, অংশাৱতাৰ, মন্বন্তৰাৱতাৰ, অংশাংশী অৱতাৰ, আৱেশাৱতাৰ, পূৰ্ণাৱতাৰ, পৰিপূৰ্ণতমাৱতাৰ ইত্যাদি। ইয়াৰ ভিতৰত প্ৰথম হ'ল পুৰুষাৱতাৰ, যিজনে—

"প্ৰকৃতিক কটাক্ষতে কৰে সচেতন।
যাৰ লীলা তনু জলশায়ী নাৰায়ণ॥
তাঙ্ক বুলি পৰম পুৰুষ মুনিবৰ।
আদ্য অৱতাৰ কৈলো বৈকুণ্ঠ নাথৰ॥

শঙ্কৰদেৱৰ পদ্য ভাগৱত। ১৩১৩,১৩১৪

গুণাৱতাৰঃ— হেন দেখি চিন্তিলন্ত ঈশ্বৰে আপোনে।
ভৈল তাৰক্ষণে তিনি মূৰ্ত্তি তিনি গুণে॥
তমোগুণে ভৈলা ৰুদ্ৰৰূপ মনোহৰ।
স্ফটিকতো অধিক ধৱল কলেৱৰ॥
ৰজোগুণে ভৈলা ব্ৰহ্মা যিটো সৃষ্টি কৰ।
সুবৰ্ণ গৌৰাঙ্গ যেন জ্বলে কলেৱৰ॥
সত্ত্বগুণে ভৈলা বিষ্ণুৰূপ ৰুচিকৰ।
নীল উতপল সম শ্যাম কলেৱৰ॥

কল্পাৱতাৰঃ— ব্ৰহ্মকল্প, পদ্ম কল্প আৰু শ্বেত বৰাহ কল্পৰ অৱতাৰ সমূহ।

যুগাৱতাৰঃ— সত্যত শুক্ল, ত্ৰেতাত ৰাতুল, দ্বাপৰত শ্যাম আৰু কলিত কৃষ্ণ বৰ্ণৰ অৱতাৰ সমূহ।

লীলাৱতাৰঃ— মৎস্য কুৰ্ম্মাদি অৱতাৰ।

কলাৱতাৰঃ— কপিল আদিৰ অৱতাৰ।

অংশাৱতাৰঃ— নাৰদ সিদ্ধ আদি।

মন্বন্তৰাৱতাৰঃ— স্বায়ম্ভূৱ মনু আদিৰ মন্বন্তৰত যজ্ঞ, বিভু, সত্য সেন আদিৰ অৱতাৰ।

অংশাংশীঅৱতাৰঃ পৃথু আদি
আৱেশাৱতাৰঃ—ব্যাস আদি
পূৰ্ণাৱতাৰঃ শ্ৰীৰাম আদি
পৰিপূৰ্ণতমাৱতাৰঃ—শ্ৰীকৃষ্ণ।

ভগৱান অনন্ত। সেই সৰ্ব্বশক্তিমান করুণাময় পৰমাত্মাই নিজৰ কোনো প্ৰয়োজন নহলেও সাধু পৰিত্ৰান ধৰ্ম্ম সংৰক্ষণ, জীৱ সমূহৰ ওপৰত অনুগ্ৰহ কৰিবৰ কাৰণে নৰ শৰীৰ ধাৰণ কৰে। তেওঁৰ অৱতৰণ আৰু তেওঁৰ অৱতাৰ চৰিত্ৰও অনন্ত। সেই কাৰণেই দেৱী ভাগৱতে কৈছে—

এবং যুগে যুগে বিষ্ণুৰৱতাৰাননেকশঃ।
কৰোতি ধৰ্ম্মৰক্ষাৰ্থং ব্ৰহ্মণা প্ৰেৰিতো ভৃশম্॥

দেৱী ভাগৱত—৪।২।৩৭

অৰ্থাৎ :— পৰব্ৰহ্মৰ দ্বাৰা বিশেষ ভাৱে প্ৰেৰিত হৈ বিষ্ণুৱে ধৰ্ম্মৰক্ষাৰ বাবে যুগে যুগে অনেক প্ৰকাৰৰ অৱতাৰ ধাৰণ কৰে।

শ্ৰীকৃষ্ণই অৰ্জ্জুনক কৈছেঃ— বহূনিমে ব্যতীতানি জন্মানি তৱচাৰ্জ্জুন।
তান্যহংৱেদ সৰ্ব্বানি নত্বং বেত্থ পৰন্তপ॥

গীতা—৪।৫

অৰ্থাৎ :— হে পৰন্তপ! মোৰ আৰু তোমাৰ বহু জন্ম অতীত হৈছে। মই সেই খিনি জানো, কিন্তু তুমি নাজানা।

একেই পৰমাত্মাৰ তেওঁৰ বিভিন্ন কাৰ্য্যানুসাৰে বিভিন্ন নাম আৰু ৰূপ ভেদে কাৰ্য্য সম্পন্ন কৰাত ব্যস্ত হয়। সৃষ্টি কৰ্ত্তা ৰূপত তেওঁ ব্ৰহ্মা, পালন কৰ্ত্তা ৰূপত বিষ্ণু আৰু সংহাৰ কৰ্ত্তা ৰূপত শঙ্কৰ। তিনিওটা কাৰ্য্য পৃথিবীৰ বাবে আৱশ্যকীয়। সদায় সৃষ্টি, পালন আৰু সংহৰণ হবই লাগিছে। যদিও তিনিওটা কাৰ্য্যই অতি মহৎ তথাপিতো পালন অতি কঠিন কাৰ্য্য আৰু বহু-মুখী। সৃষ্টি বা জন্মৰ লগে লগে মাতৃয়ে অবোধ বালকক পালন পোষণ তৎপৰ হয়। বালকৰ মল মূত্ৰাদি প্ৰক্ষালন, বস্ত্ৰ শৰীৰ পৰিষ্কাৰ, অঙ্গৰক্ষা, বিদ্যা পাঠ, অন্য দুষ্ট সংসৰ্গৰ পৰা নিষেধ আদি গুৰুত্বপূৰ্ণ কাম পালনৰ অন্তৰ্ভূক্ত। গতিকে বিষ্ণুৰ পালন কাৰ্য্য বাকী দুটাতকৈ অতি কঠোৰ। সৃষ্টি আৰু সংহাৰ কাৰ্য্য সময়ৰ আধিক্য নিষ্পয়োজন। সেইবাবে ব্ৰহ্মা আৰু শঙ্কৰতকৈ বিষ্ণুৰ প্ৰাধান্য সৰ্ব্বাধিক আৰু দুয়োজনৰ শীৰ্ষস্থানত আছে।

পৰিপূৰ্ণতমাৱতাৰ শ্ৰীকৃষ্ণ বাকীসকল অৱতাৰৰ পৰা পৃথক আৰু ই অতীৱ পৰমাৰ্থপূৰ্ণ। বাকীবোৰৰ কাৰ্য্যকলাপ অতি কম। উদাহৰণ স্বৰূপে

শ্ৰীৰামচন্দ্ৰ অৱতাৰত মাত্ৰ লঙ্কেশ্বৰ ৰাৱণ প্ৰভৃতি ৰক্ষ বধ আৰু তাৰ আনুষঙ্গিক দুই এটা সৰু সৰা কাৰ্য্য কৰিয়েই তেওঁৰ জীৱন লীলা সমাপ্ত কৰিছিল। বামনাৱতাৰতো বলিছলন, দেৱ কাৰ্য্য সম্পাদনৰ ব্যতীত অন্য কাৰ্য্য নাই। এনেদৰে বাকী সকলৰ জীৱনৰ কাৰ্য্যকলাপ ক্ষন্তেকীয়া আৰু লীলা ৰঙ্গমঞ্চত এবাৰ প্ৰৱেশ কৰিয়েই আঁৰ কাপোৰ পেলাইছিল। কিন্তু শ্ৰীকৃষ্ণৰ ক্ষেত্ৰত ইয়াৰ সম্পূৰ্ণ বিপৰীত। তেওঁৰ পঁচিশঅধিক ভৈল শতেক বৎসৰ" অৰ্থাৎ এশ পঁচিশ বছৰীয়া জীৱন কালত পৃথিৱীত বহুতো আৱশ্যকীয় কাৰ্য্য সম্পাদন কৰি গল আৰু তেওঁৰ উত্তৰাধিকাৰী হিচাবে পৃথিৱীত ধৰ্ম্ম ৰক্ষা কৰি থাকিবৰ কাৰণে প্ৰাণ বন্ধু উদ্ধৱক উপদেশ দি ৰাখি থৈ গৈছে। কৃষ্ণাৱতাৰ অনেক দৃষ্টিৰে পূৰ্ণ। শ্ৰীকৃষ্ণ বিভিন্ন ৰসৰ প্ৰতিমূৰ্ত্তি। তেওঁৰ ব্যক্তিত্ব বিলক্ষণ। ব্ৰজবালা সকলৰ প্ৰতি লোকাতীত কামাতীত, বাসনাতীত, অহৈতুক, অবিৰল প্ৰেমময়তা শ্ৰীকৃষ্ণৰ ব্যক্তিত্বৰ পৰম অদ্ভুত বিশেষতা—যাৰ চৰম প্ৰকাশ শাৰদীয় ৰাসক্ৰীড়াৰ সময়ত হৈছিল। ৰাসক্ৰীড়াৰ সময়ত, গীতাৰ উপদেশ সময়ত, আৰু উদ্ধৱৰ প্ৰতি জীৱনৰ সন্ধিক্ষণত দিয়া উপদেশৰ সময়ত শ্ৰীকৃষ্ণৰ স্বৰূপ আৰু কাৰ্য্য পৃথক ধৰণৰ আছিল। তেওঁ পাৰ্থ সাৰথিত্ব মহান্ জীৱনৰ এক সুন্দৰ অভিব্যক্তি। শ্ৰীকৃষ্ণই সাৰথিৰ ৰূপত মানৱ সমাজক অত্যন্ত বিচাৰোদ্দীপক উপদেশ দি গ'ল। এনে ধৰণৰ উপদেশ উপনিষদত পোৱা যায়। সেইকাৰণে শ্ৰীমদ্ভাগৱদ্গীতা সকলো উপনিষদৰ সংক্ষিপ্ত সাৰ। সেই মৰ্ম্মে এটি শ্লোকৰ দ্বাৰা আমি ইঙ্গিত দিওঁ —

সৰ্ব্বোপনিষদো গাবো দোগ্ধাগোপাল নন্দনঃ।
পাৰ্থঃ বৎসঃ সুধীৰ্ভোক্তা দুগ্ধং গীতামৃতং মহৎ ॥

গীতা মাহাত্ম্য—৫

ইয়াৰ সুন্দৰ ভাঙনী নাম-ঘোষাত ঃ—

সকল উপনিষদ ধেনু দোগ্ধা ভৈলা তানে নন্দসুত
তাৰ বৎস ভৈলা কুন্তীসুত ধনঞ্জয়।
দুগ্ধ ভৈল মহাগীতামৃত কৃষ্ণৰ চৰণে দিয়া চিত্ত
সুবুদ্ধি সকলে সন্তোষে পান কৰয় ॥৬৩৮॥

ভগৱানৰ প্ৰতি অৱতাৰৰে তৎ লীলা কাহিনী মানা প্ৰসঙ্গে একোখন গ্ৰন্থৰ অৱতাৰ হয়। শ্ৰীৰাম অৱতাৰ লীলা সূচক ৰামায়ণ আৰু শ্ৰীকৃষ্ণৰ মহিমা ঘোষিত মহাভাৰত এই দুখন বৃহৎ ইতিহাস গ্ৰন্থ, বৰাহ পুৰাণ, নৃসিংহ পুৰাণ, বামন পুৰাণ, মৎস্য পুৰাণ, কূৰ্ম্ম পুৰাণ, কল্কি পুৰাণ আদিৰ নাম ইয়াত উল্লেখযোগ্য। ভাগৱত পুৰাণ সৰ্ব্ব [illegible] বা উপনিষদৰ

শিৰোবস্ত্ৰ। ইয়াক সৰ্ব্বশ্ৰুতি (বেদ) শিৰোবস্ত্ৰও বোলে। এই ভাগৱতেই শ্ৰীকৃষ্ণৰ মহিমা সৰ্ব্বাধিক প্ৰকাশ কৰিছে। ভগৱৎ (শ্ৰীকৃষ্ণ) সম্বন্ধীয় কথাৰে পূৰ্ণ বাবে ইয়াক 'ভাগৱত' বোলে। দ্বাদশ স্কন্ধ ভাগৱতৰ ভিতৰত দশম স্কন্ধটোৱেই বহুল তথ্যপূৰ্ণ তথা সৰ্ব্বাধিক দীৰ্ঘতম। ইয়াতেই শ্ৰীকৃষ্ণৰ জীৱনৰ সমস্ত লীলা কাহিনী ব্যক্ত কৰা আছে। শিৱ পুৰাণ আৰু বায়ু সংহিতত ব্ৰহ্মাই সৰ্ব্ব প্ৰথমতে পুৰাণ স্মৰণ কৰিছে তেওঁৰ মুখৰ পৰা বেদ প্ৰকাশ কৰা বুলি কৈছে ঃ—

প্ৰথমংসৰ্ব্ব শাস্ত্ৰানাং পুৰাণং ব্ৰহ্মণা স্মৃতম্ ।
অনন্তৰং চ বক্ত্ৰেভ্যো বেদাস্তস্য বিনিৰ্গতাঃ ॥

শ্ৰীশিৱ পুৰাণ। বায়ু সংহিতা, পূৰ্ব খণ্ড- ১।৩১

অৰ্থাৎ— ব্ৰহ্মাই সকলো শাস্ত্ৰৰ আদিতে পুৰাণ স্মৰণ কৰিলে তাৰ পিচত তেওঁৰ মুখৰ পৰা বেদ বাহিৰ হ'ল।

ইয়াত 'পুৰাণ' শব্দই নিশ্চয় ভাগৱত পুৰাণৰ কথাকেই সূচাইছে। ভাগৱত পুৰাণ মানে "চতুঃ শ্লোকি ভাগৱত"হে হ'ব। কাৰণ ভাগৱত সৰ্ব্ব-পুৰাণ কনিষ্ঠ অৰ্থাৎ ইয়াৰ বহল লিখন সৰ্ব্ব পুৰাণৰ পিচত। সৰ্ব্বপুৰাণ প্ৰসিদ্ধ, সৰ্ব্বশ্ৰুতি শিৰোবস্ত্ৰ, সমস্ত বেদান্ত সাৰ, বৈকুণ্ঠৰ কল্পতৰু আদি বিচিত্ৰ বিশেষণ শব্দেৰে ভাগৱত পুৰাণৰ গৌৰৱ, সৌষ্ঠৱ, মহিমা তথা সৰ্ব্বোৎকৰ্ষতা প্ৰতিপাদন কৰা দেখা যায়।

আমি ওপৰত উল্লেখ কৰা 'ভাগৱত' শব্দৰ তদৰ্থ সংক্ষিপ্ত ভাৱে বিচাৰ কৰিব খুজিছোঁ।

ঐশ্বৰ্য্যস্য সমগ্ৰস্য ধৰ্ম্মস্য যশসঃ শ্ৰিয়ঃ ।
জ্ঞান বৈৰাগ্যয়োশ্চৈৱ ষন্নাং ভগইতীৰণা ॥

বিষ্ণু পুৰাণ— ৬।৫।৭৪

অৰ্থাৎ সমগ্ৰ ঐশ্বৰ্য্য, ধৰ্ম্ম, যশ, শ্ৰী, জ্ঞান, বৈৰাগ্য এই ছটাকে " ভগ " বুলি কয়। সমগ্ৰ ঐশ্বৰ্য্য বুলি কওঁতে ইয়াত ভগৱানৰ অষ্টৈশ্বৰ্য্যৰ কথাকে কৈছে। সেই অষ্টৈশ্বৰ্য্য হ'ল ঃ—

অনিমা লঘিমা ব্যাপ্তি প্ৰাকাম্য মহিমাস্তথা।
ঈশিত্বঞ্চ বশীত্বঞ্চ তথা কামবশায়িতা ॥

নাৰদ পঞ্চৰাত্ৰতন্ত্ৰ- ১।১৪১

অৰ্থাৎ — (ভগৱানৰ অষ্টৈশ্বৰ্য্য) — অনিমা, লঘিমা, ব্যাপ্তি, প্ৰাকাম্য, মহিমা, ঈশিত্ব, বশীত্ব, আৰু কামবশায়িতা।

অনিমা ঃ— জালান্তৰ্গতে ভানু যৎ সূক্ষ্মং দৃশ্যতে ৰজঃ।
তস্য ষষ্ঠতমোভাগঃ পৰমাণুৰিতি স্মৃতঃ ॥

অৰ্থাৎ — সূৰ্য্যৰ ৰস্মি পৰি বেৰৰ সুৰঙাইদি যিবোৰ সূক্ষ্ম ধূলি যাতায়ত কৰি নাচি ৰাগি থাকে বা দেখা পোৱা যায়, উক্ত ধূলিকণা এটাৰ ছভাগ কৰিলে যিটো হ'ব, সেইটোকে পৰমাণু বুলি কোৱা হয়। উক্ত 'পৰমাণু' পৰিমাণৰ সূক্ষ্মাতি সূক্ষ্ম হ'ব পৰা শক্তি হ'ল 'অনিমা'।

লঘিমা :— তুলাবয়বাদপি সূক্ষ্মী ভাবঃ।
অৰ্থাৎ তুলাতকৈয়ো লঘু হ'ব পৰা শক্তি।
লঘিমাগুণক আশ্ৰয়িয়া কৃষ্ণদেৱৰ।
- কংসৰ উচ্ছিত মঞ্চে চৰিলন্ত ভেৰে ॥ (কীৰ্ত্তন) ইত্যাদি।

ব্যাপ্তি ঃ— সৰ্ব্ব প্ৰাণীষ্বৱস্থানম্। অথাৎ সকলো প্ৰাণীত অৱস্থান শক্তি।
ঈশ স্বৰূপে হৰি-সব ঘটে বৈঠহ, যৈচন গগন বিয়াপি।
(বৰগীত)

প্ৰাকাম্য ঃ—যথেচ্ছাচাৰিত্বম্। অৰ্থাৎ-স্বইচ্ছাই যত্ৰ তত্ৰ গমন শক্তি।
এহি বুলি ৰাম কৃষ্ণ যোগমায়া বলে।
একে নিমেষতে গৈয়া পশিলা সুতলে ॥ কীৰ্ত্তন

মহিমা ঃ— স্বীয় শৰীৰ স্থূলী কৃত্য শক্তি।
অৰ্থাৎ— নিৰাকাৰৰ পৰা সাকাৰ ভাৱ শক্তি।
হৰলি ভূমি কেৰি ভাৰ। ভকতৰ হেতু অৱতাৰ।
(পাৰিজাত হৰণ নাট)

ঈশিত্ব ঃ— সৰ্ব্বোপৰি প্ৰভুত্ব ভাৱঃ।
অৰ্থাৎ সকলোৰে ওপৰত স্বামীত্ব ভাব শক্তি।
যত দেৱ দ্বিজ ভূমি। সবাৰো দেৱতা তুমি ॥ (কীৰ্ত্তন)
স্বামী ৰাম নেৰো আৰ চৰণ তোমাৰ। (ঐ)
দূৰ কৰা সংসাৰ বিকাৰ ॥

বশিত্ব ঃ— সৰ্ব্বজগদধীনত্বম্।
অৰ্থাৎ সমস্ত বিশ্ব অধীনত্ব শক্তি।
গুণ কাল কৰ্ম্ম মায়া অধীন যাহাৰ। কৰে কটাক্ষতে সৃষ্টি পালন সংহাৰ,
(ভক্তি ৰত্নাৱলী)

কামবশায়িতা ঃ — ইন্দ্ৰিয় নিগ্ৰহ শক্তি।
অৰ্থাৎ—স্বেচ্ছাই সৰ্ব্ব কাম পূৰ্ণ কৰিব পৰা শক্তি।
যি হেতু চৈতন্য পূৰ্ণ পৰমাত্মাৰূপে হৰি
হৃদয়ত আছন্ত প্ৰকাশি।
তাতেসে ইন্দ্ৰিয় গণ ভূত প্ৰাণ বুদ্ধিমন
প্ৰৱৰ্ত্তে যতেক জড়ৰাশি ॥ নামঘোষা

উক্ত অষ্টৈশ্বৰ্য্যৰ সন্মিলিত শক্তি তথা বাকী পাচোঁটাৰে সৈতে ষট্ গুণ সম্পন্ন 'ভগ' শব্দত অস্ত্যৰ্থে বতুপ্ বা বন্ত প্ৰত্যয় যোগ হৈ 'ভগৱান' পদ সিদ্ধ হৈছে। উক্ত ভগৱানৰ বা ভগৱৎ তত্ত্ব সম্পৰ্কীয় শাস্ত্ৰই হ'ল 'ভাগৱত'। ভাগৱত শাস্ত্ৰত ভগৱানৰ তত্ত্ব নিহিত 'ভগৱান' পদটোৰ অৰ্থ এনেদৰে কৰা হয় :—

উৎপত্তিঞ্চ বিনাশঞ্চ লোকানাম গতিং গতিম্ ।
বেত্তি বিদ্যামবিদ্যাঞ্চ স বাচ্যো ভগৱানিতি ॥

বিষ্ণু পুৰাণ—৬।৫।৭৮

অৰ্থাৎ—সৃষ্টি, স্থিতি, লয় কৰিব পৰা সমৰ্থবান আৰু মায়া, অমায়া আদিক জনা বা সেইসকলৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰিব পৰাজনক ভগৱান বোলে।

সম্ভৰ্ত্তেতি তথা ভৰ্ত্তা ভকাৰোহৰ্থ দ্বয়াম্বিতঃ ।
নেতা গময়িতা স্ৰষ্টা গকাৰাৰ্থস্তথামুনে ॥ ঐ—৭৩

অৰ্থাৎ হে মুনে! ভগৱৎ শব্দৰ ভকাৰৰ দুটা অৰ্থ। প্ৰথম তেঁৱেই সকলোৰে ভৰণকৰ্ত্তা আৰু সকলোৰে আধাৰ। গকাৰৰ অৰ্থ গময়িতা অৰ্থাৎ সকলোৰে কৰ্ম্ম আৰু জ্ঞানৰ ফলৰ প্ৰাপক আৰু স্ৰষ্টা।

ভগৱৎ তত্ত্ব নিহিত বা ভগৱান বিষয়ক পৰিপূৰ্ণ শাস্ত্ৰ ভাগৱতখন অষ্টাদশ পুৰাণৰ লেখত পৰে। পুৰাণবোৰ সত্ত্ব, ৰজ, তম ভেদে ত্ৰিবিধ

সাত্ত্বিক পুৰাণ :— ভাগবত, নাৰদীয়, গৰুড়, পদ্ম, বৰাহ, বিষ্ণু।
ৰাজসিক : - ব্ৰহ্ম, ব্ৰহ্মাণ্ড, ব্ৰহ্মবৈবৰ্ত্ত, মাৰ্কণ্ডেয়, ভবিষ্য, বামন।
তামসিক :— শিৱ, লিঙ্গ, স্কন্ধ, অগ্নি, মৎস্য, কুৰ্ম্ম।

ইয়াৰ ভিতৰত সাত্ত্বিক পুৰাণ কেইখন বৈষ্ণৱ পুৰাণ নামেৰেও প্ৰসিদ্ধ। উক্ত সাত্ত্বিক পুৰাণৰ ভিতৰতো ভাৰতবৰ্ষত ভাগৱত পুৰাণ অপেক্ষা অধিক প্ৰসিদ্ধি আৰু জন-প্ৰিয়তা অন্য কোনো পুৰাণে অৰ্জ্জন কৰিব পৰা নাই। বৈষ্ণৱ সম্প্ৰদায়ৰ ভাগৱত শাখাৰ অসংখ্য অনুবৰ্ত্তিগণৰ ওচৰত এই গ্ৰন্থ পৰম শ্ৰদ্ধেয় আৰু প্ৰামাণ্য। অসমৰ শাক্ত, শৈৱ, বৈষ্ণৱাদি সম্প্ৰদায়ৰ মাজতো ইয়াৰ আদৰ সৰ্ব্বাধিক। বিভিন্ন ভাৰতীয় ভাষাত ইয়াৰ অনুবাদ, বিশিষ্ট তত্ত্ববিদ্ ঈশ্বৰবাদী টীকাকাৰ সকলৰ টীকা প্ৰণয়নে এই শাস্ত্ৰৰ জনপ্ৰিয়তাই প্ৰকাশ কৰিছে। এই প্ৰসিদ্ধি আৰু জনপ্ৰিয়তাৰ কাৰণে পুৰাণ সকলৰ মাজত সৰ্ব্বপ্ৰথম ভাগৱত পুৰাণেই ইউৰোপীয় ভাষাত অনূদিত হয়। ইয়াৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন হৈছে সৰ্ব্বকাৰণৰো কাৰণ পৰমব্ৰহ্ম শ্ৰীকৃষ্ণ দেৱৰ মাহাত্ম্য সৰ্ব্বাধিক প্ৰচাৰ তথা

প্ৰসাৰৰ বাবে। বেদ আৰু স্মৃতি—শাস্ত্ৰতকৈয়ো যে পুৰাণ অত্যধিক গ্ৰহণ-যোগ্য তাৰ ইঙ্গিত স্কন্দ পুৰাণত পোৱা যায় ঃ

যন্ন দৃষ্টংহি বেদেষু তদ্দৃষ্টং স্মৃতিষু দ্বিজ।
উভয়োঃ যন্ন দৃষ্টং হি তৎ পুৰাণৈঃ প্ৰগীয়তে॥

স্কন্দ পুৰাণ / প্ৰভাস খণ্ড।

অৰ্থাৎ—বেদ সমূহত যিখিনি পোৱা নাযায় সেইখিনি স্মৃতি 'শাস্ত্ৰত' পোৱা হয় আৰু উভয়তে যিখিনিৰ অভাৱ, সেই খিনি পুৰাণ সমূহৰ যোগেদি পোৱা হয় বা পুৰাণ সমূহত ব্যাখ্যা হৈছে।

আমি আগতে উল্লেখ কৰিছোঁ যে ভগৱান ষড়ৈশ্বৰ্য্য যুক্ত আৰু উক্ত গুণৰ বিকাশ ভাগৱত শাস্ত্ৰত নিবদ্ধ আছে। নিৰ্গুণ ব্ৰহ্মক সগুণ ভাৱত প্ৰকট কৰা ভাগৱত শাস্ত্ৰৰ মুখ্য বিষয়-বস্তু হ'ল শ্ৰীকৃষ্ণ লীলা কাহিনী। সাধন মাৰ্গৰ চৰম লক্ষ্য নিৰ্গুণ অদ্বৈত তত্ত্ব হলেও সাধন মাৰ্গ প্ৰথমতে সগুণ লীলা বাদী বা প্ৰতীকধৰ্ম্মী হ'ব লাগে। ভাগৱত শাস্ত্ৰ একেশ্বৰবাদী, নিৰ্গুণ ব্ৰহ্ম প্ৰকাশ শাস্ত্ৰ হলেও "সাধকানাং হিতাৰ্থায় ব্ৰহ্মণোৰূপ কল্পনা" কৰি লীলা সৰ্ব্বস্ব ৰূপৰ মাধ্যমেদি প্ৰকট হয় কাৰণে ইয়াক এখন একেশ্বৰ-বাদী প্ৰতীক বদ্ধ শাস্ত্ৰৰূপে বিকাশ লাভ কৰা বুলি থোৱতে ক'ব লাগিব। এই প্ৰতীক বদ্ধ শাস্ত্ৰত বহিৰঙ্গভূত প্ৰতীক বদ্ধৰ কথা কোৱা নাই। ই হ'ল অন্তৰঙ্গভূত প্ৰতীক বদ্ধ শাস্ত্ৰ। অদ্বৈত পৰব্ৰহ্ম বা নিৰ্গুণ ব্ৰহ্মৰ প্ৰতীক ৰূপে সৰ্ব্বদেৱময় সৰ্ব্ব দেৱেশ্বৰ, জগত নিয়ন্তা দৈৱকী নন্দন শ্ৰীকৃষ্ণতে আৰোপ কৰা হৈছে যি জন—ভূতেষ্বন্তৰ্যামী জ্ঞানময়ঃ সচ্চিদানন্দঃ প্ৰকৃতেঃ পৰঃ পৰমাত্মা যদুকুল তিলকঃ স এবায়ম্॥ (প্ৰবোধ সুধাকৰ-শঙ্কৰাচাৰ্য্যকৃত)

বস্তুতঃ বা পৰমাৰ্থতঃ কবলৈ গ'লে ভগৱান শ্ৰীকৃষ্ণ ভাগৱতৰ প্ৰতীক ধৰ্ম্মী মহাপুৰুষ হ'লেও এওঁক সগুণ ৰূপত পৃথিৱী মঞ্চত থিয় কৰি আঁৰ কাপোৰ আঁতৰ কৰিব নোৱাৰি। এওঁৰ লীলা সমূহক সগুণ ৰূপত প্ৰকাশ কৰাত আপত্তি নাই। কাৰণ "এতেচাং শকলাপুংসঃ কৃষ্ণস্তু ভগৱান্ স্বয়ং"। এওঁৰ চাক্ষুষ দৃষ্টিজাত প্ৰতীক বা সগুণত নিৰ্গুণতা পুৰা মাত্ৰাই প্ৰতীয়মান পৰিলক্ষিত হয়। বহিৰ্দৃষ্টিত মায়া কল্পিত শৰীৰত অন্ধলোকে হাতী স্পৰ্শ কৰি বিভিন্ন কল্পনা কৰাৰ দৰে শ্ৰীকৃষ্ণক সগুণ ৰূপত দেখাটো স্বাভাৱিক ধাৰণা হয়। ব্ৰহ্ম কি বস্তু সেই সম্বন্ধে ভগৱানে অৰ্জ্জুনৰ আগত বেকত কৰিছে এনেদৰে

আকাশো হ্যঁৱকাশশ্চ আকাশব্যাপিতঞ্চ যৎ।
আকাশস্য গুণং শব্দো নিঃশব্দং ব্ৰহ্ম উচ্যতে॥ উত্তৰ গীতা—১।৪৭

ইয়াৰ বহল অৰ্থ এনেদৰে- (হে পাৰ্থ) আকাশ শূন্য স্বভাৱ, তাৰ গুণ হ'ল শব্দ। 'যেতিয়া আকাশৰ গুণ শব্দ হ'ল, তেতিয়া আকাশ অদৃশ্য বস্তু। যেনেকৈ বায়ুৰ ৰূপ নাই তাক দেখিবলৈ পোৱা নাযায়, কেৱল স্পৰ্শ দ্বাৰাইহে তাৰ অনুভৱ হয়, সেইদৰে আকাশ অদৃশ্য পদাৰ্থ তাক কেৱল শব্দৰ দ্বাৰাহে অনুমান কৰিব পাৰি। যি বস্তু শূন্য, তাৰ গুণ কেতিয়াও সম্ভৱ নহয়। পৰমাত্মা শব্দ শূন্য আৰু সৰ্ব্বব্যাপী, এই বৃহৎ আকাশ, যাৱতীয় ভূত আৰু ভৌতিক বস্তু সকলোৱেই সেই ব্ৰহ্মত প্ৰতিষ্ঠিত। বস্তুতঃ তেওঁ আকাশাদি সম্পন্ন নিখিল ব্ৰহ্মাণ্ডৰ পৰা বৃহৎ। সেই কাৰণেই তেওঁ ব্ৰহ্ম নামেৰে পৰিকীৰ্ত্তিত।

মহা নিৰ্ব্বান তন্ত্ৰোক্ত শিৱ পাৰ্ব্বতী সংবাদ প্ৰসঙ্গত "আত্মজ্ঞান নিৰ্ণয়" অধ্যায়ত ব্ৰহ্মৰ বিষয়ে কৈছে এনেদৰে :

ব্ৰহ্মাদি তৃণপৰ্য্যন্তং মায়য়া কল্পিতং জগৎ।
সত্যমেকং পৰম্ব্ৰহ্ম বিদিত্বৈবং সুখী ভবেৎ।।

আত্মজ্ঞান নিৰ্ণয়। ৫

অৰ্থাৎ — ব্ৰহ্মাকে আদি কৰি তৃণ পৰ্য্যন্ত যাৱতীয় পদাৰ্থ সমাকুল এই জগৎ মায়া কল্পিত। ইয়াত কোনো সত্যতা নাই। একমাত্ৰ পৰম্ব্ৰহ্মই সত্য। যাৰ এনে বোধ জন্মে সেই ব্যক্তিয়েই সুখী।

পৰম্ব্ৰহ্মৰ ভাগ দুটা, নিৰ্গুণ আৰু সগুণ। নিৰ্গুণক নিৰাকাৰ, নিৰ্ব্বিকাৰ, নিৰ্ব্বিকল্প, অব্যক্ত, অচিন্ত্য, অদৃশ্য, অগ্ৰাহ্য আদি নামে অভিহিত কৰা হয়। তেওঁৰ বাসস্থানৰ কোনো নিৰ্দ্দিষ্ট স্থান নাই। গোলোক প্ৰমুখ্যে ভগৱানৰ (তেওঁৰ পৰা উদ্ভূত) বৈকুণ্ঠৰ নাম পোৱা যায়। এতিয়ালৈকে শাস্ত্ৰীয় পৰম্ব্ৰহ্মৰ স্থানৰ নাম আমাৰ দৃষ্টিগোচৰ হোৱা নাই। মাত্ৰ নামঘোষাত "অব্যয় স্থান" নামৰ এখন পৰম্ব্ৰহ্মৰ স্থানৰ নিৰ্দ্দেশ পোৱা গৈছে :—

জগত আশ্ৰয় কৃষ্ণ তাহান অব্যয় স্থান
তাক প্ৰতি যেবে আছে মন।
ভগৱন্ত ঈশ্বৰৰ চৰণ পঙ্কজে সদা
হুয়ো তেবে একান্ত শৰণ।। — ১২৭।।

মৌখিক ভাষাত এখনি স্থানৰ নাম পোৱা হৈছে।
নিজানন্দ বৈকুণ্ঠত আছিলা একলে।
জীৱক তাৰিতে লাগি আসিলা ভূতলে।।

উপযুক্ত "অব্যয় স্থান" আৰু "নিজানন্দ বৈকুণ্ঠ'ৰ যি ব্ৰহ্মৰ স্থান নিৰ্দ্দেশ কৰা হৈছে, সেই ক্ষেত্ৰত অন্যৰ কথা বাদ দি যোগী সিদ্ধ সকলৰো

চিন্তাৰ অতীত বিষয়। দুটা প্ৰশ্ন আমাৰ মনলৈ আহে প্ৰথম হ'ল তেওঁ যদি অব্যক্ত, নিৰাকাৰ, অদৃশ্য, তেন্তে তেওঁৰ বাসস্থান কেনেকৈ থাকিব পাৰে। দ্বিতীয়তে যদি তেওঁৰ কোনো স্থানেই নাই, তেন্তে তেওঁৰ অব্যক্ত, অচিন্ত্য আদি নাম কেনেকৈ থাকিব পাৰে। নাম থাকিলে ৰূপ থাকিবই লাগিব। এই প্ৰশ্নৰ উত্তৰ সহজতে দিয়া কঠিন। তথাপিতো ক্ষুদ্ৰ বুদ্ধিৰে ইয়াক বিচাৰ কৰা প্ৰয়োজন। নিৰ্গুণ ব্ৰহ্মৰ বিষয়ে উপনিষদে এনেদৰে ব্যেকত কৰিছে –

অদৃষ্টমব্যৱহাৰ্য্যমগ্ৰাহ্যম লক্ষণমচিন্ত্য, মব্যপদেশ্যমেকাত্ম প্ৰত্যয় সাৰং প্ৰপঞ্চোপশমং শান্তং শিৱমদ্বৈতম্।

মাণ্ডুক্যোপনিষদ্ — ?

অৰ্থাৎ — তেওঁ অদৃষ্ট, অব্যবহাৰ্য্য, অগ্ৰাহ্য, অলক্ষণ, অচিন্ত্য, অনিৰ্ব্বচনীয়, একাত্ম প্ৰত্যয়সাৰ, প্ৰপঞ্চ ৰহিত, শান্ত, শিৱ আৰু অদ্বৈত।

অশব্দমস্পৰ্শমৰূপমব্যয়ং তথাৰসং নিতমগন্ধবচ্চ যৎ ॥

কঠোপনিষদ্ — ১৩।১৫

অৰ্থাৎ — যিজন শব্দ ৰহিত স্পৰ্শ ৰহিত, ৰূপ ৰহিত, অব্যয়, ৰস ৰহিত, নিত্য আৰু গন্ধ ৰহিত।

নিৰাকাৰত্ব সম্বন্ধে মুণ্ডকোপনিষদে কয় ঃ— যত্তদদৃশ্যমগ্ৰাহ্যমগোত্ৰ-সৰ্বৰ্ণমচক্ষুঃ শ্ৰোত্ৰং তদ পানি পাদম্।

মুণ্ডকোপনিষদ্ – ১।১।৬

অৰ্থাৎ ঃ— সেইজনেই (ব্ৰহ্ম) যিজন অদৃশ্য, অগ্ৰাহ্য, অগোত্ৰ, অবৰ্ণ, চক্ষু আৰু শ্ৰেত্ৰে ৰহিত, আৰু হস্ত পদাদি ৰহিত।

নিষ্কলং নিষ্ক্ৰিয়ং শান্তং নিৰবদ্যং নিৰঞ্জনম্।

শ্বেতাশ্বতৰোপনিষদ ৬।১৯

অৰ্থাৎ ঃ— ব্ৰহ্ম কলা ( অংশ ) ৰতি, ক্ৰিয়াৰহিত শান্ত, নিৰ্দ্দোষ আৰু মায়া ৰহিত।

ওপৰত উল্লেখ কৰা ধৰণেৰে বেদ, উপনিষদ, তথা অন্যান্য ভাগৱতাদি পুৰাণ, স্মৃতি শাস্ত্ৰাদিৰ পৰা 'ব্ৰহ্ম' সম্পৰ্কে প্ৰচুৰ উদ্ধৃতি দিব পৰা যায়। নানা তথ্যৰ পৰা জনা হয় যে মহা মহা ঋষি মুনি সকলে 'ব্ৰহ্ম' কি বস্তু, তেওঁৰনো ৰূপ কি এই সন্দৰ্ভত নানা বিচাৰ গবেষণা কৰিও তাৰ কোনো সম্ভেদ বা সন্ধান নাপালে। সেই বাবেই বোধহয় বৈদিক ঋষি সকলে বেদাদি আৰু বেদান্তাদি শাস্ত্ৰত অবোধ্য ব্ৰহ্মৰ বিষয়ে নিৰাকাৰ, নিৰঞ্জন, অব্যক্ত, নিৰ্গুণ, অদৃষ্ট আদি শব্দৰ সৃষ্টি কৰিছে। সেয়ে বোধ হয় কীৰ্ত্তনত গুৰুজনে শিশু-লীলা প্ৰসঙ্গত যশোদাৰ কৃষ্ণ স্তুতি প্ৰসঙ্গত উল্লেখ কৰিছে ঃ –

যিটো ব্ৰহ্ম নোহে তৰ্ক গোচৰ।
নপাৰে বচনে মনে ওচৰ ।।
নাহি উতপতি নাহি মৰণ।
সদায়ে প্ৰণামো তান চৰণ ॥

কীৰ্ত্তন ঘোষা। শিশু লীলা।

ব্ৰহ্মাৰ মুখে কোৱাইছে ঃ—

এহি শৰীৰত আছে যতেক মহিমা।
মনেও কৰিব পাৰে কোনে তাৰ সীমা॥
আছোক পৰম ব্ৰহ্ম স্বৰূপ তোমাৰ।
তাক জানিবাক আছে শকতি কাহাৰ ॥

কীৰ্ত্তন ঘোষা। শিশুলীলা।

ইন্দ্ৰদ্যুম্নৰ মুখে কোৱাইছে ঃ—

চৈতন্য স্বৰূপে ব্যাপি এক নিৰঞ্জন।
তোমাক বুলিবে দৈবত কোন অজ্ঞজন ।।
নিশ্চল নিৰ্ম্মল সূক্ষ্মৰূপ যিটো স্বামী।
দেৱে নজানন্ত যাক কেনে জানো আমি ॥

কীৰ্ত্তন ঘোষা। উৰেষা বৰ্ণন

এনে কিছুমান প্ৰমাণেৰে ব্ৰহ্মৰ স্বৰূপ নিৰ্ণয় কৰা সুকঠিনতাৰ কথা চৰ্বিত চৰ্ব্বন কৰিব পাৰি। পৰব্ৰহ্ম বা নিৰ্গুণ ব্ৰহ্মৰ ৰূপ কল্পনা কৰা দুঃসাধ্য যেনেকৈ সৰ্ব্বজন বিদিত, তেনেকৈ তেওঁৰ বাসস্থানৰ কল্পনাও সাধ্যাতীত। কোনো শাস্ত্ৰীয় যুক্তিৰে ব্ৰহ্মৰ দিব্যস্থানত মায়া ৰহিত, কালৰ বিক্ৰম ৰহিত, জনসমাবেশ ৰহিত, লক্ষ্মী, সৰস্বতী আদি ৰহিত বুলি কোৱা হয়। এইটো সঁচা যে ব্ৰহ্মৰ স্থান নামকৰণ নাথাকিলেও তেওঁ মায়া ৰহিত। আমি ব্ৰহ্মৰ দিব্য স্থানৰ নাম মহাপুৰুষ মাধৱদেৱৰ, উল্লিখিত "অব্যয়স্থান" দিলেও বেয়া নহয়—যাৰ কোনো কালেও ব্যয় হ'ব নোৱাৰে। এই তৰ্কৰ অগোচৰ, দেৱতা সকলৰো চিন্তাৰ অতীত, মুনিসকলৰো দুৰ্ব্বোধ্য, অজ্ঞেয় পৰম পুৰুষ ব্ৰহ্ম হ'ল প্ৰকৃতি পুৰুষৰ নিয়ন্ত্ৰক মাধৱ। মাধৱ পুৰুষে নাম ঘোষাত লিখিছে ঃ—

আপদে লক্ষ্মী দেৱীক বোলয়
তাহান স্বামী ঈশ্বৰ।
এতেকেসে তাঙ্ক বোলয় মাধৱ
মহাজন নিৰন্তৰ ॥ — ১৬৩॥

দৰাচলতে উক্ত লক্ষ্মী মাৰ স্বামী (ধৱ) ঈশ্বৰ হোৱা হেতুকে "মাধৱ" নামটো পৰব্ৰহ্মত খটুৱাব নোৱাৰি। তেৰাৰে ৰচিত আৰু এটি ঘোষা "প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ। সমস্তৰে আত্মা হৰি পৰম বান্ধৱ"ত উল্লিখিত 'মাধৱ' নামটো পৃথক ভাৱে অৰ্থ খাটে বা পৰব্ৰহ্মত খটুৱাব পাৰি। 'মা' মানে নিষেধ বাচক (নাই) 'ধব' মানে স্বামী বাচব—মাধৱ অৰ্থাৎ তেওঁত পৰে আৰু স্বামী নাই। প্ৰকৃতি পুৰুষক (জলশায়ী নাৰায়ণক যিজন পৰব্ৰহ্মৰ আদি সৃষ্ট) নিয়ন্ত্ৰণ বা পৰিচালনা কৰিব পৰা মাধৱ অৰ্থাৎ যিজনৰ ব্যতীত স্বামী আৰু নাই সেইজনেই পৰব্ৰহ্ম। তেৱেঁই সমস্তৰে আত্মা, ত্ৰিতাপহাৰী আৰু সকলোৰে শ্ৰেষ্ঠ বান্ধৱ। 'হৰি' শব্দৰ অৰ্থ মাধৱদেৱে এনেদৰে কৰিছে ঃ—

স্মৰণ মাত্ৰকে যিহেতু দুৰ্ঘোৰ
সংসাৰ দুখ হৰন্ত।
এহি হেতুতেসে ঈশ্বৰক হৰি
বোলয় যত মহন্ত॥ ১৫৫

আমি ওপৰত উল্লেখ কৰিছোঁ যে পৰব্ৰহ্মৰ ভাগ দুটা এটা নিৰ্গুণ আৰু আনটো সগুণ। নিৰ্গুণ ভাগটো তেওঁৰ স্থায়ী বা অব্যয়। সগুণ ভাগটোত তেওঁ স্বয়ং প্ৰকাশ হয়। এই সগুণটো তেওঁ অন্তৰ্দ্দৰ্চিতত মায়া, কালাদি ৰহিত হৈ নিৰ্গুণতা ৰহস্যাবৃত হৈ থাকে। ইয়াৰ দ্বাৰা এইটো নহয় যে ব্ৰহ্মৰ কোনো অংশ নিৰ্গুণ আৰু কোনো অংশ সগুণ। ব্ৰহ্মত অংশৰ বা কলাৰ কল্পনা হব নোৱাৰে। তেওঁ স্বৰূপতে যুগপৎ নিৰ্গুণ আৰু সগুণ। বিশ্বব্ৰহ্মাণ্ডৰ বিবিধ ব্যাপাৰ যেনে সৃষ্টি স্থিতি লয়ৰ ললিত লীলাত একমাত্ৰ পৰম পুৰুষৰ হাত আছে। শাস্ত্ৰ সমূহৰ দ্বাৰা আমি এইটোকে বুজিব লাগিব যে সেই পৰব্ৰহ্ম প্ৰকৃতিৰ সত্ত্ব, ৰজ, তম এই তিনি গুণৰ পৰা ৰহিত হোৱাৰ কাৰণে তেওঁ নিৰ্গুণ আৰু জ্ঞান তথা আনন্দ আদি নিজৰ অপ্ৰাকৃত গুণৰ সৈতে হোৱাৰ কাৰণে তেওঁ সগুণ। সেই সগুণ পৰম পুৰুষেই বিষ্ণু। তেওঁ প্ৰাকৃত আকাৰ বৰ্জ্জিত হোৱাৰ কাৰণে নিৰাকাৰ আৰু নিজৰ চিদানন্দময় আকাৰৰ সৈতে হোৱাৰ কাৰণে সাকাৰ।

যতেক প্ৰাকৃত আকাৰ বৰ্জ্জিত
ভৈলন্ত যি হেতু হৰি।
সেহি হেতু তেসে নিৰাকাৰ নাম
আছন্ত ঈশ্বৰে ধৰি॥

মাধৱদেৱ। নাম ঘোষা

উপনিষদে যেনেকৈ ব্ৰহ্মৰ নিৰ্গুণতাখিনি প্ৰকাশ কৰি নিৰাকাৰত্ব প্ৰতিপাদন কৰিছে, তেনেকৈ ব্ৰহ্মৰ সগুণতা প্ৰকাশৰ দ্বাৰা তেওঁৰ সাকাৰত্বৰো ঘোষণা কৰিছে ।

এঃকোদেৱ সৰ্ব্বভূতেষু গূঢ়ঃ সৰ্ব্বব্যাপি সৰ্ব্বভূতান্তৰাত্মা ।
কৰ্ম্মাধ্যক্ষ: সৰ্ব্বভূতাধিবাসঃ সাক্ষী চেতা কেৱলো নিৰ্গুণশ্চ ।।

শ্বেতাশ্বতৰোপনিষদ্—৬।১১

অৰ্থাৎ — একমাত্ৰ দেৱ ( ব্ৰহ্ম ) সৰ্ব্ব প্ৰাণীতে ৰহস্যাবৃত হৈ আছে, সৰ্ব্ব ব্যাপক, সৰ্ব্ব প্ৰাণীৰ অন্তৰাত্মা, কৰ্ম্মাধ্যক্ষ অৰ্থাৎ কৰ্ম্মফল দাতা, সৰ্ব্ব প্ৰাণীতে অৱস্থান, সৰ্ব্বসাক্ষী, চৈতন্য, কেৱল আৰু নিৰ্গুণ ।

এষহিদ্ৰণ্টা স্প্ৰণ্টা প্ৰোন্তা ঘ্ৰাতাৰ সয়িতামন্তাবোদ্ধা কৰ্ত্তা ৱিজ্ঞানাত্মা পুৰুষঃ ।।

প্ৰশ্নোপনিষদ্ — ৪।৯

অৰ্থাৎ — তেৱেঁই দেখোঁতা, স্পৰ্শ কৰোঁতা, শুনোঁতা, ঘ্ৰাণ লওঁতা, ৰসাস্বাদন কৰোঁতা, মনন কৰোঁতা, বুজোঁতা, কৰ্ত্তা, অনুভৱ কৰোঁতা পুৰুষ ।

ভাগৱতে ঘোষণা কৰিছে ঃ— ৱদন্তি তৎ তত্ত্বৱিদস্তত্ত্বং যজ্ জ্ঞানমদ্বয়ম্ ।
ব্ৰহ্মেতি পৰমাত্মেতি ভগৱানিতি শব্দ্যতে ।।

ভাগৱত — ১।২।১২

শঙ্কৰ গুৰুৱে নৰসিদ্ধ সংবাদত কৈছে ঃ—

কাৰণ নভৈলে নোহে কাৰ্য্যৰ উদয় ।
সিটো সব ব্ৰহ্ম তাক শুনা মহাশয় ।।
সবাৰো কাৰণ হোন্ত প্ৰভু ভগৱান ।
কাৰণৰ পৰা সবে কাৰ্য্যৰ বিধান ।।
একহুয়া বহু শক্তি ধৰে কিবা ৰূপে ।
তাহাৰ নিদান ৰাজা শুনিয়ো স্বৰূপে ।।
একে ব্ৰহ্ম মাত্ৰ থাকে সৃষ্টিৰ আদিত ।
জগত স্বৰূপে পাছে হোৱন্ত বিদিত ।।

নৰসিদ্ধ সংবাদ - ১৮৫,১৮৬

নিৰ্গুণ পৰব্ৰহ্মৰ আত্ম প্ৰকাশ "ভক্তানুগ্ৰহায়", "জগতামুপকাৰায়", "ধৰ্ম্ম সংস্থাপনাৰ্থায়" ।

গীতাত — ধৰ্ম্ম সংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে ।
ভাগৱতত — অনুগ্ৰাহায় ভক্তানাং মানুষং দেহমাস্থিতঃ ।
বিষ্ণু পুৰাণত — জগতামুপকাৰায় ন সা কৰ্ম্মনিমিত্তজা ।
চেষ্টা তস্যাপ্ৰমেয়স্য ব্যাধিন্যব্যাহতাত্মিকা'

মায়া ৰহিত ত্ৰিগুণাতীত পৰব্ৰহ্মই জগতৰ উপকাৰৰ কাৰণে অমানৱিক অভৌতিক নৰদেহ অৰ্থাৎ সংক্ষেপে ব্ৰহ্মদেহ ধাৰণ কৰি পৃথিবীত তেওঁৰ লীলা বিলাস প্ৰকাশ কৰি জন সাধাৰণক তেওঁৰ লীলা গান কৰি তেওঁত প্ৰীতি বৰ্দ্ধন হৈ তেওঁৰ কাষ পাবলৈ সুবিধা দি যায়। তেওঁৰ অন্যান্য গৌণ লীলা অৱতাৰৰ কথা বাদ দি তেওঁৰ আদি অৱতাৰ হ'ল পুৰুষাৱতাৰ। সৰ্ব্বাৱতাৰৰ ভিতৰত "প্ৰকৃতিক কটাক্ষতে কৰে সচেতন। যাৰ লীলা তনু জলশায়ী নাৰায়ণ" হলেও এই পুৰুষাৱতাৰ ভগৱন্তৰ লীলা বিকাশ সংক্ষিপ্ত আৰু প্ৰচাৰো সীমাবদ্ধ। এওঁৰ পৰাই অন্যান্য অৱতাৰী সমূহৰ আবিৰ্ভাৱ হয়। অৱশ্যে এই বিলাকো একমাত্ৰ ব্ৰহ্মাংশভূত যদিও কলাৱতাৰ অংশাৱতাৰ ভেদে নামান্তৰ গ্ৰহণ কৰি ব্ৰহ্মতকৈ বহু পৰিমাণে নিম্ন ভাগত থাকে। দ্বাপৰ যুগৰ শেষাংশত সেই ব্ৰহ্মই জগতৰ উপকাৰ আৰু সৃষ্টি, স্থিতি, লয় তথা অনাদি কালৰ পৰা আধৰুৱা হৈ পৰি থকা আৰু অৱতাৰী সকলৰ দ্বাৰা অক্ষম কৰ্ম্ম সমূহ সুসম্পাদন কৰিবৰ নিমিত্তে যদুকুলত বসুদেৱৰ গৃহত পৰিপূৰ্ণতম্ ৰূপে আত্মপ্ৰকাশ কৰে। "পৰব্ৰহ্মই ক্ষুদ্ৰাতিক্ষুদ্ৰ কাৰ্য্যৰ বাবে তেওঁ নানা অৱতাৰ গ্ৰহণ কৰি (পুৰুষাৱতাৰৰ যোগেদি) ক্ষন্তেকতে কাৰ্য্যসম্পাদনান্তে পুনৰ সেই শক্তি নিজ শৰীৰত আহৰণ কৰি আনে– যেনেকৈ—

প্ৰজানামেৱ ভূত্যৰ্থং স তাভ্যো বলিমগ্ৰহীৎ।
সহস্ৰ গুণমুৎ স্ৰষ্টুমাদত্তেহি ৰসংৰবিঃ॥

কালিদাস কৃত-ৰঘুবংশম, ১।১৮

অৰ্থাৎ—তেওঁ (দিলীপে) প্ৰজাৰ হিত সাধনৰ কাৰণে তেওঁলোকৰ পৰা কৰ গ্ৰহণ কৰিছিল। কাৰণ সূৰ্য্যই সহস্ৰ গুণ জল প্ৰদান কৰিবৰ কাৰণেই পৃথিবীৰ পৰা ৰস সংগ্ৰহ কৰি নিয়ে।

পৰব্ৰহ্মই নিজৰ পৰা ক্ষুদ্ৰাংশ বিকীৰণ কৰি সাধাৰণ কৰ্ম্ম কৰি থাকে। পিছত সেই বিলাক তেনেকৈয়ে আহৰণ কৰি লৈ যায়। কিন্তু দেৱকী গৰ্ভজাত পৰম পুৰুষ শ্ৰীকৃষ্ণৰূপে আত্ম প্ৰকাশ কৰোতে যুগপৎ তেওঁ সকলো তেজ শক্তি প্ৰকাশ কৰা বুলি সৰ্ব্ব শাস্ত্ৰই একমুখে স্বীকাৰ কৰিছে। এই সংক্ৰান্তত গৰ্গসংহিতাই পৰিষ্কাৰ ৰূপে এটি সিদ্ধান্ত কৰিছে ঃ—

যস্মিন্ সৰ্ব্বানি তেজাংসি বিলীয়ন্তে স্বতেজসি।
তং বদন্তি পৰে সাক্ষাৎ পৰিপূৰ্ণতমং স্বয়ম্॥

অৰ্থাৎ — যি নিজ শক্তিত (শ্ৰীকৃষ্ণত) সকলো শক্তি অৰ্পণ কৰিছিল, তেওঁকেই স্বয়ং সাক্ষাৎ পৰিপূৰ্ণতম বুলি কোৱা হয়।

আৰো — পৰিপূৰ্ণতমঃ সাক্ষাৎ শ্ৰীকৃষ্ণো ভগৱান্ স্বয়ম্।

গৰ্গ সংহিতা

আনিহাতেদি তেওঁ যি বংশত জন্ম গ্ৰহণ কৰিছিল, সেয়া হ'ল চন্দ্ৰ বংশ। চন্দ্ৰ ষোল কলাৰে পূৰ্ণ। গতিকে ব্ৰহ্মৰ পৰিপূৰ্ণতমৰ লগত চন্দ্ৰ বংশৰ ষোল কলা যুক্ত হোৱাত সোণত সুৱগা চৰালে। শ্ৰীৰামচন্দ্ৰ সূৰ্য্যবংশজাত। সূৰ্য্য বাৰ কলাৰে পূৰ্ণ কাৰণে শ্ৰীৰাম চন্দ্ৰ পূৰ্ণাৱতাৰ বা পৰিপূৰ্ণাৱতাৰ। এওঁ পৰিপূৰ্ণতমাৱতাৰ হ'ব নোৱাৰা নাই।

উপনিষদতো ধ্বনিত হৈছে :—

একোৱশী সৰ্ব্বগঃ কৃষ্ণ ইড্য একোঽপি সন্ বহুধা যোবিভাতি।
তংপীঠং যেহনু ভজন্তি ধীৰাঃ তেষাং সিদ্ধিঃ শাশ্বতী নেতৰেষাম্ ॥
গোপাল পূৰ্ব্বতাপিনী উপনিষদ্
১।১০-১২।২।৮

অৰ্থাৎ :— সকলোকে বশীভূত কৰিব পৰা একমাত্ৰ সৰ্ব্বব্যাপী ভগৱান শ্ৰীকৃষ্ণ সৰ্ব্বথা স্তৱন কৰণযোগ্য। তেওঁ একমাত্ৰ ঈশ্বৰ হৈয়ো অনেক ৰূপত প্ৰকাশিত হয়। যি ধীৰ ব্যক্তিয়ে পূৰ্ব্বোক্ত পীঠাসনত বিৰাজমান সেই ভগৱানক প্ৰতিদিন পূজন কৰে, তেওঁৰ শাশ্বত সুখ প্ৰাপ্ত হয়, অন্যৰ নহয়।

ব্ৰহ্মাৰ কৃষ্ণ স্তুতি প্ৰসঙ্গত : —

অস্যাপি দেৱৱপুষো মদনু গ্ৰহস্য
স্বেচ্ছাময়স্য নতু ভূতময়স্য কোঽপি।
নেশেমহিত্ত্বৱসিতুং মনসান্তৰেন
সাক্ষাত্তৱৈৱ কিমুতাত্মসুখানুভূতেঃ ॥
ভাগৱত—১০।১৪।২

অৰ্থাৎ —হে দেৱ : ভক্তৰ ইচ্ছানুসাৰে প্ৰকট হোৱা তথা মোক অনুগ্ৰহ কৰোঁতা আপোনাৰ এই পঞ্চভূতৰ বাহিৰ অচিন্ত্য শুদ্ধ সত্ত্বময় অৱতাৰ বিগ্ৰহৰ মহিমা মনেৰেও জানিবলৈ মই ব্ৰহ্মা সমৰ্থ নহওঁ। অথবা কোনেও সমৰ্থ নহয়। তেন্তে আপোনাৰ সাক্ষাত স্বৰূপৰ মহিমা একাগ্ৰ চিত্ত হৈ মনেৰে কোনে ৰাখিব পাৰে ?

একং শাস্ত্ৰং দেৱকী পুত্ৰ গীতং একো দেৱো দেৱকী পুত্ৰ এব।
একং মন্ত্ৰং তস্য নামানি যানি কৰ্ম্মাপ্যেকং তস্য দেৱস্য সেৱা॥
( শ্ৰীৰামানুজাচাৰ্য্য ৰচিত )

শ্ৰীমন্তশঙ্কৰ উদনুবাদ :—

একখানি মাত্ৰ শাস্ত্ৰ নিষ্ঠ দেৱকী নন্দনে কৈলা যাক
দেৱো এক মাত্ৰ দেৱকী দেৱীৰ সুত।
দেৱকী পুত্ৰৰ পদ সেৱা কৰ্ম্মো এক এহি মানে মাত্ৰ
মন্ত্ৰো এক তান নাম মন্ত্ৰ অদভুত॥ ৬৬৬॥

দেৱকী নন্দন শ্ৰীকৃষ্ণক 'বাসুদেবং' বুলিও কয়। তেওঁ ৰাজা মুচুকুন্দক পৰিচয় দিওঁতে এনেদৰে কৈছে :—

যদুকুলে ভৈলো জাত।
বসুদেৱ মোৰ তাত।
আতেসে পণ্ডিত লোকে।
বাসুদেৱ বোলে মোকে ॥

কীৰ্ত্তনঘোষা। মুচুকুন্দ স্তুতি

এওঁক দৰাচলতে বসুদেৱৰ পুত্ৰভাবে 'বাসুদেৱ' বুলিব নোৱাৰি। এইটো বাহ্যিক অৰ্থহে। পাৰমাৰ্থিক দৃষ্টিত 'বাসুদেব'ৰ অৰ্থ অন্য ধৰণৰ।

ৱসনাৎ সৰ্ব্ব ভূতানাং ৱসত্বাৎ দেৱ যোনিতঃ।
ৱাসু দেৱস্ততো ৱৈদ্যো বৃহত্বাৎ ৱিষ্ণু ৰুচ্যতে।

মহাভাৰত। উদ্যোগ পৰ্ব্ব —৭০।৩

অৰ্থাৎ ঃ— সেই পৰম পিতা পৰমেশ্বৰ সৰ্ব্বব্যাপক হোৱাৰ কাৰণে সকলো প্ৰাণীতে তেওঁ নিবাস কৰে, সেই কাৰণে 'বসু'; আৰু সকলো দেৱতাৰ উৎপত্তি স্থান হোৱাৰ কাৰণে 'দেৱ' গতিকে তেওঁৰ প্ৰথম নাম "বাসুদেৱ" বুলি জানিবা। বৃহৎ অৰ্থাৎ ব্যাপক হোৱাৰ কাৰণে তেওঁক 'বিষ্ণু' বুলি কয়। সেইকাৰণেই বোধহয় পাণ্ডবী গীতাত উল্লেখ হৈছে ঃ—

বাসুদেৱং পৰিত্যাজ্য যেহন্য দেৱমুপাসতে।
তৃষিতা জাহ্নবী তীৰে কূপং বাঞ্চন্তি দুৰ্ভ্গাঃ ॥

পাণ্ডবী গীতা। ১৭

অৰ্থাৎ—বাসুদেৱক পৰিত্যাগ কৰি যিজনে অন্য দেৱ উপাসনা কৰে, সেই তৃষ্ণাতুৰ দুৰ্ভগা সকলে গঙ্গানদীৰ পাৰত কুৱা খান্দি জলপান কৰিবলৈ যোৱাৰ দৰে কৰে।

ব্ৰহ্ম সংহিতাৰ প্ৰথম শ্লোকটোত শ্ৰীকৃষ্ণক মহিমান্বিত পুৰুষ হিচাবে আমাৰ আগত ঠিয় কৰিছে:—

ঈশ্বৰঃ পৰমঃ কৃষ্ণঃ সচ্চিদানন্দ বিগ্ৰহঃ।
অনাদিৰাদিৰ্গোবিন্দঃ সৰ্ব্বকাৰণ কাৰণম্ ॥

ব্ৰহ্মসংহিতা।১

ইয়াৰ তাৎপৰ্য্য এনেদৰে :— শ্ৰীভগৱানৰ অসংখ্য নামৰ মাজত যি নামৰ দ্বাৰা তেওঁক পৰিপূৰ্ণতমৰূপে নিৰ্দিষ্ট কৰা হ'ব, তেওঁৰ সেই মুখ্যতম নামটো

শ্লোকান্তৰ্গত 'কৃষ্ণ' পদৰ দ্বাৰা ইয়াত প্ৰকাশ কৰা হৈছে। অন্যান্য নাম পৰি-ত্যাগ কৰি আলোচ্য শ্লোকত একমাত্ৰ 'কৃষ্ণ' নামৰ উল্লেখ থকাত ইয়াকেই বুজিব লাগিব যে 'কৃষ্ণ' নামেই মুখ্যতম আৰু একমাত্ৰ 'কৃষ্ণ' নামৰ দ্বাৰাই ভগৱানক পৰিপূৰ্ণতমৰূপে প্ৰকাশ কৰা সম্ভৱ। যাৱদীয় নামৰ মাজত 'কৃষ্ণ' নামেই ভগৱানৰ সৰ্ব্ব প্ৰধান নাম। এই শ্লোকৰ দ্বাৰা কেৱল কৃষ্ণকেই বুজোৱা হৈছে। এই নামৰ ব্যতীত অন্যান্য ভগৱানৰ নাম এই সচ্চিদানন্দ মূৰ্ত্তিধাৰী কৃষ্ণ নামেৰেই অন্তৰ্গত আৰু অন্যান্য অৱতাৰো শ্ৰীকৃষ্ণৰে অংশকলা সম্ভূত। বিবিধ অৱতাৰ সমূহৰ নিৰ্ণয় প্ৰসঙ্গত শ্ৰীমদ্ভাগৱতৰ প্ৰথম স্কন্ধৰ তৃতীয় অধ্যায়ত মহাভাগৱত সূতে কৈছে—"এতে চাংশকলাঃ পুংসঃ কৃষ্ণস্তু ভগবান্ স্বয়ম্"। শ্ৰীচৈতন্য চৰিতামৃত গ্ৰন্থত উক্ত হৈছে:—

অৱতাৰসব পুৰুষেৰ কলা অংশ।
কৃষ্ণ স্বয়ং ভগবান্ সৰ্ব্ব অৱতংস॥

ভাগৱত যেনেকৈ "শ্ৰুতি সাৰ মেকং" আৰু বেদান্ত সূত্ৰৰ মূল ভাষ্য বা বেদান্তৰ প্ৰকৃত তাৎপৰ্য্য একমাত্ৰ ভাগৱততেই পোৱা যায় আৰু ভাগৱত অধ্যয়ন নকৰিলে কদাপিও ব্ৰহ্ম সূত্ৰৰ প্ৰকৃত তাৎপৰ্য্য হৃদয়ঙ্গম নহয়, তেনেকৈ সৰ্ব্বাৱতাৰৰ মূল বস্তু শ্ৰীকৃষ্ণ আৰু তেওঁক নাজানিলে সৰ্ব্বাৱতাৰ তত্ত্বকে হৃদয়ঙ্গম কৰিব নোৱাৰে। 'কৃষ্ণ' শব্দ ব্যতীত অন্যত্ৰ 'ভক্তি' শব্দ প্ৰযোজ্য নহয়। "কৃষ ভক্তি" বুলি কলেহে সি বেছি শুৱনি হয়। কৃষ্ণই একমাত্ৰ ভক্তিৰ বিষয়। 'ব্ৰহ্ম' জ্ঞানৰ বস্তু 'পৰমাত্মা' সান্নিধ্যৰ বস্তু, কৃষ্ণই একমাত্ৰ সেৱা বস্তু। শ্লোকান্ত-ৰ্গত 'কৃষ্ণ' পদটো বিশেষ্য আৰু অন্য পদবোৰ বিশেষণ। এই পদবোৰৰ দ্বাৰা পৰিপূৰ্ণতম স্বয়ং ভগৱান্ শ্ৰীকৃষ্ণৰ স্বৰূপ, গুণ, কৰ্ম্ম আৰু ধৰ্ম্মাদিৰ কথা উল্লেখ কৰা হৈছে। সংস্কৃত 'কৃষ্' ধাতু সত্তাবাচক আৰু 'ন' প্ৰত্যয় আনন্দ বাচক। উক্ত ধাতু আৰু প্ৰত্যয়ৰ ঐক্য দ্বাৰা শ্ৰীকৃষ্ণক পৰমব্ৰহ্ম হিচাবে অভিহিত কৰা হৈছে। প্ৰকাৰান্তৰে 'কৃষ্ণ' শব্দৰ 'কৃষ' ধাতুৰ অৰ্থ আকৰ্ষণ বুজায়। সেই ক্ষেত্ৰত যি স্বকীয় আনন্দহেতুক আকৰ্ষণ কৰে সেয়েই 'কৃষ্ণ' আৰু তেৰেঁই পৰব্ৰহ্ম। অন্য প্ৰকাৰে নাম ঘোষাত কৈছে:—

ঈশ্বৰৰ পদ সেৱা কৰন্তে জীৱৰ যত
কৃষতা গুচয় নিৰন্তৰ।
এহি হেতুতেসে জানা ঈশ্বৰক বুলি কৃষ্ণ
প্ৰসিদ্ধ অন্বয় মনোহৰ॥ ১৪১॥

শ্ৰীমদ্ভাগৱতত যেনেকৈ "কৃষ্ণস্তু ভগৱান স্বয়ং" তেনেকৈ চৈতন্য চৰিতামৃতত "একলা ঈশ্বৰ কৃষ্ণ আৰ সব ভৃত্য" বুলি কৈছে বা "স্বয়ং ৰূপ এককৃষ্ণ ব্ৰজে গোপ মূৰ্ত্তি। শ্ৰীকৃষ্ণই পৰমেশ্বৰ। তেওঁ গোবিন্দ। ইয়াৰ দ্বাৰা ৱজেন্দ্ৰ ৰূপ

বৈশিষ্ট শ্ৰীকৃষ্ণত আৰোপ কৰা হৈছে। 'গোবিন্দ' পদে বেদবিদ্ বেদাধিপ বা বেদৰ ঈশ্বৰ হিচাবে সূচাইছে। কীৰ্ত্তনত "গোৰ ইন্দ্ৰ পাতি কৰি প্ৰণাম। থৈলন্ত কৃষ্ণৰ গোবিন্দ নাম" বুলি কৈছে। 'গোবিন্দ' পদে বৃন্দাবনীয় দ্বিভুজ মুৰুলিধৰ নন্দাত্মজ গোপীজন বল্লভ গো পালক বা বেদ পালক শ্ৰীকৃষ্ণকে বুজাইছে। বৃন্দাবনধামত গোকুলত শ্ৰীকৃষ্ণ পৰিপূৰ্ণতম। মথুৰাত পূৰ্ণতৰ আৰু দ্বাৰকাত পূৰ্ণ বুলি শাস্ত্ৰই কৈছে ঃ—

কৃষ্ণস্য পূৰ্ণতমা বক্ত্যাভূৎ গোকুলান্তৰে।
পূৰ্ণতা পূৰ্ণতৰয়া দ্বাৰকা মথুৰাদিষু॥

ভক্তি ৰসামৃত সিন্ধু

'কৃষ' ধাতুত 'ন' প্ৰত্যয় যোগে নিষ্পাদিত 'কৃষ্ণ' শব্দৰ দ্বাৰা 'পৰমানন্দ' অৰ্থকো সূচায়। কিন্তু আনন্দৰ কোনো বিগ্ৰহ বা মূৰ্ত্তি নাই। গতিকে পৰমানন্দ শ্ৰীকৃষ্ণৰো কোনো বিগ্ৰহ নাই। তেওঁ নিৰাকাৰ। "আনন্দং ব্ৰহ্মণো ৰূপং তচ্চ মুখ্যে প্ৰতিষ্ঠিতম্"। ব্ৰহ্মৰ মূৰ্ত্তি নাই। আনন্দই ব্ৰহ্ম। 'পৰমানন্দ' মানে পৰব্ৰহ্ম বা শ্ৰেষ্ঠ ব্ৰহ্ম। আনহাতেদি পৰব্ৰহ্ম নিৰাকাৰ ইত্যাদি আশঙ্কা আৰু ভ্ৰান্ত সিদ্ধান্ত দূৰ কৰিবৰ কাৰণে শ্ৰীকৃষ্ণৰ স্বৰূপ লক্ষণ প্ৰকাশ কৰি মূল শ্লোকত কৈছে —

"সচ্চিদানন্দ বিগ্ৰহঃ" অৰ্থাৎ—শ্ৰীকৃষ্ণৰ বিগ্ৰহ থাকিও বা ব্ৰহ্মাৰ প্ৰকট মূৰ্ত্তি থাকিও তেওঁ সচ্চিদানন্দময় বিগ্ৰহ অৰ্থাৎ ব্ৰহ্মময় বিগ্ৰহ পূৰ্বসিদ্ধ তথা সৎ, চিৎ, আনন্দ লক্ষণ যুক্ত। 'সৎ' শব্দৰ দ্বাৰা নাশাভাবোপলক্ষিত স্বৰূপ বুজায় — যিজন মিথ্যা আৰু শুন্য নহয় আৰু কোনো প্ৰকাৰে বাধা প্ৰাপ্ত নহয়। এবম্ভূতাত্মক যিজন, সেইজনকে 'সৎ' বুলি কয়। ফলতঃ অব্যভিচাৰে সদায় য'ত বৰ্ত্তমানে থাকে আৰু এবম্ভূত সত্য স্বৰূপ যি, সিয়েই সৎ। "সৎ" এই বিশেষণৰ দ্বাৰা শ্ৰীকৃষ্ণ বিগ্ৰহৰ মিথ্যাত্ব আৰু শূন্যত্ব খণ্ডিত হৈ শ্ৰীকৃষ্ণ মূৰ্ত্তি সত্য আৰু নিত্য, ইয়াকে বুজাইছে। 'চিৎ' শব্দৰ দ্বাৰা স্ব প্ৰকাশ চৈতন্য স্বৰূপ বুজায়। যিজনে অন্য কাৰো বিনা সাহায্যত নিৰপেক্ষ ভাগে নিত্য প্ৰকাশমান থাকি অৰ্থাৎ স্বয়ং প্ৰকাশ হৈ অপৰাপৰ পদাৰ্থ সমূহক প্ৰকাশ কৰে সিয়েই চিৎ। চিৎ শব্দে জ্ঞান। গতিকে 'চিৎ' এই বিশেষণৰ দ্বাৰা শ্ৰীকৃষ্ণৰ জ্ঞান স্বৰূপতা বা নিত্য প্ৰকাশমান নিৰ্ণীত হ'ল। 'আনন্দ বুলিলে পৰম সুখ স্বৰূপ বুজায়। সৰ্বপ্ৰকাৰে অহৈতুকী পৰম প্ৰেমাস্পদেই আনন্দ। কৃষ্ণ বিগ্ৰহ আনন্দ স্বৰূপ। এবম্ভূত সচ্চিদানন্দময় শ্ৰীকৃষ্ণ পৰমেশ্বৰ। তেওঁৰ সমান আৰু কোনো নাই। তেওঁৰ মূৰ্ত্তি বা বিগ্ৰহ সাধাৰণ জীৱাদিৰ

নিচিনা নহয় অৰ্থাৎ পাঞ্চভৌতিক শৰীৰ তেওঁৰ নাই। ই অপ্ৰাকৃত গুণাগুণ-বিশিষ্ট। শ্ৰীকৃষ্ণ আৰু তেওঁৰ বিগ্ৰহ পৰস্পৰ অভিন্ন। সৎ চিৎ আনন্দ এই ত্ৰিবিধ গুণ তেওঁৰ একে বিগ্ৰহতে অৱস্থিত আছে। চৈতন্য চৰিতামৃতত আছে "সচ্চিদানন্দময় কৃষ্ণেৰ স্বৰূপ। একই বিগ্ৰহে তেহোঁ ধৰে তিনৰূপ"। এতিয়া "সচ্চিদানন্দ"ৰ শব্দাৰ্থ হ'ল "সত্য আৰু নিত্য প্ৰকাশমান পৰব্ৰহ্ম"। সচ্চিদানন্দ বিগ্ৰহ শ্ৰীকৃষ্ণ পৰমেশ্বৰ। তেওঁ গোবিন্দ আৰু তেৱেঁই আদি। 'আদি' বোলোতে যাৰ পূৰ্ব্বতে আৰু কোনো নাছিল তাকেই বুজোৱা হৈছে। বিভিন্ন শাস্ত্ৰ যেনে বেদ, উপনিষদ্ পুৰাণ, সংহিতা, স্মৃতি, মহাভাৰত আদিত শ্ৰীকৃষ্ণৰ শ্ৰেষ্ঠত্ব আৰু আদ্যত্ব বিশেষ ভাৱে বৰ্ণিত আৰু স্বীকৃত হৈছে। 'আদি' শব্দৰ দ্বাৰা তেওঁ এজন দ্বিতীয় পৰব্ৰহ্ম মহাপুৰুষ হিচাবে আৰু তেওঁৰ সমান অন্য কোনো নাই-এই তাৎপৰ্য্যকে সূচাইছে। আকৌ শ্ৰীকৃষ্ণ অনাদি। যাৰ আদি নাই তেৱেঁই অনাদি। নাম ঘোষাত মাধৱ পুৰুষৰ বাণী :—

যত বেদবাদী বেদক বিচাৰি
কৰিতে নপাৰে আদি।
এতেকেসে তান পৰম প্ৰখ্যাত
হুয়াছে নাম অনাদি॥ ১৬৯॥

এবম্ভুত শ্ৰীকৃষ্ণ সৰ্ব্বকাৰণ অৰ্থাৎ প্ৰকৃতি পুৰুষ প্ৰভৃতি যিসকল কাৰণ আছে, সেইসকল কাৰণৰো শ্ৰীকৃষ্ণই কাৰণ। সেই বাবেহ শ্ৰীমন্ত শঙ্কৰ গুৰুৱে কীৰ্ত্তন ঘোষাৰ আদিতে সৰ্ব্বাৱতাৰ কাৰণ পৰব্ৰহ্মক প্ৰণতি জনাইছে "প্ৰথ.ম প্ৰণামো ব্ৰহ্ম ৰূপী সনাতন। সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ' ইত্যাদি। শ্ৰীকৃষ্ণৰ ওপৰত আৰু কোনো কাৰণ থাকিব নোৱাৰে।
অতএব তেওঁ অনাদি। শ্ৰীকৃষ্ণই হ'ল—

বিশ্ব সৰ্গ বিসৰ্গাদি নৱ লক্ষণ লক্ষিতম্।

শ্ৰীকৃষ্ণাখ্যং পৰংধাম জগদ্ধাম নমামিতৎ॥

ভাগৱত।

অনেকে কব খোজে যে যদি শ্ৰীকৃষ্ণ পৰিপূৰ্ণতমাৱতাৰ, পৰব্ৰহ্মৰ সাকাৰ বা স্বয়ং প্ৰকাশ হয়, তেন্তে "বিপ্ৰ পুত্ৰ আনয়ণ" প্ৰসঙ্গত পুৰুষাৱতাৰ জলশায়ী ভগৱন্তৰ ঠাইলৈ গৈ অৰ্জ্জুনৰ সৈতে দণ্ডবতে সেৱা কৰিব লগা হ'ল কিয়। প্ৰসঙ্গটো সমাধান কল্পে জনোৱা হয় যে গুৰুজনে কীৰ্ত্তনত লিখিছে :—

অদ্ভুত ৰূপ দেখি ধনঞ্জয়।
কম্পিল শৰীৰ ভৈলন্ত ভয়॥
আত্মাক কৃষ্ণে দৰশন পাই।
পৰি প্ৰণামিলা মাথা দৰাই॥ ৩৯॥

ইয়াত কৃষ্ণই আত্মাকহে প্ৰণতি জনাইছে, তেওঁৰ মূল জন বুলি জনোৱা নাই। আজি কালি (আগৰ দিনতো) দুজন ব্যক্তিৰ ভেটা ভেটি হলে পৰস্পৰে পৰস্পৰক দেখি প্ৰণাম বা হাত যোৰ কৰা নিয়ম আছে। ইয়াক প্ৰতি প্ৰণাম বুলি কয়। কৃষ্ণই নিজৰ আত্মাক প্ৰণাম জনোৱাতো একো লাঘৱৰ কথা নহয়। তদুপৰি কৃষ্ণ তেতিয়ালৈকে মায়া নৰতনু ধাৰী। "নাৰদ কৃষ্ণ দৰ্শন" প্ৰসঙ্গত নাৰদক দেখি কৃষ্ণই (নিজে এগৰাকী মহাপুৰুষ হৈ) কি কৰিছিল তলৰ উদ্ধৃতিলৈ চাওক :—

নাৰদক দেখি উঠিলা হৰি।
প্ৰণামিলা পাৱে শিৰে সাদৰি॥
কৃতাঞ্জলি তুতি বুলিলা বাণী।
আপুনি আসনে বৈসাইলা আনি॥
লক্ষ্মী পানী দেন্ত ভৃঙ্গাৰ ধৰি।
ধুৱাইলা ঋষিৰ চৰণ হৰি॥
লৈলা পাদোদক শিৰত আনি।
বুলিলা অমৃত মধুৰ বাণী॥
পৱিত্ৰ আজি ভৈলো ঋষিৰাজ।
কৰিয়ো আজ্ঞা সাধো কোন কাজ॥

ইত্যাদি।

ইয়াৰ দ্বাৰা শ্ৰীকৃষ্ণই লোকশিক্ষা আৰু নৰ চেষ্টা প্ৰদৰ্শন কৰাহে দেখুৱাইছে। দ্বাপৰ পাৱনাৱতাৰ নৰাকৃতি শ্ৰীকৃষ্ণই পুৰুষাৱতাৰ ভগৱন্তক প্ৰণতি জনাই নিজ সখা অৰ্জ্জুনক তেওঁৰ মায়া নৰতনু হিচাবে কৰ্ম্ম কৰি ভগৱন্তৰ মহিমা বঢ়ালে মাত্ৰ। সাধু সন্ত মহাপুৰুষ সকলে কেতিয়াও নিজস্ব প্ৰাধান্যতা বিস্তাৰ নকৰে। তেওঁলোক সদায় আনতকৈ নিম্ন স্তৰত থাকিব বিচাৰে। তেওঁলোক— 'তৃণাদপি সুনীচেন তৰোৰিব সহিষ্ণুনা।
অমানিনঃ মানদেন কীৰ্ত্তনীয় সদা হৰিঃ।

আকৌ :— নমন্তি ফলিনো বৃক্ষাঃ নমন্তি গুণিনো জনাঃ।
শুষ্কং কাষ্ঠঞ্চ মূৰ্খশ্চ ভিদ্যতে ন তু নম্যতে॥

হিতোপদেশঃ।

অৰ্থাৎ :— ফলবান্ বৃক্ষ বিলাক নম্ৰ হয় অৰ্থাৎ ওলমি পৰে, গুণী ব্যক্তি সকল নম্ৰ হয়; কিন্তু শুকান কাঠে ভাঁজ নলয় আৰু মূৰ্খ মানুহ নম্ৰ নহয়।

গীতাত কৈছে ।— বিদ্যা বিনয় সম্পন্নে ব্ৰাহ্মণে, গবি হস্তিনি ।
শুনি চৈব শ্বপাকেচ পণ্ডিতাঃ সমদৰ্শিনঃ ॥
গীতা—৫/১৮

অৰ্থাৎ ।— পণ্ডিত সকলে বিদ্যা আৰু বিনয় সম্পন্ন ব্ৰাহ্মণ, গো হস্তী, কুকুৰ, আৰু চণ্ডালক তুল্য জ্ঞান কৰে।

গুণৈৰুত্তমতাং যাতি নোচ্চৈৰাসন সংস্থিতঃ ।
প্ৰাসাদ শিখৰস্থোঽপি কাকঃ কিং গৰুড়ায়তে ॥
চানক্য শ্লোক

অৰ্থাৎ ঃ— গুণ সমূহৰ দ্বাৰাই হে উত্তম হয়, উচ্চাসনত বহিলেই মানুহ উত্তম নহয়। যেনে— এটা প্ৰকাণ্ড অট্টালিকাৰ ওপৰত পৰি থকা কাউৰী জানো গৰুড় পক্ষী ৰাজ হ'ব পাৰে।

দ্বিতীয়তে মহাকাল পুৰাধিপতি মহাহৰিয়ে (এওঁ কৃষ্ণ নহয়) কি ক'লে শুৰুজনে প্ৰকাশ কৰিছে ঃ—

দেখিয়া পাছে দুইকো চক্ৰ পাণি।
হাসিয়া হেন বুলিলন্ত বাণী ॥
তোমৰা নৰনাৰায়ণ দুই।
ভৈলা অৱতাৰ মনুষ্য হুই ॥
ধৰ্ম্মক দ্বিজক ৰাখিবে লাগি।
ব্ৰহ্মা দেৱে দুইকো নিলন্ত মাগি।
পৃথিৱীৰ সবে ভাৰ সংহৰি।
আসা মোৰ ঠাইত সত্বৰ কৰি।
ইত্যাদি।

উপযুক্ত প্ৰণামে মহাহৰিৰ কাষত শ্ৰীকৃষ্ণ ম্লান হোৱা যেন বুজাই কাৰণ ইয়াৰ দ্বাৰা শ্ৰীকৃষ্ণাৰ্জ্জুনক নৰনাৰায়ণ হিচাবে চৌবিশ অৱতাৰৰ লেখত ধৰি। আৰু তেওঁলোকক তেওঁ নিজৰ ঠাইলৈ সোনকালে ভাৰ সংহৰি আহিবলৈ আহবান কৰি কৃষ্ণৰ শ্ৰেষ্ঠত্বৰ আঘাত হানিছে। দৰাচলতে ইয়াৰ অৰ্থ এনেদৰে নহয়। আমি আগতে দি অহা অন্যান্য যুক্তি আৰু কবি সাৰ্ব্বভৌম ভট্টাচাৰ্য্যই কোৱাৰ দৰে "অংশ কলা বিভূতিৰ শকতিক লই। বসুদেৱ গৃহত জন্মিবো গৈয়া মই" আৰু গৰ্গ সংহিতাৰ "যস্মিন্ সৰ্ব্বানি তেজাংসি ৱিলীয়ন্তে স্বতেজসি" ইত্যাদি প্ৰমাণ স্বীকৃত হৈছে। শ্ৰীকৃষ্ণই সৰ্ব্বাৱতাৰৰ প্ৰতিজনৰে পৰা একো একো অংশ আহৰণ কৰি আনিছিল। সেইমতে নৰনাৰায়ণৰ পৰাও। সেই কাৰণে "তোমৰা নৰনাৰায়ণ দুই" বুলি কোৱা হৈছে। "আসা মোৰ ঠাইক

সত্বৰ কৰি' বুলি কৈ মহাহৰিয়ে তেওঁৰ পৰা নিয়া অংশটো বিচাৰিছে। ইয়াৰ দ্বাৰা শ্ৰীকৃষ্ণ অধমৰ্ণ হিচাবে পৰিগণিত হোৱা নাই। পৰব্ৰহ্ম শ্ৰীকৃষ্ণই নিজেইহে তেওঁলোকক তেওঁৰ একোটা অংশ ধাৰলৈ দি থৈছে অৰ্থাৎ উত্তমৰ্ণ হৈ আছে। পুনৰ তেওঁলোকে তেওঁৰ পৰা অধমৰ্ণ হ'ব বিচাৰিছে। শ্ৰীকৃষ্ণ বৈকুণ্ঠ প্ৰয়াণৰ আগে আগে ব্ৰহ্মাই শ্ৰীকৃষ্ণক কি কৈছে চাওক —

পৃথিবীক এৰি আৰে আসা নিজ স্থান।
আমি সব কিঙ্কৰক কৰা পৰিত্ৰাণ।

ইয়াত "আসা নিজ স্থান" নিজ স্থান "মানে" মোৰ ঠাইলৈ আহা বুলিহে কৈছে। তাৰ স্পষ্ট প্ৰমাণ পাৱনাৱতাৰ শ্ৰীকৃষ্ণৰ যোগে পৰিষ্কাৰ হৈছে –

যেনে:— মাধৱে বোলন্ত শুনিয়োক প্ৰজাপতি।
পৃথিবীক এৰিতে আমাৰ আছে মতি॥
আগে আমি ইটো যদুকুল কৰি ক্ষয়।
তেবেসে চলিবো ব্ৰহ্মা তোমাৰ নিলয়॥ ১৮

কীৰ্ত্তন/শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ।

এতিয়া বিষয়টো পৰিষ্কাৰ হ'ল। "তোমাৰ নিলয়" মানে তোমাৰ ঠাইলৈ বুজাইছে। ইয়াত "তোমাৰ নিলয়" অৰ্থে ব্ৰহ্মাৰ স্থান "ব্ৰহ্মলোক"ৰ কথা কোৱা নাই। ব্ৰহ্মাৰ যিটো (গুণাৱতাৰ) অংশ তেওঁ আনিছিল, সেইটো তেওঁলৈ পঠাম বুলিহে কৈছে। মহাহৰিয়ে কোৱা "আসা মোৰ ঠাইক সত্বৰ কৰি" আৰু ব্ৰহ্মাই কোৱা "আসা নিজ স্থান' দুয়োটা একাৰ্থক। এজন মানুহক একেসময়তে সেই সেই ঠাইলৈ আহবান কৰিলে, তেওঁ কেনেকৈ একেলগে যাব পাৰে ভাবিলে আচৰিত হ'ব লাগে। গতিকে আমি ওপৰত দিয়া প্ৰমাণৰ দ্বাৰা কথাখিনি পৰিষ্কাৰ হৈছে। এতদতিৰিক্ত চৰ্ব্বিত চৰ্ব্বণ নকৰো।

পৰব্ৰহ্ম পৰম পুৰুষ ভগৱান শ্ৰীকৃষ্ণৰ সাকাৰ অংশাৱতাৰ যাক মাধৱ মহাপুৰুষৰ ভাষাৰে—"ত্ৰিভুবন বন্দন, দৈৱকী নন্দন, যো হৰি মাৰল কংস। জগজন তাৰণ, দেৱ নাৰায়ণ, শঙ্কৰ তাকেৰি অংশ" বোলা কলি পাবনাৱতাৰ শ্ৰীমন্ত শঙ্কৰ গুৰুৰ তেৰাৰ একমাত্ৰ ইষ্টগুৰু আৰু ইষ্টদেৱ আছিল মহাপুৰুষ শ্ৰীশ্ৰীকৃষ্ণ দেৱ। তেৰাই "সমস্ত শাস্ত্ৰমালোড্য" গীতা আৰু ভাগৱতেই পৰব্ৰহ্ম শ্ৰীকৃষ্ণৰ সৰ্ব্বোচ্চ মহিমাঘোষক প্ৰমাণ্য শাস্ত্ৰ হিচাবে স্বীকৃতি দি, য'ত "পৰব্ৰহ্ম পৰংধাম পবিত্ৰং পৰমং ভবান্" (গীতা—১০/১২)

"এতেচাংশকলাঃ পুংসঃ কৃষ্ণস্তু ভগৱান স্বয়ং" (ভাগৱত—১।৩।২৮) বুলি ঘোষিত হৈছে, তাকে সাদৰ গ্ৰহণ কৰিলে। শঙ্কৰদেৱৰ প্ৰধান সেৱক মাধৱদেৱ মহাগুৰু জনায়ো পৰম্ব্ৰহ্ম কৃষ্ণক অধিক স্পষ্ট ৰূপত অঙ্কিত কৰিছে। মাধৱদেৱে বৰগীতত শ্ৰীকৃষ্ণক এনে সুন্দৰ ৰূপত সজাইছে যে তাৰ লোভ সামৰিব নোৱাৰি উদ্ধৃতি দিবলৈ বাধ্য হলো :—

## গীত ৰাগ শ্যাম গড়া

শুনিলো পণ্ডিত। হৰিপদ সেৱা ৰসে স্থিৰ কৰু চিত ॥
অনন্ত নিগম বন গহন অপাৰ। ভৈল ক্ষীণ নিতে অৰ্থ কৰিতে বিচাৰ ॥
তাৰে দেখি মনে দুখ লাগয় হামাৰ। কৰিয়ো সাদৰ ইটো উপদেশ সাৰ ॥
তিনি গুণময় বেদ বন পৰিহৰা। গোৱালীৰ ঘৰে গৈয়া ব্ৰহ্ম চিনি ধৰা ॥
উড়ুখলে যাৰে বান্ধি থৈয়া আছে টানি। সোহি বেদ শিৰোৰত্ন অৰ্থ ভজা জানি ॥
যদি হৰি অনন্ত ব্ৰহ্মাণ্ড অধিকাৰী। তথাপি ভকতৰ বশ্য হোৱন্ত মুৰাৰি ॥
তাতেসে বন্ধন হৰি লৈলা যশোদাৰ। নিৰন্তৰ নিগমৰ এতত্ত্ব বিচাৰ ॥
যাৰ মায়া পাশে বন্দি ব্ৰহ্মা আদি কৰি। গোৱালীৰ হাতে বন্দি ভৈলা হেন হৰি ॥
ভকতি সমান বলী নাহি নাহি আৰ। কহয় মাধৱ গতি নন্দৰ কুমাৰ ॥

(বৰগীত)

অৰ্জ্জুন ভঞ্জন নাটত শ্ৰীকৃষ্ণৰ যোগে কোৱাইছে :—

"হামো কোটি কোটি ব্ৰহ্মাণ্ডক নায়ক। ব্ৰহ্মাদি দেৱক পৰম দেৱতা। হামাকু মহা মহা যজ্ঞে সন্তোষ কৰাইতে নাহি পাৰত" ইত্যাদি।

নিৰ্গুণ ব্ৰহ্মৰ গুণ প্ৰকাশক শ্ৰীমন্ত শঙ্কৰ গুৰুৰ সম্পৰ্কে কৈছে :—

নিৰ্গুণ কৃষ্ণৰ গুণক প্ৰকাশ
কৰিলা শ্ৰীশঙ্কৰে।
শ্ৰৱণ কীৰ্ত্তন কৰি মহাসুখে
পাপীও সংসাৰ তৰে ॥
পৰম ঈশ্বৰ কৃষ্ণ দেৱতাৰ
গুণৰ নাহিকে অন্ত।
ইহাৰ তত্ত্বক জানিবা কেৱলে
শঙ্কৰে মাত্ৰ জানন্ত ॥

নামঘোষা। ৩৫৭, ৩৫৮

চাৰিবেদ শিৰোমণি মাজে
যাকেৰি চৰণ বিকাশ
সোহি দেৱক কয়লি কলিত
শঙ্কৰদেৱ পৰকাশ।

(ভটিমা)

সঁচা কথা। ভাৰতৰ সমূহ ধৰ্মগুৰু যেনে শঙ্কৰাচাৰ্য্য মধবাচাৰ্য্য, চৈতন্য দেৱ প্ৰভৃতিয়ে শ্ৰীকৃষ্ণক যিটো ৰূপত সজালে, তাতকৈ বহু বেছি আকৰ্ষণীয় ৰূপত শঙ্কৰ মাধৱে শ্ৰীকৃষ্ণক সজোৱাতো অপ্ৰিয় সত্য। শঙ্কৰ মাধৱৰ শ্ৰীকৃষ্ণ "একমেবাদ্বিতীয়ম্" বা তেওঁক কাকো সঙ্গী দিয়া নাই। কিন্তু চৈতন্য দেৱৰ শ্ৰীকৃষ্ণৰ বাওঁহাতে ৰাধাদেৱী বিদ্যমান। তেনেদৰে বাকী সকলৰো। শঙ্কৰ মাধৱৰ শাস্ত্ৰৰ মূল হ'ল গীতা ভাগৱত। কিন্তু বাকী সকলৰ ব্ৰহ্ম সূত্ৰ। চৈতন্যই গীতা ভাগৱতক স্বীকৃতি নিদিয়াকৈ থকা নাছিল পিচে পিচত সেইফেৰা ঘূণ থাকি ৰ'ল। সেই কাৰণতে বোধ হয় মাধৱদেৱে কৃষ্ণৰ তত্ত্বখিনি "শঙ্কৰে মাত্ৰ জানন্ত" বুলি কলে।

দুজনা গুৰুৱে ৰামায়ণৰ শ্ৰীৰাম চন্দ্ৰক শ্ৰীকৃষ্ণৰ সমতুলনা কৰা নাই। ৰামায়ণৰ ওপৰত তেৰা সবে বেচি কথা লিখা নাই। শঙ্কৰদেৱে ৰাম বিজয় নাট আৰু মাধৱদেৱে ৰামযাত্ৰা নাট লিখা বুলি চৰিতে কৈছে। মাধৱদেৱৰ ৰচিত "ৰামযাত্ৰা নাট" অৱশ্যে এতিয়া পাবলৈ নাই। কথাগুৰু চৰিতত ইয়াৰ বিস্তৃতি আছে। উত্তৰা কাণ্ডত শ্ৰীৰামচন্দ্ৰৰ গুণ গান কৰা হৈছে। ৰাম বিজয় নাটত শঙ্কৰদেৱে বিশ্বামিত্ৰৰ যোগে ৰাম চন্দ্ৰক অংশৱতাৰ হিচাবে চিত্ৰিত কৰিছে এনেদৰে :—"সোহি ৰামচন্দ্ৰ পৰম ঈশ্বৰ, হৰিক অংশঅৱতাৰ। অসুৰ ৰাকচ মাৰি ভূমিক ভাৰ উতাৰব" ইত্যাদি। মাধৱদেৱে গীতত লিখিছে "দেখু নয়ন ভৰিলোই। পৰম পুৰুষ ৰাম ৰাজা হোই"। শঙ্কৰদেৱে "শুন শুনৰে সুৰ বৈৰি প্ৰমাণা, নিশাচৰ নাশ নিদানা। ৰাম নাম থম, সমৰক সাজিয়ে, সমদলে কয়লি প্ৰয়াণা"। ইত্যাদি। শঙ্কৰ মাধৱ কৃষ্ণৰ প্ৰতি যিমান আকৃষ্ট আছিল, ৰামচন্দ্ৰৰ প্ৰতি সিমান নাছিল। তেৰা সবৰ ৰচিত মৌলিক আৰু অনূদিত শাস্ত্ৰ ৰাজিৰ পৰাই তাৰ স্পষ্টতা পোৱা যায়। কথা গুৰু চৰিতৰ পৰা এটি উদ্ধৃতি দিয়া হ'ল। ইয়াৰ দ্বাৰাই শ্ৰীগুৰুৰ কৃষ্ণৰ প্ৰতি কিমান নিষ্ঠাপৰ আছিল, তাৰ অনুমান বাৰুকৈয়ে পাব পাৰি।

"কৃষ্ণ কথা কীৰ্ত্তন কৈ গৈছে। পাছে ৰাই আতা বোলে দদা, ৰামৰ চৰিত্ৰ কোৱা যক শুনো। তেহে ৰামৰ চৰিত্ৰ তুলি গৈছে, কৃষ্ণ কথাত পৈলেহি। ৰাই আতা বোলে দদা, ৰামৰ চৰিত্ৰহে সুধিছোঁ দহো, কৃষ্ণ কথাহে কয়। বোলে কোনোৱা খানিতে গ'ল। ছোট আতা বোলে বাপ, তাৰকা বধতে পুতনা বধলৈ গ'ল। আকৌ তেহে তাৰকা বধৰে পৰা ধৰিলে। কতখানি কৈ গৈছে, আকৌ কৃষ্ণ চৰিত্ৰত পৈলগৈ। আকৌ ৰাএ বোলে দদা, ৰামৰ চৰিত্ৰহে সুধিছোঁ, দহোঁ কৃষ্ণ কথা কয়? বোলে কোন খানিতে আহিল ভুকে নপালোঁ। ছোট আতা বোলে মাৰীচ বধৰ পৰা চক্ৰবাত বধলৈ গ'ল। তেহে বোলে এ কৃষ্ণ কথা চৰিত্ৰে আমাৰ চিত্তক আহৰণ কৈলে। ৰাত্ৰ নধৰিলে আৰু"।

আমি পুনৰ চৰ্ব্বিত চৰ্ব্বন কৰিব খুজিছোঁ যে শঙ্কৰ মাধৱৰ ইষ্টদেৱ একমাত্র অদ্বৈত নিৰ্গুণ ব্ৰহ্ম কৃষ্ণ। ইষ্টদেৱৰ অদ্বৈততা অথবা নিৰ্গুণ ব্ৰহ্মৰ ভাৱনা তেওঁৰ সম্পূৰ্ণ গ্ৰন্থত ব্যাপ্ত হৈ আছে। অদ্বৈত নিৰ্গুণ ব্ৰহ্মৰ নিৰূপণ কৰোঁতে গুৰুজনাই গ্ৰন্থত বাৰম্বাৰ অজৰ, অমৰ, নিৰাকাৰ, নিৰঞ্জন, অব্যক্ত, গুণাতীত, সৰ্ব্বব্যাপক আদি নাম উল্লেখ কৰিছে। তেওঁই ৰচনা কৰা গ্ৰন্থ ৰাজিত শ্ৰীকৃষ্ণক দুটা বিশেষ ৰূপত সজাইছে। সেয়া হ'ল অদ্বৈত নিৰ্গুণ ব্ৰহ্ম-ৰূপ আৰু সত্ত্ব বিগ্ৰহ ৰূপ। শঙ্কৰ মাধৱৰ মতে নন্দ সুত শ্ৰীকৃষ্ণ জীৱ বিগ্ৰহ নহয়, ঈশ বিগ্ৰহ হে। ঈশ বিগ্ৰহ আৰু জীৱ বিগ্ৰহ দুয়োটাৰে ভিন্ন। এই সম্পৰ্কত আমি এই প্ৰসঙ্গতে আগতে প্ৰকাশ কৰি আহিছো। মূৰ্ত্তে দেৱৰ শাৰিত ব্ৰহ্ম কৃষ্ণ বা সত্ত্ব বিগ্ৰহ ৰূপ কৃষ্ণ আৰোহণ কৰি আছে। শ্ৰীকৃষ্ণৰ সেৱাই দেৱ সেৱা। এয়া মূৰ্ত্ত সেৱাৰ কথা কোৱা নাই, অমূৰ্ত্তক সেৱাৰ কথাহে কোৱা হৈছে। শঙ্কৰদেৱে লিখিছে:—

দেৱৰ মধ্যত দৈৱকী তনয়
ধৰ্ম্মৰ মধ্যত নাম।
দুইত পৰে তিনি নাই নাই নাই
ভকত পূৰণ কাম॥

ভাগৱত।

নমো যদুপতি কৃষ্ণ পৰি কৰো সেৱ।
পৰম পুৰুষ তুমি বিনে নাহি কেৱ॥
নিত্য নিৰঞ্জন শুদ্ধ আনন্দ স্বৰূপ।
ভকতৰ যেন ইচ্ছা তেন ধৰা ৰূপ॥

ভাগৱত/দশম স্কন্ধ।

দেখা কিনো বিপৰীত লীলা মাধৱৰ।
যিটো ব্ৰহ্ম নুহিকন্ত জ্ঞানৰ গোচৰ॥
যিটো অন্তৰ্য্যামী যজ্ঞ ভোক্তা ভগৱন্ত।
হেন হৰি গোপ শিশু লগত ভুঞ্জন্ত॥

ভাগৱত/দশম স্কন্ধ।

শঙ্কৰদেৱে ভক্তি ৰত্নাকৰৰ পঞ্চম মাহাত্ম্যত "পৰম গতিপ্ৰদ ভজনীয় পৰম দেৱতা মাহাত্ম্য" প্ৰসঙ্গত লিখিছেঃ— ইত্যাদি বচনানুসাৰেণ পৰমোপাস্য পৰম ভজনীয় দেৱ কৃষ্ণ এৱ, অতস্তদেক শৰণ তয়াতচ্চৰণোপাসনেনৈৱ পৰম গতিঃ নান্যথেতি নিৰ্ণীতম্।"

অৰ্থাৎ— ইত্যাদি বাক্যানুসাৰে প্ৰমাণ হ'ল যে পৰম উপাস্য পৰম ভজনীয় দেৱ একমাত্ৰ কৃষ্ণইহে। এতেকে তেওঁতে এক শৰণ গ্ৰহণ কৰি তেওঁৰ চৰণ উপাসনাৰ দ্বাৰাইহে পৰম গতি লাভ হয়। অন্যথাই কদাপিও নহয়। এয়ে সিদ্ধান্ত।

আমি ইয়াত অত্যধিক উদ্ধৃতিৰে গ্ৰন্থাকাৰ বহলাব খোজা নাই। এই সন্দৰ্ভত প্ৰথমতে বহুতো প্ৰামাণ্য শ্লোক, পদ ডাঙি ধৰা হ'ল। তাৰ দ্বাৰাই শ্ৰীকৃষ্ণত দেৱত্ব আৰোপৰ কথা পৰিষ্কাৰ কৈ বুজাত নিতান্তই সহজ হ'ব বুলি ভাবি মাত্ৰাধিক্য উদ্ধৃতি দিয়া নহ'ল।

ভকত, নাম, গুৰু এই তিনিটাৰ যেনেকৈ অপৰাধ আছে, তেনেকৈ 'দেৱ' ৰ ক্ষেত্ৰতো অপৰাধ আছে। বাকী তিনিটাতকৈ দেৱাপৰাধৰ সংখ্যা বেছি। ইয়াক বিষ্ণুৰ বত্ৰিশ অপৰাধ বুলি কোৱা হয় যেনে :—

১। অস্নানে বিষ্ণুৰ স্পৰ্শন।
২। বিনা শঙ্খে বিষ্ণুৰ স্নাপন।
৩। অশৌচিত বিষ্ণুৰ স্পৰ্শন।
৪। ভোজনান্তে বিষ্ণু পাদোদক গ্ৰহণ।
৫। বিনা শব্দে আৰু বিনা নৈবেদ্যে বিষ্ণু পূজন।
৬। উচ্চাসনত বহি পূজন।
৭। শীত কালত ব্যজন (বিচনি) ব্যৱহাৰ।
৮। ৰজস্বলা স্ত্ৰীৰ বিষ্ণু দৰ্শন।
৯। পুহ মাহত চন্দন অৰ্পণ।
১০। গ্ৰীষ্ম কালত বিনা চন্দনেৰে পূজন।
১১। ঘণ্টা বাদ্য ভূমিত স্থাপন কৰা।
১২। ফুলক পানীৰ সংস্পৰ্শ কৰি পূজা কৰা।
১৩। বিনা হোমে মহোৎসৱ কৰা।
১৪। পূজা সমাপনে পৃষ্ঠ দৰ্শন কৰা।
১৫। বিষ্ণুৰ সমুখত স্বইচ্ছাত ভ্ৰমণ কৰা।
১৬। ভগৱৎ গৃহত ভোজন কৰা।
১৭। অভোজনত দুখ কৰা।
১৮। বিষ্ণু মন্দিৰত পাদুকাৰে প্ৰবেশ।
১৯। বিষ্ণুৰ মন্দিৰত কম্বল পাৰি বহা।
২০। বিষ্ণুৰ মন্দিৰলৈ বাওঁ ভৰি আগ কৰি প্ৰবেশ কৰা।
২১। মন্দিৰত ক্ৰীড়া আস্ফালন আৰু ভোজনৰ দ্ৰব্য পাক কৰা।

২২। মন্দিৰত শ্লেষ্মাদিৰ প্ৰক্ষেপন কৰা।
২৩। মন্দিৰৰ খেৰেৰে দন্ত ধাবন কৰা।
২৪। বিষ্ণুৰ আগত বাহনত আৰোহণ কৰা।
২৫। বিষ্ণুৰ নৈবেদ্যক দ্ৰব্য বুদ্ধি কৰা।
২৬। শালগ্ৰাম মূৰ্তিক শিলা জ্ঞান কৰা।
২৭। স্থাপিত প্ৰতিমাত প্ৰতিমা ভাৱন কৰা।
২৮। হৰি কীৰ্তি বা যশ নুশুনা।
২৯। হৰি যশস্যা প্ৰশংসা নকৰা।
৩০। বৈষ্ণৱক মনুষ্য বোলা।
৩১। অন্য দেৱৰ সৈতে বিষ্ণুক সমান কৰা।
৩২। আনক দিয়া নৈবেদ্য বিষ্ণুত অৰ্পণ কৰা।

বিষ্ণুৰ এই বত্ৰিশ অপৰাধৰ কথা সাত্বত তন্ত্ৰত পোৱা যায়। শঙ্কৰ গুৰুৱে "নামপৰাধ"ত নামৰ দশাপৰাধৰ কথাহে বেকত কৰিছে। বিষ্ণুৰ বত্ৰিশ অপৰাধৰ ভিতৰত কিছুমান ত্যাজ্য। কাৰণ যি ঠাইত প্ৰতিমা নাই, তাত ইয়াৰ কোনো কোনো অংশ নাখাটে। মুখ্য মুখ্য কিছুমান ভাগৱত প্ৰতিষ্ঠা থকা সত্ৰত (কমলা বাৰী সত্ৰ প্ৰমুখ্যে) ব্যৱহাৰ হয়। ব্যৱহাৰ অনুপযোগী বিলাক বৰ্জ্জনীয়। ইমানতে 'দেৱ' প্ৰসঙ্গ সমাপতি হ'ল। চাৰি বস্তুৰ বিৱৰণ সংক্ষেপে ইয়াত ক্ষুদ্ৰ বুদ্ধিৰে প্ৰকাশ কৰা হৈছে।

### (ক—৪) শৰণত উপদেশ বিধি :—

চাৰিদণ্ডৱৎ আৰু চাৰি পৰিক্ৰিয়া শেষ হলে শৰণগ্ৰাহীতা জনক সত্ৰাধিকাৰ জনাই গুৰু আসনলৈ পুনৰ আঠু লবলৈ কয়। তদনন্তৰে গোটাচেৰেক নিত্য প্ৰয়োজনীয় সদুপদেশ প্ৰদান কৰে। প্ৰথমতে পিতৃ মাতৃৰ প্ৰতি অকপট ভক্তি ৰাখি চলিবলৈ কয়। কাৰণ তিনিজনা গুৰুৰ ভিতৰত পিতৃয়েই আদ্য গুৰু। শঙ্কৰদেৱে ভক্তি ৰত্নাকৰ শাস্ত্ৰত পোনতে তিনিজনা গুৰুৰ কথা উল্লেখ কৰিছে। ৰামচৰণে তদনুবাদ কৰিছে এনেদৰে :—

সংসাৰত যাত হন্তে লভয় জনম।
আদ্যগুৰু পিতৃ সিটো পূজনী উত্তম॥
আনো সব যত যত পূজনী আছয়।
সবাতো কৰিয়া পিতৃ পূজনী হোৱয়॥

ৰামচৰণ ঠাকুৰ/ভক্তি ৰত্নাকৰ
(পদ্য ভাগ)

পণ্ডিত চাণক্যই পাঁচজনা পিতৃৰ কথা উল্লেখ কৰিছে যেনেঃ—

অন্নদাতা ভয়ত্ৰাতা বিদ্যাদাতা তথৈৱচ।
জনিতা চোপনেতা চ পঞ্চৈতে পিতৰঃ স্মৃতঃ।

চাণক্য শ্লোকম্।

অৰ্থাৎ — অন্ন দিওঁতা। ভয়ৰ পৰা ৰক্ষা কৰোঁতা, বিদ্যা শিক্ষা দিওঁতা, জন্ম দিওঁতা আৰু উপনয়ন সংস্কাৰ কৰোঁতা—এই পাঁচজনকেই পিতৃ বুলি কোৱা হয়।

এই মতে পাঁচ সংখ্যক পিতৃ থাকিলেও পূৰ্ব্বোক্ত তিনিজনা গুৰুৰ ভিতৰত পিতৃগুৰু বা নিম্নোক্ত 'জনিতা' বা জন্মদাতা পিতৃয়েই প্ৰকৃত পিতৃ বুলি ধাৰ্য্য কৰা উচিত। ইয়াৰ লগতে গুৰুস্থানীয়, পিতৃস্থানীয়, বয়োজ্যেষ্ঠ আৰু নিজতকৈ শ্ৰেষ্ঠতৰজনক সেৱা, সন্মান কৰিবলৈ উপদেশ দিয়া হয়। দ্বিতীয়তে এক কৃষ্ণ সেৱা ব্যতীত দেৱান্তৰ সেৱা বৰ্জ্জন কৰিবলৈ সদাই দৃঢ়াই কোৱা হয়। সেই সম্বন্ধে গীতা, ভাগৱত, দুজনা গুৰুৰ ৰচিত শাস্ত্ৰ-ৰাজীৰ উদ্ধৃতি কৰি আমি দেৱান্তৰ সেৱা বৰ্জ্জনীয় বিষয়ে "একশৰণ তত্ত্ববিবেচনত" চমুকৈ হলেও ব্যক্ত কৰি আহিছোঁ কাৰণে ইয়াত পুনৰ চাৰ্ব্বিত চৰ্ব্বণ কৰিব নোখোজোঁ। শৰণৰ মূলতে যে এক কৃষ্ণৰ সেৱাহে কৰণীয়, সেই সম্পৰ্কে নবক্তব্যম্। তৃতীয়তে মদ, ভাং, কানি, চিগাৰেট্ আৰু তজ্জাতীয় মাদক পদাৰ্থ সেৱন কৰিবলৈ বাধা নিষেধ কৰা হয়। তাৰ পৰা দৈহিক, মানসিক, আৰ্থিক অপকাৰিতা কেনে হব পাৰে সেই সম্পৰ্কে পৰিষ্কাৰকৈ বুজাই দিয়ে। বেদাদি হিন্দুৰ অলেখ শাস্ত্ৰত মদ সেৱনৰ পৰা আঁতৰি থাকিবলৈ উপদেশ দিয়া হৈছে। মহাপুৰুষ দুজনায়ো এই কুকাৰ্য্যৰ পৰা আঁতৰি থাকিবলৈ উপদেশ দি গৈছে। তেৰাসবে মাদক নিবাৰণী বাণী, ধৰ্ম্ম শিক্ষাৰ ভিতৰুৱা কৰি লৈছিল। ধৰ্ম্মধৰি ভক্তি আচৰণ কৰিবলৈ প্ৰথমে মাদকতা বৰ্জ্জনৰ উপদেশ দি অপকাৰ বুলি বুজাই আহিছে। মানৱ জন্মৰ চৰম উদ্দেশ্য ধৰ্ম্মাচৰণৰ দ্বাৰা আধ্যাত্মিক উন্নতি কৰা। সুৰাপায়ী সকলৰ শঙ্কৰদেৱৰ একশৰণ হৰি নাম ধৰ্ম্মত প্ৰবেশাধিকাৰ নাই। কীৰ্ত্তন ঘৰত থাপনাৰ আগত মদ্য পান কৰাটো দূৰৰ কথা, ভাং ধপাত চুৰট আদি খোৱাও নিষিদ্ধ। গুৰুজনে লিখিছে—

আচাৰ লজ্জাক ত্যজে যিটো দ্বিজগণ।
পশু বুদ্ধি কৰে পাপী সুৰাক ভক্ষণ॥
পূজাদি নৰকে পৰে নাহিকে নিস্তাৰ।
পূজ বিষ্ঠা মূত্ৰ যত ভক্ষ হোৱে তাৰ।

অনাদি পাতন।

আকৌ কৈছে ঃ— স্ত্ৰীমদ্য মাংস সেৱাৰ কথা।
কেমনে কৰৈ জন্মক বৃথা॥
..............................
..............................
সুৰাপায়ী চাটুকাৰ চণ্ডাল।
নিষ্ঠুৰ বাক্য বোলে সৰ্ব্বকাল ॥ ইত্যাদি।

শঙ্কৰদেৱ। কীৰ্ত্তন ঘোষা।

বেদ আৰু স্মৃতি শাস্ত্ৰাদিতো মদ্য অপেয় বুলি ঘোষণা কৰিছে। অন্যান্য স্মৃতি সংহিতাৰ লগতে মনুসংহিতায়ো সুৰাপানক পঞ্চমহা পাতকৰ লেখত ধৰিছে যেনে ঃ—

ব্ৰহ্মহত্যা সুৰাপানং স্তেয়ং গুৰ্ব্বঙ্গনাগমঃ ॥
মহান্তি পাতকান্যাহুঃ সংসৰ্গশ্চাপি তৈঃ সহ ॥

মনুসংহিতা।

অৰ্থাৎ — ব্ৰহ্মজ্ঞানী বিপ্ৰহত্যা কৰা, সুৰাপান কৰা, সুবৰ্ণ হৰণ কৰা, গুৰু পত্নীগমন কৰা আৰু এনে পাপ কৰা পাপীৰ লগত সংসৰ্গ কৰা — এই পাঁচ প্ৰকাৰকে পঞ্চ মহা পাতক বোলে।

পৃথিৱীত যিমান প্ৰকাৰ মাদক বস্তু বা সুৰা বুলি প্ৰসিদ্ধ আছে। সেই সকলো বিলাক সম্পূৰ্ণে ত্যাগ কৰা উচিত। কাৰণ সকলো প্ৰকাৰৰ সুৰা পদাৰ্থই শৰীৰ, মন, বাক্যৰ অস্থিৰতা আনে। এইবোৰৰ অভাৱ হলে কেদাপিও হৰি ভক্তি নিসিজে আৰু হৰি ভক্তিৰ অভাৱে জীৱত্বতে মৰাশৱ বা মানবা জনম বৃথা। ইয়াকে ভক্তি বিৰোধী কাৰ্য্য বুলি কয়। সুৰা, সুৰাপায়ী আৰু সুৰাভাণ্ড বা পাত্ৰ তিনিওটা সমানে অপৱিত্ৰ। সুৰাপাত্ৰক গঙ্গা জলত প্ৰক্ষালন কৰিলে যেনেকৈ পৱিত্ৰ হ'ব নোৱাৰে, তেনেকৈ সুৰাপায়ীজনে শতসহস্ৰবাৰ হৰি নাম ললেও সি পৱিত্ৰ নহয়। সেই কাৰণে সুৰাপায়ীক মহা পাতকী বুলিছে। তাৰ পৰিণাম স্বৰূপে "পাপ প্ৰভাৱাৎ নৰকং প্ৰয়াতি"। মনুসংহিতাত পুনঃ কৈছেঃ—

নমাংসভক্ষণে দোষো ন মদ্যে ন চ মৈথুনে।
প্ৰবৃত্তিৰেষা ভূতানাং নিবৃত্তিস্তু মহাফলা ॥

মনুসংহিতা

অৰ্থাৎ—মাংস ভক্ষণত, মদ্য সেৱনত, মৈথুন কৰণত দোষ নাই। এইবোৰ প্ৰাণী সকলৰ প্ৰবৃত্তি, কিন্তু নিবৃত্তি কৰিব পাৰিলে মহাফল লাভ হয়।

ইয়াৰ দ্বাৰা উপৰোক্ত কৰ্ম্মসমূহ কৰিবলৈ সন্মতি জনোৱা নাই। দৰাচলতে প্ৰাণী মাত্ৰেই এইবোৰ কৰ্ম্মলৈ হেপাহ থাকে। যদি তেওঁলোকে এইবোৰ পৰিত্যাগ কৰিব পাৰে, তেন্তে মহৎফল লাভ কৰে। 'মহাফলা' শব্দটোৱে সকলো অসৎ কৰ্ম্মকে ত্যাগ কৰণত উৎসাহ যোগাইছে। সেই একেটা সূত্ৰতে অন্যপ্ৰকাৰে মহাভাৰতত উল্লেখ কৰা হৈছে—

সুৰা মৎস্যাঃ পশোৰ্ম্মাংসং দ্বিজাতীনাং বলিং তথা।
ধূৰ্ত্তৈঃ প্ৰৱৰ্ত্তিতং যজ্ঞে নৈতৎ ৱেদেষু কথ্যতে॥

মহাভাৰত শান্তি পৰ্ব্ব

অৰ্থাৎঃ - সুৰা, মাছ, পশুৰ মাংস আৰু পক্ষী বলি আদি কাৰ্য্য যজ্ঞত ধূৰ্ত্ত সকলৰ দ্বাৰা প্ৰৱৰ্ত্তিত হৈছে, এইবোৰ বেদত ( কৰিবলৈ ) কোৱা নাই।

মদ্যপান স্বাস্থ্যৰ পক্ষে ক্ষতিকৰ। ইয়াৰ দ্বাৰা নিজে সৰ্ব্বনাশ হোৱাৰ উপৰিও আনকো অৰ্থাৎ সমাজকো সৰ্ব্বনাশ কৰে। মদপীয়ে সামাজিক শিষ্টাচাৰ আদি পাহৰে আৰু পিতৃ, মাতৃ, ভাতৃ আদি আত্মীয় স্বজনৰ মাজৰ পাৰ্থক্য সমূলি পাহৰি পেলায়। যিবোৰ অকাৰ্য্য কৰে, নিচা আতৰিলেই নিজেই পিচত লাজ পাবলগীয়া হয়। দক্ষ সংহিতাৰ মতে সুৰাপায়ীবোৰ চিৰদিনেই অশুচি। বিধিমতে শুদ্ধি নহলে জীৱন অশুচি হয়েই থাকে। তেওঁলোকে নিজৰ সৰ্ব্বস্ব শেষ কৰি অকালতে জীৱন বিসৰ্জ্জন দিবলগা হয়। ইহলোকত শান্তি ভোগ কৰাৰ উপৰিও পৰলোকতো নৰক যন্ত্ৰণা ভোগ কৰিব লাগে। যেনেকৈ সুৰা পাত্ৰত গাখীৰ ভৰালে অখাদ্য হয় অৰ্থাৎ অশুদ্ধ হয়, সেইদৰে সুৰাপায়ীৰ পাত্ৰৰূপ দেহত গাখীৰ ৰূপ হৰি ভক্তিৰ ৰসকো বৰ্জ্জিত কৰে। এতেকে মহাপাতক সুৰাপানক ভক্তিবিৰোধী বুলি জানি নিতান্ত ত্যাগ কৰা উচিত। সুৰাপানৰ পৰা নানা ব্যাধি উৎপন্ন হয়—যিবোৰক অচিন ৰোগ বুলি কোৱা হয়। ইয়াৰ ভিতৰত কৰ্ক্কট (কেন্সাৰ) যক্ষ্মা আদিয়েই সৰ্ব্বপ্ৰধান। সুৰাই সোনকালে অকালতে মৃত্যুক চপাই আনে। সেইবাবে মদ্য সৰ্ব্বপ্ৰকাৰে ত্যাজ্য।

হিন্দু ধৰ্ম্মাচাৰ্যসকল, ভগৱান বুদ্ধ, হজৰত মহম্মদ, যীশুখৃষ্ট আদি মহাপুৰুষ সকলে মদ্যাদি হিতাহিত জ্ঞান লোপকাৰক পদাৰ্থ সেৱনৰ বিৰোধিতা কৰাৰ কথা সেই সেই সম্প্ৰদায়ৰ ধৰ্ম্ম শাস্ত্ৰবোৰত উল্লেখ কৰি গৈছে। বাহুল্যৰ ভয়ত কোৱা নহ'ল।

মদৰ দৰে নিচালগা স্বাস্থ্য ক্ষতিকাৰক ভাং, কানি, চুৰট, পিয়ঁাজ আদি পদাৰ্থও আছে। এই বিলাকৰ দ্বাৰা কায়, বাক্য, মনত অস্থিৰতা হয়। শৰীৰৰ সাৰ ধাতু হ'ল বীৰ্য্য, বীৰ্য্যই ব্ৰহ্ম। এইবিলাক সেৱন কৰিলে মন

কামৰ প্ৰৱণ হয়। ইচ্ছা পূৰ্ব্বক বা অনিচ্ছা পূৰ্ব্বক সেই বীৰ্য্য শৰীৰৰ পৰা বাহিৰ হৈ যায়। তেতিয়া মানসিক, দৈহিক সমস্ত শক্তি নষ্ট হয়। ৰক্তৰ উষ্ণতা বাঢ়ে, ক্ৰোধ পিশুনাদি ৰিপু বলবান্ হয়। শৰীৰ হ'ল ব্যাধিৰ মন্দিৰ। গতিকে ৰোগাদি উৎপন্ন কৰে আৰু মনত কুচিন্তাই ঠাই লৈ মানুহক পশুত্বলৈ নমাই আনে। গতিকে ভক্তিকামী মনুষ্য মাত্ৰেই এই কু-প্ৰবৃত্তিবোৰ ত্যাগ কৰা উচিত। তদভাৱে হৰিভক্তি সিদ্ধি হোৱাত সহায় হয়।

চতুৰ্থ উপদেশত শৰণাৰ্থীজনক গোৰমৰা, চৰমৰা, সোতা বাঢ়নীৰে কোবাওঁ বোলা, মিথ্যা বাক্য, মিথ্যা শপত বাক্য বোলা আদি কাৰ্য্যৰ পৰা বিৰত থাকিবলৈ কোৱা হয়। সৰ্ব্বপ্ৰাণীতে একাত্মবোধেৰে প্ৰবৰ্ত্তিবলৈ, শৰণবাক্য সততে স্মৰণ কৰিবলৈ, কিবা বিঘিনি ঘটিলে ভাগৱত শাস্ত্ৰ বা দুজনাগুৰুৰ ৰচিত চাৰি শাস্ত্ৰৰ যি কোনো এখন স্থাপন কৰি নাম কীৰ্ত্তন কৰি ভগৱন্তৰ চৰণত ভাৰষা ৰাখিবলৈ উপদেশ দিয়া হয়। ভগৱৎ ব্যতীত যে অন্য দেৱতাই ৰক্ষা কৰিব নোৱাৰে, তাক বুজাই দিয়া হয়। যথাশক্তি ভাদমহীয়া দুজনা-গুৰু আৰু বদলা আতাৰ তিথিলৈ বৰঙণি আগবঢ়াই সেই তিথিত যোগদান কৰিবলৈ কোৱা হয়। নিজৰ সুহৃদ আত্মা অৰ্থাৎ হৰি ভকত বা আতৈৰাম জনৰ সহিত একাত্ম ভাৱেৰে পৰস্পৰে মিলা-প্ৰীতিৰে চলিবলৈ উপদেশ দিয়া হয়।

পঞ্চম উপদেশ ক্ৰমে— বিনাস্নানে, বিনা জপে ভোজন কৰিবলৈ নিষিদ্ধ কৰি দিয়া হয়। বিনাস্নানে জপ অৰ্থাৎ গুৰুসেৱা কৰ্ত্তব্য নহয় আৰু বিনাজপে ভোজন কৰাটো অশাস্ত্ৰীয় কাৰ্য্য। সেই সম্বন্ধে শাস্ত্ৰৰ সিদ্ধান্ত এনেদৰে —

স্নানমূলাঃ ক্ৰিয়াঃ সৰ্ব্বাঃ সন্ধ্যোপাসনমেৱচ।
স্নানাচাৰ বিহীনস্য সৰ্ব্বাঃ স্যুনিষ্ফলাঃ ক্ৰিয়াঃ ॥
বাধূল স্মৃতিঃ /৬৯

অৰ্থাৎ— সকলো ক্ৰিয়াই স্নানমূল অৰ্থাৎ স্নান কৰাৰ পিচত ক্ৰিয়া কৰিব লাগে। সন্ধ্যা উপাসনাও স্নানৰ পিচত কৰা উচিত। কিন্তু স্নানাচাৰ হীন ব্যক্তিৰ সকলো ক্ৰিয়াই নিষ্ফল হয়।

বিষ্ণু পুৰাণত কৈছে ঃ—

অস্নাতাশী মলং ভুঙ্‌ক্তে অজপীপূয়শোণিতম্।
অসংস্কৃতান্ন ভূঙ্‌মূত্ৰং বালাদি প্ৰথমং শকৃৎ ॥
বিষ্ণু পুৰাণ — ৩/১১/৭১

অৰ্থাৎ— যিজনে বিনা স্নানে ভোজন কৰে, সি বিষ্ঠা ভোজন কৰে। জপ নকৰাকৈ আহাৰ কৰাজনে তেজ, পুঁজ পান কৰে। সংস্কাৰ নকৰা

অন্ন ভোজন কৰা জনে মূত্ৰ পান কৰে। বালক বৃদ্ধ প্ৰভৃতিক আগতে নিদি আহাৰ কৰাজনে বিষ্ঠা ভোজন কৰে।

একে কথাকে বাধূল স্মৃতিতো কৈছে—

বিনাস্নানেন যোভুঙ্‌ক্তে স মলাশী ন সংশয়ঃ।
অস্নাতাশী মলংভুঙক্তে হ্যজপঃ পূয়শোণিতম্॥

বাধূল স্মৃতিঃ/৭৫

স্নানান্তে হৰিপূজন আৰু তদন্তে ভোজন কৰ্ত্তব্য। তদভাৱে শাস্ত্ৰ বাক্য লঙ্ঘন কৰা হয়। আগলৈ "সত্ৰীয়া সদাচাৰ প্ৰসঙ্গ"ত এই বিষয়ে কিছু কথা প্ৰকাশ কৰা হ'ব। এতিয়া "অলমতি বহুনা"।

এইখিনি উপদেশৰ পিচতে অন্যান্য আৱশ্যকীয় ইয়াৰ আনুষঙ্গিক উপদেশো দিয়া হয়। এইটো স্পষ্ট কৰি দিয়া হয় যে যদি এই উপদেশ সমূহ পালন কৰা নহয় তেন্তে শৰণ দাতাজনৰ গাত দোষ নাথাকিব। শাস্ত্ৰ বাক্য পালন কৰিলে 'সানুকূলে জগন্নাথে বিপ্ৰিয়ঃ সুপ্ৰিয়ো ভবেৎ" অৰ্থাৎ—জগতৰ গৰাকী ভগৱান্ যদি অনুকূলে থাকে, তেন্তে বেয়াও ভাল হয়।

শাস্ত্ৰ বাক্যবোৰ আৰু স্বকীয় উপদেশবোৰ সম্পূৰ্ণ (শৰণ লোৱা কালছোৱাত) মুখস্থ কৰি লব নোৱাৰাৰ কাৰণে কাষতে বহি থকা শৰণাৰ্থী-জনক আগবঢ়াই দিওঁতা বুঢ়াভকতজনৰ ওচৰতে সকলো কথা শিকি বুজি লবলৈ পৰামৰ্শ দিয়া হয়। শৰণ লোৱাৰ পাচত বহুতো দায়িত্ব আহি পৰে। নজনা কথা জনাবলৈ, নুবুজা কথা বুজাবলৈ সময় হয়। এজন শিষ্যক যদি হৰি ভক্তি পৰায়ণ কৰিব পৰা হয়, তেন্তে পৰম ভাগ্যৰ কথা। সেয়ে ইয়াৰ পিচত বুঢ়াভকতজনৰ গাত শিষ্যজনক ঈশ্বৰ তত্ত্ব সম্বন্ধীয় কথাবোৰ শিকোৱাৰ দায়িত্ব পৰে। শৰণ দিওঁতে কাষত বহি থকা এই বুঢ়াভকতজনক সেই কাৰণেই "নামাঞ্জনীয়া বুঢ়াভকত" বোলে। মহাপুৰুষ মাধৱদেৱে নামঘোষাত লিখিছে ঃ—

অজ্ঞানে আন্ধাৰে পৰিয়া জীৱৰ
জ্ঞান পথ ভৈল নাশ।
নাম অঞ্জনীয়া বিনে আনমতে
নপাৱে হৰিৰ পাশ॥

নামঘোষা/২৩৭

নামাঞ্জনীয়াৰ অৰ্থ এয়ে যে নাম হ'ল অঞ্জন স্বৰূপ। অঞ্জন এবিধ চকুত দিয়া স্নেহ পদাৰ্থ। ই চকুৰ বাবে উপকাৰী বস্তু। ইয়াক কাজল বুলি কয়।

এই অঞ্জন অৰ্থাৎ নাম ৰূপ অঞ্জন যিজনে লগাই দিয়ে বা নামৰ অঞ্জন ৰূপ জ্ঞান যিজনে শিষ্যক প্ৰদান কৰে সেইজনেই নামাঞ্জনীয়া। নাম মুখ্য বস্তু ; সেই নামক অঞ্জন কৰি অজ্ঞান আন্ধাৰত পৰি থকা জীৱ চকুত লগাই দিলে অৰ্থাৎ জ্ঞান ভক্তি তত্ত্ব বস্তু প্ৰদান কৰিলে জীৱই জ্ঞান চক্ষু লাভ কৰে। তেতিয়া ভগৱৎ সান্নিধ্য লাভ কৰাত সহজ হয়। তদনন্তৰে মানুহে আত্মা ৰূপী ভগৱানক বাহিৰে ভিতৰে দেখিবলৈ পায় আৰু সংসাৰতে থাকি পৰমানন্দ ভোগ কৰে। মানবদেহ ধাৰণ কৰা সাৰ্থক হয়। সেই একে অৰ্থতে মহাপুৰুষে পুনৰ কৈছে—

মহন্ত সবৰ সঙ্গে ৰাম নাম
লৈয়ো অঞ্জনীয়া কৰি।
কপট দুৱাৰ চোড়িয়া হৃদয়
ভাণ্ডাৰে দেখিয়ো হৰি ॥

নামঘোষা/২৪০

দৰাচলতে 'নামাঞ্জনীয়া' অৰ্থপূৰ্ণ শব্দটো মানুহত খটুৱাব নোৱাৰি যদিও শৰণ লোৱাৰ পিচত শিষ্যজনক ভক্তিতত্ত্ব বস্তু বা নাম বস্তু দিব লগা হোৱা কাৰণে অৰ্থাৎ নামৰ অঞ্জন দিব লগা হোৱাৰ কাৰণে বুঢ়াভকতজনত "নামাঞ্জনীয়া" শব্দটো আৰোপ কৰা হয়।

ইয়াৰ পিচতে শৰণ মন্ত্ৰ শেষ হয়। শৰণীয়া ঘোষা এটি গোৱাৰ পিচতে আশীৰ্ব্বাদ কৰি সত্ৰাধিকাৰে গাত্ৰোত্থান কৰে। শৰণাৰ্থীজনে নিজে উপবেশন কৰা ঠাই ডোখৰ হাতেৰে মাৰ্জ্জন কৰি পিচ হুহকি যাব। বুঢ়াভকতজনে শৰণাৰ্থীজনক লগত লৈ আতাৰগৃহ, পদশীলা সেৱা কৰোৱাৰ পিচত সত্ৰাধিকাৰ জনকো অৰিহণা দি সেৱা কৰোৱাব। অৰিহণাৰ কোনো নিৰ্দ্ধাৰিত নিয়ম নাই। নিজ অভিৰুচি মতে দিব পাৰে। আতাৰ গৃহাদিতো অৰিহণা দিব লাগে। দিব লগা কাৰণ হ'ল এয়ে যে ৰজা, দেৱতা আৰু গুৰুৰ ওচৰলৈ সুদা হাতে যাব নাপায়। সেই সন্দৰ্ভত এটি প্ৰৱচনো আছে "ৰিক্তপানিৰ্ণতু পশ্যেৎ ৰাজানং দেৱতাং গুৰুম্"। ইয়াৰ পিচত সত্ৰৰ চাৰিখন মুখ্য ঘৰত অৰিহণা দি সেৱা কৰোৱাব লাগে। সেৱা কৰোৱা শেষ হলে নামাঞ্জনীয়া বুঢ়াভকত জনে শৰণাৰ্থীজনক জলপান খুৱাব। নাম থলে সেৱা কৰিব লাগে। শৰণ গ্ৰহণত ক্ৰিবা অশুভ দোষ থাকিলে নিবাৰণৰ হেতু আশীৰ্ব্বাদ দিয়ে। নাম অৱসানে "লঠা প্ৰসাদ" (সুদা আৰৈ চাউলৰ এবিধ প্ৰসাদ) বিতৰণ কৰে। শৰণাৰ্থীজনে এই প্ৰসাদ দিব লাগে। স্ত্ৰী শৰণাৰ্থীয়ে লঠা প্ৰসাদ দিব নালাগে। এওঁলোকৰ বাবে

চৰিদণ্ডৰতো নাই। চাৰি পৰিক্ৰিয়া মাতিলেই হয়। শৰণ গ্ৰহণৰ পিচত সত্ৰৰ শিষ্য্য সংখ্যাৰ বৰ বহীত নাম, ভক্তি কৰা হয়। শৰণৰ দিনাই নামাজনীয়া বুঢ়াভকতক তামোল পাণ অৰিহণা দি কথা বস্তু শিকিব লাগে। কোনোৱে দিম বাৰ চাই যায়।

## (ক-৫) শৰণ অগ্ৰহণত হোৱা দোষাদোষ বিচাৰ ঃ—

শৰণ গ্ৰহণ নকৰিলে যি দোষ ঘটে, তাৰ বিশদ বিবৰণ দিয়াটো এই প্ৰসঙ্গতে কাম্য বুলি ভাবি যৎকিঞ্চিৎ উল্লেখ কৰা হৈছে। সেই সম্পৰ্কে সাত্বত তন্ত্ৰত কৈছে ঃ—

সৰ্ব্বমূলং কৃষ্ণ পাদশৰণং পৰিকীৰ্ত্তিতম্।
যদ্বিনা স্ৰবতে ভক্তি ৰাম ভাণ্ডাৎ পয়ো যথা ॥

সাত্বত তন্ত্ৰ—৪।৫৫

অৰ্থাৎ—সৰ্ব্ববিধ ভক্তিৰ মূলতে একমাত্ৰ কৃষ্ণপাদ পঙ্কজত শৰণ বুলি কোৱা হয়। যাৰ অভাৱে অপক্ক ভাণ্ডত পানী থলে যেনেকৈ স্ৰবি যায় তেনেকৈ শৰণ নললে হয়।

শৰণ গ্ৰহণ নকৰিলে বাহ্যিক ভাৱে সমাজত বৰ্জ্জনীয় আৰু আধ্যাত্মিক দৃষ্টিত শাস্ত্ৰীয় বাণীৰে অপবিত্ৰ। ব্ৰহ্মাদি তৃণ পৰ্য্যন্ত জীৱ পদাৰ্থ। মানুহ জীৱ শ্ৰেষ্ঠ। ইতৰ জীৱ বিলাকৰ ঈশ্বৰ তত্ত্ব সম্বন্ধীয় জ্ঞানৰ অভাৱ। মানুহে ঈশ্বৰ তত্ত্ব উপলব্ধি কৰিব পাৰে। যদি সেই সম্পৰ্কত মানুহে উপলব্ধি কৰিবলৈ অনিচ্ছুক বা আগ্ৰহ প্ৰকাশ নকৰে, তেন্তে মানহো ইতৰ প্ৰাণী। হস্ত পদাদি থাকিলেই মানুহ নহয়। হৰি ভক্তিৰ অভাৱে মানুহ বাঘ, ভালুক, বনৰীয়া হাতীৰ শাৰীত পৰে। সেই মানুহৰ সঙ্গ ললে সিও পশুবৎ। পৰমেশ্বৰত শৰণ নোলোৱাৰ বাবে জীৱক মায়াই আবদ্ধ কৰি ৰাখে। মায়াজালত পৰি নানা যোনীত নানা ৰূপে জন্ম ধৰিনিকাৰ ভোগ কৰিব লগা হয়। মাধৱদেৱে কৈছে—

মনুষ্য যোনীৰ কৰ্ম্মে নিঃশেষ যোনীত ফুৰি
দীনবন্ধু দামোদৰ এ
হৰি হৰি বাৰে বাৰে ভুঞ্জিলো নিকাৰ,
দিনবন্ধু কতবা ভুঞ্জিলো নাহি পাব।
ইবেলি তোমাৰ দুই চৰণে শৰণ লৈলো
দীনবন্ধু দামোদৰ এ,
হৰি হৰি নকৰিবা মোক পৰিহাৰ,
প্ৰাণবন্ধু চৰণত ৰাখিয়ো ইবাৰ ॥

সেই কাৰণে যেতিয়ালৈকে জীৱই একান্ত মনে পৰমেশ্বৰত শৰণ নলয়, তেতিয়ালৈকে জীৱই মায়াৰ হাত সাৰিব নোৱাৰে। এড়ি, মুগা, পলুৱে যেনেকৈ নিজৰ মুখৰ সূতাৰে নিজে বান্ধ খাই লেটা হৈ ভিতৰতে থাকি মৰে, আমা-লোকৰো সেই পৰিস্থিতি। ভগৱানৰ চৰণত একান্ত ভাৱেৰে শৰণ লোৱাটো অতি আৱশ্যকীয়। তেতিয়া জীৱই দুৰ্ব্বাসনাৰ পৰা মুক্তহৈ সদগতি লাভ কৰে। শৰণ ললেহে মানুহক ঈশ্বৰে মোৰ বুলি ধৰে। অন্যথাই "বিনা-শ্ৰয়েন জীৱক্তি"। শৰণ নোলোৱা জনৰ কেনেকুৱা হয় তাৰ প্ৰমাণ শাস্ত্ৰই ডাঙি ধৰিছে এনেদৰে :—

শৰণং যত্তু কৃষ্ণস্য সৈৱ দীক্ষা প্ৰকীৰ্ত্তিতা।
তদভাৱে ন পূজ্যোঽসৌ সৰ্ব্বৱেদৱিদাপি চ ॥

নাৰদীয় পুৰাণ।

অৰ্থাৎ — শ্ৰীকৃষ্ণৰ যি শৰণ তাকে দীক্ষা বুলি কয়। সৰ্ব্ববেদ বিশাৰদ হলেও যিজন দীক্ষা হীন হয় অৰ্থাৎ শৰণহীন হয়, তেওঁ শ্ৰীকৃষ্ণ পূজা কাৰ্য্যত অযোগ্য।

অদীক্ষিতস্য বামোৰু কৃতং সৰ্ব্বং নিৰৰ্থকম্।
পশুযোনিমবাপ্নোতি দীক্ষা বিৰহিতো জনঃ ॥

বিষ্ণুযামল

অৰ্থাৎ — দীক্ষা হীন জনে যিমান ক্ৰিয়া কৰে সকলো নিৰৰ্থক। দীক্ষাহীন জনে মৰণান্তে পশু যোনী লাভ কৰে।

কালকূট সমং তোয়ং বজ্ৰতুল্যং কৰাদিক্ৰম্।
প্ৰলয়ানল সমা দৃষ্টি অদীক্ষিত কৃতংহিষৎ ॥

বিষ্ণুযামল

অৰ্থাৎ — অদীক্ষিতে দিয়া জল কালকূট বিষতুল্য হস্ত পদাদি বজ্ৰতুল্য অতি কঠিন, প্ৰলয়ৰ অগ্নিৰ তুল্য তেওঁৰ দৃষ্টি। গতিকে অদী-ক্ষিতৰ সকলো কৰ্ম্মই নিষ্ফল।

তন্ত্ৰত কৈছে :— অদীক্ষিতাঃ যে কুৰ্ব্বন্তি জপ পূজাদিকাঃ ক্ৰিয়াঃ।
ন ভৱন্তি প্ৰিয়ে তেষাং শীলায়াং উপ্তবীজবৎ ॥

অৰ্থাৎ — অদীক্ষিত সকলে যি জপ পূজা দি ক্ৰিয়া কৰে, তেওঁলোকৰ সকলো ক্ৰিয়াই শীলত বীজ সিচাৰ দৰে ব্যৰ্থ।

অশৰণীয়াৰ প্ৰদত্ত সকলো দ্ৰব্যই অপৱিত্ৰ। সেই মৰ্ম্মে ভগৱানে লক্ষ্মীক কৈছে :—

অন্নবিষ্ঠা সমং তস্য জলং মূত্ৰ সমং স্মৃতম্।
যৎ কৃতং অস্য বা শ্ৰাদ্ধং সৰ্ব্বং যাতি অধোগতিম্ ॥

মৎস্য পুৰাণম্

অৰ্থাৎ — অশৰণীয়াৰ প্ৰদত্ত অন্নবিষ্ঠা তুল্য, জল দান মূত্ৰ তুল্য বুলি জানিবা। এওঁৰ যি শ্ৰাদ্ধাদি কাৰ্য্য সকলো অধোগতি যায়।

মহাপুৰুষ শঙ্কৰদেৱে কীৰ্ত্তনত কৈছে :—

ভকতসকলে পূজে ফুলে জলে
তুষ্ট হওঁ তাকে পাই।
অভকতে যদি নানা দ্ৰব্য দেই
তাত মোৰ তুষ্ট নাই ॥

শঙ্কৰদেৱ/কীৰ্ত্তন

এইটো স্পষ্ট হৈ পৰিছে যে কৃষ্ণত শৰণ বা আশ্ৰয় ললেহে আৰু তেওঁৰ প্ৰতি প্ৰীতি ভক্তি কৰিব পাৰিলেহে ভকত হ'ব পাৰে। তদভাৱে ভকত নহয়। ভগৱন্তে ভকতৰ বস্তুহে গ্ৰহণ কৰে, অন্যৰ নকৰে। যদি মানৱ মাত্ৰেই ভগৱন্তৰ ভকত হব খোজে, তেন্তে তেওঁত শৰণ গ্ৰহণ কৰিব লগাটো অনিবাৰ্য্য। গতিকে জীৱশ্ৰেষ্ঠ মানবসকলে ভৱনদী পাৰ হৈ পৰমধাম প্ৰাপ্ত হবৰ কাৰণে ভগৱন্তৰ চৰণত শৰণ লোৱাৰ দৰকাৰ। একান্তে শৰণ ললে সংসাৰ ভয় কেতিয়াও থাকিব নোৱাৰে।

এনভাৱক ভাই ভজ ভগৱন্ত ভক্তিভাৱে।
ভগৱন্ত ভজিয়া পৰম গতি পাৱে ॥

বিস্তৰ লিখাৰ প্ৰয়োজন নাই। দুজনা গুৰুৰ দ্বাৰা ৰচিত শাস্ত্ৰ সকলত এই সম্পৰ্কত ভুৰি ভুৰি প্ৰমাণ আছে :

## (খ)—"এক শৰণ তত্ত্ব বিবেচন"

পৃথিৱীৰ সমূহ ধৰ্ম্ম দৰ্শনৰ ভিতৰত ভাৰতৰ বিশাল বট বৃক্ষ স্বৰূপ হিন্দু ধৰ্ম্ম দৰ্শন এটা প্ৰধান আৰু লেখত ল'বলগীয়া দৰ্শন। হিন্দু ধৰ্ম্মৰ বাদে পৃথিৱীৰ বাকী সকলো ধৰ্ম্মৰ মূল উৎস বিচাৰি পোৱা যায়। হিন্দু

ধৰ্ম্মৰ মূল অৰ্থাৎ কেতিয়া ইয়াৰ উদ্ভৱ হৈছিল তাৰ কোনো সন্ধান এই পৰ্য্যন্ত পণ্ডিত সন্ধানী সকলে নিৰ্ণয় কৰিব পৰা নাই। অৱশ্যে এই কথা সত্য যে শাস্ত্ৰীয় ভাৱে ইয়াৰ মূল সৃষ্টিৰ আদিতে। মাধ্যাকৰ্ষণ শক্তি আৱিষ্কাৰৰ আগ-তেই যেনেকৈ মাধ্যাকৰ্ষণ শক্তিৰ অৱস্থিতি সঁচাই আছিল, তেনেকৈ সৃষ্টিৰ আদিতেই ইয়াৰ নিৰ্ণয় হৈ আছিল। আমাৰ ক্ষুদ্ৰ বুদ্ধিৰ ধাৰণা—পৰব্ৰহ্মই ইয়াৰ মূল উৎস। বোধ হয় পদ্ম কল্পৰ পৰাই ই বিস্তৃতি লাভ কৰে। সেই কাৰণে ইয়াৰ শুদ্ধ নাম হ'ল সনাতন ধৰ্ম্ম। সনাতন মানে — সনা সদা ভৱঃ সনা-তনঃ। 'সনা' মানে সদায়, 'তন' মানে বিস্তাৰ। অৰ্থাৎ সদায় যিটোৱে বিস্তাৰ হৈ আছে। ভগৱানৰ সহস্ৰ নামৰ ভিতৰত 'সনাতন' নামটোও অন্যতম। মহাপুৰুষ শঙ্কৰদেৱে কীৰ্ত্তন ঘোষাৰ পোনতে "প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনা-তন" বুলি কৈছে। 'হিন্দু' শব্দটো পিছৰ সৃষ্টি। বহুতেই সিন্ধু উপত্যকাত বাস কৰি থকা (আৰ্য্যসকলে) কাৰণে 'সিন্ধু' শব্দৰ পৰা 'হিন্দু' হোৱা বুলি কয়। বৰ্ত্তমানে 'সনাতন ধৰ্ম্ম' বুলি কলে বহুতেই নুবুজে, কিন্তু "হিন্দু ধৰ্ম্ম" বুলি কলে শিক্ষিত অশিক্ষিত সকলোৱেই তেওঁলোকৰ আগত ধৰ্ম্মটোৱে সহজ চিনাকি দিয়ে। সচ্চিদানন্দ পৰব্ৰহ্মই সনাতন — যিজনেই অবিচ্ছিন্ন বা নিৰৱচ্ছিন্ন ভাৱে বিস্তাৰ হৈ আছিছে, যিজনৰ চৰণত ব্ৰহ্মাই শৰণ লৈছিল।

চিন্তাৰে চুকি নোপোৱা সেই অচিন্ত্য, অব্যক্ত, পৰম পুৰুষ, পৰব্ৰহ্ম, সচ্চিদানন্দ, সনাতনৰ পৰাই সনাতন ধৰ্ম্ম বাহিৰ হৈছে। সনাতন ধৰ্ম্ম মানেই এক পৰব্ৰহ্মৰ উপাসনা। ইয়াৰ পৰাই একশৰণ ধৰ্ম্ম বাহিৰ হৈ ওলাই আহিছে। একশৰণেই সৰ্ব্বাগ্ৰ আদি ধৰ্ম্ম। বৰ্ত্তমানে শৈৱ, শাক্ত, গানপত্য আদি যি বোৰ ধৰ্ম্ম হিন্দু ধৰ্ম্মৰ অন্তৰ্ভুক্ত হৈ আছে, সেইবোৰ উক্ত সনাতন ধৰ্ম্ম বা একশৰণ ধৰ্ম্মৰ শাখা প্ৰশাখা ভাৰতবৰ্ষত বহুতো মহাপুৰুষৰ আৱিৰ্ভাৱ হৈছিল। তেওঁলোকে স্থান, কাল, পাত্ৰ ভেদে যথা সময়ত পৰব্ৰহ্মক মূলত ৰাখি তাৰ লগতে শক্তি শিৱ আৰু অন্যান্য দেৱতা উপাসনাৰ পদ্ধতি প্ৰৱৰ্ত্তন কৰিলে যদিও, সেই নিয়ম হিন্দু ধৰ্ম্মৰ অন্তৰ্ভুক্ত কৰিলে যদিও সি সনাতন ধৰ্ম্মৰ সপক্ষ নহ'ল। সনাতন ধৰ্ম্ম মানেই হিন্দু ধৰ্ম্ম যদিও সনাতন ধৰ্ম্মত এক-শৰণত্ব আৰু হিন্দু ধৰ্ম্মত বহু শৰণত্ব লুকাই থকা যেন বোধ হয়। অৱশ্যে সনাতন ধৰ্ম্ম বুলি ক'লে এজোপা বট বৃক্ষ আৰু শাখা প্ৰশাখা বিলাকেই অন্যান্য শাক্ত শৈৱাদি ধৰ্ম্মৰ কথাকে সূচায়।

নদ নদীবোৰ প্ৰাকৃতিক দুৰ্যোগত বিপৰ্য্যস্ত হ'লে, তাৰ অস্তিত্ব লোপ পালে মূল সমুদ্ৰৰ একো ক্ষতি সাধন নহয়, সমুদ্ৰ সমুদ্ৰ ভাগেই থাকে। সেইদৰে সনাতন ধৰ্ম্ম বা এক শৰণৰ পৰা বহু শৰণৰ আৱিৰ্ভাৱ হ'লেও বহুশৰণৰ

অস্তিত্ব লোপত একশৰণৰ কোনো ক্ষতি সাধন নহয় অৰ্থাৎ সনাতন পৰম্ব্ৰহ্মৰ একো হানী নহয়।

ভাৰতত বহু মহাপুৰুষে সনাতন ধৰ্ম্ম বা পৰম্ব্ৰহ্মক মূলত ৰাখি তেওঁলোকে অন্যান্য বহু শৰণৰ ব্যৱস্থা কৰি মূলৰ হেৰফেৰ কৰাত বিশাল সমুদ্ৰ-ৰূপ সনাতন বা একশৰণৰ কোনো ক্ষতিসাধন কৰিব নোৱাৰিলেও জনসাধাৰণৰ যে অপকাৰ হৈছিল ওলাই অহা নদনদীবোৰ বিষাক্ত জল পান কৰোতা জনসাধাৰণৰ উদৰ ৰোগ হৈ অপকাৰ সাধিছিল সেই কথা অপ্ৰিয় সত্য। সেই কথা ভাগৱতত আছে। নানা পুৰাণ শাস্ত্ৰ প্ৰণয়ন কৰ্ত্তা ব্যাসদেৱক নাৰদে কৈছে ঃ—

নাৰদ বদতি শুনা মহামুনি ব্যাস।
তুমিসে কৰিলা সবে জগতকে নাশ।
নিৰন্তৰে পশুৰ লৱাইলা তুমি প্ৰাণ।
নাহি মন্দ কৰ্ম্ম আৰ ইহাৰ সমান॥
অকাৰণে লোকক কৰাইলা হিংসা ধৰ্ম্ম।
নুবুজিলা তুমিও বেদৰ তত্ত্ব মৰ্ম্ম॥
গৰিহিত কৰ্ম্মকো কহিলা ধৰ্ম্ম বুলি।
তোমাৰ বচনে লোক নাশিল সমূলি॥
স্বভাৱে লম্পট বিষয়ত অনুৰাগ।
স্বৰ্গ পাইবো বুলি ৰঙ্গে কাটে হংস ছাগ॥
কৰৈ নানা হিংসা ধৰ্ম্ম নানা দেৱ পূজে।
পুণ্য ক্ষয় ভৈলে দুনাই নৰকত মজে॥ ইত্যাদি

শঙ্কৰদেৱ/ভাগৱত—৮২৮, ৮২৯, ৮৩০ (প্ৰথম স্কন্ধ)

আমি সনাতন ধৰ্ম্মৰ মূল উৎস সম্পৰ্কে সংক্ষেপে আমাৰ ধাৰণাৰ কথা বেকত কৰি আহিছোঁ। এতিয়াও পুনৰুক্তি কৰোঁ যে ভাৰতৰ অৱতাৰী পুৰুষ যথাক্ৰমে শঙ্কৰাচাৰ্য্য, মাধবাচাৰ্য্য, নিম্বাৰ্কাচাৰ্য্য, ৰামানুজাচাৰ্য্য, চৈতন্য দেৱ আদি প্ৰধানাচাৰ্য্য সকলে যি হিন্দু ধৰ্ম্ম প্ৰচাৰ কৰিলে সি দৰাচলতে সনাতন ধৰ্ম্মৰ শুদ্ধ সত্য ৰূপটোৰ প্ৰতিফলন কৰিব পৰা নাই, আনকি বুদ্ধ-দেৱৰ প্ৰচাৰিত বৌদ্ধ ধৰ্ম্মতো সনাতন ধৰ্ম্ম বা একশৰণ ধৰ্ম্মই আসন পাতি বহিব পৰা নাই। সেই শুদ্ধ সনাতন ধৰ্ম্মক শুদ্ধৰূপত দেখুৱাব পাৰিলে ভাৰতৰ অৱতাৰী সকলৰ অন্যতম মহাপুৰুষ সচ্চিদানন্দ পৰম্ব্ৰহ্মৰ সাকাৰ অৱতাৰ শ্ৰীকৃষ্ণচন্দ্ৰৰ অংশাৱতাৰ শ্ৰীমন্ত শঙ্কৰ গুৰুৱেহে। আদি সত্যযুগৰ শুদ্ধ

ধৰ্ম্ম হৰিনাম দেৱতাসকলে গুপ্ত কৰাত শ্ৰীমন্ত শঙ্কৰ গুৰুৱে তাক বেকত কৰিলে বুলি মাধৱদেৱে স্পষ্টকৈ নাম ঘোষাত ঘোষণা কৰিছে এনেদৰে ঃ—

আদি সত্যযুগে শুদ্ধ ধৰ্ম্ম     আছিলেক মাত্ৰ হৰিনাম
দেৱসবে গুপ্ত কৰিলে কৰি কপট।
হেন হৰি নাম ব্যক্ত কৰি     সমস্তলোকক উদ্ধাৰিলা
শ্ৰীমন্ত শঙ্কৰে ভাঙ্গিলা সৱাৰো পট। ৬৬৯॥

শঙ্কৰেসে শুদ্ধমত     ঈশ্বৰ ভক্তিৰ তত্ত্ব
প্ৰচাৰিলা শাস্ত্ৰসাৰ জানি।
তাহাঙক নজানি মূঢ়ে     জীৱিকাৰ অৰ্থে ফুৰে
আপোনাৰ মহত্ত্ব বখানি।
শঙ্কৰে সংশয় ছেদি     শাস্ত্ৰৰ তত্ত্বক ভেদি
প্ৰচাৰিলা কৃষ্ণৰ ভকতি।
তাঙ্ক এৰি কি কাৰণে     আনক বোলয় গুৰু
কিনো লোক মহামূঢ়মতি ॥

পৰম অমূল্য ৰত্ন     হৰিৰ নামৰ পেৰা
অতি গুপ্ত স্বৰূপে আছিলা।
লোকক কৃপায়ে হৰি     শঙ্কৰ স্বৰূপে আসি
মুদ ভাঙ্গি সমস্তকে দিলা ॥
হৰি নাম প্ৰেম ৰস     অমৃত নিধিক বান্ধি
গুপ্ত কৰি থৈলা দেৱগণে।
দয়ালু শঙ্কৰে পাই     তুলি মুদ ভাঙ্গি দিলা
সুখে পান কৰা সৰ্ব্বজনে ॥
ৰাজা প্ৰজা জানি—     লেক ভক্তি পন্থ
শঙ্কৰৰ মত শুদ্ধ।
সিটোমত লাড়ি     আন আচৰয়
পৰম সিটো মুগুধ ॥
হৰি নাম ৰসে     বৈকুণ্ঠ প্ৰকাশে
প্ৰেম অমৃতৰ নদী।
শ্ৰীমন্ত শঙ্কৰে     পাৰ ভাঙ্গি দিলা
বহে ব্ৰহ্মাণ্ডক ভেদি ॥

গোবিন্দৰ প্ৰেম অমৃতৰ নদী
বহে বৈকুণ্ঠৰ পৰা।
চাৰি পুৰুষাৰ্থ তাহাৰ নিঝৰা
হৰি নাম মূল ধাৰা।। ইত্যাদি

মহাপুৰুষ মাধৱদেৱৰ দ্বাৰা ৰচিত "নামমালিকা" শাস্ত্ৰত হৰি নাম গুপুত কৰা কথা পৰিস্কাৰকৈ পোৱা যায়। তাত লিখিছে ঃ—

আদি সত্য যুগে ধৰ্ম্ম আছিল নিৰ্ম্মল।
কৃষ্ণ নাম গুণ যশ পৰম মঙ্গল॥
আছিল উপাস্য দেৱ কৃষ্ণেসে কেৱলে।
কৃষ্ণকেসে সেৱা মাত্ৰ কৰন্ত সকলে।
যতেক মনুষ্য কৃষ্ণগুণ নাম গাই।
তৰিয়া সংসাৰ বৈকুণ্ঠত লৱে ঠাই॥
. . . . . . . . . . . . . . . . . . . . . . . .
কৃষ্ণ সেৱা বিনে ধৰ্ম্ম নাছিলেক আন।
কৃষ্ণেসে কেৱলে দেৱ উপাস্য প্ৰধান॥
. . . . . . . . . . . . . . . . . . . . . . . .
প্ৰণৱ বিনাই নাছিলেক আন শাস্ত্ৰ।
নাহি আন কৃত্য নাম গুণ গাৱে মাত্ৰ॥

উপৰোক্ত প্ৰমাণানুসাৰে প্ৰণৱ অৰ্থাৎ ওঁকাৰৰ বাদে সত্যযুগত অন্য শাস্ত্ৰ নাছিল। ওঁকাৰেই বেদৰ মূল বা ভেটি। এক কৃষ্ণৰ ব্যতীত আন কাৰো সেইকালত অধিকাৰ নাছিল। আমি ওপৰত ব্যক্ত কৰা ব্যক্তিগত ধাৰণাৰ লগত ইয়াৰ প্ৰমাণ সাব্যস্ত হৈছে। বাকী হৰি নাম ধৰ্ম্ম ত্ৰেতা যুগত গুপ্ত কৰিলে বুলি আৰু পিচত নামৰ মহিমা মুনি সকলৰ দ্বাৰা ৰচিত তন্ত্ৰ মন্ত্ৰ অন্যান্য শাস্ত্ৰৰাজিত সন্নিবিষ্ট কৰি হৰি নাম ক্ষুন্ন নকৰা কথা সেই নাম মালিকাতে বিস্তৃতভাৱে পোৱা যায়। উদ্ধৃতি বাহুল্য হোৱাৰ ভয়ত ব্যক্ত নকৰিলো। অৱশ্যে যদিও পিচত মুনিসকলে হৰিনামৰ মহিমা প্ৰতি শাস্ত্ৰতে সন্নিবিষ্ট কৰিলে, তথাপিতো তাৰ হোন্দোলনি নকমিল। এতিয়াও তাৰ প্ৰভাৱ পৰিলক্ষিত হৈ আছে। উক্ত প্ৰভাৱৰ পৰা সতত মুক্ত শ্ৰীমন্ত শঙ্কৰ মাধৱৰ ব্যতীত আন কোনো মহাপুৰুষেই হব নোৱাৰিলে। সত্য যুগৰ প্ৰকৃত ৰূপদান একমাত্ৰ কলিত শঙ্কৰদেৱৰ দ্বাৰাহে কৰা হ'ল। অন্যান্য মহাপুৰুষ সকলৰ (শঙ্কৰাচাৰ্য্যাদি) জীৱন চৰিত তথা তেৰাসবৰ ৰচিত গ্ৰন্থ ৰাজিৰ শুদ্ধ তথ্যপাতিৰ মতে তেৰা সবে গীতা ভাগৱতক হৰি ভক্তি প্ৰামাণ্য গ্ৰন্থহিচাবে বা ভক্তিপৰ গ্ৰন্থ হিচাবে স্বীকাৰ কৰিলেও তাৰ প্ৰভাৱৰ পৰা

সম্পূৰ্ণ মুক্ত। তেৰাসকলে ব্যাস ৰচিত ব্ৰহ্মসূত্ৰ বা বেদান্ত দৰ্শনৰ ওপৰত দৃঢ় বিশ্বাস ৰাখি তাৰ ভাষ্য লিখি মতবাদ জগতত প্ৰচাৰ কৰে। শ্ৰীমন্ত শঙ্কৰ গুৰুৱে তদ্বিপৰীতে চতুৰ্দ্দশ শতিকাত গীতা ভাগৱতক প্ৰাধান্য দি গীতাৰ পৰা একশৰণ আৰু ভাগৱতৰ পৰা ভজন তত্ত্ব গ্ৰহণ কৰি একশৰণ হৰি নামধৰ্ম্ম বা একশৰণ ভাগৱতী ভক্তি প্ৰচাৰ কৰে। মাধৱদেৱৰ ভাষাৰে কবলৈ গলে শুদ্ধৰূপত এনেদৰে ঃ -

ভকতি ভণ্ডাৰ দ্বাৰ সব চোড়ি
মুকুতি কয়লি উদাস।
একশৰণ হাৰ নাম ধৰম কহোঁ
ৰাজা কয়ো পৰকাশ॥
(গুৰু ভট্টিমা)

উক্ত 'একশৰণ ভাগৱতী ভক্তি' বাক্যটোত 'একশৰণে' গীতাৰ শৰণ আৰু 'ভাগৱতী' শব্দটোৱে ভাগৱতৰ ভজনৰ কথাকে সোঁৱৰাই দিছে। গীতাশাস্ত্ৰ হ'ল সৰ্ব্বোপনিষদৰ সাৰ (সৰ্ব্বোপনিষদোগাবো ...গীতা মাহাত্ম্য-৫) আৰু ভাগৱত হ'ল সৰ্ব্ববেদৰ সাৰ (সৰ্ব্বশ্ৰুতি শিৰোৰত্ন ভাগৱতাৰণ্যে। মাধৱদেৱ—সৰ্ব্বশ্ৰুতি শিৰোৰত্ন, ভাগৱত বন মাজে। শ্ৰুতিস্তু বেদাবি জ্ঞেয়ঃ-মনু)। মোৰ ধাৰণা আৰু আন আন মহৎ পণ্ডিত সকলৰো নিশ্চিত ধাৰণামতে শঙ্কৰ মাধৱে গীতা ভাগৱতক যি ধৰণেৰে প্ৰাধান্যতা তথা ভগবদ্ভক্তি প্ৰামাণ্যতা স্বীকাৰ কৰি গৈছে, তাৰ তুলনা নাই। ভাৰতৰ কোনো মনিষীয়েই এনে স্বীকাৰ কৰা দেখা নাযায়। গীতাক একশৰণৰ প্ৰতীক হিচাবে আৰু ভাগৱতক ভজনৰ প্ৰতীক হিচাবে চতুৰ্দ্দশ শতিকাত প্ৰচাৰ কৰা শঙ্কৰ মাধৱ দুজনাগুৰুৱে ভাগৱতৰ পৰা ভজন তত্ত্ব গ্ৰহণ কৰিলেও ভাগৱত গ্ৰন্থক শৰণ গ্ৰহণৰ বাবে শ্ৰীকৃষ্ণ দেৱৰ প্ৰতীক হিচাবেও ব্যৱহাৰ কৰি আহিছে। শৰণৰ বেলিকা চাৰি পৰিক্ৰিয়া মাতোতে প্ৰতিটোতে তিনিবাৰকৈ মুঠ বাৰটা সত্য সেই ভাগৱতৰে অৰ্থাৎ দ্বাদশ স্কন্ধ ভাগৱতৰে অংশ। ভজন তত্ত্ব ৰসখিনি পৃথক ভাৱে ভাগৱতৰ পৰা বাহিৰ কৰা হৈছে। শৰণৰ বেলিকা ভাগৱত শ্ৰীকৃষ্ণৰ প্ৰতীক আৰু ভজন তত্ত্বৰ বেলিকা ভাগৱত ভজনৰ প্ৰতীক। আমি পূৰ্ব্বতে সংক্ষেপে গীতা ভাগৱতৰ ওপৰত প্ৰামাণ্য ধৰ্ম্ম গ্ৰন্থ হিচাবে সেই প্ৰসঙ্গত উল্লেখ কৰি আহিছোঁ। পুনশ্চ ইয়াৰ প্ৰতি থকা (শঙ্কৰ মাধৱৰ আদৰ্শ ক্ৰমে) শ্ৰদ্ধাৰ প্ৰেমৰ বাবে চাৰ্ব্বিত চৰ্ব্বণ কৰিব লগা হৈছে। বৰ্ত্তমানেই গীতা সম্বন্ধে এই "একশৰণ তত্ত্ব বিবেচন" অধ্যায়ত উল্লেখ কৰিব লগাটো বিধেয়। আগলৈ আমাৰ "ভজন ভক্তি তত্ত্ব বিবেচন"ত ভাগৱতৰ বিষয়ে বিস্তৃতভাৱে বেকত কৰা হ'ব। গতিকে এই প্ৰসঙ্গত কৰা নহ'ল।

আমি আগতে অৰ্থাৎ পূৰ্ব্বতে বেকত কৰি অহা 'দেৱ' বিষয়ত "একখানি শাস্ত্ৰমাত্ৰ নিষ্ঠ" বুলি নাম ঘোষাৰ উদ্ধৃতি দি আহিছোঁ। বিষয়বোৰ দেখাত পাৰ্থক্য হলেও মূলতঃ একে কাৰণে অৰ্থাৎ পৰস্পৰ ওতঃপ্ৰোতঃ ভাৱে জড়িত কাৰণে প্ৰতি বিষয়তে একে উদ্ধৃতিকে পুনৰুক্তি কৰিব লগা হয়। পাঠক বৰ্গই এই সংক্ৰান্তত নিশ্চয় আমনি পাব। উপায় নাই। আমি গীতা সম্পৰ্কে উদ্ধৃতি দি একশৰণৰ মূল যে গীতা শাস্ত্ৰ তাৰ প্ৰমাণ দিবলৈ প্ৰয়াস কৰা হৈছে।

শ্ৰীমদ্ভগৱদ্গীতা সনাতন ধৰ্ম্ম বা "একশৰণ হৰিনাম" ধৰ্ম্মৰ ভক্তি বিষয়ৰ মুখ্য আৰু প্ৰামাণ্য গ্ৰন্থ। ভাগৱতো ইয়াৰে অন্তৰ্গত। সেই কাৰণেই ধ্বনিত হৈছে হৰলা

শাস্ত্ৰৰ উত্তম গীতা ভাগৱত
ধৰ্ম্মৰ উত্তম নাম।

আমি উল্লেখ কৰিছোঁ বেদৰ সাৰ উপনিষদ আৰু উপনিষদৰ সাৰাংশ গীতা। উপনিষদত যিবোৰ ৰত্ন নিহিত হৈ আছে, গীতাত সেয়েই ৰত্নাকৰৰ দৰে প্ৰকাশমান সূত্ৰে মণিগণা হ'ব। গীতা মহৎ, গীতা শ্ৰেষ্ঠ আৰু আধ্যাত্মিক জগতৰ দীপ শিখা। গীতা নিত্য, গীতা অপৌৰষেয় অনাদি কালৰে পৰা গীতাই অনাদি হৃদয়ৰ মাজেদি উচ্ছ্বসিত। য'তে জীৱ তাতেই মুক্তি বন্ধন ৰূপ জীৱন মৰণ সংগ্ৰাম আৰু তাতেই আকৌ ভগৱন্তৰ আৱিৰ্ভাৱ, তাতেই সাধক সকলৰ অভীষ্ট সিদ্ধি আৰু সেই ঠাইতেই ভগৱন্তৰ কণ্ঠত গীতা ধ্বনিত। গীতা ভগৱন্তৰ শ্ৰীমুখ পদ্মৰ আশ্বাস বাণী, গীতা শ্ৰীকৃষ্ণৰ পাঞ্চজন্য শঙ্খনাদ, গীতাই জীৱৰ জীৱ প্ৰবাহৰ পথ প্ৰদৰ্শক, গীতা দীপ্ত আলোক শিখা আৰু ভৱাৰ্ণৱৰ দিক নিয়ন্ত্ৰণ যন্ত্ৰ। গীতাৰ উপদেশানুযায়ী অৰ্জ্জুনে ভাৰত যুদ্ধ জয় কৰিলে। অন্যান্য বিচক্ষণ সাধুসকলে গীতাৰ ভগৱৎ বাক্য হৃদয়ত থাপি ভৱ যুদ্ধ জয় কৰি আহিছে। জীৱ আৰু ঈশ্বৰৰ সম্বন্ধ গুৰু আৰু শিষ্যৰ সান্নিধ্যৰ দ্বাৰা পৰম সন্ধান কেনেকৈ পাব পাৰি গীতা গ্ৰন্থতেই বিদ্যমান। গীতা সাক্ষাৎ ভগৱন্তৰ দিব্য বাণী। ইয়াৰ মহিমা অপাৰ আৰু অপৰিমিত। ইয়াৰ যথাৰ্থ বৰ্ণনা কোনেও কৰিব নোৱাৰে। ইতিহাস, পুৰাণ আদিত স্থান ভেদে গীতাৰ মহিমা বিকাশ হৈছে। যি বস্তুৰ বৰ্ণনা হব পাৰে তাত অপৰিমিত শব্দই থাকিব নোৱাৰে। গীতা এখন ৰহস্যময় গ্ৰন্থ। ইয়াৰ ৰচনা এনে সৰল আৰু সুন্দৰ যে সামান্য অভ্যাস কৰিলেই মানুহৰ সহজবোধ্য হয়; কিন্তু ইয়াৰ অভ্যন্তৰ ইমান গূঢ় আৰু গম্ভীৰ যে আজীৱন নিৰন্তৰে অভ্যাস কৰিলেও ইয়াৰ শেষ সীমা লংঘন কৰিবলৈ সমৰ্থ হোৱা কঠিন। প্ৰতিদিনে নৱ নৱ ভাৱ উৎপন্ন হয়। ইয়াৰ অভ্যন্তৰৰ পৰা সদায় নবীন তথ্য

বাহিৰ হৈ থাকে। একাগ্ৰচিত্ত হৈ শ্ৰদ্ধা ভক্তিৰ সৈতে বিচাৰ কৰাৰ পৰা প্ৰতি পদে পদে পৰম ৰহস্য তত্ত্ব প্ৰত্যক্ষ হৈ যায়। ভগৱানৰ গুণ, প্ৰভাৱ, স্বৰূপ, তত্ত্ব, ৰহস্য, উপাসনা, জ্ঞান, কৰ্ম্ম আদিৰ বৰ্ণনা যি প্ৰকাৰে এই গীতা শাস্ত্ৰত আছে, এনে প্ৰকাৰে আন গ্ৰন্থত যুৎ পৎ বা একেলগে মিলা কঠিন। গীতা এনেকুৱা এখন অনুপম শাস্ত্ৰ যে যাৰ এটা শব্দও বিনা কাৰণত উল্লেখ নোহোৱাকৈ থকা নাই আৰু য'ত যথাৰ্থ সদুপদেশেৰে যি শাস্ত্ৰ ভৰপূৰ। গীতা সৰ্ব্বশাস্ত্ৰময়ী। সৰ্ব্বশাস্ত্ৰ বুলি কওঁতে বেদ, উপনিষদ আদিৰ পৰা অন্য শাস্ত্ৰবিলাকক ধৰা হৈছে। সেই সম্পৰ্কত মহাভাৰতে কয় :—

সৰ্ব্বশাস্ত্ৰময়ী গীতা সৰ্ব্বদেৱময়ো হৰিঃ।
সৰ্ব্বতীৰ্থময়ী গঙ্গা সৰ্ব্বৱেদময়ো মনুঃ।।

মহাভাৰত/ভীষ্ম পৰ্ব্ব ৪৩।২

অৰ্থাৎ — গীতা সকলো শাস্ত্ৰময়ী, শ্ৰীহৰি সৰ্ব্বদেৱময়, গঙ্গাদেৱী সৰ্ব্বতীৰ্থময়ী আৰু মনু সৰ্ব্ববেদময়।

ভাৰতামৃতসৰ্ব্বস্ব গীতয়ো মথিতস্য চ।
সাৰমুদ্ধৃত্য কৃষ্ণেণ অৰ্জ্জুনস্য মুখে হুতম্ ॥

মহাভাৰত/ভীষ্মপৰ্ব্ব ৪৩।৫

অৰ্থাৎ — মহাভাৰত ৰূপী অমৃতৰ সৰ্ব্বস্ব গীতা মথি আৰু তাৰ সাৰখিনি উদ্ধাৰ কৰি ভগৱান্ শ্ৰীকৃষ্ণই অৰ্জ্জুনৰ মুখত বাকি দিলে।

সকলো শাস্ত্ৰৰ উৎপত্তি বেদৰ পৰা, বেদৰ প্ৰাকট্য ব্ৰহ্মাৰপৰা, ব্ৰহ্মা ভগৱানৰ নাভি কমলৰ পৰা উৎপন্ন হৈছিল। এনেকৈ শাস্ত্ৰ আৰু ভগৱানৰ মাজত অত্যাধিক ব্যৱধান হ'ল। কিন্তু গীতা স্বয়ং ভগৱানৰ মুখাৰবিন্দৰ পৰা বাহিৰ হৈছিল। সেইকাৰণেই গীতাখন সৰ্ব্বশাস্ত্ৰতকৈ অত্যুত্তম। বেদব্যাসে কৈছে :—

গীতা সুগীতা কৰ্ত্তব্যা কিমন্যৈঃ শাস্ত্ৰ সংগ্ৰহৈঃ।
যা স্বয়ং পদ্মনাভস্য মুখ পদ্মাদ্বিনিঃ সৃতা।।

মহাভাৰত/ভীষ্ম পৰ্ব্ব ৪৩।১

অৰ্থাৎ :— অন্য শাস্ত্ৰ সংগ্ৰহৰ আৱশ্যক কি? কেৱল গীতাৰেই প্ৰশস্ত প্ৰকাৰৰ পঠন আৰু মনন কৰা উচিত। কিয়নো এই গীতাশাস্ত্ৰখন ভগৱান্ পদ্মনাভৰ সাক্ষাৎ মুখ কমলৰ পৰা প্ৰকট হৈছিল।

গীতা গঙ্গাতকৈয়ো অতি পৱিত্ৰ। শাস্ত্ৰত গঙ্গাস্নানৰ ফল মুক্তি ব্যাখ্যা কৰা হৈছে। কিন্তু গঙ্গা স্নান কৰোতাজনহে মুক্ত হ'ব পাৰে, আনক মুক্ত কৰিব নোৱাৰে। যদি গীতাৰূপী গঙ্গাত অৱগাহন কৰিব পৰা হয়, তেন্তে সেইজন মুক্ত

হোৱাৰ উপৰি আনকো মুক্তকৰণ সমৰ্থ হৈ যায়। গঙ্গা ভগৱৎ চৰণ পংকজৰ পৰা উৎপন্ন কিন্তু গীতা ভগৱৎ মুখাৰ বিন্দৰ পৰা বাহিৰ হৈছে। ভগৱানে কৈছে —

গীতাশ্ৰয়েঽহং তিষ্ঠামি গীতা মে চোত্তমং গৃহম্।
গীতাজ্ঞানমুপাশ্ৰিত্য ত্ৰীন্ লোকান্ পালয়াম্যহম্।

বৰাহ পুৰাণ

অৰ্থাৎ —মই গীতাৰ আশ্ৰয়ত আছোঁ, গীতা মোৰ শ্ৰেষ্ঠ ঘৰ। গীতাৰ জ্ঞানৰ সহায়ত মই ত্ৰিলোক পালন কৰিছোঁ।

গীতা ভগৱানৰ শ্বাস, হৃদয় আৰু বাঙ্ময়ী মূৰ্ত্তি। যাৰ হৃদয়ত, বাণীত, শৰীৰত তথা সমস্ত ইন্দ্ৰিয়ত আৰু তেওঁৰ ক্ৰিয়া কৰ্ম্মত গীতা ৰমমান হৈছে, সেই পুৰুষ সাক্ষাৎ গীতাৰ প্ৰতিমূৰ্ত্তি। তেওঁৰ দৰ্শন, স্পৰ্শন, ভাষণ আৰু চিন্তনত অন্য মনুষ্য পৰম পবিত্ৰ হৈ যায়। বাস্তৱতে গীতাৰ সমান সংসাৰত যজ্ঞ, দান, তপ, তীৰ্থ, ব্ৰত, সংযম আৰু উপবাস আদি কোনো কাৰ্য্যই হ'ব নোৱাৰে। গীতা জ্ঞান আৰু অনন্তভাৱৰ অথাই সাগৰ। ইয়াৰ তত্ত্ব দিগ্বিজয়ী বিদ্বান আৰু তত্ত্বালোচক সকলে বুজিবলৈ সমৰ্থ নহয়। পণ্ডিত ভগৱদ্ভক্তসকলেহে ইয়াৰ তত্ত্ব (শাস্ত্ৰৰ জানন্ত তত্ত্ব কৃষ্ণত ভকত — ইত্যাদি) উপলব্ধি কৰিব পাৰে। ইয়াৰ বক্তা সাক্ষাৎ শ্ৰীকৃষ্ণ, শ্ৰোতা অৰ্জ্জুন আৰু লিপিকৰ্ত্তা কৃষ্ণ দ্বৈপায়ন বেদব্যাস। গতিকে গীতাৰ তত্ত্ব বুজাত এই তিনিওজনে প্ৰথম স্থান অধিকাৰ কৰি আছে। সেই কাৰণে দৈৱকী নন্দন শ্ৰীকৃষ্ণই গীতা পাঠ কৰিলে সন্তুষ্ট হয় বুলি গীতা মাহাত্ম্যত উল্লেখ আছে ঃ —

দেৱকী নন্দনঃ কৃষ্ণো গীতা পাঠেন তুষ্যতি।
যথা ন বেদৈঃ দানেন যজ্ঞ তীৰ্থ ব্ৰতাদিভিঃ॥

বৈষ্ণৱীয়তন্ত্ৰসাৰ / গীতামাহাত্ম্য — ২২

অৰ্থাৎ — দেৱকীনন্দন শ্ৰীকৃষ্ণ গীতাপাঠ কৰিলে যেনেকৈ সন্তুষ্ট হয়, বেদাধ্যয়ন, দান, যজ্ঞ, তীৰ্থ, ব্ৰতাদি দ্বাৰা তেনেকৈ সন্তুষ্ট নহয়।

গীতা শাস্ত্ৰ এখন কল্পতৰু শাস্ত্ৰ—য'ত দ্বিজনে যেনেকৈ যি ভাৱৰ অভিলাষ কৰে তেনে ভাৱেই প্ৰাপ্ত হয়। ভগৱানে নিজমুখে অৰ্জ্জুনৰ আগত ব্যক্ত কৰিছে এনেদৰে ঃ—

যে যথা মাং প্ৰপদ্যন্তে তাংস্তথৈৱ ভজাম্যহম্।
মম বৰ্ত্মানুবৰ্ত্তন্তে মনুষ্যাঃ পাৰ্থ সৰ্ব্বশঃ॥

গীতা—৪/১১

অৰ্থাৎ – যিসকলে যেনেকৈ মোক ভজনা কৰে, তেনেকৈ তেওঁলোকক মই অনুগ্ৰহ কৰোঁ। হে পাৰ্থ। যেয়ে যি কৰক লাগে, সকলো প্ৰকাৰে মোৰ পথানুবৰ্ত্তী হৈ থাকে।

পৰমাৰ্থতঃ এই কথা সত্য যে গীতা সকলোৰে কল্পতৰু শাস্ত্ৰ হলেও একশৰণ তত্ত্ব দিগ্‌দৰ্শক ভক্তিবাদী শাস্ত্ৰ হিচাবে সৰ্ব্বজনগ্ৰাহ্য হৈ আছে। গীতাৰ নিৰ্ণয় প্ৰসঙ্গক্ৰমে মাধৱপুৰুষে ঘোষাত লিখিছে :

ভগৱন্ত ভক্তিযুক্ত পুৰুষৰ আত্ম বোধ
মাধৱৰ প্ৰসাদে মিলয়।
কৃষ্ণৰ কৃপাত জানা গুচয় সংসাৰ বন্ধ
এহিমানে গীতাৰ নিৰ্ণয় ॥

মাধৱদেৱ/নামঘোষা—৬২০

গীতা জ্ঞানেন সম্বোধং কৃষ্ণ প্ৰাহাৰ্জ্জুনায় বৈ।
ভক্তি তত্ত্বং পৰং তত্ৰ সগুণং বাথ নিৰ্গুণম্ ॥
সোপানাষ্টাদশৈৰেৱং ভুক্তি মুক্তি সমুচ্ছ্ৰিতৈঃ।
ক্ৰমশশ্চিত্ত শুদ্ধিঃ স্যাৎ প্ৰেম ভক্ত্যাদি কৰ্ম্মসু ॥

বৈষ্ণৱীয় তন্ত্ৰ সাৰ / গীতামাহাত্ম্য ১০, ১১

অৰ্থাৎঃ – শ্ৰীকৃষ্ণই অৰ্জ্জুনক যি গীতাজ্ঞানৰ উপদেশ দিছে, তাত সগুণ আৰু নিৰ্গুণ ব্ৰহ্ম সম্বন্ধীয় পৰম ভক্তিতত্ত্ব নিহিত হৈ আছে। গীতাশাস্ত্ৰৰ ভুক্তি মুক্তি প্ৰধান অষ্টাদশ অধ্যায়ৰূপ অষ্টাদশ সোপান দ্বাৰা ক্ৰমে চিত্ত শুদ্ধি হয়, প্ৰেম আৰু ভক্তি আদিৰ সাধনত উন্নতি লাভ হয়।

শ্ৰীমদ্ভগৱদ্গীতাখন মহাভাৰতৰ ভীষ্ম পৰ্ব্বান্তৰ্গত। "সূচ্যগ্ৰ মেদিনী" নিদিওঁ বোলা চক্ৰবৰ্ত্তি ৰাজা দুৰ্য্যোধনৰ বিপক্ষে পঞ্চপাণ্ডৱে যেতিয়া যুদ্ধ ঘোষণা কৰিলে, তেতিয়া কৌৰৱ পক্ষ যুদ্ধ সাজু হ'ল। উভয় পক্ষই সমৰ স্থলীত সমবেত হৈ অস্ত্ৰ-শস্ত্ৰ ধাৰণ কৰি যুদ্ধাৰম্ভ হওঁ হওঁ অৱস্থা। তেনে সময়তে যুদ্ধৰ কাৰণে হাতত ধনুৰ্ব্বাণ লৈ চতুৰ ৰথচালক শ্ৰীকৃষ্ণৰ সৈতে মহাবীৰ অৰ্জ্জুন কুৰুক্ষেত্ৰত উপস্থিত হয় আৰু সখি কৃষ্ণক কবলৈ ধৰিলে :– মই কাৰ সৈতে যুদ্ধ কৰিলে ভাল হ'ব, তাকে মই চাই লওঁ। সখি। মোৰ ৰথখন উভয় সেনাৰ মাজলৈ লৈ ব'লা। তাৰ পিচতে অৰ্জ্জুনে নিজৰ পিতৃস্থানীয় লোক, পিতামহ, গুৰু, স্বজনবৰ্গক দেখি শোক মোহ মহাপঙ্ক মাজত পৰি ৰণ নকৰো বুলি ধনুৰ্ব্বাণ ত্যাগ কৰে। এনে অৱস্থাতে শ্ৰীকৃষ্ণই অৰ্জ্জুনক ৰণলিপ্ত কৰিবৰ কাৰণে ৰণস্থলীৰ মাজতে গীতা শাস্ত্ৰ মেলিলে। সেয়ে মাধৱদেৱ পুৰুষে নামঘোষাত লিখিছে :

শোক মোহ মহা পঙ্ক মাজে অৰ্জ্জুন মগন ভৈল দেখি
পৰম ঈশ্বৰ দৈৱকীনন্দ নন্দন।
কৃপায়ে ঈশ্বৰে তত্ত্ব কহি উদ্ধাৰিলা নিজ ভকতক
হেন ঈশ্বৰৰ চৰণে লৈলো শৰণ ।। ৫৯১ ॥

গীতাৰ শ্লোকসংখ্যা সৰ্ব্বমুঠ সাতশ। ভক্তিবাদী মহাপুৰুষ শ্ৰীধৰ-স্বামীয়ে স্বীকৃত গীতাৰ সুবোধিনী টীকাত লিখিছে "তমেৱ ভগৱদুপদিষ্টমৰ্থং কৃষ্ণ দ্বৈপায়নঃ সপ্তভিঃ শ্লোকশতৈঃ উপনিৰ্ব্বন্ধঃ" প্ৰশ্ন হয়—সমৰ স্থলীত ক্ষন্তেকৰ বাবে ৰথস্থ অৰ্জ্জুনক কমসময়ৰ ভিতৰতে শ্ৰীকৃষ্ণই সাতশ শ্লোক বেকত কৰাটো কিমান অসম্ভব সেই কথা সকলোৱে জানে। গীতা পাঠ কৰোতে অৰ্থাৎ সাতশ শ্লোক মুখস্থ মাতোতে নিশ্চয় (সস্বৰ পাঠসহ) দুঘণ্টাৰো অধিক সময়ৰ প্ৰয়োজন হ'ব। তেন্তে কুৰুক্ষেত্ৰত অস্ত্ৰ নিক্ষেপৰ প্ৰাক্‌মুহূৰ্ত্তত কেনে ভাবে গীতা ব্যাখ্যা কৰা হৈছিল সেয়া নিতান্ত চিন্তনীয়। আমি পোৱা মহানুভৱসকলৰ তথ্য পাতিৰ মতে শ্ৰীকৃষ্ণই অৰ্জ্জুনক মাত্ৰ সাতটা শ্লোকেৰে গীতা কৈছিল। সেই কাৰণেই কয় "সপ্তশ্লোকী গীতা" আৰু "চতুঃশ্লোকী ভাগৱত"। উক্ত সাতটা শ্লোকতে শ্ৰীকৃষ্ণই সমগ্ৰ গীতাৰ সাতশ শ্লোকৰ সাৰ তত্ত্ব খিনি হাতীমাৰি ভূৰোকাত ভৰাই থৈছে। অৰ্জ্জুনে সাতটা শ্লোকতে সমগ্ৰ গীতাৰ বিশিষ্ট কথাবোৰ অনুভৱ কৰিব পাৰিছিল। শ্ৰীকৃষ্ণয়ো কম সময়ত সংক্ষেপ বাক্যৰ দ্বাৰাই বহু অৰ্থ প্ৰকাশ কৰিব পাৰিছিল। নোৱাৰাৰ কাৰণ কি? যিজনে "জ্বালিলা চৌষষ্ঠী কলা চৌষষ্ঠী দিৱসে" 'শ্ৰীধৰ স্বামীয়ে অৱশ্যে সপ্তশ্লোকী গীতাৰ কথা তেওঁৰ আৰম্ভণীতে প্ৰকাশ কৰা নাই। মাত্ৰ উল্লেখ কৰিছে এনেদৰে ঃ— "তত্ৰ চ প্ৰায়শঃ শ্ৰীকৃষ্ণ মুখাদ্বিনিঃ সৃতানেৱ শ্লোকানলিখৎ। কাংশ্চিৎ তৎসঙ্গতয়ে স্বয়ংচ ব্যৰচয়ৎ"।

প্ৰসঙ্গক্ৰমে উল্লেখনীয় — অনেকেই কয় যে শঙ্কৰ মাধৱ দুজনা গুৰু নিজে শূদ্ৰ হোৱাৰ কাৰণে গীতা ভাগৱতৰ ওপৰত যিমান জোৰ দিলে বেদ, উপনিষদাদি শাস্ত্ৰত শূদ্ৰৰ অনাধিকাৰ কাৰণে সিমান জোৰ নিদিলে। এইটো সম্পূৰ্ণে ভিত্তিহীন কথা। সচা কথা—শঙ্কৰদেৱে গীতাৰ পৰা শৰণ আৰু ভাগৱতৰ পৰা ভজন তত্ত্ব লৈ উভয় গ্ৰন্থৰ ওপৰত গুৰুত্ব দি গীতা ভাগৱতক ভক্তি তত্ত্ব দৰ্শনৰ প্ৰধান তথা প্ৰামাণ্য গ্ৰন্থ হিচাবে বেদাদি শাস্ত্ৰৰ উৰ্দ্ধত ৰাখিলে। শঙ্কৰদেৱে বেদ, উপনিষদাদি বৈদিক শাস্ত্ৰ সমূহ সম্পূৰ্ণে আয়ত্ত কৰা প্ৰমাণ বহুতো আছে ঃ—

নিৰন্তৰে পঢ়িলন্ত শাস্ত্ৰ সমস্তয়।
অপ্ৰমাদী পণ্ডিত ভৈলন্ত মহাশয় ॥
দৈত্যাৰি ঠাকুৰ/গুৰুচৰিত।

ইয়াত 'নিৰন্তৰে' বুলি কওঁতে বেদাদি সমগ্ৰ শাস্ত্ৰৰ কথাকে সূচাইছে। কথাগুৰু চৰিতত চাৰিবেদ, চৌধ্যশাস্ত্ৰ, ওঠৰ পুৰাণ, অষ্টাদশ মহাভাৰত আৰু অন্যান্য কাব্য, ব্যাকৰণ, সংহিতা, কোষ আদি অধ্যয়ন কৰি মহাপণ্ডিত হোৱা কথা বৰ্ণাইছে। মহাপুৰুষ মাধৱদেৱে গুৰু ভট্টিমাত লিখিছে :—

অহনিশি চাৰি বেদ বিচাৰি
বেকত কয়ো হৰিনাম।
যাকেৰি বয়ন মিলাই গাই
পাই মনোৰথ কাম।

আকৌ :— পণ্ডিত মানি বেদ বখানি
গৰ্ব্ব কয়লি সবচুৰ।
গীত কবিত্ব গুণ শঙ্কৰ দেৱৰ
কীৰিতি গয়ো বহুদূৰ ॥

মাধৱদেৱ/গুৰুভট্টিমা

বৰগীতত লিখিছে :- চাৰিবেদ পুৰাণ যত ভাৰত
গীতা ভাগৱত চাই।
ওহি সাৰ বিচাৰ কয় ভাষত
হৰি বিনে তাৰক নাই।

এইখিনিতে মাধৱদেৱে নিজে উক্ত শাস্ত্ৰসমূহ অধ্যয়ন কৰা কথা সূচাইছে।

এনেদৰে অনেক প্ৰমাণেৰে শঙ্কৰ মাধৱে বেদাদি শাস্ত্ৰ অধ্যয়ন কৰা কথাৰ উদ্ধৃতি দিব পাৰি। শঙ্কৰ মাধৱ দুজনাই কিয় বেদৰ উদ্ধৃতি নিদিলে তাৰ প্ৰমাণ এনেদৰে বৈদিক যুগত বেদৰ তত্ত্ব আয়ত্ত কৰাত সেই সময়ৰ ঋষি মুনি সকলৰ সহজ আছিল। পিচলৈ ক্ৰমে বেদ শাস্ত্ৰ সকলোৰে দুৰ্ব্বোধ্য তথা সময়মতে তাৰ প্ৰয়োগ কমি অহাত উপনিষদৰ সৃষ্টি হয়। উপনিষদো যেতিয়া অধ্যয়নৰ বাবে কঠোৰ বা অনুপযোগী হয়, তেতিয়া পুৰাণ ভাৰতাদি শাস্ত্ৰ সহজ সৰল ভাষাত ৰচিত হ'ল। এতিয়া সেইবোৰো মাতৃভাষালৈ অনুদিত হৈছে লৌকিক (সংস্কৃত) ভাষা দুৰ্ব্বোধ্য কাৰণে। সেই কাৰণে কীৰ্ত্তনত শঙ্কৰদেৱে লিখিছে:—

ব্যাস নামে ভৈলা সত্যৱতীৰ সন্ততি।
দেখিলন্ত লোক ভৈল অতি অল্পমতি॥
কৰিলা অনেক শাখা চাৰিও বেদৰ।
পুৰাণ ভাৰত শাস্ত্ৰ নিৰ্ম্মিলা বিস্তৰ॥

চতুৰ্ব্বিংশতি অৱতাৰ বৰ্ণন

মহাপুৰুষ দুজনা গুৰুৱে সংস্কৃত ভাষাত বহুতো গ্ৰন্থ লিখি সংস্কৃত পণ্ডিত হিচাবে পৰিচয় দি যাব পাৰিলেহেঁতেন। শঙ্কৰদেৱৰ ভক্তি ৰত্নাকৰ সংস্কৃত গ্ৰন্থখন ৰচনা কৰিছিল যদিও তাৰ অসমীয়া ভাঙনী কৰাৰ পৰিকল্পনা নিশ্চয় আছিল। কিন্তু ভক্তিৰত্নাৱলী প্ৰাপ্তিৰ পিচত মাধৱদেৱক তাৰ ভাঙনী কৰিবলৈ দি ভক্তি ৰত্নাকৰ শাস্ত্ৰৰ প্ৰতি উদাস হ'ল। 'চাইপোলে তলত। বোলে বিষ্ণুপুৰী মোৰ সঙ্গী, আগে পোৱা হলে শ্ৰমকৈ ৰত্নাকৰ নকৰোঁএ, তেওঁ আমাৰ ভেটা বন্ধা হৈছে, আগে পানী ৰলে ধানড়ালি হয়'' (কথাগুৰু চৰিত)। দুজনাগুৰুৰ উদ্দেশ্য হ'ল বেদ উপনিষদৰ সাৰ গীতা ভাগৱতৰ অৱতাৰ চৰিত্ৰৰ যোগেদি জনসাধাৰণৰ কল্মষ দূৰ কৰি ভগৱৎ সান্নিধ্য লাভ কৰোৱা।

আউৰ বেদাগম বিস্তৰ শাস্ত্ৰত
নাহি কিছু প্ৰয়োজন।
ধৰ্ম্মক আশায়ে অনেক তীৰ্থক
কিকাৰ্য্যে কৰা গমন॥

অজামিল উপাখ্যান।

দুজনা গুৰু আদৰ্শানুসাৰে অনন্ত কন্দলিয়েও উল্লেখ কৰিছে:

শ্লোক সংস্কৃতে আমি লিখিবাক ভাল জানি
তথাপি কৰিবো পদ বন্ধ।
স্ত্ৰীশূদ্ৰ আদি যত জানোক পৰম তত্ত্ব
শ্ৰৱণত যিল্লোক আনন্দ॥

দশমস্কন্ধ ভাগৱতত।

শঙ্কৰ মাধৱদেৱক কলিযুগৰ বেদব্যাস বুলিব পাৰি। কাৰণ কলিৰ অল্পমতি লোকৰ কাৰণে সহজ সৰল গীতা ভাগৱতৰ পৰা মাতৃ ভাষাত বা আঞ্চলিক ভাষাত শাস্ত্ৰ ৰচনা কৰি দুৰ্ব্বোধ্য ভাষাক সুবোধ্য কৰি গৈছে। আঞ্চলিক ভাষাৰ আদৰ সৰ্ব্বসাধাৰণ ৰাইজৰ আছে। কিন্তু দুৰ্ব্বোধ্য ভাষাৰ আদৰ (বৈদিক আৰু লৌকিকৰ) সেই সেই পণ্ডিত সকলৰ মাজতে সীমাবদ্ধ থাকে। দুজনা গুৰুৱে বৈদিক শাস্ত্ৰ চাবলৈ বাধা দিয়া নাই; কিন্তু সেইসকল যে সকলোৰে বাবে পঠনীয় নহয় বা সহজবোধ্য নহয় তাৰ কথাহে কৈছে। দুজনা গুৰুৱে পণ্ডিত সকলৰ বাদেও বাকী স্ত্ৰীশূদ্ৰাদি অবুজন লোক সকলৰ প্ৰতিহে পৰম তত্ত্ব বুজিবলৈ সুবিধা দিছে যাতে তেওঁলোকে বিনায়াসে হৰিভক্তিৰ তত্ত্ব বুজি ভগৱদমুখী হ'ব পাৰে। পণ্ডিত সকলৰতো বুজাত সহজ হৈয়ে আছে। বেঁদাদিৰ পৰিবৰ্ত্তে গীতা ভাগৱতৰ প্ৰতি অত্যাধিক গুৰুত্ব দি আঞ্চলিক ভাষাত অনুদিত কৰি গুৰু দুজনাই সৰ্ব্বসাধাৰণ অজ্ঞ স্ত্ৰীশূদ্ৰাদিৰ প্ৰতি অনুকম্পা কৰি যোৱাৰ কাৰণো এয়ে মাথ।

'শৰণ' শব্দৰ অৰ্থ সংস্কৃত শাস্ত্ৰৰ মতে শৃ+অনট্ = শৰণম্। 'শৃ' ধাতুটোৱে আশ্ৰয় কৰা অৰ্থ সূচায়। 'অনট্' শব্দটো প্ৰত্যয়। অন্যপ্ৰকাৰে 'শৃ' ধাতুটোৱে হিংসা কৰা অৰ্থ সূচায়। 'অনট্' প্ৰত্যয়টোৱে তাৰপৰা নিষেধ কৰা বা উদ্ধাৰ কৰা অৰ্থ সূচায়। (শৃ, ক্ৰ্যা-প, হিংসা কৰা, সক; শৃনাতি ঃ—গনাৰ্থ-কল্পদ্ৰুমঃ) এই দ্ব্যৰ্থসূচক শব্দটোৰ পৰা আমি দুইপ্ৰকাৰৰ অৰ্থসঙ্গতি পাওঁ। প্ৰথমটোৰ মতে 'শৃ' ধাতু আৰু অনট্ প্ৰত্যয় নিষ্পন্ন 'শৰণ' শব্দৰ অৰ্থ আশ্ৰয় অৰ্থাৎ "শৰণং আশ্ৰয়ম্"। দ্বিতীয়টোৰ মতে 'শৃ' ধাতুত অনট্ প্ৰত্যয় নিষ্পন্ন 'শৰণ শব্দৰ অৰ্থ হিংসাৰ পৰা উদ্ধাৰ কৰা। এতিয়া আদিতে উল্লেখ কৰা 'শৃ' ধাতুত নিষ্পন্ন 'শৰণ' শব্দৰ অৰ্থ কৰিবলৈ লোৱা হৈছে। 'শৰণ' শব্দৰ অৰ্থ আশ্ৰয় অৰ্থাৎ ভৱ তাপ তাপিত সকলে সংসাৰত থাকি নানা দুখ যাতনা ভোগ কৰি শেষত বুজিলে যে পৰমেশ্বৰৰ ব্যতিৰেকে অন্য কোনেও ঐহিক আৰু পাৰত্ৰিকত যাতনা ত্ৰাণ কৰিব নোৱাৰিব। সেয়ে সকলোলৈকে পিঠিদি ভগবানতে সৰ্ব্বপ্ৰথম আশ্ৰয় লোৱাকে 'শৰণ' বোলে। মহাপুৰুষ শঙ্কৰদেৱে বৰ গীতত তাৰে এটি আভাস দিছে ঃ—

## গীত ৰাগশ্ৰী

গোপালে কি গতি কৈলে গোবিন্দে কি মতি দিলে;
নাথ বিফলে বয়স সব গেলৰে ॥
এভৱ গহন বন অতি মোহ পাশে ছন্ন
তাতে হামো হৰিণ বেড়াই।
ফান্দিলো মায়াৰ পাশে কাল ব্যাধে ধায়া আসে
কাম ক্ৰোধ কুত্তা খেদি খাই ॥
হৰাইল চেতন হৰি নজানো কিমতে তৰি
শুনিতে দগধ ভৈল জীৱ।
লোভ মোহ দুহো বাঘ সততে নচাড়ে লাগ
ৰাখু ৰাখু সদাশিৱ ॥
পলাইতে নেদেখো সন্ধি দিনে দিনে দৃঢ় বন্দী
ভৈলো মন্দ মনৰ যুগুতি।
তুৱা হৰি লাগো গোড় মোৰ মায়া পাশ চোড়
শঙ্কৰ কৰয় কাকুতি ॥

দ্বিতীয়তে হিংসা অৰ্থৰ 'শৃ' ধাতুত নিষ্পন্ন 'শৰণ'ৰ কথা কোৱা হৈছে। প্ৰাণী বধ বা প্ৰাণী ক্লেশ প্ৰদান কৰাকে হিংসা বোলে। হিংসা ত্ৰিবিধ শাৰীৰিকী বাচনিকী আৰু মানসিকী। শাৰীৰিকী,— হাতেৰে, ভৰি আদি যি

কোনো অস্ত্ৰেৰে জীৱ বিনাশ, প্ৰহাৰ বা শাৰীৰিকী হিংসা। বাচনিকী— বাক্যেৰে প্ৰাণী পীড়া উৎপাদন কৰা। মানসিকী— মনেৰে পৰপীড়া চিন্তা কৰা। ইয়াৰ ভিতৰতে আৰু তিনিটা ভাগ পোৱা যায়। সেয়া হ'ল (১) কৃত (২) কাৰিত আৰু (৩) অনুমোদিত। কৃত — ওপৰত উল্লেখ কৰা ধৰণেৰে আনক হিংসা কৰা। কাৰিত আনৰ যোগেদি হিংসা কাৰ্য্য কৰোৱা বা লিপ্ত কৰা। অনুমোদিত এজনে আনজনক হিংসা কৰোতে উচটনি দিয়া বা অনুমোদন জনোৱা ইত্যাদি। ক্ৰোধেই হ'ল হিংসাৰ উৎপত্তিৰ নিদান। ইহ, পৰত্ৰ উভয়ত্ৰ লোকতে জনসাধাৰণে হিংসাৰ কঠোৰতৰ ফল ভোগ কৰি আছে। এই হিংসা সমূহৰ পৰা নিষ্কৃতি বা উদ্ধাৰ পোৱা বা অৱকাশ প্ৰাপ্তিকে দ্বিতীয় পৰ্য্যায়ৰ শৰণ বোলা হয়। সাধুসকলে প্ৰথমবিধ শৰণ লোৱাৰ লগতে এইবিধ শৰণ লয়। সাধু সদা উপদ্ৰৱ ৰহিত বা হিংসা শুন্য হৈ থাকে। সাধু আৰু অসাধুৰ পাৰ্থক্য এইখিনিতে আছে —

বিদ্যা বিবাদায় ধনংমদায়
শক্তিঃ পৰেষাং পৰপীড়নায়।
খলস্য সাধোঃ বিপৰীতমেতৎ
জ্ঞানায় দানায় চ ৰক্ষণায় ॥

অৰ্থাৎ :— খলপ্ৰকৃতিৰ লোকে বিদ্যা, ধন আৰু শক্তি সঞ্চয় কৰে বিবাদ, অহঙ্কাৰ আৰু পৰপীড়ণ কৰিবৰ কাৰণে। কিন্তু সাধুসকলৰ কাৰ্য্য ইয়াৰ বিপৰীতটো। এওঁলোকে বিদ্যা, ধন আৰু শক্তি সঞ্চয় কৰে জ্ঞান, দান আৰু পৰক ৰক্ষা কৰিবৰ কাৰণে।

সাধুসকলে ভাবে :—

লব্ধা সুদুৰ্ল্লভমিদং বহু সম্ভৱন্তে,
মানুষ্যমৰ্থদমনিত্যমপীহধীৰঃ।
তূৰ্ণং যতেত ন পতেদনুমৃত্যু যাৱৎ,
নিঃশ্ৰেয়সায় বিষয়ঃ খলু সৰ্ব্বতঃ স্যাৎ ॥

অষ্টাবক্ৰ গীতা

অৰ্থাৎ :— অনেক জন্মান্তৰত এই পৰম পুৰুষাৰ্থৰ সাধনৰূপ নৰদেহ পোৱা হৈছে — যি অনিত্য হলেও পৰম দুৰ্লভ, এনেহেন দেহা পাই ধীৰ পুৰুষসকলে ভবা উচিত যে যেতিয়ালৈকে পুনঃ মৃত্যু হয়, তেতিয়ালৈকে শীঘ্ৰে নিজে মোক্ষ প্ৰাপ্তিৰ বাবে যত্ন কৰিব লাগে। যিহেতু বিষয় বাসনা সমস্ত যোনীতে পায়।

এতিয়া আমি ধাতুগত অৰ্থ এৰি শব্দগত অৰ্থলৈ আহোঁ। 'শৰণ' এই শব্দটোৰ তিনিটা আখৰত তিনিটা অৰ্থ সন্নিবিষ্ট হৈ আছে যেনে—

(১) শ — শব্দে আত্মা বা দেহ

(২) ৰ - শব্দে জ্ঞান বা মন

(৩) ণ — শব্দে বেগ বা চৈতন্য

অৰ্থাৎ দেহ, মনক চৈতন্য সত্বালৈ ধাবিত কৰাই শৰণ

অথবা

(১) শ — শব্দে আত্মা

(২) ৰ — শব্দে গতি

(৩) ণ — শব্দে জ্ঞান

অৰ্থাৎ - আত্মাৰ সদগতিৰ অৰ্থে জ্ঞান লাভ কৰাই শৰণ।

শঙ্কৰদেৱৰ ভক্তি ৰত্নাকৰ গ্ৰন্থত 'শৰণ মাহাত্ম্য'ত 'শৰণ' সম্পৰ্ক কৈছে-

ভক্তি বৃক্ষস্য শৰণং বীজং পৰমকং স্মৃতম্।

সাধনাদ্যনু পত্ৰস্য প্ৰেমানন্দ ফলস্য চ ॥

ভক্তি ৰত্নাকৰ—৫/১

অৰ্থাৎ—ভক্তিৰূপী বৃক্ষৰ শৰণেই বীজ বা কঠীয়া বুলি জানিবা। শ্ৰৱণ কীৰ্ত্তনাদি ভক্তিৰ সকলো সাধনেই সেই বৃক্ষৰ পত্ৰ স্বৰূপ আৰু প্ৰেম আৰু আনন্দই তাৰ সুনিষ্ট ফল।

সৰ্ব্বমূলং কৃষ্ণপাদ শৰণং পৰিকীৰ্ত্তিতম্।

যদিবনাস্ৰৱতে ভক্তিৰাম ডাণ্ডৎ পয়ো যথা ॥

ভক্তি ৰত্নাকৰ ৫/২ (সাত্বত তন্ত্ৰ-৪/৫৫

অৰ্থাৎ—সৰ্ব্ববিধ ভক্তিৰ পৰম একমাত্ৰ মূল হ'ল শ্ৰীকৃষ্ণ পাদপদ্মত শৰণ লোৱা —যাৰ অভাৱে অপক্ক ভাণ্ডত জল থলে সহজতে বৈ যোৱাৰ দৰে হয়।

কায়বাঙমনসাং সাক্ষাৎ কৃষ্ণে পৰম পুৰুষে।

পৰিনিষ্ঠাশ্ৰয়ং যদৈব শৰণং তৎ প্ৰকীৰ্ত্তিতম্ ॥

ভক্তি ৰত্নাকৰ — ৫/৪ ( সাত্বত তন্ত্ৰ —৪/৫৭)

অৰ্থাৎ—কায়, বাক্য, মনে পৰম পুৰুষ শ্ৰীকৃষ্ণক সাক্ষাৎকাৰত দেখি পৰিনিষ্ঠা পূৰ্ব্বক আশ্ৰয় লোৱাকে শৰণ বুলি কয়।

কায়বাঙমনসাং সাক্ষাৎ যা নিষ্ঠাহ্যচলা ভবেৎ।

পৰমাত্মনি শ্ৰীকৃষ্ণে শৰণং তৎ প্ৰচক্ষতে ॥

ভক্তি ৰত্নাকৰ - ৫/৫ ( শিৱসংহিতা )

অৰ্থাৎ—কায়, বাক্য আৰু মনত সাক্ষাৎকাৰত দেখি পৰমাত্মা শ্ৰীকৃষ্ণত যি নিষ্ঠা আৰু অচলা ভক্তি ৰাখে বা প্ৰীতি কৰে, তাকে শৰণ বুলি কয়।

ইয়াত উল্লেখ কৰা কায়, বাক্য মনৰ অৰ্থ হ'ল ভগৱন্তৰ চৰণত শৰণ লবলৈ হ'লে কায়বৃত্তি, বাক্যবৃত্তি আৰু মনোবৃত্তি হ'ব লাগে। কায়বৃত্তি মানেঃ — (ইয়াক কায়িক শৰণ বুলিও কয়) হৰিৰ উদ্দেশ্যে মন্দিৰ নিৰ্ম্মাণ, আসন স্থাপন, পুষ্প বৃক্ষ ৰোপণ, মন্দিৰ মাৰ্জ্জন, ব্ৰতোপবাস, নৃত্য অভিনয়াদি কৰ্ম্ম, পাঞ্চেন্দ্ৰিয়ৰ সৰ্ব্ব কৰ্ম্ম সমৰ্পণ, অষ্টাঙ্গ প্ৰণাম আদি।

অষ্টাঙ্গ প্ৰণাম যেনেঃ—দবাভ্যাং পাদাভ্যাং জানুভ্যামুৰসা শিৰসাদৃশা।
মনসাৱধসা চেতি প্ৰণামোঽষ্টাঙ্গ ঈৰিতঃ॥

অৰ্থাৎ—বাহু, ভৰি, জানু, বুকু, শিৰ, মন, দৃষ্টি, বাক্য এই অষ্টাঙ্গ প্ৰণাম, বুলি কয়।

বাক্যবৃত্তি—(বাক্যৰ শৰণ বা বাচিক শৰণ):—হৰিনাম কীৰ্ত্তন, গীত কীৰ্ত্তন, নাম জপ আদি।

মনোবৃত্তি—(মানসিক শৰণ): —মনেৰে সততে স্মৰণ, চিন্তন, ধ্যান ধাৰণাঃ প্ৰভৃতি। মহাপুৰুষজনাৰ ভক্তি ৰত্নাকৰ গ্ৰন্থত শৰণ ত্ৰিবিধ বুলি উল্লেখ কৰিছে

যেনে—এতদৈৱ ত্ৰিবিধং প্ৰোক্তং বেদাৰ্থবিদ্ভিৰ্দ্বিজোত্তম্।
প্ৰথমং মধ্যমং শ্ৰেষ্ঠং ক্ৰমশঃ শৃনু তন্মুনে॥
ভক্তিৰত্নাকৰ—৫/৬, (সাত্বততন্ত্ৰ-৪/৫৮)

অৰ্থাৎ—হে দ্বিজবৰ। (শিৱই নাৰদক) এই শৰণ ত্ৰিবিধ বুলি বেদজ্ঞ সকলে কয় প্ৰথম, মধ্যম আৰু শ্ৰেষ্ঠ (উত্তম) হিচাবে শৰণৰ ক্ৰম কওঁ শুনা।

ধৰ্ম্মতীৰ্থে চ দেৱাদৌ ৰক্ষকত্বমথাদিতঃ।
যদ্বুদ্ধি নিষ্ঠিতং কৃষ্ণে কৃতং তৎ প্ৰথমং স্মৃতম্॥
ভক্তিৰত্নাকৰ ৫/৭, (সাত্বত তন্ত্ৰ—৪/৫৯)

অৰ্থাৎঃ—পূৰ্ব্বত পাপমুক্তি অভীষ্ট সিদ্ধি আদিৰ নিমিত্তে তীৰ্থত, দেৱত, ধৰ্ম্মত যি বুধি আছিল, সেই বুদ্ধি তাৰ পৰা আঁতৰাই শ্ৰীকৃষ্ণত ৰক্ষক বুদ্ধি হিচাবে ঠিক কৰি লোৱাকে প্ৰথম শৰণ বোলে।

কলত্ৰ পুত্ৰ মিত্ৰেষু ধনগেহ গৱাদিষু
মন্মমত্বাশ্ৰয়ঃ কৃষ্ণে কৃতস্তন্মধ্যমং স্মৃতম্॥
ভক্তি ৰত্নাকৰ - ৫/৮, (সাত্বততন্ত্ৰ—৪/৬০)

অৰ্থাৎ ঃ— পূৰ্ব্বতে ভাৰ্য্যা, পুত্ৰ, মিত্ৰ, ধন, গৃহ, গো আদিত যি মমতা আৰু সেইসকলে বিপদত সহায় কৰিব বুলি বিশ্বাস আছিল, সেই বিশ্বাস শ্ৰীকৃষ্ণত কৰাকে মধ্যম শৰণ বুলি কয়।

দেহাদাবাত্মনো যাবদাত্মাশ্ৰয়নাদিষৎ।
তদ্বিত্বা কৃষ্ণপাদাবেজ কৃতং শ্ৰেষ্ঠং প্ৰকীৰ্ত্তিতম্ ॥
ভক্তিৰত্নাকৰ ৫/৯, ( সাত্বত তন্ত্ৰ ৪/৬১ )

অৰ্থাৎ — সহজতে অধিক প্ৰিয় নিজ দেহাদিত নানা ভাৱে যি আত্মা বুদ্ধি আছিল, সেই আত্ম বুদ্ধি ঈশ্বৰত কৰি, শৰীৰাদিৰ মমতা এৰি, ঈশ্বৰ কৃষ্ণত সমৰ্পণ কৰিলে তাকে শ্ৰেষ্ঠ ( উত্তম ) শৰণ বুলি কয়।

দেহাসক্তিং পৰিত্যজ্য কেৱলং জগদীশ্বৰে।
মনঃ প্ৰবৰ্ত্ততে যত্তৎ শৰণং স্মৃতমুত্তমম্ ॥
ভক্তিৰত্নাকৰ ৫।১০, ( সাত্বত তন্ত্ৰ-৮/১ )

অৰ্থাৎ :— নিজ দেহত যি আসক্তি বা মমতা আছিল, সেই সকলো ত্যাগ কৰি একমাত্ৰ জগদীশ্বৰত মন নিবিষ্ট কৰাকে উত্তম শৰণ বোলে।

তদুপৰি নাৰদ পঞ্চৰাত্ৰ তন্ত্ৰ আৰু অহিৰ্ব্বুধ্ন সংহিতাৰ মতে শৰণৰ শ্ৰেণী ছটা যেনে —

আনুকূলস্য সঙ্কল্পং প্ৰাতিকূল্যস্য ৰৰ্জ্জনম্।
ৰক্ষিষ্যতীতি বিশ্বাসঃ ভৰ্ত্তৃত্বে ৰৰণং তথা।
নিক্ষেপণমকাৰ্পণ্যং ষড়্‌বিধা শৰণাগতিঃ ॥
অহিৰ্ব্বুধ্ন সংহিতা আৰু নাৰদ পঞ্চৰাত্ৰ তন্ত্ৰ ১'১৭

অৰ্থাৎ : ভগৱন্তৰ অনুকূল আচৰণ কৰা, সেইসকলৰ প্ৰতিকূল কৰ্ম্ম বৰ্জ্জন কৰা, পৰমেশ্বৰে মোক ৰক্ষা কৰিবই — এনে বিশ্বাসত দৃঢ়তা ৰক্ষা কৰা, ভগৱন্তৰ ওপৰতে ভৰণ পোষণৰ ভাৰ অৰ্পণ কৰা, কায় বাক্য মনেৰে পুত্ৰ পৰিবাৰ ধন বস্তু সমস্ত ভগৱন্তৰ চৰণত অৰ্পণ কৰা, আৰু নিজৰ দুখ দৈন্যতাৰ কথা আনক নজনোৱা এই ছটাই শৰণৰ লক্ষণ।

এতিয়া এই ছটা শৰণৰ লক্ষণ সম্পৰ্কে বিশদভাৱে পৰিষ্কাৰ ধৰণে দেখুৱাবলৈ যত্ন কৰা হৈছে।

(১) আনুকূলস্য সঙ্কল্পম্ ঃ— ভক্তিবৰ্দ্ধক কৰ্ম্ম কৰা। ভক্তি ৰত্নাকৰ শাস্ত্ৰত শ্ৰীমন্ত শঙ্কৰদেৱ মহাপুৰুষে লিখিছে ঃ—

শৌচং জপস্তপো হোমঃ শ্ৰদ্ধাতিথ্যংমদৰ্চ্চণম্ ।
তীৰ্থাটনং পৰাৰ্থেহা তুষ্টিৰাচাৰ্য্য সেৱনম্ ॥

ভক্তি ৰত্নাকৰ—৩৭/২, (ভাগৱত— ১১/১৯/৩১)

**অৰ্থাৎঃ**—বাহ্যাভ্যন্তৰ পবিত্ৰতা ৰক্ষা কৰা, ভগৱানৰ নাম জপ বা তেওঁক সাক্ষাতকাৰ কৰা, মন নিৰ্ম্মলৰ বাবে ব্ৰত পালন কৰা, নিজকে আৰু সমস্ত কৰ্ম্ম হৰি ভগৱানৰ চৰণত অৰ্পণ কৰা, ভক্তি, ভক্ত আৰু ভগৱন্তত শ্ৰদ্ধা ৰখা, অতিথি শুশ্ৰূষা কৰা, ভগৱন্তৰ উপাসনাত ব্যস্ত থকা, বৈষ্ণৱীয় তীৰ্থস্থানলৈ যাত্ৰা কৰা, পৰোপকাৰ কৰা, যথালাভে সন্তুষ্ট থকা আৰু গুৰু শুশ্ৰূষা কৰা —এনেবিলাক যথাসাধ্যে আচৰণ কৰাকে অনুকূল সঙ্কল্প কৰা বুলি কোৱা হয় ।

(২) প্ৰাতিকূলস্যবৰ্জ্জনম্ঃ— ভক্তিবিৰোধী কৰ্ম্ম বৰ্জ্জন কৰা । সেই সম্বন্ধে মনুসংহিতাৰ এটি উদ্ধৃতিয়েই যথেষ্ট হ'ব যেনে :—

প্ৰণাভিপাতনং স্তৈন্যং পৰদাৰমথাপিবা ।
ত্ৰিনিপাপানি কায়েণ সৰ্ব্বতঃ পৰিবৰ্জ্জয়েৎ ॥
অসৎ প্ৰলাপং পাৰুষ্যং পৈশুন্যমনৃতং তথা ।
চত্বাৰি বাচা ৰাজেন্দ্ৰ ন জল্পেত ন চিন্তয়েৎ ॥
পৰদ্ৰব্যেষ্বভিধ্যানং মনসানিষ্ট চিন্তনম্ ।
ধিতথাভিনিৱেশঞ্চ ত্ৰিবিধং কৰ্ম্মমানসম্ ॥

মনুসংহিতা—১২/৫, ৬

**অৰ্থাৎ ঃ**—আততায়ী ভিন্ন জীৱ বধ কৰা, পৰদ্ৰব্য চুৰ, পৰদাৰাগমন কৰা, এই ত্ৰিপাপ কায়েৰে সদায় বৰ্জ্জন কৰা উচিত। অসৎ আলাপ, কঠোৰ বাক্য ব্যৱহাৰ, পৰৰ গুণাগুণ কথন, মিছা কথা আলাপ কৰা—এই চাৰিটা বাক্যেৰে সদায় বৰ্জ্জন কৰা উচিত। পৰদ্ৰব্য ভাল দেখি তালৈ আসক্তি কৰা, মনেৰে পৰৰ অনিষ্ট চিন্তা কৰা, আস্তিক্য শুন্যতা বা দেহত আত্ম বুদ্ধি কৰা – এই ত্ৰিবিধ পাপ মনেৰে সদায় বৰ্জ্জন কৰা উচিত। মুঠতে কায় বাক্য মনেৰে উক্ত প্ৰকাৰ দশবিধ পাপ সদায় ত্যাগ কৰা আৰু নামাপৰাধ বৰ্জ্জন কৰাকে প্ৰতিকূল বৰ্জ্জন কৰা বুলি কোৱা হয় ।

(৩) ৰক্ষিষ্যতীতি বিশ্বাস ঃ— ভগৱন্তক প্ৰকৃত ৰক্ষক বুলি ভবা ।

**অৰ্থাৎঃ**—ভগৱন্তই মোক সকলো বিপদ আপদত ৰক্ষা কৰিবই বুলি দৃঢ় বিশ্বাস ৰখা । তদ্ভিন্ন আনত এনে বিশ্বাস নৰখা ইত্যাদি ।

হেন জগন্নাথ অনাথৰ ইষ্ট দেৱ।
হৰি বিনে আৱৰ তাৰন্তা নাহি কেৱ ॥

ইত্যাদি ।

৪) ভৰ্ত্তৃত্বে বৰণম্ ঃ— নিজৰ পালনৰ ভাৰ ভগৱন্তক অৰ্পণ কৰা।
অৰ্থাৎ—নিজৰ সমুদায় ভৰণ পোষণৰ ভাৰ ভগৱন্তৰ চৰণত দৃঢ়-তাৰে অৰ্পণ কৰা বা মোৰ ভৰণ পোষণ কৰ্ত্তা একমাত্ৰ ভগৱন্তইহে বুলি দৃঢ়বিশ্বাস স্থাপন কৰাকে "ভৰ্ত্তৃত্বে বৰণম্" বুলি কোৱা হয়।

যেন গবাদিক যিটো বিকিণে পৰত।
পোষণ পালন চিন্তা নাহিকে মনত॥

এই ভাব কৰা। ইত্যাদি

৫) নিক্ষেপণম্ ঃ—কায় বাক্য মনেৰে নিজক আৰু পুত্ৰ পৰিবাৰ আদিক ভগ-ৱন্তৰ চৰণত সমৰ্পণ কৰাকে নিক্ষেপণ বুলি কোৱা হয়।

আপোনাৰ প্ৰিয় গন্ধ পুষ্প আদি যত।
নিবেদিব সমস্ত গোৱিন্দ চৰণত ॥
পুত্ৰ পত্নী সৱাকো সেৱক কৰি দিব।
আপোন প্ৰাণকো কৃষ্ণ পাৱত অৰ্পিব ॥

ইত্যাদি

৬) অকাৰ্পণ্যম্ :—নিজৰ দুখ দৈন্যতাৰ কথা অন্য কোনো দেৱতাক নজনোৱা। তাৰমানে দুখৰ পৰা উদ্ধাৰ পাবৰ কাৰণে ভগৱানৰ বাতিৰেকে অন্য দেহতাৰ ওচৰত প্ৰাৰ্থনা নকৰাকে "অকা-ৰ্পণ্যম্" বোলা হয়।

হে কৃষ্ণ ইটো ঘোৰ সংসাৰ পন্থত।
তিনি তাপে অতিশয় হয়া আছে হত ॥
তযু পাদ পদ্ম ছায়া ছত্ৰ বিনে তাৰ।
নাহিকে শৰণ আৰ তাপ এৰাইবাৰ ॥

এনে প্ৰকাৰে শৰণৰ ৬বিধ পৰ্য্যায় আমালোকে পাওঁহক। এই পৰ্য্যায় বা ক্ৰমৰ ভিতৰত সাত্বত তন্ত্ৰোক্ত পৰ্য্যায়কে শঙ্কৰ গুৰুৱে তেৰাৰ একমাত্ৰ সংস্কৃত গ্ৰন্থ ভক্তি ৰত্নাকৰত গ্ৰহণ কৰা কাৰণে আমাৰো গ্ৰহণীয়। "ষড়বিধাঃ শৰণাগতিঃ"ৰ যি ক্ৰম পঞ্চৰাত্ৰত উল্লেখিত হৈছে, সেই ক্ৰম প্ৰায়েই সাত্বত তন্ত্ৰোক্ত শৰণ বিধিৰ অন্তৰ্গত বা তদ্ব্যতিৰিক্ত নহয় কাৰণে সিও আমাৰ হাতৰ মুঠিৰ

পৰা একেৰাই দিব নোৱাৰি। সেয়ে শুকজনাৰ বাণী প্ৰথম স্থানত ৰাখি দ্বিতীয় স্থানত পঞ্চৰাত্ৰ তন্ত্ৰোক্ত বিধি ৰাখিলে মূল কৰ্ম্মৰ হেৰফেৰ নহব বুলি ভবা হৈছে।

সাত্বত তান্ত্ৰোক্ত বিধিমতে শৰণ ত্ৰিবিধ থকাৰ দৰে শৰণ গ্ৰাহীতাও গীতোক্ত মতে চতুৰ্ব্বিধ আছে। গীতাৰ উদ্ধৃতিৰে সেই চতুৰ্ব্বিধ উত্তম, মধ্যম, প্ৰাকৃত আদি ভেদে হয়।

চতুৰ্ব্বিধা ভজন্তে মাং জনাঃ সুকৃতিনোহৰ্জ্জুনঃ।
আৰ্ত্তো জিজ্ঞাসুৰৰ্থাৰ্থী জ্ঞানী চ ভৰতৰ্ষভ ॥

গীতা—৭।১৬

অৰ্থাৎ :— (কৃষ্ণই অৰ্জ্জুনক) হে ভাৰত কুল গৌৰৱ অৰ্জ্জুন! আৰ্ত্ত, জিজ্ঞাসু (আত্মজ্ঞানাভিলাষী), অৰ্থাৰ্থী (অৰ্থাভিলাষী) আৰু জ্ঞানী, (আত্মবিদ্) এই চাৰিপ্ৰকাৰ পুণ্যবান্ লোকে আমাত শৰণাপন্ন হয়।
গীতাত শ্ৰীধৰ স্বামীজীয়ে এনেপ্ৰকাৰে অৰ্থ কৰিছে :—

(১) আৰ্ত্ত :— "আৰ্ত্তো ৰোগাদ্যভিভূতঃ" অৰ্থাৎ ব্যাধি আদি বিপদত পৰিলে সেইবিধক আৰ্ত্ত বুলি কয়।

(২) জিজ্ঞাসু ঃ— "জিজ্ঞাসুৰাত্মজ্ঞানেচ্ছুঃ" অৰ্থাৎ—আত্মতত্ত্ব জ্ঞান বুজিবলৈ চেষ্টা কৰা সকলক জিজ্ঞাসু বোলে।

(৩) অৰ্থাৰ্থী ঃ— "অৰ্থাৰ্থী অত্ৰ পৰত্ৰ বা ভোগসাধনভূতাৰ্থলিপ্সুঃ"
অৰ্থাৎ — ঐহিক বা পাৰত্ৰিক ভোগ সাধনৰ কাৰণে আশা কৰা সকলক অৰ্থাৰ্থী বোলে।

(৪) জ্ঞানী ঃ— "জ্ঞানী চাত্মবিদ্" অৰ্থাৎ আত্মতত্ত্বজ্ঞ সকলক জ্ঞানী বুলি কয়।

পূৰ্ব্বোক্ত চতুৰ্ব্বিধৰ ভিতৰত জ্ঞানীয়েই সৰ্ব্বশ্ৰেষ্ঠ। এনেদৰে উল্লেখ কৰা এই চতুৰ্ব্বিধক একপ্ৰকাৰ শৰণাৰ্থী হিচাবে ৰাখিব পাৰি। অৱশ্যে ইয়াক আৰ্ত্ত ভকত, জিজ্ঞাসু ভকত হিচাবেহে ব্যৱহাৰ কৰিব লাগে। পিচে আমি ইয়াক আৰ্ত্তৰ শৰণ, জিজ্ঞাসুৰ শৰণ, অৰ্থাৰ্থীৰ শৰণ আৰু জ্ঞানীৰ শৰণ হিচাবে ব্যৱহাৰ কৰিব খুজিছোঁ যিহেতু চাৰিও বিধেই ভগৱৎ চৰণ প্ৰাপ্তিকামী। গজেন্দ্ৰ, বিভীষণ, ধ্ৰুৱ, উদ্ধৱ, প্ৰহ্লাদ আদিয়েই এই চতুৰ্ব্বিধত পৰে। নিম্নস্থানত তৎপ্ৰমাণ উল্লেখ কৰা হৈছে।

আৰ্ত্ত : — গ্ৰাহ মুখ পতিত গজেন্দ্ৰ আৰু লঙ্কা বিতাড়িত বিভীষণ আৰ্ত্তশৰণত পৰে যেনে —

গজেন্দ্ৰই ঃ— এহি বুলি মৰণতো নভৈল বিকল।
শুণ্ডে মেৰাই ধৰিলন্ত সুবৰ্ণ কমল॥
পৰম আনন্দে মাধৱত দিয়া চিত্ত।
গজেন্দ্ৰে কৰিলা স্তুতি অতি বিপৰীত ।।
যাক স্মৰি তৰি সুখে ঘোৰ নৰকক।
অন্তকালে পাই হেন মাধৱ বন্ধুক ।।
শুণ্ডে মেৰাই পদ্ম গোট ওপৰক তুলি।
গজেন্দ্ৰে শৰণ লৈলা ত্ৰাহি হৰি বুলি ।। কীৰ্ত্তন।

এই প্ৰসঙ্গত গজেন্দ্ৰই— "দেখিল গজেন্দ্ৰ আপোনাৰ মৃত্যু ভয়।
ৰাখন্তা নাহিকে আৰ পুত্ৰ ভাৰ্য্যা চয় ।।
বুলি ভাবি আৰ্ত্তৰ শ্ৰেণীত পৰি হৰিত শৰণ লৈছে। হঠাতে বিপদত পৰি ভগৱানক চিন্তা কৰিলেও উপায় দিয়ে। এয়া হ'ল আৰ্ত্তৰ শৰণৰ কথা।

ৰাৱণানুজ বিভীষণে লঙ্কাৰ পৰা বিতাড়িত হৈ শ্ৰীৰামচন্দ্ৰৰ চৰণত শৰণাপন্ন হৈ তেওঁৰ পক্ষ লয়।

ভৱন্তং সৰ্ব্বভূতানাং শৰণ্যং শৰণং গতঃ ।
পৰিত্যক্তা ময়া লঙ্কা মিত্ৰানি চ ধনানি চ ।।
ৰামায়ণ — যুদ্ধ কাণ্ড—১৯।৫

অৰ্থাৎঃ—(ৰামৰ প্ৰতি বিভীষণোক্ত) মই লঙ্কা, মিত্ৰ, ধন সকলো ত্যাগ কৰি সৰ্ব্বভূতাশ্ৰয় অৰ্থাৎ সৰ্ব্বপ্ৰাণীৰ আশ্ৰয় আপোনাৰ শৰণ গ্ৰহণ কৰিছোঁ।

হস্তিনাৰ ৰাজসভাত সৰ্ব্বজন সমক্ষে দুঃশাসনে যেতিয়া দ্ৰৌপদীৰ বস্ত্ৰাকৰ্ষণ কৰে আৰু বনবাস কালত সশিষ্যে দুৰ্ব্বাশা মুনিয়ে পঞ্চ পাণ্ডৱৰ আহাৰান্তে ভোজনৰ বাবে আশা কৰি স্নান কৰিবলৈ যায়, সেই হঠাৎ বিপদাপন্ন অৱস্থাত আৰ্ত্তভাৱে ভগৱান শ্ৰীকৃষ্ণৰ চৰণত শৰণাপন্ন হোৱাত দ্ৰৌপদী বিপদমুক্ত হৈছিল। এইখিনি আৰ্ত্তশৰণৰ কথা। এই শৰণ নৰম বিধৰ।

(২) অৰ্থাথী ঃ— ধ্ৰুব অৰ্থাৰ্থী ভকত অৰ্থাৎ অৰ্থাৰ্থী শৰণপ্ৰাৰ্থী। পিতা উত্তান পাদৰ পৰা বিমাতা সুৰুচিৰ চল চক্ৰান্তত তাড়না পাই মাতৃ সুনীতিৰ উপদেশক্ৰমে নিজ ভাতৃ উত্তমতকৈ উচ্চাসন অভিলাষী হৈ নাৰদৰ নামমন্ত্ৰ লাভ কৰি হৰি আৰাধন কৰে। ধ্ৰুৱে বিচাৰিছিল এনেকুৱা এখন আসন

পিতৃ পিতামহে যাক নাহি পাৱে
ত্ৰৈলোক্যতে উৎকৃষ্ট।
যাত অধিকাৰ নাহিকে কাহাৰ
হেনয় স্থান বিশিষ্ট ।।

তাকে লক্ষ্য কৰি আৰাধিবো হৰি
কহিয়ো গুৰু উপায়।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ প্ৰয়োজন
একোতে নাহিকে দায় ।। ইত্যাদি

শ্ৰীবিষ্ণু ভাৰতী / ভাগৱত চতুৰ্থস্কন্ধ ।

অৰ্থাৰ্থী মানে অৰ্থকামী। অৰ্থ মানে ইয়াত ৰাজ্য, ধন, সম্পত্তি আদি সকলো সুচাইছে। এইবিধ আৰ্ত্ত শৰণতকৈ কিছু উচ্চ পৰ্য্যায়ৰ।

৩) জিজ্ঞাসঃ—উদ্ধৱ, অৰ্জ্জুন আদি জিজ্ঞাসু ভক্ত অৰ্থাৎ আত্মজ্ঞান বুজিবলৈ শৰণ প্ৰাৰ্থী।

উদ্ধৱে— কৃষ্ণৰ চৰণ চাই তেজিলা নিশ্বাস।
গদ গদ বাক্যে বুলিলন্ত লাসে লাস।
হে প্ৰাণ বন্ধু মোক বুলিয়ো বুজাই।
ঋষি সমস্তৰ কিয় একমতি নাই।।
কেহো বোলে কৰ্ম্ম কেহো বোলে জ্ঞানে গতি।
তোমাৰ সম্মত পথ কেৱলে ভকতি॥
একে বেদবাক্যে কিয় ভৈল মতি ভেদ।
কিঙ্কৰৰ কেশৱ সংশয় কৰা ছেদ।।

শঙ্কৰদেৱ ভাগৱত একাদশ স্কন্ধ

অৰ্জ্জুনেঃ— কাৰ্পণ্য দোষোপহতস্বভাবঃ
পৃচ্ছামি ত্বাং ধৰ্ম্মসংমূঢ়চেতাঃ।
যচ্ছ্ৰেয়ঃ স্যান্নিশ্চিতং ব্ৰূহি তন্মে।
শিষ্যস্তেঽহং শাধি মাং ত্বাং প্ৰপন্নম্ ।।

গীতা—২.৭

অৰ্থাৎঃ—(হে প্ৰভু) কাতৰতা আৰু অৱশ্যম্ভাৱী কুলক্ষয়জনিত দোষত মোৰ শৌৰ্য্যাদি অভিভূত আৰু চিত্ত ধৰ্ম্মাধৰ্ম্মবিবেকহীন হৈছে। সেই কাৰণে তোমাক জিজ্ঞাসা কৰিছোঁ যিটো মোৰ পক্ষে শ্ৰেয়স্কৰ, তাকে কোৱা। মই তোমাৰ শিষ্য, মই তোমাৰ শৰণাপন্ন হৈছোঁ মোক উপদেশ দিয়া।

এয়া জিজ্ঞাসু উদ্ধৱ আৰু অৰ্জ্জুনৰ শৰণ। এওঁলোকৰ মনত উত্তৰ হোৱা সন্দেহ দূৰ কৰিবৰ কাৰণে এইখিনি জিজ্ঞাসা। আৰ্ত্ত আৰু অৰ্থাৰ্থীতকৈ ই উচ্চপৰ্য্যায়ৰ।

৪) জ্ঞানীঃ—মহাভক্ত প্ৰহ্লাদ জ্ঞানীৰ লেখত পৰে। আত্মতত্ত্ববিদ গৰাকীৰ ইও এবিধ শৰণ।

প্ৰহ্লাদেঃ— পাঞ্চবৰিষতে মহামতি।
ক্ৰীড়া এৰি কৰন্ত ভকতি॥
নিতান্তে হৰিক কৰে ধ্যান।
হৰি বিনে নেদেখন্ত আন॥

ইত্যাদি

.........................................

উপদেশ— দুৰ্ল্লভ মনুষ্য জন্ম নকৰা বিফল।
চিন্তা মনে মাধৱক চৰণ কমল॥
হৰিসে সখা গো আত্মা বান্ধৱ ঈশ্বৰ।
মায়াময় ইটো পুত্ৰ ভাৰ্য্যা কলেৱৰ॥

.........................................

বাল্যক্ৰীড়া এৰি কৰা মাধৱক ধ্যান।
নাৰদৰ মুখত শুনিলো ইটো জ্ঞান॥

প্ৰাৰ্থনা ঃ— (নৃসিংহক)
ভৱ বৈতৰণি মাজে মজিলোহো
নেৰে মোক শোক ভয়।
তোমাৰ চৰণে শৰণ পশিলো
কৃপাকৰা কৃপাময়।

.........................................

তোমাৰ অকাম ভৃত্য আমি।
তুমিও নিষ্কাম মোৰ স্বামী॥

ইত্যাদি।

উপৰোক্ত বচনানুসাৰে আত্মতত্ত্ববিদ্ নিষ্কামী প্ৰহ্লাদক 'জ্ঞানী'ৰ পৰ্য্যায়ত ধৰা হয়। আগৰ তিনি বিধতকৈ এইবিধ অত্যুত্তম পৰ্য্যায়ত পৰে—যিহেতু প্ৰহ্লাদে শৰণ লৈছিল সকলোৰে বিশ্বাস এৰি—

মাতা নাস্তি পিতা নাস্তি নাস্তি মে স্বজনো জনঃ।
হৰিং বিনা ন কোঽপ্যস্তি যদ্যুক্তং তদ বিধীয়তাম্॥

স্কন্দ পুৰাণ— ১৮/৯০

অৰ্থাৎ— মোৰ মাতা নাই, পিতা নাই, মোৰ কোনো সম্বন্ধৰ লোকো নাই। শ্ৰীহৰিৰ বাহিৰে মোৰ আৰু কোনো নাই। তাকে চাই যি উচিত হয়, তাকে কৰিব পাৰে।

মহাপুৰুষ শ্ৰীমন্ত মাধৱদেৱে ৰত্নাৱলীত লিখিছে ঃ—

লোকত বেদত যত কহিছে সাধন।
সি সব সাধনহীন ভৈল যিটোজন ॥
ভগৱন্ত মাধৱৰ অভয় চৰণে।
আছয় শৰণ লৈয়া কায় বাক্য মনে ॥
আন দেৱাদিৰ সেৱা যদ্যপি নকৰে।
তথাপি সবাৰে সেৱা সিজে নিৰন্তৰে ॥

"ভক্তি ৰত্নাৱলী"

লৌকিক, বৈদিক সাধনাহীনৰ কাৰণে ভগবচ্ছৰণ প্ৰবেশ আৰু শৰণৰ বিধান নিৰূপণ কৰা হৈছে।

(১) লৌকিক সাধনা মানে মনু আদি ঋষিয়ে বিহা ধৰ্ম্ম :—

ঋষি মুখে আনধৰ্ম্ম কৰায়া বেকত।

(২) বৈদিক সাধনা মানে বেদৰূপে ভগবদ্‌বাক্য ঃ—

কহিল আপোন মুখে নিজ ধৰ্ম্ম যত ॥
যাক বেদ বোলে সিটো ঈশ্বৰ সাক্ষাত।
যাতো ঈশ্বৰত হন্তে হৈয়া আছে যত।

নৰসিংহ

উক্ত দুয়োবিধ সাধনহীনৰ কাৰণে ভগৱৎ শৰণৰ বাহিৰে ভৱ সাগৰ তৰা অৰ্থাৎ জন্ম মৃত্যুৰ হাত সৰা উপায় নাই। যেনেকৈ গজেন্দ্ৰই "শুণ্ডে মেৰাই পদ্ম গোট ওপৰক তুলি। গজেন্দ্ৰে শৰণ লৈলা ত্ৰাহি হৰি বুলি" শৰণ লৈছিল। গজেন্দ্ৰ কুলশীল ক্ৰিয়াকলাপহীন, লৌকিক বৈদিক কৰ্ম্মৰ কথাই নাই। বিভীষণ ৰাক্ষস কুলৰ আৰু প্ৰহলাদ তামসিক দৈত্যকুলৰ আছিল। গতিকে এওঁলোক সাধনহীন আছিল। বিভীষণে ৰামচন্দ্ৰত শৰণ লৈ লঙ্কেশ্বৰ হ'ল আৰু প্ৰহলাদে নাৰদৰ উপদেশত হৰিনামত বিভোৰ হৈ হৰিভক্ত হ'ল। বিশেষতঃ—কলিযুগত দেশ, কাল, পাত্ৰ, দ্ৰব্য, মন্ত্ৰ সকলো দুষ্ট কলিয়ে স্পৰ্শ কৰাত অশুদ্ধ হেতু হৰিত শৰণ আৰু নামেই সমস্ত ধৰ্ম্মৰ ৰাজা বুলি সৰ্ব্ব শাস্ত্ৰ নিৰ্ণিত।

মন্ত্ৰ তন্ত্ৰ আনো দ্ৰব্য অনেক।
দেশ কাল পাত্ৰ ছিদ্ৰ যতেক ॥
পূৰ্ণ নুহি যত যজ্ঞৰ অঙ্গ।
হৰি নামে কৰে সবে সুসাঙ্গ ॥

কীৰ্ত্তন/পাষণ্ডমৰ্দ্দন—৫২

দুজনা মহাপুৰুষৰ বাণী আৰু উপদেশত, লগতে বিভিন্ন মূল সংস্কৃত শাস্ত্ৰ সমূহত শৰণৰ বিষয়ে অপাৰ পদ শ্লোক আদি পোৱা যায়। তাৰে গোটা-চেৰেক নিম্নস্থানত উদ্ধৃতি কৰা হৈছে।

তাৰিয়া নিয়ো নাথ নাৰায়ণ
চৰণে শৰণ লৈলো।
তোমাত ভকতি ,, নকৰি কৃপাল
জনম বিফল কৈলো॥

শঙ্কৰদেৱ/অজামিল উপাখ্যান

এ হৰি কি প্ৰাণ হৰি পশিলো শৰণে।
কৰা কৃপা নাথ মোক অৰুণ চৰণে॥

শঙ্কৰদেৱ/হৰমোহন

গৰুড় কেতু' ত্ৰান হেতু ৰাম তুমি নাৰায়ণ।
জানি লৈলো তোমাত শৰণ॥

শঙ্কৰদেৱ/বলিছলন

গোপাল গোবিন্দ যদুনন্দন।
কৃষ্ণৰ চৰণে লৈলো শৰণ॥

শঙ্কৰদেৱ/স্যমন্ত হৰণ

ৰামস্বামী মাগো শৰণ হেৰা আমি।
তোমাক নভজি প্ৰভু ভৈলো অধোগামী॥

শঙ্কৰদেৱ/কৃষ্ণলীলামালা

যাদৱ যদুনন্দন, মাধৱ মধুসূদন। তুমি নিত্য নিৰঞ্জন নাৰায়ণ
তোমাত লৈলো শৰণ।

ইবাৰ কৰুণাময় হৰি কমলাপতি
মোৰে নচাৰিবা নাৰায়ণ।
অৰুণ চৰণতলে হৰি কমলাপতি
সত্যে সত্যে পশিলো শৰণ॥

ৰাঘৱৰ অভয় চৰণে। সত্যে সত্যে পশিলো শৰণে॥
ৰাম চৰণে শৰণ লৈলো। মানবী জনম সফল কৈলো॥

মাধৱদেৱ/নামঘোষা।

অপৰাধ বিনাশন তযু নামে নাৰায়ণ
জানি নামে পশিলো
আন গতি নাহিকে মৰণে।
অপৰাধ ক্ষমা কৰি তুমি দয়াশীল হৰি
মোক ৰক্ষা কৰিয়ো চৰণে ॥

মাধৱদেৱ/নামঘোষা।

গোপীনাথ ইবাৰ মোক নেৰিয়ো।
তযু মায়া জাল জঞ্জাল গুচায়া
চৰণে শৰণ দিয়ো ॥

মাধৱদেৱ/নামঘোষা

শৰণং মে জগন্নাথ শ্ৰীকৃষ্ণ পুৰুষোত্তম।
তন্নাম্নি স্বগুৰৌ চৈব ব্ৰুয়াদেতৎ সমাহিতঃ ॥

"শঙ্কৰদেৱ/ভক্তিৰত্নাকৰ ৫/১২

অৰ্থাৎ : হে জগন্নাথ, শ্ৰীকৃষ্ণ হে পুৰুষশ্ৰেষ্ঠ! তোমাৰ চৰণত শৰণ লৈছোঁ। তোমাৰ নামত আৰু মোৰ নিজ গুৰুত শৰণ লৈছোঁ।

ত্বাংপ্ৰপন্নোঽস্মি শৰণং দেৱ দেৱং জনাৰ্দ্দনম্।
ইতি যঃ শৰণং প্ৰাপ্তস্তং ক্লেশাদুদ্ধৰাম্যহম ॥

ভট্টদেৱ/শ্ৰীমদ্ভক্তিবিবেকঃ ৩/১৩৫

অৰ্থাৎ ঃ— "দেৱৰো দেৱতা জনাৰ্দ্দন তোমাৰ চৰণত শৰণাপন্ন হলো" এই-ভাৱে যিজনে শৰণ লয়, তেওঁক মই ক্লেশৰ পৰা উদ্ধাৰ কৰোঁ।

যে নৃশংসা দুৰাত্মানঃ পাপাচাৰৰতাশ্চযে।
তেঽপি যান্তি পৰংস্থানং বিষ্ণুক্ষেৎ শৰণং গতাঃ ॥

গৰুড় পুৰাণ পূৰ্ব্বখণ্ড—২৩১/২১

অৰ্থাৎ—যি সকল নৃশংস, দুৰাত্মা, পাপাচাৰ পৰায়ণ, সেইসকলে বিষ্ণুৰ চৰণত যদি শৰণ লয়, তেন্তে পৰমপদ প্ৰাপ্ত হয়।

তাৱদাৰ্ত্তিস্তথাৱাঞ্চা তাৱন্মোহস্তথাসুখম্।
যাৱন্নায়াতি শৰণং ত্বামশেষাঘনাশনম্ ॥

বিষ্ণু পুৰাণ —১/৯/৭৩

অৰ্থাৎ—যি পৰ্য্যন্ত তোমাত পাপ দুখ নাশক শৰণ নপশে, সেই পৰ্য্যন্ত আৰ্ত্তভাৱ (দুখকাতৰ) থাকে, বাঞ্চা, মোহ থাকে আৰু সুখৰ অভাৱ ঘটে।

গ্ৰন্থকলেৱৰ বৃদ্ধিৰ ভয়ত অত্যধিক উদ্ধৃতিৰ প্ৰয়োজন বোধ কৰা নহ'ল। সকলো শাস্ত্ৰতে প্ৰায় শৰণৰ বিষয়ে পোৱা হয়। দুয়োজনা মহাপুৰুষৰ লিখনিতো শৰণ শব্দটো প্ৰায়েই পোৱা যায়।

সম্প্ৰতি "একশৰণ"ৰ সম্পৰ্কত বিষয়টো বিশদ কৰিব খোজা হৈছে। 'শৰণ' শব্দটোৰ আগত 'এক' শব্দটো যুতি দিয়াত ই এটা পৃথক ৰূপ ললে। কাৰণ 'শৰণ' শব্দটো আশ্ৰয়াৰ্থত যি কোনো দেৱতাত, আনকি মানুহটো খটুৱাব পাৰি। যেতিয়া "একশৰণ" কৰি দিয়া হয়, তেতিয়া ই সীমাবদ্ধৰ মাজত পৰিল। 'এক'টো 'একত' বা 'একমাত্ৰ' বাচক। ই দ্বিতীয় এজনৰ অধিকাৰ সাব্যস্ত কৰিব নোখোজে। গতিকে ই 'একমাত্ৰ শৰণ' বা একত-শৰণকে সূচাইছে। "একশৰণ" শব্দটো গীতা ভাগৱতাদি সনাতন শাস্ত্ৰ সমূহত পোৱা হয়। কিন্তু ইয়াৰ ব্যৱহাৰ বা প্ৰয়োগ একমাত্ৰ শঙ্কৰ মাধৱ দুজনা-গুৰুৰ ব্যতীত ভাৰতৰ কোনো মহাপুৰুষে কৰি নগ'ল বা যদি কোনোজনে ব্যৱহাৰ কৰিব খুজিছিল সি নানা আলৈ আহুকাল, নানা বাধা বিঘিনি, নানা ঘাত প্ৰতিঘাতৰ মাজত পৰি স্পষ্ট হৈ নুঠিল বা কৰিব নোৱাৰিলে। আমি এই সম্পৰ্কত কিঞ্চিৎ মাত্ৰ আভাস এই অধ্যায়তে দি আহিছোঁ।

"একশৰণ" শব্দটো এটা প্ৰশস্ত শব্দ- যিটোত পৰম পুৰুষ তত্ত্ব আৰু এখন বিশাল বিশ্বব্ৰহ্মাণ্ডৰ সমস্ত তত্ত্ব একে থুপতে নিহিত হৈ আছে। অনন্ত কোটি ব্ৰহ্মাণ্ড স্ৰষ্টা, আদ্যন্ত নিত্যাৱস্থিতি, সৰ্ব্বদ্ৰষ্টা, সৰ্ব্বনিয়ন্তা, সৰ্ব্ব-ভূতান্তৰাত্মা সচ্চিদানন্দ পৰমব্ৰহ্ম শ্ৰীকৃষ্ণদেৱত শৰণ গ্ৰহণেই "একশৰণ" বুলি সৰ্ব্বশাস্ত্ৰ প্ৰসিদ্ধ আৰু শ্ৰীমন্ত শঙ্কৰ গুৰুৰ দ্বাৰা সমৰ্থিত তথা নিৰ্ভীক ভাৱে প্ৰয়োগকৃত। উপনিষদাদিত উল্লেখিত "একমেবাদ্বিতীয়ম" বাক্যটোৰ অৰ্থই হ'ল "এজনেই একমাত্ৰ" দতিৰিক্ত কেনো নাই। প্ৰশ্ন হয়— এই অখিল ব্ৰহ্মাণ্ড পতি জনাই সৰ্ব্ব প্ৰথম একমাত্ৰ পুৰুষক বেকত কৰি সৃষ্টিৰ পাতনি মেলি প্ৰকৃতি, ত্ৰিদেৱ, অহঙ্কাৰ, মহত্ত্ব, ঋষিমুনি ইন্দ্ৰ, চন্দ্ৰ, বায়ু, বহ্নি, নক্ষত্ৰ, আকাশ, চতুৰ্দ্দশভুবন, যক্ষ, ৰক্ষ, কিন্নৰ, পশু, পক্ষী, মনুষ্য, বৃক্ষ, কীট পতঙ্গাদিৰ সৃষ্টি কৰি প্ৰতি পদাৰ্থতে তেওঁৰ একোটা শক্তি অংশদি সকলোৰে চৈতন্য আনিলে। সেয়ে উপনিষদত ধ্বনিত হৈছে "সৰ্ব্বং খল্বিদং ব্ৰহ্ম"। মহাপুৰুষে লিখিছেঃ—

জীৱ অংশে তুমি প্ৰবেশিলা গাৱে গাৱে।
আৱে আমি তোমাক ভজোহো সৰ্ব্বভাৱে ॥
তোমাৰেসে অংশ আমি যত জীৱ জাক।
তোমাৰ মায়ায়ে প্ৰভু বান্ধিলে আমাক ॥

, , , , , , , , , , , , , , , , , , , , , , , , , ,

তুমিসি সবাকে দিয়া চৈতন্য শকতি।
আমি বেদগণ আত প্ৰমাণ সম্প্ৰতি।'
দশদিগপাল সমে জগত সমস্ত।
তোমাতেসে উপজে তোমাতে যায় অন্ত॥

শঙ্কৰদেৱ/বেদস্তুতি

নমো নমো মাধৱ বিধিৰ বিধি দাতা।
তুমি জগতৰ গতিমতি পিতা মাতা॥
তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নাহিকে তোমাত ব্যতিৰেক॥
... ....... ... .. ........ . .....
সমস্ত ভূতৰে তুমি আছা হৃদয়ত।
তত্ত্ব নপাই তোমাক বিচাৰে বাহিৰত॥

শঙ্কৰদেৱ/হৰমোহন

ঈশ স্বৰূপে হৰি সব ঘটে বৈঠহ
যৈচন গগণ বিয়াপি।
নিন্দা বাদ পৈশুন্য হিংসা
তেৰি কৰোহো হামো পাপী॥

শঙ্কৰদেৱ/বৰগীত

জগতৰ কাৰণ যিটো নিখিল জীৱৰ আত্মা
নাৰায়ণ পৰম পুৰুষ।
পৰম ঈশ্বৰ হৰি নিজ মায়া বশ্য কৰি
কাৰণেসে ভৈলন্ত মানুষ॥

মাধৱদেৱ/ভক্তি ৰত্নাৱলী

জগততে কৰি আছন্ত নিৱাস
জগতো তান্তে ৰময়।
এতেকেসে তাঙ্ক বুলি বাসুদেৱ
নামৰ দিব্য অন্বয়॥

মাধৱদেৱ/নামঘোষা

ৱিশ্বং সৰ্ব্বত্ৰ পৰ্ণত্বাৎ স্বৰূপগুণবৈভবৈঃ।
চৰাচৰেষু ভূতেষু ৱেশনাৎ বিষ্ণুৰুচ্যতে।।
মাস্ক প্ৰণীত নিৰুক্ত প্ৰথমকাৰিকা।

অৰ্থাৎ :— স্বৰূপ, গুণ আৰু বৈভৱৰ দৃষ্টিৰে সৰ্ব্বত্ৰ পূৰ্ণ হোৱাৰ কাৰণে, 'চৰাচৰ প্ৰাণী সমূহত প্ৰবিষ্ট হোৱাৰ কাৰণে বিষ্ণু বোলে।

পৰব্ৰহ্মই "চৈতন্য শক্তিৰ দ্বাৰে" জীৱ অংশে সৰ্বভূতত প্ৰবিষ্ট হৈ সেই জীৱাংশ বা জীৱাত্মা ৰথৰ চালক হিচাবে 'পৰমাত্মাৰূপে বিৰাজ কৰি জীৱাংশক চৈতন্য সত্তা দিছে।

যিহেতু চৈতন্যপূৰ্ণ পৰমাত্মা ৰূপে হৰি
হৃদয়ত আছন্ত প্ৰকাশি।
তাতেসে ইন্দ্ৰিয় গণ ভূত প্ৰাণ বুদ্ধি মন
প্ৰবৰ্ত্তে যতেক জড়ৰাশি॥

মাধৱদেৱ/নামঘোষা

এই হিচাবে জগতৰ সমস্ত পদাৰ্থই ব্ৰহ্মময় বা ব্ৰহ্মাংশভূত অৰ্থাৎ "সৰ্ব্বং খল্বিদং ব্ৰহ্ম"। অকল সেয়ে নহয় এডাল শুকান কাঠ বা এটা শিলৰ স্তম্ভতো ব্ৰহ্ম আছে। কাৰণ :—

সত্য কৰিবাক লাগি নিজ ভৃত্য বাণী।
স্তম্ভতে বেকত ভৈলা প্ৰভু চক্ৰপাণি।

শঙ্কৰদেৱ/প্ৰহলাদ চৰিত্ৰ।

হিৰণ্যকশিপুৰ প্ৰশ্নত প্ৰহলাদে কৈছে :—

শুনিয়া প্ৰহলাদে বোলয় বাণী।
ব্যাপক বিভু প্ৰভু চক্ৰপাণি॥
সবাতে আছন্ত জগত স্বামী।
স্ফটিকৰ স্তম্ভে দেখোঁহো আমি॥

শঙ্কৰদেৱ/প্ৰহলাদ চৰিত্ৰ।

এনে ক্ৰমত যেতিয়া ব্ৰহ্মাকে আৰম্ভ কৰি ইতৰ প্ৰাণী পৰ্য্যন্ত(শিল, শুকান কাঠ পৰ্য্যন্ত ) সকলোতে জীৱ অংশে ব্ৰহ্মৰ প্ৰকাশ হয়, তেন্তে সৰ্বাত্ম দৃষ্টিত ব্ৰহ্মক একমাত্ৰ বা "একমেৱাদ্বিতীয়ম্" বোলাৰ অৰ্থ কি আৰু এক-শৰণৰ তাৎপৰ্য্য কি, তাক বিচাৰ কৰি চোৱাৰ আৱশ্যক নিতান্তই আছে। উত্তৰত কোৱা হয় যে ব্ৰহ্মই হ'ল জগতৰ মূল ( আমাৰ 'দেৱ' শিতানত লিখা বিৱৰণ দ্ৰষ্টব্য )। বাকী ব্ৰহ্মাদি সকলো জীৱ পদাৰ্থই তেওঁৰ অংশ কলা বিভূতি। গতিকে এওঁলোকৰ অস্তিত্ব ক্ষণস্থায়ী। প্ৰকাশ হোৱাৰ পিছত পুনৰ বিলীন হ'ব সেই ব্ৰহ্মতে। সমুদ্ৰ, নদী, সৰোবৰ, বিল, পুখুৰী, সৰু সৰু খাল আৰু বৰষুণ, হিমৰ টোপাল আদিৰ যেনেকৈ ব্যৱধান বা উচ্চ, নীচ ভেদাভেদ

আছে, তেনেকৈ ব্ৰহ্ম আৰু তেওঁৰ অংশভুক্ত সকলৰ মাজতো ব্যৱধান আছে। গীতাত শ্ৰীকৃষ্ণই অৰ্জ্জুনৰ আগত তেওঁৰ মুখ্য মুখ্য কিছুমান বিভূতিৰ কথা কৈছে। যদি জীৱ পদাৰ্থৰ প্ৰধান অপ্ৰধানৰ ব্যৱধান নাথাকিলেহেঁতেন, তেন্তে গীতাত শ্ৰীকৃষ্ণই তেনেকৈ নকলেঁহেতেন। গীতাত কৈছে:—

হন্ত তে কথয়িষ্যামি দিব্যা হ্যাত্মবিভূতয়ঃ।
প্ৰাধান্যতঃ কুৰুশ্ৰেষ্ঠ নাস্ত্যন্তো বিস্তৰস্য মে॥

গীতা – ১০/১৯

অৰ্থাৎ—হে কুৰুশ্ৰেষ্ঠ (অৰ্জ্জুন)। মোৰ যিবিলাক প্ৰধান প্ৰধান দিব্য বিভূতি আছে, সেই বিলাকৰ কথা তোমাক কওঁ। যিহেতু মোৰ বিভূতিৰ অন্ত নাই।

অহমাত্মা গুড়াকেশ সৰ্ব্বভূতাশয় স্থিতঃ।
অহমাদিশ্চ মধ্যঞ্চ ভূতানামন্ত এব চ॥

গীতা ১০/২০

অৰ্থাৎ—হে নিদ্ৰাজয়ী (অৰ্জ্জুন)। মই সকলো প্ৰাণী পদাৰ্থৰ অন্তঃকৰণত সৰ্ব্ব-নিয়ন্তা পৰমাত্মাৰূপে অৱস্থান কৰিছোঁ। মই প্ৰাণীসকলৰ উৎপত্তি, স্থিতি আৰু প্ৰলয়স্বৰূপ।

শ্ৰীকৃষ্ণই এইবুলি কৈ "আদিত্যানামহংবিষ্ণুঃ"ৰ পৰা আৰম্ভ কৰি "জ্ঞানং জ্ঞানবতামহম্" পৰ্য্যন্ত ১৮ টা শ্লোকত তেওঁৰ প্ৰধান প্ৰধান বিভূতিৰ কথা বেকত কৰিছে। ইয়াৰ পিচত মোখনি মাৰি এনেকৈ কৈছে: —

যচ্চাপি সৰ্ব্বভূতানাং বীজং তদহমৰ্জ্জুন।
ন তদস্তি বিনা যৎ স্যাৎ ময়াভূতং চৰাচৰম্॥

গীতা—১০/৩৯

অৰ্থাৎ—হে অৰ্জ্জুন। মইয়েই সৰ্ব্বপ্ৰাণীৰ উৎপত্তিৰ কাৰণ। মোৰ পৰা এই চৰাচৰ প্ৰাণী পৃথক্ নহয় অৰ্থাৎ স্বতন্ত্ৰ নহয়।

নান্তোঽস্তি মমদিব্যানাং বিভূতীনাং পৰন্তপ।
এষ তূদ্দেশতঃ প্ৰোক্তো বিভূতেৰ্বিস্তৰো ময়া॥

গীতা—১০/৪০

অৰ্থাৎ—হে শত্ৰুতাপী। মোৰ দিব্য বিভূতিৰ সীমা বা অন্ত নাই। মই এই বিভূতি বিস্তাৰ সংক্ষেপে ব্যক্ত কৰিলোঁ।

যদ্যদ্বিভূতি মৎসত্ত্বং শ্ৰীমদূৰ্জ্জিতমেব বা।
তত্তদেবাবগচ্ছ ত্বং মম তেজোঽংশসম্ভবম্॥

গীতা—১০।৪১

অৰ্থাৎ বস্তুতঃ যি যি বস্তু ঐশ্বৰ্য্যযুক্ত শ্ৰীযুক্ত আৰু প্ৰভাৱ বল সম্পন্ন, সেই
সকলোবোৰেই মোৰ প্ৰভাৱাংশযুক্ত হৈছে।

ইয়াৰ দ্বাৰা আমি এইটোকেই বুজিছোঁ যে পৰব্ৰহ্ম ভূতপ্ৰাণীবোৰে সৰ্ব্ব ব্যাপক তথা বিশেষভাৱে এটাকৈ বিভূতি ৰূপ হলেও তেওঁৰ সম্পূৰ্ণ অস্তিত্ব সেইবোৰত বৰ্ত্তি থাকিব নোৱাৰে কাৰণে বা সেই বিলাক তেওঁ সমগ্ৰ সাপেক্ষে উপসংহাৰ কৰিব পাৰে কাৰণে সেই বোৰৰ ভকতবত সেও মানি একশৰণ হ'ব নোৱাৰি। সৰ্ব্বভূততে ব্ৰহ্মদৰ্শন দেখা ব্ৰহ্মবাদী সকলেও ব্ৰহ্ম পৰমাত্মাৰ প্ৰকৃত সত্তা ইতৰ প্ৰাণীত নিগাজীকৈ দেখিব নোৱাৰে। কাৰণ সনৎ, সনন্দ, সনাতন, সনৎকুমাৰ এই চতুঃসন বা চাৰিজন ব্ৰহ্মবাদী আছিল। যাৰ বেশভূষা এনে ধৰণৰ:—

ব্ৰহ্মাৰ মানস চাৰি তনয়।
ভ্ৰমন্ত আকাশে আনন্দময়॥
পাঞ্চবৰিষীয়া শিশু সঙ্কাশ।
নাহিকে বস্ত্ৰ সবে দিগবাস॥

শঙ্কৰদেৱ/প্ৰহলাদ চৰিত্ৰ

এওঁলোক ব্ৰহ্মবাদী হৈ জয় বিজয়ৰ প্ৰতি কেনে আচৰণ কৰিছিল তলৰ উদ্ধৃতিলৈ চালেই ধৰা পৰে।

কৃষ্ণ দৰশন আশা ভঙ্গে।
কোপে চক্ষু পকাই মাতন্ত ৰঙ্গে॥
বৈষ্ণৱ বোলা তোৰা দুইজন।
বৈকুণ্ঠ বাসীৰ নুহি লক্ষণ॥
..............................
অসুৰ যোনিত উপজ ঋষি।
হেন শুনি জয় বিজয় ডৰি॥

শংকৰদেৱ/প্ৰহলাদ চৰিত্ৰ ইত্যাদি

এওঁলোকে সৰ্ব্বভূততে ব্ৰহ্ম পৰমাত্মাক দেখিও কিন্তু কৃষ্ণ দৰশন আশাৰে বৈকুণ্ঠলৈ গৈছে ভাবিবলগীয়া। দৰাচলতে এওঁলোকে বা আমালোকে সৰ্ব্বভূততে বিষ্ণুময়হে দেখিব লাগে। পণ্ডিত ভক্তসকল "সমদৰ্শিনঃ" হে "সমৱৰ্ত্তিনঃ" নহয়। গীতাত আছে—

বিদ্যা বিনয়সম্পন্নে ব্ৰাহ্মণে গৱিহস্তিনি।
শুনি চৈব শ্বপাকে চ পণ্ডিতাঃ সমদৰ্শিনঃ॥

গীতা—৫।১৮

অৰ্থাৎ—বিদ্যা, বিনয়সম্পন্ন ব্ৰাহ্মণ, গৰু, হাতী, কুকুৰ আৰু চণ্ডালক পণ্ডিত
সকলে সমতুল্য জ্ঞান কৰে বা দেখে।

পণ্ডিত মানে:– মাতৃবৎ পৰদাৰেষু পৰদ্ৰব্যেষু লোষ্ট্ৰবৎ।
আত্মাবৎ সৰ্ব্বভূতেষু যঃ পশ্যতি স পণ্ডিতঃ॥

হিতোপদেশ মিত্ৰলাভ:

অৰ্থাৎ—পৰস্ত্ৰীক মাতৃৰ দৰে দেখা, পৰৰ দ্ৰব্যক এচপৰা মাটিৰ নিচিনা বুলি
ভবা, সৰ্ব্বপ্ৰাণীক নিজৰ আত্মাৰ দৰে দেখা জনকে পণ্ডিত বুলি কয়।

গীতাত শ্ৰীকৃষ্ণই অৰ্জ্জুনক কৈছে:—

যস্য সৰ্ব্বে সমাৰম্ভাঃ কাম সঙ্কল্প বৰ্জ্জিতাঃ।
জ্ঞানাগ্নি দগ্ধ কৰ্ম্মাণং তমাহুঃ পণ্ডিতং বুধাঃ॥

গীতা – ৪/১৯

অৰ্থাৎ যাৰ সমুদায় কাম সঙ্কল্প বৰ্জ্জিত অৰ্থাৎ নিষ্কাম ভাৱেৰে হয়, জ্ঞানী
সকলে তেওঁকেই পণ্ডিত বুলি কয়। তেওঁৰ সৰ্বকৰ্ম্ম জ্ঞানানলে
দগ্ধ হৈ যায়।

ভাগৱতত শ্ৰীকৃষ্ণই উদ্ধৱক কৈছে:—

ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি কুল।
দাতাত চোৰত যাৰ দৃষ্টি একতুল॥
নীচত সাধুত যাৰ ভৈল একজ্ঞান।
তাহাকেসে পণ্ডিত বুলিয় সৰ্বজ্ঞান॥

শঙ্কৰদেৱ/ভাগৱত একাদশ।

সমদৰ্শী হবলৈ সেই সম্বন্ধে কৃষ্ণদেৱে উদ্ধৱক কৈছে—

শুনিয়ো উদ্ধৱ আৰে ৰহস্য ভকতি।
কৰিবা অভ্যাস তুমি থিৰ কৰি মতি।
সমস্ত ভূতত ব্যাপি আছো মই হৰি।
সবাকো মানিবা তুমি বিষ্ণু বুদ্ধি কৰি॥
. . . . . . . . . . . . . . . . . . . . . . . . . .
কুকুৰ শৃগাল গৰ্দ্দভৰো আত্মাৰাম।
জানিয়া সবাকো পৰি কৰিবা প্ৰণাম।
. . . . . . . . . . . . . . . . . . . . . . . . . .
বিষ্ণুময় দেখে যিটো সমস্ত জগতে।
জীৱন্তে মুকুত হোৱে অচিৰ কালতে॥

সকল প্ৰাণীত দেখিবেক আত্মসম ।
উপায় মধ্যত ইটো অতি মুখ্যতম ॥

শঙ্কৰদেৱ/শ্ৰীকৃষ্ণ বৈকুণ্ঠ প্ৰয়াণ

পণ্ডিতসকলে বা সাধুসকলে সৰ্ব্বাত্ম দৃষ্টিৰে সৰ্ব্বত্ৰতে বিচৰণ কৰে সঁচা, কিন্তু তেওঁলোক সমবৰ্ত্তী হ'ব নোৱাৰে। কাৰণ জগতত বহুতো জীৱজন্তু আছে। সেইবিলাক একে ভাৱৰে একে চৰিত্ৰৰে নহয়; যেনে মানুহ, গৰু, সিংহ, বাঘ, ভালুক, বান্দৰ, কুকুৰ, শিয়াল, মেকুৰী, মেকুৰী, হৰিণ, কাউৰী শগুণ, মৈনা, ফেঁচা, শেন, মৌপিয়া আদি একে পৰ্য্যায়ৰ নহয়। এইবোৰৰ কিছুমানক ঘৰচীয়া কৰা হয় আৰু কিছুমান বনৰীয়া হৈ থাকে। দুয়োবিধকে সৰ্ব্বাত্মদৃষ্টিত একব্ৰহ্ম। কিন্তু সমবৰ্ত্তী হিচাপে একসমান নহয়। কিয়নো কুকুৰ, মেকুৰীৰ ওচৰলৈ মানুহ যাব পাৰে বা মানুহে কুকুৰ মেকুৰী পালন পোষণ কৰে। যদি এজন ব্ৰহ্মবাদী মানুহ সমবৰ্ত্তী হৈ এটা ভালুক, এটা বাঘ বা এটা সিংহৰ ওচৰলৈ যায়, তেন্তে সিহঁতে নিতান্তই তেওঁক খাই পেলাব। মানুহৰ ঘৰৰ ভিতৰলৈ যদি কাউৰী, কুকুৰ সোমায় সেই ঘৰ অশুচি হয়। কাউৰী সোমালে অমঙ্গল হয় বুলি স্মৃতি শাস্ত্ৰই কৈছে। এনেস্থলত সমদৰ্শী হোৱাৰ বাহিৰে সমবৰ্ত্তী কেনেকৈ হ'ব ভাবিব লগা। এজন বিদ্যা-বিনয় সম্পন্ন ব্ৰাহ্মণ আৰু এটা কুকুৰৰ মাজত পৰমাত্ম দৃষ্টিত একে হ'ব পাৰে সন্দেহ নাই; কিন্তু সমবৰ্ত্তী দৃষ্টিত সমতুল্যৰ ব্যৱধান নিশ্চয় আছে আৰু থকাও স্বাভাৱিক। সেইবাবেই ব্ৰহ্মবাদী চাৰিসিদ্ধই পাৰিষদদ্বয়ক একাত্ম-দৃষ্টিৰে চাইও সমবৰ্ত্তী দৃষ্টিত তেওঁলোকৰ আচৰণত ক্ৰোধান্বিত হৈছিল।

আহাৰ খাই জীৱন ধাৰণ কৰাটো ব্ৰহ্মাদি জীৱ পদাৰ্থৰে স্বাভাৱিক নিয়ম। সাধু পণ্ডিতসকলেও আহাৰ কৰে। কিন্তু সেই আহাৰ কেনেধৰণৰ হয় বা কৰা হয় পৰিষ্কাৰ ভাবে বুজিবলৈ হ'লে এনেধৰণৰ—সত্ত্ব শুদ্ধি আহাৰ কৰিলেও খাদ্যত জীৱক্ৰিয়া থাকে। "জীৱস্য জীৱনম্" বুলি এষাৰ কথা আছে। জীৱই জীৱক ভক্ষণ কৰিহে জীৱন ধাৰণ কৰিব লগা হৈছে। সৰ্ব্বজীৱই যেতিয়া ব্ৰহ্ম, তেতিয়া ব্ৰহ্মই ব্ৰহ্মক আহাৰ কৰি আছে। যদি সেয়ে হয়, তেন্তে সকলোতে বিষ্ণু বুদ্ধি কৰি সমদৰ্শী হৈ থকাৰ অৰ্থ কেনে হ'ব পাৰে চিন্তনীয়। সদায় ব্ৰহ্মহত্যা বা জীৱহত্যা হ'বই লাগিছে দেখোন। গতিকে এই ক্ষেত্ৰত সময় সাপেক্ষে জীৱন ধাৰণৰ কাৰণে সৰ্ব্বপ্ৰাণীয়েই বিশেষকৈ মানুহে (যিবিলাকেহে সমদৰ্শী আৰু সমবৰ্ত্তী ভাৱ দেখুৱাব পাৰে) আহাৰত বিষ্ণু বুদ্ধি কৰিও তাক গ্ৰহণ কৰিব লগা হয়। নদী জলাদিত পোক থাকে। অজ্ঞাতসাৰে

সিত্ত উদবহ্ন হয়। সেইবাবে শঙ্কৰাচাৰ্য্যৰ এটি বাণীৰেই ইয়াৰ এটি সিদ্ধান্ত দিবলৈ প্ৰয়াস কৰা হৈছে। সেয়া হ'ল ঃ –

ভাৱা দ্বৈতং সদা কুৰ্য্যাৎ ক্ৰিয়াদ্বৈতং ন কহিচিৎ।
অদ্বৈতং ত্ৰিষু লোকেষু নাদ্বৈতং গুৰুনা সহ ॥

শঙ্কৰাচাৰ্য্য/শাঙ্কৰ ভাগৱত

অৰ্থাৎ :— ভাৱত সদায় অদ্বৈতজ্ঞান চৰ্চিব লাগে, ক্ৰিয়া অৰ্থাৎ কাৰ্য্যকৰী কৰণত কেতিয়াও অদ্বৈত ভাৱ নাৰাখিব। তিনিওলোকতে অদ্বৈত জ্ঞান কৰিব, কিন্তু গুৰুত অদ্বৈতভাৱ ৰাখিব নোৱাৰে।

অদ্বৈত মানে কি? সজাতীয় বিজাতীয় পদাৰ্থানামসম্ভবাৎ।
অতস্তদ্ব্যতিৰিক্তানামদ্বৈতমিতিসংজ্ঞিতম্ ॥

শ্ৰীশ্ৰীশিৱগীতা ১৩/১১

অৰ্থাৎ ঃ— য'ত সজাতীয় বা বিজাতীয় পদাৰ্থৰ সম্ভাৱনা নাই, যি সকলোৰে অতিৰিক্ত, তাকেই অদ্বৈত ব্ৰহ্ম বুলি কয়।

(১) সজাতীয় ঃ—একজাতীয়, একধৰ্ম্মাক্ৰান্ত, একশ্ৰেণীভুক্ত, একবিধ, সদৃশ, তুল্য।

(২) বিজাতীয় ঃ— বিভিন্ন ধৰ্ম্মাক্ৰান্ত, ভিন্ন জাতীয়।

(১) ভাৱাদ্বৈতং সদাকুৰ্য্যাৎ :- "ভাৱত সদায় অদ্বৈত উপলব্ধি কৰিব লাগে।" এই বাক্যাৰ্থটোৰ বিশদ ব্যাখ্যা দুজনাগুৰুৰ বাণীৰে দিলে বেচি পৰিষ্কাৰ হ'ব কাৰণে তাৰে উদ্ধৃতি নিম্নস্থানত দিয়া হ'ল।

মহাপুৰুষ শঙ্কৰদেৱে প্ৰহ্লাদৰ মুখে কোৱাইছে ঃ—

দুৰ্লভ মনুষ্য জন্ম নকৰা বিফল।
চিন্তামনে মাধৱৰ চৰণ কমল ॥
হৃদিসে সবাৰো আত্মা বান্ধৱ ঈশ্বৰ।
মায়াময় ইটো পুত্ৰ ভাৰ্য্যা কলেবৰ ॥
আৰ অৰ্থে ব্যৰ্থে কেনে কৰা আয়ুপাত।
সবাৰো হৃদয়ে বিষ্ণু আছন্ত সাক্ষাত ॥
হেনজানি অসুৰ স্বভাৱ সবে এৰি।
সমস্ত প্ৰাণীক পূজা বিষ্ণু বুদ্ধি কৰি ॥
... ... ... ... ... ... ...

সমস্ত ভূততে দেখিবেক নাৰায়ণ ।
আত্মপৰে আন ধৰ্ম্ম নাহি ত্ৰিভুৱন ॥

শঙ্কৰদেৱ/কীৰ্ত্তন প্ৰহ্লাদ চৰিত্ৰ

ভক্তিৰত্নাৱলীৰ বন্দন বিৰচয়িতা মহাপুৰুষ মাধৱদেৱে কৈছে :—

কৃষ্ণক দিবাৰ সমে বহু অভিমান ।
দেখাও এবে সমস্কাৰ কৰিবাৰ স্থান ॥
জল বায়ু বহ্নি মহী নক্ষত্ৰ আকাশ ।
বৃক্ষনদী সমুদ্ৰ চৰাচৰ দিশ পাশ ॥
আছে আনো সংসাৰত বস্তু যত যত ।
কৃষ্ণক দেখিব মাত্ৰ মনে সমস্ত ॥
হৰিৰ শৰীৰ ইটো হেন বুদ্ধি কৰি ।
সবাহাকে নমস্কাৰ কৰিব সাদৰি ॥

মাধৱদেৱ/ভক্তি ৰত্নাৱলী

শঙ্কৰাচাৰ্য্যৰ ভাষাৰে :— শ্লোকাৰ্দ্ধেন প্ৰৱক্ষ্যামি যদুক্তং গ্ৰন্থ কোটিভিঃ ।
ব্ৰহ্ম সত্যং জগৎ মিথ্যা জীৱ ব্ৰহ্মৈৱ নাপৰঃ ॥

অৰ্থাৎ :— কোটি কোটি গ্ৰন্থই যি কথা একবাক্যে কৈছে, তাক মই আধা শ্লোকতে কওঁ যে ব্ৰহ্মই সত্য, জগৎ মিছা আৰু জীৱ ব্ৰহ্মৰ পৰা পৃথক নহয় ।

আমি পূৰ্ব্বতে উল্লেখ কৰি অহা মতে সংক্ষেপ ভাষাৰে "সৰ্ব্বাত্ম দৃষ্টি" বা "সমদৰ্শী" ভাৱেই উক্ত "ভাৱাদ্বৈতং সদা কুৰ্য্যাৎ" । সমস্ত প্ৰাণীকে পূজা কৰা, নমস্কাৰ কৰা ইত্যাদি ভাবাৰ্থ হ'ল সকলো প্ৰাণীতে বিষ্ণু বুদ্ধি কৰি আত্ম দৃষ্টি কৰা । বিষ্ণুৰহে পূজা আৰু নমস্কাৰ আছে, অন্য প্ৰাণীৰ নাই । যেনেকৈ "ঔষধ সেৱন" কৰা মানে খোৱাক হে বুজায়, সেৱা কৰা নুবুজায়, ঠিক তেনেকৈ উপৰুক্ত ভাবাৰ্থও ।

(২) ক্ৰিয়া দ্বৈতং ন কৰ্হিচিৎ :— অৰ্থাৎ ক্ৰিয়া কলাপত অদ্বৈতভাৱ কেতিয়াও কৰিব নোৱাৰে । ভাৱাদ্বৈতত সৰ্ব্বাত্মদৃষ্টিৰে চালে, কিন্তু কাৰ্য্যকৰীকৰণত সেই দৃষ্টি ৰাখিব নোৱাৰে । তাত ব্যৱহাৰ হ'ব দ্বৈতভাৱ ।

আমি উপৰত উল্লেখ কৰি আহিছোঁ যে জগতৰ সৰ্ব্বপ্ৰাণীয়েই ব্ৰহ্মাংশভূত । সেই হিচাবে পিতা, পুত্ৰ, ভাই, ককাই, বাই-ভনী আৰু অন্যান্য

সম্পৰ্কীয় অদ্বৈত ভাব বৰ্ত্তি থাকিব। কিন্তু যেতিয়া ক্ৰিয়াত অদ্বৈত ভাব আঁতৰাই দ্বৈত ভাব আনিব, তেতিয়া পুতেকৰ মানত পিতা মান্যৱন্ত, সেৱাই তথা পিতাকৰ মানত পুতেক তেওঁৰ স্নেহীয় আত্মজ অমান্যজন। এই ভাব আদ্যন্ত কাল চলি আহি আছে। যদি আমি ক্ৰিয়াত দ্বৈতভাৱ নাৰাখি অদ্বৈত ভাব ৰাখো, তেতিয়া ৰজা, প্ৰজা, ধনী, দুখীয়া, গুৰু-শিষ্য, পিতা-পুত্ৰ, জ্যেষ্ঠ-অনুজৰ মাজত ব্যৱধান নাথাকে। এবাৰ শ্ৰীৰামচন্দ্ৰই মহাভক্ত হনুমন্তক প্ৰশ্ন কৰিছিল 'আমাৰ সম্বন্ধে তোমাৰ ধাৰণা কি?' উত্তৰত হনুমন্তই কৈছিল :—

দেহবুদ্ধ্যা দাসোঽস্মি তে জীৱবুদ্ধ্যাত্মদংশকঃ।
আত্মবুদ্ধ্যাত্মমেবাহং ইতি মে নিশ্চিতা মতিঃ ॥

অধ্যাত্ম ৰামায়ণম্।

অৰ্থাৎ :— দেহ বুদ্ধিৰ ফালৰ পৰা উপলব্ধি হয়— মই তোমাৰ দাস,
জীৱ বুদ্ধিৰ ফালৰ পৰা উপলব্ধি হয়— মই তোমাৰ অংশভূত,
আত্মবুদ্ধিৰ ফালৰ পৰা উপলব্ধি কৰোঁ— তুমিয়েই মই।

এয়া ক্ৰিয়াত দ্বৈত আৰু ভাৱত অদ্বৈত ভাৱৰ কথা। কথাগুৰু চৰিতৰ এটি দৃষ্টান্তই ইয়াৰ বাবে যথেষ্ট হ'ব।

"আৰু খগেশ্বৰ সন্যাসী আহিল বাদ কৰিবলৈ পণ্ডিত বিচাৰি, কপিলা উপৰে শাস্ত্ৰ তাৰ ওপৰে উঠি। গুৰুজনে পাই বোলে কেনে ব্ৰহ্মচাৰী! গো, শাস্ত্ৰ, আৰ ওপৰে চৰি ফুৰা? বোলে গো, শাস্ত্ৰ হামু সবে ব্ৰহ্ম, কিছু দোষ নাহি। হ'ৰাম লিগিৰা আছিল, বোলে হামুকে? বোলে ব্ৰহ্ম। তেহে গুৰুজনে চক্ষুত আৰ দিলে, বৰ ভুকু মাইলে হিয়াত। বেক বেকাব ধৰিলে। তেহে গুৰুজনে বোলে গৰু, শাস্ত্ৰ, তুমি, হামু আদি ঈশ্বৰ, ব্ৰহ্ম। ব্ৰহ্মত ব্ৰহ্ম দাঁড়িলে কিছু দোষ নাই। তেহে লাজ অধোমুখ হৈ গুচি গ'লগৈ। ৰাজা শুনি প্ৰশংসা কৈ গুৰুজনক চাস্যো ব'ল।"

ইয়াত দ্বৈত আৰু অদ্বৈতৰ ভাব স্পষ্ট হৈছে। গৰু, শাস্ত্ৰ, মানুহ সকলো ব্ৰহ্ম বা অদ্বৈত। কিন্তু ব্যৱহাৰৰ দৃষ্টিত বা কাৰ্য্যকৰীকৰণত দ্বৈত কৰিব লগা হ'ল। অৰ্থাৎ সেই ভাৱত গৰু বেদময়, শাস্ত্ৰ ভগৱানৰ বাঙময়ী মূৰ্ত্তি আৰু মানুহ তাতকৈ বহুত নিম্ন খাপত আছে। গৰুৰ ওপৰত শাস্ত্ৰ আৰু শাস্ত্ৰৰ ওপৰত মানুহ আৰোহন কৰাটো সম্পূৰ্ণ দোষণীয়। এই সময়ত অদ্বৈত ভাব কৰিব নোৱাৰি। মনেৰে সৰ্ব্বত্ৰতে অদ্বৈত দৃষ্টি ৰাখি ৰাহ্যদৃষ্টিত দ্বৈত ভাৱেৰে "এহিমতে ৰাম লোকত ফুৰা বেৰাই।" এয়া হ'ল "ক্ৰিয়াদ্বৈতং ন কৰ্হিচিৎ।"

ভগৱন্তে কৈছে :— যৎ কৰোষি যদশ্নাসি যজ্জুহোষি দদাসি যৎ।
যৎ তপস্যসি কৌন্তেয় তৎ কুৰুষ্ব মদৰ্পণম্॥
গীতা— ৯/২৭

অৰ্থাৎ —(হে অৰ্জুন) তুমি যি কাম কৰা, যি খোৱা, যি হোম কৰা, যি বস্তু দান কৰা আৰু যি তপ সাধনা কৰা, সেই সকলোকে মোত অৰ্পণ কৰা।

গীতা ভাগৱতাদি ভক্তিপৰ শাস্ত্ৰত 'অনন্য' শব্দ এটা আমি পাওঁহক। 'একশৰণ' শব্দৰ ই এটা প্ৰতিশব্দ। একশৰণ, একান্ত শৰণ, অনন্য শৰণ সমাৰ্থক। 'অনন্য' মানে ন+অন্য। ন—নিষেধ বাচক আৰু অন্য মানে আন, অৰ্থাৎ আনক নকৰিবা। এতিয়া পৰিষ্কাৰ অৰ্থ হ'ল হৰিত ভিন্ন আনক নভজিবা বা শৰণ নলবা। গীতাত আৰু বহু ঠাইত 'অনন্য' শব্দটো পাওঁহক—

অপি চেৎ সুদুৰাচাৰো ভজতে মামনন্যভাক্।
সাধুৰেৱ স মন্তব্যঃ সম্যগ্ ব্যৱসিতো হি সঃ॥
গীতা—৯/৩০

শ্ৰীমন্মাধৱদেৱৰ তদনুবাদ :—

মাধৱে বোলন্ত ধনঞ্জয় মহাদুৰাচাৰো অতিশয়
আনদেৱ তেজি মোকেসে মাত্ৰ ভজয়।
তাকেসে পৰম সাধু বুলি মানিবা মনত সৰ্বক্ষণে
যি হেতু সম্যকে কৰিলে মোক নিশ্চয়॥

মাধৱদেৱ/নামঘোষা

ইয়াত মাধৱদেৱে "ভজতে মামনন্যভাক্" বাক্যাংশটোৰ অনুবাদ কৰিছে "আনদেৱ তেজি মোকেসে মাত্ৰ ভজয়" বুলি। শ্ৰীধৰস্বামীয়ে টীকাত লিখিছে— "দেৱতান্তৰং ভক্তি মকুৰ্ব্বন্ মামেৱ পৰমেশ্বৰং ভজতে" অৰ্থাৎ "দেৱতান্তৰক (হৰি ভিন্ন অন্য দেৱতাক) ভক্তি নকৰি মোক পৰমেশ্বৰক ভজিলে" ইত্যাদি। অন্য এটা শ্লোকত :—

অনন্যাশ্চিন্তয়ন্তো মাং যে জনাঃ পৰ্য্যুপাসতে।
তেষাংনিত্যাভিযুক্তানাং যোগ ক্ষেমং বহাম্যহম্॥
গীতা — ৯/২২

অৰ্থাৎ — (হে অৰ্জুন) যিসকলে মোক অনন্যমনে চিন্তা আৰু আৰাধনা কৰে, মই সেইসকল মদেকনিষ্ঠ ব্যক্তিক ধন-সম্পত্তি আৰু মোক প্ৰদান কৰি থাকোঁ।

শ্ৰীধৰস্বামীয়ে উপৰুক্ত শ্লোকস্থ "অনন্য" শব্দটোৰ ভিত্তিত টীকাত এনেদৰে লিখিছে :— "অনন্যা নাস্তি মদ্ব্যতিৰেকেনান্যৎ কাম্যং ভজনীয়ং দেৱতান্তৰং যেষাংতেতথাভূতা যে জনা মাং চিন্তয়ন্তঃ সেৱন্তে" ইত্যাদি। শ্ৰীমদ্ভাগৱতত বৰ্ণিত হৈছে :—

অকামঃ সৰ্ব্বকামো বা মোক্ষ কাম উদাৰধী ঃ
তীব্ৰেণ ভক্তিযোগেন ভজেত পুৰুষং পৰম্ ॥
২/৩/১০

অৰ্থাৎ — কামনা শূন্য, সৰ্ব্বকামী, মোক্ষ কামী, উদাৰধী-সম্পন্ন ব্যক্তিয়ে ব্যভিচাৰ শূন্য ভক্তি যোগেৰে পৰম পুৰুষক ভজনা কৰিব লাগে।

বৈকুণ্ঠনাথ ভট্টদেৱে লিখিছে তেখেতৰ ভক্তিবিবেক পুথিত "অকাম একান্ত ভক্ত ঃ তীব্ৰেন ব্যভিচাৰ দোষ ৰহিতেন" ইত্যাদি।

এতিয়া 'ব্যভিচাৰ' শব্দটোৰ অৰ্থ পৰিস্কাৰকৈ ব্যক্ত কৰাৰ প্ৰয়োজন বোধ কৰা হৈছে। সেই সম্বন্ধে মহাপুৰুষৰ নিজ বাণী দ্বিতীয় স্কন্ধ ভাগৱতৰ এটি উদ্ধৃতি দিয়া হ'ল —

অন্য দেৱী দেৱ নকৰিবা সেৱ
গৃহো নপশিবা তাৰ।
প্ৰসাদ নখাইবা মূৰ্ত্তিক নচাইবা
ভক্তি হৈব ব্যভিচাৰ ।।

শঙ্কৰদেৱ / ভাগৱত

অব্যভিচাৰিণী ভক্তি কাক বোলে সেই সম্বন্ধে ভক্তি প্ৰদীপ শাস্ত্ৰত শঙ্কৰ গুৰুৱে লিখিছে :— ( কৃষ্ণই অৰ্জ্জুনক কৈছে )

মোক এৰি আন একো নভজে দেৱক।
সেহি ভক্তি একন্তাৱে সমস্তে কৰ্ম্মক।
সেহি একশৰণ ভজন অনুপাম।
নশুনয় আন একো দেৱতাৰ নাম ॥
অব্যভিচাৰিনী তাকে বোলয় ভকতি।
নাহিকে প্ৰয়াস আত অল্পে সাধে গতি ॥

শঙ্কৰদেৱ/ভক্তি প্ৰদীপ

শ্ৰীমন্ত মাধৱদেৱে ভক্তি ৰত্নাৱলীত লিখিছে :—

পিতৃ ভূতপতি লোকপাল নিৰন্তৰে।
শ্ৰাদ্ধ বলি পূজা নকৰিলে বিধি কৰে ॥

বিত্তৰ আয়াসে ভজি পাৱে অল্প ফল।
জানি মোৰ ৰূপ তেজি মহন্ত সকল ॥
শান্ত মুই কৃষ্ণ অৱতাৰক ভজন্ত।
আনদেৱ সমস্তক নিন্দা নকৰন্ত ॥
সুদৃঢ় বিশ্বাসে নিতে ভজি ভগৱন্ত।
পৰম দুৰ্লভ মোক্ষ পদক সাধন্ত ॥
বুজিবা মুকুতি সুখে ইচ্ছা আছে যাৰ।
ভগৱন্ত ঈশ্বৰ ভজনি দেৱ তাৰ ॥
অন্যত্ৰ সুখক ইচ্ছা কৰে যিটো নৰ।
তাহাৰ ভজনি দেৱ নোহন্ত ঈশ্বৰ ॥
শুনা নিৰন্তৰে আৰো উত্তম যুকুতি।
ভকতি জ্ঞানৰ ফল দেখাওঁ মুকুতি।
ঈশ্বৰ কেশৱ দেৱ ভকতৰ নিধি।
যেই যিবা চাৱে তাৰ সেই হোৱে সিদ্ধি ॥
এতেকেসে পৰম উদাৰ বুদ্ধি যাৰ।
তাৰাসৱে নকৰে ভকতি ব্যভিচাৰ ॥

মাধৱদেৱ/ভক্তি ৰত্নাৱলী

'ব্যভিচাৰ' শব্দটোৰ সম্পৰ্কত দুজনা মহাপুৰুষৰ নিজ লিখনী বাণী আৰু মূল সংস্কৃত শাস্ত্ৰৰ পৰা অলেখ উদ্ধৃতি দিব পাৰি। থোৰতে কোৱা হয় যে 'ব্যভিচাৰ' শব্দটো ভক্তিৰ ক্ষেত্ৰত হে ব্যৱহাৰ বা প্ৰয়োগ হয়। কৃষ্ণ-ভিন্ন আনত আশা ভাৰষা বা পূজা সেৱা কৰাটো অশাস্ত্ৰীয় আৰু সৰ্ব্ববাদী সন্মত নহয়। তাকে কৰিলেই কৃষ্ণ ভক্তিৰ ব্যভিচাৰ ঘটে। উদাহৰণ স্বৰূপে শ্ৰীকৃষ্ণৰ ৰাসক্ৰীড়া কালত গোপীসকলে যেতিয়া নিজ পতি পুত্ৰ ভাতৃকো নেওচি শ্ৰীকৃষ্ণ চন্দ্ৰৰ কাষ চাপিছিল বা পতিৰূপে ভজিছিল, সেই সম্পৰ্কত গোপী সকলৰ পতিব্ৰতা ব্ৰতদোষ বা ব্যভিচাৰ হোৱা নাই। কিয়নো শ্ৰীকৃষ্ণ সৰ্ব্বান্ত-ৰ্যামী নাৰায়ণ আৰু তেওঁ সমস্তৰে পতি বা স্বামী। গোপীসকলে কৃষ্ণ ভিন্ন আনক পতিৰূপে স্বীকাৰ কৰা হলে ব্যভিচাৰ দোষ বা পতিব্ৰতা ব্ৰত দোষত লিপ্ত হ'লহেঁতেন। তেনেদৰে শ্ৰীকৃষ্ণ [illegible] যদি অন্যসকলক পতি স্বীকাৰ কৰিলেহেঁতেন, তেতিয়াও ব্যভিচাৰ দোষে পাল্লেহেঁতেন। কিন্তু শ্ৰীকৃষ্ণ জগতৰ পতি কাৰণে গোপীসকলে তেওঁলোকৰ পতি পৰিহাৰ কৰি তেওঁতে মন প্ৰাণ সঁপি দিয়াত ব্যভিচাৰীনী নহ'ল। সেইক্ৰমে শ্ৰীকৃষ্ণ ভিন্ন অন্যদেৱতাত মনো-যোগ বা পূজা সেৱাত ৰতি হলে ব্যভিচাৰ দোষত পৰিব লাগে। ভেদভাৱে নালাগে। সেইকাৰণেই [illegible] মাধৱদেৱে ঘোষাত লিখিছে ঃ—

কলিত হৰিক কীৰ্ত্তন এৰিয়া
আনমতে চাহে গতি।
যেন কুল বধূ নিজ স্বামী তেজি
ভজে গৈয়া উপপতি ॥

মাধৱদেৱ/নামঘোষা।

সেই সন্দৰ্ভত বৃদ্ধহাৰীত স্মৃতি শাস্ত্ৰত কি কৈছে চোৱা হওক ঃ—

নাৰায়ণং পৰিত্যজ্য যোহন্য দেৱমুপাসতে।
স্বপতিং নৃপতিং হিত্বা যথা স্ত্ৰীপুৰুষাধমম্ ॥

বৃদ্ধহাৰীত স্মৃতি/২৭৪

অৰ্থাৎ— নাৰায়ণক পৰিত্যাগ কৰি যি জনে অন্য দেৱতাৰ উপাসনা কৰে, সেইজনে নিজস্বামী ৰজাক পৰিত্যাগ কৰি কোনো স্ত্ৰীয়ে অধম পুৰুষক ভজনা কৰাৰ দৰে কৰে।

প্ৰপন্নৈশ্চান্যভজনাৎ মুক্তা পায় সমন্বিতৈঃ।
বৈষ্ণৱো বৰ্জ্জয়েৎ সঙ্গং প্ৰচ্যুতাস্তে হ্যবৈষ্ণৱাঃ।

নাৰদ পঞ্চৰাত্ৰ/৪/৬৬

অৰ্থাৎ— শৰণ ধৰ্মীলোকে অন্যদেৱ ভজনত পাপযুক্ত হৈ ভক্তি ভ্ৰষ্ট হয় আৰু অবৈষ্ণৱত্ব প্ৰাপ্ত হয়। তেনেজনক শৰণীয়া বৈষ্ণৱে সঙ্গ ত্যাগ কৰি বৰ্জ্জন কৰিব লাগে।

অবৈষ্ণৱৰ পৰিণাম ফলৰ কথা কৈছে এনেদৰে ঃ—

অবৈষ্ণৱমুখোদ্গীৰ্ণং পূতং হৰি কথা মৃতম্।
শ্ৰৱণং নৈৱ কৰ্ত্তব্যং সৰ্পোচ্ছিষ্টং পয়ো যথা ॥

অৰ্থাৎ— অবৈষ্ণৱজনৰ মুখেদি বাহিৰ হোৱা পবিত্ৰ হৰিকথা মৃত পান কৰা অনুচিত। সাপে খাই এৰা গাখীৰ যেনেকুৱা বিষাক্ত, তেনেদৰে তেওঁৰ কথাবোৰো।

ব্ৰজৰ গোপীসকলে শ্ৰীকৃষ্ণ প্ৰাপ্তিৰ বাবে এমাহকাল যাবৎ 'কাত্যা-য়নী ব্ৰত পালন কৰিছিল যেনে—

একংমাসংব্ৰতং চেৰুঃ কুমাৰ্য্যঃ কৃষ্ণ চেতসঃ।
ভদ্ৰকালীং সমানচ্চুৰ্ভূয়ান্নন্দসুতঃ পতিঃ ॥

ভাগৱত —১০/২২/৫

দশম স্কন্ধ ভাগৱতত শঙ্কৰদেৱৰ দ্বাৰা অনুদিত —

আঘোণমাসত ব্ৰত কুমাৰিকা যত।
কাত্যায়ণী দেৱীৰ ধাৰিলা সবে ব্ৰত ॥

(৩) অদ্বৈতং ত্ৰিষুলোকেষুঃ—তিনিওলোকত অদ্বৈত ভাব ৰাখিব লাগে।

অন্যান্যৰ দৰে স্বৰ্গ, মৰ্ত্য, পাতাল এই ত্ৰিজগতো ব্ৰহ্ম সৃষ্টি। গতিকে ইও ব্ৰহ্ম বা অদ্বৈত।

তুমি সত্যব্ৰহ্ম তোমাৰ প্ৰকাশে
জগত হৈছো জন্ম।
জগততে সদা তুমিও প্ৰকাশ
অন্তৰ্য্যামী ভগৱন্ত ॥

শঙ্কৰদেৱ/বেদস্তুতি

জগতত দ্বৈত ভাব নাথাকে। ইয়াত সদায় অদ্বৈত ভাবহে কৰিব লাগে, দ্বৈত কৰিবলৈকো কোনো স্থান নাই। গতিকে সংক্ষেপতে ইয়াৰ স্পষ্টতা হৈছে।

(৪) নাদ্বৈতং গুৰুনা সহঃ—গুৰুৰ লগত অদ্বৈত ভাব নাথাকে।

গুৰুৰ লগত শিষ্য থাকে। গুৰুৰ অভাৱে শিষ্য আৰু শিষ্যৰ অভাৱে গুৰু "যেন চন্দ্ৰ বিনে ৰাতি আন্ধাৰ"। অন্তৰ্দৃষ্টিত বা সমদৃষ্টিত গুৰু আৰু শিষ্য দুয়ো ব্ৰহ্মাংশ বা ব্ৰহ্ম। কিন্তু ব্যৱহাৰিক পক্ষৰ পৰা তেওঁলোক দুয়ো দ্বৈত ভাবৰহে। আচলতে গুৰুৰ ক্ষেত্ৰত সদায় দ্বৈত ভাব। কাৰণ "গুৰু শুশ্ৰূষয়া বিদ্যা"। শিষ্যই গুৰুক সদায় সাক্ষাত ভগৱন্ত্ৰূপত দেখিব লাগে আৰু গুৰুৰ অনুকূলে সদায় কৰ্ম্ম কৰা উচিত। গুৰুৱেও শিষ্যক নিজ পুত্ৰবৎ স্নেহ আৰু তেওঁৰ অনুকূলে কৰ্ম্ম কৰণীয়। যেনেকৈ পৰব্ৰহ্মই সৰ্ব্বপ্ৰাণী পদাৰ্থতে জীৱাত্মা ৰূপে প্ৰৱেশ কৰি পুনৰ পৰমাত্মা ৰূপেও প্ৰকট হৈ জীৱাত্মা আৰু পৰমাত্মা দুয়োতে দ্বৈত ভাৱে বিকাশ লাভ কৰিছে (একে বৃক্ষে দুই পক্ষী, ৰূপে দুইকো সম দেখি, দুই দুইৰো সখানিৰন্তৰ), তেনেকৈ সমদৃষ্টিত গুৰু শিষ্য এক ব্ৰহ্ম হলেও দুয়োতে দ্বৈত ভাৱ প্ৰকট হৈ আছে। জীৱাত্মা, পৰমাত্মা একে বৃক্ষত দুই পক্ষী হলেও জীৱাত্মাতকৈ পৰমাত্মা বলীয়ান। কাৰণ "একে বৃক্ষে ফল খাই, তত্তো নিতে শুকাই যায়, নখাই যিটো সিটো গুণে বৰ" অৰ্থাৎ একে বৃক্ষৰে ফল উপভোগ কৰিলেও যিজনে নাখায় (পৰমাত্মাই) তেওঁ সিজনতকৈ শ্ৰেষ্ঠ। জীৱাত্মাতকৈ পৰমাত্মা যেনেকৈ শ্ৰেষ্ঠ, তেনেকৈ শিষ্যতকৈ গুৰু (দ্বৈত ভাৱত) শ্ৰেষ্ঠাসনত আছে। ইয়াত শিষ্য জীৱাত্মা আৰু গুৰু পৰমাত্মা হিচাপে বৰ্ত্তিছে। শিষ্যৰ বাবেত গুৰু পৰম দেৱতা। কাৰণ যাৰ পৰা সংসাৰ সমুদ্ৰ পাৰ হ'ব পাৰি। আমি 'গুৰু' বিষয়ত পূৰ্বতে "চাৰিবস্তু" প্ৰসঙ্গত উল্লেখ কৰি আহিছোঁ। শাস্ত্ৰমতে আছে—

যথাখাত্বা খনিত্ৰেণ ভূতলে বাৰি বিন্দতি।
তথা গুৰুগতা বিদ্যা শুশ্ৰূষুৰধিগচ্ছতি ॥

অৰ্থাৎ – যেনেকৈ খন্তিৰে খানিলে মাটিৰ তলত পানী পোৱা যায়, তেনেকৈ গুৰুৰ আশ্ৰয়ত শুশ্ৰূষাৰ দ্বাৰা বিদ্যা লাভ কৰিব পৰা হয়।

প্ৰহ্লাদে দৈত্য শিশু সকলক উপদেশ দিছিল ঃ—

কৃষ্ণৰ চৰণে হৈব স্থিৰমতে ভকতি।
শুনা সাৱধানে তাক থিৰ কৰি মতি ॥
বিষ্ণু ভকতৰ সঙ্গ লৈব প্ৰথমত।
গুৰু মানি শুশ্ৰূষা কৰিব ভালমত ॥
লৈয়া উপদেশ মাধৱক আৰাধিব।
যতেক সুকৃত মানে কৃষ্ণতে অৰ্পিব ॥

শঙ্কৰদেৱ/প্ৰহ্লাদ চৰিত্ৰ

সচ্চিদানন্দ পৰব্ৰহ্ম শ্ৰীকৃষ্ণ আৰু তদংশভূত ব্ৰহ্মাদি জীৱ পদাৰ্থৰ মাজত স্বৰ্গ মৰ্ত্যৰ ব্যৱধান। এই কথা সৰ্ব্বজন বিদিত। শ্ৰীকৃষ্ণ অদ্বৈত পৰব্ৰহ্ম আৰু দেৱতাসব দ্বৈত ভাৱৰ

তোমাৰ অদ্বৈত ৰূপ পৰম আনন্দ পদ
তাতে মোৰ মগ্ন হোক চিত্ত।
ভৈলোহোঁ দাসৰো দাস জানি এবে নৰহৰি
আমাক নেৰিবা কদাচিত ॥

শঙ্কৰদেৱ/বেদস্তুতি

চৈতন্য স্বৰূপে ব্যাপি এক নিৰঞ্জন।
তোমাক বুজিবে দ্বৈত কোন অজ্ঞ জন ॥

শঙ্কৰদেৱ/গুৱেষা বৰ্ণন

অদ্বৈত পৰব্ৰহ্মই যেতিয়া জীৱ অংশে "ঘটে ঘটে ৰাম বিয়াপক হোই" ব্ৰহ্মাদি চৰাচৰ জীৱ সমূহ, চৈধ্য-ভূবন আদি যেতিয়া পৰব্ৰহ্মতে লীন যাব, তেনেস্থলত এই বিলাকৰ কোনো অস্তিত্ব নাই। মাত্ৰ পৰব্ৰহ্মৰ তদংশভূত হোৱাৰ কাৰণে অদ্বৈত উপলব্ধি কৰিব লাগিব, অৰ্থাৎ সৰ্ব্বাত্মদৃষ্টিৰে চাব লাগিব; কিন্তু ক্ৰিয়াত অদ্বৈত ভাৱ অৰ্থাৎ সমবৰ্ত্তী হব নোৱাৰি। ইন্দ্ৰ, গণেশ, দুৰ্গা, সৰস্বতী, লক্ষ্মী, শিৱ, বিশ্বকৰ্ম্মা, আদিত অদ্বৈত ভাৱ অৰ্থাৎ সৰ্ব্বত্ৰতে বিষ্ণু বুদ্ধি কৰি ব্যৱহাৰিক ক্ষেত্ৰত বা ক্ৰিয়া কলাপত সদায় দ্বৈতভাব ৰখা উচিত; সেই কাৰণেই আমালোকে অদ্বৈত উপাসনা কৰিব লাগে অৰ্থাৎ

একমাত্ৰ পৰমব্ৰহ্মক ভজিব লাগে। আমালোকে যেনেকৈ অন্তৰ্দৃষ্টিত আত্মীয় কুটুম্ব সকলো ব্ৰহ্মৰে অংশ হোৱা সত্বেও বহিদৃষ্টিত অৰ্থাৎ দ্বৈতভাৱত এই জন ভাতৃ, অগ্ৰজ, পিতৃ, পিতৃব্য, মাতৃ আদি সম্পৰ্ক ৰক্ষা কৰিব লগা হয়। তেনেকৈ দুৰ্গা, গণেশাদি ব্ৰহ্মাংশ হলেও তেওঁলোকক দ্বৈত ভাৱত ব্ৰহ্ম বুলি মান্য কৰিব নোৱাৰোঁ। এজোপা বৃক্ষত জীৱাত্মা ৰূপে ব্ৰহ্ম আছে; কিন্তু সেই বুলি আমালোকে উক্ত বৃক্ষক পূজা দিব নোৱাৰোঁ বা উপাস্য দেৱতা হিচাবে মান্য কৰিব নোৱাৰোঁ। বৃক্ষ কদাপিও মন্দিৰত স্থাপিত নহয়, ভগৱৎ বাঙময়ী মূৰ্ত্তিহে স্থাপিত হয়। ওপৰত উল্লেখ কৰা পৰব্ৰহ্ম আৰু ব্ৰহ্মাদি জীৱ পদাৰ্থৰ মাজত স্বৰ্গমৰ্ত্যৰ ব্যৱধান বুলি কোৱাৰ অৰ্থ এয়ে যে "জীৱব্ৰহ্মৈৱ নাপৰঃ" যদিও দ্বৈত ভাৱত যেতিয়া আমি ইশ্বৰ সকলক দৃষ্টি কৰিব লগা হৈছে তেনেস্থলত দেৱতা সকল ব্ৰহ্মতকৈ ভিন্ন আৰু আমাৰ আত্মীয় কুটুম্ব। আত্মীয়ক স্নেহ শ্ৰদ্ধা কৰাৰ ব্যতিৰেকে অন্য অৰ্চ্চনা নাথাকে। তেওঁলোকো মৃত্যুমুখী বা মৰণ অৱশ্যম্ভাবী আৰু আমাৰো মৰণ অৱশ্যম্ভাবী। এজন পঙ্গু ব্যক্তিৰে অন্য এজন পঙ্গুক যেনেকৈ বোজা বৈ নিব নোৱাৰে, তেনেকৈ দেৱতা সকলে আমাক সংসাৰ-ত্ৰাণ কৰিব নোৱাৰে। প্ৰহলাদে কৈছে হিৰণ্যকশিপুক :—

আপুনি বিষয়ী হুয়া থিটোজনে
বিষয়ীক গুৰু মানে।
যেন অন্ধলাক অন্ধ উপদেশে
বিষ্ণুক থিটো নজানে॥

শঙ্কৰদেৱ/প্ৰহলাদ চৰিত্ৰ

দেৱতাসকলৰ সমাধিকাৰ আছে অৰ্থাৎ কালাধিকাৰ আছে। সেই সম্পৰ্কে ভক্তি ৰত্নাৱলীত মাধৱদেৱ মহাপুৰুষে লিখিছে ঃ—

কালে যাক অধিকাৰ কৰে বিদ্যমান।
তাহাৰ মহত্ত্ব উপহাস্যৰেসে স্থান॥
এতেকে জানিবা সৰ্ব্বভাৱে পুৰুষৰ।
ভগৱন্ত মাত্ৰ ভৈল ভজনী ঈশ্বৰ॥
হৰি বিনে আছন্ত যতেক আনদেৱ।
আপোনাকো ৰাখিবাক ক্ষম নাহি কেৱ॥
নাহি আপোনাৰ পুৰী কালৰ ভয়তে।
তাৱা সবে ৰাখিবে আনক কেনমতে॥
কেৱলে নিৰ্ভয় এক ঈশ্বৰ মুৰাৰি।
কালমায়া আদি সমস্তৰে অধিকাৰী॥
আত্মলাভ বিনে সুখ আন নযানন্ত।

সৰ্ব্বভাৱে ভয়াতুৰ জনক ৰাখন্ত ॥
জানিয়া তাহান দুই অভয় চৰণে ।
হৰোক শৰণাগয় কায়বাক্য মনে ॥

মাধৱদেৱ/ভক্তি ৰত্নাৱলী

মহাপুৰুষ শঙ্কৰদেৱৰ বাণী ভক্তি প্ৰদীপত ( অৰ্জুনৰ আগত শ্ৰীকৃষ্ণই )

অৰ্জ্জুনত গীতাত কহিলা কৃষ্ণে সাক্ষ ।
অন্য দেৱতাক পূজি হৈবেক পিশাক ।
প্ৰেতৰ লগত ফুৰিবেক বলি খাই ।
আউৰ একো জনমে তাহাৰ গতি নাই ॥

শঙ্কৰদেৱ/ভক্তি প্ৰদীপ

যি দেৱক পূজে ঐশ্বৰ্য্যাক কৰি আশ ।
সিয়ো দেৱ মৰে আপুনিয়ো হোৱে নাশ ॥
... ... ... ... ... ... .. .. ... ... ...
দেৱত কৰিয়া নৃপতিৰ সেৱা ভাল ।
সুখে থাকে ভৃত্য ৰাজা থাকে বহুকাল ॥

শঙ্কৰদেৱ/ভাগৱত ষষ্ঠ স্কন্ধ

গীতাতঃ—যান্তি দেৱব্ৰতা দেবান্ পিতৄন যান্তি পিতৃব্ৰতাঃ ।
ভূতানি যান্তি ভূতেজ্যো যান্তি মদ্যাজি নোঽপি মাম্ ॥

গীতা – ৯/২৫

অৰ্থাৎ—দেৱপূজক সকলে দেৱতাক, পিতৃপূজক সকলে পিতৃসকলক, ভূত পূজক সকলে ভূতসকলক আৰু মোৰ উপাসক সকলেহে মোক লাভ কৰে। পূৰ্ব্বোক্ত শ্লোকৰ মতে যাক যিজনে কামনা কৰে বা বিচাৰে সেই মতেহে ফল প্ৰাপ্তি ঘটে। এজন মানুহক নাম ধৰি মাতিলে তেওঁহে উপস্থিত হ'বহি, অন্য এজন নাহে। কোনোবাই যদি গণেশক পূজা কৰে বা তেওঁৰ উপস্থিতি কামনা কৰে, তেতিয়া গণেশহে উপস্থিত হ'বহি, ভগৱান্ নাহে। সেই কাৰণেই ভগৱানে সেই অধ্যায়তে কৈছে ঃ—

মন্মনা ভৱ মদ্ভক্তো মদ্যাজী মাং নমস্কুৰু ।
মামেৱৈষ্যসি সত্যংতে প্ৰতিজানে প্ৰিয়োঽসি মে ॥ গীতা—৯/৩৪

নামঘোষাত মাধৱদেৱে অনুবাদ কৰিছে ঃ—

মোতে মাত্ৰ মনা দিয়া মন মোৰ ভক্ত হোৱা সৰ্ব্বক্ষণ
মোকে পূজা মোকে মাত্ৰ কৰা নমস্কাৰ ।
কহিলো তোমাত সত্য বাণী পাইবা সুখে মোক মহামানী
তুমি প্ৰিয়তম সুহৃদ সখি আমাৰ ॥

মাধৱদেৱ/নামঘোষা

নিয়ম সংযমে কৃষি হবিষ্য আহাৰ।
কৃষ্ণৰ চৰণ মনে চিন্তি বাৰম্বাৰ॥
. . . . . . . . . . . . . . . . . . . . . .
উঠন্তি দেবীক নিত্য কৰে নমস্কাৰ।
মহামায়া কাত্যায়নী দিয়ো এহি বৰ।
আমাৰ হওক স্বামী নন্দৰ কুমাৰ॥

শঙ্কৰদেৱ/ভাগৱত দশম স্কন্ধ

এই উদ্ধৃতিৰ দ্বাৰা এইটোকে দেখুৱাবলৈ প্ৰয়াস কৰা হৈছে যে শ্ৰীকৃষ্ণক পতি হিচাবে লাভ কৰিবৰ অভিলাষেৰে গোপীসকলে যি ভদ্ৰকালী অৰ্চ্চনা বা কাত্যায়নী ব্ৰত পালন কৰিছিল, তাৰ দ্বাৰা একশৰণত্ব বিঘিনি ঘটা নাই। কাৰণ তেওঁলোকৰ মুখ্য উদ্দেশ্য কৃষ্ণপ্ৰাপ্তি। ভদ্ৰকালী পূজাত একশৰণত্ব নাই, কৃষ্ণলাভৰ উদ্দেশ্যতহে একশৰণত্ব লুকাই আছে। উক্ত ব্ৰতৰ পিচত যেতিয়া তেওঁলোকৰ কৃষ্ণপ্ৰাপ্তি হ'ল, তেতিয়া তেওঁলোকৰ কাত্যায়নী দেবীত কোনো প্ৰয়োজনেই নহৈছিল। ফল প্ৰাপ্তিৰ পিচত কাৰ্য্যাই নাথাকে। মথুৰালৈ শ্ৰীকৃষ্ণৰ প্ৰস্থানৰ পৰবৰ্ত্তি কালত গোপীসকলে কাত্যায়নী দেবীৰ বাবে কোনো চিন্তা কৰা নাছিল। একমাত্ৰ চিন্তা হ'ল—

কৃষ্ণৰ বিৰহ তাপে অতি তনু তাৱে।
নাই আন বাক্য কৃষ্ণ গুণ মাত্ৰ গাৱে॥
কৃষ্ণ বিনে নযায় আন বিষয়ক মতি।
কৃষ্ণক স্মৰন্তে আসে ক্ৰন্দন উতৃতি॥ ইত্যাদি

শঙ্কৰদেৱ/দশম স্কন্ধ (গোপী উদ্ধৱ সংবাদ)

গোপীসকলে কাত্যায়নীত কৃষ্ণবুদ্ধি কৰা নাছিল. কামনা প্ৰদায়িকা কাত্যায়নী বুলিহে ভাবিছিল। যদি কৃষ্ণ বুদ্ধি কৰিলেহেঁতেন, তেন্তে কৃষ্ণ আমাৰ পতি হওক বুলি ভবাৰ কোনো প্ৰশ্নেই নাথাকিলহেঁতেন। গোনপতীয়াকৈ শ্ৰীকৃষ্ণৰ কাষত গোপীসকলে পতি ভিক্ষা নকৰি কাত্যায়নীৰ ওচৰত কামনা সিদ্ধিৰ বাবে পূজা অৰ্চ্চনা কৰি ব্যভিচাৰ দোষত পৰিলেও যেতিয়া তেওঁলোকে কৃষ্ণক হে বিচাৰে, আনক নিবিচাৰে, সেই ক্ষেত্ৰত তেওঁলোকৰ একান্তবুদ্ধি বা ঐকান্তিক বাসনাত একশৰণত্ব লুকাই থাকিল বা ব্যভিচাৰ দোষ প্ৰবল। তেওঁলোকে বিষ্ণুমায়াত ভুলি আছিল। যশোদাই শ্ৰীকৃষ্ণক জগৎপতি বুলি জানিও পিচত পুনৰ ভাৱি ভুলি কোলাত লৈ পুত্ৰ বুদ্ধি কৰি মুখত চুমা খোৱাৰ দৰে। ৰুক্মিণী দেৱীয়েও কৃষ্ণক পতি প্ৰাপ্তি কামনাৰে ভৱানীক পূজা দিছিল। ইয়াৰ দ্বাৰা গোপীসকলৰ, যশোদাৰ, ৰুক্মিণীৰ আদৰ্শ গ্ৰহণীয় নহয়। তেওঁলোকৰ কৃষ্ণপ্ৰাপ্তিৰ বাবে কৰা ঐকান্তিকতা বা আকুল আহ্বান

খিনিহে গ্ৰহণীয়। বৈষ্ণৱে সদায় (বিশেষকৈ কলিযুগত) কৃষ্ণ ভক্তি বা প্ৰাপ্তি হে কামনা কৰিব লাগে। এতিয়া কোনোৱে হয়তো ক'ব যে কৃষ্ণ প্ৰাপ্তিৰ বাবে দেৱান্তৰ সেৱা কৰিলে ব্যভিচাৰ দোষ নহয় বা একশৰণত্বৰ হানী নহয়। ইয়াৰ উত্তৰ আমি ওপৰত দি অহা খিনিয়েই যথেষ্ট হ'ব।

শ্ৰীমন্ত শঙ্কৰ গুৰুৱে তেৰাৰ দ্বাৰা প্ৰবৰ্ত্তিত সাংস্কৃতিক কাৰ্য্যক্ৰম "চিহ্নযাত্ৰা"ৰ মাধ্যমেৰে লোকাকৰ্ষণ কৰি যেতিয়া সৰ্ব্বপ্ৰথম ব্ৰাহ্মণ আৰু ব্ৰাহ্মনেতৰ সকলক শৰণ ধৰ্ম্ম বিতৰণ কৰে, তেতিয়া ভাগৱত মহাপুৰাণান্তৰ্গত দশমস্কন্ধৰ "গোপী উদ্ধৱ সংবাদ" পুথি লিখি শ্ৰীকৃষ্ণৰ প্ৰতীক হিচাবে স্থাপন কৰি-তাত সকলোকে দণ্ডৱৎ কৰাইছিল। ৰামচৰণ ঠাকুৰ ৰচিত চৰিত পুথিত আছে ঃ—

দশমৰ পুৰাণৰ শ্লোক পাচে চাই।
উদ্ধৱ সংবাদ পুথি কৰিলন্ত যাই॥ ১৫৬১ পদ
সাৰ উদ্ধাৰিয়া তাৰ পদ কৰিলন্ত।
উদ্ধৱ সংবাদ নাম তাহাৰ দিলন্ত॥
.. .. .. .. .. .. .. .. .. .. .. .. ..
ঠাই মুচি সৰ্ব্বজয়ে আনিলন্ত পুথি।
আনো বিপ্ৰগণে উঠি কৰিলন্ত স্তুতি॥ ১৫৭৬
ৰাম ৰাম গুৰু আগে বস্ত্ৰ খসাইলন্ত।
পুস্তকক লাগি দণ্ডৱত কৰিলন্ত॥

ইত্যাদি
ৰামচৰণ ঠাকুৰ/গুৰুচৰিত

শ্ৰীকৃষ্ণৰ প্ৰতীক হিচাবে "গোপীউদ্ধৱ সংবাদ" পুথি লিখি তাক স্থাপন কৰি শৰণ ধৰ্ম্ম বিতৰণ কৰা বিষয়ত গধুৰ তাৎপৰ্য্য আছে। গীতা ভাগৱতৰ নিচিনা দুখন প্ৰধান ভক্তি শাস্ত্ৰ থাকোতে কিয় "গোপীউদ্ধৱ সংবাদ" পুথি লিখি স্থাপন কৰি শৰণ দিলে, তাৰ প্ৰধান কাৰণ হ'ল গোপীসকলৰ শ্ৰীকৃষ্ণৰ প্ৰতি থকা অহৈতুকী, অকৃত্ৰিম তথা ঐকান্তিকী প্ৰেম ভক্তি ৰাসাস্বাদ বাকীসকলক প্ৰদান কৰা আৰু তেওঁলোকৰ আদৰ্শেৰে ইতৰ সকলক অনুপ্ৰাণিত কৰা। আমি ওপৰত উল্লেখ কৰি আহিছোঁ যে কৃষ্ণ প্ৰাপ্তিৰ বাবে তেওঁলোকে যি কাত্যায়ণী-ব্ৰত পালন কৰিছিল, তাত আছে তেওঁলোকৰ একশৰণ গভীৰ ভক্তিৰ চৰম উৎকৰ্ষতা। অক্ৰুৰে যেতিয়া শ্ৰীকৃষ্ণক কংসৰ আদেশত মথুৰালৈ লৈ যায়, তেতিয়া কৃষ্ণ বিৰহত গোপীসকলে জগত অন্ধকাৰময় দেখিছিল, কৃষ্ণৰ গুণ বৰ্ণাই কান্দি কান্দি আকুল-ব্যাকুল হৈছিল। কৃষ্ণই কোনো প্ৰবোধ নিদিলে তেওঁলোকৰ পৰীক্ষাৰ কাৰণে। গোপীসকলৰ কৃষ্ণৰ প্ৰস্থানৰ পিচতো কৃষ্ণৰ প্ৰতি প্ৰগাঢ়

নিষ্ঠা বৃদ্ধি হ'ল, কৃষ্ণতে মনপ্ৰাণ সমৰ্পণ কৰিলে। কংসবধৰ পিচত শ্ৰীকৃষ্ণই তেওঁৰ বিৰহাতুৰ হৈ থকা গোপীসকলক সান্ত্বনা বাণীৰে আশ্বস্ত কৰিবৰ কাৰণে নিজ প্ৰিয় বিশ্বাসী বন্ধু উদ্ধৱক গোকুললৈ পঠাই দিছিল। ভক্তৰ কাতৰত কৃষ্ণৰো অন্তৰ গলি গৈছিল। কৃষ্ণই উদ্ধৱক কয়ে :—

সিটো গোপীসব মোৰ প্ৰাণতো অধিক।
শুনা সখি তাসম্বাৰ প্ৰেম ভকতিক ।।
মই বিনে গোপীসবে নিচিন্তয় আন।
সমস্ত গোপীৰ জানা মই মুখ্য প্ৰাণ ।।
মোৰ অৰ্থে এৰিলে গৃহৰ যত সুখ।
পতি পুত্ৰ বিষয়কো দেখে মহাদুখ ।।
মোকেসে বল্লভ প্ৰিয় আত্মা বুলি মানে।
মোকে মাত্ৰ সবে মনে একোৱে নজানে ।।
মোৰ অৰ্থে লোক ধৰ্ম্ম ছাড়িলা বিষয়।
সিজনক দেওঁ মোৰ ঐশ্বৰ্য্য নিশ্চয় ।। ইত্যাদি

শঙ্কৰদেৱ/ভাগৱত দশম স্কন্ধ ( গোপী উদ্ধৱ সংবাদ )

কৃষ্ণৰ আদেশত যেতিয়া উদ্ধৱে গোকুলত উপস্থিত হ'ল, তেতিয়া নন্দ যশোদাৰ কৃষ্ণৰ প্ৰতি থকা গভীৰ প্ৰেমৰ উমান প্ৰথমতে পালে আৰু প্ৰাণবন্ধু কৃষ্ণৰ প্ৰেৰিত সন্দেশ বাৰ্ত্তাবাহক দূত বুলি জানি তেওঁক আগুৰি ধৰা গোপীসকলৰ প্ৰেম ভকতি, কৃষ্ণৰ বাবে উপেক্ষি থাকি তেওঁতে মন-প্ৰাণ দি গৃহ-কৃত্যত মন নবহা তথা আপোন পাহৰা হৈ কৃষ্ণৰ প্ৰতি গভীৰ ভক্তি নিষ্ঠাৰ চৰম প্ৰমাণ দ্বিতীয়তে পাই উদ্ধৱৰ শৰীৰ ৰোমাঞ্চ হৈ গ'ল। তেওঁ গোপীসকলক ধন্যবাদ দিলে। তেওঁলোকেই যে কৃষ্ণৰ একান্ত ভক্তা তাৰো সিদ্ধান্ত পালে। উদ্ধৱে গদগদ হৈ বিদায় ললে আৰু কৃষ্ণক সবিশেষ বৃত্তান্ত জনালেগৈ। কুৰু-ক্ষেত্ৰ মিলনতো নন্দ যশোদা প্ৰমুখ্যে গোপীসকলৰ লগত কৃষ্ণৰ বাৰ্ত্তালাপ হওঁতে যি পৰিবেশ সৃষ্টি হৈছিল সিও মন কৰিবলগীয়া। ইত্যাদি বিষয় সন্নিবিষ্ট থকাৰ কাৰণেই প্ৰথমাৱস্থাত শৰণৰ কাৰণে শঙ্কৰদেৱে উক্ত পুথিখন ৰচনা কৰিব লগা হৈছিল। কৃষ্ণৰ প্ৰতি গভীৰ নিষ্ঠা, বিশ্বাস, প্ৰেম ভক্তি আৰু অনন্য শৰণাগতিৰ স্বৰূপ গোপীসকলৰ হোৱাৰ কাৰণে ভাগৱত মহাপুৰাণৰ পৰা "গোপী উদ্ধৱ সংবাদ" অধ্যায়টো শঙ্কৰদেৱে বাচি লৈছিল। ইয়াৰ দ্বাৰা অনন্য শৰণ বা একশৰণৰ মহান্ আদৰ্শ শৰণ গ্ৰাহীতা সকলৰ মনত প্ৰতি-ফলিত, আৰোপিত আৰু গৃহীত হ'বৰ কাৰণে প্ৰবৰ্ত্তন কৰা হৈছিল। কণ্ট-কেহে কণ্টক বাহিৰ কৰিব পাৰে। একশৰণ ধৰ্মমূলক পুথিয়েহে এক-শৰণৰ মহান্ আদৰ্শ বৰ্ত্তাব পাৰে। সেয়ে ইয়াৰ সিদ্ধান্ত। ইয়াৰ মাজতে

ভগৱানে নিজে ভাগৱত শাস্ত্ৰত থাকিম বুলি বন্ধু উদ্ধৱক কৈ গৈছিল। আমি পূৰ্ব্বতে সেই বিষয়ত বৰ্ণনা দি আহিছোঁ। তদুপৰি যোগিনী তন্ত্ৰতো ধ্বনিত হৈছে :—

সত্যেহ্ৰুকৰে স্থিতঃ শম্ভু শূলপাণি ত্ৰিলোচনঃ।
প্ৰজাপতি দ্বাপৰে চ ত্ৰেতায়াং সূৰ্য্য এৱ চ ॥
কৃত যুগে পিনাকী চ কলৌ লিপ্যক্ষৰে হৰিঃ ॥

যোগিনী তন্ত্ৰ উত্তৰ খণ্ড ৭/২০

অৰ্থাৎ — সত্যত আখৰে থাকে শম্ভু ত্ৰিলোচন।
দ্বাপৰত প্ৰজাপতি ত্ৰেতাত তপন ॥
কৃতযুগে পিনাকী শঙ্কৰ বিদ্যমান্।
কলিত আখৰে থাকে হৰি ভগৱান্ ॥

(পদ্যানুবাদ আমাৰ নিজা)

শ্ৰীমদ্ভাগৱত মহাপুৰাণত বৰ্ণিত শ্ৰীশ্ৰীকৃষ্ণৰাসলীলা প্ৰসঙ্গতো একশৰণ তত্ত্বৰ কথা আমি পাওঁহক। অৱশ্যে শ্ৰীকৃষ্ণ প্ৰাপ্তিৰ বাবে গোপীসকলে কৰা কাত্যায়ণী ব্ৰতৰ সহিত ৰাসলীলাৰ সম্বন্ধ আছে। সেয়ে আমি ওপৰত উল্লেখ কৰা কাত্যায়ণীব্ৰতৰ বৰ্ণনাৰ ঠিক পিছতেই এই ৰাসলীলাৰ বিষয়টো উত্থাপন কৰা প্ৰয়োজন আছিল। কিন্তু "গোপী উদ্ধৱ সম্বাদ" বিষয়টোৱে আমাক বেচি আকুল আগ্ৰহী কৰিলে বাবে অগ্ৰাধিকাৰ পালে।

শ্ৰীকৃষ্ণৰ পতি প্ৰাপ্তিৰ বাবে গোপীসকলে কাত্যায়ণী ব্ৰত শেষ কৰি বৃন্দাবনত শৰত কালৰ ৰাতি শ্ৰীকৃষ্ণক লাভ কৰিবলৈ সক্ষম হয়। শ্ৰীকৃষ্ণৰ বংশীনাদ শ্ৰৱণে গোপীসকলে নিজ পতি, পুত্ৰ, ভাতৃ আত্মীয় স্বজনক এৰি আনকি যি যেনে ভাৱে আছিল তেনেকৈয়ে ধ্বনী নিৰীক্ষণে চাপলি মেলিছিল। যি যি অঙ্গত যি যি অলঙ্কাৰ পৰিধান কৰিব লাগে তাকো পাহৰি বিপৰীত ভাৱে অবিচাৰে ভূষিতা হৈ গৈছিল। তেওঁলোকৰ একমাত্ৰ ধ্যান হ'ল শ্ৰীকৃষ্ণৰ বংশী নাদত। তুলনাত্মক এনে কথা গুৰুজনাই বেকত কৰিছে —

এবে যেন কৰ্ম্ম ধৰ্ম্ম ভকতসকলে।
কৃষ্ণৰ কীৰ্ত্তন শুনি চিত্ত উন্মাদিলে ॥
নেদেখন্ত পুত্ৰ দাৰা বিষয়ৰ সুখ।
সেহিমতে ভৈলা গোপী কৃষ্ণক সম্মুখ ॥

ভাগৱত/দশমস্কন্ধ — শঙ্কৰদেৱ।

কৃষ্ণ দৰ্শনৰ বাবে উৎকণ্ঠা হৈ গোপীসকলে গৃহ কৰ্ম্মত্যাগ কৰি যেতিয়া বৃন্দাবনস্থ কৃষ্ণ সম্মুখ হ'লগৈ, তেতিয়া কৃষ্ণই গোপীসকলক পৰীক্ষা কৰি

কৰলৈ ধৰিলে—

দুৰ্ঘোৰ ৰজনী প্ৰেত পিশাচৰ গতি।
এত মাধাকিবা আইলা সবাৰী যতি॥
চৰে ব্যাঘ্ৰ ঘোৰ বৰাহৰ হুক হুকি।
পুৰুষৰো ভয় ভালুকৰো শুনি উকি॥
তোমাসাক নেদেখিয়া পিতৃ মাতৃ ভাই।
পতি পুত্ৰ চয় চাই ফুৰে ঠাই ঠাই॥
লাগ নপাই মনে কৰ বিবিধ সন্দেহ।
পালটি গুচায়ো যেৱা তাসম্বাৰ স্নেহ॥
..............................
..............................
কান্দে শিশুগণ তাক পিয়াইয়োক স্তন।
বেৰাই বৎস কৰা গৈয়া ধেনুক দোহন॥
স্বামী আছে গৃহতে কিসক ভৈলা ভ্ৰান্ত।
কৰিয়ো শুশ্ৰূষা তাক তুমি সব শান্ত॥
..............................
..............................
স্বামীৰেসে সেৱা কুলস্ত্ৰীৰ মহাধৰ্ম্ম।
পুত্ৰসব পুষিৰ কৰিয়া গৃহ কৰ্ম্ম॥
যদি খলা জৰা কণা কুজা হোৱে পতি।
তথাপি নেৰিবা হেন শাস্ত্ৰৰ সম্মতি॥
উপপতি সমে ক্ৰীড়া কৰ্ম্ম গৰিহিত।
পৰ্ব্বত সমান পাপ সৌকাৰ্য্য কিঞ্চিত॥

শঙ্কৰদেৱ — ভাগৱত/দশমস্কন্ধ

শ্ৰীকৃষ্ণৰ এনে বিপ্ৰিয় বাণীত গোপীসকলৰ আশাৰ মূৰত চেচা পানী ঢালিলে। তেওঁলোকে বাঘ, ঘোং, বৰাহ, ভালুক, দুৰ্ঘোৰ ৰজনীত প্ৰেত পিশাচৰ কথালৈ ভ্ৰূক্ষেপেই কৰা নাই। তেওঁলোকৰ এটাই মাত্ৰ আশা ভাৰঘাত কুঠাৰ মৰা হৈছে—সেয়া হ'ল কৃষ্ণ বিয়োগ বা বিপ্ৰিয় বাণীত বেদনাঘাত। সেই বুলি তেওঁলোক পশ্চাৎপদ হোৱা নাছিল। তেওঁলোকে সাহসেৰে কৃষ্ণৰ প্ৰশ্নৰ বা বিপ্ৰিয় বাণীৰ যথাযথ উত্তৰ দিবলৈ সক্ষম হ'ল। গোপীসকলে প্ৰথমতে সৰ্ব্ব বিষয় আগৰ উত্তৰ দিলে।

ভকত বৎসল তোমাক জানি।
কেনে বোলা হেন আতুক বাণী॥
সমস্ত বিষয় এৰিয়া স্বামী।
ভজিলো তোমাৰ চৰণে আমি॥

বেদধৰ্ম্ম ত্যাগ ঃ— কহিলা যিটো কুলস্ত্ৰীৰ কৰ্ম্ম ।
তোমাতে থাকোক সিসব ধৰ্ম্ম ॥
জগতৰে বন্ধু আতমা তুমি ।
সমস্ত ধৰ্ম্মৰ আপুনি ভুমি ॥
তুমি আত্মা হেন জানি সম্প্ৰতি ।
তোমাতেসে কৰে ভকতে ৰতি ॥

পতিপুত্ৰ ত্যাগ ঃ— নলাগে পতি পুত্ৰ দুখ হেতু ।
হুয়োক প্ৰসন্ন গৰুড় কেতু ॥
কৰিছোঁ আশা যিটো চিৰকাল ।
নকৰিয়ো তাক ভঙ্গ গোপাল ॥

গৃহকৃত্য ত্যাগ ঃ— হৰিলা চিত্ত নথাকয় ঘৰে ।
হস্ত দুই গৃহ কৃত্য নকৰে ॥
তোমাক এৰিয়া নচলে ভৰি ।
ব্ৰজক গৈয়া কি কৰিবো হৰি ॥

দেহৰ মমতা ত্যাগ ঃ— নুহি বিৰহতে দহিয়া তনু ।
লভিবো তোমাৰ সমীপ পুনু ।
হুয়োক প্ৰসন্ন জগনিবাস ।
সব তেজি কৈলো তোমাতে আশ ॥

শঙ্কৰদেৱ/কীৰ্ত্তন

শ্ৰীকৃষ্ণই কৰা পৰীক্ষাত গোপীসকল উত্তীৰ্ণ হ'ল। তেওঁলোক এক শৰণৰ পাত্ৰ হ'ল। তেওঁলোকৰ নিতান্ত ভাব হ'ল ঃ—

ত্বমেৱ মাতা পিতা চ ত্বমেৱ ত্বমেৱ বন্ধুশ্চ গুৰুস্ত্বমেৱ ।
ত্বমেৱ বিদ্যা দ্ৰবিনং ত্বমেৱ ত্বমেৱ সৰ্ব্বং মম দেৱ দেৱ ॥
(শৰণাগতি গদ্যম্)

অৰ্থাৎ ঃ— মোৰ পিতা, মাতা, বন্ধু, গুৰু, বিদ্যা, ধন-সম্পত্তি সকলো তুমিয়েই আৰু তুমিয়েই মোৰ দেৱৰো দেৱতা ।

গোপীসকল যেতিয়া পৰীক্ষাত উত্তীৰ্ণ হ'ল, তেতিয়া শ্ৰীকৃষ্ণই ৰাসক্ৰীয়া আৰম্ভ কৰিলে। কিন্তু তেওঁলোকে যে গৃহৰ সৰ্ব্বসুখ ত্যাগ কৰি কৃষ্ণতে মন-প্ৰাণ সমৰ্পণ কৰিলে আৰু কৃষ্ণই যে তেওঁলোকক নিজৰ বুলি ভাবি সাবটি ললে, এই কথাত গোপীসকলৰ গৰ্ব্ব হ'ল। সৰ্ব্বান্তৰ্য্যামী শ্ৰীকৃষ্ণই সেই কথা জানি পুনৰ পৰীক্ষাৰ কাৰণে তৎক্ষণাৎ অন্তৰ্হিত হ'ল। তেওঁলোকে কৃষ্ণক

হেকাৰণে বিহ্বল হৈ পৰিল। এই দ্বিতীয় পৰীক্ষা চূড়ান্ত পৰ্য্যায়ৰ। পূৰ্ব্ব পৰীক্ষাত কৃষ্ণক সাক্ষাৎ দেখি আছিল। কিন্তু এই পৰীক্ষাত কৃষ্ণ অদৰ্শন। পূৰ্ব্বতে যেনেকৈ তেওঁলোকে কৃষ্ণলাভৰ বাবে কাত্যায়নী ব্ৰত কৰিব লগা হৈছিল, এতিয়া সেই অৱস্থা নাই। তেওঁলোকৰ পূৰ্ণমাত্ৰাই বিশ্বাসভক্তিৰ বলত কৃষ্ণ সাক্ষাৎ হবই। এতিয়া প্ৰয়োজন হ'ল কৃষ্ণৰ যশ, গীত ভাৱনা আদি কৰা। তেওঁলোকে কৃষ্ণক বিচাৰি বিচাৰি ভাগৰি পৰিছিল, গছ, লতা আদিক কৃষ্ণৰ বাতৰি সুধিছিল; কিন্তু কাৰো ক'তো সন্ধিধান নাই। কৃষ্ণ লাভৰ বাবে তেওঁলোকৰ চৰম উৎকণ্ঠা; তন্ময়, তদগদভাৱ। শেষত তেওঁলোকৰ এয়ে একান্ত ইচ্ছা হ'ল যে ব্ৰজত গৈ তেওঁলোকে কি কৰিব। পতিকে কৃষ্ণ বিৰহতে তাতেই ৰাতি কটাব। কৃষ্ণ অদৰ্শনে তেওঁলোকে ব্ৰজলৈ উলটি যাব পাৰিলেহেতেন। কিন্তু গলে তেওঁলোকে যে কৃষ্ণতে সৰ্ব্বস্বাৰ্পণ কৰি থৈছে আৰু জীৱন বিক্ৰী কৰি একশৰণীয়া হৈছে, তাৰ কোনো মূল্য নাথাকিব। বিক্ৰী কৰা পদাৰ্থৰ নিজস্ব স্বাধীনতা খৰ্ব্ব হয়। গতিকে আতৰি যোৱা নহ'ল। সতিনীৰ খোজ বালিত দেখিও তেওঁলোকে কৃষ্ণৰ প্ৰতি বিৰক্তি ভাব জাগ্ৰত নকৰিলে। এয়া হ'ল গোপীসকলৰ কৃষ্ণৰ প্ৰতি বিশুদ্ধ প্ৰেম বা অনন্য প্ৰেম, অব্যভিচাৰিণী ভক্তি। কৃষ্ণৰ প্ৰীতিৰ বাবে কৰা কামকে প্ৰেম নামেৰে অভিহিত হৈছে। এইখিনিতে গীতাৰ তিনিটা শ্লোকলৈ আমাৰ মনত পৰিছে :—

মযি চানন্যযোগেন ভক্তিৰব্যভিচাৰিণী।
বিবিক্তদেশ সেবিত্বমৰতিৰ্জ্জনসংসদি॥

গীতা — ১৩/১০

অধ্যাত্মজ্ঞাননিত্যত্বং তত্ত্বজ্ঞানাৰ্থদৰ্শনম্।
এতৎ জ্ঞানমিতি প্ৰোক্তমজ্ঞানং যদতোঽন্যথা॥

গীতা—১৩/১১

মাঞ্চ যোঽব্যভিচাৰেণ ভক্তিযোগেন সেৱতে।
সগুণান্ সমতীত্যৈতান্ ব্ৰহ্মভূয়ায় কল্পতে॥

গীতা—১৪/২৬

অৰ্থাৎ—(১০, ১১ শ্লোকৰ) মোৰ প্ৰতি অনন্যভাবে অব্যভিচাৰিনী ভক্তি, নিৰ্জ্জনস্থানত অৱস্থান, জন-সমাজত বিৰাগ, আত্মজ্ঞান পৰায়নতা আৰু তত্ত্বজ্ঞানাৰ্থদৰ্শন কৰাই জ্ঞান; ইয়াৰ বিপৰীতেই অজ্ঞান। (২৬ নং শ্লোকৰ) — যিজনে মোক একান্ত (অব্যভিচাৰ) ভক্তিযোগেৰে সেৱা কৰে অৰ্থাৎ ভজনা কৰে, তেওঁ সকলো গুণ অতিক্ৰম কৰি মোক্ষ লাভ কৰিবলৈ সমৰ্থ হয়।

গোপীসকলৰ প্ৰেম ভকতিত বশ্য হৈ যেতিয়া শ্ৰীকৃষ্ণই তাঁলৈকে ঘূৰি আহে, তেতিয়া তেওঁলোকে আগুৰি ধৰিলে আৰু নানা প্ৰশ্নৰে কৃষ্ণক খঙা সমকা কৰাত তেওঁ শেষৰ উত্তৰ দিছে এনেদৰে —

ভকতেসে মোৰ সুহৃদ প্ৰাণ।
সিহেতু নভজো শুনা নিদান॥
সদায় চিন্তোক মোক নপাই।
বিহ্বল যেন ধন হৰুৱাই॥
তোমাৰা সবে মোৰ অৰ্থে আতি।
এৰিলা বেদ ধৰ্ম্ম যত জাতি॥
থাকোক তোৰাৰ প্ৰেম ভকতি।
ভৈলো অন্তৰ্দ্ধান এহি যুগুতি॥
নকৰা অসূয়া স্বৰূপ জানি।
আহোক ইটো শুনা সত্য বাণী॥
দুস্ত্যজ গৃহৰ এৰিয়া আশ।
ভজিলা মোক কৰি অভিলাষ॥
ভৈলোহো বশ্য মই তোমসাৰ।
সুচিৰকালে শুজা নয়ায় ধাৰ॥
যেবে সবে এৰা আপুন দায়।
তেবেসে মোৰ ঋণ শুজা যায়॥ ইত্যাদি।

শঙ্কৰদেৱ/কীৰ্ত্তন

কৃষ্ণ অপ্ৰাপ্তিত বিহ্বল হোৱা, তন্ময়ভাৱ হোৱা আৰু প্ৰাপ্তি কাৰ্য্যত আনন্দত উত্ৰাৱল হোৱা, লজ্জা ত্যাগ কৰি তন্ময় হৈ কন্দা, হাস্য কৰা আদিয়েই একশৰণৰ প্ৰতীক বা লক্ষণ। এইবিলাক গোপীসকলৰ ক্ষেত্ৰতে খাটিছিল। ভাগৱতত ধ্বনিত হৈছে।

বাগ্‌গদ্গদা দ্ৰৱতে যস্যচিত্তং ৰুদত্যভীক্ষ্নং হসতি কৱচিচ্চ।
বিলজ্জউদ্গায়তি নৃত্যতেচ মদ্ভক্তিযুক্তোভুৱনং পুনাতি॥

ভাগৱত— ১১/১৪/২৪

শঙ্কৰদেৱে অনুবাদ কৰিছে একাদশত — (কৃষ্ণই উদ্ধৱক)

প্ৰেমে দ্ৰৱে চিত্ত আতি গদ গদ বাণী।
কতো হাসে কতো কান্দে মোক প্ৰিয় মানি।

লাজ এৰি গাৱে গুণ নাচে আনন্দতে।
জগত পৱিত্ৰ কৰে সেহিসে ভকতে ॥

একাদশ/১৬৬

একাৰ্থক ভাষাৰে নাৰদ ভক্তিসূত্ৰতো —

ভক্তা একান্তিনোমুখ্যাঃ। কণ্ঠাৱৰোধৰোমাঞ্চাশ্ৰুভিঃ
পৰস্পৰং লপমানাঃ পাৱয়ন্তি কুলানি পৃথিৱীংচ ॥

নাৰদ ভক্তিসূত্ৰ/ ৬৭/৬৮

অৰ্থাৎ — একনিষ্ঠ ভক্তই শ্ৰেষ্ঠ। এনেকুৱা অনন্য ভাবৰ ভক্তৰ কণ্ঠাৱৰোধ, ৰোমাঞ্চ আৰু অশ্ৰুপাত হয়। এনেকুৱা অনুৰক্ত পৰস্পৰ সম্ভাষণ কৰি তেওঁ নিজৰ কুল আৰু পৃথিৱীকো পৱিত্ৰ কৰে।

গোপীসকলেও নিত্যকৃত্য, গৃহকৃত্য আৰু এৰাব নোৱাৰা অন্যান্য নিত্য প্ৰয়োজনীয় কৃত্যও সমাপন কৰি আছিল। কিন্তু সৰ্ব্বকাৰ্য্যতে কৃষ্ণত চিত্ত নিমজ্জিত কৰি ৰাখিছিল। মানুহ মাত্ৰেই কৰ্ম্মাধীন। গতিকে গোপীসকলৰ আদৰ্শৰে সৰ্ব্বকাৰ্য্যতে কৃষ্ণত মতি ৰাখি কৰ্ম্ম কৰা উচিত। মানুহৰ কৰ্ম্মাধিকাৰহে আছে, ফলাধিকাৰ নাই। ( কৰ্ম্মন্যেৱাধিকাৰস্তে মা ফলেষু কদাচন—গীতা ) ইয়াতেই আছে একশৰণ গন্ধ আৰু ইয়াকে কৰিব পাৰিলে মানুহৰ কৃষ্ণ প্ৰাপ্তি ঘটে।

একশৰণৰ পথদৰ্শী শ্ৰীমদ্ভগৱদ্গীতাৰ সম্পৰ্কে আমি ওপৰত যি পাৰিছো সংক্ষেপে লিখিলো। তদতিৰিক্ত বিশেষ বৰ্ণনা আমাৰ নিচিনা অবোধে দিবলৈ যোৱাটো ধৃষ্টতাৰ ব্যতীত অন্য একো নহয়। তাৰ লগতে ৰাসলীলাত একশৰণ সম্পৰ্কীয় গোটাচেৰেক লেচেৰি বোটলাও হ'ল। এতিয়া শ্ৰীকৃষ্ণই অৰ্জ্জুনক গীতাত একশৰণৰ বিষয়েনো কি কৈছে তাৰে এটি পৰ্য্যালোচনা কৰা যাওক। দৰাচলতে একশৰণৰ বিষয়ে সাত্বত-তন্ত্ৰত বিস্তৃতভাৱে থাকিলেও গীতাৰ অষ্টাদশ অধ্যায়ৰ শেষৰ ফালে মৰ্ম্মস্পৰ্শী ভাষাৰে কৃষ্ণই যি একশৰণৰ কথা কৈছে, সেয়া সংক্ষেপ হলেও গ্ৰহণীয়। গতিকে গীতাক একশৰণ হৰিভক্তিৰ প্ৰামাণ্য পুথি বা একশৰণৰ শক্তি বুলি ঠাৱৰকৈ কব লাগিব। পূৰ্ব্বতো কোৱা হৈছে মহাপুৰুষীয়া ধৰ্ম্মত গীতা ভাগৱতৰ অবিচ্ছেদ্য সম্বন্ধ। কাৰণ গীতাৰ একশৰণ ধৰ্ম্মতেহে হৰিনাম শ্ৰৱণ কীৰ্ত্তন ভজন ভাগৱতী ধৰ্ম্মৰ আশ্ৰয় লব লাগে। বিশেষতঃ সমগ্ৰ গীতাৰ অষ্টাদশ অধ্যায়ত শ্ৰীভগৱানে প্ৰিয় ভক্ত অৰ্জ্জুনক যি সমস্ত তত্বজ্ঞানৰ উপদেশ দিছে, ভাগৱতৰ একাদশ স্কন্ধৰ সাত অধ্যায়ৰ পৰা উনত্ৰিশ অধ্যায়লৈকে ভগৱানে

ঠিক সেইসকল তত্ত্বৰেই উপদেশ দিছে। এতেকে এই কথা স্পষ্টকৈ বুজিব পোৱা যায় যে নিষ্কাম কৰ্ম্ম যোগ, সৰ্ব্বভূতত ভগৱৎভাৱ, ভগৱানত আত্ম-সমৰ্পণ, শ্ৰীকৃষ্ণত একশৰণ, সৰ্ব্বকৰ্ম্মফল অৰ্পণ ইত্যাদি গীতোক্ত ধৰ্ম্মৰ যি সাৰ তত্ত্ব কথা আছে, সেইখিনি ভাগৱতত্তো আছে। কিন্তু এই সমস্তৰ উপৰিও আৰু কিছু ভাগৱতত আছে—যি গীতাত পাবলৈ নাই। সেয়া হৈছে কৃষ্ণৰ ব্ৰজ-লীলা, ৰাসপঞ্চাধ্যায় ইত্যাদি। আমাৰ "ভজন ভক্তি তত্ত্ব বিবেচন" নামৰ অধ্যায়ত (আগলৈ) ইয়াৰ বিস্তৃত বিৱৰণ দিয়া হৈছে।

শ্ৰীকৃষ্ণ ভগৱানে গীতাৰ অষ্টাদশ অধ্যায়ৰ ৬২ শ্লোকৰ পৰা ৬৬ শ্লোকলৈকে শৰণ ধৰ্ম্মৰ কথা কৈছে। এই শৰণ ধৰ্ম্মৰ কথা অতি গোপন আৰু ভগৱানৰ শেষ অভয় বাণী। এইকেইটা শ্লোকেই শেষত শ্ৰীকৃষ্ণত এক-শৰণ ধৰ্ম্মৰ মুখ্য প্ৰতিপাদ্য। তাৰে প্ৰথমটো শ্লোক হ'ল —

(১) তমেৱ শৰণংগচ্ছ সৰ্ব্বভাৱেন ভাৰত।
তৎপ্ৰসাদাৎ পৰাং শান্তিং স্থানং প্ৰাপ্স্যসি শাশ্বতম্ ॥

গীতা—১৮/৬২

অৰ্থাৎ—হে ভাৰত! বৰ্ত্তমান তুমি সকলো বিষয়ে তেওঁত (মোত) শৰণাপন্ন হোৱা। তেওঁৰ অনুগ্ৰহত তুমি পৰম শান্তি আৰু অব্যয়স্থান লাভ কৰিব পাৰিবা।

ওপৰত উল্লেখ থকা "সৰ্ব্বভাৱেন" পদটোৰ বিশেষ তাৎপৰ্য্য আছে। "সৰ্ব্বভাৱেন" মানে সমস্ত ভাৱনাৰে। ইয়াৰ অৰ্থ এই দৰে হ'ব স্বামী টীকাত "সৰ্ব্বভাৱেন"ৰ প্ৰতিশব্দ 'সৰ্ব্বাত্মনা' বুলি কৈছে। অন্যাৰ্থত ভগৱা-নৰ গুণ, প্ৰভাৱ, তত্ত্ব আৰু স্বৰূপ শ্ৰদ্ধাপূৰ্ব্বক নিশ্চয় কৰি ভগৱানেই পৰম প্ৰাপ্য, পৰম গতি, পৰম আশ্ৰয়, সৰ্ব্বস্ব বুলি ভবা তথা তেওঁক নিজৰ স্বামী, ভৰ্ত্তা, প্ৰেৰক, ৰক্ষক আৰু পৰম হিতৈষী বুলি ভাবি সকলো প্ৰকাৰে তেওঁৰ ওপৰত নিৰ্ভৰ আৰু নিৰ্ভয় হৈ থোৱা, ভগৱানক সৰ্ব্বব্যাপী জানি সমস্ত কৰ্ম্মত মমতা, অভিমান, আসক্তি, কামনা ত্যাগ কৰি ভগৱানৰ আজ্ঞা-নুসাৰে নিজৰ কৰ্ম্মৰ দ্বাৰা সমস্ত প্ৰাণীৰে হৃদিস্থিত পৰমেশ্বৰৰ সেৱা কৰা, যি কোনো দুখ, সুখ, ভোগ প্ৰাপ্ত হলেও সকলো ভগৱানেৰে ইচ্ছা তথা পুৰ-স্কাৰ বুলি গণ্য কৰি সন্তুষ্ট থকা, ভগৱানৰ ইচ্ছা বিধানত কিঞ্চিৎ মাত্ৰও অসন্তুষ্ট নথকা, মান, বৰাই, প্ৰতিষ্ঠা ত্যাগ কৰি ভগৱানৰ বাহিৰে কোনো সাংসাৰিক পদাৰ্থত মমতা আসক্তি নৰখা, অতিশয় শ্ৰদ্ধা আৰু অনন্য প্ৰেম পূৰ্ব্বক ভগৱানৰ নাম, গুণ, প্ৰভাৱ, লীলা, তত্ত্ব আৰু স্বৰূপৰ নিত্য নিৰন্তৰ

শ্ৰৱণ, চিন্তন, কথন কৰি থকা ইত্যাদি ক্ৰিয়া আৰু সমূহকে "সৰ্ব্বভাৱেন" বুলি কোৱা হৈছে।

ইতি তে জ্ঞানমাখ্যাতং গুহ্যাৎ গুহ্যতৰং ময়া।
বিমৃশ্যৈতদশেষেন যথেচ্ছসি তথা কুৰু ॥

গীতা— ১৮/৬৩

অৰ্থাৎ — মই তোমাক এইখিনি ৰহস্যাতিৰহস্য জ্ঞান ক'লো। সম্প্ৰতি এই ৰহস্যযুক্ত জ্ঞান সম্যক্ আলোচনা কৰি যি অভিলাষ হয়, তাকেই কৰা।

এই শ্লোকটোৰ তাৎপৰ্য্য এয়ে যে ভগৱানে গীতাৰ দ্বিতীয় অধ্যায়ৰ এঘাৰ নম্বৰ শ্লোকৰ পৰা আৰম্ভ কৰি এই শ্লোকলৈকে নিজ সখা অৰ্জ্জুনক নিজৰ গুণ, প্ৰভাৱ, তত্ত্ব আৰু স্বৰূপৰ ৰহস্য ভালকৈ বুজাই দিবৰ কাৰণে যিখিনি কথা ক'লে সেই সকলো উপদেশৰ বাচক এই 'জ্ঞানম্' পদ। ভগৱানৰ এইখিনি প্ৰত্যক্ষ জ্ঞানৰ পৰা ওলোৱা উপদেশ। সেই কাৰণেই ইয়াৰ নাম 'জ্ঞান' ৰখা হৈছে। সংসাৰত আৰু শাস্ত্ৰত যি বিলাক গুপ্ত ৰক্ষণ যোগ্য ৰহস্যৰ বিষয় বুলি মনা হয়, সেই সকলো বিলাকত ভগৱানৰ গুণ, প্ৰভাৱ আৰু স্বৰূপৰ যথাৰ্থ জ্ঞান আছে। সেই কাৰণে এই উপদেশৰ মহত্ত্ব বুজিবৰ কাৰণে আৰু বুজাবৰ কাৰণে অনধিকাৰীৰ নিকট এই ৰহস্য কথা প্ৰকট কৰা অনুচিত কাৰণে এই 'জ্ঞানম্' পদৰ লগত 'গুহ্যাৎ গুহ্যতৰম্" বিশেষণ দিয়া হৈছে। "যেথেচ্ছসি তথা কুৰু" মানে উপৰ্য্যুক্ত প্ৰকাৰেৰে বিচাৰ কৰি তুমি যিটোকে ঠিক বুলি ভাবা। তাকেই কৰা। অভিপ্ৰায় এয়ে যে মই (ভগৱানে) যি কৰ্ম্মযোগ, জ্ঞানযোগ আৰু ভক্তিযোগ আদি বহুত প্ৰকাৰ সাধনৰ কথা কলো, সেই বিলাকৰ ভিতৰত তুমি যিটো সাধন ভালকৈ অৱগত কৰিছা তাকে পালন কৰা অথবা আৰু যিখিনি তুমি ঠিক বুলি বুজিছা তাকে কৰা।

সৰ্ব্বগুহ্যতমং ভূয়ঃ শৃণু মে পৰমং বচঃ।
ইষ্টোঽসি মে দৃঢ়মিতি ততো বক্ষ্যামিতে হিতম্ ॥

গীতা—১৮/৬৪

অৰ্থাৎ :— সম্পূৰ্ণ গোপনীয়তাকৈয়ো অতি গোপনীয় মোৰ পৰম ৰহস্য যুক্ত বাণী তুমি পুনৰ শুনা। তুমি মোৰ অতি প্ৰিয়, সেই বাবেই এয়া পৰম হিতকাৰী কথা মই তোমাক কৈছোঁ।

এই শ্লোকৰ তাৎপৰ্য্য এয়ে যে ভগৱানে এতিয়ালৈকে অৰ্জ্জুনক যিখিনি কথা কলে, সেই সকলো বিলাক কথা অতি গোপনীয়। সেইকাৰণে

ভগৱানে ঠায়ে ঠায়ে "পৰমগুহ্য" আৰু "উত্তম ৰহস্য" আদি নাম দিছে। সেই সকল উপদেশতো ভগৱানে নিজে নিজৰ গুণ, প্ৰভাৱ, স্বৰূপ, মহিমা আৰু ঐশ্বৰ্য্য প্ৰকট কৰি যি নিজে সৰ্ব্বব্যাপী, সৰ্ব্বাধাৰ সৰ্ব্বশক্তিমান, সাক্ষাৎ সগুণ নিৰ্গুণ পৰমেশ্বৰ বুলি চিনাকি দি অৰ্জ্জুনক ভজন কৰিবলৈ আৰু নিজৰ শৰণাৰ্থী হ'বলৈ ক'লে, তাত অৰ্থাৎ সেই কথাত অধিকাধিক গুপ্ত বা গোপনীয়তা প্ৰতিফলিত হৈছে। গীতাৰ নৱম অধ্যায়ৰ (ভগৱানে) প্ৰথম শ্লোকতে "গুহ্যতমম্" আৰু দ্বিতীয়টো শ্লোকত "ৰাজগুহ্যম্" এই বিশেষণ পদ ব্যৱহাৰ কৰিছে ; যি হেতুকে সেই অধ্যায়ত ভগৱানে নিজৰ গুণ, প্ৰভাৱ, স্বৰূপ, ৰহস্য আৰু ঐশ্বৰ্য্যৰ ভালকৈ বৰ্ণনা কৰি অৰ্জ্জুনক স্পষ্ট শব্দত নিজক ভজন কৰিবৰ কাৰণে আৰু নিজত শৰণ লবৰ কাৰণে কৈছে। এই শ্লোকত 'বচঃ' পদৰ লগত "সৰ্ব্বগুহ্যতমম্" আৰু "পৰমম্" বিশেষণ পদ দি এই ভাৱ দেখুৱাইছে যে মই কোৱা উপদেশতো যি অত্যন্ত গুপ্তভাৱে ৰক্ষণযোগ্য সৰ্ব্বাধিক মহত্বৰ কথা আছে, সেয়া মই তোমাক ইয়াৰ পিচৰ দুটা শ্লোকত ভাঙি ধৰিম।

(৪) মন্মনা ভৱ মদ্ভক্তো মদ্যাজী মাং নমস্কুৰু।
মামেৱৈষ্যসি সত্যংতে প্ৰতিজানে প্ৰিয়োঽসি মে ॥

গীতা — ১৮/৬৫

অৰ্থাৎ — তুমি মোত মনোনিবেশ কৰা, মোৰ ভক্ত হোৱা, মোক পূজা কৰা, মোক প্ৰণাম জনোৱা। ইয়াকে কৰিলে তুমি মোক পাবা, এই কথা সত্য ; কিয়নো তুমি মোৰ অত্যন্ত প্ৰিয়।

এই শ্লোকৰ তাৎপৰ্য্য এয়ে যে ভগৱানক সৰ্ব্বশক্তিমান্, সৰ্ব্বাধাৰ, সৰ্ব্বজ্ঞ, সৰ্ব্বান্তৰ্যামী, সৰ্ব্বব্যাপী, সৰ্ব্বেশ্বৰ তথা অতিশয় সৌন্দৰ্য্য, মাধুৰ্য্য আৰু ঐশ্বৰ্য্য গুণৰ সমুদ্ৰ বুলি ভাবি বা বুজি অনন্য প্ৰেম পূৰ্ব্বক নিশ্চল ভাৱেৰে মনক ভগৱানৰ চৰণত লগাই দিয়া, ক্ষণমাত্ৰও ভগৱানৰ বিস্মৃতি সহ্য নকৰি তেওঁতে মনোনিবেশ কৰা। ইয়াৰ বিশেষ ব্যাখ্যা নৱম অধ্যায়ৰ অন্তিম শ্লোকত পোৱা যায়। ভগৱানকেই একমাত্ৰ নিজৰ স্বামী, সংৰক্ষক, পৰম গতি আৰু পৰম আশ্ৰয় বুলি বুজি সদায় তেওঁৰ অধীন বা দাস হৈ যোৱা, কিঞ্চিৎমাত্ৰও নিজে স্বতন্ত্ৰতা নৰখা, সকলো প্ৰকাৰে তেওঁৰ ওপৰত নিৰ্ভৰ কৰি থকা, তেওঁৰ প্ৰত্যেক বিধানতে সদায় সন্তুষ্ট থকা আৰু তেওঁৰ আজ্ঞা সদায় পালন কৰা তথা তেওঁতে অতিশয় শ্ৰদ্ধাপূৰ্ব্বক অনন্য প্ৰেম কৰি তেওঁৰ ভক্ত হৈ যোৱা। গীতাৰ নৱম অধ্যায়ৰ চৌবিশ শ্লোকৰ বৰ্ণনানুসাৰে পত্ৰ পুষ্পাদিৰে শ্ৰদ্ধা ভক্তি আৰু প্ৰেমপূৰ্ব্বক ভগৱানক পূজা কৰা, মনেৰে

ভগৱানক আহ্বান কৰি তেওঁৰ মানসিক পূজা কৰা, তেওঁৰ বাণী, তেওঁৰ লীলাভূমি আৰু তেওঁৰ ৰূপ বিগ্ৰহক সদায় সকলো প্ৰকাৰে আদৰ সন্মান কৰা তথা সৰ্ব্বত্ৰতে ভগৱৎব্যাপ্ত বুলি বুজি বা সমস্ত প্ৰাণীকে ভগৱানৰ স্বৰূপ বুলি তেওঁক যথাযোগ্য সেৱা-পূজা, আদৰ সৎকাৰ কৰা আদি সকলো-বিলাক কৰ্ম্ম সম্পাদন কৰা। এনে কাৰ্য্যৰ জগতে ভগৱানৰ প্ৰতি সাষ্টাঙ্গ প্ৰণিপাত জনোৱা আদি কাৰ্য্য তথা এনে কাৰ্য্যৰ যোগে ভগৱৎ সান্নিধ্যলাভ কৰা ইত্যাদি। ইয়াৰ ভিতৰত অৰ্থাৎ উক্ত চাৰি কাৰ্য্যৰ ভিতৰত এটি কাৰ্য্যৰ যোগেদিও ভগৱৎ সান্নিধ্য লাভ কৰিব পৰা যায়। এইখিনিকে অৰ্জ্জুনক ভগৱানে উপদেশ দিছে।

(৫) সৰ্ব্বধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।
অহং ত্বাং সৰ্ব্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ॥

গীতা ১৮/৬৬

অৰ্থাৎ— ( মহাপুৰুষ শঙ্কৰদেৱৰ ভাষাৰে )

সৰ্ব্বধৰ্ম্ম এৰি একশৰণ সাক্ষাত।
সুদৃঢ় বিশ্বাসে সধি লৈয়োক আমাত॥
নকৰিবা ভয় হেৰা কৰো অঙ্গীকাৰ।
সমস্ত পাপতে মই কৰিবো নিস্তাৰ॥

ভাগৱত/একাদশ স্কন্ধ।

ৰামচৰণ ঠাকুৰে ভক্তিৰত্নাকৰত লিখিছেঃ—

সমস্ত গীতাৰ মৰ্ম্ম উদ্ধাৰিয়া আনি।
অৰ্জ্জুনক কৃপায়ে কহন্ত চক্ৰপাণি॥
শুনিয়ো অৰ্জ্জুন শুনা বান্ধৱ পৰম।
কহোঁ গুহ্যতমতো পৰম গুহ্যতম॥
সিজৰ সমস্ত ধৰ্ম্ম মোৰ ভকতিত।
সুদৃঢ় বিশ্বাস হেন কৰিয়া বুজিত॥
তেজি বিধি কিঙ্কৰ যতেক ধৰ্ম্মগণ।
কেৱল মোতেসে এক হয়োক শৰণ॥
কৰ্ম্মত্যাগ নিমিত্ত সিজয় পাপচয়।
ইটো শোক নকৰিবা তুমি ধনঞ্জয়॥
যিহেতু আমাত তুমি লৈলাহা শৰণ।
সৰ্ব্বপাপ হন্তে মই কৰিবো মোক্ষণ॥

ৰামচৰণ ঠাকুৰ/ভক্তি ৰত্নাকৰ (পদানুবাদ)

শ্ৰীধৰস্বামীয়ে টীকাত "সৰ্ব্বধৰ্ম্মান্ পৰিত্যজ্য"ৰ প্ৰতিশব্দ "বিধি কৈঙ্কৰ্য্যং ত্যক্ত্বা" বুলি লিখিছে। মূল ভক্তি ৰত্নাকৰতো তদনুৰূপে পোৱা যায়।

"সৰ্ব্বধৰ্ম্মান পৰিত্যজ্য" এই শ্লোকাৰ্দ্ধৰ অৰ্থ হ'ল সকলো ধৰ্ম্মকে পৰিত্যাগ কৰি। সকলো ধৰ্ম্ম মানে ইয়াত শৈৱ, শাক্ত, বৈষ্ণৱ, গাণপত্য আদি আৰু উপ-ধৰ্ম্ম বিলাক বা শিখ, খৃষ্টান, মুছলিম আদি ধৰ্ম্মৰ কথা কোৱা নাই। গীতাৰ উপদেশ সাৰ্ব্বজনীন আৰু ই কল্পতৰু অৰ্থাৎ যেয়ে যি বিচাৰে তাকে দিব পৰা শাস্ত্ৰ। ইয়াত সাম্প্ৰদায়িক বীজ নাই। সমগ্ৰ মানব সমাজৰ বাবে ই প্ৰযোজ্য। ভগৱানে "সৰ্ব্বধৰ্ম্মান্ শব্দত কোনো লৌকিক ধৰ্ম্ম বা ধৰ্ম্ম সম্প্ৰদায়ৰ মতৰ কথা কোৱা নাই। গীতাৰ প্ৰথমাধ্যায়ৰ ২৮ শ্লোকৰ পৰা দ্বিতীয়াধ্যায়ৰ ৮ শ্লোকলৈকে অৰ্জ্জুনে কুলক্ষয়জনিত কাৰ্পণ্য দোষত পৰাৰ ভয়ত যি "অনাৰ্য্যজুষ্টম স্বৰ্গ্যমকীৰ্ত্তিকৰ" বাক্য শ্ৰীকৃষ্ণক কৈছিল, তাতেই আছে সৰ্ব্বধৰ্ম্মান্ শব্দৰ প্ৰকৃত অৰ্থ। ক্ষত্ৰিয় ধৰ্ম্মত ন্যায় যুদ্ধ কৰা, যুদ্ধে অপলায়ন, পৃষ্ঠভঙ্গাদি কৰা আৰু যুদ্ধ পৰাঙমুখ হোৱা আদি কাৰ্য্য কৰণীয় অকৰণীয় দুয়োটাই আছে। কিন্তু অৰ্জ্জুনে ক্ষত্ৰিয়োচিত বাক্য কোৱা নাছিল। তেওঁ সীদন্তি মম গাত্ৰানি, বেপথুশ্চ শৰীৰে মে, ন কাঙ্ক্ষে বিজয়ং কৃষ্ণ, কিং নো ৰাজ্যেন গোবিন্দ, এতান্ ন হন্তুমিচ্ছামি, পাপমেবাশ্ৰয়েদস্মান্, কুলক্ষয়ে প্ৰণশ্যন্তি, অহোবত মহৎ পাপং, কথং ভীষ্মমহং সংখ্যে, গুৰূনহত্বাহি মহানুভাবান্, ন হি প্ৰপশ্যামি ইত্যাদি, বাক্যেৰে শ্ৰীকৃষ্ণৰ ওচৰত ৰণ লিপ্সা ত্যাগৰ সন্ধান দিছিল। শ্ৰীকৃষ্ণই কিন্তু দ্বিতীয়াধ্যায়ৰ ১১ শ্লোকত "অশোচ্যানন্বশোচস্ত্বং" অৰ্থাৎ তুমি যি কৈছা পণ্ডিতে কোৱাৰ দৰেই কৈছা; অথচ তুমি অশোচ্য বন্ধু বৰ্গৰ নিমিত্তে শোক প্ৰকাশ কৰি মূৰ্খতা প্ৰকাশ কৰিছা। পণ্ডিত বৃন্দই জীৱিত বা মৃত ব্যক্তিৰ বাবে অনুশোচনা নকৰে ইত্যাদি কথাৰে পাতনি মেলি গীতা কলে। গীতা শুনি অৰ্জ্জুনে হাতত ধনুশৰ তুলি ললে। ইয়াৰ দ্বাৰা গীতা শাস্ত্ৰ ৰণোদ্যমী শাস্ত্ৰ ৰূপে পৰিগণিত হোৱা নাই। ৰণলিপ্সা ত্যাগত উদ্যম কৰোৱা বা যুদ্ধৰ প্ৰতি আগ্ৰহী কৰোৱা, আনহাতেদি ইয়াৰ দ্বাৰা সৰ্ব্বকামনা ত্যাগৰ চূড়ান্ত সিদ্ধান্ত দিওঁতা শাস্ত্ৰ হিচাবেও পৰিগণিত হৈছে। সৰ্ব্বকামনা ত্যাগ বুলি কওঁতে কামনা বাসনা ত্যাগে মানুহক ঈশ্বৰাভিমুখী কৰে। উদাসীন হৈ থকাকে কামনা বাসনা ত্যাগী বুলি নকয়। সকলো কৰ্ম্ম (শাস্ত্ৰবিহিত ভগৱৎ সম্বন্ধীয়) কৰি থাকিলেও কৰ্ম্মত আবদ্ধ নাথাকি ভগৱানতে সৰ্ব্ব নিবেদন কৰিব লাগে। মানুহৰ মনত যেতিয়ালৈকে নিজৰ কাম আৰু ভগৱান দুয়োটাতে ব্যৱধান ৰূপত চিন্তা আছে তেতিয়ালৈকে ভগৱানৰ

শুচবলৈ আৰু নোৱাৰি। কিন্তু যেতিয়াই আমাৰ এই ব্যৱধান আঁতৰিব, তেতিয়াই ভগৱৎ লাভ অনিৰ্ব্বাৰ্য্য। ভগৱান ধৰ্ম্ম আৰু অধৰ্ম্মৰ দুয়োটাৰে উৰ্দ্ধত আছে। মানুহ ইয়াৰ বিপৰীত। সেই কাৰণেই ভগৱানে "সৰ্ব্বধৰ্ম্মান্" পদটো কবলৈ সাহ কৰিছে। উপৰন্তু উল্লেখ কৰা অৰ্জ্জুনৰ শোক-মোহ নিমগ্ন চিত্তত ক্ষত্ৰিয়বীৰোচিত কাৰ্য্য সম্পাদনাৰ্থে অৰ্থাৎ ক্ষত্ৰিয়ৰ স্বধৰ্ম্ম পালনাৰ্থে যুদ্ধ কৰা আৰু সেই সকলো বিলাক কাৰ্য্য বা কৰ্ম্মফল তেওঁতে সমৰ্পণ কৰি উদ্যোগী হবলৈ "সৰ্ব্বধৰ্ম্মান পৰিত্যজ্য" বাক্যটো প্ৰয়োগ কৰিছে তেওঁৰ শোক, মোহ, পাপ, পুণ্য, ধৰ্ম্ম অধৰ্ম্ম সকলো ভগৱানতে অৰ্পণ কৰিবলৈ কৈছে। সেই কাৰণেই "সৰ্ব্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ" অৰ্থাৎ অনুশোচনা নকৰিবা, সকলো পাপৰ পৰা মই তোমাক ৰক্ষা কৰিম বুলি কৈছে। একাদশ অধ্যায়তো "ময়ৈবৈতে নিহতাঃ পূৰ্ব্বমেব নিমিত্তমাত্ৰং ভৱসব্যসাচিন" মই পূৰ্ব্বতেই এওঁলোকক বধ কৰি ৰাখিছোঁ, তুমি নিমিত্ত মাত্ৰ হোৱা বুলি অৰ্জ্জুনক কোৱা হৈছে। অন্যাৰ্থত 'সৰ্ব্বধৰ্ম্মান্' পদটোৰ প্ৰতিশব্দ "সৰ্ব্বকৰ্ম্ম ফলান্" বুলিও কোনো কোনো পণ্ডিতে কয়।

প্ৰতিজন মানুহৰ গাত নূন্যাধিক পৰিমাণে সত্ত্ব, ৰজ আৰু তমোগুণ থাকে আছে। গুণসমূহৰ দ্বাৰা মানুহৰ কৰ্ম্মবৃত্তি বা কৰ্ম্মভাব পৰিচালিত হয়। সেয়ে সেই কৰ্ম্মবৃত্তিবিলাক এজনৰ পক্ষে যিটো হয়, আনজনৰ পক্ষে সেইটো নহ-বও পাৰে অৰ্থাৎ এজনৰ পক্ষে যিটো ধৰ্ম্ম ভাল বুলি গণ্য হ'ব, অন্যজনৰ পক্ষে সেইটো অধৰ্ম্মও হ'ব পাৰে। গতিকে ইয়াৰ অৰ্থ এইটোহে হ'ব যে যি ধৰ্ম্ম বা কৰ্ম্ম জনসংহতিৰ প্ৰতিকূল তথা ব্যক্তি কেন্দ্ৰিক আৰু ৰাষ্ট্ৰৰ অনিষ্টকাৰী তাক ধৰ্ম্ম বুলি কব নোৱাৰি। ধৰ্ম্ম শব্দটোৰ অৰ্থ ব্যাপক। যি মনত ধাৰণা কৰে সেয়ে ধৰ্ম্ম। যি ৰাষ্ট্ৰ ৰক্ষা কৰে বা যি সমাজ স্থিতিৰ মূল বা অনুকূল সেয়ে ধৰ্ম্ম। ধৰ্ম্ম মানে ন্যায় আৰু সাম্যবাদ দুয়োটাকে বুজাইছে। ধৰ্ম্মই সমাজত শৃঙ্খলা লগাই আৰু আগবঢ়াই নিয়ে। গতিকে "সৰ্ব্বধৰ্ম্মানপৰিত্যজ্য" এই বাক্যাংশই ব্যক্তি, সমাজ, ৰাষ্ট্ৰৰ প্ৰতিকূল কাৰ্য্য বৰ্জ্জন কৰিবলৈকো কোৱা হৈছে ভগৱানৰ প্ৰতি আত্ম সমৰ্পণ বা কৰ্ম্ম সমৰ্পণ এনেকুৱা হ'ব লাগে যাতে আমাৰ সকলো ভজন সকলো যজন ভগৱানক কেন্দ্ৰ কৰি হয়। সকলো কামতে সকলো সময়তে তেওঁৰ শক্তি আৰু প্ৰেমানন্দ খেলা উপলব্ধি কৰি পৰমানন্দ লাভ কৰিব লাগে। ক্ষুদ্ৰ বা মহৎ কাৰ্য্য ভগৱদুদ্দেশ্যে অৰ্পণ কৰা আৰু স্বাৰ্থ তথা কৰ্ম্মফলত আসক্তি ত্যাগ কৰি তদৰ্থে কৰ্ত্তব্য কৰ্ম্মত প্ৰবৃত্ত কৰা উচিত। এয়াও 'সৰ্ব্বধৰ্ম্মান্ পৰিত্যজ্য'।

প্ৰকাৰান্তৰে—সকলো ভগৱদুপলব্ধিৰে মন, ইন্দ্ৰিয়, আৰু শৰীৰত তথা কৰ্ম্মত, সমস্ত ভোগত মমতা, আসক্তি, অভিমান আৰু কামনা সৰ্ব্বথা

জ্ঞান কৰি যি একমাত্ৰ ভগৱানৰ বাবেই ভগৱানৰ আজ্ঞা আৰু প্ৰেৰণানুসাৰে "যথানিযুক্তোঽস্মি তথা কৰোমি" ভাৱেৰে ( কাঠৰ পুতলাৰ দৰে থাকি যন্ত্ৰী ভগৱানৰ দ্বাৰা সূত্ৰধৰা হ'ব বুলি ভাবি ) কৰ্ম্ম সম্পাদন কৰাও 'সৰ্ব্ব-ধৰ্ম্মান্' পদ ।

"সৰ্ব্বধৰ্ম্মান্ পৰিত্যজ্য"ৰ লগত "মামেকং শৰণং ব্ৰজ" বাক্যাংশৰ মধুৰ তথা নিবিড় আৰু অবিচ্ছেদ্য সম্পৰ্ক আছে। মোত একশৰণ গ্ৰহণ কৰা। কেনেভাৱে কৰিব লাগিব? সকলো ধৰ্ম্ম পৰিহাৰ কৰি কৰিব লাগিব। সকলো ধৰ্ম্ম মানেনো কি? এক পৰব্ৰহ্মক অভিন্নৰূপে অৰ্থাৎ তেওঁত বাহিৰে আন সকলো মিছা এই ভাৱেই সৰ্ব্বধৰ্ম্ম পৰিহাৰ কৰা বুজাইছে। 'একশৰণ' শব্দটো কৃষ্ণ ভিন্ন আনত নাখাটে। গতিকে একশৰণ গ্ৰহণ কৰিবলৈ হলে দেৱান্তৰ সেৱা পৰিহাৰ কৰণীয়। সেইবাবে একশৰণ ধৰ্ম্ম ব্যতীত অন্য-দেৱ সেৱা ধৰ্ম্ম বৰ্জ্জন কৰিবলৈ এই শ্লোকৰ যোগেদি কোৱা হৈছে। যিহেতু আগৰ "মন্মনাভৱমদ্ভক্তো" শ্লোকত এই কথা স্পষ্ট হৈ আছে। আমাৰ এই অধ্যায়িতে উল্লেখ থকা দেৱান্তৰ সেৱা বৰ্জ্জনীয় প্ৰমাণ সমূহ ইয়াৰ লগত যোগ বিয়োগ কৰিলেই কথাখিনি সৰ্ব্বাধিক স্পষ্ট হৈ পৰিব। লগতে আৰু এটি কথা উল্লেখনীয় এই যে যিজনত অৰ্জ্জুনক শৰণাপন্ন হবলৈ কোৱা হৈছে, সেইজন দৈৱকী পুত্ৰ বা নন্দৰ নন্দন কৃষ্ণ নহয়। তেওঁ হ'ল সচ্চিদানন্দ পৰব্ৰহ্ম কৃষ্ণ। বহুৰ মাজত যিজন একমাত্ৰ। নানা বিভাগৰ মাজতো যি এক চিৰন্তন সত্য, সৰ্ব্বশক্তিমান্, সৰ্ব্বব্যাপক, সৰ্ব্বদেৱাদিদেৱ। সেইজনতে শৰণাপন্ন হবলৈ কোৱা হৈছে।

শ্লোকৰ দ্বিতীয়াংশত উল্লেখ থকা 'অহংত্বাং" ইত্যাদিৰ দ্বাৰা এইটোকেই ধাৰ্য্য কৰা হৈছে যে যেতিয়া সকলো ধৰ্ম্ম ত্যাগ কৰি মোত একশৰণাপন্ন হ'বা, তেতিয়া মই তোমাক সকলো পাপৰ পৰা নিস্তাৰ কৰিম, অনুশোচনা নকৰিবা অৰ্থাৎ কৰ্ম্ম ত্যাগজনিত, ক্ষত্ৰিয় ধৰ্ম্মজনিত দোষ একেবাৰে দিম বা অন্য দেৱ সেৱা ত্যাগত যিখিনি ঘটিলে সকলো খিখিনি নাশ কৰি দিম। ইয়াত আমাৰ দ্বাৰা উল্লেখিত 'সৰ্ব্বধৰ্ম্মান পৰিত্যজ্য"ৰ যাবদীয় অৰ্থান্তৰ সমূহো বোজ দিব পৰা যায়।

গীতাৰ পূৰ্ব্বোক্ত শ্লোকটোৰ তুল্যাৰ্থক অন্য এটি শ্লোক "ব্ৰহ্ম সংহিতা" শাস্ত্ৰত পোৱা যায় যেনে—

> ধৰ্ম্মানন্যান্ পৰিত্যজ্য মামেকং ভজবিশ্বসন্।
> যাদৃশী যাদৃশী শ্ৰদ্ধা সিদ্ধিৰ্ভবতি তাদৃশী ।।
>
> ব্ৰহ্মসংহিতা— ৫/৭১

অৰ্থাৎ (ভগৱানে ব্ৰহ্মাক) অপৰাপৰ যাৱদীয় ধৰ্ম্ম পৰিত্যাগ পূৰ্ব্বক বিশ্বাস সহকাৰে দৃঢ়ৰূপে একমাত্ৰ মোকেই ভজনা কৰা। সেই সম্পৰ্কত যেনেদৰে শ্ৰদ্ধা উপজে, তেনেদৰে সিদ্ধি লাভো হয়।

মহাপুৰুষ গুৰু মাধৱদেৱৰ দ্বাৰা ৰচিত গুৰু ভটিমাৰ "ধৰ্ম্মক কৰ্ম্মক গৰ্ব্বক চোড়ি ডাকি বোলহু ৰাম ৰাম" প্ৰবচনৰ অৰ্থও উপৰোক্ত শ্লোকৰ লগতে এক। গীতাৰ শেষত উল্লেখিত ভগৱান কৃষ্ণৰ অভয় বাণীত গুহ্য, গুহ্যতৰ, গুহ্যতম ভেদে তিনিটা শ্লোক আমি পাওঁহক যেনে—

১। গুহ্য ঃ— ঈশ্বৰঃ সৰ্ব্বভূতানাং হৃদ্দেশেঽৰ্জ্জুন তিষ্ঠতি।
ভ্ৰাময়ন্ সৰ্ব্বভূতানি যন্ত্ৰাৰূঢ়ানি মায়য়া ॥

২। গুহ্যতৰ ঃ— মন্মনাভৱ মদ্ভক্তো মদ্‌যাজী মাং নমস্কুৰু।
মামেবৈষ্যসি সত্যং তে প্ৰতিজানে প্ৰিয়োঽসিমে ॥

৩। গুহ্যতম ঃ— সৰ্ব্বধৰ্ম্মান পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।
অহংত্বাংসৰ্ব্বপাপেভ্যো মোক্ষয়িষ্যামিমা শুচঃ ॥

আমি পূৰ্ব্বতে চৰ্ব্বিত চৰ্ব্বণ কৰি অহা মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্ম্মৰ নাম একশৰণ হৰি নাম ধৰ্ম্ম। তেওঁ নিজেও এগৰাকী সংস্কাৰী, বিশুদ্ধ ধৰ্ম্ম পালনকাৰী অৰ্থাৎ যেনে কথা তেনে কাম কৰা মহান গুৰু। নিজ পিতৃ ধৰ্ম্ম, শক্তি উপাসনা নীতি জলাঞ্জলি দি (প্ৰহলাদে যেনেকৈ পিতৃ ধৰ্ম্ম, আজ্ঞা অমান্য কৰি নাৰদৰ কৃষ্ণমন্ত্ৰত দীক্ষিত হৈ একশৰণীয়া হৈছিল তেনেকৈ) কৃষ্ণৰ একশৰণ ধৰ্ম্ম পালন, প্ৰচাৰ কৰিছিল। এয়াই হ'ল সৰ্ব্ব ধৰ্ম্মান্ পৰিত্যজ্য" সৰ্ব্বধৰ্ম্মসমন্বয়কাৰী হিচাবে "অনাদৰি আন ধৰ্ম্ম মাধৱৰ জন্ম কৰ্ম্ম শুনিবেক মহন্তৰ মুখে" এই বাণী আখৰে আখৰে পালন কৰিছিল, কিন্তু মূলৰ হেৰফেৰ কেতিয়াও কৰা নাছিল। অন্য প্ৰকাৰে অন্যদেৱ নিন্দা অভিনন্দা নকৰি একমাত্ৰ কৃষ্ণৰ একশৰণ ধৰ্ম্ম প্ৰৱৰ্ত্তনৰ বাণী আদৰ্শৰ কথাচৰিত পুথিত বিস্তাৰিত ভাৱে পোৱা যায়। শঙ্কৰ গুৰুৰ "একশৰণ হৰিনাম ধৰ্ম্ম"ৰ একমাত্ৰ উত্তৰাধিকাৰী শ্ৰীমন্ত মাধৱ পুৰুষ একালত ঘোৰ তান্ত্ৰিক শাক্ত ধৰ্ম্মী আছিল। পাণ্ডিত্যৰ গুণত তেৰাই "তৃণবৎ মন্যতে জগৎ"। দুৰ্গাপূজা ওচৰ চাপি অহাত নিজৰ বৈনায়েক ৰামদাস আতৈক ছাগলী আনিবৰ কাৰণে নিৰ্দ্দেশ কৰিলে। ঐপিনে ৰামদাসে ছাগলী কিনিবলৈ গৈ শঙ্কৰদেৱৰ ঠাইত এক্ষন্তেক ৰহি একশৰণ ধৰ্ম্মৰ বিষয়ে শ্ৰৱণ কৰিলে। তাতেই ৰামদাসৰ মনত ছাগলী কিনাৰ আশা পৰিত্যাগ কৰি ঘৰলৈ উলটি আহিল। মাধৱদেৱে এই কথাত খং কৰি "ক'ৰ পণ্ডিতে এইবোৰ নাশ্ৰুত

নাস্তূত ধৰ্ম্ম উলিয়াইছে, মই কালিলৈ তৰ্ক কৰিমগৈ" বুলি মনতে আলচি পিচদিনা যথাসময়ত শঙ্কৰদেৱৰ স্থান পালেগৈ। প্ৰাথমিক পৰিচয় হৈ দুয়ো গৰাকী পণ্ডিতৰ তৰ্ক যুদ্ধ চলিল। তৰ্ক এনেধৰণেৰে হৈছিল—

ছয় সাত শ্লোক মাধৱে পঢ়ন্ত
আতি খৰতৰ কৰি।
একশ্লোক পাচে শ্ৰীমন্ত শঙ্কৰে
সবাকো নেন্ত সংহৰি ॥

শঙ্কৰ চৰিত/দ্বিজ ৰমানন্দ

শঙ্কৰ চৰিতত দ্বিজ ৰমানন্দই দুৰ্গাপূজা সম্পৰ্কে অৰ্থাৎ প্ৰবৃত্তি নিবৃত্তি সম্বন্ধে বহুল আলোচনা ডাঙি ধৰিছে। সেই তৰ্কযুদ্ধ খনৰ বিস্তৃত বিৱৰণ ডাঙি ধৰিলে গ্ৰন্থ দীৰ্ঘতম হোৱাৰ ভয়ত দিয়া নহ'ল। তৰ্কৰ অৱশেষত শঙ্কৰগুৰুৱে ভাগৱতৰ এটি শ্লোকেৰে মাধৱদেৱক পৰাজয় কৰিছিল। সেই শ্লোকটো হ'ল—

যথাতৰোৰ্ম্মূল নিষেচনেন
তৃপ্যন্তি তৎস্কন্ধ ভুজোপশাখাঃ ॥
প্ৰাণোপহাৰাচ্চ যথেন্দ্ৰিয়ানাং
তথৈৱ সৰ্ব্বা ৰ্হনচ্যুতেজ্যা ॥

ভাগৱত—৪/৩১/১৪

তদনুবাদ মাধৱ পুৰুষে নিজে ৰত্নাৱলীত কৰিছে—

কৃষ্ণৰ পূজায়ে সমস্তৰে পূজা হয়।
পৃথকে পূজিলে পূজা কেহো নপাৱয় ॥
দৃষ্টান্ত দিবতয়ে তাক কৰোহোঁ বেকত।
যেন জলদান দিলে বৃক্ষৰ মূলত ॥
হোৱান্ত তৃপিতি পত্ৰ পুষ্প ফল যত।
নহিকে অন্যথা যদি সিঞ্চে প্ৰত্যেকত ॥
আৰ যেন প্ৰাণৰ ভাজনে অভিশয়।
নিৰন্তৰে ইন্দ্ৰিয়ৰ তৃপিতি মিলয় ॥
নকৰে ভোজন ক্ষুধাতুৰ নৰে যাৰে।
বস্ত্ৰ অলঙ্কাৰ ফুল চন্দন পিন্ধাৰে ॥
তথাপি তৃপিতি নাই একো ইন্দ্ৰিয়ৰ।
প্ৰাণ তুষ্ট ভৈলে তুষ্ট হোৱে নিৰন্তৰ ॥

সেহিমতে কৃষ্ণক আৰাধে যিটো জন।
তেৱে তাৰ সমস্ত দেৱক আৰাধন॥
কৃষ্ণক নুপুজি যদি পৃথকে পূজয়।
নুহিকে কাহাৰো পূজা জানিবা নিশ্চয়॥

মাধৱদেৱ/ৰত্নাৱলী

ভাগৱতৰ এই মহৎ অনুপাত প্ৰচাৰ কৰিলত একশৰণ ধৰ্ম্মৰ প্ৰতীক শ্ৰীমন্ত শঙ্কৰদেৱৰ ওচৰত শক্তিৰ প্ৰতীক শ্ৰীমন্ত মাধৱৰ পৰাজয় হ'ল। শাক্ত ধৰ্ম্মৰ আশা ভাৱনা তথা তদাসক্তি, শ্ৰদ্ধা পৰিহাৰ কৰি কৃষ্ণ চৰণত শৰণাপন্ন হ'ল। এইজনা মহাপুৰুষেই মহাপুৰুষীয়া ধৰ্ম্মৰ দ্বিতীয়জনা উত্তৰাধিকাৰী হ'লগৈ। ইয়াতো অৰ্থাৎ মাধৱদেৱেও "সৰ্ব্বধৰ্ম্মান পৰিত্যজ্য কৃষ্ণ"ত একশৰণ হৈছিল।

শঙ্কৰ মহাপুৰুষে মাধৱদেৱক শেষ বয়সত উত্তৰাধিকাৰী পাতোতে কৈ গৈছিল— ৰাজা স্ত্ৰী কৰ্ম্মকাণ্ডী ব্ৰাহ্মণ সবৰ।
কদাপিতো গুৰু মই নোহো ইসবৰ॥

ৰামচৰণ ঠাকুৰ/শঙ্কৰ গুৰুচৰিত

যিবিলাক ৰজাই ৰাজনীতিতে ব্যস্ত, হিংসা, দ্বেষ্য আদি পৰিহাৰ কৰিব নোৱাৰে; ক্ষণেকতে অঙ্গীকাৰ বাক্য পৰিবৰ্ত্তন কৰে, মিশলীয়া পূজা অৰ্থাৎ হৰিক ভিন্ন ৰূপত অৰ্চ্চনা কৰে বা কৃষ্ণক দেৱান্তৰ সম পৰ্য্যায়ত ৰাখি পূজে, যিবিলাক স্ত্ৰীয়ে অসন্ত আলাপ কৰে, হৰি কথা বিমুখ, বিষয় সুখতে সদা ৰতি কৰে, যিবিলাক ব্ৰাহ্মণে বৈদিক কৰ্ম্মকাণ্ডৰ প্ৰতি অনুৰক্ত, ভক্তি তত্ত্বৰ প্ৰতি অশ্ৰদ্ধা, সদায় দেৱান্তৰ সেৱাতে মন প্ৰাণ সঁপি দিয়ে এই সকলৰ গুৰু নহওঁ বুলি গুৰুৱে কৈ গৈছে। মাধৱদেৱেও সেই আদৰ্শ উপদেশকে গ্ৰহণ কৰি লৈছিল। মুঠতে অনন্য শৰণ বা একশৰণ নহলে সকলো কাৰ্য্যই বৃথা। দুয়োজনা গুৰুৱে নিজৰ জীৱন কালতে নিজে শাস্ত্ৰীয় বাণী পালন কৰাৰ উপৰিও আনকো সেই বিলাক পালন কৰিবলৈ উপদেশ দি গৈছে। অল্পমতি বহুনা।

## (গ) ঃ— সত্ৰত ভজন ভক্তিৰ কাৰ্য্যক্ৰমঃ

সত্ৰত শৰণৰ কাৰ্য্যক্ৰম সমাপতি হোৱাৰ পিচতে ভজন ভক্তিৰ কাৰ্য্যক্ৰম উপনীত হয়হি। শৰণ প্ৰথা কম বয়সতে প্ৰবৰ্ত্তন কৰা হৈ আহিছে, কিন্তু ভজনৰ বাবে কিছু বয়সৰ প্ৰয়োজন। কম বয়সত ভজন ভক্তি দিয়া নহয়। কিয়নো ভজনৰ বিষয় বস্তুটো বৰ গভীৰ। কথাবোৰ বুজিবলৈ অন্তৰ্বোধ নাথাকিলে কিছু অসুবিধা আছে। সেই কাৰণেই শৰণ ভাগক 'সৰল' আৰু ভজন ভাগক 'উচ্চ' বুলি কোৱা হয়। সেই সম্পৰ্কত আমাৰ পিচৰ "ভজন ভক্তি তত্ত্ব বিবেচন" অধ্যায়ত পৰিষ্কাৰ কৰি দিয়া হৈছে। শৰণ আৰু ভজন ভক্তিৰ দিনটোৰ দুটা বিশেষ সময়ত প্ৰদান কৰা হয়। শৰণ প্ৰথা আগবেলা আৰু ভজন প্ৰথা বিয়লি অৰ্থাৎ পিচবেলা প্ৰদান কৰা হয়। দিনৰ ১২ বজা পৰ্য্যন্ত শৰণৰ কাৰ্য্যক্ৰম আৰু দিনৰ ২ বজাৰ (তিনি পৰ প্ৰসঙ্গৰ পিচত) পৰা ৰাতি ৯ বজা পৰ্য্যন্ত ভজন ভক্তি দিয়াৰ নীতি চলি আহিছে। তিৰোতাক ভজন ভক্তি পিচবেলা ৪ বা ৫ বজাৰ ভিতৰতে দিব লগাটো ধৰা-বন্ধা নিয়ম। ৰাতি এওঁলোকক ভজন ভক্তি দিয়াটো নিষিদ্ধ। ভজন দিয়াটো প্ৰায়েই ৰাতিহে হয় (পুৰুষ সকলক)। দিনৰ ভাগত কেতিয়াবাহে হয়। ৰাতি হ'ব লগা হলে সত্ৰাধিকাৰৰ বাহৰতে এই অনুষ্ঠান কৰে। অৱশ্যে দিনৰ ভাগতো সত্ৰাধিকাৰ বাহৰত কৰিব পাৰে; কিন্তু বিশেষ কাৰণবশতঃ বা অসুবিধা হ'লে আতাৰ গৃহৰ দুৱাৰ মুখত এই অনুষ্ঠান কৰিব লগা হয়। গতিকে এই দুয়োঠাইতে ভজনৰ কাৰ্য্যক্ৰম সমাপন কৰে। কীৰ্ত্তন ঘৰত শৰণ আৰু সত্ৰাধিকাৰৰ বহাত ভজন, এইটো ধৰা-বন্ধা নিয়ম প্ৰবৰ্ত্তন কৰি অহা হৈছে। ভজন লবলৈ হলে দুজনৰ প্ৰয়োজন। দুজন নহলে ভজন দিয়া নহয়। অৱশ্যে শৰণ এজনেও ল'ব পাৰে। ভজনৰ বাবে প্ৰতিজনে একোখন খনীয়া কাপোৰ আৰু এটকা অৰিহণা দিব লগাটো বাধ্যতামূলক। কোনো সময়ত ভজন গ্ৰহণৰ বাবে একোজন লগৰীয়াৰ অভাৱ হলে মনে মিলা আগতে ভজন লোৱা ব্যক্তিক কাষতে ৰাখি ভজন ভক্তি ল'ব পাৰে। আগতে ভজন লোৱা জনে তেতিয়া কাপোৰ আৰু অৰিহণা নিদিলেও হয়। ভজন লোৱাৰ আগতে নামাজনীয়া বুঢ়াভকত জনে সত্ৰাধিকাৰক জনাবহি লাগে। লগতে বাকী বুঢ়া ভকতসকল আৰু অনান্য বয়োবৃদ্ধ ভকত সকলকো। ভজনৰ বাবে লঘোন দিয়াৰ প্ৰয়োজন নাই। ৰাতি খোৱা-বোৱা কৰাৰ পিচতে এই অনুষ্ঠান হয়।

থাপনাৰ আগত বন্তি প্ৰজ্বলন, ধূপ্পোৰ, অৰিহণা, কটা তামোল আৰু নিমখ অৰ্পণ কৰাৰ পিচতে কাম আৰম্ভ হয়। সত্ৰাধিকাৰ নিজ গাদীত আৰু বুঢ়াভকত সকল যথাস্থানত উপবশন হোৱাৰ পিচতে নামজনীয়া বুঢ়াভকত জনে ভজন ভক্তি প্ৰাৰ্থী দুজনক (বা তাতোধিক প্ৰাৰ্থী যদি থাকে) আঠু কঢ়াই সেৱা কৰোৱাব আৰু ভজন ভক্তি প্ৰাৰ্থনা কৰিব। বুঢ়াভকত জন আতৰি যোৱাৰ পিচত সত্ৰাধিকাৰে ভজনৰ মন্ত্ৰ সমূহ পাঠ কৰিব। প্ৰাৰ্থী সকলে আঠুকাঢ়ি থাকিব। চতুঃশ্লোকী ভাগৱতৰ ওপৰতে ভজনৰ বিষয় বস্তুটো নিৰ্ভৰ কৰে। ভজন মন্ত্ৰ দিবৰ কাৰণে তাত উপস্থিত থকা ভক্ত সকলৰ সেৱা সত্ৰাধিকাৰে আজ্ঞা লব লাগে। আজ্ঞা লব লগা হোৱাৰ কাৰণেই সেই কাৰ্য্যক্ৰমত ভালেখিনি বৃদ্ধ ভক্তৰ প্ৰয়োজন হয়। ভজনৰ মন্ত্ৰ পাঠ শেষ হলে আশীৰ্ব্বাদ কৰা হয়। দুজন ভজন প্ৰাৰ্থী বা ততোধিক প্ৰাৰ্থী থাকিলে তেওঁলোকৰ প্ৰতিজনৰে মাজত আতৈৰাম বা সুহৃদ মিত্ৰ কৰি দিয়া হয় যাতে আজীৱন তেওঁলোকৰ মাজত কোনো ব্যৱধান নাথাকে আৰু মিলা-প্ৰীতিৰে জীৱন অতিবাহিত হয়। সেই সম্বন্ধে আমি উদ্ধৱ মৈত্ৰেয়ৰ মাজত হোৱা মিত্ৰতা আৰু তেওঁলোক দুয়োকো শ্ৰীকৃষ্ণই কোনো কথাৰ অসপ উদ্ধৃতি (ভাগৱতৰ) দি আহিছোঁ শৰণ বিষয় উত্থাপন হওঁতে। সেইখিনি ইয়াত প্ৰযোজ্য হব। উদ্ধৱক শ্ৰীকৃষ্ণই যি তত্ত্ব কীৰ্ত্তন কৰিছিল, সেয়া ভজন তত্ত্বহে। সেই সময়তে মৈত্ৰেয়ৰ লগত উদ্ধৱৰ মিত্ৰতা হৈছিল শঙ্কৰ গুৰুৱে মাধৱদেৱ আৰু নাৰায়ণ দাস ঠাকুৰ আতাৰ মৈত সুহৃদ মিত্ৰ বা "আতৈৰাম" কৰি দিছিল। তেনেদৰে মাধৱদেৱে ভাটো কুদীয়া কেশচৰণ আতা আৰু বদলা আতাৰ মাজত মিত্ৰতা কৰি দিছিল আৰু বদলা আতাই গুৰু আতৈ আৰু বৃন্দাবনীয়া আতৈৰ মাজত মিত্ৰতা কৰি দিয়াৰ উদাহৰণ চৰিত পুথিত জিলিকি আছে। সেই আদৰ্শ এতিয়াও অনুসৰণ কৰি অহা হৈছে।

আশীৰ্ব্বাদ শেষ হলে তাত উপস্থিত থকা সকলক একোটি অৰিহণা দি সেৱা কৰোৱা হয়। তদনন্তৰে নিমখ আৰু তামোল বিতৰণ কৰা হয়। সুহৃদ সকলৰ মাজত তামোল বিতৰণ কৰা হলে তেওঁলোকৰ প্ৰত্যেকেই পৰস্পৰে তামোল সললনি কৰি খাব লাগে। ইয়াৰ দ্বাৰা ইজনৰ মাজত সিজনৰ ব্যৱধান নথকা আৰু মিলা প্ৰীতিৰে কাল যাপন কৰাৰ ইংগিতকে সূচনা কৰে। ইয়াৰ পিচতে ভজনৰ কাৰ্য্যক্ৰম সমাপন হয়। ভজন লোৱা কেইজনে কিছুদিনৰ পিচত অৰ্চ্চনি পাতি লৈ নামজনীয়া বুঢ়াভকতৰ ওচৰত ভজনৰ কথা বস্তু শিকিবগৈ লাগে। ভজনৰ পিচত অন্য কোনো কাৰ্য্য (কথা বস্তু শিকাৰ বাদে) বাকী নাথাকে। ভজনীয়া জনৰ হাতে সত্ৰৰ সকলোৱে প্ৰয়োজন বোধে পকা বস্তু যেনে ভাত, চিৰা আদি খোৱাত ঘৃণা ভাব নাথাকে।

শৰণ ললে পকা বস্তু সম্পূৰ্ণে খোৱা লোৱা কৰা নহয়। ভজনৰ পিচত "কৃত্য শেষ নথাকয়"। সত্ৰৰ মুখ্য মুখ্য কাম (যদি যোগ্য পাত্ৰ বুলি বিবেচিত হয়) ভজনৰ পিচতে কৰিব পাৰে। ভজনৰ কাৰ্য্যক্ৰম ইমানতে শেষ কৰা হৈছে।

## (ঘ) ভজন ভক্তিতত্ত্ব বিবেচন ঃ

ভগৱান শ্ৰীকৃষ্ণত একশৰণ (একজনত মাত্ৰ আশ্ৰয়) লোৱাৰ পিচত তেওঁক বুজিবলৈ আৰু তেওঁক সেৱা পূজা কৰিবলৈ আৱশ্যকীয় মালামন্ত্ৰ গ্ৰহণ কৰা বিষয়টোকে "ভজন ভক্তি" বুলি কোৱা হয়। ভজনৰ অৰ্থ হল সেৱা কৰা। ভজ্ সেৱায়াং ভজ্ ধাতু, তাত 'অনট্' প্ৰত্যয় যোগ দিলে 'ভজন' হয়। আমি ওপৰত উল্লেখ কৰা মতে 'ভজন'ৰ অৰ্থ সেৱা, পূজা, উপাসনা, আৰাধনা কৰা অৰ্থ বুজায়। ভৱ সংসাৰৰ ত্ৰিতাপ দগ্ধ জীৱই আতুৰ হৈ ভগৱন্তৰ চৰণত 'আতুৰ ভৈলোহে' হৰি বিষয় বিকলে। কৰিয়ো উদ্ধাৰ মোক চৰণ কমলে" বুলি আশ্ৰয় লয় আৰু যেতিয়া উক্ত এক শৰণাপন্ন ব্যক্তিক ভগৱন্তে মোৰ বুলি গ্ৰহণ কৰে বা আশ্ৰয় প্ৰদান কৰে, তাৰ পিচত ভগৱন্তক সেৱা পূজা কৰা পদ্ধতি খিনি তেতিয়া শাস্ত্ৰ গুৰুৰ যোগেদি বুজি লব লগা বা বুজা পৰা হোৱাটোৱেই 'ভজন'। অথবা শাস্ত্ৰ আৰু গুৰুৰ উপদেশক্ৰমে শাৰীৰিক আৰু মানসিকৰ দ্বাৰাই ভগৱন্তৰ চৰণত সেৱা ধৰাকে 'ভজন' বোলা হৈছে। ভজন দহবিধ বুলি শাস্ত্ৰান্তৰত উল্লেখ আছে যেনে ঃ—

ভজনং দশবিধং বাচা সত্যং হিতং প্ৰিয়ং স্বাধ্যায়ঃ, কায়েণ দনং পবিত্ৰানং পৰিৰক্ষণং, মনসা দয়া স্পৃহা শ্ৰদ্ধা চেতি। অত্ৰৈকৈকং নিষ্পাদ্য নাৰায়ণে সমৰ্পনং ভজনম্।

অৰ্থাৎ — ভজন দশবিধ - বাচিক, কায়িক আৰু মানসিক।

বাক্যেৰে — সত্য বচন, হিত কথন, প্ৰিয় ভাষণ আৰু শাস্ত্ৰানুশীলন।
কায়েৰে — দান, পৰিত্ৰাণ আৰু পৰিৰক্ষা।
মনেৰে — দয়া, স্পৃহা আৰু শ্ৰদ্ধা।

ইয়াৰে প্ৰত্যেকটোকে নিষ্পাদন কৰি নাৰায়ণত সমৰ্পণ কৰাকে ভজন বুলি কয়।

ইয়াৰ দ্বাৰা এইটোৱেই সিদ্ধান্ত কৰিব পাৰি যে একমাত্ৰ বিষ্ণুস্তৱ কৰা, কিছুমান বিষ্ণুমন্ত্ৰ পাঠ কৰি উপাসনা কৰাই বিশুদ্ধ ভজন নহয়। ওপৰত

উল্লেখ কৰা ত্ৰিবিধ কায়, বাক্য মনেৰে দশবিধ কৰ্ম্মৰে ভজন কৰি ভগৱন্তক যথা শীঘ্ৰে যেনেকৈ সন্তোষ কৰিব পাৰি, আনৰ সহায়েৰে নোৱাৰি। নৰ সেৱাই হল নাৰায়ণ সেৱা। মনুষ্যৰ চিত্ত শুদ্ধিয়েই হল প্ৰকৃত বস্তু। চিত্ত শুদ্ধি কৰিব নোৱাৰিলে, নৰৰূপী নাৰায়ণক হৃদিস্থিত কৰিব নোৱাৰিলে অথবা আত্মবৎ সৰ্ব্বভূতকে দৰ্শন কৰিব নোৱাৰিলে ভজন কৰ্ম্ম নিষ্ফল। ইয়াত ভজন মানে পূৰ্ব্বোক্ত দহবিধ কৰ্ম্মৰ দ্বাৰা ভগৱন্ত তোষণ কৰা কথা পৰিষ্কাৰকৈ ডাঙি ধৰা হৈছে। মনুষ্য মাত্ৰেই নিজৰ শৰীৰতে ভজনৰ কাৰ্য্যক্ৰম সমাপন কৰিব পৰা আহিলা আছে।

গীতা যেনেকৈ এক শৰণৰ প্ৰতীক বা প্ৰধান গ্ৰন্থ, তেনেকৈ শ্ৰীমদ্ভাগৱতো ভজনৰ প্ৰতীক বা প্ৰধান গ্ৰন্থ। তৎ সম্পৰ্কে সংক্ষেপে আমি "এক-শৰণ তত্ত্ব বিবেচন" অধ্যায়ত সামান্য উল্লেখ কৰি আহিছোঁ। প্ৰধানতঃ শ্ৰীকৃষ্ণই উদ্ধৱক ব্যক্ত কৰা গোপনীয় তত্ত্বখিনিয়েই ভজনৰ কথা। এনেধৰণৰ ৰহস্যাবৃত তত্ত্বৰ কথা ভাগৱত গ্ৰন্থত সিচৰিত হৈ আছে। ভজন ভক্তি তত্ত্বৰ কথা কবলৈ যাওঁতে ভাগৱত প্ৰশংসা নকৰিলে "নাৰাঙ্গি সিচা জল"ৰ দৰেই হব। এতেকে ইয়াৰ প্ৰয়োজনীয়তালৈ লক্ষ্য ৰাখি বিভিন্ন গ্ৰন্থত থকা "ভাগৱত মাহাত্ম্য"ৰ কথা সামান্য উল্লেখ কৰা হ'ল।

অষ্টাদশ পুৰাণৰ অন্তৰ্গত শ্ৰীমদ্ভাগৱতো এখন সৰ্ব্ব পুৰাণ প্ৰসিদ্ধ কনিষ্ঠ মহাপুৰাণ হিচাবে জনাজাত। কনিষ্ঠ বুলি কোৱাৰ অৰ্থ এয়ে যে সৰ্ব্ব পুৰাণ প্ৰণয়নৰ (উপপুৰাণ বাদ) একেবাৰে শেষত অৰ্থাৎ কলিযুগো-দয়ৰ আৰম্ভণিতে এই মহাপুৰাণখনি কৃষ্ণ দ্বৈপায়ণ বেদব্যাসে ৰচনা কৰে। অৱশ্যে ইয়াৰ মূল সৃষ্টিৰ আদিতে উদ্ভৱ হোৱা। পিতৃ-মাতৃৰ যেনেকৈ কনিষ্ঠ পুত্ৰৰ প্ৰতি সৰ্ব্বাধিক স্নেহ অটুট থাকে, তেনেকৈ ভাগৱত গ্ৰন্থৰ (ইয়াৰ মূল সৰ্ব্বাগ্ৰে সৃষ্টি হলেও) প্ৰতি বৈষ্ণৱ সকলৰ বা হিন্দু মাত্ৰৰে সমাদৰ থকা কথা সৰ্ব্ব প্ৰসিদ্ধ। অসমীয়া হিন্দু সকলৰ মাজতো ভাগৱত গ্ৰন্থ বৰ পবিত্ৰ আৰু আদৰৰ বস্তু। মহা পুৰুষ শঙ্কৰ মাধৱ আৰু তৎ-পৰবৰ্ত্তী আতা, আতৈ সকলৰ পৰা আৰম্ভ কৰি ভাগৱত গ্ৰন্থৰ যি আদৰ এই পৰ্য্যন্ত চলি আছে সেয়া পুনৰুক্তি কৰা নিষ্প্ৰয়োজন। মহাপুৰুষীয়া সকলে দুজনা গুৰুৱে প্ৰদৰ্শন কৰি যোৱা আদৰ্শ অনুসৰণ আৰু অনুকৰণ কৰি এতিয়াও গুৰু আসনত শ্ৰীকৃষ্ণৰ প্ৰতীক হিচাবে ভাগৱত স্থাপন কৰি সেৱা পূজা চলাই আছে। সেই সম্পৰ্কে আমি পূৰ্ব্বতে উল্লেখ কৰি আহিছোঁ।

বেদান্তৰ বিভিন্ন সম্প্ৰদায়ৰ আচাৰ্য্য সকলে পৰম্পৰে ভিন্ন মতবাদ প্ৰচাৰ কৰিলেও তেওঁলোকে প্ৰস্থানত্ৰয়ৰ প্ৰামাণ্য স্বীকাৰ কৰি গৈছে। উপনিষদক শ্ৰুতি প্ৰস্থান, শ্ৰীমদ্ভাগবদগীতাক স্মৃতি প্ৰস্থান আৰু ব্ৰহ্ম সূত্ৰক ন্যায় প্ৰস্থান বুলি কোৱা হয়। প্ৰণৱৰ পিচতে অপৌৰুষেয় মহাগ্ৰন্থ চতুৰ্ব্বেদ অবোধ্য হোৱাত সহজ সৰল ভাৱে উপনিষদৰ প্ৰয়োজন হয়। তাৰ পিচতে নানা পুৰাণ ভাৰতাদিৰ সৃষ্টি। সেই কথা শঙ্কৰ গুৰুৱে কীৰ্ত্তনত ব্যক্ত কৰি গৈছে "চতুৰ্ব্বিংশতি অৱতাৰ বৰ্ণন" প্ৰসঙ্গত। আমি সেই কথা আগতে উল্লেখ কৰি আহিছোঁ। এতিয়া প্ৰশ্ন হয় ভাগৱত গ্ৰন্থখন অষ্টাদশ পুৰাণৰ অন্তৰ্গত হোৱা হেতু ইয়াৰ সন্মান বাকী পুৰাণ সমূহৰ সৈতে সম পৰ্য্যায়ৰ নে কি? তদুত্তৰত কোৱা হয় যে ভাগৱত গ্ৰন্থ পুৰাণৰ অন্তৰ্গত হলেও ইয়াৰ সন্মান সকলোতকৈ ওপৰত। ইয়াক পুৰাণৰ সূৰ্য্য বোলা হৈছে। ই পুৰাণৰ সাৰাংশ আৰু বেদৰো সাৰাংশ। ৰত্নাৱলীত মাধৱ পুৰুষে লিখিছে :—

পুৰাণৰ সূৰ্য্য শাস্ত্ৰ মহাভাগৱত।
ব্যাস মহাঋষি আৰ কহিছে মহত্ব।।
আৰ অন্তৰ্গত পৰমাৰ্থ অৰ্থ যত।
মই মাত্ৰ জানো নাৰদৰ প্ৰসাদত।।
মোত হন্তে মহামুনি শুকে জানিলন্ত।
বিদুৰে ইহাক জানন্ত কি নজানন্ত।।
টীকা ভাষ্য চাই মহা বুদ্ধিৰ প্ৰভাৱে।
কেহো জনে আৰ তত্ত্ব অৰ্থক নপাৱে।।
বৈকুণ্ঠৰ শাস্ত্ৰ কৃষ্ণ মুখৰ বচন।
আৰ কি তত্ত্বক পাৱে যেই সেই জন।।
শুদ্ধ ভাৱে লৈলে যিটো কৃষ্ণত শৰণ।
ভকতিৰ প্ৰসাদে নিৰ্ম্মল যাৰ মন।
সি সি মহাজনে আৰ তত্ত্বক পাৱয়।
ভাগৱত পুৰাণৰ কহিলো নিৰ্ণয়।।

(ভক্তি ৰত্নাৱলী)

স্কন্দ পুৰাণান্তৰ্গত শ্ৰীমদ্ভাগৱত মাহাত্ম্যত কোৱা হৈছে—

যঃ পঠেৎ প্ৰযতো নিত্যং শ্লোকং ভাগৱতং মুনে।
অষ্টাদশ পুৰাণানাং ফলং প্ৰাপ্নোতি মানৱঃ।।

১৬।৪ (বিষ্ণু খণ্ড)

অৰ্থাৎ—হে মুনিবৰ ! যি ব্যক্তিয়ে প্ৰতি দিন শ্ৰদ্ধা সহকাৰে ভাগৱতৰ এটা মাত্ৰ শ্লোক পাঠ কৰে, তেওঁৰ অষ্টাদশ পুৰাণ পাঠ কৰাৰ ফল প্ৰাপ্ত হয়

পদ্ম পুৰাণান্তৰ্গত শ্ৰীমদ্ভাগৱত মাহাত্ম্যত শৌণকাদিৰ প্ৰতি মহাভাগৱত সূতৰ বচন ঃ

শ্ৰূমোহদ্যতে কিমধিকং মহিমানমেতৎ
ব্ৰহ্মাত্মকস্য ভুৱি ভাগৱতা ভিধস্য ।
যৎ সংশ্ৰয়ান্নিগদিতে লভতে সুবক্তা
শ্ৰোতাপি কৃষ্ণ সমতামলমন্য ধৰ্ম্মৈঃ ।।

ভাগৱত মহাত্ম্য—৩।৭৪

অৰ্থাৎ পৃথিবীত এই শ্ৰীমদ্ভাগৱত পৰব্ৰহ্মৰ সাক্ষাৎ বিগ্ৰহ, যই ইয়াৰ মহিমা বিস্তৰ ভাবে কি কম। ইয়াৰ আশ্ৰয় লৈ ভাগৱত পাঠ কৰোতা আৰু শ্ৰোতা সকলে উভয়েই ভগৱান শ্ৰীকৃষ্ণৰ সমতা লাভ কৰে। গতিকে এতদ্ভিন্ন অন্যধৰ্ম্ম আশ্ৰয়ৰ কি প্ৰয়োজন আছে ?

শ্ৰীমদ্ভাগৱত ভগৱানৰ গ্ৰন্থৰূপী মূৰ্ত্তি। শ্ৰীকৃষ্ণ স্বৰূপৰ সমস্ত শক্তি বৈভৱ ভাগৱতত আছে। শ্ৰীকৃষ্ণ যেনেকুৱা বিভু, ভাগৱতো তেনেকুৱা বিভু। শ্ৰীকৃষ্ণ যেনেদৰে সৰ্ব্বাশ্ৰয়, শ্ৰীমদ্ভাগৱতো সেইদৰে সৰ্ব্বাশ্ৰয়। শৌনকাদি ঋষি সকলে এই কথা সুধিছিল যে শ্ৰীগোবিন্দ যেতিয়া ধৰাধাম পৰিত্যাগ কৰি যাব তেতিয়া কাৰ আশ্ৰয় গ্ৰহণ কৰিব ? তদুত্তৰত সূত ঋষিয়ে কৈছিল—

কৃষ্ণ স্বধামোপগতে ধৰ্ম্ম জ্ঞানাদিভিঃ সহ।
কলৌ নষ্ট দৃশামেষ পুৰাণা কোহধুনোদিতঃ ।।

ভাগৱত ১।৩।৪৫

অৰ্থাৎ শ্ৰীকৃষ্ণ ভগৱানে যেতিয়া প্ৰপঞ্চ লীলা সম্বৰণ কৰি বৈকুণ্ঠ গমন কৰে, তেতিয়া জীৱৰ মঙ্গল সাধনৰ কাৰণে এই পুৰাণৰ সূৰ্য্য সমস্ত ধৰ্ম্ম জ্ঞানাদিৰ সহিত কলিকালৰ নষ্ট দৃষ্টি লোক সকলৰ প্ৰয়োজন সিদ্ধিৰে অভিপ্ৰায়েৰে সম্প্ৰতি উদিত হৈছে।

ভগৱদৱতাৰ মহৰ্ষি বেদব্যাস প্ৰণীত বেদান্ত সূত্ৰ সমূহত যদিও উপনিষদৰ বিভিন্ন উক্তিৰ তাৎপৰ্য্য আৰু সামঞ্জস্য বৈজ্ঞানিক প্ৰণালীৰে সুসমন্বিত হৈ আছে, তথাপি তাক হৃদয়ঙ্গম কৰিবৰ কাৰণে ভাষ্যকাৰ সকলৰ ভাষ্যৰ সহায়তাৰ অৱশ্যে প্ৰয়োজন। কিন্তু বেদান্তৰ ওপৰত ভাষ্যকাৰ সকলৰ ইমান ভাষ্য আছে যে তাক এজন বেদান্ত পাঠকৰ পক্ষে আলোচনা কৰা অসম্ভৱ। দিগ্দৰ্শনীয়ভাৱে বিভিন্ন ভাষ্য বিভিন্ন ভাব ধাৰাৰ ওপৰত প্ৰতিষ্ঠিত। পৰম্পৰৰ

মত বৈষম্য হেতু বিভিন্ন ভাষ্য আলোচনা কৰি বেদান্তৰ প্ৰকৃত তাৎপৰ্য্য বা অভিমত অৱগত হোৱা সাধাৰণৰ পক্ষে অত্যন্ত কঠিন ব্যাপাৰ। ব্যাসদেৱে এই কথা পূৰ্ব্বৰ পৰাই অৱগত হৈ স্বকৃত সূত্ৰ সমূহৰ প্ৰকৃত তাৎপৰ্য্য নিৰ্ণায়ক এটি ভাষ্যৰ অত্যন্ত প্ৰয়োজন অনুভৱ কৰিলে। নতুবা এই সূত্ৰ সমূহৰ অৰ্থ বিভিন্ন ব্যক্তিয়ে নিজ নিজ বুদ্ধি বৃত্তিৰ দ্বাৰা নিৰূপণ কৰি মানৱ মেধাক বিপন্ন কৰি পেলাব আৰু সূত্ৰাৰ্থ জনাৰ পথ দুৰ্গম কৰি তুলিব। যেওঁ এইদৰ মহৎ চিন্তা কৰিব ধৰিলে। তদুপৰি নানা পুৰাণাদিৰ সৃষ্টি কৰি হৰি ভকতিৰ পথত বাধা দিয়াৰ ফলত তেওঁৰ মনত উচপিচ লাগিছিল। কি কাৰণত তেওঁৰ এনে ভাৱ হৈছে কোনো সন্ধান পোৱা নাছিল। এনে সময়ত দেৱৰ্ষি নাৰদৰ সমাগম হ'ল। নাৰদৰ আগত তেওঁৰ অসুখৰ কথা ব্যক্ত কৰিলে। তেতিয়া ত্ৰিকালজ্ঞ নাৰদে তেওঁৰ ব্যাধিৰ কথা পৰিস্কাৰকৈ ভাঙি ধৰাত ব্যাসদেৱে উপায় বিচাৰিলে। তেতিয়া নাৰদে সৰ্ব্ব শাস্ত্ৰ সাৰ নিৰ্নয়ত একমাত্ৰ অদ্বিতীয়শাস্ত্ৰ শ্ৰীমদ্ভাগৱত প্ৰণয়ন কৰিবৰ কাৰণে আদেশ প্ৰদান কৰে।

শ্ৰীমদ্ভাগৱতৰ প্ৰথম স্কন্ধৰ পঞ্চমাধ্যায়ত এই বিষয়ে বিস্তাৰিত আলোচনা আছে। পদৰ উদ্ধৃতিয়ে গ্ৰন্থ বাহুল্য কৰে বাবে দিয়া হোৱা নাই। সেই সময়ত বেদব্যাসে ভক্তি যোগত সমাহিত হোৱাত সমাধিস্থ অৱস্থাত শ্ৰীভগৱান, মায়া আৰু জীৱতত্ত্ব সমূহ আৰু জীৱৰ মায়া বদ্ধাৱস্থা আৰু তদুদ্ধৰণৰ একমাত্ৰ উপায় যি শ্ৰীকৃষ্ণত অহৈতুকী ভক্তি, তাক প্ৰত্যক্ষ দৰ্শন কৰি অজ্ঞজীৱসকলৰ মঙ্গলৰ কাৰণে সাত্বত সংহিতা শ্ৰীমদ্ভাগৱত শাস্ত্ৰ প্ৰকট কৰে। "মায়ায়ে বান্ধন্ত ভক্তি মাতৃ মেলাৱন্ত' এই উদ্ধৃতিয়েই ইয়াৰ প্ৰামাণ্য। শ্ৰীভগৱানৰ অভিন্ন স্বৰূপ শ্ৰীমদ্ভাগৱত আবিৰ্ভূত হৈ বেদান্তৰ প্ৰকৃত অৰ্থ সুগম কৰি তোলে। ভাগৱতে ই বেদান্তৰ অকৃত্ৰিম ভাষ্য আৰু অবি-সম্বাদিত ভাৱে সৰ্ব্বশাস্ত্ৰ শিৰোমণি ৰূপে, সকলো শাস্ত্ৰৰ তাৎপৰ্য্য নিৰ্ণায়ক গ্ৰন্থ হিচাবে সৰ্ব্বশাস্ত্ৰ স্বীকৃত আৰু একমাত্ৰ অমল প্ৰমাণ। তদুপৰি ই ব্ৰহ্মসূত্ৰৰো অকৃত্ৰিম ভাষ্য। আচাৰবান্ বৈষ্ণৱাচাৰ্য্যৰ ওচৰত ভাগৱত অধ্যয়ন নকৰিলে কেতিয়াও ব্ৰহ্মসূত্ৰৰ প্ৰকৃত তাৎপৰ্য্য হৃদয়ঙ্গম কৰিব নোৱাৰে। বেদাদি গ্ৰন্থত কিবা ভ্ৰমোক্তি থাকিলেও ভাগৱতৰ উক্তিত ভ্ৰম প্ৰামাদাদি থকাৰ সম্ভাৱনা একেবাৰে নাই। কিয়নো ই হ'ল সৰ্ব্ব শাস্ত্ৰৰ একোটি উল্লেখনীয়, বিশিষ্ট মন্ত্ৰ সমষ্টিৰ নিৰ্ব্বাচিত গ্ৰন্থ। এই ভাগৱতক সৰ্ব্ব বেদান্ত সাৰ বুলিও ঘোষিত হৈছে -

সৰ্ব্ব বেদান্ত সাৰং হি শ্ৰীমদ্ভাগৱত মিষ্যতে।
তদ্ৰসামৃত তৃপ্তস্য নান্যত্ৰ স্যাদ্ৰতিঃ ক্বচিৎ॥
ভাগৱত। দ্বাদশ স্কন্ধ। (১২।১৩।১৫)

নাম-ঘোষাত তদনুবাদ মাধৱদেৱৰ ঃ—

সমস্ত বেদান্তসাৰ শ্ৰীভাগৱত শাস্ত্ৰ
ইহাৰ অমৃত ৰস পাই।
পৰম সন্তোষে পান কৰিলে যি জনে তাৰ
অন্যত্ৰ ৰসত ৰতি নাই।

নামঘোষা

অন্যান্য মূল শাস্ত্ৰৰ লগত সুৰ মিলাই মাধৱদেৱে নাম ঘোষাত ভাগৱতক সৰ্ব্ববেদৰ সাৰ বুলিও ৰেকত কৰিছে ঃ—

সৰ্ব্ব শ্ৰুতি শিৰোৰত্ন ভাগৱত বন মাজে
হৰি নাম সিংহ প্ৰকাশয়।
ভাৰ মহা ধ্বনি শুনি নিজ পৰিবাৰ সমে
তক ব্যাঘ্ৰী পলায় হয়া ভয়॥

নামঘোষা

ৰাজন্তে তাৱদন্যানি পুৰাণানি সতাংগণে।
যাবৎ ভাগৱতং নৈৱ শ্ৰূয়তেঽমৃত সাগৰম্॥
ভক্তি ৰত্নাকৰ ।৩৬।১।

মাধৱদেৱৰ অনুবাদ ঃ—

ভাৰতত পুৰাণ আদি যত প্ৰকাশ কৰয় নানা মত
যত মহাজন সবৰ সভা মধ্যত।
পৰম আনন্দ ৰসময় কোটি সূৰ্য্য সম প্ৰকাশয়
মহাভাগৱত নোহন্ত যাৱে ৰেকত॥

নামঘোষা।

শ্ৰীমদ্ভাগৱত যে ভগৱানৰ সাক্ষাৎ স্বৰূপ সেই কথা আমি পূৰ্ব্বতে ব্যক্ত কৰি আহিছোঁ। পাৰমাৰ্থিক চৰ্চ্চাতো ভাগৱতৰ আখৰে আখৰে পৰব্ৰহ্ম আৰু প্ৰতি পাতে পাতে অংশ কলাৱতাৰ বুলি আৰোপ কৰা হৈছে। মহাপুৰুষ মাধৱদেৱৰ প্ৰথম শিষ্য গোপাল আতাৰ দ্বাৰা বেলোৱাৰ বাগত এটি গীত ৰচিত হৈ আছেঃ—

প্ৰথম দ্বিতীয় স্কন্ধে চৰণ দুতয় ।
তৃতীয় চতুৰ্থ স্কন্ধে বাহু দুই হয় ॥
নাভি দেশে পঞ্চম ষষ্ঠেসে বক্ষঃ স্থল ।
সপ্তমে অষ্টমে ভৈলা নয়ন যুগল ॥
কণ্ঠ দেশ নবমে দশমে ভৈলা তুণ্ড ।
একাদশে ললাট দ্বাদশে ভৈলা মুণ্ড ॥
হেন ভাগৱত মূৰ্ত্তি অতি মনোহৰ ।
জলদ সদৃশ বৰ্ণ জ্বলে কলেৱৰ ॥
কহয় গোপালে কৰা ভক্তিক বিশ্বাস ।
ভক্তেসে পৰম গুৰু হৈবো তান দাস ॥

গোপাল আতাৰ গীত

পদ্মপুৰাণৰ উত্তৰ খণ্ডৰ শ্ৰীমদ্ভাগৱত মাহাত্ম্যত বৰ্ণিত (প্ৰথম অধ্যায়ৰ পৰা তৃতীয় অধ্যায় পৰ্যন্ত) ভক্তি দেৱীৰ সৈতে নাৰদৰ সাক্ষাৎকাৰ প্ৰসঙ্গত যি বিষয় উক্তি হৈছে, সেয়া উল্লেখনীয় । ভক্তি দেৱীৰ দুজন পুত্ৰ জ্ঞান আৰু বৈৰাগ্য বৃদ্ধত্ব প্ৰাপ্ত হোৱাত তেওঁলোকৰ কাণত নাৰদে বেদধ্বনি, বেদান্ত বাক্যোচ্চাৰণ, গীতা পাঠ কৰি তেওঁলোকক জাগৰিত কৰিও আলস্যহীন কৰিব নোৱাৰিলে । পিচত সনকাদি মুনি আৰু নাৰদৰ সহযোগত ভাগৱত কীৰ্ত্তন কৰাত জ্ঞান বৈৰাগ্য দুয়ো যুবাত্ব লাভ আৰু আলস্য ৰহিত হ'ল । ইয়াত বৃদ্ধত্ব মানে প্ৰাকৃতিক বৃদ্ধত্ব বা যুবাত্ব নহয় । অপ্ৰাকৃতিক ভাৱে হোৱা বৃদ্ধত্বহে । ইয়াৰ দ্বাৰা এইটোকে সূচনা কৰা হৈছে যে জ্ঞান আৰু বৈৰাগ্য বেদ বেদান্তাদিৰ অধীন নহয় । এইবোৰৰ সহযোগত জ্ঞান বৈৰাগ্যৰ অৱস্থা শোচনীয় । কিন্তু ভাগৱতৰ ওচৰত জ্ঞান বৈৰাগ্য দুয়ো দাসৱৎ । ভাগৱতৰ অভাৱে তেওঁলোক মৃতৱৎ । বেদ বেদান্ততকৈয়ো যে ভাগৱতৰ মহিমা মহত্ত্ব সৰ্ব্বাধিক তাক প্ৰতিপন্ন কৰিবৰ কাৰণে এই কাহিনী যুগুতোৱা হৈছে । কাহিনীটো দীঘলীয়া হোৱাৰ কাৰণে গ্ৰন্থ কলেৱৰ বৃদ্ধি হোৱাৰ ভয়ত উদ্ধৃতি দিয়া নহ'ল । চতুৰ্থ অধ্যায়ৰ পৰা ষষ্ঠ অধ্যায় পৰ্য্যন্ত গোকৰ্ণ আৰু ধুন্ধুকাৰী আখ্যানতো ভাগৱত মাহাত্ম্য বিস্তৃতি আছে ।

অন্য এটি পৰ্য্যায়ত ভাগৱতক "বৈকুণ্ঠৰ কল্পতৰু শাস্ত্ৰ" আখ্যা দিয়া হৈছে । এই কল্পতৰু শাস্ত্ৰ সৰ্ব্ব সিদ্ধিপ্ৰদ । "কল্পতৰু" মানে কল্পনাৰ বৃক্ষ । যি যেনেকৈ যি ভাৱেৰে আশা কৰে, সেই মতে বাঞ্ছিত ফল প্ৰাপ্তি হয় । সকলোকে সমভাৱেৰে এই শাস্ত্ৰই দৃষ্টি কৰে । সেই বাবেই ই সৰ্ব্বগ্ৰাহ্য ।

মহাপুৰুষ মাধৱদেৱে নাম-ঘোষাত লিখিছে ঃ—

বৈকুণ্ঠৰ কল্পতৰু ভাগৱত শাস্ত্ৰ।
ইহাৰ উত্তম ফল হৰিনাম মাত্ৰ ॥
হৰি নামে হৰি নামে হৰি নামে গতি।
হৰি নামে ভকতৰ কেৱলে ভকতি ॥

আনহাতেদি বেদ হল কল্পতৰু আৰু তাৰ সুমিষ্ট ফল হল শ্ৰীমদ্ভাগৱত। বেদব্যাসে তাৰ সিদ্ধান্ত দিছে ঃ

নিগম কল্পতৰোৰ্গলিতং ফলং
শুকমুখাদমৃতদ্ৰৱ সংযুতম্।
পিবত ভাগৱতং ৰসমালয়ং
মুহুৰহো ৰসিকা ভুৱি ভাবুকাঃ ॥

ভাগৱত। ১।১।৩

মহাপুৰুষ মাধৱদেৱে নাম-ঘোষাত অনুবাদ কৰিছে ঃ—

সকল নিমগ কল্পতৰু তাৰ ফল মহাভাগৱত
শুকমুখে আসি ভূমিত ভৈলা বিদিত।
ৰসত চতুৰ ৰিটোজন কৃষ্ণৰ চৰণে দিয়া মন
পৰম সন্তোষে পিয়োক ফল অমৃত ॥

মাধৱদেৱ। নাম ঘোষা

পদ্মপুৰাণান্তৰ্গত ভাগৱত মাহাত্ম্যতো আছেঃ— (নাৰদৰ প্ৰতি সনকুমাৰৰ উক্তি)

বেদোপনিষদাং সাৰাজ্জাতা ভাগৱতী কথা।
অত্যুত্তমা ভাতো ভাতি পৃথক ভূতা কলাকৃতিঃ ॥

ভাগৱত মাহাত্ম্য-২।৬৭

অৰ্থাৎ—শ্ৰীমদ্ভাগৱতৰ কথা বেদ আৰু উপনিষদৰ সাৰাংশেৰে নিৰ্ম্মিত। সেই হেতু বেদৰ পৰা পৃথক অথচ তাৰ ফল স্বৰূপ হোৱাত ভাগৱত সাস্ত্ৰ অতি উত্তম বুলি প্ৰতীতি হয়।

আমূলাগ্ৰং ৰসস্তিষ্ঠন্নাস্তে ন স্বাদ্যাতে যথা।
স ভূয়ঃ সম্পৃথক্ ভূতঃ ফলে বিশ্বমনোহৰঃ ॥

ঐ ২।৬৮

অৰ্থাৎ—যেনেকৈ বৃক্ষৰ মূলৰ পৰা শাখাগ্ৰ পৰ্য্যন্ত ৰস সঞ্চাৰ হৈ থাকে, কিন্তু তাৰ এই স্থিতিত কোনো আস্বাদন নহয়; সেই ৰসেই যেতিয়া পৃথক হৈ ফলাকাৰে পৰিণত হয়, তেতিয়াই সকলো লোকৰে আস্বাদ্যৰূপে প্ৰিয় হৈ উঠে।

দশম স্কন্ধ ভাগৱতত শঙ্কৰ গুৰুৱে লিখিছে ঃ—

শুনিয়োক সৰ্ব্বজন কৃষ্ণত অৰ্পিয়া মন
মহাভাগৱত কথা সাৰ।
ইসে পুৰাণৰ সূৰ্য্য ভকতিৰ প্ৰকাশক
সমস্ত বেদৰ সাৰোদ্ধাৰ॥
শুনা আৰ তত্ত্ব ভেদ কল্পতৰু ভৈলা বেদ
তাৰ ফল মহা ভাগৱত।
নাছিল তাৰ সিঠা চাল নাছিলেক এতকাল
স্বৰ্গ মৰ্ত্ত্য পাতাল মধ্যত॥
স্বাদত অমৃত ময় কেৱল আনন্দ ৰস
পূৰ্ব্বত আছিল বৈকুণ্ঠত।
কৃষ্ণৰ কৃপাত পাছে অৰ্দ্ধেক বয়স গৈল
পাইলা ব্ৰহ্মা পদ্ম কল্পত॥
ব্ৰহ্মা দিলা নাৰদক ইটো ফল ৰহস্যক
নাৰদে ব্যাসক আনি দিলা।
নগৈল তিলেকো ভাগি ইদালে সিদালে লাগি
শুক মুখে ভূমিত পৰিলা॥
কৰা পান ফল ইটো যাৰ যেন ভাগ্য যিটো
ৰস বিভাজনত চতুৰ।
সাধু সঙ্গ অনুসৰি কৃষ্ণ কথা কৰ্ণে ভৰি
সমস্ত আপদ কৰা দূৰ॥

এই বৈকুণ্ঠৰ সম্পদ শ্ৰীমদ্ভাগৱত নাম বস্তু নাৰায়ণৰ পৰা পৰম্পৰা প্ৰাপ্ত হৈ শুকদেৱৰ দ্বাৰা অবিকৃত ভাৱে এই ধৰাধামত প্ৰকাশ পাইছে। পৰম্পৰাক্ৰমে ভাগৱত শাস্ত্ৰ প্ৰাপ্তিৰ বিৱৰণখিনি বাহুল্য ভাৱে কোৱা নিষ্প্ৰয়োজন। পদ্য ভাগত পৰিস্ফুটাকৈ আছে।

ভাগৱত মহাপুৰাণৰ এটি বৈশিষ্ট্য আছে এয়ে যে এইখন দশ লক্ষণ-যুক্ত আৰু বাকীবোৰ পুৰাণ পঞ্চ লক্ষণযুক্ত। মৎস্য পুৰাণত ইয়াৰ বিস্তৃতি

আছে। ভাগৱতৰ দশ লক্ষণ নিম্ন স্থানত তুলি দিয়া হল :—

অত্ৰ সৰ্গ বিসৰ্গশ্চ স্থান পোষণ সূতয়ঃ।
মন্বন্তৰে শানু কথা নিৰোধোমুক্তিৰাশ্ৰয়ঃ।।

ভাগৱত দ্বিতীয় স্কন্ধ (২।১০।১)

অৰ্থাৎ— সৰ্গ, বিসৰ্গ, স্থান, পোষণ উতি মন্বন্তৰ, ঈশাণু কথা, নিৰোধ, মুক্তি আৰু আশ্ৰয়।

শ্ৰীমন্ত শুকজনাই দ্বিতীয় স্কন্ধ ভাগৱতৰ পদ্য ভাগত সুন্দৰ ভাৱে ইয়াৰ ব্যাখ্যা ভাত্তি ধ'ৰিছে। বাহল্যৰ ভয়ত প্ৰকাশ কৰা নহল। এই দশ লক্ষণযুক্ত ভাগৱতৰ আৰু এটি বৈশিষ্ট্য আছে এই যে দ্বাদশ স্কন্ধ ভাগৱত দ্বাদশটি আখৰৰ ওপৰত প্ৰতিষ্ঠিত। ওঁ নমো ভাগৱতে বাসুদেৱায়" এই দ্বাদশটি আখৰৰ প্ৰতিটোতে একোটা স্কন্ধ "ভুৰোকাত হাতী ভৰাই" থোৱা হৈছে। শ্লোক কেইটি নিম্ন স্থানত তুলি দিয়া হল —

১। ওঁ :— ওমিতি জ্ঞান মাত্ৰেণ ৰাগাজীৰ্ণেন জীৱিত।
কাল নিদ্ৰাং প্ৰপন্নোহস্মি ত্ৰাহিমাং মধুসূদন।।

২। ন :— ন গতি ৰ্বিদ্যতে নাথ ত্বমেৱ শৰণং প্ৰভো।
পাপ পঙ্কে নিমগ্নোহস্মি ত্ৰাহিমাং মধুসূদন।।

৩। মো :— মোহিতো মোহ জালেন পুত্ৰদাৰ ধনাদিষু।
তৃষ্ণয়া পীড্যমানোহস্মি ত্ৰাহি মাং মধুদসূন।।

৪। ভ :— ভক্তি হীনঞ্চ দীনঞ্চ দুঃখ শোকাতুৰং প্ৰভো।
অনাশ্ৰয় মনাথঞ্চ ত্ৰাহি মাং মধুসূদন।।

৫ গ :— গতাগতেন শ্ৰান্তোহস্মি দীৰ্ঘ সংসাৰ ৰ্বৰ্ত্মসু।
যেন ভুয়ো ন গচ্ছামি ত্ৰাহি মাং মধুসূদন।।

৬। ৱ :— ৱহ বোহি ময়া দৃষ্টা যোনি দ্বাৰ পৃথক্ পৃথক্।
গৰ্ভ বাস মহদ্দুঃখং ত্ৰাহি মাং মধুসূদন।।

৭। তেঃ— তেন দেৱ প্ৰপন্নোহস্মি সংসাৰ স্থিতি কাংক।
দেহি সংসাৰ মোক্ষত্বং ত্ৰাহি মাং মধুসূদন।।

৮। বাঃ— বাচা যচ্চ প্ৰতিজ্ঞাতং কৰ্ম্মণা ন কৃতং ময়া।
ঘোৰ সংসাৰ মগ্নোহস্মি ত্ৰাহি মাং মধুসূদন।।

৯। সুঃ— সুকৃতং ন কৃতং কিঞ্চিদ্ দুষ্কৃতঞ্চ কৃতং ময়া।
সোহহং কৰ্ম্ম দুৰাচাৰ ত্ৰাহি মাং মধুসূদন।।

১০। দেঃ – দেহান্তৰ সহস্ৰেষু অন্যোঽন্যং ভ্ৰমিতং ময়া ।
তিৰ্য্যগ্ যোনি মনুষ্যেষু ত্ৰাহিমাং মধুসূদন ॥

১১। বাঃ — বাচয়ামি যথোন্মত্তঃ প্ৰলপামি তবাগ্ৰতঃ ।
জৰা মৰণ ভীতোহস্মি ত্ৰাহি মাং মধুসূদন ॥

১২। যঃ — যত্ৰ যত্ৰ চ যাস্যামি স্ত্ৰীষু বা পুৰুষেষু বা ।
তত্ৰ তত্ৰাচলা ভক্তিঃ ত্ৰাহি মাং মধসূদন ॥
দ্বাদশক্ষৰমিদং স্তোত্ৰং শুকেন পৰিকীৰ্ত্তিতম্ ।
যেনেদং পঠ্যতে নিত্যং পুনৰ্জ্জন্ম ন বিদ্যতে ॥

এই দ্বাদশাক্ষৰ স্তোত্ৰত দ্বাদশ স্কন্ধ ভাগৱত সম্পূৰ্ণ হৈছে। অৱশ্যে ভাগৱতৰ মূল হল চতুঃশ্লোকি। গীতা যেনেকৈ সপ্ত শ্লোকি, ভাগৱতো তেনেকৈ চতুঃশ্লোকি। শ্ৰীকৃষ্ণই ব্ৰহ্মাক সৰ্ব্বপ্ৰথমে চাৰিটা শ্লোকত ভাগৱত শাস্ত্ৰ বেকত কৰিছিল। ব্ৰহ্মাৰ পৰা ক্ৰমে বাগৰি আহি নাৰদ, ব্যাস, শুকত ৰৈছেহি। শুকদেৱে পৰীক্ষিতক দ্বাদশ স্কন্ধ পূৰ্ণ কৰি ভাগৱত ব্যাখ্যা কৰে। সেই মৰ্ম্মে পূৰ্ব্বত উল্লেখ কৰা দশম স্কন্ধৰ পদ্যাকেইটাত পৰিস্কাৰ হৈছে। এয়ে আমাৰ ভাগৱত ধৰ্ম্ম পৰম্পৰা। শ্ৰীকৃষ্ণই ব্ৰহ্মাক এনেকৈ কৈছিল ঃ –

জ্ঞানং পৰম গুহ্যং মে যদ্ বিজ্ঞান সমন্বিতম্ ।
সৰহস্যং তদঙ্গং চ গৃহান গদিতং ময়া ॥

ভাগৱত । ২য় স্কন্ধ

অৰ্থাৎ—মোৰ যি গোপনীয় বিজ্ঞান সহিত জ্ঞান আছে সেইখিনি আৰু ৰহস্যৰ সহিত তদঙ্গ (মই তোমাক) বৰ্ণনা কৰি কওঁ। সেইখিনি তুমি গ্ৰহণ কৰা।

ইয়াৰ পিচতে ব্ৰহ্মাৰ ওচৰত কৃষ্ণই চতুঃ শ্লোকি ভাগৱত আৰম্ভ কৰিছে এনেদৰে ঃ—

১। অহমেৱাস মেৱাগ্ৰে নান্যদ্ যদ্ সদসৎ পৰম্ ।
পশ্চাদহং যদেতচ্চ যোহৱশিষ্যেত সোহস্ম্যহম্ ।

২। ঋতেহৰ্থং যৎ প্ৰতীয়েত ন প্ৰতীয়েত চাত্মনি ।
তদ্ বিদ্যাদাত্মনা মায়াং যথা ভাসো যথা তমঃ ॥

৩। যথা মহান্তি ভূতানি ভূতেষূচ্চাৱ চেম্বনু ।
প্ৰবিষ্টান্য প্ৰবিষ্টানি তথা তেষু ন তেস্বহম্ ॥

৪। এতাৱদেৱ জিজ্ঞাস্যং তত্ত্ব জিজ্ঞাসু নাত্মনঃ।
অন্বয় ব্যতিৰেকাভ্যাং যৎস্যাৎ সৰ্ব্বত্ৰ সৰ্ব্বদা ॥
ভাগৱত — ২।৯।৩৩, ৩৪, ৩৫, ৩৬

গুৰুজনে কৰা তদনুবাদখিনি তুলি দিয়া হ'ল ঃ—

জগতৰ পূৰ্ব্বে মই থাকো মই জান।
কাৰ্য্য কাৰণৰ কিছু নাছিলেক আন ॥
মোক মাত্ৰ দেখিয়োক সৃষ্টিৰ মধ্যত।
দেশা শুনা মানে মই সবে বিচাৰত ॥
মই মাত্ৰ অৱশেষ থাকোহো অন্তত।
কুণ্ডল ভাঙ্গিলে যেন সোণা স্বৰূপত ॥
অবস্তুক দেখাৱয় বস্তুক আৱৰি।
এহিসে মোহোৰ মায়া জানা নিষ্ঠ কৰি ॥
নথাকিতো দেখি যেন চন্দ্ৰমা দুতয়।
থাকিতো ৰাহুক যেন কেহো নেদেখয় ॥
এহিমতে মায়া আৱ কৰি ঈশ্বৰক।
আশাৰ বিষয় তাক দেখাৱে জীৱক ॥
যেন মহা পঞ্চ ভূতে কৰিয়া নিবাস।
স্থাবৰ জঙ্গমম সদা কৰয় প্ৰকাশ।
ময়ো সেহি মতে আছোঁ জগতকে ব্যাপি।
তাৰ দোষগুণে মোক নোছোৱে তথাপি ॥
হেন মোক বিচাৰিবে সাধুৰ সঙ্গত।
জ্ঞান-বিজ্ঞান তেবে হৈবেক বেকত ॥
শ্ৰৱণ কীৰ্ত্তন মোৰ ৰহস্য ভকতি।
আকাশে কৰিবা মাত্ৰ বিবক্ষা সম্প্ৰতি ॥ ইত্যাদি।

শঙ্কৰদেৱ। ভাগৱত (পদ্যভাগ)

এই চতুঃশ্লোকি ভাগৱততে নিহিত হৈ আছে জ্ঞান, বিজ্ঞান, তদঙ্গ আৰু ৰহস্য এই চাৰি বস্তু। ভজন ভক্তি তত্ত্বত এই চাৰি বস্তু অপৰিহাৰ্য্য, যেনেকৈ শৰণৰ কাৰ্য্যক্ৰমত ভকত, নাম, গুৰু, দেৱ এই চাৰিবস্তু আছে। অৱশ্যে শৰণ আৰু ভজনৰ যি দুই বিধ চাৰি বস্তু আছে, পৰস্পৰে নিবিড় সম্পৰ্ক পৰিলক্ষিত হয়। কাৰণ শৰণ প্ৰধানকৈ ভাবাত্মক আৰু ভজন প্ৰধানকৈ কাৰ্য্যাত্মক। ভগৱানৰ কাৰ্য্য নিজ কাৰ্য্যত লিপ্ত কৰিব পৰা কল্পনাই ভজন। যি বাক্য মন্ত্ৰ বা কথাই ভগৱানৰ নিজ কাৰ্য্যত

লিপ্ত কৰাই দিয়ে তাকে বোলে ভজন বা ভজনীয়া কথা। আগমী শাস্ত্ৰত মন্ত্ৰ বা দীক্ষা। আমি আহাৰ গ্ৰহণ কৰোতে 'কৃষ্ণ' বুলি আহাৰ লওঁহক। 'ভগৱান' বা 'নাৰায়ণ' বুলি অ'হাৰ গ্ৰহণ কৰিলেও সেই একেলৈকে যাব, কিন্তু স্থূল দেহৰ মনৰ কামনা ক্ষয় নহয় বা সাময়িক নামৰ প্ৰয়োজনীয়তালৈ লক্ষ্য ৰাখি সেই কালত 'কৃষ্ণ' শব্দৰ আৱশ্যক হল। 'কৃষ্ণ' বোলা মন্ত্ৰকে 'কৃষ্ণ' শব্দই বৰ্ষণ কৰি ব্ৰহ্মাণ্ড ৰক্ষা কৰি থকাটো বুজায়। আমি সেই নামেৰে আহাৰ গ্ৰহণ কৰি আমাৰ দেহ ৰক্ষা কৰিম। গতিকে 'কৃষ্ণ' শব্দটোৰে ভাৱ সঙ্গমেৰে ভগৱানৰ কাৰ্য্যটো আমাৰ কাৰ্য্যত লিপ্ত কৰাই দিলে।

মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ দ্বাৰা ৰচিত কীৰ্ত্তন-ঘোষা আৰু নাম-ঘোষা শাস্ত্ৰত ভজন সম্বন্ধীয় বহুতো প্ৰশস্তি পোৱা যায়। ঘোষা ছন্দৰ শৰণৰ পিচতে ভজনৰ ঘোষা আছে। কীৰ্ত্তন-ঘোষাৰ মাজে মাজে বহু ঠাইত ভজন প্ৰবচন পোৱা যায়। সেই বিলাকৰ উদ্ধৃতিয়ে গ্ৰন্থ বহুলা কৰে বাবে উল্লেখ নহ'ল। যি কি নহওক এতিয়া আমাৰ প্ৰধান বিবেচ্য হ'ল ভজনৰ চাৰি বস্তুৰ কথা। শৰণৰ কাৰ্য্যক্ৰমত ভকত, নাম, গুৰু, দেৱৰ যিমান প্ৰাধান্য, ততোধিক প্ৰাধান্য আছে ভজনৰ ক্ৰমত জ্ঞান, বিজ্ঞান, তদঙ্গ ৰহস্য এই চাৰি বস্তুত। যিহেতু শৰণতকৈ ভজনৰ গুৰুত্ব অধিক আৰু ই কাৰ্য্যাত্মক আৰু উচ্চ ভাৱাপন্ন। একেজন পুৰুষেই অৰ্থাৎ শ্ৰীকৃষ্ণই অৰ্জ্জুনক গীতাত এক শৰণৰ কথা আৰু ভাগৱতত নিজপ্ৰিয় বন্ধু উদ্ধৱৰ আগত ভজনৰ কথা ব্যক্ত কৰিছিল। এই ভজনৰ উপদেশ আছিল অতি মহৎ। মানুহে ভোক লগা কথাটো চিন্তা কৰিলেই সি নিবাৰণ নহয়। তাক নিবাৰণৰ কাৰণে খাদ্য গ্ৰহণ কৰিব লাগিব বা কাৰ্য্যকৰী ব্যৱস্থা গ্ৰহণ কৰিব লাগিব। এই ব্যৱস্থাই হ'ল ভজনৰ তুলনাত্মক কথা।

(ঘ - ১) জ্ঞান ঃ—

ভজনৰ চাৰি বস্তুৰ ভিতৰত জ্ঞানেই আদি। গীতাৰ চতুৰ্থ অধ্যায়ৰ "জ্ঞান যোগত আৰু ভাগৱতত জ্ঞানৰ কথা আছে। "জ্ঞান' শব্দ কোনো বস্তুৰ স্বৰূপৰ বিবেচন কৰি তদ্বিষয়ৰ সংশয় নাশ কৰি দিব পৰা বিবেক শক্তিৰ বাচক। "জ্ঞা অৱবোধনে" এই ধাত্বৰ্থৰ অনুসাৰে জ্ঞানৰ অৰ্থ জনা বা প্ৰতীতি হোৱা অৰ্থাৎ— মানুহ' বুলি কোৱাৰ লগে লগে হস্ত পদাদি যুক্ত এজন পুৰুষৰ কথা মনলৈ অহা বা 'বৃক্ষ' বুলি কোৱাৰ লগে লগে শাখা প্ৰশাখা পত্ৰ পুষ্পযুক্ত এজোপা গছৰ কথা মনত উপস্থিত হোৱাই জ্ঞান। কিন্তু আমি ওপৰত উল্লেখ কৰা এই জ্ঞানেই জ্ঞান নহয়। এই

জ্ঞান হ'ল কৃষ্ণ, বিষ্ণু, হৰি, ৰাম আদি পবিত্ৰ নামযুক্ত আমাৰ চাক্ষুষ দৃষ্টিৰ বাহিৰৰ এজন সৰ্ব্ব নিয়ন্তা ভগৱানৰ বিষয় উপলব্ধি কৰা বা এজন ভগৱান আছে বুলি মনত প্ৰতীতি হোৱা। ভগৱানৰ নিৰ্গুণ নিৰাকাৰ তত্ত্বৰ যি প্ৰভাৱ, মাহাত্ম্য আৰু ৰহস্য সহিত যথাৰ্থ জ্ঞান, তাকে জ্ঞান বুলি কয়। সত্ত্ব, ৰজ, তম ভেদে জ্ঞান ত্ৰিবিধ বুলি গীতাত কৈছে যেনে —

(১—ক) সাত্ত্বিক জ্ঞানঃ—

সৰ্ব্ব ভূতেষু যেনৈকং ভাৱমব্যয়মীক্ষতে।
অবিভক্তং বিভক্তেষু তৎ জ্ঞানং বিদ্ধি সাত্ত্বিকম্ ॥

গীতা ১৮/২০

অৰ্থাৎ — যি জ্ঞানৰ দ্বাৰা পৰস্পৰ বিভক্ত (ব্ৰহ্মাদি) ভূত সকলৰ মাজত অভিন্নৰূপে অৱস্থিত অব্যয় পৰমাত্মা তত্ত্ব প্ৰত্যক্ষ হয়, তাকেই সাত্ত্বিক জ্ঞান বোলে।

বিস্তৃতাৰ্থ ঃ— যেনেকৈ আকাশ তত্ত্বজ্ঞ মানুহে স্বৰ্গ, পাতাল, ঘৰগহবৰ আৰু সমস্ত বস্তুৰে সৈতে সম্পূৰ্ণ ব্ৰহ্মাণ্ডত একেই আকাশ তত্ত্ব দেখা পায়, সেই দৰেই লোক দৃষ্টিৰ দ্বাৰা ভিন্ন ভিন্ন প্ৰতীত হোৱা সমস্ত চৰাচৰ প্ৰাণী সমূহত সেই অনুভৱৰ দ্বাৰা যি এক অদ্বিতীয় অবিনাশী, নিৰ্ব্বিকাৰ, জ্ঞান স্বৰূপ, পৰমাত্ম ভাৱক বিভাগৰহিত সমভাৱেৰে ব্যাপ্ত দেখে সেয়ে সাত্ত্বিক জ্ঞান।

শঙ্কৰ গুৰুৱে কীৰ্ত্তনত প্ৰকাশ কৰা ভাৱৰ সহিত যথাৰ্থ সমন্বয় আছে যেনে—

তুমি কাৰ্য্য কাৰণ সমস্ত চৰাচৰ।
সুবৰ্ণ কুণ্ডল যেন নুহিকে অন্তৰ ॥

ইত্যাদি

(১—খ) ৰাজসিক জ্ঞানঃ

পৃথক্ ত্বেন তু যৎ জ্ঞানং নানাভাবান্ পৃথগ্বিধান্।
বেত্তি সৰ্ব্বেষু ভূতেষু তৎ জ্ঞানং বিদ্ধি ৰাজসম্ ॥

গীতা ১৮/২১

অৰ্থাৎ—কিন্তু যি জ্ঞানৰ দ্বাৰা সৰ্ব্বভূতস্থিত আত্মাক পৃথক্ পৃথক্ ৰূপে নানাভাৱাপন্ন জ্ঞাত হোৱা যায়, তাকে ৰাজসিক জ্ঞান বোলে।

বিস্তৃতাৰ্থ ঃ— কীট, পতঙ্গ, পশু, পক্ষী, মনুষ্য, ৰাক্ষস আৰু দেৱতা আদি যি বিলাক প্ৰাণী আছে —সেই সকলোৰে আত্মাক সেই বিলাকৰ শৰীৰৰ আকৃতি প্ৰকৃতি ভেদে ভিন্ন ভিন্ন প্ৰকাৰে অনেক আত্মা থকা বুলি প্ৰতীতি

হোৱা। জগতে সকলো প্ৰাণীতে ভিন্ন ভিন্ন প্ৰকাৰৰ নানা ভাবৰ পৃথক্ত্ব জ্ঞান কৰা। অভিপ্ৰায় এয়ে যে যেনেকৈ আকাশ তত্ত্ব নজনা মানুহে ভিন্ন ভিন্ন ঘট, মঠ আদিত পৃথক পৃথক পৰিচ্ছিন্ন আকাশ বুলি বুজে আৰু তাত থকা সুগন্ধ দুৰ্গন্ধাদিৰ পৰা তাৰ সম্বন্ধ মানি পৰস্পৰ বিলক্ষণ বুলি বুজে, কিন্তু মূলতঃ এই সকলো ভ্ৰমহে। ইয়াকে ৰাজস জ্ঞান বোলে।

(১-গ)—তামসিক জ্ঞানঃ

যত্তু কৃৎস্নবদেকাস্মিন্ কাৰ্য্যে সক্তমহৈতুকম্।
অতত্ত্বাৰ্থবদল্পং চ তত্তামসমুদাহৃতম্ ॥

গীতা—১৮/১২

অৰ্থাৎ — কিন্তু যি জ্ঞানে কোনো এটি কাৰ্য্যত (দেহাদিত) "ইয়েই সকলো" এই ভাৱে আসক্ত হয়, এনেকুৱা যুক্তিহীন অবাস্তৱ পৰিচ্ছিন্ন জ্ঞানেই তামস জ্ঞান বুলি অভিহিত কৰা হয়।

বিস্তৃতাৰ্থ — তামস জ্ঞানৰ প্ৰধান লক্ষণ এয়ে যে যি মানুহে ক্ষণ ভঙ্গুৰ নাশবান শৰীৰত সৰ্ব্বস্বতকৈয়ো বেছি আসক্তি কৰে অৰ্থাৎ তেওঁৰ সুখেই আনৰো সুখ আৰু তেওঁৰ দুখেই আনৰো দুখ তথা তেওঁৰ নাশ হলেই আনৰো সৰ্ব্বনাশ হোৱা বুলি অনুভৱ কৰে, সিয়েই তামস জ্ঞান। মুঠতে নিজৰও পৰতে জগতৰ প্ৰাণী পদাৰ্থৰ সুখ দুখ নিভৰ কৰাই তামস। আত্মা যে সৰ্ব্বব্যাপী এই কথা উপলব্ধিৰ অভাৱো তামস। সেই বাবেই গীতাৰ এই শ্লোকটোত 'জ্ঞান' শব্দটো প্ৰয়োগ নকৰিলে। সত্ত্ব, ৰজ, তম ভেদে এই ত্ৰিবিধ জ্ঞানৰ ভিতৰত সাত্ত্বিক জ্ঞানেই বলবান, সৰ্ব্বাধিক প্ৰয়োজন তথা ভগৱদ্মুখী হোৱাত সহায়ক। গীতাৰ অন্যান্য অধ্যায়তো জ্ঞানৰ কথা বিস্তৃতভাৱে আছে। ত্ৰয়োদশ অধ্যায়ৰ সাত সংখ্যক শ্লোকৰ পৰা এঘাৰ সংখ্যক শ্লোক পৰ্য্যন্ত জ্ঞানৰ লক্ষণ প্ৰকাশ কৰা হৈছে। তাত কৈছে যে আত্মশ্লাঘা ৰহিত, অদাম্ভিকতা, অহিংসা, ক্ষমা, সৰলতা, আচাৰ্য্যোপাসনা, শৌচ, একিনষ্ঠতা, আত্মসংযম, বিষয় বিৰাগ, নিৰহঙ্কাৰতা, জন্মমৃত্যু, জৰা ব্যাধি, দুখ আৰু দোষৰ বাৰম্বাৰ সমালোচনা, পুত্ৰাদিত প্ৰীতি ত্যাগ আৰু অনাসক্তি, লাভালাভত সমচিত্ততা, একান্তে ভগৱদ্ভক্তি, জনসঙ্গ ত্যাগ, সমাজ বিৰাগ, আত্মজ্ঞান পৰায়ণতা আৰু তত্ত্বজ্ঞানাৰ্থ দৰ্শন— এই বিলাকেই জ্ঞানৰ লক্ষণ আৰু ইয়াৰ বিপৰীতেই অজ্ঞান। অষ্টাদশ অধ্যায়ৰ বিয়াল্লিশ সংখ্যক শ্লোকত থকা 'জ্ঞান' শব্দৰ অৰ্থ— বেদ শাস্ত্ৰ শ্ৰদ্ধাপূৰ্ব্বক অধ্যয়ন, অধ্যাপন কৰা আৰু তাত বৰ্ণিত উপদেশবোৰ পৰিষ্কাৰকৈ বুজাৰ

নামেই 'জ্ঞান' বুলি কৈছে। মহাভাৰতৰ শান্তি পৰ্ব্বৰ ২৪৮ অধ্যায়ত কৈছে যে যেতিয়া বুদ্ধি আত্মাৰ সহিত অভিন্নৰূপে অৱস্থান কৰি ঘটাদি বিবিধ জ্ঞানৰ উৎপাদন কৰে, তেতিয়া তাক 'জ্ঞান' বুলি কোৱা হয়। নিষ্কাম কৰ্ম্মানুষ্ঠানৰ দ্বাৰা যি সকলৰ শুদ্ধ চিত্ত, কৰ্ম্মত্যাগী আৰু বিৰক্ত, তেওঁলোকেহে জ্ঞান যোগৰ অধিকাৰী।

শ্ৰীমদ্ভাগৱতৰ একাদশ স্কন্ধৰ বিংশ অধ্যায়ত শ্ৰীকৃষ্ণই উদ্ধৱৰ আগত জ্ঞান যোগ, কৰ্ম্মযোগ আৰু ভক্তিযোগৰ বিষয়ে বহলাই কৈছে। ভগৱানে কৈছে :—

যোগাস্ত্ৰয়ো ময়া প্ৰোক্তা নৃনাং শ্ৰেয়োবিধিৎসয়া।
জ্ঞানং কৰ্ম্ম চ ভক্তিশ্চ নোপায়ো হ্যন্যোহস্তি কুত্ৰচিৎ ।।

ভাগৱত ১১।২০।৬

অৰ্থাৎ — মানব সমূহৰ পুৰুষাৰ্থ সাধনৰ কাৰণে জ্ঞান, কৰ্ম্ম আৰু ভক্তি এই তিনিটা যোগৰ বাদে অন্য কোনো (বিকল্প) উপায় নাই।

ইয়াৰ পিচৰ সাত আৰু আঠ সংখ্যক শ্লোকত কৈছে যে ইয়াৰ মাজত কৰ্ম্ম সমূহত বিৰক্ত ত্যাগী সকলৰ জ্ঞান যোগ আৰু কৰ্ম্মত হেয় বুদ্ধিহীন কামী আসক্ত চিত্ত সকলৰ কৰ্ম্ম যোগেহে ফলপ্ৰদ। যি মানুহে কোনো সৌভাগ্যৰ উদয়ত আমাৰ কথাদিত শ্ৰদ্ধাবিশিষ্ট হয়, বিৰক্ত নহয় বা অতি আসক্ত নহয়, তেওঁ এই ভক্তি যোগৰ দ্বাৰা পৰম পুৰুষাৰ্থ লাভ কৰি থাকে। সেই প্ৰসঙ্গতে জ্ঞান, কৰ্ম্ম আৰু ভক্তিৰ বিষয়ত বহুতো কথা উদ্ধৱৰ আগত ব্যক্ত কৰিছে। গুৰুজনাই কীৰ্ত্তনত সংক্ষেপে "জ্ঞান যোগ, কৰ্ম্ম যোগ, পৰম ভকতি যোগ, সমস্তে কহিলা উদ্ধৱত" বুলি প্ৰকাশ কৰিছে। এই ত্ৰয়ী যোগৰ বিষয়ে আমাৰ এই শিতানত বহলাই পোৱা হ'ব। জ্ঞানৰ কথা কবলৈ যাওঁতে কৰ্ম্ম আৰু ভক্তি যোগৰ প্ৰশ্ন উঠে। আগলৈ আমাৰ সেই শিতানত পোৱা যাব। প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে নাৰদ পঞ্চৰাত্ৰ তন্ত্ৰত পঞ্চ সংখ্যক জ্ঞানৰ কথা আৰু যোগ বাশিষ্ঠ আৰু মহোপনিষদত জ্ঞানৰ সাত ভূমিকাৰ বিস্তৃতি আছে। উক্ত সাত ভূমিকাই জ্ঞানৰ চৰম সিদ্ধান্ত বুলি ঘোষিত হৈছে। গতিকে নিম্ন স্থানত যোগ বাশিষ্ঠৰ পৰা জ্ঞানৰ সাত ভূমিকাৰ কথা উদ্ধৃতি দিয়া হ'ল :—

যোগ বাশিষ্ঠৰ উৎপত্তি প্ৰকৰণত বশিষ্ঠ মুনিয়ে শ্ৰীৰাম চন্দ্ৰৰ প্ৰতি কৈছে যে— হে নিষ্পাপ ৰঘু নন্দন! এতিয়া মই জ্ঞানৰ সাত ভূমিকাৰ কথা বৰ্ণনা কৰোঁ এয়া তুমি শুনা। প্ৰথম হ'ল শুভেচ্ছা, দ্বিতীয় বিচাৰণা, তৃতীয়

তনুমানসা, চতুৰ্থ সত্ত্বাপত্তি, পঞ্চম অসংসক্তি, ষষ্ঠ পদাৰ্থা ভাবনা, সপ্তম তুৰ্থগা — এনেদৰে এইখিনি জ্ঞানৰ সাত ভূমিকা বুলি মনা হয়।

(১) শুভেচ্ছা : – স্থিতঃ কিং মূঢ় এবাস্মি প্ৰেক্ষেঽহং শাস্ত্ৰ সজ্জনৈঃ।
বৈৰাগ্য পূৰ্ব্বমিচ্ছেতি শুভেচ্ছেত্যুচ্যতে বুধৈঃ। যোগ বাশিষ্ঠ

অৰ্থাৎ—মই মূঢ় হৈ কিয় থাকোঁ, মই শাস্ত্ৰ আৰু সৎলোকৰ আশ্ৰয় লৈ তত্ত্ব জিজ্ঞাসা কৰোঁ — এনেকৈ বৈৰাগ্য পূৰ্ব্বক কেৱল মোক্ষ লাভৰ ইচ্ছা হোৱাকে, জ্ঞানীসকলে "শুভেচ্ছা" বুলি কয়।

(২) বিচাৰণা ঃ – শাস্ত্ৰ সজ্জন সম্পৰ্ক বৈৰাগ্যাভ্যাস পূৰ্ব্বকম্।
সদাচাৰ প্ৰবৃত্তিৰ্যা প্ৰোচ্যতে সা বিচাৰণা।। যোগ বাশিষ্ঠ

অৰ্থাৎ— শাস্ত্ৰ অধ্যয়ন, মনন আৰু সাধুসঙ্গ তথা বিবেক বৈৰাগ্যৰ অভ্যাস কৰি সদাচাৰত প্ৰবৃত্ত হোৱা ইয়াকে 'বিচাৰণা' নামৰ ভূমিকা বুলি কোৱা হয়।

(৩) তনুমানসা :— বিচাৰণা শুভেচ্ছাভ্যামিন্দ্ৰিয়াৰ্থেষ্বসক্ততা।
যাত্ৰা সা তনুতা ভাবাৎ প্ৰোচ্যতে তনুমানসা। যোগবাশিষ্ঠ

অথাৎ— উক্ত শুভেচ্ছা আৰু বিচাৰণাৰ কাৰ্য্যৰ দ্বাৰা ইন্দ্ৰিয়বৰ্গক বিষয় ভোগৰ পৰা আতৰাই আনি আসক্তিৰ অভাব কৰা আৰু অনাসক্ত হৈ সংসাৰত বিচৰণ কৰা। ইয়াত শুদ্ধ চিত্ত হৈ সূক্ষ্মতা লাভ কৰা—সেই বাবেই ইয়াক তনুমানসা বোলে।

(৪) সত্ত্বাপত্তি :— ভূমিকা ত্ৰিতয়াভ্যাসাচ্চিত্তেঽৰ্থে বিৰতেৰ্বশাৎ।
সত্যাত্মনি স্থিতিঃ শুদ্ধে সত্ত্বাপত্তিৰুদাহৃতঃ॥ যোগবাশিষ্ঠ

অৰ্থাৎ:— ওপৰত কোৱা তিনি ভূমিকাৰ অভ্যাসৰ দ্বাৰা চিত্তক সাংসাৰিক বিষয় বোৰৰ পৰা আতৰাই অত্যন্ত বিৰক্ত হৈ যোৱাৰ পিচত তাৰ প্ৰভাৱত আত্মা শুদ্ধ তথা সত্য স্বৰূপ পৰমাত্মাত তদ্ৰূপ হৈ যোৱাই "সত্ত্বাপত্তি" বুলি কয়।

(৫) অসংসক্তিঃ — দশাচতুষ্টয়া ভ্যাসাদসং সঙ্গ ফলেন চ।
ৰূঢ় সত্ত্ব চমৎকাৰাৎ প্ৰোক্তাসংসক্তি নামিকা॥
যোগবাশিষ্ঠ

অৰ্থাৎঃ— পূৰ্ব্বোক্ত চাৰি ভূমিকা সিদ্ধ হোৱাৰ পিচত স্বাভাৱিক অভ্যাসৰ দ্বাৰা চিত্তৰ বাহ্যাভ্যন্তৰ সকলো বিষয় সংস্কাৰ কৰি অত্যন্ত সঙ্গ ৰহিত হৈ অন্তঃকৰণৰ সমাধিত আৰূঢ় হৈ যোৱাই অসং সক্তি।

(৬) পদাৰ্থভাৱনাঃ— ভূমিকা সপ্তকাভ্যাসাৎ স্বাত্মাৰামতয়া দৃঢ়ম্।
আভ্যন্তৰাণাং বাহ্যানাং পদাৰ্থানামভাবনাৎ॥

পৰপ্ৰযত্নেন চিৰং প্ৰযত্নেনাৰ্থ ভাৱনাৎ ।
পদাৰ্থাভাৱনা নাম্নী ষষ্ঠী সংজায়তে গতিঃ ॥

যোগবাশিষ্ঠ

অৰ্থাৎঃ— উল্লিখিত পাঁচ ভূমিকা বিষয়ত সিদ্ধহৈ যোৱাৰ পিচত স্বাভাৱিক অভ্যাসৰ দ্বাৰা সেই জ্ঞানী মহ'ত্মাৰ অ'ত্মাৰামৰ প্ৰভাৱত তেওঁৰ অন্তঃ কৰণত সংসাৰৰ পদাৰ্থৰ অত্যন্ত অভাৱ উপজে, — যাৰ দ্বাৰা তেওঁৰ বাহিৰৰ ভিতৰৰ কোনো জ্ঞান নাথাকে অৰ্থাৎ মাত্ৰ তেওঁৰ শ্বাস প্ৰশ্বাসহে থাকে । •আনৰ দ্বাৰা প্ৰযত্ন পূৰ্ব্বক চিৰকাল পৰ্য্যন্ত প্ৰেৰণা দিলে কেতিয়াবা কোনো পদাৰ্থৰ জ্ঞান উপজে । সেই কাৰণে ইয়াক পদাৰ্থ ভাৱনা নামকৰণ কৰা হৈছে ।

(৭) তুৰ্য্যগাঃ ভূমি ষট্ কচিৰা ভ্যাসাৎ ভেদস্যানু পলম্ভতঃ ।
যৎ স্বভাৱৈক নিষ্ঠত্বং সা জ্ঞেয়া তুৰ্য্যগা গতিঃ ॥

যোগ বাশিষ্ঠ

অৰ্থাৎঃ— উক্ত ছয় প্ৰকাৰ ভূমিকাসিদ্ধ হৈ যোৱাৰ পিচত স্বাভাৱিকতে সংসাৰৰ আৰু শৰীৰৰ বাহ্যাভ্যন্তৰৰ লৌকিক জ্ঞানৰ বা ভৌতিক জ্ঞানৰ অভাৱ ঘটে । বৰঞ্চ নিজৰ আত্মভাৱত বা আধ্যাত্মিক ভাৱত স্বাভাৱিক নিষ্ঠা হয় । সেই কাৰণে ইয়াক 'তুৰ্য্যগা' বুলি কয় ।

এয়েই সাত ভূমিকা । জ্ঞানৰ বিষয়ত আমাৰ সীমাবদ্ধ অভিজ্ঞতা প্ৰকাশ কৰা হ'ল । জ্ঞানৰ এই সাতভূমিকাৰ দ্বাৰা গভীৰ ভাবে ইয়াৰ দিক্ দৰ্শন কৰিব পাৰিব । অধিক লিখাৰ প্ৰয়োজন নাই ।

(ঘ—২) — বিজ্ঞানঃ —

জ্ঞানৰ পিচতে 'বিজ্ঞান'ৰ আৱিৰ্ভাৱ । 'জ্ঞান'ৰ বিষয়ে আমাৰ সীমিত বোধৰে সংক্ষেপে ৰেকত কৰা হৈছে । ইয়াৰ পিচতে 'বিজ্ঞান'ৰ বিষয়ে প্ৰবেশ হল এনেকৈ— 'জ্ঞান'ৰ আগত 'বি' উপসৰ্গ যোগ দিলেই বিজ্ঞান' হয় । 'বি' উপসৰ্গটোৱে বিশেষ বা বিশিষ্ট জ্ঞানৰ কথা সূচনা কৰিছে । বিশেষ বা বিশিষ্ট জ্ঞানেই হল 'বিজ্ঞান' । গীতাৰ টীকাকাৰ শ্ৰীধৰ স্বামীৰ মতে "বিজ্ঞানং অনুভবঃ" অৰ্থাৎ অনুভব কৰাই হল বিজ্ঞান । ব্যাকৰণ মতে বি+জ্ঞা+অনট্ (প্ৰত্যয়)– বিজ্ঞান । ন্যায় শাস্ত্ৰৰ মতে 'জ্ঞান বিষয়কং জ্ঞানং অনুভবঃ", অৰ্থাৎ কোনো এটি জ্ঞান বাহিৰৰ পৰা পোৱাৰ পিচত সেই জ্ঞানকে বিষয় কৰি অন্তৰতে আৰু এটা জ্ঞান তদনুৰূপে অনুভূতি কৰাকে বিজ্ঞান বোলা হয় ।

অন্যাৰ্থত অপৰোক্ষ জ্ঞান অৰ্থাৎ প্ৰত্যক্ষ জ্ঞানেই বিজ্ঞান। শ্ৰীমদ্ভাগৱদ গীতাৰ সপ্তমাধ্যায়ৰ "জ্ঞান বিজ্ঞান যোগ"ত শ্ৰীকৃষ্ণই অৰ্জুনৰ আগত সকলো প্ৰকাশ কৰিছে। ভাগৱতৰ একাদশ স্কন্ধত শ্ৰীকৃষ্ণই উদ্ধৱৰ আগত ভজন ভক্তি অৰ্থাৎ জ্ঞান, বিজ্ঞান, তদঙ্গ আৰু ৰহস্যৰ কথা পৰিষ্কাৰকৈ কৈছে। বিজ্ঞান সম্বন্ধে কোৱা শ্লোকটি এই:—

এতদেৱহি বিজ্ঞানং ন তথৈকেন যেন যৎ।
স্থিত্যুৎপত্ত্য প্যয়ান্ পশ্যেদ্ভাবানাং ত্ৰিগুণাত্মনাম্ ॥

ভাগৱত — ১১।১৯।১৫

অৰ্থাৎ তেনেকৈ যি জ্ঞানৰ দ্বাৰা একানুগত একাত্মক যি পদাৰ্থ বিলাক পূৰ্ব্বত দেখাৰ দৰে নেদেখি একমাত্ৰ পৰম কাৰণ ব্ৰহ্মই এনেকৈ প্ৰকাশিত হৈছে বা দৃষ্ট হৈছে এনে ভাৱেই বিজ্ঞান। ত্ৰিগুণাত্মক অৱয়ব পদাৰ্থ সমূহৰ স্থিতি, উৎপত্তি আৰু প্ৰলয় বুলি মানিবা। সেই প্ৰসঙ্গতে উদ্ধৱে শ্ৰীকৃষ্ণক কৈছে:—

কিনো কৃপা ভৃত্যক কৰিলা।
বিজ্ঞান প্ৰদীপ মোক দিলা ॥ শঙ্কৰদেৱ। কীৰ্ত্তন-ঘোষা

'প্ৰদীপ' বুলি কওঁতে এটি চাকি বা এটি প্ৰকৃষ্ট প্ৰকাশৰ কথা বুজাইছে। "বিজ্ঞান প্ৰদীপ" মানে বিশিষ্ট জ্ঞানেৰে ভৰা এটি প্ৰকৃষ্ট প্ৰকাশ বা পোহৰ। ইয়াৰ দ্বাৰা এইটোৱেই বুজাইছে যে ভগৱানৰ সগুণ নিৰাকাৰ আৰু দিব্য সাকাৰ তত্ত্বৰ লীলা, ৰহস্য, গুণ, মহত্ব আৰু প্ৰভাৱেৰে সৈতে যথাৰ্থ জ্ঞানৰ নামেই 'বিজ্ঞান'। সাধাৰণ ভাৱে বুজিবলৈ হলে এনেকুৱা দুটা পাত্ৰত পৃথকে লবণ আৰু শৰ্কৰা (চেনি) থোৱাৰ পিচত দুয়োটা পদাৰ্থৰ স্বৰূপ একে হোৱাত কোনটোত কি থোৱা হৈছে তাক পৰীক্ষা কৰিবৰ কাৰণে জিভাত দিব লগা হয়। জিভাত দিলে লবণ আৰু শৰ্কৰাৰ নিজস্ব গুণ ধৰা পৰে। ইয়াত লবণ আৰু শৰ্কৰা পদাৰ্থ বুলি বুজাটো জ্ঞান আৰু পৰীক্ষামূলক বিষয়টো অৰ্থাৎ জিভাত দি লবণ আৰু শৰ্কৰাৰ লুণীয়া, স্বাদৰ পাৰ্থক্য কৰি লোৱা বা বুজা বিষয়টো বিজ্ঞান। জুই হল জ্ঞান আৰু তাৰ দাহিকা শক্তিটো বিজ্ঞান। ঠিক তেনেকৈ ভগৱানৰ সত্ত্বা উপলব্ধিয়েই জ্ঞান আৰু তৎ সম্বন্ধীয় অনুভৱ বা বিচাৰ বিশ্লেষণেই বিজ্ঞান। ব্ৰহ্ম আছে সত্য, কিন্তু তেওঁ কেনেকুৱা, কি, তেওঁক ভজিলে কি হয় বা ভগৱৎ তত্ত্ব বিশ্লেষণেই সাধাৰণতে বিজ্ঞান বুলি কোৱা হয়। গীতা ভাগৱতৰ "জ্ঞান বিজ্ঞান" তত্ত্বখিনি দ্ৰষ্টব্য।

(ঘ —৩) তদঙ্গ ঃ—

জ্ঞান আৰু বিজ্ঞানৰ পিছতে 'তদঙ্গ'ৰ প্ৰবেশ। পৰস্পৰে ক্ৰমানুসাৰে অবিচ্ছেদ্য সম্পৰ্ক আছে। ইয়াৰ ক্ৰম কেতিয়াও ওলট পালট নহয়। জ্ঞানৰ পিছত যেনেকৈ বিজ্ঞানৰ প্ৰয়োজন আছে ঠিক তেনেকৈ বিজ্ঞানৰ পিছতে তদঙ্গৰ প্ৰয়োজন আছে। যি কোনো এটা এৰা-ধৰা কৰিব নোৱাৰি। এবিলে অঙ্গ ক্ষুণ্ণ হ'ব, অঙ্গ ক্ষুণ্ণ হলে ভক্তি নিসিজে আৰু ভক্তি নিসিজিলে ভগৱৎ সান্নিধ্য লাভৰ পৰা বঞ্চিত হ'ব। 'তদঙ্গ' মানে তৎ+অঙ্গ=তদঙ্গ। 'তৎ' মানে সেই (অৰ্থাৎ-জ্ঞান আৰু বিজ্ঞানৰ) বা তাৰ, অঙ্গ মানে সম্পৰ্ক, একদেশ। জ্ঞান বিজ্ঞানৰ বাকী থকা অঙ্গবোৰ ই পূৰ্ণ কৰিবৰ কাৰণে ইয়াক 'তদঙ্গ'—বোলা হৈছে। 'তদঙ্গ' হলেহে ভক্তি ৰাজ্যত সদলবলে প্ৰবেশ কৰিব পাৰি। তদভাৱে নোৱাৰি। সেই বাবেই 'তদঙ্গ'ৰ অন্য এটা প্ৰতিশব্দ 'সাধনাঙ্গ' বা 'সাধন ভক্তিঃ'।

সাধনৰ অবিহনে ভক্তিৰ পাত্ৰ হ'বলৈ যোৱাটো ধৃষ্টতা মাত্ৰ। গতিকে সাধনাৰ দ্বাৰা ক্ৰমোন্নতি লাভ হয়। সাধনা মানে যোগ সাধনা। উক্ত যোগ সাধনাৰ দ্বাৰা মহাপুৰুষ সকল ঐশ্বিক শক্তিৰ অধিকাৰী হৈছিল। মহাপুৰুষ শঙ্কৰদেৱ নিজে সকৰে পৰা সাধক আছিল। তেৰাই পানীত বহু সময় বুৰ মাৰি থকা, সাধনাৰ বলত নিজৰ সাৰ অলঙ্কাৰ আদি সহজতে উফৰি থোৱা আদি অলৌকিক কাৰ্য্য কৰিব পাৰিছিল। তেৰাই ব্ৰহ্মচৰ্য্য ব্ৰত পালন কৰি এশ উনৈশ বছৰ পৰমায়ু ভোগ কৰিছিল। এনেদৰে তেৰাৰ জীৱন চৰিতত বহুতো তথ্য অবিষ্কৃত হৈ আছে।

যোগ সাধনা কাক বোলে সেই সম্বন্ধে তলৰ উদ্ধৃতিয়ে স্পষ্ট কৰি দিছে ঃ—

যোগশ্চিত্ত বৃত্তি নিৰোধঃ ॥

পাতঞ্জল যোগ দৰ্শন—১/২

অৰ্থাৎ — মনৰ বৃত্তি সমূহক ৰুদ্ধ কৰাৰ নাম 'যোগ'। বিভিন্ন প্ৰকাৰে 'যোগ'ৰ অৰ্থ এনেকৈ কৰা হয়। অগ্নি পুৰাণত ইয়াৰ বিস্তৃতি আছে। একচিত্ত হোৱা, চিত্তক একস্থানত স্থাপিত কৰাই 'যোগ'। জীৱাত্মা আৰু পৰমাত্মাত অন্তঃকৰণৰ বৃত্তি সমুদায়ক স্থাপিত কৰাই উত্তম যোগ। বেদ ব্যাসৰ মতে "যোগঃ সমাধিঃ" (যোগ সূত্ৰ) অৰ্থাৎ যোগ মানে সমাধি। পতঞ্জলি মুনিয়ে যোগ আঠ প্ৰকাৰ বুলি উল্লেখ কৰিছে যেনে "যম নিয়মাসন প্ৰাণায়াম প্ৰত্যাহাৰ ধাৰণাধ্যান সমাধয়োঽষ্টাবঙ্গানি" (যোগ দৰ্শন ২/২৯) অৰ্থাৎ যম, নিয়ম, আসন, প্ৰাণায়াম, প্ৰত্যাহাৰ, ধাৰণা, ধ্যান, সমাধি। ইয়াৰ ভিতৰত যম, নিয়ম, আসন, প্ৰাণায়াম আৰু প্ৰত্যাহাৰ এই পঞ্চ

বহিৰঙ্গ সাধন আৰু ধাৰণা, ধ্যান, সমাধি এই ত্রিবিধ যোগক 'অন্তৰঙ্গ' সাধন বুলি বিদিত।

(১) যমঃ— যমৰ অৰ্থ হল সংযম। অন্তঃকৰণৰ বহিৰ্বৃত্তি নিবৃত্তি কৰি কেৱল ভগৱানত নিয়োগ কৰা। অগ্নি পুৰাণ মতে যমৰ ভাগ পাচোটা যেনে— ১। অহিংসা ২। সত্য, ৩। অস্তেয় ৪। ব্রহ্মচৰ্য্য ৫। অপৰিগ্রহ।

অহিংসাঃ— কোনো প্রাণীক কষ্ট নিদিয়াই 'অহিংসা'। ই সকলোতকৈ উত্তম ধৰ্ম্ম। "যতেক দেখা খোজ সমুদায়। হস্তীৰ খোজত সবে লুকায়"। অহিংসা দহ প্রকাৰ যেনেঃ—

(ক) কাৰোবাক উদ্বেগত পেলোৱা।

(খ) সন্তাপ দিয়া।

(গ) ৰোগ যুক্ত কৰা।

(ঘ) শৰীৰৰ ৰক্তপাত কৰা।

(ঙ) মিছা অপবাদ দিয়া।

(চ) কাৰোবাৰ হিত কাৰ্য্যত বাধা দিয়া।

(ছ) মনে মনে ৰহস্যৰ উদ্‌ঘাটন কৰা।

(জ) আনক সুখৰ পৰা বঞ্চিত কৰা।

(ঝ) অকাৰণে কাৰাবন্দি কৰি ৰখা।

(ঞ) প্রাণ দণ্ড দিয়া।

ওপৰত উল্লেখ কৰা দহ বিধ কাৰ্য্যৰ বিপৰীত টোৱেই "অহিংসা"।

সত্য ঃ— যি কথা অন্য প্রাণীৰ কাৰণে অত্যন্ত হিতকৰ সেয়ে সত্য। সত্যৰ লক্ষণ হল—

সত্যং ব্রুয়াৎ প্রিয়ং ব্রুয়াৎ ন ব্রুয়াৎ সত্যম প্রিয়ম্।
প্রিয়ঞ্চ নানৃতং ব্রুয়াৎ এষ ধৰ্ম্মঃ সনাতনঃ ॥

মনুসংহিতা

অর্থাৎ — সত্য কথা কোৱা, প্রিয় কথা কোৱা, অপ্রিয় সত্য নোকোৱা, অসত্য প্রিয় কথা নোকোৱা — এই বিলাকক সনাতন ধৰ্ম্ম বোলে।

অস্তেয় ঃ— কায়, বাক্য, মনে আনৰ দ্রব্য চুৰ নকৰা বা আনৰ দ্রব্যৰ প্রতি স্পৃহা নথকা। যদি মানুহে বল পূৰ্ব্বক আনৰ কোনো বস্তু অপহৰণ কৰে, তেন্তে সি অৱশ্যে তিৰ্য্যক্ যোনিত জন্ম গ্রহণ কৰিব লাগিব। গতিকে এই বিলাকৰ পৰা আতৰি থকাকে 'অস্তেয়' বুলি কয়।

ব্রহ্মচাৰ্য্য ঃ - ব্রহ্মচাৰীৰ ধৰ্ম্ম। স্ত্রী-পুৰুষৰ স্মৰণ কীৰ্ত্তন প্রভৃতি অষ্টবিধ

মৈথুনাভাব। উক্ত আঠবিধ হল—স্ত্ৰীৰ স্মৰণ, চৰ্চ্চা ক্ৰীড়া, দৰ্শন, গোপনে বাৰ্ত্তালাপ, প্ৰাপ্তিৰ সকল্প, উদ্যোগ আৰু সহবাস বা সহমিলন।
ইয়াৰ পৰা বিৰত থকাই বা তদভাৱক ব্ৰহ্মচৰ্য্য বোলে। দ্বিতীয়তে পূৰ্ব্বোক্ত কৰ্ম্ম বিৰতিৰ লগতে ব্ৰহ্মবিচাৰ অৰ্থাৎ ব্ৰহ্মতত্ত্ব আলোচনা কৰা কাৰ্য্যকে 'ব্ৰহ্মচৰ্য্য' বোলা হয়। ব্ৰহ্মচৰ্য্যই সম্পূৰ্ণ শুভ কৰ্ম্ম সিদ্ধিৰ মূল। তদভাৱে সকলো ক্ৰিয়াই নিষ্ফল।

অপৰিগ্ৰহ : – জীৱন ধাৰণৰ বাবে প্ৰয়োজনীয় বস্তুৰ বাহিৰে অন্য দান গ্ৰহণ নকৰা। শৰীৰ আচ্ছাদনৰ বাবে বস্ত্ৰ, শীত নিবাৰণৰ বাবে কম্বা আৰু ভোজনৰ বাবে প্ৰয়োজনীয়তকৈ অধিক বস্তু নৰখা বা স্পৃহা নথকাকে 'অপৰি-গ্ৰহ' বুলি কোৱা হয়।

২। নিয়মঃ - অগ্নি পুৰাণৰ মতে 'নিয়ম'ৰো ভাগ পাচোঁটা যেনেঃ ১। শৌচ, ২। সন্তোষ ৩। তপ ৪। স্বাধ্যায় আৰু ৫। ঈশ্বৰাৰাধন বা ঈশ্বৰ প্ৰণিধান ।

শৌচ : শৰীৰ আৰু মনৰ পবিত্ৰতা। গৰুড় পুৰাণত কৈছে—

শৌচন্তু দ্বিবিধং প্ৰোক্তং বাহ্যামাভ্যন্তৰং তথা।
মৃজ্জলাভ্যাং স্মৃতং বাহ্যং ভাৱশুদ্ধিৰথান্তৰম্ ॥

গৰুড় পুৰাণ

অৰ্থাৎ ঃ— শৌচ দুবিধ বাহ্য আৰু অভ্যন্তৰ। পানী আৰু মাটিৰে শৰীৰ (বাহ্য) পবিত্ৰ আৰু সৎচিন্তাৰে অন্তৰ পবিত্ৰ হয়।

সন্তোষ :— প্ৰাৰব্ধ অনুসাৰে য'তে ত'তে যিকোনো বস্তু পোৱা হয়, তাতে আনন্দিত হোৱাকে সন্তোষ বোলে।

তপ : মন আৰু ইন্দ্ৰিয়ৰ একাগ্ৰতাকে 'তপ' বুলি কোৱা হয় বা সুখ, দুখ, শীত, উষ্ণ, আদিৰ সহ্য কৰা আৰু ব্ৰতাদি কষ্ট সহ্য কৰা। 'তপ' তিনি প্ৰকাৰ—বাচিক, মানসিক আৰু কায়িক বা শাৰীৰিক। মন্ত্ৰ জপ আদি 'বাচিক' আসক্তি ত্যাগ 'মানসিক' আৰু ঈশ্বৰ পূজা আদি 'কায়িক' তপ বোলে।

স্বাধ্যায় : বেদাধ্যয়ন, বেদপাঠ, আবৃত্তি পূৰ্ব্বক বেদাধ্যয়ন অথবা সুকৃতিৰ কাৰণে আবৃত্তি পূৰ্ব্বক বেদাধ্যয়ন।

ঈশ্বৰাৰাধন ঃ— ভক্তিৰ দ্বাৰা ভগৱানত সৰ্ব্ব কৰ্ম্মাৰ্পণ। ইয়াকে ঈশ্বৰাৰাধন বা ঈশ্বৰ প্ৰণিধান বুলি কয়।

৩। আসন ঃ— পদ্মাসন, স্বস্তিকাসন, শীৰ্ষাসন আদি বিভিন্ন প্ৰকাৰৰ আসন

আছে। এই আসন বিলাক শৰীৰ আৰু মনৰ কাৰণে অতি হিতকৰ। স্থিৰ ভাবে সুখে উপৱেশন কৰাৰ নাম আসন। উক্ত আসনত বহি স্থিৰ ভাবে পৰমাত্মা চিন্তন কৰিব লাগে। তলত কুশাসন, তাৰ ওপৰত মৃগ চৰ্ম্ম আৰু সৰ্ব্বোপৰি বস্ত্ৰ কম্বল পাৰি তাতে বহি ভগৱন্ত আৰাধনা কৰিলে সিদ্ধি লাভত সহজ হয়।

৪। প্ৰাণায়ম ঃ শ্বাস-প্ৰশ্বাসৰ স্বাভাৱিক গতি ভঙ্গ কৰি তদুভয়কে শাস্ত্ৰোক্ত নিয়মৰ অধীন কৰা বা স্থান বিশেষে বিৰত কৰা। আসনসিদ্ধ হলে এই দুঃসাধ্য কাৰ্য্য সহজে সম্পন্ন হয়। শ্বাস-প্ৰশ্বাসৰ অনুশাসনেই হল প্ৰাণা-য়াম। "প্ৰাণ+আয়াম=প্ৰাণায়াম।

৫। প্ৰত্যাহাৰ ঃ— চিত্তৰ ইন্দ্ৰিয়ানু বৰ্ত্তিত্ব ভঙ্গ কৰি ইন্দ্ৰিয়গণৰ চিত্তৰ অনু বৰ্ত্তিত্ব কৰণৰ নাম প্ৰত্যাহাৰ। ইন্দ্ৰিয় বিলাকৰ স্বকীয় শক্তি বা ক্ষমতা-বোৰ সমূলঞ্চে নাশ কৰি নিজৰ আয়ত্বাধীনলৈ নমাই অনাই (মুকলি অৰ্থত) প্ৰত্যাহাৰ বুলি কোৱা হয়। বহিৰ্ম্মুখী ইন্দ্ৰিয়বিলাক অন্তৰ্ম্মুখী কৰাই প্ৰত্যাহাৰ।

৬। ধাৰণা ঃ— "দেহবন্ধশ্চিত্তস্য ধাৰণা'। চিন্তনীয় বস্তুতঃ মনক একাগ্ৰ-স্থিতি কৰাই ধাৰণা। দেহৰ ভিতৰ বা বাহিৰৰ কোনো ঠাইত মূৰ্ত্তি আদিত মনোনিবেশ কৰা বা তাৰ সৈতে বিশেষ সম্পৰ্ক স্থাপন কৰাই ধাৰণা। দেহৰ বাহিৰৰ মূৰ্ত্তিত মনক স্থিতি কৰি লোৱা সাকাৰ ধাৰণা আৰু দেহৰ ভিতৰৰ মূৰ্ত্তিত অৰ্থাৎ মনোময়ী মূৰ্ত্তিত মনক স্থিতি কৰি লোৱাই নিৰাকাৰ ধাৰণা।

৭। ধ্যান ঃ— "তত্ৰ পত্যয়ৈকতানতা ধ্যানম্" অৰ্থাৎ চিন্তনীয় বস্তুত চিত্তৰ একতানৰ নাম ধ্যান। ধ্যৈ চিন্তায়াম্ অৰ্থাৎ ধ্যৈ ধাতুৰ প্ৰয়োগ চিন্তনৰ অৰ্থত হয়। ধ্যৈ ধাতুৰ পৰাই ধ্যান শব্দৰ সিদ্ধি হৈছে। স্থিৰ চিত্তেৰে ভগৱান বিষ্ণুৰ বাৰম্বাৰ চিন্তা কৰাকে ধ্যান বুলি কোৱা হয়। সমস্ত উপাধিমুক্ত মনৰ সৈতে আত্মাৰ ব্ৰহ্ম বিচাৰ পৰায়ণ হোৱাই ধ্যান। যোগী আৰু বৈষ্ণৱৰ বাবে ধ্যানৰ ভাগ দুবিধ বুলি কোৱা হয়।

৮। সমাধি ঃ— ধ্যেয় বস্তুৰ লগত একত্ব বোধ হোৱা অৰ্থাৎ তন্ময় তদ্গদ ভাব হোৱা আৰু বাহ্যিক বস্তুৰ প্ৰভাৱৰ পৰা ৰহিত হোৱা অৱস্থাকে সমাধি বোলে। চৈতন্য স্বৰূপযুক্ত আৰু প্ৰশান্ত সমুদ্ৰৰ দৰে স্থিৰ হোৱা, য'ত আত্মাৰ বাহিৰে অন্য কোনো বস্তুৰ প্ৰতীতি নহয় সেই ধ্যানকে সমাধি বোলা হয়।

পূৰ্ব্বোক্ত অষ্টাঙ্গ যোগখিনি অগ্নি পুৰাণত অগ্নিয়ে বশিষ্ঠ মুনিৰ আগত কোৱা। শ্ৰীমদ্ভাগৱতৰ একাদশত শ্ৰীকৃষ্ণয়ো উদ্ধৱৰ আগত যম, নিয়মৰ কথা কৈছিল। অগ্নি পুৰাণৰ মতে যম আৰু নিয়মৰ প্ৰতিটোতে পাঁচোটাকৈ মুঠ দহোটা ভাগ; কিন্তু ভাগৱতৰ মতে প্ৰতিটোতে বাৰটাকৈ মুঠ চৌবিশটা ভাগ পোৱা যায়। শ্ৰীকৃষ্ণই উদ্ধৱক কোৱা ভাগৱতৰ শ্লোক উদ্ধৃতি দিয়া হ'ল —

অহিংসাসত্যমস্তেয়মসঙ্গোহ্ৰীৰসঞ্চয়ঃ।
আস্তিক্যং ব্ৰহ্মচৰ্য্যঞ্চ মৌনং স্থৈৰ্য্যংক্ষমাভয়ম্ ॥

ভাগৱত ১১/১৯/৩৩

অৰ্থাৎ — অহিংসা, সত্য, অস্তেয়, অসঙ্গ, হ্ৰী, অসঞ্চয়, আস্তিক্য, ব্ৰহ্মচৰ্য্য, মৌন, স্থৈৰ্য্য, ক্ষমা আৰু অভয় ( এই কেইটা 'যমৰ' লক্ষণ ).।

(ক) অহিংসা :— হিংসা শূন্য পৰপীড়া বৰ্জ্জন।
(খ) সত্য :— হিত, প্ৰিয়, যথাৰ্থ ভাষণ।
(গ) অস্তেয় :— পৰস্ব অপহৰণ ৰাহিত্য।
(ঘ) অসঙ্গ :— অনাসক্তি ভাব।
(ঙ) হ্ৰী :— নিন্দিত কাৰ্য্যত লজ্জা।
(চ) অসঞ্চয় :— প্ৰয়োজনাতিৰিক্ত বস্তু ত্যাগ।
(ছ) আস্তিক্য : ধৰ্ম্ম, শাস্ত্ৰাদিত বিশ্বাস স্থাপন।
(জ) ব্ৰহ্মচৰ্য্য :— উপস্থ সংযম বা স্ত্ৰীসঙ্গ ত্যাগ।
(ঝ) মৌন :— বৃথা আলাপ বৰ্জ্জন।
(ঞ) স্থৈৰ্য্য :— সত্য সংকল্পতা বা স্থিৰতা।
(ট) ক্ষমা : পৰাপৰাধ সহন।
(ঠ) অভয় :— ভয়াভাব বা নিৰ্ভয়তা।

শৌচং জপস্তপো হোমঃ শ্ৰদ্ধাতিথ্যং মদৰ্চ্চনম্।
তীৰ্থাটনং পৰাৰ্থেহা তুষ্টিৰাচাৰ্য্য সেৱনম্ ॥

ভাগৱত—১১/১৯/৩৪

অৰ্থাৎ— পৱিত্ৰতা, জপ, তপস্যা, হোম, শ্ৰদ্ধা, অতিথি সেৱা, মোৰ আৰ্চনা, তীৰ্থ যাত্ৰা, পৰোপকাৰ, সন্তোষ, গুৰুসেৱা ( এই বাৰটা নিয়মৰ লক্ষণ )

(ক) শৌচ } বাহ্য পৱিত্ৰতা বা শুদ্ধি।
(খ) } অন্তৰ্শুদ্ধি।

(গ) জপ :— বিষ্ণু মন্ত্ৰ জপ কৰণ।
(ঘ) তপ :— ব্ৰত নিয়মাদি বৈধ ক্লেশময় কৰ্ম্ম।
(ঙ) হোম :— ভগবদুদ্দেশে মন্ত্ৰোচ্চাৰণ পূৰ্ব্বক অগ্নিত ঘৃতাহুতি।
(চ) শ্ৰদ্ধা :— ধৰ্ম্মকাৰ্য্যত দৃঢ়বিশ্বাস বা আদৰ।
(ছ) আতিথ্য :— অতিথি সৎকাৰ বা সেৱা।
(জ) মদৰ্চ্চন :— মোৰ উদ্দেশে অৰ্চ্চনা বা পূজা।
(ঝ) তীৰ্থাটন:— তীৰ্থ ভ্ৰমণ।
(ঞ) পৰাৰ্থেহা:— পৰোপকাৰ কৰণ।
(ট) তুষ্টি :— সন্তোষ
(ঠ) আচাৰ্য্য সেৱন: গুৰু সেৱা।

'তদঙ্গ' অৰ্থাৎ সাধনাঙ্গৰ বিষয়ে তদতিৰিক্ত লিখাৰ প্ৰয়োজন দেখা নাই। 'তদঙ্গ'ৰ এটা সংক্ষেপ ব্যাখ্যা "হৰিভক্তি সাধন সামগ্ৰী" অৰ্থাৎ হৰি ভক্তি সাধন কৰিবলৈ হলে প্ৰথমতে লিছুমান আহিলা-পাতিৰ আৱশ্যক। গতিকে পূৰ্ব্বোক্ত যম, নিয়মাদি বিষয় বস্তুবোৰ তাৰে সামগ্ৰী বুলি থোৰতে কোৱা হয়।

(ঘ—৪) ৰহস্যঃ –

জ্ঞান, বিজ্ঞান, তদঙ্গৰ পিচতে 'ৰহস্য সংযুক্ত হৈ ভজনৰ চাৰিবস্তু পূৰ্ণ কৰা হৈছে। আগৰ তিনিটাতকৈ ই অতীব তত্ত্বপূৰ্ণ আৰু উৎকৃষ্ট। যদিও 'ৰহস্য'ৰ বাবে পূৰ্ব্বোক্ত তিনিটা অত্যাৱশ্যকীয়, তথাপি ৰহস্যৰ অভাৱে তিনিটাৰ কাৰ্য্য নিষ্ফল। আমি এই শিতানতে সেই সম্বন্ধে কিছু বহলাবৰ ইচ্ছা আছে।

ৰহস্যৰ বিষয়ে আভিধানিক মতে গোপনীয়, নিৰ্জ্জন ভৱ, মৰ্ম্ম, গুপ্ত বিষয়, গূঢ় তত্ত্ব, পৰিহাস, কৌতুক আদি। ৰহস্য ত্ৰিবিধ – ধৰ্ম্ম ৰহস্য, অৰ্থ ৰহস্য আৰু কাম ৰহস্য। আমি এতিয়া যিটো ৰহস্যৰ কথা প্ৰকাশ কৰিব ধৰিছোঁ, সেই ৰহস্যৰ লগত উক্ত তিনিটা ৰহস্যৰ কোনো মিল নাই। এই ৰহস্য হ'ল ভগৱৎ নিগূঢ় তত্ত্ব। ৰহস্য মানে হ'ল ভক্তি অৰ্থাৎ—"ৰহস্যং ভক্তি"। সাধনাঙ্গৰ পিচতে ভগৱন্তৰ ৰহস্যাবৃত্ত কথা খিনিকে 'ভক্তি' নামে আখ্যা হৈছে। এতিয়া ইয়াক "ৰহস্য ভক্তি" বুলিও কব পাৰি। "শুনিও উদ্ধৱ আৰে ৰহস্য ভকতি" উদাহৰণেই যথেষ্ট। ভগৱৎ তত্ত্বৰ অতি গোপনীয় শেষ স্তৱৰ কথা খিনিয়েই "ৰহস্য ভক্তি"। ইয়াৰ পিচত "কৃত্য শেষ নথাকয়"।

সেৱাৰ্থক 'ভজ্' ধাতুৰ লগত 'ক্তিন্' প্ৰত্যয় যোগ হৈ 'ভক্তি' শব্দ নিষ্পন্ন হৈছে। 'ক্তিন্' প্ৰত্যয়ৰ অৰ্থ হ'ল প্ৰেম আৰু ধাতুৰ অৰ্থ হ'ল সেৱা কৰা। সামান্য, নিয়ম এয়ে যে ধাতু আৰু প্ৰত্যয়ৰ যোগেদি এক সম্পূৰ্ণ অৰ্থৰ অভিব্যক্তি হৈছে আৰু সেই অৰ্থত প্ৰত্যয়ৰ অৰ্থই প্ৰধান স্থান পাইছে। গতিকে 'ভক্তি'ৰ অৰ্থ সেৱা কৰা। গৰুড় পুৰাণত কৈছে:—

'ভজ' ইত্যেষ বৈধাতুঃ সেৱায়াং পৰিকীৰ্ত্তিতা।
তস্মাৎ সেৱা বুধৈঃ প্ৰোক্তা ভক্তিঃ সাধন ভূয়সী॥

গৰুড় পুৰাণ - ২৩১

অৰ্থাৎ—'ভজ' ধাতু সেৱা অৰ্থত প্ৰয়োগ হয়। সেই কাৰণে জ্ঞানী সকলে সেৱাকে ভক্তিৰ প্ৰধান সাধন বুলি কৈছে।

আকৌ — ভজধাতোস্তু সেৱাৰ্থঃ প্ৰেমা'ক্তিন্' প্ৰত্যয়স্য চ।
স্নেহেন ভগৱৎ সেৱা ভক্তিৰিত্যুচ্যতে বুধৈঃ ।

স্বামী নাৰায়ণ। সৎসঙ্গী জীৱন গ্ৰন্থ

অৰ্থাৎ—'ভজ' ধাতু 'সেৱা' অৰ্থত আৰু 'ক্তিন' প্ৰত্যয়টো প্ৰেমৰ অৰ্থত হৈছে। স্নেহৰ (প্ৰেমৰ) দ্বাৰা বা স্নেহেৰে ভগৱৎ সেৱা কৰাকে পণ্ডিতসকলে ভক্তি বুলি কয়।

দেৱী ভাগৱতৰ মতে – "পূজ্যেষ্বনুৰাগো ভক্তিঃ অৰ্থাৎ পূজ্য ব্যক্তিত অনুৰাগৰ নাম ভক্তি। 'অনুৰাগ' মানে 'ৰাগ' উৎকটেচ্ছা ৰাগঃ, কোনো এটা বস্তু পাবলৈ অতি উৎকট ইচ্ছা হোৱাকে 'ৰাগ' বোলে। 'অনু' মানে অনুগামী অৰ্থাৎ ইটোৰ পিচত সিটো নেৰা নেপেৰাকৈ লাগি থকাকে বুজায়। এতিয়া সম্পূৰ্ণ অৰ্থ হল, লেঠাৰি নিছিগাকৈ (এটা বস্তু পাবলৈ) অতি উৎকট বা প্ৰাবল্য ইচ্ছা হোৱাকে 'অনুৰাগ' বোলে। উক্ত অনুৰাগ এই সংক্ৰান্তত পৰমাত্মা বস্তুত হোৱাকে ভক্তি বোলা হয়।

"স্বস্বৰূপানুসন্ধানং ভক্তি ৰিত্যভিধীয়তে" (নাৰদ ভক্তি সূত্ৰ) অৰ্থাৎ—নিজৰ স্বৰূপৰ অনুসন্ধানেই ভক্তি। জন্ম মৰণ পাশৰ উচ্ছেদ পৰব্ৰহ্ম পৰমাত্মাৰ অনুগ্ৰহৰ বাহিৰে সৰ্ব্বথা অসম্ভৱ। তেওঁৰ অনুগ্ৰহ সম্পাদনৰ কাৰণে ভক্তি মাৰ্গাৱলম্বনৰ আৱশ্যক। "আত্মনস্তু কামায় সৰ্ব্বং প্ৰিয়ং ভবতি" এই শ্ৰুতি বাক্যানুসাৰে আত্মাই পৰম প্ৰেমাস্পদ হোৱাৰ কাৰণে তাৰ অন্বেষণেই পৰা ভক্তি। স্বৰূপানুসন্ধান হল পৰা ভক্তি আৰু দেৱাদি বিষয়িনী হল অপৰা ভক্তি।

নাৰদ পঞ্চৰাত্ৰৰ মতে ভক্তিৰ লক্ষণ হলঃ

সৰ্ব্বোপাধি বিনিৰ্ম্মুক্তং তৎ পৰত্বেন নিৰ্ম্মলম্।
হৃষীকেন হৃষীকেশ সেৱনং ভক্তিৰুচ্যতে ॥

নাৰদ পঞ্চৰাত্ৰ পৃঃ—৩০

অৰ্থাৎঃ—সম্পূৰ্ণ ইন্দ্ৰিয়বৰ্গক মায়াৰ বন্ধনৰ পৰা মুক্ত কৰি অনন্য ভাবেৰে ইন্দ্ৰিয় বৃত্তি ভাগৱানত লগাই হৃষীকেশৰ আৰাধনা কৰাকে ভক্তি বোলা হয়।

শাণ্ডিল্য সূত্ৰৰ মতেঃ— "সাপৰানুৰক্তিৰীশ্বৰে" অৰ্থাৎ ঈশ্বৰত শ্ৰেষ্ঠানুৰক্তি বা শুদ্ধ (অনন্য) অনুৰাগ হোৱা বা কৰাকে ভক্তি বোলে। প্ৰিয়তম আত্ম স্বৰূপ পৰব্ৰহ্ম ভিন্ন বাহিৰে ভিতৰে অন্য কোনো পদাৰ্থ দ্ৰষ্টব্য আৰু চিন্তনীয় থাকিব নোৱাৰে, সেই ভক্তিয়েই অনন্য ভক্তি। চকুৰে সৰ্ব্বত্ৰতে ভগবদ্দৃষ্ট আৰু প্ৰত্যক্ষ অৱস্থিতি আদিয়েই অনন্য ভক্তি।

মধুসূদন সৰস্বতীৰ "ভক্তিৰসায়ন" গ্ৰন্থৰ মতে :—

দ্ৰুতস্য ভগবদ্ধৰ্ম্মা দ্ধাৰাবাহিকতাংগতা।
সৰ্ব্বেশে মনসো বৃত্তিৰ্ভক্তিৰিত্যভিধীয়তে ॥

মধুসূদন সৰস্বতী। ভক্তিৰসায়ন—১।৩

অৰ্থাৎ— ভগৱৎ গুণ শ্ৰৱণৰ দ্বাৰা প্ৰৱাহিত হোৱা ভগৱৎ বিষয়িনী ধাৰা-বাহিক বৃত্তিক ভক্তি বুলি কয়।

বিবেক চূড়ামণিৰ মতেঃ—

মোক্ষ কাৰণ সামগ্ৰ্যাং ভক্তিৰেৱ গৰীয়সী।
স্বস্বৰূপানু সন্ধানং ভক্তিৰিত্যভিধীয়তে ॥

বিবেক চূড়ামণি। ৩১

অৰ্থাৎ—মুক্তিৰ যি বিলাক হেতু আছে তাৰ ভিতৰত ভক্তিয়েই শ্ৰেষ্ঠ। স্বস্বৰূপৰ অনুসন্ধানকে ভক্তি বুলি কয়।

ৰূপগোস্বামীৰ মতেঃ—

অন্যাভিলাষিতা শূন্যং জ্ঞান কৰ্ম্মাদ্যনাবৃতম্।
আনুকূল্যেণ কৃষ্ণানুশীলনং ভক্তিৰুত্তমা ॥

ৰূপ গোস্বামী। ভক্তিৰসামৃতসিন্ধু।

অৰ্থাৎ— দেহ, গেহ, পুত্ৰ কলত্ৰাদিত আসক্তিশূন্য, জ্ঞান কৰ্ম্মাদিৰ দ্বাৰা অনাবৃত আৰু কৃষ্ণানুশীলন তথা তদনুকুলে কৰ্ম্ম কৰাই উত্তম ভক্তি বোলে।

"ভগৱতি মনঃ স্থিৰীকৰণং ভক্তিঃ" (ভক্তিৰসায়ন)

অৰ্থাৎ—ভগৱন্তত চিত্ত স্থিৰ কৰাকে ভক্তি বোলে।

"দ্ৰবীভাব পূৰ্ব্বিকা মনসো ভগৱদাকাৰতা ৰূপা সবিকল্প বৃত্তি ভক্তিঃ" অৰ্থাৎ ভগৱৎ ভাৱেৰে দ্ৰবীভূত হৈ ভগৱানৰ সৈতে চিত্তৰ সবিকল্প তদাকাৰ ভাৱকে ভক্তি বুলি কয়।

অন্য প্ৰকাৰে ভক্তিৰ লক্ষণ —"ভজনং ভক্তিঃ" "ভজ্যতে অনয়া ইতি ভক্তিঃ", "ভজন্তি অনয়া ইতি ভক্তিঃ" ইত্যাদি ব্যুৎপত্তি হয়।

বৃহন্নাৰদীয় পুৰাণত কৈছে ঃ—

সৰ্ব্বদেৱ ময়ো বিষ্ণু বিধি—নৈতস্য পূজনম্।
ইতি যা মনসঃ প্ৰীতিঃ সা ভক্তিৰভিধীয়তে ॥

বৃহন্নাৰদীয় পুৰাণ

অৰ্থাৎ—সৰ্ব্বদেৱ ময় বিষ্ণুৰ বিধি পূৰ্ব্বক পূজা কৰাই ইষ্ট কৰ্ম্ম বুলি ভাবি (যি জনে) সদায় বিষ্ণু পূজা কৰি চিত্তত প্ৰীতি লাভ কৰে তাকে ভক্তি বুলি কয়।

পদ্ম পুৰাণত ঃ— নাৰায়ণাৎপৰো দেৱো নাস্তি মুক্তি প্ৰদো নৃনাম।
তৎসেৱৈৱ ভৱেৎ ভক্তিঃ সৰ্ব্ব কৰ্ম্ম নিকৃন্তনী ॥

পদ্মপুৰাণ উত্তৰ খণ্ড—২২৩।৮০

অৰ্থাৎ—নাৰায়ণত পৰে শ্ৰেষ্ঠ দেৱতা নাই । তেওঁ জনসাধাৰণৰ মুক্তি-দানৰ গৰাকী। সেই নাৰায়ণৰ পদসেৱাকে ভক্তি বুলি কয় — যাৰ সেৱাৰ বলত সৰ্ব্ব কৰ্ম্ম বন্ধ খণ্ডন হয়।

এনে প্ৰকাৰে বিভিন্ন পুৰাণ তন্ত্ৰাদিত ভক্তিৰ লক্ষণ সম্বন্ধে তথ্যাদি পোৱা যায়। সমস্ত বেদান্ত সাৰ ভাগৱত আৰু গীতাতো বিস্তৃত ভাৱে ভক্তি তত্ত্ব নিহিত আছে। দুয়োখনেই ভক্তি পৰ শাস্ত্ৰ য'ৰ পৰা দুজনা গুৰুৱে ভক্তিৰ বিষয়বস্তু কৰ্ষণ কৰি ভক্তিৰ অমৃত পান কৰাবলৈ সমৰ্থ হৈছে। গীতাত শ্ৰীকৃষ্ণই অৰ্জ্জুনক ভক্তিৰ বিষয়ে বহুতো কথা কৈছে। দ্বাদশ অধ্যায়ৰ বিশটা শ্লোকত ভক্তিৰ লক্ষ্য স্পষ্ট হৈছে। বেদতো ভক্তিৰ কথা পোৱা যায়। কিন্তু সৰ্ব্ব গ্ৰন্থৰ ভিতৰত (গীতাতকৈয়ো) ভাগৱতেই ভক্তিৰ আধাৰ গ্ৰন্থ হিচাবে প্ৰসিদ্ধ। ভাগৱতৰ তৃতীয়, সপ্তম আৰু একাদশ স্কন্ধৰ কপিল দেৱ-হুতি সম্বাদত, প্ৰহলাদৰ দৈত্য শিশু সবক দিয়া উপদেশ আৰু শ্ৰীকৃষ্ণ উদ্ধৱ সম্বাদত ভক্তিৰ কথা পৰিষ্কাৰ হৈছে। বিশেষ ভাৱে শ্ৰীকৃষ্ণই উদ্ধৱক ব্যক্ত কৰা ( একাদশৰ ) ভক্তিৰ লক্ষণ গোটাচেৰেক উদ্ধৃত কৰা হ'ল :—

শ্ৰদ্ধামৃত কথায়াং মে শশ্বন্মদনু কীৰ্ত্তনম্।
পৰিনিষ্ঠা চ পূজায়াং স্তুতিভিঃ স্তৱনং মম ॥

আদৰঃ পৰিচৰ্য্যায়াং সৰ্ব্বাঙ্গৈৰভিবন্দনম্ ।
মদ্ভক্ত পূজাভ্যধিকা সৰ্ব্বভূতেষু মন্মতিঃ ॥
মদৰ্থেস্বঙ্গ চেষ্টা চ বচসা মদ্‌গুণেৰনম্ ।
ময্যৰ্পনঞ্চ মনসঃ সৰ্ব্বকাম বিবৰ্জ্জনম্ ॥
মদৰ্থেহৰ্থ পৰিত্যাগো ভোগস্য চ সুখস্য চ ।
ইষ্টং দত্তং হুতং জপ্তং মদৰ্থং যৎ ব্ৰতং তপঃ ॥
এবং ধৰ্ম্মৈৰ্মনুষ্যানামুদ্ধবাত্মনিবেদিনাম্ ।
ময়ি সঞ্জায়তে ভক্তিঃ কোহন্যোহৰ্থোস্যাৱশিষ্যতে ॥

ভাগৱত—১১/১৯/২০-২৪

অৰ্থাৎ — হে উদ্ধৱ ! অমৃত তুল্যা মোৰ কথাত শ্ৰদ্ধা, মোৰ গুণ কীৰ্ত্তন, পূজাত নিষ্ঠা, স্তুতি সমূহৰ দ্বাৰা মোৰ স্তৱ, মন্দিৰ মাৰ্জ্জন সৰ্ব্বাঙ্গৰ দ্বাৰা বন্দন, মোৰ ভক্তৰ পূজা, সৰ্ব্ব প্ৰাণীত মদীয়ত্ব জ্ঞান, অঙ্গ চেষ্টা (যেনে পূজাৰ বাবে তুলসী চয়ন আদি), কায়িক ব্যাপাৰ, মোৰ গুণ গান, মোতে সৰ্ব্ব সমৰ্পণ, সৰ্ব্ব কামনা বিসৰ্জ্জন, মোৰ বাবে অৰ্থ ব্যয়, ভোগ আৰু সুখ পৰিত্যাগ, ইষ্টা পূৰ্ত্ত, দান, জপ, ব্ৰত, তপস্যা আদি কৰ্ম্ম মোৰ নিমিত্তে কৰা ইত্যাদি আত্মা নিবেদনকাৰী মানৱৰ কথিত ধৰ্ম্মৰ দ্বাৰা মোত ভক্তি সঞ্জাত হয়। ইয়াৰ বাবে ভক্তৰ আৰু কি বাকী থাকিব পাৰে।

সপ্তম স্কন্ধ ভাগৱতত প্ৰহলাদে দৈত্য শিশু সকলক দিয়া উপদেশত তেওঁ মাতৃ গৰ্ভস্থ অৱস্থাত নাৰদৰ পৰা লাভ কৰা ভক্তিৰ লক্ষণবোৰ প্ৰকাশ পাইছে। অৱশ্যে ভক্তিৰ উৎপন্ন কেনেকৈ বা কি উপায়েৰে পোৱা যায়, সেই কথাহে কৈছে। ইয়াৰ দ্বাৰা ভক্তিৰ লক্ষণৰ কথাও স্পষ্ট হৈছে —

তত্ৰোপায় সহস্ৰা নাময়ং ভগৱতোদিতঃ ।
যদীশ্বৰে ভগৱতি যথা যৈৰঞ্জসা ৰতিঃ ॥

ভাগৱত — ৭।৭।২৯

অৰ্থাৎ- পূৰ্ব্বোক্ত (ইয়াৰ আগতে কোৱা) কৰ্ম্ম বীজ ধ্বংসৰ সহস্ৰ সহস্ৰ উপায় থাকিলেও ভগৱানে যি উপায় নিজ মুখে ব্যক্ত কৰিছে— সেয়া এয়ে যে, শাস্ত্ৰানুমোদিত ধৰ্ম্মানুষ্ঠান কৰি ভগৱানত অৰ্পণ কৰিলে ভগৱদ ভক্তি লাভ হয়।

গুৰু শুশ্ৰূষয়া ভক্ত্যা সৰ্ব্ব লাভাৰ্পণেন চ ।
সঙ্গেন সাধু ভক্তানামীশ্বৰা ৰাধনেন চ ॥
শ্ৰদ্ধয়া তৎ কথায়াঞ্চ কীৰ্ত্তনৈৰ্গুণ কৰ্ম্মনাম ।
তৎ পাদাম্বুৰুহধ্যানাৎ ভক্তিলক্ষাৰ্হনাদিভিঃ ॥

হৰিঃ সৰ্ব্বেষু ভূতেষু ভগবানাস্ত ঈশ্বৰঃ।
ইতি ভূতানি মনসা কামৈস্তৈঃ সাধু মানয়েৎ ।।

ভাগৱত—৭।৭।৩১-৩২

মহাপুৰুষ শঙ্কৰগুৰুৰ ভাষ্যঃ—

কৃষ্ণৰ চৰণে হৈব যিমতে ভকতি ।
শুনা সাৱধানে তাক স্থিৰ কৰি মতি ।।
বিষ্ণু ভকতৰ সঙ্গ লৈব প্ৰথমত ।
গুৰু মানি শুশ্ৰূষা কৰিব ভালমত ।।
লৈয়া উপদেশ মাধৱক আৰাধিব ।
যতেক সুকৃত মানে কৃষ্ণত অৰ্পিব ।।
কৃষ্ণকথা শ্ৰৱণত শুদ্ধ হৈব মন ।
সৰ্ব্বদায়ে কৰিবেক কৃষ্ণৰ কীৰ্ত্তন ।।
কৃষ্ণৰ চৰণ চিন্তিবেক হৃদয়ত ।
আছন্ত ঈশ্বৰ হৰি সমস্ত ভূতত ।।

শঙ্কৰদেৱ । কীৰ্ত্তন-ঘোষা ।

ভক্তিৰ লক্ষণ সম্পৰ্কে বহুতো গ্ৰন্থত শ্লোক সিচৰিত হৈ আছে। ভাৰতৰ বহুতো আচাৰ্য্যই ভক্তিৰ বহু লক্ষণ ব্যক্ত কৰিছে। কথিত ভাষাৰে নিজক অসহায় বুলি জানি পৰিচ্ছিন্ন জীৱই যেতিয়া প্ৰেম আৰু দয়াৰ সাগৰ অপৰিচ্ছিন্ন ভগৱন্তৰ পাদপদ্মত সৰ্ব্বভাৱেন নিজৰ ব্যক্তিত্বৰ সমৰ্পণ কৰি ভগৱৎ সঙ্কল্পানুসাৰি তৈয়াৰ কৰি লব, তেতিয়া সেই স্থিতিকে ভক্তি বুলি কয়। প্ৰেমেৰে সেৱা কৰাই ভক্তি। সেৱা শাৰীৰিক ক্ৰিয়া। প্ৰকৃত সেৱাত প্ৰেমৰ ভাৱ নিহিত হৈ থাকে আৰু বিনা প্ৰেমেৰে সেৱা কাৰ্য্য ক্লেশপ্ৰদ হয়। প্ৰেমৰ পূৰ্ণতা সেৱা ভাৱতে থাকে। ইহলোক আৰু পৰলোকৰ সমস্ত কামনা বাসনা ত্যাগ কৰি অনন্য ভাৱে সেৱা কৰাই ভক্তি। ভগৱদ্ভক্তিজনক কাৰ্য্যই ধৰ্ম্ম বুলি কথিত হৈছে। সেই মৰ্ম্মে শ্ৰীকৃষ্ণদেৱে উদ্ধৱক কৈছেঃ—

ধৰ্ম্মো মদ্ভক্তিকৃৎপ্ৰোক্তো জ্ঞানৈকাত্ম্যদৰ্শনম ।
গুণেষ্বসঙ্গো বৈৰাগ্যমৈশ্বৰ্য্যঞ্চানিমাদয়ঃ ।।

ভাগৱত ১১।১৯।২৭

অৰ্থাৎ—আমাৰ ভক্তিজনক কাৰ্য্যই ধৰ্ম্ম বুলি কথিত হয়। সৰ্ব্বভূতে একাত্ম দৰ্শন উপলব্ধিয়েই জ্ঞান। সত্ত্বাদি গুণত অনাসক্তিয়েই বৈৰাগ্য আৰু অনিমাদি ঐশ্বৰ্য্য বুলি জানিবা। ভক্তি বুলি কওঁতে প্ৰেমৰ সম্পৰ্ক

সম্পূৰ্ণে নিবিড়ভাৱে জড়িত হৈ আছে। অনন্য ভাৱেৰে মমতা জ্ঞানেই প্ৰেম। কৃষ্ণৰ সৈতে জীৱৰ নিত্য সুখ সম্বন্ধতাৰ নাম প্ৰেম। ভক্তিৰ নটা ক্ৰমৰ শেষৰটোৱেই প্ৰেম বুলি কৈছে যেনে —

আদৌ শ্ৰদ্ধা ততঃ সংগস্ত তোহথ ভজন ক্ৰিয়া।
ততোহনৰ্থ নিবৃত্তিঃ স্যাৎ ততো নিষ্ঠা ৰুচিস্ততঃ ॥
অথাসক্তিস্ততো ভাবস্ততঃ প্ৰেমাভ্যুদয়ন্তি।
সাধকা নাময়ং প্ৰেমঃ প্ৰাদুৰ্ভাৱে ভৱেৎ ক্ৰমঃ ॥

ৰূপ গোস্বামী /ভক্তি ৰসামৃতসিন্ধু

অৰ্থাৎ — (একাদিক্ৰমে) শ্ৰদ্ধা, সাধুসংগ, ভজন ক্ৰিয়া, অনৰ্থ নিবৃত্তি, নিষ্ঠা, ৰুচি, আসক্তি, ভাব আৰু প্ৰেম। সাধক সকলৰ এই প্ৰেম ক্ৰম প্ৰাদুৰ্ভাৱত হয়।

দৰ্শনে স্পৰ্শনে বাপি শ্ৰবণে ভাষণেহ্‌পি বা।
হৃদয়স্য দ্ৰবত্বং যৎ তৎ প্ৰেম ইতি কথ্যতে ॥

ৰূপ গোস্বামী/ভক্তি ৰসামৃত সিন্ধু।

অৰ্থাৎ — দৰ্শনত বা স্পৰ্শনতো, শ্ৰৱণত বা ভাষণতো হৃদয় দ্ৰবীভূত হৈ যোৱাকে প্ৰেম বুলি কোৱা হয়।

ভক্তিৰ উদ্ভৱ আৰু ইয়াৰ ইতিহাস ইমান পুৰণা যে ইতিহাসে ইয়াৰ প্ৰাৰম্ভিক দুৱাৰদলিতো ভৰি দিবগৈ নোৱাৰে। ইয়াৰ অসীম কালৰ সীমা নিৰ্দ্ধাৰণ কৰা দুঃসাধ্য। আমি "একশৰণ তত্ত্ব বিবেচন" অধ্যায়ত লিখা শৰণৰ আতিগুৰিবোৰো এই প্ৰসঙ্গতে খাটিব। বৈদিক যুগতে ইয়াৰো সৃষ্টি বা সৃষ্টিৰ আদিম অৱস্থাতে ইয়াৰ বিকাশ হোৱা বুলিব পাৰি। যি কি নহওক 'ভক্তি' পদটো বৰ মধুৰ তথা তাৎপৰ্য্যপূৰ্ণ। ভক্তিৰ বিষয়ে ব্যাখ্যা সীমাহীন যদিও মানুহে ইয়াৰ সীমা কৰি লয়। প্ৰেমেৰে বা প্ৰেম ভাৱেৰে ভগৱৎ সেৱা কৰাই যে ভক্তি তাক থোৰতে মহাপুৰুষ সকলে ব্যক্ত কৰিছে। আমি ওপৰত সংক্ষেপে ইয়াৰ ব্যাখ্যা দি আহিছোঁ। ভগৱানৰ লগত যদি আমি হৃদয়েৰে প্ৰেম কৰোঁ তেন্তে তেওঁৰ ধ্যান আমাৰ মনৰপৰা কেতিয়াও আতৰ নহয়। ভগৱানৰ ধ্যান আৰু স্মৰণত আমাৰ আনন্দ মিলিব। ভগৱানৰ চিন্তনত সৰ্ব্বদা মত্ত হৈ আমি মাতোৱালৰ নিচিনাকৈ আপোন পাহৰা হৈ যাম। ভগৱৎ ভক্তি ত্যাগ কৰি একক্ষণৰ কাৰণেও জীৱিত থকা আমাৰ কাৰণে অসম্ভৱ হৈ যাব। অন্তঃকৰণৰ সৰ্ব্বাপেক্ষা বৃহৎ আকৰ্ষণকে প্ৰেম বোলে। সাংসাৰিক লোকৰ এই প্ৰেম যেতিয়া স্ত্ৰী পুত্ৰাদিৰ প্ৰতি হয়, তেতিয়া ইয়াক 'কাম' তথা

ভগৱানৰ প্ৰীতিৰ কাৰণে হলে ইয়াক 'প্ৰেম' নামেৰে নামকৰণ কৰা হয়। এই প্ৰেম সংসাৰৰ অনিত্য পদাৰ্থৰ পৰা আঁতৰাই আনি পৰমাত্মাত লগাব পাৰিলে জীৱনৰ সাৰ্থকতা হয়। প্ৰেমৰ অবিহনে মনক ভগৱৎ চিন্তনত লগাব নোৱাৰি; কিয়নো মন সদায় চঞ্চল স্বভাৱৰ। অবলম্বন শূণ্য হোৱাৰ কাৰণে মন স্বভাৱতে বিষয়ৰ প্ৰতি ধাবিত হয়। বিষয় লোলুপ চঞ্চল মনক ভগৱৎমুখী কৰিবৰ কাৰণে দুই প্ৰকাৰ সাধনাৰ আৱশ্যক আছে সেয়া হল ১। অভ্যাস আৰু ২। বৈৰাগ্য। অভ্যাসৰ দ্বাৰা মন ধীৰে ধীৰে ভগৱানত স্থিৰ হবলৈ ধৰে আৰু প্ৰেমৰ কাৰণে উৎসাহ বাঢ়ে। বৈৰাগ্যৰ দ্বাৰা সাংসাৰিক ভোগৰ পৰা বিৰক্তি বাঢ়ে আৰু ভগৱানত অনুৰাগ হয়।

ভক্তিৰ দ্বিতীয় ৰূপ সেৱা। সেৱা ব্যতিৰেকে মাত্ৰ ধ্যান, জপ, স্মৰণ আদিৰ দ্বাৰাও কাৰ্য্য সিদ্ধি নহয়। উপাসনা আদি মানসিক সেৱা। শাৰীৰিক আৰু মানসিক ভেদে সেৱা দুই প্ৰকাৰ। ভগৱানৰ পাঁচ ৰূপ শাস্ত্ৰত প্ৰসিদ্ধ। সেৱা হল (১) পৰ (২) ব্যূহ, (৩) বিভৱ (৪) অন্তৰ্য্যামী (৫) অৰ্চ্চাৱতাৰ। শৰীৰৰ দ্বাৰা মাত্ৰা অৰ্চ্চাৱতাৰৰহে সেৱা হয়। উপযুক্ত পাঁচ ৰূপত প্ৰতিটোকে সেৱা কৰা প্ৰয়োজন আছে। ভগৱানৰ অৰ্চ্চাৱতাৰ বা বাঙময়ী মূৰ্ত্তিৰ বাহিৰে যি চাৰিৰূপ আছে, তাৰ সেৱা শৰীৰ বা বাণীৰ দ্বাৰা সম্পাদন কৰা সম্ভৱ নহয়। মন মন্দিৰৰ পৰা বাসনাৰ ধূলিবোৰ আতৰাই ভক্তি জলেৰে প্ৰক্ষালন কৰি, জ্ঞানালোকৰ বন্তি জ্বলাই প্ৰেম সিংহাসনৰ ওপৰত ভগৱানৰ মানস মূৰ্ত্তি স্থাপন কৰি পৰব্ৰহ্মৰ সেৱা কৰিব লাগে। ইয়াৰ দ্বাৰা পৰব্ৰহ্মৰ আলোকেৰে উদ্ভাসিত হব, হৃদয় পৰমাত্মাৰ চৰণত তন্ময় হৈ যাব। প্ৰেম আৰু ধ্যান প্ৰগাঢ় হোৱাৰ ফলত মানসচক্ষুৰ সাক্ষাততে ভগৱান প্ৰত্যক্ষ হৈ যাব। এয়ে পৰব্ৰহ্মৰ মানস সেৱা। দ্বিতীয়তে 'ব্যূহ' ৰূপ ভগৱান্ মায়াৰ নিয়ামক। শেষশায়ী বাসুদেৱ ভগৱান যি জন অখিল ব্ৰহ্মাণ্ডৰ স্বামী, ব্ৰহ্মা, শঙ্কৰ, বিষ্ণু যাৰ বিভূতি। শুদ্ধ আচৰণৰ দ্বাৰা শাৰীৰিক আৰু মানসিক পৱিত্ৰতাৰ দ্বাৰা মানসিক সেৱা কৰি অন্ধকাৰৰ পৰা পোহৰলৈ তথা অসত্যৰ পৰা সত্যলৈ যোৱাৰ চেষ্টা কৰা। এয়া দ্বিতীয় ৰূপৰ সেৱা। শ্ৰীকৃষ্ণ আদি 'বিভৱ' ৰূপত পৰে। এওঁৰ সেৱা হল ভাগৱত (পুৰাণ) শ্ৰৱণ, প্ৰাৰ্থনা, ৰূপ, স্তোত্ৰ পাঠ, নাম কীৰ্ত্তন আদিৰে কৰা। চতুৰ্থ ৰূপ হল 'অন্তৰ্য্যামী'। অন্তৰ্য্যামী ভগৱান সৰ্ব্বত্ৰ সৰ্ব্ব প্ৰাণীতে বিদ্যমান। এই প্ৰকাৰে সূক্ষ্ম, ব্যাপক আৰু ঘট-ঘটবাসী ভগৱানৰ সেৱা তিনি প্ৰকাৰে কৰিব পাৰি (১) অন্তৰ্য্যামী ৰূপেৰে ভগৱান্ যে ক'তোৱেই নাই এনে নহয়, সৰ্ব্বত্ৰতে আছে। এনেকুৱা কোনো গুপ্ত স্থান নাই, য'ত

মানুহে ৰহস্য ভাৱে দুষ্কৰ্ম্ম কৰিব পাৰে। গুপ্ত স্থানত মনক প্ৰৱঞ্চনা কৰি কোনো কৰ্ম্ম নকৰাই অন্তৰ্য্যামী ভগৱানৰ সেৱা। (২) সৰ্ব্ব প্ৰাণীৰ শৰীৰ ভগৱানৰ মন্দিৰ। গতিকে কাৰো সৈতে ৰাগ, দ্বেষ নকৰি দীন দৰিদ্ৰৰ দুখ মোচনৰ কাৰণে যত্ন কৰা অন্তৰ্য্যামী ভগৱানৰ দ্বিতীয় সেৱা। (৩) নিজৰ শৰীৰো অন্তৰ্য্যামী ভগৱানৰ মন্দিৰ। গতিকে ভগৱানৰ এই মন্দিৰক স্বচ্ছ আৰু পৱিত্ৰ ৰখা অন্তৰ্যামী ভগৱানৰ তৃতীয় সেৱা। কাম, ক্ৰোধ আদি ত্যাগ কৰি পূজা, অৰ্চ্চনা আদি কৰাই অৰ্চ্চাৱতাৰৰ সেৱা। এই সেৱা ভগৱানৰ ৰূপময়ী মূৰ্ত্তি ভাগৱতাদিত কৰা হয়। নিজৰ ভোজন যেতিয়া ভগৱানৰ ভোগৰ কাৰণে নিৰ্ম্মাণ বা সংগ্ৰহ কৰিবলৈ ধৰিবা, তেতিয়া, অমেধ্য ভোজন-ভক্ষণ কৰিলে তোমাৰ বাবে ভগৱৎ সেৱা নহ-ৰগৈ; কাৰণ অমেধ্য ভোজন ভগৱানৰ প্ৰতি অৰ্পণ নহয়। ভোজন কৰ্ম্ম, পূজা, দান আৰু তপস্যা-যি কৰা সকলো শুদ্ধ দ্ৰব্য ভগৱানত অৰ্পণ কৰি দিয়া।

ভক্তিৰ এটি সুগম উপায় হল 'প্ৰপত্তি'। ভগৱানৰ লগত মিলি যাবৰ কাৰণে প্ৰবল ব্যগ্ৰতাৰ নাম প্ৰপত্তি। ভক্তই অনুভৱ কৰে যে "ভগৱান মোৰ"। গতিকে ভগৱানৰ সেৱাৰ দায়িত্ব মোৰ ওপৰত ন্যস্ত হৈ আছে। মোৰ বাহিৰে অন্য কোনোৱে সেৱা কাৰ্য্য সম্পাদন কৰিব নোৱাৰে। প্ৰপন্নই বুজে যে মই ভগৱানৰ সেৱক, গতিকে মোৰ আৰু মোৰ ভক্তৰ ৰক্ষাৰ ভাৰ ভগৱানৰ ওপৰত আছে। ভক্তৰ উপমা বান্দৰ পোৱালিৰ লগত তথা প্ৰপন্নৰ উপমা মেকুৰী পোৱালিৰ লগত দিব পাৰি। বান্দৰ পোৱালিয়ে নিজে মাকৰ বুকুত খামোচা মাৰি ধৰি লয়, তাৰ কাৰণে মাকৰ কোনো চিন্তা নাথাকে। তাই মাত্ৰ এজোপা গছৰ পৰা আন এজোপা গছলৈ উৎপ্লৱন কৰি থাকে। মেকুৰী পোৱালিয়ে নিজৰ ঠাইত বহি লৈ মেওঁ মেওঁ কৰি থাকে। সিহঁতৰ এঠাইৰ পৰা আনঠাইলৈ যোৱাৰ শক্তি মুঠেই নাই। যেতিয়া প্ৰয়োজন হয় তেতিয়া সিহঁতৰ মাকে দাঁতেৰে কামুৰি ধৰিলৈ আন ঠাইলৈ লৈ যায়। সেই দৰেই প্ৰপন্নৰ ভক্তি নিৰ্ব্বাহৰ ভাৰ ভগৱানৰ ওপৰত। মৃত্যুৰ সময়ত মূৰ্চ্ছিত অৱস্থাত প্ৰপন্নই যেতিয়া ভগৱানক ধ্যান কৰিবলৈ অসমৰ্থ হয়, তেতিয়া প্ৰপন্নৰ কাৰ্য্য ভগৱানেই সম্পন্ন কৰে। প্ৰপন্ন হল ঈশ্বৰৰ অধীন। ইয়াত প্ৰপন্ন মানে শৰণাগত বা আশ্ৰিত আৰু ভক্ত মানে ভজন কৰোতা। ভক্তি কৰিলে ভগৱান ভক্তৰ অধীন হয়, প্ৰপন্নত নহয়। প্ৰপত্তিৰ দুটা ভাগ শৰণা-গতি আৰু আত্মসমৰ্পণ। পৰিণীতা পত্নীৰ সমান বা নিচিনাকৈ প্ৰপন্নৰ এটি কৰ্ত্তব্য আছে, সেয়া হৈছে পতিৰ অনুকূলে চলাৰ সঙ্কল্প আৰু প্ৰতিকূলে চলাৰ

বৰ্জ্জন। শৰণাগতিৰ এইখিনি প্ৰথম সোপান। পত্নীৰ ৰক্ষাৰ ভাৰ পতিৰ ওপৰত ন্যস্ত থাকে। শৰণাগতিয়ে ভগৱানৰ অনুকূলে কাৰ্য্য কৰিলে ভগৱানে শৰণাগতি ৰূপ পত্নীক সৰ্ব্ব প্ৰকাৰ ৰক্ষা কৰিব, সন্দেহ নাই। শৰণাগতিত অনন্য ভাৱ আৰু অকিঞ্চন ভাৱ হোৱা আৱশ্যক। ইয়াত যদি অহং ভাব থাকে, তেতিয়া হলে সেই শৰণাগতি ভক্তিত সহায়ক নহয়। দুৰ্ব্বাসা-ঋষিয়ে অম্বৰীষ ৰজাৰ প্ৰতি দুৰ্ব্ব্যৱহাৰ কৰি বিপন্ন হৈ ভগৱানৰ শৰণাপন্ন হৈছিল। কিন্তু ভগৱানে কলে যে "আপুনি মোৰ ভক্তৰ শৰণ গ্ৰহণ কৰক। মই ভক্তৰ অধীন, আপোনাক ভক্তৰ বিৰুদ্ধে শৰণ দিবলৈ অসমৰ্থ"। দুৰ্ব্বাসাই তেতিয়া অম্বৰীষৰ ওচৰলৈ গৈ শৰণাপন্ন হল, তেতিয়াহে সুদৰ্শন চক্ৰৰ গ্ৰাসৰ পৰা অব্যাহতি পালে। গতিকে শৰণাগত হবলৈ হলে অভিমান ত্যাগ কৰা আৱশ্যক। ইয়াত শৰণাগতিৰ লক্ষণ দুৰ্ব্বাসাত খাটিছে। শৰণাগতিৰ পিচত আত্মসমৰ্পন এনেকৈ হয়—যিকোনো বস্তু আমি কাৰোবাক স্বেচ্ছাপূৰ্ব্বক দি দিলে সেই বস্তুৰ ওপৰত যেনেকৈ নিজৰ কোনো মমতা নাথাকে আৰু সেই বস্তুৰ নাশ হলেও আমি দুখীত নহওঁ, তেনেকৈ যি ভক্তই নিজৰ শৰীৰ, বাণী, মন আৰু অহঙ্কাৰ আদি সকলো ভগৱানক অৰ্পণ কৰি প্ৰপন্ন হৈ যায়, তেওঁৰ কাৰণে ভগৱৎ সেৱা বাহিৰে আৰু কি বাকী থাকিব পাৰে। আত্মক সমৰ্পণ কৰা যেনেকৈ কঠিন কাৰ্য্য, তেনেকৈ সমৰ্পিত আত্মাক গ্ৰহণ কৰাও ততোধিক দুষ্কৰ। আত্মসমৰ্পণৰ পিচত যদি আমি শৰীৰ আৰু মনক কোনো অপবিত্ৰ কাৰ্য্যত লগোৱা হয় বা লগাই দিওঁ, তেতিয়া আমি দত্তাপহাৰী হব লাগিব অৰ্থাৎ দান কৰা পদাৰ্থটো পুনৰ গ্ৰহণ কৰা যেন হ'ব। দান মানেই স্বস্বত্ব ধ্বংস আৰু পৰস্বত্বোৎপত্তি। পৰস্বত্বাধীনৰ পদাৰ্থটো অপহৰণ কৰা মানেই কাৰো কামত নহা ব্যৱহাৰৰ অনুপযোগী পেলনীয়া পদাৰ্থ। গতিকে গৃহস্থই গো বিক্ৰী কৰিলে তাৰ মূল্য গ্ৰহণ কৰি সেই বিক্ৰীত গোধনৰ প্ৰতি বীতশ্ৰদ্ধ হয় বা তাৰ প্ৰতি মমতা শূন্য হয়, ঠিক তেনেকৈ আত্মসমৰ্পণৰ পিচত শৰীৰ, মন, বাণী আদিৰ প্ৰতি ভক্তই মমতা এৰি দিয়ে। শৰণাগতিৰ পিচত এয়া আত্মসমৰ্পণ।

ভক্তিৰ দুটা ৰূপ— উপসনা আৰু কৈঙ্কৰ্য্য। সৰ্ব্বদা ভগৱৎ চিন্তন, স্মৰণ আৰু ধ্যান কৰা, ভগৱানত অখণ্ড বিশ্বাস ৰাখি তেওঁৰ কাৰণে অনৱৰত চিন্তা বা মুখস্থ কৰি থকাকে উপাসনা বোলে। যেনেকৈ তেলৰ ধাৰা কেতিয়াও নুটুটে, তেনেকৈ যেতিয়া পৰমাত্মাৰ অনৱৰত ধ্যানৰ দ্বাৰা পৰমাত্মা প্ৰত্যক্ষৰ দৰে হৈ যাব, পৰমাত্মাৰ সৈতে মানৱ হৃদয় একাকাৰ হৈ যাব, তেতিয়া তাৰ নাম উপাসনা হয়।

ভক্তিৰ দ্বিতীয় ৰূপ কৈঙ্কৰ্য্য। জীৱ শাশ্বত ভগৱৎ দাস আৰু ভগৱানৰ সেৱা কৰাই জীৱৰ পৰম ধৰ্ম্ম। ভক্তিয়ে বিচাৰে মাধুৰ্য্য ভাব বা দাস্য ভাৱ। ভগৱৎ কৈঙ্কৰ্য্য বা দাসত্ব প্ৰত্যেক দশাতে প্ৰয়োজন। মন-মন্দিৰৰ বাসনাৰ ধূলি আঁতৰাই ভক্তি জলেৰে মন মন্দিৰ মাৰ্জ্জন কৰি, জ্ঞান ৰশ্মিৰ দীপ্ত প্ৰেম সিংহাসনত পৰমাত্মা বস্তুক স্থাপনা কৰি লৈ সেৱক হৈ যোৱাই কৈঙ্কৰ্য্য। অন্তঃকৰণ পৰব্ৰহ্মৰ আলোকেৰে আলোকিত হৈ যোৱা, হৃদয় পৰমাত্মাৰ চৰণত লীন হৈ যোৱা, শাশ্বত প্ৰেম আৰু অনৱৰত ধ্যানৰ কাৰণে ভগৱান প্ৰত্যক্ষানুভূতি হৈ যোৱা আদিকে পৰব্ৰহ্মৰ কৈঙ্কৰ্য্য সম্পন্ন হ'ল বুলি বুজিব লাগিব। পূৰ্ব্বতে কোৱা প্ৰপত্তিৰ ভাব এই কৈঙ্কৰ্য্যৰ পোষক তথা পৰিপূৰক।

ভক্তি আমাৰ জীৱনৰ প্ৰাণ। যেনেকৈ গছ পুলিৰ পোষণ জল তথা বায়ুৰ আধাৰতে হয়, তেনেকৈ আমাৰ হৃদয় ভক্তিৰ দ্বাৰা বলবান্ আৰু সুখী হয়। ভক্তিৰ বাবে বিশ্বাস অপৰিহাৰ্য্য। তদুপৰি ভক্তিত অনন্যতা আৰু অকিঞ্চনতা অতীব প্ৰয়োজন। যেতিয়ালৈকে আমি সম্পূৰ্ণ আশা-ভৰষা ত্যাগকৰি একমাত্ৰ পৰমাত্মাৰ চৰণত ভক্তি নকৰোঁ, তেতিয়ালৈকে ভগৱৎ কৃপাদৃষ্টি নিমিলে। অনন্যৰ অৰ্থ হল—পৰমাত্মাক ত্যাগ কৰি অন্য কাকো হৃদয়ত স্থান নিদিয়া। ভগৱৎ সেৱা ব্যতীত দেৱান্তৰ সেৱা নকৰাই অনন্যতা। আমি পূৰ্ব্বতে "একশৰণ তত্ত্ব বিবেচন" অধ্যায়ত ব্যক্ত কৰি আহিছোঁ। ভক্তি শব্দটো ঈশ্বৰ কৃষ্ণত যেনেকৈ খটুৱাব পাৰি বা খটুৱাব পাৰিলে যেনেকুৱা শোভাযুক্ত তথা সৰ্ব্বগ্ৰাহ্য হয়, তেনেদৰে অন্যত নহয়। যেনে দুৰ্গা ভক্তি, শিৱভক্তি আদি। "কৃষ্ণ ভক্তি" শব্দটোত কোনো আঁৰ নাই। বিশেষকৈ ভক্তি শব্দটোত এটি স্থায়ীত্ব বা এটি মহৎ সত্তা আছে। এই শব্দটো য'ত খটুৱা হয় তাৰ যদি কোনো স্থায়ীত্ব বা সত্তা নাথাকে, তেন্তে স্থায়ীত্বশীল ভক্তি শব্দটোৰ মূল্য হানি হয়। পৰব্ৰহ্মৰ বাহিৰে বাকী দেৱতা সকলৰ কোনো স্থায়ীত্ব বা অস্তিত্ব নাই। বৈদিক যুগত এই বিলাকৰ উপৰিও বৃক্ষ, সাপ, নৈ আদিকো পূজা কৰিছিল বা ভক্তি কৰিছিল। পিচত লাহে লাহে চৰ্চ্চা, বিচাৰ, গবেষণাৰ ফলত ভগৱানৰ অস্তিত্ব উপলব্ধি কৰিব পৰা হ'ল। ভৃগুৱে ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰক পৰীক্ষা কৰিবলৈ গৈ বিষ্ণুকহে সৰ্ব্ব দেৱতাৰ ওপৰত প্ৰাধান্য স্থাপন কৰিবলৈ বাধ্য হৈছিল। ভাগৱত পুৰাণত ইয়াৰ বিস্তৃত কাহিনী আৰু কীৰ্ত্তনৰ "ভৃগু পৰীক্ষা" অধ্যায়ত এটি থূলমূল আভাস পোৱা যায়। কাৰোবাৰ যদি ৰোগ হয়, তেওঁ ঔষধ সেৱন কৰিলে ৰোগমুক্ত হোৱাটো স্বাভাৱিক, অথবা ৰোগ

হলে ঔষধ সেৱনৰ লগতে পথ্যাপথ্য বিচাৰ কৰি চলিলে ঔষধৰ গুণাগুণ ভাল হয় অৰ্থাৎ ঔষধে ৰোগক যেহি আক্ৰান্ত কৰিব পাৰে, আৰু ৰোগ মুক্ত হোৱাত অত্যাধিক সহায়ক হয় তথা ৰোগীজন প্ৰকৃতিস্থিত হয়। কিন্তু ঔষধ সেৱনৰ লগতে যদি পথ্যাপথ্য বিচাৰ নকৰি অপথ্য অৰ্থাৎ ৰোগ বৰ্দ্ধক বা ৰোগ সহায়ক দ্ৰব্য ভোজন কৰে, তেন্তে ব্যক্তিজন ৰোগমুক্ত কেতিয়াও হ'ব নোৱাৰে। লগতে কায়িক ক্লেশ, মানসিক চিন্তা আৰু আৰ্থিক ক্ষতিবোৰতো আছেই। তেনেকৈয়ে কৃষ্ণ ভক্তি বা হৰি ভক্তি ৰূপ ঔষধৰ লগত অন্য দেৱ ভজন ৰূপ অপথ্য খালে (অৰ্থাৎ-ভজন কৰিলে) ত্ৰিতাপ তাপিত ব্যক্তি ৰূপ ৰোগীয়ে কেতিয়াও ভগৱৎ সান্নিধ্য ৰূপ ৰোগমুক্ত হ'ব নোৱাৰে অৰ্থাৎ হৰি ভক্তিত আশ্ৰয় কৰা ব্যক্তিয়ে যদি ভগৱৎ সেৱাৰ লগতে দেৱান্তৰ সেৱা কাৰ্যতো মনোনিবেশ কৰে, তেন্তে ৰোগীয়ে যেনেকৈ ঔষধ সেৱন কৰিও লগতে অপথ্য খালে ৰোগমুক্ত হব নোৱাৰে, তেনেকৈয়ে ত্ৰিতাপ দগ্ধ জনসাধাৰণে ভৱবন্ধমুক্ত হৈ পৰম্পদ লাভ কৰিব নোৱাৰে। ভক্তি ৰত্নাৱলীত মাধৱ পুৰুষে লিখিছে যে "উপাধি বিশিষ্ট ফল হোৱায় বিশিষ্ট" অৰ্থাৎ বিশিষ্ট ব্যক্তিৰ পৰা বিশিষ্ট ফল আৰু নিকৃষ্ট ব্যক্তিৰ পৰা নিকৃষ্ট ফল পোৱা যায়। পঙ্গু মানুহে আনক পৰ্ব্বত লংঘন কৰোৱাৰতো কথাই নাই, নিজেও পৰ্ব্বত লংঘন কৰিব নোৱাৰে। অন্ধ মানুহে আনক পথ প্ৰদৰ্শন কৰিব নোৱাৰে। কুকুৰৰ নেজত ধৰি কেতিয়াও সাগৰ পাৰ হ'ব নোৱাৰি। বৰঞ্চ কুকুৰৰ সৈতে সাগৰত নিমজ্জিত হ'ব লাগিব। সেইদৰে অপ দেৱতাত আশ্ৰয় কৰি কেতিয়াও ভৱবন্ধ মুক্ত হ'ব নোৱাৰি। সংসাৰ সাগৰৰ পৰা ত্ৰানকৰ্ত্তা একমাত্ৰ পৰম পুৰুষ শ্ৰীকৃষ্ণ। ভক্তি ৰত্নাৱলীত দেৱতা সকলৰ নিজ বাক্যতে এইখিনি কথা প্ৰকাশ পাইছে যেনে :-

কৃষ্ণৰ শৰণ ভৈল কিমতে বিশেষ।
দেৱ বাক্যে লৈয়ো আৰ উত্তৰ নিঃশেষ॥
বৃত্ৰক হাৰিয়া যুদ্ধে যত দেৱগণ।
কৰন্ত কৃষ্ণক স্তুতি পশিয়া শৰণ॥
কাল আদি শূন্য তুমি পৰম নিৰ্ম্মল।
নাহি অহংকাৰ বিষয়ৰ কৌতুহল॥

নিজানন্দ লাভে পৰিপূৰ্ণ অতিশয় ।
গুণৰ উপাধি পৰিচ্ছেদ নকৰয় ॥
হেনয় নিৰ্গুণ তুমি পৰম ঈশ্বৰ ।
মায়াৰ অধীন আমি দেৱতা অপৰ ॥
তোমাক এৰিয়া জবে আমাত শৰণ ।
তাত পৰে নাহিকে পৰম অজ্ঞজন ॥
যেন কোনো জনে কুকুৰৰ লাঙ্গে ধৰি ।
যাই বাক ইচ্ছায়ে অতি সমুদ্ৰক তৰি ।
তাৰ কদাচিত নোহে সমুদ্ৰ তৰণ ।
সেহিমতে লৈয়া অনীশ্বৰত শৰণ ॥
নপাৰে তৰিবে দুঃখাৰ্নৱ সংসাৰক ।
এহি মানে থৈলোহো দেৱৰ বচনক ॥

মাধৱদেৱ/ভক্তি ৰত্নাৱলী
পদ/১১৫৫—১১৫৯

কোনোবাই ভক্তি ৰত্নাৱলীক অৱজ্ঞা কৰিব পাৰে। পতিকে উক্ত বচনত দেৱতা সকলে কোৱা "যেন কোনো জনে কুকুৰৰ লাঙ্গে ধৰি" এই শিতানৰ বাক্যটোৰ মূল ভাগৱতৰ পৰা উদ্ধৃতি দিয়া হ'ল :—

অবিস্মিতং ত্বং পৰিপূৰ্ণকামং
স্বেনৈৱ লাভেন সমং প্ৰশান্তম্ ।
বিনোপসৰ্পত্যপৰং হি বালিশঃ
শ্বলাঙ্গুলেনাতি তিতৰ্তি সিন্ধুম্ ॥

ভাগৱত—৬/৯২/২

ভগৱান যে সৰ্ব্ব প্ৰাণীৰ পিতা মাতা আদি সকলো, সেই সম্বন্ধে ব্ৰহ্মতন্ত্ৰতো ধ্বনিত হৈছে ঃ

পিতা মাতা সুহৃদ্ বন্ধু ৰ্ভ্ৰাতাপুত্ৰস্ত্বমেৱ মে ।
বিদ্যাঃ ধনং চ কামশ্চ নান্যৎ কিঞ্চিৎ ত্বয়া বিনা ॥

ব্ৰহ্মতন্ত্ৰ

অৰ্থাৎ—তুমিয়েই মোৰ পিতা, মাতা, মিত্ৰ, সুহৃদ, পুত্ৰ, বিদ্যা, ধন, আদি সমস্ত কামনা। তোমাৰ বাহিৰে মোৰ একো নাই।

আৰু :— জন্ম প্ৰভৃতি দাসোঽস্মি শিষ্যোঽস্মি তনয়োঽস্মিতে ।
ত্বং চ স্বামী গুৰুৰ্ম্মাতা পিতা চ মম মাধৱ ॥

ব্ৰহ্মতন্ত্ৰ ।

অৰ্থাৎ—হে মাধৱ। জন্মাৱধি মই তোমাৰ দাস, শিষ্য আৰু পুত্ৰ। তুমি মোৰ প্ৰভু, গুৰু, পিতা আৰু মাতা।

দেৱান্তৰ সেৱা বৰ্জনীয় প্ৰমাণ সমূহ তথা পৰব্ৰহ্ম পৰমাত্মাৰ মাহাত্ম্য তত্ত্ব সমূহ 'দেৱ' শিতানত আৰু "একশৰণ তত্ত্ব বিবেচন" অধ্যায়ত প্ৰকাশ হৈ আহিছে বাবে এই শিতানত চৰ্বিত চৰ্বন কৰা নহ'ল।

ভক্তি দেৱীৰ ছটা বিশেষ বস্তু আছে। যাৰ হৃদয়ত ভক্তি দেৱী প্ৰবেশ কৰে তাৰে উক্ত ছটা বস্তুৰে সঙ্গ লয়। সেই সম্বন্ধে ভক্তি ৰসামৃত সিন্ধুত লিখিছে—

ক্লেশোঘ্নী শুভদা মোক্ষ লঘুতাকৃৎ সুদুৰ্লভা।
সান্দ্ৰানন্দ বিশেষাত্মা শ্ৰীকৃষ্ণাকৰ্ষিণী চসা ॥

ভক্তি ৰসামৃত সিন্ধু।

অৰ্থাৎ—ক্লেশ নাশ, শুভদা (মঙ্গলদাত্ৰী), মোক্ষত লঘু বুদ্ধি, সুদুৰ্লভা, সান্দ্ৰানন্দ বিশেষৰূপতা আৰু শ্ৰীকৃষ্ণক আকৰ্ষণ কৰা এই ছটা ভক্তি দেৱীৰ বিশেষ গুণ।

(১) ক্লেশনাশ ঃ— (ক্লেশোঘ্নী)

সম্পূৰ্ণ বিশ্ব মায়াজালত আবদ্ধ হৈ তাতেই ডুব গৈ আছে। উক্ত মায়া মুক্ত কৰি বিশ্ব ক্লেশ দূৰ কৰে কাৰণে ভক্তিৰ প্ৰথম বিশেষণ "ক্লেশ নাশ" বা ক্লেশোঘ্নী।

(২) শুভদা ঃ— ভক্তিৰ দ্বিতীয় বিশেষণ শুভদা। শুভৰ সামান্য অৰ্থ সুখ। ভক্তি সম্পূৰ্ণ সুখৰ আকৰ। ভক্তিৰ বাহিৰে শাশ্বত সুখোপলব্ধি কেতিয়াও নহয়। গতিকে ভক্তিৰ পৰাই সুখ মিলে। সেই বাবেই ইয়াক শুভদা বোলে।

(৩) মোক্ষত লঘু বুদ্ধি ঃ— ভক্তিৰ তৃতীয় বিশেষণ মোক্ষ লঘুতাকৃৎ বা মোক্ষত লঘু বুদ্ধি। ইয়াৰ অৰ্থ হ'ল—

হৰি ভক্তি মহা দেব্যাঃ সৰ্ব্বা মুক্ত্যাদি সিদ্ধয়ঃ।
ভুক্তয়শ্চাদ্ভুতাস্তস্যাশ্চেটিকাবদনুব্ৰতাঃ ॥

নাৰদ পঞ্চৰাত্ৰ

অৰ্থাৎ—সম্পূৰ্ণ অদ্ভুত ভুক্তি (ভোগ) তথা মুক্তি আদি সিদ্ধিবিলাক হৰি ভক্তি মহাদেৱীৰ পিছে পিছে দাসীৰ নিচিনাকৈ সেৱাৰ কাৰণে লগ লাগি থাকে।

(৪) সুদুৰ্লভা ঃ— চতুৰ্থ বিশেষণ হল সুদুৰ্লভা। ইয়াৰ অৰ্থ নাৰদ পঞ্চৰাত্ৰৰ প্ৰবচন ঃ—

জ্ঞানতঃ সুলভা মুক্তিৰ্ভুক্তিৰ্যজ্ঞাদি পুণ্যতঃ।
সেয়ং সাধন সাহস্ৰৈৰ্হৰি ভক্তিঃ সুদুৰ্লভা ॥

নাৰদ পঞ্চৰাত্ৰ

অৰ্থাৎ— ভাৱৰ দ্বাৰা মুক্তি সহজতে পোৱা যায় আৰু যজ্ঞ আদি পুণ্যৰ বলত ভোগ প্ৰাপ্তিও সুলভ হয়; কিন্তু এই হৰি ভক্তিতো হাজাৰ সাধনা-নুষ্ঠানৰ দ্বাৰা পোৱা অত্যন্ত দুৰ্লভ।

(৫) সান্দ্ৰানন্দ বিশেষৰূপতাঃ— ভক্তিৰ পঞ্চম বিশেষণ এইটো। সেই সম্বন্ধে ভক্তিৰসামৃত সিন্ধুৰ বচন

ব্ৰহ্মানন্দো ভবেদেষ চেৎ পৰাৰ্ধগুণী কৃতঃ।
নৈতি ভক্তি সুখাম্ভোধেঃ পৰমাণুতুলামপি ॥

ভক্তিৰসামৃতসিন্ধু

অৰ্থাৎ যদি ব্ৰহ্মানন্দ সুখক পৰাৰ্ধসংখ্যাৰ দ্বাৰা সীমা নিৰ্দ্ধাৰণ কৰিব পাৰি, তথাপি সেই সুখ ভক্তি সুধাসিন্ধুৰ এক পৰমাণুৰ সমতা হ'ব নোৱাৰে।

(৬) শ্ৰীকৃষ্ণাকৰ্ষিণীঃ— ভক্তিৰ ষষ্ঠ বিশেষণ শ্ৰীকৃষ্ণাকৰ্ষিণী। সেই সম্বন্ধে শ্ৰীকৃষ্ণই উদ্ধৱক কৈছে ঃ

ন সাধয়তি মাং যোগো ন সাংখ্যং ধৰ্ম্ম উদ্ধৱ
ন স্বাধ্যায়স্ত পস্ত্যাগো যথা ভক্তি মমোজ্জিতা ॥

ভাগৱৎ ১১/১৪/২০

অৰ্থাৎ:— হে উদ্ধৱ! যেনেকৈ উৎকৃষ্ট ভক্তিয়ে মোক নিজৰ বশ কৰি লব পাৰে (কৰোতাগ্ৰনে), তেনেকৈ যোগ, সাংখ্য, ধৰ্ম্ম, স্বাধ্যায়, তপ আৰু ত্যাগে কৰি লব নোৱাৰে।

উল্লিখিত ষট্ সংখ্যক বিশেষণ ভক্তিৰ প্ৰধান বস্তু। ভক্তিক আশ্ৰয় কৰিলে উক্ত বিশেষণে সঙ্গ লয়।

চাৰিবেদ, উপনিষদ্, পুৰাণ সমূহ, স্মৃতি, সংহিতা, তন্ত্ৰ, গীতা, ভগৱৎ আদিত ভক্তিৰ মাহাত্ম্য অপৰিসীম ভাবে বৰ্ণিত হৈছে। আগম শাস্ত্ৰাদিতো হৰিভক্তিৰ বা ভক্তৰ মাহাত্ম্য নিৰপেক্ষ ভাবে বৰ্ণনা কৰা হৈছে—যাৰ ব্যাখ্যা দিবলৈ হলে এখন পৃথক্ শাস্ত্ৰ প্ৰণয়নৰ প্ৰয়োজন আছে। ভক্তি বিষয়ত অনেক বিবৰণ, টীকা, ব্যাখ্যা, বিবেচন আৰু ভাষ্য থাকিলেও সকলোৰে ভিতৰত উত্তম ভাষ্য শ্ৰীমদ্ভাগৱতৰ একাদশ স্কন্ধ। বক্তা স্বয়ং ভগৱান শ্ৰীকৃষ্ণ আৰু শ্ৰোতা ভাগৱতোত্তম উদ্ধৱ মহাশয়। প্ৰসঙ্গ হল ভগৱানৰ পৰম ধাম প্ৰয়াণৰ আৰু নিমিত্ত হল সৰ্ব্ব সাধাৰণৰ কল্যাণ বা সংসাৰ তৰণৰ উপায়ৰ গোপনীয় বা ৰহস্য তত্ত্ব। একাদশ স্কন্ধ ভাগৱতেই ভক্তি তত্ত্বৰ চূড়ান্ত পৰ্য্যায় বা সীমা বুলি আমি কব খোজা নাই। কোৱাৰ অৰ্থ হল এয়ে যে ভগৱন্তৰ মহাপ্ৰয়াণৰ বেলিকা কথিত বাবে ই সৰ্ব্বোৎকৃষ্টভাৱ

শাৰীত আছে। সমগ্ৰ ভাগৱতেই ভক্তি তত্ত্বৰ আধাৰ। শ্ৰীমদ্ভাগৱতত কৃষ্ণ দ্বৈপায়ন বেদব্যাসৰ সমাধি ভাষা উপস্থিত হৈছে। লগতে শ্ৰীকৃষ্ণ ভগৱানবো সমাধি ভাষা ইয়াত আছে। চতুঃশ্লোকী ভাগৱতৰ পৰা এখন বিশাল দ্বাদশ স্কন্ধ ভাগৱত প্ৰণয়ন হোৱা মানে "ক্ষিৰিওটিৰ পৰা খাণ্ডৱ দাহ"। ভক্তি তত্ত্বৰ কথাবোৰ হৃদয়ঙ্গম কৰা সুকঠিন। সেই বাবেই এখন বিয়াল্লিশ কপকৰ যোগেদি ভক্তি তত্ত্ব কথা‌বোৰ জন সমাজৰ অন্তৰত স্পৰ্শ হবৰ কাৰণে এইবোৰ সন্তসবৰ করুণা। ইয়াৰ বাবে লোক সংগ্ৰহ, লোক ৰঞ্জন আৰু লোকস্থিতিৰ প্ৰয়োজন আছে। সেইকে শ্ৰীমদ্ভাগৱত ভক্তি শাস্ত্ৰৰ অদ্বিতীয় গ্ৰন্থ হিচাবে আৰু সমস্ত বিদ্বান, সন্ত সমাজৰ বাবে মান্য। আমি ভাগ-ৱত মাহাত্ম্যত সংক্ষেপে বৰ্ণনা দি আহিছোঁ।

ভাগৱত শাস্ত্ৰৰ উত্তৰো প্ৰথম ভক্তিবাদৰ বাবেই। বেদব্যাসে নানা পুৰাণ ৰচি ভক্তিবাদক চাকি শক্তি বাদৰ প্ৰাধান্য স্থাপন কৰাৰ ফলত তেওঁৰ মনত উগুল-থুগুল লাগিছিল, উন্মত্তৰ দৰে হৈছিল। ভাগৱতৰ প্ৰথম স্কন্ধতে তাৰ সন্ধান পোৱা যায়:—

দিনেক পূৰ্ব্বত পৰাশৰ সুত ঋষি।
বদৰিকাশ্ৰমত আছন্ত ব্যাস বসি ॥
উগুল-থুগুল মন নাহি সুখ শান্তি।
নপান্ত উপায় একো মনে গুণি গাছি ॥
ব্ৰহ্ম জ্ঞান চিন্তন্তে মনত নাহি সুখ।
নজানন্ত কিসক মনত মিলে দুখ ॥
অধোমুখে আছে বহি হয়া নিঃশবদ।
সেহি বেলা তৈতে আসি মিলিলা নাৰদ ॥
... ... . ... ... ... ... ... ...
... ... ... ... ... ... ... .. ...
তোলন্ত যন্ত্ৰত মহা হৰিৰ চৰিত্ৰ।
নাৰদক দেখি ব্যাস ঋষি সচকিত ॥
... .... .. ... ... ... ...
প্ৰণিপাতে পুছিলা কুশল আগমন।
নাৰদে পুছিলা পাচে ব্যাসত বচন ॥
হাসিয়া বোলন্ত ঋষি কহিয়ো বৃত্তান্ত।
কিবা হেতু তোমাৰ নাহিকে চিত্ত শান্ত ॥
মহা উচ পিচ কিয় থিৰ নুহি চিত্ত।
মহন্তৰ মোহ ইটো কিনো বিপৰীত ॥

... .... ... ... ... ... ... ... ...

... .... ... .... ... .. ... ....

কহিয়োক ঋষি মোত ইহাৰ কাৰণ।
শুনি প্ৰণিপাতে ব্যাসে বুলিলা বচন॥
হওঁ যদি আমি বেদ শাস্ত্ৰত পাৰ্গত।
কৰো নিতে ঈশ্বৰ অৰ্পণা কৰ্ম্ম যত॥
মহা জ্ঞান পূৰ্ণ আমি জগতে প্ৰখ্যাত।
চোস্ত সমাধিত ব্ৰহ্ম আপুনি সাক্ষাত॥
তথাপি নুগুছে মোৰ মনে অসন্তোষ।
নপাওঁ বিমৰিষি কিবা কৰি আছো দোষ॥
আপুনি অগাধ বুদ্ধি অংশ অৱতাৰ।
পুছোঁহো তোমাত কৈয়ো কাৰণ ইহাৰ॥
নাৰদ বদতি শুনা মহা মুনি ব্যাস।
তুমিসে কৰিলা সব জগতকে নাশ॥
নিৰন্তৰে পশুৰ লোৱাইলা তুমি প্ৰাণ।
নাহি মন্দ কৰ্ম্ম আৰ ইহাৰ সমান॥
আকস্মিতে লোকক কৰাইলা হিসা ধৰ্ম্ম।
নুবুজিলা তুমিও বেদৰ তত্ত্ব মৰ্ম্ম॥

... ... ... ... ... . ... ... ... ...

... ... ... ... ... ... ... . . ... ..

মোৰ উপদেশে কৰা ভাগৱত শাস্ত্ৰ।
প্ৰচাৰোক গোবিন্দৰ গুণ নাম মাত্ৰ॥
শ্ৰৱণ কীৰ্ত্তন মাত্ৰ কৰোক নিঃশেষ।
দূৰ হৌক তোমাৰ মনৰ মহা ক্লেশ॥
ভকতি বিহীন জ্ঞান কৰ্ম্ম সবে ব্যৰ্থ।
কহিলো স্বৰূপ বেদান্তৰ তত্ত্ব অৰ্থ॥
আৰে অনাদৰি জ্ঞান স্বধৰ্ম্ম নিঃশেষ।
কেৱল দিয়োক ভকতিৰ উপদেশ॥

ইত্যাদি ভক্তিৰ মাহাত্ম্য আৰু তাৰ গুণাগুণ সমূহ ব্যাখ্যা কৰি নাৰদে উপদেশ দি প্ৰস্থান কৰাত ব্যাস দেৱৰ চিত্ত শান্ত হল আৰু হৃদয়ত কৃষ্ণ মূৰ্ত্তি ধ্যান কৰিবলৈ ধৰিলে। এনেতে ব্যাসে অন্তৰ্দৃষ্টিৰে এখন ৰূপক দেখিলে—

কৃষ্ণৰ মূৰ্ত্তিক পাচে কৰিলন্ত ধ্যান।
হৃদয়ত কৃষ্ণক দেখিলো বিদ্যমান॥
বাম পাশে মায়া দক্ষিণত ভক্তি মায়।
দেখি ব্যাস ঋষিৰ বোমাঞ্চ ভৈল গায়॥
মায়ায়ে বান্ধন্ত ভক্তি মাতৃ মেলাৱন্ত।
দুহানো মধ্যস্থ ভাৱে আছা ভগৱন্ত॥
বন্ধৰ মোক্ষৰ হেতু দেখি ব্যাস ঋষি।
ভাগৱত শাস্ত্র পাচে কৰিলা হৰিষি॥

ইয়াত উল্লেখ থকা হৃদয়ত কৃষ্ণক দেখা, বাম পাশে মায়া, দক্ষিণত ভক্তি মাতৃ, মায়ায় বন্ধা, ভক্তি মাতৃয়ে মেলা, দুইজনৰ মাজত কৃষ্ণ ভগৱন্ত মধ্যস্থ ভাৱে থকা ইত্যাদি এইবোৰ কি? ইয়াৰ উত্তৰ সূক্ষ্মদৃষ্টিৰে দিব লাগিব। যি জনৰ "হোন্ত সমাধিত ব্ৰহ্ম আপুনি সাক্ষাত" তেনেজনৰ আকৌ হৃদয়ত কৃষ্ণক দেখা আৰু মায়া তথা ভক্তিক দেখাৰ ৰহস্য নিশ্চয় আছে। কৃষ্ণক দেখাৰ ৰহস্য এয়ে যে বেদ বেদান্তই ব্ৰহ্মক স্বীকাৰ কৰে। "ব্ৰহ্ম বস্তু" এয়ে এটা বস্তু যে তাক সহজতে পণ্ডিত সকলেও আয়ত্তাধীন কৰি লব নোৱাৰে বা তাৰ তত্ত্ব সমূহ সহজতে উপলব্ধি কৰি লব নোৱাৰে। বেদ বিভাজন, উপ-নিষদৰ সৃষ্টি, পুৰাণ ৰচনা কৰাৰ মূলতে হল সৰ্ব্ব সাধাৰণে সহজতে বুজা পৰা হওক। কঠিন বস্তুটোক সহজ কৰিবৰ কাৰণেই সন্তসকলে চেষ্টা কৰি আহিছে। তাৰ কাৰণে কৃষ্ণ দ্বৈপায়নৰ জন্ম আৰু বেদব্যাস নামৰ হেতু। "ব্ৰহ্ম পৰমাত্মা ভগৱন্ত একে তত্ত্ব" হলেও ব্ৰহ্ম আৰু পৰমাত্মা উপলব্ধি কৰাটো সহজ নহয়। বেদান্তৰ ব্ৰহ্ম, যোগীৰ পৰমাত্মা আৰু বৈষ্ণৱৰ বাবে ভগৱন্ত বস্তু গ্ৰহণীয়। বেদ বেদান্ত অধ্যয়ন কৰি ব্ৰহ্ম উপলব্ধি আৰু যোগ সাধনা কৰি পৰমাত্মা উপলব্ধি সকলোৱে কৰিব নোৱাৰে; কিন্তু বৈষ্ণৱে ভগ-ৱন্ত উপলব্ধি বা সৰ্ব্ব সাধাৰণে অৰ্থাৎ অজ্ঞ জনসাধাৰণেও (পণ্ডিতসকলৰ কথাই নাই) ভগৱন্তৰ কথা কীৰ্ত্তনতে (যশ কীৰ্ত্তনত অতি তুষ্ট হোন্ত হৰি) ভগৱন্ত উপলব্ধি কৰিব পাৰে বাবে ই সহজলভ্য বস্তু। কলি যুগৰ বাবে ই মহৌষধি। (আমাৰ আগৰ 'দেৱ' শিতানত লিখা কথাখিনি দ্ৰষ্টব্য) অবোধ্য বস্তুক বোধগম্য কৰাত্তৰ কৰিবৰ কাৰণে বহুতো উপায় লাগে বা বুদ্ধি লাগে। সত্য, ত্ৰেতা, দ্বাপৰত মানুহৰ বিচাৰ বুদ্ধি অধ্যয়ন যোনকুৰা আছিল, এতিয়া কলিযুগত নাই। ক্ৰমে ইয়াৰ পৰিবৰ্ত্তন সাধিত হৈ আহিছে। পূৰ্ব্বোক্ত তিনি যুগত ব্ৰহ্মোপলব্ধি আৰু পৰমাত্মোপলব্ধি কৰিব পৰা সমৰ্থ আছিল। কিন্তু কলিযুগৰ বাবে উক্ত দুয়োটাৰে পৰিবৰ্ত্তনৰ প্ৰয়োজন হল। গতিকে

ইয়াৰ বাবে লাগে সহজ সৰল ভাৱে বুজিব পৰা বস্তু উক্ত ব্ৰহ্ম পৰমাত্মাৰে আত্মপ্ৰকাশ ভগৱন্ত শ্ৰীকৃষ্ণক। সেই বাবেই ব্যাসে হৃদয়ত কৃষ্ণৰ মূৰ্ত্তি দৰ্শন পালে অৰ্থাৎ কলি যুগৰ জন সাধাৰণৰ বাবে শ্ৰীকৃষ্ণ লীলামৃত খিনিকে উপযোগী বুলি ধাৰণা বা সিদ্ধান্ত কৰি ললে। ব্যাসে দৰ্শন কৰা এই ৰূপক খন দৰাচলতে ব্যাসৰ উপলব্ধিৰ বস্তুহে বা এটি স্বৰূপ জ্ঞানৰ পোহৰহে। ভাগৱতে আমাক বুজাবৰ কাৰণে এই ৰূপকখনৰ যোগেদি ব্যাসৰ উপলব্ধি বিষয় বস্তুৰ এটি সন্ধান দিছে মাত্ৰ।

ব্যাসে শ্ৰীকৃষ্ণৰ বামভাগে মায়াক আৰু দক্ষিণ ভাগত ভক্তি দেৱীক দৰ্শন পোৱাৰ কাৰণ ৰহস্যাবৃত। মায়া হল প্ৰকৃতি। মায়া মানে কি?

সামায়া পালনী শক্তিঃ সৃষ্টি সংহাৰ কাৰিণী।

জ্ঞানসঙ্কলিনী তন্ত্ৰ।

অৰ্থাৎ— সৃষ্টিৰ পালন আৰু সংহাৰ কাৰিণী শক্তিৰ নাম মায়া। ভাগৱততো কৈছেঃ —

স বা এতস্য সংদ্ৰষ্টুঃ শক্তিঃ সদ্ সদাত্মিকা।
মায়া নাম মহা ভাগ যয়া ইয়ং নিৰ্মমে বিভুঃ ॥

ভাগৱত-৩/৫/২৬

অৰ্থাৎ - হে মহাভাগ! জগৎ নিৰ্ম্মাণ কৰ্ত্তাৰ সদ্‌সদাত্মিকা শক্তিৰ নাম মায়া—যাৰ দ্বাৰা এই সৃষ্টি ৰচনা কৰা হৈছে। মায়াৰ স্বৰূপ কি?

ঈশ্বৰস্য মহামায়া তদাজ্ঞাৱশ বৰ্ত্তিনী। তৎসঙ্কল্পানুসাৰিণী। বিবিধানন্ত মহামায়া শক্তিসং সেৱিতানন্ত মহামায়া জালজননমন্দিৰা মহাবিষ্ণোঃ ক্ৰীড়া শৰীৰ ৰূপিনী ব্ৰহ্মাদীনামগোচৰা এতাং মহামায়াং তৰন্ত্যেৱ যে বিষ্ণুমেৱ ভজন্তি, নন্যো তৰন্তি কদাচন।

(মহানাৰায়ণোপনিষদ)

অৰ্থাৎ— ঈশ্বৰৰ মহামায়া তেওঁৰ আজ্ঞাবশবৰ্ত্তিনী। তেওঁৰ সঙ্কল্পৰ অনুগমন কাৰিণী। বিবিধ অনন্ত মহামায়া শক্তি সম্যক্‌ৰূপে সেৱিত, অনন্ত মহামায়া জাল নিৰ্ম্মাণ মন্দিৰা মহাবিষ্ণুৰ ক্ৰীড়া শৰীৰ ৰূপিনী, ব্ৰহ্মাদি দেৱতাৰ অগোচৰা। যি সকলে বিষ্ণুক ভজনা কৰে, তেওঁলোক এই মহামায়াৰ পৰা উত্তীৰ্ণ হয়, অন্যত কেতিয়াও উত্তীৰ্ণ হব নোৱাৰে।

মায়াকে প্ৰকৃতি বোলে—

মায়ান্তু প্ৰকৃতিং বিদ্যান্মায়িনন্তু মহেশ্বৰম্ ।
তস্যাবয়বভূতৈস্তু ব্যাপ্তং সৰ্ব্বমিদং জগৎ ॥

শ্বেতাশ্বতৰোপনিষদ্ — ৪।১০

অৰ্থাৎ— প্ৰকৃতিক মায়া আৰু পৰমেশ্বৰক মায়াধীশ বা মায়াৰ পৰাকী বুলি জানিবা। তেওঁৰ অৱয়ৱৰূপে কল্পিত পদাৰ্থ সকলৰ দ্বাৰা নিখিল জগৎ পৰিপূৰ্ণ ।

মহাপুৰুষ শঙ্কৰ গুৰুৰ দ্বাৰা ৰচিত "অনাদি পাতন" পুথিত মায়াক পুৰুষৰ ( ঈশ্বৰৰ ) অৰ্দ্ধাঙ্গিনী বুলি কোৱা হৈছে। পুৰুষতেক তেওঁ কোনো ক্ষেত্ৰত হীন বুলি কৈছে অৰ্থাৎ "মোতে মায়া লীন যাহা এহি মাত্ৰ হীন"। উক্ত মায়া অৰ্থাৎ প্ৰকৃতিকে ব্যাসে দেখা পাইছিল শ্ৰীকৃষ্ণৰ বাম ভাগত। প্ৰকৃতি সদায় পুৰুষৰ বাম ভাগত অৱস্থান কৰে বাবে আছিল। কিন্তু ভক্তি মাতৃ কিয় দক্ষিণ ভাগত অৰ্থাৎ সোঁফালে আছিল তাৰো নিতান্ত কাৰণ আছে। ভক্তিও দেখোন ( স্ত্ৰীলিঙ্গ কাৰণে ) শ্ৰীকৃষ্ণৰ বাম ভাগত অৱস্থান কৰাৰ যুক্তি আছিল। তাৰ অৰ্থ এয়ে যে আমালোকৰ কোনো বা এজন হিতৈষী ব্যক্তিৰ পৰলোক হ'লে তেওঁৰ গুণগান কৰোঁতে "তেওঁ আমাৰ সোঁহাত স্বৰূপ আছিল" বুলি প্ৰথমেই কওঁহঁক। এই কথাও ভক্তি মাতৃত খাটে। কাৰণ ভক্তি হ'ল ভগৱন্তৰ সোঁহাত স্বৰূপা, সোঁহাতৰ প্ৰয়োজন সৰ্ব্বাধিক। বিষ্ণু ভজনা বা ভক্তি নকৰিলে মায়াৰ হাত সৰা টান। সেই কথা উক্ত মহা নাৰায়ণোপনিষদৰ উদ্ধৃতিত পৰিষ্কাৰ হৈছে। এই কথা ভাৰতীয় সমস্ত গ্ৰন্থত উল্লেখ হৈ আছে। ভগৱানক লাভ কৰিবলৈ হ'লে ভগৱানৰ সোঁহাত স্বৰূপা ভক্তি মাতৃক আশ্ৰয় কৰা, মায়াক নহয়। মায়াক আশ্ৰয় কৰিলে, বান্ধ খাব, ভগৱানৰ বাওঁফালে নাযাবা, প্ৰকৃতিৰ আশ্ৰয় ললে প্ৰকৃতিতে আয়াযাত কৰিব লাগিব।

কোনোৱে ভক্তি শব্দটো স্ত্ৰীলিঙ্গ কাৰণে প্ৰকৃতি ও স্ত্ৰীলিঙ্গ হোৱা হেতু বিষ্ণুৰ লগত প্ৰকৃতি উপাসনা কৰিলেও দোষ নাই বুলি কয়। কিন্তু এইটো সম্পূৰ্ণ ভুল। সংস্কৃতৰ 'ক্তিন্" প্ৰত্যয়টো স্ত্ৰীলিঙ্গ। ভজ ধাতুত "ক্তিন্" প্ৰত্যয়টো যোগ কৰাৰ কাৰণে "ভক্তি" শব্দটো স্ত্ৰীলিঙ্গ হৈছে। ভক্তিক ভজিবলৈ কোনো শাস্ত্ৰই কোৱা নাই। ভক্তিক আশ্ৰয় কৰি ভগৱন্তক ভজিবলৈহে কৈছে। ইয়াত 'ক্তি,' প্ৰত্যয়টোহে স্ত্ৰীলিঙ্গ, ভজ্ ধাতুটো নহয়। উদাহৰণ স্বৰূপে 'বেদ' শব্দটো পুংলিঙ্গ কিন্তু; 'স্মৃতি' শব্দটো স্ত্ৰীলিঙ্গ।

বেদ মানে শ্ৰুতি আৰু শ্ৰুতি মানে বেদ, সমাৰ্থক বা একাৰ্থক। তেন্তে বেদক আৰু শ্ৰুতিক একেটা বস্তুকে পুংলিঙ্গ আৰু স্ত্ৰীলিঙ্গ কেনেকৈ কৰো। মুঠতে ইয়াত শব্দটোৱেহে লিঙ্গ বহন কৰে, পুথিখনে নকৰে। মাধৱদেৱৰ ভাষাৰে ইয়াৰ মোখনি মৰা উচিত ঃ—

হৰি ভক্তি ৰাজমাৰ্গে গুৰু      পদ নখ চন্দ্ৰে প্ৰকাশিত

শ্ৰুতি জননীৰ পদ পন্থ অনুসৰি।

ফুৰো হয়া আমি আনন্দিত      স্খলন নাহিক কদাচিত

মহাজন সব জানিবা নিশ্চয় কৰি ॥

মাধৱদেৱ/নামঘোষা

অৰ্থাৎ—হৰি ভক্তি হল ৰাজমাৰ্গ বা প্ৰধান পথ। তাতে গুৰুৰ পদ নখ চন্দ্ৰই পোহৰ পেলাইছে। ভয় নাই সুন্দৰ পথ আৰু সুন্দৰ আলোক। শ্ৰুতি মাতা অৰ্থাৎ বেদ সেই পথেদি খোজ কাঢ়ি গৈ আছে। উক্ত মাতৃ যি পথেদি গৈছে, তাৰ অনুসৰণ কৰোঁ। আমি আনন্দ মনেৰে ফুৰো, ভয় নাই পিচলি নপৰো। হে সাধু সকল! ইয়াকে অৰ্থাৎ এইখিনি কথা সত্য বুলি জানিবা।

আকৌ মায়ায়ে বন্ধা আৰু ভক্তি মাতৃয়ে মেলাৰ ৰহস্যানো কি তাক জনা উচিত। মায়াৰ স্বৰূপটো আগতে কোৱা হৈছেই। এতিয়া এইটো মায়া অলপ বহল অৰ্থৰ। বেদব্যাসে যি কাৰণত "উশুল থুশুল মন নাহি সুখ শান্তি" হৈছিল, তাৰ মূলতে হল মায়া। পৃথিৱীত বহুতো মানুহ আছে বহু ধৰণৰ। সকলোৰে একে উদ্দেশ্য নহয়। কোনোৱে ঐহিক সুখৰ কাৰণে বহুতো অপ-কৰ্ম্ম কৰে। কোনোৱে পাৰলৌকিক সুখৰ কাৰণে নানা পূজা-পাৰ্ব্বন, বলি-বিধান, যাগ-যজ্ঞ আদি কৰে। এইবোৰ কাৰ্য্যৰ বিধি বিধান একমাত্ৰ ব্যাসেই নিৰূপণ কৰি গ'ল। পুৰাণ তন্ত্ৰাদিত সেইবিলাকৰ বিধি ব্যৱস্থা যথা স্থানত নিয়মিত ভাৱে লিপিবদ্ধ হৈ আছে। নাৰদে সেই কথাবোৰ অপ্ৰিয় অথচ সত্য ভাৱেই ব্যাসক কৈছিল। তেওঁ কৈছে — (আগৰ উদ্ধৃতি বাদ দি) —

পৰিহিত কৰ্ম্মকো কহিলা ধৰ্ম্ম বুলি।
তোমাৰ বচনে লোক নাশিল সমূলি॥
স্বভাৱে লম্পট বিষয়ত অনুৰাগ।
স্বৰ্গ পাইবো বুলি বধে কাটে হংস ছাগ॥
কৰৈ নানা হিংসা ধৰ্ম্ম নানা দেৱ পূজে।
পুণ্য ক্ষয় ভৈলে পুনাই নৰকত মজে॥

শঙ্কৰদেৱ। ভাগৱত (প্ৰথম স্কন্ধ)

পূৰ্ব্বোক্ত কৰ্ম্মবোৰ মায়াত আবদ্ধ হৈ স্বাৰ্থান্ধ সকলে তাকে ধৰ্ম্ম বুলি কৰে। কিন্তু তাৰ ফল বিপৰীত। উক্ত কৰ্ম্ম কৰাৰ ফলস্বৰূপে মায়াৰ দোলেৰে জীৱ বদ্ধ হয় আৰু কিছুদিন সুখ ভোগ কৰি পুনৰ নৰক যাত্ৰণা বা পৃথিৱীত নানা যোনিত জন্ম গ্ৰহণ কৰি আয়াঘাত কৰি থাকে। জীৱ উদ্ধাৰ হোৱাৰ কোনো সুগম পথ নোলায় — যি হেতু স্বৰ্গবাসী আৰু নাৰকীয়ে জ্ঞান ভক্তিৰ সাধন কৰিব নোৱাৰে। সেই মৰ্ম্মে শ্ৰীকৃষ্ণই উদ্ধৱক কৈছে —

স্বৰ্গিনোঽপ্যেতমিচ্ছন্তি লোকং নিৰয়িনস্তথা।
সাধকং জ্ঞান ভক্তি ভ্যামুভয়ং তদ সাধকম্ ।।

ভাগৱত—১১।২০।১২

অৰ্থাৎ — যেনেকুৱা নাৰকি সকল তেনেকুৱা স্বৰ্গবাসী সকলেও জ্ঞান ভক্তি সাধক এই পৃথিৱী প্ৰাপ্তি ইচ্ছা কৰে; কিন্তু স্বৰ্গবাসী আৰু নাৰকীৰ শৰীৰ জ্ঞানযোগ আৰু ভক্তি যোগ সাধনৰ বাবে অপাৰগ।

ব্যাসে অন্তৰ্দৃষ্টিৰে দেখিলে যে মই নানা পুৰাণত নানা বিধি বিধান প্ৰবৰ্ত্তন কৰাৰ পৰিণাম স্বৰূপে প্ৰাণীবোৰে উপজি মৰিছে আৰু যাতনা ভুগিছে। এয়েই মায়া। ম'য়াই অপকাৰহে সাধন কৰিলে। তেওঁ ঘটনাবোৰ পৰিষ্কাৰ ভাৱে বুজি পালে। জগতে পুনৰ দেখা পাইছে- মায়াই বান্ধিছে সচা; কিন্তু ভক্তি দেৱীয়ে দেখোন সেই মায়াৰ দোলবোৰ কাটি জীৱ বিলাকক নৰক যন্ত্ৰনা আৰু স্বৰ্গ সুখৰ পথ অৰ্থাৎ নানা যোনি ভ্ৰমণৰ দুখ কষ্ট বিলাক আতৰাই দিছে। মই যিবোৰ বিধি বিধান কৰিছিলো, সেইবোৰ দেখোন অথলে গল, ভুৱা বুলি প্ৰমাণিত হল, মায়াৰ শক্তি ক্ষুণ্ণ হল, মই দেখোন ভক্তিৰ ওচৰত পৰাজিত হলো। ইয়াৰ পৰিস্কাৰ অৰ্থ এনেদৰে — অপদেৱতা পূজা কৰিলে বা যাগ যজ্ঞ, বলিবিধান কৰিলে সেইবোৰে অৰ্থাৎ তাৰ ফলত স্বৰ্গবাস আৰু নৰক যন্ত্ৰনা ভোগ কৰিব লগা হয়। সেইবোৰে কৃষ্ণপ্ৰাপ্তি বা মোক্ষ প্ৰাপ্তিত সহায় নকৰে। কৃষ্ণ প্ৰাপ্তিৰ বাবে ভক্তি কৰিব লাগিব। দেহ থাকোতেই ভক্তি কৰা উচিত কাৰণ স্বৰ্গী আৰু নাৰকীয়েতো ভক্তি সাধন কৰিবই নোৱাৰে। ভক্তিৰ মহতী শক্তি হল —"মিলাত মুকুতি, ভুঞ্জাত ভুকুতি, ভকতিৰ প্ৰসাদত"। দৈহিকভাৱে মায়াবদ্ধ হব খুজিলেও ভক্তিৰ মহিমা বুজি তেওঁক আশ্ৰয় কৰি ভগৱন্তক ভজিলে জীৱৰ কোনো ভয় নাথাকে। ভগৱন্তত সম্পূৰ্ণ ভক্তি সাধন কৰিব নোৱাৰিলেও অৰ্থাৎ সাধাৰণ মাত্ৰ, সাধন কৰাৰ নিচেত যদি ভক্তি

সাধকজনৰ মৃত্যু ঘটে তেন্তে তেওঁৰ সেই স্বং কিঞ্চিৎ কৃত ভক্তিৰ মহিমাত কোনো অকল্যাণ হ'ব নোৱাৰে। সেই প্ৰসঙ্গতে নাৰদে ব্যাসক কৈছে.—

ভকতিসি কৰে সংসাৰৰ বন্ধনাশ।
ভকতিৰ প্ৰভাৱ শুনিয়ো ঋষি ব্যাস॥
স্বধৰ্ম্মক তেজি ভজে কৃষ্ণক সম্প্ৰতি।
তাত প্ৰেম পূৰ্ণ যেবে নভৈল ভকতি॥
ভৈল ভ্ৰষ্ট যদি বা অল্পতে গৈল প্ৰাণ।
জানা নাহি তথাপি তাহাৰ অকল্যাণ॥

শঙ্কৰদেৱ। ভাগৱত প্ৰথম স্কন্ধ।

সেই একে কথাকে শ্ৰীকৃষ্ণই উদ্ধৱক কৈছে :—

নহ্যঙ্গোপক্ৰমে ধ্বংসো মদ্ধৰ্ম্মস্যোদ্ধৱাণ্বপি।
ময়া ব্যবসিতঃ সম্যক নিৰ্গুণত্বাদনাশিষঃ॥

ভাগৱত—১১/২৯/২০

গুৰুজনাই অনুবাদ কৰিছে ঃ—

নিৰ্গুণ ভকতি ইটো ধৰা মহামানী।
জানা সত্যে ইহাৰ অল্পৰো নাহি হানী॥
যিহেতু সাক্ষাতে মই কৈলো ইটো তত্ত্ব॥ ইত্যাদি

সকলো সুখ ভোগ মুক্তি আদি ভক্তি দেৱীৰ অধীন আৰু তেওঁৰ কৰতল গত। মুক্তি পাঁচবিধ যেনে (১) সালোক্য (২) সাৰ্ষ্টি (৩) সামিপ্য (৪) সাৰূপ্য (৫) একত্ব বা লীন (ভাগৱত ৩।২৯।১৩)।

(১) সালোক্য ঃ— ভগৱন্তৰ সৈতে একে স্থানত বাস।
(২) সাৰ্ষ্টি :— ভগৱন্তৰ সমান ঐশ্বৰ্য্যলাভ।
(৩) সামিপ্য :— ভগৱন্তৰ সমীপ বৰ্ত্তিত্ব।
(৪) সাৰূপ্য ঃ— ভগৱন্তৰ সমান ৰূপ প্ৰাপ্তি।
(৫) একত্ব বা লীন :— ভগৱন্তৰ সৈতে মিলি যোৱা।

গীতাত ভগৱানে কৈছে যে "যে যথা মাং প্ৰপদ্যন্তে তাং তথৈৱ ভজাম্যহম্" অৰ্থাৎ যেয়ে যি প্ৰকাৰে মোৰ পৰা বিচাৰে, তাক তেনে প্ৰকাৰে বাঞ্চিত ফল দিওঁ। এই কথা কলেও ইয়াত যে ভগৱৎ সান্নিধ্যত বিচৰা ফলৰ তাৰতম্য বা উচ্চ নীচ ভেদাভেদ আছে সেই কথা সত্য। তেওঁৰ ওচৰত পঞ্চ মুক্তিৰ যি কোনো এবিধ মুক্তি বিচাৰিলেও দিব। অন্য কি তেওঁৰ ওচৰত যদি স্বৰ্গও বিচাৰে তাকো দিব। কিন্তু একান্ত ভকত যি

সকল তেওঁলোকে ভগৱৎ ভক্তৰ সঙ্গ সুখহে বিচাৰে; কিয়নো তেওঁলোকে জানে যে ভক্তিৰ দাসী ৰূপে মুক্তি সদায় পিচে পিচে হাঁৰি দৰে ঘূৰি ফুৰিছে। মানুহজনৰ লগত ছাঁটো যেনেদৰে যায়, অঙ্গী-ভঙ্গী কৰিলেও তাকে কৰে, তেনেকৈ ভক্তিয়ে যি কৰে মুক্তিয়েও তাকেই কৰে। ভক্তি ৰাণী আৰু মুক্তি দাসী অৰ্থাৎ ৰাণীৰ কৰ্ম্মচাৰী। ভগৱদ্ভক্ত মুক্তি বিচৰাৰ কোনো প্ৰয়োজন নাই। ভক্তি কৰাৰ লগতে মুক্তিয়েও ভগৱদ্ভক্তৰ পিচত ঘূৰি ফুৰিব। কীৰ্ত্তনত লিখিছে —

কলিৰ লোক আতি পাপমতি।
নসাধে আনধৰ্ম্মে আৰো গতি ।।
ৰাম নাম যিটো সততে গাৱে।
সেহিসে হাততে মুকুতি পাৱে ।।

শঙ্কৰদেৱ/পাষণ্ড মৰ্দ্দন।

মাধৱদেৱে লিখিছে ঃ—

ভকত জনৰ হৰি নামেসে সৰ্ব্বস।
মুকুতিকো ঠেলি আগ-হোৱে হৰি যশ ।।

মাধৱদেৱ/নাম-ঘোষা

দেৱৰ দুৰ্লভ ঈশ্বৰ কৃষ্ণক
ভকতি সি কৰে বশ্য।
আগম নিগম গীতা ভাগৱত
শাস্ত্ৰৰ এহি ৰহস্য ।।

মাধৱদেৱ/নাম-ঘোষা

ভক্তি কৰোঁতাৰ শৰীৰত সৰ্ব্বতীৰ্থই বাস কৰে বুলিও লিখিছে ঃ—

গঙ্গাগয়া নৈমিষ পুষ্কৰানি কাশী প্ৰয়াগঃ কুৰু জাঙ্গলানি।
তিষ্ঠন্তি দেহে কৃত ভক্তি পূৰ্ব্বং গোবিন্দ ভক্তি বহতাং নৰানাম্ ।।

পদ্ম পুৰাণ

অৰ্থাৎ—গোবিন্দৰ ভক্তি কৰোতাৰ শৰীৰত গঙ্গা, গয়া নৈমিষাৰণ্য, পুষ্কৰ, কাশী, প্ৰয়াগ আৰু কুৰুক্ষেত্ৰ আদি তীৰ্থই বাস কৰি থাকে।

ভক্তিয়েনো তেন্তে কি কৰিব নোৱাৰে, সকলো কৰিব পাৰে। হাতৰ অঙ্কুশ হাতীকে আঘাত কৰাৰ দৰে ভগৱন্তৰ প্ৰিয় সহচাৰিণী ভক্তিয়ে যেতিয়া ভগৱন্তকে বশ্য কৰে, তেন্তে আনৰ কথা সামান্য। হৰি ভক্তিত

একান্ত ভাৱে আশ্ৰয় কৰিলে সংসাৰ চক্ৰৰ নিকাৰ হাত এৰাই ভগৱৎ সান্নিধ্য লাভ কৰিব পাৰে, সন্দেহ নাই। সেই কাৰণে বেদব্যাসে ভক্তিৰ সেই মহত্বৰ দৃশ্যটোকে ভালকৈ দৰ্শন কৰিছিল।

"দুইহানো মধ্যস্থ ভাৱে আছা ভগৱন্ত"ৰ ৰহস্যনো কি তাকো বুজা উচিত। মায়াদেৱী আৰু ভক্তিদেৱীৰ মাজত থাকি ভগৱন্তইনো কি কৰিছে ইও এটি প্ৰয়োজনীয় কথা। মায়াবদ্ধ সংসাৰী জীৱক ভক্তিয়ে মুক্ত কৰিছে। মায়াৰ পৰাজয় ঘটিছে। কিন্তু কিহৰ বাবে পৰাজয় হৈছে? আমি আগতে উল্লেখ কৰি আহিছোঁ যে ভক্তি শব্দটো কৃষ্ণ শব্দতহে খাটে, আনত নাখাটে। এতিয়াঁ কাক ভক্তি কৰি সংসাৰ বন্ধন মুক্তি কৰিব ভগৱন্তক। ভগৱন্তনো কোন – শ্ৰীকৃষ্ণ। শ্ৰীকৃষ্ণ কোন — দৈৱকী নন্দন। দৈৱকী নন্দন কোন — সচ্চিদানন্দ পৰব্ৰহ্ম। ইমানেই কথা। এতিয়া গোটেই কথাখিনি পৰিস্কাৰ হ'ব এনেদৰে—জীৱই মায়াৰ জালত পৰি যেতিয়া সংসাৰ চক্ৰত নানা নিকাৰ ভুঞ্জি শেষত মাধৱৰ প্ৰসাদত ভগৱন্ত ভক্তি যুক্ত হ'ব, তেতিয়াহে তেওঁৰ সংসাৰ ভয় দূৰ হ'ব। ভক্তি যুক্ত নোহোৱা পৰ্য্যন্ত তেওঁৰ কোনো প্ৰকাৰেই সদগতি নহয়। সেই ভগৱন্ত বস্তু ব্ৰহ্ম পৰমাত্মাৰ আত্ম প্ৰকাশৰ বস্তু, বেদ উপনিষদৰ ব্ৰহ্ম নহয়, ভাগৱতৰ ভগৱন্তহে। সেই ভগৱন্তক ভক্তি কৰিলেই পুৰুষৰ সদগতি অনিবাৰ্য্য। ভগৱন্তই মধ্যস্থহৈ ইয়াকে সূচাইছে যে হে জীৱ সকল! মায়া বদ্ধ নহবা। তোমালোক মোৰেই সতি সন্ততি। মায়াবদ্ধহৈ উপজি মৰিবা, যাতনা ভুঞ্জিবা। তোমালোকে যদি নিজৰ মঙ্গল কামনা কৰা, তেন্তে মোৰ প্ৰিয় সহচাৰিণী, মোৰ দক্ষিণ ভাগে অৱস্থান কাৰিণী ভক্তি দেৱী মাতৃক আশ্ৰয় কৰা। তেতিয়াহে মোক পাবা। আনে বা আনৰ দ্বাৰা মোক পাব নোৱাৰিবা। দেখা মোৰ অৰ্দ্ধাঙ্গিনী হৈও মায়াই তোমালোকক উদ্ধাৰ কৰিব পৰা নাই। অব্যভিচাৰীণী ভক্তিৰে মোক ভজনা কৰা। অৱশ্যে তোমালোকে মোক পাবা।

ব্যাসেনো বন্ধ আৰু মোক্ষৰ হেতু কি দেখা পাইছিল? আমি পূৰ্ব্বতে উল্লেখ কৰি আহিছোঁ যে মায়াই জগতক বন্ধন কৰে। ব্ৰহ্মাদি জীৱ পদাৰ্থকো মায়াই আবদ্ধ কৰি ৰাখিছে। মায়য়া কল্পিতং জগৎ। আমাৰ একাষাৰ কথা আছে "হৰি ভকতিৰ বিষম সন্ধি। বান্ধিলে মুকলি মেলিলে বন্দি"॥ প্ৰতি পদে পদে মানুহক বান্ধিবৰ কাৰণে মায়াই চেষ্টা চাই ফুৰে। সুবিধা পালেই বান্ধে। যেতিয়া মানুহে মায়াক প্ৰত্যাখ্যান কৰি অৰ্থাৎ মায়াৰ মাজতে থাকি তাত নিৰ্লিপ্ত ভাৱে থাকিব পাৰে সিয়েই মুকলি হয় অৰ্থাৎ মায়াক

দ্বাৰা তেও আবদ্ধ নহয়। পদুম বোকা পানীত জন্ম হয়; কিন্তু তাৰ গাত বোকা পানী লাগিব নোৱাৰে। ঠিক তেনেকৈ, মন মেলি দিলেই মায়াই বান্ধে, মন বান্ধিলেই মায়াৰ বন্ধনৰ পৰা মুক্ত হয়। মায়াৰ ব্যাধি নিৰাময় হবৰ কাৰণে হৰি ভক্তি মহৌষধ সেবন কৰিব লাগে, ৰোগ দূৰ হ'ব, সন্দেহ নাই। ব্যাসে বন্ধ আৰু মোক্ষৰ মুক্তি) কাৰণ ইয়াকে দেখা পাইছিল।

হৰি ভক্তি মহৌষধৰ নিদান বা ৰোগ নিৰাময়ৰ ব্যৱস্থাৰ পুথি হল ভাগৱত। মায়া মুক্ত হৈ হৰি ভক্তি আশ্ৰয় কৰিবৰ বাবে সেই শাস্ত্ৰত সকলো বিধি বিধান নিৰূপণ কৰা হৈছে। ব্যাসে মায়াৰ বন্ধ আৰু ভক্তিৰ দ্বাৰা মুক্তৰ সকলো ঘটনা অন্তৰ্দৃষ্টিৰে উপলব্ধি কৰি সমস্ত বেদ উপনিষদাদি দৰ্শনৰ সাৰ বস্তু হৰি ভক্তিৰ প্ৰধান পথ প্ৰদৰ্শক সেই মহাভাগৱত শাস্ত্ৰ ৰচনা কৰে। তেওঁ এই শাস্ত্ৰ বৰ আনন্দ মনেৰে লিখিলে আৰু বেদাদি সমস্ত শাস্ত্ৰ লিখি লাভ কৰা জ্ঞানৰ আকৰখিনি ইয়াতে বাকি দিলে। হৰি ভক্তিৰ বাবে প্ৰয়োজনীয় সকলো আহিলা পাতি একে ঠাইতে প্ৰাপ্তিৰ সুগম উপায় উলিয়াই দিলে। পৰম হংস সন্যাসী হৰি ভক্তি পৰায়ণ বিষ্ণু পুৰীয়ে "ভক্তি ৰত্নাৱলী"ৰ আৰম্ভণিতে লিখিছে (মাধৱদেৱৰ অনুবাদ খিনি দিয়া হল)

নিখিল বেদৰ সাৰ মহাভাগৱত।
সদ্য ভক্তি পদ যাৰ অতুল মহত্ব॥
এতেকেসে সমস্ত বেদত শ্ৰেষ্ঠতৰ।
পৰম গোপনি ইটো সমস্ত শাস্ত্ৰৰ॥

মহা অন্ধকাৰময় দুৰ্ঘোৰ সংসাৰ।
আৰু তৰিবাক প্ৰতি ইচ্ছা আছে যাৰ॥
তাক কৃপা কৰি সিটো মহামুনি শুকে।
পৃথিবীত ব্যক্ত আনি কৰিলা উৎসুকে॥
আত্ম প্ৰকাশক ইটো প্ৰদীপ সাক্ষাত।
ভকতি আনন্দ ৰস পৰিপূৰ্ণ জাত॥

মাধৱদেৱ। ভক্তি ৰত্নাৱলী

বেদাদি আন আন শাস্ত্ৰৰ তত্ত্ব বুজিবলৈ বা হৰি ভক্তিৰ মহত্বখিনি বুজিবলৈ হাতত বহুখিনি সময়ৰ প্ৰয়োজন; কিন্তু এই ভাগৱত শাস্ত্ৰ সদ্য ভক্তিপ্ৰদ তুলনাহীন মহৎ শাস্ত্ৰ অৰ্থাৎ ইয়াৰ ভিতৰত প্ৰবেশ কৰিব পাৰিলে অতি সোনকালে ই ভক্তি তত্ত্বদান কৰিব পাৰে। সংসাৰ সাগৰ তৰিবৰ কাৰণে যাৰ ইচ্ছা আছে সি এই শাস্ত্ৰ শ্ৰদ্ধাৰে গ্ৰহণ কৰক। অন্ধকাৰ নিবাৰণৰ

কাৰণে পোহৰ লাগে আৰু পোহৰ হলে অন্ধকাৰ দূৰ হয়। এই ভাগৱত শাস্ত্ৰ আত্ম প্ৰকাশক প্ৰদীপ অৰ্থাৎ অন্তৰ পোহৰ কৰিব পৰা প্ৰদীপ বা এই শাস্ত্ৰ পৰমাত্মা শ্ৰীকৃষ্ণ ভগৱানক প্ৰকাশ কৰিব পৰা প্ৰদীপ। এই প্ৰদীপ এক দেশ বা এটা দিশ পোহৰ কৰিব পৰা প্ৰদীপ নহয়। দশদিক্ পোহৰ কৰে এই শাস্ত্ৰই। কল্পতৰুৱে যেনেকৈ মানুহৰ বাঞ্চিত ফল দান কৰে, সেনেকুৱা এই শাস্ত্ৰ। ভাগৱতক কল্পতৰু শাস্ত্ৰ বুলি কয়। এই কল্পতৰু পৃথিবীৰ নহয়, বৈকুণ্ঠৰ। কল্পতৰু মানে বাঞ্চিত বৃক্ষ অৰ্থাৎ "যে যথা মাং প্ৰপদ্যন্তে তাং স্তথৈব ভজাম্যহম্"। তেন্ত এই শাস্ত্ৰত অপদেৱতা সকলক যেনে—ব্ৰহ্মা, ৰুদ্ৰ, ইন্দ্ৰ, গণেশ, লক্ষ্মী, সৰস্বতী আদিক পাবৰ কাৰণে বাঞ্চা কৰিলেও লাভ কৰিব পাৰিনেকি? নহয়— দুৱৰীক পাবৰ কাৰণে ৰজাৰ ওচৰলৈ কোনো নাযায়, ৰজাক পাবৰ কাৰণেহে দুৱৰীৰ কাষ চাপে। ভগৱন্তৰ কাষ চাপিলে কণ্ঠ লগ্ন বস্তুক সাক্ষাত" পায়। ভগৱন্তৰ ওচৰত বা কল্পতৰু শাস্ত্ৰ ভাগৱতৰ ওচৰত ভাল বস্তু বিচাৰিলে ভাল আৰু বেয়া বস্তু বিচাৰিলে বেয়া বস্তু দিব। উচ্চ নীচ ভেদে যি বস্তুৰ বাঞ্চা কৰে তাকে দিব। এই কল্পতৰুত ভগৱানৰ বাহিৰে আনক বিচাৰিবলৈ কোৱা নাই। কল্পনা কৰা মতে যে বস্তু পায় তাৰ অৰ্থ এই যে ভগৱানক ভক্তি কৰি তেওঁৰ সান্নিধ্য লাভ কৰিবলৈ সাত্বিক, ৰাজসিক আৰু তামসিক ভেদে আৰু সগুণ নিৰ্গুণ ভেদে বহুবিধ ভক্তিৰ পথ, উপপথ আছে। সেই সেই লক্ষণ ভেদে ভগৱন্তক পাব পাৰি। মাত্ৰ স্তৰ ভেদে তেওঁ ভক্তক কৃপা কৰে। শাস্ত্ৰে কয় "যেন তেনমত্তে মাম্ স্মৰোক সতত"। মানুহৰ ভাবৰ ওপৰতে ভক্তিৰ তাৰতম্য আছে। (আমি ঠিক ইয়াৰ পিচতে উক্ত তাৰতম্যখিনি প্ৰকাশ কৰিম। তাতেই সবিশেষ ওলাব) এজন মানুহে দুপৰীয়া দুখে ভাগৰে আহি এজোপা কল্পবৃক্ষৰ ছাঁতে জিৰণি ললেহি। তেওঁ সেইজোপা কল্পবৃক্ষ বুলি নাজানে। তেওঁৰ পিয়াহ লাগিলত এটোপা পানীৰ কথা চিন্তা কৰিলে বা ভাবিলে। লগে লগে এটি জলপূৰ্ণ পাত্ৰ সমুখত উপস্থিত। তাকে পান কৰি শৰীৰ শান্ত কৰিলে। এনেতে ভোক লাগিলত ভাতৰ কথা ভাবিলে। ভাতো উপস্থিত হল। ভাত খাই ভগাৰ লাগিলত বিছনাৰ কথা চিন্তা কৰাৰ লগে লগে বিশ্ৰাম কৰিবৰ কাৰণে সুকোমল বিছনাও যোগাৰ হল। মানুহজনে ভাবিবলৈ ধৰিলে যে মই ভাবে তেই যদি এই বস্তুবোৰ আহিল, ক'ৰবাত কিজানি ভূতেই আছে। এইভাব কৰাৰ লগে লগে এটা প্ৰকাণ্ড ভূত তেওঁৰ সমুখত উপস্থিত। তাকে দেখি তেওঁ ভয়ত পেপুৱা লাগিল। তেওঁৰ ভাবনা হল এই ভূতে নিশ্চয় মোক খাব। ভাবৰ লগে লগে কাম। ভূতে তেওঁক খাই পেলালে। এয়ে কল্পতৰু। যেনেকুৱা কল্পনা তেনেকুৱা ফলপ্ৰাপ্তি।

কল্পতৰু ৰূপ ভাগৱতত ভাৰানুসাৰি বিভিন্ন ৰসযুক্ত ভগৱদ্ভক্তিৰ ফল প্ৰাপ্তি ঘটে। ভাগৱতক সেইবাবেই কল্পতৰু বোলে। উক্ত ভাগৱতক ব্যাসদেৱে অতি আনন্দ মনেৰে ৰচনা কৰিলে। এয়াই সংক্ষেপ কথা।

(ঘ—৫) - জ্ঞান কৰ্ম্মযুক্ত ভক্তি —

ভগৱানৰ সৈতে মিলনেই জীৱনৰ সৰ্ব্বোত্তম লক্ষ্য। এই লক্ষ্য প্ৰাপ্তিৰ বাবে অনেক সাধন আছে। ইয়াৰ ভিতৰত ভক্তিয়েই বৰ্ত্তমান যুগৰ মুখ্য সাধন। ভগৱানৰ উপাসনা, ভগৱানৰ সেৱা, ভগৱানৰ শৰণাগতি — এই সকলোৱেই ভক্তিৰ অন্তৰ্গত। সাধাৰণতে ভগৱানৰ সৈতে মিলনৰ কাৰণে তিনি মাৰ্গৰ কথা শাস্ত্ৰত উল্লেখ আছে। ভগৱান শ্ৰীকৃষ্ণই উদ্ধৱক জ্ঞান যোগ, কৰ্ম্ম যোগ আৰু ভক্তি যোগৰ কথা কৈছিল ( জ্ঞান যোগ কৰ্ম্ম যোগ, পৰম ভকতি যোগ, সমস্তে কহিলা উদ্ধৱত — কীৰ্ত্তন)। এয়াই হ'ল তিনি মাৰ্গ। বেদৰ পূৰ্ব্বভাগ কৰ্ম্ম-কাণ্ড আৰু উত্তৰ ভাগ জ্ঞান কাণ্ড কৰ্ম্মকাণ্ড বা কৰ্ম্মমাৰ্গ আৰু জ্ঞানকাণ্ড বা জ্ঞান মাৰ্গ নিবৃত্তি মূলক। প্ৰথম মাৰ্গানুসাৰে ব্ৰহ্মচৰ্য্যাশ্ৰমৰ পিচত গৃহস্থাশ্ৰমত প্ৰবিষ্ট হৈ বেদ বিহিত যজ্ঞাদি কৰ্ম্মানুষ্ঠান কৰাই শ্ৰেষ্ঠ। দ্বিতীয় মাৰ্গানুসাৰে পৰম সত্যৰ অন্বেষণৰ বাবে সম্পূৰ্ণ ঐহিক কৰ্ম্ম ত্যাগ কৰি সাধনা আৰু তপস্যা কৰাই শ্ৰেষ্ঠ। কৰ্ম্মবাদি সকলৰ মতানুসাৰে বেদবিহিত কৰ্ম্মানুষ্ঠান তথা নিষিদ্ধ ত্যাগে পৰম গতি প্ৰাপ্ত হয় (বেদে যাক বিহি আছে তাকে বুলি কৰ্ম্ম। বেদে যাক নিষেধিছে সেহিতো অকৰ্ম্ম ॥ নৱসিদ্ধ)। কিন্তু জ্ঞানবাদী সকলৰ মতানুসাৰে কৰ্ম্মফল অৱশ্যে ভোগ কৰিব লাগিব। গতিকে কৰ্ম্মৰ দ্বাৰা কোনো প্ৰকাৰেই মোক্ষ পাব নোৱাৰি। কৰ্ম্ম হল বন্ধনৰ কাৰণ আৰু জ্ঞান হল মোক্ষৰ কাৰণ বা জ্ঞানান্মুক্তিঃ। প্ৰথম মতৰ সমৰ্থক কৰ্ম্ম কাণ্ডী বা কৰ্ম্ম মীমাংসক তথা দ্বিতীয় মতৰ সমৰ্থক বেদান্তী বা বেদবাদী সকল। কৰ্ম্ম বুলি কওঁতে আমাৰ তিনিটা কথা মনলৈ আহে কৰ্ম্ম, কৰ্ম্মকাণ্ড আৰু কৰ্ম্ম যোগ। এই তিনিওটাৰে প্ৰতিটোৰে প্ৰকৃত অৰ্থৰ ব্যৱধান আছে। কৰ্ম্ম বুলিলে আমি জীৱন নিৰ্ব্বাহৰ বাবে কৰা যাৱতীয় কৰ্ম্মকে কৰ্ম্ম বুলি সাধাৰণতে বুজোঁ। সেই কৰ্ম্ম ধনী, দুখী, ঋষি, মুনি, যতী, ব্ৰতী, সন্যাসী, বানপ্ৰস্থী বা চাৰি বৰ্ণাশ্ৰমী সকলোৱে স্তৰ ভেদে আৰু বৰ্ণাশ্ৰম ধৰ্ম্ম ভেদে সকলো জনেই কৰে। যদি সেই কৰ্ম্ম ঈশ্বৰা-ৰ্পণ বুদ্ধিৰে কৰা হয়, তেন্তে সি কৰ্ম্ম যোগলৈ ৰূপান্তৰ ঘটে, তদ্বিপৰীতে সেই কৰ্ম্ম কৰ্ম্ম হৈয়েই থাকে, তাৰ পৰা কোনো লাভ নাই। একাদশ স্কন্ধ ভাগৱতত সুন্দৰভাৱে শ্ৰীকৃষ্ণৰ মুখে উদ্ধৱক কোৱাইছে —

মোতে চিত্ত দিয়া যিটো কৰে ধৰ্ম্ম কৰ্ম্ম।
তাৰ নাম ভক্ত সখি কৈলো ইটো মৰ্ম্ম ॥

শঙ্কৰদেৱ/একাদশ

প্ৰহ্লাদক নৃসিংহই উপদেশ দিছিল

মোতে চিত্ত দিয়া কাৰ্য্য কৰিয়ো সন্তোষে।
তেবে কি কৰিবে আৰ সংসাৰৰ দোষে ॥

শঙ্কৰদেৱ/কীৰ্ত্তন

অৰ্জ্জুনক শ্ৰীকৃষ্ণই কৰ্ম্ম যোগৰ কথা কৈছিল অৰ্থাৎ তুমি যি কৰা সকলো মোত অৰ্পণ কৰি কৰা। আমাৰ "একশৰণ তত্ত্ব বিবেচন" অধ্যায়ত সেইখিনি সবিস্তাৰে হৈ আছে। ভগৱৎ প্ৰীত্যৰ্থে কৰা কৰ্ম্মক কৰ্ম্ম যোগ বা অব্যভিচাৰ কৰ্ম্ম আৰু উক্ত সম্বন্ধ হীন কৰ্ম্মকে ব্যভিচাৰ কৰ্ম্ম বুলি কোৱা হয় – যি কৰ্ম্ম যোগৰ লেখত নপৰে। ভস্মত ঘৃতাহুতি দিয়াৰ দৰে সি নিষ্ফল। গোপী সকলে গৃহকৃত্য কৰোঁতে শ্ৰীকৃষ্ণৰ গুণ অনুৰাগে গাইছিল, তেওঁক অবিৰত চিন্তন কৰিছিল, সেয়াই কৰ্ম্ম যোগ। মথুৰাৰ নাৰী সকলে গোপী সকলৰ উক্ত কাৰ্য্যৰ প্ৰশংসা কৰি এনেদৰে কৈছিল :–

কি পুণ্য কৰিলে ব্ৰজৰ নাৰী।
অনুক্ষণে দেখে হেন মুৰাৰি ॥
যাহাৰ ৰূপক নাহি সমান।
অনুদিনে কৰে নয়নে পান ॥
মথন্তে দধিক দুহন্তে গাই।
কৰন্তে গৃহৰ কৃত্য সদায় ॥
কৃষ্ণৰ গাৱে গুণ নাম গীত।
সহতে কৃষ্ণত অপিয়া চিত্ত ॥
পৰে প্ৰেমভাৱে লোতক ঝৰি।
ধন্য ধন্য কিনো ব্ৰজ সুন্দৰী ॥

শঙ্কৰদেৱ/কীৰ্ত্তন।

কৰ্ম্মযোগ কেনেকুৱা হব লাগে তাৰ এটি আদৰ্শ এনেদৰে পোৱা যায়—

পৰব্যসনিনী নাৰী ব্যগ্ৰাপি গৃহ কৰ্ম্মণি।
তদেৱা স্বাদয়ত্যন্তঃ পৰসঙ্গ ৰসায়নম্।

পঞ্চদশী ৯।৮৪

অৰ্থাৎ—যেনেকৈ কোনো পৰ পুৰুষানুৰক্তা নাৰীয়ে গৃহকাৰ্য্যত ব্যস্ত হলেও নিজৰ হৃদয়ত সেই অবৈধ প্ৰেমৰ আনন্দানুভূতি কৰি থাকে, ঠিক তেনেকৈ

ভক্তসকলে নিজৰ লৌকিক কৰ্তব্যত সংলিপ্ত হ'লেও প্ৰিয়তম প্ৰভুৰ ৰসময় ধ্যানত মগ্ন হৈ থাকে।

এই প্ৰসঙ্গতে এটি প্ৰশ্ন উঠে। অৰ্জ্জুন আৰু মুচুকুন্দ দুয়ো ক্ষত্ৰিয় বীৰ আছিল আৰু দুয়োজনেই ক্ষত্ৰিয় বীৰোচিত কাৰ্য্য কৰি আশ্ৰম ধৰ্ম্ম পালন কৰি আছিল। কুৰুক্ষেত্ৰ যুদ্ধৰ সময়ত শ্ৰীকৃষ্ণই অৰ্জ্জুনক ক্ষত্ৰধৰ্ম্মৰ কাৰ্য্য কৰিবলৈ অৰ্থাৎ তেওঁৰ বিপক্ষে থিয় দিয়া প্ৰতিযোদ্ধা বীৰ সকলক হনন কৰিবলৈ গীতাত প্ৰতি বাৰে বাৰে সকিয়াই আছিল আৰু সেই মতে কাৰ্য্য সম্পাদনো হৈছিল। কিন্তু একে ক্ষত্ৰিয় বীৰ মুচুকুন্দক উপদেশ দিওঁতে শ্ৰীকৃষ্ণই কৈছে—

ক্ষত্ৰিয়ৰ ধৰ্ম্মত থাকিয়া নৃপবৰ।
কৰি আছা বধ তুমি জন্তু বহুতৰ॥
শ্ৰৱণে কীৰ্ত্তনে মোক কৰিয়া আশ্ৰয়।
তপ কৰি এৰে সিটো পাপ কৰা ক্ষয়॥
আউৰ জন্মত তুমি হুইবা দ্বিজবৰ।
মোক পাইবা আসি ৰাজা তেজি কলেবৰ॥

শঙ্কৰদেৱ/কীৰ্ত্তন

সেইমতে বহু জন্তু বধ নিমিত্ত পাপৰ কাৰণে মুচুকুন্দই শ্ৰৱণ কীৰ্ত্তনৰ আশ্ৰয় কৰিব লগীয়া হৈছিল। অকল সেয়ে নহয়, তেওঁ অন্য পন্থাও অৱলম্বন কৰিছিল যেনে —

ভৈলন্ত নিঃশঙ্ক তপ আচৰিবে মনে॥
কৰিলা একান্ত চিত্ত কৃষ্ণৰ চৰণে॥
বদৰিকাশ্ৰমে গৈয়া ধৰিয়া সমাধি।
থাকিলন্ত মুচুকুন্দ কৃষ্ণক আৰাধি॥

শঙ্কৰদেৱ/কীৰ্ত্তন

এতিয়া কথা হ'ল একেজন বক্তা শ্ৰীকৃষ্ণই অৰ্জ্জুনক এক প্ৰকাৰে আৰু মুচুকুন্দক আন প্ৰকাৰে উপদেশ দিয়াৰ হেতু কি? তদুত্তৰত কোৱা হয় যে দুয়োজন একে ক্ষত্ৰিয় বীৰ হ'লেও অৰ্জ্জুনে কৃষ্ণৰ উপদেশ ক্ৰমে সকলো কৃষ্ণাৰ্পণ বুদ্ধিৰে বা কৃষ্ণ প্ৰীত্যৰ্থে কৰ্ম্ম সম্পাদন কৰিছিল। কিন্তু মচুকুন্দই কৰা নাছিল। তাৰ কিঞ্চিৎ আভাস তলৰ পদত পোৱা যায় যেনে (কৃষ্ণই মুচুকুন্দক কৈছে)—

যোগক অভ্যাসে যিটো ভকতিক এৰে।
তাহাৰেসে মন পুনাই বিষয়ত পৰে॥

মোত চিত্ত দিয়া পৰ্য্যচিয়ো, বসুমতী।
তোমাৰ আমাত আছে একান্ত ভকতি।।

শঙ্কৰদেৱ/কীৰ্ত্তন-ঘোষা

বেদৰ পুষ্পিত বাক্য বিন্যাসত যি কৰ্ম্মৰ কথা কোৱা হৈছে, সেই কৰ্ম্ম উক্ত কৰ্ম্ম যোগৰ ভিতৰত নপৰে। বেদৰ কৰ্ম্ম হ'ল বলিবিধান কৰি যাগ-যজ্ঞাদিৰে স্বৰ্গসুখ ভোগ কৰা ইত্যাদি। প্ৰশ্ন হয়—ভগৱৎ প্ৰীত্যাৰ্থে বলি বিধান, যাগযজ্ঞ, দেৱান্তৰ পূজন কৰিলে কৰ্ম্ম যোগ হ'বনে নহয়। নহয়-ভগৱৎ প্ৰীত্যাৰ্থে দেৱান্তৰ পূজা কৰিলে ভক্তিত ব্যভিচাৰ ঘটে। যাগ যজ্ঞাদিৰে স্বৰ্গ প্ৰাপ্তি হলেও "পুণ্যক্ষয় ভৈলে দুনাই নৰকত মজে"। বেদৰ কৰ্ম্মৰ দ্বাৰা ভোগ লিপ্সা বৃদ্ধি হয়। নৰ সমাজ সংসাৰত নানা যোনি বাগৰি আয়াযাত কৰি থাকে। কৰ্ম্মৰ অৰ্থ হ'ল কোনো ফলাৰ্থে সম্পন্ন হ'ব লগা বা হোৱা ক্ৰিয়া। ফলৰ স্থায়িত্ব বাঞ্চনীয়। অস্থায়ী ফলৰ দ্বাৰা পুনৰ কৰ্ম্ম সম্পাদনৰ আৱশ্যকতা আছে। গতিকে সৰ্ব্ব সাধাৰণে স্থায়ি ফল প্ৰাপ্তি কামনাৰে কৰ্ম্ম যোগ কৰা উচিত। কিন্তু ফলত তোমালোকৰ অধিকাৰ নাই, কৰ্ম্মত হে অধিকাৰ। কৰ্ম্মও আকৌ হ'ব লাগিব ভগৱৎ-মুখী। বেদৰ কৰ্ম্ম অৰ্থাৎ কৰ্ম্ম কাণ্ডত মন যোগ নিদিবা। কৰ্ম্ম কাণ্ড নিবৃত্তি মাৰ্গৰ বাধক। ভক্ত কৰ্ম্মকাণ্ডী নহয়, কৰ্ম্ম যোগীহে। কৰ্ম্মকাণ্ডৰ সমস্ত কৰ্ম্ম সকাম আৰু কৰ্ম্ম যোগৰ সমস্ত কৰ্ম্ম নিষ্কাম। ইয়াক নিষ্কাম কৰ্ম্ম যোগ বা ভক্তি মিশ্ৰিত কৰ্ম্ম যোগ বোলে।

যি কৰ্ম্মত কামনা আসক্তি আৰু কৰ্তৃত্বাভিমান থাকে, সেই কৰ্ম্ম মোক্ষৰ সাধক নহৈ বাধক হে হয়। ভক্তই অনাসক্ত হৈ জীৱনৰ সকলো কৰ্ম্ম কেৱল কৰ্ত্তব্যৰ প্ৰেৰণাত বা ভগৱৎ প্ৰীত্যাৰ্থে কৰে। ইয়াৰ দ্বাৰা তেওঁৰ সীমাবদ্ধ বুদ্ধি বা ভোগবুদ্ধি থাকিব নোৱাৰে। কৰ্ম্ম সংস্কাৰেই জীৱাত্মাৰ বন্ধন। সেই কৰ্ম্ম সংস্কাৰে অবিদ্যাৰূপী কাৰণ শৰীৰ নিৰ্ম্মাণ কৰে। কিন্তু স্বৰূপতে কৰ্ম্ম ত্যাগ কৰা অসম্ভৱ। জীৱন ধাৰণৰ কাৰণে পদে পদে কৰ্ম্মৰ প্ৰয়োজন হয়। শুভাশুভ কৰ্ম্মৰ কাৰণ হল মন – যিহেতু "মন এৱমনুষ্যানাং কাৰণং বন্ধ মোক্ষয়ো."। মনে যদি মন্দ কৰ্ম্মকো শুভ বুদ্ধি ভাবি গ্ৰহণ কৰে তেন্তে তেওঁৰ মনত সিয়েই শুভ হয়। কিন্তু তাৰ দ্বাৰা তেওঁৰ কৰ্ম্মক প্ৰকৃত শুভ কৰ্ম্ম বুলি আনে ধৰি লব নোৱাৰে। সেই বাবে ভক্তি ৰত্নাৱলীয়ে কৈছে—

এতেকেসে শাস্ত্ৰে কহে এতেক উপায়।
হৰিৰ প্ৰীতিসি ভাৰ ফল সমুদায়।।

এহিমতে সকল শাস্ত্ৰৰ গুহ্য মৰ্ম্ম।
হৰি তুষ্ট হোৱে যাত তাকে বোলে কৰ্ম্ম॥
মাধৱদেৱ। ভক্তি ৰত্নাৱলী।

এহিমতে সকলো শাস্ত্ৰৰ শেষ সিদ্ধান্ত যে যি কৰ্ম্মৰ দ্বাৰা হৰি তুষ্ট হয়, তাকে কৰ্ম্ম বুলি কোৱা হৈছে।

কৰ্ম্ম যোগ মানে সকলো কৰ্ম্মতে ভগৱন্তক যুক্ত কৰা। অপ্ৰাপ্ত বস্তুৰ প্ৰাপ্তিৰ নাম যোগ। মানৱ জীৱনৰ চৰম লক্ষ্য ভগৱানক পোৱা। গীতাত যোগ কাক বোলে শ্ৰীকৃষ্ণই পৰিষ্কাৰ কৰি কৈছে—

যোগস্থঃ কুৰু কৰ্ম্মাণি সঙ্গং ত্যক্ত্বা ধনঞ্জয়।
সিদ্ধ্যসিদ্ধ্যোঃ সমো ভূত্বা সমত্বং যোগ উচ্যতে॥
গীতা—২/৪৮

অৰ্থাৎ— হে ধনঞ্জয়! তুমি ফল কামনা পৰিত্যাগ পূৰ্ব্বক একান্ত ঈশ্বৰ পৰায়ণ হৈ সিদ্ধি আৰু অসিদ্ধি উভয়কে তুল্য জ্ঞান কৰি কৰ্ম্মানুষ্ঠান কৰা সিদ্ধি অসিদ্ধি এই উভয়ৰ তুল্য জ্ঞানকে 'যোগ' বুলি কোৱা হয়।

আকৌ— বুদ্ধিযুক্তো জহাতীহ উভে সুকৃত দুষ্কৃতে।
তস্মাৎ যোগায় যুজ্যস্ব যোগঃ কৰ্ম্মসু কৌশলম্॥
গীতা ২/৫০

অৰ্থাৎ — যাৰ নিষ্কাম কৰ্ম্ম যোগ বিষয়িনী বুদ্ধি উপস্থিত হয়, তেওঁ এই জন্মেই পৰমেশ্বৰ প্ৰসাদে সুকৃত আৰু দুষ্কৃত উভয় পৰিত্যাগ কৰিবলৈ সমৰ্থ হয়। গতিকে কৰ্ম্ম যোগৰ নিমিত্তে যত্ন কৰা। কৰ্ম্মত কৌশলৰ নামেই যোগ।

উক্ত সুকৃত আৰু দুষ্কৃত মানে কি? "সুকৃতং স্বৰ্গাদি প্ৰাপকং দুষ্কৃতং নিৰয়াদি প্ৰাপকম্"। "কৰ্ম্মসু কৌশলম্" মানে তেৰামীৰ্বাৰা ধনেন মোক্ষ পৰত্ব সম্পাদন চাতুৰ্য্যং স এব যোগঃ"।

মুনি পতঞ্জলিয়ে লিখিছে— "ঈশ্বৰ প্ৰণিধানাৎ বা" (পাতঞ্জল যোগ দৰ্শন ১/২৩) এই সূত্ৰানুসাৰে যোগক অষ্টাঙ্গ যোগৰ পৰা পৃথক্ কৰি ৰাখি কেৱল ঈশ্বৰ ভক্তিৰ দ্বাৰাই যোগসমাধি সিদ্ধ হয় বুলি কৈছে। অন্য প্ৰকাৰে গভীৰ ভাৱে চিন্তা বিচাৰ কৰি দেখা হয় যে অষ্টাঙ্গ যোগো কৰ্ম্ম যোগৰে অন্তৰ্গত। অষ্টাঙ্গ যোগৰ অঙ্গ যম, নিয়ম, আসন, প্ৰাণায়াম, প্ৰত্যাহাৰ, ধাৰণা, ধ্যান আৰু সমাধি সহজে কৰ্ম্ম নিষ্পন্ন হব নোৱাৰে। দৰাচলতে কৰ্ম্ম যোগক সমস্ত যোগৰ ভিত্তিমূলি কৰ পাৰি কাৰণ গীতাত কৈছে—

ন হি কশ্চিদ্ ক্ষণমপি জাতু তিষ্ঠত্যা কৰ্ম্মকৃৎ।
কাৰ্য্যতে হ্যবশঃ কৰ্ম্ম সৰ্ব্বঃ প্ৰকৃতি জৈগুণৈঃ॥

গীতা— ৩/৫

অৰ্থাৎ— কোনেও কেতিয়াও কৰ্ম্মত্যাগ কৰি ক্ষণমাত্ৰ অৱস্থান কৰিবলৈ সমৰ্থ নহয়, যি হেতু পুৰুষে ইচ্ছা নকৰাকৈয়ে প্ৰাকৃতিক গুণ সমূহে তেওঁক কৰ্ম্মত প্ৰৱৰ্ত্তিত কৰে।

মহাপুৰুষে ভক্তি প্ৰদীপত লিখিছে —

বেদৰ বিহিত কৰ্ম্ম কৰিবাক
ভকতৰ যোগ্য নুই।
যদি মোহ হুয়া কৰে কৰ্ম্ম যত
ভকতিত ভ্ৰষ্ট হুই॥

ভক্তি প্ৰদীপ

এই "কৰ্ম্ম কৰিবাক" "কৰে কৰ্ম্ম যত" কৰ্ম্মনো কি পৰিষ্কাৰ হোৱা উচিত। বেদৰ বিহিত কৰ্ম্মই হ'ল কৰ্ম্ম কাণ্ড, কৰ্ম্ম যোগ নহয়। ফলাসক্তি, কৰ্ম্মলিপ্ত, ভোগ লিপ্সাই হ'ল বেদৰ বিহিত কৰ্ম্ম তদ্বিপৰীত টোৱেই কৰ্ম্ম যোগ। এই কথা নিৰ্ঘাত সত্য যে বেদত যি কৰ্ম্মৰ কথা কৈছে, সেই কৰ্ম্ম দৰাচলতে একাদশ স্কন্ধ ভাগৱতত শ্ৰীকৃষ্ণই উদ্ধৱৰ আগত কোৱা মতে মানুহৰ গুণৰ ইচ্ছানুসৰি নিৰ্ম্মাণ কৰি লোৱা বস্তুহে। নিম্ন উক্তিয়ে প্ৰমাণ সাব্যস্ত কৰি দিছে—

মাধৱে বোলন্ত সখি শুনিয়ো সিদ্ধান্ত।
তুমি মোৰ মহা মিত্ৰ ভকত একান্ত॥
পূৰ্ব্ব প্ৰলয়ত নষ্ট ভৈল বেদবাণী।
কহিলো ব্ৰহ্মাত মই উদ্ধাৰিয়া আনি॥
বেদে যেন কৰে তাক শুনা প্ৰাণ সখি।
মায়াময় বেদ ধৰ্ম্ম সবাকো উপেক্ষি॥
কেৱলে আমাত মাত্ৰ লৈবেক শৰণ।
হুইবে কৰ্ম্মফল তেজি তেৱেসে প্ৰসন্ন॥
মই বিনা বেদে কিছু আন নবখানে।
চাৰিয়ো বেদৰ তত্ত্ব অৰ্থ এহিমানে॥
মনুত প্ৰথমে ব্ৰহ্মা কহিলা হৰিষি।
পাচে জানিলন্ত বেদ সবে সপ্ত ঋষি॥

তাত পাচে পাইল সুৰাসুৰ সিদ্ধ নাগ।
অনন্তৰে বেদক মনুষ্যে পাইলা ভাগ॥
যাৰ যেন মতি কৰে বেদক ব্যাখ্যান।
নিজ অৰ্থ ভকতিক তেজি বুজে আন॥
কেহো বোলে বেদে কৰে যজ্ঞ ব্ৰত দানে।
কেহো বোলে ক্ষুদ্ৰ দেৱ পূজা তীৰ্থ স্নানে॥
কেহো বোলে বেদে কৰে জ্ঞানে যোগে গতি।
গুণৰ ইচ্ছায়ে বুজে যাৰ যেন মতি॥
কতো মন্দ মতি শাস্ত্ৰ নকৰে বিচাৰ।
কৰে কুল ধৰ্ম্ম পূৰ্ব্ব পুৰুষ আচাৰ॥
তাকো এৰি লৰে কতো পাষণ্ডৰ মতি।
যায় মোক নাপাৱে অধম অধোগতি॥
নহাৱে কৰ্ম্মীক শোক দুখে ৰাতিদিনে।
জ্ঞানতো নাহিকে গতি ভকতি বিহীনে॥
আনে নজানয় ইটো ভকতি বিচাৰ।
এতেকে ভকতি পন্থ সম্মত আমাৰ॥

ভাগৱত। একাদশ স্কন্ধ ১৭৬১৯- ৭৬২৪

নৰ সমাজে বেদৰ সান্নিধ্যলৈ আহি ইয়াক থকা সৰকা কৰে আৰু বেদৰ নানা মত উলিয়াই মানুহক বিভ্ৰান্ত কৰি পেলায়। বেদব্যাসৰ নিচিনা ভগৱদংশাৱতাৰ ব্যক্তিয়েও বেদৰ নিগূঢ় তত্ত্ব নাৰদৰ উপদেশক্ৰমে পিচতহে বুজিব পাৰিলে। যদি আমি বেদক কৰ্ম্ম কাণ্ড আৰু জ্ঞান কাণ্ডৰ আধাৰ গ্ৰন্থ হিচাবে ধৰি লওঁ, তেতিয়াও এটা কথা বুজিবলৈ সহজ হৈ আছে যে প্ৰথমতে বেদ কৰ্ম্ম কাণ্ড হিচাবে বৰ্ণি আছিল। পিচত সিও শুষ্ক বুলি বিবেচনা নোহোৱাত জ্ঞান কাণ্ডৰ সৃষ্টি হয় আৰু জ্ঞান কাণ্ডৰ পিচত সিও প্ৰকৃত পথ বুলি ধৰি লব নোৱাৰাত ভক্তি যোগৰ আৱশ্যক হল আৰু সেয়ে সমস্ত বেদৰ, সমস্ত পুৰাণাদি শাস্ত্ৰৰ নিৰ্ব্বিবাদী শেষ সিদ্ধান্ত। সেই বাবেই কৰ্ম্ম কাণ্ড আৰু জ্ঞান কাণ্ডৰ ঠাইত কৰ্ম্মযোগ আৰু জ্ঞানযোগ আখ্যা পায়। ইয়াৰে অতিৰিক্ত আৰু বিশুদ্ধ যোগ হল ভক্তি যোগ।

প্ৰাৰব্ধ, সঞ্চিত আৰু ক্ৰিয়মান ৰূপত কৰ্ম্ম তিনিপ্ৰকাৰে হয়। এই জীৱনৰ প্ৰত্যেক ক্ৰিয়মান কৰ্ম্ম সমাপ্ত হ'লে সঞ্চিতৰ স্তৰত উপনীত হয়গৈ। সঞ্চিত কৰ্ম্মত যি ভোগোন্মুখ হয়, সেই কৰ্ম্ম প্ৰাৰব্ধ হৈ যায়। প্ৰাৰব্ধ কৰ্ম্মৰ ভোগ অৱশ্যম্ভাৱী। প্ৰাৰব্ধ কৰ্ম্মই ভোগৰ সময় বাসনাৰ স্তৰ বঢ়াই

দিয়ে। বাসনাৰ পৰা প্ৰবৃত্তি তথা প্ৰবৃত্তিৰ পৰা বাসনা চক্ৰ ৰাতি দিন চলিব লাগিছে। প্ৰবৃত্তিয়েই ক্ৰিয়মান কৰ্ম্মৰ পথ প্ৰদৰ্শিকা। গতিকে আমাৰ বৰ্ত্তমান জীৱন অতীত জীৱনৰ ফল তথা ভাবী জীৱনৰ বীজ স্বৰূপ। স্থূল শৰীৰ নষ্ট হৈ গলেও স্থূল শৰীৰৰ দ্বাৰা কৰা ক্ৰিয়মান কৰ্ম্ম নষ্ট নহয়, কিয়নো কৰ্ম্ম কৰিলে মানসিক জগতত তাৰ এটা প্ৰতিক্ৰিয়া হয় আৰু তাৰ দ্বাৰা অন্তঃকৰণত সুখ বা দুখৰ ঢৌ উৎপন্ন হয়। সূক্ষ্ম শৰীৰত তাৰ এটা ছাপ পৰে। উক্ত ছাপৰ লগত সূক্ষ্ম শৰীৰ ভোগৰ কাৰণে অন্য এটা স্থূল শৰীৰত প্ৰবেশ কৰে। সেই কৰ্ম্ম বা সংস্কাৰেই বাসনা বা প্ৰবৃত্তিৰ কাৰণ নিৰ্ম্মাণ কৰে। সৎকৰ্ম্মৰ সংস্কাৰৰ দ্বাৰা প্ৰবৃত্তিও মাৰ্জ্জিত হৈ যাব পাৰে তথা অসৎ কৰ্ম্মৰ সংস্কাৰৰ দ্বাৰা প্ৰবৃত্তি কুলষিত হৈ যাব পাৰে। সূক্ষ্ম শৰীৰে নিজৰ প্ৰবৃত্তিৰ অনুকুলে যোনি নিৰ্ব্বাচন কৰে। নীম গছত কেতিয়াও কঠাল নালাগে। যদি সংযোগ বশতঃ প্ৰবৃত্তিৰ প্ৰতিকূল যোনিত কোনো সূক্ষ্ম শৰীৰ আহি পৰে, তেতিয়া সেই মাতৃৰ গৰ্ভত বা বীৰ্য্য কীট ৰূপত সি নষ্ট হৈ যায়। সৎ কৰ্ম্মৰ ফল স্বৰ্গ আৰু অসৎ কৰ্ম্মৰ ফল নৰক। শাস্ত্ৰই কৈছে— দুয়োটাই বন্ধনৰ কাৰণ। কৰ্ম্ম যোগে আমাক এটা সুগম উপায় দিছে। যদি অহঙ্কাৰ ৰহিত হৈ অনাসক্ত বা নিৰ্লিপ্ত ভাৱেৰে আমি কৰ্ম্ম কৰিব পাৰো আৰু তাৰ দ্বাৰা যদি অন্তঃকৰণত কোনো সুখ বা দুখৰ ঢৌ উৎপন্ন নোহোৱাকৈ থাকে, তেতিয়া উক্ত কৰ্ম্মৰ দ্বাৰা সংস্কাৰ উৎপন্ন হ'ব নোৱাৰে অথবা সূক্ষ্ম শৰীৰৰ ওপৰত তাৰ ছাপ বা প্ৰভাৱ পৰিব নোৱাৰে। এনে প্ৰকাৰে কৰ্ম্মই জীৱাত্মাৰ কাৰণে বন্ধনৰ কাৰণ নিৰ্ম্মাণ কৰিব নোৱাৰে। ফলাসক্তি ৰহিত হৈ তথা নিৰ্লিপ্ত হৈ কৰ্ম্ম কৰাৰ নাম কৰ্ম্ম যোগ। এই কৰ্ম্ম যোগ সুস্থিৰ তথা নিয়মিত ভাৱে কৰিব পাৰিলে ইয়েই ভাগৱত ধৰ্ম্ম হয়গৈ। কিন্তু অনাসক্ত বা নিৰ্লিপ্ত হোৱা যায় কেনেকৈ। আমাৰ অন্তঃকৰণত গোপন ভাৱে থাকি বাসনা সৰ্পীনিয়ে কৰ্ম্মৰ ৰস পান কৰি কৰি হৃষ্ট পুষ্ট হৈ আছে। বাসনা হ'ল অসংখ্য জন্মৰ পৰিণাম। তাক কেৱল উপদেশ মাত্ৰেই ত্যাগ কৰা সহজ নহয়। প্ৰবৃত্তি হ'ল প্ৰকৃতিৰ স্থূল ৰূপ। তাক নষ্ট কৰিবৰ কাৰণে চেষ্টা কৰা মানে প্ৰকৃতিৰ লগত দাৰুণ সংগ্ৰাম মাত্ৰ। ইয়াত সফলতা লাভ কৰা প্ৰায় অসম্ভৱ। এই কথা সত্য যে অনাসক্ত হৈ কৰ্ম্ম কৰিলে কৰ্ম্মৰ সংস্কাৰ অন্তঃকৰণৰ ওপৰত নপৰে। কিন্তু অনাসক্ত কি প্ৰকাৰে হ'ব পাৰে? এইটোৰেই ঠিক যে ভক্তি যোগ আহি আমাৰ সমস্যাৰ সমাধান কৰি দিয়ে। ভক্তি যোগে আমাক উপদেশ দিয়ে যে যদি তুমি কৰ্ম্ম নকৰাকৈ থাকিব নোৱাৰা, তেতিয়া হলে অৱশ্যে তুমি কৰ্ম্ম কৰা; কিন্তু ভগৱানৰ কাৰণে কৰ্ম্ম কৰা। কৰ্ম্মৰ

বুদ্ধিৰে কৰা। ভোগ বাসনাৰ দ্বাৰা প্ৰেৰিত হৈ কৰ্ম্ম নকৰিবা। যদি আমি সকলো কৰ্ম্ম ভগৱানৰ চৰণত সমৰ্পণ কৰিব পাৰো; তেন্তে নতুন কৰ্ম্ম সংস্কাৰ নপৰাৰ কাৰণে নতুন কৰ্ম্ম উৎপন্নও নহয়। কৰ্তৃত্ব বুদ্ধি নথকাৰ কাৰণে ক্ৰিয়মানে কৰ্ম্মফল নিদিয়ে। জ্ঞানৰ দ্বাৰা সঞ্চিত কৰ্ম্ম নষ্ট হৈ যোৱাৰ পিছত কৰ্ম্মৰ বীজ নথকাৰ কাৰণে পুনৰ্জ্জন্ম নহয়। ভক্তিৰ দ্বাৰা যেতিয়ালৈকে ভগৱানৰ সাক্ষাতকাৰ কৰি ন'ব নোৱাৰিব, তেতিয়া-লৈকে কৰ্ম্ম চক্ৰ কোনেও কেতিয়াও নিবৃত্ত কৰিব নোৱাৰে। ভগৱৎ •সাক্ষাত কৰা হৈ যোৱাৰ পিচত হৃদয়ৰ গ্ৰন্থি ছিন্ন হৈ যায়, সংশয় নষ্ট হৈ যায় আৰু কৰ্ম্ম ক্ষয় হৈ যায়। সেই কাৰণে ভক্তিৰ দ্বাৰা ভগৱৎ সাক্ষাৎকাৰ কৰা অত্যন্ত আৱশ্যক। বল পূৰ্ব্বক ইন্দ্ৰিয় বৰ্গক বাধা দিয়া বা গতি ৰোধ কৰা অথবা আহাৰ নকৰিলে বা নকৰাকৈ থাকিলে বাসনাৰ বীজ নষ্ট নহয়। ভগৱৎ দৰ্শনৰ দ্বাৰা বিষয়ৰ ৰস নষ্ট হৈ যায়। ভগৱানৰ ধ্যান, চিন্তন আৰু স্মৰণৰ দ্বাৰা হৃদয়ৰ সমস্ত বিকাৰ সহজতে ধ্বংস প্ৰাপ্ত হয়। য'ত জ্ঞানৰ আলোক আছে, তাত অজ্ঞানৰ অন্ধকাৰ থাকিব নোৱাৰে। ভগৱানৰ চিন্ময় ৰূপৰ দৰ্শন হৈ যোৱাৰ পিচত অবিদ্যা বা মায়া তৎকালে নষ্ট হৈ যায়।

সকাম আৰু নিষ্কাম ভেদে কৰ্ম্মযোগৰ আৰু দুটা ভাগ আছে। অৱশ্যে ইয়াৰ আংশিক ভাব ওপৰৰ বিবৰণত প্ৰকাশ কৰা হৈছে। ইয়াক দিৰুক্তি নকৰাই উচিত আছিল যদিও কৰ্ত্তব্যৰ খটিৰত প্ৰয়োজন বুলি ধৰা হৈছে। সকাম কৰ্ম্ম দুটা ৰূপত পোৱা যায়। যি স্বৰ্গ সুখ, ভোগ, ধন, জন, পুত্ৰ, ভাৰ্য্যা আদি বিষয়ত লিপ্ত হোৱাৰ আশাৰে যাগ-যজ্ঞাদি কৰে ই বেদৰ কৰ্ম্ম কাণ্ডৰ ভিতৰত পৰে; কিন্তু কৰ্ম্মযোগ নহয়। যদি এইখিনিকে ঈশ্বৰাৰ্পণ বুদ্ধিৰে কৰা হয় তেতিয়া কৰ্ম্মযোগ হয়। বিষয়ত লিপ্ত কামনা কৰি ভগৱানক ভজিলেও তেওঁ সেই কামনা পূৰ্ণ কৰে সঁচা; কিন্তু সি উৎ-কৃষ্ট হৈ নুঠে।

কামনা পূৰ্ব্বকে যদি কৃষ্ণক ভজয়।
তাহাৰো পৰম হিত চিন্তে কৃপাময় ।।
বাৰেকাদি কামনা পূৰন্ত কৃষ্ণে তাৰ।
পুনঃ পুনঃ খুজিলে নেদন্ত আৰবাৰ ।।

মাধৱদেৱ। ভক্তি ৰত্নাৱলী

নাম-ঘোষাত পাষণ্ড বুদ্ধি বুলি কৈছেঃ—

শুদ্ধে বা অশুদ্ধে একনাম শুনে বা ভনে বা মনে স্মৰে
অপৰাধহীন পুৰুষক সদ্য তাৰে।

দেহ ধন জন অৰ্থ লোভে পাষণ্ড বুদ্ধিয়ে যিটো নৰে
সিটো হৰি নামে তাৰিতে শীঘ্ৰে নপাৰে ॥

মাধৱদেৱ। নাম-ঘোষা

গীতাই কৈছে:— দূৰেণ হ্যৱৰং কৰ্ম্ম বুদ্ধি যোগাৎ ধনঞ্জয়।
বুদ্ধৌ শৰণমন্বিচ্ছ কৃপনাঃ ফলহেতৱঃ ॥

গীতা। ২।৪৯।

অৰ্থাৎ— হে ধনঞ্জয়। সংশয়ৰহিত বুদ্ধি দ্বাৰা অনুষ্ঠিত কৰ্ম্ম যোগেই শ্ৰেষ্ঠ, কাম্য কৰ্ম্ম সমুদায় অতিশয় অপকৃষ্ট। গতিকে তুমি নিষ্কাম কৰ্ম্ম যোগৰ অনুষ্ঠান কৰা, সকামী ব্যক্তি অতি অধম।
কামনা কেনেকৈ উৎপন্ন হয় তাক পৰিষ্কাৰ কৰি কৈছে:—

ধ্যায়তো বিষয়ান পুংসঃ সঙ্গস্তেষুপজায়তে।
সঙ্গাৎ সঞ্জায়তে কামঃ কামাৎ ক্ৰোধোঽভিজায়তে ॥
ক্ৰোধাদ্ভৱতি সম্মোহঃ সম্মোহাৎ স্মৃতিবিভ্ৰমঃ।
স্মৃতিভ্ৰংশাৎ বুদ্ধি নাশোবুদ্ধি নাশাৎপ্ৰনশ্যতি ॥

গীত- ২।৬২,৬৩

অৰ্থাৎ— প্ৰথমে ইন্দ্ৰিয়ৰ বিষয় চিন্তা কৰোঁতে কৰোঁতে তাত আসক্তি জন্মে, আসক্তিৰ পৰা কামনা, কামনাৰ পৰা ক্ৰোধ, ক্ৰোধৰ পৰা সম্মোহ, সম্মোহৰ পৰা স্মৃতি ভ্ৰম, স্মৃতি ভ্ৰমৰ পৰা বুদ্ধি নাশ আৰু বুদ্ধি নাশ হলে মৃত তুল্য হয়।

আমলোক কোনো কাম কৰিবলৈ যাওঁতে যদি সেই কাম কেৱল স্বকীয় সুখ ভোগৰ কাৰণে স্বাৰ্থৰ খাটিৰত কৰা হয়, তেন্তে সেই কামৰ কোনো মূল্য নাই। এইখিনি প্ৰাপ্তিৰ বাবে কৰা কামনাকে সকাম বুলি কোৱা হয়। যদি সেই একেটা কামকে দেশৰ তথা পৃথিৱীৰ প্ৰাণী সমূহৰ বাবে কৰা হয়, তেন্তে সেয়াই হয় নিষ্কাম কৰ্ম্ম। উল্লেখযোগ্য যে মানুহৰ কমনা বাসনাৰ শেষ নাই। এটা কৰ্ম্ম পৰিসমাপ্তিৰ পিচত অন্য এটা কামলৈ মন মেলে। কামোপভোগৰ দ্বাৰাই কামশক্তি দমন নহয়, ত্যাগ ভাৱৰ ওপৰতহে হয়। পিয়াহ লাগিলে জলপান কৰাৰ পিচত পিয়াহ আঁতৰে। যদি আকৌ পিয়াহ লাগে আকৌ জলপান কৰিব লগা হয়। তেনেকৈ কামনা, ভোগ বাসনাৰ বজ্জুদাল দীঘ হই দিলে দীঘল হৈ হৈ থাকে। সংক্ষেপ কৰিলে সংক্ষেপ হয়। তাকে কামনা বোলে— যিটোৰ পূৰ্ত্তি হৈ গলেও স্থায়ী

সন্তুষ্ট নহয়। প্ৰজ্বলিত অগ্নিত ঘৃতাহুতি কৰিলে অগ্নি দপ্ দপ্‌কৈ জ্বলি উঠাৰ দৰে কামনা বাসনাও ঠিক তেনেকৈয়ে। গীতাত কৈছে:—

ত্ৰিবিধং নৰকস্যেদং দ্বাৰং নাশনমাত্মনঃ।
কামঃ ক্ৰোধস্তথা লোভস্তস্মাদেতত্ৰয়ং ত্যজেৎ ॥

গীতা— ১৬।২১

ইয়াৰে প্ৰতিধ্বনি মাধৱদেৱে ঘোষাত কৰিছে:—

আত্ম নাশ হেতু কাম ক্ৰোধ লোভ
নৰকৰ তিনি দ্বাৰ।
জানি আক তেজি কেৱলে কৃষ্ণৰ
ভকতিক কৰা সাৰ ॥

নাম ঘোষা—২০৯

কামনাৰ বা সকাম কৰ্ম্মৰ বাস্তৱিক অৰ্থ হল "অতৃপ্ত ইচ্ছা" অৰ্থাৎ যি তৃপ্তিৰ কোনো সীমা নাই বা তৃপ্তি লাভ নোহোৱা ইচ্ছা। কামনাৰ চমু আভাস হল (সকাম কৰ্ম্মৰ) যি নিজৰ সুখ, লৌকিক সুখ প্ৰাপ্তিৰ উদ্দেশ্যেৰে কৰে, নিজৰ সুখেচ্ছা পূৰ্ত্তিৰ বাবে কৰে, কোনো এজনৰ লগত সংযোগৰ ইচ্ছা বা কোনো পদাৰ্থ সংগ্ৰহৰ ইচ্ছাৰে কৰা কাম। সেই বাবেই গীতাই আমাক সকিয়াই আছে—

যজ্ঞাৰ্থাৎ কৰ্ম্মনোহন্যত্ৰ লোকোঽয়ং কৰ্ম্মবন্ধনঃ।
তদৰ্থং কৰ্ম্ম কৌন্তেয় মুক্ত সঙ্গঃ সমাচৰ ॥

গীতা —৩।৯

অৰ্থাৎ—বিষ্ণুৰ আৰাধনাৰ বাবে কৰ্ম্ম নকৰি অন্য কৰ্ম্ম কৰিলেই লোক সকল কৰ্ম্মত বদ্ধ হয়। গতিকে হে কৌন্তেয়! নিস্কাম হৈ বিষ্ণুৰ প্ৰীত্যাৰ্থে কৰ্ম্মানুষ্ঠান কৰা।

চাৰি প্ৰকাৰৰ ভক্ত পোৱা যায়—আৰ্ত্ত, জিজ্ঞাসু, অৰ্থাৰ্থী আৰু জ্ঞানী। আৰ্ত্ত ভক্ত এইজনেই– যিজনৰ কোনো বিপত্তি আহি উপনীত হলে সেই কষ্ট নিবাৰণৰ কাৰণে ভগৱানক ভজনা কৰে। জিজ্ঞাসুৱে ভগৱানক বুজিবৰ ইচ্ছাৰে তথা অৰ্থাৰ্থীয়ে কোনো প্ৰয়োজন সিদ্ধিৰ কাৰণে ভগৱানক ভজনা কৰে। এই তিনিজন ভকত সকামী। জ্ঞানী ভক্তই কৰ্ত্তব্য তথা বিবেকৰ প্ৰেৰণাৰে ভগৱানক ভজে। ভগৱান স্বামী আৰু জীৱ দাস। গতিকে জীৱৰ স্বৰূপ হল ভগৱানক ভক্তি কৰা। জ্ঞানীৰ ভক্তি নিস্কাম।

ধ্ৰুৱ অৰ্থাৰ্থী ভকত অৰ্থাৎ সকামী ভকত আছিল। তেওঁ ৰাজ সিংহাসন প্ৰাপ্তিৰ আশাৰে ভগৱানক ভজনা কৰিছিল। প্ৰয়োজন অনুসৰি দিয়াও

হল। তেওঁৰ যি প্ৰয়োজন তাকেহে দিয়া হল, তদতিৰিক্ত মোক্ষাদি দেৱৰো অপ্ৰাপ্য বস্তু দিয়া নহল। ইয়াৰ পৰা এইটোৱেই প্ৰমাণ হয় যে সকামী সিদ্ধি লাভ সীমাবদ্ধ। কিন্তু নিষ্কামী ভক্তৰ সিদ্ধি লাভ সীমা হীন। নিষ্কামী বা নিস্পৃহ ভক্তই কোনো আশা বা প্ৰয়োজন সিদ্ধিৰ বাবে ভজনা নকৰে। তেওঁৰ ওচৰত মোক্ষাদি অন্যান্য লোভনীয় বস্তুৱে সততে আবৰি ধৰিছি, কিন্তু সেই বিলাকলৈ তেওঁ কটাক্ষ পাত নকৰে। নিষ্কাম কৰ্ম্মৰো ইচ্ছাৰ প্ৰেৰণা আছে সচা; কিন্তু সেই ইচ্ছাৰ প্ৰেৰণা তেওঁৰ স্বকেন্দ্ৰিক বা ব্যক্তি কেন্দ্ৰিক নহয়। পৰৰ সুখ, কল্যাণ, উন্নতিৰ বাবে তেওঁ চেষ্টা কৰে। নিষ্কামী ভক্তই আশা কৰে—

নবাঞ্চোহো সুখ ভোগ নমাগো মুকুতি।
তোমাৰ চৰণে মাত্ৰ থাকোক ভকতি॥

হৰমোহন/কীৰ্ত্তন

নিষ্কামী আৰু জ্ঞানী ভক্ত প্ৰহলাদে বাঞ্চা কৰিছিল এনেকৈহে :—

ভক্তিসি পৰম লাভ জানি।
বিষ্ণুক বোলন্ত হাসি বাণী॥
জানো প্ৰভু পৰীক্ষা আমাক।
যি হেতু বুলিলা হেন বাক॥
বাঞ্চে ফল তত্ৰু কৰি কৃত্য।
সিটো বানিজাক নোহে ভৃত্য॥
তোমাৰ অকাম ভৃত্য আমি।
তুমিও নিষ্কাম মোৰ স্বামী॥
মাহি কাম আমাৰ অন্যথা।
নুহি ৰাজ সেৱকৰ যথা।

শঙ্কৰদেৱ/প্ৰহলাদ চৰিত

শ্ৰীকৃষ্ণই উদ্ধৱক কৈছে :—

ন কিঞ্চিৎ সাধবো ধীৰা ভক্তা হ্যেকান্তিনোমম।
বাঞ্চন্ত্যপি ময়া দত্তং কৈৱল্যম পুনৰ্ভৱম্॥

ভাগৱত — ১১।২০।৩৪

অৰ্থাৎ —আমাৰ অনন্য ভক্ত ধৈৰ্য্য সম্পন্ন সাধুসকলে একো বাঞ্চা নকৰে। অন্য কি কৈৱল্য মুক্তি দান কৰিলেও তেওঁলোকে তালৈ স্পৃহা নকৰে।

সেই বাবেই মহাপুৰুষ মাধৱদেৱে নাম-ঘোষাৰ আৰম্ভণিতে "মুক্তিতো নিস্পৃহ যিটো, সেই ভকতক নমো" বুলি নিস্পৃহ বা নিষ্কাম কৰ্ম্ম-

যোগী ভকতক প্ৰণতি জনাইছে। নিষ্কাম কৰ্ম্ম যে সৰ্বশ্ৰেষ্ঠ সেই সম্বন্ধে উদ্ধৃতি বাহুল্য কৰিব পাৰি; কিন্তু গ্ৰন্থাকাৰ বাহুল্যৰ ভয়ত কৰা নাই। কৰ্ম্ম-যোগ মানে নিষ্কাম কৰ্ম্ম বুলি ধৰা উচিত। সেই বাবেই স্বয়ং শ্ৰীকৃষ্ণই উদ্ধৱক কৈছে

যোগাস্ত্ৰয়ো ময়া প্ৰোক্তা নৃনাং শ্ৰেয়োবিধিৎস ময়া।
জ্ঞানং কৰ্ম্ম চ ভক্তিশ্চ নোপায়োহন্যোহস্তি কুত্ৰচিৎ ।।

ভাগৱত ১১।২০।৬

অৰ্থাৎ—মানব সমাজৰ মঙ্গল বিধান কৰিবৰ ইচ্ছাৰে জ্ঞান, কৰ্ম্ম আৰু ভক্তি এই তিনিটা যোগৰ কথা মই কৈছোঁ। ইয়াৰ বাদে নৰ সমাজৰ মুক্তি লাভৰ বা ভগৱৎ প্ৰাপ্তিৰ অন্যত্ৰ উপায় নাই।

এই প্ৰসঙ্গতে সকাম আৰু নিষ্কাম এই দুই প্ৰকাৰ ভেদৰ কথা সংক্ষেপে প্ৰকাশ কৰা হ'ল।

জ্ঞান যোগৰ সফলতা ভক্তি যোগৰ ওপৰতহে নিৰ্ভৰ কৰে। বাচিক (পুস্তকীয়) জ্ঞান কেৱল শাস্ত্ৰাৰ্থৰহে বিষয়। তাৰ দ্বাৰা উদৰ পূৰ্ত্তি বা বক্তৃতাৰ দ্বাৰা জনসাধাৰণৰ মনোৰঞ্জন হোৱাৰ বাহিৰে আৰু কোনো লাভ নহয়। ঘৰৰ ভিতৰত বহি দীপকৰ (চাকিৰ) আলোচনা কৰাৰ দ্বাৰা যেনেকৈ ঘৰৰ অন্ধকাৰ দূৰ নহয় আৰু যেনেকৈ জুইৰ কথা চিন্তা বা আলোচনা কৰিলে তণ্ডুল সিদ্ধ নহয় তেনেকৈ বাচিক জ্ঞানৰ দ্বাৰা ভৱসাগৰ পাৰ হৈ যাব নোৱাৰে। জ্ঞান যোগৰ সফলতাৰ কাৰণে বাসনা ক্ষয় কৰিব লগা হয়। কিন্তু অনন্ত জন্মৰ বাসনা অন্তঃকৰণত বৈ যেতিয়ালৈকে কৰ্ম্মৰ ৰস পান কৰি থাকিব তেতিয়ালৈকে ইয়াক শান্ত কৰা একপ্ৰকাৰ অসম্ভৱ। সম্পূৰ্ণ কামনা শান্ত কৰি সাধকে যেতিয়া কেৱল আত্মাতেই সন্তুষ্ট থাকিব তেতিয়া তাকেই স্থিত প্ৰজ্ঞ বুলি কয়। মনো নাশ, বাসনা ক্ষয় তথা তত্ত্ব জ্ঞান —এই তিনিটাক যেতিয়া একেলগে অভ্যাস কৰিব, তেতিয়া জ্ঞান যোগ প্ৰাপ্ত হ'ব পাৰে। যেতিয়ালৈকে হৃদয় বাসনাৰ দ্বাৰা সন্তপ্ত থাকিব, তেতিয়ালৈকে মানুহ নিষ্কাম হ'ব নোৱাৰে। জ্ঞান যোগ মানে শাস্ত্ৰীয় জ্ঞান সমূহক ভগৱন্তত যুক্ত কৰা অৰ্থাৎ ঈশ্বৰাৰ্পণ বুদ্ধিৰে সকলো নিষ্পন্ন কৰা। উপাসনাত্মক জ্ঞানকেই মুক্তিৰ কাৰণ বুলি স্বীকাৰ কৰিব লাগে। নিষ্কাম কৰ্ম্মৰ দ্বাৰা চিত্ত শুদ্ধি হৈ যোৱাৰ পিছত জ্ঞানৰ দ্বাৰা মুক্তি হ'ব পাৰে। যি নিষ্কামী তাকে জ্ঞানী সকলে পণ্ডিত বুলি কৈছে—

যস্য সৰ্ব্বে সমাৰম্ভাঃ কামসংকল্পবৰ্জ্জিতাঃ।
জ্ঞানাগ্নি দগ্ধ কৰ্ম্মাণং তমাহুঃ পণ্ডিতং বুধাঃ ॥ গীতা—৪।১৯

অৰ্থাৎ— যাঁৰ সমস্ত কৰ্ম্মই নিষ্কাম বা সংকল্প বৰ্জ্জিত তাকে জ্ঞানী সকলে 'পণ্ডিত' বুলি কয়। তেওঁৰ সকলো কৰ্ম্ম জ্ঞান ৰূপ অগ্নিত দগ্ধ হৈ যায়।

ফলৰ সহিত সকলো কৰ্ম্ম জ্ঞানৰ অন্তৰ্ভুক্ত বুলি গীতাই কৈছে—

শ্ৰেয়ান্ দ্ৰব্য ময়াৎ যজ্ঞাদ্ জ্ঞান যজ্ঞঃ পৰন্তপ।
সৰ্ব্বং কৰ্ম্মাখিলং পাৰ্থ জ্ঞানে পৰিসমাপ্যতে।।

গীতা - ৪/৩৩

অৰ্থাৎ— হে পৰন্তপ! ফলৰ সহিত, সমুদায় কৰ্ম্ম জ্ঞানৰ অন্তৰ্ভুক্ত হৈ আছে। গতিকে হে পাৰ্থ! দ্ৰব্য ময় দৈব যজ্ঞতকৈ জ্ঞান যজ্ঞই শ্ৰেষ্ঠ। এইকথা সত্য যে কৰ্ম্ম যোগ কৰপান্তৰ জ্ঞান যোগৰ প্ৰতি মনোযোগ আকৰ্ষণ হোৱা উচিত। কাৰণ ইটোৰ পিচত সিটোৰ ক্ৰমোন্নতি হয়। পৰস্পৰে মধুৰ সম্পৰ্ক থাকিলে এটাই অন্য এটাক এৰাই চলিব নোৱৰা। অৱস্থা। কৰ্ম্ম কৰি থাকোতে তাক যে ঈশ্বৰাৰ্পণ বুদ্ধিৰে কৰিব লাগে সেই সম্পৰ্কে জ্ঞান বা বোধৰ আৱশ্যক। ঈশ্বৰাৰ্পণ বুদ্ধি জ্ঞানৰ অভাৱে উক্ত কৰ্ম্ম সমূহ সকাম হয় অৰ্থাৎ সেই কৰ্ম্মই বাসনা লগাই বা সি কৰ্ম্ম যোগ হৈ নুঠে আৰু কৰ্ম্ম কাণ্ডলৈ ৰূপান্তৰ হৈ মানুহক নানা যোনি প্ৰাপ্ত কৰি সংসাৰ চক্ৰৰ নিকাৰ ভোগ কৰাই। এই খিনিতে জ্ঞান যোগৰ আৱশ্যক কৰ্ম্ম যোগৰ বাবে। গীতাৰ গোটাচেৰেক শ্লোক এই প্ৰসঙ্গতে উদ্ধৃতি দিয়া হলঃ—

যথৈধাংসি সমিদ্ধোঽগ্নিঃ ভস্মসাৎ কুৰুতেঽৰ্জ্জুন।
জ্ঞানাগ্নিঃ সৰ্ব্ব কৰ্ম্মাণি ভস্মসাৎ কুৰুতে তথা।।

গীতা— ৪।৩৭

অৰ্থাৎ যেনেকৈ প্ৰজ্বলিত হুতাশনে সমুদায় কাষ্ঠকে ভস্মাৱশেষ কৰে, তেনেকৈ জ্ঞানাগ্নিয়ে সমুদায় কৰ্ম্মকে ভস্মীভূত কৰি থাকে।

ন হি জ্ঞানেন সদৃশং পবিত্ৰমিহ বিদ্যতে।
তৎ স্বয়ং যোগ সংসিদ্ধঃ কালেনাত্মনি বিন্দতি।।

গীতা— ৪/৩৮

অৰ্থাৎ ইহলোকত জ্ঞানৰ সমান শুদ্ধি বস্তু আৰু একো নাই। মোক্ষকামী ব্যক্তিয়ে কৰ্ম্মযোগত সিদ্ধি প্ৰাপ্তহৈ কালক্ৰমত নিজেই আত্মজ্ঞান লাভ কৰে।

শ্ৰদ্ধাবান্ লভতে জ্ঞানং তৎপৰঃ সংযতেন্দ্ৰিয়ঃ।
জ্ঞানং লব্ধা পৰাং শান্তিমচিৰেনাধিগচ্ছতি।।

গীতা —৪।৩৯

অৰ্থাৎ— যিজন গুৰুপদেশত শ্ৰদ্ধাবান, গুৰু শুশ্ৰূষা পৰায়ণ আৰু জিতেন্দ্ৰীয় তেৱেঁই জ্ঞান লাভ কৰি অচিৰাৎ মুক্তি প্ৰাপ্ত হয়।

যোগ সংন্যস্ত কৰ্ম্মাণং জ্ঞানসংছিন্ন সংশয়ম্।
আত্মবন্তং ন কৰ্ম্মাণি নিবধ্নন্তি ধনঞ্জয়।।

গীতা— ৪।৪১

অৰ্থাৎ— হে ধনঞ্জয়! যি জনে যোগৰ দ্বাৰা কৰ্ম্মফল ঈশ্বৰত সমৰ্পণ আৰু জ্ঞানৰ দ্বাৰা সংশয় ছেদন কৰিছে, সেই জন আত্মবন্তক কৰ্ম্মফলে বন্ধন কৰিব নোৱাৰে।

তস্মাদ জ্ঞান সম্ভূতং হৃৎস্থং জ্ঞানাসিনাত্মনঃ।
ছিত্ত্বৈনং সংশয়ং যোগমাতিষ্ঠোত্তিষ্ঠ ভাৰত।।

গীতা— ৪।৪২

অৰ্থাৎ গতিকে আত্মজ্ঞান ৰূপ অসি দ্বাৰা হৃদয় নিহিত অজ্ঞান সম্ভূত সংশয় ছেদন কৰি কৰ্ম্ম যোগৰ অনুষ্ঠান কৰা। হে ভাৰত! উঠা, উঠা।

জ্ঞান যোগৰ অন্য এটা প্ৰতিশব্দ ব্ৰহ্ম প্ৰাপ্তিৰ উপায় বা ব্ৰহ্ম লাভ-জনক নিষ্ঠা। জ্ঞানৰ সহিত সম্বন্ধই জ্ঞান যোগ। পঞ্চ কৰ্ম্মেন্দ্ৰিয় হল বাক্, পাণি, পাদ, পায়ু উপস্থ আৰু পঞ্চ জ্ঞানেন্দ্ৰিয় হল ত্বক, চক্ষু, নাসিকা, কৰ্ণ জিহবা। উক্ত পঞ্চ কৰ্ম্মেন্দ্ৰিয় আৰু পঞ্চ জ্ঞানেন্দ্ৰিয় মুঠ দশেন্দ্ৰিয়ক দেখাত সম কৰ্ম্মী। কৰ্ম্ম যোগ সাধিবলৈ হলে পঞ্চ কৰ্ম্মেন্দ্ৰিক নিজ নিজ দায়িত্ব পালন কৰাব লাগিব বা প্ৰত্যেককে নিজৰ কৰ্ত্তব্য কাৰ্য্যত অগ্ৰসৰ কৰিব লাগিব। পঞ্চ জ্ঞানেন্দ্ৰিয়কো তদনুৰূপে। সেই বাবেই হবলা 'সহস্ৰ নাম ব্ৰত-স্তত" সুকবি শেখৰে লিখিছে "নক ৰিলো শিৰে মাধৱক নমস্কাৰ। ইটো মাথা গোট মোৰ ভৈল মহাভাৰ।। ইত্যাদি।

কৰ্ম্ম যোগ আৰু জ্ঞান যোগৰ উপৰত আছে ভক্তিযোগ। আমি পূৰ্ব্বতে কৈ আহিছোঁ যে ভগৱানৰ চৰণত অন্তঃকৰণক লগাই দিয়াৰ নাম 'যোগ'। যেতিয়া নৱবিধ ভক্তিক শুদ্ধান্তঃকৰণেৰে ভগৱন্তত সমৰ্পণ কৰি দিব পৰা যায় তেতিয়াই ভক্তযোগ আখ্যা পায়। ভক্তি ঈশ্বৰাৰ্পণ বুদ্ধিৰে কৰিব নোৱাৰিলে ভক্তি যোগ সিদ্ধ নহয়। কৰ্ম্মযোগ আৰু জ্ঞান যোগকো ভক্তি মিশ্ৰিত কৰ্ম্মযোগ আৰু ভক্তি মিশ্ৰিত জ্ঞান যোগ বোলাহে উচিত। কাৰণ সকলো কৰ্ম্ম আৰু সকলো জ্ঞান যেতিয়া ঈশ্বৰাৰ্পণ বুদ্ধিৰে কৰিব লাগিব যেতিয়া ভক্তি বা ভক্তিযোগৰ মিশ্ৰণ আৱশ্যক অনিবাৰ্য্য। ভক্তিয়ে

কৰ্ম্মযোগ আৰু জ্ঞান যোগ দুয়োটাৰে সমন্বয় সাধন কৰে। কৰ্ম্ম আৰু জ্ঞান পৰস্পৰ ভিন্ন হলেও এটাই আনটো এটাৰ অঙ্গ পৰিপূৰক। জ্ঞানহীন কৰ্ম্ম আৰু কৰ্ম্মহীন জ্ঞান বৃথা। পৰস্পৰে পৰস্পৰৰ সহায়ক। কিন্তু ভক্তিহীন জ্ঞান কৰ্ম্ম অশোভন। প্ৰথম স্কন্ধ ভাগৱতত শ্ৰীমন্ত শঙ্কৰে ব্যাসক নাৰদৰ মুখে কোৱাইছে —

> ভকতি বিহীন জ্ঞান কৰ্ম্ম সবে ব্যৰ্থ।
> কহিলো স্বৰূপে বেদান্তৰ তত্ত্ব অৰ্থ।।
> আৰে অনাদৰি জ্ঞান স্বধৰ্ম্ম নিঃশেষ।
> কেৱলে দিয়োক ভকতিৰ উপদেশ।।
> ভকতিসি কৰে সংসাৰৰ বন্ধ নাশ।
> ভকতিৰ প্ৰভাৱ শুনিয়ো ঋষি ব্যাস।।

শঙ্কৰদেৱ। ভাগৱত প্ৰথম স্কন্ধ

জ্ঞান আৰু কৰ্ম্ম দুয়োটা মাৰ্গ অনাদি কালৰ পৰা উপনিষদ আৰু পুৰাণত প্ৰসিদ্ধ। জ্ঞান নিৰপেক্ষ কৰ্ম্ম স্বৰ্গ প্ৰাপ্তিৰ কাৰণ আৰু কৰ্ম্ম নিৰপেক্ষ জ্ঞান কৈবল্যৰ ফালে অগ্ৰসৰ হবলৈ নিৰ্দ্দেশ কৰে। কিন্তু ভক্তি যোগে কৰ্ম্ম আৰু জ্ঞানৰ সহায়ক হৈ মোক্ষৰ সহকাৰী হয়। ভক্তি যোগৰ সহায়ত হৃদয় সহজতে শান্ত হৈ যায়। পৰমাত্মাৰ সাক্ষাৎকাৰ দ্বাৰা মায়াৰ বন্ধন ছিন্ন হৈ যায়, মন শান্ত হয় আৰু কৰ্ম্ম বন্ধন শিথিল হয়। ভক্তিৰ সহায় নহলে জ্ঞান আৰু কৰ্ম্ম বিঘ্নময় তথা পদে পদে পতনৰ আশঙ্কা ঘনীভূত। এতিয়া এটা প্ৰশ্ন আছে যে জ্ঞান কৰ্ম্ম যুক্ত ভক্তি শ্ৰেষ্ঠনে, ভক্তিযুক্ত জ্ঞান কৰ্ম্ম শ্ৰেষ্ঠ। উত্তৰ এয়ে যে ভক্তি যুক্ত জ্ঞান কৰ্ম্ম হলে ভক্তিৰ প্ৰাধান্য নাথাকে আৰু সৰ্ব্ব শাস্ত্ৰ প্ৰসিদ্ধ কথাও নহয়। জ্ঞানকৰ্ম্ম যুক্ত ভক্তি হলে ভক্তিৰ প্ৰধান্য সৰ্ব্বাধিক। কাৰণ ভক্তি সদায় স্বতন্ত্ৰ আৰু বাকী জ্ঞান কৰ্ম্ম দুয়োটা ভক্তিৰ সহকৰ্ম্মী।

ভাৰতৰ বহুতো সন্ত মহাপুৰুষে কৰ্ম্ম যোগ, জ্ঞান যোগ আৰু ভক্তি যোগৰ ওপৰত বহুতো নিজ মত ডাঙি ধৰিছে। কিন্তু কাৰো শ্ৰেষ্ঠত্ব সমাধান প্ৰায়েই কৰিব পৰা নাই যেন লাগে। কিন্তু অপ্ৰিয় সত্য যে ভাৰতৰ উত্তৰ পূৱ প্ৰান্তৰ সন্ত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ মাধৱে শ্ৰীমদ্ভাগৱত প্ৰতিপাদ্য ভক্তি যোগৰ সিদ্ধান্ত যেনেকৈ দিব পাৰিছে, আনে তেনেভাৱে পৰিষ্কাৰকৈ দিব পৰা নাই। তেৰাসৱে ভক্তি যোগক স্বতন্ত্ৰ আৰু জ্ঞান কৰ্ম্মক ভক্তিৰ শাসিতৰ বুলি কৈছে। ভক্তিয়ে জ্ঞান কৰ্ম্মৰ সহায় নোহোৱাকৈয়ে বৰ্ত্তিব পাৰে। কিন্তু

জ্ঞান কৰ্ম্মক ভক্তি যোগৰ সহায় অৱশ্যে লাগিব। মহাপুৰুষ শঙ্কৰদেৱে কৈছে—

তপ জপ হৱম সন্যাস মহাদানে।
নপাৱে আমাক সাংখ্যযোগ তত্ত্বজ্ঞানে ।।
কেৱল ভকতি মাত্ৰ মোক কৰে বশ্য।
কহিলো উদ্ধৱ ইটো তোমাত ৰহস্য ।।
জগতৰ ধৰ্ম্ম কৰ্ম্ম কৰোক সকলে।
মোক আত্মা বুলি যিটো জানে যোগবলে।
তথাপি পবিত্ৰ তাৰ নুহি তনু চিত্ত।
নেবাই মৃত্যু ভয় জ্ঞানী কৰ্ম্মী কদাচিত ।।

শঙ্কৰদেৱ।ভাগৱত একাদশ স্কন্ধ

মহাপুৰুষ মাধৱদেৱে লিখিছে :—

কেৱল ভকতি পুৰুষক তাৰে
সহায় কাকো নচাৱে।
জ্ঞান কৰ্ম্ম তাৰে তাৰিতে নপাৰে
ভকতি নপাৰে যাৰে ।। নাম ঘোষা—২০

একাদশত— সামৰ্থ্য ভকতি আতি একোৰে নচাৱে।
ভকতক পালয় পুত্ৰক যেন মাৱে ।। শঙ্কৰদেৱ। একাদশ

কীৰ্ত্তনত— জ্ঞানতো কৰ্ম্মতো কৰিয়া নৰ।
হৰি কীৰ্ত্তনত কৰা আদৰ ।। শঙ্কৰদেৱ। পাষণ্ড মৰ্দ্দন

দ্বিতীয় স্কন্ধত -ঃ
কৃষ্ণ সেৱা বিনে আন ধৰ্ম্ম নাহিকয়।
কৃষ্ণ ভকতিত মাত্ৰ জ্ঞান উপজয় ।। শঙ্কৰদেৱ। দ্বিতীয় স্কন্ধ

শ্ৰীকৃষ্ণই উদ্ধৱক কৈছে ঃ—

জ্ঞানে গতি কৰৈ বেদ লোৱা তাৰ পৰিচ্ছেদ
আছে জ্ঞান ভকতিৰ মাজে।
ভকতি কৰন্তে জানা আপুনি উপজে জ্ঞান
যোগ চিন্তি মৰৈ মিছা কাজে ।।
আউৰ কি তোমাত বাজ জ্ঞানতো নাহিকে কাজ
কেৱলে ভকতি তাৰে লোক।
মোৰ গুণ নাম স্মৰি ৰাগ ক্ৰন্দনত ধৰি
গাৱে আনন্দে আজি মোক ।।

কৰ্ম্মৰো পুছিলা বাণী          তাকো শুনা মহামানী
        যিটো নাম নধৰে আমাৰ ।
জনম গোৱাই বৃথা          নুশুনে আমাৰ কথা
        তাৰেসে কৰ্ম্মত অধিকাৰ ॥
দুষ্ট চিত্ত যিটোজন          বৃথা কথা বৃথা মন
        তাৰ কৰ্ম্ম সকল বিফল ।
তিলেকে নথাকে বৈ          তেতিক্ষণে যায় বৈ
        আঁৰা ঘটৰ যেন জল ॥
ইটো কথা জানা সাৰ          জ্ঞানতো কৰ্ম্মতো আৰ
        নকৰিবা বিশ্বাস কিঞ্চিত ।
শ্ৰৱণ কীৰ্ত্তন কৰা          সুখে সংসাৰক তৰা
        দিয়া মোৰ চৰণত চিত্ত ॥          [ ভাগৱত/একাদশ ]

ভকতি প্ৰদীপত—

তৰ্ক বেদাগম          জ্ঞান যোগ শাস্ত্ৰ
        পুৰুষক কৰে অন্ধ ।
কোটি কোটি জন্মে          মোক নজানিবে
        ইহাত যাৰ প্ৰবন্ধ ॥ [ শঙ্কৰদেৱ/ভকতি প্ৰদীপ ১২৯ ]

কীৰ্ত্তনত —

চাৰি বেদ অষ্টাদশ          পুৰাণ যতেক শাস্ত্ৰ
        পৰম বেদান্ত ভাগৱত ।
সনক সনন্দ মুনি          যোগ জ্ঞান বিচাৰিয়া
        উদ্ধাৰিলা তাৰ সাৰ তত্ত্ব ॥
আগম পুৰাণ যত          বেদান্তৰো তাতপৰ্য্য
        জানি কৰা ভকতিক সাৰ ।
শ্ৰৱণ কীৰ্ত্তন বিনা          অনিপুণ্যে নপাই জানা
        ইটো ঘোৰ সংসাৰৰ পাৰ ॥     [শঙ্কৰদেৱ । বেদস্তুতি]

ৰত্নাৱলীত ঃ—

নকৰি ভকতি যোগ পথে কৰে শ্ৰম ।
নোহে চিত্ত শুদ্ধ নুগুচয় অহংমম ॥
লোভে মোহে কামে পুনৰপি হোৱে হত ।
নপাৱে মুকুতি সুখ নাহিকে অন্ত ॥

মিলিল যাহাৰ ব্ৰহ্মা মুকুন্দ সেৱাত ৷
হোৱে চিত্ত শান্ত মিলে আনন্দ সাক্ষাত ॥
সমস্ত শাস্ত্ৰৰ তাৎপৰ্য্য এহিমান ।
সুত বাক্যে নৈমো আৰ সাক্ষাতে প্ৰমাণ ।
যত কৰ্ম্ম যোগ জ্ঞান আচৰি হুবিধি ।
তথাপি নভৈল শান্ত মতি ব্যাস ঋষি ॥
একোমতে নুগুচে মনৰ মহাক্লেশ ।
নাৰদত হন্তে পাছে পায়া উপদেশ ৷
একচিত্তে মাধৱত কৰিয়া ভকতি ৷
তেবে তান নিৰ্ম্মল নিশ্চল ভৈল মতি ॥
ভকতিৰ পৰম আনন্দ ভৈলা জাত
হৃদয়তে ঈশ্বৰক দেখিলা সাক্ষাত ॥
কৃষ্ণৰ অধীন মায়া দেৱীক দেখিল ।
তেৱেসে ব্যাসৰ যত সংশয় গুচিল ॥ মাধৱদেৱ/ভক্তিৰত্নাৱলী

পুনৰ ৰত্নাৱলীত ঃ—

ইহাৰ উত্তৰ শুনা কৰি মন স্থিৰ ।
জ্ঞান সাধিবাক কোন শ্ৰম ভকতিৰ ॥
নলাগে জ্ঞানৰ পদে পৃথক সাধন ।
অযত্নে হৈবেক ভকতিতে উতপন ॥
নৈয়োক প্ৰমাণ কৰি সিদ্ধিৰ বচনে ।
কহি আছে নিমি নৃপতিৰ বিদ্যমানে ॥
সমস্ত লোকৰ বৰ্ণাশ্ৰম আছে যত ।
মনু আদি ঋষি মুখে কৰায়া বেকত ॥
পৰম ৰহস্য জানি প্ৰভু ভগৱন্ত ।
মুখ্য শাস্ত্ৰ মানে নিজ মুখে কহিলন্ত ॥
যি সব উপায় কহি আছে কৃপাময় ।
অজ্ঞানী সকলে কৰি তাহাকে আশ্ৰয় ॥
মহা সুখে আত্মা তত্ত্ব জানে সমুদায় ॥
তাকে বোলে ভাগৱতী ধৰ্ম্ম নিমিৰায় ॥

মাধৱদেৱ / ভক্তি ৰত্নাৱলী

জ্ঞান আৰু কৰ্ম্মতকৈ যে ভক্তিৰ শ্ৰেষ্ঠত্ব সৰ্ব্বাধিক তাক প্ৰতিপন্ন কৰিবৰ কাৰণে ইয়াতকৈ অধিক উক্তি নিষ্প্ৰয়োজন। ভক্তি কৰিবলৈ

উচ্চ শিক্ষাৰ প্ৰয়োজন নাই, মহৎ কৰ্ম্মানুষ্ঠানৰো প্ৰয়োজন নাই। সেইবোৰে বাসনা লগাই আৰু বি সকামী। শ্ৰীৰামচন্দ্ৰৰ ভক্ত হনুমান, জাম্বুবান, বিভীষণ আদি শিক্ষিত নাছিল। তেওঁলোকৰ সেৱা ভাবৰ ওপৰতে কৰ্ম্ম জ্ঞানাদিৰ সাধন সিদ্ধ হৈছিল। কাৰণ ভক্তিৰ মূল সাধন হল ভগৱদনুগ্ৰহ। ব্ৰহ্মজ্ঞানীৰ ব্ৰহ্মতত্ত্ব আলোচনা, যোগীৰ পৰমাত্মা তত্ত্ব আলোচনা কৰ্কশ। "যিটো ব্ৰহ্ম নোহে তৰ্ক গোচৰ। নপাৰে বচনে মনে ওচৰ" ইত্যাদি। তেওঁলোকে সেইবোৰৰ আৱশ্যক অনুভৱ কৰা নাছিল। এটি ফকৰা যোজনা পোৱা হয় —

হোল গোজ ভকতে হাল ভাৰ বয়।
খাৱন পিন্ধন তাকে ভক্তি বুলি কয়। ইত্যাদি।

শঙ্কৰ মাধৱদেৱৰ দিনত তেৰা সবৰ নিৰক্ষৰী কেইবাজনো ভকত আছিল। তাৰ ভিতৰত শ্ৰীৰাম আতা জীৱন্মুক্ত মহা ভকত আছিল। ধ্বজা আতৈয়ে শঙ্কৰ গুৰুৰ সেৱা ধন কৰিয়েই কৃতাৰ্থ লাভ কৰিছিল। বুঢ়া আতাই বৰপেটা সত্ৰৰ পৰিষ্কাৰ পৰিচ্ছন্ন আৰু মাধৱদেৱে দাস্যাগী কৰ্ম্ম কৰিয়েই মহাভকত হৈছিল। চৰিত পুথি পঢ়িলে তেৰাসবৰ ভক্তি সাধনৰ কথা পৰিষ্কাৰ ভাবে বুজা যায়। সামান্যতে কপীন্দ্ৰ হনুমানৰ এটি বাক্য ৰত্নাৱলীত পোৱা যায় —

অল্প সেৱা মাত্ৰে যেনে কৰে বহুমান।
আপোনাতে দৃষ্টান্ত দেখাওঁ বিদ্যমান্ ।।
নুহিকে উত্তম জন্ম আকৃতি সুন্দৰ।
বাক্যৰো চাতুৰী নাহি বুদ্ধিও বিস্তৰ।।
নাহি একো গুণ আমি বনৰ বানৰ।
অনুগ্ৰহ পাত্ৰ ভৈলো তথাপি ৰামৰ।।
এতেকে ভকতি হৰি তোষৰ কাৰণ।
ব্যৰ্থ হৰি বিষয়ত আন গুণ গন ।। মাধৱদেৱ/ভক্তি ৰত্নাৱলী

সেই একেটা সুৰতে সুৰ মিলাই শ্ৰীকৃষ্ণই উদ্ধৱক কোৱা এযাৰি প্ৰবচন উদ্ধৃত কৰা হল —

সাধুসঙ্গে অনেকে পাইলেক মোৰ গতি।
দিওঁ লেখা সখি তাক শুনিয়ো সম্প্ৰতি।।
যক্ষ ৰক্ষ বৃক্ষ পক্ষী পশু পালে পালে।
স্ত্ৰী শূদ্ৰ অন্ত্য জাতি অধম চাণ্ডালে।।
ইসবকো আদি কৰি অনেক পাপমতি।
ভকতৰ সঙ্গত পাইলেক মোৰ গতি ।।

বিভীষণ বীৰ বুৰি সৰ্ব্বশাস্ত্ৰি ঘাগ ।
জাম্বৱন্ত জটায়ু সুগ্ৰীৱ হনুমান ।।
মালাকৰ কুব্জী ব্যাধ ধৰ্ম্ম তুলাধাৰ ।
দ্বিজভাৰ্য্যা ব্ৰজবাসী গোপী অনাচাৰ ।।
নাহি তপ ব্ৰত শৌচ নপ ঢুলে বেদ ।
মজানয় জান একো শাস্ত্ৰ ভত্ত্ব ভেদ ।।
কেৱলে সাধুৰ সঙ্গে সুখে পাইলা গতি ।
সৎসঙ্গত পৰে নাই উপায় সম্প্ৰতি ।।

শঙ্কৰদেৱ/ভাগৱত, একাদশ

একাৰ্থতে শাস্ত্ৰাংতৰত উল্লেখ আছে --

হৰি ভক্তিংবিনা কৰ্ম্মন স্যাদ্ধি শুদ্ধিকাৰণম্ ।
ন বা সিদ্ধ্যেৎ বিবেকাদিন জ্ঞানং নাস্তি মুক্ততা ।।

অৰ্থাৎ— হৰি ভক্তিহীন কৰ্ম্মই শুদ্ধিৰ কৰণ নহয় । বিবেকাদিৰে সিদ্ধিলাভ বা জ্ঞানাদিৰেও মুক্ত হব নোৱাৰে ।

ভক্তিহীন তপ, জপ, জাগ, যজ্ঞ, ব্ৰত, উপবাস, একাদশী আদি কাৰ্য্য বিলাক ভস্মত ঘৃতাহুতি দিয়াৰ নিচিনা । অষ্টাঙ্গ যোগ সাধনাও তদনুৰূপে । সৰ্ব্বশাস্ত্ৰ বিশাৰদ হলেও যদি ভক্তিহীন হয়, তেন্তে তেওঁৰ শাস্ত্ৰাধ্যয়ন বৃথা । সেই গতিকে ভাগৱতত কৈছে ঃ—

অকামঃ সৰ্ব্ব কামো বা মোক্ষকাম উদাৰধীঃ ।
তীব্ৰেন ভক্তিযোগেন ভজেত পুৰুষং পৰম্ ।। ভাগৱত-২/৩/১০

অৰ্থাৎ— উদাৰ বুদ্ধি লোকে নিষ্কাম হওক, সমস্ত কামনা যুক্ত বা মোক্ষকামী হওক তীব্ৰ অৰ্থাৎ ব্যভিচাৰ দোষ ৰহিত ভক্তি যোগৰ দ্বাৰা পৰম পুৰুষক আৰাধনা কৰা আৱশ্যক ।

আমি পূৰ্ব্বতো উল্লেখ কৰি আহিছোঁ যে ভক্তি বৰ্জ্জিত জ্ঞান কৰ্ম্ম অশোভন । সেই কাৰণেই ভক্তি মিশ্ৰিত শঙ্কৰদেৱে কৰ্ম্মযোগ আৰু জ্ঞান যোগক ব্যভিচাৰ দোষত পৰিগণিত নিদিলে । ভক্তিয়ে কৃষ্ণাৰ্পণ বুদ্ধি বাধা কৰে । সেই বাবে কৰ্ম্ম যোগ আৰু জ্ঞান যোগতকৈ ভক্তি যোগৰ প্ৰাধান্য বেছি । ভাগৱতৰ এটা শ্লোকেই ইয়াৰ বাবে যথেষ্ট । যেনে—

নৈষ্কৰ্ম্ম্যমপ্যচ্যুত
ন শোভতে জ্ঞানমলং নিৰঞ্জনম্ ।

কুতঃ পুনঃ শশ্বদ ভদ্ৰমীশ্বৰে
ন চাৰ্পিতং কৰ্ম্ম যদপ্য কাৰণম্ ॥ ভাগৱত—১।৫।১২

ভক্তি ৰত্নাৱলীত মাধৱদেৱে সুন্দৰ অনুবাদ কৰিছে—

ভকতি বৰ্জ্জিত যিৱ হেন জ্ঞানে
শোভা আতি নকৰয় ।
পৰম নিষ্কাম কৰ্ম্মো নোশোভয়
কৃষ্ণত যাৰে নৰ্পয় ॥

ইয়াৰ পৰিষ্কাৰ হৈছে যে ভক্তি বৰ্জ্জিত জ্ঞানে শোভা নকৰে। পৰম-নিষ্কাম কৰ্ম্মও কৃষ্ণাৰ্পণ নহলে সি শোভা নকৰে ইত্যাদি নিষ্কামে কৰিয়া সকল কৰ্ম্ম। বিষ্ণুত অৰ্পিব সি সব ধৰ্ম্ম ইয়াতু খাটি—

ভক্তি মাৰ্গত এটা চেৰেক বাধা বিঘিনি বা কণ্টক আছে—যাৰ পৰা ভক্তি ৰাজ্যত প্ৰবেশ কৰোতেই ধাৰাশায়ী হবলগা হয়। তাৰ ভিতৰত কাম, ক্ৰোধ, লোভ, মোহ, হিংসা, অহঙ্কাৰ, ইষ্ট দেৱতা অন্য নিষ্ঠাৰ অভাৱ আদিয়েই ভক্তিৰ বাধক। কাম, ক্ৰোধ, মদ, মান, মোহ আদি বিশাল বৈৰী বুলি শঙ্কৰদেৱে বৰগীতত কৈছে। আৰু বহুতো ঠাইত এনেকুৱা কিছুমান ভক্তিৰ বাধক বাধক বা বিৰুদ্ধ বৰ্ণনা শঙ্কৰ মাধৱ গুৰুৱে উপস্থাপন কৰিছে। কিঞ্চিৎ মাত্ৰ আভাস এটি দিয়া হ'ল—

আশা নামে নদী ঘোৰ জল মহাধন ।
নানা বিধ তৃষ্ণা আত ঢৌ সৰ্ব্বক্ষণ ॥
কাম ক্ৰোধ ভৈল আত কুম্ভীৰ মগৰ ।
নানা তৰ্ক বিতৰ্ক গহন ভয়ঙ্কৰ ॥ [শঙ্কৰদেৱ/ভাগৱত দশম স্কন্ধ]

ভক্তিৰ আন কিছুমান বাধক হ'ল অন্যদেৱ নিন্দা আৰু অভিনন্দা, দুঃসঙ্গতি, পৰনিন্দা, পৰচৰ্চ্চা অহিতাচৰণ, অপকাৰ, সংশয়, অভিমান, মায়া, ঠগ, প্ৰবঞ্চনা গৰ্ব্ব ইত্যাদি। এই বিলাকৰ অভাৱে হৰি ভক্তি সাধনত সহায় কৰে। বিপৰীতে ভক্তিৰ পৰা ভ্ৰষ্ট হব লগা হয়। শঙ্কৰদেৱৰ স্বতন্ত্ৰ ৰচনা কীৰ্ত্তনৰ পাষণ্ড মৰ্দ্দন অধ্যায়ত ভক্তিৰ কণ্টক সম্বন্ধে বহুতো পোৱা যায়। ব্ৰহ্মা ইন্দ্ৰাদি দেৱতা সকলে সৰ্ব্ব অহঙ্কাৰ কৰাৰ পৰিণাম স্বৰূপে ভগৱানৰ ওপৰত ক্ষমা খুজিব লগাত পৰিছিল। ভাগৱতৰ ব্ৰহ্ম মোহন, ইন্দ্ৰৰ মদভঙ্গ, হৰমোহন, দুৰ্ব্বাসাৰ গৰ্ব্বচূৰ্ণ আদি বিবৰণ বোৰত ভক্তিৰ কণ্টক পৰিষ্কাৰ হৈছে। ব্ৰহ্মাই নিজকে সৃষ্টিকৰ্ত্তা বুলি অহংকাৰ কৰি শ্ৰীকৃষ্ণক পৰীক্ষা কৰাৰ পৰিণামত কৰলৈ বাধ্য হৈছিল—

জগতক সৃজো মই, ব্ৰহ্মা বুলি অৱশ্যৰ্ব্বে
ভৈলো ভক্ত মাধৱ সমুলি ॥
পৰম অজ্ঞান আমি জানি ক্ষত্ৰিলোক স্বামী
কৰা কৃপা-ধৰা ভৃত্য বুলি ॥ শঙ্কৰদেৱ । ভাগৱত দশম

ব্ৰহ্মমোহন প্ৰসঙ্গত মহাদেৱে গৰ্ব্ব কৰিছিল—

মহাযোগ বলে শুদ্ধ কৰি আছো কায়া ।
ব্ৰহ্মময় দেখো কি কৰিতে পাৰে মায়া ॥ ভাগৱত । অষ্টম স্কন্ধ

কিন্তু পিচত স্বীকাৰ কৰিছিল—

ৰ টাক্ষতে প্ৰভুত্ত ব্ৰহ্মাণ্ড কোটি কোটি
এ গোটা ডিম্বৰ মই ৰুদ্ৰ এক গুটি ॥
যাহাৰ অঙ্গত চৰাচৰ ভৈলো বাস ।
হেন হৰি মুহিলে ইহাত কোন লাজ ॥ ভাগৱত । অষ্টম স্কন্ধ

ইন্দ্ৰই মখভঙ্গ খণ্ডত সাতদিন সাতৰাতি শিলা বৃষ্টি, বাতবৃষ্টি কৰিও কৃষ্ণক লোম লৰাব নোৱাৰি শেষত দোষ আৰু বশ্যতা স্বীকাৰ কৰি —

গোৰ ইন্দ্ৰ পাতি কৰি প্ৰণাম ।
থিলন্ত কৃষ্ণৰ গোবিন্দ নাম ॥ [শঙ্কৰদেৱ । কীৰ্ত্তন]

দুৰ্ব্বাসা মুনিৰো তথৈবচ । গতিকে এইবোৰ ভক্তিৰ বাধক । সেই বাবে ভক্তই এই বাধা বিলাকৰ প্ৰতি সদা সতৰ্ক হোৱাৰ প্ৰয়োজন । ইয়াৰ পৰা মুক্ত হ'ব নোৱাৰিলে ভক্তিৰ চৰমোৎকৰ্ষ লাভ কৰা অসম্ভৱ । ইয়াৰ পৰা সাৱধান হৈ চলিবৰ কাৰণে মাধৱ গুৰুৱে বাৰম্বাৰ উপদেশ দি গৈছে ।

## ( ঘ—৬ ) ভক্তিৰ অধিকাৰী—

হৰি ভক্তিত সৰ্ব্বদা গনতান্ত্ৰিকতা বিদ্যমান । কাৰোবাৰ বাবে গ্ৰহণীয় বা কাৰোবাৰ বাবে অগ্ৰহণীয় এনে পক্ষপাত দুষ্ট ভাৱবোৰ ভক্তিয়ে স্বীকাৰ নকৰে বা আসে নিদিয়ে । শঙ্কৰ মাধৱ দুজনা গুৰুৱে প্ৰচাৰ কৰা ভক্তিবাদৰ আধাৰ মূলতঃ বিধানাত্মকহে নিষেধাত্মক নহয় । ভক্তি বিষয়ত যিবোৰ বিধান নিৰুপণ কৰা আছে উক্ত বিধান সমূহক শঙ্কৰ মাধৱ গুৰুৱে সমূলে প্ৰয়োগ বা কাৰ্য্যকৰী কৰাত কৃতকাৰ্য্য হৈছিল আৰু সক্ষমো আছিল । ভাৰতৰ বহুতো মহাপুৰুষে ( শঙ্কৰাচাৰ্য্য, মাধবাচাৰ্য্য প্ৰভৃতি ) ভক্তিবাদত ব্ৰাহ্মণক অগ্ৰাধিকাৰ দিয়া, নাৰীৰ অধিকাৰ সমূলে নথকা ইত্যাদি নিয়ম প্ৰৱৰ্ত্তন কৰা হৈছিল । যাৰহৰ প্ৰতিবাও আছে । কিন্তু শঙ্কৰ মাধৱৰ ক্ষেত্ৰত

ইয়াৰ সম্পূৰ্ণ বিপৰীত। গীতা ভাগৱতে ভক্তিৰ ক্ষেত্ৰত কিবোৰ নিয়ম বান্ধি থৈছে, তাক আখৰে আখৰে পালন কৰাত কিঞ্চিৎ মাত্ৰও কৃপণালি কৰা নাই দুজনা গুৰুৱে। ভক্তিত উদাৰতা, সৰ্ব্বজন সুলভতা ইত্যাদি মহাগুণ সমূহ আছে। ভক্তি গ্ৰহণত বা ভক্তি বাদত জাতি, বৰ্ণ, ধৰ্ম্ম, সম্প্ৰদায় বিশেষৰ কোনো সীমিত বাধা-বিধিনি নাই। ভক্তিবাদ কোনো কাৰো পৈতৃক সম্পত্তি নহয়. ইয়াৰ ওপৰত সমস্ত প্ৰাণীৰ অধিকাৰ আছে। ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰৰ ভেদ সমূলে স্বীকাৰ কৰা হোৱা নাই। দুজনা গুৰুৰ সম্মিলিত সাহসী শক্তিৰ পৰিচয় দুয়োজনাৰ পুথি সমূহত বিৰাজমান। তাৰে গোটাচেৰেক উক্তি নিম্ন স্থানত তুলি দিয়া হ'ল।

শঙ্কৰদেৱে কৈছে ঃ —

কহিলা শুকে বেদান্তৰ মৰ্ম্ম।
শুনা পৰীক্ষিত কলিৰ ধৰ্ম্ম॥
কলিসি শ্ৰেষ্ঠ চাৰি যুগ মাজে।
প্ৰশংসে কলিক জ্ঞানী সমাজে॥
অপ্ৰয়াসে সিজে কলিত পুণ্য।
কলিৰ শুনা কেনে মহাগুণ॥
কৰিয়া কীৰ্ত্তন কলিত আতি।
পাৱে বৈকুণ্ঠক ছত্ৰিশ জাতি॥ কীৰ্ত্তন। পাষণ্ডমৰ্দ্দন
যিটো চণ্ডালক গৰিষ্ঠ মানি।
যাৰ জিহ্বাগ্ৰে থাকে হৰি বাণী॥
সমস্ত তীৰ্থতে কৰিলে স্নান।
কৰিলে সি সি তপ হোম দান॥
সেহিসে কুলীন বেদক বুজে।
যাহাৰ মুখে হৰি নাম বীজে॥ পাষণ্ড মৰ্দ্দন
ব্ৰহ্মবধী গুৰুবধী যতেক।
পিতৃ-মাতৃ বধী পাপী অনেক॥
কুকুৰ খায় মহাম্লেচ্ছগণে।
সিও শুদ্ধ হোৱে হৰি কীৰ্ত্তনে॥
চণ্ডালো হৰি নাম লৱে যায়।
কৰিবে উচিত যজ্ঞৰ পায়॥ পাষণ্ড মৰ্দ্দন
ব্যভিচাৰী দুষ্টা ব্ৰজ যুৱতী।
তথাপি কৃষ্ণত ভৈল ভকতি॥

জানিলো পাপীও উদ্ধাৰ যায় ।
এতেকে ভৈল মুকুতিৰ পায় ॥
কৃষ্ণৰ কথাত যিটো ৰসিক ।
ব্ৰাহ্মণ জন্ম তাৰ লাগে কিক ॥
শ্মৰোক মাত্ৰ হৰি দিনে ৰাতি ।
নবাছে ভকতি জাতি অজাতি ॥ পাষণ্ড মৰ্দ্দন

প্ৰহলাদোক্তি—

যিটো চণ্ডালৰ কায়বাক্য মনে
সদায় সুমৰে হৰি ।
আছে বাহুব্ৰত যিটো ব্ৰাহ্মণৰ
সি সি শ্ৰেষ্ঠ তাত কৰি ॥
সিটো মদগৰ্ব্বী বিপ্ৰে আপোনাক
পবিত্ৰ কৰিতে নাৰে ।
ভকত চাণ্ডালে আপোনাকো তাৰে
পুৰুষ কোটি উদ্ধাৰে ॥ (প্ৰহলাদ চৰিত)

প্ৰহলাদ দৈত্য শিশু সকলক উপদেশ দিওঁতে ভক্তি কৰিবলৈ দেৱতা, ঋষি, ব্ৰাহ্মণ হোৱাৰ আৰু সম্যক্ বিস্তৰ শাস্ত্ৰ জনাৰ আৱশ্যক নাই বুলি কৈছে — নালং দ্বিজত্বং দেৱত্বমৃষিত্বং বা সুৰাত্মজা ।
প্ৰীননায় মুকুন্দস্য ন বৃত্তং ন বহুজ্ঞতা ॥
ন দানং ন তপো নেজ্যা ন শৌচং ন ব্ৰতানি চ ।
প্ৰীয়তেঽমলয়া ভক্ত্যা হৰিৰণ্যৎ বিড়ম্বনম্ ॥
ভাগৱত - ৭।৭।৫১,৫২

শঙ্কৰ গুৰুৱে অনুবাদ কৰিছে—

নলাগে ভক্তিত দেৱ দ্বিজ ঋষি হইবে ।
নলাগে সম্যক শাস্ত্ৰ বিস্তৰ জানিবে ॥
তপ জপ যজ্ঞ দান সবে বিড়ম্বন ॥
কেৱলে ভক্তিতে তুষ্ট হোন্ত নাৰায়ণ ॥ কীৰ্ত্তন। প্ৰহলাদ চৰিত

দ্বিতীয় স্কন্ধ ভাগৱতত অন্ত্যজাতি সকলেও ভক্তিমান হৈ বিশুদ্ধ হব পৰা এটি শুকোক্তি আছে—

কিৰাতহূনান্ধ্ৰ পুলিন্দ পুক্কসা
আভিৰ শুহ্মা যবনাঃ খশাদয়ঃ ।

যেহন্যে চ পাপা যদুপাশ্ৰয়া শ্ৰয়াঃ
শুধ্যন্তি তস্মৈ প্ৰভবিষ্ণবে নমঃ ॥ ভাগৱত—২।৪।১৮

শঙ্কৰগুৰুৰ অনুবাদ—

কিৰাত কছাৰি খাছি গাৰো মিৰি
যৱন কঙ্ক গোৱাল।
অসম মুলুক ধোৱা যে তুৰুক
কুবাচ ম্লেচ্ছ চণ্ডাল ॥
আনো পাপী নৰ কৃষ্ণ সেৱকৰ
সঙ্গত পবিত্ৰ হয়।
ভকতি লভিয়া সংসাৰ তৰিয়া
বৈকুণ্ঠে সুখে চলয় ॥ ভাগৱত। দ্বিতীয় স্কন্ধ

মাধৱদেৱ মহাপুৰুষে তেৰাৰ ভাষাত লিখিছে :—

পৰম নিৰ্ম্মল ধৰ্ম্ম হৰি নাম কীৰ্ত্তনত
সমস্ত প্ৰাণীৰ অধিকাৰ
এতেকেসে হৰিনাম সমস্ত ধৰ্ম্মৰ ৰাজা
এহি সাৰ শাস্ত্ৰৰ বিচাৰ ॥ নাম ঘোষা—১২৯

বৰ্ণাশ্ৰম ধৰ্ম্ম যত যাৰ যেন বিহি আছে
তাৰেসে কেৱলে অধিকাৰ।
হৰিনাম কীৰ্ত্তনত নাহিকে নিয়ম একো
এতেকেসে ধৰ্ম্ম মাজে সাৰ ॥ নাম-ঘোষা

গাৰো ভোট যৱনে হৰিৰ নাম লয়।
হেনয় নামক কেনে সজ্জনে নিন্দয় ॥
হৰি নামে কৰে অন্ত্য জাতিকো মুকুত।
সজ্জনে নামক নিন্দে কিনো অদ্ভূত ॥ নাম ঘোষা

ৰাম কৃষ্ণ নামৰ দেখিয়ো কেন বল।
অধমকো কৰে নামে পৰম নিৰ্ম্মল ॥
হৰি নামে নাহিকে নিয়ম অধিকাৰী।
ৰাম বুলি তৰে মিৰি আহোম কছাৰী ॥ নাম ঘোষা

আমাৰ নিৰ্ম্মল ভকতিত দুৰাচাৰো তৰে কোন চিন্ত
আমাক ভজিয়া চণ্ডালো তৰে সংসাৰ।

স্ত্রী শূদ্র বৈশ্য আদি যত          বিষয়ত মাত্র সদা ৰত
মোক ভক্তি সুখে ইসবো হোৱে উদ্ধাৰ।     নাম-ঘোষা

এনে ধৰণে দুজনা গুৰু ৰচিত শাস্ত্র সমূহত ভক্তিৰ অধিকাৰী সম্পৰ্কত বহুতো প্ৰবচন আছে। অন্যান্য শাস্ত্রটো পোৱা যায়—

চণ্ডালোঽপি দ্বিজশ্রেষ্ঠঃ হৰি ভক্তি পৰায়ণঃ।
হৰি ভক্তি বিহীনস্তু দ্বিজোঽপি শ্বপচাধমঃ॥

নাৰদ পুৰাণ – ৩২। ৩১

অৰ্থাৎ—হৰি ভক্তি পৰায়ণ চণ্ডাল দ্বিজতকৈ শ্ৰেষ্ঠ, হৰি ভক্তিহীন দ্বিজ হৰি ভক্তি পৰায়ণ চণ্ডালতকৈ অধম।

অবৈষ্ণবঃ স্যাৎ যো বিপ্রো বহু শাস্ত্রে শ্রুততোঽখিৰা।
স জীৱমেৱ চণ্ডালো মৃতঃ শ্বানোঽভি জায়তে॥

বৃদ্ধহাৰীত স্মৃতি – ৮।২৭৯

অৰ্থাৎ—অনেক শাস্ত্র অধ্যয়ন কৰিও যদি কোনো বিপ্ৰ অবৈষ্ণৱ হয়, তেন্তে সেই বিপ্ৰই জীয়াই থাকোতেই চণ্ডাল হয় আৰু মৃত্যুৰ পিচত কুকুৰ জন্ম পায়।

ভগৱাভক্তি দীপ্তাগ্নি দগ্ধ দুৰ্জাতি কল্মষঃ।
চণ্ডালোঽপি বুধৈঃ শ্লাঘ্যো নতু পূজ্যো হ্যবৈষ্ণবঃ॥

বৃদ্ধহাৰীত স্মৃতি—৮। ২৮১

অৰ্থাৎ ভগৱদ্ভক্তিৰূপদীপ্তাগ্নিৰ দ্বাৰা হীন জাতি সম্ভৱ সমস্ত পাপ নষ্ট হলে বৈষ্ণৱ চণ্ডালো জ্ঞানী লোকৰ পূজনীয় হয়; কিন্তু অবৈষ্ণৱ হ'লে উচ্চ জাতিও পূজাৰ অযোগ্য।

পুক্কসঃ শ্বপচো বাপি যে চান্যে ম্লেচ্ছ জাতয়ঃ।
তেঽপি বন্দ্যা মহাভাগাঃ হৰি পাদৈক সেৱকাঃ॥

পদ্ম পুৰাণ — ২৪।১১ ( স্বৰ্গ খণ্ড )

অৰ্থাৎ — পুক্কস, কুকুৰ খোৱা চণ্ডাল, অন্ত্যজাতি, ম্লেচ্ছ জাতি আদি সকলো মানুহেই কেৱল হৰি পদ সেৱা পৰায়ণ হলেই তেওঁলোক মহাভাগ্যবান্ আৰু সকলোৰে বন্দনীয় হয়।

এনেকৈ বহুতো পুৰাণ, উপপুৰাণ, স্মৃতি, সংহিতা আদিত হৰি ভক্তি যুক্ত চণ্ডালাদিৰ শ্ৰেষ্ঠত্ব তথা ভক্তিৰ অধিকাৰীত্ব প্ৰতিপন্ন কৰা হৈছে। গ্ৰন্থ বাহুল্যৰ ভয়ত অত্যাধিক উদ্ধৃতি দিয়া নহল।

উচ্চ জাতিৰ ভিতৰত ব্ৰাহ্মণ আৰু নীচ জাতিৰ ভিতৰত চণ্ডালেই উৎকৃষ্ট আৰু নিকৃষ্ট বুলি জনাজাত। কিন্তু শঙ্কৰ মাধৱদেৱে এনে এখন শ্ৰেণী হীন, জাতি ভেদ হীন সমাজ গঢ়িছিল য'ত সকলোৰে সমান অধিকাৰ আছিল। তেৰাৰ মতে হৰি ভক্তি গ্ৰহণত বা নৱবিধ ভক্তিৰ ক্ষেত্ৰত ব্ৰাহ্মণ এজনৰ যি অধিকাৰ, তেনেদৰে এজন ম্লেচ্ছ ব্যক্তিৰো সমান অধিকাৰ আছে। শঙ্কৰদেৱৰ ভালে কেইজন অন্ত্য জাতি শিষ্যৰ ভিতৰত নজন শিষ্য সৰ্ব্বপ্ৰধান আছিল। তাৰ ভিতৰত যৱনৰ জয়হৰি আতৈ, গাৰোৰ গোবিন্দ আতৈ, ভোটৰ দামোদৰ আতৈ, মিৰিৰ মধাই আতৈ, কৈৱৰ্ত্তৰ পূৰ্ণানন্দ আতৈ, কছাৰীৰ ৰাম দাস আতৈ, বনিয়াৰ হৰি দাস আতৈ, নগাৰ নৰোত্তম আতৈ, কোচৰ বৰ কোচ আতৈ আদিয়েই প্ৰধান। শঙ্কৰদেৱে অস্পৃশ্যতা নিবাৰণ কৰিছিল আৰু সাম্প্ৰদায়িকতা সমূলে নিৰ্ম্মূল কৰিছিল এই সকলক সঙ্গত লৈ। তেৰাৰ আশীৰ্ব্বাদতে আজিও অসমত সাম্প্ৰদায়িকতাৰ বীজ নাই। হিন্দু মুছলমান আদি সকলোৱে মিলাপ্ৰীতিৰে অসমত বাস কৰি আছে। যদি কোনো এসময়ত সাম্প্ৰদায়িকতাৰ ভাব প্ৰকাশ হৈছে, সিও ৰাজনীতিৰ চক্ৰতহে, মহাপুৰুষীয়া ধৰ্ম্মত নহয়। ভাৰতৰ অন্যান্য প্ৰদেশত প্ৰায়েই ঘটি অহা হৰিজনক জীৱন্তে দগ্ধ কৰা, নলী নাদৰ প্ৰাণী অন্ত্যজ সকলক ব্যৱহাৰ কৰিবলৈ নিদিয়া, একে পথেদি সি সকলৰ লগত ব্ৰাহ্মণাদি উচ্চ হিন্দু সকলক যাব নিদিয়া নীতি নিয়ম অসমৰ কোনো ঠাইতে পাবলৈ নাই। যুগ পুৰুষ মহাত্মাগান্ধী আৰু সন্ত বিনোবাজীয়ে দুজনা মহাপুৰুষৰ এনে নিয়মবোৰ অসমত আজিও চলি থকাত আৰু তেৰাসৱৰ এনে উদাৰতা আৰু মহানতাত ভূৰি ভূৰি প্ৰশংসা কৰি গৈছে। শঙ্কৰ-মাধৱ গুৰুৱে কীৰ্ত্তন ঘৰকে সাম্প্ৰদায়িক বীজ নিবাৰণ তথা অস্পৃশ্যতা নিষেধ কৰণৰ কেন্দ্ৰস্থল নিৰ্ম্মাণ কৰি লৈছিল। সূৰ্য্যৰ পৰা সহস্ৰ কিৰণ সম্প্ৰসাৰণ হোৱাৰ দৰে কীৰ্ত্তন ঘৰৰ পৰাই ভক্তি ধৰ্ম্মৰ সমস্ত নিয়মবোৰ সম্প্ৰসাৰণ তথা সাহিত্য, কলা আদি বিস্তাৰ হৈছিল। আমি এইখিনি পাতনিহে মেলিছোঁ। শঙ্কৰ-মাধৱদেৱৰ কেইবা গৰাকী প্ৰধান সঙ্গী আছিল নিকৃষ্ট জাতিৰ। তাৰ ভিতৰত শ্ৰীৰাম আতা, নাৰায়ণ দাস ঠাকুৰ আতা, ভৱানী পুৰীয়া গোপাল আতা আৰু মথুৰা দাস বুঢ়া আতা - এইসকল আছিল অন্যতম ব্যক্তি। শঙ্কৰদেৱৰ কেইযাজনো ব্ৰাহ্মণ সঙ্গীও আছিল। দুজনা গুৰুৰ প্ৰধান সঙ্গী দুজন হল শ্ৰীৰাম আতা আৰু ঠাকুৰ আতা। শ্ৰীৰাম আতা আছিল অন্ত্যজ আৰু ঠাকুৰ আতা আছিল নাপিত সম্প্ৰদায়ৰ বঙালী মানুহ। মাধৱদেৱৰ সঙ্গী আছিল দুজন—বুঢ়া আতা আৰু গোপাল আতা। বুঢ়া আতা আছিল বঙালী, তাঁতী সম্প্ৰদায়ৰ আৰু গোপাল আতা আছিল কুমাৰ সম্প্ৰদায়ৰ

মানুহ। শ্ৰীৰাম চন্দ্ৰৰ লগত বান্দৰ, ৰাক্ষস, চণ্ডালৰ যেনে সম্বন্ধ দুজনা গুৰুৰ লগতো সেই সকলৰ সেই সেই সম্বন্ধ আছিল। এই সকলক লৈ দুজনা গুৰুৱে এখন উচ্চ নীচ ভেদাভেদহীন বা শ্ৰেণী হীন সমাজ পাতি ভাৰতবৰ্ষত প্ৰথম গণতন্ত্ৰৰ বীজ ৰোপণ কৰে। গণতন্ত্ৰ বুলি কওঁতে ধৰ্ম্মৰ উত্তৰাধিকাৰী বা ধৰ্ম্মৰ নেতৃত্ব বহন কৰা সম্পৰ্কত হোৱা গণতান্ত্ৰিক নিৰ্ব্বাচনৰ কথাও সোঁৱৰাই দিছে। শঙ্কৰদেৱৰ নিজ পুত্ৰসকল, সম্বন্ধীয় ভাই, ভতিজা সকল, ব্ৰাহ্মণ শিষ্য সকল, ব্ৰাহ্মণেতৰ শিষ্য সকল থাকোতেও কাকো ধৰ্ম্মৰ নেতা নাপাতি একমাত্ৰ ধৰ্ম্মৰ উত্তৰাধিকাৰী হিচাবে মাধৱদেৱক নিৰ্ব্বাচিত কৰি যোৱাটোৱেই গণতন্ত্ৰৰ প্ৰথম প্ৰবৰ্ত্তক হিচাবে শ্ৰীমন্ত গুৰুক ধৰিব লাগিব। ভাৰতৰ আন আন ধৰ্ম্মত ব্ৰাহ্মণ সকলহে ধৰ্ম্মৰ উত্তৰাধিকাৰী হব পাৰে, আনে নোৱাৰে। বিশেষকৈ শঙ্কৰাচাৰ্য্য, ৰামানুজাচাৰ্য্যকে দেখুৱাব পাৰি। শঙ্কৰদেৱৰ মহানতা আৰু উদাৰতাৰ কথা এয়ে যে ভক্তিৰ ক্ষেত্ৰত যেয়ে, শ্ৰেষ্ঠত্ব বুলি জনসাধাৰণৰ আগত ওলাব পাৰিছে অৰ্থাৎ হৰি ভক্তিয়ে যেতিয়া তেওঁক শ্ৰেষ্ঠ বুলি নিৰ্ব্বাচিত কৰিব পাৰিছে, সেই জনেই মহাভকত। শঙ্কৰদেৱৰ মানত সকলো সমান। অন্যকি তেৰাই নিজকে "আমি সমস্তৰে শিষ্য" "কৃষ্ণৰ কিঙ্কৰ" "কৃষ্ণকুদাস" আদি ভাবেৰে "তৃণাদপি সুনীচেন" হৈছে। কিন্তু এগৰাকী ধৰ্ম্ম পালকৰ প্ৰয়োজন হেতু (সকলো সমান হলেও) মুখ্য ধৰ্ম্মৰ নেতা নিৰ্ব্বাচন কৰিব লগা হৈছে। গতিকে ভক্তিৰ অধিকাৰী হবলৈ হলে সকলোৱেই সৰ্ব্বোপৰি প্ৰভুত্বৰ বিপৰীতে সৰ্ব্বসাধাৰণৰ সেৱকত্ব স্বীকাৰ কৰি লব লাগিব। মাধৱদেৱে নিজকে নিজে "দাসৰো দাসৰ তান দাস ভৈলো আমি" বুলি সকলোৰে দাসত্ব স্বীকাৰ কৰি গৈছে। শঙ্কৰ মাধৱৰ আদৰ্শ হ'ল "উদাৰ চৰিতানাম্ত বসুধৈৱ কুটুম্বকম্" অৰ্থাৎ উদাৰ চৰিত্ৰবান সকলোৰে মানত জগতৰ সমস্ত প্ৰাণীয়েই তেওঁলোকৰ কুটুম্ব। সেইবাবেই শঙ্কৰ মাধৱে অসমৰ কথা ক'তো উল্লেখ নকৰি" ধন্য ধন্য ভাৰত বৰিষ" আৰু কোনো কোনো ঠাইত জগতৰ কথা উল্লেখ কৰি গৈছে। এয়া মহানতা।

শঙ্কৰ-মাধৱ দুজনা গুৰুৱে প্ৰায়েই হৰি ভক্তিৰ কথা বুজ দিবলৈ স্ত্ৰী আৰু শূদ্ৰ সকলৰ ওপৰত বেছি চকু দিছে। তেৰাসবৰ আদৰ্শ আগত ৰাখি শঙ্কৰ শিষ্য অনন্ত কন্দলিয়ে "স্ত্ৰী শূদ্ৰ আদি যত জানোক পৰম তত্ত্ব" বুলি ভাগৱতত লিখি গৈছে। শ্ৰীকৃষ্ণই উদ্ধৱক ভক্তি তত্ত্বৰ কথা কওঁতে স্ত্ৰী শূদ্ৰক ভক্তিৰ তত্ত্ব সন্ধান দিবলৈ কৈছে আৰু শঙ্কৰ গুৰুৱে লোক শ্ৰদ্ধা সহকাৰে গ্ৰহণ কৰিছে যেনে —

সাত্ত্বিক শঠত নকহিবা ইটো তত্ত্ব ।
সদা উপদেশ দিবা বৈষ্ণৱ জনত ।।
স্ত্ৰী শূদ্ৰ কৰে যদি আমাত ভকতি ।
তাহাত কহিবা ইটো জ্ঞান মহামতি ।।

কীৰ্ত্তন/শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়ান

এতিয়াঁ প্ৰশ্ন হ'ল স্ত্ৰী আৰু শূদ্ৰ জাতিনো কি বেয়া জাতি বা এওঁলোকৰ ধৰ্ম্ম জ্ঞান লুঠতে নাইনেকি ইত্যাদি। কথা হ'ল ওপৰাওপৰিকৈ বুজিলেঁ ইয়াৰ অন্তৰ্নিহিত কথাবোৰ বুজাত সহজ নহয়। মহিলা সকলক গৃহিনী বা গৃহলক্ষ্মী বুলি কয়। এওঁলোকে গৃহৰ যাবতীয় কাৰ্য্য সম্পাদন কৰিব লাগে। এওঁলোকৰ অভাৱে স্বামী বা পুৰুষ সকল পঙ্গু। জীৱন নিৰ্ব্বাহ কৰিবৰ বাবে গৃহৰ যাৱতীয় কৰ্ম্ম যেনে পাক কাৰ্য্য, গৃহ মাৰ্জ্জন, খাদ্য সামগ্ৰীৰ প্ৰস্তুতি আদি জীৱন ধাৰণৰ গুৰুত্বপূৰ্ণ কাৰ্য্য গৃহিনীৰ ওপৰতে সিটোৰ অভাৱে দৈহিক শক্তিত আঘাত হানে। এওঁলোকে যদি সমুদায় গৃহ কৰ্ম্ম কৃষ্ণাৰ্পণ বুদ্ধিৰে কৰিব পাৰে, তেন্তে সি কৰ্ম্ম যোগলৈ ৰূপান্তৰ হয়গৈ, কিন্তু নানা কৰ্ত্তব্যৰ তাড়নাত পৰি সেইখিনি ভাবিবলৈ অৱসৰ নাথাকে বা বুজা পৰা নোহোৱাত সেইবোৰ দূষিত কৰ্ম্ম হিচাবে বৰ্ত্তি থাকে। গতিকে অবুজন সেই গৃহিনী মহিলা সকলকো ভক্তিৰ স্বাদ দিবলৈ গুৰু জনাই নিৰ্দ্দেশ দিছে। তদুপৰি জনসাধাৰণৰ মাতৃ ভাষাৰ মূলতে হ'ল মাতৃয়ে দিয়া বা দেখুউৱা ভাষা। মাতৃৰ পৰাই সন্তানে ভাষা শিকে। অকল সেয়ে নহয় মাতৃৰ পৰা সন্তানে স্বভাব, চৰিত্ৰ, আচাৰ-ব্যৱহাৰ, ৰীতি নীতি আদিও শিকে। সেই বাবে মাতৃ সৰ্ব্ব গুণাধিকাৰিণী হ'ব লাগে। সেইখিনি হবলৈ হ'লে মাতৃক লাগিব শাস্ত্ৰীয় জ্ঞান। শাস্ত্ৰীয় জ্ঞানৰ বাবে গুৰুমুখী হব লাগিব। গতিকে দেখা গল যে স্ত্ৰী সকলক জ্ঞান তত্ত্ব দিবলৈ উদ্ধৱক কোৱা আৰু শঙ্কৰ গুৰুৱে তাক গ্ৰহণ কৰা অৰ্থ হল এয়ে। অৱশ্যে শঙ্কৰ-মাধৱে কোনো কোনো ঠাইত মায়াবিনী স্ত্ৰীৰ হাত এৰাই চলিবলৈ উপদেশো দিছে —

ঘোৰ নাৰী মায়া সৰ্ব্ব মায়াত্তে কুৎচিত ।
মহা সিদ্ধ মুনিৰো কটাক্ষে হৰে চিত্ত ।
দৰশনে কৰে তপ জপ যোগ ভঙ্গ ।
জানি জ্ঞানী গনে এৰে কামিনীৰ সঙ্গ ।।

শঙ্কৰদেৱ/হৰমোহন

ইত্যাদি প্ৰবচন লিখি মায়াবিনী নাৰীৰ মায়া চিত্ৰ এখনিও অংকি থৈছে। কিন্তু সমুদায় মহিলা, সমুদায় পুৰুষো একে চৰিত্ৰৰ নহয়। ভক্তি

তত্ত্ব পালে "দুষ্ট ত্ৰিভোৰদি হৰি-স্মৰে' তথাপিতো তাৰ পাতক হৰে'' । মহিলাৰ পূৰ্ব্বোক্ত চিত্ৰখন সকলোতে প্ৰহণ নহয় ।

বৈদিক যুগৰ পৰাই নাৰীৰ ভূমিকা মধ্যকা নহয় । নাৰীয়ে পুৰুষৰ সমানে সকলো কাৰ্য্যতে অৱিহণা যোগাই আহিছে । পতিব্ৰতা নাৰীৰ মহত্বৰ কথা সৰ্ব্বজন বিদিত । পঞ্চ কন্যা স্মৰণৰ বাবেও শাস্ত্ৰই নিৰ্দ্দেশ কৰিছে —

অহল্যা দ্ৰৌপদী কুন্তী তাৰা মন্দোদৰী তথা ।
পঞ্চ কন্যা স্মৰেৎ নিত্যং মহাপাতক নাশনম্ ।।

নাৰীয়ে দেশ ৰক্ষা, স্বাধীনতা ৰক্ষাৰ বাবে সংগ্ৰামতো "বীৰাঙ্গনা" ৰূপে ৰণ ক্ষেত্ৰত অৱতীৰ্ণ হৈ বুকুৰ তেজেৰে ধৰণী সিক্ত কৰি স্বৰ্গ বাসিনী হৈছে । সেই বাবে শঙ্কৰ-মাধৱে নাৰিকো ভক্তিৰ ক্ষেত্ৰত পুৰুষৰ সৈতে সমান অধিকাৰ দিছে । নাৰী গ্লানি, নিন্দাৰ বাহক হব নোৱাৰে । গুৰুৱে নাৰীক শৰণ ভজন দিছে । অন্য কি শঙ্কৰ দেৱৰ পিচত তেখেতৰ নাতি বোৱাৰী কনকলতা আই-আৰু ভুবনেশ্বৰী দেৱীয়ে সত্ৰাধিকাৰৰ দায়িত্ব বহন কৰি চলাই আছিল । শঙ্কৰদেৱৰ ধৰ্ম্মত নাৰী নিষেধ থকাহলে এওঁলোকে ধৰ্ম্মাধিকাৰীণী কেতিয়াও হব নোৱাৰিলেহেঁতেন । গতিকে ইয়াৰ দ্বাৰা স্পষ্ট হয় যে শঙ্কৰদেৱে ভক্তিবাদত কোনো প্ৰকাৰে ভেদ স্বীকাৰ কৰা নাই । জাতি, বৰ্ণ, ধৰ্ম্ম নিৰ্ব্বিশেষে সকলোৰে বাবে ভক্তিৰ দুৱাৰ মুকলি । বুদ্ধদেৱেও তেওঁৰ ধৰ্ম্মত নাৰী নিষেধ কৰিছিল ; কিন্তু তেওঁৰ বহতো শিষ্যৰ অনুৰোধত পিচত নাৰী অন্তৰ্ভুক্ত কৰি লৈছিল । শঙ্কৰদেৱে কিন্তু প্ৰথমৰ পৰাই নাৰীক ভক্তিত স্থান দি আহিছে । সেই বাবেই শঙ্কৰদেৱৰ ভক্তিবাদ বিধানাত্মকহে, নিষেধাত্মক নহয় । এই কথা আগতো কোৱা হৈছে ।

এতিয়া আহিল শূদ্ৰৰ কথা । শূদ্ৰ বুলি এটা পৃথক্ জাতি নাই । চৰিত্ৰৰ ওপৰত জাতিৰ অস্তিত্ব নিৰ্ভৰ কৰে । যেনে কাশ্যপৰ ভাৰ্য্যা দুগৰাকী বাই ভনী দিতী আৰু অদিতীৰ পৰাক্ৰমে হিৰণ্যাক্ষ আৰু হিৰণ্যকশিপু আৰু ইন্দ্ৰৰ জন্ম হয় । সৎ চৰিত্ৰবান্ হোৱাৰ বাবে ইন্দ্ৰই নাম পালে দেৱতা আৰু অসৎ চৰিত্ৰৰ বাবে হিৰণ্যাক্ষাদিয়ে নাম পালে অসুৰ । দেৱতাই অমৃত পান কৰে আৰু অসুৰে মদ্য পান কৰে । গতিকে চৰিত্ৰৰ ওপৰতে দেৱতা আৰু অসুৰ জাতি হ'ল । সেই দৰেই শূদ্ৰ বুলি এটা জাতি থকা কথা কোনো শাস্ত্ৰই নকয় । বেদেও কোৱা নাই । শূদ্ৰ মানে নাস্তিকবাদী তথা ধৰ্ম্ম কৰ্ম্ম অনভিজ্ঞ ব্যক্তি । যি পৃথিৱীৰ কথা একো উপলব্ধি কৰিব নোৱাৰে, ঈশ্বৰ তত্ত্ব কথা সমুজি বুজি নাপাই সিয়েই শূদ্ৰ । শূদ্ৰ সম্বন্ধে

বুজাবলৈ হলে এখন পৃথক্ গ্ৰন্থ প্ৰকাশৰ প্ৰয়োজন। ইয়াত অনাৱশ্যক গ্ৰন্থ কলেবৰ বৃদ্ধি নকৰো। এতিয়া কথা হ'ল উক্ত জনভিত্ত ব্যক্তি অৰ্থাৎ শূদ্ৰয়ো যাতে ভক্তিৰ কথা বুজিব পাৰে তাৰ কাৰণেও কৃপালু পুৰুষে উদাৰতা দেখুৱাইছে। শূদ্ৰেও যে ভক্তিৰ অধিকাৰী হব পাৰে সেই কথা বুজাবৰ কাৰণে "স্ত্ৰী শূদ্ৰে কৰে যদি আমাত ভকতি" এই অৱতাৰণা। কোনো সন্তৰ কৃপাত যদি শূদ্ৰয়ো ভক্তি তত্ত্ব বুজিবলৈ আছে বা ভক্তি কৰে তেন্তে তেওঁকো উপদেশ দিবলৈ কৈছে। দ্বিতীয় স্কন্ধতো গুৰুজনে কৈছে —

স্ত্ৰী শূদ্ৰগণ অধম যৱন<br>
আনো জাতি পাপী নৰে।<br>
হয়া শুদ্ধ পৰ বৈষ্ণৱ জনৰ<br>
যদ শীল শিক্ষা ধৰে॥ ভাগৱত। দ্বিতীয় স্কন্ধ

শঙ্কৰ গুৰুৱে শূদ্ৰ নিন্দা, গ্লানিৰ পৰা হাত সাৰিবৰ কাৰণে তথা ভক্তিৰ অধিকাৰী সাব্যস্ত কৰিবৰ কাৰণে বাল্মিকী ৰামায়ণত বৰ্ণিত শূদ্ৰ শম্বুক বধ কাহিনী ভাগ নিজৰ ৰচনা উত্তৰা কাণ্ড ৰামায়ণত উপস্থাপন নকৰিলে যেন লাগে। শঙ্কৰদেৱৰ দ্বাৰা প্ৰতিপাদিত সাৰ্ব্বজনীনত্ব বা সৰ্ব্বজন অধিকাৰীত্ব একশৰণ ধৰ্ম্ম বা হৰি ভক্তি ধৰ্ম্মত লোক সংগ্ৰহ, লোক ৰঞ্জন, লোক স্থিতিৰ কাৰণে আৰু ভক্তি বাদৰ সিদ্ধান্ত সমূহ বৰ্ত্তাবৰ কাৰণে নিৰূপণ কৰি গ'ল। গুৰু জনাৰ নিৰ্ভীক জাতীয়তাবাদী বা জাতীয় দৰ্শন হ'ল—

ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি কুল।<br>
দাতাত চোৰত যেন দৃষ্টি একতুল॥<br>
নীচত সাধুত যাৰ ভৈল এক জ্ঞান।<br>
তাহাকেসে পণ্ডিত বুলিয় সৰ্ব্বজান॥ শঙ্কৰদেৱ / কীৰ্ত্তন

শঙ্কৰদেৱৰ ভক্তিবাদ প্ৰবৃত্তিমূলক। ইয়াত প্ৰবৃত্তি মাৰ্গৰ কথা কোৱা নাই। প্ৰবৃত্তিমূলক মানে "গৃহে গতি পাই কৰি শ্ৰৱণ কীৰ্ত্তন" অৰ্থাৎ ভক্তি কৰিবলৈ পৰ্ব্বতৰ গুহাত বা বনত তপস্যা কৰিব নালাগে। গৃহী হৈও শ্ৰৱণ কীৰ্ত্তন ভক্তি কৰি ভগৱৎ ভক্ত হব পাৰি বা গতি লাভ হয়। ইয়াত "হোক বা উদাস, হোক বা গৃহস্থী দুইহানো হোক নিশ্চয়" এই উদাহৰণো প্ৰযোজ্য হব। সংসাৰৰ গৃহস্থী ধৰ্ম্ম ভাৰ্য্যা পুত্ৰাদিৰ ভৰণ পোষণ গৃহচৰ্য্যাত কৰি বৈষয়িক প্ৰেম কৃষ্ণত খটুৱাব পাৰিলেই "কৰ্ষ্ঠলগ্ন বস্তুৰ সাক্ষাত হয়। মুঠতে 'হস্তে কৃতা কাম, মুখে বোলা ৰাম'। শঙ্কৰদেৱৰ ভক্তি বাদ জীৱনৰ সৈতে পৃথক্ বস্তু নহয়, জীৱনৰ লগত খাপ খুৱাই যাব পৰা বা লৈ যাবপৰা ধৰ্ম্মহে। ই আড়ম্বৰ হীনেই নহয় সহজো। শঙ্কৰদেৱে নিজে কেতিয়াও

অৰ্থাৎ — যিজনে নিজে কৰা পাপ কৰ্ম্ম ক্ষয়ৰ কাৰণে শ্ৰদ্ধা সহকাৰে হৰিৰ অৰ্চ্চনা কৰে, সেই ভক্তিকে অধম সাত্বিক ভক্তি বুলি কয়।

মন্তব্য— ইয়াতো শ্ৰৱণাদি নৱবিধ ভক্তি যোগ হ'ব।

(২) হৰেৰিদং প্ৰিয়মিতি শুশ্ৰুষাং কুৰুতে মুদা।
যজতে শ্ৰদ্ধয়া যুক্তো জ্ঞেয়া সাত্বিক মধ্যমা ।।

ঐ—

অৰ্থাৎ— (যিজনে) হৰিৰ এইটো প্ৰিয় কৰ্ম্ম এই বুলি আনন্দ আৰু শ্ৰদ্ধা সহকাৰে হৰি শুশ্ৰূষা কৰি অৰ্চ্চনা কৰে, তাকে মধ্যম সাত্বিক ভক্তি বোলে।

মন্তব্য— ইয়াতো শ্ৰৱণাদি নৱবিধ যোগ হ'ব।

(৩) বিধি বুদ্ধ্যাৰ্চ্চয়েৎ যস্তু দাসৱৎ চক্ৰ পাণিনম্।
ভক্তীনাং প্ৰৱৰা জ্ঞেয়া সাভক্তি সাত্বিকোত্তমা ।।

ঐ—

অৰ্থাৎ— দাসে মালিকৰ কাৰ্য্য কৰাৰ দৰে এইটো মোৰ কৰ্ত্তব্য বুলি যি জনে চক্ৰপাণি ভগৱন্তক ভক্তি কৰে, তাকে উত্তম সাত্বিক ভক্তি বোলে।

মন্তব্য— এইদৰে অধম সাত্বিক শ্ৰৱণাদি ভেদে নপ্ৰকাৰ, মধ্যম সাত্বিক নপ্ৰকাৰ আৰু উত্তম সাত্বিক নপ্ৰকাৰ হোৱাত সৰ্ব্বমুঠ সাত্বিক ভক্তি (৩×৯=২৭) সাতাইশ প্ৰকাৰ পোৱা হল। সেইদৰে তমোগুণী সাতাইশ প্ৰকাৰ, ৰজোগুণী সাতাইশ প্ৰকাৰ (সগুণা ভক্তি) মিলি সৰ্ব্বমুঠ (৩×২৭=৮১) একাশী প্ৰকাৰ হল।

সগুণ আৰু নিৰ্গুণ এই দুয়োটা ভক্তিৰ প্ৰধান ভাগ বুলি আমি পূৰ্ব্বতে কৈ আহিছোঁ। এতিয়া প্ৰসঙ্গতঃ পুনৰুল্লেখ প্ৰয়োজনবোধে কোৱা হয় যে সগুণক বৈধি আৰু নিৰ্গুণক 'ৰাগানুগা" বোলে। বৈধি মানে যি বিটাৰ ক্ষেত্ৰত বিধি বিধান মানি চলিব লাগে যেনে শ্ৰৱণ কীৰ্ত্তনাদিৰ ব্যৱস্থা সাত্বিক, ৰাজসিক, তামসিক ভেদে আছে। ইয়াৰ সংখ্যা ওপৰত উল্লেখ কৰামতে ৮১ প্ৰকাৰ। এই বিধি বিধান মানি চলিব নোৱাৰিলে পলগ্ৰহ হোৱাৰ বাহিৰে অন্য একো নহয়। "ৰাগানুগা"ৰ (নিৰ্গুণৰ) বাবে কোনো বিধি বিধান নাই। এই বিধে ঈশ্বৰ আছে, তেওঁত অনুৰাগ কৰি দৃঢ় বিশ্বাস আৰোপ কৰ তেওঁতে সৰ্ব্ব সমৰ্পণ কৰি দিব লাগে। এই ভাব কৰাই "ৰাগানুগা"। সগুণা বা বৈধি হল সাধনাৱস্থা আৰু-নিৰ্গুণ বা ৰাগানুগা হল সিদ্ধাৱস্থা অৰ্থাৎ সগুণা ভক্তি সাধনৰ বস্তু আৰু নিৰ্গুণা সিদ্ধ বস্তু। সাধকে ভক্তই সগুণা ভক্তিৰ আশ্ৰয় লৈ সাধন কৰি কৰি শেষত সাধনাত

সিদ্ধি হৈ গলেই নিৰ্গুণ অৰ্থাৎ সিদ্ধতাৱস্থা প্ৰাপ্ত হয়। সেই মৰ্ম্মে শাণ্ডিল্য সংহিতাই কৈছেঃ—

সগুণা সাধনাপন্না সিদ্ধাৱস্থাত্তু নিৰ্গুণা।
কেষাঞ্চিদেৱ সা সাক্ষাৎ প্ৰসাদস্মুৰ বৈৰিণঃ ॥

শাণ্ডিল্য সংহিতা- ৭/৩৩

অৰ্থাৎ— সগুণা ভক্তি সাধন স্বৰূপা হয় আৰু নিৰ্গুণা ভক্তিত সাধকে সিদ্ধাৱস্থা প্ৰাপ্ত হয়। এই নিৰ্গুণা ভক্তি স্বয়ং ভগৱান শ্ৰীকৃষ্ণৰ কৃপাৰ দ্বাৰাই কোনো বিৰল সাধকেহে প্ৰাপ্ত হব পাৰে। সেই প্ৰসঙ্গতে কৈছে: —

নিৰ্গুণোহপি ভৱেৎ কৰ্ত্তা যথৈৱ পৰমেশ্বৰঃ।
যথৈৱ তৰণিস্তিষ্ঠন্ প্ৰকাশয়তি বিষ্টপম্ ॥

শাণ্ডিল্য সংহিতা

অৰ্থাৎ— নিৰ্গুণ ভক্তও সাধক হয়। যেনেকৈ পৰমাত্মা নিৰ্গুণ হৈও কৰ্ত্তা, যেনেকৈ সূৰ্য্য অকৰ্ত্তা হৈও সমগ্ৰ বিশ্বত প্ৰকাশ কৰিছে, তেনেকৈ সিদ্ধাৱস্থা প্ৰাপ্ত ভক্তৰ দ্বাৰা লোককল্যাণ হয়।

সগুণ আৰু নিৰ্গুণৰ লক্ষণ প্ৰসঙ্গত কৈছে: —

যাৱৎ ভেদাভিমানো হি কাৰ্য্য বুদ্ধিশ্চ সেৱণে।
তাৱত্তু সগুণা ভক্তিঃ কৰ্ত্তৃনাং বিদ্ধি তত্ত্বতঃ ॥

শাণ্ডিল্য সংহিতা-৬/৭৭

অৰ্থৎ— যেতিয়ালৈকে ভেদাভিমান থাকিব অৰ্থাৎ- মই ভগৱানৰ পৰা পৃথক হওঁ আৰু ভগৱৎ সেৱাৎ কাৰ্য্য বুদ্ধি কৰিব অৰ্থাৎ মই ভগৱানৰ সেৱা কাৰ্য্যত লগাই আছোঁ এই প্ৰকাৰ ধাৰণা কৰি লব, তেতিয়ালৈকে সেই ভক্ত সাধকৰ ভক্তি তত্ত্বতঃ সগুণ হৈ থাকিব।

কিন্তুঃ— যদাত্ম ৰূপিনী সৈৱ অহংপ্ৰত্যয় সাক্ষনি।

সংশয়েন সমুৎ কীৰ্ণা তদা নিৰ্গুণতাং গৈতা।
বিষয়া নাৱভাসন্তে দেহ ধৰ্ম্মাস্ত খৈন্দ্ৰিয়াঃ।
পক্ষীণ বৃত্তিৰ্ভক্তেশ অসৌ নিৰ্গুণতাংগতঃ ॥

শাণ্ডিল্য সংহিতা- ৬/৭৯৮০

অৰ্থাৎ— সেই ভক্ত যেতিয়া আত্মৰূপিনী হৈ যাব, অহং প্ৰত্যয়ৰ মৰ্ম্ম প্ৰত্যক্ষদৰ্শী হব, নিঃসংশয়াত্মিকা ভাৱ জাগ্ৰত হব তেতিয়াই নিৰ্গুণ হৈ যাব।

ইয়াত ভগৱানৰ সৈতে ভক্তৰ অনন্য বৃত্তি হৈ যায়। সেইৰ কৰ্ম তথা ইন্দ্ৰিয়ৰ বিষয়ৰ আভাস নাথাকে। তাৰ সমস্ত মনোবৃত্তি ক্ষীণ হৈ যায়। তেতিয়া সেই ভক্ত শ্ৰেষ্ঠই নিৰ্গুণ ভক্তিত লীন হয়।

কিন্তু এইখিনিতে এটি কথা লক্ষণীয় যে সকলো সগুণা ভক্তি যদি ভগৱৎ মুখী হয় বা ভগৱৎ চৰণ সমৰ্পণ কৰি কৰা হয়, তেন্তে কি নিৰ্গুণা ভক্তিলৈ ৰূপান্তৰ ঘটে অন্য কথাতো যাদেই সেই সম্পৰ্কে একাদশ স্কন্ধ ভাগৱতত শ্ৰীকৃষ্ণই উদ্ধৱক কৈছে :—

যো যো ময়ি পৰে ধৰ্ম্মঃ কল্পতে নিষ্ফলায় চেৎ।
তদায়াসো নিৰৰ্থঃ স্যাৎ ভয়াদেৰিৱ সত্তম ॥

ভাগৱত — ১১/২৯/২১

অৰ্থাৎ — হে সাধু! অতি নিকৃষ্ট কামাদি বৃত্তি নিচয়ো যদি ভগৱদভিমুখে প্ৰযুক্ত হয় অৰ্থাৎ সেই সকল বৃত্তি নিয়োগৰ লক্ষ্য যদি কেৱল ভগৱান হয়, তেনেহলে তাৰ দ্বাৰা ধৰ্ম্মৰে অক্ষয় হৈ থাকে। ৰাজা কংসই কেৱল কৃষ্ণৰ ভয়ত ভীত হৈ গোপী সকলে কাম পৰতন্ত্ৰা হৈ চেদিৰাজ শিশুপালে কেৱল কৃষ্ণ দেৱষী হৈ অন্তে মোক্ষ পদলাভ কৰিছিল।

আকৌ কৈছে—মৰ্ত্ত্যো যদা ত্যক্ত সমস্ত কৰ্ম্মা
নিবেদিতাত্মা বিচিকীৰ্ষিতো মে।
তদামৃতত্বং প্ৰতি পদ্যমানো
ময়াত্মভূয়ায় চ কল্পতে বৈ ॥

ভাগৱত—১১।২৯।৩৪

অৰ্থাৎ — যেতিয়া মানুহে যাৱতীয় বাসনা মূলক কৰ্ম্মত জলাঞ্জলি দি ভগৱানতে আত্মসমৰ্পণ কৰে, তেতিয়াই তেওঁ যথাৰ্থতে সকলো কৰ্ম্ম সমাপ্ত কৰিছে বুলি ভাবনা আহে। তেতিয়া অমৃত স্বৰূপ মোক্ষ প্ৰাপ্ত হৈ আমাৰ সমান ঐশ্বৰ্য্য লাভ কৰে।

শ্ৰীকৃষ্ণই অন্যান্য কথা প্ৰসঙ্গত উদ্ধৱক কৈছে "নিগুণোমদপশ্ৰয়ঃ" (ভাগৱত ১১।২৫।২৬) অৰ্থাৎ নিৰহঙ্কাৰ হৈ মোতে আত্ম সমপণ পূৰ্ব্বক কৰ্ম্মৰ অনুষ্ঠান কৰিলে তাকে নিৰ্গুণ বুলি কয়। তেনেদৰে শ্ৰৱণকীৰ্ত্তনাদিকো ভগৱৎ সমৰ্পণ কৰিলেহে ফল হয়, নতুবা "যেন বাখে বাজী নাই"।

শ্ৰীমন্ত শঙ্কৰ মাধৱ গুৰুৱে নিৰ্গুণা ভক্তিক গ্ৰাহ্য কৰিলেও উত্তৰোত্তৰ উন্নীত হবলৈ অৰ্থাৎ জখলাত যেনেকৈ এখোপ এখোপ কৈ উঠিলেহে ওপৰ চাং পাবলৈ পাৰে, তেনেকৈয়ে প্ৰথমতে সগুনা ভক্তিৰ আশ্ৰয় লবলৈ কৈছে।

সগুণাৰ সাত্বিক ভক্তিকে শংকৰ মাধৱদেৱে গ্ৰহণ কৰিছে। নিৰ্গুণা ভক্তি-পৰ হ'বলৈ কঠিন। কাৰণ সি বৰ উচ্চ ভাবৰ বস্তু। (ইয়াৰ ঠিক পিছতে নিৰ্গুণা ভক্তিৰ বিষয়ে সংক্ষেপে কোৱা হব) ক্ৰমে ক্ৰমে সগুণাৰে যোগেদি নিৰ্গুণা ভক্তিলৈ উন্নীত হব লাগে। সগুণা ভক্তি যদিও নিকৃষ্ট তথাপিতো স্তৰ বিশেষ নিকৃষ্টৰ পৰা উৎকৃষ্টলৈ যাব পাৰি। ব্ৰহ্ম চিন্তন দুষ্কৰ, কিন্তু ব্ৰহ্মৰ ৰূপ চিন্তন সুকৰ। সেই বাবেই হবলা ভাগৱতে কৈছে—"অনুগ্ৰহায় ভক্তানাং মানুষং দেহমাস্থিতঃ" (ভাগৱত-১০।৩৩।৩৭), অথবা "সাধকানাং হিতাথায় ব্ৰহ্মণো ৰূপ কল্পনা"। আমাৰ "শৰণৰ বিধি ব্যৱস্থা" প্ৰসঙ্গত পৰিষ্কাৰ হৈছে। এতিয়া কথা হ'ল শঙ্কৰ মাধৱ গুৰু দুজনাৰ নিৰ্গুণা ভক্তি হলেও সগুণা ভক্তি অৰ্থাৎ কৃষ্ণ লীলা কাহিনী শ্ৰৱণ কীৰ্ত্তন কৰি তেওঁত ভক্তি কৰিবলৈ কৈছে। কিন্তু ওপৰত উদ্ধৃতি কৰি অহাৰ দৰে উক্ত সগুণা ভক্তিক যদি ঈশ্বৰাৰ্পণ কৰি কৰা হয়, অৰ্থাৎ সি যদি ব্যক্তি কেন্দ্ৰিক নহৈ সমাজ কেন্দ্ৰিক হয়, সি নিৰ্গুণা ভক্তি হয়গৈ এয়াই প্ৰাৰ্থক্য।

শ্ৰৱণ-কীৰ্ত্তনাদি নৱবিধ ভক্তি কৰি কোনে কোনে পাৰদৰ্শিতা লাভ কৰিছিল, সেই মৰ্ম্মে শাস্ত্ৰত বিস্তৃতি আছে। এই সকলেই ভগৱানৰ মহাভক্ত আছিল। এওঁলোকে সগুণা ভক্তিত আশ্ৰয় কৰিলেও অৰ্পণ বুদ্ধিৰে কৰিছিল বাবেই নিৰ্গুণ ভক্তি হৈছিল। উদাহৰণ স্বৰূপে প্ৰহলাদে কৈছিল (নৃসিংহক) "মোত হন্তে পিতৃ নিস্তৰোক। এতেকে প্ৰসাদ দিয়া মোক" এই বাণী ব্যক্তি কেন্দ্ৰিক নহয়, পৰকেন্দ্ৰিকহে। এয়া চমুকথা। তলত নৱবিধ ভক্তি কৰা মহাভক্ত সকলৰ নাম দিয়া হ'ল--

পৰীক্ষিৎ শ্ৰৱণে শ্লাঘ্যঃ কীৰ্ত্তনাদেৱ নাৰদঃ।
সততং স্মৰণে নাপি দৈত্যেন্দ্ৰো ভগৱৎ প্ৰিয়ঃ॥
অম্বৰীষো মহাভাগঃ শ্ৰীবিষ্ণোঃ পাদ সেৱকঃ।
ইন্দ্ৰদ্যুম্নোঽপি ৰাজৰ্ষিৰ্বিষ্ণু পূজা পৰায়ণঃ॥
শ্বাফল্কিঃ পৰমাহলাদো বিষ্ণু পাদাভিবন্দনে।
ভগৱৎ দাস্য মাপন্নাঃ শ্ৰুতদেৱোদ্ধৱাদয়ঃ॥
সখ্যেনাৰ্জ্জুনসৎ কীৰ্ত্তি ৰ্বলিৰাত্মনিৱেদনাৎ।
ইত্যেতে ভগৱৎ ভক্তা একৈকস্যাং সুনিশ্চিতাঃ॥ মোক্ষ নিৰ্ণয়

অৰ্থাৎ—শ্ৰৱণত পৰীক্ষিত শ্ৰেষ্ঠ, কীৰ্ত্তনত নাৰদ, সদা স্মৰণত ভগৱন্তৰ প্ৰিয় দৈত্যেন্দ্ৰ প্ৰহলাদ, বিষ্ণুৰ পাদ সেৱনত মহাভাগ অম্বৰীষ, অৰ্চ্চনত বিষ্ণু পূজা পৰায়ণ ৰাজৰ্ষি ইন্দ্ৰদ্যুম্ন, বিষ্ণু পাদাভিবন্দনত আহলাদী অক্ৰুৰ,

বৈৰাগী নাছিল ; গৃহী বৈৰাগীহে আছিল অৰ্থাৎ গৃহী হৈও নিৰ্লিপ্ত আছিল। তেওঁৰ তপস্যা হল সৰ্বদা ভগৱন্ গুণানু কীৰ্তন। তেওঁৰ জীৱন সাধকৰ জীৱন। মাধৱদেৱ উদাসীন আছিল যদিও তেওঁক কোনো কালে গৃহী হবলৈ হেচা দিয়া নাছিল। অৱশ্যে এবাৰ পৰীক্ষা কৰিছিল। ওপৰত কৈ অহা হৈছে— ভক্তিবাদত গৃহী বা উদাসৰ কোনো প্ৰশ্ন নাই। শঙ্কৰদেৱৰ সহজ মত হল "খায়াদায় গৃহেথাকি পৰম সুখদে। ৰামনাম গোৱা আৱে সবে সভাসদে। নাহি ধনহানী শৰীৰতো কিছু শ্ৰম। কৰ্ণৰো অমৃত শুনিবাক মনোৰম" ইত্যাদি। গৃহীৰ যি নিয়ম সেই নিয়মেই বৰ্ত্তি থাকিব পাৰে। মুঠতে শঙ্কৰদেৱৰ ভক্তিবাদত সৰ্ব্বদিশৰ পৰাই সহজ সৰল। আমাৰ "সত্ৰীয়া সদাচাৰ বিচাৰ প্ৰসঙ্গ" শিতানত ইয়াক পুনৰুক্তি কৰা হ'ব। তাত পৰিষ্কাৰকৈ বুজিব পাৰিব।

শ্ৰীমদ্ভাগৱতৰ তৃতীয় স্কন্ধত কপিলদেৱে দেৱহূতী মাতৃক ভক্তিৰ সম্পৰ্কত বহুতো কথা প্ৰকাশ কৰিছে। সাত্বিক, ৰাজস আৰু তামস ভেদে ভক্তি বহুবিধ বুলি তাত উল্লেখ কৰা হৈছে। কপিল মুনিয়ে কৈছে:—

ভক্তিযোগো বহুবিধো মাৰ্গৈৰ্ভাবিনি ভাব্যতে।
স্বভাব গুণমাৰ্গেন পুংসাং ভাবো বিভিদ্যতে॥

ভাগৱত-৩/২৯/৭

অৰ্থাৎ — হে ভাবিনি! ভক্তি যোগ নানাবিধ, সেইবিলাক বিশেষ বিশেষ মাৰ্গ দ্বাৰা প্ৰকাশ পাই থাকে। স্বাভাৱিক বৃত্তি ভেদে মানুহৰ ভক্তিৰ ভেদ হয়।

অভিসন্ধায় যো হিংসাং দম্ভং মাৎসৰ্য্যমেৱ বা।
সংৰম্ভী ভিন্নদৃগ্ ভাৱং ময়ি কুৰ্য্যাৎ স তামসঃ॥

ঐ- ৩/২৯/৮

অৰ্থাৎ— হিংসা, দম্ভ, মাৎসৰ্য্য ভৰা ক্ৰোধী পুৰুষে ভেদ দৰ্শনত আমাক যি ভক্তি কৰে, সেয়ে তামস ভক্তি।

বিষয়ানভি সন্ধায় যশ ঐশ্বৰ্য্যমেৱ বা।
অৰ্চ্চাদাবৰ্চ্চয়েদ যো মাং পৃথগ্ভাৱঃ স ৰাজসঃ॥

ঐ ৩/২৯/৯

অৰ্থাৎ— বিষয়, যশ কিম্বা ঐশ্বৰ্য্য কামনা কৰি ভেদ দৰ্শী হৈ প্ৰতিমাদিত মোক যি ভক্তি কৰা হয়, সেয়া ৰাজস ভক্তি।

কৰ্ম্ম নিৰ্হাৰমুদ্দিশ্য পৰস্মিন্ বা তদৰ্পণম্ ।
যজেদ্ যষ্টব্যমিতি বা পৃথগ্‌ভাৱঃ স সাত্ত্বিকঃ ।।

ঐ ৩/২৯/১০

অৰ্থাৎ— পাপ নিবৃত্তি মানসে ভগৱানৰ প্ৰীতি সম্পাদনৰ কাৰণে তেওঁতে সৰ্ব্ব কৰ্ম্মফল সমৰ্পণ কৰাৰ উদ্দেশ্যে যজ্ঞ কৰা কৰ্ত্তব্য বিবেচনা কৰি অথবা এনেকুৱা অন্যান্য উদ্দেশ্যত ভেদ দৰ্শন কৰি যি ভক্তি কৰা হয়, সেয়ে সাত্ত্বিক ভক্তি ।

সৰ্ব্বোপৰি প্ৰসিদ্ধ নিৰ্গুণ ভক্তি যোগৰ লক্ষণ প্ৰসঙ্গত কৈছে —

এনেকৈ— মদ্‌গুণ শ্ৰুতি মাত্ৰেন ময়ি সৰ্ব্ব গুহাশয়ে ।
মনোগতিৰবিচ্ছিন্না যথা গঙ্গাম্ভসোম্বুধৌ ।।
লক্ষণং ভক্তি যোগস্য নিৰ্গুণস্য হ্যদাহৃতম্ ।
অহৈতুক্য ব্যৱহিতা যা ভক্তিঃ পুৰুষোত্তমে ।। ঐ ৩।২৯।১১, ১২

অৰ্থাৎ— যেনেকৈ গঙ্গাৰ জল প্ৰবাহ সাগৰাভিমুখে কোনো বাধা নিষেধ নমনি নিৰৱচ্ছিন্ন ভাৱে গতি কৰি থাকে, ঠিক তেনেকৈ মোৰ গুণ মহিমা শ্ৰৱণ কৰা মাত্ৰেই সৰ্ব্ব জীৱৰ হৃদয় গুহাত প্ৰকাশ পাই থকা মোত যিজনৰ মনৰ ভাৱনা নিৰৱচ্ছিন্ন ভাবে প্ৰবাহিত হয়, সেইজনৰ সেই ভক্তিকে নিৰ্গুণা ভক্তি বোলা হয় ।

ভগৱদ্ভক্ত যি জনে কোনো প্ৰকাৰ ফল কামনা নকৰি ভেদভাৱ ত্যাগ কৰি নামাপৰাধ শূন্য হৈ ভক্তি আচৰে, সেই ভক্তিকে নিৰ্গুণা ভক্তি বোলে।

আমি পূৰ্ব্বতো কৈ আহিছোঁ যে সগুণ আৰু নিৰ্গুণ ভেদে ভক্তি দুবিধ । কিন্তু ইয়াৰ ভিতৰতে সগুণা ভক্তি একাশীবিধ প্ৰকাৰ লেখ পোৱা যায় । নিৰ্গুণা ভক্তি মাত্ৰ এবিধ । সৰ্ব্বমুঠ বিৰাশী প্ৰকাৰ ভক্তি আছে। উক্ত একাশী প্ৰকাৰ সগুণা ভক্তিৰ ভিতৰত নৱবিধ ভক্তিয়েই নিৰ্ব্বাচিত সৰ্ব্বপ্ৰধান ভক্তি । ইয়াক "নৱলক্ষণা ভক্তি" বুলি কয় । নৱবিধ ভক্তিৰ ভিতৰত দুবিধ উত্তম ।

শঙ্কৰদেৱে কৈছে— যদ্যপি ভকতি নৱবিধ মাধৱৰ ।
শ্ৰৱণ কীৰ্ত্তন তাতে অতি শ্ৰেষ্ঠতৰ ।। ভাগৱত

শঙ্কৰদেৱে কীৰ্ত্তনত প্ৰকাশ কৰিছে :—

শ্ৰৱণ কীৰ্ত্তন স্মৰণ বিষ্ণুৰ
অৰ্চ্চন পাদ সেৱন ।

আসা সহিত্য বাদন বিমুক্ত
কৰিব দেহ অৰ্পণ।
নৱ বিধ ভক্তি বিষ্ণুত আচৰে
সেহিসে পৰম উত্তম।

শঙ্কৰদেৱ। কীৰ্ত্তন (প্ৰহ্লাদোক্তি)

সগুণা ভক্তিৰ সাত্ত্বিক, ৰাজসিক আৰু তামসিক ভেদে তিনিবিধ। প্ৰতি বিধত পুনৰ তিনিবিধকৈ মুঠ (৩×৩=৯) ন বিধ পোৱা হল। আকৌ প্ৰতি তিনিবিধতে ন বিধকৈ সৰ্ব্বমুঠ (৯×৩=২৭) প্ৰকাৰ পোৱা যায়। সাত্ত্বিক, ৰাজসিক আৰু তামসিকত প্ৰতিটোতে সাতাইশ প্ৰকাৰে (২৭×৩=৮১) পূৰণ কৰিলে সৰ্ব্বমুঠ একাশী প্ৰকাৰ সগুণা ভক্তিৰ ভেদ পোৱা হয়। এতিয়া বিষয়টো পৰিষ্কাৰ হবৰ কাৰণে তলত উল্লেখ কৰা হল। শঙ্কৰদেৱে ভক্তি ৰত্নাকৰত সগুণা ভক্তিৰ বিষয়ে আৰু নিৰ্গুণা এইদৰে লিখিছে—

সগুণাৰ তামসিক ভক্তি :—

(১) যশ্চান্যস্য বিনাশায় ভজতে শ্ৰদ্ধয়া হৰিম্।
খলবৎ পৃথিবী পাল! সা ভক্তি তামসাধমা॥

ভক্তি ৰত্নাকৰ।৩৮ মাহাত্ম্য

অৰ্থাৎ—যি জনে আনৰ বিনাশ সাধন কৰিবৰ কাৰণে খল প্ৰকৃতিৰ লোকৰ দৰে শ্ৰদ্ধা সহকাৰে হৰিক ভজনা কৰে, হে মহাৰাজ! সেই ভক্তিকে অধম তামসিক ভক্তি বোলে।

মন্তব্য :— উক্ত অধম তামসিক ভক্তিত শ্ৰৱণ কীৰ্ত্তনাদি ভেদে নৱধা ভক্তি সোমাই আছে। গতিকে ইয়াত নৱম সংখ্যা যোগ হব।

(২) যোঽৰ্চ্চয়েৎ কৈ তৱধিয়া স্বৈৰিণী স্বপতিং যথা।
নাৰায়ণং জগন্নাথং মধ্যমা তামসি পৰা॥ ঐ—৩৮ মাহাত্ম্য

অৰ্থাৎ—যি জনে কপট ভাৱে বেশ্যাই নিজৰ পতিক সেৱা কৰাৰ দৰে নাৰায়ণ জগন্নাথক কপট ভাৱে সেৱা কৰে, সেই ভক্তিকে মধ্যম তামসিক ভক্তি বোলে। মন্তব্য— ইয়াতো শ্ৰৱণ কীৰ্ত্তনাদি ভেদে নৱধা ভক্তি অন্তৰ্গত হৈ আছে। গতিকে ইয়াতো নৱম সংখ্যা যোগ হ'ব।

(৩) দেৱ পূজা পৰং দৃষ্ট্বা স্পৰ্দ্ধয়া যোঽৰ্চ্চয়েদ্ধৰিম্।
শত্ৰুৱৎ পৃথিৱী পাল! সা ভক্তি তাম সোত্তমা॥

ঐ—৩৮ মাহাত্ম্য

অর্থাৎ—আনক ঈশ্বৰ সেৱা পৰায়ণ দেখি স্পৰ্দ্ধা অহংকাৰে অৰ্থাৎ আনে যি কৰিছে মই তাতোকৈ মহৎ সেৱা সকাম পাতিম ইত্যাদি গৰ্ব্বভাৱ লৈ হৰিক ভজনা কৰিলে হে মহাৰাজ! তাকে উত্তম তামসিক ভক্তি বোলে।

মন্তব্য—ইয়াতো শ্ৰৱণ কীৰ্ত্তনাদি ভেদে নৱপ্ৰকাৰ ভক্তি নিহিত হৈ আছে। গতিকে ইয়াতো নৱম সংখ্যা যোগ হ'ল। তামসিক ভক্তিৰ তিনিটা ভাগত প্ৰত্যেকোতে নটাকৈ পূৰণ কৰি ৩×৯=২৭ সংখ্যা, এই ভক্তিত পোৱা হ'ল। সগুণাৰ ৰাজসিক ভক্তি :—

(১) ধনধান্যাদিকং যস্তু প্ৰাৰ্থয়ন্ অৰ্চ্চয়েদ্ধৰিম্।
শ্ৰদ্ধয়া পৰয়া ৰাজন্ সা ভক্তি ৰাজসাধমা॥

ভক্তি ৰত্নাকৰ/৩৮ মাহাত্ম্য

অৰ্থাৎ—ধন ধান আদি প্ৰাৰ্থনা কৰি শ্ৰদ্ধাৰে সৈতে যি জনে হৰিৰ অৰ্চ্চনা কৰে, সেই ভক্তিক্কে অধম ৰাজসিক ভক্তি বোলে।

মন্তব্য—ইয়াতো শ্ৰৱণ কীৰ্ত্তনাদি ভেদে নৱবিধ যোগ হ'ল।

(২) যঃ সৰ্ব্বলোক বিখ্যাতাং কীৰ্ত্তিমুদ্দিশ্য মাধৱম্।
অৰ্চ্চয়েৎ পৰয়া ভক্ত্যা সাবৈ ৰাজস মধ্যমা॥ ঐ—

অৰ্থাৎ—যি জনে সকলো লোকৰ মাজত কীৰ্ত্তি বিখ্যাত হবৰ কাৰণে পৰম শ্ৰদ্ধাৰে মাধৱক অৰ্চ্চনা কৰে, তাকে মধ্যম ৰাজসিক ভক্তি বোলে।

মন্তব্য—ইয়াতো শ্ৰৱণ কীৰ্ত্তনাদি ভেদে নৱবিধ যোগ হল।

(৩) সালোক্যাদি পদং যস্তু সমুদ্দিশ্যাৰ্চ্চয়েদ্ধৰিম।
বিজ্ঞেয়া পৃথিৱী পাল। সা ভক্তি ৰাজসোত্তম্॥

ঐ—

অৰ্থাৎ—হে মহাৰাজ! যি জনে সালোক্যাদি মুক্তি লাভৰ উদ্দেশ্য আগত ৰাখি হৰিৰ অৰ্চ্চনা কৰে, সেই ভক্তিকে উত্তম ৰাজসিক ভক্তি বোলে।

মন্তব্য—ইয়াতো পূৰ্ব্বোক্ত নবিধ ভক্তি যোগহৈ সৰ্ব্বমুঠ সাতাইশ বিধ ভক্তি পূৰ্ণ হল। প্ৰতিবিধতে নৱম সংখ্যা ধৰি ৯×৩=২৭ সংখ্যা হল।

(ছ—২) সগুণাৰ সাত্ত্বিক ভক্তি :—

(১) যস্তু স্বকৃত পাপানাং ক্ষয়াৰ্থং পূজয়েদ্ধৰিম্।
শ্ৰদ্ধয়া পৰয়া ভক্ত্যা সা ভক্তি সাত্ত্বিকাধমা॥

ভক্তি ৰত্নাকৰ। ৩৮ মহাত্ম্য

দাস্য ভাৱত শুকদেৱৰ আৰু উদ্ধৱাদি, সংকীৰ্তিশালী অৰ্জ্জুন সখ্য ভাৱত, আত্মনিবেদনত বলিৰাজা। এওঁলোক এৰো একোজন নিশ্চত ভগৱৎভক্ত।

মহাপুৰুষ শঙ্কৰদেৱে তেৰাৰ "ভক্তি ৰত্নাকৰ" নামৰ সংস্কৃত পুথিত ভক্তিৰ চাৰিটা ভাগৰ কথা উল্লেখ কৰিছে। সেই কেইটা হ'ল যথাক্ৰমে — (১) উত্তমা (২) অন্তৰঙ্গা (৩) নিৰ্গুণা (৪) সপ্ৰেমা।

উত্তমা ( ভাগৱতী ভক্তি ) ঃ—

দেৱানাং গুণলিঙ্গানামানুশ্ৰৱিক কৰ্ম্ম নাম্।
সত্ত্ব এবৈকমনসো বৃত্তিঃ স্বভাবিকীতু যা।
অনিমিত্তা ভাগৱতী ভক্তিঃ সিদ্ধেগৰীয়সী।
জৰয়ত্যাশু যা কোশং নিগীৰ্ণ মনলো যথা ॥

ভক্তি ৰত্নাকৰ—১১/১,২

মাধৱদেৱে মহাপুৰুষে অনুবাদ কৰা ভক্তি ৰত্নাৱলীৰ পৰা উদ্ধৃতি দিয়া হল—

আছে মনুষ্যৰ ইন্দ্ৰিয়ৰ বৃত্তি যত।
অযত্নে প্ৰৱৰ্ত্তে যেন নানা বিষয়ত ॥
সেহিমতে ইন্দ্ৰিয়ৰ বৃত্তি নিৰন্তৰে।
বিষয়ক এৰিয়া বিষ্ণুত ৰতি কৰে ॥
নকৰে কামনা ভকতিক ত্যজি আন।
তাকে বুলি ভাগৱতী ভকতি প্ৰধান ॥
... ... ... ... ... ... ... ... ... ...
মিলিবে মুকুতি ভকতিৰ প্ৰসাদত।
লিঙ্গ দেহ দহিবে অজ্ঞান—প্ৰথমত ॥
যেনপ্ৰাণী অন্ন পান ভুঞ্জি যত যত।
উদৰৰ বহ্নি জীৰ্ণ কৰয় সমস্ত ॥
ভকতিও সেহিমতে লিঙ্গ জীৰ্ণ কৰে।
বিনা যত্নে জীৱন্তে মুকুতি পাৱে নৰে ॥

ভক্তি ৰত্নাৱলী/মাধৱদেৱ।

অন্তৰঙ্গাঃ—

মামেৱ সৰ্ব্বভূতেষু বহিৰন্তৰ পাবৃতম্।
ঈক্ষেতাত্মনি চাত্মানং যথা খমমলাশয়ঃ।
ইতি সৰ্ব্বানি ভূতানি মদ্ভাৱেন মহামতে।
সভাজয়ন্ মন্যমানো জ্ঞানং কেৱল মাশ্ৰিতঃ ॥

ব্ৰাহ্মণে পুক্কশে স্তেনে ব্ৰহ্মণ্যোঽৰ্কে স্ফুলিঙ্গকে।
অক্ৰুৰে ক্ৰুৰকে চৈব সমদৃক্ পণ্ডিতো মতঃ॥

ভক্তি ৰত্নাকৰ – ১২/২৩,৪

শঙ্কৰদেৱৰ মহাপুৰুষৰ অনুবাদ উদ্ধৃতি দিয়া হল—

বাহিৰে ভিতৰে জানা ইটো জগতৰ।
পৰিপূৰ্ণ ৰূপে আছোঁ পৰম ঈশ্বৰ॥
জানি ইটো তত্ত্বকথা থিৰ কৰি চিত্ত॥
মোকেসে দেখিবা মাত্ৰ সমস্ত প্ৰাণীত।
আপোনাতো দেখিবা ঈশ্বৰ অন্তৰ্য্যামী।
জ্ঞান দৃষ্টি চাই মোক কৰিবা প্ৰণামি॥
ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি কুল।
দাতাত চোৰত যাৰ দৃষ্টি একতুল।
নীচত সাধুত যাৰ ভৈল এক জ্ঞান॥
তাহাকেসে পণ্ডিত বুলিয় সৰ্ব্বজান॥

একাদশ/শঙ্কৰদেৱ

নিৰ্গুণা :— লক্ষণং ভক্তি যোগস্য নিৰ্গুণস্যা প্ৰ্যুদহৃতম্।
অহৈত্যুব্যৱহিতা যা ভক্তিঃ পুৰুষোত্তমে॥

ভক্তি ৰত্নাকৰ ১৩/২

অৰ্থাৎ—পুৰুষোত্তম ভগৱন্তত যি জনে কোনো প্ৰকাৰ ফল কামনা নকৰি ভেদ ভাব ত্যাগ কৰি নামাপৰাধ শূন্য হৈ ভক্তি আচৰে, সেই ভক্তিকে নিৰ্গুণা ভক্তি বোলে।

এতাঃ সংসৃতয়ঃ পুংসো গুণ কৰ্ম্ম নিবন্ধনাঃ।
যেনেসে নিৰ্জ্জিতাঃ সৌম মদ্ভাবায় প্ৰপদ্যতে॥ ঐ—১৩/৩

অৰ্থাৎ পুৰুষৰ গুণ কৰ্ম্ম সমাভূত যাবতীয় সংসাৰ পথৰ কথা তোমাৰ গুচৰত কীৰ্ত্তন কৰিলো। যিজনে বিশেষ নিষ্ঠাৰ অনুশীলনে হৃদয় জাত যাবতীয় গুণ বৃত্তি সমূহক নিজ অধিকাৰে আনয়ন কৰিব পাৰে, তেওঁ অনুপমা ভক্তি লাভ কৰি মোক্ষ প্ৰাপ্তি হয়।

(ঘ—৮) সপ্ৰেম ভক্তিঃ —

শৃণ্বন্ সুভদ্ৰানি ৰথাঙ্গ পানে—
জন্মানি কৰ্ম্মানি চ যানি লোকে।
গীতানি নামানি তদৰ্থকানি—
গায়ন্ বিলজ্জো বিচৰেদসঙ্গঃ॥

এবং ব্ৰতঃ স্বপ্ৰিয়নাম কীৰ্ত্ত্যা
জাতানু ৰাগো দ্ৰুতচিত্ত উচ্চৈঃ।
হসত্যথো ৰোদিতি ৰৌতি গায়—
ত্যুন্মাদবন্নৃত্যতি লোক বাহ্যঃ ॥

ভক্তিৰত্নাকৰ—১৪/১২

শঙ্কৰদেৱৰ অনুবাদঃ—

অনেক একত্ৰ হুয়া কৰি হৰি ৰৱ।
কৰাইবা আমাৰ মহা যাত্ৰা মহোৎসৱ ॥
দণ্ডেছত্ৰে চামৰে বিচিত্ৰ চতুৰ্দ্দোলে।
ফুৰাইবা আমাক মহাবাদ্য ভণ্ড ৰোলে ॥
মোৰ যশ গায়া যিটো কৰেগীত নৃত্য।
নাহি তাৰ চিন্তা সিটো ভৈল কৃত কৃত্য ॥
বাৰে হাত তালি যিটো কৰিয়া কীৰ্ত্তন।
মোৰ প্ৰেম ভাৱত আকুল কৰে মন ॥
মাটিত লোটাৰি পাৰে যিটো মহাশয়।
গৈলো সত্যে সত্যে সখি তাহাতে বিক্ৰয় ॥

একাদশ। শঙ্কৰদেৱ

অথবা—

প্ৰেম ভকতিৰ চিহ্ন শুনিয়ো উদ্ধৱে।
হৰি হৰি বোলন্তে লোতক ধাৰ স্ৰৱে ॥
মোৰ কথা শুনন্তে শৰীৰ ৰোমাঞ্চিত।
জানা তাৰ পৰম পবিত্ৰ ভৈল চিত্ত ॥
প্ৰেমে দ্ৰৱৈ চিত্ত আতি গদগদ বাণী।
কতো হাসে কতো কান্দে মোক প্ৰিয় মানি ॥
লাজ এৰি গাৱে গুণ নাচে আনন্দতে।
জগত পবিত্ৰ কৰে সেহিসে ভকতে ॥
মোক লাগি প্ৰেম উপজিল যাৰ মনে।
নেৰো তাৰ হৃদয়ক সখি সৰ্ব্বক্ষণে ॥
বান্ধিলেক আমাৰ পাৱত প্ৰেম জৰি।
জানা নাই উত্তম ভকত তাতক যৰি ॥

একাদশ। শঙ্কৰদেৱ

ভক্তি ৰত্নাকৰত শঙ্কৰদেৱৰ মতানুসাৰে ভক্তিৰ প্ৰকাৰ ভেদ এনেদৰে দেখুৱা হৈছে ঃ— ( প্ৰথম পৰ্য্যায়ৰ মতে )

(১) ভক্তি

(ক) তামসী ভক্তি (খ) ৰাজসী ভক্তি (গ) সাত্বিকী ভক্তি (ঘ) নিৰ্গুণোত্তম ভক্ত

( দ্বিতীয় পৰ্য্যায়ৰ মতে )

(২) ভক্তি

(ক) উত্তমা ভক্তি (খ) অন্তৰঙ্গা ভক্তি (গ) নিৰ্গুণা ভক্তি (ঘ) সপ্ৰেমা ভক্তি

ভাগৱতৰ মতে

(১) ভক্তি

(ক) তামসী ভক্তি (খ) ৰাজসী ভক্তি (গ) সাত্বিকী ভক্তি (ঘ) নিৰ্গুণা

অন্য পুৰানাদিৰ মতে

(২) ভক্তি

(ক) বিহিতা (খ) অবিহিতা

(ক) বিহিতা — (ক) শুদ্ধা (খ) মিশ্ৰা,

(খ) অবিহিতা — (ক) কামজা (খ) দেৱষজা (গ) ভয়জা (ঘ) স্নেহজা

(খ) মিশ্ৰা — (ক) কৰ্ম্ম মিশ্ৰা (খ) কৰ্ম্ম জ্ঞান মিশ্ৰা (গ) জ্ঞান মিশ্ৰা

(ক) অধমা তামসী (৩ বিধ) (খ) মধ্যমা ৰাজসী (৩ বিধ) (গ) উত্তমা সাত্বিকী (৩ বিধ)

(ক) অধমা তামসী — (ক) হিংসাৰ্থা (খ) দম্ভাৰ্থা (গ) মাৎসৰ্য্যাৰ্থা




শ্ৰীমন্ত শঙ্কৰ গুৰুৱে গীতা ভাগৱতৰ ভক্তিৰ ক্ৰমকে স্বীকাৰ কৰি গৈছে। শ্ৰৱণ কীৰ্ত্তনাদি (উত্তমা সাত্বিকী ভক্তি) নৱবিধ ভক্তিকে প্ৰাধান্য দি ভগৱন্তৰ গুণ যশ গাই জীৱন ধন্য কৰিবলৈ উপদেশ দিছে। শ্ৰৱণ কীৰ্ত্তনাদি নৱবিধ ভক্তিৰ লক্ষণ, তাৰ ফল সমূহ নিম্ন স্থানত দিয়া হলঃ—

শ্ৰৱণঃ— অন্যে বা আপুনে গুণ নাম উক্ত কৰে।
তাহাকে শ্ৰৱণ বুলি কৰ্ণে যাক ধৰে॥

ভক্তি ৰত্নাৱলী। মাধৱদেৱ।

কৃষ্ণস্য নাম ৰূপাদেঃ স্বতঃ পৰত এব বা।
বৰ্ণেণ গ্ৰহণং যত্তুস্ৰৱণং তদ্বিদুবৰ্বুধাঃ॥

অৰ্থাৎ— কৃষ্ণৰ নাম, ৰূপ আদি বৰ্ণনা নিজে বা লোকৰ মুখে উচ্চাৰণ কৰি কাণেৰে তাক গ্ৰহণ কৰাকে জ্ঞানীসকলে শ্ৰৱণ ভক্তি বুলি কয়। শ্ৰৱনত নৱবিধ ফলৰ কথা ভাগৱতে কৈছেঃ—

কৃষ্ণৰ কথাত দেখা আছে কেন গুণ।
শ্ৰৱন মাত্ৰকে পাৱে নিৰন্তৰে পুণ্য॥
অনেক জন্মৰ হোৱে পাপৰ প্ৰলয়।
হোৱে শুদ্ধ বুদ্ধি বিষ্ণু জ্ঞান উপজয়।
ইহ পৰলোকে কৰাইবেক বিৰকতি।
উপজাইবে কেশৱত সপ্ৰেম ভকতি॥
লাগিবেক হৰি ভকতক দেখি দয়া।
কিছু কিছু কৰি নিতে তেজিবেক মায়া॥
মুকুতিকো ইচ্ছা থাচে গুচিবে মনত।
হুইবে নৱ প্ৰকাৰ কথাৰ শ্ৰৱণত॥

কীৰ্ত্তনঃ— নিজমুখে উচ্চাৰিলে বোলয় কীৰ্ত্তন।

ভক্তি ৰত্নাৱলী। মাধৱদেৱ

ভগবদ্ গুণনামাদেৰ্ব্বচসা যত্তু বৰ্ণনম্ ।
কীৰ্ত্তনং তদ্বিদুৰ্ধীৰাঃ পুৰুষাৰ্থ প্ৰদংন্নাম্ ॥

পদ্য ভাগঃ— ভগৱন্ত ঈশ্বৰৰ গুণ নাম যত ।
বাক্যেৰে বৰ্ণনা যি কৰয় সতত ॥
পণ্ডিত সকলে তাকে কীৰ্ত্তন বোলয় ।
মনুষ্য গনৰ পুৰুষাৰ্থ প্ৰদ হয় । (পদ্য । গ্ৰন্থকাৰৰ নিজা)

কীৰ্ত্তন চাৰিবিধ—নামোচ্চাৰণ, স্তুতি পাঠ, কথা ব্যাখ্যা আৰু গীত ।

নামোচ্চাৰণঃ -

ৰাম কৃষ্ণ হৰি গোপাল গোবিন্দ
মুকুন্দ মধু মুৰাৰি ।
ভকতৰ ধন হৃদয় ৰঞ্জন
ব্ৰজজন অধিকাৰী ॥ নাম-ঘোষা (ইত্যাদি)

স্তুতি পাঠ: -

তুমি চিত্ত বৃত্তি মোৰ প্ৰবৰ্ত্তক নাৰায়ণ
তুমি নাথ মই নাথৱন্ত ।
চৰণ ছত্ৰৰ ছায়া দিয়া দূৰ কৰা মায়া
কৰা দয়া মোক ভগৱন্ত ॥ ঐ (ইত্যাদি)

কথা ব্যাখ্যাঃ -

বিৰল ভকত জনৰ শুনিয়ো
যেন মুখ্য প্ৰয়োজন ।
অন্যোঅন্যে এক প্ৰাণ হৈয়া কৰে
মোৰ যশ সভাজন ॥ (ভক্তি ৰত্নাৱলী)
ইত্যাদি

গীত ঃ— অনেকে একত্ৰ হয়া কৰি হৰিৰৱ ।
কৰাইবা আমাৰ মহা যাত্ৰা মহোৎসৱ ॥
দণ্ডে ছত্ৰে চামৰে বিচিত্ৰ চতুৰ্দ্দোলে ।
ফুৰাইবা আমাক মহাবাদ্য ভণ্ড ৰোলে ॥
মোৰ যশ গায়া যিটো কৰে গীত নৃত্য ।
নাহি তাৰ চিন্তা যিটো ভৈল কৃত কৃত্য ॥ ভাগৱত/একাদশ

কীৰ্ত্তনৰ ফল :—

শুনিয়োক অভিপ্ৰায় আনতপৰে পুণ্য নাই
হোৱে শুদ্ধ মহা অন্ত্য জাতি।
পৰম বান্ধৱ নাম যিটো লবে অবিশ্ৰাম
তাৰ সাত কাৰ্য্য সাধে আতি ॥
দহবৈ পাতকগণ পুণ্য কৰে উপাৰ্জ্জন
বিৰকতি মিলে বিষয়ত।
কৃষ্ণৰ চৰণে প্ৰেম ভকতিক উপজাবে
পাৱে বিষ্ণু জ্ঞান মহাতত্ত্ব ॥
মায়াকো দহবৈ তাৰ কৰে মহা উপকাৰ
দেখা কেন পৰম একান্ত।
যিটো পূৰ্ণানন্দ হৰি তেন্তে এৰে একে কৰি
থৈয়া নাম হোৱে উপশান্ত ॥ ভাগৱত/শঙ্কৰদেৱ

স্মৰণ :— মনে নাম ৰূপ সুমৰণক স্মৰণ ॥

ভক্তি ৰত্নাৱলী/মাধৱদেৱ।

নাম্নো ৰূপস্য কৃষ্ণস্য গুণ কৰ্ম্মাদি কস্য চ।
মনসা ভাৱনং যত্তু তাদ্বিষ্ণোঃ স্মৰণং বিদুঃ ॥

পদ্যভাগ— কৃষ্ণ নাম ৰূপ গুণ কৰ্ম্মাদি যতেক।
মনেৰে ভাৱনা যিটো কৰয় প্ৰত্যেক ॥
সেহি ভাৱনাকে জানা বোলয় স্মৰণ।
স্মৰণ লক্ষণ জানিবাহা সাধুজন ॥ (পদ্য/গ্ৰন্থকাৰৰ নিজা)

স্মৰণ তিনি প্ৰকাৰ— নাম স্মৰণ, ৰূপ স্মৰণ আৰু গুণকৰ্ম্মাদিৰ স্মৰণ।
নাম স্মৰণ— জপ কৰিব লগীয়া নাম মন্ত্ৰ।
ৰূপ স্মৰণ— ভগৱানৰ ৰূপ ধ্যান।
গুণ কৰ্ম্মাদিৰ স্মৰণ - ভগৱানৰ গুণ কৰ্ম্ম লীলাদিৰ সুমৰণ।

স্মৰণৰ ফল— ভজে মাধৱক নাম স্মৰে সৰ্ব্বক্ষণ।
একেবাৰে সিজে তাৰ তিনি প্ৰয়োজন ॥
প্ৰথমে ওপজে প্ৰেম লক্ষণা ভকতি।
গৃহ শৰীৰতো পাচে মিলে বিৰকতি ॥
প্ৰেমৰ আস্পদ কৃষ্ণ মূৰ্ত্তি স্ফূৰ্ত্তি হয়।
এককালে সিজে আসি সম্পদ ত্ৰিতয় ॥

নিমিনৱসিদ্ধ সংবাদ/শঙ্কৰদেৱ

পদ সেৱন — প্ৰতিমা আদিত পৰিচৰ্য্যা সাধাৰণ।
কৰে যিটো বুলি তাক পদ নিসেৱন ॥

ভক্তিৰত্নাৱলী/মাধৱদেৱ

পাদ সেৱন মানে ভগৱৎ পৰিচৰ্য্যা। হৰি মন্দিৰ মাৰ্জ্জনাদিকে পৰিচৰ্য্যাৰ লেখত ধৰা হয়। সেই মৰ্ম্মে ভাগৱতত উদ্ধৱৰ প্ৰতি ভগৱৎ বাক্য যেনে—

সন্মাৰ্জ্জনো পলে পাত্যাং সেকমণ্ডলবৰ্ত্তনৈঃ।
গৃহ শুশ্ৰূষণং মহ্যং দাসৱৎ যদমায়য়া ॥

ভাগৱৎ—১১।১১।৩৯

অৰ্থাৎ–সন্মাৰ্জ্জন (হৰি মন্দিৰ সৰা মোছা), গোময় আৰু জলৰ দ্বাৰা উপলেপন, জলৰ দ্বাৰা প্ৰোক্ষণ, পৱিত্ৰ মণ্ডল নিৰ্ম্মাণ, হৰি মন্দিৰ সেৱা, মায়াশূণ্য হৈ নিষ্কাম ভাৱে ভৃত্যৰ দৰে কৰিব।

সন্মাৰ্জ্জনং হিত্বঃ কুৰ্য্যাৎ পুৰুষঃ কেশবালয়ে।
ৰজস্তমো ভ্যাং নিৰ্ম্মুক্তঃ স ভৱেন্নাত্ৰ সংশয়ঃ ॥

বিষ্ণু ধৰ্ম্মোত্তৰ পুৰাণ—১।৯৬।৪

পদ্য ভাগ — কেশৱৰ গৃহে যিটো কৰে সন্মাৰ্জ্জন।
নাহি শঙ্কা ৰজতমে হোৱয় মোচন ॥

(পদ্য। গ্ৰন্থকাৰৰ নিজা)

অৰ্চ্চনঃ — বুলিয় অৰ্চ্চন জল আদিত পূজয় ॥ ভক্তিৰত্নাৱলী / মাধৱদেৱ

ভগৱদৰ্চ্চনৰ বাবে ভাগৱত (একাদশ স্কন্ধত) শাস্ত্ৰত বন্ধু উদ্ধৱক শ্ৰীকৃষ্ণই পৰিষ্কাৰ কৰি কৈছে। আমি পূৰ্ব্বতে "একশৰণ তত্ত্ব বিবেচন" নামৰ অধ্যায়ত উল্লেখ কৰি আহিছোঁ। পুনৰুল্লেখ নিষ্প্ৰয়োজন। ভগৱদৰ্চ্চনৰ বাবে আৱাহন বিসৰ্জ্জন কৰিব লাগে। কিন্তু সকলোতে নালাগে। প্ৰাণ প্ৰতিষ্ঠা (প্ৰতিমাৰ) কথাৰ বিষয়ে আমাৰ পিচৰ "সত্ৰীয়া পাৰমাৰ্থিক বিচাৰ প্ৰসঙ্গ" অধ্যায় দ্ৰষ্টব্য। অৰ্চ্চনৰ বিষয়ে ভৱিষ্য পুৰাণত কৈছে ঃ—

কৃত্বা চাবাহনং ত্বাদৌ দেৱস্য স্থাপনং তথা।
যাৱৎ যাগাৱসানং তু সান্নিধ্যং পৰিকল্পয়েৎ ॥
নৌমি গোপী জনানন্দং গোপীশং পুৰুষোত্তমম্।
নীলোৎপলদলশ্যামং প্ৰত্যক্ষং ঘনসন্নিভম্।
ধ্যাত্বা পাদ্যাদিকং পূজাং ভক্ত্যা চাৰ্য্যং নিবেদ্য চ ॥

জপ্ত্বা তু বিধিবৎ স্তুত্বা ততো দেবং বিসর্জ্জয়েৎ।
এষ এব ক্রমঃ প্রোক্তঃ সর্ব্বেষাং যজনক্রমঃ ॥
ভবিষ্য পুৰাণ ব্ৰাহ্মপৰ্ব্ব-৫০।১৯-২১

পদ্যভাগ :— হৃৰি আবাহন কৰি তথাত থাপিব।
বিষ্ণু স্থিতি বোধে শেষ অবধি পূজিব ॥
নমো গোপী জনানন্দ গোপিনীৰ ধন।
নীলোৎ পল দল শ্যাম তনু নবঘন ॥
নবোত্তম দেৱ এহিমতে ধ্যান কৰি।
ভক্তি সহকাৰে পাচে পূজিব সাদৰি ॥
নিবেদিব পাদ্য অৰ্ঘ্য আদি যথোচিত।
ভক্তি ভাবে জপিবন্ত শাস্ত্ৰৰ বিহিত ॥
স্তুতি কৰি বিসৰ্জ্জিব দেৱক তদন্তে।
যজনৰ ক্ৰম এহি কহিলো নিতান্তে ॥

( পদ্য। গ্ৰন্থ কাৰৰ দ্বাৰা ৰচিত )

ভগবদৰ্চ্চনৰ কাৰণে আবাহন, আসন, ধ্যান, স্নাপন, অনুলেপন, পাদ্য, অৰ্ঘ্য, আচমনীয়, মধুপৰ্ক, গন্ধ, পুষ্পধূপ, প্ৰদীপ, নৈবেদ্য, তাম্বুল, ফলদান, বস্ত্ৰ, আদি আহিলাৰ বিশেষ প্ৰয়োজন। বাহুল্যৰ ভয়ত লিখা নাই। ভগৱ-দৰ্চ্চন কৰিলে কি হয়, সেই মৰ্ম্ম ভাগৱতে কৈছে—

প্ৰতিষ্ঠয়া সাৰ্ব্ব ভৌমং সদ্মনা ভুৱনত্ৰয়ম্।
পূজাদিনা ব্ৰহ্মলোকং ত্ৰিভিৰ্ম্মৎ সাম্যতামিয়াৎ ॥
ভাগৱত—১১।২৭।৫২

অৰ্থাৎ— ভগৱানৰ (মোৰ) প্ৰতিমা প্ৰতিষ্ঠা কৰাৰ ফলত সাৰ্ব্ব ভৌম পদ, মন্দিৰ প্ৰতিষ্ঠাৰ ফলত ভুবনত্ৰয় আৰু সাধাৰণতঃ পূজাৰ ফলত লোক সকলৰ ব্ৰহ্মালোক প্ৰাপ্ত হয়। কিন্তু তিনিওটা অনুষ্ঠানৰ ফলত ভগৱন্ত (মোৰ) সাৰূপ্য লাভ কৰিবলৈ জন সাধাৰণ সমৰ্থ হয়।

বন্দন:— ভগৱন্ত বন্দনত যিটো প্ৰবৰ্ত্তিল।
পৰম মঙ্গল তাৰ এতেক মিলল ॥
ভক্তি ৰত্নাৱলী। মাধৱদেৱ

ভগৱদুদ্দেশে কৰা নমস্কাৰকে বন্দন বুলি কয়। একাদশস্কন্ধ ভাগৱতত উদ্ধৱৰ প্ৰতি ভাগৱদুক্তি মতে ভগৱৎ বন্দনৰ আধাৰ সমূহ এনেদৰে—

হোৱে সিয়ো কৃষ্ণপ্ৰাণ মিলে তাত মহাজ্ঞান
সমস্তেতে দেখে গোবিন্দক।
আকাশ পৃথিবীজন জ্যোতি বায়ু ৰসাতল
নদী নদ চৌদিশ চটক॥
যত লতা তৰুতৃণ কাহাকো নেদেখে ভিন্ন
হৰিৰ শৰীৰ বুলি মানে।
সবাকো প্ৰণাম কৰে সৰ্ব্বক্ষণে নামস্মৰে
কৃষ্ণ বিনে আনক নজানে।

শঙ্কৰদেৱ/নিমি নৱসিদ্ধ

আমাৰ "একশৰণ তত্ত্ব বিবেচন" অধ্যায়ত পৰিস্কাৰ কৰি লিখা হৈছে। বন্দনৰ লক্ষণ তথা নিয়মাদি বিভিন্ন পুৰাণাদিতো কথিত আছে। বৰ্ত্তমানে বন্দনৰ ফল কি তাকে উল্লেখ কৰা—

প্ৰণম্য দণ্ডৱৎ ভূমৌ নমস্কাৰেণ যোঽৰ্চ্চয়েৎ।
সযাং গতিমৱাপ্নোতি ন তাং ক্ৰতুশতৈৰপি॥

গৰুড় পুৰাণ= ২ ২/১.৬

অৰ্থাৎ— যিজনে ভূমিত দণ্ডৱৎ হৈ প্ৰণিপাত জনাই হৰিক অৰ্চ্চনা কৰে, তেওঁ যি গতি লাভ কৰিব পাৰিব, শতশত যজ্ঞৰ দ্বাৰাই সেই গতি লাভ কৰিব নোৱাৰে।

দাস্যঃ— তাকে বুলি দাস্য যত কৰ্ম্ম সমৰ্পয়।

ভক্তি ৰত্নাৱলী। মাধৱদেৱ

দাস্য ভক্তিৰ অৰ্থ হল ভগৱন্তৰ দাসত্ব আৰু তেওঁতে সৰ্ব্বকৰ্ম্মৰ অৰ্পণ (দাস্যং কৰ্ম্ম সমৰ্পন)। এজন ভৃত্যৰ সমস্ত দায়িত্ব গৃহস্থৰ ওপৰতে ন্যস্ত থাকে। তেওঁৰ আহাৰ, বিহাৰ, বস্ত্ৰাভৰণ আদি ব্যয়ৰ সমস্ত দায়িত্ব ভাৰ গৃহস্থজনে বহন কৰে। ভৃত্যই তাৰ বাবে কোনো চিন্তাকে কৰিব নালাগে। সেই দৰেই ভগৱান আমাৰ গৃহস্থ আৰু আমালোক তেওঁৰ ভৃত্য বা দাস। লৌকিকত দাস্য ভাৱটো কুৎসা বা নিন্দিত। যেনে "সি তাৰ চাকৰহে" "সি চাকৰ কৰিহে জীৱিকা চলাইছে" ইত্যাদি কথাৰে নিন্দা প্ৰকাশ কৰে। কিন্তু ভক্তিৰ ক্ষেত্ৰত ই সম্পূৰ্ণ ব্যৱধান। দাস্য ভক্তিৰ ক্ষেত্ৰত দাস বা ভৃত্য আৰু ভগৱানৰ মাজত এটি কোনেও কাকো এৰিব নোৱাৰা অৱস্থা। ইয়াত ভগৱান অনুগ্ৰহ কৰ্ত্তা আৰু ভক্ত অনুগ্ৰহ গ্ৰাহ্য ব্যক্তি। ভক্তৰ প্ৰতিশব্দ দাস বা ভৃত্য। প্ৰহ্লাদে কৈছে—

তোমাৰ অকাম ভৃত্য আমি।
তুমিও নিষ্কাম মোৰ স্বামী॥ ইত্যাদি

যি জন ভগৱদ্দাস বা ভৃত্য, তেওঁৰ স্বামী বা গৃহস্থ বা মালিক ভগৱান্। ভৃত্যৰ বিপদ বিঘিনি হলে ভগৱানেও সময়ে সময়ে ভক্তৰ দাসত্ব স্বীকাৰ কৰিব লগা হয়। তেনেকুৱা উদাহৰণ শাস্ত্ৰত উল্লেখ আছে যেনে-

ভকতৰ দুখ দেখি গোপাল।
আণ্ঠেকাটি কৰি দিলা উৰুস্কান্ধ॥
বা
ভকতৰ দুখ দেখি নসহে হৃদয়।
আৰু
সত্য কৰিবাক লাগি নিজভৃত্য বাণী।
স্তম্ভতে বেকত ভৈলা প্ৰভু চক্ৰপানি॥

প্ৰহলাদ চৰিত

হৰি ভক্তি ৰসামৃত সিন্ধু (২/১৩) পুথিত ৰূপ গোস্বামীয়ে উক্ত বা দাসৰ চাৰিটা ভাগ উলিয়াইছে। সেয়া হল (১) অধিকৃত, (২) আশ্ৰিত (৩) পৰিসদ্ আৰু (৪) অনুগ। ব্যাখ্যা বহল হোৱাৰ ভয়ত ইয়াৰ বিস্তৃতাৰ্থ প্ৰকাশ কৰা নহল।

মহাপুৰুষ শঙ্কৰ-মাধৱদেৱৰ "একশৰণ হৰি নাম ধৰ্মত যি শ্ৰৱণ কীৰ্ত্তনাদি ভক্তি আচৰণ কৰা হয়, সেই সকলোবিলাকত দাস্য ভক্তি অন্তৰ্গত। দাসত্ব স্বীকাৰ কৰিলেহে ভক্তিৰ উদয় হব। দুজনা গুৰুৰ দ্বাৰা ৰচিত সমস্ত শাস্ত্ৰ দাস্য ভাৱ প্ৰধান। শঙ্কৰ গুৰুৱে নিজকে "কৃষ্ণৰ কিঙ্কৰ" "কৃষ্ণকদাস" বুলি কৈছে। বৰগীতত আছে -

পৰম মুৰুখ হামু মাধৱ একুভকতি নজানা।
দাস দাস বুলি ভোৰহ শঙ্কৰ ভানা॥

(বৰগীত ১৪)

মাধৱদেৱে লিখিছে— কৃষ্ণক দাস, দাস দীন মাধৱ। বৰগীত
দাসৰো দাসৰ তান দাস ভৈলো আমি॥
নামঘোষা, ইত্যাদি

ৰত্নাৱলীত লিখিছে — দাস্য ভাৱ ভক্তি আৰু বুলিয় নিশ্চয়।
কায় বাক্য মনে যত কৰ্ম্ম সমৰ্পয়॥

লৌকিক বৈদিক ব্ৰাহ্মনাদিৰ স্বভাৱে।
সমস্তকে অপিব কৃষ্ণৰ দুই পাৱে॥

বৈষ্ণৱ শাস্ত্ৰই দাস্য ভাৱৰ বা বিনয় ভাৱৰ সাত ভূমিকা মানিছে। সেইসাত ভূমিকা যথাক্ৰমে (১) দীনতা (২) মানমৰ্ষতা (৩) ভয়দৰ্শনা (৪) ভৎৰ্সনা (৫) আশ্বাসন (৬) মনোৰাজ্য ৭) বিচাৰণ।

| | | | | |
|---|---|---|---|---|
| (১) দীনতা | :— | নাৰায়ণ চৰণে কৰোহোঁ গোহাৰি — | বৰগীত — | ৫ |
| (২) মানমৰ্ষতা | :— | শাৰঙ্গ পাণি পাহে পামৰমতি হামি — | „ — | ৬ |
| (৩) ভয়দৰ্শনা | :— | কমল নয়ণ চিন্ত চিত্ত চেতন নাই — | „ — | ১১ |
| (৪) ভৎৰ্সনা | :— | শ্ৰীৰাম মই পাপী পামৰ তেৰি ভাৱনা নাই | „ — | ১৪ |
| (৫) আশ্বাসন | :— | ৰাম মেৰি হৃদয় পঙ্কজে বৈছে | „ — | ২৯ |
| (৬) মনোৰাজ্য | :— | শুন শুনৰে সুৰ বৈৰি প্ৰমানা — | „ — | ৩ |
| (৭) বিচাৰণ | :— | নাৰায়ণ, কাহে ভকতি কৰো তেৰা — | „ — | ৪ |

এনেকৈ দাস্য ভক্তিৰ সম্পৰ্কত বহুতো উদাহৰণ আৰু প্ৰত্যুদাহৰণ আদি দিব পাৰি। শঙ্কৰ-মাধৱ দুজনা গুৰু যে দাস্য ভক্তিৰ প্ৰধান সমৰ্থক আছিল তাৰ উদাহৰণ তেওঁৰা সবৰ ৰচিত শাস্ত্ৰ আৰু আদৰ্শ মূলক চৰিত পুথিত পোৱা যায়।

বৃদ্ধহাৰীত স্মৃতিত দাস্য ভাৱৰ বিষয়ে কৈছে —

শেষ ভূতস্য জীৱস্য তদ্দাস্যেক ফলাঃ ক্ৰিয়াঃ।
শ্ৰুতি স্মৃত্যাদিতং কৰ্ম্ম তদ্দাস্যং পৰিকীৰ্তিতম্॥ ৭।২২

অৰ্থাৎ — বেদত, স্মৃতিত কথিত সকলো প্ৰকাৰ ক্ৰিয়া কৰ্ম্মৰ শেষৰ ফল বিষ্ণু নিবেদিত হ'লে শেষত বিষ্ণুৰ দাসত্বই লাভ হয় বুলি মুনি সকলে কৈ গৈছে।

সখ্য :— বুলিয় সখিত্ব ভাৱে বিশ্বাসাদি কৰে। ভক্তি ৰত্নাৱলী। মাধৱদেৱ সখিত্বৰ লক্ষণ :—

কলত্ৰ পুত্ৰ বিত্তাদেঃ বিশ্বাসোহপ্যধিকোহৰৌ।
সখ্যং নাম তদেৱোক্তং ভৱ বন্ধ বিমোচনম্॥

পদ্য ভাগ :— ভাৰ্য্যা পুত্ৰ ধনাদিত যি বিশ্বাস কৰে।
তভোধিক যদি আত্মা বিষ্ণুত আচৰে॥
সখিত্ব বোলয় তাকে যত সাধুজন।
আচৰিলে হয় ভৱ বন্ধ বিমোচন॥ (পদ্য/গ্ৰন্থকাৰৰ)

দাস্য ভক্তিৰ ভাৱ আৰু অনুভূতি সমূহ প্ৰায় সখ্য ভক্তিতো পোৱা যায়। ইয়াত সামীপ্য আৰু অন্তৰঙ্গতা বিদ্যমান। কৃষ্ণাৰ্জ্জুনৰ মাজত যি প্ৰীতি সখ্য ভাব, সেই ভাব আমাতো থাকিবলৈ সখ্য ভক্তিয়ে সকিয়াই দিছে। এজনে আনজনৰ সহিত পৰস্পৰে যি প্ৰীতি ভাৱ বা সখ্য ভাব কৰে অথবা কৃষ্ণাৰ্জ্জুনৰ মাজত যি সখ্য ভাব বিদ্যমান আছিল, সেই ভাব আমালোকে কৃষ্ণ ভগৱানত আৰোপিত কৰিব লাগে। মহাপুৰুষ শঙ্কৰদেৱে তেখেতৰ ৰচনাৱলীত সখ্য ভক্তিৰতি ৰূপৰ উদাহৰণ দি গৈছে, তেখেতে সখ্য ভক্তি দুটাৰূপত প্ৰকাশ কৰিছে— প্ৰথমটো হ'ল কৈশোৰ সখিত্ব অৰ্থাৎ ব্ৰজলীলা কালত কৃষ্ণই গোপবালকৰ সৈতে কৰা বাল্য সখাৰ উদাহৰণ, দ্বিতীয়তে হল যুৱা কালত বা প্ৰাপ্ত বয়স্ক কালত কৰা সখিত্বৰ উদাহৰণ — যেনে অৰ্জ্জুন সুদামা বিপ্ৰ (দামোদৰ বিপ্ৰ) আদি। যদিও শঙ্কৰদেৱে উক্ত দুটা ৰূপত সখ্য ভাব প্ৰকট কৰিছে তথাপিতো ইয়াত এটা কথা অদৃশ্য ৰূপে নিহিত হৈ আছে। সেইটো হল কৃষ্ণাৰ্জ্জুনৰ মাজত পৰস্পৰে সখিত্ব ভাব বৰ্ত্তি থাকিলেও কৃষ্ণ হল জগদীশ্বৰ আৰু অৰ্জ্জুন হল এজন সাধাৰণ ব্যক্তি। এজন ঈশ্বৰ আৰু এজন মানুহৰ ব্যৱধান স্বৰ্গ পৃথিৱীৰ মাজৰ ব্যৱধান। কিন্তু নৰলীলা বা নৰ চেষ্টা দেখুৱাই কৃষ্ণই নিজৰ অন্তৰ পক্ষৰ থৰা আতৰাই ৰাখি বাহ্য পক্ষত সখ্য ভাব বৰ্ত্তাই ৰাখিছে। কৃষ্ণ বৈকুণ্ঠ প্ৰয়াণ কালত অৰ্জ্জুনে কৃষ্ণত সখ্য ভাব নাৰাখি এনেকৈ কৈছিল "দেৱৰো দুৰ্ল্লভ যিটো অৰুণ চৰণ। যাহাক স্মৰণে তৈলো বিপদ তৰণ" ইত্যাদি। সুদামা বিপ্ৰৰআখ্যানৰ ( দামোদৰ বিপ্ৰাখ্যানৰ) মূল অভিপ্ৰায় সখ্য ভাবানুপ্ৰেৰিত, কিন্তু শঙ্কৰদেৱে অতি সহজ ভাৱে তাৰ পৰিনতি দাস্য ভাৱত প্ৰকট কৰি দিছে-যেনে—

দামোদৰ বিপ্ৰই কৰা কৃষ্ণ প্ৰশস্তি :—

শুনিয়োক পৰব্ৰহ্ম আমাৰ সাক্ষাৎ জন্ম
সমস্ত পাতক গৈল নাশ
যিহেতু জগত স্বামী তোমাৰ সঙ্গত আমি
গুৰু গৃহে কৰিলো নিবাস॥

কীৰ্ত্তন। শঙ্কৰদেৱ।

সুদামাই কৃষ্ণক স্বামীৰ ৰূপত দেখাটো স্পষ্ট হৈছে। তাৎপৰ্য্য এয়ে যে শঙ্কৰী সাহিত্যত সখ্য ভাবৰ ঈষৎ বাহ্য পক্ষ চিত্ৰিত হৈছে। আন্তৰ পক্ষত সততে ভক্তি ভাব বা দাস্য ভাব প্ৰকট হৈ আছে। মাধৱ দেৱো দাস্য ভাবৰ প্ৰধান সমৰ্থক তথা দাস্য ভক্তিৰ মহাভকত আছিল।

আত্মনিবেদনঃ— কৃষ্ণত শৰীৰ সমৰ্পয় যিটো নৰে।
ভক্তি ৰত্নাৱলী। মাধৱদেৱ

আত্মনিবেদনৰ লক্ষণ :—

দত্তস্য বিক্ৰীতস্যাপি গবাশ্বাদের্যথা পুমান্।
পোষনং পালনঞ্চৈব ন চিন্তয়তি সৰ্ব্বথা॥
তথাদেহং সমৰ্প্যৈব তচ্চিন্তাবৰ্জ্জনং হিমৎ।
'আত্মাৰ্পনং তদেৱ স্যাৎ যোগিনামপি দুষ্কৰম॥

মহাপুৰুষ মাধৱদেৱৰ ভক্তি ৰত্নাৱলীৰ লগত উক্ত শ্লোক দুটাৰ অবিকল মিল দেখা যায়।

সিজনৰ লক্ষণ শুনিয়ো যেনমত।
যেন গবাদিক যিটো বিকিলে পৰত।
পালন পোষণ চিন্তা নকৰে সিজনে।
সেহিমতে দেহ অৰ্পি কৃষ্ণৰ চৰণে॥
শৰীৰৰ অৰ্থে চিন্তা এৰয় সমস্ত। ইত্যাদি

একেবাৰে শেষত ( উক্ত পদৰ ) মাধৱদেৱে কৈছে---

ভকতিৰ এহি নৱ লক্ষণ প্ৰশস্ত॥
সমস্তকে প্ৰথমতে কৃষ্ণত অৰ্পিব।
পাছে সাৱধান মতে ভকতি কৰিব॥
ইহাকে বুলিয় মহা উত্তম ভকতি। ভক্তি ৰত্নাৱলী/মাধৱদেৱ

উক্ত উক্তমা নৱবিধ ভক্তিৰ শেষৰ আত্মনিবেদন ভক্তিতে নৱবিধ ভক্তিৰ অন্ত হৈছে। এই প্ৰসঙ্গতে ভক্তি ৰত্নাৱলীৰ আত্মনিবেদন বিৰচনৰ পৰা উদ্ধৃতি দি সামৰা হ'ব :— ( কৃষ্ণোক্তি )

উদ্ধৱক বোলন্ত শুনিয়ো মহাবল।
যি কালত নৰে কৰ্ম্ম এৰিয়া সকল॥
মোত দেহ অৰ্পি ভৈল কৃতাৰ্থ পৰম।
নাই আন মোৰ প্ৰিয়তম তাক সম॥
যেন গৰু পৰত বিকিলে যিটোজন।
পোষণ পালন চিন্তা নকৰে সিজনে॥
সেহিমতে মোত অৰ্পি দেহাদি সমস্ত।
ভৈল যিটোজন হয়া অচিন্ত মনত॥

কেৱল কৰয় চিন্তা প্ৰকৃতিক মায় ।
ভৈল সিটো মোৰ ইষ্ট কৰিবাৰ পায় ।
মই তাৰ হিত চিন্তা কৰো অতিশয় ।
অপ্ৰয়াসে যিটো সুখে মুকুতি পাৱয় ।

মন্তব্য ঃ— ভগৱন্তভক্তি কৰিবলৈ হলে নৱবিধ ভক্তিৰ প্ৰয়োজন অপৰিহাৰ্য্য। নৱবিধ ভক্তিৰ পৰস্পৰৰে বাধ্যতামূলক সম্বন্ধ আছে। এটাক এৰি আনটো কৰো বুলি কোনেও কব নোৱাৰে। কিন্তু ইয়াৰ ভিতৰতে প্ৰধান ভাৱে দুবিধৰ নাম পোৱা যায়। সেয়া হল শ্ৰৱণ আৰু কীৰ্ত্তন। আমি পূৰ্ব্বতো ইয়াক উল্লেখ কৰি আহিছোঁ।

গুৰুজনে কৈছে ঃ—

(১) যদ্যপি ভকতি নৱবিধ মাধৱৰ।
শ্ৰৱণ কীৰ্ত্তন তাতে অতি শ্ৰেষ্ঠতৰ ।।
অৰ্চ্চন বন্দন ধ্যান সমস্ততে কৰি।।
যশ কীৰ্ত্তনতে অতি তুষ্ট হোন্ত হৰি ।। ভাগৱত/শঙ্কৰদেৱ

পুনঃ কৈছে ঃ —

(২) পূৰ্ব্বতে ব্ৰহ্মায়ে একচিত্তে তিনবাৰ।
বেদক বচাৰি এহিমানে পাইলা সাৰ ।।
শ্ৰৱণ কীৰ্ত্তন মাত্ৰ সুগম ভকতি।
অন্ত ত উপজে গোবিন্দত প্ৰেমৰতি ।। ভাগৱত

(৩) শ্ৰৱণ কীৰ্ত্তন মোৰ ৰহস্য ভকতি ।
আকোসে কৰিবা মাত্ৰ বিৰক্ষা সম্প্ৰতি ।।
শ্ৰৱণ কীৰ্ত্তন কৰা লোকত বেকত।
সাৱধান মনে মোৰ ধৰা এহি মত ।।

( ) শ্ৰৱণ কীৰ্ত্তন কৰি বৈকুণ্ঠক যায়।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ আত সবে পায় ।। কীৰ্ত্তন/ইত্যাদি

কলিযুগৰ জন সাধাৰণ অল্পায়ু, অল্প বুদ্ধি। সকলো কৰ্ম্মমুখী। নৱবিধ ভক্তি আচৰিবলৈ অৱজৰ নাপাই। প্ৰতিকে শ্ৰৱণ কীৰ্ত্তন কৰোতে নৱবিধ ভক্তিয়েসহজতে সম্ভ হয় হি। শ্ৰৱণ কীৰ্ত্তন মতেই নকৰৰু লাগে তালৈ

নৱবিধ ভক্তি হাবই। সেই কাৰণে থোৰতে তথা সহজতে লাভ কৰিব পৰা সুবিধাজনক উপায় হ'ল শ্ৰৱণ কীৰ্ত্তন। গুৰু দুজনাই সেই উপায় আমালোকক দি গৈছে।

(ঘ-৯) ভক্তিৰ চৰম লক্ষ্য বা চৰম সিদ্ধান্ত :-

সৰ্ব্বত্ৰতে বিষ্ণু দৰ্শনেই ভক্তিৰ চৰম সিদ্ধান্ত। প্ৰহলাদৰ এশাৰি প্ৰবচনৰে সামৰা হ'ব :—

এহি মাত্ৰ মহাপুৰুষাৰ্থ পুৰুষৰ।
শ্ৰৱণ কীৰ্ত্তন কৰিবেক নিৰন্তৰ।
সমস্ত ভূততে দেখিবেক নাৰায়ণ।
আত পৰে আন ধৰ্ম্ম সবে বিড়ম্বন॥ কীৰ্ত্তনা শঙ্কৰদেৱ

(ঘ—১০) অতিৰিক্ত প্ৰসঙ্গ :-

তুলসী দাসী ৰামায়ণ মতে নৱৰিধ ভক্তিৰ ক্ৰম এনেদৰে :—

প্ৰথম ভগতি সংতহ কৰ সংগা।
দুসৰি ৰতি মম কথা প্ৰসংগা॥
গুৰু পদ পংকজ সেৱা তিসৰি ভগতি অমান।
চৌথি ভগতি মম গুণ গন কৰই কপট তজি আন॥
মংত্ৰ জাপ মম দৃঢ় বিশ্বাসা।
পংচম ভজন সো বেদ প্ৰকাসা।
ছঠ দম সীল বিৰতি বহু কৰমা।
নিৰত নিৰংতৰ সজ্জন ধৰমা॥
সাঁতৱ সম মোহি ময় জগ দেখা।
মোতে সংত অধিক কৰি লেখা॥
আঠৱ জথা লাভ সং তোষা।
সপনেহুঁ নহি দেখয় পৰ দোষা॥
নৱম সৰল সব সন ছলহীনা।
মম ভৰোস হিয়ঁ হৰষ নদীনা॥ (তুলসী দাসী ৰামায়ণ)

[''ভজন ভক্তিতত্ত্ব বিবেচন অধ্যায়টো সমাপ্ত''।] ❋ ❋ ❋

## ॥ পঞ্চম খণ্ড ॥

### (ক)- "সত্ৰীয়া সদাচাৰ বিচাৰ প্ৰসঙ্গ"

ধৰ্ম্মৰ প্ৰধান অঙ্গ সদাচাৰ। মানুহৰ যেনেকৈ হস্ত, পদ, নাসিকা কৰ্ণ, চক্ষু, মুখ আদি অঙ্গ প্ৰত্যঙ্গ নহলে সৰ্ব্বাঙ্গ সুন্দৰ নহয় বা অবয়ৱ পূৰ্ণ নহয়, তেনেকৈ ধৰ্ম্মৰো সদাচাৰ প্ৰমুখো অন্যান্য অঙ্গ পূৰ্ণ নহলে ধৰ্ম্ম সম্পূৰ্ণ বুলি কব নোৱাৰি। অঙ্গ খুম হলে মানুহ প্ৰায়েই বৰ্জ্জিত হোৱাৰ দৰে ধৰ্ম্মৰো অঙ্গ খুম হলে ধৰ্ম্ম পালন বৃথা। সদাচাৰ প্ৰধানকৈ দুবিধ। এবিধ আধ্যাত্মিক বা অন্তৰঙ্গ সদাচাৰ। আৰু আনবিধ বাহ্যিক বা বহিৰঙ্গ সদাচাৰ। শংকৰ-মাধৱ দুজনা গুৰুৱে অন্তৰঙ্গ সদাচাৰ সমূহ লিখিত ভাৱে থৈ গৈছে আৰু বহিৰঙ্গ সদাচাৰ নিজে পালন কৰি গৈছে। ইয়াকে কথিত আৰু পালিত সদাচাৰ হিচাবে থোৱাতে কব পাৰি। গীতা ভাগৱতাদি বৈষ্ণৱ শাস্ত্ৰ সমূহত অন্তৰঙ্গ সদাচাৰত অধিক জোৰ দিয়া হৈছে আৰু পুৰাণ, স্মৃতি, সংহিতা আদি শাস্ত্ৰত বহিৰঙ্গ সদাচাৰত অধিক জোৰ দিয়া হৈছে। অৱশ্যে পিচৰটো সদাচাৰ আগৰটোতকৈ দুৰ্ব্বল। কাৰণ গীতা ভাগৱত আদি বৈষ্ণৱ শাস্ত্ৰ সমূহ আধ্যাত্মিক বা অন্তৰঙ্গ সদাচাৰ পূৰ্ণ হোৱা হেতুকে ইয়াৰ শ্ৰেষ্ঠত্ব সৰ্ব্বাধিক। বাকীখিনিৰ শ্ৰেষ্ঠত্ব দ্বিতীয় পৰ্য্যায়ত পৰে। যি কি নহওক অন্তৰঙ্গ সদাচাৰ আৰু বহিৰঙ্গ সদাচাৰ সম্বন্ধে আমাৰ পৰ্য্যালোচনা আৰম্ভ কৰিম ইয়াৰ ঠিক পিছতে। সম্প্ৰতি সদাচাৰ শব্দটোৰ বিচাৰ কৰা হওক। সদাচাৰ মানে সদ্+আ+চৰ্+ঘঞ্-সদাচাৰ। সদ মানে ভাল বা শুদ্ধ আচৰণ কৰাই সদাচাৰ। অন্যপ্ৰকাৰে সদ্ লোকে বা সাধুলোকে আচৰণ কৰি থোৱা কাৰ্য্যকে সদাচাৰ বোলে। সেই সম্পৰ্কে বিষ্ণুপুৰাণে কৈছে—

> সাধবঃ ক্ষীণদোষাস্তু সচ্ছব্দঃ সাধুবাচকঃ।
> তেষামাচৰণং যত্তু সদাচাৰঃস উচ্যতে ॥ বিষ্ণুপুৰাণ ৩/১১/৩

অৰ্থাৎ—সৎ শব্দৰ অৰ্থ সাধু। যি সকল দোষ শূণ্য, তেওঁলোকক সাধু বুলি কয়। সেই সাধুসকলৰ যি আচাৰ, তাকে সদাচাৰ বুলি কয়। মনুসংহিতাৰ মতে—

> তস্মিন্ দেশে য আচাৰঃ পাৰম্পৰ্য্যক্ৰমাগতঃ।
> বৰ্ণানাং সান্তৰালানাং স সদাচাৰ উচ্যতে ॥ মনুসংহিতা—২/১৮

অৰ্থাৎ—এই ব্ৰহ্মাবৰ্ত্ত দেশত বৰ্ণ চতুষ্টয়ৰ আৰু সঙ্কীৰ্ণ জাতিগণৰ মাজত যি আচাৰ পৰম্পৰাক্ৰমে আবহমান কালৰ পৰা চলি আহিছে, তাকে সদাচাৰ বোলে।

সদাচাৰ মানে শৌচ অর্থাৎ শুদ্ধি, পবিত্রতা আদি। বহিৰঙ্গ সদাচাৰ মানে বাহ্য শৌচ আৰু অন্তৰঙ্গ সদাচাৰ মানে অন্তৰ শৌচ। উক্ত শৌচ গৰুড় পুৰাণৰ মতে দুই প্রকাৰৰ বুলি কোৱা হৈছে। যেনে -

শৌচন্তু দ্বিবিধং প্রোক্তং বাহ্যমাভ্যন্তৰং তথা।

মৃজ্জলাভ্যাং স্মৃতং বাহ্যং ভাব শুদ্ধিৰথান্তৰম্ ॥ গৰুড় পুৰাণ

অর্থাৎ— পবিত্রতা দুবিধ বুলি কোৱা হয়। সেয়া হ'ল বাহ্য আৰু অভ্যন্তৰ। মাটি আৰু জলেৰে বাহ্য শুদ্ধি আৰু অভ্যন্তৰ ভাৱৰ দ্বাৰা শুদ্ধি হয়। মহাভাৰতৰ মতে শৌচ পাঁচবিধ বুলি কৈছে —

মনঃ শৌচং কৰ্ম্মশৌচং কুল শৌচং চ ভাৰত।
শৰীৰ শৌচং বাক্ শৌচং শৌচং পঞ্চবিধং স্মৃতম্ ॥
পঞ্চস্বেতেষু শৌচেষু হৃদি শৌচং বিশিষ্যতে।
হৃদয়স্য চ শৌচেন স্বৰ্গং গচ্ছন্তি মানবাঃ ॥

মহাভাৰত আশ্বমেধিক পৰ্ব্ব ২০/৭/৮

অর্থাৎ—হে ভাৰত! শৌচ পাঁচ বিধ বুলি জানিবা যেনে--মন শৌচ, কৰ্ম্মশৌচ, কুল শৌচ, দেহ শৌচ, বাক্য শৌচ। উক্ত পাঁচ বিধ শৌচৰ ভিতৰত হৃদি শৌচ (অর্থাৎ অন্তৰ শৌচ) বিশিষ্ট। হৃদি শৌচৰ দ্বাৰা লোক সকলে স্বৰ্গলাভ কৰে।

মহাভাৰতৰ উক্তিত পাঁচবিধ শৌচ হলেও মূলতঃ দুবিধ বুলিয়েই ধৰা হয়। কাৰণ মন, কৰ্ম্ম, কুল, দেহ, বাক্য, শৌচ সমূহ বাহ্য আৰু অভ্যন্তৰ শৌচৰ ভিতৰতে পৰি যায়। দ্বিবিধ শৌচৰ ভিতৰত কেনেকৈ পৰে নিম্নো-দ্ধৃত প্রমাণতে শুনাই পৰে।

বাহ্যশৌচ মানে বহিৰিন্দ্রিয় পবিত্রতা। দৈহিক অঙ্গ প্রত্যঙ্গ আদিৰে (কাণ, নাক, হাত, ভৰি, চকু, শিৰ, মধ আদিৰে) ভগৱন্তৰ প্রিয় কাৰ্য্য কৰা আদিয়েই বাহ্য শৌচ। কাণেৰে হৰি কথা শ্রৱণ, বাক্যৰ দ্বাৰা হৰি কীৰ্ত্তন আৰু ভগৱৎ নিবেদিত প্রসাদ গ্রহণ, ভৰিৰে হৰি মন্দিৰলৈ, গুৰু-গৃহলৈ গমন, চকুৰে ভগৱৎ মূৰ্ত্তি দৰ্শন বা ভগৱন্ত ভক্ত আৰু গুৰু দৰ্শন, হাতেৰে হৰি মন্দিৰ মাৰ্জ্জন, হৰিৰ প্রিয়কৰ্ম্ম কৰণ শিৰেৰে ভগৱৎ বন্দন বা সেৱা কৰণ, ভগৱন্ত পদধূলা গ্রহণ, নাকেৰে ভগৱৎ নিবেদিত পত্র পুষ্পাদিৰ গন্ধ গ্রহণ, গায়েৰে ভগৱৎ পদাম্ভুত গঙ্গা আদিত বা দৈহিক বাহ্য পবিত্র কাৰিৰ পৰা নদীত স্নান কৰা আদিয়েই বাহ্য শৌচ বাহ্যসাধন। উক্ত বাহ্যশৌচৰ অষ্টাদশ সামগ্রীও আছে। সেইদৰে অভ্যন্তৰ শৌচৰো ছয়বিধ সামগ্রী আছে। বেদান্ত সিদ্ধান্তই কয় --

বহিৰঙ্গং শ্রুতিঃ প্রাহ ব্রহ্মচৰ্য্যাদি মুক্তয়ে।

শমাদি ষট্ কমেৱৈতৎ অন্তৰঙ্গ বিদুৰ্ব্বুধাঃ। বেদান্ত সিদ্ধান্ত।

অর্থাৎ-- বেদে কয় যে মুক্তিৰ বাবে বহিৰঙ্গ সামগ্রী ব্রহ্মচৰ্য্য ভেদে ওঠৰ প্রকাৰ আৰু অন্তৰঙ্গ সামগ্রী শমাদি ভেদে ছবিধ।

বহিৰঙ্গ সামগ্ৰীৰ সংখ্যা এনেকৈ - - (বেদান্ত সিদ্ধান্তৰ মতে)

ব্ৰহ্মচৰ্য্যমহিংসা চ দয়াভূতেষ্বৱক্ৰতা ।
বিষয়েষ্বৰতি বৈতৃষ্ণ্যং শৌচং দম্ভ বিবৰ্জ্জনম্ ॥
সত্যং নিৰ্ম্মমতা স্থৈৰ্য্যমভিমান বিৱৰ্জ্জনম্ ।
ঈশ্বৰ ধ্যান পৰতা ব্ৰহ্মবিদ্ভিঃ সহস্থিতিঃ ॥
ভক্তি শাস্ত্ৰেক পৰতা সমতা সুখ দুঃখয়োঃ ।
মানানাসক্তিৰেকান্ত শীলতা চ মুমুক্ষুতা ॥ বেদান্ত সিদ্ধান্ত

অৰ্থ ঃ --- ব্ৰহ্মচৰ্য্য, অহিংসা, দয়া, সৰলতা, বিষয় বিৰাগ, পবিত্ৰতা দম্ভত্যাগ, সত্য, পাৰ্থিব বস্তুৰ প্ৰতি মমতা ত্যাগ, স্থৈৰ্য্য অভিমানত্যাগ, ঈশ্বৰধ্যান পৰায়ণতা, সৎসঙ্গ গ্ৰহণ, সৎ শাস্ত্ৰাভ্যাস, সুখ দুখ সমজ্ঞান মান অপমান বৰ্জ্জন, একান্তশীলতা আৰু মোক্ষাভিলাষকৰণ আদি এই ওঠৰটা বহিৰঙ্গ সামগ্ৰী ।

(১) ব্ৰহ্মচৰ্য্য -- স্ত্ৰীৰ সম্পৰ্কত স্মৰণ দৰ্শন, কীৰ্ত্তন, উপযুক্ত বুলি বিবেচন, প্ৰীতি, প্ৰেমালাপ, সহাৱস্থান, সংসৰ্গকৰণ এই আঠ প্ৰকাৰ মৈথুন পৰিহাৰ কৰি শান্তভাৱে থকাৰ নামেই ব্ৰহ্মচৰ্য্য ।

(২) অহিংসা --- কায়মনবাক্য এই তিনিওটাৰে কোনো প্ৰাণীক অনাহকত উৎপীড়ন নকৰা, অৰ্থাৎ দৰ্শন কৰাকে অহিংসা বোলে ।

(৩ দয়া ঃ সৰ্ব্বপ্ৰাণীৰ প্ৰতি স্নেহ প্ৰদৰ্শন কৰাই দয়া ।

(৪) সৰলতা ঃ— কায়মনবাক্য এই তিনিটাৰে একেৰূপে আচৰণ কৰাৰ নাম সৰলতা ।

(৫) বিষয় বিৰাগ — ব্ৰহ্মা প্ৰমুখ্যে স্থাৱৰ পৰ্যন্ত যিমান প্ৰকাৰ ঐহিক বা পাৰত্ৰিক ভোগ সাধন আছে, সেই সকলো বিলাকক কাকবিষ্ঠাতুল্য বোধ কৰাৰ নাম বিষয় বিৰাগ ।

(৬) পবিত্ৰতা — বাহ্য আভ্যন্তৰ শুদ্ধি কৰাই পবিত্ৰতা ।

(৭) দম্ভত্যাগ — আনক দেখুৱাবলৈ ধ্যানপূজাদি নকৰা বা নিজৰ প্ৰতিষ্ঠা কৰিবলৈ নিবিচৰা কৰ্ম্মাকে দম্ভত্যাগ বোলে ।

(৮) সত্য — সত্য অভিভাষণকে জ্ঞানীসকলে সত্য বুলি কয় ।

(৯) নিৰ্ম্মমতা দেহ, গেহ, ধন, জন, পুত্ৰ ভাৰ্য্যাদিৰ প্ৰতি মমতা ত্যাগ কৰাকে নিৰ্ম্মমতা বোলে ।

(১০) স্থৈৰ্য্য - শাস্ত্ৰ গুৰুৰ দ্বাৰা সিদ্ধান্ত কৰা বস্তুত স্থিৰভাৱে মনোবৃত্তি দৃঢ় কৰি ৰখাৰ নামেই স্থৈৰ্য্য ।

(১১) অভিমানত্যাগ — ঐশ্বৰ্য্য, বিদ্যা, তপস্যা, ৰূপ, কুল বৰ্ণ আশ্ৰম আদিৰ দ্বাৰা নিজক শ্ৰেষ্ঠত্ব বুলি ভবাৰ অভিমান সমূহ ত্যাগ কৰাকে অভিমান ত্যাগ বোলে ।

(১২) ধ্যান-ইষ্ট দেৱতা পৰমাত্মাৰ বিষয়ে একা চিত্তে ধ্যান কৰাৰ নামেই ধ্যান ।

(১৩) সৎসঙ্গ ব্ৰহ্মৱিদ সকলৰ লগত একত্ৰ বাসস্থানৰ নামেই সৎসঙ্গ ।

(১৪) সৎশাস্ত্ৰাভ্যাস — কৰ্ম্মত বিশ্বাস নাৰাখি ভক্তিশাস্ত্ৰ বাক্য অভ্যাস কৰাৰ নামেই সৎশাস্ত্ৰাভ্যাস ।

(১৫) সমতাজ্ঞান — সুখতো আনন্দ অনুভৱ নকৰা আৰু দুখতো নিৰানন্দ প্ৰকাশ নকৰাই সমতাজ্ঞান।

(১৬) মান অপমান বৰ্জ্জন — জগতৰ সকলোৱে মোক মান কৰক এই ভাৱ ত্যাগ কৰা আৰু কাৰোবাৰ দ্বাৰা অপমানিত হলেও তাৰ প্ৰতি নিৰানন্দ নকৰাই মান অপমান বৰ্জ্জন।

(১৭) একান্তশীলতা — অসন্ত সমাজ ত্যাগ কৰি নীৰৱে ঈশ্বৰ চিন্তাৰ বাবে অৱস্থান কৰাকে একান্তশীলতা বোলে।

(১৮) মোক্ষাভিলাষকৰণ — সংসাৰ বন্ধনৰ পৰা মুক্তিলাভৰ অভিলাষ কৰাই মোক্ষাভিলাষকৰণ।

বাহ্য শৌচ সম্পৰ্কত আৰু বহুতো উদাহৰণ দিব পাৰি। শ্ৰম বাহুল্য আৰু গ্ৰন্থ বাহুল্যৰ ভয়ত দিয়া নাই। এতিয়া অভ্যন্তৰ শৌচ সম্পৰ্কে কোৱা হৈছে। অন্তৰঙ্গ শৌচকে অভ্যন্তৰ শৌচ বোলে। আমি আগতো উল্লেখ কৰি অহা হৈছে। অভ্যন্তৰ শৌচ মানে মন বুদ্ধি আদিৰে ভক্তি আচৰি কৰা কাৰ্য্যকে অভ্যন্তৰ শৌচ বোলা হয়। অন্তৰেন্দ্ৰিয় সমূহক বশীভূত কৰাই অভ্যন্তৰ শৌচ। অভ্যন্তৰ শৌচ ছবিধ বুলি কোৱা হয় যেনে —

শমোদমস্তিতি ক্ষোপৰতিঃ শ্ৰদ্ধাততঃপৰম্।
সমাধানমিতি প্ৰোক্তং ষড়ৈবেতে শমাদয়ঃ॥ বেদান্ত সিদ্ধান্ত।

অৰ্থাৎ :— শম, দম, তিতিক্ষা, উপৰতি, শ্ৰদ্ধা আৰু সমাধান বা একাগ্ৰতা এই ছটাকৈ (শমাদি) অন্তৰঙ্গ শৌচ বুলি কয়।

(১) শম : নিজৰ লক্ষসাধ্য বস্তুত মন স্থিৰ ৰখাকে শম বোলে।

(২) দম্ :— বহিৰিন্দ্ৰিয় সংযম কৰাকে দম্ বুলি কয়।

(৩) তিতিক্ষা :— ত্ৰিতাপ লব্ধ দুখৰ প্ৰতি বছি চিন্তা নকৰি সহ্যকৰাৰ নামেই তিতিক্ষা।

(৪) উপৰতি :— সাংসাৰিক বিষয় বাসনাৰ প্ৰতি উদাসীন হোৱাকে উপৰতি বোলে।

(৫) শ্ৰদ্ধা : - ভক্তিশাস্ত্ৰ বাক্যত সত্য বুলি দৃঢ় বিশ্বাস কৰাকে শ্ৰদ্ধা বোলে।

(৬) সমাধান : লক্ষ্য বস্তু পৰমাত্মাত মনোনিবেশ কৰাকে সমাধান বোলে।

এই ছয় প্ৰকাৰেই অভ্যন্তৰ শৌচ বাহ্য শৌচতকৈ অভ্যন্তৰ শৌচ বেছি বলবান। কিন্তু বাহ্য শৌচ সৰ্ব্বপ্ৰথমে আচৰণীয়। বাহ্য শুদ্ধি কৰি ললে অন্তৰ শুদ্ধি কৰিব পাৰি। অৱশ্যে এইটো স্বীকাৰ্য্য যে অন্তৰ শুদ্ধি অবিহনে বাহ্য শুদ্ধি নিষ্ফল। গুৰুজনে লিখিছে "যাৱত কৈতৱ নেৰস মন। তাৱত নপাইবা হৰি চৰণ" মানুহে স্নান, পান, আচমন, কৰিও যদি মনক ঈশ্বৰাভিমুখী কৰিব নোৱাৰে বা সাংসাৰিক বিষয় বাসনা ত্যাগ নকৰি বিষয়কে দিনে ৰাতিয়ে চিন্তা কৰি থাকে, সেই বাহ্য শৌচ নিৰৰ্থক একোজন মুনয়ে পূৰ্ব্বতে স্নান, পান আচমন নকৰিও একাগ্ৰ চিত্ত বহু বছৰ ধৰি পৰ্ব্বতৰ গুহাত তপস্যা কৰি সাধ্যবস্তুক সাক্ষাত কৰিব পাৰিছিল। সেইবাবে অভ্যন্তৰ শৌচ সৰ্ব্বপ্ৰশস্য। কিন্তু অভ্যন্তৰ শৌচ বেছি কঠোৰ বাবে

বাহ্য শৌচৰ কোমল বা সৰলতাক প্ৰাথমিক শিক্ষাক সৰ্ব্বপ্ৰথম স্থান দিয়াৰ দৰে অজ্ঞানী সকলক বা নতুন শিক্ষাগ্ৰাহীতা সকলক শিক্ষা দিয়াটো বেছি ফলদায়ক হয় অৰ্থাৎ অভ্যন্তৰ শৌচ স্তৰলৈ উন্নীত কৰিবৰ কাৰণে বাহ্য শৌচৰ সৰ্ব্বপ্ৰথম প্ৰয়োজন আছে। সেইকাৰণে সত্ৰত বাহ্য শৌচ বা সদাচাৰক প্ৰথম স্থান দিয়া হয়। সদাচাৰ ঐশ্বৰ্য্যৰ জনক, কীৰ্ত্তি বৰ্দ্ধক, আয়ুবৰ্দ্ধক, দৰিদ্ৰতা আৰু অপমৃত্যু, নিবাৰক। শাস্ত্ৰই কয় —

আচাৰো ভূতিজনন আচাৰঃ কীৰ্ত্তিবৰ্দ্ধনঃ।
আচাৰাৎ বৰ্দ্ধতেহ্যায়ুৰাচাৰো হন্ত লক্ষণম্ ॥

ভৱিষ্য পুৰাণ।

ভাৰত গ্ৰীষ্ম প্ৰধান দেশ। সেইবাবে স্নান কৰ্ত্তব্য। স্নান কৰিলে শৰীৰ শীতল থাকে। শৰীৰ শীতল থাকিলে ৰোগাদিয়ে আক্ৰমন কৰিব নোৱাৰে। স্নান হ'ল সদাচাৰৰ আদি। স্নান কৰাৰ পিছতে সেৱা পূজাদি চলে। মনু সংহিতাই কৈছে— "আচাৰো প্ৰথমো ধৰ্ম্মঃ" অথাৎ আচাৰেই প্ৰথম ধৰ্ম্ম। স্বাস্থ্য ৰক্ষাৰ বাবে স্নান, পান, আচমনাদি কৰিব লাগে। "শৰীৰমাদ্যং খলু-ধৰ্ম্মসাধনম্" অৰ্থাৎ ধৰ্ম্ম সাধনৰ কাৰণে শৰীৰটোৱেই আদি। শৰীৰক সৰ্ব্বতোপ্ৰকাৰে ৰক্ষা কৰিব পাৰিলেহে ধৰ্ম্ম পালন কৰিব পাৰি। স্বাস্থ্যৰ অৱনতিয়ে ধৰ্ম্মৰো অৱনতি। অসমীয়া ভাষাত এষাৰি প্ৰবচন আছে বোলে "আগতে চাউল কঠা। পিছত হৰ কথা"। তাৰমানে আগতে শৰীৰ ৰক্ষাৰ বাবে ভোজনৰ ব্যৱস্থা আৰু পিছতহে হৰিকথাৰ চৰ্চ্চা কৰা আৱশ্যক। ভোজনৰ ব্যৱস্থা আগতে ঠিক নকৰিলে ক্ষুধাত মানুহ দুৰ্ব্বল হৈ যাব আৰু হৰি কথাত তেতিয়া মন নবহে। সেইবাবে শৰীৰ ৰক্ষা কৰা অগ্ৰিম প্ৰয়োজন।

(ক ১) — সত্ৰত বাহ্য শৌচ ব্যৱস্থা নিৰ্ণয়।

প্ৰাতঃ শয্যা ত্যাগ কৰাৰ পূৰ্বতে প্ৰাতঃ প্ৰাৰ্থনা, দন্তধাৱন, শৌচাচাৰ (মলত্যাগ), স্নান, গুৰুসেৱা, ভোজন, শয়ন, এইকেইটিয়েই দৈনন্দিন বাহ্য শৌচ হোৱাৰ ব্যৱস্থা সত্ৰত আছে। বাল্যাৱস্থাৰ পৰা আৰম্ভ কৰি যথেষ্ট বয়সলৈকে ইয়াৰ শিক্ষা চলি থাকে। প্ৰাতঃকালত শয্যা ত্যাগ কৰাৰ পূৰ্ব্বতে ভকতসকলে ভগৱৎ প্ৰীত্যৰ্থে প্ৰাতঃপ্ৰাৰ্থনা কৰিব লাগে। মহাপুৰুষৰ নাম-ঘোষাৰ পৰা নিম্নস্থানত উদ্ধৃতি কৰা ঘোষাটিৰে প্ৰাৰ্থনা জনোৱা হয়, যেনে —

ব্ৰহ্মা আদি কৰি জীৱ যত        ৰাম ৰাম ৰাম ৰাম ৰাম
মায়া শয্যামাজে আছন্ত ঘুমটি যায়।
তুমিসে চৈতন্য সনাতন        ৰাম ৰাম ৰাম ৰাম ৰাম
আমি অচেতন নিয়োক নাথ জগাই ॥

অথবা এনেকৈয়ো গাব পাৰে :—

লোকেশ চৈতন্যময়াধিদেৱ
শ্ৰীকান্ত বিষ্ণোভৱদাজ্ঞয়ৈৱ ।
প্ৰাতঃ সমুত্থায় তৱ প্ৰিয়াৰ্থং
সংসাৰ যাত্ৰামনুবৰ্ত্তয়িষ্যে ॥

অৰ্থাৎ—হে লোকনাথ, হে চৈতন্যময়, হে অধিদেৱ, হে শ্ৰীকান্ত, হে বিষ্ণু! তোমাৰ আজ্ঞা বহন কৰিয়েই তোমাৰ প্ৰীত্যৰ্থে প্ৰাতঃ শয্যা ত্যাগ কৰি সংসাৰ কাৰ্য্যত লিপ্ত হৈ পৰো।

উক্ত সংসাৰ কাৰ্য্যত লিপ্ত হোৱাৰ প্ৰকৃত তাৎপৰ্য্যটো বিষ্ণুপুৰাণে পৰিস্কাৰ কৰি দিছে যেনে—

ব্ৰাহ্মে মুহূৰ্ত্তে সুস্থে চ মানসে মতিমান্ নৃপ ।
বিশুদ্ধশ্চিন্তয়েদ্ধৰ্ম্মমৰ্থঞ্চাস্যাবিৰোধিনম্ঃ ।

বিষ্ণুপুৰাণ ৩/১১/৫

অৰ্থাৎ— হে মহাৰাজ (সগৰৰ প্ৰতি ঔৰ্ব্বমুনি)! ব্ৰাহ্মমুহূৰ্ত্তে সুস্থ আৰু প্ৰশান্ত চিত্ত বুদ্ধিমান ব্যক্তি জাগৰিত হৈ ধৰ্ম্ম চিন্তা আৰু ধৰ্ম্মৰ সহিত অবিৰোধ অৰ্থচিন্তা কৰিব লাগে।

শাস্ত্ৰান্তৰত পোৱা যায় ঃ—

প্ৰাতঃ প্ৰভৃতি সায়ান্তং সায়াদি প্ৰাতৰন্ততঃ।
যৎ কৰোমি জগত্যৰ্থে তদস্তু তব পূজনম্ ॥

অৰ্থাৎ— পুৱাৰে পৰা আৰম্ভ কৰি সন্ধ্যা পৰ্য্যন্ত আৰু সন্ধ্যাৰে পৰা আৰম্ভ কৰি পুৱালৈকে যি কৰো সেয়া যেন তোমাৰ পূজা স্বৰূপ হয়।

এনেকৈ ভগৱৎ চিন্তা কৰাৰ পিচত শয্যা ত্যাগ কৰিব আৰু ভালকৈ মুখ প্ৰক্ষালন কৰাৰ লগে লগে কিছু সময় পদ চালনা কৰিব লাগে। ব্ৰাহ্মমুহূৰ্ত্তে শয্যা ত্যাগ কৰিব পাৰিলে অতি ভাল। কাৰণ তেতিয়া আকাশৰ ওপৰ ভাগৰ পৰা মন্দ গতিৰে মলয়া বতাহ নামি আহে। মলয়া বতাহ স্বাস্থ্যৰ বাবে উপকাৰী। ইয়াক সেৱন কৰিব পাৰিলে দিনটোৰ বাবে মন প্ৰফুল্লিত হৈ থাকে। কিছুকাল জিৰণি লোৱাৰ পিছত দন্তধাৱন কাৰ্য্য কৰিব লাগে। দন্তধাৱন কৰোঁতে নীৰৱে স্থিৰভাৱে কৰিব লাগে। কোনো কোনো মুনিৰ মতে শৌচাচাৰ (মলত্যাগ) কৰাৰ পিচতহে দন্তধাৱন কৰা উচিত। কিন্তু কথা হ'ল যদি শয্যা ত্যাগ কৰাৰ পিছতে শৌচাচাৰ কৰিব

লগা হয়, তেতিয়া শৌচান্তৰ পিচত দন্তধাৱন কৰাটো বাধ্যতামূলক হৈ পৰে। সেয়ে সত্ৰীয়া নিয়মত ইয়াৰ ব্যৱধান হয়গৈ।

( ক—২ )—দন্তধাৱন বিধিঃ—

দন্তধাৱন বিধি বাহ্য শৌচৰ অন্তৰ্গত। দন্তধাৱন নকৰিলে দাঁতৰ গুৰিত আৰু ভিতৰ ভাগত মলি বন্ধ হয়। ইয়াৰ পৰিণামে দন্তৰোগ আৰু তজ্জাতীয় অন্যান্যৰোগেও দেখা দিয়ে। দাঁত ভালে নাথাকিলে যকৃতত প্ৰতিক্ৰিয়া হয়। হজম শক্তি কমি যায়, পেটৰ অসুখ হয়। দাঁতৰ লগত মূৰ আৰু চকুৰ নিকট সম্বন্ধ। দাঁতৰ অসুখত মূৰৰ আৰু চকুৰো অসুখ হোৱাৰ সম্ভাবনা আছে। তেতিয়া সমস্ত ইন্দ্ৰিয়ৰ শক্তি দুৰ্ব্বল হয় আৰু অল্পবয়সতে বাৰ্দ্ধক্যই দেখা দিয়ে। গতিকে দন্তধাৱন অতীৱ প্ৰয়োজন। আমাৰ দেহৰ প্ৰধান মলদ্বাৰ হ'ল গুহ্য আৰু মুখ। উক্ত দুই প্ৰধান স্থান পৰিস্কাৰ নহলে ব্যাধি সমাগম অৱশ্যম্ভাবী। যোগ শাস্ত্ৰমতে দাঁতৰ ওপৰত এবিধ শুভ্ৰ প্ৰলেপ আছে। দন্তধাৱন কৰোতে তাত বেছি জোৰ পৰিলে অৰ্থাৎ বেছি জোৰ দি ঘঁহিলে দাঁতৰ উক্ত প্ৰলেপ নষ্ট হয় বা এৰাই যায়। তেতিয়া দাঁতৰ বাবে ক্ষতিকাৰক হয়, বুদ্ধি-বৃত্তিৰ দুৰ্ব্বলতা আহে, মূৰৰ ব্যাধিও হ'ব পাৰে। গতিকে দাঁত ৰক্ষাৰ বাবে যোগশাস্ত্ৰমত অৱলম্বন কৰা উচিত। দন্তধাৱন কৰাৰ পূৰ্ব্বতে শুই উঠি চকু ধুই পবিত্ৰ সমাহিতভাবে মন্ত্ৰোচ্চাৰণ কৰি দন্তধাৱন কৰিব লাগে বুলি কাত্যায়ণ মুনিয়ে কৈছে—.

উত্থায়ঃনত্ৰে প্ৰক্ষাল্য শুচিৰ্ভূত্বা সমাহিতঃ।
পৰিজপ্য চ মন্ত্ৰেণ ভক্ষয়েৎ দন্তধাৱনম্ ॥

দন্তধাৱনৰ বাবে দন্তকাষ্ঠৰ শাস্ত্ৰীয় বিধান আছে। যিকোনো দন্তকাষ্ঠ দন্তধাৱনৰ উপযুক্ত নহয়। তাৰ কাৰণে কি কি প্ৰয়োজন নাম সমূহ দিয়া হ'ল। যেনে মহানিম, বঙালী এৰা, বকুল, সৌৰা, জামু, পানী ডিমৰু লতা আদি। তদুপৰি কৰ্ম্মপুৰাণত পোৱা যায়—

ক্ষীৰিবৃক্ষ সমূদ্ভূতং মালতীসম্ভৱং শুভম্।
অপমাৰ্গঞ্চ বিল্বংবা কৰবীৰং বিশেষতঃ ॥
বৰ্জ্জয়িত্বা নিন্দিতানি গৃহীত্বৈকং যথোদিতম্।
পৰিহৃত্য দিনং পাপং ভক্ষয়েৎ বৈ বিধানবিৎ ॥

কৰ্ম্মপুৰাণ।

অৰ্থাৎ — ক্ষীৰিবৃক্ষজাত বা মালতীবৃক্ষজাত অথবা অপমাৰ্গ, বেল, আৰু কৰবীৰ কাঠেই ভাল। নিন্দিত বৃক্ষ পৰিত্যাগ কৰি উক্ত কাঠৰ যিকোনো এবিধ লৈ নিষিদ্ধ দিন ব্যতীত অন্য দিনত যথাবিধানে দন্তধাৱন কৰিব লাগে।

উক্ত দন্তকাষ্ঠৰ ব্যৱহাৰে দাঁতৰ দোষ নিৰ্ম্মূল কৰে। গুণাগুণ সমূহ স্মৃতি শাস্ত্ৰই কয় —

সৰ্ব্বে কণ্টেকিনঃ পুণ্যা আয়ুৰ্দ্দাঃ ক্ষিৰিণঃ স্মৃতাঃ।
কটুতিক্ত কষায়াশ্চ বলাৰোগ্য সুখপ্ৰদাঃ ॥

অৰ্থাৎ — সকলো প্ৰকাৰৰ কাঁইট জাতীয় বৃক্ষই পুণ্যজনক। গতিকে সেই কাঠেৰে দন্তধাৱন কৰিব। ক্ষীৰি বৃক্ষও (গাখীৰৰ দৰে বগা আঠা ওলোৱা গছ) আয়ুপ্ৰদ বুলি জনা যায়। যিবিলাক কাঠ কটু, তিক্ত আৰু কষায়, সেই বিলাকেৰে দন্তধাৱন কৰিলে বল, আৰোগ্য আৰু সুখ লাভ হয়। দন্তকাঠৰ পৰিমাণ সম্পৰ্কে কাশীখণ্ডত কৈছে—

কনিষ্ঠাগ্ৰ পৰীনাহং সত্বচং নিব্ৰনং ঋজুম্।
দ্বাদশাঙ্গুল মানঞ্চ সাদ্ৰং স্যাদ্দন্ত ধাৱনম্ ॥

কাশীখণ্ডম্।

অৰ্থাৎ—যি দন্তকাঠৰ দ্বাৰা দন্তধাৱন কৰিব লাগিব তাৰ পৰিমাণ কনিষ্ঠ আঙুলীৰ আগটোৰ সমান হ'ব লাগে। স্থূল, ছালযুক্ত, ব্ৰনহীন (কটা ঘা নথকা,) ঋজু (পোন, বেঁকা নোহোৱা), ৰসযুক্ত আৰু বাৰ আঙুল পৰিমাণৰ হোৱা উচিত।

দন্তকাঠৰ অভাৱে অৰ্থাৎ কেতিয়াবা পোৱা কঠিন হ'লে, সেইকেইদিন কি কৰিব লাগিব, তাৰো সমাধান দিছে এনেকৈ।

অলাভে দন্তকাষ্ঠানাং নিষিদ্ধে বাথ বাসৰে।
গণ্ডুষা দ্বাদশগ্ৰাহ্যা মুখস্য পৰিশুদ্ধয়ে ॥

কাশীখণ্ডম্।

অৰ্থাৎ—দন্তকাঠৰ অভাৱ হলে বা যিবিলাক দিনত দন্তকাঠ নিষিদ্ধ থাকে, সেইকেইদিনত বাৰ চলু পানী লৈ মুখ শুদ্ধি কৰিলেই হ'ব।

দন্তকাঠ ব্যৱহাৰ নিষিদ্ধ দিন বিলাকৰ বিষয়েও শাস্ত্ৰই সিদ্ধান্ত দিছে—

চতুৰ্দ্দশ্যষ্টমীদৰ্শ পৌৰ্ণমাস্যৰ্ক সংক্ৰমাঃ।
এষুস্ত্ৰী তৈল মাংসানি দন্তকাষ্ঠানি বৰ্জ্জয়েৎ ॥

অৰ্থাৎ—চতুৰ্দ্দশী, অষ্টমী, অমাৱস্যা, পূৰ্ণিমা আৰু সংক্ৰান্তিৰ দিন কেইটাত স্ত্ৰীসহবাস, তৈলমৰ্দ্দন, মাংসভক্ষণ আৰু দন্তকাষ্ঠ পৰিত্যাগ কৰা উচিত।

ইয়াৰ উপৰিও বৃহস্পতি স্মৃতি, কাত্যায়ন সংহিতা, বশিষ্ঠ স্মৃতি আদিত দন্তকাষ্ঠ ব্যৱহাৰ নিষিদ্ধ দিন আৰু দন্তকাষ্ঠ ব্যৱহাৰ বিধি আদি পৰিষ্কাৰ ভাৱে লিখা হৈছে। কুৰ্ম্মপুৰাণ প্ৰমুখ্যে পুৰাণ সমূহতো ইয়াৰ বিস্তৃতি আছে। ভাগৱতেই দন্তধাৱন কৰাৰ বিধি দিছে। যেনে—

পূৰ্ব্বং স্নানং প্ৰকুৰ্ব্বীত ধৌতদন্তোঽঙ্গ শুদ্ধয়ে।

ভাগৱত ১১/২৭/১০

অৰ্থাৎ– সৰ্ব্বাগ্ৰে দন্তধাৱন পূৰ্ব্বক স্নান কৰা কৰ্ত্তব্য।

শুশ্ৰুত সংহিতাৰ মতে হিজল গছৰ গুটি পুৰি তাৰ চাইৰে বা বকুলৰ শিপাৰ ছাল পুৰি সেই চাইৰ লগত গৰু ঘিউ মিহলাই দন্তধাৱন কৰিব পাৰি। সুৰগা পুৰি চাই কৰি তাত সম পৰিমাণে কাকু মিহলাই টেমাত ভৰাই লৈ হাতেৰে দাঁতত ঘঁহি দন্তপৰিষ্কাৰ কৰিব পাৰি। ইয়াৰ ব্যৱহাৰে দন্তৰোগ নিৰ্ম্মূল কৰাত সহায়ক হয়। কোনো কোনোৱে এওাৰেৰে দন্তধাৱন কৰিব-লৈকো পৰামৰ্শ দিয়ে। কোনোৰ মতে নিমখো ইয়াত ব্যৱহাৰ কৰিব পাৰি। মুঠতে দন্তধাৱন কৰাটো সৰ্ব্বশাস্ত্ৰ সম্মত। দন্তধাৱনহীন পুৰুষৰ পূজা, অৰ্চ্চনা, নাম জপ সকলো নিষ্ফল বুলিও শাস্ত্ৰত কোৱা আছে। আজি কালি প্লাষ্টিক্ বা ধাতুবৰ্জ্জিত কিছুমান পদাৰ্থৰ দ্বাৰা নিৰ্ম্মিত দন্ত-ধাৱন যোগ্য বস্তু ওলাইছে। ইয়াৰ ব্যৱহাৰে দন্তৰোগ ক্ষয়কৰাৰ পৰিৱৰ্ত্তে দন্তৰোগ বৰ্দ্ধন কৰাতহে সহায় কৰে। গতিকে এইবিলাক ব্যৱহাৰ সম্পূৰ্ণ দোষণীয় তথা বৰ্জ্জনীয়। আমাৰ প্ৰাতঃ প্ৰভৃতি সায়াহ্ন সকলো সময়তে সকলো কৰ্ম্মই স্বাস্থ্য ৰক্ষাৰ উপায় চিন্তা কৰা বিষয়ৰ হব লাগে। স্বাস্থ্য ৰক্ষা কৰিব পাৰিলেহে কৰ্ম্ম আৰু ধৰ্ম্ম দুয়োটাই সিদ্ধ হয়। সত্ৰত দন্তধাৱন বিধি নীতিগত ভাৱে চলিছে।

দন্তধাৱন কৰাৰ পিছত জিভা পৰিষ্কাৰ কৰা প্ৰয়োজন। নানা খাদ্য খোৱাৰ পিছত জিভাত মলি বন্ধ হয়। গতিকে নিমখ লৈ জিভাখনত ঘঁহি দিব লাগে অথবা জিভা চুচিবৰ কাৰণে এডাল মাৰি ঠিক কৰি লব লাগে। কিছুমানে দন্তধাৱন কৰা দন্তকাষ্ঠ দুফাল কৰি লৈ তাৰে জিভা চোচে। কিন্তু তাৰ দ্বাৰা জিভা সম্পূৰ্ণ পৰিষ্কাৰ কৰিব নোৱাৰি। গতিকে এদাল মাৰি ঠিক কৰি লৈ তাৰে জিভা চুচিব লাগে। ভেতিয়া দেখিব জিভাৰ পৰা কিছুমান বেয়া বস্তু ওলায়। সেইবোৰৰ অৱস্থিতিয়ে উদৰ বিকাৰ কৰে বা উদৰ দুষিত হয়। জিভা চুচিলে কোনো অৰুচি হ'ব নোৱাৰে, কফ

নিবাময় কৰে। এনেধৰণৰ বহুতো ব্যাধিৰ উপশম কৰে। সেইবিলাক যোগ শাস্ত্ৰ মতে চলা উচিত। পৈঠীনাসি স্মৃতিত কৈছে

অলাভে বা নিষেধে বা কাষ্ঠানাং দন্তধাবনম্।
পর্ণাদিনা বিশুদ্ধেন জিহ্বোল্লেখঃ সদৈবহি॥

পৈঠীনাসি স্মৃতি

অৰ্থাৎ — দন্তধাৱনৰ বাবে কাঠৰ অভাৱ বা নিষেধ থাকিলে বিশুদ্ধ পত্ৰাদিৰ দ্বাৰা দাঁত পৰিষ্কাৰ কৰিলৈ জিহ্বা শুদ্ধি কৰা উচিত।

(ক—৩)–তৈল মৰ্দ্দন বিধি ঃ

বাহ্য শৌচৰ ভিতৰত তৈলমৰ্দ্দনো অন্যতম্। প্ৰাতঃ স্নানত, ব্ৰতত, শ্ৰাদ্ধৰ দিনা, দ্বাদশী তিথিত, গ্ৰহণৰ দিনা তিলৰ তেল ব্যৱহাৰ নিষিদ্ধ। সৰিয়হৰ তেল সদায় ব্যৱহাৰ কৰিব পাৰে। প্ৰাতঃকালত তৈলমৰ্দ্দন নকৰাই ভাল। মধ্যাহ্নত কৰিব পাৰে। ইয়াত তৈল অৰ্থে তিলৰ তেলৰ কথাহে কোৱা হৈছে। সৰিয়হৰ তেল যেতিয়া প্ৰত্যহ ব্যৱহাৰ কৰিব পাৰে, তেতিয়া হলে তাৰ বিধি এনেদৰে। প্ৰাক্‌স্নানতে তেল অলপ হাতত লৈ আঙুলিৰ আগেৰে তিনি-বাৰ তেল মাটিলৈ পেলাই প্ৰথমে দুয়োভৰিৰ বুঢ়া আঙুলিত তেল দিব আৰু পিছত নাভিত, কানত, নাকত দি ভৰিৰ ফালৰ পৰা তেল ঘঁহা আৰম্ভ কৰিব। এনে কৰিলে ভৰিত দিয়াত চকুৰ কাৰণে, কাণত দিলে কাণৰ কাৰণে, নাকত আৰু নাভিত দিলে শৰীৰৰ অন্যান্য অংশৰ কাৰণে ভাল। তৈলমৰ্দ্দন কৰিলে শৰীৰৰ চৰ্ম্মৰোগ আদি নিৰ্ম্মূল কৰে। শৰীৰৰ বিভিন্ন ৰন্ধ্ৰই দি প্ৰবেশ কৰি দুষিত বায়ু চলাচলত বাধা দিয়ে। চৰ্ম্ম শিথিল কৰে। অন্যান্য চৰ্ম্মৰোগ আৰু তজ্জাতীয় ৰোগৰ বাবেও প্ৰশস্ত। সত্ৰত তৈলমৰ্দ্দন বিধি আছে।

(ক—৪)— শৌচাচাৰ বিধি ঃ—

সত্ৰত মলত্যাগ কৰাক শৌচ কৰা, গা শুদ্ধি হোৱা বুলিহে কয়। বিভিন্ন পুথি শাস্ত্ৰত ইয়াৰ বিষয়ে বিধিবদ্ধ প্ৰণালী আছে। শাস্ত্ৰ সমূহতো মলত্যাগ, শৌচ, পুৰীষোৎসৰ্গ আদি বিভিন্ন নাম দিয়া হৈছে। সত্ৰীয়া ভাষাত গা শুদ্ধি বোলাই সৰ্ব্বাধিক। কাৰণ ইও এবিধ শুদ্ধি বা পবিত্ৰতা। শৰীৰৰ ভিতৰত বদ্ধ হৈ থকা খাদ্যাৱশিষ্ট আবৰ্জ্জনাবোৰ দূৰ কৰিব নোৱাৰা পৰ্য্যন্ত শৰীৰ অপবিত্ৰ হৈ থাকে। যেতিয়া ইয়াক বাহিৰ কৰা হয়, তেতিয়াহে শৰীৰ পবিত্ৰ হয় আৰু মনলৈ শুদ্ধভাৱ আহে। কিন্তু কথা হ'ল গা শুদ্ধি হলেই যে স্নানৰ অপ্ৰয়োজন সেই কথা ভুল। শৌচ কৰিলে শৰীৰ শুদ্ধ হলেও স্নান

এটা অপবিত্ৰই শৰীৰত স্পৰ্শ কৰে। আমাৰ শৰীৰত সহস্ৰাধিক ৰন্ধ্ৰ আছে। শৌচ কৰোতে (পবিত্ৰ হওঁতে) সেই ৰন্ধ্ৰবিলাকেদি শীতকাল আৰু গ্ৰীষ্মকাল দুয়োটা কালতে ঘৰ্ম্ম বাজ হয়। শৌচ কৰাৰ লগে লগে সেই ঘৰ্ম্মবিলাক দূৰ কৰাৰ কাৰণে স্নানৰ প্ৰয়োজন। স্নান নহলে ঘৰ্ম্মবোৰ তাতে মাৰ যায় আৰু তৎপৰিণামে চৰ্ম্মৰোগ হোৱাৰ ভয় থাকে। আজি-কালি বহুতেই পুৱা শৌচান্তে স্নান কৰিলেও বিয়লি শৌচান্তে প্ৰায়েই স্নান কৰা দেখা নেযায়। নগৰ চহৰত এই নিয়ম মতেই চলে। কোনোৱে শীতৰ প্ৰকোপত স্নানত অৱহেলা কৰি নিজৰ শৰীৰলৈ ৰোগ মাতি আনে। এনেকুৱা কুনীতি এৰা উচিত। কোনোৱে যদি পুৱা শৌচান্তে বিনা স্নানে আহাৰ গ্ৰহণ কৰে সিও এটি মাৰাত্মক কথা। বিনা স্নানে, বিনা মন্ত্ৰ জপে আহাৰ গ্ৰহণ কৰাটো অত্যন্ত দোষনীয়। এই অধ্যায়তে ইয়াৰ বিতং বিৱৰণ দিয়া হ'ব। আমাৰ কথা যদি কোনোৱে মানি চলিব নোখোজে, গবেষক ঋষি মুনিৰ দ্বাৰা ৰচিত স্মৃতি সংহিতা, যোগ শাস্ত্ৰাদি অধ্যয়ন কৰা উচিত।

শৌচ বিধি সম্পৰ্কে বিভিন্ন পুৰাণ, স্মৃতি, সংহিতা আদিত বিতং বিৱৰণ দিয়া আছে। সত্ৰত শাস্ত্ৰীয় নীতিকে পালন কৰি থকা হৈছে। বহুতে কব খোজে যে স্মৃতি সংহিতা আদি শাস্ত্ৰমতৰ প্ৰয়োজন কি? তাত সত্যতা নাই ইত্যাদি। এতিয়া কথা হ'ল শাস্ত্ৰৰ সকলো কথা গ্ৰাহ্য নহলেও নিজৰ সপক্ষে স্বাস্থ্যৰক্ষাৰ উপযোগীমূলক উপদেশ সমূহ মান্য কৰা বা গ্ৰহণ কৰা উচিত। সৰু বৰ সকলো শাস্ত্ৰৰ সাৰ গ্ৰহণ কৰিবৰ কাৰণে ভাগৱতেই কৈছে —

অনুভ্যশ্চ মহদ্ভ্যশ্চ শাস্ত্ৰেভ্যঃ কুশলো নৰঃ।
সৰ্ব্বতঃ সাৰমাদদ্যাৎ পুষ্পেভ্যা ইব ষট্ পদঃ ॥

ভাগৱত ১১/৮/১০

অৰ্থাৎ :— ভ্ৰমৰে যেনেকৈ পুষ্প সমূহৰ পৰা ৰস সংগ্ৰহ কৰে, ঠিক তেনেকৈ বিবেকীলোকে সামান্য ক্ষুদ্ৰ আৰু মহৎ শাস্ত্ৰ সমূহৰ পৰা সৰ্ব্বতোভাবে সাৰ গ্ৰহণ কৰা উচিত।

শৌচাচাৰ কৰিবলৈ হ'লে নিজৰ বহাৰ (ঘৰৰ) পৰা ভালেখিনি দূৰত্বত শৌচাগাৰ নিৰ্ম্মাণ কৰি লব লাগে। এটা জল পাত্ৰও ৰাখিব লাগে। শৌচ প্ৰস্ৰাৱ কৰোতে যিমান দূৰপৰা যায় আৱৰণ দি ভদ্ৰতা ৰক্ষা কৰি চলা উচিত। এনে নিয়মে চলিলে স্বাস্থ্যৰক্ষাত সহায় হয়, কায়মন নিৰ্ম্মল থাকে, সাধনাত সহায় কৰে।

শৌচ কৰিব লাগিলে বা প্ৰস্ৰাৱ কৰিব লাগিলে তাক বন্ধ কৰি ৰখাটো অনুচিত। তাৰ বিপৰীতে দুৰাৰোগ্যই দেখা দিয়ে। সেই সম্বন্ধে বৈদ্য শাস্ত্ৰই কয়—

অত্যম্বুপানাৎ বিষমাশনাচ্চ
সংধাৰণাৎ মূত্ৰ পুৰীষয়োশ্চ
দিবাশয়াৎ জাগৰনাচ্চ ৰাত্ৰৌ
ষড়্‌ভিঃ প্ৰকাৰৈঃ প্ৰবিশ্যান্তিৰোগাঃ ॥

অৰ্থাৎ - বেছি পানীখোৱা, জোখতকৈ বেছি অন্ন ভোজন কৰা, প্ৰস্ৰাৱ, শৌচ ধাৰণ কৰি ৰখা, দিনত শোৱা আৰু ৰাতি উজাগৰে থকা এই ছটা প্ৰকাৰে শৰীৰত ৰোগ প্ৰৱেশ কৰাত সহায় কৰে।

শৰীৰৰ প্ৰধান মলদ্বাৰ মুখ আৰু গুহ্য হলেও মূত্ৰ দ্বাৰকো তৃতীয় স্থানত ৰাখিব পাৰি। শৰীৰৰ পৰা ওলোৱা আবৰ্জ্জনাবোৰৰ ভিতৰত মূত্ৰও অন্যতম্। সেইবাবে শৌচ প্ৰস্ৰাৱ ঘৰৰ পৰা দূৰৈত কৰিব লাগে। জলপূৰ্ণ পাত্ৰ হাতত লৈ শৌচাগাৰত প্ৰৱেশ কৰি প্ৰথমে নিৰ্দ্দিষ্ট মন্ত্ৰ উচ্চাৰণ পূৰ্ব্বক (মন্ত্ৰৰ উল্লেখ ইয়াত কৰা নহয়) মল গৰ্ত্তত কুটা বা গছৰ পাত দি তাৰ ওপৰত শৌচ কৰা কৰ্ত্তব্য। সেই সম্বন্ধে বিষ্ণুপুৰাণে কৈছে —

তৃণৈৰাস্তীৰ্য্য বসুধাং বস্ত্ৰ প্ৰাবৃতমস্তকঃ।
তিষ্ঠেন্নাতিচিৰং তত্ৰনৈব কিঞ্চিদুদীৰয়েৎ॥

বিষ্ণু পুৰাণ ৩/১১/১৪

অৰ্থাৎ —শৌচৰ বেলিকা মাটিৰ (গৰ্ত্তৰ) ওপৰত খেৰপাত পেলাই কাপোৰেৰে মূৰ ঢাকি লব লাগে। তাত বেছি সময় থাকিব নালাগে, কথা কোৱাও অনুচিত।

শৌচ কৰোতে তল পোচ্চ খুলি লোৱা উচিত। পূৰ্ব্বোক্ত নীতিগত ভাৱে শৌচ কৰিলে কোনো অপকাৰ নহয়। শৌচাগাৰত বেছি সময় থাকিলে স্বাস্থ্যৰ বাবে অপকাৰ হয়। মুখমেলি থাকিবও নাপায়। কাৰণ মুখৰ ভিতৰলৈ শৌচ গন্ধ প্ৰৱেশ কৰিব। মুখ, নাক, কাপোৰেৰে আবৃত্ত কৰি লব লাগে। বৃদ্ধ হাৰীত স্মৃতিত পোৱা যায় —।

কৰ্ণস্থ ব্ৰহ্মসূত্ৰস্তু শিৰঃপ্ৰাবৃত্য বাসসা।
কুৰ্য্যান্ মূত্ৰপুৰীষে চ চৰ্চীৰনোচ্ছ্বাসবৰ্জ্জিতঃ॥

বৃদ্ধহাৰীত স্মৃতি ৪/১৩

অৰ্থাৎ—নিজৰ যজ্ঞসূত্ৰ (ব্ৰাহ্মণ আৰু কায়স্থ সকলে) কাণত মেৰাই লৈ কাপোৰেৰে মূৰ ঢাকি থুই পেলোৱা আৰু দীঘল উশাহ পৰিত্যাগ কৰি মূত্ৰ আৰু পুৰীষ ত্যাগ কৰিব ।

অন্যস্মৃতিতো কৈছে,

বাচং নিয়ম্য যত্নেন ষ্ঠীবন্ উচ্ছ্বাসবৰ্জ্জিতঃ ।
কুৰ্য্যাৎ মূত্ৰ পুৰীষেতু শুচৌ দেশে সমাহিতঃ ॥

অৰ্থাৎ—মলমূত্ৰ ত্যাগ কৰোতে মুখেৰে কথা কোৱা, দীঘল উশাহ টানি থকা আৰু থুই পেলোৱা কাৰ্য্য পৰিহাৰ কৰিব লাগে । যথাস্থানত নিয়মিত ভাৱে থকা উচিত ।

মুখমেলি থাকিলে, কথাপাতি থাকিলে আৰু দীঘল উশাহ টানি থাকিলে মুখ আৰু নাকৰ ভিতৰেদি শৌচ গন্ধ প্ৰবেশ কৰি স্বাস্থ্যৰ অপকাৰ সাধন কৰে । সেইবাবে মুখ বন্ধ কৰি থব লাগে বা দাঁত কামুৰি থাকিব লাগে । দাঁতে দাঁতে লগাই জোৰ কৰি শৌচ বা প্ৰস্ৰাৱ কৰিলে কোনোদিনেই দাঁতৰ অসুখ হ'ব নোৱাৰে । দাঁতৰ গুৰি মজবুত হয় । অকালতে দাঁত নসৰে, দাঁতৰ অসুখ থাকিলেও ভাল হয় । আৰু বৃদ্ধ বয়সলৈকে দাঁতৰ কোনো অপকাৰ হ'ব নোৱাৰে ইত্যাদি ।

নগৰ চহৰত পকা পাইখানা ব্যতিত অন্য প্ৰকাৰ শৌচাগাৰত শৌচ কৰোতে দিক্ নিৰ্ণয়ৰ কথা আছে । প্ৰস্ৰাৱৰ ক্ষেত্ৰতো একে নিয়মেই । বিষ্ণু পুৰাণত কৈছে —

উদঙ্মুখো দিবোৎসৰ্গং বিপৰিতমুখো নিশি ।
কুৰ্ব্বীতানাপদি প্ৰাজ্ঞো মূত্ৰোৎসৰ্গঞ্চ পাৰ্থিৱ : ॥

বিষ্ণুপুৰাণ ৩/১১/১৩

অৰ্থাৎ—হে মহাৰাজ । (সগৰৰ প্ৰতি ঔৰ্ব্বমুনিৰ উক্তি) কোনো বিপদ নাথাকিলে পণ্ডিত ব্যক্তিয়ে দিবা ভাগে উত্তৰ মুখ কৰি আৰু ৰাত্ৰিভাগে দক্ষিণ মুখকৰি মলমূত্ৰ ত্যাগ কৰিব ।

(বৃদ্ধহাৰীত স্মৃতিৰ মতো বিষ্ণুপুৰাণৰ সৈতে একে)

শাস্ত্ৰ বিশেষে মতান্তৰো আছে যেনে—

প্ৰত্যঙ্ মুখস্তু পূৰ্ব্বাহ্নে অপৰাহ্নে চ প্ৰাঙ্মুখঃ ।
উদঙ্ মুখস্তু মধ্যাহ্নে নিশায়াং দক্ষিণামুখঃ ॥

অৰ্থাৎ — পুৱাবেলা পশ্চিমফালে, পিছবেলা পুবফালে, দুপৰীয়া উত্তৰফালে আৰু ৰাতি দক্ষিণফালে মুখ কৰি শৌচ প্ৰস্ৰাৱ কৰিব লাগে।

দুয়োটা প্ৰবচন প্ৰায় একে যেনেই লাগে। বিষ্ণুপুৰাণত দিবা বুলি উল্লেখ কৰিছে, কিন্তু প্ৰাতঃ বেলাৰ কথা কোৱা নাই। পিছৰটোত পুৱাৰে পৰা ৰাতিলৈকে চাৰিটা সময়ৰ কথা উল্লেখ কৰা হৈছে। গতিকে দুয়োটা উক্তিয়েই সমৰ্থনযোগ্য। ইয়াত মতান্তৰ থকা যেন অনুমান নহ'ল। চাৰিও বেলা এনে নিয়মেই মানি চলা উচিত বুলি ভবা হয়। আন এটা উক্তিৰে ছাঁয়া বা অন্ধকাৰ স্থানত যি কোনো মুখ কৰি মলমূত্ৰ ত্যাগ কৰাৰ সুবিধা দিছে যেনে —

ছাঁয়ায়ামন্ধকাৰে বা ৰাত্ৰাবহনি বা দ্বিজঃ।
যথাসুখংমুখং কুৰ্য্যাৎ প্ৰাণবধ ভয়েষুচ ॥

অৰ্থাৎ — দিনতেই বা ৰাতিতেই যদি সেই ঠাইত ছাঁ বা অন্ধকাৰযুক্ত হয় তথা প্ৰাণ হানিৰ আশঙ্কা আৰু ভয় থাকে সেই ঠাইত যেনি তেনি মুখ কৰি মলমূত্ৰ ত্যাগ কৰিব পাৰিব।

শৌচ প্ৰস্ৰাৱ কৰিবলৈ হ'লে কোন কোন ঠাইত কৰিব লাগে বা নেলাগে তাৰ সন্ধান পোৱা যায় এনেকৈ।

ন কৃষ্টেশস্যামধ্যে বা গো ব্ৰজে জনসংসদি।
ন বৰ্ত্মনি ন নদ্যাদি তীৰ্থেষু পুৰুষৰ্ষভ।
নাপ্সু নৈবাম্ভসস্তীৰেন শ্মশানে সমাচৰেৎ।
উৎসৰ্গং বৈ পুৰীষস্য মূত্ৰস্য চ বিবৰ্জ্জনম্ ॥

বিষ্ণুপুৰাণ —৩/১১/১২

অৰ্থাৎ— হে পুৰুষশ্ৰেষ্ঠ! হালবোৱা স্থানত, শস্যৰ মাজত, গোষ্ঠত, জনসমাজত পথৰ মাজত, নদ-নদী আদি তীৰ্থত, পানীৰ মাজত নদ-নদীৰ পাৰত আৰু শ্মশানত মলমূত্ৰ ত্যাগ কৰিব নেলাগে।

শৌচ কৰি হস্তে মূত্ৰাঙ্গ আৰু গুহ্যত মাটি পানী ল'ব লাগে। তাৰ নিয়ম এনেদৰে—

একালিঙ্গে গুদে তিস্ৰস্তথা বাম কৰে দশ।
হস্তদ্বয়ে চ সপ্তান্যা মৃদঃ শৌচোপ পাদিকাঃ ॥

বিষ্ণুপুৰাণ ৩/১১/১৭

অৰ্থাৎ — মূত্ৰাঙ্গত একবাৰ, গুহ্যদ্বাৰত তিনিবাৰ, বাওঁহাতত দহবাৰ, (মাটি পানী বাওঁহাতেৰে লোৱা বাবে) দুই হাতত সাতবাৰ মাটিপানী ল'ব লাগে। এনে কৰিলেই শৌচ নিৰ্ব্বাহ হয়।

অন্যপুৰাণৰ মতে গুহ্যদ্বাৰত বিশ্‌বাৰ, মূত্ৰাঙ্গত পাঁচবাৰ, বাওঁ হাতত দুশবাৰ, দুই হাতত দুশবাৰকৈ মাটিপানী ল'ব লাগে। মতান্তৰে পদ্ম পুৰাণত আছে "যাবদশুদ্ধিমন্যেত তাবচ্ছৌচং সমাৰেৎ" অৰ্থাৎ যি পৰ্য্যন্ত অশুচি বোধ হৈ থাকে, সেই পৰ্য্যন্ত শৌচ কাৰ্য্য আচৰিব লাগে বা মাটিপানী লোৱা কাৰ্য্য কৰিব লাগে। বৃদ্ধহাৰীত স্মৃতিত কৈছে "গন্ধলেপক্ষয় কৰং যথা সখ্যং মৃদা শুচি:" অৰ্থাৎ যি পৰ্য্যন্ত হস্তৰ দুৰ্গন্ধ ক্ষয় নহয়, সেই পৰ্য্যন্ত মৃত্তিকা দ্বাৰা হস্ত শৌচ কৰিব। মাটিপানী লোৱাৰ পিছত উলুৰে নখ শোধন কৰা উচিত। কাৰণ গুহ্যদ্বাৰত মাটিপানী লওঁতে নখৰ আগত আবৰ্জ্জনা আহিব পাৰে। সেইবাবে উলুৰ দ্বাৰা শোধন কৰিলে সেইবোৰ দূৰ হয়। প্ৰতি ভৰিতে বিশ্‌বাৰকৈ মাটি পানী লবও লাগে। ভৰিতো বীজাণু আছে।

মাটিপানী লওঁতে সত্ৰীয়া হিচাবৰ মন্ত্ৰ আদিও আছে। মাটি ব্যৱহাৰতো বহু নিয়ম আছে। বিষ্ণুপুৰাণৰ মতে —

বল্মীকমূষিকোৎ খাতাং মৃদমন্তৰ্জ্জলাং তথা।
শৌচাৱশিষ্টং গেহাচ্চ নাদদ্যাল্লেপ সম্ভবাম্ ॥
অন্তঃ প্ৰাণ্যবপন্নাঞ্চ হলোৎখাতাঞ্চ ভূমিপ।
পৰিত্যজেন্মৃদশ্চৈতাঃ সকলাঃশৌচসাধনে ॥
বিষ্ণুপুৰাণ ৩/১১/১৫,১৬

অৰ্থাৎ —শৌচৰ বেলিকা উঁই মাটি, এন্দুৰে তোলা মাটি, সেমেকা মাটি শৌচাৱশিষ্ট মাটি, গৃহলেপ মাটি, পোক্‌যুক্ত মাটি হালবোৱা মাটি পৰিহাৰ কৰিব লাগে। ইয়াৰ বাহিৰে বাকী সকলো মাটি শৌচকাৰ্য্যত ব্যৱহাৰ কৰিব পাৰিব।

এই সন্দৰ্ভত পথত যাওঁতে শৌচ কৰিব লগা হ'লে, অন্যান্য অসুবিধা হ'লে, বিপদ হলে, ৰোগ হলে, অনিবাৰ্য্য কাৰণবশত: আৰু ৰাতি হলে মাটি পানী লোৱাৰ সংখ্যাৰ তাৰতম্য হ'ব অৰ্থাৎ নিয়মৰ সমপৰিমাণ বা আধা ভাগ কমি যাব। মাটিৰ ব্যৱহাৰ বা মাটিৰ গুণাগুণ পৰীক্ষা নিৰীক্ষাও নচলিব।

মাটি পানী লোৱা শেষ হ'লে মুখ, হাত, ভৰি ভালকৈ ধুই পৰিষ্কৃত হ'ব লাগে। বহুতেই ক'ব খোজে যে শৌচাচাৰ কৰি মাটিপানী লোৱাৰ পৰিবৰ্ত্তে আধুনিক কৃত্ৰিম্ নিৰ্ম্মিত পৰিষ্কাৰকৰণযোগ্য চাবোন ব্যৱহাৰ কৰিলেও দেখোন হাত ভৰি পৰিষ্কাৰ হ'ব তথা হাতৰ দুৰ্গন্ধ দূৰ হ'ব। ইয়াৰ উত্তৰত কোৱা হয় যে চাবোন নিৰ্ম্মাণৰ পূৰ্ব্বতে জনসাধাৰণে মাটি–পানী

লৈয়েই শৌচ কাৰ্য্য সমাপন কৰিছিল। চাবোন আৱিৰ্ভাৱ বেছি দিনৰ কথা নহয়। গতিকে আমালোকে কি বিশ্বাসত শৌচ দুৰ্গন্ধ দূৰীকৰণত চাবোন ব্যৱহাৰ কৰিব পাৰিমহঁক ক'ব পৰা নাই। ইয়াৰ মুক্তি আৰু উদাহৰণ এনেকৈ "পৃথিৱী বা মাটি গন্ধগুণ বিশিষ্ট।" ৰূপ, ৰস, গন্ধ, স্পৰ্শ আৰু শব্দৰ পৰাই মাটি, পানী, তেজ, বায়ু, আকাশৰ সৃষ্টি হৈছে। ভগৱন্তৰ অৱলীলাক্ৰমে সৃষ্টি ধ্বংসৰ পিছত পৃথিৱী গন্ধ গুণত লয়প্ৰাপ্ত হ'ব। এতিয়া গন্ধ গুণ বিশিষ্ট যিবোৰ পদাৰ্থ নিৰ্ম্মিত হৈছে সেইবিলাক মাটিতে লয় হ'ব। মাটিয়ে সকলো সামৰি ল'ব, সন্দহ নাই। সাধাৰণ এটা উদাহৰণ গান্ধ তেল (জবা কুসুম বা ত্ৰিগুণ তেল আদি) যদি এখন কাপোৰত লগাই এটা পেৰাত অৰ্থাৎ কাঠৰ বাকচত ভৰাই থোৱা হয়, সি বহুদিনলৈ তাৰ গন্ধ বহন কৰি থাকিব। যদি মাটিত অলপ পেলাই দিয়া যায়, মাটিয়ে তাৰ গন্ধ গুণ সোনকালে ধ্বংস কৰি নিজৰ অধীনলৈ লৈ যাব। দ্বিতীয়তে এচিদ্ পদাৰ্থকটো বৰ তীক্ষ্ণ বা তীব্ৰ পদাৰ্থ। মানুহৰ গাত লাগিলে বা কাপোৰত লাগিলে সি খন্তেকতে নষ্ট কৰি পেলাই বা জীৰ্ণ শীৰ্ণ কৰে। কিন্তু যদি মাটিত পেলোৱা হয়, তেন্তে সি মাটিক আক্ৰমণ কৰাৰ পৰিবৰ্ত্তে মাটিয়েহে তাক আক্ৰমণ কৰি তাৰ ক্ৰিয়া শক্তি সমূলঞ্চে ধ্বংস কৰি পেলায়। জংঘলীয়াৰ পোৰণি গুচাবলৈ হ'লে হাত দুখন মাটিত মোহাৰি দিলেই তাৰ পোৰণি দূৰ হয়। এইবিলাক কাৰণতে মাটিৰ শক্তি প্ৰবল। যিখন "গন্ধ গুণ হন্তে পৃথিৱী ভৈলা জাত" সেই পৃথিৱী বা মাটিয়ে শৌচৰ দুৰ্গন্ধ দূৰ কৰাৰ বাহিৰে আনে বা আনৰ দ্বাৰা দুৰ্গন্ধ অথবা বীজাণু নষ্ট কৰিব নোৱাৰে। মাটিপানী লৈ তাৰ পিছত চাবোন ব্যৱহাৰ কৰাত বাধা নাই। অৱশ্যে য'ত মাটিৰ অভাৱ তাত চাবোন ব্যৱহাৰ বাধ্যতামূলক হ'ব।

শৌচাচাৰৰ পিচতে মূত্ৰ ত্যাগৰো বিধান আছে। ইয়াক সত্ৰীয়া ভাষাত মুখ হাত ধোৱা, ক্ষুদ্ৰ শৌচ বা সৰু পানীচোৱা আদি বোলে। শৌচৰ যি বিধান আছে, তাতকৈ কিছু হ্ৰাস হ'লেও ইয়াৰো বহুত নীতি পালন কৰিব লগা হয়। ব্যৱধান হ'ল— শৌচ কৰিলেই স্নান অনিবাৰ্য্য। কিন্তু "মুখ হাত ধোৱা"ত কেৱল মুখ, হাত, ভৰি ধুলেই আৰু মূত্ৰাঙ্গত মাটি পানী ললেই হয়, স্নান কৰিব নেলাগে। ইয়াৰ কাৰণ হ'ল দিবা-ভাগত ব্যাধিযুক্ত লোকৰ বাহিৰে সুস্থ ব্যক্তিৰ প্ৰায় দুবাৰহে শৌচাচাৰ কৰিব লগা হয়। মূত্ৰ ত্যাগ দিবা ভাগত তিনি চাৰি বাৰ প্ৰায়েই কৰিব লগা হোৱাত প্ৰতিবাৰতে স্নান কৰাটো অসম্ভৱ কাৰণে আৰু তাৰ বাবে ব্যাধিগ্ৰস্ত হোৱাৰ ভয়ত মূত্ৰত্যাগৰ বিধান কিছু হ্ৰাস কৰি দিব লগা

হ'ল। সত্ৰত এনেকুৱা ব্যৱস্থাই আছে। মূত্ৰত্যাগ কৰিবৰ হ'লে হাতত জলপাত্ৰ নিব লাগে। পোন্ধ খুলি লোৱা উচিত, নতুবা মূত্ৰত্যাগ বা প্ৰস্ৰাৱ সৰল ভাৱে বাহিৰ নহয়। মূত্ৰত্যাগ কৰোতে বহি ল'ব লাগে। ঠিয় হৈ কৰিলে ইন্দ্ৰিয় শক্তি শিথিল হয়, মেৰুদণ্ডৰ দুৰ্ব্বলতা জন্মে, প্ৰস্ৰাৱ সম্পূৰ্ণ নিঃশেষে বাহিৰ নহয়, কিছু থাকি যায়। ইয়াৰ পৰিণামে বহুমূত্ৰ পৰ্য্যন্ত হ'ব পাৰে। বিষ্ণু পুৰাণত কৈছে— "তিষ্ঠন্ন মূত্ৰয়েৎ তদ্বৎ" অৰ্থাৎ ঠিয় হৈ মূত্ৰত্যাগ কৰিব নালাগে। উশনঃ সংহিতাত —"ন তিষ্ঠন্ বা নিৰ্ব্বাসা বা ন চ পৰ্ব্বত মস্তকে" ২।৩৬ গতিকে এই নিয়ম মানি চলা উচিত। মূত্ৰত্যাগ কৰি হলে মূত্ৰাঙ্গত এবাৰ, বাওঁহাতত তিনিবাৰ মাটি পানীৰে মুখ, হাত, ভৰি ভালকৈ ধুই বিষ্ণু স্মৰণ কৰি শুদ্ধ হ'ব। ইয়াতো মুখবন্ধ কৰি নিৰ্ব্বাক নিস্পন্দ হৈ থাকিব লাগে। প্ৰস্ৰাৱ কৰি পানী নললে অনেক ৰূপ দূষিত ব্যাধি হ'ব পাৰে। গতিকে লোৱা উচিত। বাকী থকা পানীখিনি পেলাই দিব লাগে। সেইখিনি কোনো কামত খটুৱাব নালাগে।

মূত্ৰ ত্যাগতো দিক্ নিৰ্ণয় আছে। সূৰ্য্য আৰু চন্দ্ৰৰ পিনে মুখ কৰি আৰু যি ফালৰ পৰা বায়ু প্ৰবাহিত হয়, সেই পিনে মুখ কৰি মূত্ৰত্যাগ কৰা অনুচিত। সূৰ্য্য, চন্দ্ৰ আৰু বায়ুৰ গতিৰ পিনে মূত্ৰত্যাগ কৰিলে ক্ৰমে সূৰ্য্যত শিৰঃ পীড়া আৰু চন্দ্ৰ আৰু বায়ুত শুক্ৰগত পীড়া জন্মে। বিষ্ণুপুৰাণে এটি সিদ্ধান্ত দিছে—

আত্মচ্ছায়াং তৰুচ্ছায়াং গোসূৰ্য্যাগ্ন্যানিলাংস্তথা।
গুৰু দ্বিজাতীংশ্চ বুধো ন মেহেত কদাচন্ ॥

বিষ্ণুপুৰাণ ৩।১১।১০

অৰ্থাৎ—নিজৰ ছাঁৰ ওপৰত, গছৰ ছাঁৰ ওপৰত, গৰু, গুৰু, ব্ৰাহ্মণ আৰু বায়ু বা অগ্নিৰ সন্মুখত অথবা সূৰ্য্যাভিমুখে পণ্ডিত ব্যক্তিয়ে কেতিয়াও প্ৰস্ৰাৱ নকৰিব।

সত্ৰৰ ভিতৰত প্ৰস্ৰাৱ কৰাটো নিষিদ্ধ। কৰিলে মহৎ দোষ। কোনোবাই ভুলক্ৰমত কৰিলেও অপৰাধ মাৰ্জ্জনৰ বাবে ক্ষমা খোজা দৰকাৰ। মলত্যাগ কৰাও নিষিদ্ধ।

## (ক—৫)-স্নানবিধি ঃ

ভাৰতীয় বৈষ্ণৱ মাত্ৰেই স্নান বিধি পালনীয়। অসমৰ দুজনা প্ৰধান মহাপুৰুষেও স্নানৰ কৰ্ত্তব্য সম্পৰ্কে আদৰ্শ দেখুৱাই গৈছে। আমি এই অধ্যায়তে

উল্লেখ কৰি আহিছো যে ভাৰতবৰ্ষ এখন গ্ৰীষ্মপ্ৰধান দেশ। সেইবাবে স্নান কৰা কৰ্ত্তব্য। গ্ৰীষ্ম প্ৰধান দেশত শীতৰ প্ৰকোপ কিছু পৰিমাণে হ্ৰাস হোৱাৰ কাৰণে শীতল জলত স্নান পান আচমন কৰিলে শাৰীৰিক কোনো ক্ষতি নহয়। বৰঞ্চ অস্নানতহে দোষ থাকে। শীত প্ৰধান দেশত স্নান কৰিলেহে দোষ হয়। নীতি পালন শৰীৰ সুস্থ থাকিলেহে বা সুস্থ ৰাখিব পাৰিলেহে হয়, তদভাৱে বৃথা। সমস্ত ভাল মন্দ কৰ্ম্ম শৰীৰৰ ওপৰতে। সেই বাবে স্বাস্থ্যৰক্ষা কৰিহে কৰ্ম্ম কৰা উচিত। শীত প্ৰধান দেশত স্নান কৰিলে শীতৰ প্ৰাবল্যই মৰণমুখী কৰিব সেয়ে তাৰ বাবে পৃথক বিধান প্ৰস্তুত আছে। ভাৰতৰ গৱেষক ঋষিমুনি সকলে এই দেশৰ বাবে সকলো প্ৰকাৰে সুক্সাকৈ বিবিধ নিয়ম নীতি প্ৰবৰ্ত্তনৰ দিহা দি গৈছে। দেশ, কাল, পাত্ৰ ভেদে নীতি নিয়মৰো ভেদ আছে। উক্ত ভেদ সমূহৰ প্ৰবচনবোৰ তেৰাসবে স্মৃতি, সংহিতা, পুৰাণ আদিত ব্যক্ত কৰি গৈছে আচাৰ সমূহ যাতে সৎ হয় তাৰ বাবে সতৰ্ক কৰি দিছে। স্নান, পান, আদি যি বিলাক সদাচাৰযোগ্য কৰ্ম্ম আছে, সেই বিলাক যাতে পৰিশুদ্ধ, বিজ্ঞানসন্মত, সংস্কাৰযুক্ত হয় আৰু দৈহিক সুৰক্ষাৰ সুগম উপায় থাকে, তালৈ তেওঁলোকে দৃষ্টি ৰাখিছে। যি কি নহওক স্নানৰ কৰ্ত্তব্য, তাৰ পালনীয় দিহাবোৰ ইয়াত থুলমূল ভাৱে কিয়দংশ উদ্ধৃত কৰা হৈছে মাত্ৰ। স্নানৰ কৰ্ত্তব্য সম্পৰ্কে প্ৰথমে বাধুল স্মৃতিয়ে এনেকৈ কৈছে —

স্নানমূলাঃ ক্ৰিয়াঃ সৰ্ব্বাঃ সংন্ধ্যাপাসনমেব চ।
স্নানাচাৰ বিহীনস্য সৰ্ব্বাঃ স্যুৰ্নিষ্ফলাঃ ক্ৰিয়াঃ ॥

বাধুল স্মৃতি—৬৯

অৰ্থাৎ— সকলো ক্ৰিয়াই স্নানমূল অৰ্থাৎ স্নানৰ পিছত ক্ৰিয়া কৰা হয়। সন্ধ্যা উপাসনাও স্নানৰ পিচতহে কৰা হয়। গতিকে স্নানাচাৰহীন ব্যক্তিৰ সকলো ক্ৰিয়াই নিষ্ফল।

বৃহৎ পৰাশৰ স্মৃতিয়ে কৈছে—

অত্যন্তমলিনঃ কায়োনৱচ্ছিদ্ৰ সমন্বিতঃ।
স্ৰৱত্যেষ দিবাৰাত্ৰৌ প্ৰাতঃ স্নানেন শুধ্যতি॥

বৃহৎ পৰাশৰ স্মৃতি ২/৯৫

অৰ্থাৎ— নৱছিদ্ৰ বিশিষ্ট শৰীৰ অত্যন্ত মলিন। এই শৰীৰৰ পৰা দিবাৰাত্ৰ মল নিৰ্গত হৈ আছে। গতিকে প্ৰাতঃ স্নানৰ দ্বাৰা তাক শুদ্ধ কৰিব লাগে।

একে কথাকে কাত্যায়ন সংহিতাতো কৈছে—

যথাহ্নি যথা প্ৰাতৰ্নিত্যং স্নায়াদনাতুৰঃ।
অত্যন্তমলিনঃ কায়োনৱচ্ছিদ্ৰ সমন্বিতঃ।
স্ৰবত্যেব দিবাৰাত্ৰৌ প্ৰাতঃ স্নানাৎ বিশোধনম্ ॥

(কাত্যায়ণ সংহিতা)

অৰ্থাৎ — ৰোগহীন ব্যক্তিয়ে যেনেকৈ প্ৰতিদিনে মধ্যাহ্ন কালত স্নান কৰে, তেনেকৈ প্ৰাতঃ কালতো স্নান কৰিব। কাৰণ এই মানৱ শৰীৰ অত্যন্ত মলিন আৰু নৱচ্ছিদ্ৰ বিশিষ্ট। দিবা ৰাতি এই ছিদ্ৰ সমূহৰ পৰা মল নিৰ্গত হৈ আছে। প্ৰাতঃ স্নান কৰিলে এই শৰীৰ পবিত্ৰ হয়।

শঙ্খ সংহিতাত কৈছে "অস্নাতস্তু পুমান্নাৰ্হো জপাদিবহনাদিষু।" অৰ্থাৎ অস্নাত ব্যক্তি কেতিয়াও জপ হোম প্ৰভৃতি কাৰ্য্যৰ অধিকাৰী হ'ব নোৱাৰে। একে কথাকে কূৰ্ম্ম পুৰাণতো কৈছে —

প্ৰাতঃ স্নানং বিনাপুংসাং পাপিত্বং কৰ্ম্মসুস্মৃতম্।
হোমে জপে বিশেষেণ তস্মাৎস্নানং সমাচৰেৎ ॥

কূৰ্ম্মপুৰাণ

অৰ্থাৎ — প্ৰাতঃ স্নান নকৰি যিকোনো কৰ্ম্ম কৰিলে পাপ সঞ্চাৰ হৈ থাকে। বিশেষকৈ জপ হোম ইত্যাদি কাৰ্য্যৰ অধিকাৰী হ'ব নোৱাৰে। গতিকে প্ৰাতঃ স্নান সৰ্ব্বথা বিধেয়।

বিনা স্নানে ভোজন, জপ আদি আচৰাও দোষণীয় বুলি বিবিধ শাস্ত্ৰই সিদ্ধান্ত দিছে পদ্মপুৰাণত—

স্নানং বিনাতু যো ভুঙ্ক্তে মলাশীস সদা নৰঃ।
অস্নায়িনোঽশুচের্যস্মাৎ বিমুখা পিতৃদেৱতাঃ ॥
স্নানহীনো নৰঃ পাপী স্নানহীনোঽশুচিঃ সদা।
অস্নায়ী নৰকং ভুক্ত্ব পুক্ক শাদিষু জায়তে ॥

পদ্ম পুৰাণ

অৰ্থাৎ — যিজনে বিনাস্নানে ভোজন কৰে, তেওঁ বিষ্ঠাভোজন কৰাৰ তুল্য হয়, সেইজন ব্যক্তি অপবিত্ৰ হিচাবে পৰিগণিত হয় আৰু পিতৃ-দেৱতাসকল তেওঁৰ প্ৰতি বিমুখ হয়। স্নানহীন ব্যক্তি পাপভাগী, অপৱিত্ৰ আৰু নৰকভোগ কৰাৰ পিচত তেওঁ চণ্ডাল যোনিত জন্ম গ্ৰহণ কৰে।

এনেকুৱা একার্থ সূচক প্রবচন বিষ্ণু পুৰাণৰ ৩/১১/৭১ শ্লোকত আৰু বাধুল স্মৃতিৰ ৭৫ নম্বৰ শ্লোকত পোৱা যায়। অলমতি বিস্তৰেণ।

অত্রি স্মৃতিমতে স্নান কৰিলে চিত্ত প্রফুল্লিত হয়, ইন্দ্রিয় অধিষ্ঠাতা দেৱতা সমূহ প্রসন্ন হয়। সৌভাগ্য, শ্রী, যশ, পুষ্টি, পুণ্য, বিদ্যা আৰু ধৃতি প্রাপ্তি হয়। বিশেষতঃ প্রাতঃ স্নানত সকলো মহাপাতক, অমঙ্গল, দুঃচিন্তা আৰু শোক দুখাদি দূৰ হয়। স্নান কৰিলে জঠৰাগ্নি প্রদীপ্ত হয় আৰু তেতিয়াহে খোৱাটো সাৰ্থক হয়। আজিকালি বহুতেই শীতকালত প্রায়েই অস্নানে থাকে। ইয়াৰ পৰা যে স্বাস্থ্য হানি হয়, সেইকথা প্রথম অৱস্থাতে কোনেও উপলব্ধি কৰিব নোৱাৰে। পৰিণামে সকলো কালৰ পৰা ভয়াবহ হৈ উঠে। স্নান সাত প্রকাৰ বুলি পোৱা যায় যেনে—

মান্ত্রং পাৰ্থিৱমাগ্নেয়ং বায়ব্যং দিব্যমেৱচ।
বাৰুণং মানসঞ্চেতি সপ্ত স্নানান্যনুক্রমাৎ॥

বৃহৎ পৰাশৰ স্মৃতি ২/৮৫

অর্থাৎ —সাত প্রকাৰ স্নানৰ কথা অনুক্রমে কোৱা হ'ল—মান্ত্র, পাৰ্থিৱ, আগ্নেয়, বায়ব্য, দিব্য, বাৰুণ আৰু মানস।

প্রতিটোৰে অর্থ এনেদৰে —

শন্ন আপস্তু বৈ মান্ত্রং মৃদালম্ভং তু পাৰ্থিৱম্।
ভস্মনা স্নানমাগ্নেয়ং গোৰেণুনানিলং স্মৃতম্॥
আতপেসতি যা বৃষ্টিৰ্দিব্যস্নানং তদুচ্যতে।
বহিৰ্নদ্যাদিকে স্নানং বাৰুণং প্রোচ্যতে বুধঃ॥
যদ্ধ্যানং মনসা বিষ্ণুৰ্ম্মানসং তৎপ্রকীৰ্ত্তিতম্।
অসামৰ্থ্যেন কায়স্য কালশক্ত্যাদ্যপেক্ষয়া॥
তুল্য ফলানি সৰ্ব্বানি স্যুৰিত্যাহ পৰাশৰঃ।
স্নানানাং মানসং স্নানং মন্বাদ্যৈঃ পৰমংস্মৃতম্॥

বৃহৎ পৰাশৰ স্মৃতি ২/৮৬—৮৯

অর্থাৎ—"শন্ন আপ" এই মন্ত্রোচ্চাৰণপূৰ্ব্বক স্নান কৰাকে মান্ত্র স্নান বোলে। মৃত্তিকা দ্বাৰা দেহমাৰ্জ্জন কৰিলে তাক পাৰ্থিৱ স্নান নামে অভিহিত হয়। ভস্ম দ্বাৰা দেহমাৰ্জ্জন কৰিলে আগ্নেয় স্নান, গৰুৰ ক্ষুৰাত উঠা ধূলি স্পর্শ হলে বা ল'লে বায়ব্য স্নান, ৰ'দ থকা সত্ত্বেও যদি বৃষ্টি দিয়ে সেই বৃষ্টিত কৰা স্নান দিব্যস্নান, নদী প্রভৃতি জলাশয়ত অৱগাহন স্নানক বাৰুণ স্নান আৰু মনেমনে বিষ্ণুৰ নাম চিন্তন কৰাই মানস স্নান ৰূপে অভিহিত হয়। শাৰীৰিক সমৰ্থতাৰ অভাৱ হলে

কাল আৰু শক্তিৰ প্ৰতি বিবেচনা কৰি পূৰ্ব্বোক্ত স্নানৰ মাজত যি কোনো প্ৰকাৰ স্নানেৰে সমফল হ'ব বুলি পৰাশৰে কৈছে। মনু আদি ঋষিসকলে মানস স্নানকে শ্ৰেষ্ঠ স্নান বুলি অভিহিত কৰিছে।

পৰাশৰ মুনিয়ে সপ্তস্নানৰ সমফল বুলি কলেও মনু আদি ঋষিসকলৰ দ্বাৰা প্ৰোক্ত মানস স্নানকে প্ৰসিদ্ধ বুলি ক'ব পাৰি। কাৰণ বৃহৎ পৰাশৰ স্মৃতিৰ দ্বিতীয় অধ্যায়ৰ ১৪৮ আৰু ১৪৯ নম্বৰ শ্লোকতে মানস স্নানৰ শ্ৰেষ্ঠতাৰ কিঞ্চিত সন্ধান পোৱা যায়। তাত আছে যে তীৰ্থ আৰু মন্ত্ৰ দ্বাৰা পবিত্ৰ হৈ মানুহে নিত্যস্নায়ী হ'ব। দ্বিজনে বিধি বোধিত কৰ্ম্ম বিধিহীন ভাৱে সম্পাদন কৰে, তেওঁৰ কোনো ফল লাভ নহয়, মাত্ৰ ক্লেশ ভোগহে হয়। মাছ পানীত উৎপন্ন হয় আৰু সেই পানীতে মৃত্যু বৰণ কৰে। পানীত থাকিও সিহঁতে ভাবশুদ্ধিহীনতাৰ কাৰণে স্নান ফল লাভৰ পৰা বঞ্চিত হয়" ইত্যাদি। ইয়াৰ দ্বাৰা জনা যায় যে প্ৰধান স্নান ভাবশুদ্ধি। তাৰ পিছতহে বাৰুণ স্নান। যি কি নহওক স্নান বুলিলেই সকলোৱে জল স্নান বুলিহে বুজে। জলস্নান হ'ল বাহ্য শৌচ। সত্ৰত বাহ্য শৌচ অৰ্থাৎ স্নান কাৰ্য্যৰ ওপৰতে প্ৰথম গুৰুত্ব আছে। বাকী আভ্যন্তৰ শৌচ পিচত আছে।

এইকথা সত্য অথবা উচিত যে "স্নান মূলাঃ ক্ৰিয়াঃ সৰ্ব্বাঃ" এই উক্তি আৰু "অস্নাতো নাচৰেৎ কৰ্ম্ম জপ হোমাদি কিঞ্চন" (বৃহৎপৰাশৰ স্মৃতি ২/৯৩) অৰ্থাৎ স্নান নহলে জপ হোমাদি কৰ্ম্মৰ অনুষ্ঠান নকৰিব এই উক্তি মনত ৰাখি সত্ৰবাসী সকলোৱে স্নানৰ ওপৰতে গুৰুত্ব দিব লগা হয়। দন্তধাৱন, তৈলমৰ্দ্দন আদি কৰ্ম্ম সমাপনৰ কথা নকলেও সত্ৰবাসী-সকলে শৌচাচাৰ আৰু স্নান বিধিত বহুতো সত্ৰীয়া নিজস্ব বিধিৰ ওপৰতো চলিব লগা হয়। ভোজন বিধিৰ কথা আগলৈ আছেই। অৱশ্যে গীতোক্তমতে —

> যঃ শাস্ত্ৰ বিধিমুৎসৃজ্য বৰ্ত্ততে কামচাৰতঃ।
> ন চ সিদ্ধিমবাপ্নোতি ন সুখং নপৰাং গতিম্॥
>
> গীতা ১৬/২৩

অৰ্থাৎ— দ্বিজনে শাস্ত্ৰ বিধি ত্যাগ কৰি স্বেচ্ছাচাৰে প্ৰবৰ্ত্তে, তেওঁ সিদ্ধিলাভ কৰিব নোৱাৰে। আৰু সুখ বা পৰম গতি লাভ কৰিব নোৱাৰে।

গীতোক্তমতে এনে বিধি থাকিলেও সন্তজনৰ আদৰ্শগত কিছুমান বিধিও অতিৰিক্ত হিচাবে নথকা নহয়। সন্তসকলে দেশ, কাল, পাত্ৰভেদে

কিছুমান অশাস্ত্ৰীয় অথবা নিজস্ব মতৰ সাপেক্ষে শাস্ত্ৰীয় নীতি অবিৰোধী বিধিবদ্ধ প্ৰণালী বা আচাৰ আদৰ্শ প্ৰদৰ্শন কৰিছে। সকলো কথা খৰচিমাৰি সৰ্ব্ব বিষয় নিৰ্ব্বন্ধ শাস্ত্ৰত পোৱাও নাযায়। সেইবাবে হবলা শাস্ত্ৰত কৈছে —

> কেৱলং শাস্ত্ৰমাশ্ৰিত্য ন কৰ্ত্তব্যো ধৰ্ম্ম নিৰ্ণয়ঃ।
> যুক্তিহীন বিচাৰেণ ধৰ্ম্মহানীঃ প্ৰজায়তে॥

অৰ্থাৎ — কেৱল শাস্ত্ৰৰ ওপৰতে আশ্ৰয় কৰি ধৰ্ম্মৰ নিৰ্ণয় কৰিব নোৱাৰি। যুক্তিহীন বিচাৰৰ দ্বাৰা ধৰ্ম্মহানি হয়।

সচা কথা, যি সময়ত স্মৃতি সংহিতা আদি শাস্ত্ৰসমূহ ৰচিত হৈছিল, সেই সময়ত মুনিসকলে কাল পাত্ৰ আৰু জলবায়ুৰ লগত মিলিব পৰাকৈ জনসাধাৰণৰ সুবিধাথে বহুতো প্ৰয়োজনীয় প্ৰবচন লিপিবদ্ধ কৰিছিল। বহুতো সময় বাগৰি গ'ল বা বহুতো অতীত পাৰ হ'ল। এতিয়াৰ যি জলবায়ু তাৰ লগত মিলিব পৰা প্ৰবচন হয়তো সেই সেই শাস্ত্ৰত নাই বা তাৰ অভাৱ ঘটিছে। অভাৱ হবৰ কথাও কাৰণ যি ধৰ্ম্ম বা প্ৰবচন সমাজ বিৰুদ্ধ তথা অসুখকৰ সি ধৰ্ম্ম নহয়। ধৰ্ম্ম বাণী সকলো জনসাধাৰণৰ কাৰণেহে পশু পক্ষীৰ কাৰণে নহয়। সেই বাবেই হবলা বিষ্ণুপুৰাণত এটি প্ৰবচন আছে

> পৰিত্যজেদৰ্থকামৌ ধৰ্ম্মপীড়া কৰৌ নৃপ।
> ধৰ্ম্মমপ্য সুখোদৰ্কং লোক বিদ্বিষ্টমেব চ॥

বিষ্ণু পুৰাণ ৩/১১/৭

অৰ্থাৎ — হে মহাৰাজ! ধৰ্ম্মবিৰুদ্ধ অৰ্থ আৰু কাম পৰিত্যাগ কৰা উচিত। যি ধৰ্ম্ম পৰিণামে অসুখকৰ বা সমাজ বিৰুদ্ধ, তেনেকুৱা ধৰ্ম্মানুষ্ঠান কৰা অনুচিত।

যি কি নহওক সত্ৰবাসীয়ে ব্যৱহাৰ কৰা বা পালন কৰা গোটাচেৰেক সদাচাৰ নীতি ইয়াত উল্লেখ কৰা হ'ল। প্ৰাতঃকালত সত্ৰবাসীয়ে শৌচাচাৰ কৰা সময়ৰ ধৰাবন্ধা নীতি নাই। প্ৰয়োজন সাপেক্ষে শৌচ আচৰাৰ পিছত বহাত থকা কাপোৰকানি প্ৰভৃতি ধুতি বস্তুবোৰ স্পৰ্শ নকৰে। সত্ৰীয়া ভাষাত "ধুতিক" 'সজ' বুলি কয়, আৰু 'বিধুতিক" "ফুৰা" বুলি কয়। ৰাতি অন্ন গ্ৰহণ কৰাৰ পিছত শয়ন কৰাৰ পৰা আৰম্ভ কৰি প্ৰাতঃ বেলিকা স্নান নকৰা পৰ্য্যন্ত কোনো খাদ্য গ্ৰহণ কৰা নহয়। শৌচাচাৰ নকৰিলেও "ফুৰাচুক" বুলি যিটো বিধুতিকোঠা আছে, তাত প্ৰবেশ কৰামাত্ৰকে বা "বাহি পা" হোৱাৰ কাৰণে খাদ্য গ্ৰহণ কৰা দূৰৰ কথা নিজৰ মুখৰ সেপ

"গলাধঃকৰণ" কৰাও নিষিদ্ধ। নিৰামিষী ভকত সকলে নিজৰ প্ৰয়োজনীয় কামবোৰ নিজেই কৰি ল'ব লগা হয়, যেনে 'পিৰালি, চোতাল, বহাঘৰ পৰিস্কাৰ বা চাফচিকুণ কৰা কাৰ্য্য আদি। পিৰালি, চোতাল সৰা (গাঁৱলীয়া ভাষাত কোৱা) "বাঢ়নি" দালক সত্ৰীয়া ভাষাত "ঝাৰু" আৰু "মুঠীয়া" বোলে। কোনো কোনোৱে "সোতা" বুলিও কয়। সজৰ কাপোৰকানি আৰু ফুৰাৰ কাপোৰ কানি বেলেগ বেলেগ। ইটোৰ লগত সিটোৰ স্পৰ্শ নিষিদ্ধ। শৌচান্তে বহাৰ ভিতৰত প্ৰবেশ নিষিদ্ধ। কমলাবাৰী সত্ৰ কৃষি প্ৰধান সত্ৰ। ভগৱৎ গুণ কীৰ্ত্তন কৰিবলৈ হ'লে শৰীৰত শক্তিৰ কাৰণে আহাৰ লাগে বা জীৱিকা লাগে। গতিকে কোনো কোনো ক্ষেত্ৰত নিয়মৰ তাৰতম্যও ঘটে। যেনে শৌচান্তে পবিত্ৰ জলত বাধ্যতামূলক ভাবে থকা স্নানৰ নীতিপালন কৰিব নোৱাৰে কৃষি কাৰ্য্যৰ বাবে। প্ৰাতঃ কালতে কৃষিকাৰ্যাত ব্যস্ত থাকিব লগা হোৱাৰ কাৰণে শৌচান্তে স্নান কৰিব নোৱাৰি কৰ্ত্তব্যকাৰ্য্য সমাপনেহে স্নানবো সমাপন কৰেহি। বহুতে ক'ব খোজে যে প্ৰাতঃস্নান কৰি দেখোন কৃষি কাৰ্য্যলৈ যাব পাৰে। কিন্তু কথা হ'ল স্নানাদি সমাপনত বহুতো নিয়ম নীতি আচৰিব লাগে। তাৰ কাৰণে ভালেখিনি সময়ৰ প্ৰয়োজন। আনহাতেদি কীৰ্ত্তনঘৰত নামপ্ৰসঙ্গ সোনকালে আৰম্ভ হয়। স্নান কাৰ্য্য কৰি কৃষিকাৰ্য্যলৈ গ'লে কৃষিকাৰ্য্যত বেছি সময় কটাব নোৱাৰে। কাৰণ নাম প্ৰসঙ্গত সকলোৱেই যোগদান কৰিবহি লাগে। তদুপৰি ভকতসকল স্নানান্তে ভোজনবিধি সমাপনে কৃষিকাৰ্য্যলৈ বা আন কাৰ্য্যৰ বাবে বাহিৰলৈ গ'লে পুনৰ স্নান কৰিব লগা হয়। এনেদৰে প্ৰাতঃ কালতে দুবাৰ স্নান কৰিব লগা হ'লে কৃষিকাৰ্য্য আৰু নামপ্ৰসঙ্গ কাৰ্য্য দুয়োটাই আধৰুৱাহে থাকে বাবে প্ৰাতঃস্নান নকৰি কৃষিকাৰ্য্য সমাপনে স্নানবো সমাপন কৰি নাম প্ৰসঙ্গত যোগদান কৰে ধৰ্ম্ম আৰু কৰ্ম্মৰ কাৰণে এনে বিধি কৰি লবলগীয়া হৈছে। অৱশ্যে যি সকলে কৃষি কাৰ্য্যলৈ নেযায় তেওঁলোকে প্ৰাতঃস্নান কৰি ভগৱৎ-কৃত্য কৰি থাকে

আমি পূৰ্ব্বতে উল্লেখ কৰি অহা "শৌচাচাৰ বিধি"ৰ শতকৰা নব্বৈ-ভাগ সত্ৰত পালন হয়। বাকীখিনি অনিবাৰ্য্য কাৰণবশতঃ নানা ব্যস্ততাবশতঃ পালন কৰিব নোৱাৰে। যি কি নহওক আমি থূলমূল ভাবে শৌচাচাৰৰ কিছু-কথা ব্যক্ত কৰা হ'ল। স্নানতো বহু নিয়ম পালন কৰা হয়। স্নানৰ কাৰণে নদী, পুখুৰী, কূপ আৰু কূপনালৰ পানী ব্যৱহাৰ কৰা হয়। শতকৰা আঠা-নব্বৈ ভাগে নদীত আৰু বাকী যিসকল বাৰ্দ্ধক্য বা বেছি দূৰ অতিক্ৰম কৰিব নোৱাৰে, সেইসকলে কূপ বা কূপনালতে স্নান পান আচমন কৰে। পুখুৰীৰ

পানীৰ প্ৰায় ব্যৱহাৰ নাই। বিষ্ণু পুৰাণৰ মতে নদী, নদ, সৰোবৰ আদিৰ জলেই স্নানৰ বাবে প্ৰশস্ত বুলি কৈছে—

নদী নদ তড়াগেষু দেবখাত জলেষু চ।
নিত্য ক্রিয়ার্থং স্নায়ীত গিরিপ্রস্রবণেষু চ।
কূপেষূদ্ধৃত তোয়েন স্নানং কুর্ব্বীত বা ভুবি॥

বিষ্ণুপুৰাণ ৩।১১।২৪

অর্থাৎ—নিত্য ক্রিয়াৰ কাৰণে নদী, নদ, সৰোবৰ দেবখাত কিম্বা পৰ্ব্বত জল-. স্ৰোতত স্নান কৰিব পাৰে। এই বিলাকৰ অভাৱে কূপজল তুলি লৈ বা নিজঘৰলৈ তুলি আনি স্নান কৰিব পাৰে।

বৃহৎ পৰাশৰ স্মৃতিত কৈছে—

স্নানং নদ্যাদিবন্ধেষু সদ্ভিঃ কাৰ্য্যং সদম্বুষু।
কৃত্রিমং তোয়কূপস্থং তোয়ং তন্ত্রস্থ কৃত্রিমম্॥

বৃহৎ পৰাশৰ স্মৃতি ২।১০৪

অর্থাৎ—নদী আদি উৎকৃষ্ট জলাশয়ৰ পবিত্র জলত সজ্জনসকলে স্নান কৰিব। যদি অকৃত্রিম হয়, তেন্তে কূপজলত স্নান কৰিব, কৃত্রিম হলে নকৰিব।

যি কি নহওক সত্ৰত স্নানৰ বাবে নদীজল আৰু পানৰ বাবে কূপ-জল ব্যৱহাৰ কৰা হয়। বহুতেই নদীক মলমূত্ৰ বাহক বুলি অপবিত্র গণ্য কৰে। সেই মৰ্ম্মে স্মৃতিয়ে কয় "নাপোমূত্রপুৰীষাভ্যাং" (বৃহৎ পৰাশৰ স্মৃতি ২/১১০) অর্থাৎ মলমূত্ৰৰ দ্বাৰা স্রোতস্বিনীৰ জল অপবিত্র নহয়। মনু-সংহিতাতো বেগৱতী নদী পবিত্র বুলি কৈছে। স্নান কৰিবৰ কাৰণে নদীৰ পাৰত প্ৰথমে বাওঁ ভৰি তাৰ পিছত সোঁ ভৰি ধুই লৈ জলত নামি জলক বিষ্ণুপদোদ্ভবা বুলি কল্পনা কৰি লব। অৱশ্যে বৃহৎ পৰাশৰ স্মৃতিৰ মতে জলক তীর্থ বুদ্ধি কৰিব নালাগে বুলি কৈছে (অতোন চিন্তয়েৎ তীৰ্থং ব্ৰজেদেব-হ্যচিন্তিতম। বৃহৎ পৰাশৰ স্মৃতি ২/১০৩) কিন্তু মহাপুৰুষৰ প্ৰবচনত পোৱা যায়—

কীৰ্ত্তি নদী সেৱাকৰে কৰ্ণে মহাৰঙ্গে।
গঙ্গাক কৰয় অভিষেক অঙ্গে সঙ্গে॥
এহিমতে দুয়ো তীৰ্থ উপাসি মহন্তে।
বাহিৰে ভিতৰে শুদ্ধি হোৱয় একান্তে॥

মাধৱদেৱ/ভক্তিৰত্নাৱলী

কীৰ্ত্তি নদী হ'ল ভগৱৎ গুণ, যশ, লীলা, চৰিত্ৰ কাণেৰে শুনি (কৰ্ণ পথে ভকতৰ, হিয়াত প্ৰবেশি হৰি, দুৰ্ব্বাসনা হৰে সমস্তয়) অন্তৰ পবিত্ৰ কৰা

অৰ্থাৎ ভাব শুদ্ধি কৰা আৰু জলক ভগৱৎপদোদ্ভৱা গঙ্গাজল বুলি কল্পনা কৰি লৈ দুয়োটাৰে বাহ্যাভ্যন্তৰ শৌচ হোৱা। সজকাম এটি কৰোতে সদ্ভাব এটি মনলৈ আনিবই লাগিব। তেতিয়াহে সকলো কাৰ্য্যই পবিত্ৰ হৈ উঠিব। শঙ্কৰদেৱৰ—

তীৰ্থ বুলি কৰে জলত শুদ্ধি।
প্ৰতিমাত কৰে দেৱতা বুদ্ধি।
বৈষ্ণৱত নাই ঈসৰ মতি
গৰুতো অধম কৃষ্ণ বদতি ॥ (কীৰ্ত্তন)

এই প্ৰবচন এই প্ৰসঙ্গত নাখাটে। ইয়াৰ অৰ্থ অন্যৰূপতহে হয়। বহুতেই স্বাৰ্থজড়িত কাৰণত উক্তপদৰ অপব্যাখ্যা কৰে। আমি ইয়াত উক্ত পদৰ মূলটো বিচাৰি অপ্ৰসঙ্গ হলেও উল্লেখ নকৰি নোৱাৰিলো। ইয়াৰ মূল হ'ল দশমস্কন্ধ ভাগৱত। শ্লোকটো হ'ল এনেদৰে —

যস্যাত্ম বুদ্ধিঃ কুনপে ত্ৰিধাতুকে
স্বধীঃ কলত্ৰাদিষ ভৌমইজ্যধী: ।
যৎ তীৰ্থ বদ্ধিঃ সলিলেন কৰ্হিচিৎ
জনেষ্বৱভিজ্ঞেষু সত্ৰব গোখৰঃ ॥
ভাগৱত ১০/৮৪/১৩

ইয়াৰ পৰিষ্কাৰ ভাঙনি এনেদৰে —

শৰীৰ সৱক মই বোলে চিত্তে।
মমতা কৰে পুত্ৰভাৰ্য্যা বিত্তে ॥
তীৰ্থ বুলি কৰে জলত শুদ্ধি।
প্ৰতিমাত কৰে দেৱতা বুদ্ধি ॥
বৈষ্ণৱত নাই ঈসৰ মতি।
গৰুতো অধম কৃষ্ণ বদতি ॥
শঙ্কৰদেৱ/কীৰ্ত্তন।

ইয়াত জলত তীৰ্থ বুদ্ধি কৰিলে, প্ৰতিমাত দেৱতা বুদ্ধি কৰিলে দোষ হোৱাৰ ইঙ্গিত নাই। দৰাচলতে ইয়াৰ অৰ্থ এনেদৰেহে হ'ব — দেৱতা সকলতকৈয়ো যে ভকত শ্ৰেষ্ঠ ইয়াক প্ৰতিপন্ন কৰিবৰ কাৰণে শ্ৰীকৃষ্ণই এই শ্লোকৰ অৱতাৰণা কৰে। মানুহে শৱতুল্য শৰীৰক আত্মবুদ্ধি কৰে, মৃত তুল্য পুত্ৰ ভাৰ্য্যাদিক মোৰ মোৰ বোলে, মৃত্তিকাদিৰে নিৰ্ম্মিত প্ৰতিমাবোৰক দেৱতা বুদ্ধি কৰে আৰু পানীক তীৰ্থ বুদ্ধি কৰি স্নানাদি কৰে; কিন্তু এই চাৰিবিধ বুদ্ধি ভকত বা মহন্তসকলত নকৰে। সেই সকলেই গৰুতো

অধম। ইয়াকে কৃষ্ণই কৈছে ইত্যাদি। ইয়াত মহন্তজনত আত্মভাৱ কৰিবলৈ, মৃত্যু তুল্য পুত্ৰ ভাৰ্য্যাদিত থকা মমতা মহন্তজনৰ প্ৰতি দেখুৱাবলৈ, তেওঁত তীৰ্থ (পবিত্ৰ) বুদ্ধি কৰিবলৈ আৰু দেৱতাবুদ্ধি কৰিবলৈ ওলোটা ভাগে বুজাবৰ কাৰণেহে এনে চেষ্টা কৰা হৈছে। ইয়াৰ দ্বাৰা ভকতৰ শ্ৰেষ্ঠতা সৰ্ব্বাধিক ৰূপে প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰা হৈছে। মহাপুৰুষ মাধৱদেৱৰ দ্বাৰা অনুদিত ভক্তি ৰত্নাৱলীত সুন্দৰ ভাৱে ইয়াৰ অৰ্থ ফুটি ওলাইছে এনেদৰে —

এতেকে ভকত শ্ৰেষ্ঠ দেৱতাত কৰি।
নাহি সংসাৰত বিষ্ণু ভকতৰ সৰি॥
হেন মহাজনক এৰিয়া মূঢ় নৰে।
শৱতুল্য শৰীৰক আত্মবুদ্ধি কৰে॥
বোলে মোৰ পুত্ৰভাৰ্য্যা অপৰ সৱক।
মানয় দেৱতা বুলি প্ৰতিমাসৱক॥
জলত্ৰ কৰয় তীৰ্থ বুদ্ধি নিৰন্তৰে।
ইটো চাৰি বুদ্ধি মহাজনত নকৰে॥
জানিবা গৰ্দ্দভ সিটো গৰুতো অধম।
মহামন্দ মতি আৰ নাহি তাৰ সম॥ ইত্যাদি।

ভক্তিৰত্নাৱলী/মাধৱদেৱ।

আমাৰ সত্ৰবাসীয়ে নদীজলক বিষ্ণুপদজল বুলি কল্পনা কৰি বাহ্যিক পবিত্ৰ হ'লেও বিষ্ণুভকতত শ্ৰদ্ধা, ভক্তি অটুট ৰাখিছে। যিহেতু কমলাবাৰী সত্ৰই চাৰিবস্তুৰ ভিতৰত ভকতকে প্ৰথম স্থান দিয়ে। আমি পূৰ্ব্বতে সেই সন্দৰ্ভত পৰিষ্কাৰ কৰি দি আহিছো। সকলোবোৰ ভক্তিমূলক শাস্ত্ৰতে প্ৰথমে সাধু সঙ্গ লবলৈ পৰামৰ্শ দিছে। সিও এবিধ শৌচ বুলিও সংহিতা শাস্ত্ৰই কৈছে যেনে —

অভক্ষ্য পৰিহাৰশ্চ সংসৰ্গশ্চাপ্যনিন্দিতৈঃ।
আচাৰেষু ব্যৱস্থানং শৌচমিত্যভিধীয়তে॥

অত্ৰি সংহিতা ৩৫

অৰ্থাৎ :— অভক্ষ ভক্ষন পৰিত্যাগ, সজ্জনৰ সঙ্গ আৰু সদাচাৰ পালন ইয়াকে শৌচ বুলি কয়।

স্নানৰ বেলিকা তেনেকৈ “বিষ্ণু পদজলৰ দ্বাৰা পবিত্ৰ হওঁ” এই বুদ্ধিৰে মূৰৰ চুলি সোলোকাই “নমো নাৰায়ণায়” এই মন্ত্ৰ মাতি পানীত ডুব দিব। প্ৰথমতে পানীৰ ওপৰত থকা মলযুক্ত পানী হাতেৰে আঁতৰাই ল'ব লাগে। তিনিটা ডুবমাৰি ভালকৈ গাটো পৰিষ্কাৰ কৰি লৈ তলত লিখা মন্ত্ৰ কেইটা উচ্চাৰণ কৰি অন্তৰ শুদ্ধি কৰিব —

১) অপবিত্ৰ যিটো আতি, পবিত্ৰ হোৱে বা যদি
সমস্ত অৱস্থা আছে পায়া।
কমল লোচন যিটো সুমৰে তাৰেসে শুদ্ধ
বাহিৰে ভিতৰে হোৱে কায়া ॥

২) নাৰায়ণ নাম নৰ সমস্তৰ
প্ৰসিদ্ধ চৌৰ বিশেষ।
অনাদি জন্মৰ সঞ্চিত পাতক
স্মৰণে হৰে নিঃশেষ ॥

৩) চাৰিও বেদৰ চাৰি অক্ষৰ সাৰ কাটি আনি ব্ৰহ্মাদেৱে
বেকত কৰিয়া থৈলা নাৰায়ণ বাণী।
সেহি নাৰায়ণ নাম লৈয়া শুদ্ধ কৰো আমি চিত্ত কায়া
হৰি সন্তোষৰ কাৰণ আন নজানি ॥

এই মন্ত্ৰ মাতি অৱসানে তিনি চলু পানী মুখত আৰু তিনি চলু পানী মুখত লৈ হৰি পদজলেৰে বাহ্যাভ্যন্তৰ পবিত্ৰ কৰিলো বুলি মনতে ভাবি পাৰলৈ উঠি ভালকৈ তিয়নি চেপি লৈ তিনি থানলৈ সেৱা কৰি নানা গীত পদ গায় হাত ধুই আহিব লাগে। ৰাতি বা সন্ধ্যা কালত স্নান হ'লে দেৱ ভট্টিমা আৰু গুৰু ভট্টিমা আদি গাব লাগে। লগত গামোচা নিব। নিজে পিন্ধা তিয়নি চুৰিয়াৰে গা টুকিব নেপায়। আৰু সত্ৰত তেনেকুৱা নিয়মো নাই। তেনে কৰিলে দোষো আছে। সেই সন্দৰ্ভত বাধুল স্মৃতিয়ে কয়—

স্নান বস্ত্ৰেণ যঃ কুৰ্য্যাৎ দেহস্য পৰিমাৰ্জ্জনম্।
শুনালীঢ়ং ভবেৎ গাত্ৰং পুনঃ স্নানেন শুধ্যতি ॥

বাধুল স্মৃতি–৭১

অৰ্থাৎ—

জলে স্নান কৰি অৱসানে যিটোজন।
পৰিহিত বস্ত্ৰে কৰে শৰীৰ মাৰ্জ্জন ॥
কুকুৰে স্পৰ্শিলে পুনু স্নান যেনে মত।
সিমতে পবিত্ৰ হ'ব স্নানিয়া জলত ॥

( অনুবাদ—আমাৰ নিজা )

এনেকৈ আহি নিজ ঠাই পোৱাৰ পিছত ধুতি পিন্ধিব। কমলাবাৰী সত্ৰবাসী ভকতে সোঁফালে পোন্ধ মাৰে আৰু বাওঁফালে খোৰ মাৰে। তিয়নি

চুৰিয়া চেপি মেলি দি হাত-ভৰি ধুই মুখ আচুৰিব। বহাৰ ভিতৰত মুখ আচোৰা নিষিদ্ধ। কাৰণ বহাৰ ভিতৰত চুলি পৰিলে সেই চুলি যদি খাদ্য দ্ৰব্য যেনে চাউল, মাছ, শাক, পাচলি আদিত মিহলি হয়গৈ, তেন্তে অজ্ঞাতসাৰে সেই চুলি পাকক্ৰিয়াত নিষ্পন্ন হৈ মানুহৰ উদৰস্থ হ'ব পাৰে। খাদ্য অন্ন পৰিপাক হলেও চুলি পৰিপাক নহয়। গতিকে সেই চুলি উদৰ নাড়িত মেৰ খাই পৰে। পৰিণামে উদৰ ৰোগ হোৱাৰ সম্ভাৱনা। সেইবাবে ভিতৰত মুখ আচোৰা নিষিদ্ধ। খাওঁতে চুলি পালে সেই অন্ন দুষিত হোৱাৰ উপৰিও পাগপাত্ৰ মাৰ যোৱাৰ নিয়ম এটিও আছে। কিন্তু এতিয়া খাদ্যাভাৱৰ দিনত কিছু এবাধৰা নীতিও চলিছে। কাঁহৰ লোটাৰে ভৰি ধোৱাও নিষিদ্ধ। পিতলৰ লোটাৰ পানীৰেহে ভৰি ধুব লাগে। কাঁহৰ পাত্ৰ পবিত্ৰ কাৰণেই ভকতসকলে ভৰিধোৱা লোটা হিচাবে ব্যৱহাৰ নকৰে। খোৱা পানীৰ পাত্ৰ কৰাহে নিয়ম।

কাঁহৰ পাত্ৰ (লোটা) ভৰিধোৱা কাৰ্য্যত ব্যৱহাৰ কৰা নিষিদ্ধ সম্পৰ্কে বৃহৎ পৰাশৰ স্মৃতিয়ে কয় –

বৰ্জ্জয়েৎ ধাৱনং চৈব পাদয়োঃ কাংস্যভাজনে।
পৈশুন্যং মৰ্ম্মভেদঞ্চ ন বদেন্ ম্লেচ্ছ ভাষিতম্ ॥

বৃহৎ পৰাশৰ স্মৃতি ৬/২৭৪

অৰ্থাৎ – কাঁহৰ পাত্ৰত পদযুগল প্ৰক্ষালন আৰু খলতাবৰ্জ্জন কৰিব লাগে।

মৰ্ম্ম বিদাৰক আৰু ম্লেচ্ছ ভাষা ক'ব নেলাগে।

ভৰিধোৱা কাৰ্য্য পিতলৰ লোটাৰে কৰাহে উচিত। কাঁহৰ পাত্ৰ অৰ্থাৎ লোটা ভগৱৎ কাৰ্য্যৰ বাবেহে প্ৰযোজ্য। অৱশ্যে ভগৱৎ কাৰ্য্যৰ কাৰণে পিতলৰ শৰাইহে ব্যৱহাৰ কৰা হয়। কাঁহৰ শৰাই ব্যৱহাৰ প্ৰায়েই নাই। কাৰ্য্যভেদে পাত্ৰৰো ভেদ থকা দেখা যায়। ইয়াত বিজ্ঞান সম্মত কথা নিশ্চয় আছে।

তিয়নি চেপা পানী ভৰিত পেলোৱা আৰু তিয়নিৰে মুখ মোচা আদি কাৰ্য্য কৰাও নিষিদ্ধ। কাৰণ তিয়নি চুৰিয়াত প্ৰস্ৰাৱ, বাহ্যমল (শৌচ) আৰু শৰীৰৰ বিষাক্ত মল লাগি থাকে। তাৰে মুখ মুচিলে সত্ৰীয়া সদাচাৰমতে অঘোন দিব লাগে। এইখিনিও বিজ্ঞানসম্মত কথা। স্নান অৱসানে ভৰি ধুই, মুখ আচুৰি, চুৰিয়াখন ভালকৈ পিন্ধিব লাগে। সেই সময়ত চোলা আদি ব্যৱহাৰ কৰাও নিষেধ। অন্ন ভোজন (ভাত) কৰাৰ পিছতহে ডেকাসকলে চোলা পিন্ধে। বৃদ্ধসকলে প্ৰায়েই চোলা ব্যৱহাৰ নকৰে।

ত্ৰৈলোক্য মোহন পঞ্চৰাত্ৰ পুথিমতে সদায় শুক্লবস্ত্ৰ ধাৰণ কৰা উচিৎ। নানা ৰঙৰ বস্ত্ৰ পৰিধান অবিধেয়। হৰি ভক্তি বিলাস গ্ৰন্থমতে দেৱকাৰ্য্যৰ

খাবে চিম বস্ত্ৰ, অৰ্দ্ধদগ্ধ বস্ত্ৰ আৰু অন্য পৰিহিত বস্ত্ৰ ধাৰণ কৰিব নেলাগে। মলিয়ন বস্ত্ৰ কাকবিষ্ঠা তুল্য। ধোৱাই থোৱা বস্ত্ৰও অশুচি। পাট, মুগা, এড়িয়া কাপোৰ পবিত্ৰ। উৰ্ণী বস্ত্ৰ সদা পবিত্ৰ। সেই সম্বন্ধে শাস্ত্ৰান্তৰত কৈছে

আৱিকং তু সদা বস্ত্ৰং পবিত্ৰং ৰাজসত্তম।

পিতৃদেৱ মনুষ্যানাং ক্ৰিয়ানাং চ প্ৰশস্যতে॥

অৰ্থাৎ—উৰ্ণী বস্ত্ৰ সদায় পবিত্ৰ তথা দেৱ, পিতৃ আৰু মনুষ্যৰ ধৰ্ম্মানুষ্ঠানত প্ৰশস্ত হয়।

পাত্ৰ সংস্কাৰ আৰু বস্ত্ৰ সংস্কাৰকৰণতো সত্ৰীয়াৰ বহু নিয়ম নীতি আছে। পাত্ৰ সংস্কাৰ কৰিবলৈ হ'লে কাঁহৰ পাত্ৰ ভস্মেৰে অৰ্থাৎ ছাঁইৰে আৰু পিতলৰ পাত্ৰ টেঁঙাৰে সংস্কাৰ কৰা হয়। সত্ৰৰ সকলোৱে কাঁহৰ পাত্ৰহে ব্যৱহাৰ কৰে। পিতলৰ পাত্ৰ প্ৰায় কম। মাত্ৰ পদ প্ৰক্ষালনৰ বাবে পিতলৰ লোটা আৰু দুখীয়াসকলৰ বাবে কাঁহৰ পাত্ৰ দুষ্পাপ্য কাৰণে পিতলৰ লোটা ব্যৱহাৰ কৰে। যাৰ পিতলৰ লোটা নাই তেওঁ অৱিধি হলেও কাঁহৰ লোটাকে লয়। কাঁহি, বাটি, লোটা, কলহ আদি ভোজনৰ আৰু জল পাত্ৰৰ বাবে প্ৰযোজ্য। কাঁহি তিনি প্ৰকাৰৰ—সাধাৰণ কাঁহি, বেৰা-কাঁহি, অৰু বান-কাঁহি। বাটি দুবিধ—পাতি-বাটি আৰু বান বাটি লোটাও দুবিধ— সাধাৰণ লোটা আৰু দগ্‌দগি লোটা। কলহৰ শ্ৰেণী বিভাগ নাই। আমি "ভোজন বিধি" প্ৰকৰণত এইবোৰৰ ব্যৱহাৰ বিধি সম্পৰ্কে বহলাই লিখিম।

সত্ৰীয়া নীতি নিয়ম অৰ্থাৎ সজ (ধুতি) আৰু ফুৰা (বিধুতি) দুটা নিয়ম থাকিলেও তাৰে বহুতো ভাগ আছে। সজ বুলি কওঁতে পুৱাস্নানান্তে পাগপাত্ৰ কৰা কাৰ্য্যৰ অন্য কাৰ্য্যৰ সজৰ ব্যৱধান আছে। যি জনাই পাগপাত্ৰ কৰে তেওঁ কাকো স্পৰ্শ নকৰে। খোৱাসকলেও পৰিষ্কাৰ ৰূপে ধুতি-নীতি মানি চলিব লাগে। সেই সম্পৰ্কেও "ভোজন বিধি"ত প্ৰকাশ কৰা হ'ব। এতিয়া কথা হ'ল উক্ত ধুতি হবলৈ হলে বস্ত্ৰসংস্কাৰ কৰা নিতান্ত প্ৰয়োজন। বস্ত্ৰ সংস্কাৰ সম্প্ৰতি দুই প্ৰকাৰৰ হৈছে—এক-খাৰ দি গৰম পানীত কানি কাপোৰ সিজোৱা, দুই—অধুনাকালত ব্যৱহাৰ চাবোনেৰে কানি কাপোৰ সংস্কাৰ কৰা। আগৰ কালত কল গছৰ পাত, ঠাৰি, ধানখেৰ আদি পুৰি ছাঁই কৰি জাহ দি সেই পানীৰে কাপোৰ সিজাই বস্ত্ৰ সংস্কাৰ কৰিছিল। আজি-কালি বজাৰত খাৰ আৰু চাবোন ওলাল। গতিকে সত্ৰত দুই প্ৰকাৰে বস্ত্ৰ সংস্কাৰ কৰা হয়। কানি কাপোৰ সিদ্ধ কৰিলে সিদ্ধ কৰোতাজন অপবিত্ৰ হয়। কাৰণ কাপোৰত মানুহৰ তেজ পুঁজ, প্ৰস্ৰাৱ, আদি লাগি থাকে। সেইবোৰ সিদ্ধ কৰাৰ লগে লগে অপবিত্ৰ হ'ব। সেই কাৰণে বস্ত্ৰসংস্কাৰ কৰোঁতাসকল গৃহ

অভ্যন্তৰ প্ৰবেশ নিষেধ। বিপৰীতে পাগ পাত্ৰ মাৰ যাব। সংস্কাৰ কৰোঁতাজনে মুখত গামোচা বান্ধি লব লাগে, নতুবা নঘোন দিব লগা হয়। কাৰণ উক্ত অপবিত্ৰ কানি-কাপোৰৰ পানী মুখত পৰা মানেই তেজ পূঁজ আদি খোৱা, সেই বাবেই এই নিয়ম। বস্ত্ৰ সংস্কাৰকৰণতো বাৰ তিথি আদি বিচাৰ আছে। যি কোনো সময়তে বস্ত্ৰ সংস্কাৰ কৰা নিষিদ্ধ। নৈমিত্তিক পৰ্ব্ব যেনে শঙ্কৰদেৱ, মাধৱদেৱ, বদলাআতাৰ তিথিত, বিহু উৎসৱত, ৰাসোৎসৱত, ফলগুৎসৱত, আতাসকলৰ তিথিত, একাদশী, আঁউসী, সংক্ৰান্তি, পূৰ্ণিমা, ষষ্ঠী, দ্বাদশী তিথিত, শ্ৰাদ্ধৰ দিবসত, শনিবাৰ, মঙ্গলবাৰ আদিত বস্ত্ৰ সংস্কাৰ নিষিদ্ধ। স্মৃতি শাস্ত্ৰত পোৱা যায় —

মন্দমঙ্গলষষ্ঠে চ দ্বাদশ্যাং শ্ৰাদ্ধবাসৰে।
ক্ষাৰেণ বস্ত্ৰ সংযোগাৎ দহতি সপ্তমংকুলম ॥

অৰ্থাৎ—শনিবাৰ, মঙ্গলবাৰ, ষষ্ঠী তিথি, দ্বাদশী তিথি, শ্ৰাদ্ধৰ দিনত খাৰেৰে বস্ত্ৰ নিকালে সপ্তম কুল পৰ্য্যন্ত দগ্ধ হয়।

তেনেকৈ দাড়ি মূৰ খুৰোৱা কাৰ্য্যতো সত্ৰীয়া নিয়ম আছে। ক্ষৌৰ আদি কৰ্ম্মও পূৰ্ব্বোক্ত বাৰ তিথি আদি মানি চলাৰ উপৰিও অতিৰিক্ত গোটাচেৰেক বিধিও আছে। ক্ষৌৰ কাৰ্য্য মানে দাড়ি,নখ, আদি কটা কাৰ্য্যক বুজায়। ক্ষৌৰ কাৰ্য্য সমাপন কৰিবলৈ হলে ওপৰৰ বাৰ তিথি মানি চলাৰ উপৰিও বুধবাৰ আৰু সোমবাৰৰ বাদে বাকী কেইটা বাৰত কৰিব নেপায়। নিজৰ জন্ম বাৰত নেপায়। সপ্তাহত এদিনকৈ ক্ষৌৰ কাৰ্য্য কৰা হয়। অনিবাৰ্য্য কাৰণবশতঃ আৰু যিকোনো উৎসৱৰ আগদিনা যিকোনো বাৰ আৰু তিথিত ক্ষৌৰ কাৰ্য্য কৰিলে দোষ নাই। তেনেকৈ বস্ত্ৰ সংস্কাৰকৰণতো। ষষ্ঠী আৰু দ্বাদশী তিথিত ক্ষৌৰ কাৰ্য্য কৰিব পাৰে। একাদশী, আঁউসী, পূৰ্ণিমা তিথিতহে নেপায়। বাকী বিলাকত পাৰে। ক্ষৌৰ কাৰ্য্য ঘৰৰ ভিতৰত কৰিব নালাগে। সত্ৰীয়া সদাচাৰতো তেনেদৰেই দাড়ি, নখ, আদি ভিতৰত পৰিলে চাউল, মাহ আদি খাদ্য দ্ৰব্যৰ লগত মিহলি হৈ পাক ক্ৰিয়াত পৰি মানুহৰ উদৰস্থ হ'ব পাৰে। তাৰ পৰা নানা ৰোগ হোৱাৰ সম্ভাৱনা। নখ বিলাকে উদৰৰ নাড়ীত মেৰাই ধৰি ঘা লগাব পাৰে। তেতিয়া শৈল চিকিৎসা পৰ্য্যন্ত হবগৈ। সেইবাবে ক্ষৌৰ কাৰ্য্য ঘৰৰ বাহিৰত কৰিব লাগে। আৰু সেইবিলাক হাতেৰে তুলি নি অন্য ঠাইত পেলাই দিব লাগে। প্ৰতিদিনে ক্ষৌৰ কাৰ্য্য (দাড়ি খুৰালে) কৰিলে চকুৰ কাৰণে বেয়া। 'সেইবাবে সন্যাসীয়ে দাড়ি ৰাখে।

(ক—৬)- পূজা বিধি (গুৰুসেৱা বিধি) ঃ

স্নান বিধি সমাপন কৰি গাত কাপোৰ আৰু গামোচা লৈ ঈশ্বৰ সেৱা পূজা কৰিবৰ কাৰণে প্ৰস্তুত হ'ব লাগে। একমাত্ৰ বস্ত্ৰেৰে দেবাৰ্চ্চন কৰাটো দোষণীয় বুলি শাস্ত্ৰই কৈছে যেনে "একবস্ত্ৰো ন ভুঞ্জীত ন কুৰ্য্যাৎ দেৱতাৰ্চ্চনম" অৰ্থাৎ এখন বস্ত্ৰেৰে ভোজন আৰু দেৱতাৰ্চ্চন কৰিব নালাগে বিষ্ণু পুৰাণত কৈছে—

হোমদেবৰ্চ্চানাদ্যাসু ক্ৰিয়াস্বাচমনে তথা।
নৈক বস্ত্ৰঃ প্ৰবৰ্ত্তেত দ্বিবজ ৰাচনিকে জপে ॥

বিষ্ণুপুৰাণ ৩/১২/২০

অৰ্থাৎ — হোম, দেবপূজা আদি ক্ৰিয়া, আচমন, পুণ্যাহবাচন আৰু জপ কাৰ্য্যত এক বস্ত্ৰ হৈ প্ৰবৃত্ত হোৱাটো কৰ্ত্তব্য নহয়।

অগ্নিপুৰাণত "জপ" শব্দৰ অৰ্থ এনেদৰে কৰিছে —

জকাৰো জন্ম বিচ্ছেদঃ পকাৰঃ পাপনাশনঃ।
তস্মাৎ জপ ইতি প্ৰোক্তঃ জন্ম পাপ বিনাশকঃ ॥

অগ্নিপুৰাণম্ ঃ

অৰ্থাৎ — "জ" শব্দই জন্ম বিচ্ছেদ কৰে অৰ্থাৎ পুণৰ্জ্জন্মত বাধা দিয়ে আৰু "প" শব্দই জন্মৰ সমস্ত পাপ নাশ কৰে। সেই হেতু তাকে 'জপ' বুলি কয় যি জন্মৰ পাপ বিনাশ কৰে ॥

স্নানান্তে ভগৱৎ অৰ্চ্চন বা জপ কৰাটো সৰ্ব্বশাস্ত্ৰ সম্মত। জপ কৰিলে চিত্ত শুদ্ধ হয়। জপ কাৰ্য্যত ভগৱৎ নাম মন্ত্ৰোচাৰণ কৰা হয় যি মন্ত্ৰ "মননাৎ ত্ৰায়তে যস্মাৎ তস্মাৎ মন্ত্ৰ উদাহৃতঃ" অৰ্থাৎ— যি মননৰ দ্বাৰা পৰিত্ৰাণ হয় তাকে মন্ত্ৰ বুলি কয় বা যাৰ পৰা মনন চিন্তন আৰু ধ্যানৰ দ্বাৰা দুখ দুৰ্গতিৰ পৰা নিবৃত্তি লাভ কৰি পৰমানন্দ সুখ প্ৰাপ্তি হয়, সেয়েহে মন্ত্ৰ। হৰিনাম জপ কীৰ্ত্তন আদি বাক্ ইন্দ্ৰিয়ৰ কাম। বাক্ ইন্দ্ৰিয় প্ৰাণৰ দ্বাৰা সঞ্চালন হয়। প্ৰাণ আৰু বাক্য দুয়ো একত্ৰে সংযোগ হোৱাৰ কাৰণে নাম জপ কৰিলে শাৰীৰিক আৰু মানসিক উভয়ৰ পৰাই লাভ হয়। নাম জপৰ দ্বাৰা বহিৰ্ম্মুখী জীৱক অন্তৰ্ম্মুখী কৰে। ৰাজসিক আৰু তামসিক বৃত্তি লোপ হৈ মানুহ সাত্ত্বিক ভাবাপন্ন হৈ পৰে। বৈশম্পায়ন সংহিতাত কৈছে—

সৰ্ব্বধৰ্ম্ম বহিৰ্ভূত সৰ্ব্বপাপৰতস্তথা।
মুচ্যতে নাত্র সন্দেহো বিষ্ণুনামানুকীৰ্ত্তনাৎ ॥

বৈশাম্পায়ন সংহিতা।

অৰ্থাৎ-- সৰ্ব্বধৰ্ম্ম বহিৰ্ভূত আৰু সৰ্ব্বপাপৰত পুৰুষেও যদি হৰিনাম কীৰ্ত্তন কৰে, তেওঁ সকলো পাপৰ পৰা মুক্ত হয়। ইয়াত কোনো সন্দেহ নাই।

মহাপুৰুষ দুজনা গুৰুৰ বাণী সমূহতো নাম জপ অৰ্থাৎ নাম কীৰ্ত্তন কৰিলে কি হয় আৰু তাৰ মহিমা আদিৰ কথা পৰিষ্কাৰ ৰূপত পোৱা যায়। বাহুল্যৰ ভয়ত দিয়া নহ'ল। এটা কথা ঠিক যে ভগৱানৰ যিমান-বোৰ-নাম আছে, তাৰ প্ৰতিটোৰে মহতী শক্তি বিদ্যমান। বেলেগ বেলেগ নামৰ বেলেগ বেলেগ ক্ৰিয়া হয় আৰু মানুহৰ বিভিন্ন অসুবিধা বিলাক সেই সেই নাম সমূহে দূৰ কৰি পৰমানন্দ লাভ কৰাত সহায় কৰে। মহাপুৰুষে লিখিছে—

একনামে যতপাপ সংহৰিতে পাৰে।
পাতকী ততেক পাপ কৰিতে নপাৰে ॥

মাধৱদেৱ/নামঘোষা

ভগৱানৰ সমস্ত নামৰ মহিমা ক্ষুদ্ৰ গ্ৰন্থত লিখাটো সম্ভৱপৰ নহয়। তাৰ কাৰণে এখন পৃথক গ্ৰন্থৰ প্ৰয়োজন আছে।

ভগৱৎ পূজাৰ্চ্চনা নকৰাকৈ ভোজন কৰা দোষণীয়। কমলাবাৰী সত্ৰত স্নানান্তে পূজন আৰু পূজানান্তে ভোজন ধৰাবন্ধা নিয়মৰ ভিতৰত পৰে। বিনাপূজনে যে অপৰাধ সেই মৰ্ম্মে বিষ্ণুধৰ্ম্মোত্তৰে কয় এনেদৰে—

এককালং দ্বিকালং বা ত্ৰিকালং পূজয়েৎ হৰিম্।
অপূজ্য ভোজনং কুৰ্ব্বন্নৰকানি ব্ৰজেন্নৰঃ ॥

বিষ্ণুধৰ্ম্মোত্তৰ পুৰাণ।

অৰ্থাৎ—প্ৰাতঃ মধ্যাহ্ন আৰু সন্ধ্যা এই ত্ৰিকালত হৰি পূজা কৰা উচিত। যি মানুহে হৰি পূজা নকৰাকৈ ভোজন কৰে, সি নৰকলৈ যায়।

আমি পূৰ্ব্বতো এই সম্পৰ্কে কিছু উদ্ধৃতি দি আহিছোঁ।

বিষ্ণুপুৰাণৰ—

অস্নাতাশী মলং ভুঙ্‌ক্তে অজপী পূয় শোণিতম্।
অসংস্কৃতান্ন ভুঙ্‌মূত্ৰং বালাদি প্ৰথমং শকৃৎ ।।

বিষ্ণু পুৰাণ

উক্ত প্ৰবচনেও জপ নকৰাকৈ খাদ্য গ্ৰহণ কৰিলে তেজ, পুঁজ খোৱাৰ তুল্য বুলি কৈছে—ইত্যাদি। বহুতো ধৰ্ম্ম গ্ৰন্থত সেই সম্বন্ধে প্ৰামাণ্য আছে।

যি কি নহওক স্নানান্তে তথা প্ৰাক্ ভোজনতে যে ভগৱদৰ্চ্চনা কৰি ল'ব লাগে সেই কথা শাস্ত্ৰীয় নিয়মৰ ভিত্তিৰত্ত।

ভগৱৎ পূজাৰ আগতে কিছুমান নীতি পালন কৰি ল'ব লাগে। বিশেষকৈ জীৱাত্মাক পৰমাত্মাত অৰ্পণ আৰু শৰীৰ পবিত্ৰ কৰি লোৱা উচিত। প্ৰথমে বন্তি প্ৰজ্বলন কৰি, কণ্ঠ পাৰি, তিনিখনীয়া বস্ত্ৰ লৈ বহিব লাগে। ভাগৱতৰ মতে পূৰ্ব্বাভিমুখ বা উত্তৰাভিমুখে ভগৱদাৰাধনা কৰিব লাগে। যেনে

শুচিঃ সম্ভৃতসম্ভাৰঃ প্ৰাগ্‌দৰ্ভৈঃ কল্পিতাসনঃ।
অসীনঃ প্ৰগুদগ্ বাৰ্চ্চেদৰ্চ্চায়ামথ সম্মুখঃ॥

ভাগৱত ১১/২৭/১৯

অৰ্থাৎ — ভগৱৎ আৰাধনাৰ কাৰণে উপবেশন কৰাৰ পূৰ্ব্বে পূজাদ্ৰব্য সংগ্ৰহ কৰি নিজৰ ওচৰত প্ৰস্তুত কৰিব লাগে। নিজে স্নানাদিৰে পবিত্ৰ হৈ পূৰ্ব্বাভিমুখী বা উত্তৰাভিমুখী হৈ অৰ্চ্চিত ইষ্ট দেৱক নিজৰ সন্মুখত ৰাখি আসনত উপবেশন কৰিব আৰু ভগৱৎ আৰাধনা আৰম্ভ কৰিব।

উপবেশনৰ বাবে আসন সত্ৰীয়া ছিচাৰত কঠেই প্ৰচলিত। কঠৰ উৎপত্তি আৰু প্ৰয়োগবিধি সম্দৰ্ভত আমি প্ৰথম খণ্ডতে প্ৰকাশ কৰি আহিছোঁ। ভগৱৎ আৰাধনা বা সত্ৰীয়া ভাষাত গুৰুসেৱা কৰাৰ আগে আগে কঠত উপবেশন কৰি লৈ নিজক ৰক্ষাবন্ধন কৰি ল'ব লাগে। সেই ৰক্ষাবন্ধন হ'ল প্ৰত্যেক অঙ্গ প্ৰত্যঙ্গত ভগৱানৰ নাম স্মৰণ কৰি নিবেদিত চন্দনৰ তিলক ধাৰণ কৰি লব। ইয়াৰ দ্বাৰা শৰীৰো পবিত্ৰ কৰা হয় আৰু ৰক্ষাবন্ধনো হয়। ক্ষত্ৰিয় বীৰ সকলে যুদ্ধ যাত্ৰা কৰাৰ আগমুহূৰ্ত্তত ৰক্ষা কৱচ পিন্ধিহে যুদ্ধলৈ যায়। সেইদৰে আমি ভগৱানক সাক্ষাত কৰিবৰ কাৰণে নিজে পবিত্ৰ হৈ চন্দনাদিৰে নামৰ ৰক্ষাকৱচ পিন্ধি লোৱা উচিত। চন্দনৰ গুণাগুণ সম্পৰ্কেও আগতে কোৱা হৈছে। চন্দনৰ তিলক ধাৰণ কৰাৰ লগে লগে ভগৱন্নামৰ দ্বাৰা শৰীৰত ভাৰৰণ দিব লাগে যেন —

ললাটে কেশৱ কণ্ঠে শ্ৰীপুৰুষোত্তম।
গোবিন্দ দক্ষিণ পাৰ্শ্বে বামে ত্ৰিবিক্ৰম॥
হৃদয়ত মাধৱ নাভিত নাৰায়ণ।
মূৰ্দ্ধে বিষ্ণু কৰ্ণে জানা শ্ৰীমধুসূদন॥
পৃষ্ঠে পদ্ম নাভ ভ্ৰূৰমধ্যে হৃষীকেশ।
বাহুমূলে বাসুদেৱ নাম সুবিশেষ॥

তথা বাম বাহুত স্মৰিবে দামোদৰ।
এহিক্ৰমে তিলক ধৰিব ভক্ত নৰ ॥

শুক্ল সেৱা বা ভগৱদৰ্চ্চনা কৰোতে চুলিমেলি ৰাখিব নেপায়। মুক্ত কেশৰে গমন, ভোজন, শয়ণ, পুজন আদি কাৰ্য্য কৰা দোষণীয় সেই সম্পৰ্কে স্মৃতিয়ে কয় —

আসনে শয়নে দানে গমনে হৰি পুজনে।
যদিস্যাৎ কেশমুক্তশ্চ ব্ৰহ্মহত্যা পদে পদে ॥

অৰ্থাৎ— উপবেশনত, শয়নত, দানকৰণত, গমন কালত, হৰি পুজনত কেশ মুক্ত হৈ থাকিলে প্ৰতি পদে পদে ব্ৰহ্মাহত্যা পাপত লিপ্ত হয়।

সত্ৰৰ ভকতৰ চুলি দীঘল থাকে আৰু খোপা বান্ধে। চুলি ৰখাৰ কাৰণো বহুত। পুৰ্ব্ব কালত ঋষি মুনিসকলৰ আৰু ৰজা সকলৰ চুলি থকা কথা শাস্ত্ৰাদিৰ পৰা প্ৰমাণ পোৱা যায়। মুনি সকলৰ কথা বাদ দিও ৰজা সকলৰ ভিতৰত কংস ৰজাৰে চুলি থকা প্ৰমাণ ভাগৱতে দিছে। শঙ্কৰ গুৰুৱে লিখিছে —

জগতৰ ভৰত মৰিল কংসৰাই।
চুলি ধৰি সমজ্যাত ফুৰাইলা ঘষাই ।

কীৰ্ত্তন ॥

বিষ্ণুপুৰাণত আছে—

কেশেষ্বাকৃষ্য বিগলৎ কিৰীটিনবনীতলে ।
কংসং স পাতয়ামাস তস্যোপৰি পপাত চ ॥

বিষ্ণুপুৰাণ ৫/২০/৭৩

শঙ্কৰদেৱৰ সোৱাদ লগা ভাষাৰে—

কেশত ধৰি তাৰ ঘণ্টা লাৰি।
পাৰিয়া ওপৰে পৰিলা হৰি।

—কীৰ্ত্তন।

শাস্ত্ৰীয় যুক্তিৰে তথা অকাট্য প্ৰমাণেৰে সকলো জনসাধাৰণৰ চুলি থকা আৱশ্যক। যি সকল বৈষ্ণৱ হ'ব খোজে তেওলোকে চুলি ৰাখিব লগাটো বিশেষ প্ৰয়োজন। তিনিটা কাৰণত চুলি ৰক্ষণ অপৰিহাৰ্য্য বুলি ধৰা হয়। প্ৰথম চুলিৰ দ্বাৰা বৈষ্ণৱত্ব প্ৰমাণ স্পষ্ট হয় আৰু ই বৈষ্ণৱৰ ধ্বজা স্বৰূপ। দ্বিতীয়তে ভগৱৎ নিবেদিত পুষ্পাচ্ছিষ্ট নিৰ্ম্মালি গ্ৰহণ কৰিবলৈ হলে চুলিত অৰ্থাৎ খোপাত ধাৰণ কৰিব লাগে। আজিকালি বহুতৰে যি সকলৰ চুলি নাই অৰ্থাৎ খোপা নাই, সেইসকলে কাণত নিৰ্ম্মালি ধাৰণ কৰে। পাদোদক

নিৰ্ম্মাল্য মস্তকতহে ধাৰণ কৰা উচিত। কৰ্ণত কেতিয়াও মুৰত নলয়, হাততহে পিন্ধে। তৃতীয়তে—শিৱৰ ব্ৰহ্মৰন্ধ্ৰ ওপৰৰ সহস্ৰদল কমলত অমৃতৰূপী ব্ৰহ্মৰ-স্থান। বিধিপূৰ্ব্বক অনুষ্ঠিত পূজা অৰ্চ্চা বা নামকীৰ্ত্তনৰ দ্বাৰা সমুৎপন্ন অমৃততত্ত্ব অতিক্ৰান্ত বায়ু বেগেৰে সহস্ৰদল কৰ্ণিকাত প্ৰৱেশ কৰে। উক্ত অমৃত-তত্ত্ব শিৰৰ পৰা বাহিৰ কৰি ওপৰৰ ফালে নিজৰ কেন্দ্ৰস্থান সহস্ৰ ৰশ্মি সূৰ্য্যত লীন হবলৈ চেষ্টা কৰে; কিন্তু চুলি থকাৰ কাৰণে অৰ্থাৎ শিখা বান্ধি থোৱাৰ ফলত সেই অমৃততত্ত্ব আতৰি যাব নোৱাৰে, তাতেই থাকে। যদি পূজাসেৱা কৰোতে চুলি বা শিখা মুক্ত হৈ থাকে, তেন্তে উক্ত অমৃততত্ত্ব শিখাৰ পৰা বাহিৰ হৈ পৃথিৱীত প্ৰবিষ্ট হৈ যায়। তেতিয়া সেৱাপূজা কৰাৰ সকলো সৎকাৰ্য্য বিফল হয়। সেই কাৰণেই ধৰ্ম্মশাস্ত্ৰ সমূহে কয়—

স্নানে দানে জপে হোমে সন্ধ্যায়াং দেৱতাৰ্চ্চনে।
শিখাগ্ৰন্থিং সদা কুৰ্য্যাদিত্যেতন্মনুৰব্ৰবীৎ ॥

অৰ্থাৎ—স্নান, দান, জপ, হোম, সন্ধ্যা, দেৱতাৰ্চ্চন কালত শিখা বন্ধা উচিত। মনু আদি ঋষিসকলে ইয়াকে কয়।

হিন্দুজাতিৰ প্ৰমুখ ষোল সংস্কাৰৰ ভিতৰত "চূড়াকৰণো" এটি বিশেষ সংস্কাৰ। এই সংস্কাৰত আৰ্য্য জাতিৰ প্ৰতীক অথবা মুখ্য জাতীয় চিহ্ন "শিখা বন্ধন" বা চুলি ৰখা বিধান আছে। চুলি ৰখাৰ কাৰণে আয়ু, তেজ, বল, ওজ: আৰু পুৰুষাৰ্থ প্ৰাপ্তি হয়। অমৰ কোষতো "শিখা চূড়া শিখণ্ডস্তু পিচ্ছবৰ্হে নপুংসকে" বুলি এটি প্ৰবচন পোৱা যায়। অমৰ কোষৰ প্ৰমাণৰ দ্বাৰা "চূড়া" শব্দৰ দ্বাৰা শিখাকে অৰ্থৰূপত গৃহীত হৈছে। পাৰস্কৰ, আশ্বলা-য়ণ, বৈখানস, বৌধায়ন, অগ্নিবেশ্য, আপস্তম্ব, জৈমিনীয় আদি স্মাৰ্ত্ত সূত্ৰ গ্ৰন্থত চূড়া কৰ্ম্মৰ অন্তৰ্গত শিখাৰখাৰ স্পষ্ট বিধান পোৱা যায়। ভাগৱত পুৰাণ আদিত ভগৱান কৃষ্ণৰ চূড়া বা শিখা থকাৰ প্ৰমাণ আছে। মহাপুৰুষ মাধৱদেৱে বালকৃষ্ণৰ ৰূপ বৰ্ণনা প্ৰসঙ্গত বৰগীতত কৈছে—

সুন্দৰ কেশ সুবেশ ভালি বনিয়ে
শোভে কুসুম অপাৰা।
প্ৰফুল্লিত যৈচে নীলগিৰি শিখৰ
পেখি মন মোহিত হামাৰা ॥ বৰগীত ৮৪

পুনশ্চ কৰিয়া সুবেশ বান্ধি আছা কেশ
টালনি কৰিয়া জুড়া।
চৌদিশতি বেঢ়িয়া মণি মুকুতাৰ
মালামযুৰৰ চূড়া বৰগীত ১৩৩

শিৰৰ মধ্যভাগত অৱস্থিত বা ৰক্ষিত কেশ সমূহক "চূড়া" বা "শিখা" বুলি কোৱা হয়। আজিৰ পৰা প্ৰায় ৫০/৬০ বছৰৰ আগৰ কমলাবাৰী সত্ৰাধিকাৰীসকল বৃদ্ধ ভকতসকলে উক্ত "চূড়া" বা 'শিখা' ৰাখিছিল। কিন্তু এতিয়া সমস্ত মস্তক ব্যাপক ভাৱে খোৰ্পা ৰাখিব পৰাকৈ কেশ বা চুলি ৰখা হৈছে। শিখা বা কেশছেদনত দোষ বুলি হাৰীত মুনিয়ে কৈছে—

শিখাং ছিন্দন্তি যে মোহাৎ দ্বেষাদজ্ঞানতোঽপিবা।
তপ্তকৃচ্ছ্ৰেণ শুদ্ধ্যন্তি ত্ৰয়োবৰ্ণা দ্বিজাতয়ঃ ॥

অৰ্থাৎ— ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য এই দ্বিজাতিগণে মোহবশতঃ, দ্বেষবশতঃ বা অজ্ঞতাবশতঃ যদি শিখাছেদন কৰে, তেন্তে সেই সকলে তপ্তকৃচ্ছ্ৰ ব্ৰত পালন কৰি পবিত্ৰ হ'ব।

শিখাবিহীন কৰ্ম্ম ৰাক্ষসকৰ্ম্ম বুলি ব্যাস স্মৃতিয়ে কৈছে—

বিনা যচ্ছিখয়া কৰ্ম্ম বিনা যজ্ঞোপবীতকম্।
ৰাক্ষসং তদ্ধি বিজ্ঞেয়ং সমস্তা নিষ্ফলাঃ ক্ৰিয়াঃ ॥

ব্যাস স্মৃতি

অৰ্থাৎ— শিখাহীন আৰু যজ্ঞোপবীত হীন কৰ্ম্ম ৰাক্ষস কৰ্ম্ম বুলি জানিবা। ইয়াৰ সমস্ত ক্ৰিয়া নিষ্ফল।

শিখা বা চুলিৰ লগত বল, বীৰ্য্য, আয়ুবৃদ্ধি, তেজ আৰু পৰাক্ৰমৰ নেৰানেপেৰা সম্পৰ্ক। সেই কাৰণে ই হিন্দুৰ বা সত্ৰীয়া ভকতৰ সৰ্ব্বোৎকৃষ্ট জাতীয় চিহ্ন বুলি মনা হয়। যেনেকৈ সৈনিক সকলৰ নিৰ্দ্দিষ্ট সৈনিক সাজ পোচাক বীৰতা সূচক, সন্যাসী সকলৰ গেৰুৱা বস্ত্ৰ সাম্যতা সূচক, মুছলমান সকলৰ দাড়ি মুছলিম ধৰ্ম্মসূচক আৰু খ্ৰীষ্টান সকলৰ নেকটাই খ্ৰীষ্টান মতৰ সূচক, ঠিক তেনেকৈ হিন্দু সকলৰ বা সত্ৰীয়া ভকত সকলৰ শিখাধাৰণ বা কেশধাৰণ হিন্দুত্ব সূচক বা বৈষ্ণৱত্ব সূচক। শিখাধাৰণ বা কেশধাৰণ কৰাৰ কাৰণে আত্মিক শক্তি সুৰক্ষিত হয় আৰু কামোদ্ৰেক শক্তি দুৰ্ব্বল হয়। তেতিয়া মানুহে আধ্যাত্মিক জগতত উত্তৰোত্তৰ উন্নতি হৈ ব্ৰহ্মশক্তি আকৰ্ষণ কৰাৰ ক্ষমতা পায়। বৈদিক বিজ্ঞানে সিদ্ধান্ত দিছে যে "সৰ্ব্বব্যাপী পৰেশ পৰমাত্মাৰ অপ্ৰমেয় শক্তিক আকৃষ্ট কৰাৰ একমাত্ৰ সৰ্ব্বোত্তম সাধন হ'ল কেশধাৰণ কৰা।

শিখাবন্ধন, তিলকধাৰণ, নামৰ মুদ্ৰা কৰাৰ পিছত একাগ্ৰচিত্তে উপবেশন কৰিব আগে। চকুদুটা মুদি লোৱা উচিত। কাৰণ চকু মেলিলে বাহ্যিক

পদাৰ্থত চকু পৰে। সেই কাৰণে চকু মুদি লোৱা আৱশ্যক। তেতিয়া বাহ্যিক পদাৰ্থৰ প্ৰতি দৃষ্টিপাত নহৈ অভ্যন্তৰ বা আধ্যাত্মিক ভাৱ প্ৰকট হয়। বাহিৰত নানা ৰূপ দৰ্শন হ'লে ভগৱৎ ৰূপ চিন্তনত ব্যাঘাত ঘটে। অন্তৰ জগতখনত যেতিয়া বিচৰণ কৰিব, তেতিয়া বিষয় বাসনাবোৰে আক্ৰমণ কৰিব নোৱাৰে। সেইবাবে এনে নিয়ম পালন কৰাটো অত্যন্ত প্ৰয়োজন। সৰ্ব্বপ্ৰথমে উপাসক জনে নিজগুৰুক অৰ্থাৎ আমাৰ সত্ৰীয়ামতে শঙ্কৰ গুৰুক ধ্যান কৰিব লাগে। গুৰুৰ মূৰ্ত্তি এনেদৰে ঠিক কৰি ল'ব —

শিৰসি সহস্ৰ দল কমলাৱস্থিতং
শ্বেতমাল্যধৰং শ্বেতমাল্যানুলেপনং
বৰাভয় কৰং চ স্বৰূপেন সহিতং গুৰুং ধ্যায়েৎ ॥

অৰ্থাৎ — শিৰত সহস্ৰ পাহি যুক্ত পদ্মত অৱস্থিত, শুক্ল মালা বহন কৰা, চন্দনাদিৰে অনুলেপন হৈ থকা, বৰ আৰু অভয় মুদ্ৰাযুক্ত স্বৰূপেৰে সৈতে গুৰুক ধ্যান কৰা উচিত।

গুৰুস্তৱ কৰা মন্ত্ৰ :—

(১) ব্ৰহ্মানন্দ পৰম সুখদং কেৱলং জ্ঞান মূৰ্ত্তিম্।
দ্বন্দ্বাতীতং গগণ সদৃশং তত্ত্ব মস্যাদি লক্ষ্যম্।
একং নিত্যং বিমল মচলং সৰ্ব্বধী সাক্ষী ভূতং
ভাৱাতীতং ত্ৰিগুণ ৰহিতং সদ্‌গুৰুং তংনমামি ॥

(২) অজ্ঞান তিমিৰান্ধস্য জ্ঞানাঞ্জন শলাকয়া।
চক্ষুৰুন্মিলিতং যেন তস্মৈ শ্ৰীগুৰুৱে নমঃ ॥

(৩) অখণ্ডমণ্ডলাকাৰং ব্যাপ্তং যেন চৰাচৰম্।
তৎপদং দৰ্শিতং যেন তস্মৈ শ্ৰীগুৰৱে নমঃ ॥

(৪) গুৰু ব্ৰহ্মা গুৰু বিষ্ণু গুৰু দেৱ মহেশ্বৰঃ।
গুৰু সাক্ষাৎ পৰম ব্ৰহ্ম তস্মৈ শ্ৰীগুৰৱে নমঃ ॥

(৫) অখণ্ডানন্দ বোধায় শিষ্য সন্তাপ হাৰিণে।
সচ্চিদানন্দ বোধায় তস্মৈ শ্ৰীগুৰৱে নমঃ ॥

এনেকৈ গুৰুস্তৱ কৰাৰ পিছত দেৱ ধ্যান বা কৃষ্ণৰূপ কৰিব লাগে। আঠপহিয়া পদ্মত হালধীয়া কেশৰ, সূৰ্য্য, চন্দ্ৰ, অগ্নি মণ্ডলৰ মাজত

পীতবসনধাৰী চতুৰ্ভুজ কৃষ্ণ বিৰাজ হৈ থকা অৱস্থাত ধ্যান কৰিব লাগে। এওঁ হৃদয়ৰ মাজত থাকে।

ধ্যানৰ মন্ত্ৰ :—

(১) যন্নামধেয়েণ ভবাব্ধিমঞ্জসা
তৰ্য্যা সমুত্তীৰ্য্য নৰঃ পৰংপদম্।
প্ৰাপ্নোতি পাতক্যপি তং সনাতনং
সদাসদানন্দমুপাস্মহে হৃদি ।

(২) সংসাৰে ভ্ৰমিলো যিটো কৃষ্ণক নজানি।
কৰিলন্ত কৃপা মোক সেহি চক্ৰপাণি ।
ঈশ্বৰ কৃষ্ণক মই ভৈলো পৰিচয়।
হেনয় কৃষ্ণক ভজো তেজি মায়াময় ॥

দুজনা গুৰুৰ দ্বাৰা ৰচিত শাস্ত্ৰত কৃষ্ণ স্তৱমন্ত্ৰ বহুতো আছে। তাৰ পৰা উদ্ধৃতি কৰি গাব পাৰিব। ইয়াৰ পিচতে কীৰ্ত্তন ঘোষাৰ ধ্যান বৰ্ণনৰ দ্বিতীয় কীৰ্ত্তন জোকা গাব লাগে। ধ্যান শেষ হলে পাদ্য অৰ্ঘ্যাদি প্ৰদান কৰিব। পৰে কৰমালা জপ কৰি "কৃষ্ণাৰ্পণমস্তু" বুলি স্তৱৰ ফল কৃষ্ণতে অৰ্পণা কৰি অপৰাধ ভঞ্জনৰ কাৰণে "অপৰাধ বিনাশন, তযুনামে নাৰায়ণ" আৰু "নাজানোহো আৱাহন" এই ঘোষা দুজোকা গাই সেৱা কৰি সামৰণি মাৰি আঁতৰি আহিব। সত্ৰীয়া হিচাবত গুৰু সেৱাৰ বহুতো নিয়ম আছে। নিজে নিশিকালে লিখি দিয়াটো সম্ভৱ নহয়।

গুৰু স্তৱ আৰু কৃষ্ণ স্তৱ সংস্কৃত বাণীৰে নকৰি মাতৃভাষা বা আঞ্চলিক ভাষাতো কৰিব পাৰে। সকলোৱে সংস্কৃত নেজানে। নজনা সকলে দুজনা গুৰুৰ ৰচিত পুথিৰ পৰা উদ্ধৃতি কৰিব। আঞ্চলিক ভাষাত স্তৱ কৰিব পৰাৰ নিৰ্দ্দেশ ভাগৱতেও দিছে যেনে —

স্তবৈৰুচ্চাৱচৈঃ স্তোত্ৰৈঃ পৌৰাণৈঃ প্ৰাকৃতৈৰপি।
স্তুত্বা প্ৰসীদ ভগৱন্নিতি বন্দেত দণ্ডবৎ ॥

ভাগৱত ১১/২৭/৪৫

অৰ্থাৎ— কেতিয়াবা উচ্চকণ্ঠে কেতিয়াবা মৃদুস্বৰে পৌৰাণিক স্তোত্ৰ আৰু সেই সেই দেশ তথা ভাষাগত প্ৰাকৃতিক স্তৱৰ দ্বাৰা আত্মাৰ স্তৱ কৰি প্ৰাৰ্থনা সহকাৰে ক'ব হে ভগৱান্! আমাৰ প্ৰতি প্ৰসন্ন হওক। এইবুলি দণ্ডৱৎ প্ৰণাম কৰিব।

গতিকে অসমৰ আঞ্চলিক ভাষা অসমীয়া ভাষাতে ভগৱৎ স্তুত গাব পাৰে। সত্ৰীয়া হিচাবত ইয়াৰ বাধ্যবাধকতা নাই। বিস্তৃতৰ ভয়ত অধিক লিখা নহ'ল॥

(ক—৭)—ভোজন বিধি :—

পূজাবিধি আৰু গুৰুসেৱা (সত্ৰীয়া ভাষাত গুৰুসেৱা বোলে) সমাপন হোৱাৰ পিছত আতাৰ গৃহ, গুৰু গৃহ, কীৰ্ত্তন ঘৰত সেৱা কৰি আহি ভোজন বিধি বা ভোজন কাৰ্য্যত ধৰা হয়। কোমল চাউল, দৈ বা এঁৰা গাখীৰ আৰু গুৰ বা চেনিৰে সৈতে জলপান খোৱা হয়। কোমল চাউল, দৈ গাখীৰ আৰু গুড় মিশ্ৰণত এটি বিশিষ্ট খাদ্য তৈয়াৰ হয়। ইয়াক খোৱতে "জলপান" বুলি কয়। কমলাবাৰী সত্ৰ এই জলপানৰ কাৰণে বিখ্যাত। জলপানত ম'হৰ দৈ প্ৰশস্ত। ই মানুহৰ স্বাস্থ্যকৰ নহলেও যাৰ ৰক্তচাপ ব্যাধি আছে, তাৰ কাৰণে ই শুভফলদায়ক। যোগ শাস্ত্ৰমতে গাভী দুগ্ধ বা গৰু গাখীৰ স্বাস্থ্যকৰ। সন্যাসী সকলৰ ম'হৰ গাখীৰ ব্যৱহাৰত বাধা আছে। যি কি নহওক সত্ৰত ম'হৰ গাখীৰ ব্যৱহাৰ হয়। বিশেষকৈ পৰ্ব্বোৎসৱোপলক্ষত আৰু গণ্যমান্য ডা-ডাঙৰীয়া আহিলে ম'হৰ গাখীৰৰ ব্যৱহাৰ সৰ্ব্বাধিক। দৈনন্দিন ব্যৱহাৰৰ কাৰণে ইয়াক পোৱা টান। গতিকে গৰুৰ গাখীৰ সত্ৰত দৈনিক ব্যৱহাৰ হয়। দুয়োবিধ পশু সত্ৰত প্ৰতিপালিত হয়। নিজৰ কাৰণে আৰু আনৰ কাৰণে দুগ্ধ যোগান চলিবৰ কাৰণে মহিষ পালন আৰু গো-পালন কৰা হয়। এই কাম সামূহিক নহয়, ব্যক্তিগতহে। মহিষৰ কথা বাদ দি সত্ৰত ব্যক্তিগতভাৱে ভকতৰ গো-পালন এটি পবিত্ৰ কৰ্ত্তব্য বুলি ধৰা হয়। হিন্দুধৰ্ম্মত গো-পালন এটি মহৎ পূণ্যৰ কাম। সত্ৰৰ ভকতে সুন্দৰভাৱে গো-পালন কৰিব জানে। গো-জাতি পবিত্ৰ। চাণক্যত সপ্তবিধ মাতৃৰ ভিতৰত গো-জাতিকো ধৰা হৈছে যনে—

আদৌমাতা গুৰোঃ পত্নী ব্ৰাহ্মণী ৰাজপত্নিকা।
ধেনুৰ্ধাত্ৰী তথা পৃথ্বীসপ্তৈতা মাতৰঃ স্মৃতাঃ॥

চাণক্য।

অৰ্থাৎ—আদিতে নিজৰ মাক, গুৰুৰ পত্নী, ব্ৰাহ্মণী, ৰজাৰ পত্নী, গো, ধাই-মাক আৰু পৃথিৱী এই সপ্তবিধ মাতৃ বুলি জানিবা।

ব্ৰাহ্মণাদি বৰ্ণচতুষ্টয় যথোক্ত বিধি অনুসাৰে গোপালন কৰিব পাৰে। গোপূজাত মহৎ পূণ্য আছে। পৃথিৱীতকৈ গো মাতাৰ শ্ৰেষ্ঠতা সৰ্ব্বাধিক বুলি বৃহৎ পৰাশৰ স্মৃতিয়ে কয়।

একত্ৰ পৃথিৱী সৰ্ব্বা সশৈলং বন কাননা।
তস্যা গৌৰ্জ্জ্যায়সী সাক্ষাদেকত্ৰোভয়তোমুখী॥
যথোক্ত বিধিনা চৈতা বৰ্ণৈঃ পাল্যাঃ সুপূজিতাঃ।
পালয়ন্ পূজয়েম্ন তাঃস প্ৰেত্যেহ চ মোদতে॥

বৃহৎ পৰাশৰ স্মৃতি ৫/১৯,২০

**অৰ্থাৎ :—** এহাতে সশৈলবনকাননা সমগ্ৰ পৃথিৱী আৰু আনহাতে আসন্ন প্ৰসবা গোমাতা— এই উভয়ৰ মাজত পৃথিৱীতকৈ গো শ্ৰেষ্ঠ। ব্ৰাহ্মণাদি চাৰিবৰ্ণই যথোক্ত বিধি অনুসাৰে গো-পালন আৰু গো-পূজা কৰিব। যি গোসমূহৰ পালন আৰু পূজন কৰে, তেওঁ গো-সেৱাৰ ফল প্ৰাপ্ত হৈ ইহলোকত আনন্দ লাভ কৰে॥

গো-মাতাৰ মহিমা অতুলনীয়। হিন্দুৰ বিভিন্ন উপাদেয় গ্ৰন্থত গো-মাতাৰ পূজন পালনৰ বিস্তৃত বিবৰণ আছে। বৃহৎ পৰাশৰ স্মৃতিত উল্লিখিত গোটা-চেৰেক গো-মহিমাৰ বিবৰণ বাহুল্য হ'লেও উদ্ধৃতি নিদি নোৱাৰিলো।

শৃঙ্গমূলে স্থিতো ব্ৰহ্মা শৃঙ্গমধ্যেতু কেশৱঃ।
শৃঙ্গাগ্ৰে শঙ্কৰং বিদ্যাৎ ত্ৰয়োদেবাঃ প্ৰতিষ্ঠিতাঃ॥
শৃঙ্গাগ্ৰে সৰ্ব্বতীৰ্থানি স্থাৱৰানি চৰানি চ।
সৰ্ব্বে দেবাঃ স্থিতা দেহে সৰ্ব্বদেৱময়ী হি গৌঃ॥
ললাটাগ্ৰে স্থিতা দেৱী নাসামধ্যেতু ষণ্মুখঃ।
কম্বলাশ্বতৰৌ নাগৌ তৎকৰ্ণাভ্যাং ব্যৱস্থিতৌ॥
স্থিতৌ তস্যাশ্চ সৌৰভ্যাশ্চক্ষুষোঃ শশীভাস্কৰৌ।
দন্তেষু বসৱশ্চাষ্টৌ জিহ্বায়াং বৰুণঃ স্থিতঃ॥
সৰস্বতী চ হুঙ্কাৰে যম যক্ষৌ চ গণ্ডয়োঃ।
ঋষয়ো ৰোম কূপেষু প্ৰস্ৰাৱে জাহ্নৱী জলম॥
কালিন্দী গোময়ে তস্যা অপৰা দেৱতাস্তথা।
অষ্টাবিংশতি দেৱানাং কোট্যো লোম সুতাঃ স্থিতাঃ॥
উদৰে গাৰ্হপত্যোঽগ্নিৰ্হৃদয়ে দক্ষিণস্তথা।
মুখে চাহবনীয়স্তু সভ্যাবসথৌ চ কুক্ষিষু॥

বৃহৎ পৰাশৰ স্মৃতি ৫/৩৪-৪০

**অৰ্থাৎ —** গৰুৰ শিঙৰ গুৰিত ব্ৰহ্মা, মাজত বিষ্ণু আৰু আগত শিৱ অৱস্থান কৰে। উক্ত তিনিজন দেৱতা গৰুৰ শৰীৰত প্ৰতিষ্ঠিত হৈ আছে। গৰুৰ শিঙৰ অগ্ৰভাগত সকলো তীৰ্থ স্থাৱৰ জঙ্গম, সমস্ত

পদাৰ্থ আৰু শৰীৰত সমস্ত দেৱতা অৱস্থান কৰা বাবে গৰু সৰ্ব্বদেৱময়ী। গৰুৰ কপালত আগন্ত দেৱী, নাকত কাৰ্ত্তিক আৰু কাণত কম্বল আৰু অশ্বতৰ নামেৰে দুই নাগ অৱস্থান কৰিছে। চকুত চন্দ্ৰ আৰু সূৰ্য্য, দাঁতত অষ্টবসু, জিভাত বৰুণ, হুঙ্কাৰত সৰস্বতী, গণ্ডদ্বয়ত যম আৰু যক্ষ, ৰোমৰ গুৰিত ঋষি সকল, প্ৰস্ৰাৱত জাহ্নবী, গোবৰত কালিন্দী আৰু অনান্য দেৱগণ লোম বিলাকত আঠাইশ কোটি দেৱতা, উদৰত গাৰ্হপত্যাগ্নি, হৃদয়ত দক্ষিনাগ্নি মুখত আহবনীয় অগ্নি, কুক্ষিত সভ্য আৰু আবসথ্য নামৰ অগ্নি আছে।

এনে বৰ্ণনাযুক্ত গো-মাতাৰ সেৱা কৰি সবই হিন্দুত্বৰ চিনাকি দিছে। "পৰোপকাৰায় দুহন্তি গাবঃ" বুলি থকা পৰোপকাৰিণী গো-মাতা সৰ্ব্বকাল পূজ্যা। গো-মাতাৰ প্ৰসৱ আৰু দোহন কাৰ্য্যতো বহু নিয়ম আছে। প্ৰসৱৰ পৰা এমাহলৈকে গোদোহন কৰা নহয়। পবিত্ৰ শৰীৰেৰে গোদোহন কৰা হয়। দোহন কৰাৰ আগে আগে নেজ দালেৰে ওহাৰখন মুচি ল'ব লাগে; নতুবা দুগ্ধ অশুচি হয়। স্মৃতি শাস্ত্ৰই কয়—

কণ্টকী শিৰচ্ছেদেন শ্মশ্ৰুচ্ছেদেন মদ্গুৰম্।
অপুচ্ছ ক্ষীৰ পানেন সদ্য গোমাংস ভক্ষয়েৎ॥

অৰ্থাৎ— কাৱৈ মাছৰ মূৰ আৰু মাগুৰ মাছৰ দাড়ি কাটি'ল নেজ নল-গোৰাকৈ দোহন কৰা গাখীৰ পান কৰিলে তৎক্ষণাৎ গো মাংস খোৱাৰ তুল্য হয়।

গো-দুগ্ধ পিত্তনাশক তথা বহুব্যাধি নিবাৰক। মহিষ দুগ্ধ বা দৈ বেছি উপকাৰী নহয়। যজ্ঞ বা তৎ অনুষাঙ্গিক কাৰ্য্যৰ কাৰণে পঞ্চগব্যৰতো প্ৰয়োজন আছে। পঞ্চগব্য মানে গো-দুগ্ধ গোদধি গোঘৃত, গোমূত্ৰ, গোময় (গোবৰ)। কোনো পিত্ত ৰোগীয়ে প্ৰাতঃ স্নানৰ পিছত অধিক গো-দুগ্ধ পান কৰি থাকিলে পিত্ত প্ৰশমন হোৱাটো নিশ্চিত। গো-দুগ্ধৰ লগত নিমখ লৈ পান কৰাটো নিষিদ্ধ। সত্ৰত এনে নিমখ নাই। ইয়াক "ক্ৰিয়াদুষ্ট" বুলি কয় অৰ্থাৎ এনে কৰিলে খাদ্যত বিষক্ৰিয়া হয়। বৃদ্ধহাৰিত স্মৃতিত কৈছে— "ক্ষীৰঞ্চ লৱনোন্মিশ্ৰং ক্ৰিয়াদুষ্টমিহোচ্যতে" (৮/১২৫) অৰ্থাৎ— দুগ্ধৰ সৈতে লৱন মিশ্ৰিত হ'লে তাক ক্ৰিয়াদুষ্ট হোৱা বুলি কয়। সেই বাবে এনে নিয়মে খাদ্য গ্ৰহণ কৰিব নেপায়। কিন্তু দৈত নিমখ মিশ্ৰিত কৰি খাব পাৰে। দৈ গাখীৰত নিমখ দি নেখালেহে ক্ৰিয়াদুষ্ট হ'ব বুলি

ধাৰণা হয়। দৈ গাখীৰত নিমখ আৰু গুড় দি খালে সোনকালে হজম হয়। ৰাতি দৈ গাখীৰ খাব নেলাগে। খালে শ্লেষ্মা অত্যন্ত বৃদ্ধি হয়। আৰু এমাহলৈকে দৈ হজম নহয়। অনিবাৰ্য্য কাৰণবশতঃ খালেও নিমখ আৰু গুড় বেছিকৈ মিহলাই খাব লাগে। আমাৰ অসমৰ গাঁৱে ভূঞে, সত্রে সবাহে প্রায় ৰাতিহে নাম গোৱা সকাম, ৰাতিবঞ্চা নাম পতা হয়। এনে পৰিস্থিতিত দৈ গাখীৰ ভোজন বাধ্যতামূলক হয়, নিষিদ্ধ আহাৰ কৰিব লগা হয়। গতিকে কিছু সাৱধানে চলা উচিত। গুড় পদাৰ্থ হজম কাৰক আৰু অন্যান্য উদৰ ৰোগ নিবাৰক কাৰণে ই সত্রত বেছি প্ৰচলিত। চেনি পদাৰ্থ প্ৰস্ৰাৱৰ কাৰণে দূষিত কাৰক। বহুমূত্ৰৰ কাৰণে যমকাল। চেনি ব্যৱহাৰ নকৰাই ভাল। কোমল চাউল ঠাণ্ডা পদাৰ্থ। ইয়াৰ ব্যৱহাৰে শৰীৰ ঠাণ্ডা কৰি ৰাখে। কোমল চাউল দৈ আৰু গুৰ এই তিনি সংমিশ্ৰণত এটি ভাল মিষ্ট জলপান তৈয়াৰ হয়॥

চ'ত মাহত গুড় নেখোৱাই ভাল। কাৰণ চ'ত মাহত গুড় খালে ক্রিমি বৃদ্ধি হয় আৰু কলেৰা, পেটৰ অসুখ, আমাশয় প্ৰভৃতি ৰোগ হোৱাৰ খুব সম্ভাবনা থাকে। চেনি, মিচিৰি কম পৰিমাণে খালে বিশেষ ক্ষতি নহয়। মিচিৰি পদাৰ্থ ক্রিমি নাশক।

এই প্ৰসঙ্গতে সঙ্গতিপূৰ্ণ দুটা ক্রিয়া দুষ্ট বিষয় উল্লেখ কৰণীয়। হাতে হাতে নিমখ দিয়াটো দোষণীয়। অসমীয়া বিশ্বাস মতে হাতে হাতে নিমখ দিলে হেনো কাজিয়া লাগে। সেইবাবে সেই অবিধি কাম কৰা নহয়। নিমখ দিবলৈ হলে এটা পাত্ৰতহে দিয়া হয়। বৃদ্ধহাৰীত স্মৃতিত চাৰিবিধ দুষ্টৰ কথা কোৱা হৈছে যেনে —

ভাব দুষ্টং ক্রিয়া দুষ্টং কাল দুষ্টং তথৈবচ।
সংসৰ্গ দুষ্টমপি চ বৰ্জ্জয়েৎ যজ্ঞ কৰ্ম্মণি॥

বৃদ্ধহাৰীত স্মৃতি ৮/১২১

অৰ্থাৎ — যজ্ঞ কাৰ্য্যত (সত্র কৰ্মত) ভাবদুষ্ট, ক্রিয়াদুষ্ট, কালদুষ্ট আৰু সংসৰ্গ দুষ্ট দ্ৰব্য পৰিত্যাগ কৰিব লাগে।

উক্ত চাৰিবিধ দুষ্টৰ ভিতৰত ক্রিয়াদুষ্ট হ'ল হাতে হাতে নিমখ দিয়া টোও। তাত কৈছে "হস্ত দত্তঞ্চ লৱণং "অৰ্থাৎ হাতে হাতে দিয়া লৱণ। চাৰি দুষ্টৰ বিস্তৃতি ভাঙি ধৰা হ'ল —

(১) ভাবদুষ্ট ঃ (শ্লোকৰ ভাবানুবাদ) স্বৰূপতঃ বা গন্ধৰ কাৰণে যি বিলাক দ্ৰব্য অভক্ষ্যৰ তুল্য হয়, তাকে ভাৱদুষ্ট বোলে।

(২) ক্ৰিয়াদুষ্ট ঃ মদ্য, হাতেৰে মথিত দধি, হাতেৰে দিয়া নিমখ, দুগ্ধ আৰু জল হাতেৰে লৈ পান, শব্দ কৰি অন্নজল ভোজন, তাম্ৰ-পাত্ৰত গব্যক্ষীৰ পান, লৱণ মিশ্ৰিত দুগ্ধ — এই বিলাক ক্ৰিয়া দুষ্ট বুলি কয়।

(৩) কালদুষ্ট ঃ একাদশীত, চন্দ্ৰ সূৰ্য্যগ্ৰহণত আৰু জননমৰণাশৌচত অন্ন ভোজন কিম্বা যি অন্ন শুষ্ক বা পৰ্য্যাষিত, প্ৰসৱৰ অশৌচ অনতিক্ৰম গো-দুগ্ধ, ষষ্ঠী তিথিত তৈলমৰ্দ্দন, অভক্ষ্য অন্ন জল আদি কালদুষ্ট বুলি কয়।

(৪) সংসৰ্গ দুষ্ট ঃ শৈৱ, পাষণ্ড, পতিত অসৎকৰ্ম্মী, নাস্তিক, অবৈষ্ণৱ ব্ৰাহ্মণ, শূদ্ৰ, একাদশীত অন্নভোক্তা, কুকুৰ, কাউৰী গাহৰি, উট, প্ৰভৃতি, ৰজস্বলা নাৰী, ক্লীৱ আদিয়ে যি অন্নদৰ্শন স্পৰ্শন, কিম্বা পৰিবেশন কৰে আৰু ভুক্তাৱশিষ্ট অন্নাদি আৰু অভক্ষ্য দ্ৰব্য সংযুক্ত অন্নাদিয়েই সংসৰ্গ দুষ্ট বুলি কথিত হয়।

এতদতিৰিক্ত 'জাতিদুষ্ট' বুলিও আন এটি দুষ্ট আছে। সেয়া হ'ল চজিনা, তৰমুজ, তিলপিঠা, মূলা, লাও. আদিও জাতি দুষ্ট পদাৰ্থ। এই বিলাকো স্মৃতি শাস্ত্ৰমতে ত্যাজ্য। তনুৰূপে একাদশীত ভোজনশীল, বৌদ্ধ ব্ৰাহ্মণ আৰু অন্যদেৱতাৰ সেৱাপৰায়ণ আৰু অবৈষ্ণৱসকলৰ সংসৃষ্ট অন্নাদিও দূৰৰ পৰাই পৰিত্যাগ কৰা উচিত। খাদ্যগ্ৰহণ কেনেকৈ কৰিব লাগে, তাকো বৃদ্ধহাৰীত স্মৃতিয়ে কৈছে এনেকৈ —

পক্কানাদ্যং যথা পক্কং ৰাগ্‌য়তো নিয়তেন্দ্ৰিয়ঃ।
সম্মাৰ্জ্জয়েচ্ছুভতৰং বাৰিণা বাসসৈব চ॥

বৃদ্ধহাৰীত স্মৃতি ৮/১৩৫

অৰ্থাৎ— সম্যক্‌ভাৱে অন্নাদি বাক্‌সংযমপূৰ্ব্বক সংযতেন্দ্ৰিয় হৈ জল বা বস্ত্ৰৰ দ্বাৰা সুন্দৰ ৰূপে স্থান পৰিমাৰ্জ্জন কৰি খাব লাগে।

সত্ৰীয়া সদাচাৰত কাংস পাত্ৰস্থিত নাৰিকল পানী, ভৰিত পষা, আৰু কেশযুক্ত অন্ন অভ্যক্ষ। স্মৃতি আদিয়েও তাকে সমৰ্থন কৰিছে যেনে —

নাৰিকেলেদেকং কাংসে তাম্ৰপাত্ৰেস্থিতং মধু।
গব্যংচ তাম্ৰপাত্ৰস্থং সৰ্ব্বংমদ্যং ঘৃতং বিনা॥

ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ।

অৰ্থাৎ—কাঁহৰ পাত্ৰত থকা নাৰিকলৰ পানী, তামৰ পাত্ৰত থকা মৌ জোল, ঘিউৰ বাহিৰে তামৰ পাত্ৰত থকা দুগ্ধ, দৈ তথা অন্য গব্য এই সকলো বিষাক্ত মদৰ তুল্য হয়।

সেইদৰেই মৌ জোলৰ লৈতে ঘিঁউ, তেল, গুড় আৰু গুড়ৰ লৈতে আদা অভক্ষ্য। দ্বিতীয়তে —

উচ্ছিষ্টঞ্চ পদাস্পৃষ্টং শুক্লঞ্চ পতিতেক্ষিতম্।
পৰ্য্যুষিতং চিৰস্থঞ্চ কেশকীটাদ্যু পাহতম্ ॥
পঙ্ক্ত্যোচ্ছিষ্টং গবাঘ্ৰাতং প্ৰযত্নেন বিবৰ্জ্জয়েৎ।

বৃহৎ পৰাশৰ স্মৃতি ৬/৩১৫

অৰ্থাৎ—উচ্ছিষ্ট, পদস্পৃষ্ট, (ভৰিৰে পৰা) পতিত ব্যক্তি দৃষ্ট, নৱনীত, পৰ্য্যুষিত, বহুসময় যাবৎস্থিত, কেশ কীটাদি দ্বাৰা দূষিত, পঙ্ক্তিস্থিত উচ্ছিষ্ট আৰু গাই আঘ্ৰাত (গৰুৱে শুঙা) দ্ৰব্য যত্ন পূৰ্ব্বক ত্যাগ কৰা উচিত।

এনেধৰণে সত্ৰীয়া সদাচাৰ বহুতো আছে। প্ৰসঙ্গক্ৰমে এই অধ্যায়তে ব্যক্ত হ'ব। সম্প্ৰতি সত্ৰত সুমিষ্ট জলপানৰ বাবে কোমল চাউলৰ (শীৰ্ণতণ্ডুল) যি ব্যৱস্থা আছে, তাকো প্ৰস্তুতি কৰোতে নানা নিয়মৰ মাজেদি কৰিব লাগে। পুৱা গাধুই পবিত্ৰ হৈ কিম্বা শুই উঠিয়েই কোমল ধান সিজোৱা নিয়ম। চোতাল-ঘৰ সৰা বা বাহিৰ বন কৰাৰ পিছত শৰীৰ অশুচি হয় বাবে সেই অৱস্থাৰে ধান সিজোৱা নিয়ম নহয়। ধান সিজাই দলাত মেলি দি চাৰিওফালে দোলেৰে অৰ্থাৎ জৰিৰে বেষ্টনি কৰি ধনু-কাড় লৈ কাউৰী, কুকুৰ আদি আহিব নোৱাৰাকৈ ৰাখি থকা হয়। কাউৰী, কুকুৰ আদি অপবিত্ৰ প্ৰাণী। সিহঁতে নানা লেতেৰা ঠাইত বিলাম কৰি বিশেষকৈ শৌচাগাৰত লেতি লৈ থাকে। সিহঁতৰ স্পৰ্শমানেই পবিত্ৰ খাদ্য পদাৰ্থ অশুচি কৰা। অনিবাৰ্য্য কাৰণবশতঃ সিহঁতে দলা অৰ্থাৎ সিজোৱা ধান মেলা পাত্ৰ স্পৰ্শ কৰিলে সেই ধান পেলনি যায়। সেই বাবে সতৰ্ক হৈ থাকিব লাগে। এনে নিয়মৰ বহিৰ্ভূত হোৱাৰ কাৰণে কমলাবাৰী সত্ৰৰ গোসাই ভকতে বাহিৰা গাঁৱৰ মানুহৰ কোমল চাউল ব্যৱহাৰ নকৰে। নিয়মত থাকিলে আপত্তি নাই। চিৰা সান্দহৰ ক্ষেত্ৰতো বহু নিয়ম আছে। চিৰা, পিঠা, সান্দহ আদি জলপান পদাৰ্থক সত্ৰীয়া ভাষাত "সাজ কৰা বস্তু" বুলি কয়। উক্ত সাজ কৰা বস্তু প্ৰস্তুত কৰণতো বিধিবদ্ধ বহুতো কথা আছে। সত্ৰৰ ভকতে উক্ত সাজ কৰা বস্তু যাৰে তাৰে হাতে নেখায়। নিজৰ মনেমিলা তথা উপযুক্ত লোক আৰু সদাচাৰ নীতি সম্পন্ন ভকতৰ হাতেহে সাজ কৰা বস্তু গ্ৰহণ কৰে। শৰণ ভোজন লোৱা, সত্ৰীয়া নীতি সদাচাৰ

মানি চলা ভকতৰ কৰাই প্ৰস্তুত কৰি দিয়া চিৰা, সান্দহ, পিঠা, আখৈ আদি গ্ৰহণ কৰাতো সত্ৰৰ এটি ধৰাবন্ধা নীতি। তৎবিপৰীত কাৰ্য্য কৰোতাসকলৰ হাতৰ চেঁচাপানী এটুপী গ্ৰহণ কৰাও দোষণীয়। যাৰে তাৰে হাতে অন্ন জল গ্ৰহণ যে দোষণীয়, সেই মৰ্ম্মে আমি এই অধ্যায়তে প্ৰকাশ কৰিম।

সাধাৰণ জলগ্ৰহণ (জলপান) কৰাৰ পিছত পাকান্ন ভোজনৰ সময় হয়। কীৰ্ত্তন ঘৰত নাম প্ৰসঙ্গ কৰাৰ পিচতে পাকান্নভোজনৰ সময়। অন্ন পাক কৰোতা ৰান্ধনি জনে পবিত্ৰ ভাৱেৰে পাক কৰা বিধেয়। ৰান্ধনি গৰাকী সদাচাৰ পৰায়ণ হ'ব লাগে। এওঁৰ পবিত্ৰতা অলগ বেলেগ ধৰণৰ। ৰন্ধনশালাও সকলোৰে বাবে অগম্য হোৱাও উচিত। ধৌত বস্ত্ৰ পিন্ধি পবিত্ৰ অন্তঃকৰণেৰে পাক কৰা প্ৰয়োজন আছে চোলা পিন্ধা নিয়ম নাই। গাত কাপোৰৰ গাচী মাৰি (শীত কাল হ'লে) লৈ কাৰো সংস্পৰ্শলৈ নহাকৈ পাক কৰা হয়। এনে নিয়ম কাৰোবাৰ হাস্যাস্পদৰ বিষয় হলেও ই যে এটি বিজ্ঞানৰ অকাট্য যুক্তি তাক মানি ল'বই লাগিব। খাদ্যৰ প্ৰয়োজন, ক্ষুধা নিবাৰণ কৰিবৰ কাৰণে নে, স্বাস্থ্যৰক্ষাৰ কাৰণে? এনে এটি প্ৰশ্নও অৱতাৰণা হয়। আজিকালি নগৰে চহৰে ভোজনালয় প্ৰতিষ্ঠা হৈছে বাইজৰ সেৱাৰ কাৰণে যাক আমি 'হোটেল' বুলি কওঁ। তাক দেখোন ৰান্ধনি বিলাকে যেতিয়াই তেতিয়াই যিকোনো সময়তে কোনো নিয়মৰ ভিতৰত নাথাকি (দাত গাচী নমৰাকৈয়ে) ভোজন সামগ্ৰী প্ৰস্তুত কৰি আছে। ভোক্তা সকলেও নানা ৰুচিকৰ খাদ্য অভিৰুচিমতে মূল্যৰ বিনিময়ত গ্ৰহণ কৰি তৃপ্তি লাভ কৰি আছে। ইয়াৰ পৰা দেখোন ৰাইজৰ একো অপকাৰ হোৱা দেখা নাই ইত্যাদি ইত্যাদি। কথা হ'ল শাস্ত্ৰই কৈছে বোলে "ধৰ্ম্মস্য সূক্ষ্ম গতিঃ"। ধৰ্ম্মাধৰ্ম্ম মানুহে প্ৰত্যক্ষ দৃষ্টিলৈ আনিব নোৱাৰে, ইয়াৰ সূক্ষ্ম বিচাৰ আছে। খাদ্য খোৱাৰ লগে লগে হজমো নহয় যেনেকৈ, তেনেকৈ তাৰ প্ৰতিক্ৰিয়াও নহয়। সকলো লোকৰ হাতে অন্নজল গ্ৰহণ আৰু সকলো খাদ্য গ্ৰহণ কৰাটোও বিধি সম্মত নহয়। ভক্তিৰ পন্থত জাতি বিচাৰ নাই সঁচা, কিন্তু নীতি নিয়মৰ বিচাৰ নিশ্চয় আছে। বৈষ্ণৱী নীতি বৰ্জ্জিত হলে পুত্ৰই পিতাকৰ হাতেও বা নিজ ঘৰতো জল গ্ৰহণ কৰাটো বিজ্ঞানৰ পক্ষৰ পৰা দোষণীয়। চৰিত পুথিত সেইকাৰণে লিখিছে

পিতৃৰ গৃহত পুত্ৰে নকৰে ভোজন।
বোলে নতু লস তই হৰিত শৰণ॥

গুৰুজনাৰ দিনত জাতি বিচাৰ নাছিল, কিন্তু নীতি নিয়ম বা খাদ্য গ্ৰহণৰ বিচাৰ নিশ্চয় আছিল। উপযুক্ত পাত্ৰ বুলি বিবেচিত তথা বৈষ্ণৱী

আদৰ্শৰ প্ৰভাৱবান্ ব্যক্তি হিচাবে নিৰ্ব্বাচিত লোকককহে অন্নদাতা বা পাচক মনোনীত কৰি লৈছিল। শঙ্কৰদেৱে নিজ ভাৰ্য্যা কালিন্দী আই, পুত্ৰ ৰমানন্দ ঠাকুৰক পাচক মনোনীত কৰি লৈছিল। এবাৰ মাধৱদেৱক পাকাম প্ৰস্তুত কৰিবলৈ শঙ্কৰদেৱে আজ্ঞা দিছিল ; কিন্তু মাধৱদেৱে সাহস কৰা নাছিল। মাধৱদেৱৰ ৰান্ধনি আছিল জয়হৰি আতৈ। এওঁ কি জাতৰ লোক আছিল কোনেও নাজানে কিন্তু উপযুক্ত পাত্ৰ বুলি বিবেচিত হৈ ৰান্ধনি ৰ বাব পাই- ছিল। এওঁৰ উপৰিও ৰামচৰণ ঠাকুৰো মাধৱদেৱৰ ৰান্ধনি আছিল। এওঁক ৰান্ধনি হিচাবে মাধৱদেৱে কেনেকৈ নিৰ্ব্বাচিত কৰি লৈছিল তলৰ উদ্ধৃতিয়ে প্ৰমাণ কৰিছে।

"আৰু এদিন ঠাকুৰ আতা প্ৰমুখ্যে সকলো ভক্তই গুৰুজনে বোলে সখি, আমি এতিয়া উত্ত', শীত, বৃদ্ধ, কাল, চাউলমুঠি সিজাব নুৱাৰোঁ। চাই এজন ভকত চাউলমুঠি সিজোৱাকৈ দিয়া যক। তেহে আতা বোলে ৰামচৰণে যেঁ বিষয় নেৰে, কেনেকৈ সিজাব ? আতা বোলে, ৰামচৰণ, এৰা, বিয়া কৰাৰ নালাগে, মোৰ ঠাকুৰ চাউল মুঠি সিজোৱা, বোলে নোৱাৰো বিষয় এৰিব। মনে নেৰিলে কি হ'ব মুখে এৰিলোঁ বুইলে ? তিনিবাৰ সোধাত ত কেহে ক'লে। তেহে একদিনা গুৰুজনে চাউল ভোজনি যুগুত কৰিছে ৰামচৰণক ৰান্ধনি লবলৈ। পাছে ঠাকুৰ আতা বোলে তোম্ৰাৰ চিত্ত, গুণ, বাক্য একা বুজিব নোৱাৰিলো। আগে বোলে দেখো বিষয় নেৰিলে চাউল সিজোৱা খাব নুৱাৰি। এতিয়া দেখো লব খোজে ? বোলে সখি, বিষয় এৰিলো বোলা হ'লে ধৰাত চাউল সিজাবলৈ নুবুইলোঁহতে, যাতো এক বাক্যকে কলে নেৰো বুলি, গৃহা- শ্ৰমে ভক্তি হানি নকৰে, শুদ্ধমত ধৰ্ম্মতহে থাকিব লাগে, ই সজ। এ শূকৰ বৃত্তিহে গেল্লেলা। বোলে বাপ, শূকৰ বৃত্তিনো কেনে ? বোলে যি শূকৰে আপু- নাৰ পুৰীষ ভোজন নকৰে পৰৰ পুৰীষ বিছাৰি ফুৰে। যদি পৰ নুৰা-চক লুটি-ফুৰিলে, খেলনীয়া চোৰা বুটলি খালে, সিহে বয়া। ই-আপুনাৰ সু বিবাহিতা ভাৰ্য্যাত ধৰ্ম্ম প্ৰবৰ্ত্তিতে ভক্তি ধৰ্ম্ম খণ্ডিত নহয়। দেহৰ হে দুখ হয়, স্বৰূপ পাহ- ৰেপে অৰ্থহীন হে। তেহে চাউল দিলে। দি চাউল সিজোৱা পাতিলে ঠাকুৰক।"

( কথাগুৰু চৰিত্ৰৰ পৰা )

ইয়াৰ পিচত গুৰুজনাই আৰু এজন ৰান্ধনি পাতি লৈছিল। তেওঁৰ নাম আছিল বলাই। তেওঁৰ দাম্ভিকতা ভাব দেখি ৰান্ধনি ভাঙি পেলাইছিল। কথাগুৰু চৰিততে আছে—

"আৰু গুৰুজনে সবাকে চপাই বোলে বৃদ্ধকাল এতিয়া উফেলীতে চাউলমুঠি বহাব নুৱাৰো এজন ভকত দিয়া যক। তেহে সমূহে আৰ্জাচ

বল্লাই আভেক দিলে, উত্তম কায়স্থ দেখি। পাচে এসাজ চাউল সিজাই চেলেঙ কান্ধে, হাতে বিচনি বেতৰ জৈ গুৱা খাই হাতী কাতি খলাত কুৰিছে। গুৰুজনে দেখি বোলে, এ আমাৰ চাউল মুঠি সিজাই আঠুমুৰ দি তুলিবই নেলাগিল, অপৰাধ অছিল্লে কেনেকৈ সিজাও বুজি। অ' লোকক দেখাইছে কিনো মই বাহ্মনি হলু। ই নালাগে আমাৰ চাউল সিজাব। এসাজৰে নাম হ'ল বাহ্মনি বল্লাই আতৈ"।

ইয়াৰ পৰা দেখা যায় যে উচ্চ জাতি বা নীচ জাতিৰ কোনো প্ৰশ্ন নাই। উপযুক্ত পাত্ৰ হ'লেই উপযুক্ত কাৰ্য্যত নিয়োজিত হয় যদিহে তেওঁৰ স্বৰূপটো সম্পূৰ্ণৰূপে বুজা যায়। গুৰুজনাই উচ্চ নীচ ভেদাভেদ ত্যাগ কৰিছিল বা মানি নৈছিল পবিত্ৰ ভাব, পবিত্ৰ নীতি সদাচাৰৰ ওপৰত নিৰ্ভৰ কৰিছে। নিজক উচ্চ বা পবিত্ৰ আৰু আনক নীচ বা অপবিত্ৰ গণ্য কৰাটো দোষণীয়। উচ্চ নীচ লোকেহে বিবেচনা কৰিব, নিজে নোৱাৰে। ভাগৱতে কৈছে "বিসৃজ্য স্ময়মানান্ স্বান্ দৃশং ব্ৰীড়াং চ দৈহিকীম্" (ভাগৱত ১১/২৯/১৬/) অৰ্থাৎ স্বজন বৰ্গৰ উপহাস বাক্যলৈ কেৰেপ নকৰি নিজৰ শ্ৰেষ্ঠতা আৰু আনৰ নীচতাৰ প্ৰতি লক্ষ্য নকৰাই সৰ্ব্বতো ভাবে কৰ্ত্তব্য। শঙ্কৰদেৱৰ অস্পৃশ্যতা বৰ্জ্জন নীতিত জাতি বিচাৰৰ লক্ষ হ'ল পবিত্ৰতা বা অন্তৰঙ্গশুচিতা আৰু বাহ্যিক শুচিতা। উচ্চবৰ্ণৰ এজন ব্যক্তিৰ যদি বাহ্যাভ্যন্তৰ পবিত্ৰতা নেথাকে তেওঁৰ সকলো ক্ৰিয়া তথা উচ্চাভিমান ব্যৰ্থ। সেইবাবেই পবিত্ৰতাৰ ওপৰত জোৰ দি সৰ্ব্ব বৰ্ণৰ একত্ৰ সংগঠন কৰি গুৰুজনাই পবিত্ৰ আদৰ্শ প্ৰদৰ্শন কৰাৰ এটি উদাহৰণ চৰিত সমূহে দিছে যেনে (গুৰু চৰিতৰ পৰা)—

কৈবৰ্ত্ত কলিতা কোচ ব্ৰাহ্মণ সমস্ত।<br>
একেলগে খাই দুধ কল চিৰা ঘৃত ॥<br>
অন্নৰান্ধি জগন্নাথ প্ৰসাদ কৰয়।<br>
ইগাৰে সিগাৰে তাক দিয়া ক্ৰুৰায়য় ॥

ইয়াৰ দ্বাৰা কৃত্ৰিম অস্পৃশ্যতা বৰ্জ্জনৰ কথা সূচনা কৰা নাই। সৰ্ব্ব বৰ্ণৰ (ওপৰত উল্লেখ কৰা) সংগঠন বা অকৃত্ৰিম অস্পৃশ্যতা বৰ্জ্জনৰ কথাহে কোৱা হৈছে। একত্ৰ খাদ্যগ্ৰহণৰ যি উদাহৰণ ওপৰত উল্লেখ কৰা হৈছে, ভাত নীচাত্মিকা ভাব, হেয় ভাব, কাৰোবাৰ প্ৰতি বিশেষৰ ভাবৰ তিলমানো ইঙ্গিত নাই। কিন্তু সেই বুলি সকলোকে পাচক কৰি লোৱাৰ উদাহৰণো নাই। এজনে আনজনৰ হাতে অন্নজল গ্ৰহণ কৰিলেই সকলো

শেষ বুলি ধৰিবও নোৱাৰি। দিওঁতাজন আৰু লওঁতাজনৰ উভয়ৰে অন্তঃকৰণ পবিত্ৰ হ'ব লাগিব। পাক্ কৰ্ত্তাজনৰ ক্ৰোধভাৱ, হিংসা ভাৱ, লোভভাৱ, ঈৰ্ষাভাৱ, শঙ্কাভাৱ, ভয় ভাৱ আদি সেই সময়ত থাকিব নালাগিব। সংক্ৰামক ব্যাধি যুক্তও হ'ব নালাগিব। ইয়াৰ বিপৰীতটো হ'লে অন্ন দূষিত হয় আৰু লওঁতাজনৰ খাদ্যই অপকাৰ কৰিব। যি খাদ্য দূষিত হয় অৰ্থাৎ ক্ৰোধাদি ভাবোদ্ৰেকৰে প্ৰস্তুত খাদ্য যেতিয়া ৰহস্যভাৱে বা অজ্ঞাতসাৰে বৰ্জ্জিত হৈ পৰে ; তেতিয়া উক্ত খাদ্য গ্ৰহণ কৰাৰ পৰিণামে তদনুৰূপ অজ্ঞাতসাৰেই প্ৰতিক্ৰিয়া হৈ ব্যক্তিজনক দূষিত কৰি পেলায়। নগৰ চহৰৰ ভোজনালয় বিলাকত চাহ, ভাত জলপান খোৱালোকৰ প্ৰায় বিলাকৰে দুৰাৰোগ্য ৰোগ হোৱা দেখা যায়। ইয়াৰ দ্বাৰা ৰোগ সংক্ৰমনো হয়। এই নিয়মে অস্পৃশ্যতা বৰ্জ্জন নীতিক মান্য কৰা অৰ্থ নুবুজায়। অস্পৃশ্যতা বৰ্জ্জন বা দূৰিকৰণৰ সলনি ইয়াক "অস্পৃশ্যতা আহবানকৰণ" বুলি কলেও অত্যুক্তি নহয়। ইয়াৰ দূষিতবোধ অন্যজাতিয়ে নেপালেও জ্ঞানী-সাধুসকলে নিশ্চয় পাব। অঞ্চলৰ তথা বিভিন্ন স্থানৰ অপৰিচিত নানা ৰোগী, বিৰুদ্ধ ধৰ্ম্মীলোকৰ সমাগমত ভোজনালয়ত একাসনে বহি বা একেটা পাত্ৰতে চাহ, ভাত খাই সেইবিলাকৰ সংস্পৰ্শত নিজৰ জাতি, ধৰ্ম্ম, কৰ্ম্ম, স্বাস্থ্য, জ্ঞান, আয়ু সকলোবিলাক মানুহে নষ্ট কৰি পেলাইছে। সেইকাৰণে বৈষ্ণৱ সকলে কায়, মন, বাক্য, বুদ্ধি, আত্মা, শুদ্ধিৰ কাৰণে উক্ত অনিয়ম ত্যাগ কৰি সাৱধানে সুনীতি পালন কৰা উচিত। হৰিভক্তি সাধনৰ কাৰণে প্ৰথম আহিলা হ'ল শৰীৰ সুস্থতা ৰখা। শৰীৰ সুস্থ নাথাকিলে সাধনা কৰা অসম্ভৱ। সেই কাৰণে মানুহ মাত্ৰেই খাদ্য দ্ৰব্যৰ ওপৰত বিশেষ দৃষ্টি ৰখাৰ প্ৰয়োজন। খাদ্য বস্তু আৰু পাক কৰ্ত্তা এই দুয়োটাই স্বাস্থ্যৰক্ষাৰ প্ৰধান আহিলা। খাদ্যই তাৰতম্য অৰ্থাৎ সাত্ত্বিক ৰাজসিক আৰু তামসিক আহাৰ ভেদে ত্ৰিবিধ ভাৱ জগাই তোলে। গীতাত ত্ৰিবিধ আহাৰৰ কথা কোৱা হৈছে। ই সঁচা কথা। সাধাৰণতে এজন বনবাসী সিদ্ধ পুৰুষক যদি তামসিক আহাৰ কৰোৱা হয়, তেন্তে তেওঁৰ অন্তঃকৰণ তামসিক হবই সন্দেহ নাই। সেইদৰে এজন সৈনিকক যদি ৰাজসিক তামসিক আহাৰৰ পৰিবৰ্ত্তে সাত্ত্বিক আহাৰ বা মৎস্য মাংস বৰ্জ্জিত সত্ত্বগুণ বিশিষ্ট আহাৰ কৰোৱা হয়, তেন্তে তেওঁৰ সৈনিকৰ তেজ বল, যুদ্ধোন্মত্ত ভাৱ হ্ৰাস হ'ব। এতিকে দেখা যায় মানুহৰ কাৰণে আহাৰ শুদ্ধিৰো প্ৰয়োজন আছে। সেইদৰে পাক কৰ্ত্তাজনৰো বহুগুণ থকা প্ৰয়োজন। পদ্মপুৰাণত কৈছে—

> যো যস্যান্নং সমশ্নাতি স তস্যাশ্নাতি কিল্বিষম্।
> দুষ্কৃতং হি মনুষ্যস্য সৰ্ব্বমন্নে ব্যৱস্থিতম্॥ পদ্মপুৰাণম্

অৰ্থাৎ—মানুহৰ যিমানবোৰ দুষ্কৃতি আছে বা থাকে, সেইখিনিক তেওঁৰ দ্বাৰা প্ৰস্তুত অন্নত সংক্ৰমণ হয়। গতিকে যিজনে যি জনৰ অন্ন ভক্ষণ কৰে, তেওঁ সেইজনৰ দোষ, পাপ, ৰোগ আদিৰ সমাংশ লাভ কৰে। সেই পদ্ম পুৰাণতে কৈছে যে ক্ৰোধাদি ভাবেৰে গুৰুপ্ৰদত্ত অন্নও অভক্ষ্য।

অৱজ্ঞাতং চাবধূতং সৰোষং বিস্ময়ান্বিতম্।
গুৰোৰপি ন ভোক্তব্যং অন্নং সংস্কাৰ বৰ্জ্জিতম্ ॥

পদ্মপুৰাণম্ ॥

অৰ্থাৎ—অৱজ্ঞা ভাবেৰে, ক্ৰোধভাবেৰে, বিস্ময়ভাবেৰে আৰু সংস্কাৰ নকৰা অন্ন গুৰুৱে দিলেও বৈষ্ণৱে ভক্ষণ নকৰিব।

খাদ্য অন্নৰ মহিমা ব্যাখ্যা প্ৰসঙ্গত বৃহৎ পৰাশৰ স্মৃতিত কৈছে—

অন্নাৰ্থমেতানুক্ষানঃ সমৰ্জ্জ পৰমেশ্বৰঃ।
অন্নেনাপ্যায়তে সৰ্ব্বং ত্ৰৈলোক্যং সচৰাচৰম্ ॥
অগ্নিৰ্জ্জ্বলতি চান্নাৰ্থং বাতিচান্নায় মাৰুতঃ।
গৃহ্ণাতি চাম্ভসাং সূৰ্য্যোৰসানন্নায় ৰশ্মিভিঃ ॥
অন্নং প্ৰাণো বলং চ ন্নমন্নাজ্জীবিতমুচ্যতে।
অন্নঞ্চ জগদাধাৰং সৰ্ব্বমন্নে প্ৰতিষ্ঠিতম্ ॥
সৰ্ব্বেষাং দেৱতাদীনাং অন্নং জীবঃ প্ৰকীৰ্ত্তিতঃ।
তস্মাদন্নাৎ পৰং তত্ত্বং নভূতং ন ভৱিষ্যতি।

বৃহৎ পৰাশৰ স্মৃতি ৫/১০৯-১১২

অৰ্থাৎ—প্ৰাণীসমূহৰ জীৱন ধাৰণৰ প্ৰয়োজনীয় অন্ন উৎপাদনৰ বাবে পৰমেশ্বৰে বৃষ (বলধ) সমূহ সৃষ্টি কৰিছে। চৰাচৰ সহিত সমগ্ৰ ত্ৰিলোক এই অন্নৰ দ্বাৰা আপ্যায়িত হয়। অন্নৰ কাৰণে অগ্নি প্ৰজ্জ্বলিত হয়। বায়ু প্ৰবাহিত হয়, সূৰ্য্যৰ কিৰণ মালাৰ দ্বাৰা জলৰ ৰস গ্ৰহণ কৰে। অন্নই প্ৰাণ, অন্নই বল, অন্নই জীৱন, আৰু অন্নই জগতৰ আধাৰ। গতিকে সকলোৱেই অন্নতে প্ৰতিষ্ঠিত। অন্নই সমস্ত দেৱতাৰ জীৱন বুলি শাস্ত্ৰত কীৰ্ত্তিত আছে। সেই কাৰণে অন্নতকৈ শ্ৰেষ্ঠত্ব জগতত আৰু হোৱা নাই আৰু নহয়ো।

উক্ত পৰিস্থিতিত ভোজনৰ তিথিভেদে নিয়ম আৰু খাদ্যাখাদ্য বিচাৰ বিধানকো আছে, যাক আচৰিলে মহৎ উপকাৰ আৰু নাচাৰিলে মহৎ অপকাৰ

হয়। তিথিভেদে আৰু বাৰভেদে খাদ্যবস্তু ব্যৱহাৰ নিষেধকৰণ এনেকৈ

কুষ্মাণ্ডে চাৰ্থহানিঃ স্যাদ্বৃহত্যাং নস্মৰেদ্ধৰিং।
বহুশত্রু ঃ পটোলে স্যাদ্ধনহানিস্তু মূলকে॥
কলঙ্কী জায়তে বিল্বে তিৰ্য্যগ্‌যোনিশ্চ নিম্বকে।
তালে শৰীৰ নাশঃ স্যান্নাৰিকেলে চ মূৰ্খতা॥
তুম্বী গোমাংস তুল্যাপ্যাৎ কলম্বী গোবধাত্মিকা।
শিম্বী পাপকৰী প্ৰোক্তা পূতিকা ব্ৰাহ্মঘাতিকা॥
বাৰ্ত্তাকৌ সুতহানিঃ স্যাচ্চিৰৰোগী চ মাষকে।
মহা পাপকৰং মাংসং প্ৰতি পদাদিষু বৰ্জ্জয়েৎ॥

অৰ্থাৎ— প্ৰতিপদত কুষ্মাণ্ড (কোমোৰা) খালে অৰ্থহানি তথা ব্ৰনাদি ক্লেদ ৰোগ হয়। দ্বিতীয়াত বৃহতী (তিতা ভেকুৰি) খালে হৰি স্মৰণৰ অযোগ্য আৰু অৰ্ব্বুদ ৰোগ হয়। তৃতীয়াত পটোল ভক্ষণ কৰিলে শত্রু বৃদ্ধি আৰু বাতৰক্ত হয়। চতুৰ্থীত মূলা ভক্ষণ কৰিলে ধনহানি তথা আমবাত হয়। পঞ্চমীত বিল্ব (বেল) ভক্ষণে কলঙ্ক তথা পিত্ত আদি ৰোগ জন্মে। ষষ্ঠীত নিম্ব অৰ্থাৎ নিমপাত ভক্ষণে পক্ষিযোনি প্ৰাপ্ত তথা গল গণ্ড (গৰল) হয়। সপ্তমীত তাল ভক্ষণে শৰীৰ বিনাশ অৰ্থাৎ ৰক্তপিত্তাদি ৰোগ হয়। অষ্টমীত নাৰিকল ভক্ষণে মূৰ্খতাপ্ৰাপ্তি আৰু অজীৰ্ণ ৰোগ হয়। নৱমীত অলাবু (লাও) ভক্ষণে গোমাংস তুল্য আৰু বাতশ্লেষ্মা ৰোগ হয়। দশমীত কলমী অৰ্থাৎ কলমৌ শাক ভক্ষণে গোবধ তুল্য পাপ, আৰু অম্লপিত্ত হয়। একাদশীত শিম তথা উৰহী ভক্ষণে পাপ তথা জ্বৰ হয়। দ্বাদশীত পুই (পুৰৈ শাক) ভক্ষণে ব্ৰহ্ম বধ সদৃশ পাপ তথা যক্ষ্মা ব্যাধি হয়। ত্ৰয়োদশীত বাৰ্ত্তাকু (বেঙেনা) ভক্ষণে সুত হানি তথা কণ্ডুৰোগ আৰু খজুতি হয়। চতুৰ্দ্দশীত মাসকলাই (মাটিমাহ) ভক্ষণে চিৰৰোগ হয়। আৰু পূৰ্ণিমা, অমাবস্যাত মাংস ভক্ষণে মহাপাপ তথা শ্লেষ্মা আদি ৰোগ হয়।

এনেকৈ বহুতো তিথিভেদে খাদ্যাখাদ্যৰ বিচাৰ আছে। ৰাতি শাক পাতজাতীয় বস্তু খোৱা উচিত নহয়। খালে পিত্তৰোগ কুপিত হয়। সেইদৰে শুকান শাক আদি খোৱাও নিষিদ্ধ। শাস্ত্ৰই কয় "অন্যান্ন ফলমাংসেভ্যঃ শুষ্ক শাকাং তথৈবচ" (বিষ্ণুপুৰাণ ৩/১১/৮১) অৰ্থাৎ-ফল, মাংস, আৰু শুকান শাক অভোজ্য। ত্ৰয়োদশী তিথিৰ দিনা বেঙেনাত পোক হয়। পোকৰ সৈতে খালে খৰ খজুতি ৰোগ জন্মে। আমেৰিকাৰ এজন চিকিৎসকে

দ্বাদশী তিথিত বেঙেনা ভক্ষণৰ নিষেধ বুজি জানি পৰীক্ষা চাবৰ কাৰণে সেই সময়ত বেঙেনা কাটি অনুবীক্ষণ যন্ত্ৰ দি চাই দেখিলে যে বেঙেনাৰ ভিতৰত অতি ক্ষুদ্ৰ ক্ষুদ্ৰ পোকৰ উৎপত্তি হৈছে আৰু মৰি আছে। কিন্তু ত্ৰয়োদশী তিথিৰ কাল অতীত হোৱাত তেতিয়া পোক দেখিবলৈ নেপালে। এনেকুৱা নিষেধাত্মক বাক্য সমূহ প্ৰতি ক্ষেত্ৰতেই পালনীয়। ৰবিবাৰ আৰু বৃহস্পতিবাৰৰ দিনা মাছ আৰু মচুৰ মাহ অভক্ষ্য। ৰবিবাৰৰ দিনা মচুৰমাহ খালে বহুমূত্ৰ ৰোগ হয়, শৰীৰ অত্যন্ত গৰম হয়, মস্তিষ্কত উত্তেজনা বাঢ়ে আৰু আনুষঙ্গিক বহুতো ৰোগে দেখা দিয়ে। মঙ্গলবাৰ আৰু শনি বাৰে তিতা খোৱাও অনুচিত। খালে বায়ুৰোগ, আৰু তজ্জাতীয় ৰোগ উৎপত্তি হয়। অমাবস্যা, পূৰ্ণিমা, একাদশী, সংক্ৰান্তি আদি তিথিত ভাত খাব নেলাগে। এই তিথিবোৰত পৃথিৱী ৰসাক্ৰান্ত হয়। খালে আমাৰ দেহতো ৰসাক্ৰান্ত হয় আৰু তাৰ পৰিণামে শ্লেষ্মাৰ আধিক্য হয়। এই নীতি পালন কৰা উচিত। সামিষ আৰু নিৰামিষ ভোজনতো বহু কথা আছে। আহাৰৰ ভিতৰত নিৰামিষ আহাৰেই সৰ্ব্বশ্ৰেষ্ঠ। নিৰামিষভোজী সকলৰ, শ্বাস প্ৰশ্বাসৰ গতি অতি ধীৰে ধীৰে চলে। সেই কাৰণে তেওঁলোক দীৰ্ঘায়ু হয়। সামিষ অৰ্থাৎ মাছ মাংসাদি ভোজন কৰিলে ৰক্তৰ চঞ্চলতা হয় আৰু শ্বাস প্ৰশ্বাসৰ গতি অত্যধিক হোৱাৰ কাৰণে অল্পায়ু হ'ব লগাত পৰে। উদাহৰণ স্বৰূপে এটা গৰু আৰু এটা বাঘৰ মাজত তুলনা কৰিব পাৰি। বন্যতৃণভোজী এটা গৰুৱে অনাহাৰে থাকি ৬/৭ ঘণ্টা অনায়াসে পৰিশ্ৰম কৰিব পাৰে। আৰু ক্ষুধাত কোনো প্ৰকাৰে বিভত হোৱা দেখা নাযায়। কিন্তু এটা বাঘে ১ ঘণ্টা পৰিশ্ৰম কৰিলেই শ্বাসৰুদ্ধ হৈ পৰে আৰু ক্ষুধাৰ সময় অতিক্ৰম হলেই অত্যন্ত অস্থিৰ হয় ইত্যাদি। পূৰ্ব্বকালত মহা মহা ঋষিসকলে বন্যফল ভোজন কৰিয়েই বেদ উপনিষদাদি দুৰ্ব্বোধ্য মহৎ গ্ৰন্থ ৰচনা কৰিছিল মন্ত্ৰ তন্ত্ৰাদি সৃষ্টি কৰিছিল। এতিয়াৰ মাছ মাংসভোজী সকলে উক্ত শাস্ত্ৰ সমূহৰ নিগূঢ় তত্ব উপলব্ধি কৰিবলৈ সক্ষম হ'ব পৰা নাই। সেই কাৰণে যোগ শাস্ত্ৰ সমূহে নিৰামিষ আহাৰ কৰিবলৈ বিশেষভাৱে উপদেশ দি গৈছে। সামিষ আহাৰ কৰিলে ব্ৰহ্মচৰ্য্যও ৰক্ষা কৰিব নোৱাৰে, শুক্ৰ পাতন হয়, মন চঞ্চল হয়। নিৰামিষ আহাৰে মেলেৰিয়া প্ৰভৃতি অনেক ৰোগ হ্ৰাস কৰে আৰু জ্বৰ আদিও কমে। সাধাৰণতে দেখা যায় সামিষ ভোজীৰ জ্বৰ হলে যদি দহ দিন ভোগে, নিৰামিষভোজী সেই ক্ষেত্ৰত দুদিন মাত্ৰ ভুগিব ইত্যাদি। মাছ মাংসভোজীয়ে সকলো প্ৰাণীৰে মাংস খাই বুলি মনুৱে কৈছে। সেই সম্বন্ধে মনুসংহিতাই ইঙ্গিত দিছে যেনে—

যো যস্য মাংসমশ্নাতি স তন্মাংসাদ উচ্যতে।
মৎস্যাদঃ সর্ব্বমাংসাদঃ তস্মাৎ মৎস্যান্ বিবর্জয়েৎ ॥

অৰ্থাৎ— যি যাৰ মাংসখাই, তাক সেই মাংসখাদক বুলি কোৱা হয়। কিন্তু যি মাছ খায়, তাক সকলো মাংসখাদক বুলি ধৰিব লাগে। গতিকে মৎস্য বৰ্জ্জন কৰা উচিত।

শঙ্কৰ মাধৱ দুজনা গুৰুৱে প্ৰথম অৱস্থাত মাছ মাংস খাইছিল। যিহেতু তেৰাসৱিৰ বংশ পৰিয়াল ঘোৰ শাক্ত আছিল। মাধৱদেৱৰ পিতৃ বিয়োগৰ পিছত তেৰাই মাছ খোৱা আৰু তেৰাৰ টান নৰিয়াৰ পিচত খাহি (ছাগলী) মাংস খাই সজ হোৱা কথা কথাগুৰু চৰিতত আছে। কিন্তু ধৰ্ম্ম প্ৰচাৰত মনোনিবেশ কৰাৰ পিচৰে পৰা সামিষ ত্যাগ কৰাৰ প্ৰমাণ নথকা নহয়। যি কি নহওক সামিষ আৰু নিৰামিষ ভোজনৰ উপকাৰিতা আৰু অপকাৰিতাৰ বিষয়ে থুলমূল আভাস এটি দিয়া হ'ল মাত্ৰ।

এনেকৈ নীতি নিয়মৰ মাজেদি চলি ৰান্ধনিজনে পাক কৰাৰ পিচত যেতিয়া অন্ন গ্ৰহণৰ সময় হ'ব, তেতিয়া খাওঁতা সকলে হাতমুখ ধুই লব। প্ৰথমতে যথাস্থান পৰিষ্কাৰ কৰি মুচি কাঁহি দিব আৰু ৰান্ধনিজনে খাদ্য বিতৰণ কৰিব। সত্ৰীয়া ভাষাত ভাতক "চাউল সিজোৱা" বুলি কয়। মাজে সময়ে শাস্ত্ৰীয় শব্দ (শিকা বান্ধি চান্দি কান্ধে লৈয়া দধি ভাত-বৰগীত) "ভাত" বুলিও ব্যৱহাৰ কৰা হয়। "চাউল সিজোৱা" বা ভাত খাবৰ কাৰণে এখন ওখ পিৰা থাকে। বৃদ্ধহাৰীত স্মৃতিৰ পঞ্চম অধ্যায়ত কাঠৰ পিৰা ব্যৱহাৰ কৰিবলৈ কোৱা হৈছে। সেইমতে সত্ৰত চাউল সিজোৱা ভোজনত কাঠৰ পিৰাহে ব্যৱহাৰ কৰে। পিৰাত বাওঁভৰি পথালিকৈ পাৰি লৈ সোঁভৰি মাটিত থৈ লব লাগে। বৃদ্ধহাৰীত স্মৃতিত এনে নিয়মে চলিবলৈ কৈছে। মাটিত হাত থৈ, ভৰিত হাত ৰাখি, নানা গল্প কৰি ভোজন কৰা অনুচিত। সেই সম্বন্ধে যুক্তি আছে

নাত্মীয়ান্ প্ৰলপন্ জল্পন্ বহির্জানুকৰো ন চ।
ন পাদাৰোপিতকৰঃ পৃথিব্যামপি বা ন চ ॥

বৃদ্ধহাৰীত স্মৃতি ৫/২৬৩

অৰ্থাৎ— আত্মীয়সকলৰ সৈতে কথা পাতি, সম্বন্ধ ৰহিত নানা কথাৰ অৱতাৰণা কৰি, জানুৰ বাহিৰে হাত উলিয়াই, ভৰিত আৰু মাটিত হাত ৰাখি ভোজন নকৰিব।

ভোজন কৰোতে ক্ৰোধভাৱ, হিংসা, পৈশুন্য ভাৱ ত্যাগ কৰিব লাগে। মৌন আৰু সুস্থিৰ ভাৱে ভোজন কৰিব লাগে। পূব আৰু উত্তৰ মুখ কৰি ভোজন কৰা উচিত। সেই সম্পৰ্কে —

বিষ্ণু পুৰাণে কয়—

বিশুদ্ধ বদনঃ প্ৰীতো ভুঞ্জীত ন বিদিঙ্‌মুখঃ।
প্ৰাঙমুখোদঙ্‌মুখো বাপি ন চৈবান্যমনানৃপ ॥

বিষ্ণু পুৰাণ ৩/১১/৭৭

অৰ্থাৎ— মুখ পবিত্ৰ কৰি লৈ প্ৰীতি সহকাৰে ভোজন কৰিব লাগে। পশ্চিম মুখ কৰি নহব। পূব বা উত্তৰ মুখ কৰি অন্যমনা নহৈ ভোজন কৰা উচিত।

ভোজন কৰোতে নিজৰ সোঁহাতে জল পাত্ৰ বা লোটা ৰাখিব লাগে। উলু বা খৰিকা ৰখা নিতান্ত দৰকাৰ আৰু বাওঁহাতে জল পাত্ৰ লৈ জল পান কৰাটো অবিধি। শাস্ত্ৰত কৈছে—

বামপাৰ্শ্বে স্থিতে তোয়ে যোভুঙ্‌ক্তে জ্ঞান দুৰ্ব্বলঃ।
আকল্পং নৰকং ভুঙ্‌ক্তা পশ্চাৎ জায়েত গৰ্দ্দভঃ ॥

অৰ্থাৎ— ভোজন কালত জলপাত্ৰ নিজৰ বাঁওহাতে ৰাখি ভোজন কৰিলে উক্ত অজ্ঞানীজন এককল্প পৰ্য্যন্ত নৰক ভোগ কৰাৰ পিচত গাধ হৈ জন্ম গ্ৰহণ কৰে।

উদ্ধৃত্য বামহস্তেন তোয়ং বক্ত্ৰেন যঃ পিবেৎ।
স সুৰাং বৈ পিবেৎ ব্যক্তাং সদ্যঃ পতিত ৰৌৰৱে ॥

বৃদ্ধহাৰীত স্মৃতি ৫/২৭০

অৰ্থাৎ— বাওঁহাতেৰে জলপাত্ৰ তুলি লৈ মুখেৰে বিজনে জলপান কৰে, তেওঁ প্ৰকাশ্যে সুৰাপান কৰাৰ তুল্য হয় আৰু ৰৌৰৱ নৰকত পৰে।

পাক্ কৰোতে প্ৰথমে যেনেকৈ পানী আৰু চাউল দিওঁতে ভগৱন্তৰ নাম স্মৰণ কৰি তেওঁক অৰ্পণ কৰি লব লাগে, ঠিক তেনেকৈ ভোজন কৰিবলৈ বহি সৰ্ব্ব প্ৰথমে অন্নগ্ৰাস ভগৱন্তৰ চৰণত সমৰ্পণ কৰি তেওঁৰ ভুক্তাৱশিষ্ট বুলি ভাবি ভোজন কৰিব লাগে। সত্ৰতো এনে নিয়মেই কৰে। জলপান কৰিবলৈ হলে (ভাত খাওঁতে) ভগৱৎ পদজল বুলি খাব লাগে। সোঁ হাতে অন্ন গ্ৰাস কৰি থকাৰ কাৰণে সেই হাতেৰে জলপাত্ৰ তুলি লব নোৱাৰে কাৰণে বাওঁহাতেৰে তুলি লৈ শাস্ত্ৰীয় বাণীৰ সন্মান ৰক্ষাৰ বাবে সোঁহাতটো তাত লগাই লৈ জলপান কৰিব লাগে। তেতিয়া দোষ নাথাকে।

ভগৱৎ অনিবেদিত অন্নজল অপবিত্ৰ বুলি গণ্য হ'ব। কাৰণ আমাৰ জীৱনৰ সকলো কৰ্ম্মই ভগৱৎমুখী হ'ব লাগে। বৈষয়িক সুখ সমৃদ্ধি লাভ কৰিবলৈ জীৱন ধাৰণ কৰিবৰ কাৰণে ভোজন কৰাটো মূৰ্খামি আৰু দোষণীয়। জীৱন ধাৰণ কৰিব লাগে ভগৱৎ সেৱাৰ্থে। ভোজন কৰিলেহে জীৱন ধাৰণ হ'ব। যেতিয়া ভোজনেই জীৱন, তেতিয়াহলে সেই জীৱন ভগৱৎ সেৱাৰ্থে নিযুক্ত কৰাটো শাস্ত্ৰ সন্মত আৰু জীৱন ধাৰণৰ কাৰণে গ্ৰহণ কৰা ভোজনৰ খাদ্যও হ'ব লাগিব ভগৱৎ ভুক্তাৱশিষ্ট বা ভগৱৎ নিবেদিত মহাপ্ৰসাদ। তেতিয়াহে ভোজন আৰু জীৱন সাৰ্থক হ'ব। তৎবিপৰীতে ভোজন হ'ব মল গ্ৰহণ আৰু জীৱন হ'ব পশুপক্ষীৰ। সমুদায় ইন্দ্ৰিয়বৃত্তি ভগৱৎমুখী হোৱা দৰকাৰ। ভগৱৎ অনিবেদিত বস্তু কি হয় তাৰ প্ৰমাণ শাস্ত্ৰই দিছে।

পত্ৰং পুষ্পং ফলং তোয়ং অন্নপানাদ্যমৌষধম্।
অনিবেদ্য ন ভুঞ্জীত যদাহাৰায়কল্পিতম্।
অনিবেদ্যতু ভুঞ্জানঃ প্ৰায়শ্চিত্তী ভবেন্নৰঃ॥

ব্ৰহ্মাণ্ড পুৰাণম্।

অৰ্থাৎ— পত্ৰ, পুষ্প, ফল, জল, অন্ন পানাদি তথা ঔষধ পৰ্য্যন্ত যি বিলাক বস্তু নিজে খাবৰ কাৰণে প্ৰস্তুত কৰা হয়, সেই সকলো ভগৱানক নিবেদন নকৰাকৈ গ্ৰহণ নকৰিব। অনিবেদিত বস্তু গ্ৰহণ কৰিলে মানুহ প্ৰায়শ্চিত্তৰ ভাগী হয়।

এনেকুৱা অলেখ উদাহৰণ দিব পাৰি। দুজনা গুৰুৰ ৰচিত পুথিৰ উদাহৰণ ইয়াত দিয়া নহল। বৃদ্ধহাৰীত স্মৃতিতো আছে।

সত্ৰীয়া সকলৰ চাউল সিজোৱা ভোজনৰ কাৰণে কাঁহি-বাটি ব্যৱহাৰ হয়। ইয়াৰ ভিতৰত বেৰাকাঁহিত সত্ৰাধিকাৰসকলে, বান কাঁহিত বৃদ্ধ আৰু শ্ৰেষ্ঠ ভকতসকলে, সাধাৰণ কাঁহিত ইতৰ ভকতসকলে অন্নভোজন কৰে। তেনেদৰে বান-বাটি আৰু পাতি-বাটিও। মন্ত্ৰী, ডা-ডাঙৰীয়াসকল সত্ৰলৈ আহিলে বেৰা-কাঁহিত খাদ্য খাবলৈ দিয়া হয়।

সত্ৰীয়া নীতিমতে অন্নভোজন কৰি থাকোতে পৰস্পৰে স্পৰ্শাস্পৰ্শী নকৰে। কৰিলে লঘোন দিব লাগে। কিয় লঘোন দিব লাগে তাৰ কাৰণ সমূহৰ ব্যাখ্যা এনেদৰে—সকলো মানুহ নিৰোগী নহয়। প্ৰতিজনৰে শৰীৰত এটা নহয় এটা ৰোগ আছেই। কাৰোবাৰ সংক্ৰামক ৰোগো নথকা নহয়। এনে এটা পৰিস্থিতিত ভোজনৰ সময়ত স্পৰ্শাদি কৰি থাকিলে পৰস্পৰৰ শৰীৰত ৰোগ বিনিময় হোৱাৰ বা সংক্ৰমণ হোৱাৰ আশঙ্কা থাকে। খাদ্যৰ যোগেদি

ৰোগ সম্প্ৰসাৰণ সহজে হয়। গতিকে স্পৰ্শাস্পৰ্শী নোহোৱাকৈ লঘোন দিব লগাৰ অজুহাত দেখুৱাই এনে নীতি ৰখা হৈছে। এইখিনি বিজ্ঞানসন্মত তথা ধৰ্ম্মীয় কথা।

দ্বিতীয়তে বিশেষ বিশেষ নিয়মত প্ৰতিজন ব্যক্তিয়েই স্পৰ্শাস্পৰ্শী বৰ্জ্জন কৰা উচিত। বৈষ্ণৱ মাত্ৰেই এনে নীতি কৰণীয়। কিয়নো পূৰ্ব্ব-কালত ঋষি মুনি সকলে সঙ্গ বৰ্জ্জিত হৈ নীৰৱে ধ্যান-ধাৰণা কৰি সফলতা লাভ কৰিছিল। অৱশ্যে আজিকালি কৰ্ম্মবহুল সমস্যাত তেনে নীতি পালন কৰিব নোৱাৰিলেও বিশেষ কাৰ্য্যত যেনে গুৰু সেৱা, ভোজনাদিত একান্ত ভাৱে কাৰ্য্য সমাপন কৰিব পাৰে। ভোজন কাৰ্য্যত স্পৰ্শ দোষ বৰ বেয়া। উদাহৰণ স্বৰূপে আজিকালিৰ চোৰধৰা কুকুৰক বহুল নিয়ন্ত্ৰণত ৰখা হয়। সিহঁতৰ খোৱা বোৱা শোৱা থকা আদিৰ প্ৰতি বিশেষ চকু দিয়া হয়। সেই কাৰণে সিহঁতৰ ঘ্ৰাণ শক্তি অটুট থাকে, চোৰ ধৰিব পাৰে। কিন্তু সিহঁতক যদি সাধাৰণ কুকুৰৰ মাজলৈ এৰি দিয়া হয়, তেন্তে সিহঁতে স্পৰ্শদোষত চোৰধৰা শক্তি আৰু ঘ্ৰাণ শক্তি হেৰুৱাই পেলাব। সেইকাৰণেই সিহঁতক নিয়ন্ত্ৰণত ৰাখিব লাগে। তদনুৰূপে বৈষ্ণৱে বৈষ্ণৱত্ব অটুট-ৰাখিবলৈ হ'লে সদায় সঙ্গত থাকিও সঙ্গবৰ্জ্জিত হৈ থাকিব লাগে। পদুম সদায় পানীতে জন্ম হয়, আৰু পানীতে লয় হয়। কিন্তু পানীৰ লগত পদুম সঙ্গবৰ্জ্জিত অৰ্থাৎ পানীয়ে পদুমক স্পৰ্শ কৰিব নোৱাৰে। তৃতীয়তে ব্ৰহ্মদৃষ্টিত সকলো প্ৰাণীয়েই সমান কোনো ভিন্ন পৰ নাই। কিন্তু সকলোৰে প্ৰতি সমদৃষ্টি ৰাখিব লাগিলেও কাৰ্য্যভেদে সমদৃষ্টি সম্পন্ন হ'ব নোৱাৰে। সেই সম্বন্ধে আমাৰ "একশৰণ তত্ত্ব বিবেচন" অধ্যায়ত পৰিষ্কাৰ কৰি দিয়া আছে। সেই কাৰণে ধৰ্ম্ম পালনৰ হেতু মানুহে বহুতো নীতি নিয়মৰ মাজেদি স্বাস্থ্যৰক্ষা কৰি চলিব লাগে। ভোজন নীতিত স্বাস্থ্য নীতি অখুন্নে পালনীয়। এইখিনি মোৰ নিজস্ব কথা নহয়, বিজ্ঞানেও ক'ব। যাৰে তাৰে হাতে ভোজ্য খাদ্য গ্ৰহণ কৰা, যি কোনো ব্যক্তিয়ে পাক কৰি দিয়া অন্ন দূষিত। অধিক বক্তব্যৰ নিষ্প্ৰয়োজন।

যোগ শাস্ত্ৰৰ মতে আহাৰ কৰাৰ নীতি এনেধৰণৰ — যেতিয়া সোঁ-নাকেদি শ্বাস প্ৰবাহিত হয়, তেতিয়া অন্ন ভোজন আৰু বাঁও নাকেদি শ্বাস প্ৰবাহিত হোৱাৰ সময়ত জলপান কৰিব লাগে। কেতিয়াবা ক্ষুধাৰ সময়ত বাঁও-নাকেদি শ্বাস প্ৰবাহিত হ'লে শ্বাস পৰিবৰ্ত্তন কৰি ল'ব পাৰি। সেই বিলাক যোগ শাস্ত্ৰত উল্লেখ আছে। ইয়াৰ বিপৰীত কাৰ্য্য হ'লে শৰীৰত

ব্যাধি হ'বই সন্দেহ নাই। যথা নিয়মে খাদ্য গ্ৰহণ কৰিলে কোনো দিনেই পেটৰ অসুখ নহয়, হজম শক্তি বৃদ্ধি হয়। এই বিধাক মানি চলিব পাৰিলে ভাল। আহাৰান্তে কিছুসময় বীৰাসনে বহি ম'হৰ শিঙৰ ফণীৰে মূৰ আচুৰিব লাগে। এনে কৰিলে খাদ্য হজম হয়, বাত ব্যাধি, অৰ্শ ব্যাধি, ভাল হয়, মূৰ শীতল থাকে, টোপনি ভাল হয়, স্বপ্নদোষ হ'ব নোৱাৰে, স্মৰণ শক্তি বাঢ়ে ইত্যাদি।

সূৰ্য্য উদয় হৈ থকা অৱস্থাত দুবাৰ "চাউল সিজোৱা" ভোজন কৰাটো অবিধি। আজিকালি মানুহে এনে নিয়ম মানি চলা দেখা নাযায়। য'তে সুবিধা পায় তাতে চাউল সিজোৱা ভোজন কৰে। সত্ৰীয়া নিয়মমতে এনে কৰিলে লঘোন দিব লাগে। দুবাৰ চাউল ধৰাতো নিষিদ্ধ। শাস্ত্ৰই কৈছে— "নৈকাদিত্যে দ্বিব ভোজনম্" অৰ্থাৎ সূৰ্য্য উদয়াৱস্থাত দুবাৰ খাব নেপায়।

ব্ৰহ্মবৈবৰ্ত্ত পুৰাণত কৈছে—

দ্বিৰ্ভোজনং চ দিবসে সন্ধ্যয়োৰ্ভোজনং তথা।
ভক্ষণঞ্চ ৰাত্ৰি শেষে চ ধ্ৰুবং প্ৰাজ্ঞঃ পৰিত্যজেৎ॥

অৰ্থাৎ— বুদ্ধিমান পুৰুষে দিনত দুবাৰ তথা দুই সন্ধ্যাত আৰু ৰাতি অৱসানত ভোজন কাৰ্য্য অৱশ্যে ত্যাগ কৰা উচিত।

অন্ন ভোজন শেষ হ'লে মুখ প্ৰক্ষালন কৰিব লাগে। উলুৰে দাঁত খৰকিয়াই দন্তলগ্ন অন্ন উলিয়াই পেলাব লাগে। নতুবা দাঁতৰ মাজত সোমোৱা অন্ন ওলাব নোৱাৰি তাতে গেলি পচি দাঁতৰ অপকাৰ কৰিব পাৰে। উলু লোৱাতো ত্ৰীয়াস নীতিৰ ভিতৰতে পৰে। ভোজনৰ কাঁহিবাতি চাঁইৰে ভালকৈ পৰিষ্কাৰ কৰি ধুব লাগে। অৱসানে তামোল আৰু পাণ খাই মুখ শুদ্ধি কৰা প্ৰয়োজন। সত্ৰীয়া ভাষাত ইয়াক "শুৱা ভোজন" বা "মুহুদি" বুলি কয়। পাণ হজম কাৰক। কিন্তু শুকান পাণ, পাণৰ ঠাৰি, পাণৰ মূল খোৱা দোষ-ণীয়। স্মৃতিয়ে কয় "শুষ্কপৰ্ণং হৰেদায়ু পৰ্ণমূলং দৰিদ্ৰতা" অৰ্থাৎ— শুকান পাণ খালে আয়ু হৰণ কৰে আৰু পাণৰ মূলে দৰিদ্ৰ কৰে। ইত্যাদি। মুখ শুদ্ধি অৱসানে ভোজন কৰাৰ ঠাই মাটি-পানীৰে ভালকৈ মুচিব লাগে। সত্ৰীয়া নীতিত "পাতপেলোৱা মাটি" নামৰ এবিধ বেলেগ মাটি থাকে। মাটিগোৰৰ মিহলাই ল্যাক কৰি ৰ'দত শুকুৱাই সুকীয়াকৈ থব। ভোজনান্তে তাৰ ঠাইত চাৰিওকাষে উক্ত মাটি দি পানী সহ মুচি "স্থান সংস্কাৰ" কৰিব লাগে। মাটিত অৰ্থাৎ ভোজন স্থানত মুখৰ পৰা

অন্ন পৰে বাবে সেই ঠাই দুষিত হয়। পৰিষ্কাৰ নকৰিলে ব্যাধি সংক্ৰমণ হোৱাৰ ভয়। গতিকে "পাতপেলোৱা মাটি" ব্যৱহাৰ কৰা উচিত। ভোজন কৰিবলৈ বহা পিৰাও তিয়াই দিয়া উচিত। "পাত পেলোৱা মাটি"ৰ উৎপত্তি সম্বন্ধে চৰিতত এটি কাহিনী আছে। শঙ্কৰদেৱৰ দিবসত তেৰাৰ স্থাপিত সত্ৰৰ নাতিদূৰত "বৰকোঁচ" নামেৰে এজন অতি দুৰ্দ্দান্ত, ভক্ত নিন্দুক, হিংসুক ব্যক্তি আছিল। ভক্তসকল ভিক্ষালৈ গ'লে তেওঁ নানা কদৰ্থনা কৰে, দলি-ফৰমূঠি মাৰি খেদে। সেই কথা গুৰুজনাক জনোৱাত তেৰাই উক্ত দলি-ফৰমূঠিবোৰ বুটলি লৈ আহিবলৈ পৰামৰ্শ দিয়ে। সেইমতে ভকতসকলে কৰাত উক্ত দলিবোৰ ভাঙি তাৰ লগত গোবৰ মিহলাই ৰ'দত শুকাই ভকত-সকলে ভোজনৰ ঠাই মাৰ্জ্জন কৰিবৰ কাৰণে গুৰুজনাৰ আদেশক্ৰমে নিয়ম প্ৰবৰ্ত্তন কৰিলোৱা হ'ল। তাৰ নাম দিয়া হ'ল "পাত পেলোৱা মাটি"। ফৰ-মূঠিবোৰ কুঠাৰেৰে ফালি পাক কৰা খৰি কৰা হয়। উক্ত দুয়োবিধ সজ-কাৰ্য্যত ব্যৱহাৰ কৰাত "বৰকোঁচ"ৰ দুৰ্ব্বাসনা আঁতৰে। গুৰুজনাৰ কৃপা লভি তেওঁ তেৰাৰ চৰণত শৰণাপন্ন হয়। উক্ত আহি এতিয়ালৈকে সত্ৰীয়া নীতিৰ অন্তৰ্গত হৈ আছে।

ৰাতি চাউল সিজোৱা ভোজনৰ পিছত কাঁহিবাতিবোৰ বেৰৰ এচু-কত থৈ দিয়া হয়। পুৱা চাইৰে পুনৰ ধুব লাগে। চুৱা ঠাই (ঘ'ত মুখ ধোৱা হয়) পুৱা আৰু বিয়লি বেলা পৰিষ্কাৰ কৰিব লাগে। পুৱাবেলা বহাখন, সাৰি পৰিমাৰ্জ্জন কৰাটো সত্ৰীয়া নীতিৰ ভিতৰত।

## (ক-৮)— গমন বিধি :—

সত্ৰীয়া সদাচাৰ নীতিৰ ভিতৰত গমনাবিধিও অন্যতম। স্নান, পূজন ভোজনত যেনেকৈ গুৰুত্ব আছে, তেনেকৈ গমনতো আছে। ভোজনৰ পিচত কিছু-কাল উপবেশন কৰি পৰস্পৰে পৰস্পৰৰ বহালৈ যোৱাতো সত্ৰীয়া নীতি। ইয়াৰ দ্বাৰা প্ৰীতিৰ বান্ধোন কটকটীয়া হয়। এজন বৃদ্ধ বা মান্যৱন্ত বুঢ়াভকত ওচৰেদি গলে ইতৰসকল বা অন্যসকল কঠৰ পৰা বা পিৰাৰ পৰা নামি তেখেতক মান্য কৰা হয় বা কৰা উচিত। দুজন ব্যক্তি মুখামুখিকৈ বহি কথা পাতি থাকিলে অনিবাৰ্য্য কাৰণত মাজেদি যাব লগা হলে হাত দুখন চপ-ৰাই নম্ৰভাৱে যাব লাগে। ইয়ো এটি শিষ্টাচাৰ। সত্ৰাধিকাৰ গৰাকী বিশেষ প্ৰয়োজন বোধেহে ভকতৰ বহালৈ যায়। ভকতৰ নৰিয়া হলে, নিমন্ত্ৰণ জনালে, বা নাম পাতিলে সত্ৰাধিকাৰ গৰাকী যোৱাটো নিশ্চিত। সত্ৰীয়া নীতিত

জন সাধাৰণৰ বা ভকতৰ ছাঁয়া অতিক্ৰম কৰা বা গছকি যোৱাতো শাস্ত্ৰ নীতি বিৰুদ্ধ কথা।

বিষ্ণুপুৰাণত কৈছে —

পূজ্যদেৱধ্বজজ্যোতিচ্ছায়াং নাতিক্ৰমেৎ বুধঃ ।

বিষ্ণুপুৰাণ ৩/১২/১৪

অৰ্থাৎ--পূজ্য ব্যক্তি, দেৱতা, পতাকা, তেজপদাৰ্থ—এইসকলৰ ছাঁয়া অতিক্ৰম কৰা বিজ্ঞলোকৰ উচিত নহয়।

মনুসংহিতাতো কৈছে —

দেৱতানাং গুৰুৰাজ্ঞঃ স্নাতকাচাৰ্য্যয়োস্তথা ।
নাক্ৰামেৎ কামতশ্ছায়াং বভ্ৰুনোদীক্ষিতস্য চ ॥

মনুসংহিতা ৪/১৩০

অৰ্থাৎ — দেৱপ্ৰতিমা, পিতৃ আদি গুৰুজন, ৰাজা, স্নাতক গৃহস্থ; উপনেতা, কপিলা গাই, আৰু যজ্ঞ দীক্ষিত ব্যক্তি এই সকলৰ ছাঁ-ইচ্ছাপূৰ্ব্বক কেতিয়াও অতিক্ৰম নকৰিব।

আমি ওপৰতে উল্লেখ কৰি আহিছো যে সত্ৰত 'সজ' আৰু 'ফুৰা' দুটা বিষয় আছে। সত্ৰৰ ভিতৰ ভাগত অৱস্থিত গছ-গছনি, বন-বননি আদিলৈ গলে ফুৰা হয়। তেতিয়া গা ধোৱে। সত্ৰৰ বাহিৰলৈ গলে অৰ্থাৎ গাওঁ বা বজাৰে সমাৰে গলে ভকত সকলে সবস্ত্ৰে স্নান কৰিব লগা হয়। কাৰণ বাহিৰত না না প্ৰকাৰ মানুহৰ সৈতে সংস্পৰ্শ তথা না না বীজাণুযুক্ত ঠাইত ভৰি পৰাৰ কাৰণে শৰীৰ আৰু বস্ত্ৰ দূষিত হয়। এই খিনিয়ে মাত্ৰ ভকত সকলেহে পালন কৰিব লাগে এনে নহয়, সৰ্ব্বজন সাধাৰণেই পালন কৰিব লাগে। সংহিতা আৰু স্মৃত্যোক্ত বাণীসমূহ কেৱল সত্ৰৰ বাবেই প্ৰযোজ্য নহয় বা পালনীয় নহয় তথা সত্ৰৰ বাবেই শাস্ত্ৰ সমূহ ৰচিত হোৱা নাই। সমগ্ৰ পৃথিবীৰ মানৱ জাতিৰ বাবেই কথিত হৈছে। গতিকে এই নীতি সমূহ সকলোৱেই পালন কৰা উচিত। গমন কাৰ্য্যত সকলোৱেই শাস্ত্ৰীয় নীতি মানিব লাগে। নিয়ম নীতিৰে চলিলে শাৰীৰিক আৰু মানসিক দুয়োটাৰে উন্নতি হয়। শাস্ত্ৰত গমন বিধি বহু প্ৰকাৰে কথিত হৈছে। সংখেপে ইমানকে লিখা হ'ল মাত্ৰ।

**(ক—৯)— উপবেশন বিধি :—**

সত্ৰীয়া উপবেশন বিধি আনতকৈ কিছু বেলেগ। সত্ৰৰ ভিতৰত উচ্চাসনত বা তজ্জাতীয় আসনত উপবেশন কৰাটো নিষিদ্ধ। কীৰ্ত্তন ঘৰৰ

ভিতৰত উচ্চাসনত উপবেশন কৰাটো বিষ্ণুৰ বত্ৰিশ অপৰাধৰ ভিতৰত পৰে। পূৰ্ব্বতে সেই সম্বন্ধে ব্যক্ত কৰি অহা হৈছে। উচ্চাসন বুলিলে আজি কালিৰ চকি ডেস্ক্ বেঞ্চ আদিকো বুজাব। সত্ৰৰ উচ্চাসন হল বৰ পীৰা, ওখ চাং আদি। কীৰ্ত্তন ঘৰৰ কথা বাদেই সত্ৰৰ ভকতে নিজৰ বহাৰ আগফালে পীৰাতো উপবেশন নকৰে। এনে কৰাটো দোষণীয় বুলি ভকত সকলে বিশ্বাস কৰি আহিছে। অৱশ্যে সত্ৰাধিকাৰে নিজৰ বহাত বৰ পীৰাত উপবেশন কৰে। সত্ৰাধিকাৰৰ বাবে এই নিয়ম মুকলি কৰি ৰখা হৈছে। কীৰ্ত্তন ঘৰলৈ, মান্যৱন্ত জনলৈ (উপবেশন কৰি থাকোতে) ভৰি মেলি থকাটো দোষণীয়। মান্যৱন্তজনৰ ওচৰত কঠত নবহা, দেখিলে কঠৰ পৰা নমাটো শিষ্টাচাৰ। মান্যৱন্তক মান কৰাটো আৰু তেওঁৰ বাক্য পালন কৰাটো শাস্ত্ৰসন্মত। কীৰ্ত্তনৰ কুঁজীৰ বাঞ্চা পূৰণ প্ৰসঙ্গত শ্ৰীকৃষ্ণৰ প্ৰতি উদ্ধৱে কেনে ব্যৱহাৰ কৰিছিল, সেই সম্বন্ধে তলৰ উদ্ধৃতি লৈ চাওঁক :—

(কুজীয়ে)— উদ্ধৱক আতি সতকাৰ কৰি
আসন দিলা বঢ়াই।
আসনক মান্য কৰি হাত দিয়া
বসিলা মাটিত যাই ॥

কীৰ্ত্তন/শঙ্কৰদেৱ

শ্ৰীকৃষ্ণ মান্য ব্যক্তি কাৰণে উদ্ধৱে আসনত উপবেশন নকৰি মাটিতে উপবেশন কৰিছিল। এনে নিয়ম সত্ৰতো আছে। কিন্তু আজি কালি যুগত এনে নিয়মৰ ব্যৱধান পৰিলক্ষিত হৈছে। সংক্ষেপতে এনেকৈয়ে উপবেশন বিধি প্ৰকাশ কৰা হৈছে।

(ক — ১০) – বচনবিধি :—

সত্ৰীয়া সদাচাৰত বিশিষ্ট বাক্যবচনো অন্যতম। প্ৰসিদ্ধ বৈষ্ণৱ শাস্ত্ৰ সমূহত সদায় শিষ্টাচাৰ বাক্য প্ৰয়োগ কৰিবলৈ বোৱা হৈছে মহা-ভাৰতৰ আশ্বমেধিক পৰ্ব্বত উল্লিখিত পঞ্চবিধ শৌচৰ ভিতৰত "বাকশৌচ' ও অন্যতম্। পবিত্ৰ বাণী বা পবিত্ৰ বাক্যই অন্তৰো পবিত্ৰ কৰে। মুখেৰে যি কোনো বাক্য উচ্চাৰণ কৰিলে বা জধেমধে বিভুমান অসঙ্গত বাক্য প্ৰয়োগ কৰি থাকিলে মানুহৰ অন্তৰ কলুষিত হয়। সেই কাৰণেই পূৰ্ব্বকালৰ প্ৰসিদ্ধ মুনি সকলে বাক্ সংযম কৰিছিল অৰ্থাৎ কম কথা কৈছিল। বাক্ সংযম কৰিব পাৰিলে মানুহ বাক্সিদ্ধ হয়। বাক্যৰ দ্বাৰাই ভগৱধ

বৈকুণ্ঠ লাভ আৰু বাক্যৰ দ্বাৰাই নৰক ভোগ হয়। বাক্যৰ দ্বাৰা নানা যোনিভ্ৰমণ, সুবাসনা, দুৰ্ব্বাসনা ঘটে। সেইবাবে সৎ শাস্ত্ৰালাপ, সৎ প্ৰবচন, বা শিষ্টাচাৰ বাক্য প্ৰয়োগকৰণ সমুচিত। গুৰুজনে কৈছে —

হৰি কথা অমৃতৰ সম্যক আলাপ ৰসে
যিটোদিন হোৱয় বিহীন।
সেহিসে দিনক ভাই দুৰ্দ্দিন বুলিয়া মানি
মেঘাচ্ছন্ন নোহয় দুৰ্দ্দিন॥

নামঘোষা।

শঙ্কৰগুৰুৱে কৈছে—

কৃষ্ণ কথা এৰি সাতে পাঞ্চে বেঢ়ি
আন কথা কৈ থাকে।
অমৃতক তেজি যেন বিষ্ঠা ভুঞ্জে
গৰু শুকৰৰ জাকে॥

কীৰ্ত্তন

আকৌ— কুকথায়ে হৰে সমস্ত পুণ্য
বৈকুণ্ঠে নযায় যিটো ভাগ্য শূন্য॥
তমো নৰকে হোৱে চিৰবাস।
আপুনি চিন্তে আপোনাৰ নাশ॥

কীৰ্ত্তন

শয়নে, ভোজনে, গমনে, বচনে সৰ্ব্বদা হৰিনামোচ্চাৰণ কৰিবলৈ কোৱা হৈছে "শয়নে, ভোজনে সদা হৰি বোলা এৰিয়া আন আক্ৰোশ" ইত্যাদি। নানা বৈষয়িক জঞ্জালৰ মাজত থাকিও যিজনে হৰিনাম মুখৰ পৰা নেৰে, সেইজনেই প্ৰকৃত ভক্ত বা বৈষ্ণৱ। হৰিনাম এৰিলে পাতকে আহি বেঢ়ি ধৰাৰ ভয়ত ভক্তই সেই কাৰণেই — নাম নেৰে। বাক্য সৎকাৰ, প্ৰীতিসম্ভাষণ আদি যি কৰে তেওঁৰ ওচৰত ভগৱান সদায় আছে। উচ্চলোকত ভক্তি, সমানত মৈত্ৰি, হীনত স্নেহ কৰাৰ নাম সৎকাৰ। গ্ৰাম্য কথা বিনাশন উত্তম শ্লোকৰ গুণ সমূহ ব্যাখ্যাত সাধুৰ সঙ্গ লাভ আৰু তেওঁত কৰা প্ৰীতি সম্ভাষণেই ভগৱৎ সৎকাৰ। সত্য কথন, অসত্য বৰ্জ্জন, অপ্ৰিয় ভাষণ ত্যাগ আদি সাধুতাৰ লক্ষণ। বিষ্ণু পুৰাণত কৈছে —

কিঞ্চিৎ পৰস্বং ন হৰেন্নাল্পমপ্যপ্ৰিয়ং বদেৎ।
প্ৰিয়ঞ্চ মানৃতং ব্ৰুয়াৎ নান্যদোষানুদীৰয়েৎ॥

বিষ্ণুপুৰাণ ৩।১২।৪

অর্থাৎ ঃ—কেতিয়াও কাৰো বস্তু হৰণ নকৰিব, কাকো অল্পমাত্ৰও অপ্ৰিয় কথা নকব, মিছা বাক্য নকব আৰু আনৰ দোষ বৰ্ণনা নকৰিব।

মনুসংহিতাত কৈছে –

সত্যং ব্ৰুয়াৎ প্ৰিয়ং ব্ৰুয়াৎ ন ব্ৰুয়াৎ সত্যমপ্ৰিয়ম্।
প্ৰিয়ঞ্চ নানৃতং ব্ৰুয়াৎ এষঃ ধৰ্ম্মঃ সনাতনঃ ॥
ভদ্ৰং ভদ্ৰমিতি ব্ৰুয়াৎ ভদ্ৰমিত্যেব বা বদেৎ।
শুষ্ক বৈৰং বিবাদঞ্চ ন কুৰ্য্যাৎ কেনচিৎ সহ ॥

মনুসংহিতা ৪/১৩৮,১৩৯

অৰ্থাৎ — প্ৰিয় অথচ সত্য কথা ক'বা, অপ্ৰিয় সত্য নক'বা, অসত্য প্ৰিয়ও নকবা, এইয়াই সনাতন ধৰ্ম্মৰ লক্ষণ। অভদ্ৰস্থলত ভদ্ৰবাক্য প্ৰয়োগ কৰিবা, অথবা সকলোৰে প্ৰতি ভদ্ৰোচিত মাঙ্গলিক বচন বুলিবা, কাৰো সৈতে নিষ্প্ৰয়োজনত শত্ৰুতা বা বিবাদ নকৰিবা ॥

চানক্যত কৈছে—

প্ৰিয়বাক্য প্ৰদানেন সৰ্ব্বে তুষ্যন্তি জন্তবঃ।
তস্মাৎ তদেব বক্তব্যং বচনে কা দৰিদ্ৰতা ॥

অৰ্থাৎ—সৰ্ব্বাবিধ প্ৰাণীয়েই প্ৰিয় বাক্য প্ৰদানত সন্তোষ লাভ কৰে। গতিকে তেনেদৰে কোৱাহে উচিত। কাৰণ বাক্যত কোনো দুখীয়া নহয়।

আকৌ তাতে কৈছে—

সদাপ্ৰসন্নং মুখমিষ্টভাষী সুশীলতা চ স্বজনেষু সখ্যম্।
সতাং প্ৰসঙ্গঃ কুসহীনহানং চিহ্নানিদেহে ত্ৰিদিবস্থিতানাম্ ॥

অৰ্থাৎ সদায় প্ৰসন্নমুখেৰে থকা, প্ৰিয়বাক্য বোলা, সৎস্বভাৱ পৰায়ণ হোৱা, সজ্জনৰ সঙ্গ লাভ কৰা, নীচলোকৰ সঙ্গ ত্যাগ কৰা —এইবোৰ স্বৰ্গত থকাসকলৰ লক্ষণ।

সন্তসাধুৰ গৃহত এইকেইটাৰ অভাৱ নাই—
তৃণানি ভূমিৰুদকং বাক্ চতুৰ্থী চ সুনৃতা।
এতান্যপি সতাং গেহে নোচ্ছিদ্যন্তে কদাচন ॥

মিত্ৰলাভঃ—৯৫

অৰ্থাৎ—সাধুসকলৰ গৃহত বহিবলৈ আসন, বিশ্ৰামৰ কাৰণে স্থান, হাত-মুখ ধুবৰ কাৰণে জল আৰু সুমধুৰ সম্ভাষণ এই চাৰিটাৰ অভাৱ নহয়।

এনেকৈয়ে বচন বিধি বা শিষ্টাচাৰ বাক্যৰ বিৱৰণ প্ৰসিদ্ধ শাস্ত্ৰ সমূহত পোৱা যায়। সত্ৰীয়া নীতিত শাস্ত্ৰীয় নীতিৰ উপৰিও বহুতো বাক্য-বচন আছে যাক "সত্ৰীয়া ভাষা" বুলি কোৱা হয়। সত্ৰীয়া ভাষাত কিছুমান দুজনাগুৰু ৰচিত শাস্ত্ৰসমূহৰ শিষ্টাচাৰ বচন পোৱা যায়। উদাহৰণ স্বৰূপে সত্ৰত ব্যৱহৃত কিছুমান শব্দ বা বাক্য আছে সেইবোৰ হ'ল "তোমোৰা চাউল সিজোৱা ধৰা গ'লনে?" "তোমৰা কোনফালেনো যোৱা যায়?" "তোমৰাসবে আমাৰ দোষদায় মাৰ্জ্জনা কৰা যাওক," "এতিয়া যোৱা যাওক," "এয়া চাউল সিজোৱা ভোজন কৰা যাওক," "তোমৰানো ক'ৰ পৰা অহা হৈছে", "এই ভাগি ধৰাহওঁক," "অহা যাওক." "যোৱা যাওক," "খোৱা যাওক", ইত্যাদি বহুতো সত্ৰত ব্যৱহৃত সত্ৰীয়া বাক্য এতিয়াও বৰ্ত্তি আছে। এইখিনি আধুনিক ব্যাকৰণ মতে সিদ্ধ নহয় যদিও সত্ৰীয়া নিজস্ব ভাষাত আৰ্য প্ৰয়োগৰ দৰে বিশুদ্ধ। বহুতে "তোমৰা" শব্দটোক বঙ্গভাষাৰ অপভ্ৰংশ শব্দ বুলি ক'ব খোজে। কিন্তু বহুতেই নাজনে যে ভাষা জননীৰ দুগৰাকী কন্যাৰ ভিতৰত অসমীয়া ভাষাই বঙ্গভাষাৰ বায়েক। অসমীয়াৰ প্ৰাচীনতম ভাষাত "তোমৰা' শব্দটো আছিল। তাৰেই নাতি-পুতি "তুমি" শব্দ। সত্ৰৰ বাদে অসমৰ বাকী অঞ্চলত উক্ত 'তোমৰা' শব্দটো ব্যৱহাৰ হোৱা দেখা নাযায়। বিশেষকৈ উজনি খণ্ডত কমলাবাৰী সত্ৰত আৰু তৎসংস্ৰৱ সত্ৰ সমূহত, নামনি খণ্ডত বৰপেটা প্ৰমুখ তৎসংস্ৰৱ সত্ৰ সমূহত 'তোমৰা' শব্দটোৰ প্ৰচুৰ প্ৰচলন আছে। বাকী সত্ৰবোৰত নাই। 'তোমৰা' শব্দৰ ব্যৱহাৰ গুৰুদুজনাই শাস্ত্ৰ সমূহত সুন্দৰকৈ কৰিছে যেনে—

তোমৰা নৰনাৰায়ণ দুই।
ভৈলা অৱতাৰ মনুষ্য হুই॥

কীৰ্ত্তন

আৰো— তোমৰাসবে মোৰ অৰ্থে আতি।
এৰিলা বেদ ধৰ্ম্ম যত জাতি॥

কীৰ্ত্তন

উক্ত 'তোমৰা' শব্দটো একবচন বা দ্বিবচনৰ আৰু "তোমৰাসবে"টো বহুবচনত হৈছে। 'তোমৰা' শব্দটো মান্যাৰ্থত আৰু কেতিয়াবা মধ্যমপুৰুষত

(তুমি, তোমালোক আদিত) সময় বিশেষে ব্যৱহৃত হৈছে। সত্ৰত উক্ত শব্দটো মান্যাৰ্থতহে ব্যৱহৃত হয়। কিন্তু সত্ৰাধিকাৰক 'তোমৰা' বুলি নকয়, আপুনি বুলিহে কয়। বাকীসকলতহে উক্ত শব্দটো ব্যৱহাৰ কৰে। উচ্চমান বিশিষ্ট ভকতক নাম ধৰি নেমাতে। শিষ্টাচাৰ ৰক্ষা কৰাটো সত্ৰীয়া সদাচাৰত এটি বাধ্যতামূলক নীতি। কিন্তু কেতিয়াবা দৈবাক্ৰমে কোনো কোনো ভকতৰ মাজত বিবাদ হ'লে বা গালি-গালাজ হলে পৰস্পৰে সত্ৰীয়া নীতিমতে দণ্ড জৰিমনা দিব লগাৰ উপৰিও অনুতাপ প্ৰায়শ্চিত্ত আৰু ভাত লঘোন দিব লগা হয়। খং উঠিলে, দুজনা গুৰুৰে স্নান কৰিহে শুদ্ধ হৈছিল। লঘোন দিবলৈ হলে তিনি-পৰৰ প্ৰসঙ্গৰ পিছতহে কীৰ্ত্তন ঘৰ, আতাৰ গৃহত সেৱা কৰি খাব পাৰে। ৰাতিও কৰিব পাৰে। সূৰ্য্য থাকোতেই জলপান খাই বৈ শুই থাকিব লাগে। পিচদিনা সেৱা সৎকাৰ কৰিহে খাব পাৰিব। এই বিলাক সত্ৰীয়া নীতি। আৰু বহুতো বচন বিধি আছে—যি বিলাক লিখিলে বিষয়টো বহল হৈ যায়। কিবা কাৰণত ভকতৰ (কিবা অসৎ গালি কোনোলোকে পাৰিলে) লঘোন লাগিলে সত্ৰাধিকাৰ গৰাকীয়ে লঘোন ভাঙি দিয়াৰ নীতিও আছে।

সত্ৰত এটা অতি পবিত্ৰ আৰু সুনীতি আছে যে যি কোনো প্ৰয়োজন বোধে (প্ৰয়োজনৰতো অভাৱেই নাই) পৰস্পৰে পৰস্পৰক সম্বোধন কৰি মাতিলে "ৰাম" বুলি কয় অৰ্থাৎ—"অমুক আছেনে"? "ৰাম আছোঁ," বা সত্ৰাধিকাৰ আৰু বুঢ়াভকতসকলক স-সন্মানে মাতিলেও তেৰাসবে "ৰাম" বুলিহে প্ৰতি-বাক্য প্ৰয়োগ কৰে। সত্ৰৰ এই নীতি আশে পাশে থকা সকলো সম্প্ৰদায়ৰ লোকেও পালন কৰে। মুছলমানৰ মুখতো 'ৰাম' শব্দৰ উচ্চাৰণ হয়। এনে নিয়ম দুটা কাৰণত কৰা হ'ল। প্ৰথমটো হ'ল মানুহ মাত্ৰেই জীৱিকা নিৰ্ব্বাহত কৰ্ম্মব্যস্ত হৈ থকা কথা সৰ্ব্বজনবিদিত। এনে কৰোঁতে ৰাম নামৰ প্ৰতি বিস্মৃতি হ'লে এই সম্বোধনে পুনৰ ৰাম নাম স্মৰণৰ কাৰণে মানুহক জগাই তোলে বা সজাগ কৰে। সৰ্ব্বকালতে যাতে মানুহৰ ৰাম নামৰ প্ৰতি আকৰ্ষণ থাকে অৰ্থাৎ শয়নে, ভোজনে, গমনে, বচনে, উপবেশনে যাতে ৰাম নামময় হয় তাৰ কাৰণেই এই ব্যৱস্থা কৰা হৈছে। দ্বিতীয়তে ৰাম নামে পাপৰ সমাবেশ ভাঙি পুণ্যৰ অভ্যুদয় কৰে। প্ৰতিটো নামৰে একোটা কৰ্ম্ম শক্তি বা নাম বিশেষে নামৰ মাহাত্ম্য নিৰ্দ্দিষ্ট আছে। সকলো বিষয়তে যি কোনো নামে ক্ৰিয়া নকৰে। মৰিবৰ সময়ত "ৰাম" শব্দ উচ্চাৰণ কৰিব লাগে। "নামঘোষাৰ – "মৰন্তাজনক বেঢ়ি, সবে বোলে ৰাম বোলা, হেন নাম এতিক্ষণে হেলা"ৰ অৰ্থও এইটোৱেই। শয়নৰ পদ্মনাভ আৰু ভোজনত জনাৰ্দ্দন বা কৃষ্ণ নামোচ্চাৰণ অমূলক নহয়। সেইদৰে ৰাম নামো সৰ্ব্ব বিষয়তে

ব্যৱহাৰ কৰিব পাৰে। সৰ্ব্ব কাৰ্য্যত "মাধৱ" নামো থাকে। 'ৰাম' নামৰ মহামহিমাৰ কথা নামঘোষাই এনেকৈ ঘোষণা কৰিছে—

ৰা শব্দক উচ্চৰন্তে ৰাম ৰাম ৰাম ৰাম ৰাম
মুখহন্তে বাজ হুয়া পলাই পাপমানে ;
পুণ্য মানে হোৱে অভ্যন্তৰ ৰাম ৰাম ৰাম ৰাম ৰাম
ম বুলি আতি কপাট মাৰয় টানে ॥

নামঘোষা।

'ৰা' বোলাৰ লগে লগে মুখৰ পৰা সৰ্ব্ব পাপৰ সমাবেশ আঁতৰি গৈ পুণ্যৰ সমাবেশ উদৰস্থ হয় আৰু 'ম' বোলাত পাপ পুনৰ আহিব নোৱাৰা'ক দুৱাৰ বন্ধ কৰি ৰাখে। এইয়ে চম্ অথ। সেই বাবেই হ'বলা প্ৰতিক্ষণতে পাপ বিনাশৰ কাৰণে সত্ৰত 'ৰাম' শব্দৰ প্ৰভাৱ বেছিকৈ সোমাল। মতিলে 'ৰাম' বুলি মতাৰ আদৰ্শ অতি সুন্দৰ আৰু সত্ৰত এই নিয়ম এতিয়াও বৰ্ত্তি আছে। মৃত্যুৰ আগে আগে ভকতক বাহিৰলৈ উলিয়াই আনি মুক্তাকাশৰ তলত এজন বুঢ়াভকতে ৰাম নাম উচ্চাৰণ কৰোৱায়। মৃত্যুৰ সময়ত 'ৰাম' শব্দ মহৌষধি। অন্য নাম সেই সময়ত উচ্চাৰণ কৰোৱা নহয়।

## ( ক - ১১ )-কৃষি বিধিঃ

ভাৰত এখন কৃষি প্ৰধান দেশ — য'ত কৃষি উৎপাদিত সামগ্ৰীৰে জনসাধাৰণ ভৰণ পোষণ হোৱাৰ উপৰিও আনুষঙ্গিক অন্যান্য কাৰ্য্য তাৰ দ্বাৰাই চলোৱা হয়। পৃথিৱী নিৰ্ম্মাণৰ লগে লগে ভগৱানে প্ৰতিটো কাৰ্য্যৰ কাৰণে একোটা গোষ্ঠী বা সম্প্ৰদায় বিভাগ প্ৰস্তুত কৰি দিয়ে। সিয়েই হ'ল চতুৰ্ব্বৰ্ণ সৃষ্টি। ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ—এই চতুৰ্ব্বৰ্ণক বিশেষ বিশেষ কাৰ্য্যৰ কাৰণে নিয়োগ কৰা হয় ( গীতাৰ চতুৰ্ব্বৰ্ণ্যং ময়াসৃষ্টং গুণকৰ্ম্ম বিভাগশঃ )। তাৰ ভিতৰত ব্যৱসায় বাণিজ্য আৰু কৃষি কাৰ্য্য সম্পাদনৰ কাৰণে "বৈশ্য" বৰ্ণ সম্প্ৰাদায় স্বভাৱগত হিচাবত নিয়োজিত হয়। কিন্তু এই কথা ঠিক যে যদিও কৃষি কাৰ্য্য বৈশ্যসম্প্ৰদায়ৰ হাতত ন্যস্ত বা অৰ্পিত, তথাপি দেহধাৰণ কৰাৰ চিন্তা তথা স্বাৱলম্বিতা সকলো বৰ্ণৰে থকা হেতুকে সৰ্ব্ব বৰ্ণৰে কৃষিত মনোনিবেশ থকা দেখা যায়। ৰজাসকলেও নিজে 'হল কৰ্ষণ' (হালবোৱা) কৰাৰ উদাহৰণ আছে। তাৰ ভিতৰত ৰাজৰ্ষি জনকৰ নাম এইখিনিতে উল্লেখ কৰিব পাৰি। মহাপুৰুষ শ্ৰীশ্ৰীকৃষ্ণদেৱৰ অগ্ৰজ বলভদ্ৰৰ হাতত নাঙ্গল থকাৰ কথা সৰ্ব্বজন বিদিত।

এওঁৰ অন্যতম নাম "হলধৰ" বা 'হলপাণি'। ঋষি মুনি সকলে তপ সাধনাতে অধিক সময় অতিবাহিত কৰিলেও কৃষি কাৰ্য্যতো যে আনক সঞ্চালন কৰিছিল, তাৰ উদাহৰণ নথকা নহয়। "সৰ্ব্বভোগ্যা বসুন্ধৰা" শস্যে মস্যে অনুপম বা নদন বদন হোৱাৰ কাহিনী ৰামায়ণ, মহাভাৰতাদি মহাকাব্যসমূহত বিস্তৃত ভাৱে উল্লেখ আছে। ৰামায়ণৰ প্ৰধান নায়ক ভগ-ৱানৰ পূৰ্ণাৱতাৰ শ্ৰীৰামচন্দ্ৰৰ শাসন কালত সেই দেশত "ৰামৰাজ্য" প্ৰতিষ্ঠাৰ সাৰ্থকতা প্ৰধানতঃ কৃষিৰ ওপৰতে হোৱা বুলি থোৱতে ক'ব পাৰি। কৃষি যে লাভজনক ব্যৱসায় আৰু শ্ৰেষ্ঠ ধৰ্ম্ম সেই কথা অন্যৰ প্ৰমাণ বাদ দি বৃহৎ পৰাশৰ স্মৃতিৰ পৰাই দিয়া হ'ল। তাত কৈছে—

> কৃষেৰন্যত্ৰ নোধৰ্ম্মো ন লাভঃ কৃষিতোঽন্যতঃ।
> সুখং ন কৃষিতোঽন্যত্ৰ যদি ধৰ্ম্মেন বৰ্ত্ততে ॥
> অবস্ত্ৰত্বং নিৰন্নত্বং কৃষিতো নৈব জায়তে।
> অনাতিথ্যঞ্চ দুঃখিত্বং গোমতো ন কদাচন ॥
>
> বৃহৎ পৰাশৰ স্মৃতি ৫/১৮৫,১৮৬

অৰ্থাৎ ধৰ্ম্মনিষ্ঠ হৈ কৃষি কৰিব। কৃষি ব্যতীত শ্ৰেষ্ঠ ধৰ্ম্ম নাই। কৃষিৰ বাদে অধিক লাভজনক অন্য কোনো কৰ্ম্ম নাই। ধৰ্ম্মানুসাৰে কৃষি কৰ্ম্ম কৰিলে কৃষিৰ পৰা অধিক সুখ অন্য কোনো কাৰ্য্যতে পোৱা নেযায়। কৃষি কৰ্ম্ম কৰিলে কেতিয়াও অন্নবস্ত্ৰৰ অভাৱ নহয়, অতিথি পূজাৰ ত্ৰুটি নহয়। গো সম্পদ সম্পন্ন কৃষকৰ কেতিয়াও দুখ হ'ব নোৱাৰে।

সৰ্ব্ব বৰ্ণৰ সাধাৰণ ধৰ্ম্ম কৃষি কৰ্ম্ম বুলি বৃদ্ধহাৰীত স্মৃতিয়ে কয়—

> কৃষিস্তু সৰ্ব্ববৰ্ণানাং সামান্যো ধৰ্ম্ম উচ্যতে।
>
> বৃদ্ধহাৰীত স্মৃতি ৪/১৭২

অৰ্থাৎ— সকলোবৰ্ণৰে সাধাৰণ ধৰ্ম্ম কৃষি কৰ্ম্ম।

আৰু

> কৃষিৰ্ভৃতিঃ পাশুপাল্যং সৰ্ব্বেষাং ন নিষিধ্যতে ॥
>
> বৃদ্ধহাৰীত ৪/১৭৫

অৰ্থাৎ— কৃষি আৰু বৃতি গ্ৰহণ তথা পশুপালন এই বিলাক সকলো জাতিৰ পক্ষে অনিষিদ্ধ।

এনেকৈয়ে কৃষি কৰ্ম্ম প্ৰধানত্বৰ বিশদ বিৱৰণ পোৱা যায়। মহাপুৰুষ দুজনাৰ দিবসত তেৰাসৱে কৃষি কাৰ্য্যৰ দ্বাৰা জীৱিকা নিৰ্ব্বাহ কৰা আৰু

সত্ৰ পৰিচালনা কৰা কথা চৰিত সমূহৰ পৰা ইঙ্গিত পোৱা হয়। শঙ্কৰদেৱৰ চাৰিজনা কৃষি কাৰ্য্যৰ কাৰণে নিয়োজিত ব্যক্তি আছিল। ধ্বজা আতৈ উক্ত চাৰিজনৰে অন্যতম ব্যক্তি। শঙ্কৰদেৱৰ পিতৃ এজনা ভূমি পতি বা জমিদাৰি লোক আছিল—যাক শিৰোমণি ভূঞা বুলি কয়। ভূঞা মানে মাটিৰ অধিকাৰী। মাধৱদেৱ উদাসীন হৈয়ো নিজে কৃষি কৰিছিল। ধানখেতি কৰি শঙ্কৰদেৱক ন চাউল লগোৱা আৰু শাক পাচলিৰ খেতি কৰি অগ্ৰভাগ দিয়া কাৰ্য্যই মাধৱদেৱকো এগৰাকী সুদক্ষ কৃষক বুলি ক'ব পাৰি দুগুৰুজনাগুৰুৰ প্ৰধান সহকৰ্ম্মী নাৰায়ণ দাস ঠাকুৰ আতাও এগৰাকী ভাল কৃষক, যাক গুৰুজনাৰ ভাষাৰে —"খোলে উদাস হলে মোৰ বৰাপো দৰে চিত, আশয় হ'ব, আশ্ৰম হ'লে নাৰায়ণ দাসৰ ক্ৰমে হ'ব" (কথা চৰিত) বদলা আতা, অৰু তেৰাৰ শিষ্য ভক্ত সকলো কৃষক আছিল। জীৱিকা নিৰ্ব্বাহৰ কাৰণে কৃষি প্ৰধান কাৰ্য্য হলেও হৰিভকতে তাক প্ৰধান কাৰ্য্য বুলি নধৰে। হৰিনাম শ্ৰৱণ কীৰ্ত্তনাদিহে জীৱনৰ প্ৰধান কাৰ্য বুলি ধৰা বাবে চৰিত পুথিত তাৰ বিৱৰণ প্ৰধানভাৱে উল্লেখ পোৱা নাযায়। কাৰণ জীৱন ধাৰণ পশুপক্ষী সকলেও কৰে বা কৰি আছে। কিন্তু সিহঁতে হৰি নাম ল'ব নোৱাৰে বা নাজানে। সেইবাবে কৃষিকাৰ্য্য হৰিভকতে প্ৰধান বুলি নাভাৱে। তদবধি কমলাবাৰী সত্ৰই তিনিজনা গুৰুৰে যিহেতুকে কৃষি কাৰ্য্যৰ আদৰ্শ দেখুৱাই যোৱাৰ কাৰণে এতিয়াও কৃষি কাৰ্য্য কৰে আৰু তাৰ ওপৰতে নিৰ্ভৰ কৰি জীৱিকা আৰু ধৰ্ম্মীয় কাৰ্য্য চলাই আছে। সেই কাৰণেই হ'বলা বাহিৰৰ বহুতো লোকে কমলাবাৰী সত্ৰক কৃষি প্ৰধান সত্ৰ বা শ্ৰমিক সত্ৰ বুলিও আখ্যা দিয়ে।

বহুতে কয় যে কৃষিকাৰ্য্যত হিংসা প্ৰবৃত্তি আচৰিব লাগে বা কৃষিকাৰ্য্য কৰোতে হালবোৱা, কোৰমৰা কাৰ্য্য কৰিব লগাৰ ফলত বিভিন্ন প্ৰকাৰৰ পোক পৰুৱা আদি প্ৰাণী বধ হয়। গতিকে এনেকুৱা হিংসা প্ৰবৃত্তিৰ আশ্ৰয় ললে অৰ্থাৎ হিংসা প্ৰবৃত্তিৰে কৃষি কৰিলে কৃষক ভকতসকলক হিংসুক বুলি ক'লে দোষ হ'বনে? তদুত্তৰত কোৱা হয় যে হিংসা দুই প্ৰকাৰৰ। প্ৰথম ইচ্ছাকৃত আৰু দ্বিতীয়ত অনিচ্ছাকৃত। ইচ্ছাকৃত হিংসাতকৈ অনিচ্ছাকৃত হিংসাৰ পাপ অতি কম। কৃষকে কোৰ মাৰোতে মাটিত অসংখ্য পোক, পৰুৱা কেচু কুমটি থকা বুলি জানিও কিয় তেনে কৰে সিও এটি ভাবিব লগা কথা। তেনে কৰিলে ইচ্ছাকৃত নহয় বনে? নিশ্চয় নহয় উৰণ জাতীয় বহুতো ক্ষুদ্ৰ ক্ষুদ্ৰ কীট্ পতঙ্গ অহোৰাত্ৰ উৰি ফুৰে বুলি আমি জানো। আমি ইঠাইৰ পৰা সিঠাইলৈ যাওঁতে অনিচ্ছাকৃত ভাবে সেইবোৰ মুখ আৰু নাকৰ মাজেদি সৰকি গৈ উদৰস্থ হয়। এনে হলে যেনেকৈ অনিচ্ছাকৃত হিংসা হয়, তেনেকৈ কৃষিকাৰ্য্যত মাটিত কীট্ পতঙ্গ থকা বুলি

জানিও অনৱধানবশতঃ বা অনিবাৰ্য্যকাৰণবশতঃ কৃষি কাৰ্য্য ( নকৰিলে নহয় বাবে। ক্ষেত্ৰত অনিচ্ছাকৃত হিংসা বুলি ধৰি লোৱা হয়। তদুপৰি আন এটা কাৰণত কৃষিকাৰ্য্য হিংসা বুলি ধৰি ললেও যেতিয়া কৃষকে বীজবপন কৰোতে "গুৰু ভকতত লাগক" বুলি বপন কৰে, তেতিয়াই হিংসা শূন্য হয়, যিহেতু যেতিয়া ব্যক্তিগত উপকাৰতকৈ "বহুজন হিতায় বহুজন সুখায়" কৰ্ম্ম কৰা যায়, তেতিয়া হিংসা বৃত্তিও অহিংসালৈ ৰূপান্তৰ ঘটে। বাল্মীকি ৰামায়ণৰ আদি কাণ্ডত পোৱা যায় যে তাড়কা বধ কৰিবলৈ বিশ্বামিত্ৰই ৰাম লক্ষ্মণক উদ্‌গনি দিওঁতে প্ৰজাৰক্ষণৰ কাৰণে হিংসা বৃত্তিকো আশ্ৰয় ল'বলৈ কৈছে যেনে—

নৃশংসমনৃশংসং বা প্ৰজাৰক্ষণ কাৰণাৎ।
পাতকং বা সদোষং বা কৰ্ত্তব্যংৰক্ষতা সদা ॥
ৰাজভাৰ নিযুক্তানামেষ ধৰ্ম্মঃ সনাতনঃ।
অধৰ্ম্মাংজহি কাকুৎস্থ ধৰ্ম্মোহ্যস্যাংনবিদ্যতে ॥

বাল্মীকি ৰামায়ণ আদিকাণ্ডম্ ২৫/১৮,১৯

অৰ্থাৎ — প্ৰজাসকলৰ ৰক্ষাৰ কাৰণে নৃশংসই হওক বা অনৃশংসই হওক, দোষ যুক্তই হওক বা পাপমুক্তই হওক সকলো কৰ্ম্মই কৰিব লাগে। ৰাজ্য পালনে নিযুক্ত ব্যক্তি সকলৰ এয়েই সনাতন ধৰ্ম্ম হে কাকুৎস্থ! এই ৰাক্ষসীত ধৰ্ম্মৰ লেশমাত্ৰও নাই, তুমি অধৰ্ম্মচাৰিনী তাড়কাক বধ কৰা।

সত্ৰৰ ধৰ্ম্মীয় কাৰ্য্য, দান দক্ষিণা, অতিথি পূজন আৰু বিপদাপন্ন ব্যক্তি সকলৰ সাহায্যৰ কাৰণে সত্ৰীয়া কৃষক ভক্ত বৰ্গই কৃষিকাৰ্য্যত হিংসা প্ৰবৃত্তিৰ আশ্ৰয় ললেও বা তেনে কৰিলেও কোনো হিংসা কাৰ্য্য বুলি ধৰি-লোৱাটো উচিত নহয়। আনহাতেদি সত্ৰৰ ভকতে হলাকৰ্ষণ ( হাল নাবায় ) নকৰে। সত্ৰৰ আশে পাশে থকা আশ্ৰমী বা গৃহস্থী শিষ্য প্ৰশিষ্যৰ দবাৰা হলাকৰ্ষণ কৰায়। সত্ৰৰ ভকতে হলাকৰ্ষণ নিজে নকৰাৰ কাৰণ হ'ল জীৱ বধ হোৱাৰ ভয়। সেইপিনেও হিংসা বিৰত বুলি ধৰি ল'ব লাগিব। প্ৰশ্ন হয় নিজে নকৰি আনৰ দবাৰা জীৱ বধ বা হিংসাবৃত্তি ললে পাপ নহবনেকি? অন্যান্য প্ৰমাণ মতে আনৰ দবাৰা কাৰ্য্য কৰোৱাত পাপ ভাগী হ'ব নালাগে। বিশ্বামিত্ৰই নিজে ৰাক্ষস নিধন নকৰি ৰাম লক্ষ্মণৰ দবাৰা ৰাক্ষস নিধন কৰোৱাৰ কাৰণো সেইটোৱেই। বিশ্বামিত্ৰই কৈছে দশৰথৰ প্ৰতি—

কৃতশ্ৰমো নিৰুৎসাহস্তস্মাদ্ দেশাদপাক্ৰমে।
ন চ মে ক্ৰোধমুৎস্ৰষ্টুং বুদ্ধিভৰ্বতি পাৰ্থিব॥
তথাভূতা হি সাচৰ্য্যা ন শাপস্তত্ৰমুচ্যতে॥

বাল্মীকি ৰামায়ণ আদিকাণ্ডম্ ১৯।৭,৮

অৰ্থাৎ :— মোৰ সকলোশ্ৰম বৃথা হৈছে আৰু ভগ্নোৎসাহ হৈ সেই স্থানৰ পৰা আঁতৰি আহিছোঁ। এই কাৰ্য্যত ক্ৰোধ প্ৰকাশ কৰিবলৈ মোৰ প্ৰবৃত্তি হোৱা নাই। যজ্ঞানুষ্ঠান কালত কাকো অভিশাপ দিয়া নহয়।

মনুসংহিতাৰ মতে সপ্ত প্ৰকাৰ ঘাটকৰ ভিতৰত অনুমতি দাতাও অন্যতম যেনে —

অনুমন্তা বিশসিতা নিহন্তা ক্ৰয়বিক্ৰয়ী।
সংস্কৰ্ত্তা চোপহৰ্ত্তা চ খাদকশ্চেতি ঘাতকাঃ॥

মনুসংহিতা ৫/৫১

অৰ্থাৎ :— পশুহত্যাৰ বাবে অনুমতি দাতা, হতপশুৰ মাংস বিভাগ কৰ্ত্তা স্বয়ং পশুহন্তা, মাংসক্ৰয়, আৰু বিক্ৰয়কাৰী, মাংস পাক কৰ্ত্তা, লোৱা আৰু খোৱা এই সাত বিধক ঘাতক বুলি কয়।

এই প্ৰমাণানুসাৰে অনুমতি দাতা ঘাতকৰ লেখত পৰিলেও সকলো পৰ্য্যায়তে এনে প্ৰবচন নেখাটে। যি হেতু "সামন্য শাস্ত্ৰং বিশেষ শাস্ত্ৰেন বাধ্যতে" অৰ্থাৎ সামান্য শাস্ত্ৰক বিশেষ প্ৰভাৱশালী শাস্ত্ৰই বাধা কৰে। গতিকে মহাকাব্য ৰামায়ণৰ তুলনাত মনুসংহিতাৰ প্ৰভাৱ কম। গতিকে এই ক্ষেত্ৰত ৰামায়ণত মহত্ব অধিক।

## (ক ১২)—অতিথি সৎকাৰ বিধি :—

হিন্দু শাস্ত্ৰত উল্লিখিত অন্যান্য বিধিৰ লগতে অতিথি সৎকাৰ বা অতিথি সেৱা বিধিও এটি বিশেষ পুণ্যদায়ক তথা উল্লেখনীয় মহৎ সেৱা। ইও এবিধ সদাচাৰ বুলি ধৰা হয়। অষ্টাদশ পুৰাণান্তৰ্গত মহাভাগৱততো অতিথি সেৱাৰ কথা উল্লেখ কৰা হৈছে। শ্ৰীকৃষ্ণ বৈকুণ্ঠ গমনৰ পিচত বিষাদ-যুক্ত ম্ৰিয়মান অৰ্জ্জুনক প্ৰশ্ন কৰোতে তাৰ ভিতৰত অতিথি সেৱাৰ কথাটোও উল্লেখ হৈছিল। যুধিষ্ঠিৰে কৈছিল—

অতিথিক নেদি কিবা কৰিলা ভোজন।
সিজিল পাতক কিবা অগম্যাগমন॥ শঙ্কৰদেৱ/কীৰ্ত্তন।

অতিথি শব্দটোৰ অৰ্থ মনুসংহিতাই এনেকৈ কৰিছে—

একৰাত্ৰন্তু নিবসন্ন তিথি ব্ৰাহ্মণঃ স্মৃতঃ।
অনিত্যংহি স্থিতো যস্মাৎ তস্মাদতিথিৰুচ্যতে ॥

মনুসংহিতা ৩/১০২

অৰ্থাৎ এৰাতি মাত্ৰ পৰৰ গৃহত যি জনে বাস কৰে, সেইজন ব্ৰাহ্মণকে অতিথি বোলা হয়। অনিত্য স্থিতি অৰ্থাৎ এক তিথি ভিন্ন অপৰ তিথিত নেথাকে কাৰণে অতিথি বুলি কয়।

অতিথি সৰ্ব্ববৰ্ণৰ পূজ্য তথা গুৰুস্থানীয়। সেই সম্পৰ্কে স্মৃতি শাস্ত্ৰই কয়—

গুৰুৰগ্নিৰ্দ্বিজাতীনাং বৰ্ণানাং ব্ৰাহ্মণোগুৰুঃ।
পতিৰেকোগুৰুঃ স্ত্ৰীনাং সৰ্ব্বস্যাভ্যাগতো গুৰুঃ॥

অৰ্থাৎ—দ্বিজাতি সকলৰ গুৰু অগ্নি, সৰ্ব্ববৰ্ণৰ গুৰু ব্ৰাহ্মণ, স্ত্ৰীসকলৰ গুৰু স্বামী আৰু সকলোৰে অথাৎ সৰ্ব্ববৰ্ণৰে গুৰু অভ্যাগত বা অতিথি।

অন্যপ্ৰকাৰে কৈছে—

বালো বা যদি বা বৃদ্ধো, যুবাবা গৃহমগতঃ।
তস্য পূজা বিধাতব্যা সৰ্ব্বস্যাভ্যা গতো, গুৰুঃ॥

মিত্ৰলাভঃ

অৰ্থাৎ -বালকেই হওঁক বা বৃদ্ধই হওক বা যুবাই হওক, যদি গৃহাগত হয়, তেওঁৰ যথাযোগ্য পূজা হোৱা উচিত। কাৰণ সকলোৰে গুৰু হ'ল অভ্যাগত।

তাতে আকৌ কৈছে—

অৰাবপ্যুচিতং কাৰ্য্যমাতিথ্যং গৃহমাগতে।
চেত্তু পাৰ্শ্বগতাচ্ছায়াং নোপসংহৰতি দ্ৰুমঃ॥

মিত্ৰলাভঃ

অৰ্থাৎ—শত্ৰু গৃহাগত হলেও আতিথ্য সৎকাৰ কৰিব লাগে। গছ কাটিবলৈ যোৱা মানুহক শত্ৰু বুলি জানিও গছে নিজৰ ছাঁটো আতৰাই নিনিয়ে।

এনেকৈ বিভিন্ন শাস্ত্ৰত অতিথিৰ সমুচিত সৎকাৰৰ প্ৰয়োজনীয়তাৰ ওপৰত গুৰুত্ব দিয়া হৈছে। কমলাবাৰী সত্ৰই অতিথি সৎকাৰক অতি পবিত্ৰ কাৰ্য্য বুলি এতিয়াও ভাবে। যিহেতুকে বিষ্ণুপুৰাণে কৈছে—

অতিথিৰ্য্যস্য ভগ্নাশো গৃহাৎ প্ৰতি নিবৰ্ত্ততে।
সদত্ত্বা দুষ্কৃতং তস্মৈ পুণ্যমাদায় গচ্ছতি॥

বিষ্ণুপুৰাণ ৩/১১/৬৬

অৰ্থাৎ— যাৰ গৃহৰ পৰা অতিথি নিৰাশ হৈ গমন বা প্ৰস্থান কৰে, উক্ত গৃহ স্বামীক অতিথিয়ে তেওঁৰ সকলো পাপ প্ৰদান কৰি গৃহস্বামীৰ পুণ্যসকল হৰণ কৰি লৈ যায়।

সত্ৰৰ অতিথিক তিনিটা ভাগত বিভক্ত কৰা হয়। ঘৰুৱা বা ব্যক্তিগত, সাধাৰণ আৰু বিশেষ। ইয়াৰ বা'দ সত্ৰীয়া হিচাবত অৰ্থাৎ ৰাজহুৱা হিচাবৰ অতিথিও আছে। যেনে সত্ৰ দৰ্শনৰ কাৰণে বিদেশী আৰু আঞ্চলিকৰ অতিথিসকলক সত্ৰীয়া অতিথি বুলি বিশেষ সৎকাৰ কৰা হয়। এই সৎকাৰ সত্ৰাধিকাৰে নিজে কৰে। পূৰ্ব্বোক্ত ত্ৰিবিভক্ত অতিথি সৎকাৰ সত্ৰাধিকাৰ প্ৰমুখ্যে ভকতসকলৰ সুকিয়াকৈ আছেই। ঘৰুৱা আৰু সাধাৰণ সকলৰ সৎকাৰ সত্ৰাধিকাৰ আৰু ভকতসকলে নিজাকৈ বা নিজ খৰছত কৰে আৰু বিশেষ সকলক সত্ৰীয়া পুজিৰ পৰা বা সত্ৰাধিকাৰ পুজিৰ পৰা খৰছ কৰা হয়। পাত্ৰভেদে, গুণাগুণ ভেদে অতিথি সেৱা কৰাটো শাস্ত্ৰসন্মত।

( ক—১৩ )- বৈষ্ণৱত্ব বিধিঃ-

সত্ৰীয়া বৈষ্ণৱে নিজৰ নিজত্ব অৰ্থাৎ বৈষ্ণৱৰ বৈষ্ণৱত্ব ৰক্ষা কৰি চলাটো বিধিসন্মত। তদভাৱে অবৈষ্ণৱত্ব প্ৰাপ্ত হয় বা দিক্‌হাৰালোকে গন্তব্য-পথ এৰি গৈ গভীৰ অৰণ্যৰ দুৰ্গম পথত প্ৰবেশ কৰি নানা পৰিস্থিতিৰ সন্মুখীন হোৱাৰ দৰে হয়। গতিকে বৈষ্ণৱে সৰ্ব্বকালতে শাস্ত্ৰীয় বিধিসন্মত ভাৱে নিজৰ নিজত্ব ৰক্ষা কৰিব লাগে। এই পৰ্য্যায়লৈকে প্ৰকাশিত বিষয় খিনি য়েই বৈষ্ণৱত্ব ৰক্ষাৰ প্ৰধান উপায় বুলি কোৱা হৈছে। এই প্ৰসঙ্গতে "বৈষ্ণৱত্ব বিধি"ত গোটাচেৰেক বিষয় লেচেৰি—বুতলিবৰ অভিপ্ৰায়েৰে এই অধ্যায়টোৰ অৱতাৰণা কৰা হৈছে। বৈষ্ণৱ কাক বোলে সেই সম্পৰ্কে মহাগ্ৰন্থাদিৰ প্ৰামাণ্য নিদি বৃদ্ধহাৰীত স্মৃতিৰ পৰাই প্ৰমাণ দিয়া হ'ল যেনে—

শঙ্খচক্ৰোৰ্দ্ধ্ব পুণ্ড্ৰাদি ধাৰণং স্মৰণংহৰেঃ।
তন্নামকীৰ্ত্তনঞ্চৈৱ তৎ পাদাম্বুনিষেৱণম॥
তৎপাদ বন্দনঞ্চৈৱ তৎ নিবেদিত ভোজনম্।
একাদশ্যুপবাসশ্চ তুলস্যৈবাৰ্চ্চনং হৰেঃ॥
তদীয়ানামৰ্চ্চনঞ্চ ভক্তিৰ্নৱবিধা স্মৃতা।
এতৈৰ্নৱবিধৈৰ্যুক্তো বৈষ্ণৱঃ প্ৰোচ্যতে বুধৈঃ॥

বৃদ্ধহাৰীত স্মৃতি ৫/৭৭-৭৯

অৰ্থাৎ— শঙ্খ, চক্ৰ আৰু উৰ্দ্ধপুণ্ড্ৰাদিধাৰণ, বিষ্ণুৰ স্মৰণ, নামকীৰ্ত্তন, চৰণামৃত পান, পাদবন্দন, নিবেদিত অন্ন ভোজন, একাদশী তিথিত উপবাস, তুলসীৰে হৰিপূজা আৰু তুলসী পূজা (অৰ্থাৎ তুলসীৰ পোষণ পালনাদি) এই নববিধি কৰ্ম্মই ভক্তিবৰ্দ্ধক কাৰণে ইয়াক নৱবিধ ভক্তি বোলে। যি এই নববিধ ভক্তিৰ দ্বাৰা যুক্ত, তেওঁকেই যথাৰ্থ বৈষ্ণৱ বোলা হয়।

অন্যদেৱতাত প্ৰণামাদিত দোষ —

নান্যং দেবং নমস্কুৰ্য্যাৎ নান্যংদেবং প্ৰপূজয়েৎ।
নান্য প্ৰসাদং ভুঞ্জীত নান্যদায়তনং বিশেৎ।

বৃদ্ধহাৰীত স্মৃতি ৫/৮১

শঙ্কৰদেৱৰ অনুৰূপ অনুবাদ –

অন্যদেৱীদেৱ নকৰিবা সেৱ
প্ৰসাদ নখাইবা তাৰ।
গৃহো নপশিবা মূৰ্ত্তিকো নচাইব
ভক্তি হৈব ব্যভিচাৰ॥

উক্ত নৱবিধ কৰ্ম্মযুক্ত আৰু অন্যদেৱ অপূজক সকলক বৈষ্ণৱ বুলি কোৱা হয়। তদ্বিপৰীত কৰ্ম্মীসকলক অবৈষ্ণৱ বোলে। অবৈষ্ণৱ সকলক সমূলে বৰ্জ্জন কৰা উচিত —

সৰ্ব্বত্ৰা বৈষ্ণবান্ বিপ্ৰান্ পতিত্তানিব সন্ত্যজেৎ।
শঙ্খচক্ৰ বিহীনাস্তু দেৱতান্তৰ পূজকৈঃ।
দ্বাদশী বিমুখাঃ বিপ্ৰা ঃ শৈবাশ্চা বৈষ্ণৱাঃ স্মৃতাঃ॥
অবৈষ্ণবানাং সংসৰ্গাৎ পূজনাৎ বন্দনাদপি।
যজনাধ্যপনাৎ সদৌ বৈষ্ণবত্বাচ্যুতো ভবেৎ॥

বৃদ্ধহাৰীত স্মৃতি ৬/১৫১, ১৫২

অৰ্থাৎ— সকলো কৰ্ম্মতে অবৈষ্ণৱ ব্ৰাহ্মণসকলক পতিত ব্যক্তিৰ দৰে ত্যাগ কৰিব। শঙ্খ চক্ৰাদি চিহ্ন শুন্য, দেৱপূজক, দ্বাদশী বিমুখ ব্ৰাহ্মণ আৰু শিৱ উপাসক সকলক অবৈষ্ণৱ বোলা হয়। উক্ত অবৈষ্ণৱৰ সংসৰ্গ, পূজন, বন্দন, ভজন আৰু অধ্যাপন কৰিলে তৎক্ষণাৎ বৈষ্ণৱত্বৰ পৰাস্খলিত হৈ পৰে। বৈষ্ণৱে বৈষ্ণৱক দেখিলে নমস্কাৰ কৰা বিধেয়।

বৈষ্ণৱো বৈষ্ণৱং দৃষ্ট্বা দণ্ডৱৎপ্ৰণমেদ্ভুৱি।
উভয়োৰন্তৰো বিষ্ণুঃ শঙ্খচক্ৰ গদাধৰঃ॥

তেজোদ্ৰবিন পঞ্চৰাত্ৰ।

অৰ্থাৎ— বৈষ্ণৱে বৈষ্ণৱক দেখিলে প্ৰথমে দণ্ডৱৎ প্ৰণাম কৰিব লাগে। কিয়নো শঙ্খ চক্ৰ গদাধৰ শ্ৰীহৰি উভয়ৰ অন্তৰত বিৰাজমান।

বৈষ্ণৱে বৈষ্ণৱক একাত্মাবোধেৰে নিৰীক্ষণ কৰিব লাগে। সেইবাবেই হ'বলা দুজনা গুৰুৰ প্ৰধান শিষ্য বাৰজনাই "আতা" উপাধি লাভ কৰিছিল উক্ত একাত্মা বা আত্মাৰে অপভ্ৰংশ শব্দ "আতা"। সেই "আতা"ৰ পৰাই "আতৈ" শব্দও অপভ্ৰংশ ৰূপত আত্মপ্ৰকাশ কৰিলে। কিন্তু 'আতা'ৰ প্ৰাধান্য সৰ্ব্বোপৰি প্ৰতিষ্ঠিত। কমলাবাৰী সত্ৰত 'আতা' শব্দৰ ব্যৱহাৰ ভকতসকলত নহয়। বাৰজনা আতাৰ সন্মানাৰ্থে 'আতা' শব্দটো প্ৰয়োগ নকৰে। ভকত সকলৰ ক্ষেত্ৰত 'আতৈ শব্দহে ব্যৱহাৰ কৰে। পুৰুষ সংহতিৰ সত্ৰ সমূহত আৰু ব্ৰহ্মসংহতিৰো দুই এখন সত্ৰৰ বৈষ্ণৱৰ মাজত শ্ৰেষ্ঠজনক 'আতা' সম্বোধন ধৰা দেখা আৰু শুনা যায়। কমলাবাৰী সত্ৰত সত্ৰাধিকাৰজনাক 'প্ৰভুঈশ্বৰ' বা 'প্ৰভু' মান্যৱন্ত ভকতসকলক 'বুঢ়াভকত' আৰু উদিতৰসকলক "আতৈ" সম্বোধন ধৰা হয়। ইয়াৰ পৰাই 'আতা' শব্দৰ প্ৰাধান্যতা তথা মান্যতা আৰু 'আতৈ' শব্দৰ নিম্নতা থকা দেখা যায়। 'আতা'ৰ পৰা 'আতৈ' হ'লেও বৰ্ণৰ সালসলনি হোৱাত অৰ্থৰো সালসলনি ঘটে।

সত্ৰীয়া ভাষাত উদাসীন ভকতসকলক "কেৱলীয়া ভকত" বোলে। কেৱলীয়া মানে কেৱল অৰ্থাৎ একমাত্ৰ আৰু ভকত মানে দাস। সম্পূৰ্ণ অৰ্থ হয় একমাত্ৰ পৰমপুৰুষ পৰমব্ৰহ্মৰ যি জন দাস বা অধীন সেইজনেই "কেৱলীয়া ভকত"। 'কেৱলীয়া ভকত' অৰ্থাৎ কমলাবাৰী সত্ৰৰ ভকতসকলক বা সেই আহিৰ ভকতসকলক "নিৰাশ্ৰমী ভকতো" বোলে। শাস্ত্ৰমতে চতুৰ্থাশ্ৰম থাকোতে আকৌ "নিৰাশ্ৰম' শব্দটো ক'ৰ পৰা আহিল। চতুৰ্থাশ্ৰম হ'ল ব্ৰহ্মচাৰী, গৃহস্থ, বানপ্ৰস্থ আৰু সন্ন্যাস। উপনয়ন সংস্কাৰ হোৱাৰ পিছত সংযমী হৈ গুৰুৰ সন্নিকট থাকি সাঙ্গবেদ যিজনে অধ্যয়ন কৰে সেই জনেই ব্ৰহ্মচাৰী। সাঙ্গ বেদাধ্যয়ন সমাপনে যি দাৰ পৰিগ্ৰহ কৰি স্বধৰ্ম্মাচৰণ কৰে সেইজনেই গৃহস্থ। পুত্ৰ উৎপাদনৰ পিছত যি জনে বনবাস থাকি ফলমূল ভক্ষণ কৰি ঈশ্বৰাধন কৰে, সেইজনেই বানপ্ৰস্থী আৰু যি জনে সৰ্ব্ব গৃহাদি ত্যাগ কৰি, মুণ্ডিত মস্তক হৈ গৈৰিক কৌপীন ধাৰণ কৰি, দণ্ড কমণ্ডলু লৈ, ভিক্ষা বৃত্তি অৱলম্বন কৰি নিৰ্জ্জন বা তীৰ্থত থাকি কেৱল

ঈশ্বৰ আৰাধনা কৰে, সেইজনেই সন্ন্যাসী। অথবা "কৰ্ম্মনাং ফলসন্ত্যাগঃ সন্যাসঃ স উদাহৃতঃ" অৰ্থাৎ সৰ্ব্ব কৰ্ম্মফল ত্যাগৰ নামেই সন্ন্যাস। উক্ত চতুৰ্থাশ্ৰমৰ ভিতৰত নিৰাশ্ৰমী, কেৱলীয়া, উদাসীন আদি শব্দ পাবলৈ নাই। তেন্তে এই শব্দবোধ ক'ৰ পৰা আহিল ভাবিব লগা। নিৰাশ্ৰমী মানে আশ্ৰমহীন। আশ্ৰমহীন মানুহ পৃথিৱীত নাই। কিন্তু কথা হ'ল আধ্যাত্মিক দৃষ্টিকোণৰ পৰা চালে পৃথিৱীত নিৰাশ্ৰমী লোক আছে। মহাপুৰুষ মাধৱদেৱে দেখোন নাম ঘোষাতে লিখিছে –

নোহো জানা আমি চাৰি জাতি চাৰিও আশ্ৰমী নোহো আতি
নোহো ধৰ্ম্মশীল দান ব্ৰত তীৰ্থ গামী।
কিন্তু পূৰ্ণানন্দ সমুদ্ৰৰ গোপী ভৰ্ত্তা পদকমলৰ
দাসৰো দাসৰ তানদাস ভৈলো আমি ॥

এইসূত্ৰ অনুসাৰে বৰ্ত্তমান কেৱলীয়া ভকতসকল আধ্যাত্মিক ভাৱত নিৰাশ্ৰমী অৰ্থাৎ গোপীভৰ্ত্তা পদকমলৰ দাসৰো দাসৰ তান দাস। এওঁলোকৰ পুত্ৰৰ অভাৱে পুংনাম্নি নৰকত পৰাৰ পৰাও বিৰত। কাৰণ পুত্ৰ হলেহে মানুহ পুংনাম্নি নৰকৰ পৰা উদ্ধাৰ পায়। বৃহৎ পৰাশৰ স্মৃতিয়ে কৈছে— "যস্মাৎ ত্ৰাতি পুন্নাম্নো নৰকাৎ পুত্ৰ উচ্যতে"— (৬/১৮৩)। পুংনাম নৰকৰ পৰা ত্ৰাণ কৰে কাৰণে পুত্ৰনামে অভিহিত হয়। অন্যহাতে— "পুং নাম্নি নৰকাৎ ত্ৰায়তে ইতি পুত্ৰঃ" (প্ৰয়োগৰত্নমালা ব্যাকৰণ। পুং+ত্ৰায়তে=পুত্ৰ। যি কি নহওক কেৱলীয়া, নিৰাশ্ৰমী ভকতৰ থূলমূল আভাস এটি দিয়া হ'ল।

(ক—১৪) - অন্যান্য বিধি :–

সত্ৰীয়া সদাচাৰত বহুতো বিধি প্ৰণালী আছে—যিবিলাক লিখি শেষকৰাটো সম্ভৱপৰ নহয়। ইয়াৰ বাবে এখন পৃথক গ্ৰন্থ লিখাৰ প্ৰয়োজন আছে। যি কি নহওঁক এই প্ৰসঙ্গত বাকী থকা গোটাচেৰেক বিধি থোৰতে লিখা হ'ল।

হাঁচি, হামি মাৰিলে আৰু হঠাতে পিচলি পৰিলে তিনিওটাতে তিনিটা কৰ্ত্তব্য আছে। সেইকাম সত্ৰত প্ৰয়োগ হয়। সেই তিনিটা হ'ল হাঁচি মাৰিলে "জীয়াই থাকা" পিচলি পৰিলে "উঠা উঠা" আৰু হামি মাৰিলে "অঙ্গুলী ধ্বনি" কৰিব লাগে। স্মৃতি শাস্ত্ৰতো আছে —

ক্ষুৎপতন জৃম্ভেষু জীৱোত্তিষ্ঠাঙ্গুলী ধ্বনিঃ।
সত্ৰবেঽপি কৰ্ত্তব্যঃ ন কৃতে ব্ৰহ্মহা ভবেৎ ॥

অৰ্থাৎ—হাঁচি মাৰিলে, পৰিলে আৰু হামি মাৰিলে ক্ৰমে জীৱ, উঠা আৰু অঙ্গুলী ধ্বনি কৰিব লাগে। নকৰিলে ব্ৰহ্ম হত্যাপাপে লগ লয়। গতিকে শত্ৰু হলেও এনে আচৰণ কৰ্ত্তব্য।

তদুপৰি দাঁতে দাঁতে লগোৱা অৰ্থাৎ দাঁত কামোৰা আৰু নখ বাদ্য কৰাও দোষণীয়। সেই সম্পৰ্কে বিষ্ণুপুৰাণে কয়— "ন কুৰ্য্যাদ্দন্ত সংঘষঃ" অৰ্থাৎ দাঁতে দাঁতে ঘৰ্ষণ নকৰিবা। "নখান্নবাদয়েৎ"— নখে নখে বাদ্য নকৰিবা। তদুপৰি "ন কুঞ্চীয়াচ্চ "নাসিকাম," অৰ্থাৎ নাক নোকোচাব, "নাসংবৃতো মুখোজৃম্ভেৎ" মুখত হাতৰ আবৰণ নিদিয়াকৈ হামি নুতুলিব, "নোচ্চৈঃ হসেৎ" উচ্চহাস্য নকৰিব, ইত্যাদি বিধিও আছে। এতদ্ব্যতীত তাতে আকৌ কৈছে—"প্ৰস্নিগ্ধামলকেশশ্চ" কেশসমূহ সৰ্ব্বদা স্নিগ্ধ আৰু পৰিষ্কাৰ ৰাখিব লাগে, "নান্যদোষানুদীৰয়েৎ" অন্যৰ দোষ বৰ্ণনা কৰিব নালাগে, "সূৰ্য্যঞ্চাস্তমনোদয়ে" উদয়াস্ত সূৰ্য্যক চাব নালাগে, "স্নাতো নাঙ্গনি নিৰ্ম্মাৰ্জ্জেৎ" স্নান কৰি পৰিহিত বস্ত্ৰৰ দ্বাৰা গাত্ৰ মাৰ্জ্জন নকৰিব; "ন পূজ্যাভিমুখং নয়েৎ" পূজ্যব্যক্তিৰ অভিমুখে ভৰি নেমেলিবা, "পন্থানং নাবমূত্ৰয়েৎ" পথত প্ৰস্ৰাৱ নকৰিব "প্ৰাণিনামুপকাৰায় যদেবেহ পৰত্ৰ চ। কৰ্ম্মনা মনসা বাচা তদেৱ মতিমান্ ভজ" যি কাৰ্য্যই ইহলোকত প্ৰাণীগণৰ মঙ্গলকাৰী হয় বা কুশল কৰে, মতিমান্‌লোকে সেই কাৰ্য্যকে কায়মনোবাক্যে ভজনা কৰিব অৰ্থাৎ তাকে কৰিব ইত্যাদি।

( ক--১৫ )—শয়ন বিধি ঃ—

দিবা ভাগত শাস্ত্ৰীয় বিভিন্ন বিধি পালন কৰাৰ পিচত ৰাতি উপস্থিত হ'লে গৃহকৃত্য কৰি গুৰুসেৱা সমাপনে ভোজন কৰি শয়ন কৰিব লাগে। সত্ৰত ৰাতিৰ প্ৰসঙ্গ শেষ হ'লে ভকত সকলে আলাপ আলোচনাৰ পিচত ভোজনাদি কৰি শয়ন কৰে। সত্ৰৰ মধ্যভাগত কীৰ্ত্তন ঘৰ থকাৰ কাৰণে ভকতসকলে কীৰ্ত্তন ঘৰলৈ মূৰ কৰি বা কোনোৱে ( দক্ষিণ হাটীৰ বাদে অন্যহাটীয়ে) দক্ষিণ দিশলৈ মূৰদি শয়ন কৰে। শাস্ত্ৰীয় বিধিমতে শয়ন কৰাৰ নিয়ম এনেকৈ—

প্ৰাচ্যাং দিশি শিৰঃ শস্তং যাম্যায়ামথবানৃপ।
সদৈব স্বপতঃ পুংসো বিপৰীতন্তু ৰোগদম্ ॥

বিষ্ণুপুৰাণ—৩/১১/১১০

অৰ্থাৎ শয়ন কালত পূৱ বা দক্ষিণ দিশলৈ মূৰ কৰিব লাগে। বিপৰীত দিশত অৰ্থাৎ পশ্চিম আৰু উত্তৰ দিশলৈ মূৰ কৰি শয়ন কৰিলে ৰোগ হয়।

শয়ন কৰোতে ঈশ্বৰ চিন্তা কৰিব লাগে। সত্ৰীয়া নীতিমতে ঈশ্বৰ চিন্তা কৰা মন্ত্ৰ এনেকৈ (শয়নত 'পদ্মনাভ' নাম আছেই)

জানা শ্ৰীৰাম নাম নিজ সমস্ত শাস্ত্ৰৰ মূল বীজ।
সঞ্জীৱনী প্ৰায় যাৰমনে প্ৰৱেশয়।
যদি হলাহল পান কৰে প্ৰলয় বহ্নিত যদিপৰে
মৃত্যুৰ মূখত প্ৰবেশিলে নাহিভয়॥

ইয়াৰ উপৰিও সঙ্গতিপূৰ্ণ ঘোষাপদ (দুঃস্বপ্ন নাশন ইটো আদি ঘোষা) গাব লাগে। উষাসময়তো জাগৰণৰ বৰগীত আৰু অৰ্থপূৰ্ণ ঘোষা পদ গোৱা উচিত।

পূৰ্ব্বোক্ত অন্যান্য বিধিৰ লগতে শয়নতো বহু শাস্ত্ৰীয় বিধি আছে। চমুকৈ কবলৈ হলে এনেকৈ বাওঁ নাকেদি শ্বাস প্ৰবাহিত হোৱাৰ সময়ত শয়ন কৰাটো ভাল। শয়ন বেলিকা বাওঁফালে কাত হৈ নিজৰ নাভিত মন ৰাখি শয়ন কৰা উচিত। এনে নিয়মে চলিলে সোনকালে টোপনি আহে, সুনিদ্ৰা হয়, স্বপ্নদোষ নহয় আৰু নিয়মৰ লৰচৰ নহলে ৰাতি স্বপ্নও নেদেখে, খাদ্য হজম হয়।

সোঁফালে কাটি হৈ শলে যকৃতত চাপ পৰে। ইয়াৰ কাৰ্য্য সুন্দৰ ভাৱে নচলে, সহজতে খাদ্য হজম নহয়। বাওঁফালে কাটি হৈ শুলে সোঁফালে নাকত শ্বাস প্ৰবাহিত হবলৈ ধৰে। তেতিয়া অগ্নিকাৰ্য্য খুব তীব্ৰভাৱে চলে আৰু স্বাস্থ্যৰ অনেক উপকাৰ হয়। খাদ্য দ্ৰব্য তেতিয়া সুন্দৰকৈ জীৰ্ণ হোৱাত সহায়ক হয়। খাদ্য জীৰ্ণ নহলে শৰীৰৰ কোনো অঙ্গই পুষ্ট নহয়। অন্ন অজীৰ্ণ ৰোগীৰ হৃৎপিণ্ডৰ ক্ৰিয়া ভালে নেথাকে, পেটত বায়ু জমা হয়, হৃৎপিণ্ড দুৰ্ব্বল হয় ইত্যাদি। গতিকে পূৰ্ব্বোক্ত নিয়মে চলা উচিত। এনেকৈ চলিলে অলপ দিনতে ইয়াৰ সুফল পোৱা যাব॥

## (খ) "সত্ৰীয়া পাৰমাৰ্থিক বিচাৰ প্ৰসঙ্গ"

সত্ৰ সম্পৰ্কে আমি প্ৰথম খণ্ডতে বিস্তৃত ব্যাখ্যা ভাঙি ধৰি অহা হৈছে। সম্প্ৰতি সত্ৰৰ পৰমাৰ্থ বিচাৰ কৰিবৰ কাৰণে যত্ন কৰা হ'ব। সত্ৰ এখন বিশ্ববিদ্যালয় বুলি পূৰ্ব্বতো উল্লেখ কৰা হৈছে। কাৰণ ইয়াত নিৰক্ষৰতা দূৰীকৰণৰ বাবে প্ৰাথমিক বিদ্যালয়ৰ ব্যৱস্থা আছে। ভাৰতৰ স্বাধীনতা আন্দোলনৰ আগলৈকে অসমত বিদ্যালয়ৰ (চৰকাৰী) ব্যৱস্থা প্ৰায় নাছিলেই। সেইকালছোৱাত অৰ্থাৎ বিদ্যালয় ব্যৱস্থাৰ কেইবাশও বছৰৰ আগৰেপৰা সত্ৰসমূহত লিখা পঢ়া শিকাৰ ব্যৱস্থা আছিল। সেই কাম অবৈতনিক ভাৱে ধৰ্ম্মৰক্ষাৰ কাৰণে সত্ৰৰ ভকতেই কৰিছিল। এজন বা দুজন বা ততোধিক শিক্ষক ভকতে সত্ৰৰ লৰাবোৰক শিক্ষা দিছিল। শিক্ষাৰ সময় আছিল পুৱাবেলা আৰু কোনো কোনো কাৰ্য্য বিশেষ বিয়লি বেলাও শিক্ষাৰ ব্যৱস্থা চলিছিল। প্ৰাথমিক বিদ্যালয়ৰ পিছতে সংস্কৃত শিক্ষা চৰ্চ্চাও আছিল। একোজন সংস্কৃত পণ্ডিত সত্ৰৰ বাহিৰৰ পৰা অনা হৈছিল। উক্ত সংস্কৃত শিক্ষকজনৰ ভৰণ-পোষণ তথা বেতনৰ দায়িত্ব সত্ৰাধিকাৰ গৰাকীয়ে নিজে বহন কৰিছিল। তেওঁৰ তলত ডেকাসত্ৰাধিকাৰ আৰু ভকতৰ লৰাই সংস্কৃত শিক্ষা গ্ৰহণ কৰিছিল। ডেকাসত্ৰাধিকাৰজন শিক্ষাত পৰিপক্ক হলে তথা সংস্কৃত শিক্ষক গৰাকীৰ কৰ্ম্মসংস্থানৰ অন্ত পৰিলে ডেকাসত্ৰাধিকাৰে (তেওঁ সত্ৰাধিকাৰৰ দায়িত্ব গ্ৰহণ কৰাৰ পিছতো) নিজে সংস্কৃত অধ্যাপনা কাৰ্য্য চলাব লগীয়া হৈছিল। সত্ৰত চিকিৎসা সেৱাও আছিল। (সেই কালত এলোপ্যাথিক চিকিৎসা নাছিল, এতিয়াহে হৈছে) একোজন আয়ুৰ্ব্বেদিক চিকিৎসক ৰখাৰ ব্যৱস্থা আছিল। তেওঁ "কবিৰাজ" নামে জনাজাত আছিল। দৰবৰ ক্ষেত্ৰতো "কবিৰাজী দৰব" বুলিহে কয়। আয়ুৰ্ব্বেদিক চিকিৎসকৰ অভাৱে সত্ৰৰ সত্ৰাধিকাৰজনেই চিকিৎসা সেৱা আগবঢ়াইছিল। চিকিৎসাসেৱা সত্ৰৰ বাহিৰ পক্ষৰ গাঁৱৰ জনসাধাৰনেও উপভোগ কৰিছিল। ঔষধ পাতি দি গাঁৱৰ অনেক লোকক উপকৃত কৰা হৈছিল। ক্ষীনভাৱে হলেও অদ্যপৰ্য্যন্তও আয়ুৰ্ব্বেদিক চিকিৎসা বৰ্ত্তি আছে। ইয়াৰ বাহিৰেও মন্ত্ৰাদিৰ ব্যৱস্থা যেনে সৰ্পদংশন, ভুতজাৰণ আদি অন্যান্য বিষক্ৰিয়া কাৰ্য্যও সত্ৰৰ ভকতেই কৰিছিল। সত্ৰাধিকাৰ জনো এই ক্ষেত্ৰত অভিজ্ঞ আছিল। মুঠতে সত্ৰত আৰু সত্ৰৰ বাহিৰতো ৰোগীৰ চিকিৎসাসেৱা সত্ৰৰ সত্ৰাধিকাৰ আৰু ভকতসকলৰ মাজত আছিল। সত্ৰত সঙ্গীত কলাৰ চৰ্চ্চাও উল্লেখযোগ্য। আমি আগলৈ "শঙ্কৰী সংগীতৰ ধাৰা আৰু দিগ্দৰ্শন" নামৰ অধ্যায়ত পৰিস্কাৰ কৰি দিয়া হ'ব। বাৰেচৰা অঙ্কীয়ানাট বৰগীত, বাদ্য, নৃত্য, নাম-কীৰ্ত্তন, পাঠপ্ৰসঙ্গ আদিৰ চৰ্চ্চা শিক্ষা কেন্দ্ৰও সত্ৰতেই।

ইয়াৰ পৰাই অসমৰ গাঁৱে ভূঞে, নগৰে চহৰে সম্প্ৰসাৰিত হৈছে। সত্ৰই ইয়াৰ দ্বাৰা অসমৰ জনসাধাৰণক প্ৰায় পাঁচশ বছৰ ধৰি সেৱাৰ আদৰ্শ দেখুৱাই আহিছে। সাহিত্যকলাৰ ক্ষেত্ৰতো সত্ৰই অসমৰ সমাজক সজ পথ দেখুৱাইছে। বিভিন্ন শ্ৰেণীৰ গ্ৰন্থ ৰচনা যেনে মূল পুথিৰ গদ্যানুবাদ, পদ্যানুবাদ, নাট ৰচনা, গীত ৰচনা, কবিতা আদি আৰু পুথিসমূহৰ নকল কৰা আদি কামো সত্ৰৰ সত্ৰাধিকাৰ আৰু ভকতসকলেই কৰিছিল। সত্ৰত তাল খনিকৰো আছিল আৰু এতিয়াও আছে। সিংহাসন নিৰ্ম্মাণ, খোল নিৰ্ম্মাণ, গছা, কাঠৰ শৰাই, বেতৰ বিচনি, নৌকা, মূৰ্ত্তি, মুখা, উৰাল, কাঠৰ চৰিয়া, গৃহ নিৰ্ম্মাণ আদি হস্ত শিল্পকলাৰ যাবতীয় কৰ্ম্মসমূহৰ ক্ষেত্ৰতো সত্ৰই সমাজক আদৰ্শ দেখুৱাই আহিছে। চিত্ৰ কলাৰ ক্ষেত্ৰতো সত্ৰ আগবঢ়া আৰু সুন্দৰ নিদৰ্শন আছে যেনে সাঁচী পাতত চিত্ৰ অঙ্কন, কাপোৰত বিভিন্ন লতা আৰু চতুৰ্ব্বিংশতি অৱতাৰৰ চিত্ৰ অঙ্কন, কীৰ্ত্তন ঘৰৰ বেৰ, খুটাত আৰু অন্যান্য প্ৰয়োজনীয় স্থানত চিত্ৰ অঙ্কন আদি চিত্ৰ কলাৰ নিদৰ্শনো সত্ৰতেই আছে। ৰঙা ভেল্‌ভেট্ কাপোৰত, বগা কাপোৰত চিত্ৰ আঁকি কাটি তাত চিলাই কৰি দি সিংহাসনত দিব পৰা এবিধ কাপোৰৰ প্ৰচলন কমলাবাৰী সত্ৰত এতিয়াও আছে— যাক "বানত কাপোৰ" বুলি কয়। এই বিধ চিত্ৰকলাও বেচ মনোৰম। সত্ৰৰ "ভৰাঁল ঘৰ"টিও এটি পুথিঘৰ অৰ্থাৎ ইয়াত বিভিন্ন ধৰণৰ সাঁচীপতীয়া পুথি সংৰক্ষণৰ স্থান আজিকালি যাক ইংৰাজী ভাষাত লাইব্ৰেৰী বুলি কয়। এনেদৰে বৃহৎ আৰু সৰুসুৰা বহুতো বিভাগ থকা হেতুকে সত্ৰক বিশ্ববিদ্যালয় বুলি কোৱাৰ থল আছে। বিশ্ববিদ্যালয় অনুষ্ঠান স্থাপন বেছি দিন হোৱা নাই; কিন্তু সত্ৰানুষ্ঠান স্থাপন হোৱা প্ৰায় পাঁচশ বছৰ হ'ল। গতিকে সত্ৰৰ অনুকৰণতে বিশ্ববিদ্যালয় হোৱা যেন লাগে। সহস্ৰ কিৰণযুক্ত সূৰ্য্যৰ দৰে শঙ্কৰদেৱৰ দ্বাৰা স্থাপিত সত্ৰও সহস্ৰ কিৰণযুক্ত বহুমুখী। শঙ্কৰদেৱ মহাপুৰুষে পাত্ৰ ভেদে গ্ৰহণ কৰিব পৰাকৈ ধৰ্ম্ম, কলা-সংস্কৃতি, সাহিত্য আদিৰ ব্যৱস্থা সত্ৰৰ যোগেদি যি ধৰণে কৰি দি গ'ল, সেই সুন্দৰ পৰিপাটি ব্যৱস্থা বোধহয় ভাৰতৰ অন্যান্য ধৰ্ম্মানুষ্ঠানত পাবলৈ নাই। সত্ৰৰ এইবোৰেই সেৱাৰ আনন্দ ৰস সত্ৰাধিকাৰ আৰু ভকত সকলে উপভোগ কৰিবলৈ পাইছে। সেৱাৰস বহুতো প্ৰকাৰৰ আছে। আজিকালিৰ চিকিৎসা সেৱা, ডাক সেৱা আদি সেৱা কাৰ্য্যৰ দৰে পাঁচশ বছৰৰ আগৰে পৰা শঙ্কৰদেৱৰ যোগেদি সত্ৰই লোক হিতকৰ সেৱাৰস উপভোগ কৰিবলৈ পাই ধন্য হৈছে।

সত্ৰ প্ৰধানত: নদীৰ পাৰত নিৰ্ম্মাণ কৰা হয়। শঙ্কৰদেৱৰ সৰ্ব্বপ্ৰথম বৰদোৱাখনো লৌহিত্যৰ পাৰত নিৰ্ম্মিত হৈছিল। গুৰুজনাই নিজেই লিখিছে—

বৰদোৱা নামে গ্ৰাম শস্যেমৎস্যে অনুপাম
লোহিতৰ অতি অনুকূল ॥
ভাগৱত।

মাধৱদেৱৰ প্ৰধান সত্ৰ বৰপেটাও ন খান্দা নদীৰ পাৰত নিৰ্ম্মিত হৈছিল। বদলা আতাৰ প্ৰধান সত্ৰ কমলাবাৰীও টুনী নদীৰ পাৰত নিৰ্ম্মাণ কৰা হৈছিল। অন্যান্য সত্ৰবোৰো তদনুৰূপে নদী-নদৰ পাৰত অৱস্থিত। বৈদিক যুগত তথা পৰবৰ্ত্তি যুগতো ঋষিমুনিসকলে নদীকূলত আশ্ৰম নিৰ্ম্মাণ কৰি লৈছিল। বেদ, উপনিষদ, পুৰাণ, ভাৰতাদি শাস্ত্ৰত তাৰ প্ৰমাণ আছে। ইয়াৰ প্ৰধান কাৰণ হ'ল সৰ্ব্বপ্ৰথমে ভগৱন্নাম মন্ত্ৰ জপ কৰাৰ সুবিধা, স্নান, পান, আচমনাদিৰ সুবিধা। দ্বিতীয়তে বৰ্ষাকালত জলপ্লাবন হৈ আশ্ৰম বিধৌত কৰে। তদ্দ্বাৰা আশ্ৰম পবিত্ৰ হয়। তৃতীয়তে জলপ্লাৱন হোৱাৰ পৰিণামে শস্যাদি ভাল হয়। প্লাবনত পলস আছে। সেই পলসে ৰবিশস্য বা তজ্জাতীয় শস্যৰ শ্ৰীবৃদ্ধি কৰে। ইত্যাদি আনুষঙ্গিক বহুতো কাৰণবশতঃ নদীৰ পাৰত সত্ৰ বা আশ্ৰমাদি নিৰ্ম্মাণ কৰা হয়। বিশেষকৈ দুটা সুবিধাৰ কাৰণে নদীৰ পাৰত সত্ৰ বা আশ্ৰম পতা হয়, সেয়া হ'ল নদীৰ জলত, সৰ্ব্বাঙ্গ শৰীৰ অৱগাহন কৰিব পাৰিলে মনত বাহ্যিক পবিত্ৰতা জন্মে। কূপ বা কূপনালৰ (আজিকালিৰ) জল বিশেষ পবিত্ৰ নহয়। কূপনালতকৈও কূপজল বেচি বীজাণুযুক্ত বা দূষিত। যিহেতু তাত জলবন্ধন হৈ থাকে, প্ৰবাহমান হ'ব নোৱাৰে। ইয়াত স্নান, পান, আচমনত বিশেষ পবিত্ৰতা নজন্মে। দ্বিতীয় সুবিধা হ'ল মন্ত্ৰজপাদিত। সেই মৰ্ম্মে ভক্তি ৰত্নাকৰ পদ্যভাগত পোৱা যায় (ভক্তি ৰত্নাকৰৰ শেষৰ নৱমাধ্যায়ত):—

গৃহত জপিলে একগুণ ফল ধৰে।
গাভীৰ আগত দশগুণ লভে নৰে ॥
নদী পাৰত এশ পৰ্ব্বতে হাজাৰ।
কোটিগুণ ফল আছে হৰিমন্দিৰৰ ॥

(ভক্তিৰত্নাকৰ পৰিশিষ্ট নৱমাধ্যায়ৰ
পদ্যানুবাদক শ্ৰীযুত ধৰ্ম্মেশ্বৰ নাথ-
মগোৱা আতৈৰ পৰা।)

আগৰ ঋষিমুনি সকলে সেই কাৰণেই পৰ্ব্বতৰ গুহাত তপস্যা কৰিছিল। ওপৰৰ উদ্ধৃতিয়ে তাৰেই সাক্ষ্য দিয়ে। চাণক্য শ্লোকতো পোৱা যায়।

ধনিনঃ শ্ৰোত্ৰিও ৰাজা নদী বৈদস্তু পঞ্চমঃ।
পঞ্চ যত্ৰ ন বিদ্যতে তত্ৰং বাসং নকাৰয়েৎ॥

অৰ্থাৎ—ধনীলোক, বেদজ্ঞ ব্ৰাহ্মণ, ৰজা, নদী আৰু চিকিৎসক এই পাঁচোটা য'ত নাই তাত বাস কৰিব নালাগে।

সত্ৰ বুলিলে বিভিন্ন উল্লেখযোগ্য সামগ্ৰীৰে পূৰ্ণ হলেহে সত্ৰ হ'ব পাৰে যেনে গীতা ভাগৱতাদি শাস্ত্ৰ, কীৰ্ত্তন ঘৰ, গুৰু গৃহ, (পদশীলা), আতাৰ গৃহ, মণিকূট, ৰাঙ্গলীঘৰ, চাৰিহাটী, কৰাপাট আদি আৰু সত্ৰাধিকাৰ, ডেকাধিকাৰ, ভাগৱতী, নাম লগোৱা পাঠক, দেউৰী, ভৰাঁলী, আলহি আলধৰা, বৰা, দবাদাৰী গায়ক, বায়ক, ওজা, কীৰ্ত্তনীয়া আদি সকৰৰ বিষয়বাব থকা ব্যক্তি সকলেৰে পূৰ্ণ হলেহে সত্ৰসংক্ৰান্ত পৰে। পূৰ্ব্বোক্ত অঙ্গবিলাকৰ নাম সত্ৰবিশেষে পৃথক হ'ব পাৰে। এইখিনি কমলাবাৰী সত্ৰৰ ক্ষেত্ৰতহে কোৱা হৈছে। এতিয়া প্ৰতিটো অঙ্গৰে নাম আৰু তাৰ বিশদ বিবৰণ, নাম বিশেষে পাৰমাৰ্থিক বিচাৰ কৰা হৈছে।

### (খ—১) কীৰ্ত্তন ঘৰ :—

একাশী প্ৰকাৰ ভক্তিৰ ভিতৰত নৱবিধ শ্ৰেষ্ঠ, নৱবিধৰ ভিতৰত শ্ৰৱণ কীৰ্ত্তন এই দুবিধ শ্ৰেষ্ঠ আৰু উক্ত দুবিধৰ ভিতৰত কীৰ্ত্তনেই সৰ্ব্বাধিক শ্ৰেষ্ঠ বুলি কোৱা হয়। পূৰ্ব্বতে উল্লেখ কৰি অহাও হৈছে। "অৰ্চ্চন বন্দন ধ্যান সমস্ততে কৰি। যশ কীৰ্ত্তনতে অতি তুষ্ট হোন্ত হৰি" বুলি কোৱা উক্ত যশ কীৰ্ত্তনেই হ'ল একমাত্ৰ "কীৰ্ত্তনৰ কথা। ভগবন্নাম কীৰ্ত্তন যশ যিজনে গায় তেওঁ নিজেও শুনে আৰু আনেও শুনে। গতিকেই "কীৰ্ত্তন" সৰ্ব্বাধিক শ্ৰেষ্ঠ। উক্ত কীৰ্ত্তন কৰা হয় হৰিমন্দিৰত। কীৰ্ত্তন শ্ৰেষ্ঠ হ'লেও তাৰ লগত আঠবিধো ইয়াৰ অন্তৰ্গত হৈ আছে আৰু সমানে পালনীয়। সেয়ে হৰি কীৰ্ত্তন য'ত কৰা হয় তাকে 'কীৰ্ত্তন ঘৰ' বোলা হয়। কীৰ্ত্তন সৰ্ব্বপ্ৰধান কাৰণে "কীৰ্ত্তন" আৰু মন্দিৰটোকে ঘৰ বোলাত সম্পৰ্ণ নাম হ'ল "কীৰ্ত্তন ঘৰ"। 'মন্দিৰ' শব্দটো যদিও শাস্ত্ৰীয় তথাপিতো তাক প্ৰয়োগ নকৰি আঞ্চলিক শব্দ 'ঘৰ' শব্দৰ ব্যৱহাৰ কৰা হ'ল। কোনো কোনো সত্ৰত (প্ৰায় গাঁও বোৰতো) "কীৰ্ত্তন ঘৰ" নবুলি নামঘৰহে বোলে। কীৰ্ত্তন ঘৰেই সত্ৰৰ হৃদয়

স্বৰূপ আৰু প্ৰধান গৃহ। তাৰ পৰাই বাকীবোৰ (মণিকূটাদি) অনুষ্ঠান বিকীৰণ হৈছে। প্ৰধান প্ৰধান নৈমিত্তিক পৰ্ব্ব আৰু নিত্য চৈধ্য প্ৰসঙ্গাদি য'ত চলে, তাতোকৈ অন্য অনুষ্ঠানৰ মহত্ত্ব বেছি হ'ব নোৱাৰে। কীৰ্ত্তন ঘৰ প্ৰধান অঙ্গ আৰু বিৰাট ব্ৰহ্ম। মুঠতে সত্ৰৰ যাবতীয় নিত্য প্ৰয়োজনীয় অনুষ্ঠান কীৰ্ত্তন ঘৰতে হোৱাৰ কাৰণে ইয়াৰ মহত্ত্ব সৰ্ব্বাধিক। শৰণ কাৰ্য্যও ইয়াতেই হয়।

পাৰমাৰ্থিক বা আধ্যাত্মিক দৃষ্টিৰ পক্ষৰ পৰা কীৰ্ত্তন ঘৰ নৱবিধ ভক্তিৰ প্ৰতীক। কাৰণ কমলাবাৰী সত্ৰৰ কীৰ্ত্তন ঘৰটোত নটা খোটালি আছে। বিংশতি স্তম্ভ (খুটা) যুক্ত ন খোটলীয়া কীৰ্ত্তন ঘৰটোৰ প্ৰতি খোটালিতে একো-বিধ ভক্তিয়ে বাস কৰি আছে। সেয়ে প্ৰতিটোৱেই একোবিধ ভক্তিৰ প্ৰতীক। দ্বিতীয়তে কীৰ্ত্তনঘৰ ভক্তিৰ সৰোবৰ। এই সৰোবৰত নাম কীৰ্ত্তন ৰূপ বিক-শিত বিবিধ ৰঙৰ (নৱবিধ ভক্তিৰ) পদুম আছে। উক্ত পদুমত ভকত ভ্ৰমৰজাকে মধুপান কৰে। নামঘোষাত মাধৱদেৱে লিখিছে —

ভক্তি সৰোবৰে কৃষ্ণপদ পঙ্কজত পৰি নিৰন্তৰে
পৰম আনন্দে ভকত ভ্ৰমৰজাকে।
কৃষ্ণ যশ ৰস মধু পানে মত্ত হুয়া অতি সাৱধানে।
ৰাম নাম ৰাজহংস ৰাৱ শুনি থাকে॥

নামঘোষা/মাধৱদেৱ।

নামঘোষাত ৰাম নামক ৰাজহংসৰ ধ্বনিৰ লগত তুলনা কৰিছে। আমি ৰাম নামক বিকশিত পদুমৰ লগত তুলনা কৰিছোঁ। ইও অন্যৰূপ। সৰোবৰত পদুমফুল থাকিবই আৰু তালৈ ভ্ৰমৰ যাবই। তেনেকৈ ভক্তি সৰোবৰ ৰূপ কীৰ্ত্তন ঘৰত ৰাম নাম ৰাজহংস ধ্বনি শুনিবৰ কাৰণে ভ্ৰমৰ ৰূপ ভকত থাকিবই। তৃতীয়তে কীৰ্ত্তন ঘৰ বৈকুণ্ঠ ৰূপত কল্পিত অৰ্থাৎ ভগৱৎ বসতি স্থান ৰূপে কল্পিত। সেই বৈকুণ্ঠক "অব্যয় স্থান" বুলি কোৱা হয়। কাৰণ উক্ত কীৰ্ত্তন ঘৰত পৰমব্ৰহ্মহে থাকে। ভকতক কৃপা কৰিবৰ কাৰণে তেওঁ সগুণ ৰূপে আত্ম প্ৰকাশ কৰিছে মাত্ৰ (আমি "শৰণৰ বিধি ব্যৱস্থা" অধ্যায়ত লিখি আহিছো)। এই তিনিটা শ্ৰেণীত কীৰ্ত্তন ঘৰক ভাগ কৰি দেখুৱাব পাৰি। শঙ্কৰ মহাপুৰুষেও এই নিয়মেই কৰিছিল।

উক্ত কেন্দ্ৰীয় আৰু সৰ্ব্ব প্ৰমুখ স্থল ভক্তি সৰোবৰ কীৰ্ত্তন ঘৰক অন্য প্ৰকাৰে "প্ৰাৰ্থনা মণ্ডপ" বোলাও সমীচীন। কিয়নো ইয়াত সামূহিক

প্ৰাৰ্থনা বা সামূহিক নাম প্ৰসঙ্গ চলে। প্ৰাৰ্থনা জীৱনৰ এটি মুখ্য অঙ্গ। প্ৰাথনাৰ পৰা শুদ্ধ বুদ্ধি হয়। ভগৱৎ প্ৰাৰ্থনাৰ পৰা ভগৱৎশক্তিৰ উদয় হয় আৰু শাৰীৰিক ক্লেশাদি শমন হয়। প্ৰাৰ্থনা শব্দৰ অৰ্থই হ'ল - খোজা, বিচৰা ইত্যাদি। নিজ ইণ্টদেৱে শুনিবৰ কাৰণে প্ৰাৰ্থনা কৰিব লাগে, জনসাধাৰণে শুনিবৰ কাৰণে নহয়। ইয়াৰ দ্বাৰা মানুহৰ আস্তিকতা বাঢ়ে। আস্তিকতাই মানুহৰ পাপ প্ৰবৃত্তিত বাধা দিয়ে। দুৰাচাৰৰ নাশ আৰু সদাচাৰ বৃদ্ধিৰ পৰা সমাজত দৰিদ্ৰতা, কলহ, শাৰীৰিক ৰোগ, চৰিত্ৰ পতনৰ নিবৃত্তি হৈ পৰস্পৰ প্ৰেম, আৰোগ্য, সুখ সম্পত্তি বৃদ্ধি কৰে।

প্ৰাৰ্থনা অনেক প্ৰকাৰৰ আছে। তাৰ ভিতৰত দুই প্ৰকাৰ প্ৰাৰ্থনা মুখ্য। এক —ব্যক্তিগত প্ৰৰ্থনা আৰু দুই -সামূহিক প্ৰাথনা। প্ৰাথনাৰ অন্য নাম আৰাধনা বা উপাসনা। প্ৰাথনা ব্যক্তিগতেই হওক বা সামূহিকেই হওক সৰ্ব্বসাধাৰণৰ উপকাৰৰ কাৰণে প্ৰাৰ্থনা কৰাই পৰম মঙ্গল। মনুষ্য মাত্ৰৰে ব্যক্তিগত প্ৰাৰ্থনা এনেকুৱা হোৱা আৱশ্যাক, যিটো কোনো দেশ, সমাজ আৰু ৰাণ্ট্ৰৰ কাৰণে সামূহিক প্ৰাৰ্থনাৰ স্তৰত পৰে। সামূহিক প্ৰাৰ্থনাত সন্মিলিত হোৱাৰ পূৰ্ব্বতে সকলোৰে কাৰণে ব্যক্তিগত প্ৰাৰ্থনা কৰা আৱশ্যাক, কিয়নো ইয়াৰ পৰা সামূহিক প্ৰাৰ্থনাত বল আৰু অভ্যুদয় হয়। ব্যক্তিগত প্ৰাৰ্থনাত আমি কেৱল নিজৰ শ্ৰদ্ধা, প্ৰেম, ভক্তি আৰু প্ৰপত্তিৰ বলত ভগৱানৰ অনুসন্ধান কৰো। কিন্তু সামূহিক প্ৰাৰ্থনাত একৰ অতিৰিক্ত অনেকৰ শক্তি আৰু অনুভৱ লাভ আমি পাওঁ যাৰ দ্বাৰা সামূহিক শক্তি লাভ হয় আৰু ভক্তি ভাৱ প্ৰেমভাবৰ আচৰিত উল্লাস উপচি পৰে যিজন সমুদায়ৰ হিত চিন্তন, একীকৰণ আৰু সংগঠনত যাদুবিদ্যাৰ দৰে কাম কৰে। ব্যক্তিগত প্ৰাৰ্থনা নিৰ্জ্জন স্থানৰ বস্তু। ইয়াত তল্লীনতা, একাগ্ৰতা আৰু শান্তিৰ আৱশ্যকতা আছে। যেতিয়ালৈকে মন স্থিৰ নহয়, চিত্ত চঞ্চলতাৰ প্ৰতিবন্ধক নহয়, ভগৱানৰ ধ্যান হৃদয়ত জমা নহয়, যথাৰ্থ ভাৱ ভগৱানৰ প্ৰতি নহয়, অতুৰতা আৰু বিহ্বলতা নহয়, সত্য আৰু পবিত্ৰান্তঃকৰণ নহয়, আৰ্ত্ত আৰু দুঃখিত চিত্ত নহয়, প্ৰণয়পূৰ্ব্বক ভগৱানৰ অনুসন্ধান কৰা নহয়, তেতিয়ালৈকে আমাৰ প্ৰাৰ্থনাত শক্তি নাহে আৰু বক্তিগত প্ৰাৰ্থনাৰ অবিহনে ইয়াৰ পূৰ্ণ ফলদায়ক হ'ব নোৱাৰে। এনেকুৱা ব্যক্তিগত প্ৰাৰ্থনা নিজৰ কাৰণেও কৰিব পাৰে আৰু আনৰ কাৰণেও কৰিব পাৰে। নিজতকৈ আনৰ কাৰণে প্ৰাৰ্থনা কৰা অতি ভাল আৰু এনেকুৱা প্ৰাৰ্থনা ভগৱানে অতি সোনকালে শুনিবলৈ পায়। আনৰ কাৰণে দুঃখিত হোৱা, আনৰ কল্যাণ কামনা কৰা, ভগৱান আনৰ কাৰণে প্ৰসন্ন হওক, এইভাৱে যত্ন কৰা ইত্যাদি

কাৰ্য্য প্ৰসস্ত। আনৰ কাৰণে কৰা প্ৰাৰ্থনাৰ সংক্ৰান্তত ভগৱানৰ বিশেষ কৃপা মিলে আৰু তেওঁৰ সকলো কামনা বিনা প্ৰাথনাতে (আনসকলৰ লগতে তেওঁৰো) সৰ্ব্বসিদ্ধি কৰি দিয়ে। বেদ উপনিষদাদি শাস্ত্ৰ সমূহত ধ্বনিত হৈছে—

সৰ্ব্বেৰ সুখিনঃ সন্তু সৰ্ব্বেসন্তু নিৰাময়াঃ।
সৰ্ব্ব ভদ্ৰানি পশ্যন্তু মা কশ্চিৎ দুঃখভাকভবেৎ॥
সৰ্ব্বস্তু চতুৰ্দুৰ্গানি সৰ্ব্বে ভদ্ৰানি পশ্যতু।
সৰ্ব্বঃ সুখমবাপ্নোতু সৰ্ব্বঃ সৰ্ব্বত্ৰ নন্দতু॥

অৰ্থাৎ—সকলো প্ৰাণী সুখী হওক, সকলো নিৰোগী হওক, সকলো প্ৰাণীৱে (যাতে) কল্যাণ দৰ্শন কৰোঁ, কোনো যাতে দুখৰ ভাগী নহয়, সকলো প্ৰাণীয়ে সংকটৰ পৰা উদ্ধাৰ হওক, সকলোৱে কল্যাণ দৰ্শন কৰোঁ, সকলোৱে সুখ প্ৰাপ্ত হওক, সকলোৱে আনন্দ লাভ কৰক।

পুনশ্চঃ—

বহুদেয়ং চ নোঽস্তু অতিথীংশ্চ লভেমহি।
যাচিতাৰশ্চ নঃ সন্তু মাচ যাচিষ্ম কংচন॥

অৰ্থাৎ- আনক দান দিবৰ কাৰণে আমাৰ ওচৰত প্ৰচুৰ সামগ্ৰী হওক, অতিথি সেৱা কৰিবৰ কাৰণে (যাতে) সুবিধা পাওঁ, আমাৰ ওচৰলৈ ভিক্ষাৰী আহক; কিন্তু আমি আনৰ যাতে ভিক্ষা নকৰোঁ (এয়ে প্ৰাৰ্থনা)।

যেতিয়া দুজনতকৈ অধিক জনসমূহে কোনো দেৱমন্দিৰ, প্ৰাৰ্থনাভৱন, বা কোনো অন্য নিৰ্দিষ্ট স্থানত সম্মিলিত হৈ এটি মণ্ডলী নিৰ্ম্মাণ কৰি একেলগে ভগৱৎস্তুতি গান কৰে বা ভক্তি ভাবেৰে সেই দীন দয়ালু প্ৰভুৰ নাম যশোগান, বন্দনা কৰে, তেতিয়া তাকে সামূহিক বা সামুদায়িক প্ৰাৰ্থনা বুলি কয়। সামূহিক প্ৰাৰ্থনাত সামূহিক তত্ত্ব নিৰ্দ্দিষ্ট হৈ আছে। ইয়াত কেৱল ভক্তি ভাবৰ প্ৰাদুৰ্ভাৱেই নহয় বৰঞ্চ সামূহিক বল, সামূহিক শক্তি, সামূহিক জীৱন, সামূহিক সম্বন্ধ আৰু সামূহিক ভাবৰ প্ৰবল তৰঙ্গত স্বাভাৱিকতে বা সহজতে বিলাসিত আৰু বিকশিত হ'বলৈ ধৰে। এনেকুৱা বিশুদ্ধ বাতাবৰণৰ প্ৰভাবৰ দ্বাৰা ভেদভাব, দুৰ্ব্বাসনাৰ ভাব আৰু নাস্তিকতাৰ ভাব সমূলঞ্চে নষ্ট হৈ যায় আৰু সেই স্থানত সমভাৱ, ভাতৃভাৱ, প্ৰেমভাৱ, একভাৱ, সংগঠন ভাৱ আৰু আস্তিকতাৰ ভাৱ উদয় হয়—

দ্বাৰ দ্বাৰা জনসমাজৰ একমন হৈ যোৱা, একাগ্ৰতা লাভকৰা, একমাৰ্গানুগামীহোৱা, সংঘ শক্তি উৎপন্ন হোৱা আদি স্বাভাৱিক কাৰ্য্যৰ দৰে হৈ উঠে। সন্মিলিত ৰূপৰে প্ৰাৰ্থনা কৰাৰ প্ৰথা সকলো ধৰ্ম্ম আৰু সমাজতে প্ৰচলিত। ভগৱদ্ভক্তসকলে সন্মিলিত ভাৱে আকুল আহবান কৰি ( ভগৱৎ লাভৰ বাবে ) যি উৎকণ্ঠা কৰে, সেই ক্ষেত্ৰত ভগৱানে নিজ ঠাই এৰি ভক্তৰ মাজত আৱিৰ্ভাৱ হওঁ বুলি নিজমুখে নাৰদক কৈছে —

নাহং তিষ্ঠামি বৈকুণ্ঠে যোগিনাং হৃদয়ে নচ।
মদ্ভক্তা যত্ৰ গায়ন্তি তত্ৰ তিষ্ঠামি নাৰদ ॥

পদ্মপুৰাণ উত্তৰ খণ্ড ৯৪/২৩

মাধৱদেৱে ঘোষাত লিখিছে —

একান্ত ভকতসবে নিৰ্গুণ কৃষ্ণৰ গুণ
গাৱে সদা বসিয়া যথাত।
বৈকুণ্ঠক পৰিহৰি যোগিৰো হৃদয় এৰি
থাকা হৰি সাক্ষাতে তথাত।

মহাপুৰুষ দুজনা গুৰুৰ বচনাৱলীত সৰ্ব্বজনকল্যাণ সূচক বহুতো প্ৰৱচন পোৱা যায়। উদাহৰণ স্বৰূপে নাটক সমূহত উল্লেখ থকা "ভো ভো সামাজিকা যুয়ং", আহে সামাজিক লোক," আদি সমাজ কেন্দ্ৰীক বাণী আৰু "কৃষ্ণৰ প্ৰসাদে হৌক লোকত প্ৰচাৰ", আকে শুনি অজ্ঞ লোকে তৰোক সংসাৰ," আদি বাণীৰ পৰাই মহাপুৰুষ দুজনাৰ "সৰ্ব্বলোকহিত কাৰণে" আদৰ্শ পৰিস্ফুট হয়। কীৰ্ত্তন ঘৰ যে হৰি কীৰ্ত্তনৰ কেন্দ্ৰ তথা সামাজিকৰো কেন্দ্ৰ সিও দেখদেখকৈ ওলাই পৰিছে। সত্ৰৰ আৰু গাওঁবিলাকৰ কীৰ্ত্তন ঘৰতো বিচাৰালয় ( আদালত ) আদিতো পৰে। সমাজৰ দোষ, অপৰাধ, অনীতি, অন্যায়, সমাজ অমান্য আদিৰ বিচাৰ তাতে কৰা হয়। ব্যক্তি অপৰাধ প্ৰামাণ্যৰ বিচাৰত দোষীক সমাজ বহিস্কৰণ, জুই পানী নিষিদ্ধ আদি দণ্ডবিধান কাৰ্য্যও তাতে হয়। অসমলৈ মহামানৱ মহাত্মাগান্ধীজী আহি স্বীকাৰ কৰি গৈছিল যে "মই যি ৰামৰাজ্য স্থাপন কৰিবলৈ চেষ্টা কৰিছো তেনেকুৱা ৰামৰাজ্য দেখোন পাঁচশ বছৰৰ পূৰ্ব্বেই অসমত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰে প্ৰতিষ্ঠা কৰি থৈ গৈছে।" জাতি ধৰ্ম্ম বৰ্ণ নিৰ্ব্বিশেষে সৰ্ব্ববৰ্ণৰ একত্ৰ কৰণ বা জাতি গঠন বা সংগঠন কৰা কাৰ্য্যত শঙ্কৰ মাধৱৰ অৱিহণা সৰ্ব্বাগ্ৰে স্বীকাৰ কৰিব লাগিব। সেই কাৰ্য্যৰ ঘাই কেন্দ্ৰ কীৰ্ত্তন ঘৰেই। কীৰ্ত্তন ঘৰত সামূহিক নাম প্ৰসংগৰ লগত যি প্ৰসাদ নৈবেদ্যাদিৰ ভোজনীয়

ব্যৱস্থা কৰা হৈছে সিও সমাজ সংগঠনৰ প্ৰধান আহিলা। সিও দুগ্ধনা-গুৰুৰে। ক্ষেত্ৰ বিশেষে বা স্থান বিশেষে ভগৱৎ নিবেদিত প্ৰসাদৰ দ্ৰব্য পৃথক ধৰণৰ। অসমত মগুমাহ, জহা চাউল, বুতমাহ, নাৰিকল, আদা, কল, জৰা, কুঁহিয়াৰ, পকামিঠৈ আদি সামগ্ৰীৰে নৈবেদ্য প্ৰস্তুত হয়। আন আন ৰাজ্যত বোধহয় এনে নিয়ম ব্যৱস্থা নাই। স্থান কাল পাত্ৰ ভেদে বা অসমৰ জনসাধাৰণৰ বাবে জলবায়ু সুজাকৈ আৰু স্থানীয় বা আঞ্চলিক উৎপন্ন সামগ্ৰীৰে নৈবেদ্য প্ৰস্তুত কৰণৰ বৈজ্ঞানিক পদ্ধতি পোনতে শঙ্কৰদেৱেই প্ৰৱৰ্ত্তন কৰে। আমি এই অধ্যায়তে নৈবেদ্য প্ৰক্ৰিয়াৰ কথা ব্যক্ত কৰা হ'ব। এতিয়া অপ্ৰাসঙ্গিক হ'ব কাৰণে কৰা নহ'ল। মুঠতে সমাজ সংগঠনৰ বাবে মহাপুৰুষজনাৰ যি বৈজ্ঞানিক বিশ্লেষণ তাক আমাকোকৰ নিচিনা অবিবেকী, চিন্তাশক্তিহীন ব্যক্তিয়ে বিচাৰ কৰিবলৈ যোৱা বা পৰ্য্যালোচনা কৰিবলৈ যোৱাটো ধৃষ্টতাৰ ব্যতীত অন্য একো নহয়। তদুপৰি সেই সম্পৰ্কত অৰ্থাৎ "সমাজ সংগঠনত শঙ্কৰদেৱৰ অৱদান" সম্বন্ধে এটি আলোচনা যদি এতিয়াৰ পণ্ডিতসকলে কৰে, তেন্তে যথেষ্ট সময় তথা পুস্তক লিখনতো যথেষ্ট সময়ৰ প্ৰয়োজন হ'ব।

কীৰ্ত্তন ঘৰত তিনিখন দ্বাৰ (দুৱাৰমুখ) থাকে। কীৰ্ত্তন ঘৰৰ পূবে আৰু পশ্চিমে দক্ষিণমুৱাকৈ দুখন আৰু একেবাৰে পশ্চিমমুৱাকৈ কীৰ্ত্তন-ঘৰৰ টুপৰফালে এখন দুৱাৰ থাকে। পশ্চিমফালৰ দক্ষিণ মুৱাহৈ থকা দুৱাৰখনকে কীৰ্ত্তন ঘৰৰ "ঘাই দুৱাৰমুখ" বুলি কয়। উত্তৰ ফালেও এখন সাধাৰণ দুৱাৰ থাকে; সি কোনো লেখৰ নহয়। মাত্ৰ সামান্য কাৰ্য্যৰ কাৰণে উক্ত দুৱাৰ থাকে; নাৰাখিলে অসুবিধা নাই।

সাত্বত তন্ত্ৰৰ সপ্তম পটলত উল্লিখিত বিষ্ণুৰ বত্ৰিশ অপৰাধ প্ৰসঙ্গতো কীৰ্ত্তন ঘৰত হোৱা গোটাচেৰেক অপৰাধ সম্পৰ্কীয় কথা পোৱা যায় যেনে (ভগৱৎ মন্দিৰত)

> ভোজনং ভগৱৎ দ্বাৰে অভুক্তা চ বিষাদতা।
> পাদুকাৰোহনং বিষ্ণোৰ্গেহে কম্বল বেশনম্ ॥
> বামপাদ প্ৰবেশশ্চ কূৰ্দ্দনং পাকভোজনম্।
> শ্লেষ্ম প্ৰক্ষেপনং চৈব তত্ত্বনৈৰ্দ্দন্ত ধাবনম্ ॥
>
> সাত্বত তন্ত্ৰ ৭/৩৪,৩৫

অৰ্থাৎ :— ভগৱন্তৰ দুৱাৰত (গৃহত) ভোজন, অভোজনত (খাবলৈ নেপাই) বিষাদ কৰা, পাদুকাৰে প্ৰৱেশ কৰা, কম্বল (পাক শৰাই লৈ)

পাৰি উপবেশন কৰা, বাঁও ভৰি আগকৰি সোমোৱা, ক্ৰীড়া আস্ফালন কৰা, পাগ কৰা, ভোজন কৰা, মলমূত্ৰ খেকাৰ আদি পেলোৱা, মন্দিৰৰ খেৰেৰে দাঁত খৰকিউৱা ( ইত্যাদি কাম দোষণীয় )।

কীৰ্ত্তন ঘৰৰ পশ্চিমমূৰে টুপ থাকে। ই ঘূৰণীয়া আপিটোৰ দৰে। কীৰ্ত্তন ঘৰত লগলগাই দি ইয়াক সুন্দৰকৈ সজা হয়। ই কীৰ্ত্তন ঘৰৰে অংশ। ইয়াক "কীৰ্ত্তন ঘৰৰ টুপ" বুলি কোৱা হয়। বিচাৰ ( দোষ দণ্ডৰ ) সম্পৰ্কীয়, তথা সত্ৰীয়া সম্পৰ্কীয় সকলো আলোচনা ইয়াতেই হয়। 'টুপ' শব্দটো অপভ্ৰংশ যেন লাগে। সংস্কৃতৰ "স্তুপ্" শব্দটোৰ পৰাই "টুপ" হৈছে। কোনোৱে 'টুপ' ত দীৰ্ঘ উকাৰ লগায়ো দিয়ে। দুয়োটাই শুদ্ধ বুলি মনে ধৰে ॥

## (১—ক) সিংহাসন :—

কীৰ্ত্তন ঘৰৰ পূৱপিনে পশ্চিমমূৱাকৈ দ্বিতীয় খোটালিত সিংহাসন থাকে। সিংহাসনত ভাগৱত শাস্ত্ৰ শ্ৰীশ্ৰীকৃষ্ণদেৱৰ প্ৰতীক হিচাবে স্থাপন কৰা থাকে। আমি পূৰ্ব্বতে এই সম্পৰ্কত আলোচনা কৰি আহিছোঁ। 'সিংহাসনৰ অৰ্থ এনেকৈ সিংহ+আসন=সিংহাসন। অৰ্থাৎ সিংহ যুক্ত আসন। আসন হ'ল উপবেশন কৰিবৰ কাৰণে এখন যোগ্য আসন যেনে পিৰা, কম্বল, কঠ আদি। ভগৱন্তক বহুৱাব পৰা আধাৰ পদাৰ্থটোক শাস্ত্ৰীয় হিচাবে 'সিংহাসন' আৰু সত্ৰীয়া মৌখিক হিচাবে ( অশাস্ত্ৰীয় ) " গুৰু আসন" বুলিও কোৱা হয়। কিন্তু গুৰু আসনতকৈ 'সিংহাসন" শব্দটো বেছি শুদ্ধ। কাৰণ "সিংহাসন" খন গুৰুৱেহে স্থাপন কৰি লয়। শঙ্কৰ মাধৱ দুজনা গুৰুৱে সিংহাসন পতাৰ ব্যৱস্থা দি গৈছে। অৱশ্যে ভগৱন্তকো 'গুৰু' বুলি কোৱা হয় যেনে "দেখু জগত গুৰু কানু আৱত" "জগতৰ গুৰু কৃষ্ণ" "কৃষ্ণংৱন্দে জগদ্গুৰুম্" ইত্যাদি প্ৰামাণ্যই যথেষ্ট। কিন্তু শাস্ত্ৰত "সিংহাসন ' শব্দটোৰ ব্যৱহাৰে গুৰু আসন" বুলি কোৱা মৌখিক শব্দটোৰ প্ৰাধান্যতা হ্ৰাস কৰিছে। কীৰ্ত্তনত গুৰুজনাই লিখিছে হেন মন্দিৰে ৰত্ন সিংহাসনে। আছন্ত বসি প্ৰভু নাৰায়ণে (ধ্যান বৰ্ণন) "ৰত্নৰ মন্দিৰে সুবৰ্ণৰ সিংহাসনে। কৰন্ত প্ৰকাশ বসি প্ৰভু নাৰায়ণে" (হৰমোহন) ইত্যাদি। উক্ত হৰ মোহন (ভাগৱতৰ অষ্টম স্কন্ধত) প্ৰসঙ্গৰ মূলত সিংহাসনৰ ওপৰত ভগৱন্ত উপবেশন কৰি থকাৰ কোনো প্ৰমাণ নাই। এইখিনি শঙ্কৰ গুৰুৰ অমৌলিক বা নিজস্ব লিখনী। কোনো কোনো প্ৰসঙ্গত "শুতি থাকা ভুজঙ্গ শয্যাত" বুলিও কৈছে। গতিকে বুজা যায় যে শঙ্কৰ গুৰুৱে পাৰমাৰ্থিক দৃষ্টিৰে "ভুজঙ্গ শয্যা" নিৰ্ম্মাণৰ ঠাইত "সিংহাসন"

নিৰ্ম্মাণ কৰাতহে গুৰুত্ব দিলে। ইয়াৰ কাৰণো নথকা নহয়। সিংহাসনখন প্ৰতীক ধৰ্ম্মী। দেখ্‌দেখ্‌কৈ দুটা প্ৰতীক আমি তাত দেখা পাওঁ। এটা হ'ল সিংহ আৰু আনটো হ'ল হস্তী। কোনো কোনো ঠাইত ময়ূৰাসন আৰু কচ্ছপাসনো থাকে। সেয়া কি অৰ্থত ব্যৱহাৰ কৰা হৈছে তাক বিচাৰ কৰাৰ প্ৰয়াস নকৰোঁ। সিংহৰ তলত অৰ্থাৎ সিংহই কাল মূৰ্ত্তি ধৰি গ্ৰাস কৰি থকা অৱস্থাত হস্তীক দেখা যায়। হস্তীয়ে আঁঠু কাঢ়ি বশ্যতা স্বীকাৰ কৰি ম্ৰিয়মান হৈ থকা আৰু সিংহই তাক নখেৰে মূৰত আৰু পিঠি ভাগত ধৰি থকা দেখা যায়। কিয় ধৰে আৰু তাৰ প্ৰকৃত অৰ্থ কেনে হব তাক বিচাৰ কৰাৰ প্ৰয়োজন আছে। সিংহৰ অৰ্থ হ'ল "হিনস্তীতি সিংহঃ" (প্ৰয়োগ ৰত্নমালা ব্যাকৰণ) অৰ্থাৎ "হিংসা কৰে" এই অৰ্থত সিংহ বোলে। ইয়াত 'হ' আৰু 'স' ৰ বিপৰ্য্যয় হ'ল অৰ্থাৎ পিচৰ 'স' টো আগলৈ আৰু আগৰ 'হ' টো পিচলৈ আহি প্ৰকৃতিৰ বিকৃতি বা শব্দৰ বিপৰ্য্যয় ঘটি 'সিংহ' হ'ল। এই শব্দটোৰ বিশ্লেষণ কৰিলে বহুতো কথা দীঘলীয়া হয় কাৰণে লিখা নাই। 'হস্তী' মানে হাতী। 'হস্ত' অস্ত্যৰ্থে 'ঈন্' প্ৰত্যয় যোগ দিলে 'হস্তী' হয়। হাত থাকে বাবে হস্তী বোলে। হাতী চতুষ্পদী জন্তু। সি খোন পতীয়াকৈ মুখেৰে খাব নোৱাৰে। আমাৰ অসমীয়া ভাষাত যি ডালক আমি শুৰ বুলি কওঁ সেই টোৱেই হ'ল হস্ত বা হাত। তাৰ সেইখনেই হাত। সি তাৰেই আহাৰ নি মুখত লগাই দি গ্ৰহণ কৰে। সেইবাবে হাতীক কৰীও বোলে। কৰ মানে হাত। কীৰ্ত্তনৰ "কৰীকৰ সমউৰু বৰ্ত্তুল বলিত" উদাহৰণ আছে। উক্ত সিংহ আৰু হাতীৰ প্ৰতীক দুটা সিংহাসন যুক্ত হৈ থাকে। ইয়াৰ কাৰণ—সিংহ নামৰ প্ৰতীক আৰু হাতী পাপৰ প্ৰতীক। ইয়াৰ অৰ্থ হ'ল ভক্তই ভগৱন্তৰ নাম যশ কীৰ্ত্তন কৰাৰ লগে লগে পাপ ধ্বংস হৈ যায়। নামৰ ওচৰত পাপ এটা অপদাৰ্থ। জনসাধাৰণক তাৰ দ্বাৰা বুজাই দিয়া হৈছে যে তোমালোকে হৰি নাম লোৱা। সিংহই যেনেকৈ হাতীক ধৰি বশীভূত কৰি তাৰ শক্তি সমূলঞ্চে নিৰ্ম্মূল কৰিছে, তেনেকৈ নাম ললে পাপ হস্তী ধ্বংসহৈ যাব। সিংহক পঞ্চানন বোলে যেনে "সিংহ মৃগেন্দ্ৰ পঞ্চাস্য হৰ্য্যক্ষ কেশৰী হৰি" (অমৰাৰ্থ চন্দ্ৰিকা)। সিংহৰ নাম পাঁচটা। তাৰ ভিতৰত "পঞ্চাস্য" ও অন্যতম। পঞ্চ মানে পাচঁ আৰু আস্য মানে আনন বা মুখ। পঞ্চ+আনন=পঞ্চানন। সিংহৰ মুখ পাঁচখন আৰ্থৎ সি চতুষ্পদেৰে আৰু মুখেৰে পাঁচোটা হাতী নিব পাৰে বাবেই তাৰ নাম পঞ্চানন। উক্ত। পঞ্চাননেই নামৰ প্ৰতীক হিচাবে ব্যৱহাৰ হৈছে। নামৰ প্ৰতীক যে সিংহ আৰু পাপৰ প্ৰতীক যে হস্তী সেই সম্বন্ধে দুজনা গুৰুৰ লিখনীৰ যোগেদিয়েই প্ৰকাশিত হৈছে। বৰগীতত শঙ্কৰ

গুৰুৱে লিখিছে ঃ—

নাম পঞ্চানন নাদে পলাৱত
পাপ দন্তী ভয়ভীত।
বুলিতে এক শুনিতে শত নিতৰে
নাম ধৰম বিপৰীত॥

বৰগীত

মহাপুৰুষ মাধৱদেৱে নাম-ঘোষাত লিখিছে ঃ—

পুণ্য অৰণ্যৰ মাজে মাধৱৰ নাম সিংহ
প্ৰকাশ কৰয় অতি ৰৱে।
যাৰ ধ্বনি শুনি ভয়ে মহা পাপ হস্তীচয়
পলায় অতি ত্ৰাসত লৱৰে॥

নাম-ঘোষা

ৰাম ৰাম মহা প্ৰমত্ত সিংহৰ
ধ্বনি শুনি ৰিণি ৰিণি।
প'পময় মত্ত মাতঙ্গ পলায়
মিলিল হেৰা বিঘিনি॥

নাম-ঘোষা॥

কীৰ্ত্তনত শঙ্কৰদেৱে লিখিছে ঃ—

তাৱদেকে মহা পাতক হস্তীৰ
থাকে মহাগৰ্ব্বমদ।
যাৱে ৰাম নাম প্ৰমত্ত সিংহৰ
নুশুনে ধ্বনি শৱদ॥

অজামিল উপাখ্যান

এনেকৈ বহু ঠাইৰ পৰা উদ্ধৃতি দিব পাৰি। মুঠতে শঙ্কৰ মাধৱ দুজনা গুৰুৱে পাৰমাৰ্থিক দৃষ্টিৰে নাম আৰু পাপৰ প্ৰতীক হিচাবে সিংহ আৰু হস্তীক ব্যৱহাৰ কৰিছে। মানুহক নামমুখী কৰিবলৈ এনেকৈ এইবোৰ উপায় উদ্ভাৱন কৰি দুজনা গুৰুৱে জগতৰ হিত সাধন কৰি গৈছে। থুল-মূল ভাৱে সিংহাসনৰ এয়ে বিচাৰ।

সিংহাসনখন চাৰি কোণীয়া। প্ৰতি কোণাতে এটাকৈ চাৰিটা সিংহ থাকে। ইয়াত সতটা খোটালি বা থাক আছে। তলৰ পৰা ক্ৰমে ই ওপৰলৈ সৰু হৈ যায়। একেবাৰে ওপৰত থকা খোটালি আছে, তাত ভাগৱত শাস্ত্ৰ থাপনা কৰা থাকে। ইয়াক "আমহী ঘৰ" বোলে। "আমহী ঘৰটো' ৰে সৈতে আঠ খোটালি হয়। আমি উক্ত বিষয়বোৰ তন্ন তন্নকৈ ঠিক ইয়াৰ লগে লগে ব্যাখ্যা দিম (এতিয়া প্ৰথম বিষয় হ'ল প্ৰতি কোণাতে এটাকৈ সিংহ থাকিলে চাৰি কোণাত চাৰিটা সিংহ হিচাবত ওলায়। গতিকে সাত থকীয়া সিংহাসন খনত সৰ্ব্বমুঠ গণনা কৰিলে আঠাইশটা সিংহ হয়। এই আঠাইশটা সিংহ কিয় দিব লগা হ'ল, তাৰো কাৰণ নিশ্চয় আছে। কোনো কোনো ঠাইত তিনি চাৰি থকীয়া সিংহাসনো আছে। তাৰ অৰ্থ আমি নেপাওঁ। আমি আঠাইশটা সিংহক "অষ্টাবিংশতি তত্ত্ব"ৰ প্ৰতীক হিচাবেও ব্যৱহাৰ কৰিব পাৰোহঁক। এইটো আমাৰ মৌখিক কথা নহয়, শস্ত্ৰীয় পাৰমাৰ্থিক দৃষ্টি কথাহে। এফালে যেনেকৈ সিংহক নামৰ প্ৰতীক হিচাবে কৰিব পাৰি, ঠিক তেনেকৈ আঠাইশটা সিংহক "অষ্টাবিংশতি তত্ত্ব"ৰ প্ৰতীক হিচাবেও ধৰিব পাৰি। অষ্টাবিংশতি তত্ত্বৰ কথা ভগৱানে বন্ধু উদ্ধৱক কৈছে —

নবৈকাদশ পঞ্চ ত্ৰীন্ ভাবান্ ভূতেষু যেন বৈ।
ঈক্ষেতাথৈকমপ্যেষু তৎ জ্ঞানং মম নিশ্চিতম।

ভাগৱত ১১।১৯।১৪

অৰ্থাৎ — নৱম (প্ৰকৃতি, পুৰুষ, মহৎ, অহঙ্কাৰ, ৰূপ, ৰস, গন্ধ, স্পৰ্শ, শব্দ) একাদশ (কৰ্ণ, ত্বক্, চক্ষু, জিহবা, ঘ্ৰান, বাক, পাণি, পাদ, পায়ু, উপস্থ, মন), পঞ্চ (ক্ষিতি, অপ্, তেজ, মৰুৎ, ব্যোম্), তিনি (সত্ত্ব, ৰজ, তম), এই অষ্টাবিংশতি তত্ত্ব ব্ৰহ্মাদি স্থাবৰ পৰ্য্যন্ত সমস্ত কাৰ্য্যত অনুগত ইয়াক নিশ্চয় ৰূপে দৃষ্ট হয়, ইয়াৰ পিচত এই তত্ত্ব সমূহত একমাত্ৰ পৰমাৰ্থ তত্ত্ব অনুশ্ৰিত এই জগৎ পৰম কাৰণৰ কাৰ্য্য মাত্ৰ। এই ত্ৰিবিধ ভাব যি জ্ঞানৰ দ্বাৰা সুস্পষ্ট ৰূপে প্ৰতীত হয় সেয়েই জ্ঞান।

পূৰ্ব্বোক্ত পঞ্চ তন্মাত্ৰ, পঞ্চ মহাভূত, পঞ্চ কৰ্ম্মেন্দ্ৰিয়, পঞ্চ জ্ঞানেন্দ্ৰিয়, তিনি গুণ আৰু প্ৰকৃতি, পুৰুষ, মহৎ, অহঙ্কাৰ আৰু মন এই অষ্টাবিংশতি তত্ত্বই সিংহাসনত বাস কৰি আছে। প্ৰশ্ন হয় ভগৱন্তৰ উপবেশনৰ বাবে এই বাৰৰ প্ৰয়োজন কি বা এইখিনিৰ অভাৱে সিংহাসনৰ মূল্য হ্ৰাস

হ'বনেকি ইত্যাদি কথাৰ ওপৰত বিচাৰ কৰাৰ প্ৰয়োজন আছে। যদি অষ্টাবিংশতি তত্ত্বৰ প্ৰতীক হিচাবে সিংহবোৰক ধৰি লব নোৱাৰি বা অশুদ্ধ বুলি ঘোষিত হ'ব খোজে, তেন্তে নাম আৰু পাপৰ প্ৰতীক হিচাবে সিংহ আৰু হাতীও থাকিব নোৱাৰে। প্ৰকৃত কথা হ'ল পৰব্ৰহ্ম ভগৱন্তৰ পৰা পুৰুষাৱতাৰ হোৱাৰ পিচত প্ৰকৃতিকে ধৰি আনো আনো ( অষ্টা বিংশতি তত্ত্বাদি ) উদ্ভূত হ'ল। এই সমস্তৰে ওপৰত পৰম পিতা পৰব্ৰহ্মই মূল আৰু সকলোৰে নিয়ন্ত্ৰক। পৰব্ৰহ্মৰ অধীন হিচাবে থাকি উক্ত তত্ত্ব সমূহে ভগৱন্তৰ সেৱা ধৰি থকাটোকে সূচাইছে। এই তত্ত্ব সমূহক কোনেও সেৱা নকৰে আৰু সিংহ হস্তী আদিকো নকৰে। ভক্তই ভগৱন্তকহে সেৱা কৰে। সেৱাৰ লক্ষ্য হ'ল ভগৱন্তৰ প্ৰতীক ভাগৱতলৈহে। সেয়ে পাৰমাৰ্থিক কথা।

সিংহাসনৰ সাত থাকক সপ্ত বৈকুণ্ঠৰ কল্পনা কৰা হয় বা সাত খন দুৱাৰৰ কল্পনা কৰা হয় ( সপ্তম দুৱাৰৰ দুই পাশে। দুইৰো শিৰে কিৰীটি প্ৰকাশে কীৰ্ত্তন)। সপ্ত বৈকুণ্ঠৰ ওপৰত সাতজনা ঈশ্বৰৰ নিয়ন্ত্ৰক হিচাবে পৰমব্ৰহ্ম থাকে। ইয়াতো সাতজনা ঈশ্বৰে পৰমব্ৰহ্মক সেৱা ধৰি থকাৰ কথাকে সূচায়।

"আমহী ঘৰ" শব্দটো সত্ৰীয়া শব্দ। ইয়াৰ কোনো মূল নাই যেন লাগে। সত্ৰীয়া শব্দ কিছুমান সত্ৰৰ ভিতৰতে ব্যৱহাৰ হয়। তেনেকুৱা কিছুমান শব্দ আগলৈ প্ৰয়োগ কৰি দেখুউৱা হ'ব। সত্ৰীয়া অৰ্থ মতে 'আমহী ঘৰ' মানে সাতথাক আৰু অষ্টাবিংশতি সিংহৰ একেবাৰে ওপৰ ভাগত অৱস্থিত উপাস্য ভাগৱতৰ "আৱেষ্টনী গৃহ"। পূব, উত্তৰ, দক্ষিণ আৰু ওপৰত চাকনি থাকে আৰু পশ্চিম ফালটো মুকলি কৰি ৰখা হয়। ওপৰ ভাগৰ চাৰিও ফালে একেবাৰে সোঁমাজতে পাচোঁটা 'দৰ' থাকে। আৱেষ্টনী গৃহৰ গৰ্ভত সোঁমাজতে পশ্চিম মুৱাকৈ ভাগৱত শাস্ত্ৰ ৰখা হয়। শাস্ত্ৰৰ ওপৰত শুক্ল বস্ত্ৰ দিয়া হয়। "ওপৰে শ্বেত ছত্ৰ তুলি আছে" এই আহিত "আমহী ঘৰ" আৰু শুক্ল বস্ত্ৰ দিয়াৰ অৰ্থ খাটিব পাৰে।

## (১-খ)—আসন ( সিংহাসন ) স্থাপনৰ নিয়ম প্ৰণালী ঃ—

হৰি ভগৱানক সিংহাসনত স্থাপন কৰিবলৈ বা ভগৱানৰ আসন স্থাপনা কৰাৰ বহু নীতি নিয়ম আছে। আসন স্থাপনা নকৰাকৈ সেৱা পূজা আদি নিষিদ্ধ। এই প্ৰসঙ্গত বিষ্ণু বিগ্ৰহ শালগ্ৰাম প্ৰতিষ্ঠাৰ কথা কব খোজা নাই। বৈষ্ণৱীয় নীতিৰে ভগৱৎ বাঙ্ময়ী মূৰ্ত্তি ভাগৱত প্ৰতিষ্ঠাৰ কথাহে

ক'ব খোজা হৈছে। একাদশ স্কন্ধ ভাগৱতৰ সপ্তবিংশ অধ্যায়ত শ্ৰীকৃষ্ণই উদ্ধৱক হৈছে —

পাদ্যোপস্পৰ্শাৰ্হনাদীনুপচাৰান্ প্ৰকল্পয়েৎ
ধৰ্ম্মাদিভিশ্চ নবভিঃ কল্পয়িত্বাসনং মম ॥
পদ্মমষ্টদলং তত্ৰ কৰ্ণিকাকেসৰোজ্জ্বলম্ ।
উভাভ্যাং বেদ তন্ত্ৰাভ্যাং মহ্যং তূভয়সিদ্ধয়ে ॥

ভাগৱত—১১/২৭/২৫, ২৬

অৰ্থাৎ—ইয়াৰ পিচত ধৰ্ম্ম, জ্ঞান, বৈৰাগ্য আৰু ঐশ্বৰ্য্য আৰু অধৰ্ম্ম অজ্ঞান, অবৈৰাগ্য আৰু অনৈশ্বৰ্য্য—এই অষ্ট প্ৰকাৰ দল শোভিত, নব প্ৰকাৰ শক্তি যেনে বিমলা, উৎকৰ্ষিণী জ্ঞানা, ক্ৰিয়া, যোগা প্ৰহ্বী, সত্যা, ঈশানা আৰু অনুগ্ৰহা আদি শক্তিৰে উপচিত আৰু সূৰ্য্য মণ্ডলৰ নিচিনা উজ্জ্বল কৰ্ণিকা কেসৰে প্ৰতিভাত অষ্টাদল পদ্মক আমাৰ আসন ৰূপে কল্পনা কৰি ভোগ আৰু মুক্তি লাভৰ কামনাৰে উভয় বেদ আৰু তন্ত্ৰোক্ত মন্ত্ৰ আৰু প্ৰকৰণ অনুসাৰে গন্ধ, পুষ্প, ধূপ, দীপ আৰু নৈবেদ্যাদি উপচাৰৰ নিবেদনে আমাৰ বাহ্য পূজা কৰিব।

প্ৰাণ প্ৰতিষ্ঠাকৰণ প্ৰসঙ্গত কৈছে ঃ—

চলা চলেতি দ্বিবিধা প্ৰতিষ্ঠা জীৱ মন্দিৰম্ ।
উদ্ বাসাবাহনে নস্তঃ স্থিৰায়ামুদ্ধৱাৰ্চ্চনে ॥

ভাগৱত ১১।২৭।১৩

অৰ্থাৎ—প্ৰাণ প্ৰতিষ্ঠাৰ দ্বাৰা ভগৱদ্ভাৱৰ আবিৰ্ভাৱ হয় চলা আৰু অচলা ভেদে প্ৰতিমা দুই প্ৰকাৰ। মনোময়ী জীৱৰ হৃদয় ৰূপ প্ৰতিমাত ভগবান্ নিত্য প্ৰতিষ্ঠিত। নিত্য প্ৰতিষ্ঠিত প্ৰতিমাত নিত্য আবাহন বা বিসৰ্জ্জনৰ প্ৰয়োজন নাই।

অস্থায়ী ভাৱে প্ৰতিষ্ঠিত প্ৰতিমাত আবাহন আৰু বিসৰ্জ্জন আছে। কিন্তু নিত্য প্ৰতিষ্ঠিত প্ৰতিমাত আবাহন বা বিসজ্জন নাথাকে। গতিকে সত্ৰত যি ভগৱানৰ বাঙ্ময়ী মূৰ্ত্তি ভাগৱত প্ৰতিষ্ঠিত হৈ আছে তাত প্ৰতি নিত অৰ্থাৎ প্ৰতি দিনা প্ৰসঙ্গৰ বাবে আবাহন বা বিসৰ্জ্জন নকৰে। মাত্ৰ পূজা অৰ্চ্চনাহে চলি থাকে। এনেকৈ ভগৱৎ আসন প্ৰতিষ্ঠা ব্যৱস্থা সত্ৰত চলি আছে। ইয়াৰ বাদে সত্ৰীয়া কিছু নিয়মো অৰ্থাৎ আসন প্ৰতিষ্ঠাৰ বাবে সত্ৰীয়া

আভ্যন্তৰীণ কিছু নিয়মো প্ৰবৰ্ত্তন কৰা হয় - যিখিনি ইয়াত উল্লেখৰ বিষয় নহয়। ভগৱৎ প্ৰতিমা প্ৰতিষ্ঠাৰ ফল কথন প্ৰসঙ্গত পোৱা যায়—

প্ৰতিষ্ঠয়া সাৰ্ব্বভৌমং সদ্মনা ভুৱন ত্ৰয়ম্।
পূজাদিনা ব্ৰহ্মলোকং ত্ৰিভিৰ্মৎসাম্যতামিয়াৎ॥

ভাগৱত—১১।২৭।৫২

অৰ্থ ৎ —ভগৱানৰ প্ৰতিমা প্ৰতিষ্ঠা কৰাৰ ফল স্বৰূপে সাৰ্ব্বভৌম পদ, মন্দিৰ প্ৰতিষ্ঠাত ত্ৰিভুবন আৰু সাধাৰণতঃ পূজাৰ ফলত মানব সমূহে ব্ৰহ্মলোক প্ৰাপ্ত হয়। কিন্তু তিনিওটাৰ একত্ৰানুষ্ঠানৰ ফল স্বৰূপে ভগৱানৰ সাৰূপ্য মুক্তি লাভ কৰে।

( ১ – গ ) ভগৱদৰ্চ্চনা বিধি :—

শ্ৰীহৰি ভগৱানৰ আগত পুষ্প নৈবেদ্যাদি অৰ্পণ কৰি তেওঁৰ সন্তুষ্টি সাধন কৰিব লাগে। নিবেদিত পুষ্পৰ উচ্ছিষ্টক নিৰ্ম্মালি আৰু খাদ্যৰ উচ্ছিষ্টক প্ৰসাদ বোলে। নিৰ্ম্মালি শিৰত ধাৰণ কৰা হয় আৰু প্ৰসাদ উদৰস্থ কৰা হয়। নিৰ্ম্মালি মানে বিষ্ণু নিবেদিত সুবাসিত তুলসী আদি পুষ্প। নিম্মল, পৰিষ্কাৰ আদি অৰ্থত নিৰ্ম্মালি হৈছে। নিৰ্+মল-নিৰ্ম্মল অথাৎ মলহীন। নিৰ্ উপসৰ্গটোৱে নাই অৰ্থ সূচাইছে। প্ৰসাদ মানে অনুগ্ৰহ, কৃপা, প্ৰসন্নতা, স্বচ্ছতা আদি। বিষ্ণু নিবেদিত দ্ৰব্য বা গুৰুজনৰ ভুক্তাৱশিষ্টকে প্ৰসাদ বোলে। প্ৰ+সদ্+ঘঞ্-প্ৰসাদ। 'প্ৰ' উপসৰ্গটোৱে 'প্ৰকৃষ্ট অৰ্থ বুজাইছে, 'সদ্' শব্দটোৱে গতি কৰা অৰ্থ সূচাইছে। সম্পূৰ্ণ আৰু পৰিষ্কাৰ অৰ্থ হ'ল ভগৱন্তৰ কাষলৈ সুগম বা উৎকৃষ্ট গমন কৰা। এতিয়া পৰিষ্কাৰ ভাবে বুজা হ'ল যে শিৰশুদ্ধিৰ কাৰণে ভগৱৎ নিবেদিত নিৰ্ম্মালি আৰু আত্ম শুদ্ধি বা দেহ শুদ্ধিৰ কাৰণে ভগৱৎ অনুগ্ৰহ বা প্ৰসাদ গ্ৰহণ কৰি তেওঁৰ স্থানলৈ গমন কৰিব লাগে। নৈবেদ্য মানে "নিবেদ্যতে ইতি নৈবেদ্য" অৰ্থাৎ নিবেদন কৰে বাবে নৈবেদ্য বোলে। ভগৱন্ত প্ৰীতিৰ উদ্দেশ্যে তেওঁৰ গ্ৰহণযোগ্য ফল মূলাদি বা আঞ্চলিক উৎপন্ন নিবেদনযোগ্য সজ দ্ৰব্যাদি নিবেদন কৰিলে সিয়েই প্ৰসাদত পৰিণত হয় বা সিয়েই নৈবেদ্য হয়। অসমৰ সত্ৰ সমূহত মগু মাহ, জহা চাউল বা অন্য চাউল, বুট মাহ, নাৰিকল, আদা, কল, জৰা, কুঁহিয়াৰ আদি একত্ৰিকৰণ কৰি নিবেদন কৰিলেই নৈবেদ্য হয়। ভাৰতৰ অন্য ৰাজ্যত আঞ্চলিক ভেদে নৈবেদ্যৰ সামগ্ৰী বেলেগে ধৰণৰ। ভগৱৎ ভিন্ন অন্য দেৱতাদিৰ বাবে নৈবেদ্যৰ

সামগ্ৰী আদি আৰু পুষ্পাদিৰ ব্যৱহাৰ বেলেগে হয়। অন্য দেৱোদ্দেশে নিবেদিত বলি বাহন ভগৱন্তৰ বাবে ব্যৱহাৰ কৰিব নোৱাৰে। বলি অৰ্পণ বৈষ্ণৱীয় শাস্ত্ৰত পোৱা নাযায়। মুঠতে যিটো পদাৰ্থ শুদ্ধ সত্ত্বময়, সুমিষ্ট, সৰস, কোমল, ভগৱৎ নিবেদন হোৱাৰ পিচত ভক্ত সকলৰ বাবে উপকাৰী, আনন্দ দায়ক, সিয়েই নৈবেদ্য। দেশ, কাল, পাত্ৰ ভেদে নৈবেদ্যৰো ভেদ আছে। অসমৰ ভগৱৎ পূজক সকলৰ বাবে যিটো মনঃপুত হয় অৰ্থাৎ ওপৰত উল্লেখ কৰা অসমৰ প্ৰসাদ বা নৈবেদ্যৰ বাবে যিখিনি সামগ্ৰীৰ প্ৰয়োজন, সেই খিনিয়েই দেশ, কাল, পাত্ৰ ভেদে অসমৰ কাৰণে প্ৰযোজ্য হ'ব লাগে অসমৰ ভগৱৎ পূজক সকলৰ যিটো প্ৰিয় বস্তু অৰ্থাৎ যিখিনি অৰ্পণা কৰিলে ভক্ত সকলৰ বাবে বেছি প্ৰীতি দায়ক হয়, সেই খিনিকে নিবেদন কৰিব লাগে।

নিমি নৱ সিদ্ধ সম্বাদত কৈছে :—

আপোনাৰ প্ৰিয় গন্ধ পুষ্প আদি যত।
নিবেদিব সমস্তে গোবিন্দ চৰণত ॥

ইয়াৰ ভিতৰতে ভগৱৎ পূজাৰ বাবে সাত্ত্বিক দ্ৰব্য ব্যৱহাৰ সম্বন্ধে বৈষ্ণৱ শাস্ত্ৰত বিধি আছে। সাত্ত্বিক সামগ্ৰীয়েই ভগৱৎ নিবেদন যোগ্য হ'ব। সেই সম্বন্ধে পুনৰ নিমি নৱ সিদ্ধ সংবাদতে কৈছেঃ -

হেন জানি নিয়মিব আপোনাৰ চিত্ত।
কৰিব সাত্ত্বিক কৰ্ম্ম বেদৰ বিহিত ॥

গীতাত সাত্ত্বিক আহাৰ সম্বন্ধে শ্ৰীকৃষ্ণই অৰ্জ্জুনৰ আগত কৈছে। উক্ত সাত্ত্বিক আহাৰ ভগৱন্তৰো প্ৰিয় যেনে —

আয়ুঃ সত্ত্ব বলাৰোগ্য সুখ প্ৰীতি বিবৰ্দ্ধনাঃ।
ৰস্যাঃ স্নিগ্ধাঃ স্থিৰা হৃদ্যা আহাৰাঃ সাত্ত্বিক প্ৰিয়াঃ ॥

গীতা—১৭/৮

অৰ্থাৎ — আয়ু, উৎসাহ, বল, আৰোগ্য, সুখ আৰু ৰুচি বৰ্দ্ধন, ৰস আৰু স্নেহযুক্ত দীৰ্ঘকাল স্থায়ী, মনোহৰ আহাৰ সাত্ত্বিক সকলৰ প্ৰীতিকৰ।

ভাগৱতত ভগৱদ্বাক্য ঃ—

যদ্ যদিষ্টতমং লোকে যচ্চাতি প্ৰিয়মাত্মনঃ।
তত্তন্নিবেদয়েদ্ মহ্যং তদানন্ত্যায় কল্পতে ॥

ভাগৱত — ১১।১১।৪১

অৰ্থাৎ ঃ — জগতত যি যি বস্তু প্ৰিয়তম আৰু যি নিজৰ ( ভক্তজনৰ ) অতি প্ৰিয় বস্তু সেই সেই বস্তু বিলাক আমাক ( ভগৱন্তক ) নিবেদন কৰিব সিয়েই অনন্ত সুখৰ কাৰণে হয়। ( অৰ্থাৎ — অক্ষয় ফল লাভ হয় )।

জগতত প্ৰিয়তম বস্তুনো কি কি সেই সম্পৰ্কে এখন তালিকা নিশ্চয় আছে। ভগৱন্তক নিবেদন কৰিব লগা বস্তুৰ ভিতৰত ভগৱন্তে নিজ মুখে কোৱা কেইপদ মান বস্তু প্ৰিয়তম বুলি বিবেচিত হৈছে —

পাদ্যমাচমনীয়ং চ গন্ধং সুমনসোহক্ষতান্।
ধূপ দীপোপহাৰ্য্যানি দদ্যান্মে শ্ৰদ্ধয়াৰ্চকঃ ॥
গুড় পায়স সৰ্পীংষি শষ্কুল্যাপূপমোদকান্।
সংযাৱ দধি সূপাংশ্চ নৈবেদ্যং সতি কল্পয়েৎ ॥

ভাগৱত—১১।২৭।৩৩,৩৪

অৰ্থাৎ — পূজকে পাদ্য, আচমনীয়, গন্ধ, তণ্ডুল ধূপ, বন্তি নৈবেদ্যাদি মোক শ্ৰদ্ধা সহকাৰে সমৰ্পণ কৰিব। ধন বল থাকিলে গুড়, পায়স, ঘিউ, তিল তণ্ডুলাদি মিশ্ৰিত যৱাগু, পিঠা, মোদক, পৰমান্ন, দধি, অন্ন ব্যঞ্জন আদি বিবিধ উপকৰণ বিশিষ্ট নৈবেদ্য মোক অৰ্পণ কৰিব

ভগৱন্ত মহা প্ৰভুৱে এইখিনি পালেহে প্ৰীতি লাভ কৰিব এনে নহয়। তেওঁৰ প্ৰীতিৰ বাবে ঐশ্বৰ্য্য বিভূতি ধন জন যুক্ত শ্ৰীমন্ত জনে যথেচ্ছা প্ৰদান কৰিব। বাকী যি সকল জনবল ধনবল হীন ব্যক্তি তেওঁলোকৰ বাবে পত্ৰ পুষ্প ফল জল আদিয়েই যথেষ্ট। গীতাত ভগৱন্তে নিজমুখে ব্যক্ত কৰিছে: —

পত্ৰং পুষ্পং ফলং তোয়ং যো মে ভক্ত্যা প্ৰযচ্ছতি।
তদহং ভক্ত্যু পহৃতমশ্নামি প্ৰযতাত্মনঃ ॥

গীতা ৯/২৬

অৰ্থাৎ— যিজনে ভক্তি সহকাৰে মোক পত্ৰ ( তুলসী ), পুষ্প, ফল আৰু জল প্ৰদান কৰে, মই সেই শুদ্ধচিত্ত নিষ্কাম ভক্তৰ ভক্তি সহকাৰে সমৰ্পিত সেইপত্ৰ পুষ্পাদি গ্ৰহণ কৰোঁ।

গুৰুজনে কৈছে—ভকত সকলে পূজে ফুলে জলে
তুষ্ট হওঁ তাকে পাই।
অভকতে যদি নানা দ্ৰব্য দেই
তাত মোৰ তুষ্ট নাই ॥

শঙ্কৰদেৱ/কীৰ্ত্তন

ভক্তৰ ফুল জল আৰু অভক্ত নিবেদিত সুমিষ্ট লোভনীয় নৈবেদ্য পদাৰ্থও ভগৱন্তে গ্ৰহণ নকৰে।

গৰ্ব্ব আদি দূষিত যতেক বহুধন।
তাত অতি তৃপিতি নুহিকা নাৰায়ণ ॥

অত্যন্ত গৰ্ব্বিত ব্যক্তি নামোচ্চাৰণৰো যোগ্য নহয় বুলি কৈছে—

জন্মৈশ্বৰ্য্য শ্ৰুত শ্ৰীভিৰেধমানমদঃ পুমান্।
নৈবাৰ্হত্যভি ধাতুং বৈ ত্বাম কিঞ্চন গোচৰম্॥

ভাগৱত—১।৮।২৬

অৰ্থাৎ—উচ্চ বংশত জন্ম, ঐশ্বৰ্য্য, বিদ্যা আৰু সম্পত্তিৰ দ্বাৰা যি ব্যক্তি অত্যন্ত গৰ্ব্বিত হয়, যি তোমাৰ নাম উচ্চাৰণ কৰিবলৈকো অধিকাৰী নহয়, কাৰণ তুমি অকিঞ্চন লোকৰহে প্ৰাপ্য।

বাহ্যিক উপচাৰ পুষ্পাদি নিবেদনতকৈ আধ্যাত্মিক উপচাৰ আঠ পুষ্প নিবেদন কৰিলেহে ভগৱৎ সন্তুষ্ট হয় যেনে—

অহিংসা প্ৰথমং পুষ্পং দ্বিতীয়ং কৰণ গ্ৰহঃ।
তৃতীয়কং ভূতদয়া চতুৰ্থং ক্ষান্তি ৰেৰচ॥
শমস্ত পঞ্চমং পুষ্পং ধ্যানং জ্ঞানং বিশেষতঃ।
সত্যং চৈৱাষ্টমং পুষ্পমেতৈস্তুষ্যাতি কেশৱঃ॥
এতৈৰেৱাষ্টভিঃ পুষ্পৈস্তুষ্যতে চাৰ্চ্চিতো হৰিঃ।
পুষ্পান্তৰানি সন্ত্যেৱ বাহ্যানি নৃপ সত্তম॥

অৰ্থাৎ— হে নৃপশ্ৰেষ্ঠ! অহিংসা, ইন্দ্ৰিয় সংযম, জীৱ দয়া, ক্ষমা, মন সংযম, ধ্যান, জ্ঞান, সত্য এই আঠ পুষ্পৰ দ্বাৰা পূজিত হলে ভগৱান সন্তুষ্ট হয়। অন্য পুষ্প বাহ্যিক উপচাৰহে মাথোন।

ভগৱৎ পূজাৰ বাবে পঞ্চোপচাৰ আৰু ষোড়শোপচাৰৰ বিধান আছে। উক্ত বিধান "মেৰু তন্ত্ৰ" নামৰ গ্ৰন্থত নিৰ্দ্দিষ্ট আছে। অপ্ৰচলিত হিচাবে দশোপচাৰ, দ্বাদশোপচাৰ, অষ্টাদশোপচাৰ, অষ্টত্ৰিংশদুপচাৰ আদিও থকা দেখা যায়। ইয়াক অপ্ৰধান বুলি কোৱা হয়। পঞ্চোপচাৰ হ'ল গন্ধ, পুষ্প, ধূপ, দীপ, নৈবেদ্য। ষোড়শোপচাৰ হ'ল আবাহন, আসন, পাদ্য, অৰ্ঘ্য, আচমনীয়, স্নান, বস্ত্ৰ, যজ্ঞোপবীত, অনুলেপন, পুষ্প, ধূপ, দীপ, নৈবেদ্য, নমস্কাৰ, প্ৰদক্ষিণ, সমৰ্পণ। ভগৱৎ বাঙ্ময়ী প্ৰতিমা ভাগৱত শাস্ত্ৰ নিত্য প্ৰতিষ্ঠিত অথবা তাৰ আবাহন বিসৰ্জ্জন নাই বাবে পঞ্চোপচাৰেৰে পূজাৰ্চ্চনা কৰা

বিধান থকা দেখা যায়। বিষ্ণু প্ৰতিমাদি পূজাত ষোড়শোপচাৰেৰে অৰ্চ্চনা কৰিব লগাতো অৱধাৰিত। কাৰণ তাত আবাহন বিসৰ্জ্জন আছেই। নিত্য প্ৰতিষ্ঠিত প্ৰতিমাৰ কথা অৱশ্যে বেলেগ আছে। 'উপচাৰ' মানে উপসমীপে চৰ গতো। উপ+চৰ্+ঘঞ-উপচাৰ। বিশদ অৰ্থ হ'ল শুশ্ৰূষা, সেৱা, সন্মান, উপকৰণ, আৰোপ, সজ্জা আদি।

এই প্ৰসঙ্গতে এটি প্ৰশ্নোত্তৰৰ প্ৰয়োজন বোধ কৰা হৈছে যে ভগৱানক পঞ্চোপচাৰ বা ষোডশোপচাৰ বা ততোধিক উপচাৰেৰে অৰ্চ্চনা কৰিলেও সকলো দ্ৰব্যই যেতিয়া হৰিময় তেন্তে তেওঁক কি বস্তু দি সন্তোষ কৰিব হৰমোহনত গুৰুজনে লিখিছে —

তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নাহিকে তোমাত ব্যতিৰেক।।

শঙ্কৰদেৱ / হৰমোহন

পৃথিৱীত যিমান পদাৰ্থ দেখা যায় সকলোৱেই হৰিময়। ভগৱানৰ ব্যতীত একো পৃথক্ বস্তু পোৱা নাযায়। যদি এয়ে হয় তেন্তে তেওঁৰ বস্তু তেওঁতে অৰ্পণা কৰাৰ পিচত মানুহৰ তাত লাভ-লোকচান কি থাকিল। কীয় বস্তু দিব পাৰিলেই হৰি ভগৱান সন্তুষ্ট হব, অন্যথায় নহয়। সেই সম্পৰ্কে ভাগৱতত মহাপুৰুষ জনাৰ ভাষাৰে এটি সমাধান পোৱা যায়ঃ—

হেন শুনি মুনি পুনু পুছন্ত সাদৰি।
সবে যদি কৃষ্ণময় পূজা কেন কৰি।।
কিবা দ্ৰব্যে যজ্ঞ কৰা সংশয় মিলিল।
শুনি ব্ৰহ্মা হৰিষত কহিবে লাগিল।।
ধন্য মোৰ পুত্ৰ শুনা সিদ্ধান্ত ইহাৰ।
ময়ো পূৰ্ব্বে এহি কথা কৰিছো বিচাৰ।।
যদ কৃষ্ণ বিনে বস্তু জগততে নাই।
কৃষ্ণময় দ্ৰব্যে যজ্ঞা কৃষ্ণক সদায়।।
মোক দেখি মনু আদি যত মহাজন।
হৰি ৰূপ দ্ৰব্য কৰে তাঙ্ক আৰাধন।।
সমস্তে কহিলো মই তোমাক বুজাই।
মোৰ ইষ্টদেৱ কৃষ্ণ বিনে আন নাই।।

দ্বিতীয় স্কন্ধ ভাগৱত —৫০৬,৫০৭,৫০৮

এই উক্তি মতে "কৃষ্ণ বিনে বস্তু জগতত নাই" হলেও প্ৰতিজন ব্যক্তিৰ বাবে ভগৱন্তক দাতব্য যি কোনো বস্তুৰ ওপৰত ভগৱানে একোটা স্বাধীনতা বা অধিকাৰ সাব্যস্ত কৰি ৰাখিছে, যেনে এজন ব্যক্তিৰ বহুতো গৰু, ম'হ, পুষ্পোদ্যান তথা অন্যান্য দ্ৰব্য সামগ্ৰী আছে। তেওঁ ইচ্ছামতে ফুল, জল, গাখীৰ আদি নানা সামগ্ৰী ভগৱন্তক অৰ্পণা কৰিব পৰা সামৰ্থ্য আছে। আধ্যাত্মিক দৃষ্টিত তেওঁৰ সেইবিলাকৰ ওপৰত স্বকীয় অধিকাৰ নাথাকিলেও বাহ্যিক দৃষ্টিত সেই সকলোৰে ওপৰত তেওঁৰ ক্ৰয়, বিক্ৰয় ক্ষমতা আদি সাব্যস্ত হৈ আছে। গতিকে আয়ত্তাধীন সেই সেই বস্তুবোৰ ভগৱৎ অৰ্পিত হলে ভগৱন্ত সন্তুষ্ট নহৈ নোৱাৰে। উদাহৰণ স্বৰূপে ভগৱন্তৰ সহস্ৰাধিক নাম আছে। সেই নাম বিলাকৰ ওপৰত মানুহৰ কোনো অধিকাৰ নাই। তথাপিতো উক্ত ভগৱন্নাম মানুহে শ্ৰদ্ধা পূৰ্ব্বক উচ্চাৰণ কৰাৰ লগে লগে ভগৱন্ত ভকতৰ বশ্য হৈ পৰে যেনেকৈ, তেনেকৈ কৃষ্ণময় দ্ৰব্য অৰ্পিত হলেও তেওঁ গ্ৰহণ কৰি সন্তুষ্টি লাভ কৰে। এয়ে ঘোষিত হৈছে —

চণ্ডাল পৰ্য্যন্ত কৰি জগতৰ উপকাৰী
নাহি নাম গুণ বিনে আন।
সেহিসে কাৰণে হৰি নিজ যশ প্ৰিয় ভৈল
ভগৱন্ত ভকতৰ প্ৰাণ ॥

মাধৱদেৱ/নামঘোষা

যি সব চতুৰ নৰে মাধৱৰ নাম গুণ
কীৰ্ত্তন কৰন্ত সাৱধানে।
দেৱৰো দেৱতা হৰি তাহাৰ হৃদয় এৰি
যাইবাক নপাৰে আন থানে ॥

মাধৱদেৱ/নামঘোষা

যদি জগতৰ সৰ্ব্ব পদাৰ্থ হৰিময়, তেন্তে সকলোকে ভগৱানক নৈবেদ্য ৰূপে অৰ্পণা কৰিব পাৰিনে নোৱাৰি। উদাহৰণ স্বৰূপে দুৰ্গাপূজাত ম'হ, ছাগ, হাঁহ, পাৰ আদিকো অৰ্পণ কৰে। আনকি মানুহকো পূৰ্ব্বতে অৰ্পণ কৰা হৈছিল। এই বিলাকক 'নৰবলি' 'পশু বলি' বুলি কয়। ভগৱানক পত্ৰ, পুষ্প, ফল, জল আদি দিয়াৰ লগতে পূৰ্ব্বোক্ত নৰবলি আৰু পশু বলি আদিও দিব পাৰিনেকি। নোৱাৰি— যিহেতু 'বলি' শব্দটো শাস্ত্ৰীয় শব্দ হলেও লৌকিক ভাষাত 'বলি' বুলিলে পশু বলি, নৰবলি আদিকেহে সূচায়। ইয়াক "বলি দিয়া" বুলি কয়। কিন্তু ভগৱানৰ ক্ষেত্ৰত 'বলি'ৰ ঠাইত "নৈবেদ্য' শব্দটোহে

প্ৰয়োগ কৰা হয়। সাত্বিক ভাৱত 'নৈবেদ্য' আৰু ৰাজসিক আৰু তামসিক ভাৱত 'বলি' বুলি কোৱা হয়। পূজাৰ ক্ৰমত বৈদিক আৰু তৎ ব্যতীত দুৰ্গাদি অন্য দেৱতাৰ পূজাত তান্ত্ৰিক মত প্ৰবৰ্ত্তন কৰা হয়। বৈদিকী পূজাক নিষ্কাম বা সাত্বিক আৰু তান্ত্ৰিকী পূজাক সকাম বা তামসিক কৰ্ম্ম বুলি কোৱা হয়। নিমি নৱ সিদ্ধ সংবাদত গুৰুজনে কৈছে —

> হেন জানি নিয়মিব আপোনাৰ চিত্ত।
> কৰিব সাত্বিক কৰ্ম্ম বেদৰ বিহিত॥
> চাৰিয়া কামনা কৰি অৰ্পণা ঈশ্বৰে।
> পাইবেক পৰম সিদ্ধি তেবে সিটো নৰে॥

দুটা প্ৰধান পথ হ'ল প্ৰবৃত্তি আৰু নিবৃত্তি। প্ৰবৃত্তি মানে (প্ৰ+বৃৎ+ক্তিন্) পুনৰাগমন আৰু নিবৃত্তি মানে (নি+বৃৎ+ক্তিন) অপুনৰাগমন। বেদ শাস্ত্ৰ নিবৃত্তি বা নিগম শাস্ত্ৰ। তান্ত্ৰিক শাস্ত্ৰ বিলাক প্ৰবৃত্তি মূলক। সেই প্ৰসঙ্গত গুৰুজনে কৈছে —

> প্ৰবৃত্তিৰ পথত বেদৰ মত নাই।
> কৃষ্ণত বিমুখ হুয়া অধোগতি যায়॥

পণ্ডিত সকলে বেদক নানা ভাগত ভগাইছে। সেয়ে ধ্বনিত হৈছে "যাৰ যেন মতি কৰে বেদক ব্যাখ্যান"। এটা হাতীক দৰ্শন শক্তি থকা এজন ব্যক্তি আৰু এজন অন্ধ লোকে সমান ভাৱত চাব নোৱাৰাৰ দৰে বেদকো সমান ভাৱত চাব নোৱাৰে। নিমিনৱসিদ্ধ সংবাদত আবিহোত্ৰৰ উক্তিখিনি মন কৰিবলগীয়া। তাত ভগৱৎ অৰ্চ্চাৰ বাবে বৈদিক কৰ্ম্ম আৰু তান্ত্ৰিক কৰ্ম্মৰ দুটা ভাগ পৰিষ্কাৰ কৰি দিছে।

এতিয়া কথা হ'ল ভগৱৎ অৰ্চ্চাৰ কাৰণে সাত্বিক পদাৰ্থৰ প্ৰয়োজন যিবিলাকৰ নাম ভগৱান কৃষ্ণৰ নিজ মুখৰ পৰাই বেকত হৈছে "পত্ৰং পুষ্পং ফলং তোয়ং" ইত্যাদি। চেতন আৰু অচেতনভেদে প্ৰাণীও বহু বিধ। আমাৰ বিশ্বাস-মতে চেতন পদাৰ্থক নৈবেদ্য ৰূপে আৰু অচেতন পদাৰ্থক নৈবেদ্য ৰূপে অৰ্পিত হ'লে তাৰ ফলৰো তাৰতম্য ঘটে। ম'হ, হাঁহ, ছাগ আদিক চেতন পদাৰ্থ বোলে—যিবিলাক স্বেচ্ছায় গতি কৰিব পৰা শক্তি আছে। পত্ৰ, পুষ্প, ফল, জল, আদিক অচেতন পদাৰ্থ বোলে—যিবিলাকৰ কোনো পক্ষে গতি কৰিব পৰা শক্তি নাই। চেতন পদাৰ্থ নৈবেদ্যক ৰাজসিক, তামসিক আৰু অচেতন পদাৰ্থ নৈবেদ্যক সাত্বিক বুলি কোৱা হয়। গতিকে ভগৱান্ অচেতন পদাৰ্থ নিবেদনতহে সন্তোষ হয়। ইয়াক নৈবেদ্য ৰূপে অৰ্পিত হ'লে সাত্বিক

ফল প্ৰাপ্তি তথা "বিষ্ণু যোগ লভি সাধে পৰম মুকুতি"। অচেতন পদাৰ্থৰ ভিতৰতো কিছুমান ত্যাজ্য। বিষ্ণু নিবেদনযোগ্য কিছুমান বস্তু আছে – যিবিলাকৰ তালিকা পুৰাণাদিত ব্যক্ত কৰা হৈছে যেনে –

তীৰ্থতোয়ং তথা দত্বা তোয়ম্বাচমনং নৰঃ।
স্বৰ্গ লোকমবাপ্নোতি সৰ্ব্ব পাপ ৱিৰ্বৰ্জ্জিতঃ॥

বিষ্ণু ধৰ্ম্মোত্তৰ পুৰাণ—৩।৩৪১।১৫৭

অৰ্থাৎ— তীৰ্থজল কিম্বা অন্য জল দিয়া দান।
স্বৰ্গলোক লভে সৰ্ব্ব পাপে পৰিত্ৰাণ॥

(অনুবাদ—আমাৰ নিজা)

বিষ্ণু ধৰ্ম্মোত্তৰ পুৰাণত ফল দান প্ৰসঙ্গত এখন তালিকা যুগুতাইছে – বগৰী, অমৰা, কঠাল, নাৰিকল, কৰ্দ্দৈ, কল, খাজুৰী, ডালিম, জামু, বেল, আমলখী, সোণতৰা, নিমুটেঙা আদি। এইবিলাক প্ৰদান কৰিলে কি হয় তাকো লিখিছে —

এবমাদীনি চান্যানি যঃ ফলানি প্ৰযচ্ছতি।
ক্ৰিয়া সাফল্যমাপ্নোতি বিষ্ণু লোকংসগচ্ছতি॥

ঐ— ৩।৩৪১।৫০৩।

অৰ্থাৎ— যিটোজনে এহিফল সব দিয়ে মোক।
ক্ৰিয়া ফল লভি সিটো যায় বিষ্ণু লোক॥

(অনুবাদ– আমাৰ নিজা)

হবিঃ শাল্যোদনং দিব্যমাজ্যযুক্তং সশৰ্কৰম্।
নৰসিংহায় নিবেদ্য যাবকংপায়সং যথা॥
সমাস্তণ্ডুল সংখ্যায়া যাবচ্চ তাবতীঃ নৃপ।
বিষ্ণুলোকে মহদ্ভোগান্ ভুঞ্জনাস্তে সবৈষ্ণবঃ॥

নৃসিংহ পুৰাণ— ৩৪।২৯,৩০

অৰ্থাৎ– ঘৃতযুক্ত শালি অন্ন শৰ্কৰা মিশ্ৰিত।
সুন্দৰ পায়স ঘৃত যবান্ন সুমিষ্ট॥
নৃসিংহৰ হোৱে সিটো নৈবেদ্য উত্তম।
ফল হোৱে নৈবেদ্য তণ্ডুল সংখ্যা সম॥
সেহি দ্ৰব্য দানে সেহি বৰ্ষ পৰিমাণ।
মহা ভোগ ভুঞ্জি ৰাজা থাকে বিষ্ণু স্থান॥

( অনুবাদ—আমাৰ নিজা ) ইত্যাদি

## (১—ঘ)— সত্ৰত শৰাই পতা বিধি আৰু বস্তি অৰ্চ্চনা বিধিঃ—

এতিয়ালৈকে 'শৰাই' শব্দটোৰ মূল বিচাৰি পোৱা নাই। বোধ হয় অসমৰ আদিবাসী বা খিলঞ্জীয়া লোক সকলৰ বা আহোম সকলৰ দিনতে এই শব্দটোৰ সৃষ্টি। শুনামতে শঙ্কৰ মাধৱদেৱৰ দিনত শৰাই নামৰ পাত্ৰটোৰ ব্যৱহাৰ নহৈছিল। আহোম স্বৰ্গদেউ সকলে তেওঁলোকৰ স্বসন্মানাৰ্থে ইয়াৰ সৃষ্টি তথা ব্যৱহাৰ কৰিবলৈ লৈছিল। পিচত ৰজাঘৰীয়া প্ৰভাৱত সত্ৰবিলাকত প্ৰবেশ কৰাত ইয়াৰ ব্যৱহাৰ হয়। আসনৰ আগত নৈবেদ্য অৰ্পণৰ বেলিকা আৰু সত্ৰাধিকাৰ সকলক সেই বিষ্ণু নৈবেদ্য আগবঢ়াই দিবৰ কাৰণে শৰাই ব্যৱহাৰ কৰিবলৈ লোৱা হ'ল সন্মানাৰ্থত। এইটোও সিদ্ধান্ত কৰি লোৱা হ'ল যে উক্ত দুটা কাৰ্য্যৰ বাদে আনত বা নিম্ন শ্ৰেণীৰ লোকে নিজ কাৰ্য্যত শৰাইৰ ব্যৱহাৰ কৰিব নোৱাৰিব। সেই নিয়মেই সত্ৰবোৰত এতিয়ালৈকে চলি আছে। শঙ্কৰ-মাধৱদেৱৰ দিনত শৰাইৰ অভাৱে কি পাত্ৰ ব্যৱহাৰ কৰিছিল তাকো কোনোপধ্যে বিচাৰ কৰি তথ্য উদঘাটন কৰিব পৰা নাই। যি কি নহওক শৰাইৰ ব্যৱহাৰ নিশ্চয় দুই তিনিশ বছৰ মানৰ পৰাই চলিছে বুলি ঠাবৰ কৰি ল'ব পাৰি। শৰাই পাত্ৰটোৰ মান্যতা পবিত্ৰতা অন্য পাত্ৰাদিতকৈ অধিক। নৈবেদ্য অৰ্পণৰ বাবে ব্যৱহাৰ কৰাৰ উপৰিও আজি কালি উপনয়ণ, বিবাহ, যাত্ৰা ভাওনা তথা কৰোবাক সন্মান জনাবৰ বাবেও উপহাৰ স্বৰূপে শৰাই পাত্ৰটো অপণ কৰা হয়। শৰাইও বহু ধৰণৰ আছে বৰ সৰু ভেদে। প্ৰত্যেকৰে কাম ভেদে শৰাইৰো ভেদ আছে। বৰ শৰাইত ভাগৱত আদি স্থাপন, মধ্যমীয়া বোৰত নৈবেদ্য অৰ্পণ, সৰু বোৰত উপহাৰ আদিৰ বাবে প্ৰযোজ্য হয়। এনেকৈয়ে শৰাইৰ ব্যৱহাৰ চলি আছে।

শৰাইৰ সৃষ্টি আৰু ব্যৱহাৰ যেতিয়াৰ পৰাই নহওক লাগে তাৰ ওপৰত বহুতো পাৰমাৰ্থিক তত্ত্ব পিচৰ কালত উদভাৱন কৰা হ'ল। বহুতো শৰাইক অনন্তৰ কল্পনা কৰে। শৰাইৰ তলৰ থাক আৰু ওপৰ থাকতো কাল্পনিক পৰমাৰ্থ নিৰূপণ কৰা হৈছে। সেই বিলাক অৱশ্যে এই প্ৰসঙ্গত উদ্ধৃতি নিষ্প্ৰয়োজন। বস্তুতঃ এটাই মাত্ৰ উল্লেখযোগ্য পৰামৰ্থ আছে বা উল্লেখনীয় যে শৰাই প্ৰায় বোৰেই পিতলৰহে। কাঁহৰ শৰাইত এতিয়ালৈকে নৈবেদ্য অৰ্পণ কৰা হোৱা নাই। অৱশ্যে ৰূপৰ শৰাইয়ো অৱস্থাপন্ন সত্ৰ বিশেষে আছে, কিন্তু সংখ্যাধিক্য নহয়। পিতল যে ভগৱৎ নৈবেদ্য অৰ্পণৰ বিশেষ পাত্ৰ তাক সংখ্যাধিক্য পিতলৰ শৰাইৰ পৰাই বুজিব পাৰি। কোনো

কোনো সত্ৰত নৈবেদ্য অৰ্পণৰ বাবে পিতলৰ শৰাইৰ আহিঁত কাঠৰ শৰাই নিৰ্ম্মাণ কৰা হয়। সুন্দৰ হাইতাল ৰং খটুৱাই তাক সত্ৰীয়া হস্ত শিল্পৰ এটি বিচিত্ৰ নিদৰ্শনৰ বাবেও ব্যৱহাৰ কৰা হয়। কমলাবাৰী সত্ৰত কাঠৰ শৰাইতহে নৈবেদ্য অৰ্পণা হয়।

সিংহাসনৰ আগত শৰাইখন পাতি দেউৰীজনে আঁঠু কাঢ়ি উত্তৰ মুৱা হৈ দক্ষিণ ফালৰ পৰা নৈবেদ্য অৰ্পণ কৰা হয়। চন্দনাদি অৰ্পণ উত্তৰ ফালৰ পৰা দক্ষিণ মুৱা হৈ কৰিব লাগে। এইটো ধৰাবন্ধা। পৱিত্ৰ জলত প্ৰক্ষালন কৰা মাহ চাউল আদি নিয়মমতে শৰাহিত ৰাখি প্ৰথমতে চাউল তিনিপোহা ভগৱানৰ উদ্দেশ্যে তেওঁৰ বস্তু তেওঁতে অৰ্পণ কৰি শৰাইত দিব। তাৰপিচতে মাহো তেমেকৈ তিনি পোহা দিয়াৰ পিচত ওপৰত উত্তৰ ফালে আগ কৰি এখন কলাপাত শৰাইত দি সেৱা জনাই দেউৰী জন পিচ হুহঁকি আঁতৰি আহিব। কলাপাত খনক বহুতে "কূৰ্ম্ম ৰূপ কল্পনা কৰে। সেই সম্পৰ্কে এটি মন্ত্ৰও বহুলোকে গোৱা শুনা যায় এনেকৈ "কূৰ্ম্ম ৰূপে পত্ৰখানি অনন্তে শৰাই। ভক্তি ৰূপে নৈবেদ্য দিলোঁহো সজাই" ইত্যাদি। শৰাইত কল কুঁহিয়াৰ আদি উপকৰণবোৰ দিয়া নহয়। তাৰ কাৰণ ভাদ্ৰ মাহৰ গুৰু কীৰ্ত্তনৰ দিনা নাম প্ৰসঙ্গৰ ঠিক পিচতে যি দুখন শৰাই আতাৰ গৃহৰ পৰা আনি আসনৰ আগত থাপনা কৰা হয়, তাত তামোল, পাণ, কল আদি দিয়া হয়। উক্ত শৰাই দুখনৰ সন্মানাৰ্থে বছৰেকৰ অন্য নৈমিত্তিক পৰ্ব্ব বা নিত্য প্ৰসঙ্গত নিবেদিত নৈবেদ্য শৰাইত কল কুঁহিয়াৰ আদি দিয়া নহয়। কল কুঁহিয়াৰ আদি উপকৰণবোৰ আসনৰ পূবফালে কাষতে খৰাহিত ৰাখি তাতে নিবেদন কৰে। দক্ষিণ ফালে আসনৰ কাষতে প্ৰসাদৰ থালি পাতে। তাতে সৰহীয়া মাহ চাউলবোৰ ৰাখি তাৰ ওপৰত আগলি কলাপাতেৰে ঢাকি থোৱা হয়। শৰাইত আৰু থালিত আগলি কলাপাত দি ঢাকি থোৱাৰ কাৰণ হ'ল ওপৰৰ পৰা জেঠি, মকৰা আদি প্ৰাণী সমূহে যতে প্ৰসাদ বৰ্জ্জিত কৰিব নোৱাৰে বা ধুতাহত উৰি ফুৰা নানা বিষাক্ত বীজাণু পৰি প্ৰসাদ বৰ্জ্জিত কৰিব নোৱাৰে, তাক বাধা প্ৰাপ্ত কৰিবৰ কাৰণে এনে ব্যৱস্থা কৰা হৈছে। কোনো কোনো নাম ঘৰত চৰাই আদিয়ে বাহ সাজি লয়। ওপৰৰ পৰা কুটা আদি সৰি প্ৰসাদত পৰিব নোৱাৰে, তাৰ বাবেও এনে ব্যৱস্থা। মুঠতে নৈবেদ্যখিনি যতে কোনো ফালৰ পৰাই বৰ্জ্জিত নহয়, তাৰ প্ৰতি লক্ষ্য ৰাখি ওপৰত কলাপাত দিয়া হয়। নৈবেদ্য অৰ্পণৰ পূৰ্ব্বতে বন্তি প্ৰজ্বলন আৰু গন্ধ চন্দনাদি

অৰ্পণ কৰিব লগা:টো বাধ্যতামূলক। বন্তি প্ৰজ্বলনৰ মন্ত্ৰ এনে:ক—

সু প্ৰকাশো মহাদীপঃ সৰ্ব্বতিমিৰাপহঃ।
স বাহ্যাভ্যান্তৰং জ্যোতি দীপোহয়ং প্ৰতি গৃহ্যতাম্।।

বন্তিৰ বাবে তিলৰ তেল, সৰিয়হৰ তেল, নাহৰ গুটিৰ তেল, গৰু ঘিউ আদি নিৰ্ব্বাচিত কৰা হয়। এতিয়া সৰিয়হৰ তেলহে সৰ্ব্বাধিক ব্যৱহাৰ কৰা হয়। কাৰণ বাকীবিলাকতকৈ সৰিয়হৰ উৎপাদন বেছি। কৰোৱাৰ কামনা থাকিলে ঘিউৰ বন্তি দিয়ে। বাকী দৈনন্দিন কাৰ্য্যত ইয়াৰ ব্যৱহাৰ নহয়। কাৰণ ইয়াৰ উৎপাদন কম। নাহৰ গুটি আৰু তিলৰ ক্ষেত্ৰতো একেই কথা। নাহৰ গুটিৰ তেল গুৰুসকলৰ দিনত ব্যৱহাৰ হৈছিল। এতিয়া তাৰ ব্যৱহাৰ নাই।

বহুতে কব খোজে যে ভগৱৎ অৰ্পিত তেল বন্তি ভগৱন্তৰ উদ্দেশে কৰা যজ্ঞ:হ। বিচাৰ কৰিলে এনে নহয়। কাৰণ যজ্ঞত অগ্নিত ঘৃতাহুতি কৰে; কিন্তু বন্তিত ঘৃতাহুতি নহয়। চাকিত তেল বা ঘিঁউ দিয়াৰ পিচতহে অগ্নিৰ কাম। অগ্নিৰ পিচত তেলৰ কাম নহয়। বন্তিক অগ্নি দেৱতা বুলি ধৰিবলৈ ক'তো পোৱা নাই। ই হ'ল ভগৱৎ প্ৰকাশৰ প্ৰতীক। বন্তি প্ৰজ্বলন কৰা মানে ভগৱন্ত প্ৰকাশ হোৱাকে সূচায়। আনহাতেদি তেল বা ঘিঁউ অৰ্পণৰ বাবে তাত অগ্নি সংযোগ কৰা হয়। ইয়াৰ পৰা এটি সুবাসিত গন্ধ বাহিৰ হয় যিটো গন্ধই মানুহৰ মনো প্ৰফুল্লিত কৰে। উক্ত সুবাসিত গন্ধ বাহিৰ হবৰ কাৰণে তথা তাৰ দ্বাৰা ভগৱৎ প্ৰীতিৰ বাবে বন্তি আগবঢ়াব লাগে। ইয়াৰে শ্ৰীকৃষ্ণক অৰ্চ্চনা কৰে মাত্ৰ। বন্তিক বা অগ্নিক অৰ্চ্চনাৰ বাবে এই ব্যৱস্থা কৰা বুলি কলে ভুল কোৱা হ'ব। শ্ৰীকৃষ্ণদেৱৰ প্ৰতীক ভাগৱতৰ আগত দীপ দানৰ মন্ত্ৰই হৈছে—

"শ্ৰীমদ্ভাগৱতায় নমঃ দীপং দৰ্শয়ামি"। পদ্মপুৰাণত পোৱা যায় -

শ্ৰীমদ্ভাগৱত স্যাপি তত: পূজা প্ৰযত্নতঃ।
কৰ্ত্তব্যা বিধিনা প্ৰীত্যা ধূপ দীপ সমন্বিতা।।

পদ্মপুৰাণ উত্তৰ খণ্ড—৬।২৮

অৰ্থাৎ—তাৰ পিচত বিধি সহকাৰে, প্ৰীতি সহকাৰে, যত্ন সহকাৰে ধূপ দীপৰ সৈতে শ্ৰীমদ্ভাগৱতৰো পূজা কৰা উচিত।

গতিকে আমি ধূপে দীপে ভগৱানৰ প্ৰতীক ভাগৱতকহে অৰ্চ্চনা কৰো। ধূপ দীপক অৰ্চ্চনা নকৰো বা অৰ্চ্চনা নহয়।

নাৰদ পঞ্চৰাত্ৰৰ চতুৰ্থ ৰাত্ৰৰ দশম অধ্যায়ত ভগৱানক দীপ অৰ্পণ কৰাৰ এটি মন্ত্ৰ আছে—

মহাদীপ্ত সৰ্ব্বক্ষণ হুয়োক প্ৰকাশ।
অবিদ্যা আন্ধাৰ যত কৰিয়োক নাশ॥
অখণ্ড প্ৰদীপ ৰূপে এহি তনু মন।
বাসুদেৱ চৰণত হুয়োক মগন॥

(নাৰদ পঞ্চৰাত্ৰ পদ্য ভাগ)

ওপৰৰ উদ্ধৃতিয়ে এটি কথা আমাক পৰিষ্কাৰ কৰি দিছে যে বন্তিৰ দ্বাৰা আমাৰ অন্তৰত থকা অবিদ্যা আন্ধাৰ দূৰ কৰি বাসুদেৱ চৰণত মন মগ্ন হবলৈ সূচাইছে। ইও এটি পাৰমাৰ্থিক বিচাৰ। দীপটোক জীৱাত্মাৰ লগত তুলনা কৰিব পাৰি। দীপ অৰ্থাৎ চাকিটো জ্বলি থকা মানে জীৱাত্মাই সৰ্ব্বক্ষণে ভগৱন্তৰ ফালে মতি ৰাখিব লগাটোকে সূচায়। নিগম শাস্ত্ৰই ইয়াকে কয়। তেল—মন, শলিতা—কৰ্ম্ম, মলা—দেহ, জুই—জীৱ। তেল, শলিতা নহলে চাকি নুমাই মহাগ্নিত লীন হৈ যায়, কাৰণ চাকিটো অগ্নিমুখী। সেই-দৰে মনক শমন কৰিলে, প্ৰাৰব্ধ, ক্ৰিয়মান আৰু সঞ্চিত কৰ্ম্ম নাশ কৰিলে ভকত সকলো ব্ৰহ্মত লীন হয়, কাৰণ ভক্ত ব্ৰহ্মমুখী। ভগৱৎ অৰ্পিত বান্তৰ মহত্ত্ব অতি গুৰুত্বপূৰ্ণ। ভগৱন্তে উদ্ধৱক কোৱামতে ভগৱৎ অৰ্পিত বন্তি আন কাৰ্য্যত ব্যৱহাৰ দোষণীয় যেনে—

অমানিত্বমদম্ভিত্বং কৃতস্যাপৰি কীৰ্ত্তনম্।
অপি দীপাৱলোকং মে নোপযুঞ্জ্যান্নি বেদিতম্॥

ভাগৱত—১১।১১'৪০

অৰ্থাৎ—অভিমান পৰিত্যাগ, সৎ কৰ্ম্মৰ উৎকৰ্ষখ্যাপন ত্যাগ কৰা উচিত। মোক নিবেদন কৰা দীপালোক (বন্তিৰ পোহৰ) অন্য কাৰ্য্যত ব্যৱহাৰ নকৰিব।

ভগৱন্তক দীপদান কৰাৰ ফলৰ কথা বহুতো নিগম শাস্ত্ৰত প্ৰকাশিত হৈছে। শ্ৰম বাহুল্য, গ্ৰন্থ বাহুল্যৰ ভয়ত দিয়া নাই। তেনেদৰে ভগৱন্তক নৈবেদ্য অৰ্পণতো মহাফল আছে। প্ৰসাদ ভোজনতো মহৎ ফলৰ কথা লিখিছে—

ষড় ভিৰ্মাসো পৱাসৈশ্চ যৎফলং পৰিকীৰ্ত্তিতম্।
বিষ্ণোনৈবেদ্যসিক্‌থেন তৎফলং ভুঞ্জতাং কলৌ॥
হৃদি ৰূপং মুখে নাম নৈবেদ্য মুদৰে হৰেঃ।
পাদোদকঞ্চ নিৰ্ম্মাল্যং মস্তকে যস্য সোহচ্যুতঃ॥

অৰ্থাৎ ছমাহ উপবাস কৰিলে যি ফল পোৱা যায়, কলিযুগত বিষ্ণুৰ নৈবেদ্য প্ৰসাদ একগ্ৰাস ভোজনত সেই ফল লাভ হয়।

দ্বিতীয়তো শ্লোকৰ অনুবাদ গুৰু জনাৰ ভাষাৰে দিয়া হ'ল। গুৰুজনে কীৰ্ত্তন ঘোষাৰ ওৰেখা বৰ্ণনত লিখিছে—

হৃদয়ত ৰূপ হৰি নাম যাৰ মুখে।
বিষ্ণুৰ নৈবেদ্য উদৰত ভৰে সুখে॥
পাদোদক নিৰ্ম্মাল্য মস্তকে থাকে যাৰ।
বোলা হৰি হৰি সেই বিষ্ণু অৱতাৰ॥

শংকৰদেৱ। কীৰ্ত্তন ঘোষা

বিজ্ঞানৰ ফালৰ পৰা কৰলৈ গ'লে বন্তি, পত্ৰ, পুষ্প আৰু নৈবেদ্যৰ উপকাৰিতা তাৰ গুণাগুণ অতি মহত্বপূৰ্ণ। সকলো জনেই জনা উচিত যে ধৰ্ম্মৰ লগত বিজ্ঞান সদায় সহচৰ। প্ৰথমে বন্তিৰ কথাকে কওঁ—বন্তিত যি তেল বা ঘিউ দিয়া যায়, তাৰ পৰা ভগৱৎ প্ৰীতি হোৱাৰ লগতে জন সাধাৰণৰ বহুতো ব্যাধি নিবাৰণ হয়। পিতলৰ চাকিতকৈ মাটিৰ চাকি বেছি ভাল। চাকিত শলিতা, তেল বা ঘিউ আৰু জুইৰ সংযোগত যি ধোৱা বাহিৰ হয়, সে বহুতো কীটানু নাশ কৰে। তাৰ গন্ধই মানুহৰ মনলৈ পবিত্ৰতা ভাব আনয়ন কৰাৰ লগতে অন্তৰ আৰু বাহ্যিক উভয়ৰে বহুতো ব্যাধি নিৰ্ম্মূল কৰে। আমি ব্যঞ্জনত তেল ব্যৱহাৰ কৰোঁ, শৰীৰত মাৰ্জ্জন কৰোঁ বাহ্যিক আৰু আন্তৰিক উপকাৰিতাৰ বাবেহে, ৰুচিকৰ হবৰ বাবে আৰু শৰীৰ সুন্দৰ হবৰ বাবে নহয়। অনুপান ভেদে তেলৰ উপকাৰিতা বহুতো। তেল গৰম জাতীয় স্নেহ পদাৰ্থ ইয়াৰ লগত পানী মিহলাই মুৰত ললে বায়ুৰ কাৰণে উপকাৰক। ইত্যাদি বহুতো কাৰণত ইয়াৰ গুণ আছে। দ্বিতীয়তে নৈবেদ্যত আমালোকে মগুমাহ, আৰৈ চাউল, কল, নাৰিকল, আদা, বুটমাহ, আদি দিওঁহক। মগুমাহ, আৰৈ চাউল, বুটমাহ, নাৰিকল সংমিশ্ৰণ কৰি খালে শৰীৰত শক্তি বাঢ়ে। তাৰ লগত আদা, নিমখ দিয়ে জীৰ্ণ হবৰ কাৰণে। দুয়োটাৰে অভাৱত হয়তো পেট অসুখ হ'ব পাৰে। সেই বাবেই নিমখ আৰু আদাৰ প্ৰয়োজন। একেবাৰে শেষত কল খাব লাগে। ই জীৰ্ণ শক্তিৰ পূৰ্ণাহুতি। শৰীৰত শক্তি সঞ্চাৰ কৰাৰ লগতে মাহ প্ৰসাদৰ বদ হজম দূৰ কৰে। মালভোগ কল সৰ্ব্বাধিক উপকাৰী আৰু প্ৰশস্ত। তৃতীয়তে পত্ৰ পুষ্পাদি দ্ৰব্য গুণ বেলেগ আছে। কোন পুষ্পৰ পৰাকি গুণাগুণ পোৱা যায়, তাৰ সঠিক তথ্য বিচাৰিবলৈ গলে গ্ৰন্থ বাহুল্য হয়।

পতিকে তুলসী পত্ৰৰ গুণ সম্বন্ধে সামান্য মাত্ৰ উদ্ধৃতি দিয়া হৈছে। তুলসীৰ মাহাত্ম্য বহুতো পুৰাণ উপপুৰাণ আদিত আছে।
গৰুড় পুৰাণত কৈছে—

মুখে তু তুলসী পত্ৰং দৃষ্ট্বা শিৰসি কৰ্ণয়োঃ
কুৰুতে ভাস্কৰি তস্য দুষ্কৃতস্য তু মাৰ্জ্জনম্ ॥

গৰুড় পুৰাণ

অৰ্থাৎ—যি জনৰ মুখত, মস্তকত আৰু কাণৰ ওপৰত তুলসী পত্ৰ বিৰাজিত আছে, যমৰাজাই তেওঁক দৰ্শন কৰি তেওঁৰ যাবতীয় দুষ্কৃত ক্ষমা কৰি থাকে ॥

উদ্ধৃতি মাত্ৰ এটিহে দিয়া হ'ল। আনহাতেদি তুলসীৰ পৰা বহুতো ব্যাধিৰ উপশম হয়। বিশেষকৈ বিষ জাতীয় ব্যাধি, চৰ্দ্দী, কাহ, কফ আদিতো উপকাৰ কৰে। ধৰ্ম্মৰ যোগেদি মানুহক স্বাস্থ্য ৰক্ষাৰ উপায় দিবলৈকে এই বোৰ দ্ৰব্য গুণ বিধি বিধান কৰা হৈছে। "শৰীৰমাদ্যং খলুধৰ্ম্ম সাধনম্" ধৰ্ম্ম সাধন কৰিবলৈ হ'লে আদিতে শৰীৰ ৰক্ষাৰ প্ৰয়োজন। আমি পূৰ্ব্বতো উল্লেখ কৰিছোঁ যে মানুহৰ প্ৰয়োজনীয় উপকাৰী দ্ৰব্য গুণৰ সঙ্গতি ৰাখি বা মানুহৰ প্ৰীতিদায়ক পদাৰ্থহে ভগৱন্তক নিবেদন কৰিব লাগে। অভুক্ত বা পেলনীয়া পদাৰ্থ ভগৱৎ অৰ্পণ দোষণীয়। অভুক্ত মানে যি বস্তু যি জনে নাখায়, সেই বস্তু। কোনোৱে ছাগ মাংস নাখায়, কিন্তু সেই জনে দেৱী পূজাত ছাগ বলি দিলে দোষ হয়। আনহাতেদি জীৱ হত্যা দোষ আছেই ইত্যাদি।

চতুৰ্থতে ভগৱন্তক চামৰ ব্যজনেৰে বিচাৰো বহুতো কাৰণ আছে। এহাতে ধৰ্ম্ম আনহাতে স্বাস্থ্য ৰক্ষা বা বিজ্ঞান সম্মত কথাও আছে। সূতে শৌনকাদি ঋষিক কৈছে—

ভগৱান্ ভগশব্দাৰ্থং লীলা কমলমুদ্বহন্।
ধৰ্ম্মং যশশ্চ ভগৱাংশ্চামৰ ব্যজনেঽভজৎ।

ভাগৱত—১২৷১১৷১৮

অৰ্থাৎ—ভগৱান ঐশ্বৰ্য্যাদি ষড় গুণ যুক্ত। তেওঁ হাতত লীলা ৰূপ কমল ধাৰণ কৰি ধৰ্ম্ম আৰু যশ স্বৰূপ চামৰ আৰু ব্যজন উপভোগ কৰে।

অন্য এটা শ্লোকত কৈছে—

পদ্মাক্ষ মালামুত জন্তু মাৰ্জ্জনম্
বেদংচ সাক্ষাওপ এব ৰূপিনৌ।
তপওড়িদ্ বৰ্ণ পিশঙ্গ ৰোচিষা
প্ৰাংশূ দধানৌ বিবুধৰ্ষভাৰ্চ্চিতৌ॥

ভাগৱত —১২।৮।৩৪

অৰ্থাৎ — সাক্ষাৎ তপোমূৰ্ত্তি, পদ্মাক্ষ মালা, জন্তু মাৰ্জ্জন (অৰ্থাৎ চামৰ), কুশহস্ত, দেবতাৰ্চ্চিত, উন্নত দেহ, বদ্যুৎ বৰ্ণদীপ্যমান, পিঙ্গল কান্তি মূৰ্ত্তিমন্ত শ্ৰেষ্ঠ (নৰ আৰু নাৰায়ণ দুয়োগৰাকী পুৰুষ) ঋষি আবিৰ্ভূত হ'ল।

উক্ত 'জন্তু মাৰ্জ্জন' শব্দটোৰ ব্যাখ্যাত "মশকাদি নিবাৰক চামৰ বিশেষ ঃ" বুলি কোৱা হৈছে। (আমি প্ৰথম খণ্ডতে চামৰৰ বিষয়ে ব্যাখ্যাদি অহাও হৈছে)। চামৰে মক্ষিকা মশকাদিৰ প্ৰবেশত বাধা দিয়ে। এইবোৰ প্ৰাণী স্বাস্থ্যৰ পক্ষে ক্ষতিকাৰক। নৈবেদ্যত মক্ষিকাদি পতিত হ'লে দূষিত হয়। বোধহয় তাৰ নিবাৰণ, লগতে ধৰ্ম্মীয় দিশটোৰ প্ৰতি লক্ষ্য ৰাখিয়েই চামৰৰ প্ৰয়োজনীয়তা উপলব্ধি কৰা হ'ল। চামৰ দুবিধ এবিধ শুক্ল চামৰ আৰু আন বিধ কৃষ্ণ চামৰ। শুক্ল চামৰ হে ইয়াৰ বাবে প্ৰশস্ত। কীৰ্ত্তনতো "শুক্লচামৰে বিঞ্চে দুই কাছে। ওপৰে শ্বেত ছত্ৰ তুলি আছে" বুলিহে কৈছে। আনহাতেদি ভগৱন্তৰ বাবে কৰা সকলো কামতে শুক্লময় হোৱাৰ আৱশ্যক। শাস্ত্ৰই কৈছে "শুক্ল বাসা ভবেৎনিত্যাং ৰক্তঞ্চ পৰিবৰ্জ্জয়েৎ॥"

(ত্ৰৈলোক্য মোহন পঞ্চৰাত্ৰ)

অৰ্থাৎ — সদায় শুক্ল বস্ত্ৰযুক্ত হ'ব লাগে আৰু ৰক্ত বস্ত্ৰ বৰ্জ্জন কৰা উচিত।

## (১—ঙ) সত্ৰাধিকাৰৰ শৰাই সজোৱাৰ বিধি ঃ—

কোনো কোনো গাৰ্ত (বোধ হয় সত্ৰতো) ঈশ্বৰলৈ আৰু গুৰুলৈ বুলি দুখন শৰাই পাতে ঈশ্বৰলৈ বুলি পতাখন শৰাই ভাঙি ৰাইজৰ মাজত বিতৰণ কৰে আৰু গুৰুলৈ বুলি পতাখন কোনোৱা সত্ৰাধিকাৰ থাকিলে তেখেতৰ আগত অৰ্পণ কৰে। কমলাবাৰী সত্ৰত তেনেকুৱা প্ৰথা নাই। আসনৰ আগত মাত্ৰ এখনহে শৰাই পাতে। নৈবেদ্যৰ বাবে প্ৰস্তুত মাহ চাউল, আদা নাৰিকল, কল, বুট মাহ আদিৰ একোটা অংশ সুকীয়া সুকীয়াকৈ থব। নাম প্ৰসঙ্গ সমাপনৰ পিছত ভাগৱত পাঠ আৰু পদ্য পুথি পাঠ কৰি থকা অৱস্থাতে দেউৰীয়ে গন্ধ চন্দন অৰ্পণ আৰু ঠিক পিছতে শৰাই ভাঙে।

আসনৰ দক্ষিণফালে পাতি থোৱা মাহ প্ৰসাদৰ থালীত প্ৰথমে শৰাইত থকা মাহখিনি আনি দিবহি। তাৰ পিচতে চাউলখিনি আনি উক্ত থালীত বাকি দিয়াৰ পিচত তাত আদা, নাৰিকল, নিমখ আদি ছটিয়াই প্ৰসাদ সানিব। উক্ত আদা, চাউল, নাৰিকল, বুট মাহ আৰু মগুমাহৰ প্ৰত্যেকৰে একোটা অংশ ৰাখি সত্ৰাধিকাৰ জনৰ শৰাইত একোখন পাত পাৰি দি শৰাই সজাব। চাউল সহ বাকীখিনি ঈশ্বৰত অৰ্পিত নহয়। সত্ৰাধিকাৰৰ গৰাকীক সুকীয়াকৈ অৰ্পণা কৰি নৈবেদ্য গ্ৰহণ কৰিবৰ বাবে দিয়া হয়। গন্ধ চন্দনো তেনেকৈ ঈশ্বৰাৰ্পিত নহয়। এটা সৰু বাপ বা পিতলৰ খুৰা লগা বাটিত গন্ধ চন্দন দিয়া হয়। সনা প্ৰসাদৰ ভাগ এটিও দিয়া হয়। আজিৰ পৰা প্ৰায় ৭০/৮০ বছৰৰ আগৰ জন সত্ৰাধিকাৰ ৺লক্ষ্মীকান্ত গোস্বামী প্ৰভুজনাই ভকত সকলৰ বাবে সনা প্ৰসাদৰ এটা অংশ শ্ৰদ্ধাপূৰ্ব্বক প্ৰাৰ্থনা জনোৱাত এৰাব নোৱাৰি ভকতসকলে তাৰ এটা অংশ দিব লগা হ'ল। তেতিয়াৰ পৰা এতিয়ালৈকে সেই নিয়মেই থাকিল। পূৰ্ব্বতে শৰাইত দিয়া অংশখিনি নি সত্ৰাধিকাৰ গৰাকীয়ে নিজৰ বহাত নিমখ দি নিজে ভগৱৎ অৰ্পণা কৰিহে খাব পাৰিছিল। গন্ধ চন্দনো তেনেকৈয়ে।

সত্ৰাধিকাৰৰ শৰাইত চাৰিটা কল, চাৰিখিলা পাণ আৰু চাৰিটা তামোল দিব লাগে। সনা প্ৰসাদ তিনি পোহা দি ওপৰত আগলি কলাপাতেৰে ঢাকি তাৰ ওপৰত চন্দনৰ পাত্ৰ ৰাখি দেউৰী এজনে আগত দি গাদী লৈ নমস্কাৰ জনাবহি তাৰ পিচতে ডেকা সত্ৰাধিকাৰ, পাঠ, ভাগৱত, সমূহৰ বুঢ়া-ভকত আৰু অন্যান্য মান্যৱন্ত বুঢ়াভকত সকলক পাত্ৰভেদে মান ধৰিব। শৰাইৰ ওপৰত দিয়া গন্ধ চন্দন সত্ৰাধিকাৰ জনে নিজ মনেৰেই ঈশ্বৰত অৰ্পণা কৰি তিলক ধাৰণ কৰিব। প্ৰসাদৰ শৰাই দেউৰী এজনে নিজৰ বহালৈ আনি দিয়াৰ পিচত উক্ত প্ৰসাদ অৰ্পণা কৰিব লাগে।

মহাপুৰুষ মাধৱদেৱে এবাৰ বিৰোধী লোকৰ অত্যাচাৰত তিষ্ঠিব নোৱাৰি গুৱা গছা নামৰ ঠাইলৈ যাবলৈ ঠিক কৰে। তেনেতে মথুৰা দাস বুঢ়া আতা আহি যোৱাৰ কাৰণ সুধি গুৰুজনৰ সেৱা কৰা বস্তুখিনি কান্ধত লৈ আগে আগে যাত্ৰা কৰি তাঁতিকুছি (বৰপেটা) পালেগৈ। ভকতে গুৰুজনক জনালে যে আতাই গুৱা গছাৰ প্ৰকৃত পথ এৰি তাঁতিকুছিলৈ গ'ল দেখোন। এতিয়া আমি কি কৰোহঁক। গুৰুজনে কলে "মথুৰা দাসে যেনি নিয়ে তেনিয়েই যাব লাগিব"। কথামতে কাম হ'ল। ভকতসকলৰ সৈতে গুৰুজন তাঁতিকুছি পালেগৈ। (মথুৰাদাস আতাৰ নিজা নাম গোপাল বা গোপাল আতা। মথুৰাদাস

নামটো গুৰুজনাই দিয়া)। আতাই কিছুদিনৰ আগতে গুৰুজনৰ কাৰণে এটা নতুনকৈ ঘৰ সজাই থৈছিল। তাতে গুৰুজনক থিতি কৰি ৰাতৰি সুধিলে আৰু আসন পাতি নাম প্ৰসঙ্গ কৰি নৈবেদ্য অৰ্পণ কৰি আতাই নিজেই দেউৰী হৈ প্ৰসাদ বিতৰণ কৰিলে। গুৰুজনক প্ৰসাদ দিয়া নাই। তেনে হোৱা দেখি গুৰুজনে আতাক ক'লে গোপাল, সকলোৱে প্ৰসাদ পালে, আমি বুঢ়া গোটেহে পোৱা নাই। আতাই কৰযোৰে কবলৈ ধৰিলে —"বাপ, অগ্নিক আঞ্চলত বান্ধিব নোৱাৰি। তোমৰাক প্ৰসাদ দিব পৰা শক্তি আমাৰ হোৱা নাই"। গুৰুজনে ক'লে গোপাল, আমি আজ্ঞা দিছোঁ, দিয়া। আতা বিচুত্তি হ'ল আৰু কলে বাপ প্ৰসাদ বিতৰণ কৰি শেষেই হ'ল খৰাহিত প্ৰসাদ নায়েই। তেতিয়া গুৰুজনে আদেশ কৰিলে গোপাল, প্ৰসাদ ওলাব। খৰাহিত তিনিটা থাপ মাৰা। অদেশ মতে কাম কৰাত খৰাহিত তিনি পোহা প্ৰসাদ বাহিৰ হ'ল আৰু গুৰুজনাৰ আগত ভক্তিভাৱে আগবঢ়াই দি আতা কৃত্য কৃত্য মানিলে। উক্ত আহি মতেই ভগৱৎ নৈবেদ্য অৰ্পণ কৰোতে আৰু সত্ৰাধিকাৰৰ শৰাইত প্ৰসাদ দিওঁতে তিনি পোহা প্ৰসাদ দিব লাগে। উক্ত আহিয়েই এতিয়ালৈকে থাকি গ'ল। কথাগুৰু চৰিততো ইয়াৰ বিৱৰণ পাবলৈ আছে

### (১—চ)—কীৰ্ত্তন ঘৰ আৰু আসন পশ্চিমমুৱা হোৱাৰ কাৰণঃ

ভাৰতীয় হিন্দু ধৰ্ম্ম বা সনাতন ধৰ্ম্মৰ যিমানবিলাক মঠ মন্দিৰ আছে সেই সকলো বিলাক পশ্চিমমুৱা আৰু ভক্ত সকলে পুবমুৱা হৈ সেৱা সৎকাৰ কৰে। অৱশ্যে বিশেষ কাৰণবশতঃ হয়তো স্থান বিশেষে এই নিয়মৰ তাৰতম্য আছে বা নথকা নহয়। অসমৰ তিনিখন প্ৰধান তথা উল্লেখযোগ্য সত্ৰ বৰপেটা, কমলাবাৰী আৰু মধুপুৰ সত্ৰৰ ভিতৰতে পিচৰ-খনৰ গুৰু গৃহটি পুবমুৱা আৰু ভক্তসকলে পশ্চিমমুৱা হৈ সেৱা জনাব লাগে,—যেনেকৈ মুছলিম ধৰ্ম্মাৱলম্বী সকলে কৰে। এনে হোৱাৰ বিশেষ কাৰণো নথকা নহয়। শ্ৰীমন্ত শঙ্কৰগুৰুজনা প্ৰিয়ভক্ত মাধৱদেৱ আৰু ভকত সকলৰ সৈতে দ্বিতীয়বাৰ তীৰ্থ যাত্ৰা কৰি পৰিবৰ্ত্তি আহি (এতিয়া যি ঠাইত মধুপুৰ সত্ৰৰ গুৰু গৃহটি বহিছে সেই ঠাইতে) এজোপা পাৰলি বৃক্ষৰ তলতে পশ্চিম দিশে পিঠি দি বহি জিৰণি লৈ ভকত সকলৰ আগত কৃষ্ণ নামৰ তত্ত্ব ব্যাখ্যা কৰি আছিল। উক্ত পাৰলি বৃক্ষৰ ওপৰ ভাগত এবাঁহ মৌ আছিল। তাৰ পৰা মাজে মাজে এটোপাল কৈ মৌ ৰস মাটিত পৰি থাকোতে গুৰুজনাই ভকত সকলক ক'লে— বাপুসব, দেখা যাওকচোন। এনেয়ে কৃষ্ণ কথামৃত ৰস, তাতে আকৌ মধুৰস নিগৰি পৰিছে। আমি বাক্য বুলিছোঁ আগলৈ ইয়াতে মধুপুৰ নামে এখনি স্থান হ'ব। আৰু শুনা যাওক বাপুসব, আমি পশ্চিমলৈ পিঠি দিছোঁ। এইবাৰৰ সৈতে

মুখাৰ আমি তীৰ্থ যাত্ৰী হ'লো। পশ্চিমত একো নাই। সাধু সঙ্গই প্ৰকৃত মহাতীৰ্থ। দেৱতা আৰু তীৰ্থই বহুকালতহে শুদ্ধি কৰে; কিন্তু সাধুসঙ্গে সোনকালে পবিত্ৰতা আনে। নামতকৈ তীৰ্থব্ৰত যাগ যোগ যুগুতি এই বিলাকৰ কোনোটোৱেই মহৎ হ'ব নোৱাৰে। গতিকে তোমাসবে নামত আস্থা কৰা যাব। পশ্চিমত আস্থা কৰিব নালাগে। ইত্যাদি। পূৰ্ব্বোক্ত আহিমতে অৰ্থাৎ গুৰু জনাই পশ্চিম দিশে পিঠি দি বহাৰ কাৰণেই পিচৰ ভকতসকলে তাৰ গুৰু গৃহটি পশ্চিমফালে পিঠি দি পূবমুৱা কৰি নিৰ্ম্মাণ কৰিলে। এইটো অৱশ্যে অনিবাৰ্য কাৰণবশতঃ হোৱা কামহে। প্ৰকৃততে পূবমুৱা হৈ সেৱা জনাব পৰাকৈ হিন্দু সকলে, বিশেষকৈ অসমৰ অসমীয়া হিন্দুসকলে এতিয়াৰ গুৰুজনাৰ সেৱকসকলে মন্দিৰ আদি নিৰ্ম্মাণ কৰি লবলগীয়া হৈছে। দুজনা গুৰুৰ আদেশ মতে তথা আদৰ্শ মতে "কৃষ্ণ সূৰ্য ভৈলন্ত উদিত। নাম ধৰ্ম্ম কৰিলা বিদিত"। চন্দ্ৰ সূৰ্য্য প্ৰত্যহ পূবদিশদি উদয় হয় আৰু পশ্চিমদিশে অস্ত যায়। পৃথিবীক আলোকিত কৰা সূৰ্য্য যেতিয়া পূব দিশেদি উদিত হয়, তেন্তে বেলেগে প্ৰমাণ দিয়াৰ আৱশ্যকেই নাই। অৱশ্যে গৌণ ভাৱে সূৰ্য্যৰ লগত তুলনাৰে আৰু মুখ্য ভাৱে কৃষ্ণ সূৰ্য্য উদয়ৰ আদৰ্শত পশ্চিম মুৱাৰ কথাটো পৰিষ্কাৰ কৰিব পাৰি। এই খিনিতে এটি কথা স্পষ্টকৈ তথা প্ৰামাণ্য হিচাবে কব পাৰি যে দিনত সূৰ্য্য আৰু ৰাতি চন্দ্ৰৰ উদয়াস্ত হয়; কিন্তু কৃষ্ণ সূৰ্য্য অৰ্থাৎ কীৰ্ত্তন ঘৰ আৰু সিংহাসন নিৰবচ্ছিন্ন ভাবে প্ৰত্যহ উদয় হৈয়ে আছে। ইয়াৰ অস্ত নাই। সেই বাবেই কৃষ্ণ সূৰ্য্য উদয় হোৱা বুলি কোৱাটো বেছি প্ৰামাণ্য। বৈদিক যুগত মুনি আৰ্য্য সকলে চকুৰ আগতে সূৰ্য্য উদয় দৰ্শন কৰি সূৰ্য্য বন্দনা কৰি পেলাইছিল তেওঁকে প্ৰধান দেৱতা বোধে। অন্য কি সূৰ্য্যক উদ্দেশ্য কৰি বলি বিধানো হৈছিল। উপনিষদাদিত সূৰ্য্যস্তৱৰ উল্লেখ আছে। আনহাতেদি দশদিশৰ ভিতৰত পূবদিশেই প্ৰথম। তাৰ পিচতহে অন্যবোৰ। সেই হিচাবেও পূব দিশৰ প্ৰাধান্যতা সৰ্ব্বাধিক। বৈষ্ণৱৰ বাবে সৰ্ব্বদায় পূব দিশটো সেৱা উপাসনাৰ বাবে থাকিব লাগে। শিব ভক্তসকলে উত্তৰে শিৱপূজা কৰে। সিও এটা কাৰণ। ভাগৱততো পূৰ্ব্বাভিমুখে পূজা কৰিব লাগে বুলি কৈছে।

**(১—ছ) মন্দিৰ মাৰ্জ্জনৰ ফল:—**

হৰি মন্দিৰ (কীৰ্ত্তন ঘৰ) মাৰ্জ্জনৰ মহৎফল আছে। সেই সম্পৰ্কে বহুতো পুথিত বহুতো তথ্য পোৱা যায়। বিভিন্ন পুথিত বিভিন্ন ভাৱৰ ফল আছে। ভগৱানৰ নৱবিধ ভক্তিৰ ভিতৰত পাদ সেৱনৰ অন্তৰ্গত হ'ল হৰি মন্দিৰ

মাৰ্জ্জন। সেই মৰ্ম্মে গোটাচেৰেক উদ্ধৃতি দিয়া হ'ল —

ভাগৱতে কয় — সন্মাৰ্জ্জনোপলেপাভ্যাং সেক মণ্ডলবৰ্ত্তনৈঃ।
গৃহশুশ্ৰূষণং মহ্যং দাসবৎ যদ মায়য়া ॥

ভাগৱত — ১১।১১।৩৯

অৰ্থাৎ — মোৰ মন্দিৰৰ সেৱা আৰু প্ৰীতিৰ অৰ্থে মায়া ত্যাগ কৰি ভৃত্যৰ দৰে ধূলি আঁতৰাই সন্মাৰ্জ্জন, উপলেপন কৰিব।

নৃসিংহ পুৰাণত — নৰসিংহ গৃহে নিত্যং যঃ সন্মাৰ্জ্জনমাচৰেৎ।
সৰ্ব্বপাপ বিনিৰ্ম্মুক্তো বিষ্ণুলোকে মহীয়তে ॥
গোময়েণ মৃদাতোয়ৈঃ যঃ কৰোত্যনু লেপনম্।
চান্দ্ৰায়ণ ফলং প্ৰাপ্য বিষ্ণুলোকে মহীয়তে ॥

নৃসিংহ পুৰাণ - ৩৩।১২,১৩

অৰ্থাৎ — নৰসিংহ গৃহে যিটো সন্মাৰ্জ্জন কৰে।
সৰ্ব্ব পাপ নাশি পাৱে বৈকুণ্ঠ সম্ভৱে ॥
গোবৰ মৃত্তিকা জলে যি কৰে লেপন।
বিষ্ণুলোকে যায় লভি ফল চান্দ্ৰায়ণ।

( পদ্যানুবাদ—আমাৰ নিজৰ )

শাস্ত্ৰান্তৰতঃ -- সন্মাৰ্জ্জয়ন্তি যে নিত্যং মম স্থানানি সত্তমাঃ।
দীপং যচ্ছন্তি তত্ৰৈব জ্ঞেয়াস্তে বৈষ্ণৱা জনাঃ ॥

অৰ্থাৎ — যিটো নিতে মোৰ স্থানে কৰে সন্মাৰ্জ্জন।
দীপ দিয়ে তাকে বোলে বৈষ্ণৱ সজ্জন ॥

(পদ্যানুবাদ—আমাৰ )

ইত্যাদি।

( খ – ২ ) মণিকূট ঃ—

কীৰ্ত্তন ঘৰৰ পূবমূখে মূধত উত্তৰা-দক্ষিণাকৈ নিৰ্ম্মিত বা অৱস্থিত গৃহটিক মণিকূট বোলে। মণিকূট মানে মণি-ৰত্ন, কূট-ঘৰ অৰ্থাৎ— ৰত্ন গৃহ। কোনো জনৰ মতে মণিকূট মানে কীৰ্ত্তন ঘৰৰ শিৰোভাগ। মণিকূট নামৰ এটা পৰ্ব্বতো আছে। বহুতৰ মতে শঙ্কৰদেৱৰ দিনত মণিকূট নিৰ্ম্মাণ হোৱা নাছিল, পিছতহে হ'ল। কিন্তু "মণিকূট গৃহ বান্ধি ৰহিলা শঙ্কৰ" এই উদ্ধৃতিয়ে সকলো খণ্ডন কৰিছে। সম্ভৱতঃ শঙ্কৰদেৱে সিংহাসন মণিকূটতহে স্থাপন কৰিছিল। শঙ্কৰোত্তৰ যুগত বিষ্ণু বিগ্ৰহ ৰজা ঘৰীয়া প্ৰভাৱত গৌণ ভাৱে-হলেও সত্ৰত প্ৰৱেশ কৰাত মণিকূটত বিগ্ৰহ ৰাখি কীৰ্ত্তন ঘৰত সিংহাসন

স্থাপন কৰিব লগা হ'ল। গতিকে এতিয়া মণিকূটত বিগ্ৰহ থাকে। লগতে সত্ৰৰ বিভিন্ন কাৰ্য্যত প্ৰয়োজনীয় সামান্য ধৰণৰ কিছুমান আহিলা থাকে। বৰপেটা ( মধুপুৰ ) আদি নামনি অসমৰ কোনো কোনো সত্ৰত মণিকূটক 'ভঁাজ ঘৰ' বোলে। গৃহটিৰ চাৰিওটা চুক হেলনীয়া আৰু ওপৰ ভাগটো ভঁাজ-লগা কাৰণে ইয়াৰ নাম ভঁাজ ঘৰ হ'ল। কমলাবাৰী সত্ৰৰ মণিকূট স্থিত বিষ্ণু বিগ্ৰহৰ সেৱা পূজাৰ প্ৰাধান্যতা নাই। সেৱাৰ প্ৰাধান্য আছে ভাগৱতহে।

( খ- ৩) বদলা আতাৰ গৃহঃ—

কীৰ্ত্তন ঘৰৰ দক্ষিণে বদলা আতাৰ গৃহ থাকে। বদলা আতাই সেই ঠাইতে নিবাস কৰি আছিল। আতাৰ গৃহত তিনিখন থাপনী থাকে। থাপনাত ভাগৱত (মুখ্যভাৱে), শঙ্কৰ, মাধৱদেৱ আৰু বদলা আতাৰ ধুলা মালা আদি আছে। তিনিওজনা গুৰুৰ কীৰ্ত্তনৰ (ভাদ্ৰমহীয়া) থাপনিৰ দিনা প্ৰতিজনতে এখনকৈ তিনিখন শাস্ত্ৰ উলিয়ায়। তিনিখন থাপনাত তিনি গছি বন্তি থাকিব লাগে। তাৰে এগছি (ভাগৱতত) "অক্ষয় বন্তি' বুলি কয়। অহোৰাত্ৰ উক্ত বন্তি গছি জ্বলি থাকে। ভঁৰালী (ভণ্ডাৰী) জনে উক্ত বন্তি গছিত তেলৰ যোগান ধৰি নিজে বন্তিৰ তত্ত্বাৱধান ল'ব লাগে। সত্ৰৰ নিত্য আৰু নৈমিত্তিক পৰ্ব্ব সমূহৰ নৈবেদ্যৰ মাহ চাউল আদি ইয়াতে প্ৰক্ষালন কৰা কাৰ্য্য চলে। জল-পান আদিও ইয়াতে বিতৰণ হয়। মুঠতে সত্ৰৰ যাৱতীয় কাৰ্য্য ইয়াৰ পৰাই চলে।

বদলা আতাৰ গৃহৰ অন্য এটা নাম "ভৰাঁল ঘৰ'। যিহেতু সত্ৰৰ নিত্য প্ৰয়োজনীয় আৰু নৈমিত্তিক প্ৰয়োজনীয় প্ৰধান প্ৰধান বস্তু সমূহ ইয়াতে থাকে। ইয়াত প্ৰধানতঃ দুজনা গুৰুৰ দ্বাৰা লিখিত শাস্ত্ৰৰ সাঁচীপতীয়া প্ৰতিলিপি পুথি সমূহ, গীতা, ভাগৱত আদি পুথি সমূহো থাকে। সেইবাবে ইয়াক পুথি ভৰাঁল (লাইব্ৰেৰী) বুলিও ক'ব পাৰি। দ্বিতীয়তে সিংহাসন, ভাগৱত, পাঠ আদিত দিব পৰা কাপোৰ, চন্দ্ৰতাপ আৰু মূল্যবান কাপোৰ আদিও থাকে। মাহ, চাউল, তেল, নিমখ তামোল, পাণ, চূণ, তাম, কঁাহি, বাটি, লোটা, কলহ, শৰাই, চৰিয়া হেতা, থালী, গছা, অ.লয়াৰী, খৰাহি আদি যাৱতীয় বস্তু থাকে। ধনৰ ভৰাঁলো ইয়াতেই। সোণ ৰূপৰ ফুল আদিও থাকে। মুঠতে সত্ৰৰ প্ৰয়োজনীয় আহিলাৰ ভৰাঁল উক্ত আতাৰ গৃহেই। বদলা আতা গৃহৰ দুৱাৰ মধ ভিতৰ ভাগত এখন সৰু আৰু বাহিৰ ভাগত এখন। দুৱাৰখন

দক্ষিণমুৱা আৰু তাৰ মুখে মুখে এটা বাজলী ঘৰ। ইয়াতে সত্ৰৰ আয় ব্যয়ৰ হিচাব হয় আৰু কেতিয়াবা সময় বিশেষে মেল, সোধ আদিও চলে। দেউৰী সকলে ইয়াতে বহি নৈবেদ্যৰ বাবে প্ৰয়োজনীয় কল, কুঁহিয়াৰ, আদা, নাৰিকল অদি কুটে। অন্যান্য সাধাৰণ কামো চলে।

বদলা আতাৰ গৃহৰ প্ৰতি সকলোৰে শ্ৰদ্ধা ভক্তি অসীম। ইয়াত অশৰণীয়া আৰু অভজনীয়া ভকত প্ৰবেশ কৰিব নোৱাৰে। সমাজৰ দণ্ডনীয়, বৰ্জ্জনীয় ব্যক্তিয়েও প্ৰবেশ কৰিব নোৱাৰে। অপবিত্ৰ শৰীৰেৰে প্ৰবেশ নিষিদ্ধ। জলপান বিতৰণৰ সময়ত ভিতৰ প্ৰবেশৰ ব্যতীত অন্য সময়ত কোনো ভকত তাত প্ৰবেশ নকৰে। দুয়োবেলা আতাৰ গৃহত মজিৰা তালেৰে নাম গায়।

(খ-৪)- গুৰু গৃহ (পদশিলা) ঃ—

কীৰ্ত্তন ঘৰৰ দক্ষিণে আৰু বদলা আতা গৃহৰ উত্তৰে উভয়ৰ মাজতে গুৰু গৃহ বা পদশিলা গৃহ থাকে। বদলা আতাই ব্যক্তিগত প্ৰসঙ্গ অৰ্থাৎ দৈনন্দিন সেৱাপূজা চলাবৰ কাৰণে নিজে উক্ত গৃহটি নিৰ্ম্মাণ কৰি লৈছিল। তাত বদলা আতাই গুৰু সেৱা কৰে। তেৰাই গুৰুৰ আসন পাতি দুজনা গুৰুৰ প্ৰদৰ্শিত পথ অনুসৰণ কৰি নিত্য সেৱা কাৰ্য্য চলাইছিল। আতাৰ দিনত তাত ভাগৱত স্থাপনা কৰি লৈছিল। পিচৰ কালত গুৰু পদৰ প্ৰতীক হিচাবে শিলত নিৰ্ম্মিত পদচিহ্ন স্থাপন কৰি ল'লে। এতিয়া "গুৰুগৃহ"ৰ নামৰ ঠাইত (গুৰু) "পদশিলা ঘৰ" নামেৰে দুটিকৈ প্ৰয়োগ হবলৈ ধৰিছে। পদশিলা ঘৰত তিনিওজনা গুৰুৰ পদচিহ্নই আছে। প্ৰত্যহ বন্তি প্ৰজ্বলন আৰু দুয়ো বেলা মজিৰা তালেৰে নাম প্ৰসঙ্গ চলি থাকে। কোনো কোনো সত্ৰত গুৰুৰ খৰমহে আছে।

(খ-৫) চাৰিহাটী ঃ—

কীৰ্ত্তন ঘৰৰ চৌদিশে আবেষ্টনী হিচাবে চাৰিটা হাটী আছে। দহোটা দিশৰ ভিতৰত পূব, পশ্চিম, উত্তৰ, দক্ষিণ এই কেইটাই সৰ্ব্বপ্ৰধান। পুৰুষোত্তম ঠাকুৰ দেৱৰ প্ৰবচন "চাৰিদিশে চাৰিহাটী মহা ভক্তগণ" এই খিনিতে উল্লেখ কৰিব পাৰি। কীৰ্ত্তনৰ "চৌপাশে সেৱে পাৰিষদ যত" একাৰ্থক। এখন স্থান আগুৰিবলৈ হলে প্ৰধান চাৰিদিশৰ বাহিৰে আৰু দিশ নাই। পৃথিৱীৰ দেৱ লোক হ'ল ভক্ত সমাজ বা সৎ সঙ্গ। এটা ঘৰ নিৰ্ম্মাণ কৰিবলৈ চাৰিফালে চাৰিখন বেৰৰ আবৰণ আৱশ্যক। সেইদৰে কীৰ্ত্তন ঘৰ আদিক বেৰিবলৈ চাৰিহাটীৰ আবেষ্টনী লাগে। বৈকুণ্ঠৰ কল্পনাই ইয়াতো কল্পনা। হাটীৰবহা (ঘৰ) বোৰ কীৰ্ত্তন ঘৰ মুখীয়া হৈ থাকে।

চাৰিয়ে চাৰিটা সংখ্যাৰ কথা সূচাইছে। হাটী মানে- হাট- বজাৰ অৰ্থাৎ পংক্তিবদ্ধ কোঠা। 'হাট' শব্দটোত 'ঈ' প্ৰত্যয় যোগ কৰি দিলে 'হাটী' হয়। "বজাৰ আছে" এই অৰ্থত 'হাটী' শব্দটো ব্যৱহাৰ কৰা হৈছে। শঙ্কৰ গুৰুৱে সৰ্ব্বপ্ৰথম বৈকুণ্ঠৰ কল্পনাৰে 'চাৰিহাটী' নিৰ্ম্মাণ কৰিছিল বটদ্ৰৱা স্থানত। মহাপুৰুষ মাধৱদেৱে সেই বাবেই নাম ঘোষাত উল্লেখ কৰি গৈছে—

হৰি ভকতিৰ পাতিলন্ত হাট
শঙ্কৰে জগত জুৰি।
ৰাম নাম বস্তু বেসায়া জগতে
চলয় বৈকুণ্ঠ পুৰি।

ওপৰত যিখন হাট বা বজাৰৰ কথা কোৱা হৈছে সেই খন চাউল, মাছ, তেল, লোণ, তামোল-পাণৰ বজাৰ নহয়। সি হ'ল ৰাম নাম বস্তুৰ বজাৰ বা হাট বা হৰি ভক্তিৰ বজাৰ। উক্ত হৰি ভক্তিৰ বজাৰত ৰাম নাম বস্তু বিক্ৰী কৰি সকলো আত্মাৰন্ত হয় অৰ্থাৎ বৈকুণ্ঠ প্ৰাপ্তি হয়। সেই বজাৰত যি সকল বিক্ৰীদাৰ, তেওঁলোক ব্যৱসায়ত নিপুণ হ'ব লাগিব কাৰণ বিক্ৰীত ব্যাঘাত হলে অৰ্থাৎ বিক্ৰী বস্তুৰ প্ৰয়োজনীয় মূল্য নাপালে দোকান মৰা পৰিব অকল সেয়ে নহয়। ক্ৰয়ী সকলে বস্তুৰ মূল্য নাজানিলে, ক্ৰয় কৰিব নাজানিলে, বস্তুটোৰ মূল্যমান হ্ৰাস হলে অথবা বস্তুতকৈ মূল্যমান অধিক হলে বিপদ আছে। মহাপুৰুষ শঙ্কৰদেৱে বৰগীতত লিখিছে—

বেসায়ো ভাৰতে হাট আউৰ বেলি নাটে।
চলিতে নিকট ভয়ো ভৰা দিয়া ঝাম্পে॥
ভাৰত্য হাটত আছে অনেক দোকানি।
নিচিনি কিনিলে পুনু মিলিবে বিঘিনি॥
যাতে তাতে নাথাকয় হৰি নাম বস্তু।
মহন্ত দোকানি ৰাখে কৰি মহাযত্ন॥
সাধু দোকানিৰ সঙ্গে কৰিয়া যতন।
যাৰে বেলি তাকে লেহ ৰাম নাম ৰত্ন॥
ভাৰত হাটত নৰনাৰ পচি যায়।
হুয়ো সাৱধান কৃষ্ণ কিঙ্কৰে গায়॥

মহাপুৰুষ মাধৱদেৱেও বৰগীতত লিখিছে:—

ব্যৱসা কৰিয়ো ভাই হৰিৰ চৰণ ধনসাৰ।
অৰুণ চৰণ বিনে ধন নাহি আৰ॥

ব্যৱসা কৰিতে পাইলা নৰতনু নাৱ।
যাৰে নাহি পচে নাৱ মানিক বেসাৱ ॥
বস্তুৰ পাইলা নবীপ ভাৰতে আসিয়া।
লৈয়ো ৰাম নাম ভাই মানিক বাচিয়া ॥
কৰয়ো ব্যৱসা হৰি ভকতৰ কাছে।
ৰাম নাম বস্তুৰ ভণ্ডাৰ মেলি আছে ॥
যতন কৰি লৈয়ো ভাই যাৰ যত লাগে।
শীঘ্ৰ কৰি ভাব ৰাম ভৰা হাট ভাগে ॥
সংসাৰ তৰিতে লাগে নাৱ পাচ ঘাটে।
চলিতে নিকট ভৈল ভৰা দিয়ো ঝাণ্টে ॥
স্নি নৰ চতুৰ মুখে ৰাম নাম ধৰ।
মূল ৰাখি লাভ কৰি ভৱনদী তৰ ॥
ৰাম নাম লৈয়ো আন আশা কৰ দূৰ।
মিছা দিয়া সঞ্চা লৈয়ো তেবেসে চতুৰ ॥
ৰাম নাম বস্তে ভৰা দিয়ো তনু নাৱ।
হৰি গুণ গায়া যমৰ ঘাটি মাৰি যাৱ ॥
ভকতৰ ধন হৰি নাম নৱ নিধি।
চাৰি বেদ বিচাৰিয়া কৈলা আছা বিধি।
কহয় মাধৱ দাস দীন মতি হীনা।
আন ধন অকাৰণ নাম ধন বিনা ॥

দুজনা গুৰুৰ দুয়োটা বৰগীতত্তে 'হাট' শব্দৰ অৰ্থ পৰিষ্কাৰ হৈছে। বৰগীত দুটিৰ অৰ্থও মুকলি আৰু ইয়াৰ পাৰমাৰ্থিক দৃষ্টিভঙ্গীও বেচ মনোৰম তথা চিত্তাকৰ্ষক। গতিকে এতিয়া চাৰিহাটীৰ সৃষ্টি কিয় কৰা হৈছে তাৰ প্ৰকৃত তত্ত্ব বুজিব পৰা হৈছে। আচলতে চাৰিহাটী মানে ৰাম নাম বস্তুৰ চাৰিখন বৃহৎ বজাৰ। ব্যৱসায়ী ভকতে উক্ত হৰি ভক্তিৰ বজাৰত বহি ৰাম নাম বস্তু বিক্ৰী কৰিবলৈ বাট চাই আছে। উপযুক্ত ক্ৰেতা পালে ৰাম নাম বস্তু বিক্ৰী কৰিব অৰ্থাৎ হৰি ভক্তি তত্ত্ব বস্তু দান কৰিব।

আন হাতেদি চাৰিহাটীৰ আন অৰ্থ—সত্য, শৌচ, ক্ষমা, দয়া ধৰ্মৰ এই চতুষ্পদ। ধৰ্মৰ চতুষ্পদ নহলে ধৰ্মাচৰণ কৰা মিছা। প্ৰতিটোৰ অৰ্থ এনেদৰে —

(১) সত্যঃ— সত্য মানে গীতাৰ মতে "যথা দৃষ্টাৰ্থ ভাষণম্"।

যথাৰ্থ স্বৰূপ সজ আচৰণ, ধৰ্ম্মপথ, অমিথ্যা, শপথ, প্ৰতিজ্ঞা আদি। ভাগৱতৰ মতে "সত্যঞ্চ সমদৰ্শনং" অৰ্থাৎ সৰ্ব্বত্ৰতে সমদৰ্শন কৰাই সত্য। নাৰদ পঞ্চ ৰাত্ৰৰ মতে—

একাদশী ব্ৰতানাঞ্চ তপঃ স্বনশনং যথা।
যজ্ঞানাং জপযজ্ঞশ্চ সত্যং ধৰ্ম্মেষু পুত্ৰক॥

নাৰদ পঞ্চৰাত্ৰ —১।১।৭৭

অৰ্থাৎ— ব্ৰতৰ ভিতৰত একাদশী, তপৰ ভিতৰত অনশন, যজ্ঞৰ ভিতৰত জপ, যজ্ঞ আৰু ধৰ্ম্মৰ ভিতৰত সত্য।

উক্ত সত্যৰ প্ৰতীক হল পূবহাটী

(২) শৌচ ঃ— শৌচ মানে পবিত্ৰ। ভাগৱতৰ মতে "কৰ্ত্তৃত্বাভিমান ৰাহিত্যং শৌচং" অৰ্থাৎ মই কৰিছো মোৰ দ্বাৰা হৈছে ইত্যাদি অভিমান ত্যাগ কৰাই শৌচ। গীতাৰ মতে "বাহ্যাভ্যন্তৰ শুদ্ধিঃ শৌচং" অৰ্থাৎ বাহ্যিক আৰু আন্তৰিক পবিত্ৰতাই শৌচ। উক্ত শৌচৰ প্ৰতীক হ'ল পশ্চিমহাটী।

(৩) ক্ষমা ঃ— ক্ষমা মানে সহিষ্ণুতা, শান্তি, নিবৃত্তি, অপকাৰ সহন, অপৰাধ জনিত ক্ৰোধ প্ৰসমন কৰা অৰ্থাৎ অপকাৰৰ প্ৰতি অপকাৰ ত্যাগ কৰা, মাৰ্জ্জনা, তিতিক্ষা আদি। ভাগৱতৰ মতে "তিতিক্ষা-দুঃখ সম্মৰ্ষো" অৰ্থাৎ দুখ সহনেই তিতিক্ষা (ক্ষমা)। গীতাৰ মতে "ক্ষমা পৰিভবাদিষুৎ পদ্য মানেষু ক্ৰোধ প্ৰতিবন্ধঃ" অৰ্থাৎ পৰিভবাদিত উৎপন্ন হোৱা ক্ৰোধক প্ৰতিবন্ধ কৰা।

উক্ত ক্ষমাৰ প্ৰতীক হ'ল উত্তৰ হাটী।

(৪) দয়া ঃ— দয়া মানে কৃপা, স্নেহ, সহানুভূতি, পৰদুখত দুখীত হোৱা, গীতাৰ মতে "ভূতেষু দীনেষু দয়া" অৰ্থাৎ সকলো প্ৰাণীতে স্নেহ ৰখাই দিয়া।

উক্ত দয়াৰ প্ৰতীক হ'ল দক্ষিণ হাটী।

পূৰ্ব্বতো উল্লেখ কৰি আহিছোঁ আৰু এতিয়াও প্ৰয়োজন বোধে উল্লেখ কৰিব লগা হ'ল যে কীৰ্ত্তন ঘৰক ভক্তি সৰোবৰৰ লগত তুলনা কৰিলে চাৰি-হাটী বাস কৰা ভকত সকলক ভক্তি সৰোবৰত উৎপন্ন হোৱা ৰাম নাম ৰূপ বিশিষ্ট স্বাৰ্ণ পদ্মৰ ৰস পান কৰোঁতা ভ্ৰমৰ বা মধু মক্ষিকা বুলি

পাৰমাৰ্থিক দৃষ্টিত ক'ব লাগিব। নামৰ দোকান পাতি নাম বস্তুৰ বিক্ৰীদাৰ হিচাবে অন্য প্ৰকাৰে ভকত সকলক ওপৰত দেখুৱা হৈছেই।

(খ–৬) **সত্ৰাধিকাৰৰ বহা (বাহৰ বা গৃহ)** ঃ— সত্ৰৰ এজনা প্ৰভাৱশালী ব্যক্তিৰ বাস গৃহ। সত্ৰৰ যাৱতীয় দায়িত্ব এওঁৰ ওপৰতে আৰু শৰণ ভজনাদি পৰিচালনা কৰে। চাৰিহাটীৰ ভিতৰৰে পুব হাটীৰ মাজত সত্ৰাধিকাৰৰ বাস-গৃহ থাকে। আগতে ডেকা সত্ৰাধিকাৰৰ বাস গৃহো পুব হাটীতেই আছিল। পিচত ৺ কৃষ্ণকান্ত গোস্বামী সত্ৰাধিকাৰ প্ৰভুজনাৰ দিনৰ পৰা সত্ৰাধিকাৰ গৰাকীৰ লগতে ডেকা সত্ৰাধিকাৰ জনাও থাকিবলৈ লয়। এতিয়াও সেই নিয়মেই চলি আছে। মণিকূটৰ ওচৰতে সত্ৰাধিকাৰৰ বহা পশ্চিমমুৱাকৈ থাকে। সত্ৰাধিকাৰৰ বহাতো এখন ভাগৱত স্থাপিত আসন থাকে পুব মুৱাকৈ। তাতে নিত্য সেৱা পূজা হয়। পৰিচৰ্য্যাৰ কাৰণে সত্ৰাধিকাৰৰ জনচেৰেক আলধৰাও থাকে। এহাতেদি যেনেকৈ বদলা আতাৰ গৃহক মান্য কৰা হয়, আন হাতেদি তেনেকৈ সত্ৰাধিকাৰৰ বহাকো মান্য কৰা হয়। সত্ৰাধিকাৰৰ বহাখনক বদলা আতাৰ গৃহৰে এটা প্ৰধান অংশ বুলি ভবা হয়। পাৰ-মাৰ্থিক দৃষ্টিৰ ফালৰ পৰা সত্ৰাধিকাৰ গৰাকী বদলা আতাৰ উত্তৰাধিকাৰী হিচাবে গণ্য হয়। দ্বিতীয়তে কীৰ্ত্তন ঘৰৰ সিংহাসনত থকাজন পৰব্ৰহ্ম, সত্ৰাধিকাৰ পালক বিষ্ণু, চাৰিখন বহাৰ বুঢ়া ভকত চাৰিগৰাকী ব্ৰহ্মা, মহে-শ্বৰ আদি আৰু চাৰিহাটীত বাস কৰা ভকত সকল সেই পৰব্ৰহ্ম বা বিষ্ণুৰ একান্ত মহা ভকত। এই ক্ৰমে ইয়াত পাৰমাৰ্থিক দৃষ্টি খাটে। ডেকা-ধিকাৰ জনা সত্ৰাধিকাৰৰ উত্তৰাধিকাৰী হিচাবে থাকে তেওঁৰ লগতে। ডেকা-ধিকাৰে এওঁৰ অনুপস্থিতিত শৰণ ভজন লগায়। ডেকাধিকাৰৰ বহা সুকীয়াকৈ দেখুউৱা নাই।

(খ-৭) **চাৰিখন বহা** ঃ

চাৰিহাটীত চাৰিখন মুখ্য বহা আছে। তাত বাস কৰা কেইজনক বুঢ়া ভকত বুলি কয়। সেই কেইজন সত্ৰাধিকাৰৰ সহযোগী। সত্ৰাধিকাৰক সত্ৰৰ সকলো বিষয়তে সেই চাৰিজনে সহায় কৰে। শৰণ ভজন লবলৈ অহা লোক সকলক সেই চাৰিজনৰ পক্ষৰ পৰা যাৰ যি ভাগত পৰে সেইমতে আগবঢ়াই দিয়া হয়। চাৰিখন বহাৰ ভিতৰত এজন "সমূহীয়া বুঢ়া ভকত" হয়। তেওঁ সত্ৰাধিকাৰৰ আৰু ডেকাধিকাৰৰ পিচতে বাকী বুঢ়া ভকত কেইজনতকৈ আগ মান পায়।

চাৰিখন বহাৰ নাম যথাক্ৰমে আতাৰ বহা, হৰি আতৈৰ বহা, গুৰু আতৈৰ বহা, দক্ষিণ কুজীয়া আতৈৰ বহা।

(১) আতাৰ বহা ঃ— বদলা আতাৰ গৃহকো এখন বহাৰ লেখত ধৰা হয়।

(২) হৰি আতৈ বহা ঃ— বদলা আতাৰ এগৰাকী স্নেহীয় আৰু মুখ্য আলধৰা হৰি আতৈ (এওঁ ব্ৰাহ্মণ) পুৰুষ পতা এখন বহা।

(৩) শুক্ৰ আতৈ বহা ঃ— বদলা আতাৰ প্ৰধান শিষ্য শুক্ৰ আতৈ (এওঁ ব্ৰাহ্মণ) পুৰুষৰ নামত পতা বহা

(৪) দক্ষিণ কুলীয়া আতৈ বহা ঃ— দক্ষিণ কুলীয়া কৃষ্ণ আতৈৰ নামত পতা বহা। এইখনক 'বৰ বহা' বুলিও কয়।

এইচাৰিখন বহাকে মুখ্য কৰি কিছু দিন চলি থকাৰ পিচত বদলা আতাৰ প্ৰয়াণ হ'লত আতাৰ বহাৰ ঠাইত বদলা আতাৰ প্ৰিয় শিষ্য আলধৰা গোবিন্দ আতৈৰ নামত 'আলধৰা আতৈৰ বহা' নামৰ এখন বহা স্থাপিত হয় আৰু হৰি আতৈৰ প্ৰয়াণৰ পিছত তেওঁৰ আলধৰা "চক্ৰপাণি আতৈৰ বহা" নামৰ এখন বহা স্থাপিত হয়। আগৰ দুখন পূৰ্ব্বৰ নামতে থাকে। কিছুদিন অতিক্ৰম হোৱাৰ পিচত আৰু দুখন বহা স্থাপিত হয়। সেই দুখন হ'ল ভাগৱতী আতৈৰ বহা আৰু বৰ কলিয়া আতৈৰ বহা। সেই মৰ্ম্মে আমাৰ "পৰিশিষ্ট খণ্ডত"ত পৰিষ্কাৰ কৰা হৈছে।

চাৰিখন বহাৰ বুঢ়াভকত সকলক "নামাঞ্জনীয়া বুঢ়াভকত" বুলি কয়। আমি সেই সম্পৰ্কে পূৰ্ব্বতে উল্লেখ কৰি আহিছোঁ। নামাঞ্জনীয়া মানে নাম ৰূপ অঞ্জন অৰ্থাৎ কাজল দান কৰে বাবে নামাঞ্জনীয়া বোলে। কাজল পদাৰ্থটো চকুৰ কাৰণে ভাল। নামাঞ্জনীয়া ভাগৰ কেন্দ্ৰটো অৰ্থাৎ উৎপত্তিৰ স্থল হ'ল দেবৰ্ষি নাৰদ। নাৰদ মুনিয়ে প্ৰহলাদ, ধ্ৰুব আদিক নামৰ অঞ্জন দি তেওঁলোকক মহাভকত কৰি বৈকুণ্ঠ প্ৰাপ্তি কৰিছিল। গুৰুজনাৰ দিনত নাৰায়ণ দাস ঠাকুৰ আতাই সেই ভাৰ গ্ৰহণ কৰি গোপাল আতা বৰবিষ্ণু আতা আদিক গুৰুমুখী কৰি ভকতৰ শাৰীলৈ তোলে। উক্ত আহিকে অনুসৰণ কৰি এতিয়ালৈকে সত্ৰত নামাঞ্জনীয়া বুঢ়া ভকতৰ পদটো ৰক্ষা কৰি থকা হৈছে। এওঁলোকৰ এতিয়া কৰ্ত্তব্য হ'ল সত্ৰাধিকাৰ গৰাকীক সত্ৰৰ যাবতীয় কাৰ্য্যত সহায় কৰা আৰু শিষ্যক হৰি ভক্তিৰ মন্ত্ৰৰ শিক্ষা দি তেওঁলোকক প্ৰকৃত হৰি ভকত কৰি তোলা। সেই কাৰণেই চাৰিখন বহাক পাৰমাৰ্থিক দৃষ্টিত বৈকুণ্ঠৰ চাৰিখন দুৱাৰৰ লগত তুলনা কৰা হয়। আনহাতে বৈকুণ্ঠৰ সপ্তম দুৱাৰ কৰিবলৈ হলে পিচৰ ভাগৱতী আতৈৰ বহা আৰু বৰকলীয়া আতৈৰ বহাৰ লৈতে সৰ্ব্বমুঠ ছখন বহা হোৱাৰ পিচত আৰু এখন বহা গৌণভাৱে থকাত সৰ্ব্বমুঠ সাতখন বহা হ'ল। সেই বহাখন হ'ল

"মুদৰি আতৈৰ বহা" । সেইখন বহা স্থাপিত হোৱাত সপ্তম দুৱাৰৰ নেথ পূৰ কৰিছে ।

প্ৰতিখন বহাৰ প্ৰতিষ্ঠাপক তাৰ ইতিহাস আৰু তথ্যাদি আমি আগলৈ প্ৰকাশ কৰিম । এতিয়া এই প্ৰসঙ্গ সমাপ্ত কৰা হৈছে ।

(খ-৮)- ভাগৱতী ঃ ভাগৱতীজনে ভাগৱত পাঠ কৰে। দৈনন্দিন ভাগৱত পাঠ কৰাৰ নিয়ম, কিন্তু অনিবাৰ্য্য কাৰণ-বশতঃ বন্ধও থাকে । নৈমিত্তিক উৎসৱাদিত ভাগৱত পাঠ কৰিব লগাটো বাধ্যতামূলক। দবা মৰাৰ পিচতে ভাগৱতৰ মঙ্গলাচৰণ কৰি শ্লোক আৰম্ভ কৰে। দৈনন্দিন পাঠ কৰিবলৈ হলে প্ৰথম স্কন্ধৰ পৰা একাদিক্ৰমে পাঠ কৰিও নিব পাৰে। এই নিয়মে বৰ্ত্তমানলৈকে চলি আছে। ভাগৱতী এজন মাত্ৰ থাকে।

(খ—৯)- পাঠক ঃ– ভাগৱত পাঠৰ আগত কীৰ্ত্তন ঘোষা দিয়া আৰু ভাগ-ৱতৰ পিচত পদ্য পুথি পাঠ কৰাই এওঁৰ কাম। ভাগৱতী জনতকৈ এওঁৰ সন্মান বেছি। দুজনা গুৰুৰ ৰচিত পদ্য পুথি একাদিক্ৰমে পাঠ হয়। ভাগৱত পাঠ কেতিয়াবা বন্ধ থাকিলেও পাঠ বন্ধ হ'ব নোৱাৰে। সমগ্ৰ প্ৰসঙ্গটোৰ গুৰি ধৰোঁতা পাঠকজন। এওঁ দিনটোৰ তিনিটা প্ৰসঙ্গত উপস্থিত থাকিব লাগে। পাঠক প্ৰায় চাৰিজন থাকে। কম বেচিও হ'ব পাৰে।

(খ—১০) নামলগোৱা ঃ— এওঁ প্ৰসঙ্গৰ আৱভণি কৰে। পুৱাৰ গীত গোৱা, কুলুপীয়া ঘোষা গোৱা, সামৰণি কৰা ইত্যাদি কাম এওঁৰ হয়। দৈনন্দিন তিনিওটা প্ৰসঙ্গত এওঁৰ উপস্থিতিৰ প্ৰয়োজন নামলগোৱা চাৰিজন থাকে। কম বেচিও হয়।

(খ—১১)- ভঁৰালী ঃ সত্ৰৰ নিত্য ব্যৱহাৰ্য্য তথা নৈমিত্তিক ব্যৱহাৰ্য্য বস্তু, পুথি ভঁৰাল, ধনৰ ভঁৰাল, চাউল ভঁৰাল, কাঁহি, বাটি, [illegible] কলহ আদি সত্ৰীয়া সম্পত্তিৰ ভঁৰাল আদিৰ ৰক্ষক আৰু বাদলা খাতা পুহৰ ঘিৰি জলোৱাৰ

দায়িত্ব এওঁৰ। সত্ৰলৈ অতিথি অভ্যাগত আহিলে শুশ্ৰূষা কৰাৰ দায়িত্ব এওঁৰ সৰ্ব্বাধিক। মঠতে সত্ৰ চলিব পৰা সমস্ত বস্তুৰ ওপৰত এওঁৰ দৃষ্টি সৰ্ব্বপ্ৰকাৰে থাকিব লাগিব। এওঁক সত্ৰৰ প্ৰাণ বুলি কলেও অত্যুক্তি নহয়। ভৰালী এজন থাকে। এওঁক সম্পাদক বুলিও কব পাৰি।

(খ—১২)- দেউৰী :— সত্ৰৰ নিত্য আৰু নৈমিত্তিক পৰ্ব্বত এওঁ প্ৰসাদ নিৰ্ম্মালি বিতৰণ কৰে। নৈবেদ্য অৰ্পণ, নৈবেদ্যৰ বস্তু প্ৰস্তুতকৰণ আদি কাৰ্য্য এওঁৰ। এজনৰ পৰা চাৰি জন পৰ্য্যন্ত দেউৰী থাকে। কীৰ্ত্তন ঘৰলৈ বাহিৰা মানুহ আহিলে প্ৰসঙ্গত প্ৰসাদ নিৰ্ম্মালি বিতৰণৰ কাৰণে বেলেগ চাৰি পাচঁজন দেউৰী থাকে। গতিকে সত্ৰৰ ভকত আৰু বাহিৰৰ অন্যলোকৰ কাৰণে দেউৰী দুটা ভাগত বিভক্ত।

( খ — ১৩ )— আলহী আলধৰাঃ— এওঁ সত্ৰৰ নিত্য আৰু নৈমিত্তিক পৰ্ব্বত নৈবেদ্যৰ বাবে মাহ দলা, কল কটা, পানী অনা, আতাৰ গৃহ, গুৰু গৃহ আদি মাৰ্জ্জন কৰা আদিৰ দায়িত্ব পালন কৰিব লাগে। অতিথি শুশ্ৰূষা (সত্ৰৰ) আদি কাৰ্য্যও এওঁৰ।

আলহী আলধৰা এজন বা দুজনহে থাকে।

(খ-১৪)—দবাদাৰাঃ —সত্ৰৰ নিত্য নৈমিত্তিক প্ৰসঙ্গত দবা মৰাৰ দায়িত্ব এওঁৰ ওপৰত। দবাদাৰী এজন থাকে। এওঁ সত্ৰীয়া বেতন পায়। এওঁ দিনে ৰাতিয়ে সাতবাৰ দবা মাৰিব লাগে।

(খ—১৫)—বৰাঃ— সত্ৰৰ প্ৰয়োজনীয় কাৰ্য্যত এওঁ সংগঠন, সকলোকে একত্ৰি-কৰণ, কোনোবা ব্যক্তিক নিমন্ত্ৰণ আদি কাৰ্য্য কৰিবৰ কাৰণে দায়িত্ব থাকে আৰু কৰে। ভকতৰ কোনো সময়ত অবহেলা বা গাফিলতি হ'লে এওঁ নানা তিৰস্কাৰ কৰি-লেও এওঁৰ ওপৰত দোচৰ নাথাকে।

(খ—১৬)—কাকতি—এওঁ সত্ৰৰ কাকত পত্ৰ লিখে। কাকত লিখে বাবে কাকতি। সত্ৰলৈ অহা পত্ৰ-পাতি দিলে সদুত্তৰ লিখে

আৰু সত্ৰৰ ধৰ্মা ধৰ্মচৰ্যা হিচাব পত্ৰ তথা অন্যান্য কামত তৰ্ণাজী অনেক সৰ্ব্বতো প্ৰকাৰে সহায় কৰে। তৰ্ণাজীৰ হাতত জমা হোৱা টকা পইচা, মাহ, চাউল আৰু সত্ৰৰ নিত্য নৈমিত্তিক প্ৰয়োজনীয় সামগ্ৰী বোৰৰ হিচাব কিতাপ এওঁ ৰাখিব লাগে ইত্যাদি।

(খ ১৭) কৰাপাট - কৰাপাট মানে সত্ৰ প্ৰৱেশ তোৰণ বা প্ৰবেশদ্বাৰ। সত্ৰৰ অৱস্থিতি বুজাবলৈ বা সত্ৰক বিশেষ শ্ৰেণী হিচাবে বুজাবৰ কাৰণে সত্ৰৰ বাহিৰত এটি আটক ধুনীয়া গৃহ নিৰ্ম্মাণ কৰি থোৱা হয়। কৰাপাট দুটা —এটা বাহিৰ কৰাপাট আৰু আনটো ভিতৰ কৰাপাট

কৰাপাট শব্দটো 'কপাট' শব্দটোৰ এটা অপভ্ৰংশ শব্দ। কপাট মানে চাকোন। মহাপুৰুষ শঙ্কৰদেৱৰ ভাষাৰেঃ—

বৈদূৰ্য্য স্তম্ভ স্ফটিকৰ বাৰ।
মানিক কপাট হীৰাৰ দ্বাৰ॥ কীৰ্ত্তন

মাধৱদেৱৰ ভাষাৰে ঃ

বা শবদক উচ্চৰন্তে  ৰাম ৰাম ৰাম ৰাম ৰাম
মুখহন্তে বাজ হুৱা পলায় পাপ মানে।
পুণ্য মানে হোৱে অভ্যন্তৰ  ৰাম ৰাম ৰাম ৰাম ৰাম
ম বুজি আতি কপাট মাৰয় টানে॥

নাম ঘোষা

গতিকে কৰাপাট বা কপাট শাস্ত্ৰীয় শব্দ। সত্ৰ প্ৰৱেশৰ আগমুহূৰ্ত্তত সত্ৰৰ ধ্বজ স্বৰূপ কৰা পাটত পদাৰ্পণ কৰিহে সত্ৰৰ ভিতৰ প্ৰবেশ কৰিব পাৰে। আনহাতেদি সত্ৰত উপানহ (জোতা), চাইকেল, মটৰ গাড়ী আদি উক্ত স্থানৰ পৰা নামিবৰ কাৰণে উক্ত কৰাপটে ইংগিত দিয়ে। বাহিৰ কৰাপাটতে যানৰ পৰা নামি ভিতৰ কৰাপাটত প্ৰৱেশ কৰি সত্ৰৰ চাৰি হাটী দৰ্শন কৰাৰ সুযোগ পায়। মহাপুৰুষ শঙ্কৰদেৱে সত্ৰ দৰ্শনৰ পূৰ্ব্বতে কিছুমান কৰিব লাগে, তাৰ এটি সুন্দৰ নিদৰ্শন ভাওঁ ধৰিছে এনেদৰে হৰমোহন অধ্যাপক—

আকাশৰ পথে গৌৰীনাথ গৈলা জানি।
বিক্ৰম পুৰীক আণ্টাইলেক দৰশনি॥
দুৱাৰত নামি হৰ আৰু গৌৰী মাত্ৰ।
বিষ্ণুক সাৰণি দুয়ো তৈল ভূমি পাত্ৰ।

মাধৱৰ মন্দিৰক দূৰতে আকলি।
প্ৰণামিলা শঙ্কৰে কৰিয়া কৃতাঞ্জলি ॥

কীৰ্ত্তন/হৰমোহন

সত্ৰৰ প্ৰবেশৰ প্ৰাক্‌কালতে সত্ৰ দৰ্শনৰ বাবে অহা যাত্ৰীসকলে সত্ৰৰ সন্মানাৰ্থে যান-বাহনৰ পৰা নামিব লাগে। বিষ্ণু মন্দিৰত উচ্চাসন বা উচ্চ স্থানত উপবেশন নিষিদ্ধ কৰিছে সাত্বত তন্ত্ৰই। জোতা আদি খোলাৰ এটি বৈজ্ঞানিক নিয়মো ইয়াত আছে। ভৰিত জোতা পিন্ধি দূৰ দেশ ভ্ৰমণ কৰিলে তাত বহু ঠাইৰ পৰা বিষাক্ত বীজাণু লাগি আছে। সত্ৰানুষ্ঠান পবিত্ৰ। উক্ত বীজাণুযুক্ত জোতা চাইকেলৰ প্ৰবেশে সত্ৰৰ পবিত্ৰতা হানি কৰে। সেই কাৰণে সত্ৰৰ বাহিৰতে জোতা চাইকেল থব লাগে। সত্ৰত চিগাৰেট, কানি. ভাং, মদ আদি মাদক পদাৰ্থ সেৱন কৰাও নিষিদ্ধ। তাৰ পৰাও সত্ৰৰ পবিত্ৰতা নষ্ট হয়।

(খ—১৮)- বাতৰি সোধা নিয়ম ঃ -

বাতৰি সোধা বা বাৰ্ত্তা সোধা নীতি এটা কমলাবাৰী সত্ৰত আছে। কমলাবাৰী সত্ৰতে ই সীমাবদ্ধ নহয়। বৰপেটা মধুপুৰ সত্ৰ আৰু তৎ সংস্ৰৱ অন্যান্য মহাপুৰুষীয়া সত্ৰ সম্প্ৰদায়ৰ মাজতো ইয়াৰ প্ৰচলন আছে। এতিয়া বৰদোৱা সত্ৰতো ইয়াৰ বিকাশ হৈছে। আগতে নাছিল বুলি জনা যায়। বাতৰি সোধাৰ সৰ্থ হ'ল আজিকালি আমি এজন প্ৰিয় আপোন ব্যক্তিক লগ পালে সোধা হয় "ভালে আছেনে"? "কোনে আছে" ইত্যাদি। কিন্তু সত্ৰৰ বাতৰি সোধা মানে ব্যক্তিগত মঙ্গল বাতৰি সোধা নহয় বা ই ব্যক্তি কেন্দ্ৰীক নহয়, ই হ'ল সাৰ্ব্বজনিন্। ভকত সকলে হৰিগুণ গাই কেনে আছে বা হৰিগুণ গোৱা কাৰ্য্য সুকলমে সমাধা হৈছেনে নাই তাকে বাতৰি সোধা হয়। সত্ৰত যদি কোনোবা ৰোগগ্ৰস্ত শয্যাশায়ী অৱস্থাত মৃত্যুমুখী ভকত থাকে, তাৰপ্ৰতি কাৰো লক্ষ্য নাই বা সেই বাতৰি সোধাৰ উদ্দেশ্য নহয়। নাম গোৱা ভকতৰ বাতৰিহে সোধা হয়। উল্লেখনীয় বিষয় এই যে এই বাতৰি কমলাবাৰী সত্ৰৰে সোধা নহয়—বৰপেটা আৰু তৎ আজ্ঞাপ্ৰাপ্ত আশে পাশে থকা সত্ৰ, মধুপুৰ আৰু তৎ আজ্ঞাপ্ৰাপ্ত আশে পাশে থকা সত্ৰ, চমৰীয়া সত্ৰ, আৰু তৎ আজ্ঞাপ্ৰাপ্ত আশে পাশে থকা সত্ৰ আৰু বৰদোৱা সত্ৰৰ সাৰ্ব্বজনিন্ কুশল বাতৰি সোধা নিয়ম। উক্ত বাতৰি সোধাৰ নিয়ম কৃষ্ণদেৱৰ দিনৰ পৰাই চলি আহিছে যেনে—

পুছিলা কুশল বাৰ্ত্তা উদ্ধৱক নন্দে ।
তোমাক দেখিলো কিনো পৰম আনন্দে ॥
যাদৱ বংশৰ বাপ কহিয়ো কল্যাণ ।
শুনো হৰি কথা ইটো অমৃত সমান ॥
ইসে তৰাইবাক পাৰে ঘোৰ সংসাৰত ।
চাৰিয়ো বেদৰ জানা এহিসে সমস্ত ॥

মহাপুৰুষ দুজনা গুৰুৰ দিনত উক্ত আদৰ্শকে লৈ ৰাতৰি সোধাৰ নিয়ম এটি তেৰা সবেই প্ৰবৰ্ত্তন কৰি গৈছে । নহ'লেনো বৰপেটা, মধুপুৰ আৰু কমলাবাৰী অসমৰ এই তিনিখন প্ৰধান সত্ৰত একেটা নীতি প্ৰবৰ্ত্তন হ'ব পাৰেনে ? ৰাতৰি সোধাৰ সম্পূৰ্ণ বিস্তৃতি দাঙি ধৰাটো সুকঠিন । ভাগৱত চৰিত পুথিৰ উদ্ধৃতি দিলে আলোচনা বহল হোৱাৰ ভয়ত প্ৰতিক ধোৰহে মাত্ৰ সামান্য বিবৰণ এটি প্ৰকাশ কৰা হ'ল । ৰাতৰি কেনেকৈ সোধে তাকো প্ৰকাশ কৰিবলৈ হ'লে বিষয় বস্তুটো দীঘল হ'ব । প্ৰতিকে তাৰ ধৰা বিৰত থকা হ'ল । এই অধ্যায় ইমানতে শেষ হৈছে ।

শঙ্কৰী সঙ্গীতৰ ধাৰা আৰু নিদৰ্শন ঃ

অতীত কালৰ পৰা সাম্প্ৰতিক কাল পৰ্য্যন্ত বৰ্ত্তি থকা ভাৰতীয় ধৰ্ম্ম-কৃষ্টি-সংস্কৃতি যে পৃথিৱীৰ অন্য ধৰ্ম্ম সংস্কৃতিতকৈ সৰ্ব্বাধিক প্ৰাচীন, সৰ্ব্বাগ্ৰগন্যা সেই কথা নীতিগত ভাবেই সৰ্ব্ব সমৰ্থিত আৰু স্বীকৃত । ভাৰত হ'ল ভগৱন্তৰ লীলাভূমি, ভগৱৎ প্ৰেৰিত মহানুভৱ সন্ত সাধু ঋষি মুনি মহাপুৰুষ সকলৰ আবাস স্থান । ভাৰতৰ বহিৰ্ভূত অন্য দেশ দেশান্তৰ সময় বিশেষে মানুহৰ দ্বাৰা আবিস্কৃত বুলিও জনা যায় । কিন্তু ভাৰত তেনে নহয় । ভাৰত হ'ল ভগৱৎ সমৰ্থিত তথা আবিস্কৃত ভূমি যাক মহাপুৰুষৰ ভাষাৰে কয় 'ধন্য ধন্য কলি কাল, ধন্য নৰ তনু ভাল, ধন্য ধন্য ভাৰত বৰিষে" বুলি । মহাপুৰুষ শঙ্কৰদেৱে তেৰাৰ ভক্তি ৰত্নাকৰ গ্ৰন্থত "ভাৰত ভূপ্ৰশংসা" নাম দি এটা পৃথক অধ্যায়ৰ সৃষ্টি কৰিছে । যি কি নহওক আমি এই অধ্যায়ত ভাৰতীয় সংস্কৃতি আৰু তাৰে অঙ্গ হিচাপে অসমৰ শঙ্কৰী সঙ্গীতৰ উদ্ভৱ, বিকাশ, প্ৰচাৰ, প্ৰসাৰ তথ্যাদি বিশ্লেষণাত্মক এটি মূল্যায়ণ বা আলোচনা কৰাৰ প্ৰয়াস কৰা হৈছে সীমিত ভাবেৰে ।

নাট্য কলাৰ বা অভিনয় কলাৰ আদি উৎপত্তি কেন্দ্ৰ ভাৰতবৰ্ষ । বৈদিক যুগৰ সামগান আদিয়েই তাৰ সাক্ষ্য । অপৌৰুষেয় চতুৰ্ব্বেদ মধ্য নিহিত

বাণী, গীতি, অভিনয় আৰু অনুভূতি বা ৰসৰ কথাকে থোৰতে আভুজিয়াব পাৰি। চতুৰ্ব্বেদক কেন্দ্ৰ কৰি ৰচিত হৈছিল নাট্যবেদ বা যাক পঞ্চম বেদ বুলিও কয়। উক্ত নাট্য বেদ প্ৰণেতা আছিল প্ৰসিদ্ধ ব্ৰহ্মা দেৱ।

ভাৰত নাট্য শাস্ত্ৰত এটি কাহিনী পোৱা যায়। কাহিনীটো এনেকুৱা — পূৰ্ব্ব কালত স্বায়ম্ভুব মন্বন্তৰত যেতিয়া সত্যযুগ অতিক্ৰান্ত হ'ল আৰু বৈৱস্বত মন্বন্তৰত ত্ৰেতাযুগৰ আৰম্ভ হ'ল আৰু জনগণ ইন্দ্ৰিয়াসক্ত হৈ কাম আৰু লোভৰ বশবৰ্ত্তী তথা ঈৰ্ষা, ক্ৰোধ, দুখৰ লগত মিশ্ৰিত সুখ পাবলৈ ধৰিলে লোকপাল সকলৰ দ্বাৰা ৰক্ষিত জম্বুদ্বীপ দেৱতা, দানৱ, গন্ধৰ্ব্ব, যক্ষ ৰাক্ষস, সৰ্পাদি সমূহে পৰিপূৰ্ণ হ'ল, তেতিয়া ইন্দ্ৰাদি দেৱতা সকলে ব্ৰহ্মাৰ ওচৰলৈ গৈ কলে-আমি এনেকুৱা এটি আনন্দদায়ক বস্তু চাওঁ যিটো শ্ৰব্য আৰু দৃশ্য। যিহেতু বেদ চৰ্চ্চাত শূদ্ৰসকলৰ অধিকাৰ নাই, সেই কাৰণে অন্য এখন পঞ্চম বেদৰ সৃষ্টি কৰক যিখন সৰ্ব্ব বৰ্ণৰে উপযোগী হয়। দেৱতা সকলৰ কথাত ব্ৰহ্মাই সম্মতি জনালে আৰু যোগস্থ হৈ চতুৰ্ব্বেদ স্মৰণ কৰিবলৈ ধৰিলে।

ব্ৰহ্মাই ভাবিলে এই ইতিহাস ভিত্তিত পঞ্চম নাট্য বেদ সৃষ্টি কৰিম — য'ত ধৰ্ম্ম, অৰ্থ আৰু যশস্যা লাভৰ উপায়, সদুপদেশ সংগ্ৰহ থাকিব, যিটোত ভৱিষ্যতে মানুহৰ সকলো কৰ্ম্মৰ পথ পদৰ্শক হ'ব, সৰ্ব্ব শাস্ত্ৰৰ অৰ্থ যুক্ত আৰু সকলো শিল্প প্ৰদৰ্শক হ'ব। এনেকৈ চিন্তা কৰি ব্ৰহ্মাই ঋক্ বেদৰ পৰা পাঠ্য বা বাণী, সামবেদৰ পৰা গীত, যজুৰ্ব্বেদৰ পৰা অভিনয় আৰু অথৰ্ব্ব বেদৰ পৰা ৰস লৈ পঞ্চম বেদ অৰ্থাৎ নাট্য বেদৰ সৃষ্টি কৰে। উক্ত নাট্য বেদক উপবেদ হিচাবত ধৰা হয়। উপবেদ চাৰিখন আয়ুৰ্ব্বেদ, ধনুৰ্ব্বেদ, গন্ধৰ্ব্ববেদ, আৰু স্থাপত্য বেদ। ভাৰতীয় অষ্টাদশ-বিদ্যাৰ ভিতৰত গন্ধৰ্ব্ব বিদ্যাও পৰে যেনে—

অঙ্গানি বেদ চত্বাৰঃ মীমাংসান্যায়বিস্তৰঃ।
পুৰাণং ধৰ্ম্মশাস্ত্ৰঞ্চ বিদ্যাহ্যেতা চতুৰ্দ্দশঃ॥
আয়ুৰ্ব্বেদ ধনুৰ্ব্বেদ গান্ধৰ্ব্বঃ দণ্ডনীতয়ঃ॥

অৰ্থাৎ :— বিদ্যা ওঠৰ প্ৰকাৰ যেনে চাৰিবেদ, শিক্ষা, কল্প, নিৰুক্ত, ছন্দ, জ্যোতিষ, ব্যাকৰণ, মীমাংসা, ন্যায় শাস্ত্ৰ, পুৰাণ, স্মৃতি সংহিতা আয়ুৰ্ব্বেদ, ধনুৰ্ব্বেদ, গন্ধৰ্ব্ববেদ আৰু দণ্ড নীতি।

নাট্যবেদক গান্ধৰ্ব্ববেদ কিয় কোৱা — "নাট্যবেদ এব গীত প্ৰাধান্য বিবক্ষয়া গান্ধৰ্ব্ববেদ উচ্যতে"। নাট্যবেদ কিয় কোৱা "অভিনয় প্ৰাধান্য বিবক্ষয়াতু নাট্যবেদ ইত্যুচ্যতে" (কল্লিনাথ টীকা)।

নাট্যবেদ সৃষ্টি কৰি ব্ৰহ্মাই ইন্দ্ৰক কলে-মই ইতিহাস ৰচনা কৰিলোঁ। সেইখন দেৱতাসকলৰ মাজতে প্ৰবৃত্ত হওক। তুমি তেওঁলোকৰ মাজতে নাট্যবেদৰ প্ৰৱৰ্ত্তন কৰা, যিসকল কৌশলী, 'বিজ্ঞ, প্ৰগল্ভবাক্ আৰু কঠোৰ শ্ৰমত অভ্যস্ত'। ইন্দ্ৰই কলে দেৱতাসকলে এই নাট্য বেদ গ্ৰহণ কৰিব নোৱাৰে, কাৰণ তেওঁলোক নাট্য কৰ্ম্মযোগ্য নহয়। ঋষি সকলেহে বেদসমূহৰ ৰহস্য জানে, তেওঁলোক ব্ৰত সিদ্ধ। গতিকে নাট্যবেদৰ ৰহস্য বুজা, কৰা আৰু প্ৰয়োগ কৰিবলৈ তেওঁলোক সক্ষম। ইন্দ্ৰৰ কথা শুনি ব্ৰহ্মাই ভৰত মুনিক মাতি আনি কলে — তুমি এশ পুত্ৰ সহ এই নাট্যবেদ প্ৰয়োগ কৰা। ব্ৰহ্মাৰ আদেশ পাই ভৰত মুনিয়ে ব্ৰহ্মাৰ ওচৰত নাট্যবেদ শিকি পুত্ৰসকলক (এশ পুত্ৰক) পঢ়ালে। এশ পুত্ৰৰ নাম যথাক্ৰমে শাণ্ডিল্য, বাৎস্য, কোহল, দত্তিল, জটিল, অম্বষ্টক, তণ্ডু, অগ্নিশিখ, সৈন্ধৱ, পুলোমা, শাদ্বলী, বিপুল, কপিঞ্জল, বাদৰি, যম, ধূম্ৰায়ণ, জম্বুধ্বজ, কাকজঙ্ঘ, স্বৰ্ণক, তাপস, কেদাৰি, শালিকৰ্ণ, দীৰ্ঘগাত্ৰ শালিক, কৌৎস, তাণ্ডায়নি, পিঙ্গল, চিত্ৰক, বন্ধুল, ভল্লক, মুষ্টিক, সৈন্ধৱ স্বৰ্ণ, তৈতিল, ভাৰ্গৱ, শুচিবহুল, অবুধ বুধসেন, পাণ্ডুকৰ্ণ, কেবল, ঋজুক, মণ্ডক, সম্বৰ, বঞ্জুল, মাগধ, সৰল, উগ্ৰকৰ্ত্তা, তুষাৰ, পাৰ্ষদ, গৌতম, বাদৰায়ণ, বিশাল, শবল, সুনাভ, মেষ, কালিয়, ভ্ৰমৰ, পীঠমুখ মুনি, নখকুট্ট, অশ্মকুট, ষট্পদ, উত্তম, পাদুক, উপানৎ, শ্ৰুতি, চাষস্বৰ, অগ্নিকুণ্ড, আজ্যকুণ্ড, বিতণ্ড্য তাণ্ড্য, কৰ্ত্তৰাক্ষ, হিৰণ্যাক্ষ, কুশল, দুঃসহ, লাজ, ভয়ানক, বীভৎস বিচক্ষণ, পুণ্ড্ৰাক্ষ, পুণ্ড্ৰনাস, অসিত, সিত, বিদ্যুজ্জিহ্বৰ, মহাজিহ্বৰ, শালংকায়ণ, শ্যামায়ন, মাঠৰ, লোহিতাঙ্গ, সংবৰ্ত্তক, পঞ্চশিখ, ত্ৰিশিখ, শিখ, শঙ্খবৰ্ণমুখ, ষণ্ড, শংকুকৰ্ণ, শক্ৰনেমি, গভস্তি, অংশুমালি, শঠ, বিদ্যুৎ শাতজঙ্ঘ, ৰৌদ্ৰ, বীৰ। এই শতপুত্ৰক লৈ জনমঙ্গলৰ কাৰণে ভৰত মুনিয়ে যি যি ভূমিকাৰ বাবে যি যি যোগ্য, সেইমতে বিভাগ আৰু নিযুক্তি কৰি দিলে। এওঁলোকক নাট্যবেদ শিক্ষা দিয়াৰ পিচত ভৰতে ব্ৰহ্মাক তেওঁ কৰা কামৰ আভাষ দিলেগৈ। ব্ৰহ্মাই ভৰতক কৈশিকী বৃত্তি প্ৰয়োগ কৰিবৰ কাৰণে উপদেশ দিলে আৰু মানস পটৰ পৰা নাট্যশালা বা নাট্যালঙ্কাৰ চতুৰা অপসৰা সমূহৰ সৃষ্টি কৰিলে। এওঁলোকক সৃষ্টি কৰাৰ কাৰণ হ'ল কৌশিকী বৃত্তি অৰ্থাৎ লাস্য ভাৱ

নাৰী ব্যতিৰেকে পুৰুষে সৃষ্টি কৰিব নোৱাৰে। প্ৰেম, শৃঙ্গাৰ ৰস, ভাব প্ৰকাশ কৰিবৰ কাৰণে আৰু অভিনয়ৰ সৌন্দৰ্য্য বৰ্দ্ধনৰ কাৰণে কৌশিকী বৃত্তিৰ অত্যন্ত প্ৰয়োজন। কৌশিকী বৃত্তিৰ বাবে সৃষ্ট অপ্সৰা সকলৰ নাম এইবোৰ মঞ্জুকেশী, সুকেশী, মিশ্ৰ কেশী, সুলোচনা, সৌদামিনী, দেৱদত্তা, দেৱসেনা, মনোৰমা, সুদতী, সুন্দৰী, বিদগ্ধা, সুমালা, সন্ততি সুনন্দা, সুমুখী, মাগধী, অৰ্জুনী, সৰলা, কেৰলা, ধৃতি, নন্দা, সুপুষ্কলা আৰু কলভা। ব্ৰহ্মাৰ মানসী সৃষ্টি অপ্সৰা সমূহেই ভাৰতৰ আদি অভিনেত্ৰী আৰু ভৰতৰ শত পুত্ৰই হ'ল প্ৰথম অভিনেতা। ইয়াৰ পিচত সশিষ্যে স্বাতি নামক ঋষি বাদ্যযন্ত্ৰ বজোৱাৰ কাৰণে আৰু নাৰদাদি স্বৰ্গীয় সঙ্গীতজ্ঞসকল গীত গাবৰ কাৰণে নিযুক্ত হ'ল। এয়াই হ'ল ভাৰতৰ প্ৰথম নাট্য সম্প্ৰদায়। এনেকৈ ভৰতে নিজৰ দল গঠন কৰি কৃতাঞ্জলি হৈ ব্ৰহ্মাক ক'লে নাট্য শিক্ষা সমাপ্ত হৈছে। এতিয়া কি কৰিব লাগে আদেশ কৰক। ব্ৰহ্মাই ক'লে নাট্যানুষ্ঠানৰ অতীব উপযোগী সময় উপস্থিত হৈছে। ইন্দ্ৰধ্বজ উৎসৱ আৰম্ভ হৈছে, বৰ্ত্তমান এই উপলক্ষ্যতে নাট্যবেদ প্ৰয়োগ কৰা। দেৱতাৰ সৈতে দানবৰ হোৱা সংঘৰ্ষত দেৱতাগণৰ বিজয় আৰু দানবৰ পৰাজয় সম্পৰ্কত ইন্দ্ৰৰ বিজয়ৰ স্মৃতি ৰক্ষাৰ্থে আনন্দিত দেৱতাসকলে একত্ৰে মিলিত হৈ উক্ত ইন্দ্ৰধ্বজ মহোৎসৱৰ আয়োজন কৰিছিল। উক্ত মহোৎসৱত অভিনয়ৰ প্ৰাৰম্ভতে ভৰতে প্ৰথমে নান্দী ৰচনা কৰিলে। নান্দী হ'ল অষ্টাঙ্গ পদযুক্ত বিচিত্ৰ আৰু দেৱ প্ৰিয় আশীৰ্ব্বচন। ইয়াৰ পিচত যেনেকৈ দৈত্যগণে দেৱতাসকলৰ ওচৰত পৰাজয় বৰণ কৰিছিল, তাৰ অনুকৰণত ঘটনাৰ বিষয়বস্তু ঠিক তদনুৰূপেই নাটকত সন্নিবেশ কৰা হ'ল। ইয়াত ক্ৰোধপূৰ্ণ সংঘৰ্ষ, পলায়ন, অঙ্গচ্ছেদ, অঙ্গভেদ, আৰু অন্যান্য কাৰ্য্যক্ৰম অভিনীত হৈছিল। অভিনয় দৰ্শন কৰি ব্ৰহ্মাদি দেৱগণ পৰম আনন্দিত হৈ ভৰতৰ পুত্ৰসকলক নানাবিধ পাৰিতোষিক বস্তু দান কৰিবলৈ ধৰিলে। ইন্দ্ৰই শুভধ্বজা, ব্ৰহ্মাই বিদূষকৰ ব্যৱহাৰোপযোগী বক্ৰদণ্ড, বৰুণে ভৃঙ্গাৰ, সূৰ্য্যই ছাতি, শিৱই সিদ্ধি, বায়ুৱে ব্যজন, বিষ্ণুৱে সিংহাসন, কুবেৰে মুকুট আৰু সৰস্বতীয়ে দ্ৰষ্টব্য আৰু শ্ৰৱণীয় আদি উপঢৌকন প্ৰদান কৰিলে। সেই সভাত উপস্থিত অন্যান্য স্বৰ্গবাসী দেৱতাগণ আৰু গন্ধৰ্ব, যক্ষ, ৰাক্ষস, পন্নগ সকলে অত্যন্ত প্ৰীত হৈ ভৰতৰ পুত্ৰ অভিনেতা সকলক ভিন্ন ভিন্ন ভূমিকাৰ উপযোগী বিবিধ অৰ্থযুক্ত বাক্য ভাব, ৰস, আকৃতি, অঙ্গ সঞ্চালন, বৰ্ণ প্ৰদান কৰিছিল।

নাটকাভিনয়ত যেতিয়া দৈত্য দানৱৰ বধ বিষয়ক অভিনয় দৃশ্য আৰম্ভ হ'ল, তেতিয়া সেই সভাত অনিমন্ত্ৰিত উপস্থিত দৈত্য দানৱ সকল ক্ৰোধত গৰ্জ্জি উঠিল। বিঘ্ন সমূহৰ নেতা বিৰূপাক্ষই সদলে অভিনয় ধ্বংস কৰাৰ অভিপ্ৰায়েৰে মায়া ৰচনা কৰি নৃত্য পৰায়ণ অভিনেতাসকলৰ বাক্য, ক্ৰিয়া, স্মৃতি শক্তি দুৰ্ব্বল কৰি দিলে। তেনেকুৱা ধ্বংসাত্মক কাৰ্য হোৱা দেখি ইন্দ্ৰই ধ্যানস্থ হৈ দৈত্য সকলৰ কাৰ্য্যৰ কথা বুজিব পাৰিলে। সভাৰ চতুৰ্দ্দিশে বিঘ্নসমূহে পৰিবেষ্টিত হোৱা আৰু অন্যান্য অভিনেতাসকলৰ সৈতে সূত্ৰ-ধাৰ গৰাকী মূৰ্চ্ছিত আৰু অবশ হোৱা দেখি ক্ৰোধৰ ভমকত ইন্দ্ৰই পতাকাখন (ইন্দ্ৰধ্বজখন) তুলি লৈ ৰঙ্গমঞ্চত বিচৰণকাৰী অসুৰ আৰু বিঘ্নসকলৰ শৰীৰত প্ৰহাৰ কৰি তেওঁলোকক জৰ্জ্জৰিকৃত কৰি দিলে। তেওঁলোকৰ শৰীৰ চূৰ্ণ বিচূৰ্ণ হ'ল। তাকে দেখি স্বৰ্গবাসী আনন্দিত হ'ল আৰু দৈত্যসকলক ইন্দ্ৰধ্বজৰ দ্বাৰা আক্ৰমণ কৰি তেওঁলোকক জৰ্জ্জ-ৰিত কৰাত সেই ধ্বজৰ নাম 'জৰ্জ্জৰ' দিয়া হ'ল।

ইয়াৰ পিচত পুনৰ ধ্বজ মহোৎসৱ পূৰ্ণোদ্দমে চলিল। কিন্তু হতা-বশিষ্ট বিঘ্নবোৰে সক্ৰিয় হৈ পুনশ্চ নৰ্ত্তক সকলৰ মাজত ভয় প্ৰদৰ্শন কৰি-বলৈ লাগিল। তেতিয়া ভৰ্ত্তে পিতামহ ব্ৰহ্মাক কথাটো জনালে। ব্ৰহ্মাই তৎক্ষণাৎ বিশ্বকৰ্ম্মাক সৰ্ব্বসুলক্ষণসম্পন্ন এটি দুৰ্ভেদ্য নাট্য গৃহ নিৰ্ম্মাণ কৰি দিবলৈ আদেশ কৰিলে। কথামতে কাম হ'ল। সুন্দৰ প্ৰেক্ষাগৃহ নিৰ্ম্মিত হ'ল আৰু ব্ৰহ্মাই দৰ্শন কৰি আনন্দ পালে। লগে লগে প্ৰেক্ষাগৃহৰ প্ৰতিটো অংশ ৰক্ষা কৰিবৰ কাৰণে ভাগে ভাগে স্বেচ্ছাসেৱক হিচাবে দেৱতাসকলক নিয়োগ কৰিলে। যাতে প্ৰেক্ষাগৃহৰ কোনো অংশতে বিঘ্নসকল অত্যাচাৰ উপদ্ৰৱ কৰিব নোৱাৰে। ব্ৰহ্মাৰ আদেশমতে যথাস্থানৰ নিয়ন্ত্ৰক হিচাবে দেৱতা সকলে ভাগে ভাগে দায়িত্ব গ্ৰহণ কৰি ল'লে। এই অৱসৰতে ব্ৰহ্মাই বিৰূপাক্ষ প্ৰভৃতি দৈত্য আৰু অৱশিষ্ট বিঘ্নসকলৰ লগত আপোচ মীমাংসা কৰিবৰ কাৰণে মন দিলে। ব্ৰহ্মাই ক'লে "অভিনয় নষ্ট কৰিবৰ কাৰণে তোমালোকৰ ইমান চেষ্টা কিয়?" ব্ৰহ্মাৰ প্ৰশ্নত বিঘ্ননেতা বিৰূপাক্ষই ক'লে "দেৱতা সকলৰ ইচ্ছা পূৰ্ণ কৰিবৰ নিমিত্তে আপুনি যি নাট্যবেদ প্ৰণয়ন কৰিছে, তাৰ মুখ্য উদ্দেশ্য দেখা পাওঁ কৈ লোক চক্ষুৰ সমক্ষে আমালোকক হেয় প্ৰতিপন্ন কৰা। দেৱতা আৰু দৈত্য দুয়ো জাতি আপোনাৰে সৃষ্টি। আপোনাৰ ওচৰত আমি উভয় একেই সমান। তেন্তে কিয় আপুনি দেৱতাৰ প্ৰতি পক্ষপাত কৰিলে?" ব্ৰহ্মাই উত্তৰ দিলে "তোমালোকে ক্ৰোধ আৰু

বিষাদ পৰিহাৰ কৰা। তোমালোকৰ আৰু দেৱতা সকলৰ শুভাশুভ মূল কৰ্ম্ম, ভাব আৰু বংশানুসৰি এই নাট্যবেদ নিৰ্ম্মাণ কৰিছোঁ। ইয়াত মাত্ৰ দেৱ-দৈত্যৰ আপাৰোপ নাই। কাৰণ এই নাট্যবেদ সমগ্ৰ ত্ৰিভুবনৰ ভাৱৰ অভিনয়। ইয়াত কেতিয়াবা ধৰ্ম্ম, কেতিয়াবা খেলা, কেতিয়াবা অৰ্থ, কেতিয়াবা শান্তি, কেতিয়াবা হাস্য, কেতিয়াবা যুদ্ধ, কেতিয়াবা কাম আৰু কেতিয়াবা হত্যা। ই শিক্ষামূলক গ্ৰন্থ। যিজন অধৰ্ম্মী তেওঁক ধৰ্ম্ম শিক্ষা দিয়ে, কাম বিলাসীৰ কাম পৰিপূৰক, উদ্ধত সকলক শাসন, বিনীত সকলক আত্ম সংযম, নিস্তেজ ব্যক্তিক সাহস, বীৰ আৰু মানীলোকক উৎসাহ, 'মূৰ্খক জ্ঞান', পণ্ডিত সকলক প্ৰজ্ঞা, ঐশ্বৰ্য্যশালীক বিলাস, শোকগ্ৰস্তক শান্তি, অৰ্থকামী সকলক ধনধান্য, উদ্বিগ্নচিত্তক ধৈৰ্য্য আদি দান কৰে। বিবিধ ভাৱযুক্ত, নানা অৱস্থাৰ আৰু মানুহৰ কৰ্ম্মৰ উত্তম, মধ্যম আৰু অধম লোকৰ কৰ্ম্মাশ্ৰিত, মঙ্গলৰ উপদেশাত্মক। ধৈৰ্য্য, ক্ৰীড়া আৰু সুখাদিকাৰক এই নাট্যবেদ মই সৃষ্টি কৰিছোঁ। সংসাৰত যিজন শোকাভিভূত, অতি শ্ৰমকাতৰ, দুঃখিত তেওঁলোকৰ শোক-দুখ নিবাৰণৰ কাৰণে এই নাটক। তপস্বী সকলৰো বিশ্ৰামজনক। ই ধৰ্ম্মসম্মত, যশ প্ৰাপক, আয়ু বৰ্দ্ধক, শুভ বুদ্ধিদায়ক আৰু সৰ্ব্ব সাধাৰণৰ উপদেশজনক। ইয়াত জ্ঞান, শিল্প, কলা, বিদ্যা, যোগ, কৰ্ম্ম আদি আছে। গতিকে দেৱগণৰ প্ৰতি তোমালোকে ক্ৰোধ কৰা উচিত নহয়'। এনেকৈ সাম প্ৰয়োগেৰে বিঘ্ন সকলক শান্ত কৰি নাট্য মণ্ডপত যথাবিধি যজ্ঞ সম্পাদনৰ কাৰণে দেৱতাসকলক আদেশ কৰিলে। এয়াই হ'ল নাট্য বেদ উৎপত্তিৰ স্থূল মূল কাহিনী। স্বৰ্গত ব্ৰহ্মাই নাট্যবেদ লিখি প্ৰচাৰ কৰিলেও উক্ত নাট্যবেদৰ কাহিনীটোহে আছে, নাট পাবলৈ নাই। কিন্তু আচলতে নাটকৰ প্ৰচাৰ আৰু প্ৰসাৰ কৰিলে ভৰত মুনিয়ে তেওঁৰ এশ পুত্ৰৰ জৰিয়তে। পৃথিবীত নাট্য প্ৰচাৰ হ'ল ভৰত মুনিৰ পৰাই। তেওঁ লিখা নাট্যশাস্ত্ৰ (যাক আমি 'ভৰত নাট্য শাস্ত্ৰ'' বুলি কওঁ) সঙ্গীত বিষয়ত প্ৰসিদ্ধ আৰু অনুপম। তেওঁৰ পিচত নানাজনে সঙ্গীত বিষয়ৰ পুথি লিখিলেও সঙ্গীতৰ আটকধীয়া হিচাবে ভৰত মুনিৰ স্থান সৰ্ব্বতোপৰি প্ৰতিষ্ঠিত তথা প্ৰসিদ্ধ বুলি জনা যায়। উক্ত প্ৰাচীনতম আৰু সৰ্ব্বাপেক্ষা প্ৰামাণ্য গ্ৰন্থ "ভৰত নাট্য শাস্ত্ৰ" ৰ পিচত তাৰ আলম লৈ বহুতো পণ্ডিতে বহুতো সঙ্গীত গ্ৰন্থ লিখে। তাৰ ভিতৰত ধনঞ্জয়ৰ 'দশৰূপক', বিদ্যানাথৰ 'প্ৰতাপৰুদ্ৰীয়' বিদ্যাধৰৰ 'একাৱলী', বিশ্বনাথৰ 'সাহিত্য দৰ্পণ' শিঙ্গভূপালৰ 'ৰসাৰ্ণৱসুধাকৰ' ৰূপ গোস্বামীৰ 'নাটক চন্দ্ৰিকা,' সুন্দৰ মিশ্ৰৰ 'নাট্য প্ৰদীপ' নন্দিকেশ্বৰৰ 'অভিনয় দৰ্পণ', সাগৰ নন্দীৰ 'নাটক লক্ষণ ৰত্ন কোষ' ৰামচন্দ্ৰ আৰু গুণচন্দ্ৰৰ 'নাট্য দৰ্পণ' কন্যাকৰ 'নাটক-মীমাংসা'.

সাৰদাতনয়ৰ 'ভাৱ প্ৰকাশন' আদিয়েই নাট্যকলা সম্পৰ্কীয় গ্ৰন্থৰ কথা উল্লেখ কৰিব পাৰি। অজ্ঞাত বা অনাবিষ্কৃতভাৱে বহুতো সঙ্গীত গ্ৰন্থ আছে— যিবোৰ আমাৰ দৃষ্টিত প্ৰতিয়াও পৰা নাই। তদুপৰি পুৰাণ সমূহৰ ভিতৰত অগ্নি পুৰাণ আৰু বিষ্ণুধৰ্মোত্তৰ পুৰাণত থকা নাট্যকলা সম্পৰ্কীয় কথাও এই ক্ষেত্ৰত উল্লেখ কৰিব পাৰি। শুভঙ্কৰ কবিৰ "শ্ৰীহস্ত মুক্তাৱলী, সঙ্গীত দামোদৰ আৰু শাৰ্ঙ্গদেৱৰ "সঙ্গীত ৰত্নাকৰ" ৰ নাম এইখিনিতে উল্লেখ নকৰিলে দোষে চুব। অন্যান্য গ্ৰন্থও এনেকৈ আছে।

ব্ৰহ্মাৰ আদেশত ৰঙ্গালয় বা প্ৰেক্ষাগৃহ নিৰ্মিত হোৱাৰ পিচত তেওঁৰে ৰচিত 'অমৃত মন্থন' নাটক অভিনীত হয়। অভিনয় দৰ্শনে সকলো দেৱতা আনন্দিত হয়। মহাদেৱ শিৱই উক্ত নাটক উপভোগ কৰিবলৈ নেপোৱাত ব্ৰহ্মাৰ ইচ্ছানুসৰি হিমালয় পৰ্ব্বতৰ পিচফালে তেওঁৰে ৰচিত দ্বিতীয় নাট "ত্ৰিপুৰ দাহ" অভিনীত কৰে। ইয়াৰ গুৰি ধৰিছিল ভৰত মুনিয়েই। অভিনয় দেখি শিৱ সন্তুষ্ট হ'ল, কিন্তু নাটকখনত নৃত্যৰ সমাৱেশ নথকাত শিৱৰ পৰামৰ্শক্ৰমে ভৰত মুনিয়ে তণ্ডুমুনিৰ পৰা নৃত্য শিক্ষা কৰে। তাৰ পৰাই "তাণ্ডৱ নৃত্য" ৰ উৎপত্তি। ইয়াৰ পিচত দেৱলোক স্বৰ্গত নাটক অভিনয়ৰ জোৱাৰ উঠে। দেৱবিদ্যাধৰ আৰু অপ্সৰা সকলে নাটকৰ অভিনয় কৰিবলৈ ধৰে। ক্ৰমশঃ তেওঁলোক কৃতী শিল্পী হৈ উঠে আৰু নিজেই তেওঁলোকে নাট ৰচনা কৰিবলৈ ধৰে। এবাৰ ঋষি মুনি সকলৰ প্ৰতি যথেষ্ট কটাক্ষ পাত পূৰ্ণ নাটক ৰচিত আৰু অভিনীত হোৱাত ঋষিসকলে ক্ৰোধ আৰু অপমান বোধ কৰি শতপুত্ৰ অভিনেতাক পতিত আৰু শূদ্ৰত্ব লাভ কৰিবলৈ শাপ প্ৰদান কৰে। বিমৰ্ষ হৈ ভৰতে ইন্দ্ৰাদি দেৱতাক লগত লৈ ঋষিসকলৰ ওচৰত ক্ষমা খোজে। তেওঁলোক কৃপা পৰবশ হৈ অভিশাপ কিছু এৰা ধৰা নীতিৰে সমাধান কৰি দিয়ে অৰ্থাৎ অভিশাপৰ প্ৰথমাংশ প্ৰত্যাহাৰ কৰে। কিছুদিনৰ পিছত নহুষ ৰজাই স্বৰ্গ বিজয় কৰে। স্বৰ্গত তেওঁ নাটকাভিনয় দৰ্শন কৰি ভৰত মুনিক তেওঁৰ ৰাজধানীত নাটক প্ৰদৰ্শন কৰোৱায়। ভৰতৰ পুত্ৰ অভিনেতা সকলে পৃথিৱীৰ (নহুষ ৰাজধানীৰ) ৰমনীসকলক লগত লৈ সঙ্গীত পৰিৱেশন কৰিছিল অৰ্থাৎ নাটক অভিনীত কৰিছিল। উক্ত ৰমনী সকলৰ লগত তেওঁলোকৰ মিলন ঘটে আৰু বহু সন্তান সন্ততিও হয়। সেই সন্তান সকলেই 'নট' নামে প্ৰখ্যাত হৈ উঠে। পিচত ভৰতৰ পুত্ৰ সকল শাপমুক্ত হৈ পুনৰ স্বৰ্গলৈ

উভতি যায়। এই সময়ৰ পৰাই পৃথিৱীত নাট্য শাস্ত্ৰ প্ৰচাৰ আৰু প্ৰসাৰতা লাভ কৰে।

আমি ওপৰত উল্লেখ কৰি আহিছো যে "ভৰত নাট্য শাস্ত্ৰ"ৰ পিচত বিভিন্ন পণ্ডিতে নাট্য সম্পৰ্কীয় গ্ৰন্থ লিখি গৈছে। দেৱলোকত ব্ৰহ্মাৰ দ্বাৰা ৰচিত 'অমৃত মন্থন আৰু 'ত্ৰিপুৰা দাহ' নাটকৰ পিচত কৃতী শিল্পীসকলে বহুতো নাটক লিখিলেও উত্ত দুয়োখনৰ সৈতে পিচৰ নাট সমূহৰ এতিয়া নাম গেন্ধ পাবলৈ নাই। বৎসৰাজ্ঞ নামৰ এজন কবিয়ে 'অমৃত মন্থন' আৰু ত্ৰিপুৰা দহ' নামৰ দুখন নাটক নতুনকৈ লিখি গৈছিল যদিও পিতামহ ৰচিত দুয়োখন নাটকৰ সৈতে এক নামৰ মিল থাকিলেও ব্ৰহ্ম সৃষ্ট নাটকৰ মূল অনুকৰণ বুলি ক'ব নোৱাৰি। তেওঁ ত্ৰয়োদশ শতাব্দীৰ বুলি জনাজাত। কি কি নহওক স্বৰ্গৰ পৰা পৃথিৱীলৈ নাটক বাগৰি আহোতে কি কি নাটকে আত্ম প্ৰকাশ কৰিছিল, সেই তথ্য পোৱা টান। বাস্তৱ সত্য যে 'ভৰত নাট্য শাস্ত্ৰ" ৰ বিধি বিধান মানি পৃথিৱীত (ভাৰতত) বহুতো সঙ্গীত পণ্ডিতে নাটক লিখিছিল। সম্ভৱ ৰাজ নৈতিক উত্থান পতন, নানা সংঘাতৰ মাজত বহুতো নাটকৰ বিলুপ্তি ঘটিল। নাটকবোৰ সংস্কৃত আৰু প্ৰাকৃত ভাষাতে লিখা হৈছিল। বুৰঞ্জীয়ে চুকি পোৱাৰ পৰা আৰু নানা প্ৰামাৰ্ণ্য তথ্যৰ পৰা পোৱা মতে বুৰঞ্জীবিদ সকলে সংস্কৃত সাহিত্যত সৰ্ব্বাধিক প্ৰথিতযশা বৌদ্ধ গ্ৰন্থকাৰ অশ্বঘোষকে প্ৰথম নাট্যকাৰ হিচাবে ধৰি লৈছে। তেওঁৰ ৰচিত নাটকখনৰ নাম 'সাৰি-পুত্ৰ প্ৰকৰণ" এওঁৰ পিচতে ভাস, কালিদাস, শূদ্ৰক, বৰৰুচি, ঈশ্বৰ দত্ত, শ্যামিলক, হৰ্ষবৰ্দ্ধন, বিশাখা দত্ত, ভট্ট নাৰায়ণ, ভৱভূতি, ৰাজশেখৰ, আদিয়ে সংস্কৃত ভাষাত নাটক লিখি ভাৰতীয় নাটকৰ ভঁৰাল পূৰ্ণ কৰি থৈ গৈছে। অৱশ্যে নাটক সমূহ ৰচিত হৈয়ে সঙ্গীত সাহিত্যৰ ভঁৰালত জাপ খাই থাকি-লেনে, অভিনীতও হৈছিল সেই তথ্য আমাৰ হাতত পৰা নাই। সম্ভৱতঃ উত্তৰ কালৰ কবি নাট্যকাৰ সকলৰ সাহিত্য সংস্কৃতিৰ দাপোন হিচাবে আৰু সংস্কৃত পণ্ডিত সকলৰ মাজতে নাটকবোৰ সীমাবদ্ধ হৈ থাকিল। লগতে পৃথিৱীৰ জনসাধাৰণৰ মাজত ভাৰতীয় নাট্য সাহিত্যৰ সোণৰ কলচিটো তিৰবিৰাই থাকিল মাত্ৰ ইয়াৰ বাদে অজ্ঞ জনসাধাৰণ অৰ্থাৎ সংস্কৃত ভাষাত অনভিজ্ঞ সকলৰ মাজত ইয়াৰ প্ৰচাৰ আৰু প্ৰসাৰতা সীমাবদ্ধ হ'ল অৰ্থাৎ ভাষা অবোধ্য হোৱা হেতু ইয়াৰ ৰসোপলব্ধিত আঘাত হানিলে। এইটো ঠিক যে সাহিত্যৰ বিষয়বস্তুৰ ৰসাস্বাদন কৰিবলৈ হ'লে সাহিত্যিক হ'বই লাগিব। যদি সাহিত্যৰ সমলখিনি সহজ সৰল ভাষাত বা প্ৰাঞ্জল

ভাষাত ইতৰ সকলৰ বোধগম্য হোৱাকৈ লিখা হয়, তেন্তে সি সৰ্ব্বজন গ্ৰাহ্য হৈ উঠে। সেইবাবেই হ'বলা বহুতেই সাহিত্যক নীৰস আৰু কঠিন্য বুলি পতিপন্ন কৰিব বিচাৰে। যি কি নহওক এই প্ৰসঙ্গত সাহিত্য সমালোচনা আমাৰ বিষয়বস্তু নহয়। এয়া হ'ল সঙ্গীতৰ কথাহে।

পৃথিৱীলৈ দেৱলোকৰ পৰা সঙ্গীতৰ প্ৰবাহ বৈ আহি সৰ্ব্বত্ৰ স্থানতে বিয়পি পৰে আৰু অসমেও ইয়াৰ ৰসাস্বাদনৰ পৰা বঞ্চিত নহ'ল, পৃথিৱীৰ ক্ষুদ্ৰ অংশ অসমে সঙ্গীত নদীৰ জল পান কৰিবলৈ পালে প্ৰথম শতিকাৰ পৰাই অৰ্থাৎ খৃষ্ট জন্মৰ আগৰ পিচৰ কালছোৱাৰ পৰাই। পূৰ্ব্বদিঃ কামৰূপত ভাৰতীয় সঙ্গীত কলাৰ বহুল বিস্তাৰ হৈছিল সেই শতিকাৰ আৰম্ভনিৰ পৰা। ৰামায়ণ মহাভাৰত, বিষ্ণু পুৰাণ তথা ভৰত নাট্য শাস্ত্ৰত প্ৰাগ্‌জ্যোতিষ কামৰূপৰ কথা পোৱা গৈছে। সেই কালত 'অসম' নামটো নাছিল। দ্বিতীয় শতিকাত ৰচিত বুলি প্ৰামাণ্য থকা ভৰত নাট্য শাস্ত্ৰত চাৰিপ্ৰকাৰ প্ৰবৃত্তি ভাগ কৰা হৈছে যেনে দাক্ষিণাত্যা, আৱন্তী, পাঞ্চালী আৰু ওড্ৰ-মাগধী। নাট্য বস্তু মূলতঃ একে আছিল। কিন্তু পৃথিৱীৰ নানা দেশৰ আচাৰ-বিচাৰ ভাষা আৰু বেশাদিৰ পাৰ্থক্য থকা হেতুকে সি চাৰি ভাগত বিভক্ত হ'ব লগাত পৰে। উক্ত চাৰিটা ভাগৰ ভিতৰত শেহৰ ওড্ৰ-মাগধী” ভাগটো প্ৰাচ্য অৰ্থাৎ পূব প্ৰান্তৰ দেশ বিলাকৰ ভাগত পৰে। প্ৰাচ্য দেশ হ'ল অঙ্গ, বঙ্গ কলিঙ্গ বৎস ওড্ৰ, মগধ, পুণ্ড্ৰ, নেপাল, অন্তৰ্গিৰি, বহিৰ্গিৰি, প্ৰবঙ্গ, মাহেন্দ্ৰ, মলদ, মল্লবৰ্ত্তক, ব্ৰহ্মোত্তৰ, ভাৰ্গৱ, মাৰ্গৱ, প্ৰাগ্‌জ্যোতিষ পুলিন্দ, বিদেহ তাম্ৰলিপ্ত আৰু প্ৰাঙ্গ। তেতিয়াৰ প্ৰাগ্‌জ্যোতিষ আৰু এতিয়াৰ অসমক ভৰত নাট্য শাস্ত্ৰত উল্লেখিত “ওড্ৰ-মাগধী” ভাগটোৱে দখল কৰি আছে। ইয়াৰ দ্বাৰা অসমত প্ৰথম শতিকাৰ পৰাই সঙ্গীত চৰ্চ্চাৰ কৰা কথা প্ৰতীয়মান হয়।

প্ৰাচীন অসমত সঙ্গীত বিদ্যাৰ কিছু উন্নত আৰু বিকশিত হয় সপ্তম শতিকাৰ ৰজা ভাস্কৰ বৰ্ম্মাৰ দিনত। কিন্তু একেবাৰে শেষত ত্ৰয়োদশ শতিকাত মহাপুৰুষ শঙ্কৰদেৱৰ অবিচলিত প্ৰচেষ্টাত প্ৰাচীন অসমত নৃত্য-গীতৰ জনপ্ৰিয়তা আৰু উৎকৰ্ষ নিশ্চিত ৰূপে সুপ্ৰতিষ্ঠিত হয়। এই কথা সত্য যে শঙ্কৰদেৱে শাস্ত্ৰীয় নৃত্যৰ সম্পদৰ লগত স্থানীয় উপাদানৰ মিলন ঘটাই নবীন ধাৰাৰ নৃত্য সংস্থাপন কৰে। শঙ্কৰদেৱৰ সঙ্গীত প্ৰতিভা পৰম্পৰাগত সঙ্গীত পদ্ধতিৰ ওপৰত দৃষ্টি নিক্ষেপ নকৰাকৈ বিকশিত হোৱা নাই। তেবাৰ নিজস্ব প্ৰতিভাক উলাই কৰিব নোৱাৰি, শঙ্কৰগুৰুৱে

তেখাৰ, সমকক্ষ সঙ্গীত প্ৰতিভাবান মহাপুৰুষ মাধৱদেৱৰ লগ লাগি নবীন সঙ্গীত ধাৰাৰে সমগ্ৰ অসমত এনেদৰে চল বোৱাই দিলে যে তেৰাসবৰ জনপ্ৰিয় সঙ্গীতাদৰ্শত অনুপ্ৰাণিত হৈ সমসাময়িক আৰু পিচৰ কালৰ বহুতো সঙ্গীতপ্ৰেমী শিষ্য প্ৰশিষ্যই অলেখ গীত পদ ৰচনা কৰিলে নাটকো লিখিলে।

শঙ্কৰদেৱে ভৰত নাট্য-শাস্ত্ৰৰ নৃত্য নাট্যৰ সম্পদ সমূহক আকোৱালি লৈ থলুৱা উপাদানৰ সৈতে সংযোগ ঘটাই যি সঙ্গীত ধাৰাৰ প্ৰবৰ্তন কৰিলে, ইয়াক দৰাচলতে শুদ্ধৰূপত "শঙ্কৰী সঙ্গীত" বা শঙ্কৰী নৃত্য বুলি ক'লে ভুল নহয়। কিন্তু কথা হ'ল শঙ্কৰদেৱৰ উক্ত সঙ্গীত ধাৰাৰ প্ৰবৰ্তন নিজস্ব আহিত প্ৰতিষ্ঠিত সত্ৰৰ পৰাই বিকশিত তথা সম্প্ৰসাৰিত কৰিছিল। *সত্ৰবিলাক ধৰ্ম্ম আৰু কলা সংস্কৃতি তথা আধ্যাত্মিকতাৰ চৰ্চ্চা আৰু বিকাশৰ কেন্দ্ৰস্থান। এইখিনি সত্ৰতে সংৰক্ষিত, পৰিবৰ্দ্ধিত আৰু যত্ৰতত্ৰ বিকীৰিত হৈছিল। এইখিনি কৰাৰ উদ্দেশ্য হ'ল সৰ্ব্বসাধাৰণক আধ্যাত্মিক দিশলৈ আকৰ্ষিত কৰা বা লোক সংগ্ৰহ, লোক ৰঞ্জন, লোক স্থিতি কৰা। ই হ'ল সম্মোহন শক্তি। উক্ত শক্তি সমূহৰ কেন্দ্ৰস্থান সত্ৰতে শঙ্কৰী নৃত্য আবদ্ধ থকা হেতুকে আৰু ইয়াৰ পৰা অন্য ঠাইলৈ বিকীৰিত হোৱা হেতুকে শঙ্কৰী নৃত্যক "সত্ৰীয়া নৃত্য" বুলি আজিকালিৰ বহুতো পণ্ডিতে অভিমত ডাঙি ধৰিছে আৰু স্বীকৃত হৈছে। গতিকে আমি এই প্ৰসঙ্গত "সত্ৰীয়া নৃত্য" শব্দটো ব্যৱহাৰ কৰিম কাৰণে আগতীয়াকৈ কোৱা হৈছে। আনহাতেদি শঙ্কৰদেৱে 'তেৰাৰ' প্ৰচাৰিত সঙ্গীত নাট্যৰ কোনো নাম দিয়া নাছিল। সঙ্গীত সঙ্গীতেই, নাট্য নাট্যই ইয়াতকৈ বেছি নামৰ প্ৰয়োজন নাছিল। ইয়াৰ উপৰিও তেৰাৰ একশৰণ হৰিনাম ধৰ্ম্মও তেৰাৰ নামৰ ওপৰত প্ৰতিষ্ঠিত নহয়। যীশুখৃষ্টৰ নামত "খৃষ্টান ধৰ্ম্ম" বুদ্ধদেৱৰ নামত "বৌদ্ধ ধৰ্ম্ম" হজৰত মহম্মদৰ (মুছলিমৰ) নামত 'মুছলিম ধৰ্ম্ম" আদি তেৰাসবৰ নামত ধৰ্ম্মৰ নামটো প্ৰতিষ্ঠিত হৈছে। কিন্তু শঙ্কৰদেৱে তেনেকৈ নিজৰ নামত কোনো নাম দিয়া নাই। শ্ৰীশ্ৰীকৃষ্ণদেৱত একশৰণ গ্ৰহণ কৰিবলগা কাৰণত তেওঁৰ নামতে "একশৰণ হৰি নাম ধৰ্ম্ম" নামটো দিয়া হৈছে। এই নামো মাধৱদেৱেহে গুৰু ভক্তিমাত্ৰ উল্লেখ কৰি গৈছে। আজিকালি "শঙ্কৰী ধৰ্ম্ম" বুলি এটি নাম জনসাধাৰণৰ মুখত ওলাইছে। কোনোৱে লিখিছেও আৰু আমিও ব্যৱহাৰ কৰিছোঁ। কিন্তু শঙ্কৰদেৱে হৰি নাম ধৰ্ম্ম প্ৰচাৰ কৰাৰ কাৰণে ধোৱাত আৰু চুমুকৈ

নামটো দিয়া হৈছে। "শঙ্কৰী ধৰ্ম্ম" মানে শঙ্কৰে প্ৰচাৰ কৰা হৰিনাম ধৰ্ম্মৰ নামহে। এইটো তেৱাই দিয়া নাম নহয়, জন সাধাৰণৰ নাম। এই নামটো ব্যৱহাৰোপযোগী নহয় যদিও জনসাধাৰণে তাক পাইছে কাৰণে "মহাজনো যেন গতঃ স পন্থা।"

## (গ –১) অসমৰ সত্ৰীয়া নাট্য-সঙ্গীতৰ উত্তৰকাল আৰু ক্ৰমবিকাশ :—

অসমৰ সঙ্গীত আকাশত এটি উজ্জ্বল আদিত্যৰ বিকাশ হৈছিল বিগত ১৩৭১ শকাব্দত। অসমত প্ৰথম শতিকা আৰু সপ্তম শতিকাত সঙ্গীতৰ ধাৰা প্ৰবাহিত হলেও শুদ্ধ ৰূপত তথা হৰি ভক্তিৰ লগত সম্বন্ধ ৰাখি কোনো গতিৰে উৎকৰ্ষ সাধন কৰে শ্ৰীমন্ত শঙ্কৰদেৱে। ইয়াৰ পিচত ১৪১১ শকাব্দত আৰু এজনা মহান সঙ্গীত সাধকৰ আবিৰ্ভাৱ হয়। সেইজনা হ'ল শ্ৰীমন্ত মাধৱদেৱ। মাধৱদেৱ শঙ্কৰদেৱৰ সৰ্ব্ববিষয়তে পৰিপূৰক। চন্দ্ৰৰ কেউকাষে অসংখ্য নক্ষত্ৰ-ৰাজী নথকা হ'লে চন্দ্ৰৰ শোভা তথা গাম্ভীৰ্য্যতা যেনেদৰে নহ'লহেঁতেন, ঠিক তেনেকৈ মাধৱৰ অভাৱে শঙ্কৰদেৱৰ শোভা তথা গাম্ভীৰ্য্যতা নাথাকিলহেঁতেন। গতিকে ত্ৰয়োদশ আৰু চতুৰ্দ্দশ শতকাৰ অসমৰ সঙ্গীত নাট্য আকাশৰ দুটি উজ্জ্বল ভাস্কৰ শঙ্কৰ-মাধৱ। শঙ্কৰদেৱৰ নিজস্ব ঐশী শক্তিৰ প্ৰভাৱত স্বৰ্গীয় বস্তু-টিয়ে ১৩৯০ শকাব্দত (তেৱাৰ তেতিয়া ১৯ বছৰ বয়স) আত্মপ্ৰকাশ কৰে। ইষ্ট মিত্ৰ, জ্ঞাতি-কুটুম্ব সকলৰ আৰু অন্যান্য ভক্ত সকলৰ অনুৰোধক্ৰমে তেৱাই সৰ্ব্বপ্ৰথম "চিহ্ন যাত্ৰা" ভাওনা পাতে। উল্লেখযোগ্য যে দেশ কাল পাত্ৰ ভেদে নাটকীয় কৌশল প্ৰয়োগ, চিত্ৰ পটত অঙ্কিত বা চিত্ৰাঙ্কণ বিভূষিত আঁৰ কপোৰ তথা সপ্ত বৈকুণ্ঠ চিত্ৰ সমূহৰ কলা কৌশল প্ৰয়োগ পৃথিৱীৰ ভিতৰত অসমতে সৰ্ব্বপ্ৰথম শঙ্কৰদেৱৰ দ্বাৰা কৰা হয়। 'চিহ্ন যাত্ৰা' নাটখন চিত্ৰাঙ্কনৰ যোগেদি প্ৰদৰ্শন প্ৰথা একেবাৰে নতুন। এই বিষয়ত মহাপুৰুষ জনাৰ সৃজনী শক্তিৰ বিকাশ হৈছে বুলি ক'ব পাৰি। সেই সময়লৈকে পৃথিৱীৰ অন্যান্য স্থানত এনেকুৱা সঙ্গীতানুষ্ঠানৰ আয়োজন কৰা কথা ইতিহাসে কোৱা নাই। প্ৰসিদ্ধ ইংৰাজ কবি-সাহিত্যিক চেক্সপিয়েৰেও ইংলণ্ডত ১৫৮৭ খৃষ্টাব্দত হে নাটঘৰ আৰম্ভ কৰিছিল। কিন্তু শঙ্কৰদেৱে ১৪৬৮ খৃষ্টাব্দতে নাটঘৰ আৰম্ভ কৰি চেক্সপিয়েৰকো চেৰ পেলাই থৈছে। "চিহ্নযাত্ৰা" নাট আয়োজন তেওঁ তাৰ প্ৰায় ছকুৰি বছৰৰ আগ। গতিকে দেখা যায় পৃথিৱীৰ ভিতৰত অসমেই নাট্য সঙ্গীতাৰম্ভত প্ৰথম আৰু চিহ্নযাত্ৰাই নাট্য সাহিত্যৰ ভেটি। সেই আৰম্ভণীতে ভিত্তি কৰি শঙ্কৰ-মাধৱ দুজনা গুৰুৱে পিচলৈকো অৰ্থাৎ অন্তিম সময়লৈকে। ধৰ্ম্ম প্ৰচাৰৰ মাধ্যম হিচাবে ভালেকেইখন নাট লিখে। বৰ্তমানলৈকে পোৱা :

নাটৰ সংখ্যা হিচাপে দুজনা গুৰুৰ ১২ খন — যাক আমালোকে "বাৰছোৱা অঙ্কীয়া নাট" বুলি কওঁ। ইয়াৰ বাহিৰেও দুজনা গুৰুৰ অধুনালুপ্ত বা সেই সময়ত নানা কাৰণত ধ্বংসপ্ৰাপ্ত ভালেকেইখন নাট আমালোকে নোপোৱা হ'ল। চৰিতপুথিত তাৰ ইঙ্গিত আছে মাত্ৰ। উক্ত "বাৰছোৱা অঙ্কীয়া নাট" হ'ল শঙ্কৰদেৱৰ (চিহ্ন যাত্ৰা নাট বাদ দি) পত্নী প্ৰসাদ, কালিয় দমন, কেলি গোপাল, ৰুক্মিনীহৰণ, পাৰিজাত হৰণ, ৰামবিজয় মাধৱদেৱৰ অৰ্জুনভঞ্জন, চোৰধৰা, পিম্পৰা গুচোৱা, ভূমি লোটোৱা, ভোজন বিহাৰ (ব্যৱহাৰ) আৰু ভূষণ হেৰোৱা। ইয়াৰ উপৰিও তেখেতৰ নামত বৰ্তমানে প্ৰাপ্ত "কোটোৱা খেলা," "ৰাম ঝুনুৰা" নামৰ দুখন নাটকো আছে। সেই সম্পৰ্কে আমি মাধৱদেৱৰ নাট প্ৰসঙ্গত উল্লেখ কৰিম আগলৈ। দুজনা গুৰুৰ ওপৰোক্ত সাংস্কৃতিক অৱদানৰ উপৰিও গীত, ৰাগ, বাদ্য, নৃত্য আদি সাংস্কৃতিক বিষয়ো আছে। আমি এই গ্ৰন্থৰ দ্বিতীয় খণ্ডত সেই বিষয়ে সন্নিবিষ্ট কৰি আহিছোঁ। প্ৰসঙ্গক্ৰমে সেইবোৰ পুনৰুল্লেখ হ'ব। আমি মাত্ৰ শঙ্কৰদেৱৰ নাট্য সংগীতৰ উদ্ভৱৰ উল্লেখ কৰি বিষয় বস্তুটিৰ পাতনি মেলিছোঁ।

অসমৰ সংগীত জগতৰ আদিগুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ পিচত উত্তৰাধিকাৰী সূত্ৰে ধৰ্ম্ম আৰু সংস্কৃতি বা সঙ্গীতৰ সমস্ত গুৰুভাৰ পৰে শ্ৰীমন্ত মাধৱদেৱৰ ওপৰত। এই গুৰুভাৰ গ্ৰহণ কৰে গণককুছী থানত (স্থানত)। শঙ্কৰদেৱৰ কোচবিহাৰ যাত্ৰাৰ আগে আগে মাধৱদেৱৰ গণককুছী থানত তেখেতে এৰাতি কটাই যায় আৰু সেইদিনাই সমস্ত শক্তি মাধৱদেৱত অৰ্পিত হয়। মাধৱদেৱে অৱনত মস্তকে সমস্ত শক্তি গ্ৰহণ কৰে আৰু শঙ্কৰদেৱৰ বৈকুণ্ঠ প্ৰাপ্তিৰ পিছত তেখেতে সেই শক্তি সমূহ প্ৰকাশিত, প্ৰচাৰিত আৰু সম্প্ৰসাৰিত কৰে বিভিন্ন বিশেষ বিশেষ স্থানত। ধৰ্ম্ম আৰু সংস্কৃতিৰ প্ৰচাৰ আৰু সেই সেই স্থানত লাভ কৰা পুঞ্জীভূত অভিজ্ঞতাখিনি শেষত উদ্গীৰণ কৰে বৰপেটা থানত। নিজৰ প্ৰিয় সুহৃদ বন্ধু আৰু ধৰ্ম্ম প্ৰচাৰৰ মহান সহায়ক মহাপুৰুষ নাৰায়ণ দাস ঠাকুৰ আতাৰ সৌজন্য, উৎসাহ, উদ্গনি তথা সহায়তাত মাধৱদেৱৰ ধৰ্ম্ম আৰু সঙ্গীতৰ প্ৰসাৰতা আৰু পৰিপূৰ্ণতা লাভ কৰে বৰপেটা থানত ধৰ্ম্ম প্ৰচাৰৰ মাধ্যম হিচাপে পোনতে শঙ্কৰদেৱে আলিপুখুৰী (বৰদোৱা) থানতে সঙ্গীত বিদ্যাক বাচি লৈছিল যেনেকৈ, ঠিক তেনেকৈ মাধৱদেৱে শেষ বয়সত বৰপেটা থানত ধৰ্ম্ম প্ৰচাৰৰ মাধ্যম হিচাপে সংগীত বিদ্যা প্ৰচাৰ কৰে। অৱশ্যে তেখেতে অসমৰ বহু ঠাইত বাস কৰি সত্ৰ পাতি ধৰ্ম্ম প্ৰচাৰ কৰিছিল তাতো যে সংগীত [illegible]

যেন কৃষ্ণ বৃন্দাবনে শিশুসব সঙ্গে।
হাতে বেনু মাথে পাখি কৃষ্ণ ক্ৰীড়া ৰঙ্গে ॥
গৰু চাৰি ফুৰে যেন শিঙ্গা বাংশী বাই।
নটুৱা নাচয় সেই ভাৱক দেখাই ॥
........................ ....... . ...........
বিহাৰ নাচিয়া যেবে এহিমতে ভৈলা।
ৰাত্ৰিভাগে আৰু দধি মথন কৰিলা ॥

শঙ্কৰদেৱ গুৰু-চৰিত/ৰামচৰণ ঠাকুৰ

মাধৱদেৱ মহাপুৰুষে "একশৰণ নামধৰ্ম্ম"ক অধিক উজ্জ্বল আৰু সক্ৰিয় কৰি তোলাৰ মানসেৰে নাৰায়ণ দাস ঠাকুৰ আতাৰ সাহায্যত লোক-সংগ্ৰহ, লোক ৰঞ্জন, লোক স্থিতিৰ কাৰণে সৰ্ব্বপ্ৰথমে বৰপেটাত এটি আটক ধুনীয়া কীৰ্ত্তনঘৰ সাজি উলিয়াই। তাৰ নাম দিয়া হ'ল "ৰঙ্গীয়াল গৃহ।" [illegible] চৰণ ঠাকুৰ [illegible]ত চৰিতৰ মতে উক্ত গৃহ গণককুহীত সজা হৈছিল আৰু [illegible] কীৰ্ত্তনঘৰৰ [illegible] বাহিৰ অৰ্থাৎ ইয়াক ৰঙ্গালয় আকাৰত সজা হৈছিল। দৈত্যাৰি ঠাকুৰৰ মতে "পাতিলা গোঁসাইঘৰ মহামনোৰম। কামৰূপে আন-ঘৰ নাই তাক সম" বুলি কীৰ্ত্তনঘৰ নিৰ্ম্মাণৰ কথাকে সূচাইছে যেন লাগে। "গোঁসাই ঘৰ" মানে কীৰ্ত্তনঘৰ বুলিয়েই ভবা উচিত। তাতো নৃত্য নাট আদি [illegible] কৰা কথা কৈছে। কথা গুৰু চৰিততো "ৰঙ্গায়ণ গৃহ" বোলা হৈছে। মুঠতে বৰপেটাত মাধৱ পুৰুষে "ৰঙ্গীয়াল গৃহ" নিৰ্ম্মাণ কৰা কথা বাৰে সকলো চৰিত পুথিয়েই স্বীকাৰ কৰিছে। "ৰঙ্গীয়াল গৃহ"ৰ অৰ্থ হ'ল আটকধুনীয়াকৈ সজা অৰ্থাৎ জন সাধাৰণৰ মনোৰঞ্জনৰ কাৰণে বা আকৰ্ষণৰ কাৰণে নানা ৰং [illegible] দি সজাই পৰাই তোলা সুন্দৰ বা ধুনীয়া গৃহ। শঙ্কৰদেৱে চিহ্নযাত্ৰা কৰোঁতে এটি ৰঙ্গালয় নিৰ্ম্মাণ কৰিছিল। ইয়াক নাটশালা বুলিও ক'ব পাৰি। পিচত ক্ৰমে ৰঙ্গালয় বা নাটশালাৰ পৰিবৰ্ত্তে ভক্তিৰসৰ আধাৰ কীৰ্ত্তনঘৰত ভগৱৎ প্ৰীত্যৰ্থে সংগীতানুষ্ঠান আয়োজন কৰা হ'ল। সেয়ে মাধৱদেৱৰ পৰামৰ্শক্ৰমে নিৰ্ম্মিত "ৰঙ্গীয়াল গৃহ"ক নতুনকৈ সজাই পৰাই তোলা কীৰ্ত্তনঘৰ বুলিয়েই ধৰিব লাগিব – যিটোৰ নিৰ্ম্মাণৰ কৌশল আৰু আহিঁ পূৰ্ব্বনিৰ্ম্মিত কীৰ্ত্তন ঘৰতকৈ বহু উচ্চ থাপৰ।

"ৰঙ্গীয়াল গৃহ" নিৰ্ম্মাণ কৌশল অতি চমৎকাৰ আৰু বিচিত্ৰ। নতুনকৈ তেতিয়া বন্ধা হৈছিল, বৃহদাকাৰ গছ [illegible] খুটা নিৰ্ম্মাণ কৰি পৰ[illegible]

পোতা হৈছিল। চ'তি কাটোতে দুটি দীঘল হোৱা বিস্ময় কাহিনী এটিও চৰিত্ত আছে। "ৰঙ্গীয়াল গৃহ" নিৰ্ম্মাণ কাহিনী আনকেইখন চৰিত্ততকৈ কথাগুৰু চৰিত্তত অধিক। বিশেষকৈ সত্ৰৰ কথিত চৰিতত তাতোকৈয়ো অধিক। গৃহৰ খুটা বিলাকত ৰং দিয়া হৈছিল। ৰঙৰ ভিতৰত যে মাটি, হাংগতা, বালিচন্দা, হেঙুল, হাইতাল আদি। এঠা দিবলৈ বেল ব্যৱহাৰ কৰা হৈছিল। ৰংখিনি হেৰেমদৰ পৰা আৰু বেলখিনি চকীয়াআজিৰ বাৰীৰ পৰা আনিছিল। চ'তি বিলাকত আৰু খুটা বিলাকত ৰং দিয়াৰ উপৰিও মতাকৰা, কাঁহি, বেৰবোৰক্তা ম'ত যেনেকৈ ৰং খটুৱাৰ লাগে তাকো কৰিছিল। কাঁহিবোৰ বান্ধোতে বেতৰ সুতেৰে নক্সা কৰি অৰ্থাৎ ফুল তুলি বন্ধা হৈছিল। সেইবিলাকত বিবিধ ৰং খটুৱাইছিল। গৃহটি ফুলাজেৰেৰে ঢোকা হৈছিল। আঁতৰৰ পৰা ঘৰটো ৰঙা যেন দেখা হৈছিল। ঘৰটোত কথাগুৰু চৰিতৰ ভাষাৰে "কুম্ভা-কৰ আঙ্গা" দিছিল। বিভীষণ আতৈ আৰু পৰ্ব্বতীয়া কৃষ্ণাই আতৈ দুই কাৰিকৰে দুৱাৰত লতা ফুল কাটিছিল। তাকে দেখি গুৰুজনে নামৰ লতা এদাল কাটিলে। তাৰে নাম হ'ল "লতা কটা ঘোষা"। ৰঙ্গীয়াল গৃহ সম্পূৰ্ণ হ'ল। চৰিতৰ ভাষাৰে "গোটেই গৃহ ৰঙ্গত সুবৰ্ণৰ যেন হ'ল। বিচিত্ৰ ঘৰ হ'ল"। গৃহ নিৰ্ম্মাণ আঁচনি কৰাৰ তাৰিখৰ পৰা নাট, নটুৱা, ভাও, ভাৱৰীয়া আদিৰ আখৰা চলিছিল। ৰামচৰণ ঠাকুৰৰ চৰিতৰ মতে বিহাৰ নৃত্য প্ৰদৰ্শন কৰা হৈছিল দিনত আৰু দধিমথন নাট অভিনীত কৰা হৈছিল ৰাত্ৰি ভাগত। দৈত্যাৰি ঠাকুৰৰ চৰিতমতে "ৰাম যাত্ৰা" পতা হৈছিল। তাত ৰাম সীতা, হনুমান, বিভীষণৰ প্ৰতিমা নিৰ্ম্মাণ কৰি ৰথত তুলি দণ্ডে, ছত্ৰে চামৰে পৰিবেষ্টিত হৈ ৰথযাত্ৰা কৰিছিল। নানা 'ছো' মুখা সজা হৈছিল। উক্ত ৰাম যাত্ৰাৰ গোটাচেৰেক গীত বৰগীত পুথিত আমি দেখিবলৈ পাওঁহক।

"ৰঙ্গীয়াল গৃহ"ৰ বিচিত্ৰ কাৰুকাৰ্য্য, অদ্ভুদ চিত্ৰকলা কৌশল আৰু নাট ভাওনা, নৃত্যৰ চমৎকাৰ বাতৰি চৌদিশে বিঃপি গ'ল। ৰঘু নাৰায়ণ ৰজাক বিৰোধী দলে ঈৰ্ষাপৰায়ণ হৈ ৰজা পিছে বোলে মাধৱে সোণ ৰূপৰ ঘৰ সাজিছে আৰু তিৰোতা নচুৱাইছে। এনে দুষ্কৰ্ম্মৰ পৰিণামে মহাৰাজৰ ছত্ৰভঙ্গ যোগ আৰু মাৰি-মৰক অনেক। ৰজাই খণ্ড ৰাজকটকী সুবানন্দক তদন্ত কৰিবলৈ পঠালে সুবানন্দই তদন্ত কৰিলে কিন্তু মিছা পালে। তেওঁ ক'লে 'যুৱতীক আহা তুমি নটুৱা সজাই। কি কাৰণে কৰা তুমি ইসৱ অন্যায়"। তেওঁৰ আদেশ আৰু গুৰুজনাৰ ইচ্ছানুসাৰি 'চালি নৃত্য' প্ৰদৰ্শন কৰা হ'ল।

নৃত্যৰত সকলক পৰীক্ষা কৰা হ'ল। কিন্তু যুৱতী নহয়, পুৰুষহে। মাত্ৰ সাজকাচ আছিল যুৱতীৰ। নাচৰ সাজকাচৰ এটি বিৱৰণ চৰিত পুথিয়ে আমাক দিছে—

হাদয়ত স্তন খোপা কপালে সিন্দুৰ।
নয়নে কাজল দিলে দেখিতে প্ৰচুৰ॥
হাতে খাৰু গলে মণি কুণ্ডল কৰ্ণত।
দিলা চাৰি জ্যোতি আৰু জ্বলে কপালত॥
পাটশাৰী পিন্ধাই কাপেলি দিলা মাথে।
স্ত্ৰীহেন দেখে লোকে বুলিলা সাক্ষাতে॥
হেন ভাৱে নাচিলন্ত তাল খোল বাই।।

পৰম আনন্দে ভক্তসবে গীত গাই॥ ৰামচৰণ ঠাকুৰ/গুৰু চৰিত ৪০৫৭, ৪০৫৮

সেইসময়তে মাধৱ পুৰুষৰ বহুতো বিপৰ্যয় ঘটে। বৰপেটা সত্ৰৰ আৰু ভকত সমাজৰ নানা লটিঘটি হ'ল। সকলোৰে দুখেৰে কুলাই পাচিয়ে নধৰা হ'ল। বিপৰ্যয়ক অতিক্ৰম কৰি সত্ৰত পুনৰ থিতাপি লয়হি যদিও সকলোৰে অন্তৰত ভয় সোমাইছিল। কাৰণ কেতিয়া আকৌ কি হয় ক'ব নোৱাৰি। তদুপৰি যি উদ্দেশ্যত যিটো "ৰঙ্গীয়াল গৃহ" সজা হৈছিল তাকো সুৰানন্দৰ আদেশত জুই লগাই পুৰি পেলালে। মহাপুৰুষ জনাৰ মনত অসন্তোষ। ক'ৰণ তেনেকুৱা ঘৰ সাজি নাচ নৃত্যৰ জাক জমক কৰাৰ ইচ্ছা তেখেতৰ নাছিল। তেখেত নাৰায়ণ দাস ঠাকুৰ আতাৰ কথামতে কাম কৰিছিল। সেয়েহে আতাৰ কথাত বিৰোধীতা কৰি এনেকৈ কৈছিল —

মাধৱে বোলন্ত আৰে কি কৰিবো আমি॥
একখানি কথা কহো শুনিয়োক তুমি॥
চাৰিগুটি কথা গুৰু বুলিলন্ত মোক।
নকৰিবা বাপু আৰে হাক দিলো তোক॥
ৰঙ্গ ঘৰ ৰঙ্গ মেলা নকৰিবা তুমি।
নটুৱাক নচোৱাবা হাক দেও আমি॥
কহিয়োক সখি আৰে আমি কি কৰিবো।
কেনমতে আৰে গুৰু ধৰ্ম্মক ৰাখিবো॥

গুৰুচৰিত

সম্ভৱত: শঙ্কৰ গুৰুৱে মাধৱ পুৰুষক ৰঙ্গঘৰ, ৰঙ্গমেলা, নাট ভাওনা আদি কৰিবলৈ বাধা নিষেধ কৰাৰ কাৰণ আছিল সেই সময়ত বিৰোধীসকলৰ

উৎপাত, ৰাজদণ্ডৰ ভয়। সেইবিলাকে জন আকৰ্ষণ কৰে আৰু বিৰোধী দলৰ ঈৰ্ষা জন্মে। তাৰ ফলত বজাৰ ওচৰত আপত্তি পৰেগৈ। মাধৱদেৱে সেই কথা জানি তাক সমৰ্থন কৰা নাছিল। কিন্তু আতাৰ পৰামৰ্শমতে ধৰ্মপ্ৰচাৰৰ মাধ্যম হিচাবে শুৰুজনাই সেইখিনি কৰিবলৈ বাধ্য হৈছিল আৰু তাক নিয়ৰিকৈ ব্যৱহাৰ কৰা হৈছিল। কিন্তু হিতে বিপৰীত হ'ল। শঙ্কৰগুৰুৰ আদেশ পালন নকৰাত দোষে চুল। মাধৱ পুৰুষে স্বীকাৰ কৰিছে —

মাধৱে বোলন্ত গুৰু ৰাক্যক লেলাইলো।
তাতেসে জানিলো হটো দুখক ভুঞ্জিলো॥
পাইলোহো শিক্ষাৰ মই যোৰ সিদ্ধাবাদে।
এতেকে জানিলো মোক পাইলেক প্ৰমাদে।

গুৰুচৰিত

এনেকুৱা চিন্তা গুৰুত সকলৰ মাজতো হ'ল। হিতে বিপৰীত হোৱাত তথা বিৰোধী দলে বজাক লগাৰ পৰা কোনো সুফল্ম অথকাকৈ গুৰুজনা আৰু ভকতসকলে ধৰ্ম চৰ্চা আৰু প্ৰচাৰ কৰি থাকিল। কিন্তু কলা সঙ্গীতৰ চৰ্চা গোপনে চলি থাকিল যদিও সেই বিলাকৰ প্ৰয়োগ বাহ্যৰূপা ভাৱে কৰিবলৈ এৰি দিলে। মহাপুৰুষ মাধৱদেৱ ভটিয়াই গৈ ভেলা স্থানত যেতিয়া থিতাপি লয়গৈ, তাৰ পিচৰ পৰা বৰপেটা সত্ৰত সঙ্গীত চৰ্চা কমি আহে। তেতিয়া সত্ৰৰ অধিকাৰ আছিল মথুৰা দাস বুঢ়াআতা। মাধৱদেৱৰ ইচ্ছা আৰু কেশৱ চৰণ আতাৰ সৌজন্যত ভেলা স্থানত বদলা পদ্ম আতাই গুৰুজনাৰ ওচৰত ধৰ্ম গ্ৰহণ কৰেহি। গুৰুজনাই অ তাক তেৰাৰ ওচৰত মাত্ৰ সাতাদিনহে ৰাখিছিল যি কাৰণত এতিয়াও বদলা আতাৰ অন্য নামৰ ভিতৰত "সাতদিনীয়া বাপুৰৰ" (সাদিনীয়া বাপুৰৰ) বুলি এটি নাম অন্তৰ্ভুক্ত হৈ আছে। সাতদিনত কোনেও একো শিকিব নোৱাৰে। কিন্তু কুৰুক্ষেত্ৰ যুদ্ধৰ বেলিকা কৃষ্ণই অৰ্জুনৰ আগত ক্ষন্তেকৰ ভিতৰতে সপ্তশ্লোকৰ দ্বাৰা সমগ্ৰ গীতাৰ ব্যাখ্যা কৰি অৰ্জুনক জ্ঞান আদয় কৰি দিয়াৰ দৰে আৰু অৰ্জুনেও সেইখিনি নিজৰ আয়ত্তাধীনলৈ আনিব পৰা শক্তি থকাৰ দৰেই বদলা আতাইয়ো সাত দিনতে ধৰ্মীয় তত্ত্ব বস্তু আদায় কৰি লব পাৰিছিল। কিন্তু গুৰুজনাৰ ইচ্ছা হ'ল যেন আতাই আৰু কথা বস্তু শিকিব পাৰে। গতিকে ধৰ্মীয় আৰু সংস্কৃতিৰ পৰিপক্ক চাৰিগৰাকী ব্যক্তিৰ ওচৰলৈ গৈ বাকী থকা তত্ত্ব সমূহ অধ্যয়ন কৰিবলৈ আদেশ আৰু উপদেশ দিলে। সেই চাৰিগৰাকী পুৰুষ হ'ল নাৰায়ণ দাস ঠাকুৰ আতা, মথুৰা দাস আতা, বৰবিষ্ণু আতা আৰু ভৱানীপুৰীয়া

গোপাল আতা। গুৰুৰ আদেশমতে বদলা আতাই উক্ত চাৰিজনা পুৰুষৰ ওচৰত তত্ত্ব কথা শিকিছিল। বৰপেটা সত্ৰত বদলা আতা অস্থায়ীভাৱে কেইবা-বাৰো আৰু বহুদিন বাস কৰি আছিল। আজিও তাত স্থায়ীভাৱে নিৰ্মিত হোৱা "বদলা আতাৰ গৃহ"টিয়ে তাৰে সাক্ষ্য বহন কৰি আছে। বদলা আতা তালৈ কেইবাবাৰো কিয় গৈছিল আৰু বহুদিন কিয় বাস কৰি আছিল, তাৰ কাৰণ বহুতো। বিশেষকৈ য'ত দুজনা গুৰুৱে পদৰজ পেলাইছিল আৰু মাধৱদেৱ বিদেশীয় (কোচবিহাৰলৈ) যোৱাৰ আগমুহূৰ্ত্তত য'ত তেওঁৰ শক্তি ভক্তি বলু পৰাক্ৰম, সাংস্কৃতিক সম্ভাৰ সমূহ এৰি থৈ মথুৰাদাস বুঢ়া আতাক গতাই দি ভেলা যাত্ৰা কৰিছিল। উক্ত কেন্দ্ৰীভূত অনুষ্ঠানটোৰ পৰা বহুতো তথ্য আৰু কথা বস্তু আহৰণ কৰাৰ ঘাই উদ্দেশ্য লৈয়েই তেওঁ বহুদিন তাত আছিল। বদলা আতাই প্ৰথমবাৰ বৰপেটা সত্ৰত বাস কৰিয়েই তাত কেন্দ্ৰীভূত অৰ্থাৎ পুঞ্জীভূত হৈ থকা কলা সংস্কৃতিৰ স্বৰ্ণফল বুটলিছিল। তেওঁৰ নিপুণ ভকত সকলে বৰপেটা সত্ৰত গোপনে সংৰক্ষিত হৈ থকা শঙ্কৰ-মাধৱৰ কলা-সংস্কৃতি সমূহ অধ্যয়ন আৰু শিক্ষা কৰিছিল। অলপ দিনৰ ভিতৰতে ভকত সকল পাকৈত হ'ল আৰু স্বতন্ত্ৰভাৱে সেই বিলাক ব্যৱহাৰ কৰিব পৰা হ'ল। বৰপেটা সত্ৰৰ ভকত সকলে ভাবিছিল যিবিলাক বস্তু লৈ আমি বিপৰ্য্যয়ৰ সন্মুখীন হলো, আৰু আমি এতিয়া গোপনে ৰাখিব লগা হ'ল, সেইখিনি নষ্ট হোৱাতকৈ ভবিষ্যতলৈকে সত্ৰৰ মাজতে সংৰক্ষিত হওক বুলিয়েই তেওঁসবে বদলা আতাৰ ভকতক অকপটভাৱে শিকালে। কলা-সংস্কৃতি শিক্ষা দিবলৈ একো বাকী নথলে। এনেদৰে শিক্ষা কৰি বদলা আতাৰ শিষ্য ভকত সকল কলা সঙ্গীত নাট্য জগতত মুখ উজ্বলাব পৰা হ'ল। তেওঁসবে বৰপেটাৰ পৰা গৈ নিজ সত্ৰত কলা সঙ্গীত প্ৰচাৰ আৰু তাত থকা সকলক শিক্ষা দিলে। দ্বিতীয়বাৰ বদলা আতা বৰপেটা সত্ৰলৈ গৈ দেখিলে যে তাত গুৰুজনাৰ কলা সংস্কৃতি সমূহ একেবাৰে লোপ পাইছে আৰু তাত কিছু বাহিৰৰ প্ৰভাৱ পৰিছে। কথাটি বুঢ়া আতাক জনোৱাত আতাই বদলা আতাক সেইবোৰ বাহিৰ কৰাৰ বুদ্ধি দিলে আৰু সেই মতে কাৰ্য্যকৰী কৰাত বদলা আতা সফলো হ'ল। তাত বহুদিন আতাৰ শিষ্য ভকত সকলে হাতে শিক্ষা কৰি যোৱা কলা সংগীত সমূহ প্ৰয়োগ কৰিছিল বুলি চৰিতসমূহৰ পৰা জনা যায়। বৰপেটা সত্ৰত বাহিৰৰ প্ৰভাৱ পৰা বুলি যুক্তি দিব পৰা কথাৰ ভিতৰত "ধ্ৰুৱা ভাওনা" নামৰ এবিধ ভাওনাৰ কথাকে আঙুলিয়াব পাৰি। সেই নামৰ ভাওনা শঙ্কৰ-মাধৱদেৱৰ দ্বাৰা প্ৰকাশিত তথা প্ৰচাৰিত নহয়। উক্ত ভাওনাত তাৰ দুপৰাকী ভকতে আহি কমলাবাৰী সত্ৰত

শিক্ষা দিছিল। এতিয়াও সেই ভাওনা কমলাবাৰী সত্ৰত বৰ্ত্তি আছে। আমি “ধুৰা ভাওনা”ৰ সম্পৰ্কত এটি অধ্যায় ইয়াৰ পিচতে লিখিম। তাতে বিস্তৃত ভাবে উক্ত ভাওনাৰ লক্ষণ আৰু বিৱৰণ প্ৰকাশিত হ’ব। আমি জনাত বৰপেটা সত্ৰত এতিয়া সেই নামৰ ভাওনা পাবলৈ নাই। দ্বিতীয়তে বৰপেটা সত্ৰত শঙ্কৰী সঙ্গীত লোপ পোৱা বুলি কোৱাৰ যুক্তি হ’ল মহাপুৰুষ মাধৱদেৱে ৰচনা কৰা “বৰপেটীয়া ধেমালি” নামৰ এখন উল্লেখযোগ্য ধেমালি আৰু “বৰপেটীয়া যতি” নামৰ এখন তাল এতিয়া বৰপেটা সত্ৰত নাই, ‘বৰপেটীয়া ধেমালি”খন বৰপেটা সত্ৰতে ৰচনা কৰা হৈছিল আৰু এতিয়াও তাৰমাজৰ তিনিওজনা গুৰুৰ কীৰ্ত্তনৰ দিনা পুৱা নামৰ পিচত প্ৰয়োগ হয় আৰু সেই ধেমালিৰ পিচতে “বিহাৰ নৃত্য” প্ৰদৰ্শন কৰা হয়। দ্বিতীয় খণ্ডত সেইখিনি প্ৰকাশিত হৈছে। “বৰপেটীয়া যতি” খন গুৰুকীৰ্ত্তন প্ৰাপনা কৰাৰ পৰা যি বিজাক ‘ভঙ্গী’ বায় তাৰ ভিতৰত সেইখন তালো ব্যৱহাৰ কৰে। বৰ্ত্তমানে কমলাবাৰী সত্ৰই মহাপুৰুষে ৰচনা কৰা সমস্ত সঙ্গীত সম্ভাৰ বৰপেটা সত্ৰৰ পৰা আহৰণ কৰি আনি প্ৰচাৰ, প্ৰসাৰ কৰি ধন্য হৈছে। আমাৰ অসমীয়া ভাষাত এষাৰ কথা আছে বোলে ‘আৰ্জ্জে নন্দ গুৱালে, খাই বোন্দা শিয়ালে” বৰপেটা সত্ৰই নানা কষ্ট কৰি বহন কৰি থকা নাট্য সঙ্গীত কলা সমূহ নানা বিপৰ্য্যয়ৰ কাৰণত ৰাখিব নোৱাৰিলে আৰু তাৰ ফল ভোগ কৰিবলৈ পালে কমলাবাৰী সত্ৰই। এই ক্ষেত্ৰত কমলাবাৰী সত্ৰই বৰপেটা সত্ৰক পাহৰিব নোৱাৰে – যাক লৈয়ে কমলাবাৰী সত্ৰই খ্যাতি অৰ্জ্জন কৰিছে আৰু তিনিজন ভকতে ৰাষ্ট্ৰীয় সঙ্গীত নাটক একাডেমীৰ পৰা পুৰস্কাৰ গ্ৰহণ কৰিবলৈ সক্ষম হৈছে। এই কথা সত্য যে অসমৰ তিনিখন মান্য আৰু মুখ্য স্থান বৰপেটা, মধুপুৰ আৰু কমলাবাৰী সত্ৰৰ ভিতৰত যিটো ধৰ্ম্মীয় মধুৰ সম্পৰ্কে আছে সেই সম্পৰ্ক এই পৰ্য্যন্ত আন কোনো সত্ৰৰ লগতে নাই। সেই কালৰ পৰাও পৰস্পৰে পৰস্পৰক সহায় কৰাৰ সুযোগ আছিল। যি কি নহওক সাম্প্ৰতিক কালত কমলাবাৰী সত্ৰত সংৰক্ষিত, পৰিবৰ্দ্ধিত, সম্প্ৰসাৰিত তথা বিকশিত নাট্য সঙ্গীত কলা সংস্কৃতিৰ নাম সংখ্যা, তাৰ বিশদ আলোচনা আৰু তাত্বিক ব্যাখ্যা সমূহ ডাঙি ধৰা হৈছে। তাৰ পৰাই কমলাবাৰী সত্ৰৰ সংস্কৃতি জগতখনৰ কিছু আভাস পোৱা যাব বুলি আশা কৰিব পাৰি। বৰ্ত্তমানে কমলাবাৰী সত্ৰত থকা কলা সঙ্গীত সম্পদৰ সংখ্যা এনেধৰণৰ—

মহাপুৰুষ শঙ্কৰদেৱৰ দ্বাৰা ৰচিত অঙ্কীয়া নাট ছখন আৰু মহাপুৰুষ মাধৱদেৱৰ দ্বাৰা ৰচিত অঙ্কীয়া নাট ছখন। সৰ্ব্বমুঠ “বাৰখোৱা অঙ্কীয়া নাট”। নাটৰ ভিতৰত বিহাৰ নাচ, চালি নাচ, প্ৰবেশ নাচ, নাদু ভঙ্গী

নাচ, ঝুমুৰা নাচ, কৃষ্ণ আৰু ৰামচন্দ্ৰৰ নাচ, বালক কৃষ্ণ নাচ, স্ত্ৰী নাচ ( সীতা কনকাৱতী, ৰুক্মিনী, সত্যভামা আদি ) ৰজা বীৰ আদিৰ প্ৰবেশ নাচ, ঋষি, মুনি, গৰুড় হনুমন্ত, দূত আদিৰ প্ৰবেশ নাচ আৰু যুদ্ধৰ নাচ, আদি। অঙ্কীয়া নাটত সূত্ৰধাৰী নাচ থকাৰ কাৰণে সুকীয়াকৈ তাক দেখুউৱা নাই। ধেমালি বাৰখন যেনে:- বৰ ধেমালি, ঘোষা ধেমালি, বৰপেটীয়া ধেমালি, ৰাম ধেমালি, ন ধেমালি, (নাট ধেমালি), চো ধেমালি (চোট ধেমালি), গুৰু মৃদং ধেমালি, বং ধেমালি, খটপ্ৰবেশ ধেমালি দুখন, ৰাগ ধেমালি বা সৰু ধেমালি দুখন—সৰ্ব্বমুঠ বাৰখন। থিয় চাহিনি দুখন। বৰ ধেমালিৰ সুকীয়াকৈ উখন আৰু বাকী সকলো ধেমালিৰ লগৰ এখন। সকলো ধেমালিৰ বহিচাহিনি সৰ্ব্বমুঠ চৌব্বিশখন। বৰ ধেমালি আৰু ঘোষা ধেমালিৰ লগৰ চাৰিখন, বৰপেটীয়া ধেমালিৰ এখন, ন ধেমালিৰ দুখন, ৰাম ধেমালিৰ এখন, চোট ধেমালিৰ দুখন ( সবহুৱা আৰু অন্য প্ৰকাৰৰ ), গুৰু মৃদংৰ এখন, বং ধেমালিৰ এখন, ৰাগ ধেমালি আৰু খট প্ৰবেশৰ লগৰ ছখন আৰু অন্য সবহুৱাৰ ছখন। চালি নাচ বাৰখন। শুদ্ধ চালি নাচ আঠখন আৰু ৰজাঘৰীয়া চালি নাচ চাৰিখন। শুদ্ধ চালি নাচৰ ৰামদানি চাৰিখন যেনে সৰু ৰামদানি, বৰ ৰামদানি বা বৰখনীয়া ৰামদানি, কলাকটীয়া ৰামদানি আৰু হাজোৱলীয়া ৰামদানি। বৰ আৰু সৰু স্তৰ ভেদে দুয়োখন ৰামদানি বাদ দি বাকী দুখন গুৰুজনাই হাজোত আৰু কলাকটাত দিনচেৰেক বাস কৰোতে ৰচনা কৰা বাবে কলাকটীয়া ৰামদানি আৰু হাজোৱলীয়া ৰামদানি বুলি নাম হ'ল। ৰজাঘৰীয়া চালি নাচৰ চাৰিওখনৰ ৰামদানি বেলেগ বেলেগ। ব্ৰহ্মতাল, যতি তাল, চাৰিখনীয়া আৰু চুটা তাল ভেদে চাৰিখন। গুৰুঘাত ছটা। বৰ ধেমালি, ন ধেমালি, ৰাম ধেমালি, বৰপেটীয়া ধেমালি, ৰাগ ধেমালি আৰু খট প্ৰবেশৰ আৰু প্ৰসঙ্গীয়াত এটাকৈ সৰ্ব্বমুঠ ছটা গুৰুঘাত আছে। সবহুৱা আৰু প্ৰসঙ্গীয়া ভেদে 'ধুলনা' সাতখন। প্ৰসঙ্গীয়া চাৰিখন, মানচোকৰ এখন, ন ধেমালিৰ এখন আৰু অন্য সবহুৱা এখন, মুঠ সাতখন। লনা ঘাত দহোটা। তাৰ ভিতৰত পাঁচখন প্ৰসঙ্গীয়া, চাৰিখন সবহুৱা আৰু এখন ঘোষা ধেমালিৰ সামৰণিত বোৱা হয়।

তাল সমূহৰ নাম প্ৰথম খণ্ডত সংখ্যাবে উদ্ধৃতি দিয়া হৈছে। গুজাপালি আৰু ঘোষা কীৰ্ত্তন। বাদ্যৰ ভিতৰত খোল, নেগাৰা, বৰতাল, ভোৰতাল, পাতি তাল, খুটি তাল, মঞ্জিৰা তাল, দবা, কাঁহ, কালি আদি। কৌজিয়া ভাওনা, ধুৰা ভাওনা, মাতৃ ভাৱৰীয়া ভাওনা, মেলা বাগ আৰু যাত্ৰী বাগ লমতিট। ইয়াৰ লগতে সত্ৰবধন মাটি আখৰা। সত্ৰতাৰক্ৰতঃ আৰু অন্যতো

সঙ্গীত সম্পদ সমূহ কমলাবাৰী সত্ৰই সংৰক্ষণ তথা বহন কৰি আছে। সকলো বিলাকৰ নাম প্ৰকাশ কৰাটো সম্ভৱপৰ নহয় আৰু পাহৰণিত থাকিও গৈছে।

শঙ্কৰ মাধৱ গুৰু দুজনা যে "সৰ্ব্বগুণ সম্পন্ন থিক" সেই কথাৰ উল্লেখ স্থান বিশেষে কেইবাবাৰো কৰা হৈছে। তেৰা সবৰ আদৰ্শ বহন কৰি কমলাবাৰী সত্ৰই চিত্ৰ বিদ্যা, নৌকা নিৰ্ম্মাণ বিদ্যা, কুটিৰ শিল্প, গৃহ-নিৰ্ম্মাণ, সিংহাসন, মূৰ্ত্তি ছোঁ মুখা আদি নিৰ্মাণত দক্ষতা অৰ্জ্জন কৰি আহিছে। আমি প্ৰথম আৰু দ্বিতীয় খণ্ডত প্ৰকাশ কৰি অহা কিছুমান তাত্বিক আৰু বাহ্যিক ( এই সম্পৰ্কীয় ) ব্যাখ্যা বাদদি এই প্ৰসঙ্গত উল্লিখিত গোটাচেৰেক বিষয় ব্যাখ্যা কৰিবলৈ লোৱা হৈছে। অৱশ্যে স্থান বিশেষে তথা প্ৰসঙ্গ ক্ৰম চৰ্ব্বিত চৰ্ব্বনো হ'ব। কমলাবাৰী সত্ৰৰ সঙ্গীত সম্পদৰ থুল-মূল ব্যাখ্যা পিচৰ শাখাৰ পৰা প্ৰকাশ হ'ব।

## (গ--২) মাটি আখৰা আৰু তাৰ সংখ্যা (২—ক) শৰীৰ সাধনাঃ-

সত্ৰীয়া নৃত্যৰ বাবে মাটি আখৰা অপৰিহাৰ্য্য। নৃত্য শিক্ষা কৰিব লগা হ'লে প্ৰথম মাটি আখৰা কৰি লোৱা অত্যন্ত প্ৰয়োজন। ই হ'ল নৃত্যৰ অগ্ৰিম সহায়ক। মাটি আখৰা মানে মাটিৰ সাধনা। আখৰা মানে সাধনা। সত্ৰীয়া সঙ্গীতত সাধনা তিনি প্ৰকাৰৰ যেনে শৰীৰ সাধনা, হস্ত সাধনা আৰু কণ্ঠ সাধনা। এয়ে মিলি "সঙ্গীত সাধন"। নটুৱা শিক্ষাৰ কাৰণে শৰীৰ সাধনা অৰ্থাৎ মাটি আখৰা, বাদ্য শিক্ষাৰ কাৰণে হস্ত সাধনা অৰ্থাৎ খোল সাধনা আৰু গীত শিক্ষাৰ কাৰণে কণ্ঠ সাধনা। শৰীৰ সাধনা সমূহ সাধাৰণতে শৰীৰৰ অঙ্গ সমূহক মাটিৰ লগত সম্বন্ধ ৰাখি অভ্যাস কৰা বা সাধনা কৰা হয় বাবে ইয়াক মাটি আখৰা বোলে। এইটো সত্ৰীয়া শব্দ। যিবোৰ কামে বা সাধনে শাৰীৰিক গঠনত, শক্তি বৰ্দ্ধনত, অঙ্গ সঞ্চালনত শৰীৰৰ ওপৰত প্ৰভাৱ পেলায় সেই বিলাকেই মাটি আখৰা। ইয়াৰ অৰ্থ অন্য প্ৰকাৰে কৰিবলৈ গলে—শাৰীৰিক ব্যায়াম, অঙ্গ চৰ্চ্চা, অঙ্গ শিথিল-কৰণ, আদি। কিছুমান মাটি আখৰা যৌগিক আসন বিলাকৰ লগত মিল আছে। সেই কাৰণেই হ'বলা সেই বিলাকৰ সাধনা উদাসীন সত্ৰ সমাজত বেছি। কাৰণ ইয়াৰ বাবে ব্ৰহ্মচৰ্য্য সাধনা প্ৰয়োজন। সহজতে যাতে ভাগৰ নেলাগে, তাৰ কাৰণে শক্তি বৰ্দ্ধনৰ আৱশ্যক। যিসকলে শৰীৰ সাধনাৰ কাৰণে আগবাঢ়ি গৈ পিচত দৈহিক কষ্ট পোৱাৰ বাবে চিন্তা কৰে, তেওঁলোকে মাটি আখৰাত কেতিয়াও সিদ্ধহস্ত বা নৃত্যপটু হ'ব নোৱাৰে। আজিকালি খেলাধুলাৰ প্ৰতি মানুহৰ যি আকৰ্ষণ বা তাত যি অপৰিসীম

যত্ন আছে, ঠিক তেনেকৈ প্ৰথমতে সত্ৰীয়া নৃত্যবিদ হবলৈ হলে মাটি আখৰা চৰ্চা অতীব প্ৰয়োজন বা যত্ন কৰণীয়। সত্ৰীয়া নৃত্য পটু হবলৈ প্ৰথমতে শিক্ষা কৰা হয় মাটি আখৰ। ইয়াৰ পৰা শৰীৰটো নাচৰ কাৰণে উপযোগী হয় বা বিভিন্ন ভঙ্গী বা নাচ শুদ্ধ ভাৱে দিয়াৰ সুবিধা হয়। ভৰত নাট্যম্, কথাকলি, কথক আৰু মণিপুৰী নৃত্য আদি ভাৰতীয় অন্য নৃত্য সমূহত শৰীৰ সাধনাত যেনেকৈ জোৰ দিয়া হয়, ঠিক তেনেকৈ সত্ৰীয়া নৃত্যৰ বাবে মাটি আখৰাতো জোৰ দিয়া হয়। গতিকে সত্ৰীয়া মাটি আখৰাৰ এটি দীৰ্ঘ ঐতিহ্য আছে। মাটি আখৰা হ'ল সত্ৰীয়া নৃত্যৰ একোটি ক্ষুদ্ৰাংশ। তাৰ অংশবোৰ একত্ৰীকৰণ কৰিলে একোটি নৃত্যলৈ ৰূপান্তৰ ঘটে। অৱশ্যে মাটি আখৰাৰ অংশবোৰ সম্পূৰ্ণ বোধগম্য তথা ব্যৱহাৰ কৰিব পাৰিলেহে, হলেহে, নটুৱা বুলিব পাৰি। কমলাবাৰী সত্ৰত যিবিলাক মাটি আখৰা আছে সেইবিলাকৰ বেছি ভাগ "বৰপ্ৰবেশ" নাচতে খাটে বা ব্যৱহাৰ হয়। কিছু কিছু অংশ অন্য নাচতো আছে। সেই কাৰণেই পূৰ্ব্বতে মাটি আখৰা দি লব লাগে। মাটি আখৰাৰ আৰম্ভণি অংশটো হ'ল ন শিকাৰু ভকতৰ ল'ৰাক পোনতে তললৈ পেট পেলাই লৈ সোঁফালে গাল কাটি কৰিবলৈ দি, বাহুৰ সমানে হাত দুখন মেলি লৈ, ভৰি দুখন সমানে মেলি আঁঠুৰ তলছোৱা চপাই আনি গেৰোৱাত লগাব। অধ্যাপকে সোঁভৰিৰে বাহুৰ পৰা ক্ৰমে তপিনালৈকে খচকি (সহিব পৰাকৈ) দিব। তেতিয়া শৰীৰটো শিথিল হয়, আঁটবোৰ মুকলি হয়। গাত বনিয়ণ চোলা আৰু ককালত গামোচা থাকিব লগাটো সত্ৰীয়া মাটি আখৰাৰ নিয়ম। এয়াই মাটি আখৰাৰ আৰম্ভণি। তাৰ পিচত স্তৰ বিশেষে লঘু লঘু চাই আৰু ক্ৰমে কঠিন অংশ বোৰ দিবলৈ চেষ্টা কৰিব। মাটি আখৰা দি সম্পূৰ্ণ হলে নটুৱাক প্ৰথমে নাদুভঙ্গী আৰু দিব ীয়ত ঝুমুৰা নাচ শিকোৱা হয়। ডাঙৰ ল'ৰা সকলক বিহাৰ নাচ শিক্ষা দি থাকোতেওন শিকাৰুকো তাত যোগ দিবলৈ দিয়া হয়। বিহাৰ নাচ দি পৰা সকলে চালি নাচ দিবলৈ সুবিধা পায়। প্ৰায় ২০/২২ বছৰমানলৈকে বিহাৰ আৰু চালি নাচ দিব পাৰে। তাৰ পিচত তেওঁলোকক অৱসৰ দিয়া হয়। কিন্তু ভাওনাৰ (অঙ্কীয়া) বাবে প্ৰয়োজনীয় ভাৱৰীয়া যেনে সূত্ৰধাৰ, শ্ৰীকৃষ্ণ, শ্ৰীৰাম, লক্ষ্মণ, গীতা কণকাৱতী আদি ভাৱত নৃত্যাদি দি থাকে। গায়ন হলে গায়ন বিদ্যা শিক্ষা আৰু বায়ন হলে বায়ন বিদ্যা শিক্ষা কৰি পিচলৈ তেওঁলোক বৰগায়ন বা বৰবায়ন হয়গৈ আৰু উত্তৰাধিকাৰী সূত্ৰে অধ্যাপক পদলৈ উন্নীত হয়। এইবোৰ সত্ৰীয়া নিয়ম। মাটি আখৰাৰ পৰা আৰম্ভ কৰি পিচৰ উন্নীত স্তৰলৈকে এনেভাৱে ব্যৱহাৰ হৈ আছে।

কমলাবাৰী সত্ৰত মাটি আখৰা সত্তৰ (৭০) খন আছে। প্ৰতিখন মাটি আখৰাৰ ব্যাখ্যা দিব নোৱাৰি। গতিকে তাৰ নামবোৰ উল্লেখ কৰা হ'ল মাত্ৰ।

১। ওৰা
২। ওৰাত বহা
৩। ওৰাত গেৰোৱা লগা
৪। ওৰা চটা
৫ ওৰাত জাপ
৬। কাটি চটা
৭। সমুখলৈ চটা
৮। বাহু চটা
৯। উধা চটা
১০। চৌঘুৰি বহি চটা
১১। চৌঘুৰি ওৰা চটা
১২। খৰ
১৩। লুটি খৰ
১৪। চিত খৰ
১৫। চিতা পাক
১৬। গোৰ পাক
১৭। উধা পাক
১৮। চেৰেকি পাক
১৯। কাতি পাক
২০। উৰ পাক
২১। উৰ পাক টুকুৰা
২২। টুকুৰা পাক
২৩। আকল পাক
২৪। শাৰী পাক
২৫। মাইকী পাক
২৬। উধা চেৰেকী পাক
২৭। ঠেংমেলা টুকৰা পাক
২৮। এটিয়া ভৰিৰ পাক
২৯। বহি মুৰুকা
৩০। খিয় মুৰুকা
৩১। আঁঠুলন
৩২। কাটিলন
৩৩। খিয়লন
৩৪। উৰ্দ্ধলন
৩৫। চৌঘুৰি কাটিলন
৩৬। সিংহ জলক
৩৭। তিলটিয়া জলক
৩৮। চাৰটিয়া জলক
৩৯। চিতিকা
৪০। চিতিকা নাধেই
৪১। ভে.কালা জাপ
৪২। বাঘ জাপ
৪৩। হাত সলোৱা
৪৪। হাত পকোৱা
৪৫। গেৰোৱা চোৱা
৪৬। বুকু চোৱা
৪৭। পলো তোলা
৪৮। পানী সিচা
৪৯। মাঁতনি
৫০। খৰ্হাক
৫১। ককিলা খোচা
৫২। তেলটুপি
৫৩। কামি টনা
৫৪। মৈৰা পানী খোৱা
৫৫। কাছ বান্ধ
৫৬। আঠুৰা
৫৭। টেটেলা
৫৮। ধেন ভঙা

| | |
|---|---|
| ৫৯। মোৰোপা | ৬৫। ধিনা খিতি তাতা ধেই |
| ৬০। জ্বাপ | ৬৬। তাতা নিতা নিতা ধেনি |
| ৬১। হাড় ভঙা | ৬৭। ধেৰ ধিনাওঁতা খিতিতি দাওঁতা ধেৰ ধিনাওঁতা খিতিতা ধেই |
| ৬২ চলনা | ৬৮। ধিনা খিতা খিতা খিতা ধেনি তাধি নাওঁ ধিন তাধে নিতা খিতা ধিনা জেনা ধেই |
| ৬৩ ছত্ৰাৱলী | ৬৯। ধেকোচ ধেই |
| ৬৪। ধেই দাওঁ তা খিতি নাধেই | ৭০। তমাল মোচৰা |

সত্ৰীয়া ভাষাত ব্যৱহাৰ হোৱা মাটি আখৰাক ভৰত নাট্য শাস্ত্ৰত 'কৰণ' বুলি কয়। কৃ ধাতুত অনট্ প্ৰত্যয় যোগ হৈ কৰণ হৈছে। 'কৰণ' শব্দটো শাস্ত্ৰীয় আৰু "মাটি আখৰা' হ'ল সত্ৰীয়া নাট্য শাস্ত্ৰমতে কৰণৰ সংজ্ঞা হ'ল "হস্তপাদ সমাযোগো নৃত্তস্য কৰণং ভবেৎ" (ভৰত নাট্য শাস্ত্ৰ 8/৩১) অৰ্থাৎ নৃত্যত হস্ত পদৰ মিলিত সঞ্চালনক কৰণ বোলে। কৰণৰ সংখ্যা এশ আঠটা (১০৮)। প্ৰতিটো কৰণৰ নাম আৰু বিনিয়োগ সমূহ নিম্ন স্থানত উদ্ধৃত কৰা হ'ল।

| নাম— | বিনিয়োগ— |
|---|---|
| ১। তল পুষ্প পুট | পুষ্পাঞ্জলি আৰু লজ্জা ভাবত হয়। |
| ২। বৰ্ত্তিত | অসূয়া বাক্যাৰ্থৰ অভিনয়ত |
| ৩। বলিতোৰু | মুগ্ধা নায়িকা আৰু সবলা স্ত্ৰীৰ লজ্জা আবেগ প্ৰকাশত। |
| ৪। সমনখ | মঞ্চত শিল্পীৰ প্ৰথম প্ৰবেশত। |
| ৫। লীন | প্ৰিয় অভ্যৰ্থনাত |
| ৬। স্বস্তিকৰেচিত | নৃত্য প্ৰধান অভিনয়ত অতি আনন্দ প্ৰকাশত |
| ৭। মণ্ডল স্বস্তিক | চিকাৰ, অপমান বুজোৱাত। |
| ৮। নিকুট্টক | আত্ম প্ৰশংসাসূচক অভিনয়ত। |
| ৯। অপবিদ্ধ | অসূয়া, ক্ৰোধ প্ৰকাশ প্ৰয়োগত। |
| ১০। অৰ্দ্ধনিকুট্টক | য'ত আত্ম প্ৰশংসা প্ৰকাশ সম্পূৰ্ণ নহয়। |
| ১১। কটিচ্ছিন্ন | বিস্ময় প্ৰকাশত |
| ১২। অৰ্দ্ধৰেচিত | পলায়ন আৰু সামঞ্জস্যহীন কৰ্ম্ম প্ৰকাশত |

| নাম :— | বিনিয়োগ :— |
|---|---|
| ১৩। বক্ষস্বস্তিক | লজ্জা প্ৰকাশ কৰিব নোৱাৰাত অনুতপ্ত প্ৰকাশত। |
| ১৪। উন্মত্তক | অতি সৌভাগ্যজনিত গৰ্ব্ব প্ৰকাশত। |
| ১৫। স্বস্তিক | অন্বেষণ, নিষেধ, উগ্ৰতা প্ৰভৃতি ভাৱত। |
| ১৬। পৃষ্ঠ স্বস্তিক | শত্ৰু সন্ধান, নিষেধ, প্ৰচণ্ডতা প্ৰভৃতি ভাৱত। |
| ১৭। দিক স্বস্তিক | পীত কাজিন অঙ্গভঙ্গীৰ সমন্বয় প্ৰকাশত। |
| ১৮। অলাত | ললিত বৃত্ত প্ৰযোজ্যকৰণত। |
| ১৯। কটিসম | বিঘ্ননাশৰ বাবে জৰ্জ্জৰ প্ৰতিষ্ঠা প্ৰকাশত। |
| ২০। আক্ষিপ্ত ৰেচিত | দান, প্ৰতিগ্ৰহ প্ৰকাশত। |
| ২১। বিক্ষিপ্তাক্ষিপ্তক | গমন, আগমণ সূচনা প্ৰকাশকৰণত। |
| ২২। অৰ্দ্ধস্বস্তিক | শোভা সম্পাদন নৃত্য প্ৰকাশত |
| ২৩। অঞ্চিত | সন্মুখস্থ বিষয়ত কৌতুক প্ৰদৰ্শন বুজোৱাত। |
| ২৪। ভুজঙ্গত্ৰাসিত | ভয় প্ৰকাশত |
| ২৫। উৰ্দ্ধজানু | ললিত নৃত্যকৰণত |
| ২৬। নিকুঞ্চিত | উৎসুক, আকাশ গমনোন্মুখ, বিতৰ্ক, প্ৰণিধান প্ৰভৃতি ভাব প্ৰকাশত। |
| ২৭। মত্তলি | মত্ততা প্ৰকাশত। |
| ২৮। অৰ্দ্ধ মত্তলি | অল্প মত্ততা প্ৰকাশত। |
| ২৯। ৰেচিত নিকুট্টিত | গমনাগমন সূচিতকৰণত। |
| ৩০। পাদাপবিদ্ধ | কৰ্ষণ, ভূমিজ পদাৰ্থ বুজোৱাত। |
| ৩১। বলিত | আকাঙ্ক্ষাযুক্ত অবলোকন আৰু ললিত নৃত্যত। |
| ৩২। ঘূৰ্ণিত | শুদ্ধ নৃত্যত প্ৰযুক্ত। |
| ৩৩। ললিত | বিলাসযুক্ত নৃত্য প্ৰকাশত। |
| ৩৪। দণ্ডপক্ষ | নৃত্য প্ৰকাশত। |
| ৩৫। ভুজঙ্গ ত্ৰস্তৰেচিত | সৰ্প ভয় সূচক আৰু নৃসিংহ কৰ্তৃক দৈত্য বধ বিৱৰণ প্ৰকাশক। |
| ৩৬। নূপুৰ | নৃত্য প্ৰকাশত। |
| ৩৭। বৈশাখ ৰেচিত | ধনুত গুণসংলগ্ন, অশ্বাৰোহন, ব্যায়াম, নিৰ্গমন প্ৰভৃতি ক্ষেত্ৰত প্ৰযোজ্য। |
| ৩৮। ভ্ৰমৰ | উদ্ধত গমন প্ৰকাশত। |
| ৩৯। চতুৰ | বিস্ময়, অসূয়া আৰু বিদূষক ক্ৰিয়া প্ৰকাশত। |

| | নাম— | বিনিয়োগ— |
|---|---|---|
| ৪০। | ভুজঙ্গাঞ্চিত | সলিল গমন বুজোৱাত। |
| ৪১। | দণ্ডকৰেচিত | প্ৰমোদ নৃত্য প্ৰকাশত |
| ৪২। | বৃশ্চিক কুট্টিত | বিস্ময়, ব্যোমযান, ইচ্ছা প্ৰভৃতি প্ৰকাশত। |
| ৪৩। | কটিভ্ৰান্ত | ইতস্ততঃ পাদচাৰণত ব্যৱহৃত। |
| ৪৪। | লতাবৃশ্চিক | আকাশ উৎলম্ফন প্ৰকাশত। |
| ৪৫। | ছিন্ন | তাল আৰু অঙ্গ প্ৰসাৰণ প্ৰবেশত। |
| ৪৬। | বৃশ্চিকৰেচিত | আকাশ গমন প্ৰকাশত। |
| ৪৭। | বৃশ্চিক | ঐৰাৱত, ব্যোমযান বুজোৱাত। |
| ৪৮। | ব্যাংসিত | হনুমান আৰু মহাত্মাসকলৰ পৰিক্ৰমন প্ৰকাশত। |
| ৪৯। | পাৰ্শ্বনিকুট্টিত | বাৰম্বাৰ প্ৰদৰ্শন আৰু গতি প্ৰকাশত। |
| ৫০। | ললাট তিলক | বিদ্যাধৰৰ গমন প্ৰকাশত। |
| ৫১। | ক্ৰান্ত | উদ্ধত পাদচাৰণত প্ৰযুক্ত। |
| ৫২। | কুঞ্চিত | অতীব আনন্দিত দেৱতাৰ অভিনয়ত প্ৰযোজ্য। |
| ৫৩। | চক্ৰমণ্ডল | দেব পূজা আৰু উদ্ধত গতি প্ৰকাশত। |
| ৫৪। | উৰোমণ্ডল | শিৱৰ প্ৰিয় নৃত্য ভঙ্গীত। |
| ৫৫। | আক্ষিপ্ত | বিদূষকৰ গমন প্ৰকাশত। |
| ৫৬। | তলবিলসিত | সূত্ৰধাৰ প্ৰভৃতি অভিনয়ত। |
| ৫৭। | অৰ্গল | অঙ্গদ প্ৰভৃতি প্ৰকাশত বা বুজোৱাত। |
| ৫৮। | বিক্ষিপ্ত | উদ্ধত গতি অভিনয়ত। |
| ৫৯ | আৱৰ্ত্ত | ভয়যুক্ত গমনত। |
| ৬০। | ডোলাপাদ | শুদ্ধ নৃত্যত প্ৰযুক্ত। |
| ৬১। | বিবৃত্ত | উদ্ধত গতিত ব্যৱহৃত। |
| ৬২। | বিনিবৃত্ত | উদ্ধত গতিত ব্যৱহৃত। |
| ৬৩। | পাৰ্শ্বক্ৰান্ত | ভীম প্ৰভৃতি ভীষণগতি বুজোৱাত। |
| ৬৪। | নিস্তম্ভিত | শিৱৰ অভিনয়ত প্ৰয়োগ হয়। |
| ৬৫। | বিদ্যুৎভ্ৰান্ত | উদ্ধত গমনত প্ৰযোজ্য। |
| ৬৬। | অতিক্ৰান্ত | অহঙ্কাৰ বুজোৱাত। |
| ৬৭। | বিবৰ্ত্তিত | শোভা সম্পাদক নৃত্যত প্ৰযোজ্য হয়। |
| ৬৮। | গৰক্ৰীড়িতক | মন্থৰ গতি বুজোৱাত। |
| ৬৯। | তলসংস্ফোটিত | ভূতল পতিত সন্মুখৰ বস্তু বুজোৱাত। |
| ৭০। | গৰুড় প্লুতক | আত্মপ্ৰশংসা বুজোৱাত হয়। |

| নাম— | বিনিয়োগ— |
|---|---|
| ৭১। গণ্ডসূচী | গণ্ডৰ অলঙ্কৰণ অৰ্থ প্ৰকাশক। |
| ৭২। পৰিবৃত্ত | অসীম অনন্ত অৰ্থ প্ৰকাশত। |
| ৭৩। পাৰ্শ্বজানু | যুদ্ধ আৰু সমুখ সমৰ বুজোৱাত। |
| ৭৪। গৃধ্ৰবল্লীনক | বৃহৎ পক্ষী যুদ্ধত প্ৰযোজ্য হয়। |
| ৭৫। সন্নত | অধম লোকৰ অপসাৰণ অভিনয়ত প্ৰযোজ্য হয়। |
| ৭৬। সূচী | বিস্ময় প্ৰকাশত। |
| ৭৭। অৰ্দ্ধসূচী | অল্প বিস্ময় বুজোৱাত। |
| ৭৮। সূচীবিদ্ধ | চিন্তা প্ৰভৃতি বুজোৱাত। |
| ৭৯। অপক্ৰান্ত | শোভা সম্পাদক নৃত্যত প্ৰযোজ্য হয়। |
| ৮০। ময়ূৰ ললিত | ললিত নৃত্যত প্ৰয়োগ হয়। |
| ৮১। সৰ্পিত | মত্ত ব্যক্তিৰ সমীপ আগমন আৰু দূৰগমন প্ৰকাশত। |
| ৮২। দণ্ড পাদ | সদৰ্প গতি প্ৰকাশত। |
| ৮৩। হৰিণ প্লুত | মৃগ গতি বুজোৱাত। |
| ৮৪। প্ৰেঙ্খলিত | উদ্ধত গতিত প্ৰযোজ্য। |
| ৮৫। নিতম্ব | অঙ্গ সৌষ্ঠৱ প্ৰকাশত। |
| ৮৬। স্খলিত | শিথিলতা প্ৰকাশত। |
| ৮৭। কৰিহস্ত | দধি, চন্দন প্ৰভৃতি মঙ্গল দ্ৰব্যাদিৰ স্পৰ্শ বুজোৱাত। |
| ৮৮। প্ৰসৰ্পিত | আকাশচাৰীৰ সঞ্চৰণত। |
| ৮৯। সিংহ বিক্ৰীড়িত | ভয়ঙ্কৰ গতিত প্ৰযোজ্য হয়। |
| ৯০। সিংহাকৰ্ষিত | সিংহৰ অভিনয়ত প্ৰযুক্ত হয়। |
| ৯১। উদ্‌বৃত্ত | ক্ষোভ প্ৰকাশত। |
| ৯২। উপসৃত | সবিনয় অভিগমনত প্ৰযোজ্য। |
| ৯৩। তলসংঘট্টিত | দয়া বুজোৱাত। |
| ৯৪। জনিত | কাৰ্য্যাৰম্ভত প্ৰযোজ্য। |
| ৯৫। অৱহিত্থক | চিন্তা, দুৰ্ব্বলতা প্ৰভৃতি বুজোৱাত। |
| ৯৬। নিবেশ | গজাৰোহনত প্ৰযোজ্য। |
| ৯৭। এড়কা ক্ৰীড়িত | ইতৰ প্ৰাণীৰ গতি বুজোৱাত। |
| ৯৮। উৰুদ্‌বৃত্ত | ঈৰ্ষা, প্ৰাৰ্থনা, প্ৰণয়জনিত ক্ৰোধ প্ৰকাশত। |

| নাম— | বিনিয়োগ – |
|---|---|
| ৯৯। মদস্খলিতক | মধ্যম শ্ৰেণীৰ মত্ততা বুজোৱাত। |
| ১০০। বিষ্ণুক্ৰান্ত | বিষ্ণুৰ পদক্ষেপত প্ৰযোজ্য। |
| ১০১। সম্ভ্ৰান্ত | ব্যস্ততাপূৰ্ণ গতি বুজোৱাত। |
| ১০২। বিষ্কম্ভ | অহমিকা প্ৰকাশত প্ৰযোজ্য। |
| ১০৩। উদ্ঘট্টিত | হৰ্ষ প্ৰকাশত প্ৰযোজ্য। |
| ১০৪। বৃষভক্ৰীড়িত | কৌতুক প্ৰকাশত প্ৰয়োগ হয়। |
| ১০৫। লৌলিত | বিলাসযুক্ত নৃত্যত প্ৰযোজ্য হয়। |
| ১০৬। নাগাপসৰ্পিত | অল্পমত্ততাৰ অভিনয়ত প্ৰযোজ্য। |
| ১০৭। শকটাস্য | বালক্ৰীড়াৰ অভিনয়ত প্ৰযোজ্য। |
| ১০৮। গঙ্গাৱতৰণ | গঙ্গাৰ মৰ্ত্তত অৱতৰণ বুজোৱাত। |

নাট্য শাস্ত্ৰত উল্লিখিত এশ আঠখন কৰণৰ ( মাটি আখৰাৰ ) বিনিয়োগ ব্যাখ্যা কৰা হ'ল। ইয়াৰ উপৰিও প্ৰতিখন কৰণৰ লক্ষণসমূহ নাট্য শাস্ত্ৰৰ চতুৰ্থ অধ্যায়ৰ তেষষ্ঠী নম্বৰ শ্লোকৰ পৰা আৰম্ভ কৰি এশ সত্তৰ নম্বৰ শ্লোক পৰ্য্যন্ত প্ৰকাশ কৰা হৈছে। সত্ৰীয়া হিচাবত ব্যৱহৃত সত্তৰখন মাটি আখৰাৰ লগত ইয়াৰ তুলনামূলক দৃষ্টিৰে চালে বহুতো মিল ওলাব। বিভিন্ন গঠন প্ৰণালী আৰু তাৰ ব্যৱহাৰ নাট্য শাস্ত্ৰত উল্লেখ কৰাৰ দৰে ইয়াতো আছেই। মাত্ৰ 'মাটি আখৰা' নামকৰণ হ'ল সত্ৰীয়া আৰু 'কৰণ' হ'ল শাস্ত্ৰীয়। উদাহৰণ স্বৰূপে নাট্য শাস্ত্ৰত উল্লিখিত 'কটিচ্ছিন্ন' কৰণৰ সৈতে সত্ৰীয়া 'কাটি চটা' আৰু "সিংহ বিক্ৰীড়িত"ৰ লগত সত্ৰীয়া 'সিংহ জলক' মাটি আখৰাৰ অংশটো বিচাৰি পাব। এনেদৰে সমগ্ৰ কৰণ বোৰৰ সৈতে সত্ৰীয়া মাটি আখৰাৰ তুলনাত্মক দৃষ্টিৰে চালে মিলিব। কিন্তু ইয়াত এনে আচনি লোৱা নহ'ল। কাৰণ ইয়াৰ কাৰণে এখন বেলেগ কিতাপ লিখাৰ প্ৰয়োজন আছে।

ভৰত নাট্য শাস্ত্ৰৰ একাদশ অধ্যায়ত 'চাৰী'ৰ বিধান দিয়া হৈছে। এটা ভৰিৰে চালনা কৰাক 'চাৰী' আৰু দুটা ভৰিৰে কৰা চালনাক 'কৰণ' বুলি কোৱা হয় ( একপাদ প্ৰচাৰো যঃ সা চাৰীত্যভিধীয়তে। দ্বিপাদ ক্ৰমেন যত্তু কৰণং নাম তদ্ভবেৎ" নাট্য শাস্ত্ৰ )। কংকালৰ পৰা নিম্নস্থ প্ৰত্যংগ সমূহৰ বিশেষ প্ৰকাৰ সঞ্চালনক 'চাৰী' বুলি বুজা যায়। অৱশ্যে সত্ৰীয়া হিচাবত এইবোৰৰ নাম পাবলৈ নাই। নাট্য শাস্ত্ৰত কৰণৰ চাৰিটা ভাগ কৰিছে আবেষ্টিত, উদ্বেষ্টিত, ব্যাবৃত্ত আৰু পৰিবৰ্ত্তিত। এই বিলাকো সত্ৰত

পোৱা নেযায়। অৱশ্যে বহস্যভাৱে এইবিলাকৰ নামৰ ব্যৱহাৰ ঘটে, বাহ্যিক ভাৱেহে নাই। ভৌমী, আকাশিকী হিচাবত 'চাৰী'ক দুটা ভাগত বিভক্ত কৰা হৈছে এইবিলাকো বহস্যভাবে সত্ৰীয়া নৃত্যত আছে। মাত্ৰ কথিত হিচাবত নাই। মাটি আখৰাৰ ভিতৰতে এইবোৰ সামৰা হৈছে বুলি কোৱা হয়। নাট্য শাস্ত্ৰমতে উল্লিখিত কৰণ সমূহৰ সাত বা আঠটা কৰণ সমন্বিত 'অঙ্গহাৰ' গঠন হয়। চতুৰ্থ অধ্যায়ত কৈছে "সৰ্ব্বেষাং অংগহাৰানাং নিষ্পত্তিঃ কৰনৈৰ্ভবেৎ" অৰ্থাৎ কৰণ সমূহৰ দ্বাৰা সকলো অঙ্গহাৰ সম্পন্ন হয়। সত্ৰীয়া মতে বহুতো মাটি আখৰাৰ অংশ মিলি একোটা নাচৰ বহল অংশ আৰু তেনেকুৱা বহল অংশ মিলি একোটা নাচ গঠিত হৈছে। সেইবাবে নাচৰ তিনিটা অঙ্গ কৰা হৈছে। কৰণ, অঙ্গহাৰ আৰু নৃত্য। ললিত অঙ্গভঙ্গীৰ নাম অঙ্গহাৰ। কৰণৰ কাম হ'ল ৰূপসৃষ্টি আৰু অঙ্গহাৰৰ কাম হ'ল লাৱণ্য যোজনা। অন্য প্ৰকাৰে কৰণ হ'ল নৃত্যৰ দেহ আৰু অঙ্গহাৰ হ'ল নৃত্যৰ প্ৰাণ বা আত্মা। অঙ্গহাৰ বত্ৰিশ প্ৰকাৰ বুলি নাট্য শাস্ত্ৰই উল্লেখ কৰিছে যেনে স্থিৰ হস্ত, পৰ্য্যস্তক, সূচীবিদ্ধ, অপবিদ্ধ, আক্ষিপ্তক, উদ্ঘাট্টিত, বিস্কম্ভ, অপৰাজিত, বিস্কম্ভাপসৃত, মত্তাক্ৰীড়, স্বস্তিকৰেচিত, পাৰ্শ্বস্বস্তিক, বৃশ্চিক, ভ্ৰমৰ, মত্ত স্খলিতক, মদবিলসিত, গতিমণ্ডল, পৰিচ্ছিন্ন, পৰিবৃত্তিৰেচিত, বৈশাখৰেচিত, পৰাবৃত্ত, অলাতক, পাৰ্শ্বচ্ছেদ, বিদ্যুৎভ্ৰান্ত, উদ্বৃত্তক, আলীঢ়, ৰেচিত, আচ্ছুৰিত, আক্ষিপ্তৰেচিত, সংভ্ৰান্ত, অপসৰ্পিত, অৰ্দ্ধনিকুট্টক।

(২—খ) হস্তসাধনা :—

শৰীৰ সাধনাৰ পিচত হস্ত সাধনা আছে। আমি ওপৰত কৈ আহিছো যে শৰীৰ সাধনা সমূহকে সত্ৰীয়া ভাষাত মাটি আখৰা বোলে। উক্ত মাটি আখৰাৰ পিচত হস্ত সাধন কৰিব লগা হয়। হস্ত সাধনা দুটা ভাগত ভগাব পাৰি (১) মাটি আখৰা অৰ্থাৎ মাটিক আশ্ৰয় কৰি শিকা শাৰীৰিক ব্যায়ামৰ অংশবোৰৰ অভ্যাস হৈ উঠাৰ পিচত সেই সমষ্টিবোৰ একত্ৰীকৰণ কৰি তাক সজাই পৰাই তুলি অঙ্গহাৰ তৈয়াৰ কৰা আৰু তাৰ পৰা পূৰ্ণাংগ কৰি নৃত্যলৈ ৰূপান্তৰ কৰা আৰু সেইবিলাকেই সত্ৰীয়া নৃত্য যেনে ঝুমুৰা, নাদুভঙ্গী, বিহাৰ, প্ৰবেশ, চালি, সূত্ৰধাৰ আদি নামেৰে নামকৰণ হৈ সেইবোৰৰ শিক্ষা সম্পূৰ্ণ কৰি তোলা। (২) নৃত্যাদি শিক্ষা লাভ কৰি থকাৰ লগে লগে সত্ৰীয়া ধেমালি, ঘাত, বাজন আদি শিকি পৰিপূৰ্ণতা লাভ কৰা। মাটি আখৰাবোৰ হ'ল একোটা নৃত্যৰ ক্ষুদ্ৰাংশ

সেইবোৰক জোৰা লগাই দিব পাৰিলে এটা পূৰ্ণাঙ্গ শৰীৰ গঠন হয়। সেই বোৰ শিকি অৰ্থাৎ হস্তবোৰৰ প্ৰয়োগ জ্ঞান বা কোন কোন নাচত কি কি হস্তত তাক সম্পূৰ্ণ জানি উঠাৰ পিচত (ইয়াৰ লগতে কোন কোন হস্তৰ কি কি নাম আদিও জনাৰ পিচত) সেইজনক হস্ত সাধক বুলি ক'ব পাৰি। হস্তসাধনাত হাতত সদায় দৃষ্টি ৰখা অৰ্থাৎ নৃত্য কৰোঁতে হাতলৈ দৃষ্টি কৰা আৰু স্মিতহাস আদি থকাটো অপৰিহাৰ্য্য। মাটি আখৰাখিনিক "শৰীৰ সাধনা" বুলি পূৰ্ব্বতে কোৱা হৈছেই। সেই সাধনাৰ পিচত যিবিলাক নৃত্য শিক্ষা দিয়া হয় সেইবোৰক "হস্ত সাধনা" বুলি কয়।

বায়ন বিদ্যা শিকোতা সকলক যি খোলৰ বোল শিক্ষা দিয়া হয় তাকো হস্তসাধনা বুলি কোৱা হয়। খোল বজোৱা, ভাওনা পৰিচালনা (খোলেৰে কৰা, চালি, ঝুমুৰা আদি নাচৰ অধিকাৰী হ'ল, বায়ন। সেই অধিকাৰী হ'ব লগৰ হলে সততে হস্ত সাধনা অৰ্থাৎ খোল সাধনা কৰিব লাগে। আঠ বা দহ বছৰ বয়সৰ পৰাই সত্ৰৰ ভকতৰ ল'ৰাক বায়ন শিক্ষা দিয়া হয়। প্ৰথমতে ল'ৰাজন বায়ন আৰু গায়ন এই দুটা বিষয়ৰ কোনটোত নিপুণ হয় তাৰ পৰীক্ষা লবৰ কাৰণে যিকোনো এটাত শিকিবলৈ দিয়া হয়। কথাতে কয় বোলে "মাতলৰী গায়ন আৰু বাহুবলী বায়ন"। বায়নত পটু নহলে গায়নত আৰু মাত ভাল নহলে বায়ন শিকিবলৈ দিয়া নহয়। বায়ন শিক্ষা অৰ্থাৎ হস্ত সাধনাৰ প্ৰথম পৰ্য্যায় হ'ল খোলৰ বোল আওঁৰোৱা। নিত্য প্ৰসঙ্গত বজোৱা খোল প্ৰসঙ্গৰ বাজনাখিনিকে প্ৰথমে শিকোৱা হয়। এজন বায়নৰ ওচৰত তামোল পাণ, পইচা, গামোচা, মাননি দি সেৱা জনাই গুৰুবৰণ কৰি ল'ব লাগে ইয়াক "অৰ্চ্চনি দিয়া" বুলি কয়। পোনতে নিত্য প্ৰসঙ্গৰ চহিনি (বহিচাহিনী) মুখেৰে উচ্চাৰণ কৰি হাতেৰে তাল ধৰি আয়ত্ত কৰোৱা হয়। সেইখিনি পৰিপাটীকৈ মুখস্থ হলে প্ৰসঙ্গীয়া গুৰুঘাত, লনাঘাত আদিৰ বোলবোৰ শিকায়। এই খিনিৰ পিচত দ্বিতীয় পৰ্য্যায়ৰ শিক্ষা হল হাত বুলনি শিক্ষা অৰ্থাৎ হাতেৰে মুখস্থ হোৱা বোল বোৰ বজাবলৈ অভ্যাস কৰা। এখন বহা পীৰা পাৰি পোনতে বায়নজনে শিকোতাক হাতত ধৰি হাতখনেৰে তত বজনাবোৰ বুলাবলৈ যত্ন কৰে। খালৰ বেঁৱা আৰু দাইনাৰ হিচাবটো নিজৰ সোঁহাত আৰু বাওঁহাতত ভিত্তি কৰি আৰু কোনফালে কোনটো বোল বেঁৱাৰ আৰু কোনটো বোল দাইনাৰ সেই হিচাব ৰাখি পীৰাখনত আঙুলিৰে বা হাতৰ তলুৱাৰে বুলাব লাগে।

বায়ণ শিকাৰ তৃতীয় পৰ্য্যায় হ'ল খেতিয়া মুখেৰে আওঁৰে বা বোলবোৰ হাতেৰে বহাপীৰাত বজাই অভ্যাস কৰি লোৱা হ'ল, তাৰ পিচত এটা সৰু

খোলত পহুচালেৰে ছাই (সাধাৰণ ভাৱে) তাতে বাজনা বোলোৱা হয়। ইয়াতো আগৰ বাজনাবোৰৰ পুনৰাবৃত্তি কৰে। বায়নে হাতত ধৰি সেই খোলতো শিকায়। খোলত প্ৰসঙ্গীয়া চাহিনি ভালকৈ আহিলে তেওঁক বায়ন তোলা হয়। কীৰ্ত্তনঘৰত তামোল পাণ গামোচা ১ খন অবিহণা পইচা দি (তিনিপৰ প্ৰসঙ্গত) আশীৰ্ব্বাদ ল'ব। সত্ৰাধিকাৰ, বৰবায়ন আৰু বৰগায়ন. চাৰিখন বহাৰ বুঢ়াভকতক যথানিয়মে তামোল পাণ অবিহণা দি সেৱা জনাই আশীৰ্ব্বাদ লয় সত্ৰাধিকাৰক এখন গামোচাও দিয়ে। সন্ধ্যাৰ প্ৰসঙ্গত চাহিনি শেষ হলে তেওঁক মনাঘাত বজাবলৈ দিয়া হয়। সকলোকে তামোল বিতৰণ কৰে, আশীৰ্ব্বাদ কৰে।

বায়ন উঠাৰ পিচত ধেমালিবোৰ শিকোৱা হয়। একেবাৰে শেষত ঘোষা ধেমালি শিকায়। এই ধেমালিখন শিকিবৰ কাৰণে বেলেগে অৰ্চ্চনি দিব লাগে। ধেমালিবোৰ শিকি হলে বৰগীত, অঙ্কৰ গীতৰ তাল, মান ধৰি বজাবলৈ শিকোৱা হয় আৰু সত্ৰীয়া নাচৰ বাজনাবোৰ শিকোৱা হয়। নাচৰ বাজনাবোৰ শিকিবলৈ বেছ প্ৰয়াস নেলাগে, কাৰণ নিজে নাচোতে সেই নাচৰ বাজনাবোৰ মুখস্থ হয়গৈ। বাজনা মুখস্থ নহলে নাচিবও নোৱাৰে। যিহেতুকে কোনখন নাচৰ পিচত কোনখন নাচৰ বাজনা পৰিব সেই হিচাবটো নেথাকলে নাচোতে খেলি-মেলি লগাটো স্বাভাৱিক।

এনেকৈ হস্ত সাধনা কৰিলেও নিজৰ অধ্যাপক বায়নজনৰ পিচে পিচে সহকৰ্ম্মী হিচাবে ফুৰি আৱশ্য উপদেশ আদি শিকি লয়। ইয়াত তনুসৰণ আৰু অনুকৰণ দুয়োটাই কৰিব লাগে। বায়নজনৰ হাতৰ সুন্দৰ বুলন, গাৰ লহৰ, ঠেও ঠমক, চকুৰ দৃষ্টি আদি থকা অপৰিহাৰ্য্য। তেতিয়াহে বিশিষ্ট খোল-বাদক হিচাবে প্ৰখ্যাত হ'ব পাৰে। এনেকুৱা এজন পৰিপক্ক বায়নকে "বৰবায়ন" পতাহয়। বৰবায়ন পতাৰ নীতি এনেদৰে অধ্যাপক বৰবায়নজনে নিজৰ সমকক্ষ এজন বৰবায়ন আৰু এজন বৰগায়নক লগত লৈ সত্ৰাধিকাৰৰ উপস্থিতিতি (লগত আৰু পালি বায়ন গায়ন আদিও থাকে) তেখেতৰ চ'ৰাতে সমবেত হৈ ছাত্ৰ বায়নজনৰ পৰীক্ষা লয়। আকস্মিক ভাৱে বাজনা বোৰৰ, নাচবোৰৰ, বৰগীত, অঙ্কৰ গীতৰ ঘাতবোৰ মাৰিবলৈ দিয়া হয়। বিশেষকৈ চালি নাচৰ গীতৰ ঘাতবোৰহে বজাবলৈ দিয়ে। কাৰণ উক্ত অংশৰ বোৰ কঠিন। লগত বৰগায়নজনে তাল ধৰে। শিক্ষাদাতা অধ্যাপকজন দৰ্শক হৈ বহে। বাকী সকলোহে পৰীক্ষা লয়। পৰীক্ষাত উত্তীৰ্ণ নহলে তেওঁক কিছুদিন আকৌ বিদ্যা শিক্ষা লবলৈ পৰামৰ্শ দিয়া হয়। উত্তীৰ্ণ হ'লে

ছাত্ৰ বায়নজনে অধ্যাপক জনৰ নেতৃত্বত সত্ৰাধিকাৰজনৰ পৰা ধৰবায়নৰ নিৰ্মালি পাবলৈ আৰু স্বীকৃতি পাবলৈ তামোল, পাণ, অৰিহণা, গামোচা আদি দি সেৱা কৰে। সত্ৰাধিকাৰে সত্ৰৰ ঘাই দেউৰীক 'ধৰাবায়নৰ" নিৰ্মালি দিবলৈ নিৰ্দ্দেশ কৰিব। তাদ মাহৰ গুৰু কীৰ্ত্তনতহে ধৰবায়নৰ পৰীক্ষা আৰু নিৰ্মালি প্ৰদান অনুষ্ঠান কৰা হয়। এনেকৈ "হস্ত সাধনা"ৰ স্তৰ বিশেষে কাম সমূহ সমাপন হয়।

(২—গ)—কণ্ঠ সাধনা:—

শৰীৰ সাধনা, হস্ত সাধনাৰ দৰে তৃতীয় স্তৰত কণ্ঠ সাধনাও তাৰ অন্যতম। কণ্ঠ সাধনা হ'ব গায়ক সকলৰ কাৰণে। অৱশ্যে বায়ন সকলকো কণ্ঠ সাধনা লাগে। কাৰণ গায়ন পদ্ধতি নাজানিলে বায়ন হোৱাটো বা বায়নৰ কাৰ্য্য চলোৱাটো কঠিন কাম। গায়নকো তেনেকৈ বায়নৰ বিদ্যা লাগে। গতিকে দেখা যায় পৰস্পৰে পৰস্পৰৰ বিষয়বস্তুবোৰৰ ওপৰত হাত থকা উচিত। কণ্ঠ সাধনাৰ কাৰণে উপযুক্ত গায়ক ব্যক্তি নিৰ্ব্বাচিত কৰিব লাগে। সুকণ্ঠ গায়ক সকলোৰে প্ৰিয়পাত্ৰ হয়। কণ্ঠ সাধনাৰ কাৰণে প্ৰথমে সহজভাৱে গাব পৰা বৰগীত শিকিব লাগে। উপযুক্ত গায়নৰ ওচৰত তামোল, পাণ, গামোচা, অৰিহণা আদি অৰ্চ্চনি দি গায়ন বিদ্যা শিকিব লাগে। প্ৰথমে আৰম্ভ কৰা হয় ধনশ্ৰী ৰাগৰ গীত। গীত শিকাওঁতে ৰাগৰ কাৰ্য্যই প্ৰথম আৰু তাৰ তোলনি, মাত্ৰা আদিৰ প্ৰতি বিশেষ মন দিয়া হয়। জনা উচিত যে গীত গোৱাত সক্ষম কৰিবলৈ পোনতে কণ্ঠস্বৰ সাধনা কৰিব লগাটো অৱধাৰিত বা সত্ৰীয়া নীতিৰ ভিতৰত। সত্ৰীয়া নীতিমতে শিকোঁতাই পুখুৰীত এতিডিলৈকে পানীত ডুবগৈ থাকি কণ্ঠস্বৰ সাধনা কৰিব লাগে। তদুপৰি ৰাগদি থাকোঁতে অধ্যাপক জনে বা নিজে নিজৰ কণ্ঠত নিজ হাতে কম্পন তুলি ৰাগৰ মধুৰতা বঢ়াবৰ কাৰণে চেষ্টা বা সাধনা কৰি ল'ব লাগে। হাতেৰে কৃত্ৰিম কম্পন কৰাৰ ফলত সি অভ্যাসত পৰিণত হৈ গায়ক-জনৰ স্বৰ সুললিত হয়। কোনো কোনোৱে মকৰধ্বজ মাৰি মৌৰে সৈতে খাই কণ্ঠ পৰিষ্কাৰ কৰি লয়। কমলাবাৰী সত্ৰৰ এজনা বিখ্যাত গায়ক ৺ৰাপাই পাঠক আতৈয়ে ৺কিনাহৰি আতৈ বুঢ়াভকতৰ পৰা গীত মাত শিকোঁতে পূৰ্ব্বোক্ত নীতি পালন কৰিছিল বুলি জনা যায়। পানীত পৰি গীত ৰাগ শিকা বা সাধনা কৰা নীতি পূৰ্ব্বে পৰা সত্ৰীয়া ভকতৰ মাজত প্ৰচলিত আছিল। গুৰু জনাই নিজে গীত গাওঁতে "চাবেংদাৰ" নামৰ এবিধ

যন্ত্ৰ ব্যৱহাৰ কৰিছিল বুলি চৰিত পুথিৰ পৰা জনা যায়। কমলাবাৰী সত্ৰত এই যন্ত্ৰৰ ব্যৱহাৰ হৈছিল বুলি শুনা যায়। শুনামতে আৰু অন্যান্য প্ৰমাণমতে উক্ত যন্ত্ৰৰ সহায়েৰে সুৰ, তাল, মান, মাত্ৰা আদিৰ নিৰ্ব্বাচন বা গীতৰ মাত্ৰা নিৰ্ণয় কৰিব পাৰি। যি মাত্ৰাত গীত বা বাগ আৰম্ভ কৰা হয়, পুনৰ সেই মাত্ৰাতে গীতৰ নিষ্পত্তি বা শেষ হোৱা উচিত। যন্ত্ৰৰ অবিহনে সেই মাত্ৰা নিৰ্ণয় কৰা সহজ নহয়। গুৰুজনাৰ দিনত আজিকালিৰ দৰে জড় বিজ্ঞানৰ প্ৰাচুৰ্য্য সিমান নাছিল। 'চাৰেংদাৰ' নামৰ যন্ত্ৰটো বোধহয় গুৰু জনাৰ নিজস্ব কৃত্ৰিম আবিষ্কৃত যন্ত্ৰ। "শুনিলো পণ্ডিত। হৰিপদ সেৱা বলে স্থিৰ কৰু চিত্ত" নামৰ গীত গাওঁতে (বান্দীবন্দী হৈ থকা কালত) সেই যন্ত্ৰৰ সহায় লোৱা হৈছিল বুলি জনা যায়। কমলাবাৰী সত্ৰত এতিয়া সেই যন্ত্ৰ নাই। শুনামতে যোৰহাটৰ সাউদকুছি সত্ৰৰ ৺চক্ৰধৰ মহন্ত দেৱৰ ঘৰত হেনো সেই যন্ত্ৰটি আছে। সিও অচলাৱস্থা। যন্ত্ৰটো মাপক অৰ্থাৎ যি মাত্ৰাত গীতটি আৰম্ভ কৰা হয়, সেই মাত্ৰাতে গীত শেষ কৰি দিয়াত সহায় কৰে। বোধহয় আজি কালিৰ স্বৰ মাপক কাৰ্য্যও তেতিয়াৰ সেই যন্ত্ৰই নিৰ্ণয় কৰিছিল। কিন্তু কালৰ কুটিল গতিত সেইবোৰ নষ্ট হৈ আজিৰ শূন্য অৱস্থা পালেহি। এটা কথা মন কৰিব লগীয়া যে গুৰুজনাৰ নাট্য সংগীত এই পৰ্য্যন্ত যেনে তা'ৰ পৰিপাটি হিচাবে তিষ্ঠি থাকিল। উক্ত যন্ত্ৰ বা মাত্ৰা নিৰ্ণয় কাৰ্য্যটো কিয় নাথাকিল চিন্তাৰ বিষয়। এই প্ৰশ্নৰ এটাই মাত্ৰ উত্তৰ যে দুজনা গুৰুৱে ভগৱদ্ভক্তিৰ প্ৰাচুৰ্য্যতাৰ কাৰণে অৰ্থাৎ স্তৰ বিশেষে ভক্তি মাৰ্গলৈ উন্নীত হ'বৰ কাৰণে বা ভগৱৎ সন্তুষ্টিৰ কাৰণে নাট্য সঙ্গীতৰ প্ৰয়োজন বোধ কৰিছিল। ইয়াত কোনো পৰীক্ষা নাই ব্যৱসায় নাই গৱেষণা নাই। জনসাধাৰণে গল মেলি নাম গাওক, ভক্তি ৰসত নিজে বুৰ যাওক আৰু আনকো বুৰাই দিয়ক, এয়ে আছিল তেৰাৰ ইচ্ছা। কিন্তু সাম্প্ৰতিক কালত গীতৰ মাত্ৰা, বৈশিষ্ট্য, বিকাশ আদি নানা বিচাৰ হ'ব ধৰিছে। এইটো শুভ লক্ষণ।

সত্ৰত "কণ্ঠ সাধনা" কৰোতে স্বৰাশ্ৰয়ী কোনো বাদ্য যন্ত্ৰৰ অভাব হোৱাত ৰাগৰ আৰম্ভণি ৰাগটোৰ পৰা স্খলন হোৱা বা স্বৰ বিকৃতি ঘটা পৰিলক্ষিত হয়। যদিও স্বৰাশ্ৰয়ী যন্ত্ৰৰ অভাৱ বা স্বৰৰ স্থান মাপক নিৰ্ণয় আদিৰ স্পষ্ট স্থান নাই, তথাপি বৰগীতৰ চৰ্চ্চা আৰু শিক্ষা প্ৰদানৰ ক্ষেত্ৰত কিছুমান সত্ৰীয়া নিজস্ব প্ৰণালী পৰম্পৰাগত ভাৱে চলি আহি আছে। বৰ্ত্তমানে সত্ৰত ব্যৱহাৰ হোৱা খোল, তাল আদিয়েই স্বৰাশ্ৰয়ী যন্ত্ৰ বা "চাৰেংদাৰ' যন্ত্ৰৰ কাম কৰি আছে বুলি ধৰি ল'ব পাৰি। ই হ'ল স্বতন্ত্ৰভাৱে সত্ৰীয়া সংগীতৰ

উপাদানৰ বস্তু। গোৱা গীতৰ তালৰ নাম, মাত্ৰাৰ সংখ্যা, বিভাজন, ছন্দ, গতি আৰু বাদ্যৰ ধ্বনি আদি সকলো বৈশিষ্ট্য ইয়াত নিহিত আছে।

স্বৰাশ্ৰয়ী যন্ত্ৰ বা স্বৰলিপিৰ দ্বাৰা ৰাগৰ শুদ্ধতা নিৰ্ব্বাচন কৰিবলৈ যোৱাটোও কম কঠিন নহয়। এটা শব্দৰ উচ্চাৰণ লিখিত ভাৱে শুদ্ধকৈ প্ৰকাশ কৰা যেনেকুৱা কঠিন, স্বৰলিপিৰ শুদ্ধতাও তথৈবচ। স্বৰাশ্ৰয়ী যন্ত্ৰৰ ব্যৱহাৰ জনা আৰু ৰাগ দিব জনা দুয়োটাৰে অতীব প্ৰয়োজন আছে। ৰাগৰ শুদ্ধতা নিৰ্ব্বাচন কৰিবলৈ ৰাগ জানিব লাগিব। যি কি নহওক স্বৰলিপি বা স্বৰাশ্ৰয়ী যন্ত্ৰৰ কথা এই প্ৰসঙ্গত অনধিকাৰচৰ্চ্চা। এতিয়া এটা কথা জনাৰ দৰকাৰ যে আমি যি ৰাগৰ কথা কৈছো সেই ৰাগনো কি আৰু ইয়াৰ মূল উৎস ক'ত ইত্যাদি।

## (গ – ৩) ৰাগৰ বুৎপত্তি আৰু মহত্ব

ৰাগৰ মূল ভেটি সামবেদ—যাক আমি "সাম গান" বুলি কওঁ। সঙ্গীত শাস্ত্ৰতো ৰাগৰ উল্লেখ আছে। ৰাগ মানে স্বৰৰ ধ্বনি। অনুৰাগ, ইচ্ছা, সন্তোষ, উৎসাহ আদিও বুজায়। গীত হ'ল ৰাগাশ্ৰিত। গীতৰ আৱক্তনিতে ৰাগৰ প্ৰয়োজন। গীতক শুৱলা কৰে ৰাগে। সেই বাবেই ৰাগ হ'ল গীতৰ জীৱনী শক্তি আৰু সেই শক্তিৰ গুণতে গীতে লোকৰঞ্জন সাধন কৰে। শাস্ত্ৰই কয় –

যস্য শ্ৰৱন মাত্ৰেন ৰঞ্জতে সকলাঃ প্ৰজাঃ।

সৰ্ব্বানুৰঞ্জনাৎ হেতোঃ তেন ৰাগ ইতি স্মৃতঃ॥

অৰ্থাৎ— যাক শ্ৰৱণ কৰা মাত্ৰকে সকলো প্ৰজাই আনন্দ অনুভৱ কৰে বা মনোৰঞ্জন হয়, সেই মনোৰঞ্জনৰ ভিত্তিতে 'ৰাগ' নামে অভিহিত হৈছে বুলি জানিবা।

ৰাগ হৈছে গীতৰ অগ্ৰগতিৰ পথ। আদিতে জনসাধাৰণৰ যিটো বস্তুৰে অনুৰাগ বঢ়াই, সেই বস্তুৰেই গীতক অধীৰ কৰি ৰাখি নিজে শ্ৰেষ্ঠাসনত বহিছে। ৰাগ উৎপত্তি সম্বন্ধে ৰাগ মালিতাবোৰত কিছু আভাষ পোৱা যায়। ৰাগ মালিতাবোৰ সংস্কৃত আৰু অসমীয়া পদ্যত ৰচিত। সত্ৰীয়া ওজাপালি অনুষ্ঠানত সংস্কৃত পদ্য ভাগত ৰাগমালিতা পোৱা হয়, অসমীয়াত নাই। মেলাৰাগ আৰু বন্ধাৰাগ ভেদে দুটা ৰাগৰ পৰ্য্যায়ত বন্ধাৰাগৰহে মালিতা আছে মেলাৰাগৰ নাই। থোৰতে কবলৈ গলে মেলাৰাগৰ ভিত্তি সত্ৰীয়া বা শঙ্কৰী সঙ্গীতানুষ্ঠান আৰু বন্ধাৰাগৰ ভিত্তি হ'ল ওজাপালি অনুষ্ঠান। প্ৰকাৰ

ভেদ ইমানেই। অৱশ্যে সত্ৰীয়া নৃত্যানুষ্ঠানত বন্ধাৰাগৰ প্ৰয়োগ হলেও ইয়াত বহুতো পিচৰ সঙ্গীতজ্ঞৰ ৰাগ সংযোজনা আছে। তাৰ বহল বিচাৰ হ'বলৈ পৃথক পুস্তকৰ প্ৰয়োজন।

গৰ্গসংহিতাৰ বিশ্বজিৎ খণ্ডত চাপন্ন (৫৬) কোটি ৰাগ ৰাগিনীৰ সংখ্যা নিৰ্দ্ধাৰণ কৰি দিয়া হৈছে। সেইবোৰৰ নাম সংখ্যা ইয়াত উল্লেখ কৰিব খোজা নাই। ৰাগৰ মহতী শক্তিৰ কথা বহুতো তথ্য পাতিৰ পৰা পোৱা যায়। ৰাগ ৰাগিনীৰ ইমান প্ৰভাৱ আছে যে সৰ্পদংশন, ভূতআৱৰণ মন্ত্ৰতকৈয়ো ইয়াৰ শক্তি বহুগুণে বেছি। ৰাগ সঞ্চৰণ বা ৰাগ টনা কাৰ্য্য যদি শুদ্ধভাৱে দিব পৰা হয়, তেন্তে সেই ৰাগে (যি ৰাগে যিকাৰ্য্য কৰাত সক্ষম, সেই মতে) তাৰ শক্তিমতে কাৰ্য্য কৰিবলৈ সক্ষম। ৰাগ দিওঁতাজনৰ শৰীৰত এটি স্পন্দন উঠে আৰু তেওঁ বাহ্যিক কথা পাহৰি যায়। বহু আগৰ কথা বাদ দি শঙ্কৰদেৱৰ দিনৰ কথাকে কৈছে। শঙ্কৰদেৱ মহাপুৰুষে "চিহ্ন যাত্ৰা" ভাওনা পাতোতে মেঘমণ্ডলি ৰাগদি বৃষ্টি নমাই অনা, বায়ুমণ্ডলি ৰাগ দি বতাহ ধুমুহাৰ সৃষ্টি কৰা, তিমিৰ ৰাগ দি আন্ধাৰ নমায় অনা আদি কাৰ্য্যও ৰাগৰ মহতী শক্তিয়েই। তাতে শঙ্কৰদেৱৰ ঐশ্বৰীক শক্তিৰ নায়কো আছিল। সঙ্গীতজ্ঞ তান সেনেও দীপক ৰাগদি জুই জ্বলাইছিল বুলি শুনা যায়। এনেবোৰ কাহিনীয়ে ৰাগৰ মহত্ত্ব বিকাশ কৰিছে। এই বিলাক বৈজ্ঞানিক সত্য। আধুনিক বিজ্ঞানে শব্দ ব্ৰহ্মৰ মহত্ত্ব স্বীকাৰ কৰিছে। মেঘৰ গাজনিত খিৰিকিৰ আইনা ভগা ঘটনা যদি সঁচা হয়, তেন্তে শব্দ ব্ৰহ্ম ৰাগ সঞ্চাৰত গছৰ পাত সৰা, জুইজ্বলা আদি কাৰ্য্যও মিচা নহয়। ৰাগ সঙ্গীতে জনসাধাৰণৰ মন আমোদিত কৰা কথা সৰ্ব্বজন বিদিত। কিন্তু ই যে জন্তু আদিকো আকৰ্ষণ কৰে সেই কথাও সৰ্ব্বজন বিদিত হোৱা উচিত। বিষাক্ত খঙাল সৰ্প আৰু অন্যান্য বিষাক্ত জন্তুবোৰক অৱৰীয়ে বাঁহী বজাই বশীভূত কৰা কথা সকলোৱে জানে। হাবিৰ বাঘ, পহু আদি জন্তু বোৰো ৰাগ সঙ্গীতৰ টানত ভোল যোৱা কথা শাস্ত্ৰ সমূহে উনুকিয়াই গৈছে। গুৰুজনে কীৰ্ত্তনৰ "ৰাসক্ৰীড়া" অধ্যায়ত গোপীসকলৰ হতুৱাই কোৱাইছে—

নামধৰি ধেনুক ডাকন্ত বংশীৰ ৰে।
নদীসবো শুনি স্তব্ধি থাকে নম্ৰভাৱে ॥
........................ ...........
বংশীৰ নিশানে হৰি ডাকি আনাধেনু।
শুনি তৃণ লতা প্ৰেমে পুলকিত তনু ॥
..................... ..................

সুন্দৰ অধৰে যেবে কৰে বংশীধ্বনি।
মোহ হোৱে কমল বনৰো পক্ষী শুনি॥
...... .. .. . ... .. ...
সিঞ্চিয়া গলত গন্ধ তুলসী মালাক।
যেবে সেহি বেলাত বংশীৰ দেন্ত ডাক॥
শুনি কৃষ্ণ সাৰ হৰিণৰ ভাৰ্য্যাগণে।
কৃষ্ণৰ সমীপ চাপে উল্লাস মনে॥

ইত্যাদি

সঙ্গীত-শাস্ত্ৰতো ধ্বনিত হৈছে

গীতেন হৰিণঃ ৰঙ্গং প্ৰাপ্নুবন্ত্যপি পক্ষিনঃ।
বনাদায়ান্তি ফনিনঃ শিশবো ন ৰুদন্তি চ॥

অৰ্থাৎ— গীতৰ টানত হৰিণে পৰ, পক্ষীসকলেও ৰঙ্গ পায়, সাপবোৰ হাবিৰ পৰা দৌৰি আহে আৰু ক্ৰন্দনৰত শিশু সকলেও কান্দিবলৈ এৰে।

গতিকে দেখা যায় ৰাগ সঙ্গীতত মোহনী শক্তি আছে। অন্যান্য অলৌকিক বা অদ্ভুত কাৰ্য্য সফল হোৱাৰ উপৰিও ইয়াৰ দ্বাৰা ৰোগ নিৰাময় কৰাটো সফল হ'ব বুলি ভাবিব পাৰি।

ভৰত মুনিৰ মতে শুদ্ধ ৰাগৰ সংখ্যা সাতোটা। উক্ত ৰাগ কেইটাৰ পৰা বিকাৰ ঘটি বহুতো ৰাগৰ উদ্ভৱ হৈছে। কোনো জনৰ মতে (হনুমান নামৰ এজনৰ মতে), ৰাগ ছটা যেনে মালৱ, মল্লাৰ, শ্ৰী, বসন্ত, হিন্দোল আৰু কৰ্ণাট। মতান্তৰে উল্লেখ আছে ভৈৰৱ, মালৱ শাৰঙ্গ, হিন্দোল, দীপক আৰু মেঘ। প্ৰথমতে উল্লেখ কৰা ছটা ৰাগৰ প্ৰতিটোৰ পৰা ছটাকৈ ৰাগিনীৰ উদ্ভৱ হৈছে। এইবোৰক ৰাগৰ পত্নী বুলি ধৰে। ৰাগিনীৰ নামবোৰ যথাক্ৰমে —

| ৰাগ | ৰাগিনী |
|---|---|
| ১। মালৱ — | ধানশ্ৰী, মানসী, ৰামগিৰি, সিন্ধুৰা, আশাৱৰী, ভৈৰবী। |
| ২ মল্লাৰ — | বেলাৱলী, পূৰবী কানড়া, মাধৱী, কোড়া, কেদাৰিকা। |
| ৩। শ্ৰী — | গান্ধাৰী, সুভগা, গৌৰী, কৌমাৰিকা, বেলোৱাৰী, বৈৰাগী। |
| ৪। বসন্ত — | তুড়ী পঞ্চমী, ললিতা, পট্টমঞ্জৰী, গুৰ্জ্জৰী, বিভাষা। |
| ৫। হিন্দোল — | মায়ুৰী, দীপিকা, দেশকাৰী, পাহাড়ী, বড়াড়ি, মাৰহাটী। |
| ৬। কৰ্ণাট — | নাট্টিকা, ভূপালী, ৰামকেলি, গড়া, কামোদা, কল্যাণী। |

সত্ৰীয়া ৰাগ দুটা ভাগত বিভক্ত—প্ৰথম মেলাৰাগ আৰু দ্বিতীয় বন্ধা-ৰাগ। মেলাৰাগৰ প্ৰবৰ্ত্তক দুজনা মহাপুৰুষ। ইয়াৰ উদ্ভৱ সময় ১৩৯০ শকৰ পৰা ১৫১৮ শকৰ ভিতৰত অৰ্থাৎ দুজনা গুৰুৰ আৱিভাৱৰ পৰা তিৰো-ভাৱ পৰ্য্যন্ত কালছোৱাৰ ভিতৰত। বন্ধাৰাগৰ উৎপত্তি সম্বন্ধে প্ৰথম কাল ছোৱাৰ কথা নকলেও কমলাবাৰী সত্ৰ'ল ইয়াৰ আমদানি হয় ১৭৩০ শকাব্দ মানত। ইয়াৰ সম্পূৰ্ণ ফল ফুলে জ্যাতিস্কাৰ হয় ১৭৪০ শক মানৰ পৰা। যি কি নহওক কমলাবাৰী সত্ৰত মেলাৰাগ সৰ্ব্বোচ্চ শিখৰত আছে। বন্ধা-ৰাগৰ স্থান দ্বিতীয়ত। মেলাৰাগৰ সংখ্যা ৩২ টা আৰু বন্ধাৰাগৰ সংখ্যা ৪০ টা আৰু অপ্ৰচলিত হিচাবে আছে ৪০ টা – সৰ্ব্বমুঠ ৮০ টা। মেলাৰাগ আৰু বন্ধ ৰাগৰ নামবোৰ পূৰ্ব্বতে উল্লেখ কৰি অহা হৈছে কাৰণে ইয়াত পুনৰুল্লেখ কৰা নহ'ল। ছয় ৰাগ আৰু ছয়ত্ৰিশ ৰাগিনীৰ কথা উল্লেখ আছে যদিও সত্ৰীয়া ৰাগত অৰ্থাৎ গুৰুজনাৰ প্ৰবৰ্ত্তিত ৰাগ সমূহত তেনেকুৱা কোনো উল্লেখ থকা দেখা নেযায়। কোনোৱে গুৰু জনাই ছটা ৰাগ আৰু বাকী খিনি ৰাগনী হিচাবত প্ৰবৰ্ত্তন কৰি গৈছে বুলি যুক্তি দিব খোজে, কিন্তু কোন কেইটা ৰাগ আৰু কোন কেইটা ৰাগিনী তাৰ সঠিক উত্তৰ দিব নোৱাৰে। কোনোজনে উত্তৰ দিব খুজিলেও দুজনৰ মাজতে মতৰ অমিল হোৱা দেখা যায়। কোনোৱে আকৌ ৰাগ তেৰটা আৰু বাকীখিনি ৰাগিনী বুলি "জোৰা তাপলি মৰা" কথা কয়। তেৰটাক পুংলিঙ্গত আৰু বাকী কেইটাক স্ত্ৰীলিঙ্গ বুলি ৰাগ-ৰাগিনীৰ হিচাবত ধৰিব বিচৰাতো যুক্তিৰ ভিতৰত নপৰে। অৱশ্যে গুৰু দুজনাৰ প্ৰৱৰ্ত্তিত ৰাগ সমূহত পুংলিঙ্গ আৰু স্ত্ৰীলিঙ্গ ভাগতো নথকা নহয় সেইবুলি গুৰুজনাই ৰাগ ৰাগিনীৰ সৃষ্টি কৰি গৈছে বুলি কোনো প্ৰমাণৰ পৰা ক'ব নোৱাৰি। উক্ত লিঙ্গৰ হিচাবটো আমালোকৰ নিজাহে। ৰাগ ৰাগেই। ইয়াত গুৰুজনাই লিঙ্গ নিৰ্ণয় কৰি যোৱা নাই। যেনে ধৰা যাওক—"সিন্ধুৰা ৰাগ"টোৰ 'সিন্ধুৰা' শব্দটো স্ত্ৰীলিঙ্গ সঁচা, কিন্তু তাৰ পিচতে 'ৰাগ' শব্দটো থকাত স্ত্ৰীলিঙ্গৰ অস্তিত্বটো লোপ পালে। কাৰণ 'ৰাগ' শব্দটো পুংলিঙ্গ। স্ত্ৰীলিঙ্গ-তকৈ পুংলিঙ্গ বলবান্ হেতু 'সিন্ধুৰা'ৰ পিচত 'ৰাগ' শব্দটো থকাত গোটেই শব্দটোৱেই পুংলিঙ্গ হৈ গ'ল। গতিকে শঙ্কৰদেৱ মাধৱদেৱৰ প্ৰৱৰ্ত্তিত ৰাগ সমূহত-ৰাগিনী নাই, ৰাগহে। ইয়াত লিঙ্গ নিৰ্ণয় কৰিবলৈ যোৱাটো ভুল কথা।

মহাপুৰুষ শঙ্কৰদেৱ মাধৱদেৱে প্ৰৱৰ্ত্তন কৰা ৰাগ সমূহৰ ভাৱ অতি গভীৰ আৰু ভক্তিৰসাত্মক। প্ৰতিটো গীতত (বৰগীতত) ব্যৱহাৰ কৰা বা নিযুক্ত কৰা ৰাগৰ ভাৱ আৰু গভীৰতাৰ সঙ্গতি বা সম্বন্ধ আছে আৰু ৰাগৰ

লগতো গীতৰ সম্বন্ধ আছে। ৰাগৰ লগত গীতৰ এনেকুৱা সম্পৰ্কীয় স্পন্দন আছে যে তাক আমাৰ নিচিনা দুৰ্ব্বোধ বা অজ্ঞজনে বিচাৰ নিশ্চিত কৰিব পৰা শক্তি বা সমথ কদাপিও নাই আৰু বিচাৰ কৰিবলৈ যোৱাটো ধৃষ্টতা মাত্ৰ। তথাপিতো বাওনা হৈ আকাশৰ চন্দ্ৰ ধৰিবলৈ যোৱাটো দুঃসাহসিক কাৰ্য্যৰ দৰে নিম্নস্থানত গোটাচেৰেক ৰাগৰ ভাব প্ৰদৰ্শন কৰা হৈছে। প্ৰথমতে আশোৱাৰী ৰাগৰ কথাকে কওঁ। বৰগীতৰ পোন প্ৰথমতে শঙ্কৰদেৱে আশোৱাৰী ৰাগত লিখা "জয় জয় যাদব জল নিধিজা ধৱ ধাতা" গীতটোৰ লগত ৰাগৰ পূৰ্ণ সম্পৰ্ক ঘটিছে। আশোৱাৰী ৰাগৰ ভাব হ'ল শান্তি, বিনয়, কৰুণা, আশা আদি। উপযুক্ত গীতটোত এই কেইটা ভাব ফুটি উঠিছে। এই ৰাগৰ গীতত ভগৱন্তৰ লীলা বিলাস, ৰূপ বৰ্ণনাই বিশেষভাৱে স্থান পাইছে। তেনেকুৱা গীত হ'ল "আনন্দে গোবিন্দে বায় বৃন্দাবনে বেনু" বালক গোপালে কৰত ৰে কেলি" আদি। মাধৱদেৱৰ "ৰে মন সেৱহু হৰিপদ পঙ্কজ পঞ্জৰ মোই", "ৰাম গোসাঁই কৰোহো গোহাৰি", "ৰামক বাণী জপহু মন ভাই", "চিন্তহু গোবিন্দ মন মেৰি ভাই", "মই সেৱহোঁ ৰাম চৰণ দুজা" আদি আশো-ৱাৰী ৰাগৰ গীতবোৰত ভক্তি, অভিলাষ, বিনয়, শান্তৰস ভাৱ আদি বিকশিত হৈছে। ধনশ্ৰী ৰাগৰ ভাব পীড়া, বিৰহ, করুণ আদি। বৰগীতত শঙ্কৰদেৱে ধনশ্ৰী ৰাগতে বেছি গীত লিখিছে। 'নাৰায়ণ কাঁহে ভকতি কৰো তেৰা", "নাৰায়ণ চৰণে কৰোহোঁ গোহাৰি", "শাৰঙ্গ পাণি পাহে পামৰ মতি হাৰি", "নাৰায়ণ লীলা জানব কোই", "বোলহু ৰাম নামেসে মুকুতি নিদান" আদি ধনশ্ৰী ৰাগৰ বৰগীতবোৰ বিৰহ, দুখ শোকময়, করুণৰসাভিব্যক্তি। উদাহৰণ স্বৰূপে এটা গীত সম্পূৰ্ণে নিম্নস্থানত তুলি দিয়া হ'ল —

ৰাগ ধনশ্ৰী

নাৰায়ণ। চৰণে কৰোহোঁ গোহাৰি।
বিষয় বিলাস পাশ ছান্দি ইন্দ্ৰিয় মোহি
ওহি লুটে বাটোৱাৰি ॥
নাসাগন্ধ মধুৰ ৰস ৰসনা
শ্ৰৱণ বিবিধ ধ্বনি ধাৱ।
নয়নে ৰূপ পৰশত্বচ চাহে
কাঁহে ভজোহোঁ তয়ু পায় ॥
কাম ক্ৰোধমদ মান মোহ মেৰি
ঐসব বৈৰী বিশাল।
শঙ্কৰ কহ প্ৰভো তোহো বিনে নাহি আৰ
সেৱক ৰাখ গোপাল ॥

মহাপুৰুষ মাধৱদেৱৰ দ্বাৰা ৰচিত ধনশ্ৰী ৰাগৰ গীতবোৰো কৰুণ তথা বিৰহাত্মক। তেনেধৰণৰ গীতবোৰ হ'ল "নাৰায়ণ মায়াজানব কোই", "নাৰায়ণ মই তেৰি দাসকু দাসা", হৰিপদ পঙ্কজ মেৰি মনাই"ৰ হৰিগুণ কৈচে বিছুৰি মনৰে", "নাৰায়ণকে গুণ জানব তোই" নাৰায়ণ মাগো চৰণ ৰতি তেৰা" আদি। উদাহৰণ স্বৰূপে আৰু এটা গীত তুলি দিয়া হ'ল—

### ৰাগ ধনশ্ৰী

নাৰায়ণ মই তেৰি দাসকু দাসা।

ভৱ ভয় তাপে তাপিত মন তোহাৰি
চৰণে কৰোঁহো হামো আশা ॥

কামিনী কনক লুবুধমতি পামৰ
ভোলে পড়ল মন মেৰা।

ৰাগ ৰস পৰশ শব্দ গন্ধে আকুল
কবহু ভকতি নাহি তেৰা ॥

ক্ষণিক জীৱন ধন যৌৱন জায়া
বিৰকতি তবহু নাহোই।

দংশিত কাল ভুজঙ্গম অঙ্গা
জানি শৰণ লেহো তোই ॥

বৈৰী কাম কোৰোধ মদ মৎসৰ
তাসনে ৰতি মতি হীনা।

পতিত পাৱন হৰি তোহে বহি নাহি আৰ
কহত মাধৱ দাস দীনা ॥

মল্লাৰ আৰু নাটমল্লাৰ ৰাগৰ ভাৱ গাম্ভীৰ্য্য, বিনয়। শঙ্কৰদেৱৰ নাট মল্লাৰ ৰাগত নিবদ্ধ "মধুৰ মূৰুতি মুৰাৰু, মন দেখু হৃদয়ে হামাৰু" এই গীত গাম্ভীৰ্য্য ভাবপূৰ্ণ। মাধৱদেৱৰ মল্লাৰ ৰাগ নিবদ্ধ "বাইৰ হুয়াছে দেখো সই নন্দেৰ নন্দেৰ" এই গীত ভগৱৎ স্বৰূপ বন্দনা হলেও তাত নিহিত আছে গভীৰ ভগৱৎ প্ৰেম তথা বিনয় ভাব নিদৰ্শন। তেনেকৈ গৌৰী, সুহাই, অহিৰ ৰাগ আদিও ভক্তি ভাবানুকূল আনন্দে ভৰপুৰ। কল্যাণ ৰাগ বিৰহ বেদনাযুক্ত আৰু ৰসাল। "উদ্ধৱ বন্ধুহে মধুপুৰী ৰহল মুৰাৰু" এই গীতেই তাৰ নিদৰ্শন।

এইদৰেই দুজনা গুৰুৰ দ্বাৰা প্ৰৱৰ্তিত সমস্ত ৰাগ উদ্দেশ্যধৰ্মী, ভক্তিৰস সমৃদ্ধ তথা গভীৰ ভাবদৰ্শক।

দুজনা গুৰুৱে প্ৰবৰ্ত্তন কৰা ৰাগৰ সগত শাস্ত্ৰীয় সঙ্গীতত ব্যৱহৃত ৰাগৰ আমিল হলেও নামৰ ক্ষেত্ৰত বহুত মিল থকা দেখা যায়। যেনে –

| শঙ্কৰী ৰাগ | উত্তৰ ভাৰতীয় ৰাগ |
|---|---|
| ১। আশোৱাৰী | আশাৱৰী |
| ২। কানড়া | কান্‌হাড়া |
| ৩। ধনশ্ৰী | ধনাশ্ৰী |
| ৪। বেলোৱাৰ | বিলাৱল |
| ৫। সুহাই | সুহানা |
| ৬। সিন্ধুৰা | সিন্ধু |
| ৭। গান্ধাৰ | গান্ধাৰী |
| ৮। ভাটিয়ালী | ভটিয়াৰ |
| ৯। মাহুৰ | মাৰৱা |
| ১০। অহিৰ | অহিৰি |
| ১১। তুড় | তোড়ী |
| ১২। পূৰ্ব্বী | পূৰবী |
| ১৩। কৌ | কৌৰী |

ইত্যাদি

শঙ্কৰ গুৰুৱে বৰগীত আৰু নাটৰ গীতত সৰ্ব্বমুঠ ২৫ টা ৰাগ প্ৰবৰ্ত্তন কৰে। বাকী সাতোটা ৰাগ মাধৱদেৱৰ নিজা সৃষ্টি। শঙ্কৰদেৱে সৃষ্টি কৰা ৰাগবোৰৰ নাম যথাক্ৰমে (১) আশোৱাৰী, (২) নাট মল্লাৰ, (৩) ধনশ্ৰী (৪) গৌৰী (৫) সুহাই (৬) বসন্ত (৭) শ্ৰী (৮) কেদাৰ (৯) মাহুৰ ধনশ্ৰী (১০) তুৰ বসন্ত (১১) কল্যাণ (১২) কানড়া (১৩) সিন্ধুৰা (১৪) বেলোৱাৰ (১৫) শ্যাম (১৬) অহিৰ (১৭) মাহুৰ (১৮) শ্ৰীগান্ধাৰ (১৯) ভাটিয়ালী (২০) শাৰঙ্গ (২১) শ্ৰীগৌৰী (২২) কৌ (২৩) নাট (২৪) তুৰ (২৫) পূৰ্ব্বী। উল্লেখযোগ্য কথা যে পূৰ্ব্বোক্ত ৰাগবোৰৰ আধাৰ হ'ল গাবিন্দে ৰাম ৰাম, হৰিৰাম ৰাম। এই কেইটাৰ ওপৰতে ৰাগ দিয়া কাৰ্য্য চলে। উদ্দেশ্য হ'ল জনসাধাৰণক ভক্তিমুখী কৰা। সত্ৰীয়া নৃত্যৰ বাবে প্ৰযোজ্য সকলো বিষয়েই ভক্তিমূলক।

ভাৰতীয় শাস্ত্ৰীয় সঙ্গীতৰ অন্যান্য ধাৰাত নিবদ্ধ থকাৰ দৰে সত্ৰীয়া সঙ্গীততো ৰাগ দিয়াৰ বা ৰাগ টনাও সময় ধৰাবন্ধা আছে। অৱশ্যে নাটক পৰিবেশনৰ সময়ত সেই নীতি মানি চলিব নোৱাৰি। দৈনন্দিন প্ৰসঙ্গৰ বেলিকাহে সেই নীতি প্ৰযোজ্য। বিভিন্ন ৰাগৰ বিভিন্ন সময় ৰীতি এনেধৰণৰ—

১। ৰাতিপুৱাঃ - কৌ, কল্যাণ, শ্যাম, ললিত, অহিৰ, শ্যামগড়া আদি।

২। দুপৰীয়া আৰু আবেলি ঃ—ভাটিয়ালী, বসন্ত, তুড়বসন্ত, গান্ধাৰ, শ্ৰী গান্ধাৰ, গৌৰী, ধনশ্ৰী, বৰাড়ি, কেদাৰ, মাহুৰ, শ্ৰী আদি।

৩। গধূলি ঃ—শাৰঙ্গ, বেলোৱাৰ, আশোৱাৰী।

৪। আগনিশা ঃ—সুহাই, মল্লাৰ, নাটমল্লাৰ, কানড়া, সিন্ধুৰা।

৫ শেষ নিশা ভুপালী, কমোদ।

৬ পৰতি নিশা ঃ— পূৰবী।

সত্ৰত পুৱাৰ প্ৰসঙ্গত ৰাগৰ সময় ৰীতিৰ ওপৰত যেনে গুৰুত্ব দিয়া হয়, অন্যবেলাত তেনে গুৰুত্ব নাই। সেই বাবেই পুৱা বেলাত ব্যৱহৃত ৰাগ আৰু গীত বাকীবোৰ বেলাত কেতিয়াও গোৱা নহয়। সেয়ে এটি প্ৰবাদ আছে "পুৱাৰ গীত বিয়লি গায়। ধন ভৰে কিল খায়" বিয়লি প্ৰসঙ্গত বৰগীতৰ ব্যৱহাৰ নকৰে। গতিকে ৰাগো নাই। অৱশ্যে পাঠকে পাঠ পঢ়োঁতে ৰাগৰ প্ৰথমাংশ টানে। কিন্তু ৰাগৰ নাম উল্লেখ নহয় বা নাথাকে। ৰাতিৰ প্ৰসঙ্গত ব্যৱহাৰ কৰা ৰাগ আৰু গীতৰ নাম প্ৰথম খণ্ডতে প্ৰকাশ কৰি অহা হৈছে।

সত্ৰত ৭/৮ বছৰীয়া ভকতৰ ল'ৰাক (যদি সুকণ্ঠী হয়) যেতিয়া ৰাগ, বৰগীত শিক্ষাদান আৰম্ভ কৰি দিয়া হয়, তাৰ পৰা প্ৰাপ্ত বয়স্ক পৰ্য্যন্ত বৰ-গীতৰ শিক্ষা অবিশেষে চলি থাকে। গায়ন উঠাৰ প্ৰণালী বায়ন উঠাৰ দৈতে একে। মাত্ৰ বায়নত ঘাত আৰু গায়নত ৰাগ। বৰ গায়ন হোৱাৰ প্ৰণালীও একে। সত্ৰাধিকাৰৰ উপস্থিতিত বৰবায়ন আৰু বৰগায়নৰ নেতৃত্বত প্ৰাৰ্থীজনক আকস্মিক ভাৱে এটি ৰাগ দিবলৈ কোৱা হয়। ইয়াক বৰগায়ন বা বৰবায়নৰ মহলা লোৱা বুলি কয়। দৰাচলতে বিবিলাক ৰাগ অতি কঠিন সেই বিলাককে সোধে। গীতৰ ভিতৰত "কেলি গোপাল নট"ৰ কেদাৰ ৰাগৰ "হৰিক গোপী দেখয়ে নপাই" এই গীতটো গাবলৈ দিয়া হয়। গীতটো বৰ কঠিন আৰু আওপকীয়া। গীতটো ঠিকমতে গাব নোৱাৰিলে প্ৰাৰ্থীজনক অনুত্তীৰ্ণ বুলি কোৱা হয়। পাৰিলে উত্তীৰ্ণ বুলি ঘোষণা কৰে। এয়েই ৰাগৰ কথা।

## ( গ—৪ )—বৰগীত

বৰগীত সম্বন্ধে পূৰ্ব্বতে এটি আলোচনা কৰি আহিছিলো। সম্প্ৰতি প্ৰসঙ্গক্ৰমে পুনৰুল্লেখ কৰাৰ প্ৰয়োজন হোৱাত আৰম্ভ কৰা হৈছে। আভিধানিক মতে 'বৰ' মানে শ্ৰেষ্ঠ বা উৎকৃষ্ট আৰু 'গীত' মানে কথা বা প্ৰবচন। পূৰ্ণাৰ্থ— উৎকৃষ্ট কথা। সংস্কৃত মতে 'গৈ' শব্দে গৈ ধাতু, তাত ক্ত প্ৰত্যয় যোগ দিলে 'গীত' হয়। 'গীত' মানে কথা বা বচন। শঙ্কৰদেৱে কীৰ্ত্তন ঘোষাত "শঙ্কৰে ৰচিলা গীত, আপোনাৰ চিন্তা হিত" বুলি লিখি গৈছে। ইয়াত উল্লেখ থকা 'গীত' শব্দটোৱে কীৰ্ত্তন ঘোষাক সঙ্গীত পৰ্য্যায়লৈ নিয়া যেন নালাগে যদিও কীৰ্ত্তনৰ বেলিকা সুৰ, তাল, মান আদি ৰক্ষা কৰি গোৱা হয়। বহুতেই কীৰ্ত্তন ঘোষাক সঙ্গীত পৰ্য্যায়লৈ নিব খুজিলেও সত্ৰীয়া হিচাবত সি হ'ল এটি সামূহিক প্ৰাৰ্থনাৰ সমল। ইয়াত ভোৰতাল বা বৰতাল, চাপৰি সুৰ, মান, লয় আদিৰ সমাবেশ থাকিলেও বা সঙ্গীত সুৰীয়া পদ্ধতি থাকিলেও সঙ্গীতৰ উৎকৃষ্টতাতকৈ উৎকৃষ্ট বুলি বা সবাতোকৈ উচ্চ পৰ্য্যায়ত ধৰা উচিত। কীৰ্ত্তনত থকা 'গীত' শব্দটোৱে দৰাচলতে প্ৰবচন শব্দহে বুজাইছে। সঙ্গীতৰ পৰ্য্যায়লৈ নিয়া নাই।

দ্বিতীয়তে 'বৰ' মানে ঈশ্বৰ বা ভগৱন্ত আৰু 'গীত' মানে কথন অৰ্থাৎ ভগৱানৰ কথা। সেয়ে 'বৰগীত'। যি গীতত শৰীৰৰ স্নায়ু আৰু কোষবোৰ স্পন্দিত হৈ চিত্তক একমুখী কৰি ব্ৰহ্মত মাত্ৰ ৰত কৰি দিয়ে আৰু যি গীতে জীৱাত্মা আৰু পৰমাত্মাৰ সংযোগ স্থাপন কৰে সেয়ে বৰগীত। শব্দাৰ্থৰ পৰা 'দৃষ্টি কৰিলে 'বৰগীত' মানে 'ডাঙৰ গীত' বুজায়। বৰগীতক 'বৰ' আখ্যা দিয়া হয় সেইবোৰৰ উচ্চ স্তৰৰ সাঙ্গীতিক বৈশিষ্ট্যৰ কাৰণেহে। গীতৰ ভিতৰত 'বৰ' বা উচ্চ মানবিশিষ্ট কাৰণেই বৰগীত বোলা হয়। পশ্চিম ভাৰতৰ "বৰা গানা" আৰু "বড়া খেয়াল" নাম দি তাৰ সাঙ্গীতিক বৈশিষ্ট্য ৰক্ষা কৰাৰ দৰে অসমতো মহাপুৰুষ দুজনাই ৰচনা কৰা গীত সমষ্টিক 'বৰগীত' আখ্যা দিয়া হৈছে। মহাপুৰুষৰ দ্বাৰা ৰচিত 'গীত'ক 'বৰগীত' বোলাৰ গোটাচেৰেক কাৰণ এনেদৰে (১) সঙ্গীত শাস্ত্ৰৰ সকলোবোৰ পদ্ধতি নীতি পালন কৰি অহা হেতুকে গীতবোৰৰ নাম বৰগীত ( বৰগীতৰ আগত ৰাগৰ নাম ধৰাবন্ধা থাকে ) (২) গীতবোৰৰ ভাৱৰ গুৰুত্ব, আধ্যাত্মিক ভাৱ বিকশিত আৰু উচ্চভাৱাপন্ন হোৱা হেতুকে বৰগীত। (৩) অসমৰ দুজনা মহাপুৰুষৰ দ্বাৰা ৰচিত আৰু তাত ভগৱৎ সম্বন্ধীয়

বিষয় বস্তু, প্ৰাৰ্থনামূলক কথা বা প্ৰশস্তি থকা হেতুকে বৰগীত। (৪) সাধাৰণ গীততকৈ পৃথক হোৱাৰ কাৰণেও বৰগীত। (৫) বেদান্তৰ মৰ্ম্ম, ঐকান্তিক ভক্তিৰ তন্ময়তা, পাৰমাৰ্থিক চিত্ৰণ, প্ৰসঙ্গৰ উপযোগিতা, ৰাগ সুৰৰ সমন্বয়, ধ্ৰুপদীয় বিশিষ্ট স্থান থকাৰ কাৰণেও বৰগীত (৬) ফাৰ্চী, আৰবী, হিন্দী, মৈথিলী আদি মিশ্ৰিত উপভাষা বা ব্ৰজাৱলী ভাষাত ৰচিত ধৰ্ম্মীয় বিষয় ভাবাপন্ন কাৰণেও বৰগীত।

বৰগীতৰ আন এটা বিশেষত্ব হ'ল — সাংসাৰিক প্ৰেম কাহিনীৰ পৰা মুক্ত, আধ্যাত্মিক ভাবপূৰ্ণ গীতিকাব্য। বাহিৰে বাহিৰে চালে বৰগীতত কোনো কোনো অংশত শৃঙ্গাৰ ৰসৰ প্ৰেম খেলাৰ কাহিনী পোৱা যায়। উদাহৰণ স্বৰূপে মহাপুৰুষ শঙ্কৰদেৱৰ ৰচিত মান চোৰৰ অহিৰ ৰাগত নিবদ্ধ তিনিটা গীতলৈ আঙুলিয়াব পাৰি। কিন্তু আধ্যাত্মিক দৃষ্টিত তাত প্ৰেম খেলা দেখা পোৱা নাযায়। যি কি নহওক বৰগীত যি এখন ভক্তিৰস খেলাৰ গীতিকাব্য সেই কথা সৰ্ব্বজন স্বীকৃত। বৰগীত সমূহে বিভিন্ন ভাবানুভূতিৰে, অনুৰাগেৰে, বিভিন্ন ৰসেৰে ভগৱানৰ চৰণ চিন্তাকে কৰিছে। ইয়াৰ মূল তত্ত্ব হৈছে এক পৰব্ৰহ্মৰ প্ৰাৰ্থনা। দুজনা গুৰুৰ একশৰণ আন্দোলন সফল কৰিবলৈ অন্যান্য সাহিত্যৰ লগতে বৰগীতকো গীতি সাহিত্য বা গীতি কাব্য হিচাবে প্ৰকাশ কৰিছে। বৰগীত সমূহে হৰি ভক্তৰ অন্তৰত ভক্তিৰসৰ প্লাৱন আনে, সামাজিক অন্যায়, অত্যাচাৰ, ব্যভিচাৰ দূৰ কৰি সত্য পথ প্ৰদৰ্শন কৰে।

বৰগীতত আমালোকে বিভিন্ন ৰস সম্বন্ধ বা বিভিন্ন ভাবাপন্ন কবিতা পাওঁ হঁক। তাক দুটা ভাগত ভগাব পাৰি। প্ৰথম ভাগত হ'ল (১) শ্ৰীকৃষ্ণ প্ৰশস্তি—জয় জয় যাদৱ, (২) ৰূপ সৌন্দৰ্য্য-মধুৰ মুৰুতি মুৰাৰু, ৩) দৈন্যতা— নাৰায়ণ কাহে ভকতি কৰো তেৰা, (৪) লীলা বিচিত্ৰতা—নাৰায়ণ লীলা জানব কোই, (৫) নামৰ মহিমা—বোলহু ৰাম নামেসে মুকুতি নিদানা, (৬) ভক্তিৰ মহিমা নাহি নাহি ৰময়া বিনে, (৭) জীৱনৰ সাফল্যতা—কমনে ৰময়া মন, (৮) আত্মনিবেদন-শ্ৰীৰাম মই পাপী, (৯) ক্ষণ ভঙ্গুৰতা—পাৰেপৰি হৰি, (১০) মন প্ৰবোধ—পামৰ মন নাম চৰণে চিত্ত দেহু (১১) গোপী বিৰহ —গোপিনী প্ৰাণ, কাহেনু গেয়োৰে গোবিন্দ (১২) বংশী প্ৰভাৱ-হে ৰহ মায়, চললি বিপিনে মধাই, হৰিৰ বংশীৰ ভাই শুনিয়ো কাৰণ ইত্যাদি। তদুপৰি ৰামভক্তি বিষয়ক গীতো আছে। মাধৱদেৱৰ ৰচিত গীততো ওপৰোক্ত ভাৱৰ গীত আছে।

দ্বিতীয় ভাগত আছে (১) স্তুতি—নাৰায়ণ চৰণে কৰোঁহো গোহাৰি, ৰাম গোসাঞি কৰোঁহো গোহাৰি, (২) উপদেশ—শুনহো পণ্ডিত, হৰিপদ সেৱা ৰসে থিৰ কৰু চিত্ত, ৰে মন সেৱহু হৰিকহো চৰণে শৰণা, (৩) চিন্তন - গোবিন্দ শিশুহু বাল গোপালং, পৰভাতে সুমৰো গোবিন্দ হৃষীকেশ, (৪) জাগৰণ—উঠ উঠ বাপু চান্দ বয়ন, উঠৰে উঠ বাপু গোপাল হে, (৫) খেলান বিবিন্দাবনে খেলে যশোদা নন্দ লালনা, গোপাল খেলে বালক সঙ্গে, (৬) নৰ্ত্তন ভাঙ্গিনাচে মদন গোপাল, যাদু ভাল নাচত (৭) ভোজন— কৰত গোপাল ভোজন বাৱহাৰা, (৮ প্ৰত্যাগমন মাই হেৰ গোকুল চান্দ আৱে আদি। দেপাঁৰ ফাগুৱাৰ গীত, উদ্ধৱ যানৰ গীত আদিও আছে। বহুতে বৰগীতত চতুৰ্ধাৰাবিশিষ্ট গীত থকা বুলিহে কব খোজে যেনে উত্থান, জাগৰণ, খেলান আৰু নৰ্ত্তন। আন-হাতেদি বৰগীতত দুটা সম্বন্ধ থকা দেখা যায়—সেয়া হ'ল কৃষ্ণ সম্বন্ধী আৰু ৰাম সম্বন্ধী। কৃষ্ণ সম্বন্ধী ভাগটো অধিক উজ্বল, বিস্তৃত আৰু প্ৰভাৱশালী; কিন্তু ৰাম সম্বন্ধী ভাগটো সংক্ষিপ্ত আৰু বেছি উজ্বল নহয়। এই ভাগৰ গীত মাত্ৰ দুটিহে পোৱা যায়। কথাগুৰু চৰিত মতে মাধৱ পুৰুষে "ৰাম যাত্ৰা"ৰ নাট লিখিছিল। নাটখন ৰখাব নোৱাৰিলে, নাট পুৰি পেলালে। ভকতৰ মুখত দুটা গীত ৰ'ল আৰু বৰগীতত সি ঠাই পালে।

প্ৰত্যক্ষ আৰু পৰোক্ষভেদে দুই প্ৰকাৰ বিধি বৰগীতত পোৱা যায়। প্ৰত্যক্ষ বিধিত আত্ম নিবেদন আৰু বিনয় সম্পৰ্কীয় কথা আছে যেনে—

গোপালে কি গতি কৈলে, গোবিন্দে কি মতি দিলে  
নাথ! বিফলে বয়স সব গেলিৰে।

ইত্যাদি

পূৰ্ব্বোক্ত গীতত কবি গৰাকীয়ে স্বগতোক্তি কৰিছে বা নিজৰ মনৰ মাজত নিহিত থকা আবেগ সমূহ খোলাখুলি ভাবে প্ৰকাশ কৰিছে। এনেকুৱা গীত অৰ্থাৎ প্ৰত্যক্ষ বিধিৰ গীত বৰগীতৰ মাজত বহুতো আছে। পৰোক্ষ বিধিৰ গীত সমূহত দুজনা গুৰুৱে যশোদা, গোপী আদি বিভিন্ন পাত্ৰ বা চৰিত্ৰৰ মাধ্যমেৰে নিজৰ বক্তব্যখিনি প্ৰকাশ কৰিছে। উদাহৰণ স্বৰূপে—

কঁহৰে উদ্ধৱ কহ প্ৰাণৰ বান্ধৱ হে প্ৰাণ কৃষ্ণ কবে আৱে।  
পুছয়ে গোপী প্ৰেম আকুলভাৱে এ নাহি চেতন পাৱে॥

পূৰ্ব্বোক্ত গীতটোত গুৰুজনাৰ ব্যক্তিগত কথাখিনি অৰ্থাৎ নিজৰ মনৰ মাজত থকা কথাখিনি আন পাত্ৰৰ যোগে প্ৰকাশ কৰা হৈছে। এনেকৈয়ে বৰগীতত প্ৰত্যক্ষ বিধি আৰু পৰোক্ষ বিধি ভেদে দুই প্ৰকাৰ বিধি আছে। দুয়োটা বিষয় বিস্তৃতভাৱে লিখিবলৈ হলে "লাগিবে পাত বিস্তৰ"।

গুৰু দুজনাৰ ৰচিত প্ৰতিটো বৰগীতৰ পোন প্ৰথমতে 'ধ্ৰুং' শব্দ এটি পোৱা যায়। গুৰুজনাই উক্ত শব্দটি নিশ্চয় কাৰণবশতঃ প্ৰয়োগ কৰিছে। 'ধ্ৰুং'ৰ লগত বহুতো তথ্য আৰু অৰ্থ নিহিত আছে। আজিকালি বৰ বেছিকৈ প্ৰয়োগ হোৱা শাস্ত্ৰীয় শব্দ 'ধ্ৰুব পদ' বা 'ধ্ৰুপদ' শব্দই সংক্ষেপ ৰূপত 'ধ্ৰুং' হৈছে। মহাপুৰুষে 'ধ্ৰুপদ' বুলি নিলিখি 'ধ্ৰুং' বুলিয়েই থলে। উক্ত 'ধ্ৰুং' বা 'ধ্ৰুপদ'ৰ অৰ্থ হ'ল 'ধ্ৰুং' মানে স্থিৰ, অচল, ধৰ্ম্মীয় বাণী। 'পদ'মানে ছন্দ, স্বৰ আৰু তালৰ লগত সম্বন্ধ থকা আখৰ সমষ্টি। শাস্ত্ৰত উল্লেখ আছে 'ধ্ৰুৱাগীতাধাৰো নিয়তঃ পদসমূহঃ'' অৰ্থাৎ গীতৰ আধাৰভূত নিয়ত পদ সমূহক 'ধ্ৰুব' বা 'ধ্ৰুপদ' বোলে। ভগৱৎ সম্পৰ্কীয় সাত্ত্বিক ভাৱৰ গীত বা কথা খিনিয়েই 'ধ্ৰুপদ' ইয়াক নিৰ্দ্দিষ্ট ৰাগৰ সুৰত লয়যুক্ত তাল সহকাৰে গোৱাটোৱেই হ'ল ধ্ৰুপদ জাতীয় উচ্চাঙ্গ সঙ্গীত। ভগৱৎ স্তৱন বা প্ৰশস্তিয়েই ধ্ৰুৱপদ বা ধ্ৰুপদৰ প্ৰধান উদ্দেশ্য। ধ্ৰুপদী গীতত ছন্দ আৰু লয় অখণ্ডভাৱে নিৰ্ব্বাহ হ'ব লাগে। শব্দ ভাঙি গোৱা, ছন্দৰ বিকৃতি আৰু লয় ভঙ্গ ধ্ৰুপদী গীতৰ নীতি নহয়। ধ্ৰুপদী গীত যি নিয়মে গোৱা হয় বৰগীতো সেই একে নীতিৰে গোৱা হয়। গুৰুজনাই ধ্ৰুপদী পদ্ধতিৰেই বৰগীত ৰচনা কৰিছিল। সেই কাৰণেই 'ধ্ৰু' শব্দ ব্যৱহাৰ কৰে। বৰগীতৰ পদ সমূহ ছন্দবদ্ধ, ভগৱৎ সম্পৰ্কযুক্ত, ৰাগ শ্ৰয়ী। ধ্ৰুপদী গীত গাওঁতে প্ৰথমতে ৰাগালাপ (শাস্ত্ৰীয় সঙ্গীতত ৰাগক আলাপ বুলি কয়), ইয়াৰ পিচত বাদ্য বাদন আৰু একেবাৰে শেষত পদ্য ভাগ অৰ্থাৎ গীত গোৱাৰ নিয়ম। এইখিনি ধ্ৰুপদী নীতি। বৰগীত গাওঁতেও আদিতে ৰাগ দিয়া হয়, ৰাগৰ পিচত ঘাত মৰা হয় আৰু শেষত সেই ৰাগতে নিবদ্ধ গীত গোৱা হয়। বৰগীতৰ ৰাগবোৰত পাঁচটা অঙ্গ আছে। সেয়া হ'ল উকাৰ, হুকাৰ, ভাৱ, ঘোৰ আৰু মৰ্দ্দন।

(১) উকাৰ — যি ঠাইৰ পৰা ৰাগালাপ আৰম্ভ কৰা হয়।

(২) হুকাৰ — যি স্বৰত ৰাগটো নিৰ্ভৰশীল হয়।

(৩) ভাৱ — ৰাগৰ যিটো অংশ উদাত্ত (ওখ) স্বৰত গোৱা হয়।

(৪) ঘোৰ — ৰাগৰ যিটো অংশৰ স্বৰ তললৈ নমাই অনা হয়।

(৫) মৰ্দ্দন — যি ঠাইত ৰাগৰ সমাপ্তি হয়।

ধ্ৰুপদী গীতৰ (বৰগীতৰ) চাৰিটা উপকৰণ আছে। যথাক্ৰমে (১) ৰাগ (২) তাল (৩) লয় (৪) ভাব।

(১) ৰাগ — আশোৱাৰী, বসন্ত আদি ৰাগ সমূহ পঞ্চাঙ্গ পূৰ্ণ কৰি গোৱাই ৰাগ। (ৰাগ সম্বন্ধে আমাৰ (গ) শাখা দ্ৰষ্টব্য)

(২) তাল — কোনো বিশেষ মাত্ৰা সমূহক হাতৰ চাপৰ বা খোল আদি বাদ্য যন্ত্ৰৰ সহায়েৰে পৰিমিতভাৱে দেখুৱাকে তাল বোলে। ( বৰগীতত প্ৰধানতঃ একতাল, পৰিতাল, চুটা আৰু থৰমান তাল ব্যৱহাৰ হয় )

(৩) লয় — তাল ক্ৰিয়াৰ সম গতিক লয় বোলে। (এটা মাত্ৰাৰ পৰা আন এটা মাত্ৰালৈ যাওঁতে সময়ৰ যিকণ ব্যৱধান হয় তাকে মাত্ৰা বোলে)

(৪) ভাব — ৰাগৰ লগত গীতৰ মধুৰ সম্পৰ্ক থাকে। উক্ত সম্পৰ্কীত গীত সমূহ ভাব প্ৰধান বা ভক্তি ৰস ভাব মূল হ'ব লগাকে ভাব বোলে।

মহাপুৰুষৰ দ্বাৰা ৰচিত বৰগীত আৰু অঙ্কীয়া গীত সমূহক ধ্ৰুপদ জাতীয় গীত বোলা হয়। ইয়াত ভাৰতীয় শাস্ত্ৰীয় সঙ্গীতৰ সমস্ত ভাৱধাৰাৰ লগত ইয়াৰ মিল আছে। ৰাগৰ ঠাঁট কৌশল আদিৰ পাৰ্থক্য থাকিলেও ৰাগৰ নাম আৰু তাৰ নীতি সমূহ মিল থকাত ইয়াক শাস্ত্ৰীয় সঙ্গীতৰ পৃথক বস্তু বুলি ধৰি ল'ব নোৱাৰি। উদাহৰণ স্বৰূপে ভাৰতীয় সঙ্গীত নাটক একাডেমীৰ স্বীকৃতি প্ৰাপ্ত চাৰিটা নৃত্যশৈলী ভাৰত নাট্যম, কথক, কথাকলি আৰু মণিপুৰী নৃত্যৰ মাজত পৰস্পৰে পৰস্পৰৰ লগত মিল নাই। তদুপৰি দক্ষিণ ভাৰতৰ কৰ্ণাটকী সঙ্গীত আৰু উত্তৰ ভাৰতৰ হিন্দুস্থানী সঙ্গীতৰ লগতো পৰস্পৰে মিল থকা দেখা নাযায়। জনামতে প্ৰতিটো অঞ্চলৰে বা প্ৰদেশৰে একোটি নিজস্ব বৈশিষ্ট্য আছে। সেই বৈশিষ্ট্যবোৰৰ অৱনতি ঘটাই আনৰ বৈশিষ্ট্য গ্ৰহণ কৰাটো নীতি বিৰুদ্ধ। গতিকে স্বকীয় বা নিজস্ব অঞ্চলতে প্ৰতিষ্ঠিত হৈ থাকিব লাগিব। সেইবাবে বৰগীত ধ্ৰুপদী সংস্কৃতিৰ অন্তৰ্গত। শঙ্কৰদেৱে কোনো নতুন সংস্কৃতিৰ অৱতাৰণা কৰা নাছিল। পুৰণা বা পৌৰাণিক সংস্কৃতিত মাত্ৰ যোগ বিয়োগহে কৰিছিল অৰ্থাৎ তাত হাত ফুৰাই সাময়িক জলবায়ু সুজাকৈ প্ৰতিষ্ঠা কৰিছিল। পৌৰাণিক সংস্কৃতিত যোগ-বিয়োগ কৰা মানে ভৰত নাট্য শাস্ত্ৰ আৰু পৰবৰ্ত্তি সঙ্গীত নাট্য শাস্ত্ৰৰ ওপৰত দৃষ্টি

ৰাখি থলুৱা কৃষ্টিৰ উপাদান সমূহৰ ওপৰতো গবেষণা কৰি এটা নবীন নাট্য সঙ্গীতৰ ধাৰা প্ৰৱৰ্ত্তন কৰা কথাহে কোৱা হৈছে।

শঙ্কৰদেৱে পোনতে "বাৰকুৰি বৰগীত" লিখিছিল বুলি কথাগুৰু চৰিতত প্ৰকাশ কৰিছে। কমলা গায়নে আওঁৰাবলৈ নিছিল। চ'ত মহীয়া জুইত জাহ যোৱাত গুৰুজনে বৰাৰ পো মাধৱক গীত কৰিবলৈ আদেশ কৰে। উক্ত "বাৰকুৰি বৰগীত"ৰ ভিতৰৰ "আতে সবৰ মুখত যোৱা" শঙ্কৰদেৱৰ চৌত্ৰিশ (৩৪) টা বৰগীত আৰু মাধৱদেৱৰ দ্বাৰা ৰচিত বৰগীত "নকুৰি এঘাৰটা" বুলি সেই চৰিততে সন্ধান পোৱা যায়। অৱশ্যে এতিয়ালৈকে ছপা হোৱা বৰগীতৰ কিতাপত বিভিন্ন প্ৰকাশনৰ পক্ষৰ পৰা বিভিন্ন সংখ্যা পুষ্ট হিচাব ধৰা হৈছে। কাৰোবাৰ হিচাবত ১৫৭ টা, কাৰোবাৰ হিচাবত ১৬১ টা ইত্যাদি। যি কি নহওক কথাগুৰু চৰিতৰ হিচাব শুদ্ধ বুলি ধৰিলে মহা-পুৰুষ জনাৰ বহুতো বৰগীত ( প্ৰায় দুকুৰি গীত ) লুপ্ত হৈছে। উল্লেখযোগ্য যে গুৰুজনাই বৰগীতৰ নামকৰণ কৰা নাই। তেওঁসৱৰ পিচৰ গুণমুগ্ধ ভক্ত সকলেহে বৰগীত নামকৰণ কৰি শ্ৰদ্ধা জনাই গৈছে। মহাপুৰুষ দুজনাৰ পিচৰ কালৰ ৰচিত গীতবোৰক বৰগীত বোলা নহয়।

## (গ—৫) বৰগীত আৰু অঙ্কীয়া গীতৰ ব্যৱধান ॥

দুজনা গুৰুৰ দ্বাৰা ৰচিত অঙ্কীয়া নাটৰ গীত সমূহক বৰগীত আখ্যা দিয়া নহয়। অৱশ্যে অঙ্কীয়া গীতবোৰো ধ্ৰুপদী গীতেই। বৰগীত আৰু অঙ্কীয়া গীতৰ মাজত ব্যৱধান সমূহ বিচাৰ কৰিলে এনেদৰে পাব পাৰি।

(১) অঙ্কীয়া নাটৰ গীতবোৰত তালবোৰ ধৰাবন্ধা থাকে। বৰগীতত নাথাকে। বৰগীতত তথাৰাগৰ সুৰে তালৰ হিচাবটো ধৰি দিয়ে।

(২) বৰগীতৰ উদ্দেশ্য একমুখী, ভগবদভক্তিৰস সমৃদ্ধ। অঙ্কীয়া গীত নাট্যধৰ্ম্মী, মনোৰঞ্জক, প্ৰসঙ্গ ব্যাখ্যাৰ মাধ্যম, ভিন্ন ৰসাত্মক আৰু বিশেষ উদ্দেশ্য-ধৰ্ম্মী যেনে প্ৰাবেশিকী নৈষ্ক্ৰামিকী, আক্ষেপিকী, প্ৰাসাদিকী আৰু আন্ত-ৰিকী বা অন্তৰা ( নাট্যশাস্ত্ৰ ৬/২৯ )।

(১) প্ৰাবেশিকীঃ—নাট্যাৰম্ভত পাত্ৰসমূহৰ প্ৰবেশত গোৱা গীতবোৰক প্ৰাবে-শিকী বোলে। উদাহৰণ স্বৰূপে —

| | | |
|---|---|---|
| (ক) | ভেলি পৰবেশ পৰেশ ৰঘুনাথ। | ৰামবিজয় নাট |
| (খ) | আৰে জগতগুৰু হৰো পৰবেশ। | ৰুক্মিণী হৰণ |

(গ) আৰে ৰাজা সিংহ শিশুপাল। — ৰুক্মিণী হৰণ
(ঘ) আৰে দ্বিজসৱ কয় পৰবেশ। — পত্নী প্ৰসাদ
(ঙ) আৰে গৰুড়কেতু কয় পৰবেশ। — পাৰিজাত হৰণ
(চ) আৰে বালক কানু কয় পৰসাৰ। — দধিমথন

ইত্যাদি

(২) নৈষ্ক্ৰামিকীঃ—নাট্যৰ পাত্ৰসমূহৰ প্ৰস্থানকালত গোৱা গীত সমূহক নৈষ্ক্ৰামিকী বোলে যেনে—

(ক) চললি কৌশিক সাধিয়ে কাম। — ৰামবিজয় নাট
(খ) চললি নাৰদ হৰিগুণ গায়। — পাৰিজাত হৰণ
(গ) গোকুল চলেৰে মুৰাৰু - । — কালিয় দমন

(৩) আক্ষেপিকীঃ -নাটৰ পাত্ৰসমূহে নিজে গোৱা বা পাত্ৰৰ ভাৱৰ লগত সঙ্গতি ৰাখি গোৱা গীত সমূহক আক্ষেপিকী বোলে যেনে—

(ক) বিজপতি মৈথিলী মাই। — ৰামবি᾿য় নাট
(খ) অ' সখী সুদিন ভয়োৰি। — ৰুক্মিণী হৰণ
(গ) কেশৱহে বুজলোহোঁ। — পাৰিজাত হৰণ

(৪) প্ৰাসাদিকীঃ—নাটৰ পাত্ৰসমূহৰ প্ৰসন্নতাসূচক গীত সমূহকে প্ৰাসাদিকী বোলে যেনে—

(ক) আনন্দে ৰাজনন্দিনী হাসে। — ৰামবিজয় নাট
(খ) জগজীৱ উৎসুকে চললি মধাই। — ৰুক্মিণী হৰণ

(৫) আন্তৰিকীঃ—নাটৰ পাত্ৰসমূহৰ বিভ্ৰান্তি, ক্ৰোধ আদি প্ৰদৰ্শনসূচক গীতসমূহক অন্তৰা বোলে যেনে —

(ক) কৃষ্ণবাক্য শুনি ৰুক্মি বৰী। — ৰুক্মিণী হৰণ নাট
(খ) কোপে নৃপ সব কামোৰে বাহু। — ঐ

ইত্যাদি।

এনেধৰণে বৰগীত আৰু অঙ্কীয়া গীতৰ ব্যৱধান সমূহৰ তুলনাত্মক উদাহৰণ দিব পাৰি। থোৰতে ক'বলৈ গ'লে বৰগীত সমূহৰ ভাৱ গতি আদি একমাত্ৰ ভক্তিৰস প্ৰৱণতা বহুল আৰু অঙ্কীয়া গীত সমূহৰ ভাৱ গতি ভিন্ন ৰুচিসম্মত বা ভিন্ন ৰসপ্ৰৱণতাবহুল। এয়ে ইয়াৰ প্ৰধান ব্যৱধান বুলি ক'ব পাৰি।

## ( গ—৬ ) কৃষ্টি আৰু সংস্কৃতি

বৰ্ত্তমানে আমাৰ সমাজত কৃষ্টি আৰু সংস্কৃতি এই দুটা শব্দই বেছিভাগে কথিত আৰু প্ৰচলিত। কিন্তু ইয়াৰ প্ৰকৃত ৰূপটোৰ কথা আমি বহুতেই উপলব্ধি নকৰোহঁক। শব্দ দুটা ধাতুগত অৰ্থৰ পক্ষৰ পৰা ব্যৱধান থকা দেখা যায়। ধাতুগত অৰ্থত কৃষ্টি শব্দটো এনেদৰে—কৃষ্ ধাতু ক্তিন্ প্ৰত্যয় = কৃষ্টি। সংস্কৃতি শব্দটোৰ ধাতুগত অৰ্থ হ'ল – সম উপসৰ্গ কৃ ধাতু ক্তিন্ প্ৰত্যয় = সংস্কৃতি। দুয়োটা শব্দৰে আথিক দিশটোত যথেষ্ট ব্যৱধান আছে। 'কৃষ্' ধাতুটোৱে কৰ্ষণ কৰা অৰ্থ সূচায় আৰু 'কৃ' ধাতুটোৱে কাৰ্য্য কৰা অৰ্থ সূচায়। উক্ত কৰ্ষণ আৰু কাৰ্য্য কৰণৰ ব্যৱধান দিশটো চালি-জাৰি চাই আমি এইটোকে সিদ্ধান্ত কৰিব পাৰোহঁক যে কৃষ্টি মানে প্ৰকৃতিৰ প্ৰেৰণা আৰু সংস্কৃতি মানে সমাজৰ কল্যাণৰ কাৰণে মানসিক বিকাশৰ বিশুদ্ধ যত্ন। আনহাতেদি কৃষ্টি হ'ল জাতিয়ে কৰা সকলো কৰ্মৰ সমষ্টি আৰু সংস্কৃতি হ'ল সেই জাতিৰ চিন্তা, গবেষণা, কল্পনা আৰু কৰ্ম্ম সমূহৰ উৎকৃষ্ট অংশ বিলাক। উদাহৰণ স্বৰূপে আদিম নগ্ন সভ্যতাছিনিক কৃষ্টি আৰু তাৰ পিচৰ যুগৰ বস্ত্ৰাৱৰণ সভ্যতাখিনিক সংস্কৃতি বুলিব পাৰি। নগ্নতাক প্ৰকৃতিগত বা কৃষ্টি আৰু বস্ত্ৰাবৰণক অপ্ৰকৃতিগত বা চিন্তা প্ৰসূত বিকাশ বা সংস্কৃতি বুলিব পাৰি। কৃষ্টিৰ বিশুদ্ধ ৰূপ হ'ল সংস্কৃতি। আন এটা উদাহৰণ দিব পাৰি এনেদৰে—তেল এবিধ স্নেহ পদাৰ্থ। সি বাহিৰ হয় তিলৰ পৰা। তেলৰ পূৰ্ব্বাৱস্থা হ'ল তিল। তিলৰ দৈহিক অবয়ব ধ্বংস হোৱাৰ পিচত তাৰ পৰা শ্ৰেষ্ঠাংশ নিৰ্গত হয় অৰ্থাৎ তেল বাহিৰ হয়। তিল প্ৰকৃতিৰ পৰা আৰু তেল মানুহৰ দ্বাৰা সংস্কৃত বা সৃষ্ট পদাৰ্থ। তিলবোৰ মানুহে সাজি উলিয়াব নোৱাৰে, ই হ'ল প্ৰকৃতিৰ পৰা হোৱা পদাৰ্থ। কিন্তু তিলৰ পৰা তেল পদাৰ্থটো প্ৰকৃতিৰ দ্বাৰা বাহিৰ নহয়, ইয়াক মানুহে নানা কৌশল কৰি, যত্ন কৰি বাহিৰ কৰি ব্যৱহাৰ কৰিবলৈ সক্ষম হৈছে বা শিকিছে। গতিকে এই ক্ষেত্ৰত তিলক কৃষ্টি আৰু তেলক সংস্কৃতি বুলিব পাৰি। গাখীৰখিনি প্ৰকৃতিৰে সৃষ্টি। কিন্তু গাখীৰৰ পৰা নিৰ্গত হোৱা ঘিউখিনি প্ৰকৃতি সৃষ্ট নহয়। ইয়াক মানুহৰ মানসিক চিন্তা প্ৰসূত কৰ্ম্ম কৌশলৰ দ্বাৰা সৃষ্টি কৰা হৈছে। গাখীৰ মথি ঘিঁউ সৃষ্ট কৰি ব্যৱহাৰোপযোগী কৰি লোৱা মনেই গাখীৰক সংস্কাৰ কৰা। ঠিক তেনেকৈ কৃষ্টি হ'ল গাখীৰ আৰু সংস্কৃতি হ'ল ঘিউ। প্ৰকৃতিৰ প্ৰেৰণা থাকিলেও যি বিলাক কৰ্ম্ম মাত্ৰ প্ৰকৃতিৰ প্ৰেৰণাতে হোৱা নাই, মানুহে নিজৰ শৰীৰ

আৰু মনৰ বিকাশৰ বাবে, সমাজ কল্যাণৰ বাবে সৃষ্টি কৰি লৈছে, সেয়াই সংস্কৃতি। কিন্তু এই কথা ঠিক যে কৃষ্টিৰ বিশুদ্ধ ৰূপ সংস্কৃতি হলেও একে গৰাকী জননীৰ সন্তান হিচাবে শব্দ দুটাক ধৰিব নোৱাৰি। আমি ধাতুগত অৰ্থখিনি পূৰ্ব্বতে প্ৰকাশ কৰিছোঁৱেই। 'কৃষ' ধাতু আৰু 'কৃ' ধাতু সমাৰ্থক নহয়। 'কৃষ' ধাতুৰ জাত্যন্তৰ হিচাবেও 'কৃ' ধাতুক ধৰি লব নোৱাৰি। এতিয়া কথা হ'ল যদিও ধাতুগত অৰ্থত দুয়োটা শব্দ সমাৰ্থক বা একাৰ্থক নহয়, তথাপি সূক্ষ্মাৰ্থত এটা পদাৰ্থৰ পৰাই আনটো পদাৰ্থৰ উদ্ভৱ হৈছে যেনে তিলৰ পৰা তেল হৈছে। কৰ্ম্ম আৰু চিন্তাৰ ব্যৱধানটোৱেই ইয়াৰ সূক্ষ্ম বিচাৰ। এটা মইনা চৰাই বনৰ মাজত থাকোতে সি প্ৰকৃতিৰ প্ৰেৰণাতে ডাঙৰ দীঘল হৈ নিজৰ মাত কথা শিকে। কিন্তু তাক যেতিয়া মানুহে ধৰি বান্ধি আনি সজাত ভৰাই নতুন মাত কথা শিকায়, তেতিয়া সি প্ৰকৃতিৰ প্ৰেৰণাসমূহ পাহঁৰি নতুন শব্দ সম্ভাৰক আঁকোৱালি লয়। "জন্মনা জায়তে শূদ্ৰঃ সংস্কাৰাৎ দ্বিজ উচ্যতে" এই প্ৰবচনো এই তুলনাতে খাটে। মইনা চৰাইৰ প্ৰকৃতিৰ প্ৰেৰণালব্ধ মাত কথাখিনিক কৃষ্টি আৰু সেই প্ৰেৰণা বিলুপ্তিখিনি তথা নতুন প্ৰেৰণাখিনিক সংস্কৃতি বুলি ক'ব পাৰি। সংস্কৃতি মানেই সংস্কাৰ। এতিয়া আচল কথা হ'ল কৃষ্টি আৰু সংস্কৃতিৰ ব্যৱধান আৰু তাৰ মূলগত অৰ্থ কেনে হ'ব পাৰে।

শঙ্কৰদেৱে জীৱনকালত কোনো কৃষ্টিমূলক অনুষ্ঠান প্ৰচাৰ কৰা নাছিল। তেওঁৰ অনুষ্ঠানৰ নাম হ'ল সংস্কৃতিহে। কৃষ্টি হ'ল এটা সীমাবদ্ধ অনুষ্ঠান বা হ্ৰস্বমুখী; কিন্তু সংস্কৃতি হ'ল বহুমুখী অনুষ্ঠান বা দীৰ্ঘমুখী অনুষ্ঠান। এনেবিলাককে কৃষ্টি বোলে যেনে বিহুগীত, হুচৰি, বিহুনাচ, লোক-গীত, লোকনৃত্য আদি। বিহুগীত আৰু বিহুনাচৰ জন্মৰ সঠিক বিবৰণ দিব নোৱাৰি। সম্ভৱ প্ৰকৃতিৰ লগতে ইয়াৰ আৱিৰ্ভাৱ। মানুহ মাত্ৰেই প্ৰকৃতিৰ অধীন। ছয় ঋতুৱে প্ৰকৃতিৰ গতি সলনি কৰে। ঋতু দুটা বা তিনিটাই প্ৰধান। সেয়া হ'ল শীত আৰু গ্ৰীষ্ম বা শীত, বসন্ত আৰু গ্ৰীষ্ম। ঋতুৰ পৰিবৰ্ত্তনত মানুহৰ, জীৱ-জন্তুৰ গছ-গছনিৰ প্ৰকৃতি সলনি বা পৰিবৰ্তন হয়। উক্ত পৰিবৰ্তনৰ লগত বা প্ৰকৃতি সলনিৰ লগত সম্বন্ধ ৰাখি গীত, নৃত্যৰ উৎপত্তি হোৱাত সি নাম পালে বিহুনাচ, বিহুগীত। বসন্তৰ মলয়া বতাহে মানুহৰ মনত উত্তাল তৰঙ্গ উদ্ভাসিত কৰে, নতুন চেতনা আনে, নতুন ভাব সঞ্চাৰ কৰে। সেই ভাব আৰু চেতনাৰ লগত সঙ্গতি ৰাখি জন্ম হ'ল বিহু নৃত্য গীত। এইবোৰ মানুহে নিজে সৃষ্টি কৰি লোৱা নহয়। প্ৰকৃতিৰ প্ৰেৰণাতে এইবোৰ উদ্ভাৱিত। সেইবাবে ইয়াক "প্ৰকৃতি গীত" আৰু "প্ৰকৃতি নৃত্য"ও বুলিব পাৰি।

বিহুগীত আৰু বিহুনাচ অতি প্ৰাচীন সম্পদ। আদিম কালত অসমত মঙ্গোলীয়ন জাতিয়েই উক্ত সম্পদৰ আবিষ্কাৰক বুলি বুৰঞ্জীয়ে স্বীকাৰ কৰিছে।

বিহুক বা বিহুনাচক আৰু বিহুগীতক দুটা বা তিনিটা ভাগত ভগাব পাৰি। (১) ডেকা গাভৰুৰ নৃত্য আৰু গীত, (২) হুচৰি গীত। আনহাতে (১) ডেকাৰ বিহুনাচ গীত (২) গাভৰুৰ বিহুনাচ গীত আৰু (৩) হুচৰি গীত। হুচৰি গীত অনুষ্ঠান বুঢ়া মেথাসকলে কৰে আৰু বিহুনাচ আৰু গীত ডেকা-গাভৰু সকলে কৰে। হুচৰি হয়—প্ৰতি গাঁৱে গাঁৱে বুঢ়া মেথা সকলে ঢোল, তাল লৈ ধন সংগ্ৰহ, আশীৰ্ব্বাদ প্ৰদান আদিৰে। ইয়াক হুচৰি গীত বোলে। বিহু নাচ বিহুগীত হয় গাওঁৰ পৰা দূৰত্ত হাবিতলীয়া স্থানত, নৈৰ পাৰত নিজান ঠাইত। ইয়াত যৌন সম্পৰ্ক আছে। ই শৃঙ্গাৰ ৰস প্ৰধান বা প্ৰেমৰস প্ৰধান। অনাৰ্য্য সভ্যতাতে গঢ় লোৱা এই নৃত্য গীত সম্পদে আজিৰ আৰ্য্য-সভ্যতাত বহু মোট সলাইছে। অৱশ্যে প্ৰাচীনত্বৰ ছাপ কমা নাই। পূৰ্ব্বৰ বিহু-তলী অৰণ্যত, আজিৰ বিহুতলী নগৰৰ ৰভাঘৰত।

অসমত সত্ৰীয়া সঙ্গীত আৰু লোক সঙ্গীত ভেদে সঙ্গীতৰ দুটা ধাৰা পোৱা যায়। ইয়াক সত্ৰীয়া নৃত্য আৰু লোক নৃত্যও বুলিব পাৰি। সঙ্গীত বুলিলে গীত, বাদ্য, নৃত্য এই তিনিওটাই পৰে। (গীতং বাদ্যং তথা নৃত্যং এয়ং সঙ্গীত মুচ্যতে)। সত্ৰীয়া সঙ্গীত বা নৃত্য সম্বন্ধে পূৰ্ব্বতে থূলমূল ভাৱে কোৱা হৈছে আৰু আগলৈ আৰু আছে। লোক সঙ্গীত বা লোক নৃত্যসমূহ হ'ল কৃষ্টিৰ অন্তৰ্গত। বিহুনাচ আদিক লোক নৃত্য বুলিও কয়। অসমত কৃষ্টি বা লোক নৃত্য সম্প্ৰদায় বিশেষে বহুত আছে। তাৰ ভিতৰত মিচিং বিহু বা মিচিং লোকনৃত্য (নৃত্ত), বড়ো সম্প্ৰদায়ৰ বাগৰুম্বানৃত্য (নৃত্ত), বড়ো ৰাভাৰ বৈথু নাচ, কাৰ্ব্বিনৃত্ত, গোৱালপাৰাৰ কুশান নাচ, কাছাৰৰ বৌ নাচ, চাহ বাগিচাৰ মজদুৰৰ ঝুমুৰ নাচ, তৈয়ামৰ বিহু নাচ আদি লোক নৃত্তৰ ভিতৰত পৰে। এইবিলাক কৃষ্টিহে সংস্কৃতি নহয়। সত্ৰীয়া নৃত্যক মাৰ্গীয় নৃত্য বা মাৰ্গ সঙ্গীত আৰু লোক নৃত্তক দেশী নৃত্ত বা দেশী সঙ্গীত বুলিও কয়। মাৰ্গীয় নৃত্য বা সঙ্গীতত সত্ৰীয়া নৃত্য, ওজাপালি আৰু দেৱদাসী নৃত্য পৰে। বাকীবোৰ দেশী নৃত্ত। নৃত্য আৰু নৃত্তৰ প্ৰাৰ্থক্য ইয়াৰ পিচত আছে।

দেশী সঙ্গীতত লোকগীত, দেহ বিচাৰৰ গীত আদিও পৰে। লোকগীত বোৰত ভাৱ গাম্ভীৰ্য্য আৰু ভক্তিৰস প্ৰাবল্য দেখা নাযায়। দেহ বিচাৰ গীত-বোৰত দৈহিক অসাৰতাৰ ওপৰত জোৰ দিয়া হৈছে। প্ৰায়বোৰ গীততে

"কহয় মাধৱ দাসে" বুলি মাধৱদেৱৰ নামত ভনিতা দিয়া হৈছে। এইবোৰো ভক্তিৰস প্ৰাধান্য নহয়। সেইবাবেই বৰগীত আৰু অঙ্কীয়া গীতৰ প্ৰাধান্য সৰ্ব্বোপৰি প্ৰতিষ্ঠিত। শঙ্কৰ-মাধৱদেৱে লোক সঙ্গীতৰ ওপৰত হাত ফুৰোৱা নাই আৰু ইয়াক সত্ৰৰ অন্তৰ্গত কৰিও লোৱা নাই। এই বিলাক সত্ৰীয়া সঙ্গীতৰ পৰা বহু নিলগত। কাৰণ দুজনা গুৰুৱে সঙ্গীত বস্তুটো ভক্তিৰসৰ ভিতৰুৱা কৰি ৰাখিছে। যুৱক যুৱতীৰ প্ৰেম খেলা বিষয়বোৰ অৰ্থাৎ প্ৰকৃতিৰ প্ৰেৰণালব্ধ লোকসঙ্গীত (বিহুনাচ, বিহুগীত আদি) বোৰ ভক্তি ৰসত মুঠেই খাপ নাখায় আৰু নাখাটে। গতিকে দুজনা গুৰুৰ সত্ৰীয়া নৃত্য ভৰত নাট্য শাস্ত্ৰান্তৰ্গত আৰু থলুৱা উপাদান (ওজাপালি) সমূহেৰে গঠিত।

## (গ-৭) — নৃত্ত, নৃত্য, নাট্য

সংস্কৃত ভাষাত নৃত্ত আৰু নৃত্যৰ মূল হ'ল নৃৎ ধাতু। নৃৎ ধাতুৰ পৰাই নৃত্ত, নৃত্যৰ সৃষ্টি। নৃৎ ধাতুৰ অৰ্থ নৃত্য কৰা। অথচ নৰ্ত্তন আৰু নটন এই দুটা শব্দত দন্ত্য 'ত' আৰু মূৰ্দ্ধণ্য 'ট'ৰ ব্যৱধান কিয় হ'বলৈ পালে বিচাৰ্য্যৰ বিষয়। জনামতে বৈদিক সাহিত্যত 'নট' শব্দৰ প্ৰয়োগ নাই। কিন্তু পানিনি মুনিয়ে আৰু প্ৰাকৃত ভাষাত 'নট' শব্দৰ প্ৰয়োগ কৰে। সেই কাৰণে নট শব্দৰ পৰাই নাট বা নাটক হয়। নটন শব্দৰ অৰ্থ অভিনয় কৰা। নৰ্ত্তন আৰু নটন একে ধাতু নিষ্পন্ন নহয়। নৰ্ত্তন মানে :-

অঙ্গ বিক্ষেপবৈশিষ্ট্যং জনচিত্তানুৰঞ্জনম্।
নটেন দৰ্শিতং যত্ৰ নৰ্ত্তনং কথ্যতে তদা॥

অৰ্থাৎ — নটৰ দ্বাৰা (নৰ্ত্তকৰ দ্বাৰা) য'ত জনসাধাৰণৰ মনোৰঞ্জন হোৱাকৈ বিশেষ অঙ্গ বিক্ষেপ সহকাৰে নৃত্য কৰা হয়, তাকে 'নৰ্ত্তন' নামে কথিত।

নট মানে :-

নট ইতি ধাত্বৰ্থভূতং নাটয়তি লোক বৃত্তান্তম্।
ৰস ভাৱ সংযুক্তং যস্মাৎ তস্মাৎ নাটো ভৱেৎ॥

অৰ্থাৎ — 'নট' ধাতুৰ অৰ্থ হ'ল ৰস ভাৱ সংযুক্ত লোক বৃত্তান্ত সমূহ যি জনে অভিনয় সহকাৰে প্ৰদৰ্শন কৰে তাকে 'নট' বুলি কয়।

ইয়াত 'নাটয়তি' ধাতুৰূপ এটি পোৱা হৈছে। এই 'নাটয়তি' ধাতুৰূপটি 'নট' ধাতুৰ পৰাই উৎপন্ন। কিন্তু ই চুৰাদিগনীয় ধাতু। ইয়াৰ অৰ্থ হ'ল অভিনয়ৰ অনুকৰণ কৰা। আৰু এটি ভ্বাদিগনীয় 'নট' ধাতু আছে।

ইয়াৰ ৰূপ হয় 'নটতি'। "নটতি নৰ্ত্তকঃ" মানে নটুৱাই নাচিছে। ইয়াত 'নটতি' ধাতু ৰূপটোৱে 'নাচিছে' বুজাইছে। গতিকে দেখা গ'ল যে একে ধাতুৰে পৰা দুটা ৰূপ হৈ বেলেগ অৰ্থ প্ৰকাশ কৰিছে। আকৌ 'নট' ধাতুৰ বাহিৰেও 'নৃৎ ধাতু এটিও আছে (ওপৰত উল্লেখ কৰা মতে)। সি হ'ল দিবাদিগণীয় ধাতু ইয়াৰ অৰ্থ হ'ল নৃত্য কৰা। "নৃত্যতি নটঃ" মানে নটে নাচিছে। ইয়াত 'নটঃ' মানে 'নটুৱা বা 'নট' বৃত্তিধাৰীলোকক বুজাইছে। আনহাতেদি সংস্কৃত ভাষাৰ ধাতু পাঠত "নট নৃত্যৌ" বুলিও আছে অৰ্থাৎ নট মানে নৃত্য বুজায়। এইবোৰ চালিজাৰি চাই দেখা গ'ল যে 'নট' আৰু 'নৃৎ' ধাতুৰ অৰ্থৰ ক্ষেত্ৰত কিছু পাৰ্থক্য আছে। দন্ত্য 'ত' আৰু মূৰ্দ্ধণ্য 'ট'ৰ পাৰ্থক্য আৰু চুৰাদিগণীয়, ভ্বাদিগণীয় আৰু দিবাদিগণীয় ধাতুৰূপেও ইয়াক একে মাতৃৰ সন্তান হ'বলৈ দিয়া নাই। ইয়াত 'নাটয়তি', 'নটতি', আৰু 'নৃত্যতি' এই তিনিটা ধাতুৰূপৰ পৰা আমি তিনি প্ৰকাৰে অৰ্থ পাইছোঁহক। কিন্তু প্ৰথমটোৰ অৰ্থ "অভিনয় কৰিছে" আৰু বাকী দুটাৰ অৰ্থ 'নাচিছে'। 'নৃৎ' ধাতু বাদ দি সম্ভৱ 'নট' ধাতুটোৰ উৎপত্তি হয় আন এটা কাৰণত। নট নামৰ এবিধ বৃত্তিধাৰী লোকৰ কথা ইতিহাস প্ৰসিদ্ধ। সেই কথা নাট্য শাস্ত্ৰ উৎপত্তি প্ৰসঙ্গত কৈ অহা হৈছে। উক্ত বৃত্তিধাৰী লোকৰ উৎপত্তি বা স্বাধীন বৃত্তি থকাৰ কাৰণেই সংস্কৃত শাস্ত্ৰতো 'নট' ধাতুটোৱে স্থান পালে। নৃত্য কৰে বা অভিনয় কৰে বা নাটত প্ৰধান অংশ গ্ৰহণ কৰে বাবে 'নট' বোলা হয়। আভিধানিক মতে যি নৃত্য কৰে, নৃত্যই যাৰ ব্যৱসায়, যি নৃত্য ব্যৱসায় দ্বাৰা জীৱিকা নিৰ্ব্বাহ কৰে, যি নাটকৰ অভিনয় কৰে, সিয়েই 'নট'। 'নট' বৰ্ণসঙ্কৰ জাতি বিশেষ ইত্যাদি। ইয়াৰ পৰা এটা সিদ্ধান্ত হ'ল যে 'নৃৎ' ধাতুৰ পৰা নৃত্ত আৰু নৃত্য, 'নট' ধাতুৰ পৰা 'নাট্য'ৰ সৃষ্টি হৈছে। প্ৰসঙ্গ ক্ৰমে উল্লেখনীয় যে নাট, নাট্য আৰু নাটক এই তিনিটা শব্দ একেটা ধাতুৰ পৰাই উৎপত্তি হলেও অৰ্থৰ পিনেদি কিছু তাৰতম্য থকা দেখা যায়। আভিধানিক মতে 'নাট' মানে নৃত্যাভিনয়। 'নাট্য' মানে শাস্ত্ৰ বিশেষ, নৃত্য গীত বাদ্য এই তিনিটাৰ সমবায়, তৌৰ্য্যত্ৰিক। নৃত্যক্ৰিয়া, নৃত্যগীত বাদ্য বিষয়ক অৰ্থাৎ সঙ্গীত বিষয়ক বিদ্যা ইত্যাদি। 'নাটক' মানে ৰূপক আৰু উপৰূপক এই দুভাগে বিভক্ত দৃশ্য কাব্যৰ ৰূপক ভাগৰ প্ৰথম আৰু প্ৰধান প্ৰকাৰ ৰঙ্গ ভূমিত অভিনয় দ্বাৰা যি কাব্যৰ প্ৰদৰ্শন হৈ থাকে। আমাৰ 'নাটক' অধ্যায়ত পৰিষ্কাৰ হৈছে। এতিয়া নৃত্ত, নৃত্য আৰু নাট্যৰ অৰ্থভেদ এনেদৰে—

(১) নৃত্ত :—

'নৃৎ' ধাতুৰ পৰা উৎপন্ন। 'নৃত্ত' হ'ল তাল লয়াশ্ৰিত (নৃত্তং তাললয়াশ্ৰিতম্-দশৰূপকম্)। ভাব আৰু অভিনয়ৰহিত নৰ্ত্তনক নৃত্ত' বোলা

হয়। সঙ্গীতৰ সময়ৰ সমান গতিকে লয় বোলে আৰু সেই লয়ৰ জোখ বা পৰিমাণ নিৰ্ণয় কৰাকে তাল বোলা হয়। যি হস্ত লক্ষণসৰে অৰ্থ প্ৰকাশ ৰহিত ভাৱে, তাল আৰু লয় সহকাৰে ব্যৱহাৰ কৰা হয়, তাকে 'নৃত্ত' বোলে। 'নৃত্ত' দেশী নামেও প্ৰসিদ্ধ। বহুতৰ মতে 'নৃত্ত' হ'ল কৃষ্টিৰ অন্তৰ্গত। লোক নৃত্ত সমূহ 'নৃত্ত'ৰ অন্তৰ্ভুক্ত। আনকি সত্ৰীয়া নৃত্যাদিৰ ভিতৰতো 'নৃত্ত' থকা বুলি বহুতে ক'ব খোজে। কোন কোন কেইখন সত্ৰীয়া নৃত্য 'নৃত্ত'ৰ অন্তৰ্গত, তাক বিচাৰ কৰিবৰ কাৰণে বেলেগ সময় আৰু সুবিধাৰ প্ৰয়োজন।

(২) নৃত্য ঃ

ইও 'নৃৎ' ধাতুৰ পৰাই উৎপন্ন। নৃত্য হ'ল ভাব প্ৰকাশাত্মক অঙ্গভঙ্গী তথা ভাবাশ্ৰিত। অথবা ৰস আৰু ভাৱ ব্যঞ্জনাযুক্ত নৰ্ত্তনেই নৃত্য নামে অভিহিত। আনহাতে নৃত্য হ'ল ভাবাভিব্যক্তি সহ অঙ্গ বিক্ষেপ, ব্যঞ্জনাৰ ক্ৰিয়াত্মক। উক্ত ভাবাশ্ৰিত নৃত্য 'মাৰ্গীয়' নৃত্য নামে প্ৰসিদ্ধ আৰু উপৰৰ নৃত্ত 'দেশী' নামে জনাজাত বুলি 'নৃত্ত' প্ৰসঙ্গত কোৱা হৈছেই। মাৰ্গীয় নৃত্য দুটা ভাগত বিভক্ত কৰা হৈছে। সেয়া হ'ল তাণ্ডৱ আৰু লাস্য। মহাদেৱ শিৱৰ আদেশত তণ্ডু মুনিয়ে ভৰত মুনিক অঙ্গহাৰ সম্পৰ্কীয় যিবোৰ কথা কৈছিল, সেয়ে 'তাণ্ডৱ' নামে অভিহিত হয়। ভৰত নাট্য শাস্ত্ৰৰ চতুৰ্থ অধ্যায়টো "তাণ্ডৱ লক্ষণ" বুলি নামকৰণ হৈছে। 'তাণ্ডৱ' কিয় বোলে সেই সম্বন্ধে শাস্ত্ৰই কৈছে—

তাণ্ডিনাপি ততঃ সম্যগ্ গানভাণ্ড সমন্বিতঃ।
নৃত্য প্ৰয়োগঃ সৃষ্টো যঃ স তাণ্ডৱ ইতি স্মৃতঃ॥

ভৰত নাট্য শাস্ত্ৰ ৪/২৬৩

অৰ্থাৎ— তণ্ডু মুনিয়েও তাৰ পিচত অতি সুন্দৰকৈ গান, মৃদঙ্গ, তন্ত্ৰীবাদ্য সহকাৰে যি নৃত্যৰ প্ৰয়োগ সৃষ্টি কৰিলে তাকে তাণ্ডৱ বুলি কোৱা হয়।

অমৰকোষে উক্ত 'তাণ্ডৱ' শব্দৰ ব্যাখ্যা প্ৰসঙ্গত ভূমিত তাড়না দ্বাৰা নৃত্য সম্পাদিত হোৱাৰ কাৰণে 'তাণ্ডৱ' হ'ল বুলি কৈছে। যিকি নহওক ভৰত নাট্য শাস্ত্ৰই তণ্ডু মুনিৰ পৰাই 'তাণ্ডৱ' হোৱা বুলি কোৱাত সিদ্ধান্তই গ্ৰহণযোগ্য হৈছে। আমি সাধাৰণতে 'তাণ্ডৱ' শব্দটোক বৰ উৎপাত, গোলমাল, হৈ-চৈ আদিত ব্যৱহাৰ কৰোহঁক, সদৰ্থত নকৰোহঁক। শৃঙ্খলাৰ অভাৱ, ভয়াবহ কাৰ্য্যকলাপ, অসংযত উন্মত্ত দেহভঙ্গী আদিত 'তাণ্ডৱ' শব্দ ব্যৱহাৰ কৰোহঁক। ধ্বংসমূৰ্ত্তি কালান্তক মহাদেৱৰ সংহাৰকৰণত যি উল্লম্ফন, প্ৰলম্ফন সেয়েই তাণ্ডৱ বুলি আমি যি ধাৰণা কৰোহঁক, সি সত্য নহয়। শিৱৰ তাণ্ডৱ

নৃত্য আজিকালি প্ৰয়োগ হলেও দৰাচলতে শিৱৰ ক্ষেত্ৰত 'তাণ্ডৱ' শব্দটো ব্যৱহাৰ কৰা অনুচিত বা সম্পৰ্ক নাথাকে। শিৱৰ আদেশত তণ্ডুমুনিয়ে যি নৃত্যৰ বিধান কৰিলে সেয়ে তাণ্ডৱ নৃত্য। অৱশ্যে শিৱই নিজে এই নৃত্যক তণ্ডুৰ নামাঙ্কিত কৰাৰ কাৰণে 'তাণ্ডৱ' হোৱাটো শুদ্ধ অৰ্থাৎ শিৱই তণ্ডুক ৰেচক, অঙ্গহাৰ, পিণ্ডীবদ্ধ সৃষ্ট কৰি শিকাইছিল আৰু তণ্ডুৱে তাকে ভৰতক শিকোৱাত 'তাণ্ডৱ' হ'ল (ভৰত নাট্য শাস্ত্ৰ ৪/২৬৪)।

তাণ্ডৱ ত্ৰিবিধ চণ্ড, প্ৰচণ্ড, উচ্চণ্ড। চণ্ড — তীক্ষ্ণ, উগ্ৰ, উষ্ণ, ক্ৰোধ। প্ৰচণ্ড - প্ৰখৰ, অসহ্য, ভয়ানক, প্ৰবল, প্ৰতাপশালী। প্ৰচণ্ড — স্বাধীনচেতা, উদ্দাম, দুৰন্ত আদি। তাণ্ডৱ আৰু লাস্যক ক্ৰমে উদ্ধত আৰু মধুৰ নামেও জনা যায়। তাণ্ডৱ হ'ল মাৰ্গীয় নৃত্য আৰু লাস্য হ'ল দেশী নৃত্য।

তাণ্ডৱ হ'ল পুৰুষ নৃত্য। ইয়াক উদ্ধত বা চণ্ড, প্ৰচণ্ড, উচ্চণ্ড ভেদে ত্ৰিবিধ কৰিলেও তাণ্ডৱ এটি সুললিত নৃত্য- যাক গোষ্ঠীবদ্ধ হৈ সুশৃংখল ভাৱে নৰ্তনশীলাৰ পৰিচয় প্ৰদান কৰিব পাৰি। ইয়াৰ এটি বিশেষ লক্ষণ যে উচ্চ শ্ৰেণীৰ সুৰ, তাল লয়যুক্ত গীত বাদ্যৰ অবিহনে তাণ্ডৱ নৃত্য অনুষ্ঠিত হ'ব নোৱাৰে। এই নৃত্যৰ সঙ্গীত প্ৰয়োগ মূল বৈশিষ্ট্য। সত্ৰীয়া নৃত্যৰ ভিতৰত যি বিলাক পুৰুষ নৃত্য আছে, সেই বিলাক উক্ত তাণ্ডৱ নৃত্যৰ ভিতৰতে পৰে। তাণ্ডৱ নৃত্য প্ৰায় দেৱস্তুতি আশ্ৰিত হয়।

লাস্য হ'ল স্ত্ৰী নৃত্ত। লাস্য হ'ল 'নৃত্ত' হে। ইয়াক মধুৰ বা কোমল বুলিও কয়। মাৰ্গ মিশ্ৰিত, ললিত ভাৱযুক্ত আৰু গীতৰ প্ৰাধান্যই লাস্য। লাস্য চতুৰ্ব্বিধ—শৃঙখল, লতা, পিণ্ডী, ভেদ্যক। মতান্তৰে শৃঙখলিকা, লতাবন্ধ, পিণ্ডী আৰু ভেদ্যক ( পিণ্ডী শৃঙখলিকা চৈব লতাবন্ধোঽথ ভেদ্যকঃ — নাট্য শাস্ত্ৰ ৪/২৯২ )। শৃঙখলিকা— বহু নৰ্ত্তকী হাতত ধৰাধৰি কৰি নাচে। লতা-বন্ধঃ— দগৰাকীয়ে পৰস্পৰে জড়িত হৈ নাচে। পিণ্ডী—নৰ্তনীসকল যাতে সমষ্টিভুক্ত হৈ থাকে। ভেদ্যকঃ - মাত্ৰ এগৰাকীয়ে নাচে। লাস্যৰ বিভাগ বহুতো। [illegible] সহজ লাস্য, হেলা লাস্য, বিলাস লাস্য, বিচ্যুতি লাস্য, বিভ্ৰম লাস্য, কুত্তামিত লাস্য [illegible] লাস্য, ললিত লাস্য, বিব্ৰত লাস্য, শোভা লাস্য, [illegible] লাস্য, মাধুৰ্য্য লাস্য, ধাৰ্য্য লাস্য, প্ৰাগলভ্য লাস্য, ঔদাৰ্য্য লাস্য ইত্যাদি আছে।

আভিধানিক মতে তাণ্ডৱ ( পুং নৃত্যৰ ) শব্দৰ 'তা' আৰু লাস্য (স্ত্ৰী নৃত্য) শব্দৰ 'ল' এই উভয় বৰ্ণ মিলিত হৈ 'তাল' শব্দৰ উৎপত্তি হৈছে।

উক্ত 'তাল' শব্দৰ ব্যাখ্যা দিছে অমৰকোষে "তালঃ কাল ক্ৰিয়ামানম্" (অমৰাৰ্থ চান্দ্ৰিকা ৭/২৯) অৰ্থাৎ নৃত্য গীত বাদ্য সমুদায়ৰ বিচ্ছেদ কালৰ নাম 'তাল'। লয় মানে – "লয়ঃ সাম্যমথাস্ত্ৰিয়াম্" (ঐ ৭/৩০) অৰ্থাৎ নৃত্যগীত বাদ্যৰ সমতাৰ নাম 'লয়'। কিন্তু অমৰ কোষে তাণ্ডৱ, লাস্যক দুভাগ কৰা নাই। ইয়াক নৃত্যৰ ভাগহে ধৰিছে যেনে 'তাণ্ডৱং নটনং নাট্যং লাস্যং নৃত্যঞ্চ নৰ্ত্তনে" (ঐ ৭/৩১) অৰ্থাৎ নৃত্যৰ নাম তাণ্ডৱ, নটন, নাট্য, লাস্য, নৃত্য আৰু নৰ্ত্তন।

ভৰত নাট্য শাস্ত্ৰত নৃত্যাভিনয়ৰ কাৰণে প্ৰয়োজনীয় সাতষষ্ঠী (৬৭) প্ৰকাৰ হস্ত কৰ্ম্মৰ কথা কোৱা হৈছে। ইয়াক শাস্ত্ৰীয় ভাষাত 'হস্ত', সত্ৰীয়া ভাষাত 'হাত' আৰু অন্যান্য লোকৰ মুখত ভুলকৈ হলেও 'মুদ্ৰা' বোলা হয়। উক্ত ৬৭ প্ৰকাৰ হস্ত কৰ্ম্মৰ ভিতৰত চৌব্বিশটা অসংযুত হস্ত, তেৰটা সংযুত হস্ত আৰু ত্ৰিশটা নৃত্ত হস্ত। অগ্নি পুৰাণৰ ৩৪১ অধ্যায়ৰ নৃত্য আৰু আঙ্গিক কৰ্ম্ম প্ৰসঙ্গত চৌব্বিশখন অসংযুত হস্ত, তেৰখন সংযুত হস্তৰ বৰ্ণনা দিয়া হৈছে। শ্ৰীহস্ত মুক্তাৱলীতো অসংযুত হস্ত ত্ৰিশখন, সংযুত হস্ত চৌধখন আৰু নৃত্ত হস্ত সাতাইশ খনৰ বৰ্ণনা দিয়া আছে। নামবোৰ উভয়ৰে প্ৰায় মিল। অলপাহ লৰচৰ। নাট্যশাস্ত্ৰতকৈ মুক্তাৱলীৰ হস্তৰ সংখ্যা অধিক। ইয়াৰ হস্ত সংখ্যা একসত্তৰ (৭১) খন। নাট্যশাস্ত্ৰৰ হস্ত সংখ্যা আৰু নামবোৰ যথাক্ৰমে এনেদৰে— (অসংযুত হস্ত)— (১) পতাক (২) ত্ৰিপতাক (৩) কৰ্ত্তৰীমুখ (৪) সূচীমুখ (৫) কটকামুখ (৬) মুষ্টি (৭) সৰ্পশীৰ্ষ (৮) মৃগশীৰ্ষ (৯) পদ্মকোষ (১০) অৰ্দ্ধচন্দ্ৰ (১১) অৰাল (১২) শুকতুণ্ড (১৩) শিখৰ (১৪) কপিত্থ (১৫) কাঙ্গুল (১৬) অলপদ্ম (১৭) চতুৰ (১৮) ভ্ৰমৰ (১৯) হংসাস্য (২০) হংসপক্ষ (২১) সন্দংশ (২২) মুকুল (২৩) উৰ্ণনাভ (২৪) তাম্ৰচূড়। (সংযুত হস্ত) – (১) অঞ্জলি, (২) কপোত (৩) কৰ্কট (৪) স্বস্তিক (৫) বৰ্দ্ধমান (৬) কটকা বৰ্দ্ধমান (৭) উৎসঙ্গ (৮) নিষধ (৯) পুষ্পপুট (১০) মকৰ (১১) গজদন্ত (১২) অবহিত্থ (১৩) দোল।

(নৃত্ত হস্ত) — (১) চতুৰস্ৰ (২) উদ্বৃত্ত (৩) তলমুখ (৪) স্বস্তিক (৫) বিপ্ৰকীৰ্ণ (৬) আৱিদ্ধ (৭) অৰাল খটকামুখ (৮) ভকক্ৰ (৯) সূচ্যাস্য (১০) ৰেচিত (১১) অৰ্দ্ধ ৰেচিত (১২) উত্তান ৰেচিত (১৩) পক্ষপ্ৰদ্যোতক (১৪) গৰুড় পক্ষ (১৫) দণ্ড পক্ষ (১৬) উৰ্দ্ধ মণ্ডলী (১৭) পাৰ্শ্ব মণ্ডলী (১৮) উৰু মণ্ডলী (১৯) কক্ষ মণ্ডলী (২০) মুষ্টিক স্বস্তিক (২১) নলিনী পদ্মকোষ (২২) ললিত (২৩) বলিত

(২৪) অলপল্লৱ (২৫) উলবান (২৬) কেশবন্ধ (২৭) পল্লৱ (২৮) কড়িহস্ত (২৯) লতা (৩০) পক্ষ-বঞ্চিত।

শ্ৰীহস্ত মুক্তাৱলী আৰু অগ্নিপুৰাণৰ হস্তৰ নাম তালিকা দিয়া নহ'ল বাহুল্যৰ ভয়ত। অৱশ্যে নামবোৰ প্ৰায় মিল আছে

নৃত্য হ'ল শোভা সৃষ্টিকাৰক আৰু শুভজনক। স্বভাৱতে সকলোৱে নৃত্য ভাল পায়। বিবাহ, সন্তান জন্ম, আৱাহন, আনন্দোৎসৱ আৰু সমৃদ্ধি-লাভ উপলক্ষ্যত নৃত্যৰ প্ৰয়োজন তথা আনন্দকাৰী হয়। নাট্যশাস্ত্ৰত এই বোৰ ব্যাখ্যা কৰা হৈছে (ভৰত নাট্য শাস্ত্ৰ ৪/২৬৯, ২৭০)।

(৩) নাট্য ঃ—

'নট' ধাতুৰ পৰাই 'নাট্য' শব্দৰ উৎপত্তি। নাট্য হ'ল ৰসাশ্ৰিত আৰু নৃত্য আৰু নৃত্ততকৈ স্বাতন্ত্ৰ্য তথা অধিক উৎকৰ্ষ। নাট, নাটক আৰু নাট্যৰ সামান্য প্ৰভেদৰ কথা পূৰ্ব্বতে প্ৰসঙ্গক্ৰমে উল্লেখ কৰি অহা হৈছে। সেয়ে নৃত্য (মাৰ্গীয়), নৃত্ত (দেশীয়) আৰু নাট্য (ৰসাভিনয়) হিচাবে তিনিয়োটাই প্ৰাধান্য লাভ কৰিছে নাট, নাটক আৰু নাট্যৰ সামান্য প্ৰভেদ আছে যদিও আমাৰ এই গ্ৰন্থত তিনিয়োটাক একাৰ্থত ব্যৱহাৰ কৰা হৈছে। ভৰত নাট্য শাস্ত্ৰত নাট্য কেনেকুৱা হ'ব তাৰ লক্ষণ প্ৰকাশ কৰা হৈছে যেনে—

দেৱতানামসুৰাণাং ৰাজ্ঞামথ কুটুম্বিনাম্।
কৃতানুকৰণং লোকে নাট্যমিত্যভিধীয়তে॥
যোহয়ং স্বভাৱো লোকস্য সুখদুঃখ সমন্বিতঃ।
সোহঙ্গাদ্যভিনয়োপেতঃ নাট্যমিত্যভিধীয়তে॥

নাট্যশাস্ত্ৰ—১/১২০, ১২১

অৰ্থাৎ— পৃথিবীত দেৱতা, অসুৰ, ৰাজা আৰু গৃহস্থৰ কৃতকৰ্ম্মৰ অনুকৰণ নাট্য নামেৰে অভিহিত হয়। মানুহৰ সুখ দুখযুক্ত যি স্বভাৱ সেই অঙ্গাদি অভিনয়ৰ সহিত যুক্ত হৈ নাট্য নামেৰে অভিহিত হয়।

সাহিত্য দৰ্পণতো সুখ দুখৰ উৎপত্তি দেখুউৱা আৰু শৃঙ্গাৰাদি ৰস পৰিপূৰ্ণ থাকিলে, সিয়েই নাটক নামে অভিহিত হয় (সাহিত্য দৰ্পণ ৬/৬)।

পূৰ্ব্বতে কৈ অহা হৈছে যে নাট্য ৰসাশ্ৰিত আৰু অভিনয় প্ৰধান। নৃত্ত আৰু নৃত্য হ'ল 'মূক্' অৰ্থাৎ ভাষাহীন, কিন্তু নাটক হ'ল ভাষাযুক্ত।

অভিনয় মানে—অভিপূৰ্ব্বস্ত নীঞ্ ধাতুৰাভিমুখ্যাৰ্থনিৰ্ণয়ে।
যস্মাৎ প্ৰয়োগং নয়তি তস্মাদভিনয়ঃ স্মৃতঃ ॥

নাট্য শাস্ত্ৰ ৮/৬

অৰ্থাৎ — অভি পূৰ্ব্ব নীঞ্ ধাতু সাক্ষাৎভাৱে অৰ্থ নিৰ্ণয় নাট্যানুষ্ঠানক লৈ যায় কাৰণে অভিনয় বোলে।

বিভাবয়তি যস্মাচ্চ নানাৰ্থান্ হি প্ৰয়োগতঃ।
শাখাঙ্গোপাঙ্গ সংযুক্ত স্তস্মাদভিনয়ঃ স্মৃতঃ ॥

নাট্য শাস্ত্ৰ—৮/৭

অৰ্থাৎ — নাট্যানুষ্ঠানৰ কাৰণে নানা বিষয় বুজাই দিয়ে, সেই কাৰণে অঙ্গভঙ্গী, ছয় অঙ্গ আৰু উপাঙ্গ সংযুক্ত ভাৱকে অভিনয় বোলা হয়।

অগ্নি পুৰাণৰ মতে — নাট্যাদিত বৰ্ণিত বিষয়ক দ্বিজনে অভিমুখ কৰি দিয়ে, মূৰ্ত্ত ৰূপেৰে প্ৰত্যক্ষ কৰি দিয়ে, গাত্ৰ সমূহৰ উক্ত কাৰ্য্য কলাপকে অৰ্থাৎ কলা কৌশলকে বিদ্বান্ পুৰুষে অভিনয় বুলি কয়। আনহাতেদি অদৃষ্টজনক দৃষ্টজনৰ সম্মুখত উপস্থাপিত কৰাই অভিনয় অথবা এজনে আনজনৰ ভাৱ, গতি আদিৰ অনুকৰণ কৰা কিম্বা তদনুৰূপ ভাৱ প্ৰকাশ কৰিব পৰাই অভিনয়। অসমীয়া ভাষাত অভিনয়কে 'ভাৱনা' বোলে। 'ভাৱনা'ৰ পৰাই 'ভাওনা' হৈছে। 'কেলি গোপাল' অঙ্কীয়া নাটৰ "মই কৃষ্ণ বুলি কৰে ভাৱনা" ই হ'ল 'ভাওনা'। সন্তাৱলী' নামৰ পুথিৰ মতে "অন্তৰেসে সৰ্ব্বমান ভাৱনা মিলয়। এহি হেতু সৰ্ব্বজনে ভাওনা বোলয়"। অভিনেতা জনে নিজে আনৰ ভাৱ প্ৰকাশ কৰোতে (ক্ৰোধ, ভয়, লাজ, শঙ্কা আদি ভাৱ বা নৱৰস জাত ভাৱ প্ৰকাশ কৰোতে) দৰ্শক সকলৰ অন্তৰতো তদনুৰূপ ভাৱোপলব্ধি বা অনুভূতি উদ্ৰেক কৰিব পৰাটোৱেই 'ভাৱনা' বা 'ভাওনা'।

অভিনয় চাৰিপ্ৰকাৰ বুলি নাট্য শাস্ত্ৰই উল্লেখ কৰিছে যেনে —

আঙ্গিকো বাচিকশ্চৈৱ আহাৰ্য্যঃ সাত্ত্বিকস্তথা।
চত্বাৰোঽভিনয়া হ্যেতা বিজ্ঞেয়া নাট্যসংশ্ৰয়া ॥

নাট্য শাস্ত্ৰ—৬/২৩

অথবা — আঙ্গিকো বাচিকশ্চৈৱ আহাৰ্য্য সাত্ত্বিকস্তথা।
জ্ঞেয়স্ত্বভিনয়ো বিপ্ৰাশ্চতুৰ্ধা পৰিকল্পিতঃ ॥

নাট্যশাস্ত্ৰ—৮/৯

অৰ্থাৎ — হে বিপ্ৰগণ ! অভিনয় চাৰিভাগে বিভক্ত ( বা পৰিকল্পিত ) যেনে — আঙ্গিক, বাচিক, আহাৰ্য্য আৰু সাত্বিক।

যি অভিনয় অঙ্গ চালনাদি দ্বাৰা কৰা হয়, তাকে আঙ্গিক, যাক বাক্যৰ দ্বাৰা কৰা হয় তাক বাচিক, যাক বেশ ৰচনাদি দ্বাৰা নিষ্পন্ন হয়, তাক আহাৰ্য্য আৰু যাক স্তম্ভ, ৰোমাঞ্চাদি সত্ত্ব গুণ ভাব দ্বাৰা নিষ্পাদিত হয় তাক সাত্বিক নামেৰে অভিহিত কৰা হয়।

আঙ্গিক অভিনয় তিনি প্ৰকাৰ বুলি কৈছে যেনে শাৰীৰ, মুখজ আৰু শাখা। প্ৰথমোক্ত শৰীৰ'ৰ অঙ্গ ছয় প্ৰকাৰ যেনে মস্তক, হস্ত, কটি, বক্ষ, পাৰ্শ্ব আৰু পাদ। তেনেকৈ 'মুখজ' ৰো ছয় প্ৰকাৰ যেনে নেত্ৰ, ভ্ৰূ, নাসিকা, অধৰ, গণ্ডস্থল আৰু চিবুক। পূৰ্ব্বোক্ত দুয়ো প্ৰকাৰকে চমুকৈ 'অঙ্গ' আৰু 'উপাঙ্গ' বুলি কয়। অঙ্গভঙ্গী বা বিচিত্ৰ হস্তব্যাপাৰৰ নামেই হ'ল 'শাখা'। এয়াই ত্ৰিবিধ আঙ্গিক অভিনয়। এতিয়া 'মস্তক ক্ৰিয়া' সম্বন্ধে কোৱা হৈছে। মস্তক ক্ৰিয়া ত্ৰয়োদশ ( তেৰ ) প্ৰকাৰ বুলি নাট্যশাস্ত্ৰই উল্লেখ কৰিছে যেনে আকম্পিত, কম্পিত, ধুত, বিধুত, পৰিবাহিত, উদ্বাহিত, অৱধুত, অঞ্চিত, নিহঞ্চিত, পৰাবৃত, উৎক্ষিপ্ত, অধোগত আৰু লোলিত।

(১) আকম্পিত ঃ— ধীৰে ধীৰে মস্তক ওপৰ আৰু তলকৈ কম্পিত কৰা।

(২) কম্পিত ঃ— দ্ৰুত ভাবে আৰু বহুবাৰ মস্তক কম্পিত কৰা। ইঙ্গিত দিয়া, উপদেশ, জিজ্ঞাসা, সম্বোধন কৰি কথা কোৱা, নিৰ্দ্দেশ কৰা, আহ্বান কৰা, ক্ৰোধ, বিতৰ্ক, বিষয় বস্তু বুজি উঠা, প্ৰতিজ্ঞা, তৰ্জ্জন-গৰ্জ্জন, ৰোগ, ক্ষমা নকৰা বিষয়ত মস্তক কম্পিত হয়।

(৩) ধুত ঃ— ধীৰে ধীৰে মস্তক ঘূৰোৱা, অনভিপ্ৰেত বিষয়, বিষাদ, বিস্ময় প্ৰত্যয়, পাৰ্শ্বে দৃষ্টিপাত, শূন্য আৰু নিষেধ বুজোৱাত ধুত মস্তক হয়।

(৪) বিধুত ঃ— শীতাৰ্ত্ত, ভীত, ত্ৰাসগ্ৰস্ত, জ্বৰাক্ৰান্ত আৰু মদ্যপানৰ প্ৰাথমিক অৱস্থা বুজাবলৈ বিধুত মস্তক হয়

(৫) পৰিবাহিত ঃ— কাৰ্য্যসিদ্ধি বা সহায়তা, বিস্ময়, হৰ্ষ, স্মৰণ, ক্ৰোধ, বিচাৰ, বিহাৰ আৰু লীলাত পৰিবাহিত মস্তক হয়।

(৬) উদ্বাহিত ঃ— গৰ্ব্ব, ইচ্ছা, প্ৰকাশ, দৰ্শন, ওপৰলৈ চোৱা, আত্ম প্ৰশংসাদি বুজোৱাত উদ্বাহিত হয়।

(৭) অৱধুত : অধোভাগে এটাৰ অৱনত মস্তক কৰা, সংবাদ, আৱাহন, আলাপ, ইংগিতাদি বুজোৱাত অৱধুত মস্তক হয়।

(৮) অঞ্চিত :— পাৰ্শ্বে ঈষৎ অৱনত গ্ৰীবাযুক্ত মস্তক, ৰোগাৰ্ত্ত, মূৰ্চ্ছিত, মত্ত, চিন্তিত আৰু দুখীত বুজোৱাত অঞ্চিত মস্তক হয়।

(৯) নিহঞ্চিত :— স্কন্ধ উৎক্ষিপ্ত, বক্ৰগ্ৰীৱা, গৰ্ব্ব, বিলাস, ললিত, অভিমান প্ৰকাশত নিহঞ্চিত মস্তক হয়।

(১০) পৰাবৃত :— মুখ ঘূৰোৱা অনুকৰণ, গোপন, পশ্চাৎ দৃষ্টি পাতাদিত পৰাবৃত মস্তক হয়।

(১১) উৎক্ষিপ্ত :— উৰ্দ্ধমুখে থকা, উচ্চস্থিত বস্তু আৰু দিব্যাস্ত্ৰ প্ৰয়োগত উৎক্ষিপ্ত মস্তক হয়।

(১২) অধোগত :— নিম্ন মাথা আপিক লজ্জা, প্ৰণাম আৰু দুখত অধোগত মস্তক হয়।

(১৩) লোলিত :- মূৰ্চ্ছা, ৰোগ, মত্তা, প্ৰবেশ, ব্যস্ততা, গৰ্ব্ব, ক্ৰোধ, গ্ৰহণ, চুৰিকৰা, নিদ্ৰা আদিত লোলিত মস্তক হয়।

নাট্য শাস্ত্ৰত ছয়ত্ৰিশ প্ৰকাৰৰ দৃষ্টিৰ কথা উল্লেখ কৰা হৈছে যেনে কান্তা, ভয়ানক, হাস্যা, কৰুণা, অদ্ভুতা, ৰৌদ্ৰী, বীৰা, বীভৎসা এই—অষ্ট প্ৰকাৰ ৰস দৃষ্টি। স্নিগ্ধা, হৃষ্টা, দীনা, ক্ৰুদ্ধা, দৃপ্তা, ভয়ান্বিতা, জুগুপ্সিতা, বিস্মিতা এই অষ্ট প্ৰকাৰ স্থায়ীভাব দৃষ্টি। শূন্যা, মলিনা, শ্ৰান্তা, লজ্জান্বিতা, ম্লানা, শঙ্কিতা, বিষণ্ণা, মুকুলা, কুঞ্চিতা, অভিতপ্তা, জিহ্মা (জিহ্মা), সললিতা, বিতৰ্কিতা, অৰ্দ্ধমুকুলা, বিভ্ৰান্তা, বিপ্লুতা, আকেকৰা, বিকোশা, ত্ৰস্তা, মদিৰা এই বিশ প্ৰকাৰ সঞ্চাৰি ভাব দৃষ্টিৰে সৈতে সৰ্ব্বমুঠ ছয়ত্ৰিশ প্ৰকাৰ দৃষ্টি বুলি জনা যায়। ইয়াক অস্থায়ী ভাব দৃষ্টি বুলিও কয়। এতিয়া ৰসদৃষ্টি এনেদৰে :—

(১) কান্তা :— প্ৰেমপূৰ্ণ বা কামপূৰ্ণ দৃষ্টিৰে ভ্ৰূযুগ সঙ্কুচিত কৰি চালে কান্তা দৃষ্টি হয়। শৃঙ্গাৰ ৰসত ইয়াৰ প্ৰয়োগ হয়।

(২) ভয়ানকা :— ভ্ৰূযুগ বহলকৈ মেলি স্থিৰ চকুৰে অৰ্থাৎ ভয়সূচক দৃষ্টিৰে চালে ভয়ানক দৃষ্টি হয়। ভয় প্ৰকাশ কৰিবলৈ ভয়ানক দৃষ্টিৰ প্ৰয়োজন।

(৩) হাস্যা :— ভ্ৰূৱযুগ সঘনে সঙ্কুচিত কৰি চকু লৰচৰ কৰাৰ পিচত স্থিৰ হৈ গলে হাস্যাৰস দৃষ্টি হ'ব।

(৪) কৰুণা ঃ— নাসিকাগ্ৰৰ প্ৰতি দৃষ্টি নিবদ্ধ ৰাখি অশ্ৰুপূৰ্ণ সহকাৰে কৰুণা প্ৰকাশ কৰাই কৰুণ ৰস দৃষ্টি হয়।

(৫) অদ্ভুতা ঃ- চকু বহলকৈ মেলি আচৰিত সহকাৰে ঘূৰালেই অদ্ভুতা ৰস দৃষ্টি হয়।

(৬) ৰৌদ্ৰী ঃ— ভ্ৰূকুটি কুটিল কৰি অৰ্থাৎ চকুৰ ভ্ৰূযুগ কোচাই নিষ্ঠুৰ আৰু চকু ৰঙা কৰি চালেই ৰৌদ্ৰী ৰস দৃষ্টি হ'ব।

(৭) বীৰা ঃ— উজ্জ্বল দৃষ্টিৰে চকু প্ৰসাৰিত কৰিব, ক্ষুব্ধ আৰু গম্ভীৰ হ'ব, চকুৰ মণি সোঁ মাজত ৰাখিব। তেতিয়া বীৰ ৰস দৃষ্টি হ'ব।

(৮) বীভৎসা ঃ— নেত্ৰ প্ৰান্ত অৰ্থাৎ চকুৰ পতাৰে চকুৰ মণি প্ৰায় ঢাকি ৰাখি, ঘৃণা ভাব প্ৰকাশ আৰু চকুৰ পতা স্থিৰ কৰি ৰাখিলেই বীভৎসা দৃষ্টি হ'ব।

অষ্ট প্ৰকাৰ স্থায়ীভাৱ দৃষ্টিৰ ব্যাখ্যা যেনে —

(১) স্নিগ্ধা ঃ— মিলনৰ অভিপ্ৰায় ব্যঞ্জক, আনন্দাশ্ৰুপূৰ্ণ, (চকুৰ পতা কোমলকৈ সামান্যভাৱে মেলি মধুৰ ভাব প্ৰকাশ কৰি স্নিগ্ধ ভাব কৰি ৰাখি, চকুৰ পানী আনন্দত চলচলীয়া কৰিলেই) কৰিলেই স্নিগ্ধা হ'ব।

(২) হৃষ্টা ঃ— চকু নিমেষযুক্ত, ঈষৎ আকুঞ্চিত কৰি (চকু অলপ বেকা কৰি) চকুৰ পতাৰে চকু কিঞ্চিৎ মাত্ৰ ঢাকি, মাজে মাজে হাস যুক্ত হলেই হৃষ্টা হ'ব।

(৩) দীনা ঃ— চকুৰ ওপৰৰ পতা কিছু তললৈ কিঞ্চিৎ শিথিল কৰি, চকুৰ মণি কিঞ্চিৎ ব্যস্ততাযুক্ত (চকু ঘূৰালে), এইখিনিকে কিছু ধীৰ গতিৰে কৰিলেই দীনা দৃষ্টি হ'ব।

(৪) ক্ৰুদ্ধা :— ভ্ৰূকুটি কুটিযুক্ত, চকুৰ পতা স্থিৰ কৰি, উৰ্দ্ধমুখে চকুৰ মণি লৈ গ'লে ক্ৰুদ্ধা দৃষ্টি হ'ব।

(৫) দৃপ্তা ঃ— চকু স্থিৰ কৰি উৎসাহ সম্ভূতা আৰু প্ৰাণ শক্তি সূচিকা হলেই দৃপ্তা দৃষ্টি হয়। ই বীৰ ৰসতো খাটে।

(৬) ভয়ান্বিতা ঃ— উভয় চকুৰ পতা বেছকৈ মেল খুৱাই, দুই চকু ভয়ত কঁপাই বা ঘূৰাই চকুৰ মণি এফালীয়া কৰিলেই ভয়ান্বিতা দৃষ্টি হ'ব।

(৭) জুগুপ্সিতা ঃ— চকুৰ পতা কিঞ্চিৎ সঙ্কুচিত ভাবে ৰাখি, চকু আবৃত কৰি, উদ্বিগ্ন ভাৱ আৰু ঘৃণা ভাৱ কৰিলেই জুগুপ্সিতা দৃষ্টি হ'ব।

(৮) বিস্মিতা ঃ— উভয় চকুৰ পতা স্থিৰ কৰি, সমভাৱে চকু মেলি ঊৰ্দ্ধমুখে ৰাখিলে বিস্মিতা দৃষ্টি হ'ব।

সঞ্চাৰি ভাবদৃষ্টি বা অস্থায়ী ভাৱ দৃষ্টি (বিংশতি প্ৰকাৰৰ) ব্যাখ্যা এনেদৰে—

(১) শূন্যা ঃ— কোনো বাহ্যবিষয়ত দৃষ্টি নৰখা', চকু আৰু চকুৰ পতা সমভাৱে ৰখা, শূন্যলৈ দৃষ্টি কৰা, স্থিৰ দৃষ্টি কৰাকে শূন্যা বোলে।

(২) মলিনা :— চকুৰ পতা আধা মেলা কৰি ৰখা, চকুৰ প্ৰান্তভাগ নিস্তেজ, কম্পমান কৰাই মলিনা দৃষ্টি।

(৩) শ্ৰান্তা .— শ্ৰমৰ কাৰণে চকুৰ পতা ম্লান, প্ৰান্তভাগ ক্ষীণ, চকু সঙ্কুচিত কৰিলেই শ্ৰান্তা দৃষ্টি হ'ব।

(৪) লজ্জান্বিতা :— চকুৰ পতাৰ কোণ কিঞ্চিৎ বেকা কৰি, ওপৰৰ চকুৰ পতা লাজত তলমুৰা কৰি আনি নিম্নমুখে চালেই লজ্জান্বিতা দৃষ্টি হ'ব।

(৫) গ্লানা ঃ— এলাহ ভাৱেৰে চকুৰ পতা মেলো নেমেলোকৈ সুস্থিৰ ভাৱে চকু চালনা কৰি চকুৰ পতাৰে চকু ঢাকিলেই গ্লানা হ'ব।

(৬) শঙ্কিতা ঃ— ঈষৎ চঞ্চল ভাৱ, উৰ্দ্ধমুখ, চকিত দৃষ্টিৰে চালেই শঙ্কিতা দৃষ্টি হ'ব।

(৭) বিষণ্ণা ঃ— চকুৰ পতা বহলকৈ মেলি স্থিৰভাৱে ৰাখি, চকুৰ প্ৰান্ত ভাগ উদ্বিগ্নতা হিচাবে, বিষাদ দৃষ্টিৰে চালেই বিষণ্ণা দৃষ্টি হ'ব।

(৮) মুকুলা ঃ— চকুৰ পতা কিঞ্চিৎ কঁপাই, ওপৰৰ চকুৰ পতা মেলি চকু কোঁচাই সুখানুভৱ কৰিলেই মুকুলা হ'ব।

(৯) কুঞ্চিতা ঃ— চকুৰ পতা আৰু চকু ঈষৎ কুঞ্চিত কৰি অৱসন্ন ভাৱ কৰিলেই কুঞ্চিতা হ'ব।

(১০) অভিতপ্তা :— চকু আৰু চকুৰ পতা স্থিৰ ভাৱে লৰাই দুখ আৰু বেদনাযুক্ত ভাৱ কৰিলেই অভিতপ্তা হ'ব।

(১১) জিহ্মা :— ধীৰ আৰু বেকাকৈ দৃষ্টি কৰি, চকুৰ পতা তললৈ কৰি আৰু চকু সঙ্কুচিত কৰি প্ৰচ্ছন্ন ভাৱে চালেই জহ্মা হ'ব।

(১২) সললিতা ঃ— স্মিত হাস সমন্বিত, ভ্ৰূভঙ্গীযুক্ত, মধুৰ বা প্ৰেম ভাব কৰি চকুৰ কোনো সঙ্কুচিত কৰিলেই সললিতা হ'ব।

(১৩) বিতৰ্কিতা ঃ— অনুমানৰ ভাব কৰি উৰ্দ্ধমুখে চকুৰ পতা তুলি আকৌ তললৈ নমাই আনিলেই বিতৰ্কিতা হ'ব।

(১৪) অৰ্দ্ধমুকুলা ঃ— আনন্দ ভাৱত চকুৰ পতা আধা ভাগ মেলি ধীৰ স্থিৰ ভাৱে ঘূৰালেই অৰ্দ্ধমুকুলা হ'ব।

(১৫) বিভ্ৰান্তা : - চকু আৰু চকুৰ পতা চলাই, চকুৰ মধ্য ভাগ বিস্তৃত ভাৱে মেলি উৎফুল্ল ভাৱ কৰিলেই বিভ্ৰান্তা হ'ব।

(১৬) বিপ্লুতা ঃ- চকুৰ পতা কঁপাই পিচত স্থিৰ কৰি অধোমুখে চকুত উদ্বিগ্ন ভাৱ কৰিলেই বিপ্লুতা হ'ব।

(১৭) আকেকাৰ ঃ— চকুৰ পতা আৰু নেত্ৰপ্ৰান্ত ঈষৎ কুঞ্চিত কৰি চকু বাৰম্বাৰ ঘূৰাই আৰু আধা পিৰিকিয়ালেই আকে-কৰা হ'ব।

(১৮) বিকোশা ঃ— চকুৰ পতা বহলকৈ মেলি, চকুহাল লৰচৰ কৰি নিমেষ নকৰাকৈ আনন্দৰ দৃষ্টিৰে চালেই বিকোশা হ'ব।

(১৯) ত্ৰস্তা ঃ— চকুৰ পতা আৰু চকু উৰ্দ্ধমুখে ভয় ভাৱেৰে কম্পিত, বিকশিত কৰিলেই ত্ৰস্তা হ'ব।

(২০) মদিৰা :— চকুৰ মাজ ভাগ ঘূৰাই বক্ৰ ভাৱে নিকৃষ্ট ধৰণে দৃষ্টি কৰি, সাধাৰণ মত্ততা বুজাই চকু লৰচৰ কৰিলেই মদিৰা হ'ব।

নেত্ৰ ভঙ্গী অৰ্থাৎ চকুৰ ন বিধ ভঙ্গী আছে যেনে ঃ—

ভ্ৰমণং বৰ্তনং পাতশ্চলনং সং প্ৰবেশনম্।
বিবৰ্ত্তনং সমুদ্বৃত্তং নিষ্ক্ৰামঃ প্ৰাকৃতং তথা।

ভৰত নাট্য শাস্ত্ৰ –৮/৯৫

অৰ্থাৎ— (চকুৰ ন প্ৰকাৰ ভঙ্গী) ভ্ৰমণ, বলন, পাতন, চলন, সংপ্ৰবেশন, বিবৰ্ত্তন, সমুদ্বৃত্ত, নিষ্ক্ৰাম আৰু প্ৰাকৃত।

(১) ভ্ৰমণ :— চতুৰ্দ্দিশে দ্ৰুত গতিৰে বা মণ্ডলাকাৰে চকু ঘূৰোৱা।
(২) বলন :— বক্ৰভাৱে অৰ্থাৎ বেকাকৈ চকু ঘূৰোৱা।
(৩) পাতন :— চকু শিথিলতা কৰা অৰ্থাৎ চকু মুদি বিশ্ৰাম লোৱা।
(৪) চলন :— চকু কম্পন কৰা।
(৫) সম্প্ৰবেশন :— চকু ভিতৰলৈ সুমুৱাই নিয়া।
(৬) বিবৰ্ত্তন :— চকুৰে কটাক্ষপাত কৰা বা দুৰলৈ এফলিয়াকৈ দৃষ্টি কৰা।
(৭) সমুদ্বৃত্ত :— চকু বেছিকৈ মেলি ওপৰলৈ দৃষ্টি কৰা।
(৮) নিষ্ক্ৰাম :— অস্বাভাবিক ভাৱে চকু উলিয়াই দিয়াৰ নিচিনা কৰা।
(৯) প্ৰাকৃত :— স্বাভাবিক ধৰণে চকু ৰখা।

ভ্ৰমণ, চলন, সমুদ্বৃত্ত আৰু নিষ্ক্ৰাম এই কেইটা বীৰ আৰু ৰৌদ্ৰ ৰসত বলন ভয়ানক ৰসত, সম্প্ৰবেশন হাস্য আৰু বীভৎস ৰসত, পাতন কৰুণ ৰসত, বিবৰ্ত্তন শৃঙ্গাৰ ৰসত আৰু প্ৰাকৃত অৱশিষ্ট ৰসত প্ৰযোজ্য হয়।

ভৰত নাট্য শাস্ত্ৰত দৃষ্টিভেদ আঠ প্ৰকাৰ বুলি কোৱা হৈছে যেনে সম, সাচী, অনুবৃত্ত, আলোকিত, বিলোকিত, প্ৰলোকিত, উল্লোকিত আৰু অৱলোকিত।

(১) সম :— চকু স্বাভাবিক ধৰণে ৰখা আৰু সুন্দৰ শান্তভাৱে দৃষ্টিপাত কৰা।
(২) সাচী :— চকুৰ পতাৰে চকু আবৃত হৈ থকা অৱস্থা।
(৩) অনুবৃত্ত :— বিষয়বস্তু পুংখানুপুংখ ভাৱে নিৰীক্ষণ কৰা।
(৪) আলোকিত :— হঠাৎ বস্তু দৰ্শন কৰা।
(৫) বিলোকিত :— চতুৰ্দ্দিকে দৰ্শন কৰি পৃষ্ঠদৰ্শন কৰা।
(৬) প্ৰলোকিত :— পাৰ্শ্ব দৰ্শন কৰা।
(৭) উল্লোকিত :— উৰ্দ্ধ দৃষ্টি কৰা।
(৮) অৱলোকিত :— তললৈ দৃষ্টি কৰা।

চকুৰ ভঙ্গীৰ দৰে অক্ষিপুট অৰ্থাৎ চকুৰ পতাৰো ন বিধ ভঙ্গী আছে যেনে—উন্মেষ, নিমেষ, প্ৰসৃত, কুঞ্চিত, সম, বিবৰ্ত্তিত, প্ৰস্ফুৰিত, পিহিত, সবিতাড়িত।

(১) উন্মেষ :— চকুৰ পতা মেলি দিয়া খণ্ডত ব্যৱহাৰ হয়।
(২) নিমেষ : চকুৰ পতা জপাই দিয়া। খণ্ডত ব্যৱহাৰ হয়।

(৩) প্ৰসৃত :— বহলকৈ চকুৰ পতা মেলা। আশ্চৰ্য্য বস্তুদৰ্শনত আনন্দত ব্যৱহাৰ হয়।

(৪) কুঞ্চিত :— চকুৰ পতা কোচ খুৱাই দিয়া। মধুৰ, কোমল স্পৰ্শত হয়।

(৫) সম :— চকুৰ পতা স্বাভাৱিক ধৰণে ৰখা। শৃঙ্গাৰ ৰসত ব্যৱহাৰ হয়।

(৬) বিবৰ্ত্তিত :— চকুৰ পতা উৰ্দ্ধভাগলৈ তুলি নিয়া। খণ্ডত ব্যৱহাৰ হয়।

(৭) প্ৰস্ফুৰিত :— চকুৰ পতা কম্পন কৰা। ঈৰ্ষা বিশেষত ব্যৱহাৰ হয়।

(৮) পিহিত :— চকুৰ পতা সম্পূৰ্ণ ঢাকি বিশ্ৰাম কৰা। সপোন দেখাত ব্যৱহাৰ হয়।

(৯) সবিতাৰিত :— আঘাত পাই চকুৰ পতা স্থিৰকৈ ৰখা। আঘাত পোৱাত ব্যৱহাৰ হয়।

নাট্য শাস্ত্ৰত ভ্ৰূক্ৰিয়া সাত প্ৰকাৰ বুলি কোৱা হৈছে যেনে—উৎক্ষেপ, পাতন, ভ্ৰূকুটি, চতুৰ, কুঞ্চিত, ৰেচিত আৰু সহজ।

(১) উৎক্ষেপ : ভ্ৰূযুগল একেলগে বা সুকীয়াকৈ উন্নমন কৰা বা ওপৰলৈ তোলা। খণ্ডত, তৰ্ক কৰাত, আশ্চৰ্য্য প্ৰকাশ কৰাত, আনন্দত, সহজাত ক্ৰীড়াদিত দৰ্শন আৰু শ্ৰৱণত ইয়াৰ ব্যৱহাৰ হয়।

(২) পাতন :— এটা বা দুয়োটা ভ্ৰূৰ অধোমুখ কৰা বা তললৈ নমোৱা। অসূয়া, হাস্য, ঘ্ৰাণ লোৱা, জুগুপ্সাদিত ইয়াৰ প্ৰয়োগ হয়।

(৩) ভ্ৰূকুটি :— ভ্ৰূযুগল মূল সহ ওপৰলৈ তোলা। ক্ৰোধ বিষয়ত, উজ্বল পোহৰ বিষয়ত প্ৰয়োগ হয়।

(৪) চতুৰ : — ধীৰ আৰু বিস্তৃত ভাৱে সুন্দৰকৈ ভ্ৰূ পৰিচালনা কৰা। প্ৰীতিকৰ ব্যাপাৰ, শৃঙ্গাৰ ৰস আনন্দ আৰু জাগৰণত প্ৰয়োগ হয়।

(৫) কুঞ্চিত :— এটাৰ বা দুয়োটাৰ (ভ্ৰূৰ) একেলগে মৃদুভাৱে বক্ৰ কৰা। বিলাস, মূৰ্চ্ছা, স্নেহ প্ৰদৰ্শনত প্ৰয়োগ কৰিব পাৰি।

(৬) ৰেচিত : — কামভাৱে এটা ভ্ৰূ ওপৰলৈ তোলা। নৃত্যত ইয়াৰ প্ৰয়োগ হয়।

(৭) সহজ :— সহজাত স্বাভাৱিক ধৰণে উভয় ভ্ৰূ সমানে ৰখা। সাধাৰণতে স্বাভাৱিক ভাৱে সহজ কথাত প্ৰয়োগ হয়।

নাসিকাৰ (নাকৰ) ক্ৰিয়া ছয় প্ৰকাৰ বুলি কোৱা হৈছে যেনে নতা, মন্দা, বিকৃষ্টা, সোচ্ছ্বাসা, বিকূনিতা, স্বাভাৱিকী। তাৰ লক্ষণ সমূহ এনেকৈ—

(১) নতা :— নাকৰ পাহি নাকৰ মূলত (নাকত) লগাই দিয়া। উচুপি উচুপি কন্দা আৰু উচ্ছ্বাসত ব্যৱহাৰ হয়।

(২) মন্দা :— সাধাৰণতে নাকৰ পাহি স্বাভাৱিকতে ৰখা। উৎসুক, চিন্তা, শোক আৰু অধৈৰ্য্যত ব্যৱহাৰ কৰে।

(৩) বিকৃষ্টা :— নাকৰ পাহি উৎফুল্ল কৰা অৰ্থাৎ ফুলাই দিয়া। মধুৰ গন্ধ, গ্ৰহণৰ বাবে উশাহ টনা, শ্বাস, ক্ৰোধ, ক্লেশত প্ৰয়োগ কৰিব পাৰি।

(৪) সোচ্ছ্বাসা :— নাকেৰে ভিতৰলৈ উশাহ টনা। মধুৰ গন্ধ টনা, দীৰ্ঘ-শ্বাস আদিত ব্যৱহাৰ কৰা হয়।

(৫) বিকূনিতা :— নাকৰ পাহি সঙ্কোচন কৰা। হাঁহা, নিন্দা, ব্যায়াম আৰু অসূয়াত ব্যৱহাৰ হয়।

(৬) স্বাভাৱিকী :— নাকৰ পাহি স্বাভাৱিক অৱস্থাত ৰখা। অৱশিষ্ট ভাৱ সমূহত ব্যৱহাৰ কৰিব পাৰি।

গণ্ডস্থল ক্ৰিয়াও ছয় প্ৰকাৰ আৰু তাৰ লক্ষণ সমূহ বৰ্ণনা কৰা হৈছে যেনে ক্ষাম, ফুল্ল, পূৰ্ণ, কম্পিত, কুঞ্চিত আৰু সম।

(১) ক্ষাম : গাল অৱনত কৰা অৰ্থাৎ সুমাই নিয়া। দুখত ব্যৱহাৰ হয়।

(২) ফুল্ল :— গাল বিকাশ কৰা অৰ্থাৎ ফুলাই দিয়া। অতি আনন্দত প্ৰয়োগ কৰা হয়।

(৩) পূৰ্ণ :— গাল বহলকৈ দিয়া। উৎসাহ, গৰ্ব্ব আদিত ব্যৱহাৰ হয়।

(৪) কম্পিত :— গাল কঁপাই দিয়া। ক্ৰোধ, আনন্দত প্ৰয়োগ হয়।

(৫) কুঞ্চিত :— গাল সঙ্কোচন কৰা। ৰোমাঞ্চ, স্পৰ্শ, শীত, ভয়, জ্বৰ আদিত ব্যৱহাৰ হয়।

(৬) সম :— স্বাভাৱিক অৱস্থাত ৰখা। অৱশিষ্ট ভাৱ সমূহত ব্যৱহাৰ কৰিব পাৰি।

অধৰ ক্ৰিয়া (ওঁঠ) ছয় প্ৰকাৰ বুলি কোৱা হৈছে যেনে বিবৰ্ত্তন, কম্পন, বিসৰ্গ, বিনিগূহন, সংদশ্টক, সমুদগ।

(১) বিবৰ্ত্তন :- ওঁঠ চপাই নিয়া। অসূয়া, ব্যথা, অৱহেলা, আলস্যত ব্যৱহাৰ হয়।

(২) কম্পন :— ওঁঠ কপোৱা। বেদনা, শীত, জ্বৰ, ক্ৰোধ আদিত হয়।

(৩) বিসৰ্গ :— ওঁঠ বহলাকৈ মেলি দিয়া। স্ত্ৰীলোকৰ কামমূলক কাৰ্য্য, বিলাস, বং ঘঁহা আদিত প্ৰয়োগ হয়।

(৪) বিনিগূহণ :— ওঁঠ ভিতৰলৈ সুমাই নিয়া। পৰিশ্ৰম, যত্ন আদিত ব্যৱহাৰ হয়।

(৫) সংদশ্টক :— ওঁঠ কামোৰ মাৰি ধৰা। ক্ৰোধপূৰ্ণ কাৰ্য্য প্ৰকাশত ব্যৱহাৰ হয়।

(৬) সমুদগ : দুই ওঁঠৰ মিলিত গতি। অনুকম্পা, চুম্বন, অভিনন্দন কাৰ্য্যত ব্যৱহাৰ হয়।

চিবুক ক্ৰিয়া ( ঠুতৰি কাৰ্য্য ) সাত প্ৰকাৰ বুলি কোৱা হৈছে যেনে কুট্টন, খণ্ডন, ছিন্ন, চুক্কিত, লেহন, সম, দশ্ট।

(১) কুট্টন :- দাঁতে দাঁতে সংঘৰ্ষ কৰা। ভয়, শীত, জ্বৰাগ্ৰস্ত, ৰোগগ্ৰস্ত আদিত ব্যৱহাৰ কৰা হয়।

(২) খণ্ডন :— বাৰম্বাৰ দুই ওঁঠ সংযুক্ত কৰা। জপ কৰা, পঢ়া, কথোপকথন, খোৱা কাৰ্য্যত ব্যৱহাৰ হয়।

(৩) ছিন্ন :- দুই ওঁঠ জোৰকৈ লগাই দিয়া। ৰোগ, ভয়, শীত, ব্যায়াম আৰু ক্ৰুদ্ধ দৃষ্টিত ব্যৱহাৰ হয়।

(৪) চুক্কিত :— দুই ওঁঠ বহলাই মেলি দিয়া। হামি তোলাত প্ৰয়োগ হয়।

(৫) লেহন :— জিভাৰে ওঁঠ চেলেকি দিয়া। লোভত ব্যৱহাৰ হয়।

(৬) সম :— দুই ওঁঠৰ সামান্য মিলন। স্বাভাৱিক অৱস্থাত প্ৰয়োগ হয়।

(৭) দশ্ট :— তলৰ ওঁঠ ওপৰপাৰি দাঁতেৰে কামুৰি ধৰা। ক্ৰোধমূলক কাৰ্য্যত ব্যৱহাৰ হয়।

মুখ ক্ৰিয়া ছয় প্ৰকাৰ বুলি কোৱা হয় যেনে বিধুত, বিনিবৃত্ত, নিৰ্ভুগ্ন, ভুগ্ন, নিবৃত্ত আৰু উদ্বাহি।

(১) বিধুত :— বক্ৰভাৱে মুখ মেলি দিয়া। বাৰণ কৰা বা বাধা দিয়া অৰ্থত আৰু সংযমী ভাৱত এই ক্ৰিয়া ব্যৱহাৰ হয়।

(২) বিনিবৃত্ত :— মুখ মেলি দিয়া। স্ত্ৰীলোকৰ অসূয়া, ঈৰ্ষা, ক্ৰোধ, অবজ্ঞা, বিহাৰ প্ৰভৃতিত ইয়াৰ প্ৰয়োগ হয়।

(৩) নিৰ্ভুগ্ন :— অধোমুখ হোৱা। গভীৰ ভাৱে চোৱা কাৰ্য্যত প্ৰয়োগ হয়।

(৪) ভুগ্ন : অলপ কমকৈ মুখ মেলা কাৰ্য্য। লজ্জাযুক্ত ব্যাপাৰ, হতাশ, অপমানত ব্যৱহাৰ হয়।

(৫) নিবৃত্ত :— মুখৰ ওঁঠ পৰস্পৰ পৃথক্ কৰা। উৎসুক, চিন্তা, আহ্বান আদিত ব্যৱহাৰ কৰে। হাস্য, শোক, ভয়াদিতো প্ৰয়োগ কৰে।

(৬) উদ্বাহি :— মুখ আৰু ওঁঠ ভিতৰলৈ সুমাই নিয়া। ক্ৰোধ পূৰ্ণ বাক্যত, অনাদৰত, স্ত্ৰীলোকৰ ক্ৰীড়াত, গৰ্ব্ব-ভাৱত ব্যৱহাৰ হয়।

মুখৰাগ চাৰি প্ৰকাৰ যেনে স্বাভাৱিক, প্ৰসন্ন, ৰক্ত, শ্যাম।

(১) স্বভাৱিক : স্বাভাৱিক ধৰণে ঔদাসীন্যাদি ভাৱত ইয়াৰ প্ৰয়োগ হয়।

(২) প্ৰসন্ন :- অদ্ভুত, হাস্য, শৃঙ্গাৰ ৰসৰ অভিনয়ত ব্যৱহাৰ হয়।

(৩) ৰক্ত : বীৰ, ৰৌদ্ৰ, মত্ততা ৰস প্ৰকাশত ব্যৱহাৰ হয়।

(৪) শ্যাম :— ভয়ানক, বীভৎস ৰসত ব্যৱহাৰ কৰা হয়।

এনেকৈ ভাব আৰু ৰসৰ বিষয়ত মুখৰাগ প্ৰয়োগ কৰিব লাগে। শাখা, অঙ্গ, উপাঙ্গযুক্ত সুন্দৰ অভিনয় অনুষ্ঠিত হলেও মুখ ৰাগ শূন্য অভিনয় শোভাযুক্ত নহয়। সামান্য আঙ্গিক অভিনয়ো মুখৰাগযুক্ত হ'লে ৰাতি চন্দ্ৰৰ দৰে দ্বিগুণ সৌন্দৰ্য্য বৰ্দ্ধন কৰে নেত্ৰভঙ্গী দ্বাৰা কৰা অভিনয়, মুখৰাগযুক্ত হৈ বিবিধ ভাৱ আৰু ৰস সমন্বিত হয়। যেনেকৈ মুখ, ভ্ৰূ, আৰু দৃষ্টিযুক্ত নেত্ৰ প্ৰবৃত্ত হয়, তেনেকৈ নেত্ৰ ভঙ্গী অনুসাৰে মুখৰাগ প্ৰযোজ্য। তেতিয়া অভিনয় জীৱন্ত হৈ উঠে।

(১) পুস্ত :—

ভৰত নাট্য শাস্ত্ৰৰ একবিংশতি অধ্যায়ত অভিনয় সহায়ক বিভিন্ন প্ৰকাৰৰ 'পুস্ত'ৰ কথা বিস্তৃত ভাৱে পোৱা যায়। উক্ত 'পুস্ত' কে সত্ৰীয়া ভাষাত বা চৰিতৰ ভাষাত 'ছোঁমুখা' বুলি কোৱা হয়। চৰিতত ছোঁমুখাৰ কথা এনেকৈ আছে—

ভাওনাৰ ছোঁ যত সভাঘৰে নিল।
আঁৰ বস্ত্ৰ দিয়া তাক তৈতে ঢাকি থৈল।

ৰামচৰণ ঠাকুৰ/গুৰু চৰিত

দৈত্যাৰি ঠাকুৰৰ চৰিতত—

কাহাকো নানান ছোঁ সাজিবাক দিলা।
ৰাম যাত্ৰাৰ গীত আপুনি কৰিলা।

এনেকৈ চৰিত পুথিত আৰু সত্ৰীয়া ভাষাত ছোঁ মুখা শব্দটো পোৱা হয়। ছোঁ শব্দটোৰ মূল বিচাৰি নাপালেও অনুমান ভিত্তিত সংস্কৃতৰ 'ছায়া' শব্দৰ পৰা অহা বুলি ধৰিব পাৰি। তদুপৰি ইয়াক বহুতো বিশেষজ্ঞই তিব্বতীয় শব্দ বুলি কব খোজে। তিব্বতত এটি 'ছো' নৃত্য আছে হেনো। তিব্বতীয় সকলৰ ছো মুখা নিৰ্ম্মাণত অসাধাৰণ পাৰদৰ্শিতা আছে বুলি জনা যায়। তেওঁলোকৰ 'ছো' নৃত্য অতি প্ৰিয় আৰু শ্ৰদ্ধেয় অনুষ্ঠান তথা জাতীয় নৃত্যানুষ্ঠান-য'ত শ্ৰেষ্ঠ অভিজাতৰ পৰা আৰম্ভ কৰি অতি সাধাৰণ ব্যক্তি সকলে বিশেষ শ্ৰদ্ধা সহকাৰে পৰ্য্যবেক্ষণ কৰে। তিব্বতীয় লামা সকলে বিশেষ অভিনিবেশ সহকাৰে বহুবছৰ ধৰি শিক্ষা কৰা আৰু বিৰাট নৃত্যানুষ্ঠান কৰা এটি অনুষ্ঠান আছে হেনো, তাৰ নাম হ'ল 'ছাম'। আনহাতেদি ছোঁ' শব্দৰ অৰ্থ হ'ল ধৰ্ম্ম, যাৰ লগত ব্যাপক ভাৱে সকলো আধ্যাত্মিক বৃত্তি বিলাকক অন্তৰ্ভুক্ত কৰা হয়।

পুস্ত বা ছোঁ মুখা তিনিপ্ৰকাৰৰ যেনে সন্ধিম, ব্যাজিম আৰু বেষ্টিত। প্ৰতিটোৰে অৰ্থ এনেদৰে :—

(১) সন্ধিম :— জন্তুৰ ছাল বা কাপোৰেৰে মেৰিয়াই নিৰ্ম্মাণ কৰা এবিধ আৰু বেত বাঁহেৰে নিৰ্ম্মাণ কৰা এবিধ ছো মুখা।

(২) ব্যাজিম্ :— যান্ত্ৰিক পদাৰ্থৰ দবাৰা নিৰ্ম্মিত অৰ্থাৎ যন্ত্ৰ বা কলকব্জাদি নিৰ্ম্মাণ কৰা এবিধ ছো মুখা।

(৩) বেষ্টিত ঃ— শুদ্ধ কাপোৰেৰে লৰচৰ কৰিব পৰাকৈ নিৰ্ম্মাণ কৰা এবিধ ছো মুখা।

নাট্য শাস্ত্ৰত ভৰত মুনিয়ে 'প্ৰতিশিৰস্' নামৰ এটি শব্দ ব্যৱহাৰ কৰিছে। ইয়াৰ অৰ্থ বোধ হয় 'মুকুট'। ইয়াৰ ভাগ তিনিটা যেনে — (১) পশ্বাগত (২) মস্তকী আৰু (৩) কিৰীট প্ৰথম ভাগটো ব্যৱহাৰ হব দেবতা, গন্ধৰ্ব্ব, যক্ষ, পন্নগ আৰু ৰাক্ষসৰ ক্ষেত্ৰত দ্বিতীয় ভাগটো (মস্তকী) মধ্যম শ্ৰেণী দেৱতাই ব্যৱহাৰ কৰিব আৰু তৃতীয় ভাগটো (কিৰীট) শ্ৰেষ্ঠ দেৱতাৰ কাৰণে বিহিত।

পুস্ত বা ছো মুখা প্ৰতীক ধৰ্ম্মী আছিল। ভাওনাত ছোঁ মুখাই ভয়ানক আৰু হাস্য ৰস আদিৰ সৃষ্টি কৰে। পৃথিৱীৰ ভিতৰতে ই এবিধ প্ৰাচীনতম লোক কলা সম্পদ। ভাৰতৰ বাহিৰেও ওচৰ চুবুৰীয়া দেশতো ইয়াৰ প্ৰচলন আছিল। অসমত কেতিয়াৰ পৰা ইয়াৰ প্ৰচলন হয় কোৱা টান। কিন্তু এটা কথা ঠিক যে শঙ্কৰদেৱৰ দিনৰ পৰা ছো মুখাৰ প্ৰবৰ্ত্তন হয়। প্ৰাক্ শঙ্কৰী যুগত কি আছিল সেইটোও কোৱা টান। গুৰুজনাৰ নিৰ্দ্দেশত, তত্ত্বাৱধানত আৰু নিজ সামৰ্থতে ছো মুখা প্ৰস্তুত কৰা হৈছিল। ইয়াৰ আৰম্ভণি হয় চিহ্ন যাত্ৰাভিনয়ৰ সময়ত। দেৱতা সকলৰ যাৰ যি যান-বাহন সেইবিলাক, গৰুড়ৰ মুখা, অনন্ত শয্যা, ব্ৰহ্মাৰ মুখা, শিৱৰ মুখা আৰু অন্যান্য মুখা 'চিহ্ন যাত্ৰা'ৰ সময়ত নিৰ্ম্মাণ কৰা হৈছিল। মাধৱদেৱ মহাপুৰুষেও "ৰামবিজয় যাত্ৰা" কৰোতে সুন্দৰা নটুৱাৰ হতুৱাই আৰু অন্যান্য খনিকৰ সকলৰ হতুৱাই ৰাম সীতাৰ প্ৰতিমা, হনুমান, বিভীষণৰ প্ৰতিমা, ৰথ আৰু অন্যান্য ছো মুখা নিৰ্ম্মাণ কৰোৱাৰ কথা দৈত্যাৰি ঠাকুৰৰ কৃত গুৰু চৰিতত পোৱা যায়। যি কি নহওক ছো মুখা যে শাস্ত্ৰীয় আৰু অসমত শঙ্কৰদেৱেই যে পোনতে প্ৰস্তুত কৰে, সেই কথা নিশ্চিত।

ছোমুখা দুটা ভাগত নিৰ্ম্মাণ কৰা হয়। এবিধ বাঁহৰ আৰু আনবিধ কাগজৰ। ধাতু আৰু কাঠৰ ছো মুখাও কৰা হয়। কিন্তু ইয়াৰ প্ৰচলন কম আৰু নগণ্য। কুহিলাৰেও মুখা নিৰ্ম্মাণ হয়। এইবিলাক পুতলা ভাওনাত হে ব্যৱহাৰ হয় (সেই সম্পৰ্কে আগলৈ আছে)। বাঁহৰ আৰু কাগজৰ মুখাই সৰ্ব্বাধিক প্ৰচলিত। বাঁহৰ ছো মুখাৰ নিৰ্ম্মাণ প্ৰণালী এনেদৰে পৈণত জাতিবাঁহ তাৰ বয়স অনুপাতে চাই কাটি আনি শোধ কৰি কাটি তাৰ সৰুসৰু কাঠি তুলোৱা হয়। মানুহৰ মূৰৰ আৰু গাৰ জোখমতে কাঠিবিলাকেৰে একোটা সজা নিৰ্ম্মাণ কৰা হয়। কাঠিৰে সম্পূৰ্ণ অবয়ব ফুটাই তুলিব নোৱাৰি

কাৰণে পিচত সজাটোৰ ওপৰত গোবৰ মাটি বা কুমাৰ মাটি লগাই দি চকু, মুখ, নাক, কাণ আদি আকৃতি প্ৰকৃতিবোৰৰ সুন্দৰকৈ গঢ় দিয়া হয়। মাটিৰ ওপৰত টুকুৰা কাপোৰত এঠা লগাই মাৰি দি ৰ'দত শুকুৱাই হেঙুল, হাইতাল, নীল, ধলমাটি, বালিচন্দা আদি বিবিধ ৰং বৰণ খটুৱাই সজোৱা হয়। যি যি মুখাৰ যি যি ৰং প্ৰয়োজন সেইমতে দিয়ে। বাঁহৰ কাঠিৰ মুখা বৰ গধুৰ হয়। কাগজৰ মুখা নিৰ্ম্মাণ কৰা হয় এনেদৰে। প্ৰথমতে কেচা মাটিৰ চপৰা আনি কটাৰীৰে কাটি মুখৰ সাঁচ নিৰ্ম্মাণ কৰা হয়। সাঁচ সম্পূৰ্ণ হ'লে বিহমনা গুটি সিজাই বা কেন্দু গুটিৰ এঠা উলিয়াই টুকুৰা কাগজত লগাই তাত সাঁচ মাৰিব লাগে। এইদৰে সাঁচ মাৰোতে অনুমান সাপেক্ষে দাঠ কৰি ৰ'দত শুকুৱাই সাঁচটো কাটি বা মাটিবোৰ খুচৰি উলিয়াই পিচত তাত হেঙুল, হাইতাল আদিৰে যাৰ যি ৰং সেইমতে খটুৱা হয়। হেঙুল, হাইতাল গোটা নীল, ধলমাটি আদি শীলৰ কাঁহিত পটো গুটিৰে মাৰি তাত গম এঠা দি মুখাত ৰং কৰা হয়। মেকুৰীৰ গাৰ নোম উভালি বাঁহৰ সৰু গোটা কামি এচটাত পৰিমান অনুপাতে নোমবোৰ বান্ধি লৈ লিখনী কৰি ললে বৰ ভাল। ই বৰ মিহি লিখনী আৰু উৎকৃষ্ট। ৰংবোৰ সৰু সৰু বাঁহৰ চুঙাত ভৰাই এটা কাঠৰ মুকলি পেৰাত নিৰ্দ্দিষ্ট খোটালীত ভাগে ভাগে চুঙাবোৰ সজাই থোৱা হয়। তাৰ পৰা লিখনীৰে ৰং কৰাত বৰ সুবিধা হয়। কাগজৰ মুখা সীমিত। ইয়াৰে মুখাৰ শিৰোভাগহে নিৰ্ম্মাণ কৰিব পাৰি, বাকী অঙ্গ প্ৰত্যঙ্গ নোৱাৰি। বাঁহৰ কাঠিৰে পূৰ্ণাঙ্গ গঢ় দিব পাৰি। কাগজেৰে শিৰোভাগ নিৰ্ম্মাণ কৰাৰ পিচত বাকী অঙ্গ পূৰ্ণ কৰিবৰ কাৰণে কাপোৰত পেট, স্তন, নাভীৰ আকৃতিৰে চিলাই কৰি তাত তুলা ভৰাই স্বাভাৱিক ধৰণৰ কৃত্ৰিম মুখা নিৰ্ম্মাণ কৰা হয়। এইবিধ ছো মুখা বৰ পাতল হয় আৰু ভাও দিয়া মানুহৰ কাৰণে সহজ। চকুৰ পোনে পোনে মুখাটোত ভাও দিয়া জনে দেখাকৈ দুটা ফুটা দিয়া হয়। ছোমুখাৰ ভিতৰত চতুৰ্ম্মুখযুক্ত ব্ৰহ্মা আৰু তেওঁৰ হংস বাহন, গণেশ, গৰুড়, জটায়ু, দহমুখীয়া ৰাৱণ, কুম্ভকৰ্ণ, তাড়কা, মাৰীচ, সুবাহু, পুতনা, চক্ৰবাত, কালিয়নাগ, বকাসুৰ, অঘাসুৰ, ধেনুকাসুৰ, বৎসাসুৰ, হনুমান, জাম্বুবান, বৰাহ, নৃসিংহ আদি বিভিন্ন প্ৰকাৰৰ মানুহে পিন্ধি ভাও দিব পৰা ছোমুখা নিৰ্ম্মাণ কৰা হয়। ইয়াৰ বাহিৰেও দধিশাল, যুদ্ধৰ ৰথ, অসি, গদা, ধনু কুঠাৰ, খাণ্ডা বাৰু, ত্ৰিশূল, বজ্ৰ, চক্ৰ, শিৰৰ মুকুট; বস্ত্ৰাভৰণ; নূপুৰ আদিও নিৰ্ম্মাণ কৰা হয়। পূৰ্ণাঙ্গ গৰু, ঘোঁৰা আদি জন্তু বিলাকৰো মুখা নিৰ্ম্মাণ কৰা হয়।

ছোঁ মুখাক দুটা ভাগত ভগাব পাৰি। এটা হ'ল ছোঁ আৰু আনটো হ'ল 'ছোঁমুখা'। 'ছোঁ' শব্দটোৱে কৃত্ৰিম নিৰ্ম্মিত মুখাকে বুজালেও আমি

সাধাৰণতে 'ছোঁঘৰ' বুলি কওঁতে ভাও-ভাৱৰীয়াই সাজ পাৰ কৰা ঘৰকে বুজোঁ। উক্ত 'ছো' শব্দটোৱে ভাৱৰীয়া সকলকে সূচোৱা যেন লাগে। যি ঘৰত ছোঁমুখাবোৰ সংৰক্ষণ কৰা হয় আৰু তাৰ লগতে ভাৱৰীয়াৰ অঙ্গ সজ্জা কৰা হয়, তাকে ছোঁঘৰ বোলে। আনহাতে ছোঁমুখা মানে হস্তশিল্পজাত বাঁহ, কাগজৰ দ্বাৰা নিৰ্ম্মিত কৃত্ৰিম জন্তুৰ আকৃতিৰ পদাৰ্থবোৰ। এয়েই চমু কথা।

(২) অলঙ্কাৰ :—

ভৰত নাট্য শাস্ত্ৰত অলংকাৰ বুলিলে ভাৱৰীয়া সকলে পিন্ধা কানি-কাপোৰ অঙ্গ-প্ৰত্যঙ্গ শোভাকাৰক অন্যান্য আ-অলঙ্কাৰৰ কথা বুজায়। নাট্য শাস্ত্ৰত উল্লিখিত অলংকাৰ সমূহৰ কথা বাদদি আঞ্চলিক ৰুচিভেদে শঙ্কৰ মাধৱ দেৱে যি বিলাক অলঙ্কাৰ আভৰণ নাটকীয় পাত্ৰ সমূহক ব্যৱহাৰ কৰিবলৈ দিছিল, সেইবোৰৰ কথাহে ইয়াত উল্লেখ কৰা হৈছে। অলঙ্কাৰৰ কথা পূৰ্ব্বতে উল্লেখ কৰি অহা হৈছে। এইখিনিতে এটি উল্লেখযোগ্য কথা যে ভাওনাৰ সাজ-পাৰৰ সম্পৰ্কত কিঞ্চিত অভাস পোৱা যায় সাঁচীপতীয়া সচিত্ৰ পুথি সমূহত। তাৰ পৰাই ভাওনাৰ আভৰণৰ আদশ লব পাৰি। সেই বিলাকক পৌৰাণিক তথা ভওনাত ব্যৱহাৰোপযোগী অলঙ্কাৰ সম্পদ বুলি কৰাৰ থল আছে। অসমীয়া মানুহে বিয়াই সবাহে, উৎসৱে পৰ্ব্বে ব্যৱহাৰ কৰা জপা পেৰাত আতোমটোকাৰিকে ৰখা ৰূপৰ, সোণৰ, বাখৰৰ নিৰ্ম্মিত থলুৱা অলঙ্কাৰ সম্পদ বোৰেই ভাওনাত ব্যৱহাৰ কৰা হৈছিল। অসমীয়া পুথিচিত্ৰ, অলঙ্কাৰ ৰচনা আৰু ভাওনাৰ প্ৰবৰ্ত্তন প্ৰায় সমসাময়িক। সেইবোৰ থলুৱা উপাদানেৰে প্ৰস্তুত। নাট্য শাস্ত্ৰত এশ এবুৰি অলঙ্কাৰৰ বৰ্ণনা থাকিলেও সেইবোৰ ব্যৱহাৰ কৰাটো সহজ কথা নহয়। গতিকে থলুৱা উপাদান সমূহকে শাস্ত্ৰ-সন্মত বুলি ধৰি লোৱাই সমীচীন। শুভ্ৰবস্ত্ৰ ভাওনাৰ বাবে প্ৰধান আহিলা।

নাট্য শাস্ত্ৰমতে অন্যান্য অলঙ্কাৰৰ অন্তৰ্গত মালা পাঁচবিধ যেনে বেষ্টিত বিতত, সংঘাত্য, গ্ৰন্থিম আৰু প্ৰলম্বিত। সেইদৰে ভূষণো চৰিবিধ যেনে আবেধ্য বন্ধনীয়, প্ৰক্ষেপ্য আৰু আৰোপ্য। নাট্য শাস্ত্ৰমতে সাজপাৰ তিনিবিধ যেনে শুভ্ৰ বা শুদ্ধ, ৰক্ত আৰু বিচিত্ৰ। চৰিত্ৰ বিশেষে আৰু পুৰুষ আৰু স্ত্ৰীভেদে সাজপাৰ সুকীয়া হ'ব।

(৩) অঙ্গৰচনা ঃ —

ভাওনাৰ বাবে অঙ্গৰচনা এটি অপৰিহাৰ্য্য কৰ্ম্ম। ইও আহাৰ্য্যৰ অন্ত-ৰ্গত। অঙ্গৰচনা মানে ভাৱৰীয়াই ভাও দিবৰ কাৰণে মুখত সানিবলৈ প্ৰস্তুত

কৰা ৰং বৰণ আৰু তাৰ ব্যৱহাৰ আদি। ভাবৰীয়াই ভাও দিবলৈ ব্যৱহাৰ কৰা ৰং বৰণৰ ভিতৰত হেঙ্গুল, হাইতাল, নীল, ধলমাটি, গম এঠা, ৰাজিচন্দা আদিয়েই প্ৰধান আছিলা। এইবোৰ প্ৰস্তুত কৰা কষ্টসাধ্য। আজিকালি প্ৰস্তুত বা নিৰ্ম্মিত ৰং (ৰেডিমেট পেইণ্ট) বজাৰত কিনিবলৈ পোৱা যায়। কিন্তু পুৰণা প্ৰণালী ৰং পদাৰ্থ অতি উৎকৃষ্ট। নাট্য শাস্ত্ৰ মতে স্বভাৱজ ৰং বৰণ চাৰিবিধ যেনে—

সিতে নীলশ্চ পীতশ্চ চতুৰ্থো ৰক্ত এব চ।
এতে স্বভাৱজাঃ বৰ্ণা যৈঃ কাৰ্য্যন্ত্বঙ্গ বৰ্তনম্ ॥

নাট্য শাস্ত্ৰ—২৩/৭৩

অৰ্থাৎ— অঙ্গ বৰ্ত্তনৰ কাৰণে স্বভাৱজ বৰ্ণ চাৰিবিধ যেনে বগা, নীলা, হালধীয়া আৰু ৰঙা।

ওপৰত উল্লেখ থকা অঙ্গ বৰ্ত্তনৰ অৰ্থ হ'ল বিভিন্ন প্ৰকাৰে ৰঙৰ সংযোগ কৰি ভাৱৰীয়াৰ অঙ্গ প্ৰত্যঙ্গত প্ৰলেপ কৰা।

ভাৱৰীয়াৰ মুখ মণ্ডল অধিক উজ্বল হ'বৰ কাৰণে এৰৈশ বিধ ৰং বৰণ প্ৰলেপ কৰিব লাগে বুলি বাহুতা খনিকৰে কব খোজে। উক্ত একৈশ বিধ ৰং বৰণত স্বভাৱজ বা মূল বৰণ, সংযোগ বৰ্ণ আৰু উপবৰ্ণ সমূহ সোমাই আছে। স্বভাবজ বৰ্ণৰ কথা কোৱা হৈছেই। এতিয়া সংযোগ বৰ্ণৰ বিৱৰণ এনেদৰে — সংযোগ বৰ্ণ ছয় প্ৰকাৰ যেনে কাৰণ্ডৱ বৰ্ণ, পাণ্ডু বৰ্ণ, পদ্ম বৰ্ণ, হৰিত বৰ্ণ, কাষায় বৰ্ণ আৰু গৌৰ বৰ্ণ। দুটা স্বভাৱজ বৰ্ণৰ সংমিশ্ৰণত সংযোগ বৰ্ণ হয়।

(১) কাৰণ্ডৱ বৰ্ণ:- সিত নীল সমাযোগাৎ কাৰণ্ডৱ ইতি স্মৃতঃ। অৰ্থাৎ বগা আৰু নীলৰ সম পৰিমাণত কাৰণ্ডৱ বৰ্ণ হয়

(২) পাণ্ডু বৰ্ণ ঃ— সিত পীত সমাযোগ্যাৎ পাণ্ডু বৰ্ণঃ প্ৰকীৰ্ত্তিতঃ॥ অৰ্থাৎ বগা আৰু হালধীয়াৰ সম পৰিমাণত পাণ্ডু বৰ্ণ হয়।

(৩) পদ্ম বৰ্ণ ঃ— সিত ৰক্ত সমাযোগাৎ পদ্ম বৰ্ণ ইতি স্মৃতঃ— অৰ্থাৎ বগা আৰু ৰঙাৰ সম পৰিমাণত পদ্ম বৰ্ণ হয়।

(৪) হৰিত বৰ্ণ ঃ— পীত নীল সমাযোগাৎ হৰিতো নাম জায়তে। অৰ্থাৎ হালধীয়া আৰু নীলৰ সম পৰিমাণত হৰিত বৰ্ণ হয়।

(৫) কাষায় বৰ্ণ ঃ— নীল ৰক্ত সমাযোগাৎ কাষায়ো নাম জায়তে। অৰ্থাৎ নীলা আৰু ৰঙাৰ সম পৰিমাণত কাষায় বৰ্ণ হয়।

(৬) গৌৰ বৰ্ণ ঃ— ৰক্ত পীত সমাযোগাৎ গৌৰ ইত্যাভিধীয়তে। অৰ্থাৎ ৰঙা আৰু হালধীয়াৰ সম পৰিমাণত গৌৰ বৰ্ণ হয়।

তিনিটা বা তাতকৈ অধিক বৰ্ণৰ সংমিশ্ৰণত উপবৰ্ণ হয়। উপবৰ্ণ বহুত আছে। নাট্য শাস্ত্ৰ মতে নীল বৰ্ণ সৰ্ব্ব বৰ্ণৰ ভিতৰতে বলবান। যথা "বলবান্ সৰ্ব্ববৰ্ণনাং নীল এব প্ৰকীৰ্ত্তিতঃ" (নাট্য শাস্ত্ৰ ২৩/৮০)

পূৰ্ব্বোক্ত অঙ্গবৰ্ত্তনৰ কাৰণে প্ৰয়োজনীয় স্বভাৱজ বৰ্ণৰ অৰ্থাৎ চতুৰ্ব্বৰ্ণৰ লগত মিলা অসমৰ আঞ্চলিক বৈশিষ্ট্যৰে স্বতন্ত্ৰ বা নিজস্ব বৰ্ণ হ'ল হেঙ্গুল, হাইতাল, নীল, ধল আদি। হেঙ্গুল, ৰঙা, হাইতাল হালধীয়া, ধল বগা আৰু নীল নীলা। এই চতুৰ্ব্বৰ্ণৰ ব্যৱহাৰ বিধি আৰু প্ৰস্তুত প্ৰণালী এনেদৰে—

(১) হেঙ্গুল ঃ—

ই এবিধ ৰঙা পদাৰ্থ। ইয়াক শিলৰ কাঁহিত পতা গুটিৰে মিহি হোৱাকৈ মাৰি লৈ এৰাতি তাতে পানী দি ডুবাই থব লাগে বা প্ৰতিবাৰতে মৰি পানী দি পানীবোৰ কাটিকৈ পেলাই থাকিব লাগে। এনে কৰাৰ কাৰণ হ'ল হেঙ্গলৰ এটা দূষিত বাষ্প আছে। তাক গুচাই নললে চকুৰ কাৰণে অপকাৰ হয়। হেঙ্গুল মৰাটো বৰ টান কাম। তাক মাৰি প্ৰতিবাৰ যিমানেই পানী পেলাই থাকিব সিমানেই তাৰ উজ্জলতা বাঢ়ে বা জেউতি চৰে। উক্ত মেদযুক্ত পানীবোৰ পেলাই দিয়াৰ পিচত ৰং ব্যৱহাৰ কৰিবলৈ সুবিধা হয়। এতোলা হেঙ্গুলত আধা তোলা গম এঠা দি তাৰে সৈতে মিশ্ৰিত হবৰ কাৰণে পুনৰ কঁাহিত মাৰিব লাগে। মুখত ক'লা বা বগা ৰং কৰাৰ পিচত ভাৱৰীয়া জনৰ কপালত ফোঁট, ৰেখা আদি মুখৰ ওঠ ৰঙা হবৰ কাৰণে এই ৰং প্ৰয়োগ কৰা হয়। ইয়াক যদি হাইতালৰ লগত সম পৰিমাণে মিশ্ৰিত কৰা হয়, তেন্তে গৌৰবৰ্ণ হয়। ব্ৰহ্মাদি দেৱতাসকল, স্ত্ৰী, ক্ষত্ৰিয় বীৰ ভীষ্ম দ্ৰোণ প্ৰভৃতি, নাৰদ আদি ভক্ত সকল, ৰজা, হনুমান আদি ভাওলোৱা সকলৰ মুখত এই গৌৰবৰ্ণ ব্যৱহাৰ কৰে। সেই পৰ্য্যায়ৰ ভাৱৰীয়া আৰু ব্ৰহ্মাৰ ছোঁ মুখাত এই ৰং প্ৰয়োগ হয়।

(২) হাইতাল ঃ—

ই এবিধ হালধীয়া পদাৰ্থ। হেঙ্গুলৰ দৰেই শিলৰ কঁাহিত মাৰিব লাগে। কিন্তু ইয়াক পানীত ডুবাই থব নালাগে। ইয়াৰ লগতো গম এঠা মিশ্ৰিত কৰা হয়। অনুমান ভিত্তিত বা সম পৰিমাণে নীল মিশ্ৰিত কৰিলে

হৰিত বৰ্ণ বা নৱ দুৰ্ব্বাদল শ্যাম বৰ্ণ হয়। ৰামচন্দ্ৰ আৰু সেই পৰ্য্যায়ৰ ভাৱৰীয়াৰ মুখত এই ৰং ব্যৱহাৰ কৰে। ইয়াত বালিচন্দা চতিয়াই দিলে বা লগাই দিলে উজ্বলতা বাঢ়ে। বালি চন্দাৰ ব্যৱহাৰ বিধি আগলৈ আছে। হাইতালৰ লগত সম পৰিমাণে ধল মিশ্ৰিত কৰিলে পাণ্ডু বৰ্ণ হয়।

(৩) নীল ঃ—

ই এবিধ নীলা পদাৰ্থ। ভাওনাৰ কাৰণে গোটা নীলহে ব্যৱহাৰো-পযোগী। গুৰি নীল নহয়। ইয়াকো কাঁহিত মাৰি গম এঠা মিশ্ৰিত কৰা হয়। অনুমান ভিত্তিত বা সম পৰিমাণে ধল মাটি মিশ্ৰিত কৰিলে নৱঘন শ্যাম হয়। নাট্য শাস্ত্ৰমতে 'কাৰণ্ডৱ বৰ্ণ' হয়। এই নৱঘনশ্যাম বৰ্ণ শ্ৰীকৃষ্ণ, অৰ্জুন, কামদেৱ, শিশুপাল আদি ভাৱৰীয়া সকলে ব্যৱহাৰ কৰে। ধল মিশ্ৰিত নকৰিলে তামসিক ভাও লোৱা যেনে দৈত্য, দানৱ, ৰাক্ষস আদি ভাও লোৱা সকলে ব্যৱহাৰ কৰিব পাৰে। ৰং শুকোৱাৰ পিচত তাৰ ওপৰত মৌ বা তদ ভাৱৰ পনীয়া গুড় পাতলকৈ সানি দিব লাগে। গুড়তকৈ মৌ বেছি ভাল। গুড় সানিলে মুখত ভেনা মাখিয়ে দখল কৰাৰ সম্ভাৱনা থাকে। মৌ সনাৰ পিচত মুখৰ উজ্বলতা বাঢ়ে। নীলৰ ঠাইত কেতিয়াবা তামসিক ভাৱৰীয়াই শুকান জাতিলাওৰ খোলা পুৰি ছাই কৰি তাত গম এঠা মিশ্ৰিত কৰি মুখত প্ৰয়োগ কৰে। ইয়াত মৌ ব্যৱহাৰ নকৰে। ইয়াক মুখত সনাৰ পিচত ওপৰত বালিচন্দা লগাই দিলে উজ্বল হয়। ইয়াৰ লগত সম পৰিমাণে হেঙ্গুল মিশ্ৰিত কৰিলে কাষায় বৰ্ণ ধৰে।

(৪) ধলমাটি :—

ই এবিধ শুভ্ৰ পদাৰ্থ। ইয়াক কাঁহিত মাৰি লৈ গম এঠা অনুমান ভিত্তিত মিশ্ৰিত কৰি ভাৱৰীয়াৰ মুখত ব্যৱহাৰ কৰা হয়। বলভদ্ৰ, লক্ষ্মণ, উদ্ধৱ, শিৱ, ৰাঙ্কঁুৱৰী আদি ভাও লোৱা সকলে প্ৰয়োগ কৰিব পাৰে। সাত্বিক ৰাজাসকলতো ব্যৱহাৰ কৰিব পাৰি। উজ্বলতা বাঢ়িবৰ কাৰণে বালিচন্দা দিব লাগে। ধল মাটিৰ লগত ৰঙা (হেঙ্গুল) সম পৰিমাণে মিশ্ৰিত কৰিলে পদ্মবৰ্ণ হয়।

(৫—ক)-গম এঠা :—

ই এবিধ এঠাজাতীয় পদাৰ্থ। আগতে ইয়াক পানীত তিয়াই থব লাগে। গোটেই পদাৰ্থটো গলি পানীৰ লগত মিশ্ৰিত হৈ পৰে। ই সকলো ৰঙতে খাটে। ইয়াৰ সংমিশ্ৰণত মুখৰ ৰং এৰাই যোৱাত ভয় নাই।

(৬--খ) বালিচন্দা :—

ই এবিধ উজ্জ্বল পদাৰ্থ। ইয়াক জুইত পুৰিলে বা লোহাৰ খুন্দনাত খুন্দি গুৰি কৰি লোৱা হয়। ইয়াক পাতলীয়া গম এঠাৰ লগত বা ঔটেঙাৰ বীজৰ লগত মিশ্ৰণ কৰি মুখত ব্যৱহাৰ কৰা বৰণৰ ওপৰত লগাই দিয়া হয়। কাপোৰৰ টেঁপোলা কৰি পদাৰ্থখিনিত জুবুৰিয়াই লৈ ভাৱৰীয়াৰ মুখত থপিয়াই থপিয়াই লগাই দিব লাগে এইখিনিতে এটি উল্লেখযোগ্য যে পূৰ্ব্বোক্ত ৰং বৰণ ব্যৱহাৰ কৰাৰ পিচত আজিকালিৰ কেফিয়াৰ তাত ব্যৱহাৰ কৰিব নোৱাৰি। পূৰ্ব্বত কৃত্ৰিম নিৰ্ম্মিত দাড়ি ব্যৱহাৰ কৰিছিল। তেতিয়া তাক সত্ৰীয়া ভাষাত 'মোচ' বুলিছিল ৰজা আৰু বীৰৰ ভাৱৰীয়াসকলে 'মোচ' ব্যৱহাৰ কৰিছিল। সত্ৰৰ ভকতৰ পেলনীয়া দীঘল চুলিবোৰ পংক্তিবদ্ধভাৱে ঠিক দাড়িৰ নিচিনাকৈ নিৰ্ম্মাণ কৰি লোৱা হৈছিল। অথবা মৰাপাট হিচাব কৰি তাত ক'লা ৰং লগাই 'মোচ' নিৰ্ম্মাণ কৰি লৈছিল। ঋষি মুনি সকলৰ কাৰণে দীঘল দাড়ি বা মোচ মৰাপাটৰে আছিল। 'মোচ'ত দীঘল গুণা লগাই বেকা কৰি কাণত ওলোমাই লোৱা হৈছিল ইত্যাদি।

আহাৰ্য্যৰ সকলো বিভাগ খনিকৰী বা লোক কলা সম্পৰ্কীয় কথা। খনিকৰী বিদ্যাত অসমীয়াৰ খ্যাতি আছে। অসমৰ খ্যাতি সম্পন্ন ৰজা কুমাৰ ভাস্কৰ বৰ্ম্মাই মহাৰাজ হৰ্ষবৰ্দ্ধনলৈ পঠোৱা উপহাৰৰ তালিকাখনত অসমৰ হস্তশিল্পৰ বহুতো নিৰ্দশন আছে। অসমৰ সেই খ্যাতি এই পৰ্য্যন্ত বৰ্ত্তি আছে। সত্ৰবিশেষে খনিকৰী বিদ্যাত নিপুণ ভকত পোৱা যায়। কমলাবাৰী সত্ৰৰ ভকত এই ক্ষেত্ৰত নিপুণ। অসমৰ সত্ৰ সমূহৰ ভিতৰত মাজুলীৰ চামগুৰি সত্ৰৰ গোঁসাই সকলৰ খনিকৰী বিদ্যাতে সুখ্যাতি আছে। বাঁহ, কাঠ, মাটিৰ বিভিন্ন ধৰণৰ মূৰ্ত্তি নিৰ্ম্মাণত বা খনিকৰী কাৰ্য্যত সেই সত্ৰৰ গুণী গোঁসাই এতিয়াও জীৱিত আছে আৰু নতুনকৈ এচাম যুৱক খনিকৰী বিদ্যাত পাৰদৰ্শী হৈ উঠিছে। এইটো খনিকৰী বিদ্যাৰ প্ৰগতিৰ চিন। মহাপুৰুষ শঙ্কৰদেৱ খনিকৰী বিদ্যাৰ প্ৰধান নায়ক আৰু গুৰু আছিল। তেৰাৰ জ্ঞাতিৰ বংশৰ পৰম্পৰা হিচাবে চামগুৰি সত্ৰই সেই খ্যাতি অক্ষুন্নে ৰক্ষা কৰিব পাৰিছে।

খনিকৰী বিদ্যা বুলি কওঁতে সেই শব্দটোৰ অৰ্থ বহু ধৰণে হয়। খনিকৰৰ মানে ভাওনাত ভাৱৰীয়াৰ মুখত ৰং বৰণ কৰা, ছোঁ মুখা নিৰ্ম্মাণ কৰা, গায়ন বায়নৰ পাগুৰি মৰা, ভাৱৰীয়াৰ পোছাক পৰিধান কৰা, মূৰ্ত্তি, সিংহাসন আদি নিৰ্ম্মাণ কৰা, চিত্ৰ অকাঁ, পুথি লিখা, অন্যান্য তজ্জাতীয়

কাৰ্য্য কৰা ইত্যাদি। খনিকৰ শব্দটো সামূহিক কাৰ্যদক্ষতা সূচক। ইয়াৰ বাহিৰেও ভাগে ভাগে কাম্য কৰা সকলৰ নাম ভাগে ভাগে আছে যেনে নাও, সিংহাসন আদি কাঠৰ কাম কৰা সকলক বাঢ়ৈ, চিত্ৰপট কাপোৰত, বেৰত খট্টাত অঙ্কণ কৰা সকলক চিত্ৰকৰ, সঙ্গীতজ্ঞসকলক আৰু বেঁত, বাঁহ আদিৰ বিভিন্ন কাৰু শিল্প কৰ্ম্মীসকলক শিল্পী বোলে। অসমৰ ক্ষেত্ৰত এই গোটেই খিনিক সামৰি 'খনিকৰ' বুলি কলেই বহল বা সাৰ্ব্বজনিন অৰ্থত বুজিব পাৰি। নাট্য শাস্ত্ৰৰ পঞ্চত্ৰিংশ অধ্যায়ত খনিকৰী কামৰ বাবে বেলেগে নামকৰণ কৰা হৈছে যেনে বিশেষ পোছাক-পৰিচ্ছদ, মুখা, মুকুট নিৰ্ম্মাতাসকলক মুকুটকাৰ, আভৰণ অলঙ্কাৰ প্ৰস্তুত কৰা সকলক আভৰণকৃৎ, পোছাক পিন্ধাওঁতাজনক বেশকাৰ (বেশকাৰে আসি পিন্ধাই বস্ত্ৰক—" কীৰ্ত্তন-শঙ্কৰদেৱ), ৰং বৰণৰ কাম কৰাজনক চিত্ৰকৰ, পাঁচবিধ মালা নিৰ্ম্মাতা জনক মাল্যকৃৎ, পোছাক পৰিচ্ছদৰ ৰং বৰণ কৰোঁতাজনক ৰজক, শিল, ধাতু আৰু কাঠ আদিৰ বিভিন্ন প্ৰকাৰৰ পদাৰ্থ নিৰ্ম্মাতাসকলক কাৰু বুলি কৈছে।

খনিকৰ সকল নাট্য শাস্ত্ৰৰ সৰ্ব্ব বিষয়তে অভিজ্ঞ হোৱা উচিত। কাক কি ৰং আৰু কোনে কি পোছাক ব্যৱহাৰ কৰিব লাগে সেইবোৰৰ বিশেষ জ্ঞান নাথাকিলে খনিকৰ হব নোৱাৰে। নাট্যশাস্ত্ৰ জ্ঞানৰ উপৰিও আঞ্চলিক বৈশিষ্টৰ প্ৰয়োগ বা ৰক্ষা কৰিব পৰা সামৰ্থ্যও খনিকৰ সকলৰ থকা প্ৰয়োজন। অসম এই ক্ষেত্ৰত পিচপৰা বিধৰ ৰাজ্য নাছিল। অসমত খনিকৰী বিদ্যা পুত্ৰ পোত্ৰাদিক্ৰমে চলি আছিল। পিচলৈ সেই বংশত 'খনি-কৰ' উপাধি হিচাবে পৰিগণিত হৈছিল। পোন প্ৰথমতে সত্ৰতেই খনিকৰী বিদ্যাৰ জন্ম আৰু ক্ৰমে পিচলৈ সৰ্ব্বত্ৰতে সম্প্ৰসাৰণ হয়।

(৪) সঞ্জীৱ :—

ভাওনাত আহাৰ্য্যাভিনয়ৰ চাৰিটা ভাগৰ ভিতৰত 'সঞ্জীৱ'ও অন্য-তম। পৌৰাণিক আৰু লৌকিক কাহিনীৰ দৈৱিক, আসুৰিক বা মানবীয় চৰিত্ৰযুক্ত পশুপক্ষী আদি জীৱ জন্তুক ভাওনাত অৱতাৰণা কৰাকে 'সঞ্জীৱ' বোলে। জীৱ, জন্তুৰ আকৃতিৰে গঢ় দি অলঙ্কৃত কৰি, অনুৰূপ সাজপাৰ দি নিৰ্ম্মাণ কৰা অবাস্তৱ ধৰ্ম্মী জন্তুৰ মুখা সমষ্টিয়েই সঞ্জীৱ। ভাওনাত ব্যৱহাৰ কৰা ধনু, গদা, অসি, মুদ্গৰ আদি সঞ্জীৱৰ পৰ্য্যায়ত নপৰে। সঞ্জীৱ হল ৰথৰ ঘোঁৰা ঐৰাৱত, কুৱলয়, হংসবাহন, জাম্বৱন্ত, হনুমান, বকা-সুৰ, অঘাসুৰ, ধেনুকাসুৰ, বৎসাসুৰ, কালিয় নাগ, গৰুড় পক্ষী, জটায়ু, সুৰভী

গাই আদি। ব্ৰহ্মাৰ মুখা, ৰাক্ষসৰ মুখা আদিও ইয়াৰ অন্তৰ্গত নহয়। মুঠতে যিবিলাক কৃত্ৰিম নিৰ্মিত জীৱ জন্তুৰ অবাস্তৱ ধৰ্মী মুখা আছে সেই বিলাকেই সঞ্জীবৰ অন্তৰ্গত। বাকীবোৰ পুস্তৰ লেখত পৰে। সঞ্জীৱ বিলাকৰ নিৰ্ম্মাণৰ আহিলা হ'ল বাঁহ, বেত, কাপোৰ, মাটি, তুলাপাত, হেঙুল, হাইতাল, ধল, নীল, গম এঠা, বালিচন্দা আদি। এইবিলাক কামো খনিকৰেই কৰে।

(গ—১০ নাটকীয় নৱৰস :

নাটকত ৰসৰ সমাবেশ হব লগাটো অপৰিহাৰ্য্য কথা। ৰসহীন নাটক লৱণহীন ব্যঞ্জনৰ দৰে। ৰসভাব ব্যঞ্জনাহীন হলে কোনো শিল্প সৃষ্টিয়েই শিল্প আখ্যা লাভ কৰিব নোৱাৰে। ৰসৰ সমাবেশে আনন্দ বিধান উপদেশ, দান, মানসিক উৎকৰ্ষ সম্পাদন আৰু আদৰ্শ প্ৰদান কৰে। সেই কাৰণে অতি উচ্চ ভাবত উপনিষদ গ্ৰন্থই পৰম পুৰুষ পৰমেশ্বৰৰ কথাকে সোঁৱৰাই দিয়ে "ৰসো বৈ সঃ" অৰ্থাৎ তেৱেঁই ৰস স্বৰূপ। প্ৰাচীন কালৰ পৰা ভাৰতবৰ্ষত শিল্প কলা আৰু ৰসানুভৱৰ প্ৰতি বিভিন্ন শাস্ত্ৰকাৰ আচাৰ্য্য সকলে পৰম শ্ৰদ্ধা প্ৰদৰ্শন কৰি আহিছে। নাটক, সঙ্গীত, অভিনয়, সাহিত্য আদিত ৰস নাথাকিলে বা তাত প্ৰয়োগ নহলে সেইবিলাক নীৰস হয়। ৰসৰ সৃষ্টি কেনেকৈ হয়? সেই সম্পৰ্কে নাট্য শাস্ত্ৰই কয়— বিভাব, অনুভাব আৰু ব্যভিচাৰী ভাবৰ সংযোগত ৰস সৃষ্টি হয়। ইয়াকে ৰস নিষ্পত্তিও বোলে। সেই প্ৰসঙ্গতে আকৌ প্ৰমাণ সহকাৰে কৈছে যে যেনেকৈ নানা বিধ ব্যঞ্জন, বিভিন্ন দ্ৰব্য সংযোগত ৰসযুক্ত হৈ মানুহৰ মুখত তৃপ্তি দিয়ে, ঠিক তেনেকৈ নানা ভাবৰ উপস্থিতিত ৰস নিষ্পত্তি হয়। প্ৰেক্ষক আৰু অভিনেতা উভয়ৰ মাজতে ৰসৰ প্ৰয়োজন। অভিনেতা সকল ৰস বিতৰণ কৰোঁতা আৰু প্ৰেক্ষক সকল ৰসগ্ৰাহীতা। আকৌ ৰসোৎপত্তি কেনেকৈ হয় সেই সম্পৰ্কে অভিনয় দৰ্পণে কৈছে—

আস্যেণালম্বয়েৎ গীতং হস্তে নাৰ্থং প্ৰদৰ্শয়েৎ।
চক্ষুভ্যাং দৰ্শয়েৎ ভাবং পাদাভ্যাং তালমাদিশেৎ॥
যতো হস্তস্ততো দৃষ্টিৰ্যতো দৃষ্টিস্ততো মনঃ।
যতো মনস্ততো ভাবো যতো ভাবস্ততো ৰসঃ॥

অভিনয় দৰ্পণ

অৰ্থাৎ— মুখৰ মাধ্যমেৰে গীতৰ অৱলম্বন কৰা উচিত, হস্তৰ দ্বাৰা সেই গীতৰ অৰ্থ প্ৰকাশ, চকুৰে ভাব প্ৰকাশ আৰু ভৰিৰে তাল ৰক্ষা কৰা কৰ্ত্তব্য।

যি ঠাইত হস্ত সেই ঠাইত দৃষ্টি, যি ঠাইত দৃষ্টি সেই ঠাইত মনৰ গতি, যি ঠাইত মন সেই ঠাইত ভাব আৰু যি ঠাইত ভাব সেই ঠাইত ৰসৰ উৎপত্তি হয়।

ভাব আৰু ৰসৰ ব্যৱধান ইমানেই যে অন্তৰৰ প্ৰেৰণাই ভাব আৰু তাৰ বাহিৰৰ প্ৰকাশকে ৰস বোলা হয়। সেইবাবেই হবলা ভাব শূন্য ৰস আৰু ৰস শূন্য ভাব নিৰৰ্থক বুলি নাট্য শাস্ত্ৰই কয় (ভৰত নাট্য শাস্ত্ৰ ৬/৩৬) বিভাব, অনুভাব আৰু ব্যভিচাৰী ভাবৰ কথা ইয়াত বহলাই লিখাৰ ইচ্ছা নাই।

ভৰত নাট্য শাস্ত্ৰই মূলত ৰসৰ প্ৰকাৰ অষ্ট বিধ বুলি কৈছে যেনে—

শৃঙ্গাৰহাস্য করুণারৌদ্রবীরভয়ানকাঃ।

বীভৎসাদ্ভুতসংজ্ঞৌ চেত্যষ্টৌ নাট্যে ৰসাঃ স্মৃতাঃ ॥

ভৰত নাট্য শাস্ত্ৰ- ৬/১৫

অৰ্থাৎ নাট্যত আঠোটা ৰস আছে বুলি জানিবা যেনে শৃঙ্গাৰ, হাস্য, করুণ, ৰৌদ্ৰ, বীৰ, ভয়ানক, বীভৎস আৰু অদ্ভুত।

এইখিনিতে এটি কথা উল্লেখযোগ্য যে নাট্য শাস্ত্ৰোল্লিখিত অষ্ট ৰসৰ লগত পৰৱৰ্তী কালত শান্ত ৰসকো অন্তৰ্ভুক্ত কৰি নৱৰস প্ৰতিষ্ঠা কৰা হ'ল। অগ্নি পুৰাণৰ তিনিশ উনচল্লিশ অধ্যায়ত অগ্নিদেৱে বশিষ্ঠক নৱৰসৰ কথা কৈছে। অন্যান্য গ্ৰন্থতো নৱৰস বুলিহে কৈছে। গতিকে পৰৱৰ্তী কালৰ হলেও শান্তৰস ৰস সমূহৰে অন্তৰ্গত আৰু নৱৰস বুলিয়েই সচৰাচৰ প্ৰচলিত। ৰস নবিধ হলেও মূল ৰস হ'ল চাৰিবিধহে যেনে শৃঙ্গাৰ, ৰৌদ্ৰ, বীৰ, বীভৎস (নাট্য শাস্ত্ৰ ৬/৩৮) অগ্নিপুৰাণতো একে কথা। বাকী চাৰি-বিধৰস পূৰ্ব্বোক্ত চাৰিবিধ ৰসৰ পৰাই নিৰ্গত হৈছে যেনে শৃঙ্গাৰৰ পৰা হাস্য ৰৌদ্ৰৰ পৰা করুণ, বীৰৰ পৰা অদ্ভুত আৰু বীভৎসৰ পৰা ভয়ানক ৰসৰ অবিৰ্ভাৱ হৈছে ( নাট্যশাস্ত্ৰ—৬/৩৯ )। অগ্নিপুৰাণেও তাকে স্বীকাৰ কৰিছে। অগ্নিপুৰাণত আৰু কৈছে যে অনুৰাগৰ পৰা শৃঙ্গাৰ, তীক্ষ্ণতাৰ পৰা ৰৌদ্ৰ, উৎসাহৰ পৰা বীৰ আৰু সঙ্কোচৰ পৰা বীভৎসৰসৰ উদয় হৈছে ( অগ্নিপুৰাণ ৩৩৯/৬)। আনহাতেদি সমস্ত ৰসৰ বৰ্ণনাৰ পিচত ইবোৰৰ মাজত পৰস্পৰ বিৰোধ থকা কথা "সাহিত দৰ্পন" গ্ৰন্থত উল্লেখ কৰা হৈছে। যেনে শৃঙ্গাৰ ৰসৰ বিৰোধী করুণ, বীভৎস, ৰৌদ্ৰ আৰু ভয়ানক হাস্য ৰসৰ বিৰোধী—ভয়ানক আৰু করুণ ৰস, করুণ ৰসৰ বিৰোধী—হাস্য আৰু শৃঙ্গাৰ ৰস। ৰৌদ্ৰৰসৰ বিৰোধী হাস্য, শৃঙ্গাৰ আৰু ভয়ানক। বীৰৰসৰ বিৰোধী ভয়ানক আৰু শান্তৰস। ভয়ানক ৰসৰ বিৰোধী শৃঙ্গাৰ, বীৰ ৰৌদ্ৰ, হাস্য আৰু শান্ত শান্তৰসৰ বিৰোধী বীৰ, শৃঙ্গাৰ, ৰৌদ্ৰ, হাস্য আৰু ভয়ানৰ ৰস বীভৎস ৰস শৃঙ্গাৰ ৰসৰো বিৰোধী ( সাহিত্য দৰ্পণ—তৃতীয় পৰিচ্ছেদ ) প্ৰতিটো ৰসৰ ব্যাখ্যা এনেধৰণেৰে কৰিব পাৰি—

(১০—ক ) শৃঙ্গাৰঃ—

'শৃঙ্গাৰ শব্দৰ অৰ্থ হ'ল কামোদ্ৰেক। উক্ত 'শৃঙ্গা'ৰ আবিৰ্ভাৱ যি কাৰণত হয়, এনেকুৱা যি ৰস সিয়েই শৃঙ্গাৰ। সম্ভোগেচ্ছা বিষয়ত জ্ঞানৰ প্ৰাপ্তি হলে নাট্য দৰ্শনৰ পিচত সামাজিকৰ হৃদয়ত যি ৰসৰ উৎপত্তি হয়, সিয়েই শৃঙ্গাৰ ৰস নামেৰে অভিহিত হয়। 'শৃঙ্গ' এই উপপদত "শ্ৰি ধাতুৰ" পিচত অন্ প্ৰত্যয় লগাই দিলে শৃঙ্গাৰ পদ নিষ্পন্ন হয় অৰ্থাৎ যি ৰস শৃঙ্গ বা কামোদ্ভৱক কাৰণৰূপে অৱলম্বন কৰে সিয়েই শৃঙ্গাৰ ৰস। সম্ভোগ আৰু বিপ্ৰলম্ভ ভেদে, শৃঙ্গাৰ দুই প্ৰকাৰ বুলি কোৱা হৈছে। দুয়োটাৰে ব্যুৎপত্তিগত অৰ্থ হ'ল এনেধৰণেৰে (১) সম্ভোগঃ— নায়ক আৰু নায়িকা যেতিয়া পৰস্পৰে পৰস্পৰৰ প্ৰতি অনুৰক্ত হৈ ৰতি উপভোগ কৰে, তাকেই সম্ভোগ শৃঙ্গাৰ বুলি কয়। ২। বিপ্ৰলম্ভ ঃ- যেতিয়া নায়ক নায়িকাৰ পৰস্পৰৰ প্ৰতি সম্ভোগেচ্ছা প্ৰবল ভাবে থাকিলেও অভীষ্ট কাৰ্য্যত বাধা প্ৰাপ্ত হয় বা মিলন নঘটে তাকে বিপ্ৰলম্ভ বোলে। বিপ্ৰলম্ভৰে আকৌ চাৰি ভাগত বিভক্ত যেনে পূৰ্ব্বৰাগ, মান, প্ৰবাস আৰু কৰুণ। পূৰ্ব্বৰাগ মানে গুণ শ্ৰৱণ বা ৰূপ দৰ্শনত পৰস্পৰে অনুৰক্ত হলেও যেতিয়া উভয়ৰ মিলন নোহোৱাকৈ ভাবৰ উদয় হয়, তাকে পূৰ্ব্বৰাগ বোলে। পূৰ্ব্ব-ৰাগ তিনিপ্ৰকাৰ -নীলী, কুসুম্ভ আৰু মঞ্জিষ্ঠা। নায়ক নায়িকাৰ পৰস্পৰৰ চিত্তগত অনুৰাগ কোনো কাৰণতে অন্তৰৰ পৰা নিৰ্গত নোহোৱা আৰু কটাক্ষ প্ৰভৃতি বাহ্যিক বিকাৰ সমূহ প্ৰকাশ নকৰাই নীলী পূৰ্ব্বৰাগ। নায়ক নায়িকাৰ পৰস্পৰৰ হৃদয়গত অনুৰাগ কাৰণ বিশেষে প্ৰকাশিত আৰু বাহ্যিক কটাক্ষ প্ৰভৃতি ব্যক্ত কৰাই কুসুম্ভ পূৰ্ব্বৰাগ। নায়ক নায়িকাৰ অনুৰাগ কোনো কাৰণতে বিচলিত নোহোৱা আৰু বাহ্যিক কটাক্ষ প্ৰভৃতি বিশেষ ভাবে প্ৰকাশ পোৱাই মঞ্জিষ্ঠা পূৰ্ব্বৰাগ। 'মান' হ'ল—পৰস্পৰ অনুৰাগী নায়ক নায়িকাৰ যি ক্ৰোধ হয় তাকে মান বোলে। প্ৰণয় আৰু ঈৰ্ষাৰ কাৰণেই মানৰ সৃষ্টি। মান দুবিধ প্ৰণয়মান আৰু ঈৰ্ষামান। অপৰাধ হেতু ক্ৰোধ হলেও নায়ক নায়িকাৰ পৰস্পৰৰ মিলনত আহলাদিত হোৱাৰ সন্দৰ্ভত যি ক্ৰোধ, সিয়েই "প্ৰণয়মান" নামে অভিহিত হয়। নিজৰ পতিক অন্য ৰমনীৰ প্ৰতি আসক্ত দেখিলে বা তাৰ সম্বাদ শুনিলে স্ত্ৰীলোকৰ যি প্ৰণয় কোপ হয়, তাকে ঈৰ্ষামান বুলি কোৱা হয়। ঈৰ্ষমান তিনিপ্ৰকাৰ উৎস্বপ্নায়িত, ভোগাৰক আৰু গোত্ৰস্খলন। পতিৰ অন্য প্ৰিয়াৰ প্ৰতি আসক্তিৰ কাৰণে স্বপ্নাৱস্থাত সেই সম্পৰ্কত যি স্মৰণ হয় তাকে উৎস্বপ্নায়িত বোলে।

সম্ভোগচিহ্ন দৰ্শনত যি পতিৰ অন্যাসক্তিৰ অনুমান হয়, সিয়েই ভোগাবক আৰু নিজৰ প্ৰিয়াৰ নাম কৰলৈ গৈ অন্য ৰমণীৰ নাম উচ্চাৰণত যি পৰৰ প্ৰতি আসক্তিৰ (অকস্মাতে) উপস্থিতি হয়, তাকে গোত্ৰস্খলন বোলে। এতিয়া আহিল প্ৰবাসৰ কথা। প্ৰবাস মানে নায়ক নায়িকা উভয়ৰ বা এজনৰ নিজৰ কাৰ্য্যজনিত দোষত অভিশাপ বা ৰাজাৰ অত্যাচাৰত প্ৰবাসত অৱস্থান কৰিব লগা। প্ৰবাস এঘাৰ বিধ যেনে—সৌষ্ঠৱহীনতা, সন্তাপ, পাণ্ডুতা, কৃশতা, অৰুচি, অধৃতি, অনা লম্বা তন্ময়তা, উন্মাদ, মূৰ্চ্ছা আৰু মৃত্যু। সৌষ্ঠৱ হীনতা—শৰীৰৰ অঙ্গৰ মলিন্যতা। সন্তাপ - বিচ্ছেদ জনিত অনুতাপ, পাণ্ডুতা - বিবৰ্ণাৱস্থা। কৃশতা— ক্ৰমে শৰীৰৰ শক্তি হীনতা,, শুস্কতা। অৰুচি — পূৰ্ব্ব প্ৰিয় বিলাস সামগ্ৰীৰ প্ৰতি বীত শ্ৰদ্ধ। অধৃতি স্নান, ভোজন প্ৰভৃতি কাৰ্য্যত বীতৰাগ। অনালম্ব — মনত উদাসীন ভাব। তন্ময়তা— একমাত্ৰ এটা বস্তুতে বা কথাতে সমস্ত চিন্তা শক্তি ন্যস্ত কৰা। উন্মাদ, — চিন্তা কৰি কৰি স্মৃতি শক্তি হীন হোৱা বা বাতুল হোৱা। মূৰ্চ্ছা — শক্তি হীনতা আৰু বাতুলতা হোৱাৰ পিচত অচেতন অৱস্থা। আৰু মৃত্যু—মৰণ। শেষত আহিল 'করুণ' ৰ কথা। করুণ মানে—নায়ক নায়িকাৰ মাজৰ এজন মৃত্যুৰ মুখত পৰিলে আনজনে শোকত বিষণ্ণ ভাব ধাৰণ কৰা।

(সাহিত্য দৰ্পণ ৩/১৯৪)

নাট্য শাস্ত্ৰমতে শৃঙ্গাৰ আকৌ তিনিবিধ বুলি কৈছে, যেনে - বাক্যগত, বেশগত আৰু ক্ৰিয়াগত। আনহাতে সাহিত্য দৰ্পনত শৃঙ্গাৰ ৰস তিনিৰিধ বুলি অন্যপ্ৰকাৰৰ লেখ দিয়া দেখা যায় যেনে —

"ধৰ্ম্মাৰ্থকামৈস্ত্ৰিবিধঃ শৃঙ্গাৰঃ কপট পুনঃ" ( সাহিত্য দৰ্পন ৬/২৪৬) অৰ্থাৎ ধৰ্ম্ম শৃঙ্গাৰ, অৰ্থ শৃঙ্গাৰ আৰু কাম শৃঙ্গাৰ ভেদে শৃঙ্গাৰ তিনিবিধ। শাস্ত্ৰৰ মৰ্য্যাদা লঙ্ঘন নকৰি যি কৰ্ম্মত প্ৰবৃত্ত হয়, তাকে ধৰ্ম্ম শৃঙ্গাৰ বোলে। অৰ্থলাভৰ কাৰণে যি পৰিকল্পনা হয়, তাক অৰ্থশৃঙ্গাৰ বুলি কয় আৰু প্ৰহসনৰ কাৰণে যি শৃঙ্গাৰ, সিয়েই কাম শৃঙ্গাৰ। এয়া সাহিত্য দৰ্পনৰ অভিমত। আন এক প্ৰকাৰৰ মতে শৃঙ্গাৰ বুলল মাত্ৰ কাম চৰিতাৰ্থকে নুবুজায়। ইয়াৰ অৰ্থ হ'ল অৰ্থবিলাসোৎকৰ্ষ। বহলভাৱে বিচাৰ কৰিলে ত্ৰিবিধ শৃঙ্গাৰৰ অৰ্থ এনেকৈ হয় যাৰ দ্বাৰা সংসাৰৰ বহুবিধ কল্যাণ সাধিত হয় বা কাম ব্ৰত নিয়ম তপস্যাদিৰ সংযত, গুণশালী, পুত্ৰ সন্তান উৎপাদনেই যাৰ প্ৰধান উদ্দেশ্য, ইন্দ্ৰিয় সুখকে যি প্ৰধান বুলি ধৰা নাই, সেয়াই ধৰ্ম্ম শৃঙ্গাৰৰ লেখত পৰে। ইয়াকে কোনো কোনো পণ্ডিতে "ভোগ শৃঙ্গাৰ" বুলিও

কৈছে। অৰ্থ শৃংগাৰ হ'ল যি স্থূলত ইন্দ্ৰিয় তৃপ্তিৰ ফলত ৰাজ্য, সুবৰ্ণ, ধন, জন, শস্য, বস্ত্ৰ আদি নানাবিধ পাৰ্থিব বিভৱ ভোগ সুখৰ উৎপত্তি দেখা যায়, সিয়েই অৰ্থ শৃংগাৰ। কাম শৃংগাৰ হ'ল কাম প্ৰবৃত্তি চৰিতাৰ্থ কৰাই যাৰ মুখ্য উদ্দেশ্য, সিয়েই কাম শৃঙ্গাৰ।

আম্মি ওপৰত কৈ আহিছোঁ যে বাক্যগত, বেশগত আৰু ক্ৰিয়াগত হিচাবে শৃঙ্গাৰ ৰস তিনিবিধ। ঠিক কথা যে বাক্য সমূহৰ শৃংগাৰ ৰসাত্মক বিষয় থাকিলে সি বাক্যগত শৃংগাৰ, বেশভূষণ আদিও চমৎকাৰ তথা জনসাধাৰণৰ মনোৰঞ্জক হলে তাক বেশগত শৃংগাৰ আৰু কৰ্ম্ম সমূহত থাকিলে, তাক ক্ৰিয়াগত শৃংগাৰ বুলি কোৱা হয়। এয়াই শৃঙ্গাৰ শব্দৰ সামান্য অৰ্থ। সকলো ৰসতকৈ শৃংগাৰ ৰস প্ৰধান আৰু ইয়াৰ দেৱতা হ'ল বিষ্ণু।

(১০–খ –হাস্য :–

আমি যাক হঁহা বুলি কওঁ, তাকে সংস্কৃত ভাষাত হাস্য বুলি কয়। উক্ত হাস্য হ'ল নৱৰসান্তৰ্গত এটি ৰস। অস্বাভাৱিক আকাৰ, বাক্য, বেশ আৰু চেষ্টা প্ৰভৃতি কৌতুকৰ পদাৰ্থই হাস্যৰসৰ উদ্দীপক (সাহিত্য দৰ্পন), অথবা বিপৰীত অলঙ্কাৰ, বিকৃত আচাৰ, কথা, বিকৃত অঙ্গ ভঙ্গী, বিকৃত ৰূপ, বিকৃত বেশ আদিৰে লোকক হাঁহিৰ খোৱাক যোগায় কাৰণে হাস্য নামে অভিহিত হয় (ভৰত নাট্য শাস্ত্ৰ ৬/৪৯,৫০) হাস্য ৰস তিনিভাগত প্ৰদৰ্শন হয়—অংগগত, বেশগত আৰু বাক্যগত (নাট্যশাস্ত্ৰ ৬/৭৭) অৰ্থাৎ আঙ্গিক ভাৱেৰে, সাজ পোছকেৰে আৰু বাক্য সমূহেৰে। হাস্য ৰসৰ দুটা প্ৰকাশ হ'ল আত্মস্থ আৰু পৰস্থ অৰ্থাৎ নিজে হাঁহিলে আত্মস্থ আৰু আনক হঁহুৱালে পৰস্থ বোলে। উক্ত দুয়োটাৰে প্ৰতিটোতে তিনিটাকৈ ভাগ হৈছে যেনে— স্মিত হাস্য, হসিত, বিহসিত, উপহসিত, অপহসিত আৰু অতিহসিত (নাট্য শাস্ত্ৰ)।

(১) স্মিত হাস্য :— দুয়ো চকু সামান্য বিকশিত কৰি দন্ত দৰ্শন নোহোৱাকৈ হাস্য কৰিলে তাকে স্মিত হাস্য বোলে।

(২) হসিত :— মুখ উৎফুল্ল সহকাৰে, চকু বিকশিত কৰিলে হসিত হয়। ইয়াত সামান্য দন্তদৰ্শন হব লাগে।

(৩) বিহসিত : মধুৰ স্বৰযুক্ত হাস্যক বিহসিত বোলে।

(৪) উপহসিত : – নাসিকা উৎফুল্ল, বক্ৰদৃষ্টিত অৱলোকন আৰু স্কন্ধ আৰু মস্তক অৱনত সহকাৰে হাস্য কৰিলে উপহসিত হয়।

(৫) অপহসিত ঃ— যি হাস্যৰ প্ৰাবল্যত নেত্ৰ অশ্ৰুপূৰ্ণ, মস্তক কম্পন হয়, তাক অপহসিত বোলে।

(৬) অতিহসিত ঃ — হাস্যৰ প্ৰাবল্যত অশ্ৰুপূৰ্ণ, কণ্ঠস্বৰ তীব্ৰ, ক্ৰোধ, উৎসাহ, অহঙ্কাৰ আৰু ঔদ্ধত্য প্ৰকাশত হাস্য কৰিলে অতিহসিত হয়।

(১০—গ)—**কৰুণ ঃ**--

কৰুণ ৰস তৃতীয় পৰ্য্যায়ত পৰিছে। শাপক্লেশ, ইষ্টজন, বিয়োগ, বিভবনাশ, উপঘাত, অপ্ৰিয়বাক্য শ্ৰৱণ প্ৰভৃতি ভাববিশেষ সমূহৰ দ্বাৰা কৰুণ ৰস উদ্ভূত হয়। অশ্ৰুপাত, পৰিদেৱন, বিলাপ, দেহৰ কষ্ট বা দেহৰ আঘাতৰ দ্বাৰা কৰুণৰসৰ অভিনয় হয়। সেই বাবেই ইয়াৰ ভাগ তিনিটা—ধৰ্ম্মহানিজাত, ক্ষয়জাত আৰু শোকজ ( ভৰত নাট্য শাস্ত্ৰ – ৬/৬২,৬৩,৭৮ )

(১০ - ঘ)--**ৰৌদ্ৰঃ** -

ৰৌদ্ৰ ৰসো নৱৰসৰ অন্যতম ৰস। ইয়াত প্ৰহাৰ, ধ্বংস কৰা, পীড়ন, ছেদন, অস্ত্ৰ হৰণ, অস্ত্ৰাঘাত, সম্প্ৰহাৰ, ৰক্তপাত প্ৰভৃতি হয়। ৰক্তচক্ষু, ভ্ৰূকুটি, দৃঢ়সঙ্কল্প, ওঁঠ কামুৰি ধৰা আদি অনুভাবৰ দ্বাৰা অভিনেয়। নানা অস্ত্ৰ ক্ষেপন, মস্তক, স্কন্ধ আৰু হস্তছেদন আদি বিশেষ বিষয়ৰ দ্বাৰা ইয়াৰ অভিনয় প্ৰযোজ্য। ইয়াত বাক্য, অঙ্গ আৰু কৰ্ম্ম সমূহ হয় ভীষণ, অস্ত্ৰাঘাট বহু পৰিমাণে থাকে আৰু গতিবিধি হয় উগ্ৰ। ৰৌদ্ৰ ৰস ত্ৰিবিধ—অঙ্গগতঃ বেশগত আৰু বাক্যগত।

(১০—ঙ) – **বীৰঃ**–

বীৰ ৰসো নৱৰসৰে অন্তৰ্গত। উৎসাহমূলক, মোহহীন, অধ্যৱসায়, নীতি, বিনয়, বল, পৰাক্ৰম, শক্তি, প্ৰতাপ, প্ৰভাব প্ৰভৃতি বিভাবৰ দ্বাৰা এই ৰস উৎপন্ন হয়। ইয়াৰ অভিনয় স্থৈৰ্য্য, শৌৰ্য্য, ধৈৰ্য্য, ত্যাগ, নৈপুণ্য, আদি অনুভাবৰ দ্বাৰা প্ৰযোজ্য। ইয়াৰ সঞ্চাৰি ভাৱ ধৃতি, মতি, গৰ্ব্ব, বেগ, উগ্ৰতা, ক্ৰোধ, স্মৃতি আৰু ৰোমাঞ্চ প্ৰভৃতি। বীৰ ৰস ত্ৰিবিধ—দানবীৰ, ধৰ্ম্মবীৰ আৰু যুদ্ধবীৰ। সাহিত্য দৰ্পনৰমতে দয়াবীৰৰ সৈতে বীৰৰস চাৰিপ্ৰকাৰ।

(১) দানবীৰ ঃ— সত্য অঙ্গীকাৰ কৰাৰ ফলত সৰ্ব্বস্ব ত্যাগ কৰিব পৰা সমৰ্থ।

(২) ধৰ্ম্মবীৰ :— ৰাজ্য, ধন, শৰীৰ, পৰিয়ালৰ সমস্তকে ধৰ্ম্মৰ নিমিত্তে ত্যাগ কৰিব পৰা সমৰ্থ।

(৩) যুদ্ধবীৰ :— দুৰ্ব্বলৰ সহিত যুদ্ধ ত্যাগ, যুদ্ধত পৰাঙমুখহীন ইত্যাদি।

(১০—চ)—ভয়ানক :-

নৱৰসৰ অন্যতম ভয়ানক ৰসো। বিকৃতধ্বনি, ভূতদৰ্শন, সংগ্ৰাম, অৰণ্য বা শূন্যগৃহলৈ গমন, গুৰু বা ৰাজাৰ প্ৰতি অপৰাধ কৰণ আদিত ভয়ানক ৰস হয়। শৰীৰ, মুখ, চকুৰ বিকৃতি, চতুৰ্দ্দিশে উদ্বেগ সহকাৰে অবলোকন, অবনত মুখৰ শুষ্কতা, হৃদয়ৰস্পন্দন, ৰোমাঞ্চ, হস্ত পদ কম্পন, অৱশ ভাব, দেহৰ সংকোচ আদিৰ দ্বাৰা সৰ্ব্বদা ভয়ানক ৰস অভিনেয়। ভয়নক ৰস ত্ৰিবিধ—কৃত্ৰিম, অপৰাধ হেতুক আৰু ভয়জনিত ।

(১) কৃত্ৰিম :— অবাস্তৱ বস্তু দৰ্শনত হোৱা ভয়।

(২) অপৰাধ হেতুক :- গুৰু বা ৰাজাৰ প্ৰতি কৰা অপৰাধজনিত ভয়।

(৩) ভয়জনিত :— স্বাভাৱিক ভাৱে হোৱা ভয় ।

(১০—ছ)—বীভৎস :--

বীভৎস ৰসো ৰস সমূহৰ অন্তৰ্গত। অপ্ৰিয় বস্তুৰ দৰ্শন, ৰস, গন্ধ, স্পৰ্শ আৰু শব্দদোষ তথা বহুপ্ৰকাৰ উদ্বেগ দ্বাৰা বীভৎস ৰস উদ্ভৱ হয়। মুখ আৰু চকুৰ সংকোচন, নাসিকা আচ্ছাদন, অবনত মুখ আৰু অব্যক্ত পাদ প্ৰচাৰৰ দ্বাৰা বীভৎস ৰস সম্যক ভাৱে অভিনেয়। বীভৎস ৰস ত্ৰিবিধ—ক্ষোভজ, শুদ্ধ আৰু উদ্বেগী।

(১০--জ) -অদ্ভুত

নৱৰসৰ ভিতৰত অদ্ভুত ৰসো পৰে। অতিশয়োক্তি বাক্য, চৰিত্ৰ, কৰ্ম্ম আৰু ৰূপৰ অতিশয্য আদি বিশেষ ব্যাপাৰৰ দ্বাৰা অদ্ভুত ৰস হয়। স্পৰ্শ, গ্ৰহণ, গাত্ৰ কম্প, হাহাকাৰ শব্দ, প্ৰশংসা বাক্য, গদগদ বাক্য, ধৰ্ম্ম প্ৰভৃতি দ্বাৰা অভিনয় কৰণীয়। অদ্ভুতৰস দ্বিবিধ--দিব্য আৰু আনন্দোত্থ।

(১০—ঝ)—শান্ত :-

নৱৰসৰ ভিতৰত শান্ত ৰস একেবাৰে অন্তিম ৰস। শান্ত ৰসৰ স্থায়ী ভাব শম, প্ৰকৃতি উত্তম। অনিত্যতা হেতু সমস্ত বস্তুত অসাৰতা

অথবা পৰমাত্মা স্বৰূপ এই শান্ত ৰসৰ আলম্বন বিভাব। শান্ত ৰসত অহঙ্কাৰ মমকাৰ ভাব নাথাকে। সাধুতা আৰু শিষ্টতা ইয়াৰ প্ৰধান গুণ।

(গ – ১১)—অতিৰিক্ত ভক্তি ৰসৰ প্ৰাচুৰ্য্য :—

নৱবিধ ৰসৰ উপৰিও আৰু এবিধ ৰস আছে। সেই বিধ ৰস হ'ল ভক্তিৰস। মাধৱদেৱ মহাপুৰুষে আকৌ নামঘোষা প্ৰভৃত "সেৱা ৰস" (দিয়া মোক সেৱ ৰস সাৰ) নামৰ আৰু "ভকতি আনন্দ ৰস" (ভকাত আনন্দ ৰস মাগো একবিন্দু) নামৰ এবিধ ৰসৰ কথা উল্লেখ কৰিছে। "সেৱা ৰস" আৰু "ভকতি আনন্দ ৰস" দুয়োবিধ ভক্তিৰসৰে শাখা বুলি ধৰিব লাগিব। 'ভক্তিৰস' এবিধ স্বতন্ত্ৰ ৰস। ই নৱৰসৰ একেবাৰে উচ্চস্থানত বিৰাজ কৰিছে। ভক্তিতত্ত্ব ৰসজ্ঞ সকলে অৰ্থাৎ অৱভাৱী পুৰুষ সকলে সেই সম্বন্ধে বহুত প্ৰমাণ দিছে। ১২00 খৃষ্টাব্দত জন্মগ্ৰহণ কৰা বোপদেৱৰ মতে ভক্তিয়েই একমাত্ৰ ৰস। ১৫00 খৃষ্টাব্দৰ ৰূপ গোস্বামীৰ মতে ভক্তি-ৰসেই ঘাই ৰস। "হৰি ভক্তিৰ সামৃতসিন্ধু" নামৰ ভক্তিপৰ গ্ৰন্থত ভক্তিৰসৰ বিষয়ে পৰিষ্কাৰ কৈ আছে। এইখিনি কথা বাদদি শঙ্কৰ-মাধৱদেৱৰ কথাকে বহলকৈ কোৱা ভাল হ'ব যে তেৰাসবে দশম কীৰ্ত্তন আদি ভক্তি তত্ত্বপৰ গ্ৰন্থ সমূহত ভক্তি তত্ত্ব সম্বন্ধে বহলকৈ কৈছেই। কিন্তু তেৰাসবৰ দ্বাৰা ৰচিত অঙ্কীয়া নাটকসমূহত ভক্তিৰসৰ বিষয়ে কিবা কথা পোৱা হয়নে নহয় চোৱা যাওক। দুজনা গুৰুৰ নাটকসমূহ চালি জাৰি চাই এইটোকে স্থিৰ সিদ্ধান্ত কৰিব পাৰি যে তেৰাসবৰ সমস্ত গীত, বাদ্য, নৃত্যই ভক্তিমূলক। নাটক সমূহত (নাটকভেদে) নৱৰস থাকিলেও ভক্তিৰসে তাত প্ৰধান ঠাই অধিকাৰ কৰি আছে। এটা কথা ঠিক যে শৃঙ্গাৰাদি ৰস সমূহকে ভগৱানৰ ক্ষেত্ৰত প্ৰয়োগ কৰিলে সেই ৰসসমূহ ভক্তিৰসলৈ ৰূপান্তৰিত হয়। নাট্য কলা সঙ্গীত ধৰ্ম্ম প্ৰচাৰৰ মাধ্যম আৰু ইয়াৰ নৱৰসৰ নিতান্ত অধিকাৰ থাকিলেও ৰসৰ কাৰণে নাটক নহয়, নাটকৰ কাৰণেহে ৰসৰ প্ৰয়োজন হোৱাত তথা হৰি ভক্তিৰ প্ৰাধান্য বিস্তাৰৰ কাৰণে নৱৰসে মুখ্য স্থান নাপালে, পালে ভক্তি ৰসেহে। নৱৰসৰ ভিতৰত শৃঙ্গাৰ ৰসেই সৰ্ব্বপ্ৰধান আৰু আদি ৰস বুলি জনা যায়। কিন্তু শঙ্কৰ মাধৱদেৱৰ নাটকসমূহত শৃঙ্গাৰ ৰসাত্মক (আৰু অন্য ৰস অপ্ৰধানভাৱে থাকিলেও) ভাব পৰিপূৰ্ণ হলেও কথা সূত্ৰৰ মাজে মাজে "কামাতুৰ পুৰুষৰ ঐচন অৱস্থা" আৰু "নিৰন্তৰে হৰিবোল হৰিবোল" আদি বাক্য সংযোজন কৰাৰ পিচত সিমানতে নৱৰসৰ

নিষ্পত্তি ঘটে অৰ্থাৎ হৰিনামে আৰু নাট্যকাৰ গৰাকীৰ উপদেশে নৱৰসৰ প্ৰাচুৰ্য্য হ্ৰাস কৰি সকলোকে ভক্তি ৰসত মন অভিভূত হবলৈ সকিয়াই দিয়ে। নৱৰসৰ নিষ্পত্তি হয় আৰু ভক্তিৰসে প্ৰাধান্য বিস্তাৰ কৰে বা ভক্তিৰসৰ অভ্যুদয় হয়। দুজনাগুৰুৱে নাটকত প্ৰকাশ কৰা শৃঙ্গাৰ ৰসৰ বৰ্ণনাৰ প্ৰধান উদ্দেশ্য হ'ল হৰিভক্তৰ শুদ্ধ বুদ্ধিৰ অভ্যুদয় কৰা। শঙ্কৰগুৰুৱে দ্বিতীয় স্কন্ধৰ পদ ভাঙনিত কৈছে—

সেহি কৃপাময় মোৰ বাক্যচয়
অলঙ্কৃত কৰন্তোক।
শৃঙ্গাৰাদি নানা— ৰসে বাজ হৌক
আনন্দে লোকে শুনোক।
তদুপৰি— শৃঙ্গাৰ ৰসে যাৰ আছে ৰতি।
আকে শুনি হৌক নিৰ্ম্মল মতি ॥

(কীৰ্ত্তন)

দুজনাগুৰুৰ প্ৰতিখনৰ নাটকৰ বিশদ ব্যাখ্যা প্ৰসঙ্গত ৰসৰ অনুকূল আৰু প্ৰতিকূল সম্বন্ধে আগলৈ কোৱা হ'ব কাৰণে এতিয়া সংক্ষিপ্ত ভাবেহে কোৱা হৈছে।

"ত্ৰিবৰ্গ সাধনং নাট্যম্" বুলি আৰু এটি প্ৰবচনৰ কথা শঙ্কৰ মাধৱ দেৱৰ নাটকৰ ক্ষেত্ৰত সম্পূৰ্ণ ব্যৱধান থকা পৰিলক্ষিত হয়। ধৰ্ম্ম, অৰ্থ আৰু কামক ত্ৰিবৰ্গ বুলি কোৱা হয়। ইয়াৰ লগত 'মোক্ষ'ক সংযুক্ত কৰি দিলে চতুৰ্ব্বৰ্গ হয়। গতিকে দেখা যায় যে নাটক সমূহ ত্ৰিবৰ্গ সাধকহে অৰ্থাৎ নাটকে ধৰ্ম্ম, অৰ্থ আৰু কাম এই ত্ৰিবৰ্গ সাধন কৰে। কিন্তু শঙ্কৰ দেৱৰ নাট সমূহ ইয়াৰ বহু ওপৰত আছে। শঙ্কৰদেৱ মাধৱদেৱৰ নাটক সমূহ 'মোক্ষ বা মুক্তি সাধকম্'। শঙ্কৰদেৱৰ আটাইকেইখন নাটকত "মুক্তি সাধকম্" বুলিহে উল্লেখ কৰিছে। উদাহৰণ স্বৰূপে ৰামবিজয় নাটকৰ পৰা 'ভো ভো সামাজিকাঃ যূয়ং শৃনুত।বহিতং বুধাঃ। শ্ৰীৰাম বিজয়ং নাম নাটকং মুক্তি সাধকম্" ইত্যাদি। নাট্য সঙ্গীত কলাই যে মুক্তিও দিব পাৰে, সেই সন্ধান কেৱল শঙ্কৰগুৰুৰ লেখনীৰ পৰাহে পোৱা হয় বোধ কৰো। "যাহে ভকতি তাহে মুকুতি" বুলি গুৰুজনাৰ যি উক্তি আছে, তাৰ পৰা এইটোকে বুজা যায় যে ভক্তি নহলে মুক্তি নহয়। নাটকত ভক্তিৰ গন্ধ নথকা হলে মুক্তিৰ প্ৰশ্ন নুঠে। গতিকে কৃষ্ণত ভক্তি ৰতি বাঢ়িবলৈ নাটকৰ

প্ৰয়োজন আছে। স্কন্দ পুৰাণত সঙ্গীত নাট্য কৰোতাজন পুণ্যাত্মা বুলি কৈছে, যেনে

গীতং বাদ্যংচ নৃত্যংচ নাট্যং বিষ্ণুকথাং মুনে।
যঃ কৰোতি স পুণ্যাত্মা ত্ৰৈলোক্যোপৰি সংস্থিতঃ ॥

স্কন্দ পুৰাণম্

অৰ্থাৎ — হে মুনিৰাজ। যিজন বিষ্ণু কথাৰ অবলম্বন কৰি গীত, বাদ্য, নৃত্য আৰু অভিনয় কৰে, সেই পুণ্যাত্মাই ত্ৰিলোকৰ ওপৰত অৱস্থিত বিষ্ণুলোকত স্থান পায়।

উপনিষদত বৰ্ণনা কৰা হৈছে যে মানুহ গীত বাদ্যৰ অনুৰাগী হ'লে মৃত্যুৰ পিচত গন্ধৰ্ব্ব লোকলৈ গতি কৰে। চৌষষ্ঠী কলাবিদ্যাৰ তালিকা খনত নৃত্য, গীত, বাদ্য, উদকবাদ্য, নাট্য, সাজ সজ্জা, নেপথ্য আদিৰ নাম পোৱা যায়। ছান্দোগ্য উপনিষদৰ অষ্টমাধ্যায়ত বৰ্ণিত আছে যে সাধকে যদি গীত আৰু বাদ্য ৰূপ লোক কামনা কৰে, তেনেহলে তেওঁৰ সঙ্কল্প মাত্ৰেই গীত আৰু বাদ্য ওচৰত উপস্থিত হয়হি। তেওঁ সেই গীত বাদ্য উপভোগ কৰি সমৃদ্ধ আৰু জগতত পূজিত হয়। সেই কাৰণেই হবলা সাহিত্য সঙ্গীত কলা বিহীন জনক পশু বুলি কবলৈ বাধ্য হৈছে—

সাহিত্য সঙ্গীত কলাবিহীন স ক্ষাৎ পশুঃ পুচ্ছবিষানহীনঃ।
তৃণংন খাদন্নপি জীৱমানঃ তৎভাগধেয়ং পৰমং পশূনাম্ ॥

সংস্কৃত পাঠ সংগ্ৰহ (ভৰ্তৃহৰি)

অৰ্থাৎ— সাহিত্য সঙ্গীত কলা বিদ্যাত অনভিজ্ঞলোক নেজ আৰু শিং নাই-কীয়া এটা সাক্ষাৎ পশুৰ দৰে। ঘাঁহ নোখোৱাকৈয়ে সেই শ্ৰেষ্ঠ পশু বিধ জীয়াই আছে, সেইটো পৰম সৌভাগ্যৰ কথা।

নাট্য কলা সঙ্গীত বস্তুটো যে সকলো মানুহে জনা উচিত সেই কথা (উদ্ধৃতি কম পৰিমাণৰ হলেও) সংস্কৃত শাস্ত্ৰ সমূহত আৰু মহাপুৰুষৰ বাণীত পোৱা যায়। অৰ্থাৎ কলা সঙ্গীতে মানুহৰ উৎকৰ্ষ সাধন কৰে আৰু ভগৱৎ সান্নিধ্য লাভ হয়, তাকে জানিবলৈ শিকায়।

সত্ৰীয়া নাট ভাওনা চাৰি প্ৰকাৰ বুলি কোৱা হয়। যথাক্ৰমে (১) অঙ্কীয়া ভাওনা (২) ফৌজীয়া ভাওনা (৩) পুতলা ভাওনা আৰু (৪) অসমীয়া ভাওনা। পূৰ্ব্বোক্ত চাৰি প্ৰকাৰ ভাওনাৰ বিস্তৃত বিৱৰণ নিম্ন স্থানত উল্লেখ কৰা হ'ল।

(গ—১২)— অঙ্কীয়া ভাওনা ঃ—

অঙ্কীয়া ভাওনাৰ জন্মদাতা পিতৃ শ্ৰীমন্ত শংকৰদেৱ মহাপুৰুষ। কেৱল সেয়ে নহয় তেৰা অসমৰ নাট্য সাহিত্যৰ সৰ্ব্ব প্ৰথম কৰ্ত্তা। আঞ্চলিক ভাষাত নাটকৰ অভ্যুদয় হয় পৃথিৱীৰ ভিতৰত সৰ্ব্বপ্ৰথম অসমতে। নৱবৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰৰ আহিলা হিচাবে ভক্তিমূলক অংকীয়া নাটবোৰৰ উদ্ভৱ কৰা হৈছিল। জনা যায় যে যি কোনো এটা বিশেষ আদৰ্শ জন সমাজত প্ৰচাৰ কৰিবলৈ নাটকতকৈ অন্য কোনো অধিক শক্তিশালী মাধ্যম নাই। জন-সাধাৰণৰ অন্তৰত আধ্যাত্মিক চেতনা জাগ্ৰত কৰিবলৈ, শ্ৰীকৃষ্ণ বা ৰাম নামৰ প্ৰতি অধিক আকৰ্ষণ আৰু মন প্ৰাণ ভক্তিৰসত নিমজ্জিত হবলৈ তথা হৃদয় জয় কৰিবলৈ নাট যে উপযুক্ত মাধ্যম সেই কথা সকলোৱে উপলব্ধি কৰে। সেই কাৰণেই অঙ্কীয়া ভাওনা মহাপুৰুষজনাৰ বিশেষ কলা কৌশলপূৰ্ণ ধৰ্ম্মমূলক বুলি কোৱা হয়। গুৰুজনাই কেইবাবিধো উপাদান একত্ৰ কৰি অংকীয়া ভাওনাত সংযোগ কৰি দিয়ে। ভাৰ ভিতৰত প্ৰধানকৈ চাৰিবিধ উপাদান পৰিষ্কাৰ ভাবে দেখা যায়। সেয়া হ'ল (১) প্ৰাচীন ভাৰতীয় নাট্য শাস্ত্ৰৰ উপাদান, (২) বিভিন্ন তীৰ্থ ভ্ৰমণ তথা সাংস্কৃতিক অনুষ্ঠানৰ পৰা পোৱা উপাদান, (৩) স্থানীয় প্ৰচলিত পুতলা নাচ বা তৎকালীন সাংস্কৃতিক কাৰ্য্যক্ৰমৰ উপাদান আৰু (৪) নিজস্ব সৃজনী প্ৰতিভা বিকাশ উপাদান। এই সমগ্ৰ উপাদানবোৰে ভাওনাৰ গাম্ভীৰ্য্য, আধ্যাত্মিক চেতনা, ভক্তিৰসৰ প্লাৱন আনি দিয়ে। অঙ্কীয়া ভাওনাৰ আৰম্ভণিৰে পৰা সমাপ্ত পৰ্য্যন্ত ভগৱৎ ভক্তিৰ কথাকে সোঁৰৰাই দিয়া হৈছে। শৃঙ্গাৰাদি নৱৰসে যাতে দৰ্শকসকলক আক্ৰমণ বা আকৰ্ষণ কৰি লব নোৱাৰে তাৰ কাৰণে প্ৰতি পদে পদে ভক্তিৰসৰ প্ৰাচুৰ্য্য অঙ্কীয়া ভাওনাত দেখা যায় আৰু সেই সম্পৰ্কত সাবধান বাণী শুনোৱা হৈছে। অঙ্কীয়া ভাওনা সঙ্গীত প্ৰধান অৰ্থাৎ গীত বাদ্য নৃত্য প্ৰধান বুলি কোৱা হয় বা গীত প্ৰধান বুলিও কোৱা হয়। ইয়াৰ লগত গীত, বাদ্য, নৃত্যৰ অঙ্গাঙ্গী সম্বন্ধ। সেই বাবেই কোৱা হৈছে—

গীতেষু যত্ন প্ৰথমংতু কাৰ্য্যঃ
শয্যা হি নাট্যস্য বদন্তি গীতম্।
গীতে চ বাদ্যে চ হি সংপ্ৰযুক্তে।
নাট্যস্য যোগো ন বিপত্তিমেতি॥

অঙ্কীয়া ভাওনাত গীত, বাদ্য আৰু নৃত্য প্ৰধান ভাৱে থাকিলেও ইয়াৰ আনুষঙ্গিক ভাৱৰীয়াৰ সংলাপ, অভিনয়, ৰসৰ সমাবেশ, কথাসূত্ৰ আদিও আছে। সঙ্গীত প্ৰধান বুলি কোৱাৰ অৰ্থ এয়ে যে অঙ্কীয়া ভাওনাত সংলাপ কম। এতেকে ভাৱৰীয়াই গীতৰ যোগেদি আৰু নৃত্যৰ যোগেদি নিজৰ ভাব বেছিকৈ প্ৰকাশ কৰিব লগা হয়। লগতে বাদ্য সংযোগ আছেই। এনেকৈ ভাব বা অভিনয় প্ৰকাশ কৰোতে আৰু লগতে সংলাপ প্ৰকাশ কৰোতে গোটেই বিষয়বস্তুটো চৈতন্যময় বা পৰিস্ফুট হৈ পৰে। প্ৰকাশ থাকে যে সঙ্গীতপ্ৰধান এই অঙ্কীয়া ভাওনাত সূত্ৰধাৰৰ ভূমিকা প্ৰধান ভাবে আছে অৰ্থাৎ সঙ্গীতৰ দোলদাল সম্প্ৰসাৰণ তথা সঙ্কোচন কৰাৰ দায়িত্ব তেওঁৰ। গতিকে সূত্ৰধাৰৰ ভূমিকা ইয়াত উল্লেখযোগ্য। আনহাতে অঙ্কীয়া নাটৰ কথাবস্তুৰ দুটা ভাগ থকা কথা জনা যায়। সেই ভাগ দুটা হ'ল কথাসূত্ৰ বা সূত্ৰধাৰৰ সংলাপ আৰু ভাৱৰীয়াৰ সংলাপ। ভাৱৰীয়াই সংলাপ বা বচন মাতি নিজৰ ভাব প্ৰকাশ কৰে আৰু সেইখিনিকে কৰিবৰ কাৰণে সূত্ৰধাৰে ভাৱৰীয়াৰ আগমন আৰু নিৰ্গমনৰ বতৰা দিয়ে, সংলাপ কৰণৰ ইঙ্গিত দিয়ে আৰু যোগসূত্ৰ স্থাপন কৰি ঘটনাৰ আঁত ধৰে ইত্যাদি।

অঙ্কীয়া নাটৰ কাহিনী পৌৰাণিক আৰু ভক্তিমূলক; ভাগৱত পুৰাণ আৰু ৰামায়ণৰ কাহিনীৰ ওপৰত প্ৰতিষ্ঠিত। কৃষ্ণ ভক্তি আৰু ৰাম ভক্তিয়েই হ'ল কাহিনীৰ মূল বস্তু। ইয়াত কৃষ্ণ ভক্তিয়েই প্ৰধানভাবে স্থান পাইছে। নাটকীয় কথাবস্তু বা ইতিবৃত্ত তিনিপ্ৰকাৰৰ বুলি "নাটক চন্দ্ৰিকা"ত উল্লেখ আছে যেনে—

ইতিবৃত্তং ভবেৎ খ্যাতং কৢপ্তং মিশ্ৰং ইতি ত্ৰিধা।
শাস্ত্ৰ প্ৰসিদ্ধং খ্যাতংস্যাৎ কৢপ্তং কবিবিনিৰ্ম্মিতম্ ॥
তয়োঃসঙ্কুলতা মিশ্ৰং কৢপ্তং বৰ্জ্যন্ত নাটকে ॥

নাটক চন্দ্ৰিকা—১২

অৰ্থাৎ— নাটকীয় ইতিবৃত্ত তিনিপ্ৰকাৰৰ— খ্যাত, কৢপ্ত আৰু মিশ্ৰ। ইয়াৰ ভিতৰত ইতিহাস পুৰাণ প্ৰসিদ্ধ কাহিনীভাগক 'খ্যাত', কবিকল্পিত ঘটনা ভাগক 'কৢপ্ত' আৰু দুয়োবিধৰ মিশ্ৰিত কাহিনী ভাগক 'মিশ্ৰ' বুলি কোৱা হয়। কিন্তু কৢপ্ত বা মিশ্ৰ বৰ্জ্জন কৰিব লাগে।

পূৰ্ব্বোক্ত 'খ্যাত' ভাগটো অঙ্কীয়া নাটত দেখা যায়। কিন্তু শংকৰদেৱ মহাপুৰুষে কৃষ্ণ ভক্তিমূলক নাটক কেৱলত ভাগৱত পুৰাণৰ কাহিনীভাগ

আৰু ৰামায়ণৰ কাহিনী ভাগৰ মূল ভাগ ঠিকে ৰাখি স্থান বিশেষে দুই এটা কল্পিত কাহিনী নিদিয়াকৈ থকা নাই। এনেকুৱা কল্পিত ভাগবোৰ সমগ্ৰ অসমীয়া নাটৰ ব্যাখ্যা প্ৰসঙ্গত আমি পাচত ব্যাখ্যা কৰিম। এতিয়া কথা হ'ল যদিও অসমীয়া নাটত শঙ্কৰদেৱে (মাধৱদেৱৰ দধিমথন নাটত শ্ৰীকৃষ্ণ কৰ্ণামৃত পুথিৰ কাহিনী অংশও আছে আৰু ভাগৱতৰো কাহিনী ভাগ আছে) কল্পিত ভাৱে কিছু কাহিনী সন্নিবিষ্ট কৰিছে, তথাপি শতকৰা নিৰান্নবৈ ভাগ প্ৰাচীন কাহিনী সম্বলিত হোৱাত 'খ্যাত' ভাগতে বৰ্ত্তি থাকিল, কল্পিত বা মিশ্ৰ নহ'ল।

ভৰত নাট্য শাস্ত্ৰৰ দ্বাবিংশতি (২২।৭৫-৮০) অধ্যায়ত অভিনয়ক দুটা ভাগত বিভাগ কৰা হৈছে অভ্যন্তৰ আৰু বাহ্যভেদে। যিখিনি গতানুগতিক সেইখিনিক অভ্যন্তৰ আৰু যিখিনিয়ে ধৰা বন্ধা নীতি নমনাকৈ চলে সেইখিনি বাহ্য। আমাৰ অসমীয়া নাটতো তেনেকৈ অন্তৰঙ্গ আৰু বহিৰঙ্গ ভেদে দুটা ভাগ আছে যেনে—

(১) বহিৰঙ্গ ঃ— নান্দী, ভট্টিমা, প্ৰস্তাৱনা, মূল নাট্য বস্তু, মুক্তি মঙ্গল ভট্টিমা। লগতে সংস্কৃতৰ গদ্য, পদ্য আৰু ব্ৰজাৱলী ভাষাৰ গদ্য আৰু পদ্য তথা আঙ্গিক কৰ্ম্ম।

(২) অন্তৰঙ্গ ঃ— আৰম্ভ, যত্ন, প্ৰাপ্ত্যাশা, নিয়তাপ্তি, ফলাগম।

(ক) আৰম্ভ ঃ— নাটকত মুখ্য ফল লাভৰ কাৰণে যিটো আগ্ৰহ সৃষ্টি হয়, সিয়েই আৰম্ভ।

(খ) যত্ন ঃ— ফল প্ৰাপ্তিৰ কাৰণে অত্যন্ত ক্ষিপ্ৰতাৰে কৰা কাৰ্য্যক যত্ন বোলে।

(গ) প্ৰাপ্ত্যাশা ঃ— ফল প্ৰাপ্তিত হোৱা বাধা বিঘিনিবোৰ অতিক্ৰম কৰি ফলপ্ৰাপ্তিৰ আশা থকাকে প্ৰাপ্ত্যাশা বোলে।

(ঘ) নিয়তাপ্তি ঃ— ফলপ্ৰাপ্তি সম্ভৱ হৈ উঠাই নিয়তাপ্তি।

(ঙ) ফলাগম ঃ— ফলপ্ৰাপ্তি শেষ বা চৰম অৱস্থাই ফলাগম।

অসমীয়া নাটত সাধাৰণতে দুবিধ গীত থকা দেখা যায় -এবিধ ৰাগ সঙ্গীতৰ অন্তৰ্গত আৰু আনবিধ পয়াৰ। আনহাতে পাঁচবিধ হয় যেনে প্ৰাৱেশিকী, নৈষ্ক্ৰামিকী, প্ৰাসাদিকী, আক্ষেপিকী আৰু আন্তৰিকী বা অন্তৰা। সেই সম্বন্ধে পূৰ্ব্বতে আমি এই খণ্ডত প্ৰকাশ কৰি আহিছোঁ। তেনেকৈ শ্লোক বিলাককো তিনিটা ভাগত ভগাব পাৰি যেনে নান্দী শ্লোক,

কাহিনীমূলক শ্লোক আৰু নাট্যকাৰৰ নিজা মোখনিমূলক শ্লোক। আন-হাতে শ্লোক বিলাকক আঠোটা ভাগত ভগাব পাৰি যেনে— ভগৱৎ প্ৰশস্তি, বিষয় বস্তুৰ সংক্ষিপ্ত প্ৰকাশ, প্ৰবেশ সূচনা, আশীৰ্ব্বাদ মূলক, চৰিত্ৰ সমূহৰ ভাৱসূচনা, উপদেশ সূচনা, কাহিনীৰ অংশ সূচনা আৰু গ্ৰন্থ-কাৰৰ মিনতি সূচনা। শ্লোক বিলাক বিভিন্ন ৰস পুষ্ট। ভটিমাও তিনিবিধ যেনে ভগৱৎ বন্দনামূলক বা মঙ্গলাচৰণ ভটিমা, নাটকীয় চৰিত্ৰৰ ভটিমা (ভাট, বিশ্বামিত্ৰ, কৃষ্ণ, কণ্‌কাৱতী, ইন্দ্ৰ আদিৰ) আৰু মুক্তি মঙ্গল ভটিমা, (নাটৰ বাহিৰৰ গুৰু ভটিমা, দেৱ ভটিমা, ৰাজ ভটিমা, আদি বেলেগ ভটিমা নাটৰ ভটিমাৰে সৈতে এইবিধ ভটিমাৰ সংখ্যা চাৰিবিধ হয়)

ভৰত নাট্য শাস্ত্ৰত অষ্টৰস বা নৱৰসৰ কথা উল্লেখ থাকিলেও অসমীয়া ভাওনাত সপ্তৰস আছে বুলি এখন পদ পুথিয়ে ঘোষণা কৰিছে যেনে

সপ্তৰসে নাটকক ৰচনা কৰয়।
শুনিয়োক সপ্তবিধ ৰসৰ অন্বয় ॥
গায়ন বায়ন সবে সভা জয় কৰে।
সূত্ৰ নাট্য বিধিৰে লোকৰ মন হৰে ॥
পণ্ডিতে বুজিবে শ্লোক কৰিল ৰচনা।
গীত অৰ্থ বুজিবেক দিবজ্ঞসজ্ঞ জনা ।।
ব্ৰজাৱলী ভাষাক বুজিবে গ্ৰামীলোক।
চো মুখা দেখিবেক যত অজ্ঞ লোক ॥
শুদ্ধ বা অশুদ্ধ তথা যিটো হৰি নাম।
এহি সপ্তৰসে নাটকৰ অনুপাম ॥

(সত্তাৱলী পুথি)

পূৰ্ব্বোক্ত সত্তাৱলী পুথিৰ মতে অসমীয়া নাটত সপ্তৰসৰ সমাবেশ থকা কথা ব্যক্ত কৰা হৈছে। উক্ত সপ্ত ৰসৰ স্বাদ সাতোটা প্ৰেক্ষক দলৰ মাজত বিতৰণ কৰা হৈছে। ঠিক কথা যে এনেকুৱা কিছুমান লোক ভাওনা চাবলৈ আহে যিবিলাকে ভাওনাৰ সবিশেষ স্বাদ গ্ৰহণ কৰিব নোৱাৰে। উল্লিখিত মতে গায়ন-বায়ন, সূত্ৰধাৰৰ নৃত্যভঙ্গিমা আৰু কথন, শ্লোক, গীত, ভাষা, মুখা আৰু হৰিনাম এই সপ্ত ৰসৰ প্ৰতিটো বিষয় কিছুমান লোকৰ কাৰণে সহজ হলেও নিৰক্ষৰী গাৱঁলীয়া জনসাধাৰণৰ কাৰণে সহজ নহয়। সেইবাবেই সৰ্ব্বসাধাৰণৰ অন্তৰ জয় কৰিবৰ কাৰণে গায়ন-বায়ন

( পূৰ্ব্বৰঙ্গ বিষয়বস্তু বোধ হ'বৰ কাৰণে সূত্ৰ নাট্য ( ইয়াত নাট্য মানে নাটকীয় বিষয় বা নৃত্য ভঙ্গিমাৰ কথা বুজাইছে ), পণ্ডিত সকলে বুজিবৰ কাৰণে শ্লোক, জ্ঞানী ব্ৰাহ্মণ সকলৰ কাৰণে গীত, গাঁৱলীয়া সকলৰ কাৰণে ব্ৰজাবলী ভাষা, নিৰক্ষৰী অবোধ সকলৰ কাৰণে চোমুখা আৰু সমস্ত লোকৰ পাপ হৰণৰ কাৰণে শুদ্ধ বা অশুদ্ধ ভাৱে গোৱা হৰি নাম। বিশদভাৱে আলোচনা তলত দিয়া হ'ল—

(১) গায়ন বায়ন ঃ— গায়ন-বায়নৰ ( পূৰ্ব্বৰঙ্গৰ ) উপস্থাপনৰ লগে লগে সৰ্ব্বসাধাৰণৰ মনত ভাওনাৰ বিষয়বস্তুৰ প্ৰথম প্ৰকাশ সূচনা হয়, গভীৰ বা গাম্ভীৰ্য্য পৰিৱেশ সৃষ্টি হয় আৰু নাট্য গৃহত সমবেত প্ৰেক্ষক সকলৰ অন্তৰবোৰ জয় কৰে বা ভক্তিৰসে সকলোকে আপ্লুত কৰে।

(২) সূত্ৰনাট্য ঃ— গায়ন বায়নৰ শেষত ভক্তি ৰসৰ বিভিন্ন হস্ত প্ৰকাশ কৰি সূত্ৰধাৰৰ প্ৰবেশ হয়। সূত্ৰধাৰৰ আঙ্গিক কৰ্ম্ম সমূহে আৰু নাট্য বা নাটকীয় বিধিখন পৰিস্কাৰ ভাৱে জনসাধাৰণৰ মাজত মোকোলাই দি সূত্ৰধাৰে সকলোৰে মনোৰঞ্জন কৰে।

(৩) শ্লোক ঃ— নাটকীয় শ্লোকবোৰে নাটকৰ কাহিনীৰ অংশবোৰ থুলমূলভাৱে প্ৰকাশ কৰোতে সংস্কৃত পণ্ডিত বিলাকে তাৰ অগ্ৰিম আভাস লাভ কৰে, বাকী বিলাকে নোৱাৰে। যেনে পাৰিজাত হৰণ নাটৰ "খগেন্দ্ৰ সমাৰুহ্য নিৰ্জ্জিত্য শক্ৰম্" বুলি কওঁতে পক্ষীৰ ৰজা গৰুড়ৰ পিঠিত (ভগৱানে) আৰোহন কৰি নৰকাসুৰ বধ কৰিলে আৰু ইন্দ্ৰক জয় কৰি (কৰিলে) ইত্যাদি কথা বোধ পণ্ডিতেহে কৰিব পাৰে। এনে পণ্ডিতৰ বোধৰ কাৰণে শ্লোকৰ উপস্থাপন কৰা হৈছে।

(৪) গীত ঃ— নাটকৰ গীত সমূহ সঙ্গীতপ্ৰেমী সকলৰ কাৰণে ৰখা হৈছে। নাটৰ গীতত চৰিত্ৰৰ প্ৰৱেশ, চৰিত্ৰৰ

ভাব, খিলাপ প্ৰস্থানৰ সূচনা, নাটকীয় বিষয় বস্তুৰ উপস্থাপন হৈছে। খোল তাল সঙ্গত কৰণত গীত সজীৱ হয়। এতেকে গীত গাওঁতে সঙ্গীতজ্ঞ সকলে নাটকৰ মৰ্ম্ম সুন্দৰকৈ উপলব্ধি কৰে যেনে—

(ক) আৰে গৰুড়কেতু কয় পৰবেশ।
মদনক লাজ হেৰি ৰূপ লেশ ॥
(খ) ঐৰাৱত কান্ধে বাসৱ আৱে।
আপহি নাৰদ হৰিগুণ গাৱে ॥

ইত্যাদি।

(৫) ব্ৰজাবলী (ভাষা): যি সকলে পূৰ্ব্বোক্ত ৰস উপলব্ধি কৰিব নোৱাৰে, তেওঁলোকে নাটৰ চৰিত্ৰৰ মুখত প্ৰকাশ পোৱা ব্ৰজাবলী ভাষাৰ যোগেদি নাটীয় কাহিনীৰ মৰ্ম্ম উপলব্ধি কৰিব যথা "আহে সভাসদ লোক! হামো যাকৰ কথা কহৈছি, সে শ্ৰীকৃষ্ণ উদ্ধৱ সহিত আৱত এ আৱত" ইত্যাদি। শ্লোক, গীত আদিয়ে যেনেকৈ নাটকীয় কাহিনীৰ অংশ সূচনা কৰে, ঠিক তেনেকৈ ব্ৰজাবলী ভাষায়ো সূচনা কৰে, যেনে "তদনন্তৰ দশৰথ ৰাজাক প্ৰবেশ দেখহ" ইত্যাদি।

(৬) মুখা :- নাটকত মানুহ বা অভিনেতাই বিভিন্ন ধৰণৰ কৃত্ৰিম মুখা পিন্ধি অভিনয় কৰে। মাৰীচ, সুবাহু, তাড়কা, গৰুড়, নৰকাসুৰ, মুৰ দানৱ, কালিয়-নাগ, শঙ্খচূড় আদি মুখাবিলাকে অবোধ জন-সাধাৰণৰ মনত আচৰিত ভাৱ প্ৰকাশ কৰে, যুদ্ধ আৰু পতনত আনন্দ দিয়ে আৰু তাৰ যোগেদি নাটকৰ ভাল মন্দৰ কিছু আভাস অবোধ সকলে পায়।

(৭) হৰিনাম :— নাটকৰ পৰিণতি প্ৰকাশ কৰে হৰি নামে। "নিৰন্তৰে হৰিবোল হৰিবোল" ইত্যাদি আৰু মুক্তি মঙ্গল ভক্তিমাত হৰি নামৰ মহিমা, প্ৰভাৱ আৰু মুক্তি লাভৰ সন্ধান দিয়ে। এইখিনি মুক্তিকামী সকলৰ কাৰণে গ্ৰহণীয়। শুদ্ধই হওক বা অশুদ্ধই হওক হৰিনামে সকলোকে উদ্ধাৰ কৰে।

অঙ্কীয়া ভাওনাক নাট বা নাটক আৰু যাত্ৰা বুলিও কোৱা হয়। শঙ্কৰ গুৰুৱে সূত্ৰধাৰৰ মুখেদি কোৱাইছে "ৰুক্মিনীহৰণং নাম নাটকং" (ৰুক্মিনীহৰণ নাট), "শ্ৰীৰাম বিজয়ং নাম নাটকং' ৰামবিজয় নাট), "শ্ৰীপাৰিজাত হৰণং যাত্ৰাং সম্প্ৰতি পশ্যত" আৰু "পাৰিজাত হৰণ লীলা যাত্ৰা কৌতুকে কৰব" (পাৰিজাত হৰণ নাট) ইত্যাদি। শঙ্কৰ গুৰুৱে যাত্ৰা আৰু নাটকৰ মাজত প্ৰভেদ ৰাখিব খোজা নাই। এতেকে যাত্ৰা মানেই নাটক আৰু নাটক মানেই যাত্ৰা। শঙ্কৰোত্তৰ যুগতো 'যাত্ৰা' শব্দৰ ব্যৱহাৰ হয়। ("কহে কৃষ্ণ কান্ত বাৰ্ত্তা, ৰাজসূয় নাম যাত্ৰা" ইত্যাদি ৰাজসূয় যজ্ঞ নাট) কিন্তু সাম্প্ৰতিক কালত 'যাত্ৰা' শব্দৰ ব্যৱহাৰ নাই। নাট বা ভাওনা শব্দৰ ব্যৱহাৰ সৰ্ব্বাধিক। শঙ্কৰদেৱৰ "চিহ্নযাত্ৰা" নাটৰ কথাও এইখিনিতে উল্লেখনীয়।

## (গ–১৩)—সংস্কৃত নাটকৰ লগত অঙ্কীয়া নাটৰ সাদৃশ্য আৰু ব্যৱধানঃ

সংস্কৃত নাটকৰ লগত অঙ্কীয়া নাটৰ বহুতো সাদৃশ্য আৰু ব্যৱধান থকা দেখা যায়। কিন্তু এইকথা সত্য যে শঙ্কৰদেৱ মাধৱদেৱে ভৰত নাট্য শাস্ত্ৰ আৰু সংস্কৃত নাটকৰ আদৰ্শ অনুসৰণ কৰিছে। মাত্ৰ গঠন কাৰ্য্য দুজনা-গুৰুৰ নিজা। উক্ত গঠন কাৰ্য্য সেই সময়ৰ বা দেশ, কাল, পাত্ৰ আৰু হৰি ভক্তিৰ লগত খাপ খোৱাকৈ কৰা হৈছে। সংস্কৃত নাট ৰচনাৰ মূল উদ্দেশ্য হ'ল ভক্তিৰসৰ জোৱাৰ তুলি জনসাধাৰণক হৰিভক্তিমুখী কৰা। উক্ত ব্যৱধানবোৰ নিম্ন ভাগত দেখুউৱা হ'ল।

নান্দীৰ ব্যৱহাৰ, সূত্ৰধাৰৰ অৱতাৰণা, পূৰ্ব্বৰঙ্গ বিধান আদিয়ে অঙ্কীয়া নাটৰ গঠন কাৰ্য্যত সংস্কৃত নাটকে প্ৰভাৱ দেখুৱালেও অঙ্কীয়া নাটকৰ সূত্ৰধাৰে নান্দী গায়, নাট্যকাৰৰ পৰিচয় নিদিয়ে (অৱশ্যে "কৃষ্ণ কিঙ্কৰ ওহি শঙ্কৰ বোল" বা "কৃষ্ণ কিঙ্কৰে এহু ভানে" বুলি শঙ্কৰদেৱে পৰিচয় দিছে। কিন্তু এই পৰিচয় সংস্কৃত নাটকৰ দৰে নহয়), নাট্য কাহিনীৰ আভাস দিয়ে, ভাৱৰীয়া প্ৰবেশ প্ৰস্থানৰ ইঙ্গিত দিয়ে, তেওঁলোকক প্ৰেক্ষক সকলৰ আগত পৰিচয় কৰি দিয়ে আৰু নাট শেষ পৰ্য্যন্ত মঞ্চতে (নাট ঘৰ:ত) অৱস্থান কৰে, কিন্তু সংস্কৃত নাটকৰ সূত্ৰধাৰে নান্দী গীত নাগায়, নাট্যকাৰৰ পৰিচয় দিয়ে, অভিনয়ৰ উদ্দেশ্যৰ কথাকৈ আতৰি যায়, পুনৰ মঞ্চলৈ উলটি নাহে। উদাহৰণ সহকাৰে কেইটিমান কথা প্ৰকাশ কৰা হ'ল।

নাট্যকাৰ ভাসৰ দ্বাৰা লিখিত "স্বপ্নবাসৱদত্তম্" সংস্কৃত নাটকত "নান্দ্যন্তে ততঃ প্ৰবিশতি সূত্ৰধাৰঃ' বুলিহে লিখিছে। কিন্তু নান্দীৰ কোনো সন্ধান

পাবলৈ নাই। সূত্ৰধাৰে মগধ ৰাজকন্যা অহাৰ সম্বেদ দি তেওঁ যথাস্থানৰ পৰা আতৰি গৈছে। তেনেকৈ "প্ৰতিমা নাটকম্" নাটকতো। কিন্তু এই নাটকত এগৰাকী নটীৰ লগত সূত্ৰধাৰে কথা পাতিছে। নান্দী নাই। "পঞ্চৰাত্ৰম' নাটকতো একে কথা। কালিদাসৰ "অভিজ্ঞান শকুন্তলম্" নাটকত "যা সৃষ্টি স্ৰষ্টুৰাদ্যা" বুলি আৰম্ভ কৰি এটি শ্লোকৰ অৱতাৰণা কৰা হৈছে। সেইটোৰেই নান্দী শ্লোক বুলি ধাৰণা কৰিব পাৰি। কাৰণ তাৰ পিচতে "নান্দ্যন্তে সূত্ৰধাৰঃ' বুলি উল্লেখ কৰা হৈছে। কিন্তু শ্ৰীহৰ্ষৰ দ্বাৰা লিখিত 'ৰত্নাৱলী" নামৰ সংস্কৃত নাটকৰ প্ৰস্তাৱনা প্ৰসঙ্গত এটি শ্লোক, তিনিটা 'অপিচ' শ্লোক আৰু এটি 'বিষ্ণু' বুলি উল্লেখ থকা শ্লোক পোৱা গৈছে। তাৰ পিচতে "নান্দ্যন্তে সূত্ৰধাৰঃ" বুলি সূত্ৰধাৰে "অলমতি প্ৰসঙ্গেণ। অদ্যাহং বসন্তোৎসৱে সবহু মানমাহুয় নানাদিগ্‌ দেশাদাগতেন ৰাজ্ঞঃ শ্ৰীহৰ্ষদেৱস্য পাদপদ্মপজীবিনা ৰাজসমূহেনোক্তঃ, যথাস্মৎস্বামিনা শ্ৰীহৰ্ষদেৱেন পূৰ্ব্ববস্তুৰচনালঙ্কৃতা ৰত্নাৱলী নাম নাটিকা কৃতা।" বুলি নাট্যকাৰৰ নিজৰ পৰিচয় ডাঙি ধৰিছে অৰু নটীৰ লগত কথোপকথন কৰিছে।

শঙ্কৰদেৱৰ নাটতে সূত্ৰধাৰে নানা ভঙ্গিমা সহকাৰে সভাস্থলিত প্ৰবেশ কৰি প্ৰথম শ্লোক আৰু অপিচ শ্লোক পাঠ কৰি নান্দী গীত গাই বহলাকৈ নাটকীয় বিষয় বস্তুৰ আভাসযুক্ত ভট্টিমা বুলিছে ইত্যাদি (কিন্তু 'পাৰিজাত হৰণ" নাটত নান্দী গীত নাই কাৰণে "নান্দ্যন্তে সূত্ৰধাৰঃ" থোৱাও নাই)। এতেকে দেখা যায় শঙ্কৰদেৱৰ নাটকে সাৰ্থক বুলি নিজকে দাবী কৰিব পাৰে। ভৰত নাট্য শাস্ত্ৰতো "সূত্ৰধাৰঃ পঠেৎ নান্দীং' (৫ ১০৭) বুলি সূত্ৰধাৰে নান্দী পাঠ কৰিব লাগে বুলি কৈছে। নান্দী মানে কি সেই সম্বন্ধে সাহিত্য দৰ্পণত কৈছে—

আশীৰ্ব্বচন সংযুক্তা স্তুতিঃ যস্মাৎ প্ৰযুজ্যতে।
দেৱদ্বিজ নৃপাদীনাং তস্মাৎ নান্দীতি সংজ্ঞিতা।

সাহিত্য দৰ্পণ ৬/১১

অৰ্থাৎ — আশীৰ্ব্বাদ সংযুক্ত দেৱতা, ব্ৰাহ্মণ, ৰজা সকলৰ প্ৰশস্তি মূলক শ্লোক য'ত থাকে তাকে নান্দী বুলি কয়।

শঙ্কৰদেৱে নান্দীৰ সংজ্ঞা বা লক্ষণ পূৰ্ব্বোক্ত প্ৰকাৰে মানি লব খোজা নাই। তেৰাৰ নান্দীত আছে শ্ৰীকৃষ্ণ বা শ্ৰীৰামচন্দ্ৰৰ প্ৰশস্তিহে। "ৰুক্মিণী হৰণ" নাটৰ "জয় জগজীৱন মুৰাৰু" ৰামবিজয় নাটৰ জয় জগজীৱন ৰাম" এই নান্দী গীতেই তাৰ উদাহৰণ।

অঙ্কীয়া নাটত "ইতি সূত্ৰনিষ্ক্ৰান্তঃ" বুলি এষাৰি কথা আছে। সেইটো শঙ্কৰোত্তৰ কালৰ সংযোজনাহে। কোনোবাই সংস্কৃত নাটক পঢ়ি তাৰ আদৰ্শটি অঙ্কীয়া নাটত যোগ কৰি থলে। সংস্কৃত নাটত সূত্ৰধাৰৰ প্ৰস্থান হয় বুলি নাহে, কিন্তু অঙ্কীয়া নাটত শেষলৈকে থাকে। এতেকে উক্ত সংযোজনা শুদ্ধ নহয় বুলিয়েই ধাৰণা কৰিব পাৰি। সংস্কৃত নাটকত সূত্ৰধাৰে এগৰাকী নটীৰ (বোধহয় নৃত্যবিশাৰদা বা নাচনিজনাৰ মহিলা) লগত আলাপ কৰে। অঙ্কীয়া নাটতো সূত্ৰধাৰৰ লগত এগৰাকী সঙ্গী থাকে; কিন্তু তেওঁ নেপথ্যতহে কথা কয়, সশৰীৰে নহয়। যেনে সূত্ৰধাৰে কৈছে 'আহে সঙ্গী কি বাদ্য বাজে'? সঙ্গীয়ে কয় "আঃ দেৱদুন্দুভী বাজত, দেৱদুন্দুভী বাজৰত' আৰো সূত্ৰধাৰে কয় 'আঃসে পৰমেশ্বৰশ্ৰীকৃষ্ণ (বা শ্ৰীৰামচন্দ্ৰ) এ মিলল এ মিলল। এনেদৰে পৰস্পৰে কথা পতাৰ পিচত সঙ্গীৰ সংলাপ নাথাকে।

সংস্কৃত নাট অভিনয়ত সূত্ৰধাৰে দুকাষে দুগৰাকী সহায়ক পাৰি-পাৰ্শ্বিক (ভৰত নাট্যশাস্ত্ৰ – ৫/৭০) লৈ আহে দুয়ো গৰাকীৰ হাতত স্বৰ্ণ জল পাত্ৰ আৰু জৰ্জ্জৰ থাকে। সূত্ৰধাৰে পঞ্চপদ পৰিক্ৰমা কৰি পুষ্পাঞ্জলি, প্ৰদান নমস্কাৰ, স্বৰ্ণজল পাত্ৰৰ পৰা জল লৈ আত্ম শুদ্ধি, জৰ্জ্জৰ প্ৰতিষ্ঠা ইত্যাদি কামবোৰ কৰিব লাগে। কিন্তু অঙ্কীয়া নাটত জৰ্জ্জৰ প্ৰতিষ্ঠাৰ ঠাইত ভগৱানৰ বাঙ্ময়ী মূৰ্ত্তি ভাগৱত প্ৰতিষ্ঠা (কীৰ্ত্তন ঘৰত গুৰু আসন সদা প্ৰতিষ্ঠা থাকে, কিন্তু অন্য ঠাইত ভাওনা কৰিব লগা হলে ভাগৱত প্ৰতিষ্ঠা অৱশ্যে কৰণীয়), কৰিব লাগে, সূত্ৰধাৰ প্ৰৱেশৰ পূৰ্ব্বতে দুগৰাকী বায়ন বা গায়নে আঁৰ কাপোৰ ধৰি সূত্ৰধাৰ প্ৰৱেশৰ ইঙ্গিত কৰি দিয়ে বা সূত্ৰ-ধাৰৰ প্ৰৱেশত প্ৰাথমিক গাম্ভীৰ্য্য প্ৰকাশ কৰে। এই দুগৰাকী পুৰুষকে আমি পাৰিপাৰ্শ্বিক বুলি ধৰি লব পাৰো। আঁৰ কাপোৰ ধৰাৰ পাৰমাৰ্থিক প্ৰকাশ হ'ল আঁৰ কাপোৰ মায়াৰ আবৰণ (অগ্নিগড় নদাল শলাই ন বিধ ভক্তিৰ প্ৰতীক), আৰু নৱবিধ ভক্তিয়ে মায়াৰ আবৰণ ভেদ কৰি পৰব্ৰহ্ম প্ৰাপ্তিৰ পথ সুগম কৰি তোলে ইত্যাদি। সূত্ৰধাৰে পঞ্চপদ পৰিক্ৰমা কৰাৰ যি আহি নাট্য শাস্ত্ৰত আছে সেই আহি অঙ্কীয়া নাটতো আছে। সত্ৰীয়া সূত্ৰধাৰে নৃত্য ভঙ্গিমাৰে বা হস্ত ভঙ্গিমাৰে পুষ্পাঞ্জলি প্ৰদান, ভগৱৎ নমস্কা-ৰৰ দ্বাৰা আত্মশুদ্ধি কৰিবলৈ দিক্ বন্দনা বা পৰিক্ৰমা কৰে। উক্ত দিক্ বন্দনা হ'ল চতুৰ্দ্দিকে ভগৱৎ বন্দনাকে সূচায়। দিক্ বন্দনাও নৃত্য ভঙ্গিমাৰে কৰে। সূত্ৰধাৰৰ "তাক্ ধেই তিনি খিতি ধেই" এই খোলৰ বাজনাৰে দিক্ বন্দনা নৃত্য হয়। এয়েই 'পঞ্চপদ পৰিক্ৰমা"। আনহাতেদি "খিতি তাক্

ধেই দাওঁ” বুলি বাজনা মাৰোতে সূত্ৰধাৰৰ যি পদ চালনা (আগবাঢ়ি যোৱা পদ চালনা) আছে, তাকো “পঞ্চপদ পৰিক্ৰমা”ৰ লেখত ধৰিব পৰা যায়।

নাট্য শাস্ত্ৰৰ অনুশাসনমতে ৰঙ্গ মঞ্চত যুদ্ধ-বিগ্ৰহ, শয়ন, চুম্বন, ভোজন, হত্যা, বিবাহ আদি কাৰ্য্য নিষিদ্ধ। কিন্তু অঙ্কীয়া নাটত এনে নিষেধ মানি চলা নাই। বিপ্ৰ পত্নী প্ৰসাদ, দধিমথন নাটত খাদ্য ভোজন, ৰাম বিজয়, ৰুক্মিণী হৰণ, পাৰিজাত হৰণ, কেলি গোপাল, ভূষণ হেৰোৱা আদি নাটত যুদ্ধ বিগ্ৰহ, হত্যা, বিবাহ, শয়ন চুম্বন, আদি অভিনয় কাৰ্য্য দেখুওৱা হৈছে। দেশ, কাল, পাত্ৰ বা সময়ৰ গতি, সমাজৰ প্ৰয়োজনত নাট্যশাস্ত্ৰ বা সংস্কৃত নাটকৰ অনুশাসন ভঙ্গ কৰি শঙ্কৰ মাধৱদেৱে প্ৰগতিশীল যুগৰ ইঙ্গিত দিয়া যেনেই লাগে। চৰ্ব্বিত চৰ্ব্বন হলেও এটি কথা উল্লেখনীয় যে নাট্যশাস্ত্ৰ বা সংস্কৃত নাটকৰ লগত অঙ্কীয়া নাটৰ কিছুমান বৈশিষ্ট্য, ব্যৱধান আছে। সেই ব্যৱধান শঙ্কৰগুৰু দেৱৰ নিজস্ব আৰু যুগোচিত কাৰ্য্য বুলি ধৰি লব লাগিব। এনেকৈ সংস্কৃত নাটকৰ লগত অঙ্কীয়া নাটকৰ ব্যৱধান আৰু সাদৃশ্য বিলাক বিজনি কৰিব পাৰি। নিম্ন ভাগতো আৰু দেখুউৱা হ'ল।

(গ-১৪) -পূৰ্ব্বৰঙ্গ বিধান ঃ -

ভাৰত নাট্য শাস্ত্ৰৰ পঞ্চমাধ্যায়ত পূৰ্ব্বৰঙ্গৰ বিধান দিয়া হৈছে। নাট্য শাস্ত্ৰমতে পূৰ্ব্বৰঙ্গ মানে—

যস্মাৎ ৰঙ্গপ্ৰয়োগোঽয়ং পূৰ্ব্বমেৱ প্ৰযুজ্যতে।
তস্মাৎ অয়ং পূৰ্ব্বৰঙ্গো বিজ্ঞেয়োঽত্ৰ দ্বিজোত্তমাঃ।

নাট্যশাস্ত্ৰ ৫/৭

অৰ্থাৎ ঃ — হে ব্ৰাহ্মণ সকল! যিহেতু এই ৰঙ্গ প্ৰয়োগ পূৰ্ব্বতেই প্ৰযুক্ত হয়, সেই কাৰণে ইয়াক পূৰ্ব্বৰঙ্গ বুলি কোৱা হয়।

পূৰ্ব্বৰঙ্গ সম্বন্ধে সাহিত্য দৰ্পণত (৬/১০ শ্লোকত) বিশ্বনাথ কবিৰাজে অতি সুন্দৰকৈ ব্যাখ্যা দিছে। (দ্বিতীয় খণ্ডত উদ্ধৃতি দিয়া হৈছে) তেওঁ কৈছে যে নাটকৰ মূল বিষয় বস্তু আৰম্ভ হোৱাৰ পূৰ্ব্বতে ৰঙ্গ অৰ্থাৎ নাট্য গৃহৰ বিঘিনি দূৰ কৰিবৰ কাৰণে কুশীলৱ সকলে (নিপুণ বাদক) যি অনুষ্ঠান কৰে, সেয়ে পূৰ্ব্বৰঙ্গ। পূৰ্ব্বৰঙ্গ দুটা ভাগত বিভক্ত যেনে বহিঃ যৱনিকা আৰু অন্তৰ্যৱনিকা। বহিৰ্যৱনিকা দহ প্ৰকাৰ আৰু অন্তৰ্যৱনিকা ন প্ৰকাৰ। সৰ্ব্বমুঠ (পূৰ্ব্বৰঙ্গৰ অঙ্গ) উনৈশ প্ৰকাৰ বুলি জনা যায়।

(১) বহিৰ্যবনিকা :—

(ক) গীতবিধি— দেৱতাৰ প্ৰশাস্তিমূলক গীত।

মন্তব্য— অঙ্কীয়া নাটৰ "যৎ পাদ পঙ্কজ ৰজঃ শিৰসা সুৰেশঃ"
(ৰুক্মিণী হৰণ নাট)
"যন্নামাখিল লোকশোক শমনং।" (ৰামবিজয় নাট)
বাকী কেখন নাটতো দেৱতা প্ৰশস্তিমূলক অৰ্থাৎ ভগৱৎ প্ৰশস্তিমূলক শ্লোক বা গীত থকাত ইও গীত বিধিৰে অন্তৰ্গত হৈছে।

(খ) উত্থাপন— নান্দী শ্লোকৰ আবৃত্তি।

মন্তব্য— অঙ্কীয়া নাটৰ 'অপিচ' শ্লোকেই নান্দী শ্লোক যেনে
"খগেন্দ্ৰং সমাৰুহ্য নিৰ্জ্জিত্য শক্ৰম্"
(পাৰিজাত হৰণ নাট)
বীক্ষেন্দু মণ্ডলম খণ্ডমকুণ্ঠ বোধো
(কেলি গোপাল নাট)

অথবা

শৰত শশী নিশি ধৱলি অধিক।
লহু লহু মলয় পৱন তথি ঠিক॥
(কেলি গোপালৰ নান্দী গীত)

জয়জগজীৱন ৰাম।
কয়লো পৰি পৰণাম॥
(ৰামবিজয় নাটৰ নান্দী গীত)

(গ) পৰিবৰ্ত্তন :— ত্ৰিভুবনৰ অধিদেৱতা সকলৰ উদ্দেশ্যে কৰা স্তুতি।

মন্তব্য :— অঙ্কীয়া নাটৰ প্ৰথম নান্দী গীতটোৱেই ভগৱৎ স্তুতি বিষয়ক। লগতে নাটৰ থূলমূল কাহিনীও আছে। এতেকে পূৰ্ব্বোক্ত 'উত্থাপন' আৰু 'পৰিবৰ্ত্তন' দুয়োটা একেলগে সমাধা হৈছে।

(ঘ) নান্দী— প্ৰস্তাৱনা বা আমুখ।

মন্তব্য— ইয়াত নান্দীকে প্ৰস্তাৱনা বুলি কোৱা হৈছে। সাহিত্য

দৰ্পণৰ মতে সূত্ৰধাৰে নটী আৰু বিদূষক সঙ্গী আদিৰে সৈতে নাটকৰ মূল কাহিনী আৰম্ভ হোৱাৰ পূৰ্ব্বতে নাট্য বস্তুৰ কিঞ্চিৎ আভাস দি পৰস্পৰে যি সংলাপ কৰে, সেয়ে প্ৰস্তাৱনা বা আমুখ। উদ্ধৃতি দিয়া হ'ল

নটী বিদূষকো বাপি পাৰিপাশ্বিক এব বা।
সূত্ৰধাৰেণ সাহিতাঃ সংলাপং যত্ৰ কুৰ্ব্বতে ॥
চিত্ৰবাক্যৈঃ স্বকাৰ্য্যোত্থৈঃ প্ৰস্তুতাক্ষেপিভিৰ্মিথঃ।
আমুখং তত্তু বিজ্ঞেয়ং নাম্না প্ৰস্তাৱনাপিসা ॥
সাহিত্য দৰ্পণ ৬/১৬

'উত্থাপনত' নান্দী শ্লোক, 'পৰিবৰ্ত্তন'ত ত্ৰিভুবনৰ অধিদেৱ সকলৰ উদ্দেশ্য কৰা প্ৰশস্তিয়েই নান্দী আছিল। ইয়াত পুনৰ নান্দীক পৃথক কৰি দেখুউৱা হৈছে। অঙ্কীয়া নাটৰ 'অপিচ' বা নান্দী শ্লোক আবৃত্তি কৰাৰ পিচত সূত্ৰধাৰে "আহে সঙ্গী কি বাদ্য বাজে? এই বাক্যাংশ আৰু সঙ্গীয়ে "আঃ দেৱ-দুন্দুভী বাজত, দেৱ দুন্দুভী বজাৱত" এই বাক্যাংশ সংলাপেই প্ৰস্তাৱনা বা আমুখ অৰ্থাৎ নান্দীৰ দ্বিতীয় ভাগ বুলি ক'ব পাৰি।

(ঙ) শুষ্কাৱকৃণ্টা ঃ—জৰ্জ্জৰ শ্লোকসূচক আৰু অৰ্থহীন গানৰ আখৰ।

মন্তব্য ঃ - অঙ্কীয়া নাটত জৰ্জ্জৰ প্ৰতিষ্ঠা আৰু প্ৰশস্তি নহয়। তাৰ ঠাইত ভাগৱত প্ৰতিষ্ঠা, ভগৱৎ প্ৰশস্তি হয়। ইয়াত অৰ্থহীন গীত আদিও নাই। সকলোতে নানা ৰস সমৃদ্ধ বিশেষকৈ ভক্তি ৰসৰ দ্বাৰা পুষ্ট হৈ আছে। এতেকে 'শুষ্কাৱকৃণ্টা' ভাগটো আধ্যাত্মিক ৰূপত প্ৰতিফলন হৈছে।

(চ) ৰঙ্গদ্বাৰ :— নাট্যগ্ৰন্থৰ বা নাটকানুষ্ঠানৰ সূত্ৰপাত।

মন্তব্য ঃ— অঙ্কীয়া নাটৰ 'আহে সমাজিক লোক! যে জগতক গুৰু, যাহেৰি স্ৰজনা সয়ল সংসাৰ, ব্ৰহ্মা মহেশ বন্দিত পাদপদ্ম পৰম পুৰুষ পুৰুষোত্তম ৰুক্মিণী সত্যভামা সহিত ওহি সভামধ্যে প্ৰবেশি কহোঁ নৰকাসুৰ বধ, পাৰিজাত হৰণ লীলা যাত্ৰা কৌতুক কৰব। তাহে সাৱধানে দেখহ শুনহ, অতঃ পৰ পুণ্য কলিত নাহি নাহি। জানি নিৰন্তৰে হৰিবোল হৰি বোল" (পাৰিজাত হৰণ নাট) এই বাক্যাংশই "ৰঙ্গদ্বাৰ"

অৰ্থাৎ অনুষ্ঠানৰ প্ৰথম সূত্ৰপাত বুলি ক'ব পাৰি।
আঙ্গিক আৰু বাচিক অভিনয়ো 'ৰঙ্গদ্বাৰ'ৰ লেখত পৰে।

(ছ) চাৰি— শৃঙ্গাৰ সূচক অঙ্গভঙ্গী।
মন্তব্য— অসমীয়া নাটত শৃঙ্গাৰ ৰসাত্মক যি বিলাক উক্তি বা আঙ্গিক অভিনয় আছে সেইবিলাককে 'চাৰি' বুলি ক'ব পাৰি যেনে

কেশৰে কৰত কেলি গোপীনী সঙ্গে
কাহাকু হেৰয়ে হাসি আখিভঙ্গে লোৰাম
(কেলি গোপাল নাট)

(জ) মহাচাৰী— ভয়ানক বা ৰৌদ্ৰ সূচক অঙ্গভঙ্গী।
মন্তব্য— অসমীয়া নাটত ভয়ানক বা ৰৌদ্ৰ ৰসসূচক অঙ্গ ভঙ্গীয়েই 'মহাচাৰী' যেনে

আশ্ৰম যাইতে ঋষিক উচাট।
পেখিয়ে তাড়কা বেধল বাট॥
মিলল ভক্ষ্য পিশাচিনী হাসে।
কাম্পে কৌশিক পৰিয়া তৰাসে॥
(ৰামবিজয় নাট)

(ঝ) ত্ৰিগত— বিদূষক, সূত্ৰধাৰ আৰু পাৰিপাৰ্শ্বিকৰ সংলাপ।
মন্তব্য— অসমীয়া নাটত বিদূষক, সূত্ৰধাৰ আৰু পাৰিপাৰ্শ্বিকৰ মাজত সংলাপ নাই। সূত্ৰধাৰৰ লগত দুজন পাৰিপাৰ্শ্বিক আছে; কিন্তু তেওঁলোকে আঁৰ কাপোৰহে ধৰে, সংলাপ নাই। বিদূষক— যাক আমি অসমীয়া নাটৰ বহুৱা বুলি কওঁ তেওঁ-বিশ্বামিত্ৰৰ লগত (গাল্লৱ) আৰু নাৰদৰ লগত চাটুৱা বা শিষ্য হিচাবে থাকে। মাজে মাজে দৰ্শকৰ মাজত তেওঁ হাস্য ৰসৰ যোগান ধৰে।

(ঞ) প্ৰৰোচনা— সূত্ৰধাৰৰ দ্বাৰা দৰ্শকসকলৰ প্ৰতি ভাষণ।
মন্তব্য— অসমীয়া নাটত সূত্ৰধাৰৰ উক্তি (দৰ্শক সকলৰ প্ৰতি) সমূহেই 'প্ৰৰোচনা' যেনে

ভোভো সভাসদঃ যূয়ং শৃনুত সাৱধানতঃ।
কেলি গোপাল নামেদং নাটকং মুক্তি সাধকম্॥
(কেলি গোপাল নাট)

ইত্যাদি

পূৰ্ব্বোক্তখিনি 'বহিৰ্যবনিকা' অৰ্থাৎ দৰ্শকসকলে এইখিনি চকুৰে দেখা পায় আৰু কাণেৰে শুনে। অন্তৰ্যবনিকা ভাগটো দৰ্শক সকলে নেদেখে মাত্ৰ শুনেহে। অঙ্কীয়া নাটত অন্তৰ্যবনিকা ভাগটো দৰ্শকসকলে দেখেও আৰু শুনেও। কাৰণ নাটত এখন দোহাৰ (ৰঙ্গশীৰ্ষ) থাকে। তাত বাদ্যযন্ত্ৰ অৰ্থাৎ তাল, খোল, কাঁহ, দবা, শঙ্খ, নেগেৰা আদি সত্ৰীয়া বাদ্য থাকে। সেইবাৰ বজোৱা দৰ্শকসকলে দেখা পায় আৰু শুনে। গতিকে অন্তৰ্যবনিকা ভাগটো অঙ্কীয়া নাটত প্ৰায় নায়েই। তথাপি তাৰ নামসমূহ আৰু ব্যৱধান সমূহ নিম্ন ভাগত দেখুউৱা হ'ল।

২) অন্তৰ্যবনিকা —

(ক) প্ৰত্যাহাৰ — বাদ্য যন্ত্ৰৰ স্থাপন।
মন্তব্য — অঙ্কীয়া নাটক আৰম্ভৰ প্ৰাক্ মুহুৰ্ত্তত খোল, তাল, দবা, শঙ্খ, নেগেৰা, কাঁহ আদি ৰঙ্গশীৰ্ষ অৰ্থাৎ দোহাৰত স্থাপন কৰাকে 'প্ৰত্যাহাৰ' বুলিব পাৰি।

(খ) অবতৰণ — বাদক সকলৰ আসন গ্ৰহণ।
মন্তব্য — অঙ্কীয়া নাটৰ গায়ক বায়ক সকলে আসন গ্ৰহণ কৰাই 'অৱতৰণ'।

(গ) আৰম্ভ — গীতৰ আৰম্ভ।
মন্তব্য — অঙ্কীয়া নাটৰ সূত্ৰধাৰ - নৃত্যৰ পিচত যেতিয়া ৰাগ দি প্ৰথম শ্লোক আৰম্ভ কৰে, তাক 'আৰম্ভ' বুলি ক'ব পাৰি।

(ঘ) আশ্ৰাৱনা — বাদ্য যন্ত্ৰত সুৰ আৰোপন।
মন্তব্য — অঙ্কীয়া নাটত বাদ্যাদিত সুৰ আৰোপন কৰা নহয়। মাত্ৰ নাট্যাৰম্ভৰ আগে আগে বায়ন সকলে খোলত হাত বুলাই তাৰ মাত বা সুৰ পৰীক্ষা কৰে।

(ঙ) বক্ত্ৰপাণি — বাদ্য যন্ত্ৰ বাদনৰ আখৰা।
মন্তব্য — অঙ্কীয়া নাটত বাদ্য যন্ত্ৰ বাদনৰ আখৰা নহয়। নাটকৰ আখৰা কৰোতেই যুগপৎ বাদ্যবোৰৰ আখৰা হয়। এই আখৰা গীত, বাদ্য, নৃত্য তিনিওটা একেলগেই হয়

(চ) পৰিঘট্টনা — বাদ্য যন্ত্ৰৰ তাৰ বা তন্ত্ৰ সতেজ কৰা ।

মন্তব্য — অঙ্কীয়া নাটত বাদ্য যন্ত্ৰৰ সতেজকৰণ লগে লগেই হয়, সুকীয়াকৈ কৰা নহয়। অৱশ্যে নাটৰ আগে আগে খোলৰ বৰতি টনা কাৰ্য্য আৰু তালৰ দোল খুউৱা কাৰ্য্য হয় ।

(ছ) সংঘোটনা — তাল সূচক বিভিন্ন প্ৰকাৰৰ হস্ত সঞ্চালন ।

মন্তব্য — "মুখে গীত হাতে অৰ্থ পাৱে ধৰে তাল। পক্ষড় সদৃশ ভ্ৰমে সেহি ওজা ভাল" বুলি কোৱাৰ দৰে অঙ্কীয়া নাটকৰ বাদক, গায়কসকলে বিভিন্ন প্ৰকাৰ অৰ্থযুক্ত হস্ত সঞ্চালন কৰে ।

(জ) মাৰ্গাসাৰিত — বাদ্য সমূহৰ যুগপৎ বাদন ।

মন্তব্য — অঙ্কীয়া নাটত খোল, তাল, দবা, কাঁহ, নেগেৰা একে-লগে প্ৰসঙ্গক্ৰমে বজোৱা হয় । বিশেষকৈ শ্ৰীকৃষ্ণ বা ৰামৰ প্ৰবেশৰ বেলিকা আৰু নাটৰ শেষত এনে নিয়ম আছে ।

(ঝ) আসাৰিত— তাল সংক্ৰান্ত কলা বিভাগ বা সঙ্গীতৰ তাল ঠিক কৰা।

মন্তব্য— অঙ্কীয়া নাটত সঙ্গীতৰ তাল ঠিক কৰা পৰ্য্যায় নথকা নহয়। সঙ্গীতৰ তাল ঠিক নহ'লে সঙ্গীত নহয়। এতেকে ইয়াত আসাৰিত ক্ৰিয়া প্ৰযোজ্য হ'ব।

এনেকৈ পূৰ্ব্বৰঙ্গৰ উনৈশটা বিধান থকা দেখা যায়। সত্ৰীয়া নীতিত প্ৰায় সমগ্ৰ ভাগবোৰ পালিত হৈ আছিছে। অৱশ্যে সত্ৰীয়া সকলো কলা সঙ্গীতেই ভক্তিমূলক কাৰণে নাট্য শাস্ত্ৰ বা সংস্কৃত নাটকৰ সকলোবিলাক উপদেশ আৰু আদৰ্শ মানি চলিব পৰাও নাই । সত্ৰীয়া নীতিত পূৰ্ব্বৰঙ্গৰ প্ৰাৰম্ভণ হ'ল গায়ন বায়ন বা "নান্দেমালি"। অঙ্কীয়া নাটৰ আৰম্ভনিতে ভাগৱত স্থাপনা ( যদি সত্ৰৰ বাহিৰত হয় ) আৰু তাৰ পিচতে গায়ন বায়ন ব্যৱস্থাৰে ভগৱৎ বন্দনা বা মঙ্গলাচৰণ কৰা হয়। অভিনয়ৰ মঙ্গল বিধান আৰু অমঙ্গল দূৰ কৰিবৰ কাৰণে পূৰ্ব্বৰঙ্গৰ ব্যৱস্থা কৰা হয়। সেই বাবেই হবলা "অভিনয় দৰ্পনেও" একেটা সুৰতে সুৰ মিলাইছে

বিঘ্নাসাং নাশনং কৰ্ত্তুং ভূতানাং ৰক্ষনায় চ।
দেৱানাং তুষ্টয়ে চাপি প্ৰেক্ষকানাং বিভূতয়ে ॥

শ্ৰেয়সে নায়কস্যাত্ৰ পাত্ৰ সং শনায় চ।
আচাৰ্য্যশিক্ষাসিদ্ধ্যৰ্থং পুষ্পাঞ্জলিম থাৰভেৎ ।

অভিনয় দৰ্প ঃ

অৰ্থাৎ—বিঘ্ন নাশৰ কাৰণে, প্ৰাণীগণৰ ৰক্ষাবিধানৰ কাৰণে দেবতা সকলৰ তুষ্টিৰ কাৰণে, প্ৰেক্ষক সকলৰ বিভূতি লাভৰ কাৰণে, নাটকৰ নায়কৰ শ্ৰেষ্ঠত্ব লাভৰ কাৰণে, পাত্ৰ সকলৰ ৰক্ষণৰ কাৰণে আৰু গুৰু প্ৰদত্ত শিক্ষাত সিদ্ধিলাভৰ কাৰণ পুষ্পাঞ্জলিৰে পূৰ্ব্বৰঙ্গ সমাধান কৰা উচিত।

পূৰ্ব্বৰঙ্গৰ উনৈশটা বিধান থকা সত্বেও সত্ৰীয়া নীতিত পুনৰ নধেমালি ৰজাই পূৰ্ব্বৰঙ্গৰ পাতনি মেলাৰ কাৰণটো দেখা নাই এই সম্পৰ্কে বহুতৰে মনত সন্দেহ আৰু আলোচনা বিলোচনা কৰা দেখা যায় পূৰ্ব্বৰঙ্গ আৰু ধেমালিৰ মাজত বহুতে ভিন্নতা দেখিছে আৰু ধেমালি অংশ পূৰ্ব্বৰঙ্গৰ পূৰ্ণতাৰ সূচক নহয় বুলিও কৈছে। কিন্তু এটা কথা স্বীকাৰ কৰিব লাগিব যে যদিও ধেমালিক পূৰ্ব্বৰঙ্গৰ অন্তৰ্ভুক্ত কৰিব নোৱাৰি নানা ফলৰ পৰা, তথাপি সত্ৰীয়া এটি নিজস্ব বৈশিষ্ট্য আছে। শাস্ত্ৰীয় নীতি নিয়ম উল্লংঘা কৰিও থলুৱা উপাদান আৰু বৈশিষ্ট্য ৰক্ষা কৰাৰ বিধানো নথকা নহয়। অসমতে নহয়, সমগ্ৰ ভাৰতবৰ্ষতে সাঙ্গীতিক ক্ষেত্ৰত শাস্ত্ৰীয় নীতিকো উল্লংঘা কৰি থলুৱা বৈশিষ্ট্যক আপোন বুলি গ্ৰহণ কৰা দৃষ্টান্ত আছে। সাজ-পাৰ, ৰং-বৰণ, ভাষা-সংস্কৃতি, নীতি-নিয়ম আদি স্থান বিশেষে ব্যৱধান আছেই। সেই বুলি তেনে নীতি ব্যৱস্থা কোনোপধ্যে অশুদ্ধ বা অনীতি বুলি কোৱাৰ থল নাই আৰু কোৱাটোহে অশুদ্ধ। গতিকে ভাওনাৰ আগে আগে ভাগৱত স্থাপনা আৰু তাৰ পিছতে গুৰুগম্ভীৰ ধ্বনিৰে গায়ন বায়ন পদ্ধতিৰে মঙ্গলাচৰণ হিচাবে 'ন ধেমালি' আৰম্ভ কৰাত সি পূৰ্ব্বৰঙ্গ নহৈ কি হ'ব পাৰে প্ৰশ্ন লাগে। শান্ত, গহীন গম্ভীৰ, ভক্তিভাৱেৰে ন ধেমালিয়ে যি বৈশিষ্ট্য বা পৰিবেশ সৃষ্টি কৰে, বোধহয় নাট্য শাস্ত্ৰৰ পূৰ্ব্বৰঙ্গই তেনে পৰিবেশ সৃষ্টি কৰিব নোৱাৰে। এতেকে ন ধেমালিক পূৰ্ব্বৰঙ্গই বুলিব পাৰি।

(গ—১৫)- অঙ্কীয়া নাটৰ সূত্ৰধাৰঃ—

সূত্ৰধাৰ সম্বন্ধে দ্বিতীয় খণ্ডত প্ৰকাশ কৰি অহা হৈছিল যদিও কাৰ্য্য আৰু প্ৰয়োজন বোধে লোভ সামৰিব নোৱাৰিলো। সূত্ৰধাৰ নামে

"সূত্ৰং ধাৰয়তীতি সূত্ৰধাৰঃ" অৰ্থাৎ সূতা বা দোলদাল ধৰে বাবেই সূত্ৰধাৰ। নাটকৰ আঙ্গিক, বাচিক, আহাৰ্য্য, সাত্ত্বিক প্ৰভৃতি আদিৰে পৰা সমাপ্ত পৰ্য্যন্ত যি দাল সূত্ৰ বা দোল আছে, সেইদাল সঙ্কোচন আৰু সম্প্ৰসাৰণ কৰিব পৰা সামৰ্থ্য তথা সেই দোলেৰে সমস্ত পাত্ৰবিশেষকে দাৰু যন্ত্ৰবৎ নচুৱাব পাৰে যিজনে, সেইজনকে সূত্ৰধাৰ বোলা হয়। ভৰত নাট্য শাস্ত্ৰত সূত্ৰধাৰৰ ভূমিকা গ্ৰহণ কৰিবলৈ কেনেকুৱা ব্যক্তিৰ প্ৰয়োজন বা কেনেকুৱা গুণৰ অধিকাৰী হ'ব লাগে, সেই সম্বন্ধে বিস্তৃত ভাৱে বিবৰণ পোৱা যায় যেনে (সূত্ৰধাৰৰ লক্ষণ)—

চতুৰাতোদ্যকুশলঃ শাস্ত্ৰকৰ্ম্ম সুশিক্ষিতঃ।
নানা পাষণ্ড কাৰ্য্যজ্ঞো নীতি শাস্ত্ৰাৰ্থতত্ত্ববিৎ॥
বেশোপচাৰ নিপুণঃ কাম শাস্ত্ৰ বিচক্ষণঃ।
নানা গতি প্ৰচাৰজ্ঞঃ ৰসভাৱ বিশাৰদঃ॥
নাট্য প্ৰয়োগ কুশলঃ নানা শিল্প সমন্বিতঃ।
পাদচ্ছন্দো বিধানজ্ঞঃ সৰ্ব্ব শাস্ত্ৰ বিচক্ষণঃ॥
গ্ৰহ নক্ষত্ৰ তত্ত্বজ্ঞো দেহ ব্যাপাৰ পণ্ডিতঃ।
পৃথিৱী দ্বীপবৰ্ষানাং পৰ্ব্বতানাং জলস্য চ॥
প্ৰমাণ চৰিতজ্ঞশ্চ ৰাজবংশ প্ৰসূতিবিৎ।
শ্ৰোতা শাস্ত্ৰাৰ্থকাৰাণাং শ্ৰুত্বা চৈবাবধাৰকঃ॥
অবধাৰ্য্য প্ৰবক্তা চ ৰক্তশ্চৈবোপদেশনে।
এবং গুণস্তথাচাৰ্য্যঃ সূত্ৰধাৰো বিধীয়তে॥

অৰ্থাৎ— চতুৰ্ব্বাদ্য নিপুণ, শাস্ত্ৰানুযায়ী বিভিন্ন কাৰ্যত সুশিক্ষিত, নানা ধৰ্ম্ম সম্প্ৰদায়ৰ আচৰণত অভিজ্ঞ, নীতি শাস্ত্ৰৰ অৰ্থ তত্ত্বজ্ঞ, বেশোপচাৰ আৰু কাম শাস্ত্ৰত পাৰ্গত, বিভিন্ন নাটকীয় গতি প্ৰচাৰত (নৃত্যাদিত) নিপুণ, নৱ ৰসৰ ভাৱ সমূহত বিশাৰদ, নাট্য প্ৰয়োগত বিচক্ষণ, বিভিন্ন শিল্প সমুদায়ত জ্ঞানী, পাদ, ছন্দ বিধানত জ্ঞানশীল, সকলো শাস্ত্ৰবিচক্ষণ, জ্যোতিষবিদ্যা, শাৰীৰিক তত্ত্ব মানব চৰিত্ৰ বিদ্যা, পৃথিৱীৰ বা ভৌগোলিক সংস্থান, ৰাজবংশ সমুদায়ত জ্ঞানী, কৰ্ত্তব্য নিৰ্দ্ধাৰণত যোগ্যতা সম্পন্ন, মত প্ৰকাশত যোগ্যমন, উপদেশ দাতাযোগ্য আদি বিশেষ গুণ থকা ব্যক্তিয়েই নাট্যাচাৰ্য্য বা সূত্ৰধাৰ হবৰ উপযুক্ত।

উপযুক্ত গুণসম্পন্ন ব্যক্তিয়েই সূত্ৰধাৰ হোৱাৰ উপযুক্ত বুলি বিবেচিত হৈছে। অঙ্কীয়া নাটতো এনেকুৱা ব্যক্তিয়েই প্ৰয়োজন।

ভাৰতীয় নাট্য পৰম্পৰাত সূত্ৰধাৰ আৰু বিদূষকে নাটকৰ সূত্ৰ ধৰে বা আঁত ধৰে। কথাকলি নৃত্য নাট্যত বিদূষকে সূত্ৰ ধৰাৰ কথা এইখিনিতে উল্লেখ নকৰি নোৱাৰিলো। কিন্তু অঙ্কীয়া ভাওনাত বিদূষকৰ স্থান নগণ্য। বিদূষক প্ৰায় নাই বুলিয়েই ধৰিব পাৰি। বিদূষক গৰাকীয়ে নাটত মাজে মাজে হাস্যৰসৰ সৃষ্টি কৰে। সমগ্ৰ নাটখন তেওঁ পৰিচালনা কৰে। "মালবিকা-গ্নিমিত্ৰম্" সংস্কৃত নাটখনত তাৰ এটি আভাস পোৱা যায়। অঙ্কীয়া নাটত 'বহুৱা' (বসুৱা) নামৰ এটি চৰিত্ৰ আছে। "পাৰিজাত হৰণ" নাটত আছে "বসুৱা চুঁৰৰি পাৰল, মুনি তথি বৈঠল" ইত্যাদি। ৰামবিজয় নাটতো বিশ্বামিত্ৰ মুনিৰ লগত এজন বহুৱা বা বসুৱা ওলায়। তেঁৱেই হ'ল গালৱ শিষ্য। এই বহুৱাজনেই হ'ল অঙ্কীয়া নাটৰ বিদূষক। কিন্তু সকলো নাটকতে নাই। বহুতো আধুনিক পণ্ডিতে "পাৰিজাত হৰণ" নাটকৰ নাৰদক, "ৰুক্মিণী হৰণ" নাটকৰ বেদনিধিক আৰু "ৰামবিজয়" নাটকৰ বিশ্বামিত্ৰক বিদূ-ষক চৰিত্ৰ বুলি ধৰিব খোজে বা বিদূষক চৰিত্ৰ শ্ৰেণীত ধৰে। কিন্তু দেখা যায় তেওঁলোক নাটকৰ নায়ক নহয় আৰু মাজে মাজে হাস্য ৰসৰ সৃষ্টি কৰিলেও তেওঁলোকৰ চৰিত্ৰৰ গাম্ভীৰ্য্যতা লক্ষ্যণীয় তথা তেওঁলোকে কৃষ্ণ ভক্তি বা ৰাম ভক্তিৰ কাৰণে সহায় কৰে বা প্ৰেক্ষক সকলক সেই সম্প-ৰ্কত উদ্বুদ্ধ কৰে বা সজাগ কৰে। এতৎ ব্যতীত তেওঁলোকৰ অন্য কাৰ্য্য নাই। এতেকে অঙ্কীয়া নাটত দুজন প্ৰধান ব্যক্তি হ'ল সূত্ৰধাৰ - যি জনে সমগ্ৰ নাট পৰিচালনা কৰে (যাক পৰিচালন সঞ্চালক বুলি ক'ব পাৰি) আৰু দ্বিতীয়জন হ'ল সূত্ৰধাৰৰ পৰিচালনাত আৱিৰ্ভাব হোৱা নাটকৰ নায়ক ৰামচন্দ্ৰ বা শ্ৰীকৃষ্ণ। সূত্ৰধাৰজনক বহুতেই আকৌ পোছাকৰ ক্ষেত্ৰত উভয় লিঙ্গ সূচক বুলিও কব খোজে। নাটকত উভয় লিঙ্গৰ (পুৰুষ আৰু স্ত্ৰীলিঙ্গ) চৰিত্ৰৰ আগমন নিৰ্গমন হোৱা হেতু উভয়ৰ লিঙ্গ সূচক বুলি মত প্ৰকাশ কৰিলেও সেইটো কিমান গ্ৰহণযোগ্য হয়, তাক বিচাৰ কৰি চোৱাৰ অৰ্থাৎ বিশেষভাৱে চিন্তা কৰি চোৱাৰ প্ৰয়োজন আছে।

(গ – ১৬)—প্ৰেক্ষাগৃহ বা নাটঘৰ ঃ—

ভাৰত নাট্যশাস্ত্ৰত নাট পৰিৱেশন কৰা স্থানক নাট্যগৃহ, প্ৰেক্ষাগৃহ, নাট্য বেশ্ম, নাট্য মণ্ডপ, ৰঙ্গশালা, ৰঙ্গভূমি, ৰঙ্গ মণ্ডপ আদি বোলে। অসমীয়া ভাষাত নাটঘৰ বোলে। অৱশ্যে আজিকালি বিভিন্ন সুৰুলা নামো ব্যৱহাৰ হৈছে। নাট্য শাস্ত্ৰত প্ৰেক্ষাগৃহ স্বৰ্গ আৰু মৰ্ত্যৰ (পৃথিৱীৰ) কাৰণে বিভাগ কৰা হৈছে আৰু দীৰ্ঘ প্ৰস্থাদি নিৰূপণ কৰা হৈছে। বুদ্ধিমান বিশ্বকৰ্ম্মাই

শাস্ত্ৰানুসাৰে তিনিবিধ প্ৰেক্ষাগৃহৰ নাম ঘোষণা কৰিছে যেনে বিকৃষ্ট (বৃহদাকাৰ বিশিষ্ট), চতুৰস্ৰ (ভাতকৈ আৰাৰ সৰু, চাৰি কোণীয়া), আৰু ত্ৰ্যস্ৰ (সৰু, তিনিকোণীয়া)। ইয়াকে জ্যেষ্ঠ, মধ্যম আৰু অৱৰ (অধম) বোলে। ইয়াৰ দীৰ্ঘ আৰু প্ৰস্থ আছে। স্বৰ্গৰ কাৰণে প্ৰেক্ষাগৃহ হ'ব ১০৮ (এশ আঠ হাত দীৰ্ঘ আৰু ৬৪ বা ৩২ (চৌষষ্ঠী বা বত্ৰিশ) হাত প্ৰস্থ বা বহল। এনে নিয়মৰ প্ৰেক্ষাগৃহ দেৱতা সকলৰ কাৰণে। পৃথিৱীৰ জন সাধাৰণৰ প্ৰেক্ষাগৃহ দীৰ্ঘ হ'ব ৬৪ (চৌষষ্ঠী) হাত আৰু প্ৰস্থ হ'ব ৩২ (বত্ৰিশ) হাত। অতি বৃহৎ আকাৰযুক্ত প্ৰেক্ষাগৃহ হলে অভিনেতাৰ বাক্য, বচন শুনাত অসুবিধা আৰু উচ্চাৰণ হৈ যাব বুলি নাট্য শাস্ত্ৰই কৈছে। মধ্যম বিধৰ হ'লে আবৃত্তি আৰু গীত সহজতে শুনা হয় বুলিও কৈছে। তদুপৰি উপযুক্ত স্থল নিৰ্ব্বাচন, ভূমিৰ পৰিমাণ, জোখ কৰা অৰ্থাৎ সূতা ধৰা বিধি, আধাৰশীলা স্থাপন অনুষ্ঠান, স্তম্ভ নিৰ্ম্মাণ, কাৰু—কাৰ্য্য আদিৰ বিধান আছে। লগতে ৰঙ্গপীঠ (ভাওনা কৰা স্থলী)' আৰু ৰঙ্গ শীৰ্ষ (ভাওনাৰ দোহাৰ) আদিৰ আলোচনাও আছে। এনেকৈ নাটঘৰ নিৰ্ম্মাণৰ ব্যৱস্থা নাট্য শাস্ত্ৰই দিছে। কিন্তু এনে ব্যৱস্থা দিয়াৰ পিচত বা স্বৰ্গত নাট্যশালা বা প্ৰেক্ষাগৃহ নিৰ্ম্মাণ হোৱাৰ পিচত পৃথিৱীত 'বিকৃষ্ট' পৰ্য্যায়ৰ নাট্য মণ্ডপ নিৰ্ম্মাণ হৈছিল নে নাই সন্দেহজনক। কিন্তু এটি কথা অপ্ৰিয় হলেও সত্য যে শঙ্কৰদেৱে "চিহ্ন যাত্ৰা" (১৩৯০ শকাব্দ) ভাওনা পাতোতে সম্ভৱতঃ এটি অস্থায়ী, অথচ তৎকালিন ৰুচিসম্মত প্ৰেক্ষাগৃহ (মুকলি ৰঙ্গমঞ্চ) নিৰ্ম্মাণ কৰি লৈছিল। সেই সম্বন্ধে "চিহ্নযাত্ৰা" প্ৰসঙ্গত উল্লেখ কৰা হ'ব। উক্ত মুকলি ৰঙ্গমঞ্চ স্থানত কোনো নিয়ন্ত্ৰিত ব্যৱস্থা নিশ্চয় নাছিল। মুকলি ভাৱে সৰ্ব্ব সাধাৰণে ভাওনা উপভোগ কৰাৰ সুবিধা পাইছিল। চিহ্ন যাত্ৰাৰ সেই প্ৰেক্ষাগৃহ দৰাচলতে হৰিমন্দিৰ বা কীৰ্ত্তন ঘৰৰ পৰ্য্যায়ৰ আছিল বুলিয়েই কব পাৰি। মহাপুৰুষ শঙ্কৰদেৱে নাট্য সঙ্গীতৰ ব্যৱস্থা হৰিভক্ত কাৰণেই কৰি লৈছিল আৰু সেই সকলৰ প্ৰয়োগ বা ব্যৱহাৰ হৰিভক্তিৰ লাভৰ কেন্দ্ৰস্থান তথা সৰ্ব্বজন প্ৰীতি সম্প্ৰীতিৰ মুখ্য স্থান হৰি মন্দিৰ বা সত্ৰীয়া ভাষাত কীৰ্ত্তন ঘৰতে কৰিছিল। প্ৰেক্ষা গৃহত নাটকহে হয়, আন নহয়। গতিকে সকলো ৰসৰ সমাবেশ একমাত্ৰ কীৰ্ত্তন ঘৰতহে হ'ব পাৰে। যেনে প্ৰথমতে হৰিমন্দিৰৰ আকাৰতে চিহ্নযাত্ৰাৰ মণ্ডপ নিৰ্ম্মিত হৈছিল য'ত "ভাওনা কৰিলে কৃষ্ণ পূজিবে লাগয়" উক্তি শুনা গৈছিল। সেই বাবে সেই আদৰ্শ মতে এই পৰ্যন্ত কীৰ্ত্তন ঘৰতহে সত্ৰৰ নাটক, সঙ্গীত প্ৰদৰ্শন

হয় — যাতে সৰ্ব্বসাধাৰণে মুকলি ভাৱে ভক্তিৰস পান কৰিব পাৰে। সত্ৰত বা সত্ৰীয়া সকলে ব্যৱসায় ভিত্তিত নাট্য সঙ্গীত বিকাশ তথা প্ৰসাৰ কৰিব নালাগে। আজিকালি ভক্তিৰস পান কৰোতা মানুহৰ সংখ্যা কমি অহাত আৰু কীৰ্ত্তন ঘৰত কিছুমান উদ্ধত জনতাই বিশৃঙ্খলা কৰি দিয়াত নিয়ন্ত্ৰণৰ ব্যৱস্থাৰে প্ৰেক্ষাগৃহ আধুনিক ধৰণেৰে নিৰ্ম্মিত হৈছে। লগতে সাম্প্ৰতিক কালত অৰ্থনৈতিক জুৰুলা হোৱা জনসাধাৰণে প্ৰেক্ষক সকলক অৰ্থৰ বিনিময়ত প্ৰবেশ পত্ৰ দিয়াৰ ব্যৱস্থা কৰিছে। পূৰ্ব্বকালত সমগ্ৰ ৰতিটো নাট্য সঙ্গীত প্ৰদৰ্শন কৰা হৈছিল আৰু দৰ্শক সকলেও ভক্তিভাৱে নাটক উপভোগ কৰিছিল। কিন্তু এতিয়া তেনেকুৱা ব্যৱস্থা কমি আহিছে। এই বিলাক সাময়িক তথা প্ৰকৃতিৰ পৰিবৰ্ত্তনৰ সূচনা বুলিয়েই ক'ব পাৰি।

শ্ৰীমন্ত শঙ্কৰ গুৰুৰ ধৰ্ম্মীয় পৰিকল্পনাৰে নিৰ্ম্মিত কীৰ্ত্তন ঘৰক আমি "ভক্তিৰসৰ প্ৰেক্ষাগৃহ" বুলিলে নিশ্চয় অপৰাধী নহম। সঙ্গীত নাট্যও কীৰ্ত্তনৰ অন্তৰ্গত কাৰণে নাম কীৰ্ত্তনৰে এটি প্ৰধান শাখা বুলি কলে কোনো পক্ষৰ পৰা অশাস্ত্ৰীয় নহয়। কীৰ্ত্তন ঘৰত ভাওনা পাতিলে তাৰ যি বিলাক পৰিপাটী বা পঙক্তিবদ্ধ নিয়ম আছে, সেই বিলাক শঙ্কৰ গুৰুৰ দ্বাৰা প্ৰবৰ্ত্তিত বুলি বুকুত হাত দি ক'ব পাৰি। অৱশ্যে যুগ, কাল, পাত্ৰৰ সূচনতো কিছুমান পৰিবৰ্ত্তন নোহোৱাকৈ থকা নাই। কমলাবাৰী সত্ৰৰ কীৰ্ত্তন ঘৰত ভাওনা পাতোতে যি বিলাক নিয়ম হয়, তাৰ গোটাচেৰেক উল্লেখ কৰা হ'ল। সত্ৰত স্থায়ী ভাৱে নিৰ্ম্মিত কীৰ্ত্তন ঘৰত ভাওনা হলে গুৰু আসন বা গুৰু সিংহাসনত নববস্ত্ৰ প্ৰদান, বন্তি প্ৰজ্বলন আদি বাধ্যতামূলক। সত্ৰাধিকাৰ জন দক্ষিণ ফালে থাকে। ভকতসকল সত্ৰাধিকাৰৰ আশে পাশে উপবেশন কৰে। তাৰ পিচৰ খোটালিত অন্য ঠাইৰ পৰা অহা দৰ্শক সকল বহে। কীৰ্ত্তন ঘৰৰ ইমূৰৰ পৰা সিমূৰলৈকে সিংহাসনৰ পোনে পোনে মাজৰ খণ্ড খোলা থাকে। তাৰ দুয়োটা কাষতহে দৰ্শকসকল বহিব পাৰে। সিংহাসনৰ সন্মুখৰ খোটালিটো এৰি দ্বিতীয় খোটালিটোত অভিনয় কৰাৰ কাৰণে ৰখা হয়। ইয়াক ভৰত নাট্য শাস্ত্ৰৰ ভাষাত 'ৰঙ্গপীঠ' বোলে। উক্ত 'ৰঙ্গপীঠ' খণ্ডটোৰ পিচত সিংহাসনৰ পোনে পোনে এখন 'দোহাৰ' থাকে। নাট্য শাস্ত্ৰৰ মতে উক্ত 'দোহাৰ'ক 'ৰঙ্গশীৰ্ষ' বোলা হয়। দোহাৰত সূত্ৰধাৰ, গায়ন, বায়ন সকল, ভাওনাৰ বাবে প্ৰয়োজনীয় সত্ৰীয়া বাদ্য যন্ত্ৰাদি থাকে। তাৰ পৰাই অভিনয় নিয়ন্ত্ৰণ হয়। দোহাৰৰ দক্ষিণ ফালে অভিনেতা বা ভাৱৰীয়া সকলৰ প্ৰবেশ প্ৰস্থান কৰাৰ এটা সৰু পথ থাকে। সেই পিনেদি

অভিনেতা সকল প্ৰবেশ প্ৰস্থান কৰে। ইয়াক "কুতপ সন্নিবেশঃ" বুলি কয়। 'দোহাৰ'ৰ গাতে লগ লৈ কীৰ্ত্তন ঘৰৰ চ'তিৰ পৰা তললৈ নমাই) এখন বগা বা ক'লা আঁৰ কাপোৰ থাকে। এইখন "দোহাৰৰ' ৰক্ষা কবচ। এই খনেই 'দোহাৰৰ' সীমা যাতে আন মানুহে তাত উপবেশন কৰিব নোৱাৰে। দোহাৰৰ পিচফালে দক্ষিণ ফালে) ভাৱৰীয়া সকলে সাজপাৰ কৰা এখন ঠাই থাকে। তাক সত্ৰীয়া ভাষাত ".চাঁঘৰ" বুলি কয়। নাট্যশাস্ত্ৰ মতে "নেপথ্য গৃহ'' আৰু আনসকলৰ মতে "সজ্জাকক্ষ''। ৰঙ্গ পীঠলৈ প্ৰবেশ কৰি আহি-বৰ কাৰণে "নেপথ গৃহ"ত এখন দুৱাৰ থাকিব লাগে ( নাট্যশাস্ত্ৰ ২/৯৫ )। ৰঙ্গপীঠ প্ৰবেশ পথত (দোহাৰৰ কাষতে) সত্ৰীয়া নীতিমতে এটি "অগ্নিগড়" থাকিব লাগে। নাট্য শাস্ত্ৰৰ তৃতীয় অধ্যায়ৰ "ৰঙ্গমঞ্চত আলোক সজ্জা" প্ৰসঙ্গত আছে যে নাট্যাচাৰ্য্যই ঘট ভঙাৰ পিচত (সূত্ৰধাৰে ঘট ভঙা নীতি আছে নিভীক সহকাৰে জ্বলন্ত প্ৰদীপ লৈ গোটেই প্ৰেক্ষাগৃহ আলোকিত কৰিব। এই নিয়মেই বোধ হয় 'অগ্নিগড়'। ইয়াৰ তলতে এখন আঁৰ কাপোৰ ধৰি ( দুজন গায়ন বায়নে বা অন্য কোনো বিভাগীয় সহকৰ্ম্মীয়ে ) অভিনেতাই আঠুলৈ সেৱা কৰি থকা অৱস্থাতে এজনে টান মাৰি লৈ যায়। দোহাৰৰ সকলোৱে হৰিধ্বনি কৰে। অভিনেতাজনে নাচি নাচি ৰঙ্গপীঠলৈ আগবাঢ়ি যায়। লগত গীত, তাল, খোল বাদ্য বজোৱা হয়। অভিনেতা সকলক দক্ষিণ ফালে (অৰ্থাৎ পুৰুষ সকলক) আৰু অভিনেত্ৰী সকলক (মহিলা সকলক) উত্তৰ ফালে বহিবলৈ দিয়া হয়। উল্লেখযোগ্য যে সত্ৰৰ ভকতৰ ল'ৰাইহে মহিলাৰ ভাও দিয়ে। ইয়াত অভিনেত্ৰী মানে মহিলাৰ কথা কোৱা নাই। মহিলাৰ ভাও দিয়া সকলক উত্তৰ ফালে বহিবলৈ দিয়াৰ প্ৰধান কাৰণ হ'ল মহিলা সকল সদায় পুৰুষৰ বাওফালে অৱস্থান কৰে। ৰঙ্গপীঠলৈ যাত্ৰা কৰি নাচি নাচি যাওঁতে উত্তৰ ভাগটো সদায় সকলোৰে বাওঁফালে হয়। গতিকে তেওঁ লোকক উত্তৰ ফালে বহিবলৈ দিয়া হয়। বহিবৰ কাৰণে 'কঠ' বা কাপোৰ পাৰি দিয়া হয়। কীৰ্ত্তন ঘৰত উচ্চাসনত উপবেশন নিষিদ্ধ। সাত্ত্বিক পৰি-বেশত ভাৱৰীয়া সকল বহাটো সত্ৰীয়া নীতিৰ ভিতৰতে পৰে। ভাৱৰীয়া সকল প্ৰবেশ কৰাৰ পিচত বিনা কাৰণত নেপথ্যগৃহলৈ আহিব নেপায়। সূত্ৰ-ধাৰে অনুমতি নিদিলে তেওঁলোক আহিব নোৱাৰে। অঙ্কীয়া ভাওনা দিনৰ ভাগত যিমান শোভা বৰ্দ্ধন হয়, ৰাতি সিমান নহয়। গতিকে অঙ্কীয়া ভাওনা প্ৰায়েই দিনৰ ভাগতহে অভিনীত কৰা হয়। পূৰ্ব্বকালত সূত্ৰধাৰ, শ্ৰীকৃষ্ণ বা শ্ৰীশ্ৰীৰামচন্দ্ৰৰ ভাওনা লোৱাজনে উপবাসে থাকিব লাগে আৰু সাত্ত্বিক পৰিবেশত থাকিব লাগে। এই নীতি ভাওনা দিনাৰ কাৰণে। আজিকালি

সেই পবিত্ৰ নীতি প্ৰায়েই নাইকীয়া হৈছে। পূৰ্ব্বোক্ত বিধিবিলাক শাস্ত্ৰীয় আৰু সত্ৰীয়া দুয়োবিধৰে আছে। এনেকৈয়ে নীতিবোৰ পালিত হৈ আহি আছে। সম্পূৰ্ণ লিখিলে বহল হয় কাৰণে লিখা নাই।

(গ—১৭) অঙ্কীয়া নাটত ব্ৰজাবলী ভাষাঃ—

শঙ্কৰ মাধবদেৱৰ দ্বাৰা ৰচিত নাটক সমূহত বৰগীত সমূহত আৰু অন্যান্য পুথিত ব্যৱহাৰ কৰা ভাষা হ'ল ব্ৰজাবলী। বিশেষকৈ নাটক আৰু বৰগীততে ব্ৰজাবলী ভাষাৰ প্ৰয়োগ সৰ্ব্বাধিক বুলি জনা যায়। পুথিবিলাক যেনে কীৰ্ত্তন ঘোষা, নাম ঘোষাত আংশিক ভাবেহে আছে। সেইবাবে ব্ৰজাবলী ভাষাৰ ব্যৱহাৰ তিনিটা ভাগত ভগাব পাৰি যেনে নাটক, বৰগীত আৰু ধৰ্ম্মপুথি অৰ্থাৎ কীৰ্ত্তনাদি ভক্তিপৰ শাস্ত্ৰ সমূহ। ব্ৰজাবলী ভাষাৰ ব্যৱহাৰ শতকৰা নিৰান্নৈব ভাগ নাটকতে আছে। বাকী এভাগ সংস্কৃত ভাষা বুলি জনা যায়। ভক্তি শাস্ত্ৰত সংস্কৃত ভাষাৰ ব্যৱহাৰ বেছি। ব্ৰজাবলী কম। বৰগীতত শতকৰা আশীভাগ ব্ৰজাবলী আৰু বিশভাগ সংস্কৃত বুলি এটি স্থূলমূল সমীক্ষা ডাঙি ধৰিব পাৰি। অৱশ্যে এইখিনি অনুমান ভিত্তিতহে লিখা হৈছে। বিচাৰ কৰিলে কম বেছি হবও পাৰে।

পৃথিৱীত যিমানবিলাক জাতি সম্প্ৰদায় আছে, সকলোৰে কাৰণে নিজৰ নিজৰ ভাষা, উপভাষা আদি আছে। ভাষা হ'ল জাতিৰ প্ৰতীক বা নিচান। অসমত অসমীয়া, বঙ্গত বঙলা, উৰিষ্যাত উৰিয়া আদি ভাষাৰ ব্যৱহাৰ সেই সেই জাতিৰ স্বতন্ত্ৰ প্ৰতীক হিচাবে হৈছে। কিন্তু নাটকৰ ক্ষেত্ৰত কবি নাট্যকাৰ সকলে তেনেকুৱা ধৰা বন্ধা নিয়ম কৰি যোৱা নাই অৰ্থাৎ নাটকীয় চৰিত্ৰ সংলাপ আদিত নিজৰ ভাষাৰ উপৰিও অন্য ভাষা ব্যৱহাৰ কৰি চৰিত্ৰ সমূহ জীৱন্ত কৰি গৈছে। পুতলা নাচত সূত্ৰধৰাৰ লগে লগে যেনেকৈ পুতলাবোৰে হ'ত-ভৰি লৰাই জীৱন্ত হয়, ঠিক তেনেকৈ নাটকত চৰিত্ৰ আদিয়ে সংলাপ কৰিলেই জীৱন্ত হয়। সেই কাৰণে সকলোকে ভাষা লাগে। ভাৰতীয় কবি নাট্যকাৰ সকলে তেওঁলোকৰ ধৰ্ম্ম আৰু নাটক প্ৰচাৰৰ বাহক হিচাবে যিবোৰ ভাষা ব্যৱহাৰ কৰি গৈছে সেইবিলাক ইয়াত আলোচ্য বিষয় নহয়।

ভৰত নাট্য শাস্ত্ৰত নাটকীয় চৰিত্ৰৰ মুখত কি ভাষা দিব লাগিব, সেই সম্পৰ্কে নিৰ্দ্দেশ আছে। সাধাৰণতে ব্ৰাহ্মণ, ৰজা, মন্ত্ৰী, সেনাপতি পণ্ডিত আদি প্ৰধান চৰিত্ৰবোৰৰ মুখত সংস্কৃত ভাষা আৰু স্ত্ৰী, দাস-দাসী আদি ইতৰ সকলৰ মুখত প্ৰাকৃত ভাষা ব্যৱহাৰ কৰিবলৈ কোৱা হৈছে। কিন্তু

শঙ্কৰ-মাধৱ] মহাপুৰুষে নাট্য শাস্ত্ৰৰ সেই নিৰ্দ্দেশ মান্য কৰা নাই। শঙ্কৰ মাধৱদেৱৰ অংকীয়া নাটত সূত্ৰধাৰ আৰু প্ৰধান চৰিত্ৰ বিনাকৰ মুখত মাজে মাজে সংস্কৃতৰ সংলাপ থাকিলেও ব্ৰজাৱলী ভাষাৰ ব্যৱহাৰ সৰ্ব্বোপৰি প্ৰতিষ্ঠিত। বিশ্বামিত্ৰৰ "চিৰজীৱ চিৰজীৱ চিৰজীৱ জনাধিপ" আদি, নাৰদৰ মুখত "জয় জয় যদুদেৱ দেৱকী নন্দনস্তং" আদি সংস্কৃত সংলাপ থাকিলেও পাত্ৰ বা চৰিত্ৰৰ ভেদাভেদ কৰিবলৈ যোৱা নাই। দুজনা গুৰুৱে নাটকীয় চৰিত্ৰ সমূহৰ মাজত ভাষা ব্যৱহাৰৰ ক্ষেত্ৰত উত্তম, মধ্যম আৰু অধম আদি বিচাৰ কৰা নাই। তেৰাই সকলোকে সমান চকুৰে চাইছে অৰ্থাৎ নাটকত সকলোৰে মুখত ব্ৰজৱলী ভাষা দি সমদৃষ্টি কৰিছে। সংস্কৃত নাটক সমূহত পাত্ৰভেদে ভাষাভেদে থকা দেখা যায়। সংস্কৃত নাট্যকাৰ সকলে নাট্য শাস্ত্ৰৰ নিৰ্দ্দেশ মান্য কৰিছে।

আনহাতেদি শঙ্কৰদেৱে হৰি ভক্তি কথা অন্তৰত স্ফুৰণ হ'বৰ কাৰণেও ভাষাৰ ক্ষেত্ৰত পাত্ৰ-পাত্ৰীৰ ব্যৱধান চিন্তা নকৰি সকলোৰে মুখত এক ভাষা এক কথা সংযোগ কৰা বুলিও ক'ব পাৰি। কাৰণ হৰি ভক্তি আশ্ৰয়ৰ ক্ষেত্ৰত এজন উত্তম লোকৰ যি অধিকাৰ আছে, সেই অধিকাৰ এজন অধম লোকৰো আছে। গতিকে অধিকাৰীৰ ক্ষেত্ৰত সকলোৰে কাৰণে মুক্তদ্বাৰ। সেই মৰ্ম্ম মাধৱদেৱে কৈছে— "হৰিনামে নহিকে নিয়ম অধিকাৰী। ৰাম বুলি তৰে মিৰি আহোম কছাৰী" (নাম ঘোষা)।

ব্ৰজাৱলীৰ ইতিহাস বহু পুৰণ। এই ভাষাটো বহুতৰ মতে কৃত্ৰিম উপভাষা, কোনোৰ মতে মিশ্ৰভাষা, কোনোৰ মতে স্বতন্ত্ৰ ভাষা ইত্যাদি এই বিষয়ত আমাক বাক্‌বিতণ্ডা নালাগে। মাত্ৰ এটা কথা স্বীকাৰ কৰিব লাগিব যে শ্ৰীকৃষ্ণৰ লীলাৰ কেন্দ্ৰভূমি আছিল ব্ৰজধাম ব্ৰজধামত নন্দ যশোদা, গোৱাল-গোৱালিনী সকলে (শ্ৰীকৃষ্ণৰো মাতৃভাষা আছিল কাৰণে) যি ভাষা ব্যৱহাৰ কৰিছিল সেই ভাষাকে ব্ৰজভাষা বা ব্ৰজাৱলী ভাষা বুলিও আনে ক'ব খোজে। তদুপৰি আমাৰ মহাপুৰুষীয়া ধৰ্ম্মও কৃষ্ণ কেন্দ্ৰিক কাৰণে কৃষ্ণই যি ভাষা ব্যৱহাৰ কৰিছিল ব্যক্তিত্বৰ সৈতে ভাষাত্বৰ মিলন কৰি দুজনা গুৰুৱে ভক্তিৰ ক্ষেত্ৰত এই ভাষাক স্বীকাৰ কৰি লৈছিল বুলিও ক'ব খোজে। প্ৰশ্ন জাগে যে কৃষ্ণৰ ভাষা কৃষ্ণৰ মুখতে দিব লাগিছিল, আনৰ মুখত কিয় দিয়া হৈছে ইত্যাদি। উত্তৰত কোৱা হয় যে কৃষ্ণই নাটকৰ প্ৰধান নায়ক কাৰণে সকলোৱেই তেওঁৰ অধীন সেই কাৰণে সকলোৱেই কৃষ্ণৰ ভাষাহে ক'ব লাগিব। আনহাতে সৰ্ব্ব সাধাৰণ বাইজে সকলো পাত্ৰৰ মুখতে একে ভাষা বুজিব পৰাকৈ আৰু

ভক্তিময় নাটকৰ পবিত্ৰ ভাষাৰ সোৱাদ লব পৰাকৈ ব্ৰজাৱলী ভাষাৰ প্ৰয়োগ কৰা হৈছে। বহুতেই আকৌ কব খোজে যে ব্ৰজাৱলী ভাষা সৰ্ব্বভাৰতীয় ভাষা। উচ্চাৰণত ভেদ থাকিলেও ইয়াক ভাৰতীয় লোকে বুজি পায়। গতিকে সৰ্ব্বভাৰতীয় দৃষ্টিত গুৰুজনাই এই ভাষাৰ প্ৰয়োগ কৰিলে ইত্যাদি। ব্ৰজাৱলী ভাষা অসমীয়া মানুহৰ উচ্চাৰণত কিছু ব্যৱধান হয়। অসমীয়া ভাষাত 'স' টো 'চ' উচ্চাৰণ নহয়। গতিকে ইয়াক "অসমীয়া ব্ৰজাৱলী ভাষা" বুলি কলেও দোষ নহয়। আনহাতে অসমীয়া মানুহ বিশেষকৈ সত্ৰাধিকাৰত (যি বিলাক সত্ৰত অঙ্কীয়া ভাওনা হয় যেনে কমলাবাৰী, বৰদোৱা, চামগুৰি আদি) ব্ৰজাৱলী ভাষাৰ উচ্চাৰণ এতিয়াও শুদ্ধ ৰূপত হোৱা নাই। ইয়াৰ প্ৰধান কাৰণ হ'ল ই আমাৰ কথিত ভাষা নহয়, নাটকীয় ভাষাহে। শুদ্ধ উচ্চাৰণ কৰিব পৰা থল অৱশ্যে নথকাও নহয়।

ব্ৰজাৱলী ভাষাৰ এটি মহৎ গুণ হ'ল এই ভাষাই কম শব্দত বহুল অৰ্থ প্ৰকাশ কৰে বা কম বাক্যত অৰ্থাৎ সংক্ষেপতে বহুল অৰ্থ প্ৰকাশ কৰে। ইয়াৰ লগত অভিনয় যুক্ত হোৱাত পাত্ৰৰ বাক্যটোৱে এখন বিশাল কাহিনী সমুদ্ৰত অৱগাহন কৰিবলৈ সুবিধা দিয়ে। লগতে ঐশী শক্তিৰ নায়ক অৱতাৰী পুৰুষজনাৰ ভাব আৰু লিখনীৰ পৰশত ই আৰু জীৱন্ত হৈ উঠিছে।

'ব্ৰজাৱলী' শব্দটো শঙ্কৰ-মাধৱ দুজনা গুৰুৱে তেৰাসৱৰ ৰচিত গ্ৰন্থ সমূহত উল্লেখ কৰা নাই যেন লাগে। চৰিত সমূহত আৰু তৎসংক্ৰান্ত অন্যান্য গ্ৰন্থ সমূহতহে 'ব্ৰজাৱলী' শব্দটো পোৱা গৈছে। যদি গুৰুদুজনাই নাটকত আৰু বৰগীতত ব্যৱহাৰ কৰা ভাষাটোৰ নাম উল্লেখ কৰি যোৱা নাই, তেন্তে সেই সময়ত অন্তৰ্ভাৱত 'ব্ৰজাৱলী' বুলিয়েই ভাবিছিলনে, অন্য প্ৰকাৰে কিবা ভাবিছিল, সেই কথা এতিয়াও বিচাৰ হোৱা নাই। সেই বিচাৰৰ এতিয়া প্ৰয়োজন আছে।

'ব্ৰজ' শব্দটোত 'আৱলী' প্ৰত্যয় লগলগালে 'ব্ৰজাৱলী' শব্দ গঠন হয়। বহুতেই আকৌ 'আৱলী' টোক প্ৰত্যয় নকৰি শব্দ বুলিও ক'ব খোজে। যি কি নহওক ব্ৰজাৱলী শব্দটোৰ এটি সাধাৰণ সন্ধি আৰু বিসন্ধি কৰা হ'ল মাত্ৰ। আন কিছুমানে 'ব্ৰজাৱলী' নকৈ 'ব্ৰজবুলি' বুলি কব খোজে। অসমীয়াই 'ব্ৰজবুলি' বুলি নকয়, 'ব্ৰজাৱলী' বুলিহে কয়।

(গ—১৮) অঙ্কীয়া শব্দৰ মূল বিচাৰ ঃ—

শঙ্কৰ-মাধৱ মহাপুৰুষে বাৰখন অঙ্কীয়া নাট লিখি থৈ গৈছে। ইয়াকে সংক্ষেপতে "বাৰহোৱা অঙ্কীয়া নাট" বুলি কোৱা হয়। দুজনাগুৰুৱে

"অঙ্কীয়া নাট" বুলি ক'তো উল্লেখ কৰা নাই। তেৰাসবৰ ভাষাৰে "কালিদমন ওহি-বৰ নাটক", শ্ৰীৰাম বিজয়ং নাম নাটকম্" "ৰুক্মিণী হৰণং নাম নাটকং" "শ্ৰীপাৰিজাত হৰণং যাত্ৰাং সাম্প্ৰতি পশ্যত" ইত্যাদি। কিন্তু পিচৰ কালত দুজনা গুৰুৰ গুণমুগ্ধ সকলে তেৰাসবৰ নাট সমূহৰ নাম "অঙ্কীয়া নাট" বা "অঙ্কীয়া ভাওনা" বুলি ৰাখে। দ্বিজ ৰমানন্দই লিখিছে -

ৰামৰ বিবাহ কথা সীতা স্বয়ম্বৰ।
অঙ্কক লিখিলা তৈতে শ্ৰীমন্ত শঙ্কৰ ॥
শুক্লধ্বজ নৃপতিকো অঙ্কে নিবন্ধিলা।
অঙ্কতে শ্লোকক কৰি অঙ্ক সমাপিলা।

গুৰু চৰিত/দ্বিজ ৰমানন্দ

আকৌ — প্ৰাৰিজাত হেন নাম অঙ্ক মহা অনুপাম
কৰিলা শঙ্কৰে তৈতে পাছে।

গুৰু চৰিত/ৰামচৰণ ঠাকুৰ

'অঙ্ক' শব্দটোত 'ঈয়া' প্ৰত্যয় লগালেই 'অঙ্কীয়া' হয়। পূৰ্ব্বোক্ত পদ কেইটাত 'অঙ্ক' বুলিহে আছে। কিন্তু 'সন্তাৱলী' নামৰ পিচৰ কালৰ চৰিত গ্ৰন্থখনত 'অঙ্কীয়া' শব্দটো পৰিষ্কাৰ ভাবে পোৱা হয়। তাত 'অঙ্কীয়া' কিয় বোলে তাকো কৈছে যেনে 'অঙ্কিত কৰিলা দেখি অঙ্কীয়া যে নাম"। ৰূপকৰ দহোটা ভাগৰ ভিতৰত 'অঙ্ক' শব্দটো পৰে। কিন্তু সংস্কৃত নাট্য সাহিত্যত উল্লিখিত 'অঙ্ক' শব্দৰ কিছুমান বিধি বিধানৰ লগত অঙ্কীয়া নাটৰ সাদৃশ্য চকুত নপৰে কাৰণে ইয়াক তেনে নীতিত পেলাব নোৱাৰি। অৱশ্যে কোনো কোনোৱে এক অঙ্ক বিশিষ্ট কাৰণে অঙ্কীয়া নাট হোৱা বুলি ক'বলৈ প্ৰয়াস কৰিছে। সেই কালৰ পৰা চালে সংস্কৃত 'অঙ্ক' ৰূপকৰ এটা মাত্ৰ লক্ষণ অঙ্কীয়া নাটত থকাত অৰ্থাৎ এটা অঙ্কতে নাটক পৰিসমাপ্তি হোৱাত 'অঙ্কীয়া' হোৱা বুলি ধৰিব পাৰি। বাকী লক্ষণবোৰ নিমিলে। অঙ্কীয়া নাটত আঁৰ কাপোৰ নপৰে। থিয়েটাৰ আদিত আঁৰ কাপোৰৰ ব্যৱস্থা আছে। মাজে মাজে দৃশ্য সলনি কৰিবৰ কাৰণে ইয়াত আঁৰ কাপোৰ পেলায়। কিন্তু অঙ্কীয়া নাটত দৃশ্য সলনি কৰিবলৈ থল নাই। আৰম্ভণিৰে পৰা শেষলৈকে একে পৰ্য্যায়তে নাট চলি থাকে কাৰণে এক অঙ্ক বিশিষ্ট অঙ্কীয়া নাট বুলিও ক'ব পৰা যায়। কিন্তু 'অঙ্কীয়া' শব্দটোৰ মূলগত অৰ্থ সন্তাৱলী পুথিৰ মতে বেছি গ্ৰহণযোগ্য আৰু যুক্তিপূৰ্ণ বুলি ভাবিবৰ থল আছে। ওপৰত উল্লেখ কৰা

"অঙ্কিত কৰিয়া দেখি অংকীয়া যে নাম" অৰ্থ সঙ্গতিপূৰ্ণ বুলি ভবা হয়। কি অঙ্কিত কৰিছিল আৰু কি অংকণৰ ফলত অংকীয়া নাম পালে তাৰ ব্যাখ্যা সেই পুথিতে আছে। তাত লিখিছে—

বৈকুণ্ঠৰ পাৰিষদ অনেক যতেক।
অঙ্কিত কৰিয়া পাছে দেখাইলা প্ৰত্যেক॥
চিহ্নযাত্ৰা চিত্ৰপট নাটক বিস্ময়।
এহিহেতু চিহ্ন যাত্ৰা বুলি সবে কয়॥

সন্তাবলী

উক্ত পুথিৰ মতে 'অঙ্কীয়া' শব্দৰ অৰ্থ হ'ল নাটকত অভিনেতা সকলেক বং বৰণ সানি প্ৰবেশ কৰোৱা বা বিভিন্ন প্ৰকাৰে চিত্ৰপট আঁকি (পাৰিষদ সকলক চিত্ৰত চিত্ৰিত কৰি দেখুৱাই) চোমুখা সাজি অঙ্কণ কৰি দৰ্শক সকলক দেখুউৱাৰ কাৰণে 'অঙ্কীয়া' নাম পালে। অঙ্কীয়া নাটৰ মূল উৎস বা মূল ভেটি হ'ল 'চিহ্নযাত্ৰা"। 'অঙ্ক' শব্দটোৱে এই অৰ্থত অঙ্কন কৰা বুজাইছে। 'অঙ্ক' শব্দই কোলাকো বুজায়। "চিহ্নযাত্ৰা" কালত যিবিলাক মুখা নিৰ্ম্মাণ কৰা হৈছিল আৰু চিত্ৰত যিবিলাক ব্যক্তিক চিত্ৰিত কৰা হৈছিল, সিয়েই পিচত 'অঙ্কীয়া' নাম পায় আৰু উত্তৰ কালত ৰচিত বাকী "বাৰছোৱা" ন'টেও "অঙ্কীয়া নাট" নামেৰে জনাজাত হয়।

## (গ—১৯) অঙ্কীয়া ভাওনাৰ আদিপৰ্ব্ব "চিহ্নযাত্ৰা" নাটঃ—

মহাপুৰুষ শঙ্কৰদেৱৰ ৰচিত ছখন অঙ্কীয়া নাট বৰ্ত্তমান হাত দিলে পোৱা অৱস্থাতে আছে। ইয়াৰ আগতে শ্ৰীকৃষ্ণৰ জন্মৰ পৰা প্ৰয়াণ পৰ্য্যন্ত এখন নাট ৰচনা কৰিছিল বুলি সন্তাবলী পুথিত পোৱা হয়। এইখনেই 'চিহ্নযাত্ৰা' নাট। কিন্তু চৰিত পুথিত 'চিহ্নযাত্ৰা"ৰ লিখিত কাহিনী নাই অৰ্থাৎ নাটক হিচাবে থকাৰ সন্ধান পোৱা নাযায়। "চিহ্নযত্ৰা' ক আন ভ ষাত 'চিত্ৰ নাট্য' বুলি কোৱা ভাল। আনহাতেদি মুক অভিনয়" বা "নৃত্য নাটিকা" বুলিও ক'ব পাৰি। 'চিহ্ন' মানে চিন বা অঙ্কন। যিখন নাট চিহ্নৰ দ্বাৰা বা চিত্ৰাঙ্কণৰ দ্বাৰা প্ৰদৰ্শিত হৈছিল, সেই খনেই 'চিহ্নযাত্ৰা"। চিত্ৰাঙ্কণৰ লগত সশৰীৰে অভিনেতাৰ প্ৰৱেশত ইয়াক 'চিনেমা' জগতলৈ এবাৰ মনত পেলাব পাৰি। চিহ্ন যাত্ৰাৰ অদ্ভুত কলা কৌশলৰ কথা চৰিত পুথিত বিস্তৃত ভাৱে পোৱা যায়। ইয়াৰ অভিনয় পদ্ধতি, কলা কৌশলৰ মানদণ্ড অতি

উচ্চ পৰ্য্যায়ৰ আছিল। সেই কাৰণেই অসমীয়া নাট্য ইতিহাসত "চিহ্নযাত্ৰা" নাটক আদিপৰ্ব্ব হিচাবে চিৰস্মৰণীয় হৈ থাকিব।

শঙ্কৰদেৱৰ বয়স তেতিয়া উনৈশ বছৰ (১৩৯০ শকাব্দ)। এসময়ত বুঢ়াখা, জয়ন্ত, মাধৱ, কৰ্ণপুৰ, চতুৰ্ভুজ আদি বংশীয় অন্যান্য ভূঞা সকলে শঙ্কৰ দেৱক নাচ, ভাওনা দেখুৱাবলৈ অনুৰোধ কৰিলে। তেওঁলোকে কৈছিল –

বিদ্যাত পাৰ্গত শাস্ত্ৰ আছা যত
সবাহাতেক আছে পঢ়ি।
সমস্ত লোকৰ হৰিষ বিস্তৰ
বৈকুণ্ঠ দিয়োক গঢ়ি॥
নটুৱা শিকাইবা ভাৱনা দেখাইবা
হৰিষ আমাৰ মন।
বৈকুণ্ঠ নগৰ ভালমতে বাপু
দেখায়ো আৰ এখন॥
সাত বৈকুণ্ঠৰ সাতগোটা নাম।
পৰিষদ গণ মানে॥
চাহিবাক প্ৰতি সবাহানে মতি
দেখায়ো তাক যতনে॥

এই খিনিতে এটি কথা উল্লেখনীয় যে ভূঞাসকলে কৰা অনুৰোধৰ বিষয়বোৰ যেনে "নটুৱা শিকাইবা, ভাওনা দেখাইবা, বৈকুণ্ঠ নগৰ, সাত বৈকুণ্ঠৰ নাম ইত্যাদি ইঙ্গিতবোৰ তেওঁলোকে ক'ৰ পৰা শিকিলে। অনুমান হয় যে শঙ্কৰদেৱে পূৰ্ব্বতে এনেকুৱা এটি কল্পনাৰ কথা কাৰোবাৰ আগত কৈছিল। সেয়েহে ভূঞা সকলে বিষয়বোৰ তন্ন তন্নকৈ ক'ব পাৰিলে। শঙ্কৰ দেৱেও ঘপহকৰে "তোমাসাৰ বাক্যে, সন্যাসীত শিকি, দেখাইবো বৈকুণ্ঠপুৰ। চিহ্নযাত্ৰা নামে, কৰিবো বিদিত. হৰিষ পাইবা প্ৰচুৰ" এই বুলি কৈছিল। ইয়াৰ পৰাই এনে অনুমান কৰিব পাৰি। যিকি নহওক শঙ্কৰদেৱে কৰা কল্পনা বাস্তৱত পৰিণত হ'ল। গুৰুৰ আদেশত ভূঞা সকলে ৰভাঘৰ নিৰ্ম্মাণ কৰিলে। চৰিতত সেই সম্পৰ্কত এটি আভাস মাত্ৰ আছে "ভূঞাসবে ৰভা ঘৰ সাজি যেবে, শঙ্কৰক জনাইলন্ত"। কিন্তু সন্তাৱলী পুথিত সুন্দৰকৈ পোৱা যায়। ৰভাঘৰ, চোঁঘৰ আৰু নাট্য মণ্ডপৰ ভেটি প্ৰস্তুত কৰা হৈছিল। সাত বৈকুণ্ঠৰ কাৰণে সাত থাক ভেটিও নিৰ্ম্মাণ কৰা হৈছিল। ভাত চিত্ৰিত কৰা হৈছিল।

ইত্যাদি। নাট্য মণ্ডপৰ ভেটি নিৰ্ম্মাণ কৰাৰ পৰা এটি কথা ধাৰণা কৰিব পাৰি যে শঙ্কৰদেৱে নিশ্চয় মঞ্চাভিনয় কৰিছিল। অধুনিক দৃশ্য সজ্জা বা ৰঙ্গমঞ্চৰ আধুনিক বিধি ব্যৱস্থাখিনি হয়তো তেতিয়া কৰা নাছিল। কিন্তু মঞ্চাভিনয়ৰ ভকাটো যে তেতিয়াই শঙ্কৰদেৱে প্ৰস্তুত কৰিছিল সেই কথা সত্য। অৱশ্যে উক্ত মঞ্চাভিনয় নিশ্চয় মুকলি আছিল অৰ্থাৎ জন সাধাৰণে মুকলি ভাৱে নাট্য, নৃত্য উপভোগ কৰিব পাৰিছিল। সেই কাৰণে "মুকলি ৰঙ্গমঞ্চ সৃষ্টিকৰ শ্ৰীমন্ত শঙ্কৰদেৱ" বুলি তেৰাক এটি বিশেষণ শব্দেৰে বিভূষিত কৰিছে গুণমুগ্ধ সকলে।

ৰভাৰ নিৰ্ম্মাণ কাৰ্য্যৰ পূৰ্ব্বতে সঙ্গীতৰ কাৰণে আহিলা প্ৰস্তুত কৰা হ'ল। ক'ত কেনেকৈ কাৰিকৰ আছে সেইবিলাক কথা শঙ্কৰ গুৰুৰ নখ দৰ্পণত আছিল। কপিলী মুখৰ পৰা কুমাৰ মানুহ অনাই মাটি খোল নিৰ্ম্মাণ কৰা হৈছিল। সেই সম্বন্ধে সন্তাৱলীয়ে কৈছে—

কপিলী মুখৰ পৰা কুমাৰ অনাই।
মাটিখোল গঢ়াইলন্ত শঙ্কৰ গোসাঁই ॥

সন্তাৱলীৰ লগত কথা গুৰু চৰিত একমত "গুৰু কপিলীমুখৰ কলঙ্গ কাখৰ কুমাৰত খোল গঢ়ালে জোখা দি, দাইনা সাত আঙুল, বেঞা ভেৰ আঙুল চল, চালে।" কিন্তু ৰামচৰণ ঠাকুৰৰ চৰিতত কাঠৰ খোল বুলিহে কৈছে যেনে -

কপিলীমুখত কুমাৰ আছয়
শুনোকৰে সৰ্ব্বজনে ॥
খোল গঢ়িবাক বোলো শুনাতাক
চাল কিনি পঠাই দিয়া।
তেতিক্ষণে কাষ্ঠ একদাল আনি
সাজিল আনন্দ হুয়া ॥
বংৰাম আতৈ আসিয়া তেখনে
খোলৰ জোখাক দিলা।
ত্ৰয়োদশ আঙুল বাম ভাগেজানা
দাহিনে ন আঙুল কৈলা ॥
সকালে গঢ়ায়া শীঘ্ৰে পাগ দিয়া
দিয়োক খোল পঠাই।

গুৰুচৰিত/ৰামচৰণ ঠাকুৰ

পূৰ্ব্বোক্ত পৰস্পৰ বিৰোধী কথাবিলাক জানি আমি কোনটো শুদ্ধ তাক নিৰ্ণয় কৰিব পৰা নাই। কিন্তু এটা কথাত আমি সিদ্ধান্তলৈ আহিব পাৰোহঁক যে চিহ্নযাত্ৰা কালত শঙ্কৰদেৱে পোনতে কাঠৰে নিৰ্ম্মিত খোলকে ব্যৱহাৰ কৰিছিল। পিচত হয়তো মাটিৰ খোল গঢ়িছিল। অথবা পোনতে মাটিৰ খোলহে ব্যৱহাৰ কৰিছিল। কিন্তু মাটিৰ খোলৰ অল্পায়ুত্বৰ কথা চিন্তা কৰি পিচত কাঠৰ খোল নিৰ্ম্মাণ কৰি লৈছিল। দুয়োটাই যে শঙ্কৰ দেৱৰ সৃষ্টি, সেই কথা ধ্ৰুৱৰ সত্য আৰু দুয়োটাই শুদ্ধ বুলি বিবেচিত হয়। মাটিৰ খোল আৰু কাঠৰ খোলৰ মাজত একো ব্যৱধান নাই। উভয়ৰ আকৃতি প্ৰকৃতি জোখমাখ একে। কিন্তু খোল আৰু মৃদঙ্গৰ মাজত ব্যৱধান পৰিলক্ষিত হয়। খোল-তকৈ মৃদঙ্গ চুটি। বাকীখিনি একে। স্বৰ ধ্বনি অলপ বেলেগ। মৃদঙ্গ মাটিৰে (প্ৰায়েই) গঢ় দিয়া। খোল কাঠেৰে নিৰ্ম্মিত হয়। খোলৰ কাৰণে কঠাল কাঠ উপযুক্ত বুলি বিবেচিত হয়। কাৰণ পৰস্পৰ মাজত খুন্দা বা ঠেকা লাগিলে কঠাল কাঠ নেফাটে। বাকীবোৰ কাঠ বিশ্বাসযোগ্য নহয়। তদুপৰি কঠাল কাঠত ঘুণে নধৰে। সিও এটা কাৰণ। খোলৰ কাৰণে শকত কাঠ কাটি জোখমতে চেও দি ভিতৰটো খুলি ফোপোলা কৰি কুন্দত দি খোল নিৰ্ম্মাণ কৰা হয়। নিৰ্ম্মাণ কাৰ্য্য সত্ৰৰ ভকতেই কৰে। কুন্দত দিওঁতে হেঙ্গুল, হাইতাল আদি ৰং দিয়া হয়। খোল চোৱা কাৰ্য্যও ভকতেই কৰিব পাৰে। খোল চাবৰ কাৰণে শঙ্কৰদেৱে মুচিয়াৰ সম্প্ৰদায়ক কামত লগোৱাৰ কথা চৰিতত পোৱা যায়।

মুচিৰ ঘৰক যায়োক কেতাই
গৰুছাল আনা যাই।

ইত্যাদি

সন্তাৱলীত কৈছে —

শালমৰা হৈতে মুচিয়াৰক অনাইল।
আগে থাকি ভালমতে খোলক চোৱাইল॥

ৰহাৰ পৰা কঁহাৰ অনাই তাল নিৰ্ম্মাণ কৰা কথাও কৈছে—

ৰহাৰ কঁহাৰ আনি তালক গঢ়াইল।
ভোৰ আতি খুটি ভোল আদি নাম দিল॥

সন্তাৱলী

খোল আৰু মৃদঙ্গৰ আকৃতি প্ৰকৃতি বা পৰিমাণ আদিত কিছু হ্ৰস্ব-দীৰ্ঘ থাকিলেও শঙ্কৰদেৱে নিজৰ বিচাৰ বুদ্ধিমতে, নিৰ্দ্দেশমতে মৃদঙ্গ

হিচাবেই প্ৰচলন কৰিছিল। কিন্তু তাৰ নাম সলনি কৰা হ'ল মাত্ৰ। মৃদঙ্গ হ'ল শাস্ত্ৰীয় নাম, খোল হ'ল সত্ৰীয়া নাম। ইমানেই ব্যৱধান মাত্ৰ। খোলৰ নামকৰণ এইবাবেই হ'ল যে কাঠদাল খুলি ফোঁপোলা কৰি খোলা কৰা হয় বাবেই 'খোল' হ'ল। মৃদঙ্গৰ ব্যৱহাৰ কমলাবাৰী সত্ৰত কৰা হৈছিল। "শুকমৃদং" নামৰ ~~এখন~~ যেমালিও আছে। এতিয়া খোল ব্যৱহাৰ হয়। দিহিং সত্ৰাদিত এতিয়াও মৃদঙ্গ আছে। কোনো কোনো ঠাইতো মৃদঙ্গ দেখা পোৱা যায়। অসমৰ বাহিৰে মণিপুৰ আৰু পশ্চিমবঙ্গতো খোল বা মৃদঙ্গৰ ব্যৱহাৰ আছে। খোল বা মদঙ্গত ব্যৱহাৰ কৰা আহিলা বহুত। ইয়াৰ নাম আছে যেনে খোলা বৰতি, মলুৱা, যেৰ, বাপহী, পুলি, কাটনি ছাল, তালি, টিকনী, মাজৰ তালি, ঘুণ আদি। প্ৰতিটোৰে অৰ্থ বেলেগ বেলেগ। খোলত দাইনা আৰু বেৰা ভেদে দুটা ভাগ প্ৰধান ভাৱে আছে। সোঁহাতৰ ভাগটো 'দাইনা' আৰু বওঁহাতৰ ভাগটো 'বেঁৰা' বুলি কোৱা হয়। অন্যান্য অঙ্গৰ ভিতৰত 'ঘুণ' দিয়া ভাগটো অতি আৱশ্যকীয় বুলি ভবা হয়। ঘুণৰ ওপৰতে খোলৰ ধ্বনি ভাল মন্দ নিৰ্ভৰ কৰে। লাবাচু (লোহা) খুন্দি গুড়ি কৰি মিহি চালনীৰে চালি বা কাঁহিত খুন্দা গুড়িখোৰ লৈ মাটিত টুকুৰিয়াই টান অংশ বোৰ আঁতৰাই থব লাগে। ইয়াৰ লগত অথবা চাউলৰ ভাত, বৰাধানৰ আধৈ মিহলাই মিহি কৰি বটি দাইনা আৰু বেঁৰা ভাগৰ সোঁমাজত লগাই দি এটা সৰু পতাওটিৰে ঘঁহিব লাগে। তিনিপান বা পাঁচপান পৰ্য্যন্ত ঘুণ দিব পাৰে। বৰ দাঠ হলে খোলৰ ধ্বনি মেদা হয়, পাতল হলে ধ্বনি ভাল হয়। ঘুণ দিওঁতাজনৰ ওপৰতে ধ্বনি নিৰূপণৰ দায়িত্ব আছে। সত্তাৱলীত খোলত ঘুণ দিয়াৰ পদাৰ্থৰ আভাস এটি পোৱা যায়—

কৰকৰা ভাত লোহা গুড়ি মিশ্ৰ কৰি।
শঙ্কৰে দিয়াইল ঘুণ অতি সুৰ ধৰি ॥

ইত্যাদি।

খোল ঘুণাৱৰ সময়ত (কথাগুৰু চৰিতৰ মতে) ভাত খাই কাউৰীয়ে খোলত ঠোঁট খহোৱাত মাত ওলোৱা আৰু আন চৰিতৰ মতে বৈকুণ্ঠৰ থায়সৰ সৈতে ঘুণ দি মাত উলিওৱা কাৰ্য্যও অলৌকিক কথা।

খোলত ব্যৱহাৰ কৰা প্ৰধান আহিলা হ'ল গৰুচাল। গৰুচাল সৰু লৰকৈ কাটি দীঘলে বাধি খোলত মেৰাই দিয়া হয়। গৰুৰ চাল সংগ্ৰহ কৰি অনা, কটা, খোল চোৱা আদি সকলো কাৰ্য্য মুচিয়াৰ সম্প্ৰদায়ৰ ওপৰতে নিৰ্ভৰ

কৰে। অসমীয়া জাতিৰ ভিতৰত মুচিয়াৰ সম্প্ৰদায় আছে। অসমীয়া মুচি-য়াৰৰ কাম অতি উৎকৃষ্ট।

(গ—২০) খোলৰ চৰ্ম্মাদি শুদ্ধিৰ কথা ঃ—

গোজাতিক হিন্দুসকলে মান্য কৰে আৰু সি জন্তুৰ ভিতৰত পবিত্ৰ। গৰুৰ মূত্ৰ আৰু বিষ্ঠা (গোবৰ পবিত্ৰকাৰক অৰ্থাৎ সি কীটানু নাশ কৰে বুলি সৰ্ব্বজন বিদিত। সেই সম্বন্ধে আমি তৃতীয় খণ্ডত প্ৰকাশ কৰি আহিছোঁ বাবে পুনৰুক্তি নকৰোঁ। কিন্তু গৰু মৃত্যু হলে অশুচি হয়। এতেকে মৃত গৰুৰ চাল বখলিয়াই আনিলে সি অশুচি হয়নে নহয় তাক বিচাৰ কৰা অৱিশ্যাক। খোলত গৰু চালৰ বৰতি কৰি লোৱা হয়। মৃত গৰু স্পৰ্শ কৰিলে শৰীৰ স্নান কৰিব লাগে। এনেস্থলত সেই বৰতিবোৰেৰে চোৱা খোল স্পৰ্শকৰা আৰু তাৰে সৈতে কীৰ্ত্তনঘৰত প্ৰবেশ কৰা দোষণীয় বুলিযেই ভবা হয়। তদুত্তৰত কোৱা হয় যে খোল দেৱবাদ্য আৰু ভাগৱত গ্ৰন্থ তথা ভৰত নাট্য শাস্ত্ৰত চৰ্ম্মাদি শুদ্ধিৰ কথা পৰিষ্কাৰ ভাবে কোৱা হৈছে। প্ৰথমতে ভাগৱতৰ উদ্ধৃতি দিয়া হ'ল।

ধান্যদাৰ্ব্বস্থিতন্তূনাং ৰসতৈজস চৰ্ম্মনাম্।
কাল বায়ু অগ্নিমৃত্তোয়ৈঃ পাৰ্থিৱানাং যুতাযুতৈঃ ॥

ভাগৱত – ১১/২১/১২

অৰ্থাৎ—ধান, কাঠ, অস্থি, সূতা, পানী, সোণ, চৰ্ম্ম আদি পাৰ্থিৱ পদাৰ্থ-বোৰৰ কাল (সময় বিশেষে) বায়ু, অগ্নি, মাটি আৰু পানীৰে যোগাযোগ কৰিলে পবিত্ৰ আৰু অপবিত্ৰ দুয়োটাই হয়।

ভৰত নাট্য শাস্ত্ৰত—

ততং চৈবাবনদ্ধং চ ঘনং সুষিৰমেব চ।
চতুৰ্ব্বিধং চ বিজ্ঞেয়ং আতোদ্যং লক্ষণান্বিতম্ ॥
ততং তন্ত্ৰীগতং জ্ঞেয়মবনদ্ধং তু পৌষ্কৰম্।
ঘনস্তু তালো বিজ্ঞেয়ঃ সুষিৰো বংশ এবচ ॥

ভৰত নাট্য শাস্ত্ৰ—৬/২৭,২৮

অৰ্থাৎ—বিশিষ্ট লক্ষণযুক্ত চাৰিপ্ৰকাৰ বাদ্য আছে বুলি জানিবা। তাৰ নাম হ'ল তন্ত্ৰীগত (তাঁৰ নিৰ্ম্মিত), অনবদ্ধ (চৰ্ম্মাদি), কৰতাল আৰু বাঁহী।

শাস্ত্ৰোক্ত এনেবোৰ নিয়ম থকাৰ কাৰণে চৰ্ম্মাদি শুদ্ধি বুলি জনা যায়। সত্ৰত এনেকুৱা নিয়মো আছে—মুচিৰ পৰা খোল চোৱাই আনি

এৰাতি বাহিৰত ৰাখি ।পিচদিনা তুলসী পানী সিঞ্চন কৰি শুদ্ধি কৰা হয়। দেৱ বাদ্যলৈ ৰূপান্তৰ হোৱাত তাৰ অপবিত্ৰ কমি যায়।

এনেকুৱা কিছুমান আগতীয়া কাম সমাপ্তিৰ পিচত চিত্ৰপট অঙ্কন কৰা কাৰ্য্য আৰম্ভ হ'ল। বৈকুণ্ঠ নগৰ পটত লিখা হ'ল আৰু সেই সম্পৰ্কত এখন আহি প্ৰস্তুত কৰিলে। চৰিত্ৰত কৈছে—

বৈকুণ্ঠ নগৰ পটতে লিখিল
অঙ্ক কৰিলন্ত তাৰ ॥ ইত্যাদি।

ধেমালিৰ ঘোষা, শ্লোক, সূত্ৰ, ভটিমা, গীত বিলাক ভাগে ভাগে অঙ্কন কৰা হৈছিল। যʼত যেনেকৈ যি থাকিব লাগে, যাৰ যি লক্ষণ সেইমতে প্ৰস্তুত কৰা হৈছিল। কল্পতৰু, উপবন, সৰোবৰ, অনন্ত শয্যা, লক্ষ্মী, সৰস্বতী, চৌদ্ধ পাৰিষদ আদিৰ কাহিনী গীতত (বোধহয় চিত্ৰও আঁকিছিল) সন্নিবিষ্ট কৰা হ'ল। সাতখন বৈকুণ্ঠৰ সাতজনা অধিপতিৰ চিত্ৰ পটত অংকন কৰিলে। বৈকুণ্ঠৰ যিমান সম্পদ আছিল, সকলোবোৰ চিত্ৰিত কৰা হ'ল। এইবিলাক অলৌকিক কাৰ্য্য সম্পাদনত সহায় কৰিবৰ কাৰণে শংকৰগুৰুৰ অন্য এজন সন্যাসীৰ ৰূপত আবিৰ্ভাৱ হোৱা কথা চৰিতত ইঙ্গিত দিয়া হৈছে। গুৰুজনাৰ পূৰ্ব্বোক্ত চিত্ৰিত বা অঙ্কিত বস্তুবোৰ এতিয়া পাবলৈ নাই। মাত্ৰ "চিহ্নযাত্ৰাৰ গীত" বুলি বিশ্বাস কৰা এটি গীত মাজুলী চামগুৰী সত্ৰৰ পৰা উদ্ধাৰ কৰা হৈছে। গীতটি নিম্নস্থানত উদ্ধৃতি দিয়া হ'ল।

ধ্ৰুপদ

চিহ্নযাত্ৰাৰ গীত ৰাগ কামোদ জৌতি তাল

আজোৰম্ভা ৰোপন পূৰ্ণঘট স্থাপন
আম্ৰ পল্লৱ দিয়া তাত।
পাতিয়ে মঙ্গল ঘট গোৱাল যুৱতী যত
পদুলি পদুলি কল ধূপ দীপিত ॥
স্বৰ্গে যত দেৱ নাৰী পিন্ধিয়ে পাটৰ শাৰি
উৰুলি মঙ্গল হৰিবোল।
চুৱা চন্দনে কোটোৰা ভৰাই।
দেহ গোপালৰ অঙ্গে চৰাই ॥
মিলিয়া বৈষ্ণৱগণ দিয়া গন্ধ চন্দন
গোপালৰ গন্ধে আমোদিত ॥

এই গীতটি চামগুৰী সত্ৰৰ এগৰাকী খ্যাতনামা কলাকাৰ আমাৰ অগ্ৰজ শ্ৰীযুত কোষকান্ত গোস্বামী দেৱৰ পৰা পোৱা হৈছে। চামগুৰী সত্ৰই এই গীতটি "চিহ্ন যাত্ৰাৰ গীত" বুলি বিশ্বাস কৰি আহিছে। (গীতৰ ভাব, অৰ্থ, গাম্ভীৰ্য্য আদিৰ ওপৰত আমি চকু ফুৰোৱা নাই)। চামগুৰী সত্ৰই এই গীতটি সেই সত্ৰত অনুষ্ঠিত শঙ্কৰদেৱৰ তিথিৰ আগদিনা ৰাতি ১২ বজাত "আবাহন কীৰ্ত্তন" বা "গন্ধ কীৰ্ত্তন" উৎসৱত পৰিবেশন কৰে। ইয়াক কেইবাখনো তালত গোৱা হয় হেনো। সত্ৰই গীতটি বৰ আদৰ কৰে।

চিত্ৰপট অঙ্কন কৰি থকা অৱস্থাত এটি ঘটনা হ'ল। শঙ্কৰদেৱে বৈকুণ্ঠ নগৰত থকা 'কল্পতৰু' জোপা ক'ত অঙ্কন কৰিব, সেই সম্পৰ্কে ভুল হৈ থমকি ৰৈছে। এনেতে চোতালত ধান মেলি থকা হাতত বাঢ়নী লৈ চন্দৰী বুঢ়ী আই আগবাঢ়ি আহিল। বুঢ়ীয়ে ক'লে—

দেখো ডেকাগিৰি কল্পতৰু দিয়া নাই॥
এত লাগে ডেকাগিৰি সিটো বৃক্ষবৰ।
অল্প হাস্য কৰি তেবে মাতিলা শঙ্কৰ॥
আসিয়া এথাক আই বৰ কৈলি কাম।
তই হেন উপকাৰী আৰু কৈত পাম॥
বুঢ়ীৰ বচনে কল্পতৰু তাতে দিলা।
ৰামৰাম গুৰু আদি বিস্ময় মানিলা॥

গুৰুচৰিত/ৰামচৰণ ঠাকুৰ

চন্দৰী বুঢ়ীৰ এনে কাৰ্য্যই দৰাচলতে কি সূচায় সেই কথা নকলেও হ'ব। শঙ্কৰদেৱৰ ধৰ্ম্ম আৰু সঙ্গীত পৰম্পৰাতে যে নাৰীয়েও সমানে যোজ মিলাই যাব পাৰিছিল সেই কথা চৰিত পুথিৰ পৰা জনা যায়। শঙ্কৰদেৱৰ বিদ্যা বুদ্ধি বিচক্ষণতাৰ মূলত খেৰগুতী বুঢ়ী আইৰ অৱদান স্বীকাৰ কৰিব লাগিব। শঙ্কৰদেৱৰ 'কল্পতৰু'ৰ স্থান নিৰ্ণয়ত হোৱা ভুলৰ সংশোধনিৰ পৰা আমালোকে এটি শিক্ষা পালোহঁক যে চন্দৰী আইৰ চিত্ৰপট অঙ্কন তথা চিত্ৰস্থান নিৰ্ণয়ত অভিজ্ঞতা ভালকৈ আছিল। নহলেনো শঙ্কৰদেৱে নিজৰ ভুল স্বীকাৰ কৰি লয়নে। শঙ্কৰদেৱৰ জীৱন কালত নাৰীক পুৰুষৰ সমানে অধিকাৰ সাব্যস্ত কৰি দিয়াৰ কাহিনী আছে। দুৰ্গানন্দ আৰু ৰাধিকাৰ ক্ষেত্ৰত গুৰুজনাৰ দৃষ্টিপাত লক্ষ্যণীয়। ৰাধিকা শান্তীয়ে শান্তিজান বন্ধন কৰি এটি অক্ষয় কীৰ্ত্তি ৰাখি গ'ল। শান্তিজান ৰাধিকাৰ নামেৰেই হ'ল। মাধৱদেৱে লক্ষ্মীনাৰায়ণ বজাৰ ছকুৰি মাদৈৰ ওপৰত ভেলীকৃষ্ণ আতৈৰ পত্নী দায়ালক মেধী পতাৰ কাহিনী কথাগুৰু চৰিতত আছে।

কনকলতা আই আৰু ভুবনেশ্বৰী দেৱীয়ে সত্ৰাধিকাৰৰ দায়িত্ব বহন কৰা কথাও চৰিত পুথিত আছে। এইবোৰ নীতি আৰু সমৰ্থন গুৰুজনে কৰি গৈছিল কাৰণেই পিচৰ যুগত প্ৰবৰ্ত্তন কৰিব পাৰিছিল। এনেকৈয়ে নাৰীয়ে পুৰুষৰ সমানে ধৰ্ম্ম আৰু সংস্কৃতিত সমান অধিকাৰ লাভ কৰি আহিছে আৰু আজিও কৰি আছে।

'চিহ্নযাত্ৰা' ভাওনাত চোঁমুখা এটি অপৰিহাৰ্য্য বস্তু আছিল। চৰিত পুথিত 'ভওনাৰ চোঁখত সভাঘৰে নিজ' আৰু যাৰ যিবা বাহন তাহাক সাজিলন্ত" ইয়াৰ বাদে চোঁমুখা নিৰ্ম্মাণৰ বিস্তৃতি নাই। কিন্তু সম্ভাৱলীত আছে।

পাঞ্চজনা নাট্যকিৰ্ক দিল্লা পৰি পাটী।
চোঁমুখা সাজিলেক কাঠ বাঁহ কাটি॥
অঘ বক চক্ৰবাত পুতনা ধেনুকা।
প্ৰলম্ব অৰিষ্ট দৈত্য কালিয় বেণুকা॥
ইসবৰ চোঁমুখা অনেক সাজয়।
দেখি সমস্তৰ মন অতি মোহ হয়॥

চৰিতৰ মতে চোঁমুখাৰ ভিতৰত আছে গৰুড়, পক্ষী, ব্ৰহ্মা, শিৱ, চাৰিহস্ত, অনন্ত শয্যা আৰু প্ৰতিজনৰে বাহনবোৰ। ভাৱৰীয়াৰ ভিতৰত আছে শঙ্কৰদেৱ, ৰামৰামগুৰু, কেতাইখা, নৰোত্তম, সৰ্ব্বজয়, বলোৰাম, হৰিধন, মথুৰা, বুঢ়াশ্ৰীৰাম, শুলধৰা, লক্ষণ, ভোবোৰাদামোদৰ, উদাৰ, বৰগোবিন্দ, বলাই, বধু, সনাতন, শতানন্দ, যদু, হৰি, ৰামচৰণ, নিত্যানন্দ, সত্ৰৰা, ধ্বজা, বনগঞ্জাগিৰি, কমলিধৰা, চিদা, নৰহৰি, জয়ৰাম, পূৰ্ণানন্দ আদি। ভাওনাত সৰ্ব্বমুঠ ত্ৰিশজন লোক আছে। ইয়াত গায়ন, বায়ন, ভাৱৰীয়া তিনিও বক্ষ আছে। ভাৱৰীয়া সকলে বংৰবণ কৰিছিলনে নাই সন্দেহ। কিন্তু "হিঙ্গুল হাইতাল তেতিক্ষণে আনিলন্ত" বুলি চৰিতত কৈছে। অৱশ্যে সেই ৰং পট লিখা কাৰ্য্যত ব্যৱহাৰ কৰাহে দেখুৱাইছে। শঙ্কৰদেৱৰ নাটকৰ প্ৰথম বায়ন আৰু গায়ন হ'ল যথাক্ৰমে (বায়নত) কেতাইখা, ৰামৰাম, বলোৰাম, হৰিধন, মথুৰা, বনগঞ্জাগিৰি, (গায়নত) শুলধৰা, লক্ষণ, ভোবোৰা দামোদৰ, উদাৰ, বৰগোবিন্দ, বলাই, নিত্যানন্দ, আদি। নটুৱাৰ ভিতৰত আছিল (শিৱ তাণ্ডৱ) লক্ষণ আৰু দোহাৰভাগৰ যদু, হৰি, শতানন্দ, বলোৰাম, ৰামচৰণ প্ৰমুখ্যে পাঁচজন। গায়ন, বায়ন, নৰ্ত্তন আদি সমস্ত কাৰ্য্যত আৰু

সঞ্চালক হিচাবে শঙ্কৰদেৱৰ প্ৰধান ভাৱে আছিল। প্ৰথমতে শঙ্কৰদেৱে আৰম্ভণি ৰাগ সঞ্চাৰ কৰে। শঙ্কৰদেৱে ৰচনা কৰা গোট চেৰেক ৰাগৰ নাম সন্তাৱলীত আছে।

বুদ্ধিবলে শ্যাম ৰাগ গীতক ৰচিলা।
বহুভাৱে তাল বান্ধি বাজনা স্ৰজিলা।"

আশোৱাৰী শ্যাম আৰু কল্যাণ মল্লাৰ।
অহিৰ সিন্ধুৰা গৌৰী কানড়া কেদাৰ॥
ইত্যাদি নামেৰে নানা ৰাগক নিৰ্ম্মিলা।
জৌতি বিষম আদি তাল নাম দিলা॥

সন্তাৱলী

শঙ্কৰদেৱে ৰাগবোৰ সৃষ্টি কৰিছিল আৰু সকলোকে শিকাইছিল। তেৰাৰ ছাত্ৰ বলাই গায়নে তিমিৰ ৰাগ দিছিল। ৰাগৰ মহতী শক্তিত আন্ধাৰ নামি আহিছিল হেনো। গুৰুৱে বায়ুমণ্ডলী ৰাগ দিয়াত এজোপা পাতিসোন্দা কলৰ সকলো পাত সৰি গৈছিল। প্ৰচণ্ড শোষক বায়ু বৈছিল। ৰাগৰ শেষ চৰণ দিওঁতে কলপাতবোৰ পুনৰ গজি উঠিছিল। কথাগুৰু চৰিতৰ ভাষাৰে "গুৰুজনে বায়ুমণ্ডলি ৰাগ দিলে। লক্ষ্মণ বলাই গায়ন তিমিৰ ৰাগ দিছে। পাতি সোন্দৰ পাত সৰি গ'ল মেঘমণ্ডলি ৰাগ দিলে, লাগিল পাত'।

"চিহ্নযাত্ৰা" ভাওনাৰ আগে আগে শঙ্কৰদেৱে ভগৱৎ মঙ্গলাচৰণ কৰি ইতৰ সকললৈ এটি মহৎ আদৰ্শ, অৱদান দি গ'ল। দিনৰ ভাগত শঙ্কৰগুৰুৱে কীৰ্ত্তনৰ মেলা কৰিছিল বুলি চৰিত পুথিত আছে। সেই সময়ত গুৰুজনাৰ অনুপস্থিতিত নৰোত্তম গুৰুৱে দেৱী পূজা কৰিব ধৰিছিল। কিন্তু শঙ্কৰগুৰুৰ উপস্থিতিত সেই কাৰ্য্য হ'ব নোৱাৰিলে। চৰিতত কৈছে—

নৰোত্তম গুৰু দেৱী পূজিবাক গৈলা।
শঙ্কৰে বোলন্ত দেৱী পূজা যোগ্য নয়।
ভাওনা কৰিলে কৃষ্ণ পূজিবে লাগয়॥
ৰামৰাম গুৰুক শঙ্কৰে আদেশিলা।
মূল মন্ত্ৰ উচ্চাৰিয়া কৃষ্ণক পূজিলা॥

পূৰ্ব্বোক্ত আৰ্হিমতে সত্ৰীয়া ভাওনাত ভাগৱত স্থাপনা, নাম প্ৰসঙ্গ আদি মাঙ্গলিক কাৰ্য্য কৰিব লাগে॥

মূলমন্ত্ৰ উচ্চাৰণ কৰি কৃষ্ণ পূজা কৰাৰ পিচতে 'পূৰ্ব্বৰঙ্গ' হিচাবে ৰাগ দিয়া কাৰ্য্য আৰু গায়ন-বায়ন আৰম্ভ হয়। চৰিতৰ মতে নাট ধেমালি (ন ধেমালি), চোট ধেমালি (চো ধেমালি), বৰ ধেমালি, বাসুকী মণ্ডলী বাদ্য, দেৱ ধেমালি আদি বাদ্য বজোৱা হৈছিল বৰ ধেমালিত পাঁচটা আৰু দেৱ ধেমালিত নটা খোল লৈ গুৰুজন (অষ্টভুজ হৈ) বজাইছিল বুলি চৰিতে কৈছে।

(গ- ২১) 'ধেমালি' শব্দৰ মূল বিচাৰঃ—

ধেমালিক শাস্ত্ৰীয় ভাষাত পূৰ্ব্বৰঙ্গ বোলে। সত্ৰীয়া ভাষাত ধেমালি হয়। অৱশ্যে ন ধেমালিকহে পূৰ্ব্বৰঙ্গৰ লেখত ধৰা হয়। যি কি নহওক ধেমালি যে পূৰ্ব্বৰঙ্গ সেই কথা নিশ্চিত। ধেমালি শব্দটোৰ অৰ্থ সম্বন্ধে নানা মুনিৰ নানা মত। কোনোৱে ধেমালি শব্দৰ অৰ্থ আনন্দ প্ৰকাশ কৰা বুলি কৈছে— যাক আমি সাধাৰণ অৰ্থত ব্যৱহাৰ কৰো। বৃন্দাবন আদি উত্তৰ ভাৰতৰ ঠাই বিলাকত ধমাৰ বা ধমাল শব্দটোৰ প্ৰয়োগ হয় হেনো। তাত ফাগুৱাৰ ৰং তামচা, গীতৰ এটা অংশক বুজাইছে। বঙ্গ আৰু উৰিষ্যাতো ধামালি' নামৰ এখন খোলৰ তাল আছে হেনো। ইয়াৰ পৰা ধাৰণা হয় যে অসমৰ ধেমালি শব্দটো বাহিৰৰ পৰা হোৱা আমদানি কিন্তু এটা কথা ঠিক যে অসমত এই শব্দটোৱে বেলেগ ৰূপ লৈছে। চৰিতৰ ভাষাত 'ধৈমালি' আৰু পিচৰ কালত 'ধেমালি' হৈছে তেনেকৈ অৰ্থও কৰা হয়। সত্ৰীয়া ভক্তিৰ ক্ষেত্ৰত ধেমালি শব্দৰ অৰ্থ হ'ল ভগবৎ প্ৰাপ্তিৰ কাৰণে আনন্দত মতলীয়া হৈ অঙ্গ সঞ্চালন কৰা, ধাৰণা কৰা গায়ন বায়নত নানা পদ সঞ্চালন কৰা এটি অপৰিহাৰ্য্য কথা। উত্তৰভাৰত, বঙ্গ আৰু উৰিষ্যাত ধেমালি শব্দটোৰ অৰ্থ ফাগুৱাৰ খেল ধেমালি, অমাৰ্জ্জিত যৌন আবেদন জড়িত থকা বুলি জনা যায়। কিন্তু পূব ভাৰতৰ সত্ৰীয়া ধেমালি শব্দৰ অৰ্থ ভক্তিমুখী। ধেমালি হ'ল ভাওনৰ আগ মুহূৰ্ত্তত পৰিৱেশন কৰা মঙ্গলাচৰণ মূলক উপাসনা। তেনেকৈ ধেমালিৰ চাহিনি শব্দৰ অৰ্থও ভক্তিমূলক। 'চাহিনি' শব্দটোৰ মূল বিচাৰি নেপালেও এটা কথা ঠিক যে চাহিনি মানে চৰ্চ্চা কৰা বা চৰ্চ্চন কৰা। বহি চাহিনি আৰু থিয় চাহিনি ভেদে চাহিনি দুবিধ। বহি কৰা ভগৱৎ আৰু থিয় হৈ কৰা ভগৱৎ কথাকে চৰ্চ্চাৰ সূচায় যেন লাগে। ধেমালি শব্দটোৰ সন্দৰ্ভত বৰ বহল ভাৱে বহুতে অৰ্থ প্ৰকাশ কৰিছে। এই প্ৰসঙ্গত সামান্য মাত্ৰ এটি আভাস দিয়া দিয়া হ'ল।

(গ—২২) আলোক সজ্জাঃ—

ভাওনাৰ কাৰণে পোহৰ বিকিৰণ প্ৰণালী অতি প্ৰয়োজনীয় কথা। শঙ্কৰ গুৰুৱে চিহ্ন যাত্ৰা কালত তিনিভাগে ত্ৰিবিধ পোহৰৰ ব্যৱস্থা বা আলোক সজ্জা ঠিক কৰিছিল যেনে মতা আঁৰিয়া আৰু অগ্নিগড়। এই বোৰৰ লগতে মাটিৰ চাকিৰ সহস্ৰ বন্তি আছেই। সকলোতকৈ মতা অধিক উজ্জ্বল আৰু শোভন (লগায়া দিলন্ত মত্তা, পৰম শোভন। চৰিত/ৰামচৰণ)। মতা, আঁৰিয়া আৰু অগ্নিগড়ৰ সম্বন্ধে আমি দ্বিতীয় খণ্ডতে প্ৰকাশ কৰি আছিছোঁ। অগ্নিগড়ৰ নদাল শগিতাই নবিধ ভক্তিকে সূচায়। তাৰ তলেদি গায়ন বায়ন, সূত্ৰধাৰ, ভাৱৰীয়া সকল প্ৰবেশ কৰিব লাগে। দুজনে আঁৰ কাপোৰ ধৰে। আৰ কাপোৰে মায়াৰ আবৰণ কৰাকে সূচায়। মায়া থাকিলে নবিধ ভক্তিৰ আশ্ৰয় কৰিব নোৱাৰে। সেইবাবে মায়া আতৰ কৰি নবিধ ভক্তিৰ আশ্ৰয় কৰিবলৈ কোৱা হৈছে। আঁৰিয়া দুদালে শ্ৰৱণ কীৰ্ত্তন ভক্তি ইংগিত দিছে। ন বিধ ভক্তিৰ আচৰিব নোৱাৰিলে শ্ৰৱণ কীৰ্ত্তন কৰিবলৈ কৈছে। তাতে নৱবিধ ভক্তিৰ ফল পোৱা যায়। আকৌ শ্ৰৱণ কীৰ্ত্তন কৰিব নোৱাৰিলে কীৰ্ত্তন কৰিবলৈ কোৱা হৈছে। কীৰ্ত্তনৰ প্ৰতীক হ'ল মতা (মতাক মহতা বুলিও কয়)। উক্ত তিনিও প্ৰকাৰ উজ্বল আলোকেৰে চিহ্নযাত্ৰাৰ কাৰণে নিৰ্মিত ৰভাঘৰৰ চৌদিশ আলোকিত কৰা হৈছিল। নাট্যমোদী দৰ্শকসকলে দিন ৰাতিৰ ভেদাভেদ পাহৰি গৈছিল (নজানিল সভাসদে কিবা ৰাত্ৰিদিন। গুৰুচৰিত/ৰামচৰণ)। মিঠাতেলৰ দ্বাৰা প্ৰস্তুত এই আলোক সজ্জা পদ্ধতিয়ে ৰভাঘৰখন দিন ৰাতিৰ ভেদাভেদ পাহৰাই পেলোৱাটো এটি আচৰিত কথা। আজিকালিৰ বিদ্যুৎ পদ্ধতিৰ নিচিনাই হৈছিল বোধ হয়। কিন্তু এটি কথা অপ্ৰিয় সত্য যে মিঠাতেলৰ আলোক সজ্জাই সেই সময়ত আৰু এতিয়াও কীৰ্ত্তন ঘৰত বা ৰভাঘৰত যি সাত্বিক আৰু ভক্তিভাৱ জগাই তুলিব পাৰে, বিদুৎ পদ্ধতিয়ে কেতিয়াও নোৱাৰে। বিদ্যুতে আলোকহে কৰিব পাৰে, সাত্বিক পৰিৱেশ গঢ়িব নোৱাৰে। মিঠাতেলে দুয়োটাই পাৰে। মিঠাতেলৰ দ্বাৰা প্ৰস্তুত মতাৰ প্ৰকাশ শক্তি ইমান আছিল যে তাৰ তুলনা বিদ্যুৎ প্ৰকাশত মুঠেই নাখাটে। চৰিতকাৰে কৈছে যে—

প্ৰথমৰ প্ৰবেশ দিবাৰ বেলা ভৈল।
মতাক লগায়া দিন সম কৰি থৈল॥

অথবা

ইত্যাদি কাহিনী বা ঘটনাবোৰ চাক্ষুষ দৃষ্টিগোচৰ কৰা সাধাৰণতে কঠিন। এতেকে সূত্ৰ বা গীতৰ মাজেৰেই অভিনয়ৰ যোগেদি দেখুৱাব নোৱাৰা কামবোৰ অৱস্থা বৰ্ণনাৰ যোগে প্ৰকাশ কৰিব লগা হৈছে। অৱশ্যে মঞ্চাভিনয় অৰ্থাৎ থিয়েটাৰ যোগেদি বা চিনেমা আদিত তেনেকুৱা অদ্ভুত অৱস্থাবোৰ দেখুৱাব পাৰি। কিন্তু অংকীয়া নাট থিয়েটাৰ বা চিনেমাৰ বস্তু নহয়। ই হ'ল কীৰ্ত্তন ঘৰ বা মুক্ত ৰঙ্গমঞ্চৰ বস্তু। এতেকে কৰিব লগা অভিনয়বোৰ সূত্ৰ, গীতৰ যোগেদি দৰ্শক সকলক জনাব লগা হয়। নাটখনত কৰুণ, ভয়ানক আৰু ৰৌদ্ৰৰস যুক্ত থাকিলেও ভক্তিৰসে প্ৰধানকৈ অধিকাৰ কৰি আছে। নাটকৰ শেষত (মাজে মাজে থাকিলেও) ভক্তিৰসে ভুমুকি মাৰি বাকী ৰসবোৰ নিঃচিহ্ন কৰি পেলাইছে, যেনে "ওহি গোপালক কালি দমন বনাগ্নিপান লীলা যাত্ৰা যে সব লোকে শুনে, ভনে, তাহেক কৃষ্ণ চৰণে পৰম প্ৰেম ভকতি বাঢ়ব। ইহা জানি নিৰন্তৰে হৰিবোল হৰিবোল"। তেনেকৈ মুক্তি মঙ্গল ভটিমাটোতো কৃষ্ণদেৱৰ মহিমা প্ৰকাশ কৰি ভক্তিৰসৰ প্ৰাবল্য প্ৰকট কৰা হৈছে বা মোখনি মৰা হৈছে। ভক্তিৰ প্ৰাবল্য যা ভক্তিয়ে জোৰ কৰিব পাৰিছে নাটকৰ প্ৰধান নায়ক শ্ৰীকৃষ্ণ হোৱাৰ কাৰণে। নায়ক নৰাকীয়ে নাট বা কাব্যাদিত যেনেকৈ সৰ্ব্বজন দৃষ্টিত পৰে বা পৰিবলৈ সক্ষম হয়, আনে তেনেকৈ নোৱাৰে। গতিকে কৃষ্ণ মহিমা প্ৰকাশ কৰিবৰ কাৰণে তেওঁক নায়ক কৰি লোৱাত ভক্তিৰসৰ প্ৰাবল্য অধিকভাৱে বিকশিত হৈছে। নাটকখনে একশৰণ নাম ধৰ্ম্মৰ আদৰ্শৰ অনুকূলে কাম কৰিছে যেনে "শুন সকলোই, বচনক মোই, সবতেজি ভজ হৰি পাৱ। ওহি ভব দুৰ্গম, সাগৰ তৰণ, কৃষ্ণ পাদ পল্লব নাৱ"॥ ইত্যাদি। নাটকৰ আৰম্ভণিতো "মেঘশ্যামল মূৰ্ত্তিমায়ত মহাবাহু মাহোৰস্থলম" শ্লোকটোত কৃষ্ণ প্ৰশস্তিৰে অভিবাদন জনোৱা হৈছে।

কালিদমন নাটখন ভায়েক ৰামৰায়ৰ অনুৰোধক্ৰমে শংকৰদেৱে লিখিছে বুলি তেৰাই নিজে মুক্তমঙ্গল ভটিমাৰ শেষত ব্যক্ত কৰিছে। কথা গুৰু চৰিতত "আৰু ৰাই আতা দশমৰ কালিদমন চৰ্চ্চা সন্তোষ পাই গুৰু জনত প্ৰাৰ্থনাকৈ জীৱক কৃপাৰে নাট কৰালে বুলি কৈছে। নাটকৰ কাহিনী ভাগ মূল ভাগৱতৰ দশম স্কন্ধৰ পোন্ধৰ যোল্ল আৰু সোতৰ অধ্যায়ৰ পৰা গ্ৰহণ কৰা হৈছে। নাট্যকাৰ গুৰুদেৱে মূল কাহিনীভাগ ঠিক ভাৱে ৰাখি মাজে মাজে নিজৰ কিছুমান সামান্য বিষয় এৰা ধৰা কৰিছে। তলত যোগ বিয়োগ খিনি তাত্তি ধৰা হ'ল

১) কালি নাগৰ বিষময় জল পান কৰি গোপবালকসকল মৃত্যু হোৱাত কৃষ্ণই "অমৃত নয়নে সবে জীয়াইলা" এইখিনি কথা ভাগৱতৰ কিন্তু শঙ্কৰদেৱে ইয়াক ঠিকে ৰাখি (অতিৰিক্ত ভাৱে) কৃষ্ণক এজন সামান্য ব্যক্তি হিচাবে দেখুৱাবলৈ গৈ কৃষ্ণই গোবৎসাদি মৃত্যু হোৱাত দুখ কৰা, মৃতক সকলক উলট পালট কৰি মৃত্যুৰ পৰীক্ষা আদি কাৰ্য্য কৰাইছে।

২) গোপবালক সকল পুনৰ্জীৱিত হোৱাত তেওঁলোক আচৰিত সহকাৰে এই কাম কৃষ্ণচন্দ্ৰৰ বুলি মনতে ঠাৱৰ কৰি লোৱা কথা ভাগৱতত আছে। কিন্তু শঙ্কৰদেৱে বালকসকলে কৃষ্ণক প্ৰণাম কৰা, পুনৰ্জীৱন দানৰ কাৰণে প্ৰশংসা কৰা আৰু কৃষ্ণই সকলোকে আলিঙ্গণ কৰা কাৰ্য্য দেখুৱাইছে।

(৩) বিষময় হ্ৰদত কৃষ্ণৰ বিষ লাগি মৃতক স্বভাৱ হ'ল। তেতিয়া গোকুলত নানা বিমঙ্গল হোৱাত নন্দযশোদা আদি ব্ৰজবাসীয়ে কৃষ্ণ চৰণ চিহ্নৰ অনুসৰণ কৰি তাত উপস্থিত হয়। ভাগৱতৰ মতে বিমঙ্গলৰ ভিতৰত ভয়সূচক ভূমিকম্প, উল্কাপাত, প্ৰত্যেকৰে বাম অঙ্গ (নেত্ৰ) স্ফুৰণ হৈছিল। কিন্তু শঙ্কৰদেৱে অতিৰিক্ত "ঘৰেঘৰে কেৰুৱা আৱাৱ কৰে, অনাবাৰে বৃক্ষ সব উভৰি পৰে, স্ত্ৰীৰ দক্ষিণ, পুৰুষৰ বাম কান্দ" বুলি কৈছে আৰু সেই অদ্ভুত কাৰ্য্য ভাগৱতৰ মতে "দাদা বলভদ্ৰ লগে নগৈলা। কৃষ্ণৰ আজি তৈক্তে কিবা ভৈলা" বুলি কৈছে; কিন্তু শঙ্কৰদেৱৰ নাটক সেই সম্বন্ধে নিমাত।

(৪) ভাগৱতত যশোদাৰ বিলাপ সংক্ষিপ্ত আৰু গোপীসকল ধৈৰ্য্য শালিনী তথা কৃষ্ণৰ মহিমা প্ৰকাশ কৰি যশোদাক সান্ত্বনা দিছে। কিন্তু নাটকত নন্দ-যশোদাৰ প্ৰাণ অন্তৰীক্ষ, অচেতন আৰু বিলাপ বেছি আৰু গোপীসকলৰ শোকশেলত পীড়িত, আৰ্ত্তৰাৱে ক্ৰন্দন আদি আছে।

(৫) ভগৱতত কালিয় নাগৰ প্ৰতি যশোদাৰ ক্ৰোধোক্তি নাই কিন্তু নাটকত আছে।

(৬) ভাগৱতত নাগপত্নী সকলৰ প্ৰশস্তি দীঘলীয়া। নাটকত সংক্ষিপ্ত।

(৭) ভাগৱতত কালিদমন কৰি হ্ৰদৰ পৰা উত্তৰণ হোৱাৰ পিচত নন্দ-যশোদা-দিয়ে কৃষ্ণক আলিঙ্গণ, চুম্বন কৰিছে। নাটকত যশোদাৰ মুখত সংলাপ দিয়া হৈছে। বাকী সকলৰ নাই।

(৮) ভাগৱতত কৃষ্ণৰ কাৰণে বিপ্ৰসকলৰ বাক্যত নন্দই স্বৰ্ণ আৰু গাই দান কৰিছে। কিন্তু নাটকত নাই।

(৯) ক্ষুধা, তৃষ্ণা, ৰোদনাদিত দুৰ্ব্বলতা প্ৰাপ্ত হোৱাৰ কাৰণে সেই ৰাত্ৰি সকলোৱেই যমুনাৰ নাতিদূৰে বঞ্চিব লগা হ'ল। ভাগৱতত এনেকৈয়ে আছে। কিন্তু নাটকত শ্ৰীকৃষ্ণই 'আজু ৰাত্ৰি ব্ৰজ যাইতে পাৰব নাহি॥ বুলি বাধা দিছে।

(১০) বনবহ্নি আবেষ্টনৰ কথা ভাগৱতত সংক্ষেপ। কিন্তু নাটকত শৰীৰ কম্পন (গোপগোপী সকলৰ), কোলাহ'ল, আদি বিস্তৃত বিবৰণ আছে।

(১১) বনাগ্নি পান কৰাৰ পিচত (ভাগৱতৰ মতে কৃষ্ণ বলৰাম আৰু গোপ গোপী সকলৰ ব্ৰজপুৰলৈ প্ৰস্থান কৰাৰ বাহিৰে অন্য কথাৰ অভাৱ। কিন্তু নাটকত কৃষ্ণৰ আশ্চৰ্য্য মহিমা দেখি ব্ৰজবাসী সকলে কৃষ্ণৰ গুণ কীৰ্ত্তন কৰিছে।

এনেকৈ ভাগৱত আৰু নাটকৰ মাজত সামান্য প্ৰভেদ থকা দেখা যায়। এনেবিলাক পৰিবৰ্ত্তনৰ কাৰণ হ'ল দশক সকলক নাটকৰ বিষয় বস্তুটো মৰ্ম্মস্পৰ্শী কৰি তোলা, কৃষ্ণৰ প্ৰভাৱ, অলৌকিক লোক ৰক্ষণ-শীলতা আদি ভাৱ প্ৰতিপাদন তথা স্থাপন কৰা। এনে ব্যক্তিক আনৰ দৃষ্টিগোচৰ কৰা বা তেওঁৰ প্ৰভাৱ বিস্তাৰ কৰাৰ কাৰণে বহুতো উপায় লাগে। শ্ৰীকৃষ্ণ চন্দ্ৰৰ অলৌকিক কাৰ্য্যাৱলী আৰু ঐশী শক্তি বিকাশ কৰাৰ কাৰণে শঙ্কৰদেৱৰ এই "কালিদমন" অংকীয়া নাটখন সফলতা লাভ কৰিবলৈ সক্ষম হৈছে। পাপৰূপ কালি নাগক কৃষ্ণৰূপ পুণ্যই দমন কৰাত পাপৰ পৰাভৱ আৰু পুণ্যৰ অভ্যুদয় হোৱাত হৰিনাম বলীয়ান্ হৈছে।

(২৫—ক) নাটকৰ মূলমূল কাহিনী :—

নাটখনৰ আৰম্ভণিতে গোবৎসকলে তৃষ্ণাতুৰ হৈ অজ্ঞতাবশত: কালিয় হ্ৰদৰ বিষময় জল পান কৰি সকলো মৃত্যু হয়। কৃষ্ণই সকলো কথা বুজি পায় অমৃত দৃষ্টিপাত কৰি সকলোকে জীৱদান কৰে আৰু কালিনাগ দমন কৰিবৰ কাৰণে কক্ষালত পীতবস্ত্ৰ বান্ধি কদম্ব বৃক্ষত উঠি হ্ৰদত জপিয়াই পৰে। অনন্তবীৰ্য্যৰ প্ৰচণ্ড প্ৰতাপত হ্ৰদত ঢৌ উঠে। দুৰন্ত কাল সৰ্পই হ্ৰদৰ আন্দোল ৰোল শুনি ক্ৰোধত অধীৰ হৈ খেদি আহে আৰু মৰ্ম্মস্থানত কৃষ্ণক দংশন কৰি নেগুৰে মেৰাই ধৰে। কৃষ্ণ অচেতন হৈ পৰে। সিপিনে ব্ৰজপুৰত নানা উৎপাত বিমঙ্গল হয়। নন্দ, যশোদা, গোপগোপীসকলে কৃষ্ণৰ কিবা অমঙ্গল হ'ল বুলি চিন্তা কৰি অতি ব্যগ্ৰতাৰে সৈতে কৃষ্ণক বিচাৰি আহি সৰ্প বন্ধনত অচেতন অৱস্থাত কৃষ্ণক লগ পায়। তেওঁলোকে নানা

বিলাপ কৰি মূৰ্চ্ছা যায় আৰু হ্ৰদত জাঁপ দি আত্মহত্যা কৰিবলৈ যাওঁতে বলভদ্ৰই বাধা দিয়ে। কৃষ্ণই কিছু সময় অচেতন অৱস্থাত থাকি পিচত সুস্থ হ'ই কালিৰ শিৰত উঠি নৃত্য কৰে। কালি সৰ্পৰ গৰ্ব্ব চুৰ হয়। তেওঁৰ পত্নী সকলে আহি কৃষ্ণৰ ওচৰত স্বামীৰ প্ৰাণ ভিক্ষা প্ৰাৰ্থনা কৰে আৰু কালি সৰ্পই নিজৰ মুৰ্খামী আৰু অহঙ্কাৰৰ পৰিণতি বুজি পায় অৱনত হয়। কৃষ্ণই সকলোকে অভয় প্ৰদান কৰি কালিক ৰমন দ্বীপলৈ যাবৰ কাৰণে আদেশ কৰে। সেইমতে তেওঁলোকে বিদায় লয়। সেইদিনা ৰাতি সমাগত দেখি কৃষ্ণই সকলোকে যমুনাৰ বালিত থাকিবলৈ অনুমতি কৰে। ৰাতি নিদ্ৰাগত অৱস্থাত সকলোকে বন বহ্নিয়ে আগুৰি ধৰে। সকলোৰে শৰীৰ কম্পমান হয় আৰু কৃষ্ণৰ চৰণত শৰণাপন্ন হয়। কৃষ্ণই ভক্ত সকলক ত্ৰান কৰিবৰ মানসেৰে অপ্ৰয়াসে বণবহ্নি পাণ কৰে আৰু সকলোৰে অতি আনন্দ মনেৰে পুনৰ গোকুল যাত্ৰা কৰে। এয়ে নাটকৰ কাহিনী।

(২৫—খ) নাটকত বিসঙ্গতিপূৰ্ণ বিষয় আলোচনাঃ—

শঙ্কৰদেৱৰ "কালিদমন" নাটত আমি দুটা বিসঙ্গতিপূৰ্ণ কথা দেখা পাওঁ। প্ৰথমটো হ'ল কালিসৰ্পই কৃষ্ণক অচেতন কৰি থওঁতে যশোদাদিয়ে কৰা বিলাপ প্ৰসঙ্গ আৰু বনবহ্নিত পতিত অৱস্থাত কৰা বিলাপ প্ৰসঙ্গ। নিজৰ পুত্ৰকৰ সৰ্পগ্ৰাস দৰ্শন কৰি মাতৃৰ যি উদ্বিগ্নতা আৰু ক্ৰন্দন ৰোল সেই প্ৰসঙ্গত নাটকত দুটা গীত আৰু বনবহ্নিৰ মাজত পৰি অস্থিৰতা আৰু ভয় জনিত বিষয়ত দুটা গীত যুক্ত কৰা হৈছে। কৰুণ আৰু ভয়ানক ৰস পুষ্ট উক্ত গীত চাৰিটা যি সময়ত যুক্ত কৰা হৈছে সেই সময়ত কৃষ্ণ বিষয় কাতৰা গোপগোপীসকলক বিহবল আৰু মূৰ্চ্ছা, ভয়, অস্থিৰ আদিয়ে আক্ৰমণ কৰিছে। এনে অৱস্থাত ধীৰস্থিৰ লয়ত গীত পৰিৱেশন কৰিলে ভয়ানক ৰসত আঘাত বা সংঘাত নহ'বনে? ৰসত ব্যঘাত পৰিলে প্ৰেক্ষকসকল অসুবিধাত পৰে। এতেকে ইয়াৰ উপায় লাগে। উত্তৰত কোৱা হয় যে অংকীয়া নাট মাত্ৰেই সঙ্গীত প্ৰধান। অভিনেতা সকলৰ সমস্ত অভিনয় গীত, বাদ্য, নৃত্যৰ যোগেদি সমাধান হ'ব লাগে কাৰণে শঙ্কৰদেৱে নাটত গীতৰ প্ৰাধান্য ৰক্ষা কৰিছে ইত্যাদি।

(ক) (প্ৰ—২৬) পত্নী প্ৰসাদ নাটঃ—

ভাগৱতত বৰ্ণিত কাহিনীৰ ক্ৰমৰ পৰা কালি দমনৰ পিচতে পত্নী প্ৰসাদ পৰে। কিন্তু ৰচনাৰ ক্ৰমৰ পৰা পত্নী প্ৰসাদ নাট কালিদমনতকৈ

দিন -সম ভৈল সিটো সভাৰ প্ৰকাশ।

... ... .............. ...

লগাইলন্ত মতাক দেখিয় সুশোভন।

.........................................

লগাইলন্ত মতা গোটসবে যাহে চাই।

ৰাত্ৰি শুচি ভৈল যেন দিন সাজে প্ৰায় ॥

ছজনা বৈকুণ্ঠপতিৰ প্ৰবেশত আঁৰকাপোৰ ধৰা হৈছিল আৰু এজনে মতা জ্বলাই পোহৰ কৰি অভিনেতা সবাৰীক উজ্জ্বল কৰি দিয়াৰ লগতে দৰ্শক সকলক পৰিচয় কৰি দিয়া হৈছিল। গুৰুজনে নিজে মতা জ্বলাই দিয়া কথা চৰিত পুথিত আছে (আপুনি শঙ্কৰদেৱে মতাক ধৰিল। গুৰুচৰিত/ৰামচৰণ)। ছজনা বৈকুণ্ঠপতিৰ ৰূপত ছজনা আতৈ অৱতীৰ্ণ হৈছিল। সেই সকল যথাক্ৰমে ৰামৰাম গুৰু, লক্ষ্মণ, যদু, ৰামচৰণ, বলাই আৰু মথুৰা। চিহ্নযাত্ৰাত শঙ্কৰ গুৰুৰ আলোক সজ্জা অতি মনোৰম আৰু অভূতপূৰ্ব্ব আছিল।

## (গ – ২৩) নাৰীৰূপত পুৰুষৰ ভূমিকা :—

শঙ্কৰদেৱৰ "চিহ্নযাত্ৰা" নাট্যাভিনয়ত পুৰুষে নাৰী ৰূপত অৱতীৰ্ণ হোৱা কথা চৰিত পুথিত বৰ্ণনা কৰা হৈছে। সপ্ত বৈকুণ্ঠৰ ভিতৰত ছখন বৈকুণ্ঠৰ কাৰণে ছজনা লক্ষ্মী দেৱীৰ আৱশ্যক হৈছিল। পঙ্কজ নামৰ বৈকুণ্ঠখনৰ কাৰণে লক্ষ্মীৰ প্ৰয়োজন নাছিল। কাৰণ সেইখন মায়াৰহিত, নিৰাময়, নিৰাকাৰ ব্ৰহ্মৰ অৱস্থিতি (নলাগয় লক্ষ্মী তাত মায়া নাহি তাত। গুৰু চৰিত/ৰামচৰণ) সেইখন বৈকুণ্ঠৰ অধিপতিৰূপত অৱতীৰ্ণ হৈছিল স্বয়ং শঙ্কৰগুৰু। বাকী ছখনৰ কাৰণে ছজনা লক্ষ্মীৰ ভূমিকাত অৱতীৰ্ণ হ'ল (শঙ্কৰদেৱৰ নিৰ্দ্দেশক্ৰমে) যথাক্ৰমে সৰ্ব্বজয় আতৈ, বলোৰাম আতৈ, শ্ৰীৰাম গুৰু, কমলিধৰা পৰমানন্দ আতৈ, হৰিধন আতৈ আৰু চিদানন্দ আতৈ। চিদানন্দ ৰঘুপতি ৰজকৰ (ধোবাৰ) পুত্ৰ আছিল (ৰঘুপতি ৰজকৰ পুত্ৰ আনিলন্ত। চিদাক আনিয়া পাচে বস্ত্ৰ কচাইলন্ত ॥ গুৰুচৰিত)। শঙ্কৰ গুৰুৰ সৰ্ব্ববৰ্ণ সমন্বয় সাধন বা সকলোৰে প্ৰতি সমদৃষ্টিৰ দৃষ্টান্ত ধৰ্ম্মপ্ৰচাৰৰ প্ৰথম অৱস্থাতে পোৱা যায়। শঙ্কৰদেৱৰ এই দৃষ্টান্ত পৃথিবীৰ অন্য ধৰ্ম্মগুৰু সকলত কমকৈহে পোৱা হয়।

ছুজনা বৈকুণ্ঠপতিৰ কাষ'ল ছুয়োজনা লক্ষ্মীয়ে নাচিবাগি প্ৰৱেশ কৰি আহিছিল। কথা গুৰু চৰিতৰ মতে মধেৱদেৱৰ দ্বাৰা ৰচিত "ৰাম ভাওনা" নাটকত হৰিবল্লভ আতৈয়ে সীতাৰ ৰূপত অৱতীৰ্ণ হোৱা বুলিও কৈছে। পুৰুষে নাৰীৰ ভূমিকা লোৱাটো কোনো আচৰিত কথা নহয় বা কোনো নতুন কথা নহয়। ভৰত নাট্য শাস্ত্ৰৰ দিনৰে পৰা এনে নিয়ম প্ৰবৰ্ত্তন হৈ আহিছে। নাট্য শাস্ত্ৰত অভিনয় পুনৰ তিনিবিধ বুলি কৈছে যেনে অনুৰূপ, ৰূপানুৰূপ আৰু বিৰূপ।

(১) অনুৰূপ—ইয়াত পুৰুষে পুৰুষৰ আৰু নাৰীয়ে নাৰীৰ ভূমিকা গ্ৰহণ কৰে।

(২) ৰূপানুৰূপ—ইয়াত পুৰুষে নাৰীৰ আৰু নাৰীয়ে পুৰুষৰ ভূমিকা গ্ৰহণ কৰে।

(৩) বিৰূপ—ইয়াত শিশুৱে বৃদ্ধৰ, বৃদ্ধই শিশুৰ ভূমিকা গ্ৰহণ কৰে।

সাম্প্ৰতিক কালত উদাসীন সত্ৰসমূহত আৰু গাওঁ সমূহত পুৰুষে নাৰীৰ ভূমিকা গ্ৰহণ কৰি আছে আৰু নগৰ অঞ্চলত নাৰীয়ে নাৰীৰ আৰু পুৰুষে পুৰুষৰ তথা নাৰীয়েও পুৰুষৰ ভূমিকা লোৱা দেখা যায়। এই নিয়ম কোনো অশাস্ত্ৰীয় নহয়। শঙ্কৰ মাধৱ গুৰু মহাপুৰুষে পুৰুষকহে নাৰী সজাইছিল। সেই আদৰ্শতে এতিয়াও উদাসীন আৰু গৃহীসত্ৰৰ কীৰ্ত্তন ঘৰত পুৰুষকহে নাৰী সজাই ভাওনা পতা হয়। কেৱল অসমেই নহয় অন্যান্য প্ৰদেশতো পুৰুষক নাৰী সজাই অভিনয় কৰিবলৈ দিয়া দৃষ্টান্ত এতিয়াও আছে।

(গ—২৪) ঐশী শক্তিৰ নায়ক শ্ৰীমন্ত শঙ্কৰ ঃ—

শ্ৰীমন্ত শঙ্কৰ গুৰুজনাই "চিহ্নযাত্ৰা" নাট্যাভিনয় কালত যি ঐশী শক্তিৰ পৰিচয় দিলে সেই কথা চৰিত পুথিত পৰিষ্কাৰকৈ দিয়া আছে। অলৌকিক শক্তিৰ অধিকাৰী হিচাবে শঙ্কৰদেৱৰ নামৰ আগে-পিছে বিশেষণীয় বিশেষণ পদ ব্যৱহাৰ পৰা হৈ বʼল। শঙ্কৰ গুৰুৱে নিজে বা আনৰ দ্বাৰা কৰোৱা কাৰ্য্যৰ গোটাচেৰেক খতিয়ান এইখিনিতে উল্লেখ নকৰি নোৱাৰি। গুৰুৱে কপিল নৈৰ মুখৰ কুমাৰৰ দ্বাৰা খোল গঢ়োৱা, সাত খন বৈকুণ্ঠৰ আৰু অন্যান্যৰ চিত্ৰপট অঙ্কন কৰা, শ্লোক, গীত, ভটিমা, সূত্ৰ লিখা, নটুৱা আৰু গায়ন বায়নৰ শিক্ষা দিয়া, কাঠ বাঁহৰ চোঁ মুখা নিৰ্ম্মাণ কৰা, ধেমালি আৰু ৰাগৰ সৃষ্টি কৰা বাগদি কল গছৰ পাত সকলোই

পনৰ সঞ্জীৱিত কৰা, মতা, আৱিয়া, অগ্নিগড় আদি আলোক সজ্জাৰে উন্নত প্ৰণালীৰ পোহৰ বিলোৱা নিজে শঙ্কৰ বৈকুণ্ঠৰ মায়া বহিত স্থানৰ অধিপতি হিচাবে প্ৰবেশ কৰা, নানা নৃত্য ভঙ্গীৰে সকলোৰে মনোৰঞ্জন কৰি সৰ্ব্বোপৰি নায়ক, সঞ্চালক হোৱা, নিজে সূত্ৰধাৰ, গায়ক, বায়ক, মতা ধৰা, ভাও দিয়া কাৰ্য্য কৰা আৰু অন্যান্য অলৌকিক কাৰ্য্য আদিয়ে তেৰাক এগৰাকী প্ৰতিভাশালী মহান পুৰুষ হিচাবে পৰিচয় দিছে। সকলো কাৰ্য্যতে শঙ্কৰদেৱক দৰ্শক সকলে দেখা পোৱাটো অলৌকিক কথা। চৰিতকাৰে কৈছে—

অহিতো শংকৰ দেখে তহিতো শঙ্কৰ।
উঠিলন্ত তেখনে যতেক বিপ্ৰবৰ॥
দেখন্ত শংকৰ গায়নৰ মাজে নাই।
পট বৈকুণ্ঠৰ মাজে দেখিল দুনাই॥

গুৰুচৰিত/ৰামচৰণ

নাটকৰ মোহনীয় শক্তি অপূৰ্ব্ব আছিল

গায়ন সকলে গীত আনন্দতে গাই।
সমজ্যায়ে যেন বৈকুণ্ঠক আছে চাই।
নজানিল সভাসদে কিবা ৰাত্ৰিদিন।
দেখি বৈকুণ্ঠক যেন পাত ভৈল ক্ষীণ॥
নাৰীসবে নিচিনয় কোনজন স্বামী।
সবে হন্তে যেহেন ভৈলন্ত মোক্ষগামী॥
বালকে নিচিনে কোনজন মাৰ বাপ।
সমস্তৰে শৰীৰৰ অন্তৰিল পাপ॥
স্বামীয়ে নিচিনে এহি মোৰ ভাৰ্য্যা বুলি।
শঙ্কৰৰ মায়ায়ে সবাকো থৈলা ভুলি॥

গুৰু চৰিত/ৰামচৰণ

এনেকৈয়ে শঙ্কৰদেৱে অপূৰ্ব্ব আৰু মোহনীয় ঐশী শক্তিৰ বিকাশ কৰিছিল। চিহ্ন যাত্ৰা হ'ল অসমত, ভাৰতত তথা পৃথিবীৰ ভিতৰত আঞ্চলিক ভাষাৰ সৰ্ব্বপ্ৰথম নাট্য আলোড়ন। এইজনা মহাপুৰুষেই প্ৰথম নাট্যকাৰ কাৰণে পৃথিবীৰ বুৰঞ্জীৰ পাতত যাউতি-যুগীয়া হৈ থাকিব। এনে ধৰণৰ চিত্ৰপট আৰু কলা অভিনয়ৰ প্ৰণালী ভাৰতৰ ভিতৰতে প্ৰাচীন আৰু অদ্বিতীয় বুলি ক'লে ভুল নহয়।

## (গ-২৫) শঙ্কৰদেৱৰ "কালিদমন" অঙ্কীয়া নাট ঃ—

মহাপুৰুষ শঙ্কৰদেৱ গুৰুজনাই ব্ৰজাৱলী ভাষাত ছখন নাট লিখে। নাটক সমূহৰ নাম হ'ল ক্ৰমে কালি দমন, পত্নী প্ৰসাদ, কেলি গোপাল, ৰুক্মিণী হৰণ, পাৰিজাত হৰণ আৰু ৰাম বিজয়। "ৰাম বিজয়" নাট ৰামায়ণৰ ভিত্তিত ৰামক কেন্দ্ৰকৰিলিখা একমাত্ৰ নাট আৰু বাকী পাঁচখন মহাভাৰত ভিত্তিত শ্ৰীকৃষ্ণক কেন্দ্ৰ কৰি লিখা নাট। এই নাট সমূহৰ একোটি থুলমূল আলোচনা তাতি ধৰা হৈছে। উল্লেখযোগ্য কথা যে শঙ্কৰদেৱে "কংসবধ" নাট আৰু "জন্মযাত্ৰা" নামৰ দুখন নাট লিখিছিল বুলি বৰদোৱা চৰিতত আৰু সন্তাৱলী গ্ৰন্থত পোৱা যায়। বৰ্ত্তমান দুয়োখন নাট দুষ্প্ৰাপ্য।

শঙ্কৰদেৱে "কালিদমন" নাটখন পাটবাউসী সত্ৰত ১৫৪৩ খৃষ্টাব্দত ৰচনা কৰা বুলি অধুনা পণ্ডিতে অনুমান ভিত্তিত ক'ব খোজে (পত্নী প্ৰসাদ নাট ইয়াৰ আগতে ৰচনা কৰা)। নাটখনত শ্লোকৰ সংখ্যা চৌৱিশটা, গীতৰ সংখ্যা তেৰটা, ভটিমাৰ সংখ্যা নাটকীয় দুটা (মুক্তি মঙ্গল ভটিমাৰে সৈতে) আৰু পাত্ৰৰ পয়াৰ ভটিমা দুটা, গীত বোৰত নিবদ্ধ ৰাগৰ সংখ্যা দহটা যেনে সিন্ধুৰা, কানড়া, আশোৱাৰী, গৌৰী, কৌ, বেলোৱাৰ, সুহাই, শ্ৰীগান্ধাৰ, ভাটিয়ালী আৰু কল্যাণ, তালৰ সংখ্যা ছখন যেনে একতালি, পৰিতাল, ৰূপক, দোমানি, জৌতি (যতি), খৰমান। নান্দী গীত নাই আৰু "কালিদমন যাত্ৰা বাৰ্ত্তাং" বুলিছে কৈছে। অন্তশ্যে ভটিমাত "সোহি কৃষ্ণক ওহি নাটক" বুলি নাটক শব্দটো প্ৰয়োগ কৰিছে। নাটকৰ উপক্ৰমত সূত্ৰধাৰে 'কালিদমন লীলা যাত্ৰা পৰম কৌতুকে কৰব' বুলি কৈছে; কিন্তু উপসংহাৰত "ওহি গোপালাক কালিদমন বনাগ্নিপান লীলা যাত্ৰা" ইত্যাদি বুলি কোৱাত মুখ্যত ঃ "কালিদমন "আৰু গৌণতঃ 'বনাগ্নি পান" লীলাও জড়িত হৈ পৰিল নাটকত সংলাপ বৰ কম। সূত্ৰ, গীত আৰু শ্লোকত পাত্ৰৰ ভাববোৰ পৰিস্ফুট হৈছে বা নাটকীয় কাহিনী প্ৰকাশ পাইছে। সঙ্গীতৰ যোগেদি ভাৱ প্ৰকাশ কৰিব লগা হোৱাৰ কাৰণে নাটক খনক "গীতিধৰ্ম্মী নাটক" বুলি কোৱাৰ থল আছে। নাটকত বৰ্ণিত কিছুমান অৱস্থা বা ঘটনা স্বাভাৱিকতে প্ৰকাশ কৰিব নোৱাৰি যেনে বিষময় হ্ৰদত শ্ৰীকৃষ্ণ দীৰে জাপ দিয়া, কালি নাগে নেজেৰে কৃষ্ণক মেৰিয়াই ধৰা, গোকুলত ভূমিকম্প হোৱা, বিনা বাতে গছ উভাৰি পৰা, তিৰোতাৰ দক্ষিণ আৰু পুৰুষৰ বাম অঙ্গ স্পন্দন কৰা, কালিনাগে পয়াৰ গোৱা, অগ্নিয়ে আগুৰি ধৰা

আগ বুলি অধুনা কালৰ পণ্ডিতসকলে নানা প্ৰমাণ সহকাৰে যুক্তি দিছে। সঁচা কথা যে শঙ্কৰদেৱৰ বাকীকেইখন নাটকৰ তুলনাত পত্নী প্ৰসাদ নাটখন সৰু আৰু প্ৰথম ৰচনা। কাহিনীৰ ক্ৰমৰ পৰা পিচ কাৰণে এই নাটখনৰ বিবৰণ কালি দমনৰ পিচত দিয়া হৈছে।

পত্নীপ্ৰসাদ নাটখন গুৰুজনাই ধুৱাহাটা (বেলগুৰী) স্থানত ৰচনা কৰা বুলি পণ্ডিতসকলে ঠাৱৰ কৰিছে। ৰচনা কাল ১৫২১ খৃষ্টাব্দ। শ্ৰীমদ্ভাগৱতৰ দশম স্কন্ধৰ তেইশ অধ্যায়ৰ পৰা পত্নীপ্ৰসাদ কাহিনী ভাগ উদ্ধাৰ কৰা হৈছে। নাটকখনত ( সাচীপতীয়াপুথিত ) শ্লোক, অপিচ নাই ( ছপা পুথিত প্ৰথম শ্লোক দুটা আছে, কিন্তু তাত সন্দেহৰ কাৰণ আছে ). কিন্তু নাটকৰ মাজতে ভাগৱতৰ এটি শ্লোকৰ অৱতাৰণা হোৱা দেখা যায়। শ্লোকটো হল

শ্যামং হিৰণ্যপৰিধিং বণমাল্য বৰ্হ—
ধাতু প্ৰবাল নটবেষমনুব্ৰতাংসে
বিন্যস্তহস্ত মিতৰেণ ধুনাণমবজং
কৰ্ণোৎ পলালক কপোল মুখাবজহাসম্ ॥

( ভাগৱত – ১০/২৩/২২ )

পূৰ্ব্বক্ত শ্লোকটোৰ বাহিৰে নাটকখনত আৰু শ্লোক পাবলৈ নাই। তেনেকৈ নাটৰ আৰম্ভনি ভটিমা আৰু মুক্তি মঙ্গল ভটিমা নাই। মাত্ৰ মাজতে পয়াৰ ধৰণৰ এটি ভটিমা আছে। কিন্তু ছপা পুথিত আৰম্ভনি ভটিমা এটি পোৱা যায়। ক'ৰপৰা কেনেকৈ সংগ্ৰহ কৰা হৈছে জনা নাই। গীতৰ সংখ্যা আঠটা, ৰাগৰ সংখ্যা সাতটা যেনে কানড়া, আশোৱাৰী, শ্ৰী, ধনশ্ৰী, বেলোৱাৰ, গৌৰী আৰু শ্যাম, তালৰ সংখ্যা তিনিখন একতালি, পৰিতাল, ৰূপক। নাটকখনত এটি কথা লক্ষ্যণীয় যে প্ৰবেশৰ প্ৰথম গীতটো দিয়া হৈছে বিপ্ৰসকলৰ আৰু শেষৰ গীতটো দিয়া হৈছে শ্যামৰাগত (বাকী পাঁচখন নাটৰ শেষৰ গীতবোৰতো ব্যৱধান আছে)। কিন্তু বিপ্ৰসবৰ প্ৰবেশৰ পিচতে শ্ৰীকৃষ্ণ প্ৰবেশ কৰোৱা হৈছে। ইয়াৰ কাৰণটো অৱশ্যে দুটা দিশত চাব পাৰি। প্ৰথমতে হ'ল শঙ্কৰদেৱে এই নাটখন সৰ্ব্বপ্ৰথম ( বাকী পাঁচখনতকৈ আগতে লিখিছিল বাবে কিছুমান নীতি পালন কৰিবলৈ ( অভিজ্ঞতাপূৰ্ণ হবলৈ ) অক্ষম আছিল দ্বিতীয়তে নাটকীয় কিছুমান সুবিধা অসুবিধাৰ ওপৰতো নিভৰ কৰিব লগীয়া হৈছিল। এইখন নাটকৰ বাদে বাকীকেইখনত কৃষ্ণক প্ৰথমতে প্ৰবেশ কৰোৱা হৈছে। নাটকখনত গীতৰ সমানে পাত্ৰৰ সংলাপ থকাৰ কাৰণে বিষয় বস্তুটো উজ্বল বেচি হৈছে। গীতৰাগ আশোৱাৰী একতালিত

নিবন্ধ "তোহাৰি চৰণে মন মজাইলো মধুসূদন "এই ভাৱপ্ৰৱণ গীতটিৰে ব্ৰক্ষ্মণসকলে নিজৰ অন্তৰ নিগৰা ভাৱপ্ৰকাশ কৰা দেখা যায়। করুণ ৰস-জাত ইষ্টজন বিয়োগ, অপ্ৰিয় বাক্য শ্ৰৱণ আৰু শান্তৰস জাত সাধুতা আৰু শিষ্টতা গুণযুক্ত সমূহে নাটকখনত আগুৰি আছে। ভক্তিৰসৰ প্ৰধান্য অধিক।

শ্ৰীগুৰুৱে সংস্কৃত শ্লোক, গীত, ভট্টিমা আৰু নাটকীয় চৰিত্ৰৰ যোগে কৃষ্ণ ভক্তিৰসৰ কথাকে প্ৰতিপাদন কৰিছে। পত্নীপ্ৰসাদ নাটক খনৰ যোগে গুৰুজনাই আমাক যিখিনি হৰি ভক্তিৰস লাভৰ কাৰণে শিক্ষা দিছে, সেইখিনি সংক্ষেপে কবলৈ হলে এনেদৰে—

(১) কৃষ্ণই জগতৰ গুৰু পুৰুষোত্তম। তেওঁৰ বাহিৰে সকলো অসত্য জড় পদাৰ্থ। গতিকে তেওঁক ভক্তি কৰিব লাগে। গুৰুজনে সূত্ৰধাৰৰ মুখে কোৱাইছে "আহে সামাজিক লোক। যোহি জগতক পৰমগুৰু পুৰুষোত্তম সোহি নন্দনন্দনৰূপে কহো অম প্ৰাৰ্থনা চলে বিপ্ৰসবক কৰ্ম্ম গৰ্ব্ব দূৰ কয়ল" ইত্যাদি বিপ্ৰসকলৰ মুখে কোৱাইছে "কৃষ্ণ সকল যজ্ঞমূৰ্ত্তি বেদৰো উদ্ভৱ ভূমি, লক্ষ্মী যাহেৰ চৰণ কিঙ্কৰী, আপুনো নিজ নন্দে পূৰ্ণ" ইত্যাদি

(২) ভগৱন্তক বশ্য কৰিব পৰাৰ একমাত্ৰ উপায় হল ভক্তিৰস। সেই প্ৰসঙ্গ গুৰুজনাই কৃষ্ণৰ মুখে কোৱাইছে "পৰম চতুৰ মহা বিবেকী যাৰা সব,তাৰা সব হামাক নিষ্কামে ভজয়। তোৰা সবৰ প্ৰেমভকতিয়ে হামাক বশ্য কয়ল" ইত্যাদি।

(৩) ভক্তি কৰিবৰ কাৰণে উত্তম স্থান হল একমাত্ৰ গৃহ। ভগৱন্তৰ নিচেই কাষলৈ যোৱাৰ প্ৰয়োজন নাই। গুৰুজনে নাটত কৃষ্ণৰ মুখে কোৱাইছে" বিদূৰতে থাকি শ্ৰৱণ কীৰ্ত্তন ভক্তিয়ে হামাক যৈচে বশ্য কৰাৱে, নিকটে থাকি সিমতে ভকতি কৰিতে পাৰয় নাহি, যৈচ অমৃত পান কৰিতে কৰিতে মুখে ৰুচয় নাহি" আনহাতে গুৰুজনে কৈছে কীৰ্ত্তনত "গৃহে গতি পাই কৰি শ্ৰৱণ কীৰ্ত্তন"। ইত্যাদি।

(৪) ভগৱন্তক ভক্তি কৰিবলৈ বেদজ্ঞ পণ্ডিত বা মহাজ্ঞানী হোৱাৰ আৱশ্যক নাই। অপণ্ডিত জনেও হৰিভক্তিৰ অধিকাৰী হব পাৰে। কৰ্ম্মগৰ্ব্বী সকলে ভগৱন্ত ভক্তি কৰাৰ যোগ্যতা লাভৰ পৰা বঞ্চিত। সেই সম্বন্ধে গুৰুজনে বিপ্ৰসকলৰ মুখে কোৱাইছে 'ওহি ব্ৰাহ্মণীসব শৌচাচাৰহীন বেদ শাস্ত্ৰ জানয় নাহি। পৰম ধৰ্ম্ম গুৰুসেৱা বৰ্জ্জিত। তথাপি তাৰাসবৰ শ্ৰীকৃষ্ণত পৰম প্ৰেম ভকতি ভেল। আঃ হামো সব স্ত্ৰীতো অধম ভেলো। কৰ্ম্ম গৰ্ব্বে অন্ধ হুয়া কৃষ্ণক জানিতে নাহি পাৰলো। ........ হামো

সব ব্ৰহ্মচৰ্য্য ব্ৰত ধৰি গুৰুক শুশ্ৰূষা কৰিয়ে বেদসব পঢ়লো। ইহাত ধিক্কাৰ ৰহোক। আঃ নিজকাৰ্য্যে বুধিহত ভলো। পৰ উপদেশে পণ্ডিত বোলাইছি। ইহাত ধিক্কাৰ ঠিক'' ইত্যাদি।

(৫) হৰি ভক্তিৰ অবিহনে স্বৰ্গলাভ বিফল। দেবান্তৰ সেৱা, যাগ যজ্ঞ আদি ত্যাগ কৰি কৰ্ম্ম গৰ্ব্ব শূন্য হলেহে ভগৱন্তক পাব পাৰি। সেই প্ৰসঙ্গতে গুৰুজনে গীতৰ যোগে কৈছে —

আৰত দিবজসৱ কয় পৰবেশ।
তপ উপবাসে শৰীৰ ভৈল ক্লেশ॥
হাতে গলে শিৰে ৰুদ্ৰাক্ষ জোটা জোট।
ভোবোকাৰ দাড়ি নখ চৰাচৰ ফোট॥
উচ্চাৰন্ত বেদ অলপ কৰি হাস।
চান্দক জ্যোতি দৰ্শন পৰকাশ॥
বিনে হৰি ভকতি বিফল স্বৰ্গকাম।
হৰিক হৃদয়ে ধৰি বোলা ৰামৰাম॥

কৰ্ম্ম গৰ্ব্বত জগতক তৃনবৃৎ দেখা বিপ্ৰ পণ্ডিতে কৈছিল'' "হামো বেদত শাস্ত্ৰত পৰম পাৰ্গত, যজ্ঞব্ৰত দানে পৰম পবিত্ৰ, হামো সব ভূদেৱতা, হামাক সৰ্ব্বলোকে পূজয়। নন্দ সুত কৃষ্ণ হামাকু আগু কোন হয়?'' কিন্তু কৰ্ম্মগৰ্ব্বী পণ্ডিতসকলে পিচত গৰ্ব্বচুৰ হৈ তেওঁলোকে নিজকে "জ্ঞানীমূৰ্খ" বুলি বুজিব পাৰিছিল (ওপৰত উদ্ধৃতি দিয়া আছে)। তেওঁলোকে শেষত ভাবিছিল "হামো সব এজক জাওঁ, কৃষ্ণক দেখবো, পাৱে ধৰি কহো ভকতি মিনতি কৰবো। সোহি ভকতক বৎসল দেৱ হামাৰ অপৰাধ ক্ষমা কৰব" ইত্যাদি।

(৬) হৰি ভক্তিয়েই যে একমাত্ৰ মুখ্য পথ আৰু মুক্তি লাভৰ প্ৰধান উপায় তথা হৰিনামেই যে কৰিত মহৌষধী, সেই কথা পত্নী প্ৰসাস নাটত পৰিস্কাৰ হৈছে। এজন বিপ্ৰই নিজৰ পত্নীক কৃষ্ণৰ ওচৰলৈ যাবলৈ নিদি দুৱাৰ বান্ধি ৰখাত তেওঁ কৃষ্ণ চৰণ চিন্তি প্ৰাণত্যাগ কৰি পৰমগতি লাভ কৰা কথা বৰ্ণিত হৈছে। নাটত কৈছে "সোহিসময়ে এক ব্ৰাহ্মণে ব্ৰাহ্মণীক গৃহমধ্যে আছয় জানি দ্বাৰবন্ধ কয় ৰাখল। তদনন্তৰ কৃষ্ণ দৰশন আশা ভঙ্গে ব্ৰাহ্মণী কৃষ্ণ চৰণ হৃদয়ে ধৰিয়ে যৈচে প্ৰাণ তেজল''। ইত্যাদি। সেই প্ৰসঙ্গতে গীতত গুৰুজনে কৈছে "চোড়ি পৰল প্ৰাণ ধৰি হৰি পাৱে। পাৱলি গতি সতী শঙ্কৰে গাৱে"। নাটকীয় প্ৰতিটো ছেদতে সূত্ৰধাৰৰ

মুখেদি আৰু সাঙ্গীতিক পক্ষৰ পৰা নিৰন্তৰে হৰি বুলিবলৈ কৈছে। নাট্য সাহিত্যৰ মূল উদ্দেশ্য সিমানতে নিষ্পত্তি হৈছে।

৭। মানুহ মাত্ৰেই কৰ্ম্মাধীন। জীৱিকা নিৰ্ব্বাহৰ কাৰণে, স্বাস্থ্য ভালে ৰাখিবৰ কাৰণে কায়িক শ্ৰমৰ আৱশ্যক। কিন্তু সেই সন্দৰ্ভত কৰা কামৰ সকলো সময়তে একমাত্ৰ ভগৱৎ মুখী হ'ব লাগে। গীতাত কৈছে 'কৰ্ম্মন্যে বাধিকাৰস্তে মা ফলেষু কদাচন" অৰ্থাৎ কৰ্ম্মতহে তোমাৰ অধিকাৰ আছে ফলত অধিকাৰ নাই। এতেকে মানুহে কাম কৰিলেও তেওঁৰ নিজৰ কাৰণে কৰিছোঁ বুলি কৰিব নেপায়। সকলো কৰ্ম্ম ভগৱন্তৰ কাৰণে কৰিছোঁ বুলি ভাবি কৰিব লাগে। পত্নীপ্ৰসাদ নাটখনত পত্নী সকলে কৰা কৃষ্ণ নৈৰাশ দুখত দুখীত ভাবৰ গীতটোত গুৰুজনে কৃষ্ণতে সৰ্ব্বাৰ্পণ কৰি কাম কৰিবলৈ সুন্দৰ শিক্ষা দিছে যেনে—

গীতৰাগ আশোৱাৰী, একতালি

তোহাৰি চৰণে মন মজাইলো মধুসূদন।
কতিনা বোলসি নাথ কঠিন বচন ঘন॥
গৃহ পতি সুতধন সুহৃদ সোদৰজন
পেখি বিষম মন তেজলোহো নাৰায়ণ
তোহাৰি কিঙ্কৰীজন পুনু মকৰিয়ো ছন্ন॥

আকৌ কৈছে ঐচন প্ৰকাৰে ব্ৰাহ্মণীসব গৃহে গৈয়া কহোঁ কৃষ্ণক হৃদয়ে ধৰি অন্যো অন্যে কৃষ্ণ গুণ কীৰ্ত্তন কৰিয়ে ৰহল" ইত্যাদি।

শঙ্কৰ গুৰুজনাই ৰচনা কৰা ছখন নাটকৰ ভিতৰত পত্নী প্ৰসাদ নাটখনৰ বাদে বাকী পাঁচখন নাটক ৰামৰায় আৰু শুক্লধ্বজ নৃপতিৰ অনুৰোধ ক্ৰমে লিখা হৈছিল। পত্নীপ্ৰসাদ নাটখন গুৰুৱে নিজৰ ইচ্ছাৰ ওপৰতে নিৰ্ভৰ কৰি লিখিছিল বুলি দুটা প্ৰমাণৰ পৰা বুজিব পাৰি। প্ৰথমতে হল শঙ্কৰ গুৰুৰে ধৰ্ম্মপ্ৰচাৰ কৰা কামত তেৰাৰ একশৰণ ধৰ্ম্মৰ লোক প্ৰিয়তা কিছুমান ব্ৰাহ্মণৰ পক্ষে অত্যন্ত অসহণীয় হৈছিল। তেওঁলোকৰ বিৰোধ আৰু উৎপাত দমনৰ কাৰণে (সম্ভৱ তেওঁলোকে নামধৰ্ম্মত ভেদ মাৰি যজ্ঞব্ৰত আদিৰ প্ৰাধান্যতা বঢ়াবলৈ নানা কৌশল আৰু কূটনীতি কৰিছিল) শঙ্কৰদেৱে পত্নীপ্ৰসাদ নাটখন লিখিব লগা হৈছিল। নাটকখনত মিশ্ৰ, কন্দলী, ভাৰতী (চন্দ্ৰভাৰতী) আদি উপাধিযুক্ত কিছুমান শব্দ পোৱা যায়। ভাগৱতত কিন্তু তেনে নাম পাবলৈ নাই। ইয়াৰ পৰা অনুমান কৰিব পাৰি যে তাৎকালিন বা সামাজিক নামৰ লগত মিলাকৈ বিৰোধী বিপ্ৰসকলৰ

গৰ্ব্বদূৰ কৰিবলৈ যত্ন কৰা হৈছিল। সেই উদ্দেশ্যেই উপাধিবোৰ যোগ কৰি দিছিল। নাটকখনৰ আগত আৰু শেষত 'অন্ন প্ৰাৰ্থনা ছলে বিপ্ৰসবৰ কৰ্ম্ম গৰ্ব্ব দূৰ কয়ল, পত্নীসবক প্ৰসাদ দেলহ" বুলি আৰম্ভণি আৰু মোখনি মাৰিছে। ইয়াৰ দ্বাৰা তাৎকালিন মিশ্ৰ, কন্দলী, ভাৰতী উপাধিধাৰী বিৰোধী বিপ্ৰসকলৰ যাগ যজ্ঞ কৰ্ম্ম নীতি কৌশলৰ মুদা মৰা হৈছে। পুৰুষ সকলৰ (বিপ্ৰসকলৰ) শাস্ত্ৰীয় শিক্ষা লাভৰ পাণ্ডিত্যৰ আৰু শ্ৰেষ্ঠতাৰ মূৰত চেচাপানী ঢালি, শাস্ত্ৰীয় জ্ঞানহীন নাৰী সকলৰ (বিপ্ৰভাৰ্য্যাসকলৰ) প্ৰাধান্যতা বৃদ্ধি কৰা হৈছে। বোধ হয় সেই সময়ত বিৰোধী ব্ৰাহ্মণ পত্নীসকল শঙ্কৰ পন্থী আছিল। সেই কালতে সুৰতে সুৰ মিলাই শঙ্কৰদেৱে কীৰ্ত্তনত "পাষণ্ড মৰ্দ্দন" নামৰ এটি অধ্যায় লিখি নামৰ মহিমা উচ্ছেদ কৰা সকলৰ বিৰুদ্ধে প্ৰচাৰ অভিযান চলাইছিল। ইয়াকে "হাতেৰে নেমাৰি ভাতে'ৰে মৰা বুলি কয়। নামৰ মহিমা প্ৰকাশ আৰু কৰ্ম্মনীতি বা যাগ যজ্ঞ, উপবাস আদি কালিৰ অনুপযোগী কৰ্ম্ম সমূহৰ নিষ্ফলতা প্ৰমাণ কৰিবলৈ নানা গ্ৰন্থৰ পৰা উদ্ধৃতি দি পাষণ্ড মৰ্দ্দন লিখা হৈছিল। দ্বিতীয় উদ্দেশ্য হল নাটকখন লিখি "গতাতে বাটতো কৰিলে" অৰ্থাৎ মিশ্ৰ, কন্দলী, ভাৰতী উপাধিধাৰী বিৰোধী বিপ্ৰসকলৰ কৰ্ম্ম গৰ্ব্ব দূৰ কৰিবলৈ বুলি লিখোতেই কলিৰ পৰম ধৰ্ম্ম হৰিনামৰ মাহাত্ম্য তথা সৰ্ব্ব সাধাৰণক ভক্তিপথ হবলৈ উপদেশ দিয়া হৈছে। এনেকৈয়ে পত্নী প্ৰসাদ নাটখনৰ মাজত আমালোকে দুটা দেখ দেখ প্ৰমাণ পাওঁহক। তদুপৰি এটি কথা বিশেষ লক্ষ্যনীয় যে শ্ৰীগুৰুৱে "পত্নী প্ৰসাদ নাট নামটো কি উদ্দেশ্য দিছল? "পত্নী প্ৰসাদ" মানে পত্নী অনুগ্ৰহ অৰ্থাৎ পত্নীৰ প্ৰতি দয়া। পত্নী প্ৰসাদ নাম নিদি কৃষ্ণৰ অন্ন ভোজন, বিপ্ৰৰ গৰ্ব্বচূৰ্ণ বা কৰ্ম্ম গৰ্ব্বদূৰ আদি নামো দব পাৰিলেহেতেন। নাটকত সূত্ৰধাৰৰ মুখেদিও শ্ৰীকৃষ্ণই "বালক সবক ষড়্ৰস অন্ন ভোজন কৰাৱল। ... আপুনো ভোজন কয়ল, 'বিপ্ৰসবক কৰ্ম্মগৰ্ব্বদূৰ" বিপ্ৰপত্নী সবক প্ৰসাদ" আদি বাক্য প্ৰকাশ কৰা হৈছেই। এনেস্থলত "পত্নী প্ৰসাদ" নামটো জোৰ দিয়াৰ অৰ্থ কি হব পাৰে বিচাৰ কৰি চোৱাৰ স্থল নিশ্চয় আছে। আমাৰ সাধাৰণ বিবেকৰ দ্বাৰা এটা কথা ধৰি লব পৰা হয় যে সকলো কথাতে কৃষ্ণ ভগৱন্তৰ অনুগ্ৰহ ব্যতিৰেকে একো কাম কৰিব পৰা নাযায়। স্যমন্ত হৰণ প্ৰসঙ্গত গুৰুজনে মণিৰ মহিমা প্ৰকাশ কৰি কৈছে—

মণিৰ মহিমা কি কৈবো আৰ।
সুবৰ্ণনিতে স্ৰবে অষ্ট ভাৰ॥
যি থানে থাকে সিটো স্যমন্তক।
নাহিকে দুৰ্ভিক্ষ্য মাৰিমৰক॥

নাহিকে ব্যাধি ব্যাঘ্য্য সৰ্প ভয়।
একো উপসৰ্গ নুপজে তয়॥ কীৰ্ত্তন/স্যমন্ত হৰণ

স্যমন্ত মণিটোৰ ইমান বিল্লাক প্ৰভাৱ থকা সত্ত্বেও সত্ৰাজিতৰ ভায়েক প্ৰসেনে ঘোড়ত উঠি মণি পিন্ধি আনন্দেৰে বিচৰণ কৰি ফুৰোতে সিংহৰ আক্ৰমণত নিহত হোৱা, আকৌ তাক নিধন কৰি জাম্বৱন্তই লৈ যোৱা কৃষ্ণই অপযশ পোৱা, সত্ৰাজিতক বধ কৰি শতধনুৱে মণি হৰণ কৰা, মহাভক্ত অক্ৰুৰে দ্বাৰকাৰ পৰা পলায়ন কৰা, শতধনু বধ হোৱা, মণিৰ কাৰণেঁ বলভদ্ৰৰ অসন্তোষ আৰু গোকুল লীলা আদি ঘটনাবোৰ চকুত পৰে। মণিটোৰ ইমানবোৰ প্ৰভাৱ থকা কাৰণেও কিয় এনেকুৱা পৰস্পৰ বিৰোধী কথা হব পাৰে ভাবিব লগা। এনে প্ৰশ্নৰ উত্তৰবোৰ সেই প্ৰসঙ্গতে বিচাৰি পোৱা যায়। এঠাইত আছে "মানুকূলে জগন্নাথে বিপ্ৰিয়ঃ সুপ্ৰিয়ো ভবেৎ" অৰ্থাৎ ভগৱন্তৰ অনুগ্ৰহ হলে বেয়াও ভাল হয়। সেইদৰে "প্ৰতিকূলে জগন্নাথে সুপ্ৰয়ঃ বিপ্ৰিয়ো ভবেৎ" অৰ্থাৎ ভগৱন্তৰ অনুগ্ৰহ নহলে ভালো বেয়া হৈ পৰে। এতেকে মণিৰ মহিমা প্ৰভাৱ ভগৱন্তৰ প্ৰতিকূলত নষ্ট হৈ গৈছিল। কৃষ্ণই মণিটো সত্ৰাজিতক বিচাৰোতে "নিদিলা সত্ৰাজিতে গহ কৰি"। ভগৱন্তৰ ওচৰত গৰ্ব্ব অহঙ্কাৰ কাৰো নৰজে। ব্ৰহ্মা শিৱৰো গৰ্ব্বচুৰ হৈছিল। গাণ্ডীৱধাৰী মহাবীৰ অৰ্জ্জুনেও গৰ্ব্ব কৰি বিপ্ৰ পুত্ৰ সকলক বিচাৰি নাপাই সত্য ভ্ৰষ্ট হৈ অগ্নিত জাহ যাব খুজিছিল; কিন্তু ভগৱানেহে ৰাখিলে। অৰ্জ্জুনে পিচত চিন্তা কৰিছিল "পৌৰুষ পুৰুষৰ কিছু নুই। কৃষ্ণৰ প্ৰসাদে সমস্তে হুই" ইত্যাদি। গতিকে জগতৰ সকলো কথাই কৃষ্ণৰ প্ৰসাদৰ ওপৰতে নিৰ্ভৰ কৰিছে। বিপ্ৰপত্নী সকলৰ কৃষ্ণৰ প্ৰতি থকা অকৃত্ৰিম প্ৰেম ভক্তিত কৃষ্ণ তুষ্ট হৈছিল। তেওঁলোকৰ ভক্তিত কৃপা বৰিষণ কৰিলে অকল সেয়ে নহয় সেই কৃষ্ণ কৃপা সম্প্ৰসাৰিত হৈ পত্নীসকলৰ ভক্তিৰ বলত অভকতীয়া ব্ৰাহ্মণ পণ্ডিত সকলৰ অন্তৰ স্পৰ্শ কৰি তেওঁলোককো ভকতীয়া কৰি লবলৈ সমৰ্থ হৈছিল একেদায়ে সিজে ত্ৰিতয় কাম। অন্নভোজন, পত্নীসকলৰ প্ৰতি অনুগ্ৰহ আৰু কৰ্ম্ম গৰ্ব্বদূৰ এই তিনি প্ৰয়োজন পত্নীসকলৰ প্ৰতি কৰা অনুগ্ৰহৰ কাৰণতে সিদ্ধ হৈছিল কাৰণে অতি প্ৰয়োজনীয় তাত্ত্বিক অৰ্থযুক্ত "পত্নী প্ৰসাদ" নাম দি গুৰুজনে সাৰ্থক প্ৰতিপাদন কৰিছে।

(২৬—ক)—নাটকৰ থূলমূল কাহিনী :—

এদিন গোপবালক সহিতে ৰামকৃষ্ণ কালিন্দী তীৰত উপস্থিত হৈ গো বৎস সকলক জলপান কৰাই আৰু নিজেও কৰিলৈ অশোক বৃক্ষৰ মূলত বহিল।

গোপ বালকসকলে সেই সময়তে ক্ষুধাতুৰ হৈ ৰামকৃষ্ণক অন্ন প্ৰাৰ্থনা কৰি-লত ওচৰ.ত থকা যজ্ঞানুষ্ঠানৰত বিপ্ৰসকলৰ ওচৰলৈ (কৃষ্ণই) বালকসকলক অন্ন প্ৰাৰ্থনা কৰিবৰ কাৰণে পঠাই দিয়ে। তেওঁলোকে গৈ বিপ্ৰসকলৰ ওচৰত অন্ন প্ৰাৰ্থনা কৰে। কিন্তু (কৰ্ম্মগৰ্ব্বত গৰ্ব্বীত) বিপ্ৰ সকলৰ মুখৰ পৰা একো সমাধান নেপায় নিৰাশা হৈ পুনৰ পৰিৱৰ্ত্তি আহি শ্ৰীকৃষ্ণক সবিশেষ জনাহি। শ্ৰীকৃষ্ণই বিপ্ৰ পত্নীসকলৰ ওচৰলৈ গৈ অন্ন প্ৰাৰ্থনা কৰিবৰ কাৰণে পৰামৰ্শ দিয়ে। সেইমতে বালক সকল গৈ বিপ্ৰপত্নী সকলক অন্ন ভিক্ষা কৰাত তেওঁ-লোক দয়া ভক্তি সহকাৰে চতুৰ্ব্বিধ অন্ন পাত্ৰত ভৰাই লৈ স্বামীৰ বাধা নেমানি ৰাম কৃষ্ণৰ ওচৰলৈ আহি নিবেদন কৰেহি। পত্নীসকলৰ প্ৰেম ভক্তিত তুষ্ট হৈ শ্ৰীকৃষ্ণই অনেক সন্তোষ বাক্যৰে পৰিতুষ্ট কৰি বিদায় দিয়ে আৰু সমৰ্পিত অন্ন নিজে আৰু আন সকলে ভোজন কৰে। সিপিনে এগৰাকী বিপ্ৰই কৃষ্ণৰ কাষলৈ গতি কৰা নিজৰ পত্নীক ঘৰৰ ভিতৰতে আবদ্ধ কৰি ৰাখে। কিন্তু তেওঁ কৃষ্ণ সমীপ প্ৰাপ্তিত বাধাগ্ৰস্ত হৈ অতি সকৰুণ ভাৱে কৃষ্ণতে মনপ্ৰাণ সঁপি দি প্ৰাণত্যাগ কৰে আৰু কৃষ্ণক লাভ কৰিবলৈ সমৰ্থ হয়। পত্নীসকল কৃষ্ণৰ কাষৰ পৰা পৰিৱৰ্ত্তি ঘোৰাৰ পিচত পণ্ডিত বিপ্ৰ সকলৰ মতি গতি সলনি হয়। তেওঁলোকে নিজকে ধিক্কাৰ দিবলৈ ধৰে আৰু কৃষ্ণৰ ওচ-ৰলৈ যাবলৈ চেষ্টা কৰে যদিও কংসৰ ভয়ত যাবলৈ ইচ্ছা নকৰিলে। ইমা-নতে নাটকৰ সমাপণ।

(২৬-খ - মূলৰ আৰু নাটকৰ ব্যৱধান :—

ভাগৱতত থকা কাহিনীৰে সৈতে পত্নী প্ৰসাদ নাটৰ কাহিনীৰ সামান্য ব্যৱধান থকা দেখা যায়। অৱশ্যে শতকৰা নিৰান্নব্বৈ ভাগেই ভাগৱতোক্ত কাহিনী সম্বলিত বাকী এভাগ শুক্ল দেৱৰ নিজৰ বুলি ভৰা হয়। নিম্ন স্থানত সামান্য ব্যৱধান সমূহ ডাঙি ধৰা হল।

(১) নাটকত "অন্নপ্ৰাৰ্থনা ছলে বিপ্ৰসবক কৰ্ম্ম গৰ্ব্ব দূৰ কয়ল" বুলি আছে। কিন্তু ভাগৱতত "ভক্তায়া বিপ্ৰভাৰ্য্যায়াঃ প্ৰসাদমিদমব্ৰবীৎ" অথাৎ (শুক্ৰ-দেৱে কৈছে) ভক্তা বিপ্ৰ ভাৰ্য্যাসকলক অনুগ্ৰহ কৰিবৰ কাৰণে এইদৰে (কৃষ্ণই বালকসকলক) কবলৈ ধৰিলে"। বুলিহে আছে।

(২) নাটকত কৃষ্ণই কৈছে "বিপ্ৰসবে স্বৰ্গকামে যজ্ঞ কৰিতেছে", কিন্তু ভাগৱতত "সত্ৰং আঙ্গিৰসং নাম" বুলি এবিধ যজ্ঞৰ কথা উল্লেখ কৰা হৈছে।

(৩) নাটকত আছে" "তোৰাসব পৰম পণ্ডিত, যজ্ঞদান ব্ৰতে পৰম নিৰ্ম্মল হুয়া থিক, অন্নদানে যে পুন্য আপুনে জানহ, অজ্ঞানীক শিখাৱত' ইত্যাদি আছে, কিন্তু ভাগৱতত তেনেকৈ পাবলৈ নাই।

(৪) নাটকত চন্দ্ৰ ভাৰতী নামৰ এজন বিপ্ৰই বালক সকলক তৰ্জ্জন-গৰ্জ্জন কৰিছে "হামো বেদত শাস্ত্ৰত পৰম পাণ্ডিত," ইত্যাদি। কিন্তু ভাগৱতত বিপ্ৰসকল "শৃণ্বন্তোঽপি ন শুশ্ৰুবুঃ" অৰ্থাৎ শুনিও নুশুনাৰ ভাও ধৰি থাকিল ইত্যাদি।

(৫) নাটকত বিপ্ৰসকলৰ স্বৰূপ বগনা আছে "তপউপবাসে শৰীৰ দৈলক্লেশ" ইত্যাদি। কিন্তু ভাগৱতত নাই।

(৬) বালকসকল নিৰাশ হৈ (নাটকত) কৈছে।। ওহি বিপ্ৰসব সকল যজ্ঞ মূৰ্ত্তি দেৱক দেৱতা" আৰু উলটি গৈ কৃষ্ণক কৈছে "তোহাক কদৰ্থনা কয়ল। হেন অবৈষ্ণৱক থানে কিসে পঠাৱল" ইত্যাদি। কিন্তু ভাগৱতত 'গোপা নিৰাশাঃপ্ৰত্যেত্য তথোচুঃ কৃষ্ণ ৰাময়োঃ" অৰ্থ্যাৎ গোপবালক সকল নিৰাশ হৈ নিজৰ বক্তব্য খিনি আৰু বিপ্ৰ চেষ্টিত বিষয়বোৰ ৰাম কৃষ্ণৰ আগত বৰ্ণনা কৰিলে ইত্যাদি) বুলি কৈছে।

(৭) নাটকত পত্নীসকলে অন্ন প্ৰদানৰ কাৰণে আনিছিল। পৰম সুগন্ধী অন্ন, ব্যঞ্জন, পিঠা পন্না পনস, পৰমান্ন, শুক্লচেনী বহুবিধ ষড়্ৰস"; কিন্তু ভাগৱতত "চতুৰ্ব্বিধং বহুগুণমন্নং" আনিছিল অৰ্থাৎ চৰ্ব্ব, চোষ্য, লেহ্য, পেয় এই চাৰিবিধ অন্ন আনিছিল।

(৮) নাটকত কৃষ্ণদৰ্শনৰ কাৰণে যোৱা পত্নীসকলক তদীয়া স্বামীসকলে "বহু বিধ বাধা কয়ল পিতৃ পুত্ৰ, ভ্ৰাতৃসবো নিষেধ বোলয়" আৰু তাৰ ভিতৰৰে এজন বিপ্ৰই তেওঁৰ ভাৰ্য্যাক "ঘৰাৰ বন্ধ কয় ৰাখল"। সেই কাৰণতে শ্ৰীমতীয়ে প্ৰাণ তেজল" আৰু বিপ্ৰই হিয়া ভুকুৱাই 'কান্দিতে লাগল", কিন্তু ভাগৱতত তেনেকুৱা কথা নাই। মাত্ৰ এজন বিপ্ৰই "তত্ৰৈকা বিধৃতা ভৰ্ত্ৰা" অৰ্থাৎ তাৰে এগাৰকী ভাৰ্য্যা স্বামীৰ দ্বাৰা বিধৃতা হৈছিল বুলি উল্লেখ কৰিলেও নাটকৰ দৰে নহয়।

(৯) নাটকত কৃষ্ণৰ দ্বাৰা দেৱতাসকলৰ উপস্থিতি আৰু তওঁলোকৰ বাক্যত পত্নীসকলে "কৃষ্ণক চাড়য়ে নাহি"; কিন্তু ভাগৱতত "দেবা অপ্যনুমন্বতে অৰ্থাৎ (কৃষ্ণই কৈছে) "দেৱতাসকলেও তোমালোকক অনুমোদন কৰিছে" এই বুলিহে কৈছে।

(১০) নাটকত আছে যে পত্নীসকল পৰিবৰ্ত্তি যোৱাৰ পিচত বিপ্ৰসকলে নিজকে "ধিক্কাৰ বোলয়" আৰু সেই প্ৰসঙ্গতে মিশ্ৰ, কন্দলি, আচাৰ্য্য ভাৰতী আদি উপাধিযুক্ত নামৰ উদ্ধৃতি দিয়া হৈছে। ভাগৱতত বিপ্ৰসকলৰ অনুশোচনা আছে; কিন্তু বিপ্ৰৰ উপাধি নাই। লগতে নাটকত কিছুমান বিপ্ৰ কৃষ্ণচৰণ লাভৰ কাৰণে যাবলৈ স্থিৰ কৰোতে এজন বৃদ্ধ বিপ্ৰই

লাখুটিত ভিৰদি ওলাই কংসৰ কাৰণে ভয় দেখুৱাই যোৱাত বাধা-দিছে আৰু তেওঁৰ কথা মানি নাগ "কৰ্ম্ম পৰ্ব্বসৰ চাড়ি শ্ৰৱন কীৰ্ত্তন কাৰিয়ে গৃহে ৰহন্ত" বুলি কৈছে ; কিন্তু ভাগৱতত "দিদৃক্ষ-বোহপ্যচু। তয়োঃ কংসাৰ্ত্তীতা ন চাচলন" অৰ্থাৎ ৰাম কৃষ্ণক দৰ্শন কৰিবলৈ ইচ্ছা থকা সত্ত্বেও কংস ৰজাৰ ভয়ত কোনো নগৰ "বুলি কৈছে। এনেদৰে নাটকৰ আৰু মূল ভাগৱতৰ মাজত সামান্য ব্যৱধান পৰিলক্ষিত হয়।

(গ—২৭) কেলিগোপাল নাট ঃ—

শঙ্কৰদেৱৰ ছয় চোৱা নাটৰ ভিতৰত ৰচনাৰ ক্ৰম অনুসৰি কেলি গোপাল নাটখন তৃতীয় স্থানত ধৰা হয়। নাটখন পাট বাউসীত থাকোতে ৰামৰায়ৰ অনুৰোধক্ৰমে ১৫৪৫ খৃষ্টাব্দত (অনুমান ভিত্তিত) লিখা হৈছিল। মুক্তি মঙ্গল ভটিমাত ৰামৰায়ৰ নাম উল্লেখ আছে—

শ্ৰীৰামৰায় হৰিকো পৰমা
ভকতি ৰসিক সুজানা।
কেলি গোপাল কৰাৱত নাটক
কৃষ্ণ কিঙ্কৰ ওহি ভানা ।।

কেলি গোপাল নাটখনত নান্দী শ্লোকেৰে সৈতে সৰ্ব্ব মুঠ পঁচিশটা শ্লোক, বত্ৰিশটা গীত, আগত আৰু পিচত দুটা ভটিমা। গীতবোৰত নিবদ্ধ ৰাগৰ সংখ্যা চৌদ্ধতা যেনে সুহাই, নাট, শ্ৰী, শ্ৰীগান্ধাৰ কেদাৰ, বেলোৱাৰ, কানড়া, শ্যাম, কল্যান, গৌৰী, আশোৱাৰী, মাহুৰ ধনশ্ৰী অহিৰ। তালৰ সংখ্যা চাৰিখন যেনে—এতালি, পৰিতাল, জৌতি, ৰূপক। শেষৰ দুটা গীত অহিৰ ৰাগত নিবদ্ধ। ইয়াত নান্দী গীত আছে। নাটখনৰ নায়ক শ্ৰীকৃষ্ণ প্ৰধান ভাৱে আছে সেইবাবেই "কেলি গোপাল" নাম দিয়া হৈছে। "কেলি গোপাল নামৰ বাদে অন্য নামান্তৰ নাটখনৰ মাজত নাই প্ৰথমতে "কেলি গোপাল নামদং" আৰু শেষতো "কেলি গোপাল" নাম নাটক বুলি আছে। কিন্তু নাটখনৰ মাজত 'কামজয়' অনঙ্গ খেলা, মদন খেলা, ৰাসক্ৰীড়া, সুৰত কেলি আদি নামবোৰ পোৱা হলেও সেইবোৰৰ প্ৰাধান্য নাই। সেই নামবোৰ গীত, শ্লোক, নৃত্ত ছন্দ মিলাবৰ কাৰণেও নামান্তৰ কৰা হৈছে বুলি ধৰিব পাৰি। নাটখনত নান্দী গীতটো সুহাই ৰাগত নিবদ্ধ, কিন্তু শ্ৰীকৃষ্ণৰ প্ৰবেশ গীতটো নাটৰাগত আৰু শেষৰ গীতটো অহিৰৰাগত বন্ধা হৈছে। শৃঙ্গাৰ আৰু ভয়ানক বা অদ্ভুত ৰসে নাটখন আক্ৰমণ কৰিলেও ভক্তিৰসে সমস্তকে আগুৰি

ধৰি বাকী ৰসবোৰক নিশ্চিহ্ন কৰি পেলাইছে। শৃঙ্গাৰ তিনিবিধ যেনে ধৰ্ম্ম শৃঙ্গাৰ, অৰ্থ শৃঙ্গাৰ আৰু কামশৃঙ্গাৰ। এই সন্দৰ্ভত আমি পূৰ্ব্বতে ব্যাখ্যা দি আহিছোঁ এতিয়া আমি কেলি গোপাল নাটখনক ধৰ্ম্ম শৃঙ্গাৰৰ লেখত ধৰিব পাৰোহঁক।

শঙ্কৰদেৱৰ কেলি গোপাল নাটখনৰ বিষয় বস্তু প্ৰধানকৈ ভাগৱতৰ দশম স্কন্ধৰ পৰা আৰু আংশিক গৌণভাৱে বিষ্ণু পুৰাণ আৰু ব্ৰহ্ম বৈবৰ্ত্ত পুৰাণৰ পৰা অনা হৈছে। ভাগৱত পুৰাণৰ দশম স্কন্ধৰ উণত্ৰিশ অধ্যায়ৰ পৰা তেত্ৰিশ অধ্যায় পৰ্যন্ত বিষ্ণু পুৰাণৰ পঞ্চমাংশৰ তেৰ অধ্যায়ত আৰু ব্ৰহ্ম বৈবৰ্ত্ত পুৰাণৰ আঠাইশ অধ্যায়ত কেলি গোপালৰ কাহিনী ভাগ পোৱা হয়। হৰিবংশৰ বিষ্ণু পৰ্ব্বৰ বিশ অধ্যায়তো অতি সংক্ষিপ্তভাৱে ৰাসলীলাৰ বৰ্ণনা আছে। নাটখনৰ মাজত সামান্যভাৱে জয়দেৱ কবিৰ গীত গোবিন্দৰ প্ৰভাৱো পৰিছে। স্থানান্তৰত সেইখিনি প্ৰকাশ হব পাৰে। পদ্মপুৰাণ আৰু অন্য কোনো পুৰাণতো ৰাসলীলাৰ কথা আছে।

(২৭ – ক) – কেলি গোপাল নাটৰ কাহিনী ঃ –

এদিনাখন শৰৎ কালৰ স্নিগ্ধ বিতোপন ৰাতিত "গোপিনীক কাম" পুৰণৰ কাৰণে কুসুম প্ৰকাশিত বৃন্দাবনত হাতত মোহন বাঁহী লৈ "সুস্বৰ মধুৰ কৰি হৰি গাইলা গীত"। পঞ্চম পুৰি বাদন কৰা বংশী ধ্বনিত" মোহিত ভয়ো ব্ৰজ ঘোষিত চিত্ত"। কামিনী গোপীসকল দৌৰি আহি কৃষ্ণৰ কাষ পালেহি। এগৰাকী গোপী নিজৰ স্বামীৰ বাধা পাই আহিব নোৱাৰি "কৃষ্ণ চৰণ চিন্তি, পাৱে পৰম গতি, চোড়ি পৰল গোপী প্ৰাণা", ইসকল গোপীক কৃষ্ণই "পৰিহাস স্বভাৱে" বাতৰি সুধিলে আৰু কি কাৰণত তেওঁলোক ইমান ৰাতি বৃন্দাবনলৈ আহিল তাকো প্ৰশ্ন কৰিলে। লগতে "তোহাৰ পতি পুত্ৰ পিতা, মাতা সব তোহাক ভেট নপাই পৰম চিন্তিত হুয়াছে" বুলিও কয়। গোপীসকল মহা বিপাণ্ডত পৰিল। তেওঁলোকে "তনুমন ঝামৰু নয়নে ঝুৰে বাৰি। পদনখে ক্ষিতি লেখু দেখু আঙ্খিয়াৰ"। তেওঁলোকে তেওঁলোকৰ মনৰ কথা বেকত কৰিলে আৰু কলে "ত্যজস্ব মা মাধব নঃ কৃপাং কুৰু" অৰ্থাৎ "নকৰা নাথ ভকতক ত্যাগ"। কৃষ্ণই পৰিহাস বাক্য এৰি তেওঁলোকৰ কথাত সন্তুষ্ট হৈ 'গৰে গাৰে গোপীক আখি মুখ আপুন পীতবস্ত্ৰে মুচি বহো প্ৰবোধ কয়ল" আৰু ৰাসক্ৰীড়া কৰিবলৈ ধৰিলে। সকলো জনে "ভৈলন্ত মণ্ডলাকাৰ হাতে গলে ধৰি"। ভুতৰ ওপৰতে দানহ ওলাল। শঙ্খচূড় নামৰ এটা যক্ষ আহি ভয় দেখুৱালেহি। গোপীসকলৰ ভয় হোৱা দেখি কৃষ্ণই "বিক্ৰম দৰশিয়ে যক্ষক খেদাৱল"। আকৌ 'ৰময়া কৰু মদন খেলা"।

ইতিমধ্যে গোপীসকলৰ "হৰি হেলনম্" হল অৰ্থাৎ কৃষ্ণক অৱহেলা কৰ লাগল"। তেওঁলোকে "গোবিন্দ সন্মানমদ মোহিত চেতসঃ" হল বা মদগৰ্ব্বে পিঠি দিয়ে কহো চলয়"। কৃষ্ণই তেওঁলোকৰ গৰ্ব্ব দেখি "গোপীং বিধায় হৃদয়ে" অন্তৰ্ধান ভেল"। তেতিয়া তেওঁলোকে "কাহা গয়ো কাহাগয়ো হামাৰি বন্ধু মধাই" বুলি বৃন্দাবনত কৃষ্ণক বিচাৰিবলৈ ধৰিলে। কৃষ্ণৰ বিয়োগত কাতৰ হৈ গোপীসকলে পিচত "মই কৃষ্ণ বুলি কৰে ভাৱনা"। ইপিনে কৃষ্ণৰ লগত যোৱা গোপী গৰাকীয়ে "সব গোপী তেজি হামাক আনল" বুলি ভাবি তেওঁৰো গৰ্ব্ব হয়। খোজ কাঢ়িব নোৱাৰা ভাও ধৰি কৃষ্ণৰ বান্ধত উঠিবলৈ কাচি পাৰি যাওঁতে কৃষ্ণ অন্তৰ্ধান হয়। গোপীগৰাকী অকলে পৰি থাকিল। সিপিনে কৃষ্ণক বিচাৰি আহি গোপী সকলে তেওঁক লগ পায়হি। উভয়ে কৃষ্ণক বিচাৰি যায়। কৃষ্ণই গোপীসকলৰ "প্ৰেমভাৱনা পেখিয়ে" দেখা দিলে আৰু পুনৰ ৰাস কেলি আৰম্ভ কৰিলে। শঙ্খচূৰ যক্ষ দুবাৰ আহি দেখা দি এবাৰত এগৰাকী গোপীক কোলাত তুলি দৌৰ দিলে। কৃষ্ণই তাক বধ কৰি পুনৰ জল কেলি আৰম্ভ কৰে। "এবম্বিধ নানা খেলনা কয়" গোপীসকলক সন্তোষ প্ৰদান কৰি প্ৰাক্ প্ৰাতঃকালত তেওঁলোকক বিদায় দিলে। এনেকৈ "পূৰ্ব্বৱত বৃন্দাবনে গৈয়া কহো" কৃষ্ণ আৰু গোপীসকলে ৰাস-ক্ৰীড়া কৰি থাকিলে। নাটৰ থুলমূল কাহিনী ইমানেই।

বিষ্ণু পুৰাণৰ পঞ্চমাংশৰ ত্ৰয়োদশ অধ্যায়ত ৰাসক্ৰীড়া বৰ্ণনা পোৱা যায়। ইয়াৰ মতে আৰু ভাগৱতৰ মতে কোনো ব্যৱধান নাই। মাত্ৰ ভাগ-ৱতৰ কাহিনী দীঘলীয়া আৰু বিষ্ণু পুৰাণৰ কাহিনী সংক্ষিপ্ত। বিষ্ণু পুৰাণত

কৃষ্ণস্তু বিমলং ব্যোম শৰচ্চন্দ্ৰস্য চন্দ্ৰিকাম্।
তথা কুমুদিনীং ফুল্লামামোদিত দিগন্তৰাম্॥
বনৰাজিং তথা কুজৎ ভৃঙ্গমালাং মনোৰমাম্।
বিলোক্য সহ গোপীভিঃ মনশ্চক্ৰে ৰতিং প্ৰতি॥

ঐ ৫/১৩/১৪/১৫

পূৰ্ব্বোক্ত শ্লোকৰ লগত ভাগৱতৰ নিয়োদ্ধৃত শ্লোকৰ মিল আছে।

ভগবানপি তাৰাত্ৰী শৰদোৎফুল্ল মল্লিকাঃ।
বীক্ষ্য ৰন্তং মনশ্চক্ৰে যোগমায়ামুপাশ্ৰিত ঃ।

ভাগৱত ১০/২৯/১

শঙ্কৰগুৰুৰ অনুবাদঃ— শৰত কালৰ ৰাতি অতি বিতোপন।
বহুবিধ পুষ্পে বিকশিত বৃন্দাবন।
দেখি যোগমায়া বলে হৰিষে তহিত।
ৰাস ক্ৰীড়া কৰিবে কৃষ্ণৰ ভৈল চিত্ত ॥

ভাগৱত/দশমস্কন্ধ।

ভাগৱতৰ লগত বিষ্ণু পুৰাণৰ পঞ্চমাংশৰ ত্ৰয়োদশ অধ্যায়ৰ চৌদ্ধ সংখ্যাক শ্লোকৰ পৰা এষষ্ঠী সংখ্যাক শ্লোক পৰ্য্যন্ত থকা কাহিনীটোৰ সম্পূৰ্ণ মিল থকা দেখা যায়। পাৰ্থক্য এৰো নাই। হৰিবংশৰ বিষ্ণুপৰ্ব্বৰ বিশ অধ্যায়ৰ পোন্ধৰ সংখ্যক শ্লোকৰ পৰা পয়ত্ৰিশ সংখ্যক শ্লোক পৰ্য্যন্ত নিচেই সংক্ষিপ্ত ভাবে ৰাসলীলাৰ কাহিনী আছে। কিন্তু ভাগৱতৰ লগত মিল থকা দেখা নাযায়। মাত্ৰ এটি শ্লোকৰ মিল আছে। সেইটো হল "কৃষ্ণস্তু যৌৱনং দৃষ্টবা নিশি চন্দ্ৰমসো বনম্। শাৰদীঞ্চ নিশাং ৰম্যাং মনশ্চক্ৰে ৰতিং প্ৰতি" (২০/১৫) ব্ৰহ্ম বৈবৰ্ত্ত পুৰাণৰ আঠাইশ অধ্যায়ত (শ্ৰীকৃষ্ণ জন্ম খণ্ডৰ) আৰু বাৱন্ন অধ্যায়ত থকা কৃষ্ণৰ ৰাসলীলাৰ কাহিনী ভাগৱতৰ লগত মিল নাই। অবশ্যে মাজে মাজে আংশিক মিল নথকাও নহয়। সেই মিল সামান্য বুলি ধৰা যায়। এটি পৰস্পৰ বিৰোধী বিষয় হল যে ব্ৰহ্ম বৈবৰ্ত্ত পুৰাণত ৰাসলীলাৰ সময় চ'ত মাহৰ শুক্ল পক্ষীয় ত্ৰয়োদশী তিথি বুলি কৈছে। ভাগৱতত আৰু বিষ্ণুপুৰাণত শাৰদীয় পূৰ্ণিমা। দ্বিতীয় কথা ইয়াত ৰাধা আছে; কিন্তু ভাগৱত, বিষ্ণু পুৰাণত নাই। তদুপৰি তাত গোপীৰ সংখ্যা নলক্ষ আৰু শ্ৰীকৃষ্ণ এগৰাকী গোপীৰ মাজত দুজনকৈ প্ৰকাশিত হোৱাত ওঠৰ লক্ষ বুলি সংখ্যা নিৰ্দ্ধাৰণ কৰি দিছে। কিন্তু ভাগৱতত "বণিতাশত (ঐ ১০/-৯/৪৪) বুলি কৈছে অৰ্থাৎ গোপী এশ গৰাকী বুলি কৈছে আৰু 'দোধো গোপী মাজে এক গোপাল" (ভাগৱতৰ ভাষাত তাসাংমধ্যে দ্বয়োঃ ঃ— ১০/৩৩/৩)। বিচাৰ কৰি দেখা যায় ব্ৰহ্ম বৈবৰ্ত্ত পুৰাণৰ ৰাসলীলাৰ কাহিনী ভাগ ভাগৱতৰ সমান দীঘলীয়া নহয়। তাত কিছু ৰাধাৰ (শক্তিৰ) প্ৰভাৱ আছে। ভাগৱত আৰু বিষ্ণু পুৰাণৰ কাহিনী বৈষ্ণৱ পন্থী। প্ৰতিখনৰে কাহিনীটো লিখিলে দীঘলীয়া হয় কাৰণে উল্লেখ কৰা নহল।

## (২৭ খ)—নাটকীয় চৰিত্ৰ বিচাৰ :—

কেলি গোপাল নাটৰ প্ৰধান নায়ক শ্ৰীকৃষ্ণ। নায়িকা হিচাবে কোনো নাথাকিলেও সকলো গোপীকে আমি ধৰি লব পাৰোহঁক। কাৰণ শ্ৰীকৃষ্ণ, গোপীসকল আৰু শঙ্খচূড়ৰ বাদে কেলি গোপাল নাটত অন্য চৰিত্ৰ পাবলৈ

নাই। এতেকে ইয়াত প্ৰধান ভূমিকা গ্ৰহণ কৰিছে শ্ৰীকৃষ্ণই। নাটত শ্ৰীকৃষ্ণক অমি এগৰাকী পৰম পুৰুষ, পাপী পাৱণ, ব্ৰহ্মা আদি দেৱ বন্দিত, বিপক্ষ ক্ষয়ঙ্কাৰী, সন্ত পালক, দানৱ সংহাৰক, বৃন্দাবন বিহাৰ বিশাৰদ, মৰ্দন মন মোহন, সিদ্ধমুণি বন্দিত সৃষ্টি, স্থিতি, লয় কৰ্ত্তা, ভৱনদী পাৰকৰ্ত্তা মহ-পুৰুষ হিচাবে পাওঁহক। তদুপৰি গৰ্ব্বীসকলৰ গৰ্ব্বচুৰ, কৰ্ত্তা হিচাবেও তেওঁ চিত্ৰিত হৈছে। গোপীসকলে যেতিয়া "মদগৰ্ব্বে পিঠি দিয়ে কহো চলয়" অথবা "বাহু লাৰি মদগৰ্ব্বে ভৰময়ে লাগল" তেতিয়া শ্ৰীকৃষ্ণই তেওঁলোকৰ গৰ্ব্বচুৰ কৰিবৰ কাৰণে "গোপীং বিধায় হৃদয়ে তত্যাজ ব্ৰজঘোষিতঃ"। আকৌ তেওঁৰ লগত যোৱা গোপী গৰাকীৰ-"তস্মান দৰ্পিতা" হৈ অথবা দুঃস্বভাৱত ঃ তেওঁৰ কান্ধত বগাবলৈ খাওঁতে 'তাহে পেখি শ্ৰীকৃষ্ণ অন্তৰ্ধান ভেল"। আনহাতে তেওঁক আমি ভক্ত বৎসল বা কৰুণাৰ আধাৰ ভূত হিচাবেও দেখা পাওঁ-হক। গোপীসকলৰ যেতিয়া "ক্ৰন্দনক উৰ্ম্মি গগণ মণ্ডল বেঢ়ল", তেতিয়া কৃষ্ণৰ "বাৰিপূৰিত লোচনঃ" হৈ "আবিৰ্বভুৰ তন্মধ্যে সাক্ষাৎ মদন মোহনঃ" অৰ্থাৎ "বেকত 'ভেল মুৰাৰি' আৰু লগতে গোপীসকলক "তোহাৰি ঐচন প্ৰেম ভকতি পেখি হামো পৰম আকুল ভেলো" বুলি সান্তনা বাক্যেৰে সন্তুষ্ট কৰিছিল। তেওঁ যে ভক্তাধীন সেই কথা ইয়াত স্পষ্ট হৈ উঠিছে। শ্ৰীকৃষ্ণক আনি কামাতুৰ পুৰুষ হিচাবেও দেখা পাওহঁক। তেওঁ লগত নিয়া গোপী গৰাকীয়ে "হামাক পদতলে কণ্টকে বেধল চলিতে নাহি পাৰি" বুলি কোৰাত "হামৰ বোকে চৰসিয়া" বুলি "গোপীক বোকে তুলি শ্ৰীকৃষ্ণ বহয়ে লাগল"। গীতত ধ্বনিত হৈছে —

গোপীনাথ লীলা জানব কোই।
বিপৰীত কৌতুক তোই॥
চৈধয় ভুবন অধিকাৰী।
সো বোকে বহে গোপনাৰী॥
যো বহে গৰুড় আসনে।
সো হৰি গোপিনী বাহনে॥
ভকত বান্ধৱ কিনা ভেলি॥ ইত্যাদি

নাটখনিত তেওঁ কাম চতুৰ বা কাম নিপুন হিচাবেও চিত্ৰিত হৈছে। গোপীসকলক তেওঁ নানা চতুৰ কথাৰে ভোল নিয়াই যিধিনি তেওঁ কাম কেলি কৰিলে, তাৰ দ্বাৰাই তেওঁ এজন কাম শাস্ত্ৰজ্ঞ ব্যক্তি হিচাবে পৰিগণিত হৈছে। তেওঁৰ কামাচৰণ শলাগিব লগীয়া। কাৰণ গীতত ধ্বনিত হৈছে "কয়ল আলিঙ্গন ঘনঘন বাহু, কাহাকু চুম্বয় বনমালি লাগি মুখ, উচ্চকুচ কৰ খত নখেৰ পৰসি, কাহাক চুম্বন চৰ্ব্বন দান, কাঞ্চুৰী চোড়িকুচ পৰকাশ

কাহাকু লেল হৰি অম্বৰ চোড়ি, বচন চৰপটি বড়ায়া চঙ্গ, ধৰি হৰি কণ্ঠ ৰহত্তৰ বাহুমেলি, কাহু গোপীক পীত অম্বৰ ডোলে, কাহুক কেশ কেশৰে বান্ধে হাতে, কাহুক ভোৰে কোৰে কৰি চুম্বন কাহুক কুচ নখ হান" ইত্যাদি

নাটখনিয়ে কৃষ্ণক এগৰাকী অতুলনীয় মহিমাশালী ঐশিত শক্তিৰ নায়ক হিচাবে আমাৰ চকুত ধৰা দিছে। ভাগৱতৰ মতে এশ গোপীক আমি কেলি গোপাল নাটত পাওঁহক। কিন্তু তেওঁ গোপীসকলে নজনা কৈয়ে "যত গোপী তত মূৰতি মাধৱ ( ভাগৱতৰ ১০/৩৩/২০ কৃত্বা তাৱন্তং আত্মানং যাবতী গোপযোষিত: ) অথবা "দোধো গোপী মাজে এক গোপাল" হৈ অত্যাশ্চৰ্য্যজনক যি লীলা বিলাস কৰিছিল। তাৰ পৰাই তেওঁৰ মহত্ত্ব উপলব্ধি কৰিব পাৰি। গোপী সকলৰ মাজত ত্ৰাসজনক কিম্বা ভয়ঙ্কৰ ৰূপী শঙ্খচূড়ক বধ কৰি তেওঁ বীৰত্বৰ পৰিচয় দিছে। এই খিনিত শ্ৰীকৃষ্ণ এগৰাকী বীৰ পুৰুষ আৰু দুষ্টক দমন, সন্তক পালন কৰোতা।

শ্ৰীকৃষ্ণক এগৰাকী বিখ্যাত সুনিপুন বংশী বাদক হিচাবেও দেখা পোৱা যায় তেওঁৰ বেনুবাদ চ মোহনীয়। নাটখনৰ দ্বিতীয় শ্লোকতে ধ্বনিত হৈছে —

বীক্ষ্যেন্দু মণ্ডলম খণ্ডমকুণ্ঠবোধো
বৃন্দাবনে বেনুৰবাদয়ন্ মুদা।
যো মোহনায় মধুৰং ব্ৰজসুন্দৰীনাম্
তং গোপবেশমনিশং প্ৰণতোঽস্মি কৃষ্ণম্ ॥

তেওঁৰ বেনুধ্বনি হল "অনঙ্গ বৰ্দ্ধণং" (ভাগৱত ১০/২৯/৪ ) অৰ্থাৎ "পঞ্চম পুৰিপুনু গাৱত গীত। মোহিত ভয়ো ব্ৰজযোসিত চিত্ত॥ হৰল চেতন মন মনসিজ বান"। ইত্যাদি তেওঁৰ মোহনীয় বেণুধ্বনিত গোপী সকল ঈমান বিতত কিম্বা ধৈৰ্য্যহীনা হৈছিল যে —

পতিসুত তেজল মজল প্ৰেম সিন্ধু।
হৃদয়ে ধৰল মাধৱক বুলি বন্ধু॥
কৃষ্ণক দেখিতে অলক্ষিতে গোপজায়া।
চলে সচকিতে পতিসুত উপক্ষিয়া॥

ভাগৱতৰ দশম স্কন্ধৰ উনত্ৰিশ অধ্যায়ৰ চাৰি সংখ্যাৰ পৰা আঠ সংখ্যাৰ শ্লোক পৰ্য্যন্ত বেণু ধ্বনিৰ মহিমা বিকশিত হৈছে। পদপুথিৰ মতে ( বেণুধ্বনিত মোহিত হৈ— )

বাহুত নূপুৰ পিন্ধে নকৰে বিচাৰ।
মৰ্গত মুকুট আৰে কঙ্কালত হাৰ॥

(ভাগৱত পদ্যভাগ)

গোপীসকলে কৈছে "সুৰত বৰ্দ্ধনং শোক নাশনং স্বৰিত বেণুনা সুষ্ঠু চুম্বিতম্" (ভাগৱত ১০/৩১/১৪) অৰ্থাৎ "সুললিত বংশী আতি চুম্বি আছে যাক। হেনয় অধৰামৃত দিয়োক আমাক" (কীৰ্ত্তন)। আৰু কৈছে—"কতো গোপী যশোদাত কহয় অদ্ভুত। বেণুবাদ্য কুশল তোমাৰ প্ৰিয়সুত॥ যেখনে বংশীক চুম্বি তোলে স্বৰজাতি। ব্ৰহ্মা ৰুদ্ৰ আদি দেৱো মোহ হোৱে আতি॥

(ভাগৱত ১০/৩৫/.৪, ১৫) ইত্যাদি।

কেলিগোপাল নাটত গোপীসকলক কেইবাটাও দিশত চাব পাৰি। শ্ৰীকৃষ্ণৰ বেণুনাদত অধীৰা হৈ তেওঁলোক "সুহৃদ সোদৰ বাধে স্বামী নিষেধয়। তবহু বিমুখ গোপী কবু নাহি হয়"। কৃষ্ণ দৰ্শনত বাধা প্ৰাপ্ত হৈ এগৰাকী গোপীয়ে প্ৰাণ ত্যাগো কৰে। এই প্ৰাণ ত্যাগ দৰাচলতে কায়িক নহয়। ইয়াৰ তাৎপৰ্য্য এই যে পাপ আৰু পুণ্য উভয়ে নষ্ট নহ'লে মোক্ষ হ'ব নোৱাৰে। অথচ এই উভয়ৰে ভোগ নহলে বিনাশো নহয়। সুখ ভোগ হ'লে সেই কাৰণতে পুণ্য ক্ষীণ হয় আৰু দুখ ভোগ হলে দুখ কাৰণ পাপ নষ্ট হয়। উক্ত গোপীৰো কৃষ্ণ চিন্তা ৰূপ অনন্ত সুখ ভোগ হোৱাত পুণ্য ক্ষীণ হয় আৰু ভগৱানৰ অপ্ৰাপ্তি হেতু দাৰুণ দুখ ভোগ কৰাত পূৰ্ব্ব সঞ্চিত সকলো পাপ নষ্ট হৈ যায়। অথবা দুঃসহ প্ৰিয় বিৰহৰ তীব্ৰ-তাপে সেই গোপীৰ যাৱদীয় অশুভ কৰ্ম্মক্ষয় আৰু ধ্যান যোগে অচ্যুতৰ আলিঙ্গনত অপাৰ আনন্দ লাভ হোৱাত সংসাৰ বন্ধনৰ কাৰণীভূত শুভাশুভ কৰ্ম্মাত্মম বন্ধন ছিন্ন কৰি পৰমপ্ৰিয় পৰমাত্মাত বিলীন হৈ গ'ল অৰ্থাৎ পৰমাত্মাক একান্ত ভাৱে চিন্তা কৰি তেওঁতে তনু মন সমৰ্পণ কৰিলে। নাটৰ গীততো আধ্যাত্মিক ভাৱত সেই একে কথাকে কৈছে—

ঘনঘন শ্বাস ফোকাৰে বৰবালা
হৰিকো ৰহলি ধিয়াই, একুমনে প্ৰেম ভকতি ভাই।
হৃদি পদ পঙ্কজ ধৰয়ে ঝুৰয় নীৰ
প্ৰেম পুলক ভেজি কায়॥
ভকতি কৰমবন্ধ কয়ো ক্ষীণা
কহ শঙ্কৰ পৰমানা।

বিৰহে মুদি ৰহু দুয়ো নয়না।
কৃষ্ণ চৰণ চিন্তি পায়ে পৰমগতি
চোড়ি পৰল গোপী প্ৰাণা।

(কেলি গোপাল নাট)

কাম ভাবেৰেও যে ভগৱানক পাব পাৰি, সেই শিক্ষা আমি গোপী সকলৰ পৰা পাওঁহক। নাটত সূত্ৰই কৈছে "পেখু, পেখু! অজ্ঞানী অনাচাৰী গোপীসব কামভাবে কেবল কৃষ্ণচৰণ চিন্তি ততকালে পৰমগতি পাবল। হৰিভকতিক মহিমা কি কহব" ইত্যাদি।

ভগৱানৰ কাম চপাৰ পিচত তেওঁৰ নানা প্ৰশ্নেৰে বা পৰিহাস বাক্যৰ দ্বাৰা গোপীসকল থকা সৰকা হয়। তেওঁলোকে "হেইমাথ কয় ৰহল" আৰু এক বাক্যে কবলৈ ধৰিলে' উনিকৰ চিত্ত বুজয়ে নাহি পাৰি।" শ্ৰীকৃষ্ণই যেতিয়া "নাহি পৰশো পৰনাৰী" চলহ পাপমতি চোড়ি" বুলি বজ্ৰকণ্ঠে ঘোষণা কৰিলে তেতিয়া গোপীসকল বিপাণ্ডত পৰিল। "অধৰ শুখাবল, মুখ মলিন ভেল।" সেই প্ৰসঙ্গতে নাট্যকাৰ গৰাকীয়ে গোপীসকলৰ বিলাপ সম্পৰ্কত তিনিটা গীতৰ অৱতাৰণা কৰিছে। গোপীসকলৰ মনৰ ভাব সূচক তিনিটা গীতত শ্ৰীকৃষ্ণৰ প্ৰতি থকা অকৃত্ৰিম ভক্তি আৰু প্ৰেম বিহবল কথা খিনি পৰিষ্কাৰ হৈছে। তেওঁলোকৰ "লম্বিত আনন ফোকাৰে নিশ্বাস; তনু মন ঝামৰু নয়ন ঝুৰেবাৰি, পদনখে ক্ষিতি লেখু দেখু আক্ৰিয়াৰি"। অকল সেয়ে নহয় তেওঁলোকে দ্বিতীয় পৰ্য্যায়ত এটা গুৰুত্ব পূৰ্ণ কথা কৈছে। সেইটো হল "হৰিহে বুঝলোহো তোহোবৰ নিৰ্দ্দয়া", পৰিসুত সব অব, চোড়ি পৰল প্ৰাণ, তুৱা পদ পঙ্কজ আগ", তোহো বিনে মাধৱ, দেহা নাহি ৰাখব, বিৰহিনী চাড়ব প্ৰাণ" ইত্যাদি। তৃতীয় পৰ্য্যায়ত কৈছে "নাহি পাৰয় পাব পঙ্কজ, তেজয় যাদৱ ৰায়, হাঁমা অনুচৰী চৰণ অনুসৰি, পৰম প্ৰেমৰস আশ, ৰাখবে প্ৰাণ বন্ধু মাধৱ মধুৰ অধৰ সুহাই" ইত্যাদি।

নাটৰ পূৰ্ব্বোক্ত তিনিটা গীতত তিনিটা ভাৱ, প্ৰেৰণা পোৱা হল। প্ৰথম গীতটোত তেওঁলোকে চকুলো টুকিছে সঁচা, কিন্তু তেনে কাৰ্য্য ভুৱা বা প্ৰৱঞ্চনাও হব পাৰে। কাৰণ কোনো কোনো ব্যক্তিৰ ক্ষেত্ৰত প্ৰৱঞ্চনাৰ কাৰণে চকুলো টোকাটো এটি সাধাৰণ কথা বুলিয়েই ধৰিব পাৰি। ইয়াকে "ঘৰিয়ালৰ চকু পানী টোকা" বুলি অসমীয়া ভাষাত এটি খণ্ড বাক্যও আছে। গোপীসকলৰ তেনে আচৰণত ভগৱানৰ অন্তৰ গলি যোৱা নাই। দ্বিতীয় পৰ্য্যায়ৰ গীতটোত যেতিয়া ভগৱানক পোৱাৰ অভিলাষেৰে পতি-

সুত সকলক (প্ৰাপ্তা বিসৃজ্য বসতীস্তদুপাসনাশাঃ — ভাগৱত ১০/২৯/৩৮) ত্যাগ কৰি, তোমাৰ পদ পঙ্কজ লাভৰ কাৰণে (প্ৰধানতঃ) আহিছো বুলি আৰু তোমাৰ অবিহনে প্ৰাণধাৰণ কৰা নহব বুলি ঘোষণা কৰিলে, তেওঁয়ো পূৰ্ব্বৰ সন্দেহযুক্ত প্ৰবঞ্চনা বা চকুলো টোকাৰ সমস্যা কিছু উন্নত স্তৰলৈ আগবাঢ়ি গল আৰু একেবাৰে শেষত তেতিয়া তোমাৰ চৰণত্যাগ কৰা নহব, প্ৰাণবন্ধু মাধৱ তুমি আমাক ৰক্ষা কৰা, বিৰহত তুন মন তাপিত হৈছে ইত্যাদি ঘোষণা কৰাৰ লগে লগে ভগৱানৰ বুকু কঁপে। তেওঁ "দুখ চোড়হ" বুলি কবলৈ বাধ্য হয়। গোপীসকলৰ কৃষ্ণ লাভৰ কাৰণে কৰা কাতৰ বাক্য বা কাৰুণ্য বিলাপ বাক্য প্ৰশংসনীয়। তেওঁলোকৰ অভিলাষ পূৰ্ণ হৈছে।

শ্ৰীকৃষ্ণৰ বাক্যামৃতে গোপীসকলৰ বিৰহ তাপ নিৰ্ব্বাণ হল আৰু "গোপীনাং বৰ্দ্ধয়ন কামং ৰময়ামাস কেশৱঃ"। কিন্তু সেই ভাৱ আৰু ভক্তি ক্ষন্তেকৰ ভিতৰতে দূৰ হৈ যোৱা দেখা গল। তেওঁলোকে 'গোবিন্দ সন্মান মদমোহিত চেতসঃ" হৈ "বাহু লাৰি মদগৰ্ব্বে ভৰময়ে লাগল"। সেই সময়ত তেওঁলোক গৰ্ব্বিতা নাৰী। কৃষ্ণই "দেহদাহে কাম আগি আলিঙ্গণ কোৰ" বুলি "পাচু পাচু চাটু বুলি চলাইছে"। কিন্তু তেওঁলোক অটল অচল আৰু "প্ৰিয় সম্ভাষণ নাহি কৰন্ত"। তেওঁলোকৰ আচৰণত ভগৱান্ অসন্তুষ্ট হৈ অন্তৰ্ধান হল। কৃষ্ণক নেদেখি তেওঁলোক "ৰুৰুদুঃ সস্বৰং ভীতা হৰেৰ্বিৰহ বিহবলাঃ"। তেওঁলোক ইমান অধীৰা হল যে বনৰ মাজত সোমাই কৃষ্ণক বিচাৰি ফুৰোঁতে "প্ৰপচ্ছুঃ তৰু ৰাজিষু" অৰ্থাৎ বৃক্ষ বিলাকক (কৃষ্ণৰ বাতৰি) সুধিছিল। এইখিনিত গোপীসকলৰ অন্তৰৰ পৰা বিনয় অথচ সৰল ভাৱ ফুটি উঠিছে। কৃষ্ণক নেদেখি তেওঁলোকে বকুল, বন্ধুলী, কদম্ব, বকতুলসী, চম্পক, চূত আদি বৃক্ষ সমূহক সুধিয়েই ক্ষান্ত নাথাকি "বিজগুঃ কৃষ্ণ চেষ্টিতম্" অৰ্থাৎ "কৃষ্ণক লীলা আপুনে কয় লাগল" 'মই কৃষ্ণ বুলি কৰে ভাৱনা। তন পানে শুষিমাৰ পুতনা" আদি কৃষ্ণ লীলা সমূহ সমাপন কৰে, কিন্তু তথাপিতো কৃষ্ণই দেখা দিয়া নাই। এনেতে কৃষ্ণৰ লগত যোৱা গোপীগৰাকীয়ে যি কাণ্ড কৰিলে তাৰ দ্বাৰাই তেওঁৰ গৰ্ব্বী আৰু দুষ্ট মনৰ পৰিচয় ফুটি উঠিছে। সেই কাৰণেই নাটত কৈছে "উনিকৰ দুৰ্জ্জন ভাৱ শুনহ" বুলি কৃষ্ণই তেওঁ বিচৰামতে কোলাত তুলিও লৈ ফুৰি ছল; কিন্তু আসে থাই তেওঁৰ গৰ্ব্ব দুগুণে চৰে। তেওঁ "মোহি সম কোন সৌভাগিনী থিক" বুলি ভাবি "দৰ্পে ঠেস কৰি বৈঠল"। মিচাকৈয়ে "অব চলয়ে নাহি পাৰি" বুলি কৃষ্ণৰ কান্ধত বগাবলৈ চালে। কৃষ্ণই তেওঁৰ গৰ্ব্বমনৰ পৰিচয় জানি "হামাৰ কান্ধে চৰসিয়া" বুলি কোৱাত যেচেৰীয়ে কাচি পাৰি যাওঁতেই "শ্ৰীকৃষ্ণ অন্তৰ্ধান ভৈল"। তেওঁৰ গৰ্ব্বচুৰ হ'ল। "দৰশন দেহ দয়াল মেৰি বন্ধুমধাই" গীতত তেওঁৰ

গৰ্ব্বদূৰ হোৱা মনৰ পৰিচয় ওলাইছে। ইপিনে গোপীসকলে কৃষ্ণক বিচাৰি আছি তেওঁৰ খোজৰ লগত এগৰাকী সতিনীৰ খোজ দেখা পাই মৰ্ম্মাহত হয়। ইয়াৰ দ্বাৰা গোপীসকলৰ মনত সতিনীৰ প্ৰতি ঈৰ্ষা, অপ্ৰীতি ভাৱ জাগত হোৱা দেখা যায়! তেওঁলোকে "সব গোপিণীক ধন বন্ধু অধৰ মধু" অকলেই সতিনী গৰাকীয়ে পান কৰাত ভাল পোৱা নাই। সেই বাবেই "সতিনীৰ খোজ দেখি, হৃদয়ে নসহে ৰে অধিক 'মলন দুখ মোৰ' বুলি ক'বলৈ বাধ্য হৈছে। তেওঁলোকে সতিনী গৰাকীক যথাস্থানত লগ পাই তেওঁৰ বাবেতৰি লৈ একেলগে পুনৰ কৃষ্ণৰ অনুসন্ধানত ব্ৰতী হৈ যমুনাৰ বালিত নামি কান্দি কান্দি "হৰিগুণ গাৱল"। সেই প্ৰসংগতে দুটা খেদ আৰু হুতাশা যুক্ত করুণ ৰসৰ গীতত অৱতাৰণা কৰা হৈছে গোপীসকলৰ বিফল চেষ্টাৰ পিচত তেওঁলোকৰ মনৰ ভাব যজ্ঞত পূৰ্ণ হুতি দিছে। সাধাৰণতে সুখী মনৰ মানুহে ভগৱানক চিন্তা কৰিবলৈ অৱজৰেই নাপায় অথবা অৱজৰ পালেও ধনজন পৰিপূৰ্ণ সুখত ভোল গৈ ভগবানকে তুচ্ছ যেন দেখে। কিন্তু যি জনদুখীমনৰ মানুহ, তেওঁ নিজকে ভগৱন্তৰ সেৱা চুৰ বা ভগৱন্তৰ চৰণত অপৰাধী বুলি চিন্তা কৰি অৱণত হয়। এতেকে দেখা যায়-ভগৱান্ দৰিদ্ৰ জন সাধাৰণৰ মাজতহে থাকে। ধন জন পৰিপূণ লোকৰ মাজৰ পৰা আতৰি দূৰতো বিদূৰ হয়। গোপীসকলৰো তেনেকৈ দুখী তথা অৱণত ভাৱ উদয় হ'ল। গৰ্ব্বী ভাৱত ভগৱানক পোৱাত অসুবিধা হ'ল। কিন্তু যেতিয়াই তেওঁলোকে দোষ স্বীকাৰ কৰিলে আৰু কৃষ্ণ চৰণত শৰণাপন্ন হ'ল, তেতিয়াই শ্ৰীকৃষ্ণ "পৰম আকল ভেল, হৃদয় দ্ৰৱল, আৰু "বেকত ভেল মুৰাৰি"। কৃষ্ণক পুনৰ লগ পাই গোপীসকল আনন্দত উত্ৰাৱল হয় আৰু মাধৱক বেঢ়ি ধৰল"। ইমান সময় আতৰি থকাত তেওঁলোকে কৃষ্ণক প্ৰণয় কোপত কথা সুধিছে। সেই প্ৰসংগতে এটি গীতৰ অৱতাৰণা কৰা হৈছে। কৃষ্ণই গোপীৰ কৰুণ ভাব দেখি অশ্বাস কৰি কলে 'তোহাৰি পৰম প্ৰেম পেখি ভকতি সহজে নসহে হৃদি মোৰ"। তেওঁলোকৰ প্ৰেম ভক্তিত যে ভগৱান সন্তুষ্ট হৈছে সেই কথা গীতৰ যোগে আৰু সংলাপৰ যোগে প্ৰকাশ পাইছে। কৃষ্ণই নিজৰ গাৰ শপত দি গোপী মনৰ পৰা অসন্তোষ ভাৱ দূৰ কৰি পুনৰ ৰাস ক্ৰীয়া আৰম্ভ কৰে। গোপীসকলৰ এতিয়া আনন্দৰ পাৰ নাই। কাৰণ আগৰ দৰে তেওঁলোকে গৰ্ব্ব নকৰে আৰু কৃষ্ণই এইবাৰ তেওঁলোকক এৰি নাযায়। ইয়াত তেওলোকৰ দৃঢ়ৰ বিশ্বাস হল। তেওলোকে জল কেলিও কৰিলে।

প্ৰাতঃ সময় আগমণত কৃষ্ণৰ নিৰ্দ্দেশ "সত্বৰ গৃহক চলহ" উক্তিত গোপীসকলে কৃষ্ণ বিয়োগত "কোকাৰয় শ্বাস" আৰু "কুকুৰা আৰাৱে, জানি

ৰজনী শেষ, তাহাক শপয় পুত মাথে"। ইয়াৰ দ্বাৰাই গোপীসকলৰ কৃষ্ণৰ প্ৰতি থকা ঐকান্তিক ভক্তি নিষ্ঠা অকৃত্ৰিম স্নেহৰ কথা সূচাইছে। আমালোকেও যে ভগৱানৰ প্ৰতি তেনেকৈয়ে ভক্তি নিষ্ঠা ৰাখিব লাগে, তাৰ আদৰ্শ তেওঁ-লোকৰ পৰা পাব পাৰোহঁক। তেওঁলোকৰ "ভৰি পাঞ্চ সাত চলিতে তনু তাৰে হৰি বিনে দেখু আন্ধিয়াৰি" আৰু ঘৰলৈ উলটি গৈয়ো "মাই মাই হৰিক বিচুৰি কত ৰহবি" বুলি দিনৰ ভাগত কৃষ্ণৰ গুণলীলা বখানি "দিনসব বঞ্চয়"। এনেকি তেওঁলোকে "সমস্ত শৰত ৰাতি ৰাস ক্ৰীড়া কয় ৰহল গোপী সব"। নাটৰ শেষত গোপীসকলৰ এনেকুৱা তন্ময় ভাব আৰু ভক্তিৰ চূড়ান্ত পৰ্য্যায় দেখা পোৱা হয়।

নাটখনিত গোপীসকলক ভয়াতুৰ আৰু কামাতুৰ হিচাবেও দেখা পাওঁহক। শঙ্খচূড় নামৰ যক্ষটোৰ আগমনত তেওঁলোকে ইমান ভয় খাইছে যে "ত্ৰাহি কৃষ্ণ বুলি ঘন ঘন জল্পয়" আৰু শেষতো দুবাৰ "ত্ৰাহি ত্ৰাহি বুলি গোপীসব কৃষ্ণত শৰণ লেলহ" আৰু "ত্ৰাহি কৃষ্ণ ত্ৰাহি কৃষ্ণ জল্পয়"। ইয়াৰ দ্বাৰাই "বিনাশ্ৰয়ং নজীৱতি ব্ৰাহ্মণো বণিতা লতা" অৰ্থাৎ আশ্ৰয় নহলে ব্ৰাহ্মণ, তিৰোতা আৰু লতা গছ জীয়াই নাথাকে প্ৰবচনৰ কথাই সত্য প্ৰতীয়মান হৈছে। বংশীনাদত কৃষ্ণ দৰশনৰ কাৰণে দৌৰি অহা কৃষ্ণৰ আদৰ্শনত বিৰহ বিয়োগত তাপিত হোৱা আৰু মদনৰ খেলা পাতি কৃষ্ণৰ সৈতে নানা ৰতিৰসত নিমগ্ন হোৱাত কামতুৰা হিচাবে তেওঁলোকক চিত্ৰিত কৰিব পাৰি।

নাটত থকা শঙ্খচূড় যক্ষ এটি নিৰ্লজ্জ, কামতুৰ আৰু পলায়মান ব্যক্তি হিচাবে চিত্ৰিত হৈছে। কৃষ্ণৰ দ্বাৰা তিনিবাৰ খেদা খাইয়ো "অনেক ভৎসনি পায়, উচ্ছিষ্ট ভুঞ্জিবে যায়, যেন অতি কুকুৰ নিৰ্গতে" বুলি গৰিহণা দিলেও দোষে নোচোৱে। লোকৰ তিৰোতজনী "পৰম কামাতৰ হুয়া", "কোলে তুলি বেগে লৰৰ" দিয়াটো অনুচিত। পিচে কালৰো কাল আছে "হাহঁৰ ওপৰত শিয়াল ৰজা" হোৱাৰ পোতক কৃষ্ণই দিলে। "তিৰোতাৰ শঙ্খচূড় "ৰহিকোপে দান্ত কামুৰি খাই। খেপল শূল মাধৱক লাই"। কিন্তু সেই আঘাত বিফল হ'ল। কৃষ্ণই "ভাঙ্গল শূল হানি তৰু শাল"। যক্ষই প্ৰাণৰ ভয়ত "বাঘক আগু যায় যৈচে ছাগ"। কৃষ্ণই মুঠি হানিলে আৰু "পৰল যক্ষক চিণ্ডি কন্ধ মাথ"। এয়াই যক্ষৰ বীৰত্ব। কৃষ্ণৰ আগত যক্ষৰ অতপালি "সিংহক আগু যৈচে বালক হৰিণ'। ইয়াৰ দ্বাৰাই পাপৰ পৰাভৱ আৰু পুণ্যৰ অভ্যুদয়ৰ কথাকে সোৱঁৰাই দিয়ে।

## (২৭—গ)—মূল আৰু নাটৰ ব্যৱধান বিচাৰ ঃ—

মূল ভাগৱতৰ লগত নাটৰ ব্যৱধান আংশিক ভাৱে থকা দেখা যায়। ব্যৱধান বুলি লিখাতকৈ এৰাধৰা মনোভাৱেৰে লিখা বুলি কলেহে প্ৰসস্ত হ'ব। ভাগৱতৰ কোন কোন অংশ এৰিছে আৰু আনৰ প্ৰভাৱতো পৰিছেনেকি তাক বিচাৰ কৰা উচিত বুলি ভবা হয়। নিম্ন স্থানত তাকে উল্লেখ কৰা হৈছে।

নাটৰ আৰম্ভনি ভাগৱতৰ লগত মিলি গৈছে যদিও নাট্যকাৰে সংক্ষেপ কৰিবলৈ যত্ন কৰিছে। নাটৰ ভটিমাটোত কবি জয়দেৱকৃত গীত গোবিন্দৰ প্ৰভাৱ পৰিছে। উদাহৰণ স্বৰূপে নাটৰ ভটিমাত থকা "গোপী পীন পয়োধৰ ঘৰিষণ চঞ্চল কৰযুগ শালী" বাক্যাংশৰ লগত গীত গোবিন্দৰ "ধীৰ সমীৰে যমুনাতীৰ বসতি বনে বনমালী। গোপী পীন পয়োধৰ মৰ্দ্দন চঞ্চল কৰযুগ শালী" (গীত গোবিন্দ ৫/১১/১) পদ্যাংশৰ মিল আছে তেনেকৈ নাট্যকাৰ গৰাকীয়ে নাটত ব্যৱহাৰ কৰা বহুতো শব্দ, বাক্য প্ৰয়োজন সাপেক্ষে আন আন গ্ৰন্থৰ পৰা আহৰণ কৰি লোৱা দেখা গৈছে। নাট্যকাৰে শব্দ আৰু বাক্য চয়ন কৰিছে ভাগৱত, বিষ্ণু পুৰাণ, গীত গোবিন্দ আদি ৰাস বিষয় থকা গ্ৰন্থৰ পৰা। উদাহৰণ সম্পূৰ্ণকৈ দিবলৈ হলে দীঘলীয়া হয় কাৰণে দিয়া নাই।

শ্ৰীকৃষ্ণৰ বংশী নাদত গোপীসকল তন্ময় হৈ যেতিয়া "শ্ৰীশ্ৰীগোপালক সমীপ পাৱল, তেতিয়া নাট্যকাৰে গোপীকৃষ্ণৰ কথোপ-কথনখিনী সংক্ষেপ কৰি মূল কথা কেইটা ৰাখিছে মাত্ৰ। নাটৰ "কমন উতপাত গোকুলে মিলল। কি নিমিত্ত ৰজনী সৰৰি কহে। বনমধ্যে ইহা আৱল" বাক্য মূল ভাগৱতত নাই। (পদভাগৱতত আছে "কি ভৈল কি ভৈল কিয় আসিলা লৱৰি" আৰু "কিবা উতপাত আসি মিলিল ব্ৰজত" ইত্যাদি) ভাগৱতৰ 'ব্ৰজস্যানাময়ং কচ্চিদ" (১০ঃ৯১১৮ পদ্যাংশৰ অৰ্থাৎ 'ব্ৰজৰ কুশলনে' ? এই উক্তিৰ ওপৰত নিভৰ কৰিয়েই বোধহয় "কমন উতপাত গোকুলে মিলল" বুলি কব খুজিছে। ভাগৱতৰ 'স্বাগতং বো মহাভগাঃ" অৰ্থাৎ হে মহাভাগসকল তোমালোক মঙ্গলে আহিলানে ? উক্তি প্ৰসঙ্গত নাটত (কৃষ্ণৰ বাক্য আহে সখীসব। কুশলে আৱল" বুলিহে কৈছে। ভাগৱতৰ "ঘোৰসত্ত্বনিষেৱিতা" (১০/২৯/১৯) অংশৰ পদ ভাঙনি "চৰৈ ব্যাঘ্ৰ ঘোষ ৰৰাহৰ হুকহুকি। পুৰুষৰোভয় ভালুকৰ শুনি উকি।" (পদ ভাগৱত) পদ্যাংশৰ কৃষ্ণোক্তি খিনি নাটত নাই। নাটৰ "কৰবিনা কামিনী কলঙ্ক হামাৰি, নাহি পৰশো পৰনাৰী" (নাটৰ গীতাংশ) কৃষ্ণোক্তিও ভাগৱতত নাই। নাট্যকাৰ গৰাকীয়ে বোধহয় ভাগৱতৰ "মা কৃধ্বং বন্ধু সাধ্বসম্" (১০/২৯/২০) অৰ্থাৎ অদৰ্শন জন্য (মাতা পি া, ভাই

সকলৰ) ভয় উৎপাদন নকৰাবা উক্তিৰ ওপৰতে নিৰ্ভৰ কৰি এনেকৈ লিখিছে। পূৰ্ব্বোক্ত কথাৰ মাজত ভাগৱতত) গোপী সকলৰ কোনো উক্তি নাই; কিন্তু নাটত গোপীসকলে পৰস্পৰে কোৱা কুই কৰিছে "আহে সখী সব। শ্ৰীকৃষ্ণ কিক-হৈছে। উনিকৰ চিত্ত বুজয়ে নাহি পাৰি" আৰু "হে পৰমেশ্বৰ। নাহি নাহি কিছু শঙ্কা"। এইখিনি নাট্যকাৰৰ নিজা কল্পনা বুলি কোৱা হৈছে। আকৌ কৃষ্ণৰ বংশীনাদত মোহিত হৈ গোপীসকলে "কতোজনী যায় দধি-মথনাকো এৰি। আখাতে থাকিলে দুগ্ধ চক্ষৈাতে পৰি' আদি (পদভাগৱত আৰু মূল ভাগৱতৰ ১০/২৯/৪,৫,৬,৭,৮) এই উক্তিবোৰ নাটত পাবলৈ নাই। মূলৰ "জুগুপ্সিতঞ্চ সৰ্ব্বত্ৰ ঔপপত্যং কুলস্ত্ৰিয়াঃ" (১০/২৯/২৬) আৰু পদৰ "উপপতি সমে ক্ৰীড়া গৰিহিত কৰ্ম্ম। স্বামীৰ শুশ্ৰূষা কুলস্ত্ৰীৰ মহা-ধৰ্ম্ম" প্ৰবচন নাটত নাই। নাটত নথকা অংশবোৰ হ'ল (ভাগৱত ১/২৯/৩২/৩৩ শ্লোকৰ) পদৰ "কহিলা যিটো কুলস্ত্ৰীৰ কৰ্ম্ম" তোমাতে থাকোক যি সব ধৰ্ম্ম ॥ জগতৰ বন্ধু আত্মা তুমি। সমস্ত ধৰ্ম্মৰে আপুনিভূমি নলাগে পতি পুত্ৰ দুখ হেতু। হুয়োক প্ৰসন্ন গৰুড়কেতু', ভাগৱত ১০/২৯/৩৬,৩৭ শ্লোকৰ আৰু তদনুবাদ (পদ-১২৫৭, ১ ৫৮)

শুনা পূৰ্ব্বকথা স্বামী জলে নামি আছো আমি
বস্ত্ৰ লৈয়া চৰিলা কদম্ব।
কাকুতি কৰন্তে পাছে নামিয়া আসিলা কাছে
দিলা বস্ত্ৰ নকৰি বিলম্ব ॥
বঢ়ায়া আনন্দ অতি ইষ্ট বৰদিলা মতি
আমাসাত তুমি তুষ্ট হুই।
লক্ষ্মীয়ো কৃচিত পান্ত হেন ইটো চৰণক
আমিয়ো নমিলো মাথে চুই ॥
সেহিদিনা ধৰি আউৰ আনৰ কাছত নাথ
থাকিতে নপাৰো কিবা ভৈলো।
ইটো গৃহবাস আমি সুখহেন নভাসওঁ
সত্য স্বৰূপ প্ৰভু কৈলো ॥ (ভাগৱত)

অৱশ্যে নাটৰ গোপীৰ বাক্য "যে লক্ষ্মী গোঁসানী হৃদয়ে থান লভি আছো, তথাপি ওহি পদ পঙ্কজ ৰেণু আশা কৰাইছে" অংশও পূৰ্ব্বোক্ত পদৰ আৰু শ্লোকৰ অংশ বিশেষ বা তাৰ ছাঁ হব পাৰে। কিন্তু ৯ সংখ্যক

শোকৰ লগতো পূৰ্ব্বোক্ত গোপীৰ বাক্যৰ মিল আছে। ভাগৱতৰ ১০/২৯/৪০,৪১ শ্লোকৰ পদ—

তোমান শুনিয়া অমৃত গীত।
নুহিবে মোহ কোন স্ত্ৰীৰ চিত্ত ॥
আছোক আন বৃক্ষ পশু পক্ষী।
প্ৰেমে পুলকিল তোমাৰ দেখি ॥
দেৱৰ ৰক্ষক যেন মুৰাৰি।
ব্ৰজৰ তুমি দুখ ভয়হাৰী ॥
জানিয়া জুৰায়ো আমাৰ প্ৰাণ।
শিৰত হস্ত পদ দিয়া দান ॥ ( কীৰ্ত্তন )

এইখিনি নাটত দেখা পোৱা নাযায়। নাটত থকা আৰু মূল আৰু পদত নথকা কথা খিনি হল (গোপীৰ বাক্য) "তয়ু মুখ পঙ্কজ চোৰি হামাৰ চক্ষু আন পেখয় নাহি। তুৱা কথা চোৰি কৰ্ণে আন পুনু কিছু শুনয়ে নাহি" ইত্যাদি। ভাগৱতত মাত্ৰ 'যন্নিৰ্ব্বিশত্তুত কৰাবপি গৃহ্য কৃত্য। পাদৌ পদং ন চলতস্তৱ পাদমূলাৎ" ( ঐ ১০/২৯/৩৪ ) পদাংশৰ অনুবাদ "হস্ত দুই গৃহ কৃত্য নকৰে" ॥ "তোমাক এৰিয়া নচলে ভৰি" বুলিহে আছে।

নাটত থকা "ওহি চৰণ সেৱা কৰিতে ধৰ্ম্ম অৰ্থ কাম মোক্ষ চাৰি পদৰস সুখে পাই" আৰু "কুসুম ধনু মনু মোহন মূৰতি পেখিতে মুকুতি মিলাই, মধুৰ অধৰ সুহাই, দূৰ কৰু অহে হাসি' এই বাক্যাংশবোৰ ভাগৱতত পোৱা নহয়।

গোপীগণৰ কাতৰ বাক্যত সন্তুষ্ট হৈ ভগৱানে ৰাসক্ৰীড়া আৰম্ভ কৰিলে। এইটো ভাগৱতৰ মত। কিন্তু নাটত শ্ৰীকৃষ্ণই মুখত গোপী সকলৰ প্ৰতি সান্ত্বনা বাক্য দিয়া হৈছে। তেওঁৰ আশ্বাসত আশ্বাসিত হৈ গোপীসকল "পৰম উৎসুকে উঠি কহো কৃষ্ণক আৱৰি ক্ৰীড়া কৰিতে লাগল'।

ভাগৱতৰ লগত নাটখনৰ এটি প্ৰধান অমিল বা অগা পিচা কাহিনী হল শঙ্খচূড় যক্ষৰ অৱতাৰণা। ভাগৱতৰ চৌত্ৰিশ অধ্যায়ত (১০/৩৪/২৫-৩২) উক্ত আখ্যান ভাগ কথিত হৈছে। এই কাহিনীটোত আমি প্ৰধান কৈ তিনিটা কথাত অমিল পাওঁহক। প্ৰথম হল— শঙ্খচূড় বধত (ভাগৱতৰমতে) কৃষ্ণৰ লগত জ্যেষ্ঠ বলৰাম আছে। তেওঁ গোপীসকলৰ ৰখীয়া হৈ থাকে (তস্থৌ ৰক্ষণ্ স্ত্ৰিয়ো বলম্ ০/৩৪/৩০) আৰু কৃষ্ণই শঙ্খচূড়ক খেদি যায়। কিন্তু নাটখনিত বলৰাম নাই। কাৰণ ৰাসক্ৰীড়া সময়ত (বিনা ৰামেন মধুৰ মতীৱ বণিতা প্ৰিয়ম্। জগৌ কল পদং শৌৰিঃ নানা তন্ত্ৰী কৃত ব্ৰতম্ ॥ বিষ্ণুপুৰাণ

৫/১৩/১৬ বলৰাম কৃষ্ণৰ লগত যোৱা নাই। ভাগৱতৰ মতে ( কদাচিদথ গোবিন্দ ঃ ৰামশ্চাদ্ভুত বিক্ৰম ঃ বিজহ্ৰতুৰ্ব্বনে ৰাত্ৰ্যাং মধ্যগৌ ব্ৰজযোষিতাম ১০/৩৪/২০ ) এদিনাখন অদ্ভুত বিক্ৰম শালী ৰাম কৃষ্ণই গোপীৰ মাজত সোমাই ৰাতি বনৰ মাজত ক্ৰীড়া কৰিবলৈ ধৰিলে। এনেতে কুবেৰানুচৰ শঙ্খ চূড় আহি সকলো গোপীক উত্তৰ দিশে লৈ গ'ল। কৃষ্ণক সকলোকে অভয় প্ৰদান কৰি বলৰামক ৰখীয়া দি শঙ্খচূড়ক খেদি যায় আৰু তাক নিহত কৰি চূড়ামণি বা শিৰোমণি অপহৰণ কৰে কিন্তু নাটত কৃষ্ণই অকলেই শঙ্খচূড়ক মাৰি গোপীসকলক ৰক্ষা কৰে। শঙ্খচূড়ে শূল প্ৰহাৰ কৰা কথাও (খেদল শূল মাধৱক লাই—নাটৰ গীত) গীতত কৈছে। আকৌ যক্ষই (নাটৰ মতে এগৰাকী গোপীহে ধৰি নিছিল) । কিন্তু ভাগৱতৰ মতে (১০/৩৪/২৬) সমূহ গোপীকে যক্ষই লৈ যায়। দ্বিতীয় কথা হল ভাগৱতত শঙ্খচূড়ৰ প্ৰবেশ এবাৰহে আৰু লগে লগে তেওঁৰ প্ৰাণ বায়ু আকাশত বিলীন হৈছে ; কিন্তু নাটত যক্ষৰ প্ৰবেশ তিনিবাৰ হয়। দুবাৰত "বিক্ৰম দেখায়া কৃষ্ণে যক্ষক খেদল," আৰু এবাৰত "মৰল শঙ্খচূড় দুৰাচাৰ"। আকৌ শঙ্খচূড় যক্ষও এলাপেচা বিধৰ নহয় –

আৱত শঙ্খচূড় উৰি বাহু।
যৈচে চান্দ গৰসিত ৰাহু ॥
কায়া থুল শূল তুলি হাতে।
কম্পিত মেদিনী চৰণ আঘাতে ।
আৰকত আখি চাহে দিশ পাশ।

ইত্যাদি

কিন্তু ভাগৱতত শঙ্খচূড়ৰ কোনো বিশেষণ পদ বা শাৰীৰিক লক্ষণ নাই। তেওঁ কুবেৰৰ অনুচৰ বুলিয়েই কৈছে।

তৃতীয় কথা হ'ল ৰাস পঞ্চাধ্যায় বুলিলে ভাগৱতৰ উনত্ৰিশ অধ্যায়ৰ পৰা তেত্ৰিশ অধ্যায় পৰ্য্যন্ত থকা কথাখিনিকে বুজায়। এতেকে শঙ্খচূড় বধ কাহিনী ভাগ চৌত্ৰিশ অধ্যায়ত থকাৰ কাৰণে এই অধ্যায়টো ৰাসপঞ্চা-ধ্যায়ৰ লেখত নপৰে। এনেস্থলত নাটত শঙ্খচূড়ৰ কাহিনীটো বা প্ৰবেশ কাৰ্য্য আগভীয়াকৈ দি ভাগৱতৰ নীতিৰ পৰা নাট্যকাৰ গৰাকী কিঞ্চিৎ আতৰি অহা যেন লাগে। এইখিনিক নাটকীয় কৌশল বুলি ক'ব পাৰি। দৰ্শকৰ মনো-ৰঞ্জনৰ কাৰণেও এনেকুৱা কাহিনী যোজনা কৰিব লগা হয়।

ৰাসলীলা প্ৰসঙ্গত নাটৰ গীতত থকা" সৰহু বেকত গুপুত অঙ্গ। বচন চপটি বঢ়ায়া ৰঙ্গ" এই উক্তি মূল ভাগৱতত বিচাৰি পোৱা নাই। এনেকৈ

কিছুমান সামান্য অংশ মূল আৰু নাটৰ মাজত এৰা ধৰা কৰা দেখা যায়। কোনো ঠাইত গীতৰ ছন্দৰ মিলাব কাৰণেও বাধ্যত পৰি শব্দৰ আমদানি কৰিব লগা হয়।

গোপীসকল গৰ্ব্বিতা হৈ পৰাত দৰ্শকৰ সুবিধাৰ কাৰণে গোপীসকলৰ মুখত বচন দিয়া হৈছে আৰু কৃষ্ণয়ো নানা কাতৰ বচন বুলিছে। সেই প্ৰসঙ্গতে এটি গীতৰো অৱতাৰণা কৰা হৈছে। শ্ৰীকৃষ্ণ অন্তৰ্ধান হোৱাৰ সময়ত এটি ব্যবধান নাটৰ আৰু মূলৰ মাজত আছে। মূল ভাগৱতত গোপীসকলে কৃষ্ণৰ পৰা মহা মান্য পাই গৰ্ব্বিতা হৈ উঠাত শ্ৰীকৃষ্ণই তেওঁলোকৰ "প্ৰশমায় প্ৰসাদায় তত্ৰৈবান্তৰধীয়ত" (ঐ-১০/৩০/৪৮) অৰ্থাৎ তেওঁলোকৰ অনুগ্ৰহ বা পৰমানন্দ অনুভূতিৰ কাৰণে আৰু গৰ্ববিনাশৰ কাৰণে অন্তধান হ'ল বুলি কৈছে। কিন্তু নাটত "গোপীনাং প্ৰেমবৃদ্ধয়ে" অথাৎ গোপীসকলৰ প্ৰেম ভক্তি বাঢ়িবৰ কাৰণে অন্তৰ্ধান হোৱা বুলি কৈছে তদুপৰি নাটত "গোপীং বিধায় হৃদয়ে তত্যাজ ব্ৰজয়োষিতঃ" অৰ্থাৎ গোপী একৰাকীক বুকুত বান্ধি বা সঙ্গত লৈ আনবোৰ গোপীক তাতে এৰি থৈ গুচি গ'ল বুলি ক'লে। মূল ভাগৱতত প্ৰথমতে গোপীক লগত নিয়া কথা কোৱা নাই, শেষত হে গোপীসকলৰ মুখেদি কথাটো প্ৰকাশ পাইছে। নাট্যকাৰ গৰাকীয়ে বোধ হয় গীত গোবিন্দৰ পৰাই এই আদৰ্শ গ্ৰহণ কৰিছে। গীত গোবিন্দত আছে এনেকৈ -

কংসাৰিৰপি সংসাৰ বাসনা বদ্ধ শৃঙ্খলাম্।
ৰাধামাধায় হৃদয়ে তত্যাজ ব্ৰজ সুন্দৰীঃ॥

গীতগোবিন্দ—৩/১

পূৰ্বোক্ত "ৰাধামাধায়" আৰু 'ব্ৰজসুন্দৰীঃ''ৰ ঠাইত ক্ৰমে "গোপীং বিধায়" আৰু "ব্ৰজযোষিতঃ" পদ দুটা সলনি কৰাত কোনো অসুবিধা হোৱা নাই। হৰিবংশত কৃষ্ণ অন্তৰ্ধান হোৱা কথা পাবলৈ নাই। বিষ্ণু পুৰাণত সামান্য ভাবে উল্লেখ কৰিছে "অন্য দেশংগতে কৃষ্ণে" (বিঃপু ৫/১৩/ ২৪) বুলিহে। তাতো কোনো একৰাকী গোপীক লগত নিয়া কথা কোৱা নাই।

কৃষ্ণ অন্তৰ্ধান হোৱাৰ পিছত অধীৰা গোপীসকলে কৰা ভগৱৎ অনুসন্ধানৰ বহল কাহিনী চুটিকৈ নাটত সামান্য ভাবে সংক্ষেপ কৰা হৈছে। ভাগৱতৰ মতে তেওঁলোকে অশ্বত্থ, প্লক্ষ, ন্যগ্ৰোধ, কুৰুবক, অশোক, নাগ, পুন্নাগ, চম্পক, তুলসী, মালতি, মল্লিকা, জাতি, যূথিকা, চুত, প্ৰিয়াল, পনস, অসন, কোবিদাৰ, জম্বু, অৰ্ক, বিল্ব, বকুল, আম্ৰ, কদম্ব, নীপ, নাৰিকল (ভাগৱত ১০/৩০/৫—৯) আদি বৃক্ষৰ ওচৰত কৃষ্ণৰ সন্ধান বিচাৰিছে। কিন্তু

নাটত বকুল, কন্দুলি, কদম্ব, বক, তুলসী, চম্পক, চূত এইখিনি বৃক্ষক কৃষ্ণৰ সন্ধান বিচাৰিছে। ইয়াৰ পিচতে পৃথিৱী, হৰিণ পত্নী, লতা আদিকো সুধিছিল, কিন্তু নাটত সেইখিনি নাই। বৃক্ষাদিৰ ওচৰত কৃষ্ণানুসন্ধানৰ বাতৰি প্ৰাপ্তিতত ব্যৰ্থ হোৱাত তেওঁলোক কৃষ্ণলীলাৰ অনুকৰণ কৰিবলৈ ধৰে। নাটত গীতৰ যোগেদি লীলানুকৰণৰ ব্যাখ্যা দিয়া হৈছে। এয়ে হ'ল "মই কৃষ্ণ বুলি কৰে ভাৱনা"। কৃষ্ণ লীলানুকৰণ বা কৃষ্ণ ভাৱনা ভাগৱত আৰু নাটৰ মাজত সামান্য ব্যৱধান আছে। ভাগৱতত পুতনা শোষণ, শকট ভঞ্জন, তৃনাবৰ্ত্তবধ, বৎসাসুৰ বধ, বেনুনাদ, গোবৰ্দ্ধনধাৰণ, কালিয়দমন, উভুখল বন্ধন আদিৰ অনুকৰণ কৰে; কিন্তু নাটত বকাসুৰ বধ, অঘাসুৰ বধ, ধেনুকাসুৰ বধ, আলিঙ্গণ কৰণ আদি গোটাচেৰেক অতিৰিক্ত কৃষ্ণভাৱনা থকা দেখা যায়। বাকীখিনি সম্পূৰ্ণে আছে।

নাটৰ মতে যি গৰাকী গোপীক কৃষ্ণই লগত নিছিল, তেওঁক কোলাত বহুৱাই "কুসুমে ৰাসক্ৰীড়া কৰাৱল" (কয়ল)। কেতিয়াবা আকৌ "ক্ৰীড়া কৌতুক কৰিতে যাই" আৰু তেওঁৰ ভৰিত "কন্টকে বেধল" দেখি শ্ৰীকৃষ্ণই "হামাৰ বোকে চৰসিয়া" বুলি তেওঁক কোলাত বহন কৰি নিছিল। সেই প্ৰসঙ্গতে "গোপীনাথ লীলা জানব কোই। বিপৰীত বৌতুক তোই" এই গীতৰ অৱতাৰণা কৰা হৈছে। কিন্তু ভাগৱতত সেই কথা গোপীৰ মুখৰ পৰাহে ওলাইছে, নাটৰ দৰে দৰ্শনযোগ্য নহয়। ভাগৱতত কৈছে —

ন লক্ষ্যন্তে পদান্যত্ৰ তস্যা নূনং তৃনাঙ্কুৰৈঃ।
খিদ্যৎ সুজাতাঙ্ঘ্ৰিতলামুন্নিন্যে প্ৰেয়সীং প্ৰিয়ঃ।।

ভাগৱত-১০/৩০/৩১

অৰ্থাৎ—(গোপীসকলে কৈছে, এই ঠাইত সেই ৰমনীৰ (লগত যোৱা) পদচিহ্ন লক্ষ্যিত হোৱা নাই। কাৰণ প্ৰিয়তমাৰ কোমল আৰু সুন্দৰ চৰণতলত কন্টকে বিন্ধাত তেওঁৰ প্ৰিয়তম শ্ৰীকৃষ্ণই ওপৰলৈ তুলি লৈ ফুৰাইছিল।

কৃষ্ণই "আলগাই তুলি" নিয়া গোপী গৰাকীৰ অভিমান বাঢ়ি পুনৰ কান্ধত উঠিবলৈ যাওঁতে "শ্ৰীকৃষ্ণ অন্তৰ্ধান ভেল" আৰু কৃষ্ণক হাততে হেৰুৱাই কান্দি কাতি-আকুল ব্যাকুল হোৱাৰ পিচত কৃষ্ণকে বিচাৰি গোপী-সকলে সেই ঠাইতে যায়। চলন্ত অৱস্থাত তেওঁলোকে কৃষ্ণৰ লগত যে এগৰাকী নাৰীও গৈছে, সেই কথাৰ সন্ধান পায়। কিন্তু নাট আৰু ভাগৱতৰ মাজত প্ৰসঙ্গ ক্ৰমে অগা পিচাও হৈছে। গৰ্ব্বীতা নাৰীক লগ পাই (ভাগৱতত সংক্ষিপ্ত) তেওঁলোকে (গোপীসকলে) সোধ-পোচ কৰি পুনৰ তেওঁলোকে কৃষ্ণৰ ওচৰতে যেওঁৰ চৰণ দৰ্শন কৰিবৰ কাৰণে যি খিনি প্ৰাৰ্থনা কৰিছে

সেইখিনি ভাগৱতত বহল আৰু নাটত সংক্ষিপ্ত। সেই প্ৰসঙ্গতে দুটা গীতৰো অৱতাৰণা কৰা হৈছে। তদুপৰি কৃষ্ণ পুনৰ ব্যক্ত হোৱাৰ পিচত ভাগৱতত কৃষ্ণ আৰু গোপীসকলৰ মাজত যিবিলাক প্ৰশ্নোত্তৰ প্ৰসঙ্গ অৱতাৰণা কৰা আছে, সেইখিনি নাটত সংক্ষেপ হৈছে। গোপীসকলৰ মুখত মাত্ৰ "হে স্বামী তোহো কপট কয় নিশি হামাক বনমধ্যে তেজল" বুলিহে এষাৰি বাক্য আছে। কিন্তু ভাগৱতত ষোল সংখ্যক শ্লোকৰ পৰা বাইশ সংখ্যক (১০/৩১/১৬-২২) শ্লোক পৰ্য্যন্ত গোপী কৃষ্ণৰ মাজত কথোপকথন চলিছে। শ্ৰীকৃষ্ণই গোপীসকলৰ "ভজতোহনুভজন্ত্যেক এক এতৎ বিপৰ্য্যয়ম্" অৰ্থাৎ "কতো মনুষ্যে ভজে ভজন্তাক। নভজে যিবা কেহো ভজে তাক" আদি (ঐ মূল ১০/৩২/১৬ আৰু কীৰ্ত্তন ৯২৭) এই প্ৰশ্নৰ উত্তৰ স্বৰূপে বহুতো কথা প্ৰকাশ কৰিছে। কিন্তু নাটত এটা মাত্ৰ গীততে (যদিও কৃষ্ণৰ দুটি বাক্য আছে)। কৃষ্ণই গোপীসকলৰ মন শান্ত কৰিছে যেনে—সখী সব ঐচন বচন নাবোৰ।

সখী সব ঐচন বচনাবোৰ।

তোহাৰি পৰম প্ৰেম পেখি ভকতি
সহজে নসহে হৃদি মোৰ ॥
তোহাক ভকতি সুজয়ে নাহি পাবো
বহল ধাৰ মোহে গোপিনী।
অব যব দায় সুন্দৰী সব আপোন
চোড়বহ তব অখণী ॥
তোহো সব বিনে নাহি বন্ধু হামাৰি
প্ৰাণ অধিক প্ৰিয় মানি।
অব সখী হিলাপ তাপ তেজহ
ভকত বৎসল মোক জানি।

গোপীসকলক সান্ত্বনা কৰি শ্ৰীকৃষ্ণই ৰাসলীলা আৰম্ভ কৰে। নাটত সেই সম্পৰ্কত পাঁচটা গীত আছে। গীত সমূহত, সূত্ৰ সমূহত উল্লেখ থকা বিষয়বোৰ মূল ভাগৱতৰ লগত প্ৰায় মিলি গৈছে। ক'ৰবাতহে সামান্য এৰা ধৰা কৰা হৈছে। ইয়াৰ ভিতৰত শুক পৰীক্ষিতৰ কথোপকথন খিনি (নাটত নথকা) বাদ পৰিছে।

প্ৰাতঃ সমাগমৰ পূৰ্ব্বে কৃষ্ণৰ নিৰ্দ্দেশক্ৰমে গোপীসকল গৃহাভিমুখে যায়। এইখিনি ভাগৱতত কোৱা হৈছে। কিন্তু নাটত গোপীসকলৰ কৃষ্ণ ত্যাগত অনিচ্ছা যদিও ৰাধ্যত পৰি যাব লগীয়া হৈ "ৰজনীক গাৰী দেই, কুকুৰাক শপয়"। সেই প্ৰসঙ্গতে "এ বহুৰি গৌৰী গোপাল প্ৰাণ নেহাৰি" গীতৰ

অৱতাৰণা কৰি গোপীৰ ভাব প্ৰকাশ কৰা হৈছে। কৃষ্ণৰ বাৰম্বাৰ নি:দ্দেশক্ৰমে গোপীসকল গ'ল যদিও 'কেৱল কৃষ্ণ চৰণ চিন্তি ৰহল"। কিন্তু নাট্যকাৰ গৰাকীয়ে "ৰাস পঞ্চাধ্যায়" অতিক্ৰম কৰি পয়ত্ৰিশ অধ্যায়ৰ পৰাও বিষয়-বস্তু লৈ "মাই মাই হৰিক বিচুৰি কত ৰহৰি" এই গীতটো আৰু সূত্ৰটো উল্লেখ কৰি নাটৰ বিষয় সমাপ্ত কৰিব খুজিছে। আকৌ একেবাৰে তেত্ৰিশ অধ্যায়ৰ শেষৰ (ভাগৱত ১০/৩৩/৪০) শ্লোকটোৰ সাৰাংশ লৈ "আহে লোকাই। ওহি ভাৰত ৰবিষে নৰতনু কোটি কল্প অন্ত:ৰ জীৱে নাহি পায়। বিশেষত কলিযুগে কৃষ্ণ গুণ নাম শ্ৰৱণ কীৰ্ত্তন বিনে গতি নাহি নাহি। ইহা জানি নিৰন্তৰে হৰিবোল হৰিবোল" বুলি নাটৰ মোখনি মাৰিছে। এনেকৈয়ে নাটখনৰ মৌলিক এৰাধৰা কথাখিনি ক্ষুদ্ৰ বুদ্ধিৰে দৃষ্টিপাত কৰিব পাৰি।

## (২৭-ঘ) কেলিগোপালৰ অন্তৰঙ্গ নিৰীক্ষণ —

শ্ৰীমদ্ভাগৱত মহাপুৰাণৰ উনত্ৰিশ অধ্যায়ৰ পৰা তেত্ৰিশ অধ্যায় পৰ্য্যন্ত (দশম স্কন্ধৰ) থকা কাহিনী ভাগটোক "ৰাসপঞ্চাধ্যায়" বোলে। ভাগৱতৰ এই কাহিনীটো বহিৰঙ্গ বা বহিদৃষ্টিৰে চালে শৃঙ্গাৰ ৰসৰ অশ্লীলতা বোধ জন্মে। অৱশ্যে এনেকুৱা ভাব হোৱাও স্বাভাৱিক। কাৰণ সৰ্ব্বসাধাৰণে একেটা দৃষ্টিৰে যি কোনো এটা বস্তু নিৰীক্ষণ কৰিব নোৱাৰে। বেলেগ বেলেগ মানুহৰ বেলেগ বেলেগ ভাব, অনুভূতি আছে। যি সকল তাত্ত্বিক ৰসজ্ঞ, পাৰমাৰ্থিক, আধ্যাত্মিক দৃষ্টি পৰায়ণ লোক আছে, তেওঁলোকে ৰাসলীলাক অন্তদৃষ্টিৰেহে নিৰীক্ষণ কৰে। তেওঁলোকে বহিৰঙ্গ দৃষ্টিৰে নিৰীক্ষণ কৰিবলৈ অৱজৰ নাপায় বা নকৰে। ভগৱৎ ভক্তি প্ৰেমাবেশ যাৰ অন্তৰত আছে, তেওঁ কেতিয়াও এনে দৃষ্টিৰে চাব নোৱাৰে। উদাহৰণ স্বৰূপে তিনিজনা ভগৱদ্ভক্তি পৰায়ণ লোকৰ নাম এইখিনিতে উল্লেখ কৰিব পাৰি। সেই তিনিজনা হ'ল বেদ-ব্যাস, শ্ৰীধৰ স্বামী আৰু শ্ৰীমন্ত শঙ্কৰ গুৰু। বেদ ব্যাসে সমগ্ৰ ভাগৱতখনকে পাৰমাৰ্থিক বা আধ্যাত্মিক তত্ত্বপূৰ্ণ কৰি লিখিছিল। "ৰাস পঞ্চাধ্যায়" কাহিনী-টোতো তেওঁ তত্ত্বপূৰ্ণ আলোচনা ডাঙি ধৰিছে। তেওঁৰ পিছতে ভক্তিবাদী মহাপুৰুষ শ্ৰীধৰস্বামীয়ে সোণত সুৱগা চৰাই ৰাসলীলা কাহিনীটো অতিশয় তাত্ত্বিক দৃষ্টিত নিৰীক্ষণ কৰি, অপ্ৰমাদী টীকা লিখে। তেওঁ পোনতে "ব্ৰহ্মাদিজয়সংৰুঢ়দৰ্প কন্দৰ্পদপহা। জয়তিশ্ৰীপতি গোপী ৰাসমণ্ডল মণ্ডিত:" বুলি লিখিছে। শ্লোকটোৰ অৰ্থ হ'ল ব্ৰহ্মাদি দেৱতা সকলক কামদেৱে পৰাজয় কৰি চিৰকাল দৰ্প কৰি থাকে। ভগবান্ লক্ষ্মীপতিয়ে সেই কন্দৰ্প বা কাম-দেৱৰ দৰ্প দলন কৰি গোপীসকলৰ মাজত শোভাযুক্ত হৈছে ইত্যাদি। ইয়াৰ

পিচতে তৃতীয় গৰাকী ভক্তিতত্ত্ববাদী মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে শ্ৰীকৃষ্ণৰ ৰাসলীলা তিনিটা ভাগত বিভক্ত কৰি লিখি ৰাসলীলা কাহিনী ভাগক ভক্তি ৰসময় কাহিনী হিচাবে হৰি ভক্ত সকলৰ ওচৰত থিয় কৰি দিছে। তেৰাই ৰাসলীলা কাহিনীটো কীৰ্ত্তনত, দশমস্কন্ধ ভাগৱতত আৰু 'কেলি গোপাল' নাটত দেখুৱাইছে। ভাগৱতৰ দশম স্কন্ধটো এটি স্বতন্ত্ৰ ভাগ হোৱা সত্ত্বেও মহাপুৰুষে ৰাসলীলা কাহিনীটো প্ৰকাশ কৰিব খোজোতে তাক স্বতন্ত্ৰ কাহিনী হিচাবে দেখুৱাই ৰাসলীলাৰ মহৎ তাৎপৰ্য্য বিস্তাৰ কৰিছে। তেৰাই ৰাসলীলা অধ্যায়টো আৰম্ভ কৰিছে এনেকৈ —

জয় জগন্নাথ জগতৰ আদিমূল।
গোপৰূপ ধৰি হৰি তাৰিলা গোকুল।
বৃন্দাবনে আনন্দে কৰিয়া ৰাসক্ৰীড়া ॥
গুচাইলা গোবিন্দে গোপীকাৰ কামপীড়া ॥
শুনিয়োক বুদ্ধজন জনম সাফলি।
কামজয় নামে ইটো কেশৱৰ কেলি ॥
মোক্ষ যেবে পাইবা পাপ কৰিয়া নিৰ্য্যান।
কৃষ্ণ কথামৃত কৰা কৰ্ণ ভৰি পান ॥

ভাগৱত ৰাসলীলা অধ্যায় ১২০৮ পদ

এনেকৈ তিনিজনা মহাভক্তি বাদী পুৰুষৰ কথা দেখুৱালেও ভাৰতৰ ভিতৰত যে কৃষ্ণভক্তিবাদী পুৰুষ আৰু নাছিল এনে নহয়। তেওঁলোকৰ নাম আৰু তেওঁলোকৰ ভক্তিবাদ (ৰহস্যমূলক) ব্যৱস্থা খিনি দেখুৱালে গ্ৰন্থ-কলেৱৰ বৃদ্ধি হোৱাৰ ভয়ত লিখা নাই।

ৰাসলীলাৰ উনত্ৰিংশ অধ্যায়ৰ প্ৰথম শ্লোকত কৈছে —

ভগৱানপি তা ৰাত্ৰীঃ শৰদোৎফুল্ল মল্লিকাঃ।
বীক্ষ্য ৰন্তুং মনশ্চক্ৰে যোগমায়ামুপাশ্ৰিতঃ ॥

ভাগৱত ১০/২৯/১

অৰ্থাৎ —শ্ৰীকৃষ্ণ নিজে ষড়ৈশ্বৰ্য্যশালী হৈয়ো শৰৎ কালৰ প্ৰস্ফুটিত মল্লিকা কুসুম সুশোভিত পূৰ্ব্ব প্ৰতিশ্ৰুত সেই দীৰ্ঘৰজনী সমাগত দেখি যোগমায়াক আশ্ৰয় কৰি লীলা কৰিবলৈ মন মেলিলে।

ভগৱান শ্ৰীকৃষ্ণইনো কেনেকুৱা ৰাসলীলা কৰিছিল সেই সম্পৰ্কে পাৰমাৰ্থিক বা আধ্যাত্মিক দৃষ্টিৰে চোৱা উচিত। ওপৰৰ শ্লোকটোত বহুতো তত্ত্ব নিহিত হৈ আছে যিটোক আমাৰ নিচিনা ক্ষুদ্ৰ বুদ্ধিৰ লোকে বহল

তাত্ত্বিক দৃষ্টিৰে চাব পৰা সামৰ্থ্য নাই। যি কি নহওক সমগ্ৰ ৰাসলীলাৰ কাহিনীটোৰ ৰহস্য থূল মূল ভাৱে লিখা হৈছে।

ভগৱানে গোপীসকলৰ সৈতে যি ৰমন বা বিহাৰ কৰিলে সেয়া দৰাচলতে স্ত্ৰী পুৰুষৰ শৃঙ্গাৰ ক্ৰিয়া নহয়। ওপৰৰ শ্লোকত থকা "ৰন্তুং মনশ্চক্ৰে"ৰ (ৰমন কৰিবলৈ মন দিলে) 'ৰন্তুং' মানে ৰমন কৰিবলৈ আৰু 'মনশ্চক্ৰে' মানে মন কৰিলে। উক্ত ৰমন কৰিবলৈৰ ৰমন পদটোৰ মূল হল ৰম্-ধাতু। ইয়াৰ আচল অৰ্থ হল আনন্দ আস্বাদন কৰা আনন্দময় পৰম পতিৰ সহিত মিলিত হোৱাই জীৱৰূপা প্ৰকৃতিৰ আনন্দ আস্বাদন বা ৰমন আৰু শৰণাগত জীৱৰ অভিলাষ পূৰ্ণ কৰাই ভগৱানৰ আনন্দ আস্বাদন। প্ৰাকৃত নৰনাৰীৰ প্ৰাকৃত ৰমনৰ নিচিনাকৈ গোপী কৃষ্ণৰ ৰমনত বাহ্য ক্ৰিয়া নাই। আত্মাৰাম ভগৱানৰ ৰমনৰ কাৰণে কামিনী কাঞ্চনাদি দ্বিতীয় বস্তুৰ প্ৰয়োজন নহয় বা আত্মাৰাম জনক কোনো কাৰ্য্য সিদ্ধিৰ কাৰণে দ্বিতীয় ব্যক্তিৰ প্ৰয়োজন নহয়। সেই বাবেই হৰলা ভগৱতত 'আত্মাৰামোহ প্যৰীৰমৎ" (ভাগৱত ১০/২৯/৪২) অৰ্থাৎ আত্মাৰাম হৈয়ো তেওঁ ৰমন কৰিলে বা আনন্দ দান কৰিলে। সেয়েহে গোপীসকলে কৈছিল "ন খলু গোপিকানন্দনো ভৱান্ অখিল দেহিনা মন্তৰাত্মদৃক্" (ভাগৱত-১০/৩১/৪) অৰ্থাৎ তুমি যশোদানন্দন নোহোৱা, তুমি অখিল প্ৰাণী জগতৰ অন্তৰ্য্যামী পৰমাত্মা। শুকদেৱেও কৈছিল "ৰেমে তয়া চাত্মৰত আত্মাৰামোহ প্যখণ্ডিত" (ভাগৱত ১০/৩০/৩৫) অৰ্থাৎ (শ্ৰীকৃষ্ণ) নিজৰ দ্বাৰা নিজেই পূৰ্ণ কাম, স্বৰূপানন্দৰ আবেশে তৎপৰ তাৰু অনাসক্ত চিত্ত। গোপীসকল ভগৱান শ্ৰীকৃষ্ণৰ একো একোটি অংশ। সেই ভগৱৎ অংশ বোৰৰ সৈতে ৰমন কৰা মানেই অথাৎ আনন্দ আস্বাদন কৰা মানেই নিজেই নিজৰ লগত ৰমন কৰা বা আনন্দ দান কৰা। সেই বাবেই কৈছে "আত্মাৰামোহ প্যৰীৰমৎ"।

শ্লোকৰ চতুৰ্থ পাদত থকা "যোগমায়ামুপাশ্ৰিতঃ" মানে যোগ মায়াক আশ্ৰয় কৰি (ৰমন কৰিবলৈ মন মেলিলে) উক্ত যোগ-মায়াক আশ্ৰয় কৰি মানে অসাধ্য সাধিকা ভগৱৎ শক্তিৰ নম যোগমায়া। এওঁ অসত্যকে সত্য বুলি দেখুৱাব পাৰে ভাগৱতৰ মতে "অবস্তুক দেখাবয় বস্তুক আবৰি। এহিসে মোহোৰ মায়া জানা নিশ্চয় কৰি"। শ্ৰীধৰস্বামীয়েও কৈছে যে ভগৱান্ নিজেই যোগমায়া। শুকজনাই কৈছে "দেখি যোগমায়া ব'ল হৰিষে তহিত। ৰাস ক্ৰীড়া কৰিতে কৃষ্ণৰ ভৈল চিত্ত"। যোগমায়া যদি ভগৱান নিজেই, তেন্তে আকৌ "যোগমায়ামুপাশ্ৰিতঃ" বা 'যোগমায়াবলে" বুলি কোৱাৰ কাৰণ কি? অৱশ্যে কাৰণ নথকা নহয়। ভগৱান দুই প্ৰকাৰে প্ৰকাশিত হয় বহিৰঙ্গ আৰু অন্তৰঙ্গ হিচাবে। এই বহিৰঙ্গই হ'ল মায়া। মানুহক ভ্ৰম উৎপাদন কৰিবৰ কাৰণে মায়াৰ প্ৰয়োজন। সেই বাবেই

ভগৱান কৃষ্ণই কৈছে "নাহংপ্ৰকাশঃ সৰ্ব্বস্য যোগমায়া সমাবৃতঃ" অৰ্থাৎ মই যোগমায়াৰ দ্বাৰা আবৃত থাকো, সেই কাৰণে সকলোৱে মোক ঠিকমতে দেখা ন পায়। মায়াধীন ভগৱান নহয়, ভগৱদধীন মায়াহে। ভগৱানে ইঙ্গিত কৰা মাত্ৰেই যোগমায়া তৎক্ষণাৎ উপস্থিত হ'ব লাগিব। ভগৱান মায়ামুক্ত, বাকীবোৰ মায়াবদ্ধ। গোপীসকল মায়াবদ্ধ ভক্তৰ প্ৰতীক। মায়াৰ প্ৰভাৱ ইমান বেছি যে অসত্যকো সত্য বুলি প্ৰতীতি জন্মাব পাৰে। উদাহৰণ স্বৰূপে প্ৰধান ভাৱে তিনিটা কথা দেখুৱাব পাৰি যে ৰাসলীলা সময়ত কৃষ্ণৰ বয়স মাত্ৰ আঠ বছৰ আছিল। সেই পৰিমাণৰ বয়সত সাধাৰণতে কাম শক্তি জাগৃত নহয়। তেনেস্থলত গোপীসকলে কৃষ্ণক সেই সময়ত এজন যুবক হিচাবে বৃন্দাবনত দেখা পাইছিল। সেইটো মায়াৰ প্ৰভাৱ। দ্বিতীয়তে কৃষ্ণ অন্তৰ্ধানৰ পিচত গোপীসকলে কৃষ্ণক বিচাৰি বৃন্দাবন চলাথ কৰিছিল; কিন্তু বিচাৰি নাপাইছিল। গোপীসকল সেই সময়ত তিনিটা স্তৰত উপনীত হৈছিল। প্ৰথমতে বৃক্ষাদিৰ ওচৰত কৃষ্ণৰ অনুসন্ধান জিজ্ঞাসা, দ্বিতীয়তে কৃষ্ণৰ লীলা অনুকৰণ আৰু একেবাৰে শেষত অৰ্থাৎ তৃতীয়স্তৰত কাতৰ প্ৰাৰ্থনা বা মায়াৰ আবৰণ ভেদ। ভগৱান তেওঁলোকৰ মাজতে আছিল; কিন্তু মায়াৰ প্ৰভাৱত দেখা নাছিল। সেই কথা ভাগৱতত কৃষ্ণৰ মুখতে প্ৰকাশ পাইছে "ময়া পৰোক্ষং ভজতা তিৰোহিতং" (ভাগৱত ১০/৩২/২১) অৰ্থাৎ "কীৰ্ত্তন শুনিয়া ফুৰো পাচতে লুকাই (পদ ভাগৱত ১৪৫২)। তৃতীয়তে গোপীসৱৰ স্বামীসকলে (সুহৃদ সোদৰ বা ধৰ্মী আগতেওঁতে) বৃন্দাবন যাত্ৰাত বাধা নিষেধ কৰিছিল। তেওঁলোকৰ অনুপস্থিতিত স্বামীসকলে কোনো খেদ প্ৰকাশ কৰা নাছিল আৰু ৰাতি শয়নৰ বেলিকা তেওঁলোক কাষতে নিজ পত্নী থকাৰ উমান পাইছিল যেনে—

ভকতৰ পদে আপুনি হৰি।
ক্ৰীড়িলা ৰঙ্গে নৰদেহা ধৰি ॥
মোহিলা গোপক কৃষ্ণৰ মায়া।
কাষতে আছে দেখে নিজ জায়া ॥
নকৰে অসূয়া কৃষ্ণক কেৱ।
জগত ঈশ হেন কৃষ্ণ দেৱ ॥

(কীৰ্ত্তন)

ভাগৱতৰ" জগৌ কলং বামদৃশাংমনোহৰম্" (১০/২৯/৩) আৰু নাটকীয় গীতৰ "অধৰ মধুৰ বেণু পঞ্চম গান" বা "উচ্চায়া পঞ্চম পুৰি হৰি গাইলা গীত"ৰ তাৎপৰ্য্য আছে। ভগৱানে গোপীসকলৰ প্ৰতি প্ৰথমতে

বংশী নাদৰ দ্বাৰা যোগমায়াৰ শক্তি বিকাশ কৰিছিল। বংশী মানে কি? শ্ৰুতিত আছে যে পৰব্ৰহ্মৰ নিশ্বাস বায়ুৱেই ঋক্, যজুঃ, সাম, অথৰ্ব্ব, ইতিহাস আৰু পুৰাণ। বায়ুৱে মুখ কিম্বা নাসিকাৰ দ্বাৰা বংশীত প্ৰৱেশ কৰি গীত বা গান উৎপাদন কৰে। এতেকে যি পৰমব্ৰহ্মৰ মুখ বায়ুস্বৰূপ বেদ পুৰাণাদি, সেয়ে লীলাময় সবিগ্ৰহ ব্ৰহ্মৰ মুখ বায়ুস্বৰূপ বংশীগান। বেদ পুৰাণাদিত কৰ্ম্ম, জ্ঞান, যোগ, ভক্তি প্ৰভৃতি যিমানবোৰ কথা নাথাকক লাগে, আচল কথা হ'ল, সকলোকে ত্যাগ কৰি পৰমানন্দময় পৰমব্ৰহ্মত সম্মিলিত হোৱা। শ্ৰীকৃষ্ণই বংশীনাদেৰে গোপীসকলক মাতিছিল "সকলোকে ত্যাগ কৰি মোৰ ওচৰলৈ আহাঁ, মোৰ সৈতে মিলিত হোৱাহি অৰ্থাৎ গীতাৰ শেষাক্ত বাণী 'সৰ্ব্বধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ' ৰ আদৰ্শ ইয়াত নিহিত আছে। কৃষ্ণৰ মোহন বংশী গীতাৰ দৰে। যেনেকৈ যোগীসকলে কয়— গীতা যোগ প্ৰধান শাস্ত্ৰ, কৰ্ম্মীসকলে কয়— গীতা কৰ্ম্মপ্ৰধান শাস্ত্ৰ, জ্ঞানী সকলে কয় — গীতা জ্ঞানপ্ৰধান শাস্ত্ৰ, ভক্তসকলে কয় গীতা ভক্তি প্ৰধান শাস্ত্ৰ, ঠিক তেনেকৈ কৃষ্ণৰ বংশীৰ নাদ বিভিন্ন প্ৰকাৰৰ। তেওঁৰ বংশীয়ে নিজৰ মাকক, গোপ বালক সকলক, গোপীসকলক মাতোতে কাৰ্য্য বিশেষে, সময় বিশেষে বেলেগ ৰূপত প্ৰকাশ পায়। ভাগৱতৰ "জগৌ কলং" মানে 'কল' শব্দৰ অৰ্থ অস্ফুট মধুৰ স্বৰ। ভগৱানৰ বংশীনাদো মধুৰাদপি মধুৰ, কিন্তু অস্ফুট। বেদ, পুৰাণ, গীতা প্ৰভৃতি অধ্যাত্মবাদী শাস্ত্ৰও অস্ফুট। যাৰ যেনেকুৱা প্ৰবৃত্তি, তেওঁ তেনেকুৱাকৈ শাস্ত্ৰৰ অৰ্থ বা মৰ্ম্ম হৃদয়ঙ্গম কৰি লয়। কৃষ্ণৰ বংশী সম্পৰ্কে মাধৱদেৱে বৰগীতত কৈছে —

হৰিৰ বংশীৰ ভাই শুনিয়ো কাৰণ।
যি হেতু বংশীৰ ৰৱে মোহে ত্ৰিভুবন ॥
নিজ বংশী ভৈলা মূল প্ৰকৃতি প্ৰথম।
সাত গোটা ৰন্ধ্ৰে সাত প্ৰকৃত নিয়ম ॥
হৰিৰ অধৰে কৃষ্ণে পুৰুষ চৈতন্য।
জড় বংশী প্ৰকৃতি কৰাৱে সচেতন ॥
কোমল অঙ্গুলিচয় ৰন্ধ্ৰ মধ্যে চালি।
বহুৰসে বংশীটি বজান্ত বনমালি ॥
যিটো নিজ মায়া মোহি আছা চৰাচৰে।
হৰিৰ বংশীয়ে ত্ৰিভুবন মোহ কৰে ॥
এহি হেতু বংশী নিজমায়া ভগৱন্ত।
ত্ৰিভুবন মোহি নিৰবধি বজাৱন্ত ॥
মোহন বংশীৰ কৈলো নিজ প্ৰয়োজন।
কহয় মাধৱ মোৰি গতি নাৰায়ণ ॥

ভাগৱতৰ "নিশম্য গীতং তদনঙ্গবৰ্দ্ধণম্ ব্ৰজস্ত্ৰিয়ঃ কৃষ্ণ গৃহীত মানসাঃ" (১০/২৯/৪) আৰু অনুবাদৰ "পুৰিয়া পঞ্চম নাদে বঢ়াইলা মদন। শুনি কামে বিমোহিত ভৈল গোপী গণ। চিত্তত ধৰিলা কৃষ্ণে এৰি কৰ্ম্ম আন।" অনঙ্গ শব্দৰ অৰ্থ কন্দৰ্প বা কামদেৱ। ভগৱানৰ বংশী গীত কামবৰ্দ্ধক। এনেকৈয়ো বহিৰঙ্গ ভাৱে অৰ্থ কৰা যায়। কিন্তু ইয়াৰ তাত্ত্বিক দিশটোৰ কথা বেলেগ। 'কাম মানে কামনা, বাসনা, আশা, অভিলাষ, ইচ্ছা আদিক বুজাইছে। এই কামনা মানে কৃষ্ণ প্ৰাপ্তি কামনা, কামশক্তি চৰিতাৰ্থ কৰাৰ অভিলাষ নহয়। গীতত কোৱা "হৃদয়ে ধৰল মাধৱক বুলি বন্ধু" আৰু "কৃষ্ণৰ চৰণ চিত্তে পৰশয় ভোলে" ৰ লগত অৰ্থ সঙ্গতি আছে। অনঙ্গবৰ্দ্ধণং" মানে কাম বৃদ্ধি অৰ্থাৎ কৃষ্ণক পোৱাৰ অভিলাষ ক্ৰমে বৃদ্ধি হোৱাৰ কথাহে। ন অঙ্গ—অনঙ্গ অৰ্থাৎ যাৰ অঙ্গ নাই, সেয়ে অনঙ্গ। অনঙ্গ শব্দৰ অৰ্থ চপল স্বভাৱ, কাম নহয়, অটল অচল ভগৱৎ প্ৰেম, অনৱধ বস্তু লাভৰ বাসনা নহয় ভগৱৎপ্ৰেমানুৰাগহে মাত্ৰ। বস্ত্ৰ হৰণ লীলা প্ৰসঙ্গত ভগৱানে গোপী সকলক কৈছিল—

ন ময্যা বেশিতধিয়াং কামঃ কামায় কল্পতে।
ভৰ্জ্জিতঃ কৃথিতা ধানাঃ প্ৰায়ো বীজায় নেশতে॥

অৰ্থাৎ— মোত যাৰ চিত্ত আবিষ্ট হৈ আছে, তেওঁৰ সেই কামক কাম বুলি কব নোৱাৰি। কাৰণ যেনেকৈ ভজা আৰু পাক কৰা সবাদিৰ পৰা অংকুৰ উৎপন্ন নহয়, ঠিক তেনেকৈ মোত চিত্ত আবিষ্ট হলে, সেই চিত্তত কোনো প্ৰকাৰে কামনা উৎপন্ন নহয়।

আকৌ শাস্ত্ৰান্তৰত কথিত হৈছে—

প্ৰেমৈব গোপৰামানাং কাম ইত্যগমৎ প্ৰথাম্।
ইত্যুদ্ধবাদয়োঽপ্যেতৎবাঞ্ছন্তি ভগৱৎ প্ৰিয়াঃ॥

অৰ্থাৎ — ব্ৰজগোপী সকলৰ স্বাভাৱিক, ভগৱৎ প্ৰেমেই সৰ্ব্ব সাধাৰণ লোক সমজত কাম নামে প্ৰথিত হৈছে। সেই কাৰণে ভগৱানৰ পৰম প্ৰিয় উদ্ধৱাদি ভক্ত সকলে সেই গোপীসকলৰ কাম অৰ্থাৎ ভগৱৎ প্ৰেম পাবৰ কাৰণে আশা কৰি থাকে।

কৃষ্ণ গৃহীত মানসাঃ বাক্যাংশটোৰ চিত্তত ধৰিলা কৃষ্ণো' পদ্যাংশৰ অৰ্থই হ'ল কৃষ্ণই গোপীসকলৰ "চিত্তত প্ৰৱেশ কৰিছিল আৰু সেই কাৰণেই তেওঁলোক আত্মহাৰা হৈছিল। সেইবাবেই হৰলা কৈছে "আজগ্মুৰণ্যোন্যমলক্ষিতোদ্যমাঃ" অৰ্থাৎ "চলে অলক্ষিতে সবে আনক শঙ্কায়"। কাৰো অদৰ্শনে

যোৱাটোও এটা প্ৰেমৰ আত্মহাৰা। আনন্দ মূৰ্ত্তি ভগৱানৰ লগত জীৱৰ নিত্য সম্বন্ধ। ভগৱান হ'ল জীৱৰ জীৱন। গোপী সকল হল জীৱ বা জীৱাত্মা আৰু ভগৱান হ'ল পৰমাত্মা। জীৱ মাত্ৰেই ভগৱৎ প্ৰেম কামনা কৰিব লাগে। প্ৰেমেই হ'ল ভগৱান। সেয়ে গোপীসকলে "পতিসূত তেজল মজল প্ৰেমসিন্ধু"

নাটৰ "সুহৃদ সোদৰ বাধে স্বামী নিষেধয়। তবহু বিমুখ্য গোপী কবু নাহি হয়' গীতাংশৰ তাৎপৰ্য্য এয়ে যে ভগৱানৰ আকৰ্ষণ লৌহ চুম্বকৰ লগত তুলনা কৰিব পাৰি। পৃথিৱীৰ এটি মাধ্যাকৰ্ষণ শক্তি আছে বুলি সৰ্ব্বজন বিদিত। কোনো পদাৰ্থ আকাশলৈ উৎক্ষিপ্ত কৰিলে সেই শক্তিৰ বলত বা আকৰ্ষণত সেই পদাৰ্থ মাটিত পৰেহি আৰু যদি কোনোবাই কৌশল পূৰ্ব্বক কোনো পদাৰ্থ পৃথিৱীৰ মাধ্যাকৰ্ষণ শক্তিৰ অগম্য উৰ্দ্ধলৈ নিক্ষেপ কৰিব পৰা হয়, তেন্তে সেই পদাৰ্থ পৃথিৱীত নপৰি অন্য কোনো গ্ৰহৰ আকৰ্ষণত আকৃষ্ট হৈ সেই ঠাই পাবগৈ। সেইদৰে মায়াৰচিত সংসাৰৰো এটি মাধ্যাকৰ্ষণ শক্তি আছে। মানুহে সাধনবলে চিত্তক সংযত কৰিব খুজিলেও সংসাৰৰ মায়াত আকৃষ্ট হৈ সংসাৰতে পৰি থাকে। যদি কোনো সাধকে সংসাৰৰ মায়াজাল ছিন্ন কৰি পৰাপদ প্ৰাপ্তিৰ কাৰণে প্ৰবল সাধনবলে নিজৰ চিত্তক সংসাৰৰ পৰা উৰ্দ্ধত ৰাখিব পাৰে তেবেই ভগৱানক পায়। সেইবাবে মহাকবি কালিদাসে কৈছে —

ক ঈপ্সিতাৰ্থ স্থিৰ নিশ্চয়ং মনঃ।
পয়শ্চ নিম্নাভিমুখং প্ৰতীপয়েৎ ॥

অৰ্থাৎ—অভীপ্সিত বিষয় পাবৰ কাৰণে দৃঢ় প্ৰতিজ্ঞ মন আৰু নিম্নাভিমুখ জলপ্ৰবাহ কোনেও প্ৰতিৰোধ কৰিব নোৱাৰে।

গোপীসকলেও মায়াছিন্ন কৰি ভগৱৎ প্ৰাপ্তিৰ কাৰণে যি প্ৰবল চেষ্টা কৰিছিল, সেয়া সফল হব পাৰিছিল। কাৰণ "ভকতক লঙ্ঘে নাহি একোৱে বিঘিনি" আৰু "হৰিক ভকতি ওহি পৰম সম্পদ। দহে দোষ সব মিলাবয় মনোৰথ" ইত্যাদি।

নাটৰ "হৰিকো গোপিনী পেখয়ে নপাই" যি সকলে "প্ৰিয়তম তনু চাড়ল' সেই সকলৰ অৰ্থাৎ কৃষ্ণদৰ্শন লাভে বঞ্চিত সম্পৰ্কৰ মূল ভাবাৰ্থ হল উজ্জ্বল নীলমণি নামৰ বৈষ্ণৱ গ্ৰন্থত প্ৰেমৰ মৰ্য্যদানুসাৰে গোপীসকলৰ শ্ৰেণী বিভাগ বৰ্ণনা কৰা আছে। ইয়াত নিত্যসিদ্ধা আৰু সাধন সিদ্ধা গোপীৰ কথাহে কোৱা হ'ব। যি সকল অনাদি কালৰ পৰাই প্ৰতিনিত ভগৱানৰ সৈতে মিলিত আছে আৰু সাধনাৰ ফলত গোপী হোৱা নাই, তেওঁলোক নিত্য সিদ্ধা গোপীৰ শ্ৰেণীত পৰে আৰু যি সকল সাধনাৰ বলত বা সাধনাৰ ফলত গোপী হৈছে সেই

সকলক সাধন সিদ্ধা গোপী বুলি কোৱা হয়। ত্ৰেতাযুগত ৰাম, লক্ষ্মণ আৰু সীতাই দণ্ডকাৰণ্যত বাস কৰি থাকোতে সেই সময়ত তাতে থকা গোপালোপাসক ঋষিসকলে সীতা দেবীৰ দ্বাৰা পৰিচৰ্য্যা প্ৰাপ্ত ৰামচন্দ্ৰক দেখি সীতাৰ দৰে নাৰী হৈ গোপালৰ সেৱা পৰিচৰ্য্যা কৰিবলৈ কামনা কৰে। তেওঁলোকেই দ্বাপৰ যুগত গোপীৰূপে জন্ম গ্ৰহণ কৰি সাধন সিদ্ধা গোপী হিচাবে গণ্য হয়। ইয়াৰ ভিতৰত সাধন সিদ্ধা গোপী দুটা ভাগত বিভক্ত। এওঁলোকৰ সন্তান সন্ততি নাই আৰু নিত্য সিদ্ধা গোপীসকলৰ সৈতে সমবয়স্কা। দ্বিতীয় ভাগৰ সন্তান আছে আৰু নিত্য সিদ্ধা গোপীতকৈ বয়োধিকা এওঁলোকৰ নিত্য সিদ্ধা গোপীসকলৰ সৈতে বন্ধুভাব নাই। যি সকল (প্ৰথম বিধ) সাধন সিদ্ধা গোপীৰ নিত্য সিদ্ধা সকলৰ সৈতে সমবয়স্কা আৰু সখ্যভাবাপন্ন, তেওঁলোকে নিত্য সিদ্ধা সকলৰ নিচিনাকৈ আত্মীয় স্বজনৰ ওপৰত মমতা নাছিল আৰু সেই কাৰণেই অতি শীঘ্ৰে ভগৱানৰ সঙ্গ লাভ বা প্ৰেম লাভ (দুয়ো বিধেই) কৰিবলৈ সক্ষম হয়। যি সকলৰ সন্তান আছিল আৰু বয়োধিকা আছিল. তেওঁলোকৰ নিৰ্ম্মল প্ৰেম হোৱা নাছিল আৰু আত্মীয় স্বজনৰ ওপৰত কিঞ্চিৎ মমতা থকাৰ কাৰণে কৃষ্ণ সঙ্গলাভে বঞ্চিত হয়। তেওঁলোকে কৃষ্ণৰ ওচৰলৈ যাব নোৱাৰি গৃহৰ মাজতে মুদ্ৰিত নয়নে কৃষ্ণৰূপ ধ্যান কৰিবলৈ ধৰিলে। তেওঁলোকে গুণময় মায়িক দেহহে ত্যাগ কৰিছিল কায়িক নহয়। ইয়াকে জীৱন্মুক্ত বুলি কয়। ক্ষণকালৰ কাৰণে তেওঁলোকে সমস্ত বিষয় বাসনা বিস্মৰণ হৈ ঐকান্তিক ধ্যানমগ্ন হৃদয়ে আনন্দময় কৃষ্ণ মূৰ্ত্তি আলিঙ্গন কৰি সুখ অনুভৱ কৰিছিল। পাপ পুণ্য উভয়ে নষ্ট নহ'লে মোক্ষ নহয়। অথচ উভয়ৰ ভোগ নহ'লে বিনাশো নহয়। সুখ ভোগত পুণ্য ক্ষীণ হয় আৰু দুখ ভোগত পাপ নাশ হয়। তেওঁলোকৰ কৃষ্ণ চিন্তা ৰূপ অনন্ত সুখানুভৱ হোৱাত পুণ্য ক্ষীণ আৰু কৃষ্ণ অপ্ৰাপ্তি হেতু দাৰুণ যাতনা ভোগ কৰাত পাপ নাশ হৈ ধ্যান যোগে অচ্যুতৰ মূৰ্ত্তি আলিঙ্গণ, কৰি সংসাৰ বন্ধন ছিন্ন কৰি পৰমাত্মাত বিলীন হৈ গ'ল অৰ্থাৎ জীৱন্মুক্ত হল। মূলত থকা "জাৰ বুদ্ধ্যাপি" (১০/২৯/১১) বাক্যাংশৰ জাৰ' শব্দটোৰ অৰ্থ হল পৰ-পুৰুষ বা উপপতি। অন্য বা উপপতিত অনুৰাগ হলে স্ত্ৰীজাতিৰ ব্যভিচাৰ হয়। বাস্তৱিকতে গৃহস্থিত গোপীসকলৰ ব্যভিচাৰ হৈছিল; কাৰণ তেওঁলোক দুই পুৰুষৰ ওপৰত অৰ্থাৎ কৃষ্ণ আৰু নিজ পতিৰ ওপৰত পতি ভাব হৈছিল। জগৎ পতিৰ ওপৰত তেওঁলোকৰ প্ৰগাঢ় অনুৰাগ হলেও লৌকিক পতিৰ ওপৰত অল্প মাত্ৰ পতিভাব আছিল কাৰণেই ব্যভিচাৰ হৈ পৰিল। যেনেকৈ পৰপুৰুষত আসক্তি জন্মিলে, লৌকিক পত্নীৰ লৌকিক পতিপ্ৰেম কলুষিত হয়, জনসাধাৰণে তেওঁক ব্যভিচাৰিণী বোলে আৰু পৰকালত তেওঁৰ পতিলোক প্ৰাপ্তি নহয়;

তেনেকৈ জগতৰ কোনো বস্তুত বা ব্যক্তিত কিঞ্চিৎ মান মমতা থাকিলে ই ভক্তৰ অলৌকিক ভগৱৎ প্ৰেম কলুষিত হৈ যায়। প্ৰেম তত্ত্বজ্ঞসকলে তেনেকুৱা প্ৰেমকে প্ৰেমৰ ব্যভিচাৰ হোৱা বুলি কয়। এনেকুৱা ব্যভিচাৰিত প্ৰেমত সাক্ষাৎ ভগৱৎ প্ৰাপ্তি হ'ব নোৱাৰে ভগৱানক পাবলৈ হ'লে দুই দিশ ধৰি থাকিলে নহ'ব। দুটাৰ এটা বাচি ল'ব লাগিব। তেওঁক পাব লগা হ'লে সশৰীৰে আনন্দ মূৰ্ত্তি ভগৱানৰ ওপৰত প্ৰেম আৰোপ কৰিব লাগিব। প্ৰেম, আনন্দৰ নেৰা নেপেৰা সম্পৰ্ক। য'তেই প্ৰেম ত'তেই আনন্দ প্ৰেমৰ মূৰ্ত্তি হ'ল গোপীসকল আৰু আনন্দৰ মূৰ্ত্তি হ'ল ভগৱান্ শ্ৰীকৃষ্ণ। য'ত প্ৰেম নাই অৰ্থাৎ গোপীসকলে কৰা তদগদ ভক্তি ভাৱ নাই, তাত আনন্দ নাই অৰ্থাৎ ভগৱানো নাই। গৃহৰুদ্ধ গোপীয়ে "ভকতি কৰম বন্ধ কয়ো ক্ষীণা" অৰ্থাৎ প্ৰেম ভক্তিৰে কৰ্ম্মৰ বান্ধান খুলি দি "পাৱে পৰমগতি" অৰ্থাৎ আনন্দময় ভগৱানক লাভ কৰিলে। গোপীসকলে কৰা তদগদ ভক্তি ভাৱ বা ঐকান্তিক কৃষ্ণ প্ৰেমৰ আদৰ্শ ল'বলৈ আমাক সকিয়াই দিছে।

ইয়াৰ পিচতে গোপীসকলে কৃষ্ণদৰ্শন লাভ কৰিলে হয়, কিন্তু লগে লগে ভগৱৎ প্ৰেমৰ পৰীক্ষা আৰম্ভ হ'ল। ভয় তিনিবিধ—প্ৰাণভয়, লোক ভয়, ধৰ্ম্মভয়। কৃষ্ণই প্ৰথমতে প্ৰাণভয় দ্বিতীয়তে লোকভয়, তৃতীয়তে ধৰ্ম্ম-ভয় দেখুৱালে।

(১) প্ৰাণভয়— দুৰ্ঘোৰ ৰজনী প্ৰেত পিশাচৰ গতি।
ঐত নথাকিবা তোৰাসব স্ত্ৰীজাতি ॥ ইত্যাদি

(২) লোকভয়— তোমাসাক নেদেখিয়া পিতৃ-মাতৃ ভাই।
পতি পুত্ৰচয় চাই ফুৰে ঠাই ঠাই ॥ ইত্যাদি

(৩) ধৰ্ম্মভয়— স্বামীৰেসে সেৱা কুলস্ত্ৰীৰ মহাধৰ্ম্ম।
পুত্ৰ সব পুষিব কৰিয়া গৃহকৰ্ম্ম ॥ ইত্যাদি

এই তিনিবিধ (নাটত ধৰ্ম্মভয় সামান্য ভাবেহে আছে) ভয় দেখুৱাৰ পিচত গোপীসকল, অটল অচল। তেওঁলোকে ভগৱানতকৈ প্ৰাণ ভয়, লোক ভয়, ধৰ্ম্ম ভয়ক সাধাৰণ বুলি জ্ঞান কৰিছে। কৃষ্ণই এই প্ৰেম পৰিহাসৰ দ্বাৰা ভক্তৰ অন্তৰ জুখিব খুজিছে। এই পৰীক্ষা গোপীসকলৰ নহয়। এই পৰীক্ষা ভক্তসকলৰ, নিখিল জীৱৰ। "সৰ্ব্বধৰ্ম্মান পৰিত্যজ্য মামেকং শৰণং ব্ৰজ"ৰ আদৰ্শ ইয়াতে আছে। "নাহি পাৱয় পাদ পঙ্কজ তেজয় যাদৱ ৰায়" গীতটোত ঈশ্বৰোচিত সম্বোধন ঈশ্বৰোচিত বিজ্ঞাপন আছে। এই সম্বোধন আৰু বিজ্ঞাপন ভগৱানৰ ওচৰত আমিও কৰিব লাগে। ঈশ্বৰবোধে ভক্তি কৰাৰ

নাম শান্ত ভাব, প্ৰভু বোধে আদেশ পালন কৰাৰ নাম দাস্য, বন্ধুবোধে প্ৰণয় কৰাৰ নাম সখ্য, পুত্ৰবোধে স্নেহ কৰাৰ নাম বাৎসল্য আৰু পতি বা স্বামী বোধে উক্ত ভাবৰ সহিত আত্মসমৰ্পণ কৰাৰ নাম মধুৰ ভাব। ঈশ্বৰেই প্ৰভু, ঈশ্বৰেই সখা ঈশ্বৰেই পুত্ৰ আৰু ঈশ্বৰেই পতি, সংসাৰত আৰু কাৰো সৈতে আমাৰ সম্বন্ধ নাই; এই ভাব দৃঢ় হ'লে জীৱৰ পৰমানন্দ লাভ আৰু শাশ্বত শান্তি হয়। সেই বাবে এটি শ্লোকত পৰিষ্কাৰ হৈছে—

ত্বমেৱ মাতা পিতা চ ত্বমেৱ
ত্বমেৱ বন্ধুশ্চ সখা ত্বমেৱ।
ত্বমেৱ বিদ্যা দ্ৰবিনং ত্বমেৱ
ত্বমেৱ সৰ্ব্বং মম দেৱদেৱ॥

গোপীসকলে ভগৱানক প্ৰিয়তম বুলি কৈছে। সকলোৰে দেহ আৰু দৈহিক পদাৰ্থ প্ৰিয়, জীৱাত্মা প্ৰিয়তৰ আৰু পৰমাত্মা প্ৰিয়তম। সেই আত্মাৰ আত্মা পৰমাত্মা বিগ্ৰহধাৰী শ্ৰীকৃষ্ণই প্ৰিয়তম আৰু তেওঁৰ প্ৰীতিতেই জগৎ প্ৰীত অৰ্থাৎ "তস্মিন্ তুষ্টে জগৎ তুষ্টম্"।

পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিচত ৰাসলীলা আৰম্ভ হ'ল আৰু ভগৱানৰ পৰা সন্মান পাই গোপীসকলে যি গৰ্ব্ব কৰিছিল, সেয়া বাস্তৱিকতে গৰ্ব্ব নহয়। ভূতময় দেহত আত্মাভিমান হলে আৰু সেই দেহাভিমান জনিত গৰ্ব্বাদি জন্মিলে ভগৱৎ দৰ্শন নহয়। এই তত্ত্বোপদেশ পৃথিৱীত প্ৰচাৰ কৰিবৰ কাৰণেই এই লীলা। তেওঁ নিজৰ অভিপ্ৰায় পূৰ্ণ কৰিবৰ কাৰণে গোপীসকলৰ হৃদয়ত এনেকুৱা গৰ্ব্বৰ উত্তেজনা কৰি দিলে।

গোপীৰ গৰ্ব্বভাৱত ভগৱান অন্তৰ্ধান হ'ল। আচলতে তেওঁ অন্তৰ্ধান হোৱা নাই, গোপীসকলেহে বাহ্যিক দৃষ্টিত তেনে দেখিছে, তেওঁ তাতেই আছে; কাৰণ ভগৱান সৰ্ব্বব্যাপক। এতেকে তেওঁ কোন ঠাই এৰি কোন ঠাইলৈ যাব পাৰে? মায়াই হল বন্ধনৰ কাৰণ। মনে একে সময়তে দুটা বস্তু ধাৰণ কৰিব নোৱাৰে গোপীসকলে নিজৰ মনক যেতিয়ালৈকে ধন, জন, পুত্ৰ, দেহ, গেহ আদি মায়িক পদাৰ্থৰ পৰা আতৰাই ৰাখি কৃষ্ণতেই অভিনিবেশ কৰি আছিল, তেতিয়ালৈকে ভগৱদ্দৰ্শন পাই আছিল, যেতিয়াই তেওঁলোকে নিজৰ দেহলৈ মন ঘূৰাই দিলে অৰ্থাৎ নিজৰ ৰূপ যৌৱনৰ প্ৰতি মমতা তথা অহংভাৱ জাগৃত হ'ল তেতিয়াই ভগৱানক দেখাৰ পৰা বঞ্চিত হ'ল। সেই বাবেই কোৱা হয় "দেহত যাৰ নাহি অহঙ্কাৰ। তাৰেসে কৰ্ম্মত গুচে বিচাৰ"। দেহত অহঙ্কাৰ থাকিলে মানুহে ভগৱৎ দৰ্শনৰ পৰা চিৰ বঞ্চিত হয়। মায়া মমতা

থাকিলে ভগৱান প্ৰাপ্তিত বাধা আছে। সেইবাবে ইয়াৰ দ্বাৰা জন সাধাৰণক মায়া মমতা শূণ্য হৈ ভগৱৎ লাভ কৰিবলৈ উপদেশ দিয়া হৈছে।

গোপীসকলে ভগৱৎ দৰ্শনৰ কাৰণে তিনিটা উপায় বা তিনিটা স্তৰত উপনীত হৈছিল। তেওঁলোকে প্ৰথমতে বৃন্দাবনৰ বৃক্ষ সকলত কৃষ্ণৰ বাতৰি সুধিছিল। বৃন্দাবনত থকা অশ্বত্থ, প্লক্ষ, বট আদি ওখ ওখ বৃক্ষ (উচ্চ বৃক্ষ দেখি সোধে সাদৰি। শুনিয়ো অশ্বত্থ বট পাকৰি—কীৰ্ত্তন) বিলাকত কৃষ্ণৰ গমন বাতৰি সুধিছিল। ওখ বৃক্ষত বাতৰি সোধাৰ কাৰণ আছে। সেই প্ৰসঙ্গত শ্ৰীধৰীটীকাত আছে "মহত্ত্বাদেতে পশ্যেয়ুৰিত্যাশয়া অশ্বত্থাদীন্ পৃচ্ছন্তি" অৰ্থাৎ এইবিলাক মহাবৃক্ষ, এই বিলাকৰ মস্তক অত্যন্ত উন্নত কাৰণে বহুদূৰ পৰ্য্যন্ত দৃষ্টি যায়। এতেকে শ্ৰীকৃষ্ণ কেনি গৈছে তেওঁ-লোকে দেখিছে। এই আশাতে অশ্বত্থাদি অত্যুচ্চ বৃক্ষ গণক জিজ্ঞাসা কৰিছে ইত্যাদি। এতিয়া দেখা গল যে গোপীসকলৰ মনত বিকাৰ আছে। কীৰ্ত্তনৰ হৰস্তুতি প্ৰসঙ্গৰ "তুমি পশু পক্ষী সুৰাসুৰ তৰুতৃণ। অজ্ঞানত মূঢ়জনে দেখে ভিন্ন ভিন্ন"ৰ উদাহৰণ দিব পাৰি। গোপীসকলে ভগৱানৰ সৰ্ব্বময়ত্বৰ কথা পাহৰি গৈছে। ভগৱান যে সৰ্ব্বব্যাপক, অথবা তেওঁলোকৰ অন্তৰতো পৰ-মাত্মাৰূপে বিৰাজ কৰি আছে, সেই কথালৈ লক্ষ্যাই কৰা নাই। উচ্চবৃক্ষৰ পৰা ধৰি নিম্ন পৰ্য্যায়ৰ তুলসী বৃক্ষ পৰ্য্যন্ত সকলোতে সুধিবলৈ বাকী নথ'লে। এনেকৈ ভগৱানক লাভ কৰিব নোৱাৰে। তেওঁলোকৰ চেষ্টা বিফল হল অৰ্থাৎ আমাক এইটোকে শিক্ষা দিলে যে পৃথিৱীৰ সমূহ পদাৰ্থত ভগৱানক বিচাৰি নাপাব, বৃথা চেষ্টাহে হব। ভগৱান্ হৃদয়তে আছে 'হেতু নপাই তোমাক বিচাৰে বাহিৰত'।

গোপীসকল দ্বিতীয়স্তৰত উপনীত হল। তেওঁলোকে "কৃষ্ণ ভাৱনা" কৰিবলৈ ধৰিলে। পুতনাবধ, শকট ভঞ্জন, তৃণাবৰ্ত্ত বধ আদি কৃষ্ণানুকৰণ আৰম্ভ হ'ল। তেতিয়ালৈকে তেওঁলোকে বাহ্যিক তন্ময়ত্বৰ প্ৰতিহে লক্ষ্য কৰি আছে, হৃদয়স্থিত পৰমাত্মাক বিচাৰি পোৱা নাই। তন্ময়ত্বক দুটা ভাগত বিভক্ত কৰিব পাৰি এটা হল বাহ্যিক আৰু এটা হল আন্তৰিক। এতিয়ালৈকে তেওঁলোক বাহ্যিক তন্ময়তাতহে আছে, আন্তৰিক হোৱা নাই। সকলো বিফল হ'ল। এনে পৰি স্তুতিতো তেওঁলোকে কৃষ্ণক লগ নাপাই বিমোৰত পৰিল। পোহৰ থকা পৰ্য্যন্ত বিচাৰিলে, তাৰ পিচত প্ৰগাঢ় আন্ধাৰ দেখি তেওঁলোকে উভতি আহিল। এই প্ৰগাঢ় আন্ধাৰ মানে কি? সেই সময়লৈকে তেওঁলোকৰ অন্তৰ অন্ধকাৰাচ্ছন্ন হৈ আছিল। তেওঁলোকে দৈহিক বল প্ৰকাশ কৰি পাদ-চাৰিনীহৈ কৃষ্ণান্বেষণ কৰি ফুৰিছিল। পদব্ৰজে ব্ৰহ্মাণ্ড ভ্ৰমণ কৰিলেও কৃষ্ণক

পাবনে ? কেতিয়াও নাপায়। নানা তীৰ্থ ভ্ৰমণ কৰিলেও ভগৱান দৰ্শন নহয় যে তিয়ালৈকে হৃদয় তীৰ্থত ভ্ৰমণ নকৰে। তেওঁলোকে হৃদয় বৃন্দাবনত কৃষ্ণক বিচৰা নাই, সেই বাবেই পোৱা নাই। বাহ্যিক বৃন্দাবনত কৃষ্ণক বিচাৰি তেওঁলোক বিফল হোৱাত হৃদয় বৃন্দাবনত তেওঁলোকে কৃষ্ণক বিচাৰিবলৈ জ্ঞান পালে। এইবাৰ তেওঁলোক উপযুক্ত কাম কৰিলে, খেদোক্তি প্ৰকাশ কৰিলে। সমবেত হৈ কালিন্দী পুলিনত বহি লৈ হৃদয় বৃন্দাবনত কৃষ্ণক বিচৰাত লাগি গ'ল। তেওঁলোকে কলে "ত্বয়ি ধৃতাসবস্ত্বাং বিচিন্বিতে" (ভাগৱত ১০/৩১/১) অৰ্থাৎ তোমাৰ কাৰণেই প্ৰাণ ধাৰণ কৰি আছোঁহক। এই উক্তিৰ তাৎপৰ্য্য হ'ল জীৱৰ জীৱন কেৱল পৰমাত্মা দৰ্শনৰ কাৰণেহে। সাধনা মাত্ৰেই বুজিব লাগিব ভগৱৎ দৰ্শনৰ কাৰণেই আমাৰ জীৱন। হৃদয়ৰ পৰমাত্মাক পূৰ্ব্বতে চিনি নাপালে "সৰ্ব্বত্ৰ সমদৰ্শনং" অৰ্থাৎ সকলোতে সমভাৱ কৰিব নোৱাৰে। সেইবাবেই গোপীসকলে দুবাৰতো ভগৱানক দেখা পোৱা নাই। তেওঁলোকে কবলৈ বাধ্য হওঁনা বুজি পালে যে "ন খলু গোপীকানন্দনো ভবান্ অখিল দেহিনামন্তৰাত্মাদৃক্" (১০/৩১/৪) অৰ্থাৎ "তোহো যশোদা নন্দন নহ, জগত ৰাখিতে ব্ৰহ্মা প্ৰাৰ্থণা, সে নিমিত্ত তোহো সৰ্ব্ব অন্তৰ্য্যামী শ্ৰীকৃষ্ণ বেকত হুয়াছ ' (কেলি গোপাল নাট)। এইবাৰ তৃতীয় স্তৰ যেতিয়া তন্ময়তা কিছু বেলেগ। আত্মদোষ স্বীকাৰ কৰি অনন্যমনে কৃষ্ণ পৰম আৰ চিন্তা কৰাই একমাত্ৰ ভগৱৎ লাভৰ উপায় বুলি ভাবিবলৈ বাধ্য হ'ল। অগ্নিৰ উত্তাপ নাপালে, অগ্নিদগ্ধ নহলে সুবৰ্ণৰ মলিনতা অপগত নহয়। গোপীসকলৰ ক্ষেত্ৰতো তেনেকুৱাই হৈছিল।

নাটৰ গোপীৰ উক্তি "যে ভকতক মনোৰথ পূৰে, যে হস্ত পদ্ম হামাৰ মাথে থৈয়ো সিয়া স্বামী। যাহেৰ স্মৰণে জগতক পাপহৰে সোহি পদ পঙ্কজ হামাৰ স্তন ওপৰে অৰ্পহ্নাথ" এই উক্তি দুটাৰ তাৎপৰ্য্য অতি গধুৰ। ওপৰে ওপৰে চালে এই উক্তি শৃঙ্গাৰ ৰস সিক্ত বুলি ভবা হয়। কিন্তু দৰাচলতে ই তেনে নহয়। ভগৱানৰ হস্ত পদ্ম আৰু পাদপদ্ম এই দুটা প্ৰধান অঙ্গ। হস্ত পদ্ম শিৰত অৰ্পণ কৰিলে ভকতৰ মনোভিলাষ পূৰ্ণ হয় আৰু পদ পঙ্কজ স্তনত অৰ্পণ কৰিলে জগতৰ পাপহৰণ কৰে। শৃঙ্গাৰ ৰসসিক্ত হোৱা হলে শিৰত পাদপদ্ম আৰু স্তনত হস্ত পদ্ম অৰ্পণ কৰিবলৈ ক'লেহেঁতেন। কিন্তু তাকে নকৰি স্তনত পাদপদ্ম আৰু শিৰত হস্তপদ্ম দিবলৈ কৈছে। হৰিভকতে পাদপদ্ম বিচাৰে (ভকতৰ পাদপদ্ম মন্ত্ৰ নামঘোষা)। গোপীসকল কৃষ্ণৰ প্ৰধান ভক্ত কাৰণে পাদপদ্ম বিচাৰিছে। চিন্তা, চৰ্চ্চা আশা ভাৱষাৰ আশ্ৰয় স্থল হল শিৰোভাগ আৰু ভগৱানৰ হস্ত হ'ল অভয় দাতা বা অভিলাষ পূৰণৰ

প্ৰতীক। গোপীসকলে প্ৰাৰ্থনা কৰিছে যে তেওঁলোকে তেওঁক পাবলৈ যি অসীম চিন্তা কৰিছে, সেই চিন্তা দূৰীভূত কৰিবলৈ তেওঁৰ অভয়ৰ প্ৰতীক হস্ত পদ্ম অৰ্পণ কৰকহি। দ্বিতীয়তে স্তন হ'ল পাপৰ প্ৰতীক। ভগৱানৰ পাদপদ্ম হ'ল পাপহৰণ প্ৰতীক। পাপহৰণৰ কাৰণে ভগৱানৰ পাদপদ্ম চিন্তা কৰা অৱশ্য কৰ্ত্তব্য। গোপীসকলৰ গৰ্ব্বজনিত পাপ বা অপৰাধ খণ্ডনৰ কাৰণে তেওঁলোকে ভগৱানৰ পাদপদ্ম বিচাৰিছে। এয়ে হ'ল সংক্ষিপ্ত তাত্ত্বিক আলোচনা।

গোপীসকলৰ পৰমাত্মা বিচাৰ শুদ্ধ হ'ল। তেওঁলোকৰ শুদ্ধান্তঃকৰণৰ কথা অৱগত হৈ পৰমাত্মা, "মন্মথ মন্মথঃ" ভগৱান্ শ্ৰীকৃষ্ণ বেকত হ'ল। উভয়ে পুনৰ ক্ৰীড়া আৰম্ভ কৰিলে অৰ্থাৎ জীৱাত্মা আৰু পৰমাত্মাৰ মিলন হ'ল। পৰমাত্মাইহে জীৱাত্মাক সচেতন কৰে। নামঘোষাত কৈছে—

যি হেতু চৈতন্য পূৰ্ণ পৰমাত্মাৰূপে হৰি
হৃদয়ত আছন্ত প্ৰকাশি।
তাহাতসে ইন্দ্ৰিয়গন ভূত প্ৰাণ বুদ্ধিমন
প্ৰবৰ্ত্তে যতে জড়ৰাশি ॥

পৰমাত্মাৰ অন্তৰ্ধানত জীৱাত্মা (গোপীগণ) নিষ্ক্ৰিয় হৈ আছিল। তেওঁৰ আবিৰ্ভাৱত তেওঁলোক উৎফুল্লিত হ'ল অৰ্থাৎ জীৱাত্মা সক্ৰিয় হ'ল। ভাগৱতত কৈছে—

তং বিলোক্যাগতং প্ৰেষ্ঠং প্ৰীত্যুৎফুল্লদৃশোঽবলাঃ।
উত্তস্থুঃ যুগপৎ সৰ্ব্বাস্তন্বঃ প্ৰাণমিবাগতম্ ৷৷

ভাগৱত– ১০/৩২/৩

অৰ্থাৎ— অবলা গোপীসকলে মৃতদেহত তৎক্ষণাৎ প্ৰত্যাগত প্ৰাণৰ নিচিনা প্ৰিয়তম শ্ৰীকৃষ্ণক সমাগত হোৱা দেখি প্ৰীতি প্ৰফুল্ল নেত্ৰেৰে সকলোৰে একেলগে উত্থিত হ'ল।

কেলি গোপাল নাটত কৈছে—

ইন্দ্ৰিয়ানাং যথা প্ৰাণ আয়ন্তং বীক্ষ্য গোপীকাঃ।
জগৃহুঃ সহসোত্থায় কৃষ্ণং প্ৰেমৰসাকুলম্ ॥

অৰ্থাৎ—ইন্দ্ৰিয় বিলাকলৈ প্ৰাণ অহাৰ দৰে কৃষ্ণক অহা দেখা পাই গোপীসকলে প্ৰেমৰসত আকুল হৈ ততালিকে আৱৰি ধৰিলে।

এনেকৈ আমি গোপীসকলক জীৱাত্মা আৰু কৃষ্ণক পৰমাত্মা অথবা গোপীসকলক ইন্দ্ৰিয় সমূহ আৰু কৃষ্ণক জীৱাত্মাৰ লগত তুলনা কৰিব পাৰোহঁক। ভক্ত আৰু ভগৱানৰ লগত মিলন বা প্ৰেম আৰু আনন্দৰ লগতো ইয়াক বিজাব পৰা যায়। ভক্ত হ'ল গোপীসকল ভগৱান্ হ'ল শ্ৰীকৃষ্ণ। প্ৰেম হ'ল গোপীগণ আনন্দ হ'ল ভগৱান শ্ৰীকৃষ্ণ।

ৰসৰাজ শ্ৰীকৃষ্ণই প্ৰেমময়ী গোপীসকল সমেত, যি মহাৰাস আৰম্ভ কৰিলে, সেই সম্বন্ধে আলোচনা হোৱা উচিত। ৰাস লীলানো কি তাৰ প্ৰকৃত অৰ্থনো কি সেই বিষয়ে ৰস শাস্ত্ৰত আলোচনা হৈ আছে। ৰস শাস্ত্ৰত আছে "নটৈৰ্গৃহীত কণ্ঠীনামন্যোন্যাত্তকৰশ্ৰিয়াম। নৰ্ত্তকীনাং ভবেৎ ৰাসো মণ্ডলীভূয় নৰ্ত্তনম্' ॥ অৰ্থাৎ নট আৰু নৰ্ত্তকী সকলে মণ্ডলাকাৰে ঠিয় দি, নটে নৰ্ত্তকীৰ কণ্ঠধাৰণ আৰু নৰ্ত্তকীয়ে পৰস্পৰে কৰধাৰণ যি নৃত্য কৰে, তাৰ নামেই 'ৰাস"। শ্ৰীধৰ স্বামীয়ে লিখিছে— "ৰাসো নাম বহু নৰ্ত্তকীযুক্তো নৃত্য বিশেষঃ"। অৰ্থাৎ বহু নৰ্ত্তকীযুক্ত বিশেষ নৃত্যৰ নাম ৰাস। ওপৰৰ যুক্তি আৰু ভাগৱতৰ "গোপীমণ্ডল মণ্ডিতঃ" (১০/৩৩/৩) বাক্যাংশৰ ওপৰত ভিত্তি কৰি শুকজনে সেইবাবেই হবলা উল্লেখ কৰিছে "ভৈলন্ত মণ্ডলাকাৰ হাতেগালে ধৰি" ইত্যাদি। আনহাতে ৰাসক্ৰীড়াৰ বিষয়ে শ্ৰীধৰস্বামীয়ে প্ৰথমতে লিখিছে— "তস্মাৎ ৰাসক্ৰীড়া বিড়ম্বনং কামজয়াখ্যাপনায়েতি তত্ত্বম্" অৰ্থাৎ শুকজনাৰ ভাষাৰে "কাম জয় নামে ইটো কেশৱৰ কেলি"। ভগবান শ্ৰীকৃষ্ণই কামদেৱ বা মদনক জয় প্ৰদৰ্শন কৰিবৰ কাৰণেই ৰাসলীলাৰ অনুকৰণ কৰিছে এয়ে প্ৰকৃত তত্ত্ব। সনাতন গোস্বামীৰ মতে "ৰাসঃ পৰম ৰসকদম্বময় ইতি যৌগিকাৰ্থঃ" অৰ্থাৎ ৰাস শব্দৰ যৌগিক অৰ্থ পৰমৰসময়ী লীলা। বিশ্বনাথ চক্ৰবৰ্ত্তীৰ মতে "নৃত্যগীত চুম্বনা লিঙ্গনাদীনাং ৰসানাং সমূহো ৰাসস্তন্ময়ী ক্ৰীড়া' অৰ্থাৎ যি লীলাত নৃত্য, গীত, চুম্বন, আলিঙ্গন আদি ৰস সমূহ আছে, সেয়ে ৰাসলীলা।

'ৰস' শব্দৰ পিছত 'ঘঞ্' প্ৰত্যয় লগাই দিলে 'ৰাস' শব্দ নিষ্পন্ন হয় আৰু তাৰ অৰ্থ হয় ৰস সম্বন্ধীয় বা সকলো ৰসৰ সমাবেশ। অলঙ্কাৰ শাস্ত্ৰৰ মতে ৰস শব্দৰ ব্যুৎপত্তি হ'ল "ৰস্যতে আস্বাদ্যতে অসৌ ৰসঃ" অৰ্থাৎ যিটো আস্বাদন কৰা হয় সেয়ে ৰস। আকৌ সেই অলঙ্কাৰ শাস্ত্ৰতেই আছে "বিভাবেনানুভাবেণ ব্যক্তঃ সঞ্চাৰিনা তথা। ৰসতামেতি ৰত্যাদিঃ স্থায়ী ভাবঃ সচেতসাম্"। শৃঙ্গাৰাদি নৱৰসৰ ৰতি আদি স্থায়ী ভাব বিভাব, অনুভাব আৰু সঞ্চাৰী ভাবৰ দ্বাৰা ব্যক্ত হৈ ৰসতা প্ৰাপ্ত হয়। শৃঙ্গাৰৰ স্থায়ী ভাব ৰতিৰ মাজত, হাস্যৰ স্থায়ীভাৱ হাস্যৰ মাজত কৰুণৰ স্থায়ী

ভাৱ শোকৰ মাজত, ৰৌদ্ৰৰ স্থায়ী ভাৱ ক্ৰোধৰ মাজত, বীৰৰ স্থায়ী ভাব উৎসাহৰ মাজত. ভয়ানকৰ স্থায়ী ভৱ ভয়ৰ মাজত, বীভৎসৰ স্থায়ী ভাৱ ঘৃনাৰ মাজত, অদ্ভুতৰ স্থায়ী ভাৱ বিস্ময়ৰ মাজত, শান্তৰ স্থায়ী ভাৱ শান্তিৰ মাজত ৰস অৰ্থাৎ আস্বাদ্য বস্তু আছে। সেই বিলাক ৰসৰ অভিনয় কিম্বা শ্ৰৱনকীৰ্ত্তন আস্বাদন কৰি আমি আনন্দ পাওঁ। আনন্দ ভিন্ন আমাৰ আস্বাদ্য বস্তু ইয়াত নাই। প্ৰশ্ন হয়-শৃঙ্গাৰাদি নৱৰসত আমি আকৌ কেনেধৰ ণেৰে আনন্দ পামহঁক। উদাহৰণ স্বৰূপে যেনে ধৰাহওক ৰৌদ্ৰৰ স্থায়ী ভাৱ ক্ৰোধত আমি আনন্দ পাম কেনেকৈ? ক্ৰোধত জানো আনন্দ আছে? নিশ্চয় আছে। আমি এয়া অভিনয়ৰ কথাহে কোৱা হৈছে। কোনো এখনি ঠাইত দুজন বা দুদলৰ মাজত কাজিয়া হলে বা দুগৰাকী পুৰুষ—স্ত্ৰীৰ মাজত মিলন হলেই আমি তাক ৰৌদ্ৰৰস বা শৃঙ্গৰৰসৰ সমাবেশ হৈছে বুলি কব পৰা নাযায়। বাস্তব ঘটনাক ৰস বুলি কোৱা ভুল। অভিনয়তহে ৰসৰ কথা প্ৰকাশ পায়। অভিনয়ত বাস্তৱ প্ৰকাশ (যাৰ যেনে ৰস হবলাগে) কৰিব পৰাটোহে আচল কথা। প্ৰতিটো ৰসতে আনন্দ পোৱা হয় এনে ধৰণে-উদাহৰণ স্বৰূপে জলকীয়া চোবালে মানুহৰ মুখ পোৰে। এই কথা মানুহে জানিও তাক চোবায় আৰু মুখ পুৰিলেও তাকে খায় আনন্দ লাভকৰে, তেনেকৈ তিতা, কেহা আদিয়েও মানুহৰ জিভা কোচ খুৱাই নিয়ে। তথাপি মানুহে তাক খাই তৃপ্তিলাভ কৰে বা আনন্দ পায়। ঠিক তেনেকৈ অভিনয়নত প্ৰকাশিত নৱৰসৰ সমাবেশত প্ৰতিটোতে আনন্দ আছে। "আনন্দং ব্ৰহ্মণো ৰূপং" অৰ্থাৎ আনন্দই ব্ৰহ্মৰ ৰূপ। আনন্দই ব্ৰহ্মৰ ৰূপ আৰু ব্ৰহ্মাই আনন্দৰ ৰূপ। পৰব্ৰহ্ম শ্ৰীকৃষ্ণই আনন্দ আৰু আনন্দই হল ৰস বা "ৰসো বৈ সঃ"। এতিয়া দেখা গল যে সেই সচ্চিদানন্দ পৰব্ৰহ্ম শ্ৰীকৃষ্ণই হল আনন্দ আৰু সেই আনন্দময় ভগৱানৰ লীলাৰ নাম ৰাসলীলা। ভগ-ৱানৰ লীলা তিনি প্ৰকাৰ-নিত্য লীলা, আধ্যাত্মিক লীলা আৰু পাৰ্থিব লীলা। নিৰ্গুণ বা অপ্ৰাকৃত ধামত যি নিৰ্গুণ লীলা, সেয়ে নিত্যলীলা। প্ৰত্যেক জীৱৰ হৃদয়ান্তৰে যি লীলা চলিছে সেয়া আধ্যাত্মিক লীলা আৰু অপ্ৰাকৃত বা নিৰ্গুণ হৈয়ো যি প্ৰাকৃতৰ নিচিনা লীলা কৰে, সেয়েই পাৰ্থিব লীলা তিনি প্ৰকাৰে তিনিঠাইত বিৰাজমান যেনে-বৃন্দাবনত, মথুৰাত আৰু দ্বাৰকাত। উদ্ধৃতি দিয়া হল—

গোকুলে মথুৰায়াং চ দ্বাৰবত্যাং ততঃ ক্ৰমাৎ।
কৃষ্ণ লীলা ত্ৰিধা প্ৰোক্তা তত্তৎ ভেদেৰণেকধা ॥

শ্ৰীকৃষ্ণ লীলা সংগ্ৰহ ( শ্ৰীধৰ কাৰিকা )

অৰ্থাৎ—ক্ৰমে গোকুলত (বৃন্দাবনত), মথুৰাত, দ্বাৰকাত শ্ৰীকৃষ্ণৰ লীলাৰ তিনি প্ৰকাৰে হৈছিল বুলি কোৱা হয়। স্থানভেদে সেই লীলা অনেক প্ৰকাৰ হৈছিল।

পূৰ্ব্বোক্ত পাৰ্থিব লীলা তিনিঠাইত তিনিপ্ৰকাৰে হলেও ইয়াৰ ভিতৰত বৃন্দাবন বা গোকুল লীলাই প্ৰধান আৰু সমস্ত গোকুল লীলাৰ ভিতৰত ৰাস-লীলাই প্ৰধান। কাৰণ ৰাসলীলাই নিত্যানন্দময়ী নিত্যলীলাৰ আদৰ্শ। তত্ত্ব বিচাৰ আৰু ৰসাস্বাদন একেলগে নহয়। আগতে তত্ত্ববিচাৰ কৰি পৰম তত্ত্ব স্থিৰ কৰিব লাগে। তাৰ পিচত লীলাৰসৰ আস্বাদন ভাতৰ পাত্তত বহি এয়া ভাত ক'ৰ, চাউল ক'ৰ পৰা অনা হৈছিল, ইয়াৰ মূল্য কিমান, ধান ক'ৰ হয়, চাউলৰ গুণাগুণ কি ইত্যাদি বিচাৰ আৰম্ভ কৰিলে ভাত খোৱা বা আহাৰ কৰা সুখ কদাপিও নহয়, অন্নৰ আস্বাদন পোৱা নহব। চাউলৰ উৎপত্তি তত্ত্ব বুজিবলৈ হলে পূৰ্ব্বতে জানি লোৱা উচিত। ঠিক তেনেকৈ ৰাসলীলা তত্ত্বও। ৰাসলীলা তত্ত্ব বৰ গভীৰ। ইয়াক বুজিবলৈ গভীৰ ভাৱে তত্ত্ব শাস্ত্ৰ অধ্যয়নৰ প্ৰয়োজন আছে। এই খিনি "এপাচি কচুৰ কত এটি জালুক মাত্ৰ। সামান্য ভাবে অন্তৰঙ্গ নিৰীক্ষণৰ নামত লেচেৰি বোতলা হ'ল।

(গ ২৮) —ৰুক্মিণীহৰণ নাটঃ—

মহাপুৰুষ শঙ্কৰদেৱৰ ছখন নাটৰ ভিতৰত ৰুক্মিণীহৰণ নাটখনিও অন্যতম। এই নাটখনি ১৫৬০ খৃষ্টাব্দত ৰচনা কৰা হৈছিল বুলি অধুনা কালৰ পণ্ডিত সকলে অনুমান কৰিছে। গুৰুজনাৰ ভায়েক সংস্কৃতি প্ৰাণ মহানুভব ৰামৰায়ৰ অনুৰোধক্ৰমে শ্ৰীগুৰুৱে নাট খনি ৰচনা কৰে। সেই কথা তেৰাই নাটৰ শেষাংশত ব্যক্ত কৰিছে। নাটখনিৰ নায়ক শ্ৰীকৃষ্ণ আৰু নায়িকা ৰূপে আছে ৰুক্মিণী দেৱী। নৱৰসৰ ভিতৰত শৃঙ্গাৰ বীৰ, কৰুণ, হাস্য আৰু বীভৎস ৰসৰ সমাবেশ থাকিলেও নাটখনৰ আদ্যন্ত ভক্তি ৰসেৰে পুষ্ট হৈ আছে। "কাব্যেষু নাটকং ৰম্যম" অৰ্থাৎ কাব্যৰ ভিতৰত নাটকেই ৰম্য। কিন্তু সেই ৰম্য নাটক "নহি ৰসাদৃতে কশ্চিদৰ্থঃ প্ৰবৰ্ত্ততে" অৰ্থাৎ ৰস নহলে কোনো অৰ্থই প্ৰকাশ কৰিব নোৱাৰে। লৱনহীন ব্যঞ্জন যেনেকুৱা, ৰসহীন নাটকো তেনেকুৱা। সেইদৰে ৰসযুক্ত নাটকো ভক্তিৰস হীন হলে অশোভা বা অৰ্থ প্ৰকাশ কৰিব নোৱাৰে। সেইবাবে বৈষ্ণৱ সাহিত্য মূলতঃ ভক্তিৰসাত্মক, নৱৰস সমূহ ইয়াৰ বহিৰাৱৰণ মাত্ৰ। ভক্তিৰসৰ বিশাল সমুদ্ৰত শৃঙ্গাৰাদি ৰসৰ অস্তিত্ব সূৰ্য্যৰ সমুখত জোনাকী পৰুৱাৰ নিচিনা। শৃঙ্গাৰাদি ৰস সমূহ হল ভক্তিৰসৰ পৰিপূৰক। ভক্তিৰস প্ৰধান ভাৱে ৰুক্মিণীহৰণ নাট খানিত অৱস্থান কৰাৰ কাৰণে বাকীবোৰ ৰসে ভুমুকি মাৰিলেও 'অগনিৰ আগে যেন ক্ষুদ্ৰ ফিৰিঙ্গতি"।

পূৰ্ব্বোক্ত প্ৰধান আৰু অপ্ৰধান ভাৱে থকা ৰস সমূহক বিচাৰ কৰি চালে এনেকৈ দেখা যায় দ্বাৰকা আৰু কুণ্ডিন নগৰীৰ ভাট দ্বয়ৰ মুখেদি

শ্ৰীকৃষ্ণ আৰু ৰুক্মিনীয়ে (পৰস্পৰে পৰস্পৰক লাভ কৰাৰ কাৰণে) উভয়ৰ ৰূপ সৌন্দৰ্য্যৰ ব্যাখ্যা শুনি যি ভাব প্ৰকাশ কৰিছিল সেয়াই শৃঙ্গাৰ ৰস, ৰুক্মবীৰ, আৰু ৰজাসকলৰ লম্ফ জম্ফ কথা আৰু ৰাজসভাৰ পৰা শ্ৰীকৃষ্ণই ৰুক্মিণীক অৱহেলে হৰণ কৰি নি সকলো ৰজাক পৰাজয় কৰি দ্বাৰকাপ্ৰাপ্ত হোৱাত বীৰ ৰস, শ্ৰীকৃষ্ণ প্ৰাপ্তিত ৰুক্মিণীয়ে নানা বাধাপ্ৰাপ্ত হৈ বিৰহ বেদনাত অকুল হোৱাত করুণ ৰস, বেদনিধি বাপুৱে "হামো তসক মহিমায়ে আকাশক চন্দ্ৰ আনি দিতে পাৰি" বুলি বৰ কথা মাতি গৈ কৃষ্ণৰে সৈতে কুণ্ডিল অভিমুখে আহোতে ৰথৰ বেগত শ্ৰুতিভঙ্গ হৈ পৰাত হাস্যৰস আৰু ৰুক্মিনীৰ ৰূপলাৱন্য দেখি ৰজাসকল কামবানে মূৰ্চ্ছিত হৈ পৰা আৰু ৰুক্মিণীৰ আগত প্ৰতিজনে কাওঁ ৰাওঁ কৰা কাৰ্য্য তথা মুখ চন্দ্ৰিকা কৰোঁতে ৰুক্মিণীৰ ৰূপ দেখি ব্ৰহ্মাদেৱ কামবানে মূৰ্চ্ছিত হৈ পৰা কাৰ্য্যই বীভৎস ৰসৰ সমল যোগায়। এই সকলোবোৰকে মোখনি মাৰি 'হৰি ভকতি হীন কামাতুৰ পুৰুষক দুখ দেখহ' বুলি ভক্তি ৰাণী দেবীয়ে ওৰণি গুচাই চাইছে। সিমানতে সকলো ৰসে পুলুকা মাৰিবলৈ লৈছে।

ৰুক্মিনীহৰণ নাটখনিৰ এটি বিশেষত্ব হল চৰিত্ৰ চিত্ৰণ। নাট্যকাৰ গৰাকীয়ে ৰুক্মিনীদেৱীৰ ওপৰতে যে আতাইতকৈ অধিক গুৰুত্ব দিছিল সেই বিষয়ত সন্দেহ নাই। ৰুক্মিণীৰ চৰিত্ৰই হৈছে সবাতকৈ আকৰ্ষণীয়। এওঁ আছিল "ঈষত হসিত মুখ চান্দ উজোৰ। দশম মোতিম যৈচে নয়ন চকোৰ"। মানিক মুকুট কুণ্ডল গণ্ড দোল। কনক পুতলী তনু নীল নিচোল"। এও ৰূপৱতী আছিল। তাৰ ফল স্বৰূপে ৰুক্মিণীৰ ৰূপগুণ দৰ্শনত কামাতুৰ ৰজাসকলে প্ৰত্যেকেই নিজক স্বামীবৰণ কৰিবলৈ ৰুক্মিণীক খাটনি ধৰিছে। সখীসকলে তেওঁলোকৰ বীভৎস ভাওঁনা দেখি "কাহুক ঠেঙনা, কাহুক গোড়মাৰি ভৰ্চ্ছয়"। কিন্তু নাট্যকাৰ গৰাকীয়ে তেনেকুৱা অসৎচৰিত্ৰ আনে গ্ৰহণ কৰাৰ ভয়ত ভক্তি ৰাণীৰ মুখেদি কোৱাইছে "আহে লোক। হৰিভকতি বিহীন কামাতুৰ পুৰুষক দুখ দেখহ ইহাজা ন নিৰন্তৰে হৰিবোল হৰিবোল" ইত্যাদি।

ৰুক্মিণীহৰণ নাটৰ কাহিনীত বিদৰ্ভৰাজ নন্দিনী ৰুক্মিনীক এগৰাকী মহিয়সী সতীনাৰী স্বৰূপে চিত্ৰিত কৰা হৈছে। এওঁ নাটকৰ নায়িকা আৰু নায়ক স্বৰূপে চিত্ৰিত হৈছে পৃথিৱীৰ ভাৰ হৰণৰ কাৰণে স্বয়ং পৰিপূৰ্ণত অৱতাৰ দ্বাৰকাধিপতি দৈৱকীনন্দন শ্ৰীকৃষ্ণ। শ্ৰীকৃষ্ণ আৰু ৰুক্মিণীয়ে পৰস্পৰে উভয় দেশৰ অচিনাকী দূতৰ (ভাটৰ) মুখে ৰূপ গুণৰ কথা শুনি উভয়ে উভয়ৰ প্ৰতি আকৃষ্ট হয়। পৰস্পৰে আদৰ্শনতে স্বামী আৰু ভাৰ্য্যা স্বৰূপে উভয়ে বৰণ কৰে। দুয়োবো মনত আদিতে ৰতি ভাৱৰ উদ্ৰেক হৈ মিলনাকাঙ্ক্ষাত আকুল হৈ পৰে। এই খিনিতে শৃঙ্গাৰ ৰসৰ সূচনা হোৱা

দেখা যায়। শেষতো গীতৰাগ কল্যাণ খৰমাণত নিবদ্ধ "কৰত বিহাৰ কৰত বিহাৰ মুৰাৰু। কামিনীক কমল অমল মুহলম্বি, চুম্বি জগত আধাৰু" গীত-টোৰ পূর্ণাঙ্গ পঠত শৃঙ্গাৰ ৰসৰ সূচনা হৈছে। কিন্তু শেষত "হৰি ভকতিক মহিমা কি কহ'ব। জানি কৃষ্ণ চৰণে চিত্তদিয়ে নিৰন্তৰে হৰিবোল হৰিবোল" আৰু মুক্তি মঙ্গল ভটিমাত শ্ৰীকৃষ্ণৰ অদ্ভুত মহিমা বর্ণনা কৰি হৰি ভক্তিৰ প্ৰাধান্য বিস্তাৰ কৰি বা ভক্তি ভাৱৰ প্ৰলেপ পৰি পূৰ্ব্বৰ ৰতি আৰু শৃঙ্গাৰ ভাৱক ঢাকি পেলাইছে।

শৃঙ্গাৰ ৰসে নাটকীয় তিনিবিধ চৰিত্ৰক ভিন্ন ভিন্ন ৰূপত আকুল কৰা দেখা গৈছে। সেয়া হ'ল শ্ৰীকৃষ্ণ, ৰুক্মিণী আৰু ৰজা সকল। সুৰভী নামৰ ভাটৰ মুখত ৰুক্মিণীৰ ৰূপ লাৱন্যৰ বর্ণনা শুনি শ্ৰীকৃষ্ণই "হেঁঠমাথ কয় নিশ্বাস ফোকাৰি ঘন ঘন ৰুক্মিণীক মাত্ৰ ধ্যানন কয় ৰহল"। প্ৰসঙ্গ ক্ৰমে গীত ৰাগ ধনশ্ৰী একতালত নিবদ্ধ "প্ৰিয়া কেৰি কাহিনী শুনিয়ে মুৰাৰি গীতটোত নাট্যকাৰ গৰাকীয়ে ৰুক্মিণীৰ কাৰণে শ্ৰীকৃষ্ণৰ কেনে ব্যাকুলতা হৈছিল, তাক পৰিস্কাৰ কৰি দেখুৱাইছে। কিন্তু তেওঁ সেই সময়লৈকে ধৈৰ্য্যচ্যুত হোৱা নাই। যদিও তেওঁ 'বিৰহে দহনু চিত্ত, অকুল কিঞ্চিত, মানস মদন বিগাৰি" তথাপি তেওঁৰ সেই ভাব ৰহিয়ে ধৈৰ্য্যৰ সীমা অতি-ক্ৰম কৰা নাই আৰু সেইবোৰ তেওঁৰ নৰচেষ্টা। ৰুক্মিণীৰো তেনেকৈ কৃষ্ণৰ প্ৰতি কৰা প্ৰীতি অনুৰাগে মনত চাঞ্চল্য আনিলেও কোনোপধ্যে তেওঁ সীমা পাৰ হোৱা নাই। অৱশ্যে কৃষ্ণ লাভৰ বা প্ৰাপ্তিত ন.না ফালৰ পৰা নানা বাধ বিঘিনি আহি পৰাত তেওঁ বিহবল হৈছে আৰু মূৰ্চ্ছাও গৈছে। নিজৰ ককায়েকৰ খৰ্ব্ববাক্য অথবা বিপ্ৰিয় ৰ.ণীত "ৰাজনন্দিনীক মাথে যৈচে কলস ভাঙল"। শ্ৰীকৃষ্ণৰ নৈৰাশত 'দিগদশ আন্ধিয়াৰী দেখিয়ে মূৰ্চ্ছিত হৈয়া ততকালে পৰল, যৈচ কদলিক বাতে উপাৰল"। ৰুক্মিণীৰ কৃষ্ণ বিৰহ ক'তৰত তথা আকুল ভাৱত গুৰুজনে সেই প্ৰসঙ্গতে নাটকত 'কৈছে কেশৱ দৰশন হোই' "হৰিবিনে ৰমনী দেখত আন্ধিয়াৰী," "হৰি হৰি হামাৰ ৰৰম বিনা ভৈল," "কেশৱ হে হামাকেৰি ৰাখহু প্ৰাণ," "মাই মাই মাধৱ অব কয়লি মেৰি নৈৰাশ," "মাধৱ মেৰি বিহৰি অৱ নাৱল'—এই ছটা বিলাপৰ গীত অৱতাৰণা কৰা হৈছে। এই বিলাপৰ ভাবাৰ্থ দৰাচলতে ৰুক্মিণীৰ বৈষয়িক সুখ ভোগাকাঙ্ক্ষা নহয়। ৰুক্মিণীৰ শৃঙ্গাৰ ৰসজাত কথা বোৰত আচলতে ধৰ্ম্মশৃঙ্গাৰলৈহে ঠেলি দিব পাৰি। কাৰণ তেওঁৰ কথাত কৰ্ম্ম শৃঙ্গাৰ নাই। কিন্তু ৰজা সকলৰ ক্ষেত্ৰত ইয়াৰ বহুত ব্যতিক্ৰম দেখা যায়। তেওঁলোক সীমাৰ বাহিৰ হ'ল আৰু মিথন বীভৎস ভাৱনা কৰি

দেখুৱালে তাৰ দ্বাৰা ৰাজকীয় আদব কায়দাৰপৰা বিচলিত হৈ নিষ্ঠুৰ পাহৰি নৈতিক চৰিত্ৰৰপৰা স্খলিত হোৱা দেখা গ'ল। সৰ্ব্বগুণ সুলক্ষণা অতুলনীয়া ৰূপৰ অধিকাৰিণী ৰুক্মিণীদেৱীক দেখি ৰজাসকল ইমান বিভত তথা কামাতুৰ হৈ পৰিল যে তেওঁলোকে দৰাচলতে ৰাজযোগ্য সন্মান পোৱাৰ অযোগ্যহৈ পৰিল। কাৰণ তেওঁলোকে চৰণক দাস ভেলো", 'সব মহাদৈক দাসী কৰি দেৱব' বুলি কোৱা আৰু শ্ৰীমতিৰ সখীয়েক সকলৰ পৰা ঠেঁৰনা খোৱা আৰু ভৰ্ৎসনা পোৱাৰ পিছতো লাজ কাজ মৰ্য্যদা ত্যাগ কৰি বাৰম্বাৰ কুমাৰীক কাতৰ কৰা কথাটো কিমান লাঘৱ তথা সীমাৰ বাহিৰ হোৱা কথা, সেই কথা সৰ্ব্বজন বিদিত। গতিকে দেখা যায় ৰজা সকল অতি নিকৃষ্ট ধৰণৰ কামুক, আৰু শৃঙ্গাৰ ৰসে তেওঁলোকক বেচি আক্ৰমণ কৰা যেনেই লাগে।

ৰুক্মিণীহৰণ নাটৰ চৰিত্ৰাঙ্কণ কৰিলে আমি প্ৰথমতে শ্ৰীকৃষ্ণক এজন সৰ্ব্বময় কৰ্ত্তা, সুৰাসুৰ বন্দিত, পৃথিবীৰ পিতৃ, জগতৰ পৰম গুৰু, প্ৰপন্ন জন তাৰণ নাৰায়ণ, আতুৰক ৰক্ষা কৰ্ত্তা হিচাবে দেখা পাওঁ। নাটকত শ্ৰীকৃষ্ণৰ ওপৰত বিশেষণীয় বিশেষণ পদ ব্যৱহাৰ হোৱাত তেওঁ অধিক শোভা সম্পন্ন হৈছে। স্ত্ৰীচৰিত্ৰৰ ভিতৰত ৰুক্মিণীৰ চিত্ৰণ সমুজ্জল হৈছে। পৃথিবীৰ মহা মহা-প্ৰতাপী ৰজা সকলক প্ৰত্যাখ্যান কৰি তেওঁ চিৰ সুন্দৰ, জ্যোতিৰ্ময় কৃষ্ণক পতিবৰণ কৰি নিজ চৰিত্ৰৰ মহত্ত্ব প্ৰতিপাদন কৰিব পাৰিলে। শিশু পালৰ নিচিনা এজনা শ্ৰীমন্ত ৰজাৰ ৰাজ পটেশ্বৰী হোৱাৰ সৌভাগ্যৰ পৰা নিজকে বঞ্চিত কৰি সংসাৰৰ সুখ স্বাচ্ছন্দ্যকো আওকান কৰি ভগৱৎ প্ৰেমকে শ্ৰেষ্ঠ বুলি ভাবি শ্ৰীমতীয়ে আদৰ্শ নাৰী হিচাবে নিজক প্ৰতিষ্ঠা কৰিব পাৰিছে। শিশু পালৰ নিচিনা ৰাজসিংহ বিশাল বীৰ প্ৰমুখ নৃপতি সকলক "যৈছে সিংহক ভাৰ্য্যাক শৃগাল অভিলাস কয়ে থিক" বুলি কৈ আৰু "পাপী শিশু পালক ছায়াক হামো কবহু পাৰে নাহ পৰশো' বুলি কৈ শ্ৰীমতীয়ে ঐকান্তিকতা বা একাগ্ৰ স্বামী ভক্তিৰ পৰিচয় দি সতী সাধ্বীৰ শাৰীত পৰিছে। বৈষ্ণৱ ধৰ্ম্মৰ আদৰ্শত "শ্ৰীকৃষ্ণস্তু ভগবান্ স্বয়ম্"। এতেকে ৰুক্মিণীয়ে একমাত্ৰ শ্ৰীকৃষ্ণকে ভাবিছিল। ভৱানী মঠত তেওঁ দেৱীৰ আগত কৈছিল বা বৰ সাধিছিল এনেদৰে 'স্বামী শ্ৰীকৃষ্ণ হামাক অবিঘিনিয়ে নেহন্তোক। তোহাৰি চৰণে অভয়ে সধো"। ভাৰতীয় চিন্তা তথা ভাৰতীয় নাৰীৰ একাগ্ৰস্বামী ভক্তি ইয়াত প্ৰদৰ্শিত হৈছে, আৰু পৰ-পুৰুষৰ চিন্তা যে ভাৰতীয় নাৰী ধৰ্ম্মৰ বিগৰ্হিত সেই কথা ৰুক্মিণীৰ আদেশৰ পৰা পৰিচকাৰকৈ বুজিব পাৰি। ৰুক্মিণী এনে আদৰ্শৰে প্ৰতীক। খিজন ককায়েক ৰুক্মি কুমৰৰ পৰা কৃষ্ণ প্ৰাপ্তিত বাৰম্বাৰ বাধা গ্ৰস্ত হৈ তেওঁ বিহবল হৈছিল,

মূৰ্চ্ছা গৈছিল, নিৰাশ হৈছিল আৰু কান্দি কান্দি অৱশ হৈ গৈছিল, খঙৰ ভমকত ৰুক্মবীৰক "তোহো সাত শত্ৰুৰো অধিক ভেলি" বুলি কৈছিল, সেই ককায়েক শ্ৰীকৃষ্ণৰ হাতত পৰাজয় মানি প্ৰাণ যাওঁ যাওঁ হোৱা অৱস্থাত ৰুক্মিণীয়ে শ্ৰীকৃষ্ণৰ চৰণত পৰি কান্দি কান্দি 'ভৈয়াইক প্ৰাণদান দেহু" বুলি কৈ তেওঁ কাৰ্য্য কুশলা, বিনয়ী আৰু কৰুণাৰ আধাৰ ভূতা হৈ পৰিছে। নানা ঘাত প্ৰতিঘাত পালেও সহোদৰক নিজৰ চকুৰ আগত মৃত্যু হবলৈ দিয়াটো তেওঁৰ বাবে অসহ্য কথা। সুগভীৰ কৃষ্ণ প্ৰেম আৰু শিষ্টাচাৰ গুণৰাশিয়ে ৰুক্মিণীৰ চিত্ৰণ আকৰ্ষণীয় কৰি তুলিছে। তেওঁ কৃষ্ণলৈ দিয়া গোপ্য প্ৰেম পত্ৰ খনিত শিষ্টাচাৰ বাক্য ঐশ শক্তিৰ নায়ক স্বৰূপে কৃষ্ণৰ পৰিচয়, স্বামী ভক্তিৰ পৰিচয় আৰু তেওঁক হৰণ কৰি নিব পৰা উপায় দি তেওঁ নিজকে সময়োচিত তথা কাৰ্য্যোচিত কুশলা ব্যক্তি স্বৰূপে প্ৰদৰ্শিত হৈছে।

ৰুক্মিণীৰ মহামিত্ৰ বেদনিধি বাপু এজনা উদাৰ চিতীয়া ব্ৰাহ্মণ। শ্ৰীমতীয়ে তেওঁক দৌত্য কাৰ্য্যৰ কাৰণে নিৰ্ব্বাচিত কৰি আনি যি কাৰ্য্য সিদ্ধি কৰি দিলে সেয়া নকলেও হ'ব। দৌত্য কাৰ্য্য কুশল তথা যথেচ্ছা কাৰ্য্য কৰণক্ষম বেদনিধি বিপ্ৰই দেবীৰ কাৰ্য্য সিদ্ধি কৰিব পাৰক বা নোৱাৰক সেইটোৰ প্ৰতি আমি দৃষ্টি নাৰাখি তেওঁৰ "তপক মহিমায়ে আকাশক চন্দ্ৰ আনি দিতে পাৰি" বুলি ৰুক্মিনীক আশ্বস্ত কৰি বিশ্বাস যোগ্য বৰ কথা মাতি ততালিকে দ্বাৰকা যাত্ৰা কৰা কথাটোহে লক্ষ্য কৰিব লাগে। উপস্থিত বুদ্ধি সম্পন্ন বেদনিধিৰ দৌত্য কাৰ্য্যকুশলতা এইখিনিতে পৰিস্ফুট হৈছে। তেওঁৰ তপৰ মহিমাত আকাশৰ চন্দ্ৰ আনি দিব পৰা সামৰ্থ্যৰ বৰ কথা এসময়ত পূৰ্ণ হল যি সময়ত কৃষ্ণৰ সৈতে কুণ্ডিন যাত্ৰা কৰি আহি থাকোতে ৰথৰ বেগত মূৰ্চ্ছিত হৈ পৰিছিল। এওঁক এজন নিচেই দুৰ্ব্বল শৰীৰৰ ব্যক্তি বুলিও ধৰি লব পাৰি - যিজনক নাটকৰ ভাষাত "আলোল্য ব্ৰহ্মাণ বেদনিধি' বুলি কোৱা হৈছে। বোধহয় আকাশ মাৰ্গেদি বিমানত যাত্ৰা কৰা তেওঁৰ এয়েই প্ৰথম। আনহাতে এওঁৰ অন্তৰ অতি উদাৰ আৰু কামনা শূন্য। ৰুক্মিণীৰ মনোমত পতিক কুণ্ডিনস্থ কৰি আনি খবৰ দিবলৈ যাওঁতে তেওঁৰ 'মাটিত পাৱ পৰয় নাহি"। ৰুক্মিণীয়ে "তোহাক কি প্ৰসাদ দেওঁ" বুলি কওঁতে তেওঁ দ্বাৰকাৰ "ভ্ৰমণ বানচ" বলে "হামাৰ আশীৰ্ব্বাদে শ্ৰীকৃষ্ণকৰ্কি সহিত তোহাৰ সুবসতি হোক। তব হামাৰ সকল পৰসাদ ভেল" বুলি উদাৰতা দেখুৱাইছিল। ইয়াৰ পৰা বুজা যায় ৰুক্মিণীৰ সুখৰ সংসাৰ দেখিবলৈ পালেই তেওঁ সুখী। উপকাৰৰ বিনিময়ত প্ৰত্যুপকাৰ অথবা পাৰ্থিৱ সম্পদ বিচৰা মানুহ তেওঁ নহয়। ব্ৰাহ্মনৰ সহজাত গুণ সমূহ বেদ নিধিৰ গাত পৰিস্কাৰ ৰূপত প্ৰতিফলিত হোৱা দেখা গৈছে।

ভীষ্মক ৰজা এজন বয়োবৃদ্ধ জ্ঞানী পুৰুষ। নিজৰ ৰূপৱতী সৰ্ব্ব গুণ-ৱতী কন্যা ৰুক্মিণীক তৎতুল্য বৰৰ সন্ধান কৰিবলৈ (আলোচনাৰ যোগেদি) পাত্ৰমন্ত্ৰী জ্ঞাতিসকলক কৈছে। জগতে তেওঁ কৈছে যে কন্যাৰ যোগ্য পাত্ৰ দৈৱকী নন্দন শ্ৰীকৃষ্ণহে। তেওঁকে দিবলৈ সিদ্ধান্ত কৰিলে ভাল হব বুলি তেওঁ পৰামৰ্শ সুধিছে। ইয়াৰ দ্বাৰাই নৃপতি গৰাকীৰ দ্বাৰকা নাথ কৃষ্ণৰ প্ৰতি থকা ঐকান্তিক ভক্তি ভাৱৰ কথাকে সূচায়। কিন্তু পুতেক ৰুক্মবীৰৰ নিষেধত তেওঁ-যোগ্যবৰ কৃষ্ণক কন্যাদান কৰা সিদ্ধান্ত প্ৰত্যাহাৰ কৰিব লগা হয়। এই খিনিতে গৰ্ব্বিত যুৱকৰ ক্ৰোধপূৰ্ণ উক্তিত বৃদ্ধই পেপুৱা লাগি একো প্ৰতিকাৰ কৰিব নোৱাৰি তাতে হয়ভৰ দিয়া এটি বৃদ্ধ বয়সৰ স্বাভাৱিক কথাকে সূচনা কৰিছে। কিন্তু ভীষ্মকৰ কৃষ্ণ ভক্তিৰ উহ আঁতৰা নাই। তেওঁ ভয়তহে সিদ্ধান্ত প্ৰত্যাহাৰ কৰিছে।

ৰুক্মবীৰ এজন গৰ্ব্বিত যুৱক। ডেকা তেজত 'মইমতীয়াহৈ পিতৃ' বাক্য উল্লংঘা কৰি শিশুপালহে কন্যাদান কৰিব খোজে। কৃষ্ণ বিদ্বেষৰ জুইকুৰা তেওঁৰ অন্তৰত দপদপকৈ জ্বলি আছে। তেওঁৰ মতে কৃষ্ণ অনাচাৰী গোবধী, মাতুল বধী, স্ত্ৰীবধী আদি ৰুক্মবীৰৰ দম্ভালি আৰু বীৰত্বৰ আস্ফা-লন সাৰশূন্য। কাৰণ ভগবানৰ ওচৰত তেওঁ কোন? এইবোৰ দম্ভালি নৰজিল। ভগৱানৰ ইচ্ছাহে পূৰণ হল।

কৃষ্ণ আৰু ৰুক্মিণীৰ উভয়ৰ মাজত যোগসূত্ৰ স্থাপন কৰি তেওঁ-লোকৰ অন্তৰত পৰস্পৰে পৰস্পৰক প্ৰাপ্তিৰ কাৰণে উৎকণ্ঠা জগোৱা কৰাৰ মূলতে হ'ল দুগৰাকী ভাট। কুণ্ডিলৰ পৰা অহা সুৰভি নামৰ ভাটে কৃষ্ণৰ আগত ৰুক্মিণীদেৱীৰ ৰূপ গুণাৱলী আৰু দ্বাৰিকা নিবাসী হৰিদাস নামৰ ভাটে ৰুক্মিণীৰ আগত কৃষ্ণৰ ৰূপ গুণাৱলী এনেকৈ ব্যাখ্যা কৰিলে যে উভ-য়েই উভয়ৰ চিত্ৰখন অন্তৰত ভাঁহি উঠিল। নহবনো কিয়? সুৰভি ভাট "কহল ভাট উপৰ তুলি হাত" অৰ্থাৎ বাহুদাম্ফিক দৃঢ় কৰি কলে আৰু হৰিদাস ভাটে "হৰিগুণ কহন নযায়" অৰ্থাৎ হৰিৰ গুণ কৈ শেষ কৰিব নোৱাৰি বুলি কোৱাত কথাটো গুৰুত্বপূৰ্ণ হল তাৰু গজগজীয়া হ'ল। তেওঁলোকে যি খিনি ব্যাখ্যা দিলে নহবৰ কথাই নহয়। তেওঁলোকৰ কথাত সন্তুষ্ট হৈ উভয়েই "বহুত প্ৰসাদ দেহ" বুলি পুৰস্কাৰ আগবঢ়াই বিদায় দিলে আৰু ঠিক পিচতে তেওঁলোকৰ প্ৰেম প্ৰীতি উৎকণ্ঠা বাঢ়িল। ভাট দুগৰাকী ৰূপ গুণাৱলী ব্যাখ্যাত নিপুন। তেওঁলোকেহে ঘটনাৰ আঁত ধৰা যেন লাগে। কাৰণ তেনেকৈ নকৰা হ'লে কাহিনী চুটি হলহেতেন অৰ্থাৎ শিশুপালে ৰুক্মিণীক লাভ কৰি বিষয় সংসাৰ পাতিলেহেতেন। গতিকে ঘটনাৰ ক্ৰম বিকাশ ভাট দুগৰাকীৰ পৰাহে

হল। ভাটিৰ সংস্কৃত শব্দ ভট্ট। ভট্টৰ পৰা ভাট যি ব্ৰাহ্মণে চাৰিখন বেদৰ যি কোনো এখন কণ্ঠস্থ কৰি আৰু মুখে মুখে আদ্যোপান্ত আবৃত্তি কৰিব পাৰে, তেৱেঁই ভট্ট উপাধি পাবৰ যোগ্য। দৰ্শন শাস্ত্ৰত পণ্ডিত অধ্যাপক স্তুতি পাঠক, কীৰ্ত্তন গান কৰোঁতা আদিয়েই ভাট। স্তুতি বা প্ৰশস্তি পাঠ কৰোঁতা হিচাবে ৰুক্মিণী হৰণৰ ভাট অত্যন্ত প্ৰশংসিত হৈছে

ৰুক্মিণীহৰণ নাটৰ ৰজাসকল ভয়াতুৰ আৰু কামাতুৰ। ৰুক্মিণী-লাভৰ কাৰণে যেতিয়া কুণ্ডিলৰ ৰাজসভাত শ্ৰীকৃষ্ণৰ প্ৰবেশ হ'ল, তেতিয়া তেওঁলোক ভয়ত পেপুৱা লাগিল। শ্ৰীকৃষ্ণৰ 'ত্ৰৈলোক্য চমৎকাৰ বীৰপ্ৰতাপ দেখিয়ে পৰম ভয় ভেল"। তেওঁলোকে কব ধৰিলে "আঃ ওহি কৃষ্ণক সঙ্গে যুদ্ধ কৰিতে শিশুপাল আশা কয়ে থিক। উনিকৰ সঙ্গে সবহি মৰব। আহে ৰাজাসব। উঠহ উঠহ। যাৱত যুদ্ধ নাহি হয়, আশু দেশে চলি যাও"। তেনেকুৱা উক্তি শুনি জৰাসন্ধ আচৰিত হ'ল আৰু নিজৰ সম্বিত ঘুৰাই আনি অথাৎ ধৈৰ্য্যধৰি সকলোকে "হামু বিদ্যামান থাকিতে কাহক ভয় থিক বুলি কৈ সান্ত্বনা আৰু নিভয় দিলে। শ্ৰীকৃষ্ণৰ সৰ্ব্বেশ্বৰত্ব আৰু চমৎকাৰ বীৰ প্ৰতাপ এই খিনিতে ফুটি উঠিছে। প্ৰতাপী বীৰ ৰজা সকলৰ শক্তি প্ৰভাৱ এই খিনিতে ম্লান পৰিছে। শিশুপালেও পৰম ৰূপগুণৱতী ৰুক্মিণীক পাবৰ অভিলাষ কৰি "শেনটো যেন হৈ আহি ফেচাটো হৈ উললি" যোৱাত নিজৰ দুৰ্ব্বলতাৰ পৰিচয় দিছে। ৰুক্মিণীক পোৱাৰ শেষ চেষ্টা কৰি কৃষ্ণৰ সৈতে যুজিও হলে নোৱাৰি 'ৰাজাসব ভঙ্গদিয়ে মৃতকল্প হুয়া পলাৱল"। শিশু-পালৰ কিৰিটিও কটিলে। ৰুক্মিণীৰ নৱযৌৱন ৰূপ দেখি ৰজাসকলে "দান্তে খেৰ কামুৰি" তেওঁলোকৰ কামোদ্ৰেক ভাৱ ফুটাই তুলি ৰুক্মিণীৰ সখীসকলৰ অৱজ্ঞাৰ পাত্ৰ হৈছে। জগতত দুটা বস্তুত মানুহ লঘু আৰু অৱজ্ঞাৰ পাত্ৰ হয়। সেই দুটা হ'ল কামিনী আৰু কাঞ্চন। এই দুটাৰ কাৰণেই মানুহ লঘু লাঞ্চনা অনকি প্ৰাণ বিসৰ্জ্জনো দিব লগা হয়। ভয়াতুৰ আৰু কামা-তুৰ হিচাবে ৰজাসকলক নাটক খনিত দেখা পোৱা যায়।

ৰুক্মিণীৰ সখীসকল উপযুক্ত গুণ সম্পন্না আৰু তেওঁৰ যথা আজ্ঞা তথা কাৰ্য্য বহন কাৰিণী নাৰী। ৰুক্মিণীৰ "ব্যক্তিগত সচিব" হিচাবে সখী-সকল কৃতকাৰ্য্য হৈছে। তেওঁৰ দুখত দুখিতা আৰু সুখত সুখ অনুভৱ কৰা দেখা গৈছে মূৰ্চ্ছিতা, বিহ্বলা আৰু অশান্ত ৰুক্মিণীক নানা কথাৰে সান্ত্বনা দিয়াত সমৰ্থ হৈছে। দ্বাৰকাৰ ভাটক পুৰস্কাৰ প্ৰদান কৰা, মূৰ্চ্ছিতা ৰুক্মিণীক আঙ্কোৱে বিঞ্চি আশ্বাস কৰা, বেদনিধি বাপুক নিমন্ত্ৰণ কৰি দৌত্য কাৰ্য্য কৰা আদি কৰ্য্যৰ সহায়িকা হিচাবে তেওঁলোকক আমি নাটত দেখা পাওঁ।

ৰুক্মিণীৰ কাৰণে, বা তেওঁৰ সুখ-সমৃদ্ধি লাভৰ কাৰণে সখীসকলৰ যি চেষ্টা, সেয়া প্ৰশংসনীয়। "স্ত্ৰিয়াশ্চৰিত্ৰং পুৰুষস্য ভাগ্যং দেবাঃ নজানন্তি কুতো মনুষ্যাঃ" বুলি এটি প্ৰবচন শাস্ত্ৰত আছে অৰ্থাৎ তিৰোতাৰ চৰিত্ৰৰ কথা আৰু পুৰুষৰ ভাগ্যৰ কথা দেৱতায়ো নাজানে, মানুহৰতো কথাই নাই। এই উক্তি থাকিলেও সকলোতে নাখাটে। ৰুক্মিণীৰ সখীত বিশ্বাস ঘাটকতা নাই। তেওঁলোকে ৰুক্মিণীৰ ভালৰ কাৰণে ত্যাগ স্বীকাৰ কৰিছে আৰু শেষলৈকে ৰুক্মিণীক সহায় কৰা দেখা গৈছে।

শ্ৰীকৃষ্ণ আৰু ৰুক্মিণীৰ বিবাহত ব্ৰহ্মাই নিজে স্ত্ৰুৱ ধৰি যজ্ঞত হোম কৰা, নাৰদ মুনিয়ে বিবাহ কাৰ্যত সহযোগ কৰা, ইন্দ্ৰই গোবিন্দ গুণ গোৱা, বাসুকীয়ে তাল ধৰা, মহেশে নৃত্য কৰা আদি কাৰ্য্যও উল্লেখযোগ্য। এৰা-সৱে অনিমন্ত্ৰিত হৈ আহিছিল। অকল সেয়ে নহয় কৃষ্ণৰ বিবাহলৈ সকলো দেৱতা, সকলো সৰ্প, সকলো ৰজা আহিছিল। নাটখনিত গুৰুৱে সূত্ৰধাৰৰ মুখেদি সকলো বেকত কৰিছে। ৰুক্মিণী এনেকুৱা ৰূপৱতী আছিল যে ব্ৰহ্মাই বিবাহৰ হোমত তেওঁৰ মুখ চন্দ্ৰিকা কৰিবলৈ গৈ "কাম মদন পীড়িতঃ" হৈ "মাটিলটি পৰল"। নাৰদ মুনিয়েহে হে পিতা "স্বস্থ হৱ স্বস্থ হৱ" বুলি "বোধ কৰাল" এইখিনিতে ব্ৰহ্মাৰ বামাতুৰ স্বভাৱটো ওলাই পৰিছে। এনেকৈয়ে আমি ৰুক্মিণী হৰণ নাটৰ চৰিত্ৰ সমূহৰ ভাৱ আৰু তাৎপৰ্য্য বৰ্ণনা কৰিব পাৰোহঁক। পাৰমাৰ্থিক ফালৰ পৰা কৃষ্ণ আৰু ৰুক্মিণীৰ পতি পত্নীৰ সম্পৰ্ক ভক্ত ভগৱানৰ সম্পৰ্ক বুলি কোৱাৰ কথা থল আছে। আনহাতে শ্ৰীকৃষ্ণক পৰমাত্মা, ৰুক্মিণীক জীৱাত্মা, ৰুক্মবীৰক দৰ্প অহঙ্কাৰ, ভীষ্মক ৰজাক জ্ঞান, ৰজা সকলক ইন্দ্ৰিয়ৰ প্ৰতীক হিচাবে নিৰীক্ষণ কৰিব পাৰি।

ৰুক্মিণী হৰণ নাটকখন শঙ্কৰদেৱে ভায়েক ৰামৰায়ৰ অনুৰোধ ক্ৰমে ১৫৬০ চনত (ডঃ মহেশ্বৰ নেওগৰ মতে) ৰচনা কৰে। নাটখনত শ্লোক সংখ্যা নান্দী অপিচ সহ তিৰাল্লিশটা, গীতৰ সংখ্যা নান্দী গীত আৰু প্ৰৱেশৰ গীতৰ সৈতে একত্ৰিশটা। ৰাগৰ সংখ্যা ষোলটা যেনে সুহাই, সিন্ধুৰা, ধনশ্ৰী, আশোৱাৰী শ্ৰী, শ্ৰীগান্ধাৰ, কানড়া, গৌৰী, অহিৰ, মাহুৰ, বেলোৱাৰ, নাটমল্লাৰ, তুড় ভাটিয়ালী, শাৰঙ্গ, কল্যাণ। তাল আঠখন যেনে এতালি, পৰিতাল, যতি, ৰূপক, বিষম, ধৰম যেতি, চুটকলা, খৰমান। ভটিমা চাৰিটা—প্ৰথমৰ এটা, ভাটৰ মুখৰ দুটা আৰু শেষৰ মুক্তি মঙ্গল ভটিমা এটা। ৰুক্মিণী হৰণ নাটৰ কথাবস্তুৰ আধাৰ মুখ্যতঃ শ্ৰীমদ্ভাগৱত গ্ৰন্থৰ এই আখ্যানভাগ মহাভাৰতৰ অন্তৰ্গত হৰিবংশ পুৰাণ, ব্ৰহ্মবৈবৰ্ত পুৰাণ আৰু অন্যান্যতো পোৱা যায়। কিন্তু গুৰুজনে মুখ্যতঃ ভাগৱতৰ পৰা আৰু নাটকৰ ক্ষুদ্ৰাংশ কিছুমান অন্যৰ পৰা লৈছে।

ভাগৱতৰ দশম স্কন্ধৰ ৫২, ৫৩, ৫৪ অধ্যায়ত ৰুক্মিণী হৰণৰ কাহিনীভাগ পোৱা হয়। ভাগৱতত বৰ্ণিত কাহিনীভাগ এনেকৈ বিদৰ্ভ দেশাধিপতি ভীষ্মকৰ ৰুক্মবীৰ প্ৰভৃতি পাঁচজন পুত্ৰ আৰু এগৰাকী অপূৰ্ব্ব লাবণ্যৱতী কন্যা আছিল, তেওঁৰ নাম হ'ল ৰুক্মিণী। এওঁ গৃহাগত লোকসকলৰ মুখে শ্ৰীকৃষ্ণৰ ৰূপ, গুণ, ঐশ্বৰ্য্য, বিভূতি আৰু প্ৰবল সামৰ্থ্যৰ বিষয় শুনি নিজৰ অনুৰূপ পতি বিবেচনা কৰি মনতে তেওঁক বৰণ কৰে। ইপিনে শ্ৰীকৃষ্ণয়ো সমাগত লোক সকলৰ মুখেদি অলোক সামান্য ৰূপ, শীল, গুণ, সৎস্বভাব সম্পন্না ৰুক্মিণীৰ কথা শুনি নিজৰ যোগ্য ভাৰ্য্যা বিবেচনা কৰি তেওঁক বিয়া কৰিবলৈ মনতে ভাবে। কিন্তু পিতাক ভীষ্মক আৰু অন্যান্য বন্ধুবৰ্গই কৃষ্ণৰ লগত ৰুক্মিণীক বিয়া দিয়াৰ সিদ্ধান্ত গ্ৰহণ কৰা শুনি কৃষ্ণ দেৱষী ৰুক্মী-কুমৰে তাত বাধা প্ৰদান কৰে আৰু চেদিৰাজ শিশুপালক ভগিনীৰ যোগ্য বৰ বিবেচনা কৰে। তাকে শুনি ৰুক্মিণীয়ে মৰ্ম্মান্তিক বেজাৰ পায় আৰু নিতান্ত কাতৰ হৃদয়ে কৃষ্ণ লাভৰ উপায় চিন্তা কৰি অৱশেষত এজন বিশ্বাসী ব্ৰাহ্মণক কৃষ্ণক আনিবৰ কাৰণে দ্বাৰকালৈ পঠাই দিয়ে। ব্ৰাহ্মণৰ আগমন দেখি ব্ৰহ্মণ্যদেৱ শ্ৰীকৃষ্ণই সমাদৰ কৰি যথাযোগ্য অৰ্চনাৰে, অভ্যৰ্থনাৰে তেওঁৰ বাতৰি আৰু অহাৰ কাৰণ সোধে। ব্ৰাহ্মণে ৰুক্মিণী কথিত আৰু নিবে-দিত বিষয়বোৰ কৃষ্ণৰ আগত উপস্থাপন কৰে। বিয়াৰ আগদিনা ভৱানী মন্দিৰলৈ যাওঁতে তেওঁক হৰণ কৰি নিবলৈ তেওঁ পৰামৰ্শ আগবঢ়ায় আৰু ৰুক্মিণীৰ কাতৰ বাক্যত কৃষ্ণই সম্মত হৈ দাৰুকক ৰথ সাজু কৰিবলৈ কয় আৰু সেইমতে ৰথত উঠি কৃষ্ণই পিচদিনা ৰাতিপুৱাতে বিদৰ্ভ নগৰত উপনীত হয়গৈ। যথা সময়ত নগৰত যাৱতীয় শুভকাৰ্য্য সম্পাদন কৰি ভীষ্মকে ব্ৰাহ্মণাদিক দক্ষিণা দি কন্যাৰ মাঙ্গলিক কাৰ্য্য কৰে। ইপিনে চেদি ৰাজৰ লগত ৰুক্মিণীৰ বিয়াৰ সকলো আয়োজন সম্পূৰ্ণ হৈছে। বিবাহ কাৰ্য্যৰ বেলিকা কৃষ্ণ, বলৰাম আৰু যদুবীৰসকল অহাৰ সন্দেহ কৰি ৰজা সকলে কৃষ্ণৰ বিপক্ষে যুদ্ধ কৰিবলৈ সিদ্ধান্ত কৰি থৈছে। কৃষ্ণক অকলে যোৱা দেখি বলৰামে সসৈন্যে তেওঁৰ সহায়ৰ কাৰণে পিচে পিচে যাত্ৰা কৰিলে। ভীষ্মক ৰজাই কৃষ্ণ বলৰামক যথাযোগ্য অভ্যৰ্থনা কৰিলে। ৰুক্মিণীয়ে সেই সময়লৈকে কৃষ্ণ অহাৰ বাতৰি নাপায় ব্যাকুল হৈছিল। পিচে হঠাতে শুভ লক্ষণসূচক অঙ্গ স্পন্দন হয় আৰু ঠিক পিচতে ব্ৰাহ্মণে আহি কৃষ্ণৰ আগমনৰ বাতৰি দিয়াত তেওঁ উৎফুল্লিত হয়। মাতৃতুল্য পৰিচাৰিকা সকল, সখীসকল আৰু কঁৱচবদ্ধ উদ্যতাস্ত্ৰ বীৰসকলৰ দ্বাৰা পৰিবেষ্টিত হৈ ৰুক্মিণী দেৱী অম্বিকালয়লৈ যাত্ৰা কৰে দেৱীৰ আশীৰ্ব্বাদ বিচাৰি। কৃষ্ণক পতি লাভৰ কাৰণে প্ৰাৰ্থনা জনাই উভতি আহোঁতে কৃষ্ণই ৰুক্মিণীক ৰথত তুলি হৰণ কৰিবলৈ যায়। সমবেত ক্ৰুদ্ধ ৰজাসকলে কৃষ্ণৰ বিপক্ষে যুদ্ধ কৰে।

দুয়োপক্ষৰ তুমুল যুদ্ধত ৰজাসকল পৰাজয় মানি নিজ দেশলৈ উলটি যায়। ৰুক্মিণী হৰণৰ বাতৰি পাই ৰুক্মবীৰ ক্ৰোধত অধীৰ হৈ প্ৰতিজ্ঞা কৰি কৃষ্ণৰ বিপক্ষে যুদ্ধ কৰে। কৃষ্ণৰ লগত প্ৰাণ টাকি যুঁজি ৰুক্মবীৰ নিৰস্ত্ৰ হৈ পৰে আৰু কৃষ্ণই প্ৰাণ সংহাৰ কৰিবলৈ উদ্যত হোৱাত ৰুক্মিণীৰ কাতৰ প্ৰাৰ্থনাত ৰুক্মবীৰৰ প্ৰাণ ৰক্ষা কৰে আৰু বলৰামৰ পৰামৰ্শক্ৰমে তেওঁক এৰি দিয়ে। পূৰ্ব্বৰ প্ৰতিজ্ঞা সুমৰণ কৰি ৰুক্মবীৰে সেই পৰাজয় স্থানতে ভোজকট নামে নগৰ নিৰ্ম্মাণ কৰি থকে। এইদৰে কৃষ্ণই ৰুক্মিণীক লাভ কৰাত বন্ধুবৰ্গ, ৰাজন্য বৰ্গ ৰাজকন্যাগণে আনন্দ প্ৰকাশ কৰিলে। দ্বাৰকাপুৰত বিবাহ মহোৎসৱ উৎযাপিত হ'ল। এইখিনিয়ে ৰুক্মিণী হৰণৰ থুলমূল কাহিনী।

ভাগৱতৰ দশম স্কন্ধৰ তিনিটা অধ্যায়ত ৰুক্মিণী হৰণ কাহিনীভাগ সমাপ্ত কৰা হৈছে বিষ্ণু পুৰাণৰ পঞ্চমাংশৰ চাব্বিশ অধ্যায়ত অতি সংক্ষিপ্তভাৱে উক্ত কাহিনীটো পোৱা যায়। বিষ্ণুপুৰাণৰ মতে বিদৰ্ভ দেশৰ মাজত কুণ্ডিন নামৰ ৰাজ্যত ভীষ্মক নামে এজন ৰজা আছিল। তেওঁৰ একমাত্ৰ পুত্ৰ ৰুক্মী আৰু একমাত্ৰ কন্যা আছিল ৰুক্মিণী। শ্ৰীকৃষ্ণ আৰু ৰুক্মিণী উভয়েই পৰস্পৰক পাবৰ কাৰণে অনুৰক্ত হয়। কিন্তু ৰুক্মিয়ে তাত বাধা দিয়ে। ভীষ্মকে জৰাসন্ধৰ লগত পৰামৰ্শ কৰি নিজৰ কন্যাক শিশুপালৰ হাতত দিবলৈ প্ৰতিশ্ৰুতিবদ্ধ হয় ইতিমধ্যে জৰাসন্ধ প্ৰভৃতি ৰজাসকল আৰু কৃষ্ণ বলৰাম প্ৰভৃতি যদুবীৰ সকল কুণ্ডিনত উপস্থিত হয়হি। ৰুক্মিণী বিবাহৰ আগদিনা ৰাম প্ৰভৃতি যদুবীৰ সকলৰ ওপৰত যুদ্ধৰ ভাৰ অৰ্পণ কৰি কৃষ্ণই ৰুক্মিণীক হৰণ কৰি লৈ যায়। ক্ৰোধত অধীৰ হৈ শিশুপাল, জৰাসন্ধাদিয়ে যুদ্ধ ঘোষণা কৰে আৰু তুমুল যুদ্ধৰ পিচত ৰামাদি যাদৱ বীৰৰ হাতত তেওঁলোক পৰাস্ত হয়। প্ৰাতজ্ঞাবদ্ধ ৰুক্মীয়ে কৃষ্ণৰ বিনাশ কাৰণে তেওঁৰ পিচে পিচে ধাবিত হয়। দুয়োৰে মাজত তুমুল ৰণ হ'ল আৰু অৱশেষত শ্ৰীকৃষ্ণই অৱলীলাক্ৰমে ৰুক্মীক বধ কৰিবৰ কাৰণে অস্ত্ৰ তুলি লয়। কিন্তু ৰুক্মিণীৰ প্ৰাৰ্থনাত তেওঁক এৰি দিয়ে। তেতিয়া ৰুক্মীৰ প্ৰতিজ্ঞা ব্যৰ্থ হোৱাত ভোজকট নামে ঠাইত নগৰ পাতি থাকিবলৈ লয়। কৃষ্ণই ৰুক্মিণীক ৰাক্ষস বিবাহ পদ্ধতিৰে হৰণ কৰিছিল। বিধি অনুসাৰে বিবাহ পাতি দ্বাৰকাত থাকে। এয়াই বিষ্ণু পুৰাণত থকা ৰুক্মিণী হৰণৰ কাহিনী।

ব্ৰহ্ম বৈৱৰ্ত্ত পুৰাণমতে বিদৰ্ভ দেশাধিপতি ভীষ্মকে সভাসদ বৰ্গক ৰুক্মিণীৰ যোগ্য বৰ বিচাৰি দিবলৈ কৈছে আৰু ৰজাৰ কথা শুনি ঋষি গৌতমৰ পুত্ৰ শতানন্দই সৰ্ব্বগুণধাম শ্ৰীকৃষ্ণক কন্যাদান কৰিবলৈ কোৱাত

ৰজাই তেওঁক প্ৰশংসা কৰি আলিঙ্গন কৰিছে। কিন্তু সেই সভাস্থিত ৰাজ-পুত্ৰ ৰুক্মীয়ে শতানন্দক বহুত বিকৰ্থনা কৰে আৰু কৃষ্ণক নিদি শিশুপালকে ৰুক্মিণীক দিবলৈ ৰজাক অনুৰোধ কৰে। ৰজাই পুৰোহিত সকলৰ সহিত গোপনে মিলিত হৈ আলোচনাক্ৰমে এজন অন্তৰঙ্গ ব্ৰাহ্মণক দ্বাৰকালৈ চিঠি দি পঠিয়ালে। তেওঁ সুধৰ্ম্মা সভাস্থিত ৰজা উগ্ৰসেনক মঙ্গল পত্ৰিকা দিয়েগৈ। ৰজাই আনন্দিত হৈ দুন্দুভি শব্দ কৰি চাৰিওফালে ঘোষণা কৰি দিলে। ইপিনে ভীষ্মকে চাৰিওফালে পত্ৰাদিও পঠালে। ইতিমধ্যে ৰজা সকল, কৃষ্ণ বলৰামাদি কুণ্ডিনত উপস্থিত হ'ল। কিন্তু কৃষ্ণ বিদ্বেষী ৰজা-সকলে বিশেষকৈ ৰুক্মী কুমৰে কৃষ্ণক নানা কদৰ্থনা কৰে। পিচত দুয়ো-পক্ষৰে যুদ্ধ হয়। বিপক্ষগণ পৰাস্ত হৈ পৃষ্ঠভঙ্গ দিয়ে পিচত কৃষ্ণ ৰুক্মি-ণীৰ বিবাহ হোম হয়। ইত্যাদি। ব্ৰহ্ম বৈবৰ্ত্ত পুৰাণৰ কাহিনী ভাগ দীঘলীয়া আৰু ভাগৱত পুৰাণ আৰু বিষ্ণু পুৰাণৰ লগত ভিন্ন দেখা যায়। ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ শ্ৰীকৃষ্ণ জন্ম খণ্ডৰ ১০৫, ১০৬, ১০৭, ১০৮, ১০৯ অধ্যায়ত ৰুক্মিণী হৰণৰ কাহিনীটো পোৱা যায়।

হৰিবংশ পুৰাণৰ বিষ্ণুপৰ্ব্বৰ সাতচল্লিশ অধ্যায়ৰ পৰা একাৱন্ন অধ্যা-য়লৈকে আৰু উনষাঠী অধ্যায়ত ৰুক্মিণী হৰণৰ কাহিনী আছে। ইয়াৰ কাহিনী ভাগ বাকীবোৰতকৈ বহুত ভিন্ন দেখা যায়। তদুপৰি কাহিনীটোও অতি দীঘলীয়া একাৱন্ন অধ্যায় পৰ্য্যন্ত উল্লেখ থকা কথাখিনিত কৃষ্ণই কুণ্ডি-নত ৰাজ সন্মিলন ৰুক্মিণীৰ স্বয়ম্বৰ সভা হ'ব বুলি শুনি বিনা নিমন্ত্ৰণে তাত উপস্থিত হয়। কৃষ্ণক যথাযোগ্য সন্মান, অতিথি সৎকাৰ কৰাৰ পিচত জৰাসন্ধ প্ৰভৃতি ৰজাসকলৰ কৃষ্ণৰ প্ৰভাৱ ব্যাখ্যাৰ আৰু শত্ৰুৰ বিৰোধীতা ব্যাখ্যা কৰা হৈছে। সেই একাৱন্ন অধ্যায়ত কৃষ্ণই পুনৰ দ্বাৰকা প্ৰত্যা গমন কৰে আৰু উনষাঠী অধ্যায়ত পুনৰ কুণ্ডিন যাত্ৰা কৰি ৰজাসকলৰ সমক্ষে ৰুক্মিণীক হৰণ কৰি আনে। ৰজা সকলৰ পৰাজয় আৰু কৃষ্ণ বিজয়ী হৈ দ্বাৰকাপুৰত ৰুক্মিণীৰ সৈতে সুখেৰে বাস কৰে। হৰিবংশ পুৰাণত থকা ৰুক্মিণী হৰণৰ কাহিনী থূলমূল ভাবে ইমানেই।

শঙ্কৰদেৱৰ ৰুক্মিণী হৰণ নাটখনত হৰিবংশ পুৰাণৰ কোনো প্ৰভাৱ পৰা দেখা নযায়। প্ৰধানকৈ ভাগৱতৰ কাহিনীকে গুৰুত্বে গ্ৰহণ কৰিছে আৰু অপ্ৰ-ধানভাৱে ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ আৰু বিষ্ণু পুৰাণৰ কিয়দংশ গ্ৰহণ কৰিছে। তদুপৰি নাটকীয় কৌশল ৰক্ষা কৰিবৰ কাৰণে, নাট্যকাৰৰ সহজাত প্ৰবৃত্তি ৰক্ষাৰ কাৰণে মাজে মাজে নাটখনিত নিজস্ব ৰচনা কৌশল বা কথাবস্তু হ্ৰস্ব দীৰ্ঘ তথা এৰা ধৰা নীতি গ্ৰহণ কৰা দেখা গৈছে। প্ৰসঙ্গক্ৰমে নিম্নস্থানত উদ্ধৃতি দিয়া হল।

ভাগৱতত শ্ৰীকৃষ্ণ আৰু ৰুক্মিণী উভয়েই "গৃহাগতৈগীয়মানাস্তং যেনে সদৃশং পতিম্" (ভাগৱত ১০/৫২/২৩) অৰ্থাৎ গৃহাগত হোৱা জনগণৰ মুখত শ্ৰীকৃষ্ণৰ (শ্ৰীকৃষ্ণয়া তেনেকৈ ৰুক্মিণীৰ কথা) ৰূপ সৌন্দৰ্য্যৰ কথা শুনি ৰুক্মিণীয়ে নিজৰ অনুৰূপ পতি বৰণ কৰি লৈছিল। কিন্তু নাটকত জনগণৰ ঠাইত কুণ্ডিন আৰু দ্বাৰকাৰ দুগৰাকী লোক সুৰভি আৰু হৰিদাস নামৰ ভাটৰ অৱতাৰণা কৰা হৈছে। দ্বাৰকাৰ ভাট জনক হৰিদাস নাম দিয়াৰ এটি নিতান্ত অৰ্থ আছে। দ্বাৰকাত হৰি ভগৱান আছে। গতিকে তেওঁৰ দাস্যালি কাম কৰা বা তেওঁৰ এজন দাস বা ভক্তৰ নিচিনা কাম কৰাৰ কাৰণে ভাটজনৰ নাম হৰিদাস ৰখাত কামে আৰু নামে সাৰ্থক হৈছে। সুৰভি ভাট আৰু হৰিদাস ভাট নাম দুটা গুৰুজনাই নিজে দি লোৱা নাম। কোনো গ্ৰন্থতে এই নাম পোৱা নাযায়।

ৰুক্মিণীৰ বিবাহ সম্বন্ধে ভাগৱতত "বন্ধূনাং ইচ্ছতাং দাতুং কৃষ্ণায় ভগিনীং নৃপ" (ভাগৱত ১০/৫২/২৫) বুলি কৈছে। ৰুক্মিণীক কৃষ্ণক প্ৰদান কৰাৰ ক্ষেত্ৰত নিজৰ বন্ধুবৰ্গৰ ইচ্ছাৰ ওপৰতে নিৰ্ভৰ কৰি ভাগৱতে কৈছে। কিন্তু নাটকখনিত গুৰুজনাই সেই প্ৰসঙ্গত ব্ৰহ্ম বৈবৰ্ত্ত পুৰাণৰ মত গ্ৰহণ কৰা দেখা যায়। এশ পাঁচ অধ্যায়ত সেই কাহিনী স্পষ্ট হৈছে। ভীষ্মক ৰজাই ৰুক্মিণীৰ কাৰণে এজন যোগ্য বৰ বিচাৰ কৰিবলৈ সভাসদ বৰ্গক অনুৰোধ কৰিছে। গৌতম ঋষিৰ পুত্ৰ শতানন্দৰ পৰামৰ্শক্ৰমে ৰজাই কৃষ্ণকে ৰুক্মিণীক প্ৰদান কৰাৰ সিদ্ধান্ত লয়। গুৰুজনাই এই অধ্যায়টোৰ সামান্য অংশ বাদ দি নাটখনিত ভীষ্মকৰ দ্বাৰাই কৃষ্ণক কন্যাদানৰ প্ৰস্তাৱ আগবঢ়াইছে। পাত্ৰমন্ত্ৰী সকলে তাকে সমৰ্থন কৰিছে। ভীষ্মক ৰজা আৰু পাত্ৰমন্ত্ৰী সকলৰ প্ৰবেশত নাটখন মধুৰ হৈছে। এইখিনি নাট্যকাৰ শঙ্কৰ গুৰুৰ নিজৰ কৌশল। বিষ্ণু পুৰাণৰ মতে ভীষ্মকে জৰাসন্ধৰ পৰামৰ্শানুসাৰে শিশুপালকহে ৰুক্মিণীক দিবলৈ সিদ্ধান্ত লৈছে। এই প্ৰসঙ্গত ৰুক্মিণী হৰণৰ ওপৰত ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ প্ৰভাৱ মন কৰিবলগীয়া।

ৰুক্মিণী দেৱীয়ে শ্ৰীকৃষ্ণৰ ওচৰলৈ প্ৰেমপত্ৰ লিখি সন্দেশ বাহক হিচাবে পঠোৱা ব্ৰাহ্মণ গৰাকী ভাগৱতৰ মতে "আপ্তং দ্বিজ" অৰ্থাৎ বিশ্বাসী ব্ৰাহ্মণ। কিন্তু শঙ্কৰ গুৰুৰ নাটৰ মতে তেওঁৰ নাম 'বেদনিধি'। ৰুক্মিণীৰ মহামিত্ৰ 'বেদনিধি' নামটোৰ সাৰ্থকতা আছে। কাৰণ বেদ মানে জ্ঞান আৰু নিধি মানে সাগৰ বা ভঁৰাল অৰ্থাৎ জ্ঞানৰ ভঁৰাল বা জ্ঞানৰ সাগৰ। বিষ্ণু পুৰাণৰ চাব্বিশ অধ্যায়ত পোন্ধৰটা শ্লোকেৰে ৰুক্মিণী হৰণ কাহিনীটো সমাপ্ত কৰা হৈছে। তাত কৃষ্ণৰ ওচৰলৈ দূত পঠোৱাৰ বিবৰণ নাই।

ব্ৰহ্ম বৈবৰ্ত্ত পুৰাণত এজন অন্তৰঙ্গ ব্ৰাহ্মণক দ্বাৰকালৈ পঠোৱাৰ কথা কৈছে। শঙ্কৰ গুৰুৰ ৰচিত ৰুক্মিণী হৰণ কাব্যত ৰুক্মিণীৰ ধাইমাক সুমালিনীৰ দ্বাৰাই বেদনিধিক মতাই অনা হৈছে। পদ ভাগৱততো অনন্ত কন্দলিয়ে সুমালিনী দ্বাৰা বেদনিধি বাপুক মাতি আনি শঙ্কৰ গুৰুৰ পথ অনুসৰণ কৰিছে। গতিকে বেদনিধি নামটো ৰুক্মিণী হৰণ কাব্য, নাট আৰু পদ ভাগৱতৰ বাহিৰে আনত পাবলৈ নাই।

ভাগৱতৰ ৰুক্মিণীয়ে বেদনিধিৰ হাতত কৃষ্ণৰ ওচৰলৈ মৌখিক সন্দেশ বাতৰি দি পঠাইছে। ভাগৱতৰ মতে "কৃষ্ণায় প্ৰাহিনোদ দূতম্" (ভাগৱত ১০/৫২/২৬) আৰু "তস্মৈ সৰ্ব্বমবৰ্ণয়ৎ" (ভাগৱত ১০/৫২/৩৬) অৰ্থাৎ কৃষ্ণৰ আগত ৰুক্মিণী কথিত সকলো কথা বৰ্ণনা কৰিলে। ৰুক্মিণী হৰণ কাব্যতো একেই কথা। কিন্তু অনন্ত কন্দলি ৰচিত পদ ভাগৱতত "প্ৰবন্ধিয়া পত্ৰ খান আপুনি লিখিল। মুদ্ৰা দিয়া তাক ব্ৰাহ্মণৰ হাতে দিল"। কীৰ্ত্তন ঘোষাৰ লীলা মালা অধ্যায়ত-"ৰুক্মিণী পঠাইলা গোপ্য প্ৰেম পত্ৰ লেখি। অতি সকৰুণ ভৈলা কৃষ্ণে তাক দেখি"। নাটকখনিত এখন দীঘলীয়া চিঠি আছে। চিঠিখনিতে ৰুক্মিণীৰ অন্তৰৰ ভাব প্ৰকাশ পাইছে। দৰ্শক সকলক চিঠিৰ বিষয় বস্তুটো শুনিবলৈ সুবিধা দিবলৈ শঙ্কৰ গুৰুৱে কৃষ্ণদেৱৰ দ্বাৰা কোৱাইছে "হে গুৰু! তোহো পাঠ কৰহ, হামো শুনিয়া ৰহো" চিঠিখন অতিশয় মৰ্ম্মস্পৰ্শী।

কুণ্ডিনলৈ যাত্ৰা কৰোঁতে শ্ৰীকৃষ্ণৰ ৰথত (ভাগৱতৰ মতে) দাৰুক, বেদনিধি আৰু শ্ৰীকৃষ্ণ আছে। কিন্তু নাটখনিত কৃষ্ণৰ লগত উদ্ধৱো গৈছে। ৰথৰ তীব্ৰ বেগত বেদনিধি মূৰ্চ্ছা যোৱা কথা ভাগৱতৰ মূল আৰু পদত নাই। কাব্যখনিত আৰু নাটখনিতহে পোৱা যায়। বোধহয় এৰাতিৰ ভিতৰতে অতি দূৰ দেশ কুণ্ডিন প্ৰাপ্তিৰ কথা বুজাবলৈ গৈ ৰথৰ তীব্ৰ গতিৰ সন্দৰ্ভত ব্ৰাহ্মণৰ মূৰ্চ্ছা যোৱা কথা বৰ্ণনা কৰা হৈছে। ব্ৰাহ্মণৰ মূৰ্চ্ছা যে ৰাত হাঁহিৰ খোৰাক যোগাইছে। সেই বাবেই হৰলা বহুতে বেদনিধিক সংস্কৃত নাটকৰ বিদূষকৰ লগত তুলনা কৰিব খোজে।

ভাগৱতৰ ৰুক্মিণীৰ লগত অম্বিকালয়লৈ যাওঁতে "সখীভিঃ পৰিবাৰিতা" (ভাগৱত ১০/৫৩/৪১) অৰ্থাৎ সখীসকলৰ সৈতে পৰিবেষ্টিতা হৈ গৈছিল। প্ৰথমাবস্থাত সখীৰ নাম গোন্ধেই নাই। ৰুক্মিণী হৰণ কাব্যত সুমালিনী নামৰ এগৰাকী ধাই মাকেহে তেওঁক সহায় কৰিছে। দেৱী মন্দিৰলৈ যাওঁতে "কন্যা সবে বেঢ়ি যায় পাৰয় উৰুলি" (ৰুক্মিণী হৰণ কাব্য ২৬২ পদ)। কিন্তু নাটখনিত ৰুক্মিণীৰ সখী দুগৰাকী মদন মঞ্জৰী আৰু লীলাৱতী। তেওঁলোকেই বেদনিধিক মাতি আনি দিছে, মন্দিৰলৈ লগত গৈছে আৰু তেওঁক

অন্যান্য দিশত পাৰ্শ্বমানে সহায় কৰিছে। সখী দুগৰাকীৰ নাম দুটাও শুকৰে নিজেই দি লোৱা। নাটকৰ বাহিৰে আন পুথিত তেনেকুৱা নাম পাবলৈ নাই। ভীষ্মকৰ ভাৰ্য্যা 'শশীপ্ৰভা' নামটোও শুকৰে সৃষ্টি।

ৰুক্মিণীৰ আগত বেদনিধি বাপুৱে ভগৱান শ্ৰীকৃষ্ণই বলৰাম সহ (সৈ:সন্য) কুণ্ডিন নগৰ প্ৰবেশৰ কথা কৈছে। এইটো ভাগৱতৰ মত। ৰুক্মিণী-হৰণ কাব্যৰ মতে "পশিলন্ত হৰি আসি কুণ্ডিন নগৰ" (পদ ২৪৮)। নাটৰ মতেও (শ্ৰীকৃষ্ণ) "অব ওহি নগৰ প্ৰবেশ কয়ল"।

ভাগৱতৰ মতে শ্ৰীকৃষ্ণই অকলশৰে কুণ্ডিন যাত্ৰা কৰা দেখি বিপদৰ আশঙ্কা কৰি বলৰাম আৰু যাদবগণে "ত্বৰিতং কুণ্ডিনং প্ৰগাৎ গজাশ্বৰথ পত্তিভিঃ" (ভাগৱত ১০/৫৩/২১) অৰ্থাৎ হাতী, ঘোৰা, ৰথ পদাতি সৈন্যেৰে সৈতে সোনকালে কুণ্ডিন নগৰ পালেগৈ। এই বাতৰিটো নাটত বেদনিধি বাপুৱে প্ৰকাশ কৰা নাই। বেদনিধিৰ মহৎ উপকাৰৰ প্ৰত্যপকাৰ হিচাবে ৰুক্মিণীয়ে কি দিব ভাবিছে। তেওঁ কৈছে "তোহাক কি প্ৰসাদ দেওঁ ?" তদুত্তৰত বাপুৱে কৈছে "হে মাতা! হামাৰ আশীৰ্ব্বাদ শ্ৰীকৃষ্ণ সহিত তোহাক সুসংগতি হোক। তব হামাৰ সকল প্ৰসাদ ভেল"। কাব্যখনতো একে কথা "তোহাক প্ৰসাদ মই কি দিবাৰ পাত্ৰ" তদুত্তৰত বাপুৱে কৈছে "ব্ৰাহ্মণে বোলন্ত মই কৰো আশী-ৰ্ব্বাদ। তোৰ ভাল ভৈলে মোৰ সকলে প্ৰসাদ"। কিন্তু ভাগৱতত "ন পশ্যন্তী ব্ৰাহ্মণায় প্ৰিয়মন্যৎননাম সা" (ভাগৱত ১০/৫৩/৩১) অথাৎ তেওঁ পুৰস্কাৰ প্ৰদান যোগ্য সামগ্ৰী নেদেখি মাত্ৰ প্ৰণাম কৰিলে।

শ্ৰীকৃষ্ণক লগত লৈ কুণ্ডিন নগৰ (বেদনিধিয়ে) নোপোৱালৈকে ৰুক্মিণীয়ে কৃষ্ণ লাভৰ কাৰণে যি উৎকণ্ঠা প্ৰকাশ কৰিছে, ৰুক্মবীৰ আৰু শিশুপালক যি গালি শপনি পাৰিছে সেইখিনি মূল ভাগৱতত নাই। ৰুক্মিণী হৰণ কাব্যত কিছু উল্লেখ আছে। নাটখনিত কৃষ্ণ বিৰহ বেদনা পুষ্ট সংলাপ আৰু গীত সমূহে ৰুক্মিণীৰ বেদনা চৰিত্ৰ অঙ্কন কৰিছে।

ভাগৱতৰ মতে ৰুক্মিণীক বিবাহ কৰিবলৈ অহা সময়লৈকে শিশুপাল চেদিপতি হোৱা নাই অৰ্থাৎ ৰজা হোৱা নাই। তাত কৈছে "এবং চেদিপতি ৰাজা দমঘোষঃ সুতায় বৈ। কাৰয়ামস মন্ত্ৰজ্ঞৈ: সৰ্ব্বমভ্যুদয়োচিতম্" (ভাগৱত ১০/৫৩/১৪) অৰ্থাৎ এইকালে চেদিপতি ৰজা দমঘোষে নিজৰ পুত্ৰ শিশুপালৰ অভ্যুদয়ৰ কাৰণে প্ৰয়োজনীয় যাৱতীয় শুভকাৰ্য্য মন্ত্ৰজ্ঞ ব্ৰাহ্মণসকলৰ দ্বাৰা সম্পাদন কৰালে। কিন্তু নাটখনত শিশুপালক এজন ৰজা হিচাবে দেখুউৱা হৈছে। শিশুপালৰ প্ৰবেশ গীতত শুকৰে কৈছে আৰেৰাজসিংহ শিশুপাল। হাতে

তীৰ ধনু বীৰ বিশাল" ইত্যাদি। কাব্যখনতো 'যাঞ বুলি মহাৰাজা বীৰ শিশুপাল" বুলি কৈছে।

ভাগৱতৰ মতে শিশুপালৰ হাতত ৰুক্মিণীক নিৰাপদে প্ৰদান কৰাৰ অভিলাষেৰে তেওঁক সহায় কৰিবলৈ দৰাপক্ষৰ শাল্ব, জৰাসন্ধ, দন্তবক্ৰ, বিদূৰথ, পৌণ্ড্ৰক আদি কৃষ্ণ দেৱষী ৰজা সকল কুণ্ডিনলৈ আহে। শ্ৰীকৃষ্ণ তেতিয়া পৃথিবীৰ ভিতৰত মহাবলশালী প্ৰভাৱসম্পন্ন বীৰ আছিল। গতিকে তেওঁলৈ সকলোৱে বৰ ভয় কৰিছিল। ভাগৱতত ৰজা সকলে শিশুপালক ৰক্ষা কৰিবলৈ যি মন্ত্ৰণা কৰি আছিল, সেই ইঙ্গিত নাটখনত নাই। নাটৰ মতে তেওঁলোকে যেন ৰুক্মিণী দেৱীৰ স্বয়ম্বৰ চাবলৈহে আহিল বা তেওঁক প্ৰাপ্তিৰ কামনাৰেহে আহিল। ভাগৱতৰ ৰুক্মিণীয়ে অম্বিকা পূজনৰ বাবে মন্দিৰলৈ গৈ উলটি আহোতে কৃষ্ণই তেওঁক হৰণ কৰি নিছিল। বিপক্ষ ৰজা সকল ভেবা লাগি থাকিল। সেই সময়ত ৰাজ সভা বহা নাছিল। কিন্তু নাটকত বিবাহ মণ্ডপ বা ৰাজ সভাত ৰজাসকল বহি আছে। সেই সময়তে এটি গীতৰ অৱতাৰণা কৰা হৈছে "মধাই আৱত আনন্দ মনে"। কৃষ্ণই ৰাজ সভাত বহিলত ৰজাসকলৰ প্ৰভাৱ ম্লান হৈ পৰে। পৰস্পৰে আলোচনা কৰি কিছুমান ৰজা সভাকক্ষ ত্যাগ কৰি যাবলৈ উদ্যত হয়। কিন্তু জৰাসন্ধৰ মধ্যস্থতাত সকলো ৰজাই "অন্তৰ্গত ভয়ে হেঠমাথ কয়ে ৰহল।" তাৰ পিচতে ৰুক্মিণীয়ে "কৃষ্ণ দৰশন নিমিত্ত পৰম আকুলচিত্তে লীলা গতি কৰিয়ে ৰাজসভা সমীপে চলল"। সেই প্ৰসঙ্গতে এটি গীতৰ অৱতাৰণা কৰা হৈছে "চান্দমুখী পেখিতে মধাই"।

ভাগৱতৰ মতে অম্বিকা পূজা কৰি উভটি আহোতে ৰথৰ ওপৰত, হাতীৰ ওপৰত, ঘোৰাৰ ওপৰত উঠি থকা ৰজাসকলে ৰুক্মিণীৰ লাৱণ্যময়ী কান্তি দেখি স্ববাহনৰ পৰা অস্ত্ৰ শস্ত্ৰ ত্যাগ কৰি মূৰ্চ্ছিত হৈ মাটিত হৈ বাগৰি পৰে। কিন্তু নাটকত ৰাজসভাৰ আসনৰ পৰা "ঢলি ঢলি পৰল"। কেৱল সেয়ে নহয় ৰজাসকলে 'বিহ্বল ভাৱে কেহো কৰযোৰি বোলয়ে লাগল" ৰজা-সকলে নিজ নিজ অভিমত প্ৰকাশ কৰি নিজ পক্ষৰ সমৰ্থনত "চৰণক দাস ভেলো", "কামবানে ফুটি প্ৰাণ চুটি যায়" হাতে পৰশি হামাক জীয়াৱ', "সব মহাদৈক দাসী কৰি দেৱব", "মদনেমন মৰ্দ্দয়ো, ইত্যাদি কামৰঞ্জিত আৰু জুগুপ্সা ব্যঞ্জক উক্তি কৰিছে। এনে উক্তি ভাগৱতত নাই। তদুপৰি ৰজা সকলৰ এনে বীভৎস ভাৱনা দেখি ৰুক্মিণীৰ সখী সকলে ৰজা সকলক যি নগুৰ শাস্তি কৰিছে সেয়াও নাটৰ বাহিৰে মূল ভাগৱতত পাবলৈ নাই। কিন্তু অনন্ত কন্দলি ৰচিত পদ ভাগৱতত শঙ্কৰ দেৱৰ পথকে অনুশৰণ কৰা দেখা যায়। ৰুক্মিণী হৰণ কাব্যখনতো একে কথা।

ভাগৱতত ৰুক্মিণী হৰণৰ পিচত যাদৱ সৈন্য সকলেই ৰজাসকলক পৰাজয় কৰে। কৃষ্ণই তেতিয়া ধনুৰ্ব্বাণ গ্ৰহণ কৰা নাই। শিশুপালেও "হৃতদাৰমিবাতুৰং", "নষ্ট ত্বিষং গতোৎসাহং" অৰ্থাৎ ভাৰ্য্যা হৰণত আতুৰ বা ব্যাকুল, নিস্তেজ আৰু উৎসাহশূণ্য। জৰাসন্ধৰ বুজনিত তেওঁ নিজ ৰাজ্যলৈ উভটি গ'ল। কিন্তু নাটত কৃষ্ণই অকলেই ৰজাসকলৰ লগত যুঁজিছে। যাদৱ সৈন্য নাই। শিশুপালে নিজকে তিৰস্কাৰ কৰিছে আৰু কৃষ্ণৰ সৈতে যুঁজিছে। সেই প্ৰসঙ্গতে গীতত অৱতাৰণা কৰা হৈছে "বীৰ শিশুপালক, কাটল কিৰিটি," পালটি পলাৱল খাপীৰে"।

ভাগৱতৰ মতে যেতিয়া ভগৱান শ্ৰীকৃষ্ণৰ প্ৰবল পৰাক্ৰমত ৰুক্মবীৰ নিৰস্ত্ৰ হৈ পৰে (যৎযদায়ুধমাদত্ত তৎ সৰ্ব্বং সোঽচ্ছিনদ্ধৰিঃ ভাগৱত ১০/৫৪/২৯) তেতিয়া তেওঁ খড়্গৰ ভমকত খড়্গ ধাৰণ কৰি ৰথৰ পৰা অৱতৰণ হৈ কৃষ্ণক বধ কৰিবৰ কাৰণে ধাৱিত হয়। কিন্তু কৃষ্ণই তৎক্ষণাৎ তাৰ হস্তধৃত খড়্গ ছেদন কৰে ৰুক্মী বধ কৰিবৰ মানসে উদ্যত হয়। এইখিনিতে নাটকত কিছু ব্যৱধান দেখা যায়। কৃষ্ণ ৰুক্মবীৰৰ যুদ্ধৰ গীতত কৈছে—

হাতে মুঠি ধৰি ৰুক্মী কুমাৰ।
কৃষ্ণক হৃদয়ে কয়ল প্ৰহাৰ ॥
তাহে প্ৰহাৰে হাসি যদুনাথে।
ধৰল কেশ কেশৱ বাম হাতে ॥
ঘণ্টা লাৰি ঘাৰ কৰয় মোড়।
ৰুক্মী হৃদয়ে মাৰল গোড় ॥
পাই চোত বৰ মুৰুচিত বীৰ।
কৃষ্ণ ধৰল খাণ্ডা ছেদিতে শিৰ ॥

বলভদ্ৰই ৰুক্মবীৰক কৃষ্ণৰ দ্বাৰা নানা নিৰ্য্যাতন কৰা দেখি দুখীত হৈ কৃষ্ণক এই কাৰ্য্য অন্যায় বুলি কয় আৰু ৰুক্মিণীক সান্ত্বনা কৰে। নাটত এইখিনি পাবলৈ নাই।

ৰুক্মবীৰক পৰাজিত কৰি ৰুক্মিণীক সঙ্গত লৈ কৃষ্ণই দ্বাৰকাপুৰ পাই বিধিৰতে ৰুক্মিণীৰ পাণি গ্ৰহণ কৰে। পুৰবাসী সকল আনন্দিত হয়। এই খিনি ভাগৱতত কৈছে। কিন্তু নাটত "সোহি সময়ে ব্ৰহ্মা নাৰদ পুত্ৰ সহিত বিবাহক হোম কৰিতে বৈচে মিলল"। কেৱল সেয়ে নহয় "ৰাজা ভীষ্মক স্বহস্তে কৃষ্ণক কন্যাদান কৰিতে আৰল"। মুখ চন্দ্ৰিকা কৰিবলৈ লওঁতে ৰুক্মিণীৰ কান্তি দেখি "ব্ৰহ্মা মাটি লুটি পৰল। নাৰদ মুনি ধৰি বোধ কৰাৱল" ইন্দ্ৰই কৃষ্ণ গীত গোৱা, বাসুকীয়ে তালধৰা, মহাদেৱে নচা, সিদ্ধসকলে কুসুম

ধৰ্ষণ কৰা আদি কাৰ্য্যও নাটৰহে এইখিনি নাট্যকাৰ গৰাকীৰ নিজস্ব কৌশল।

ভাগৱতত কৃষ্ণ ৰুক্মিণীৰ বিবাহতে কাহিনী ভাগ সমাপ্ত কৰা হৈছে। কিন্তু নাটত শেষলৈকে কৃষ্ণ ভক্তি প্ৰচাৰৰ কাৰণে নাট্যকাৰ গুৰুজনাই নানা কৌশল অৱলম্বন কৰি ভক্তি ৰসেৰে মোখনি মাৰিছে। ইয়াকে "মধুৰেণ সমাপয়েৎ" বুলি কব পাৰি। গীতৰাগ কল্যাণ, খৰমান তালত "কৰত বিহাৰ কৰত বিহাৰ মুৰাৰু" গীত আৰু মুক্তি মঙ্গল ভটিমাটোত কাহিনী সমাপণ আৰু ভক্তিৰস পুষ্ট হৈছে। সংক্ষেপতে ভাগৱত পুৰাণ আৰু নাটৰ মাজৰ ব্যৱধান সমূহ এনেকৈয়ে দেখুৱাব পাৰি।

## (২৮—ক) ৰুক্মিণী হৰণ নাটৰ নামকৰণ ঃ—

শ্ৰীমন্ত গৰুজনাই ৰচনা কৰা ছখন নাটৰ ভিতৰত "ৰুক্মিণী হৰণ" নাটখন চতুৰ্থ ভাগত পৰে। এই নাটখনৰ নাম "ৰুক্মিণী হৰণ" কিয় দিলে, তাৰো তৎপৰ্য্য নিশ্চয় আছে। ৰুক্মিণী হৰণৰ কাহিনী ভাগ ভাগৱতৰ অন্যান্য কাহিনীৰ লগৰ আনুক্ৰমিক কাহিনীহে। ভাগৱতত ই প্ৰধান কাহিনী হিচাবে বৰ্ত্তি থকা নাই। কিন্তু গুৰুজনাই ইয়াক সুকীয়াকৈ নাটক হিচাবে কিয় লিখিলে তাক বিচাৰ কৰি চোৱাৰ প্ৰয়োজন আছে। আমি ভবামতে নাট খনৰ নাম "ৰুক্মিণী হৰণ" নিদি ( ৰামবিজয়ৰ দৰে ) কৃষ্ণ বিজয়, ৰুক্মিণীৰ বাঞ্ছা পূৰণ, ৰজাৰ পৰাজয়, ৰুক্মিণীৰ স্বয়ম্বৰ বা বিবাহ, ৰুক্মি পৰাভৱ আদি নামো দিব পাৰিলেহেতেন। বিশেষকৈ "কৃষ্ণ বিজয়" নামটোৱেই বেছি প্ৰশস্ত আছিল। কাৰণ বিপক্ষ বীৰ ৰজা সকলৰ সমুখৰ পৰা পৰাক্ৰম কৰি ৰুক্মিণীক ধৰি লৈ গৈ পিচত যুদ্ধত সকলোকে পৰাজয় কৰা, ৰুক্মবীৰৰ আক্ৰমণ প্ৰতিহিত কৰা আদি কাৰ্য্যই "কৃষ্ণ বিজয়" নামটোত সাৰ্থকতা নিশ্চয় প্ৰতিবাদন কৰিব পৰা থল আছে। ৰুক্মিণী হৰণ মানেই ৰুক্মিণীক ধৰি লৈ যোৱা বা পলুৱাই লৈ যোৱা। সাধাৰণতে গাওঁ বিলাকত কিছুমান অভদ্ৰ যুৱকে ছোৱালী পলুৱাই নিয়া বা চুৰ কৰি নিয়া ঘটনা সংঘটিত কৰে। সেই সংক্ৰান্তত আৰক্ষী সকলৰ হাতত চোৰ গৰাকীয়ে কৰায়ত্ত হৈ নানা নিৰ্য্যাতনো ভোগে। সেইজনক "ছোৱালী চোৰ" বুলি বহুতে বিদ্ৰূপ কৰাও দেখা যায় আৰু সকলোৰে নিন্দাৰ পাত্ৰও হয়। পৰ যুৱতী ধৰি লৈ যোৱা বা পৰস্ত্ৰী হৰণ মহাপাপ আৰু নিন্দনীয়। বিশেষকৈ আনলৈ আগবঢ়াই থোৱা এগৰাকী কন্যা আন এজনে ধৰি লৈ যোৱাৰ পিচত আশাপালি থকা জনৰ কেনেকুৱা অৱস্থা হয়, সেই কথা ভুক্তভোগীয়েহে জানে। ৰুক্মিণীৰ কাৰণে আশা পালি থকা

বিশিষ্ট আমন্ত্ৰিত দৰা শিশুপালে তেওঁৰ কাৰণে আগবঢ়াই থোৱা ভুবনমোহিনী ৰুক্মিণীক তেওঁৰ চকুৰ আগতে কৃষ্ণই ধৰি লৈ যোৱাত কিমান বেজাৰ পাইছিল, কেই কথা তেওঁ স্পষ্টাক্ষৰে কৈছিল "আঃ হামাৰ জীৱন ধিক ধিক। হামো বিদ্যমান থাকিতে হামাৰ বিবাহক কন্যা কোথাক যাদবে নিয়া যায়" ইত্যাদি। কৃষ্ণক "ছোৱালী চোৰ" বুলি কোৱাৰ থল আছে। কাৰণ তেওঁ অনিমন্ত্ৰিত ব্যক্তি। তেওঁক ৰজা ভীষ্মকে বা ৰুক্মবীৰ আদিয়ে নিমন্ত্ৰণ কৰা নাছিল। ৰুক্মিণীয়ে প্ৰেম পত্ৰ লিখি মাতি অনাটো বেলেগ কথা। সেইটো ধৰ্ত্তব্য নহয়। তেনেকুৱা অনিমন্ত্ৰিত ব্যক্তি এজনে আনৰ মুখৰ আগৰ পৰা আনৰ কন্যা গৰাকী ধৰি লৈ যোৱাটো পাপৰ কথা আৰু তেওঁক "ছোৱালী-চোৰ" বুলি কলে দোষ নহয়। এনেকৈ বিচাৰ কৰি চোৱাৰ পিচত আনহাতে আমি "ৰুক্মিণী হৰণ" নামকৰণৰ সন্দৰ্ভত শুদ্ধ বা বৈধ বুলি কৰলৈ সম্পূৰ্ণ থল আছে। অন্তৰঙ্গ নিৰীক্ষণ কৰিলে (কৃষ্ণৰ সকলো কাৰ্য্যতে পাৰমাৰ্থিক ৰহস্য আছে দেখা যায় যে কৃষ্ণ জগতৰ পৰমেশ্বৰ। তেওঁ সৰ্ব্বময় কৰ্ত্তা হোৱাৰ কাৰণে তেওঁ নিমন্ত্ৰিত আৰু অনিমন্ত্ৰিতৰ প্ৰশ্ন নুঠে। সৰ্ব্বত্ৰ বিচৰণ কৰিব পৰা সামৰ্থ্য তথা সৰ্ব্বজগৎ অধীনস্থ হোৱাৰ কাৰণে কৃষ্ণই ৰুক্মিণী হৰণ কৰিব পাৰিছিল। কৃষ্ণ যে পৃথিৱীৰ ভিতৰত এগৰাকী শক্তিশালী তথা তেজস্বী পুৰুষ আছিল তাৰ প্ৰমাণ—

একলক্ষ ৰাজা বসি আছে চতুৰ্ভিতি।
ম্লান ভৈল মুখ দেখি কৃষ্ণৰ দীপিতি ॥
মাধৱৰ তেজে সবাহাকে ধৰষিলা।
শত্ৰু মিত্ৰে একো বুলিবাক নপাৰিলা ॥

ৰুক্মিণী হৰণ কাব্য—২২৮

ৰুক্মিণী হৰণ নাটতো শ্ৰীকৃষ্ণ "যৈচন নক্ষত্ৰ মাজে পূৰ্ণিমাক চান্দ পৰকাশ কয় থিক। শ্ৰীকৃষ্ণক ৰূপ সম্পত্তিক দেখিয়ে সবলোক ভুলল" ইত্যাদি।

নাটখনৰ নামকৰণ 'ৰুক্মিণী হৰণ" কৰাৰ কাৰণ পূৰ্ব্বোক্ত প্ৰকাৰৰ হলেও আনহাতে দেখা যায় যে ভগবান শ্ৰীকৃষ্ণৰ মহিমামণ্ডিত ঐশী শক্তিৰ ওচৰত বিবাহোপলক্ষ্যে অহা জৰাসন্ধাদি নৃপতি সকলৰ যি লটি ঘটি, তাৰ পৰাই কিছু কথা ধৰি ল'ব পাৰি। উদাহৰণ স্বৰূপে জৰাসন্ধ, শিশুপাল আদি ভব্য গব্য মহানুভব পৰাক্ৰমী ৰজাসকলে অনিন্দ্য সুন্দৰী ৰাজকন্যাৰ কাৰণে নিজৰ স্বৰূপ উদঙাই দেখুৱাই, নিজৰ নিজত্ব হেৰুৱাই ৰজাৰ আদৰ কায়দা গৌৰৱক ভৰিৰে মোহাৰি প্ৰত্যেকেই

নিজক বহিবলৈ ৰুক্মিণীক কাতৰ কৰাটো কিমান অমাৰ্জ্জিত তথা লজ্জাজনক থাক সেয়া নকলেও হব। "ছোৱালী চোৰ" গৰাকী হ'লে নিৰ্ব্বিকাৰ। মূল ভাগৱতত যদিও ৰজাসকলৰ কাতুৰ্ব্বাদ প্ৰবচন নাই, তথাপিতো "ব্ৰীড়াৱলোকহৃত চেতস উজ্ঝিতাস্ত্ৰাঃ", পেতুঃ ক্ষিতৌ গজ ৰথাশ্বগতা বিমূঢ়া" ( ভাগৱত ১০/৫৩/৫৩,৫৪ ) অৰ্থাৎ হাতীৰ পিঠিত, ৰথৰ ওপৰত আৰু অশ্বাৰোহন কৰা অবস্থাত যিবিলাক ৰজা আছিল, তেওঁলোকে ৰুক্মিণীৰ ৰূপ গুণ দেখি তাৰ পৰা অস্ত্ৰ শস্ত্ৰ ত্যাগ কৰি মূৰ্চ্ছিত হৈ মাটিত বাগৰি পৰিল ইত্যাদি কথা পোৱা যায়। ইয়াৰ পৰা অনুমান কৰিব পাৰি যে ভগৱান্ কৃষ্ণৰ আগত ৰজাসকল সামান্য কীট পতঙ্গৰ দৰে। তেওঁৰে সেইবোৰ সামান্য অংশভূত প্ৰাণী। মানুহে পুতলাবোৰত সূত্ৰ লগাই নচুৱাই দৰ্শকক আনন্দ দিয়াৰ দৰেই ভগৱানে নিজৰ অধীন জীৱ বিলাককো তেনেকৈ মায়াৰ দোলেৰে নচুৱাই ৰং চাইছে। তেওঁলোকে কবই নোৱাৰে যে আমি মায়াৰ অধীন। শঙ্কৰদেৱে দৰ্শক সকলক ভগৱান কৃষ্ণৰ সৰ্ব্বময় কৰ্ত্তা তথা তেওঁৰ নিয়ন্ত্ৰণতে সকলো জীৱ পদাৰ্থ পৰিচালিত হোৱাৰ কথা দেখুৱাবৰ কাৰণে বাহ্যিক ভাৱে ৰজাসকলৰ মুখেদি ৰুক্মিণী লাভৰ কাৰণে নানা ভাৱৰ কাতুৰ্ব্বাদ কৰাইছে তথা ভগৱানতকৈ সেইবোৰ প্ৰাণী ইতৰ বুলি দেখুৱাইছে। ৰুক্মিণীক কৃষ্ণই হৰণ কৰি নিব বুলি জানিও ৰজাসকলে কৃষ্ণক কোনো ক্ষেত্ৰতে বাধা দিব নোৱাৰিলে। তাৰ পৰাও কৃষ্ণ সৰ্ব্বাধিনায়কত্ব প্ৰমাণ সাব্যস্ত হৈছে। সেই হেতুকে ৰুক্মিণী হৰণ নাটৰ নামৰকণ সুচিহ্নিত বুলি প্ৰমাণিত হৈছে।

আন প্ৰকাৰে সেই কালত কন্যাদান আৰু কন্যাৰ পাণি গ্ৰহণ এটি প্ৰশস্ত কাৰ্য্য বুলি বিবেচিত হৈছিল। নহলেনো এগৰাকী ৰাজ কন্যাৰ কাৰণে লক্ষ ৰাজা আহিব কিয়? আমাৰ অসমীয়া ভাষত এটি খণ্ড বাক্য আছে বোলে "চন্দা এটা বোন্দা পোন্ধৰটা"। ঠিক একমাত্ৰ ৰুক্মিণীৰ কাৰণে জৰাসন্ধাদি ৰজাসকলে আশা কৰি থকাও তথৈৱচ। শ্ৰীকৃষ্ণই ৰুক্মিণীক হৰণ কৰি নিয়াত পৃথিৱীৰ ৰাজন্যবৰ্গ (জৰাসন্ধাদিৰ বাহিৰে) আৰু ৰাজকন্যা সকলে আচৰিত আৰু আনন্দ প্ৰকাশ কৰিছিল। ভাগৱতত কৈছে —

ৰুক্মিণ্যাহৰণং কৃত্বা গীয়মানং ততস্ততঃ।
ৰাজানো ৰাজকন্যাশ্চ বভুবুঃ ভৃশবিস্মিতাঃ ॥

ভাগৱত ১০/৫৪/৫৯

ৰুক্মিণী হৰণ নাটতো কৈছে "হৰিক বিবাহ কথা জানিয়ে জগতক যতলোক কৌতুকে দ্বাৰকাপুৰ ভৱন আসিয়া" আৰু বিবাহৰ কাৰণে অহা দেৱতাসকলক আৰু পৃথিবীৰ ৰজাসকলক কৃষ্ণই খুৱন ধুৱন কৰা কথাও কৈছে "তদনন্তৰ ব্ৰহ্মা, ৰুদ্ৰ, ইন্দ্ৰ আদি যত দেৱতা, পাতালক বাসুকি প্ৰভৃতি যত নাগ, পৃথিবীক যত ৰাজা সবাকো সাদৰে শ্ৰীকৃষ্ণ গন্ধ চন্দনে, পুষ্প তাম্বুল বস্ত্ৰ অলঙ্কাৰে পৰম সন্তুষ্ট কৰাৱল। অতঃপৰ পৰম কৌতুকে ত্ৰৈলোক্যৰ লোকে জয় কৃষ্ণ জয় কৃষ্ণ ঘুষিয়ে সমাজ ভাঙ্গি কহো স্বকী স্বকী স্থানে চলিতে অন্যোঅন্যে কৃষ্ণক আশ্চৰ্য্য গুণ মহিমা কীৰ্ত্তন কয় কহো দশোদিশে গেল" ইত্যাদি।

## (২৮—খ)—ৰুক্মিণী হৰণৰ বাহ্যদৃষ্টি ঃ—

মহাপুৰুষ শঙ্কৰদেৱে ৰুক্মিণী হৰণ নাটৰ ঘটনাৰ ক্ৰম আৰু কাহিনীৰ বিকাশত ভাগৱতৰ কথাকে অনুসৰণ কৰিলেও নাটকীয় কাহিনীত স্থান বিশেষে নিজৰ চিন্তা শক্তি আৰু কল্পনাৰ বহল সমাৰ উদ্ধৃতি পূৰ্ব্বতে দি অহা হৈছে। ভাগৱতত বৰ্ণিত কাহিনীৰ নিৰ্দ্দিষ্ট সীমাৰেখাৰ ভিতৰতে থাকি বা ভাগৱতৰ মৌলিকতা বাস্তৱত পৰিণত কৰি অতিৰিক্ত কিছুমান বৰ্ণনাত অসমীয়া জাতীয় জীৱনৰ সজীৱ চিত্ৰ এখন বিকশিত কৰা দেখা গৈছে। বিশেষকৈ কৃষ্ণ ৰুক্মিণীৰ মাজত ৰাক্ষস বিবাহ (ৰাক্ষসেন বিধানেন উপয়েমে ইতি শ্ৰুতম্ ভাগৱত—১০/৫২/১৮) সম্পন্ন হৈছিল। ব্ৰাহ্ম, দৈব, আৰ্য, প্ৰাজাপত্য, আসুৰ, গান্ধৰ্ব্ব ৰাক্ষস আৰু পৈশাচ ভেদে বিবাহ আঠ প্ৰকাৰ বুলি কথিত (বিষ্ণু পুৰাণ ৩/১০/২৫)। ৰাক্ষস বিবাহৰ লক্ষণ হ'ল—

হত্বা ছিত্বাচ ভিত্বাচ ক্ৰোশন্তীং ৰুদতীং গৃহাৎ।
প্ৰসহ্য কন্যাহৰং ৰাক্ষসো বিধিৰুচ্যতে ॥

মনুসংহিতা ৩/৩৩।

অৰ্থাৎ—কন্যাপক্ষ প্ৰতিকূল হলে, সেই পক্ষক হত্যা কৰি, ছেদন কৰি, তেওঁলোকৰ গৃহ ভেদ কৰি ৰোৰুদ্যমান কন্যাক বল পূৰ্ব্বক হৰণ কৰি যি বিবাহ কৰা যায়, তাকে ৰাক্ষস বিবাহ বোলে।

কৃষ্ণ আৰু ৰুক্মিনীৰ মাজত ৰাক্ষস বিবাহ কাৰ্য্য সম্পন্ন হোৱা সত্বেও অসমীয়া বিবাহ বিধিত হোম কাৰ্য্য অপৰিহাৰ্য্য হোৱাৰ কাৰণে উক্ত বাপতি সাহোন কৰ্ম্ম ফেৰা নাটকত অসমীয়া ৰীতিৰে দেখুউৱা হৈছে। আকৌ "পৰম মঙ্গল বাদ্য ভণ্ডে" "বৰ-কন্যাক হাত এক ঠাম কৰিয়ে, "সুন্দৰী স্ত্ৰী আয়তী

সব সহিতে, "মাথে দুৰ্ব্বাক্ষত সিঞ্চি" আদি নাটকীয় কাৰ্য্যও অসমীয়াৰ বিবাহ বিধিৰ একোটি অঙ্গ। গীততো তেনেকৈ "হৰি ৰুক্মিণীক, কেশ এক কৰিয়ে, ভীষ্মক চালে ভৃঙ্গাৰ ধৰি পানী" বুলি ইঙ্গিত দিছে। ইও অসমীয়া বিবাহৰ ৰীতি। পৃথিবীৰ প্ৰতিখন দেশতে, তদীয় ৰাজ্যবোৰত তথা অঞ্চল বিশেষে বিবাহ বিধি বেলেগ বেলেগ। আমাৰ অসমৰ কৃষ্ণ আৰু ৰুক্মিণীয়ে অসমৰ বিধিমতেহে বিবাহ কৰিব। কাৰণ অসমত অসমীয়াৰ নিজৰ বৈশিষ্ট্য আছে। সেই বৈশিষ্ট্য কেতিয়াও এৰি দিব নোৱাৰি। মহাপুৰুষ গৰাকীয়ে অসমীয়াৰ প্ৰাচীন ৰীতিৰে নাটকত কৌশল অবলম্বন কৰি বেচ আকৰ্ষণীয় কৰি তুলিছে। এনেকৈ ৰুক্মিণী হৰণ নাটখনত অসমীয়াৰ প্ৰাচীন ৰীতিৰ কিছুমান চিত্ৰ বা আদৰ্শ সজীৱ ৰূপত দেখা পোৱা হয়। নাটক খনৰ পৰা এনেকুৱা কিছুমান লেচেৰি বুটলিব পাৰিলে অসমীয়া জাতীয় জীৱনৰ একোখনি সজীৱ চিত্ৰ ওলাই পৰিব। চমুকৈ ইমানেই মাত্ৰ।

## ( গ - ২৯ ) পাৰিজাত হৰণ নাট ঃ—

মহাপুৰুষ শঙ্কৰদেৱৰ দ্বাৰা ৰচিত নাটক সমূহৰ ভিতৰত "পাৰিজাত হৰণ" নাটখনো অন্যতম। ৰুক্মিণী হৰণৰ পিচতে পাটবাউসী সত্ৰত ভায়েক ৰামৰায়ৰ অনুৰোধ ক্ৰমে গুৰুজনে এই নাটখন ৰচনা কৰে। ৰচনা কাল ১৫৬১ বা ১৫৬২ চন বুলিয়েই ধৰি লব পাৰি। নাটখন ৰুক্মিণী হৰণতকৈ আকাৰত সৰু, কিন্তু গাম্ভীৰ্যপূৰ্ণ বুলি ক'বলৈ থল আছে। নাটখনত গীতৰ সংখ্যা উনৈশটা। নান্দী গীত নাই। ৰাগৰ সংখ্যা বাৰটা যেনে সিন্ধুৰা, আশোৱাৰী, শ্ৰীগান্ধাৰ, কল্যাণ, তুড় ভাটিয়ালী, ধনশ্ৰী, কানড়া, গৌৰী, বেলোৱাৰ, তুড়, বসন্ত, পূৰ্ব্বী। তাল চাৰিখন যেনে একতালি, পৰিতাল, যতি, খৰমান। শ্লোক ( প্ৰথম শ্লোকেৰে সৈতে ) তিৰাল্লিশটা। পাত্ৰৰ মুখৰ শ্লোক ( নাৰদৰ) এটা। ভটিমা প্ৰথমৰ আৰু মুক্তি মঙ্গল ভটিমা সহ দুটা আৰু পাত্ৰৰ (শ্ৰীকৃষ্ণৰ নাৰদৰ, ইন্দ্ৰৰ আৰু বসুমতীৰ ) পয়াৰ জাতীয় ভটিমা পাঁচটা, সৰ্ব্বমুঠ ভটিমা সাতটা। পাৰিজাত হৰণ নাটৰ গাঠনি বাকী কেইখনতকৈ সামান্যভাৱে কিছু পৃথক। ইয়াত নান্দী গীত নাই কাৰণে কালিয়দমন আৰু পত্নী প্ৰসাদ নাটৰ লগতহে- ইয়াৰ মিল থকা দেখা যায়। নান্দী গীত নাই কাৰণে "নান্দ্যন্তে সূত্ৰধাৰঃ" এই এই প্ৰবচনৰো অভাৱ। নাটখন বীৰ ৰস প্ৰধান। ইয়াৰ লগতে ৰৌদ্ৰ, কৰুণ, শৃঙ্গাৰ, হাস্য, শান্ত ৰসো আছে। কিন্তু এই গোটেই-খিনি ৰসকে ভক্তি ৰসে আগুৰি ধৰি তেওঁৰ অধীন কৰি ৰাখিছে। বিশেষকৈ নাৰদৰ মুখত, ইন্দ্ৰৰ মুখত, ৰুক্মিণীৰ মুখত, বসুমতীৰ মুখত, অদিতিৰ

মুখত আৰু নাট্যকাৰ শঙ্কৰদেৱৰ যোগে দি শ্ৰীকৃষ্ণক পৰম পুৰুষ ৰূপে চিনাকী পোৱা হৈছে। নাটকৰ নায়ক শ্ৰীকৃষ্ণ আৰু নায়িকা শ্ৰীমতী সত্যভামা। ৰুক্মিণী হৰণত ৰুক্মিণী হে নায়িকা আছিল। কিন্তু এই নাটত তেওঁৰ প্ৰৱেশ থাকিলেও তেওঁৰ প্ৰাধান্য নাই। নাটখনিত নাৰদ মুনিয়েও আঁত ধৰি আছে। তেওঁৰ অভাৱে ঘটনাৰ ক্ৰমবিকাশ নহ'লহেঁতেন। এতেকে শ্ৰীকৃষ্ণৰ পিছতে উপনায়ক হিচাবে নাৰদ মুনিয়েও দ্বিতীয় স্থান পাইছে। মহাপুৰুষ গৰাকীয়ে নাটখনিত বিভিন্ন চৰিত্ৰ অঙ্কণ কৰি সুন্দৰকৈ সজাই পৰাই তুলিছে আৰু সাৰ্থক ৰূপ দিছে। প্ৰতিটো চৰিত্ৰৰে স্বকীয় বৈশিষ্ট্য সমূহ এনেকৈ দেখুৱাব পাৰি যেনে —

পাৰিজাত হৰণ নাটৰ নায়ক স্বৰূপে থকা শ্ৰীকৃষ্ণ দেৱক আমি অনুপম বা অতুলনীয় ঐশ্বৰিক মহিমামণ্ডিত পুৰুষ স্বৰূপে দেখা পাওঁ। এওঁ হ'ল "কোটি কল্পতৰু পূৰণ কাম। ঐছন ঈশ বহে নিজ ঠাম" গুৰুদেৱে সূত্ৰৰ যোগে কৈছে "যে জগতক গুৰু, যাহেৰি স্ৰজনা সয়ল সংসাৰ, ব্ৰহ্মা মহেশ বন্দিত পাদপদ্ম পৰম পুৰুষ পুৰুষোত্তম" নাৰদৰ মুখে কোৱাইছে 'তোহো পৰম পুৰুষ নাৰায়ণ, ভূমিক ভাৰ হৰণ নিমিত্ত অৱতৰৈছ"। ইন্দ্ৰই কৈছে "জয়ধাতা কৃত্য সেৱ" "জীৱ নিয়ন্তা তোহো অজ। বন্দো তুৱা পদ পঙ্কজ" আৰু "হে কৃষ্ণ! কোটি ব্ৰহ্মাণ্ডেশ্বৰ!" তোহাৰি চৰণ চোৰি হামাৰ গতি নাহি"। বসুমতীয়ে কৈছে "কোটি ব্ৰহ্মাণ্ডেশ্বৰ পৰম পুৰুষোত্তম তোহো জগতক গুৰু"। অদিতিয়ে কৈছে "জয়জয় জগত নিবাস। জয়জয় অসৰহিন শ"। ৰুক্মিণীয়েও কৈছে" জগতক পৰমগুৰু স্বামী কৃষ্ণ, উনিকৰ চৰণ সেৱা কৰিতে ব্ৰহ্মাণ্ড ভিতৰে কোন দুৰ্ল্লভ থিক? ধৰ্ম্ম, অৰ্থ, কাম মোক্ষ চাৰি-পদৰস হাতে মিলাৱে, ইত্যাদি। শেষত মুক্তি মঙ্গল ভটিমাতো কৈছে 'যো ব্যাপক বিভূ ব্ৰহ্মা অধিকাৰী। ভুকুতি মুকুতি নিত্য কৰতু তোহাৰি" আৰু "জয় জয় পৰম পুৰুষ দেৱদেৱা। ব্ৰহ্মাহৰ কৰু যোপদ সেৱা" ইত্যাদি। এনেকৈ পাৰিজাত হৰণ নাটৰ শ্ৰীকৃষ্ণক এগৰাকী পৰম পুৰুষ ব্ৰহ্মাণ্ডৰ পতি স্বৰূপে দেখুৱাই গোটেই নাটখন ভক্তি ৰস সিক্ত কৰি পেলাইছে।

কৃষ্ণ চৰিত্ৰত এটি বিনয় বা নম্ৰ ভাৱ সুন্দৰকৈ দেখা পোৱা যায়। দেৱৰ্ষি নাৰদক দেখি পত্নীৰে সৈতে উঠি শ্ৰীকৃষ্ণই "সপটে পৰণাম কয়ল"। আৰু "তোহাৰি আগমনে আজু হামাৰ দ্বাৰকাপুৰ পবিত্ৰ ভেল" বুলিও কৈছে। নিজে জগদীশ্বৰ হৈয়ো আন ঈশ্বৰ তুল্য সকলৰ প্ৰতি ভক্তি ভাৱ তথা বিনম্ৰ ভাৱ প্ৰদৰ্শন কৰাত মনুষ্য চেষ্টা কৰাকে সূচাইছে। চাৰি সিন্ধক কৃষ্ণই কৈছিল "বিপ্ৰৰ মুখে ভুঞ্জো যেন কৰি। বহিৰ হোমো নোহে তাক দৰি"। আৰু "বিপ্ৰ সেৱাতেসে আমাৰ খ্যাতি। চণ্ডালকো কৰে পবিত্ৰ

আতি"। তদুত্তৰত চাৰিসিদ্ধই কৈছিল — "মান্য কৰি ব্ৰাহ্মণক। শিক্ষা দিয়া সামান্যক"। কৃষ্ণায়ো তেনেকৈ নাৰদৰ প্ৰতি বিনয় ভাব প্ৰদৰ্শন কৰি আন সকলোৰে আদৰ্শ দেখুৱাইছে। এই ক্ষেত্ৰত কৃষ্ণক এগৰাকী বিনয়ী, ভক্তি-পৰায়ণ, বিপ্ৰবৎসল মহানুভৱ ব্যক্তি হিচাবে দেখা পাওঁহক। তেওঁৰ সৰ্বেশ্বৰত্ব বা সৰ্বময়কৰ্ত্তা ৰূপটো এই খিনিত লুকাই আছে।

আনহাতে কৃষ্ণ এজন তিৰোতা সেকৰা ব্যক্তি হিচাবে অঙ্কিত হৈছে। তেওঁ পত্নী পৰায়ণ অৰ্থাৎ তেওঁ পত্নীৰ কথা এৰাব নোৱাৰে। পত্নীয়ে যি বিচাৰে, তাকে দিবলৈ তেওঁ বাধ্য। পত্নী পৰায়ণতাৰ উদাহৰণ দুটা দিশত পোৱা হয়। এটা হ'ল নাৰদে স্বৰ্গৰ পাৰিজাত পুষ্পৰ মাহাত্ম্য প্ৰকাশ কৰাৰ পিচত কৃষ্ণক অন্য চিন্তা কৰিবলৈ সুবিধা নিদি তেওঁৰ "প্ৰথমা পতনী" ৰুক্মিণীয়ে "ওহি দেৱ দুৰ্লভ পাৰিজাত প্ৰাণনাথ হামাক দেহু" বুলি কোৱাত কৃষ্ণই "প্ৰিয়াক গৌৰৱে কোলে বৈঠাই কৌতুকে জগতক নাথে ৰুক্মিণীক মাথে পাৰিজাত পিন্ধাৱাল"। নাৰদক দেখি কৃষ্ণই সপটে প্ৰণামো কৰিছিল। কিন্তু লগে লগে কুশল বাতৰি ফেৰাও সুধিব পাৰিলহেঁতেন। পিচে তাকে নকৰি "ৰমনীক বাঞ্চা সাফল" কৰাৰ পিচতহে নাৰদৰ বাতৰি সুধিছে "হে মুনিৰাজ! তোহো কুশলে আৱল" বুলি। এই খিনিত কৃষ্ণৰ পত্নী পৰায়ণ-তাৰ প্ৰথম কাৰ্য্য কৰা ফুটি উঠিছে। আনটো হ'ল ৰুক্মিণীক দেৱ দুৰ্লভ পাৰিজাত পিন্ধোৱাৰ পিচত ফিৰিঙ্গতিয়ে খাণ্ডৱ দাহ কৰা ঘটনাটো। ৰুক্মিণীক পাৰিজাত পুষ্প পিন্ধোৱাৰ খবৰটো নাৰদৰ মুখে পাই তেওঁৰ "বৰি প্ৰগল্ভা সত্যভামা "মুৰ্চ্ছিত হুয়া পৰল। যৈচে লবঙ্গ লতাক বাতে উৎপাৰল, তদ্বৎ কেশ মুক্ত ভেল" ইত্যাদি। সেই বাতৰি আকৌ নাৰদৰ যোগেদি পাই কৃষ্ণই "প্ৰেমে বিহ্বল হুয়া মুনিক কাতৰ কয় বাত পুছিয়ে যৈচে সত্যভামাক সমীপ চাপল'। এইখিনিত কৃষ্ণই সত্যভামাক কৈছে "তোহাক একশত পাৰি-জাত দেৱব। সে ৰুক্মিণী, জাম্ববতী তোহাক সম সৌভাগিনী নাহি হয়। তোহো হামাৰ প্ৰাণসম প্ৰিয়া"। কেৱল তেওঁ ইয়াকে কৈ ক্ষান্ত থকা নাই, তেওঁ শপতো খাইছে এনেকৈ "পাৰিজাত তৰু সমূলে উপাৰি। ৰোপন কৰবো আনি তুৱা বাৰী" যব মোহি বাক্য নাহি পতি আৱা। কহলো সত্যে সত্যে শুণ জায়া"। আকৌ শপত খালো শপত দিছে, তদুপৰি নিজক তললৈ নমাই সত্যভামাৰ মান বঢ়াইছে "হামাক শপত খেৰ লও মাথ। উঠ উঠ প্ৰিয়া তেৰি ধৰো হাত"। অসমীয়া ভাষাত খণ্ড বাক্য এটি আছে বোলে "হাতত ধৰাই ভৰিত ধৰাই সমান' কৃষ্ণই সত্যভামাক "তেৰি ধৰো হাত" বুলি কোৱা মানেই ভৰিত ধৰা কথাহে। সত্যভামাই মহামান লাভ কৰিলে। কৃষ্ণই "মুদ্ধ সময়ে

যাইতে উচিত নোহে" বুলি কলে যদিও সত্যভামাৰ ভয় ক্ৰোধ মিশ্ৰিত "হামো 'কদাচিত তোহাৰি সঙ্গ নাহি চাৱব" বুলি কোৱাত তেও "তব সম্ভৱ সাএ হৱ" বুলি আদেশ কৰিলে। সেই সময়তে শ্লোকৰ মাধ্যমত "ভাৰ্য্যাভক্তঃ" আৰু নাৰদৰ ভাষাৰে "স্ত্ৰীক লাড়িক" বুলি কৃষ্ণক উপহাস কৰা হৈছে। নাৰদৰ কথাত কৃষ্ণই "স্ত্ৰীবুজে সে না বুজে কা কৰব ?" বুলি কৈছে অৰ্থাৎ তিৰোতাৰ প্ৰেমযুক্তখন বৰ জেকেতীয়া। এফেটা কথাকে চেপেটা কৰাৰ স্বভাৱ এটি নাৰী জাতিৰ আছে। সেই টোৱেই স্ত্ৰীবুজে আৰু তিৰোতাক বুজাৰে নুবুজে। শ্লোক এটি আছে "পিতা ৰক্ষতি কৌমাৰে ভৰ্ত্তা ৰক্ষতি যৌৱনে। পুত্ৰস্তু স্থবিৰ কালে স্ত্ৰিয়ো নাস্তি স্বতন্ত্ৰতা" অৰ্থাৎ পিতাকে বাল্যকালত, পতিয়ে যৌৱন কালত আৰু পুত্ৰই বৃদ্ধ কালত তিৰোতাক ৰক্ষা কৰি থাকে কাৰণে তেওঁলোকৰ স্বাধীন চিন্তাৰ ভাৱ নাই। এতিয়াও শতকৰা আশীভাগ তিৰোতা স্বামী মুখাপেক্ষী। তেওঁলোক গৃহিণী হৈয়ো জ্ঞানহীন নিচিনা। কাৰণ "অতিথ বালক শ্চৈৱ ৰাজা ভাৰ্য্যা তথৈৱচ। অস্তি নাস্তি নজানাতি দেহি দেহি পুনঃ পুনঃ" অৰ্থাৎ-অতিথি, বালক, ৰজা, ভাৰ্য্যা এই সকলে আছে নাই নাজানে। মাত্ৰ বাৰম্বাৰ দিয়া দিয়া হে কৰে। স্ত্ৰীসকলক কিছুমান কথা (বিশেষকৈ গাওঁ অঞ্চলৰ) বুজোৱা কঠিন। তেওঁলোকক "সিজালেও নিসিজে হিকতীয়া মাহ"। সেই কাৰণেই সত্যভামাৰ ক্ষেত্ৰত "সে নাবুজে" বুলি কৈছে। তদুপৰি নাৰদৰ মুখৰ পৰা ওলোৱা "তোহো সমস্ত্ৰীজিত পুৰুষ কবহু নাহি দেখি" বাক্যটোৰ উত্তৰত কৃষ্ণই "পাৰিজাতক নিমিত্ত সত্যভামা প্ৰাণ চাড়য়। উনিকৰ নিৰ্ব্বন্ধ কত সহব ?" বুলি কৈছে। পূৰ্ব্বোক্ত "স্ত্ৰীজিত পুৰুষ" মানেই তিৰোতা বশ কৰা লোক সকলৰ কথাকে সূচাইছে। তাৰ বিস্তৃত ভাওনি নাৰদৰ পিচৰ বাক্যটোত আছে—"কামাতুৰ পুৰুষক ঐচন অৱস্থা। স্ত্ৰী যে আজ্ঞা কৰে, সে অৱশ্যে কৰিতে লাগে"। এইখিনিতে কৃষ্ণই দেখুওৱা "ভাৰ্য্যা ভক্তঃ" বা "স্ত্ৰীক লাড়িক" আচৰণৰ কথাটো মূদা মাৰিছে। কাৰণ কৃষ্ণৰ এই আচৰণবোৰ দৰাচলতে মনুষ্য চেষ্টাহে। নাৰদেই পূৰ্ব্বতে কৈ গৈছিল 'মনুষ্য দেখায়া সবলোক মোহৈছ। তোহাক ঈশ্বৰ বুলি জানয়ে নাহি"। নাৰদৰ মুখৰ পৰা ওলোৱা" "কামাতুৰ পুৰুষক ঐচৈন অৱস্থা" বাক্যটো প্ৰধানতঃ ইতৰ সকলকহে শুনোৱা হৈছে। ছয় ৰিপুৰ ভিতৰত কাম আৰু ক্ৰোধ এই দুটাই প্ৰধান। মানুহ এই দুটাতে বেচি লঘু আৰু অবাঞ্চিত লাঞ্চনা ভোগ কৰিব লগা হয়। কৃষ্ণক পতিভাৱে বৰণ কৰি বা কামভাৱে ভজি গোপীসকলে মুক্তি লাভ কৰিছিল। তিৰোতাৰ ওচৰত বশ হৈ বা তিৰোতা সেৰুৱা হৈ নিজক অবাঞ্চিত লঘু হোৱাতকৈ ভগৱান কৃষ্ণৰ ওচৰত ভক্তি কৰি নিজৰ জীৱন সাৰ্থক কৰিবৰ কাৰণে ওলোটা ভাগে পূৰ্ব্বোক্ত বাক্য মোলা হৈছে আৰু কৃষ্ণ

দেৱেও জন সাধাৰণক সেই স্বভাৱৰ পৰা আতৰিবলৈ মনুষ্য চেষ্টা কৰিছে দেখুৱাইছে। ইয়াতে শৃঙ্গাৰ ৰসৰ আৱিৰ্ভাৱ হৈ পিচত তিৰোভাৱ হৈছে অৰ্থাৎ ভক্তিৰসে ডুমুকি মাৰি শৃঙ্গাৰ ৰসক ম্লান কৰি দিছে।

ভগৱান কৃষ্ণৰ "স্ত্ৰীক লাড়িক" স্বভাৱৰ যি মনুষ্য চেষ্টা সেয়া পিচতো ধৰা পৰিছে। নাৰদৰ "স্ত্ৰী যে আজ্ঞা কৰে, সে অৱশে কৰিতে লাগে" বাক্য মিলিল। কাৰণ সত্যভামাই কোৱা তোহো হামাক কদাৰ্থিতে আনল? দানৱক বেটী শচীক চাটু কয় পাৰিজাত নেৱব? আঃ তব ধিক্কাৰ ৰহোক। হে প্ৰাণনাথ! কাহেক ভয় থিক? সত্বৰে পাৰিজাত আনহ" এই বাক্য মতেই কৃষ্ণই পাৰিজাত তৰু উভাৰি আনিছিল? শচীৰ মুখতো কৃষ্ণৰ কামাতুৰ স্বভাৱৰ (মনুষ্য চেষ্টাৰ) এষাৰি প্ৰবচন ওলাইছিল "ওহি গোপী বিটাল গোপাল। উনিকৰ আগে গোকুলক স্ত্ৰী নাহি ৰহল। দেখু কংসক দাসী কুবুজী তাহেক হাত এৰাৱল নাহি" পাৰিজাত তৰু হৰণ কৰি অনাৰ পিচতো কৃষ্ণই "এথানোহে, হামাৰ দ্বাৰ নিকেটে নিয়া ৰোপণ কৰহ" বুলি সত্যভামাই কোৱাত যি আদেশ সেই মতেই কৰিছিল। এনেকৈয়ে ভগৱান কৃষ্ণক "ভাৰ্য্যাভক্তঃ" হিচাবে দেখা পাওঁ।

ভগৱান কৃষ্ণই "একেলগে চাৰিটি কাৰ্য্য সাধন কৰিছিল "নৰকাসুৰ মাৰি দেৱকাৰ্য্য সাধি ইন্দ্ৰক জিনিয়ে পাৰিজাত আনি" দ্বাৰকাত মহানন্দে বাস কৰিছিল। ইয়াৰ দ্বাৰাই কৃষ্ণৰ সৰ্ব্বেশ্বৰত্ব তথা বীৰত্ব প্ৰকাশ পাইছে। এই দুটাই কৃষ্ণ চৰিত্ৰৰ প্ৰধান বিশেষত্ব। যিজন নৰকাসুৰে নিজৰ ৰাজধানীত শত্ৰুপক্ষৰ অগম্য কৰি ৰাখিছিল, অগ্নিৰ পৰিখা, গিৰিদুৰ্গ শস্ত্ৰদুৰ্গ আদিৰে পৰিবেষ্টিত কৰি ৰাখিছিল ভাগৱত ১০/৫৯/৩) তেনেকুৱা এজন বীৰ পুৰুষক আৰু অমৰাৱতী অধিপতি ইন্দ্ৰৰ নিচিনা এজন প্ৰভাৱশালী বীৰ পুৰুষক পৰাজয় কৰি নিজৰ বীৰত্ব প্ৰকাশ কৰিছে। নাটকৰ একেবাৰে শেষত কৃষ্ণৰ সৰ্ব্বেশ্বৰত্ব পূৰ্ণৰূপে প্ৰতিফলন হোৱা দেখা যায় মুক্তি মঙ্গল ভটিমাৰ যোগেদি। তাত কৈছে "মন্দমতি লোক অবহু নাহি জানি। নাহি নাহি গতি বিনে শাৰঙ্গ পাণি॥ চিন্তহ হৰিক চোৰহ আন আশ। হৰি নামে কৰু সুদৃঢ় বিশ্বাস॥ শ্ৰৱণক উপৰি ৰাজা নাম। কৃষ্ণ কিঙ্কৰ কহ বোল ৰাম ৰাম"॥

পাৰিজাত হৰণ নাটত নাৰদ মুনিৰ চৰিত্ৰই সকলোতকৈ বেছি সহায় কৰিছে। ঘটনাৰ ক্ৰম বিকাশ এওঁৰ পৰাই হৈছে। ভগৱান শ্ৰীকৃষ্ণৰ একেলগে চাৰিটি কাৰ্য্য সাধন এওঁৰ অবিহনে নহলহেতেন। আদিৰে পৰা শেষ পৰ্যন্ত নাৰদৰ ভূমিকা নাটৰ মাজত বিশ্ৰামহীন ভাৱে বৰ্ত্তি থকা দেখা যায়। এওঁ সৰ্ব্ব প্ৰথমতে দেৱৰাজ ইন্দ্ৰৰ সহায়ক (পাণ্ডা) হিচাবে কৃষ্ণৰ ওচৰলৈ আহে আৰু

ইন্দ্ৰৰ কাৰ্য্য সমাধা কৰি তেওঁ কৃষ্ণৰ ওচৰলৈ বৈ যায়। দ্বাৰকাত কৃষ্ণৰ ওচৰত থাকিয়েই তেওঁ ক্ষান্ত থকা নাই। তেওঁৰ টুটকীয়া আৰু কলহ প্ৰিয় সহজাত স্বভাৱটি মন জোলোঙাৰ পৰা উলিয়াই কৃষ্ণক আৰু সত্যভামাক থকা সৰকা কৰিলে। কলহ প্ৰিয়তাত তেওঁৰ কোনো স্বাৰ্থ নাই। কাহিনীৰ ফলপ্ৰাপ্তি কামনাৰে তেওঁ ঘটনাৰ আঁত ধৰি দুষ্টক দমন আৰু সন্ত সাধুক পালন কৰণাৰ্থে ভগৱানক সহায় কৰি নামৰ মহিমা আৰু ভগৱৎ শক্তি ভক্তি বিস্তাৰ কৰি দিয়ে। পৃথিৱীত যিমান বিলাক প্ৰাণী আছে সকলোকে ভগৱানে একো একোটা কাম দিছে। মনুষ্য, দেৱতা, অসুৰ, ঋষি, মুনি আদি বিভিন্ন জাতি সম্প্ৰদায় বিশেষে কাম আছে। মনুষ্যক দেৱতাৰ কাম কৰিবলৈ আৰু দেৱতাৰ মনুষ্যৰ কাম কৰিবলৈ দিয়া নাই। সেইদৰে অসুৰকো দেৱতাৰ কাম কৰিবলৈ দিয়া নাই। কিন্তু যেতিয়াই নিজৰ কৰ্ত্তব্যক নেওচি স্বাৰ্থান্ধ হৈ হিতাহিত জ্ঞান লুপ্ত কৰি সীমা পাৰ হৈ যাবলৈ উপক্ৰম হয় বা কৰে সেইজনকে ভগৱানে দমন কৰে। উক্ত সীমা পাৰ হোৱা আৰু কৰ্ত্তব্য লংঘন কৰা ব্যক্তিক দমন বা হনন কৰি পৃথিৱীত শান্তি বিৰাজ কৰিবলৈ আৰু নামৰ মহিমা বৃদ্ধি কৰিবলৈ নাৰদে অহোপুৰুষাৰ্থ কৰি ফুৰে। কংসও সেই কৰ্ত্তব্য লংঘন কৰা ব্যক্তিসকলৰে অন্যতম। তেওঁক হনন কৰিবলৈ কৃষ্ণক সূচনা কৰিছিল নাৰদেই এই বুলি "ভাৰ সংহাৰত্তা আউৰ নাই তুমি বিনা। কংসক বধিবা তুমি পৰতুই দিনা" (কীৰ্ত্তন)। ঠিক তেনেকৈ মুৰ নৰকেও যেতিয়া লোকে কৰ্ত্তব্যৰ সীমা লংঘন কৰা হেতুকে তেওঁলোকক পৃথিৱীৰ পৰা অন্তৰ কৰিব লগা হ'ল। সেই কাৰণেই নাৰদৰ আৱিৰ্ভাৱ। তেওঁ পূৰ্ব্বতো কৃষ্ণক সূচাইছিল 'কাল যৱনক নৰকাসুৰ মাৰিবাহা পাঞ্চজন্য অসুৰ"।

কলহপ্ৰিয় নাৰদে পাৰিজাত হৰণ নাটত যি অঘটন ঘটালে সেই কথা সকলোৱে জানে। এপাহ পাৰিজাত ফুল আনি কৃষ্ণক তাৰ মহিমা বখানি অৰ্পণ কৰিলে। কৃষ্ণই ৰুক্মিণীক পিন্ধালে। এইটো নিচেই সৰু কথা। কিন্তু চৌতে বৌতো কৰি সত্যভামাক "তোহো দুৰ্ভাগা ভেলি", "হে মাৰ। কি কহব, কহিতে বৰ দুখ লাগে", "এসব কথা কহিতে দোষ" "ওহি পাৰিজাতক যোগ্য সত্যভামা", "তোহাৰ জীৱন ধিক ধিক," "তোহো জীৱন্তে মৰল" ইত্যাদি কথাৰে অন্তৰত ঈৰ্ষা, ক্ৰোধ, অভিমানৰ ভাৱ সঞ্চাৰ কৰে। "বহ্নিৰ সংযোগে যেন উথলিল ঘৃত"। সেই এজন নাৰদেই আকৌ কৃষ্ণৰ ওচৰলৈ গৈ 'তোহো এথা কোন সুখে ৰহিছ?" সে প্ৰিয়া সত্যভামা পাৰিজাতক নিমিত্ত অপমানে অন্ন পাণ সব ছোড়ল, পৰম তাপে ৰহৈছে। হা হা চক্ষুৰে দেখিতে পাব কি নাহি পাব, দেহ সম্বৰে যাব"। এনেকৈয়ে কৃষ্ণৰ অন্তৰতো

চিন্তাৰ জুইকুৰা জ্বলাই দিয়ে। নৰক বধৰ কাৰণে যাত্ৰা কৰা কালতো "তোহো স্ত্ৰীক লাড়িক", "তোহো সম স্ত্ৰীজিত পুৰুষ কবহু নাহি দেখ", ইত্যাদি কথাৰে কৃষ্ণক থকা সৰকা কৰে। ইন্দ্ৰৰ ওচৰলৈ পাৰিজাত তৰু খুজিবলৈ কৃষ্ণই আচলজনকে পঠায়। "এনেয়ে বুঢ়ী নাচনি, তাতে নাতিনীয়েকৰ বিয়া"। নাৰদে দৌত্যকাৰ্য্য কৰি ইন্দ্ৰৰ ওচৰলৈ গৈ ইন্দ্ৰ, কৃষ্ণ আৰু শচী, সত্যভামাৰ মাজত ক্ৰোধবহ্নি দুগুণে জ্বলাই দিয়ে। ইয়াৰ পৰিণতি স্বৰূপে কৃষ্ণই ইন্দ্ৰ বিজয় কৰি পাৰিজাত তৰু দ্বাৰকালৈ লৈ যায়। সিমানতে নাৰদৰ টুটকীয়া কাৰ্য্যাৱলীৰ ওৰ পৰে।

নাৰদৰ লগত এজন বহুৱাও আছে। নাটকৰ ভাষাত তেওঁক 'বসুৱা' বুলি কয়। বহুৱাজনক নাটকত প্ৰথমতে দেখা নাপাওঁ। নাৰদ যেতিয়া সত্যভামাৰ ওচৰলৈ যায়, তেতিয়াহে তেওঁৰ নাম ওলাইছে। নাটত আছে "বসুৱা চুৰড়ি ধাৰল, মুনি তথি বৈঠল"। এই বহুৱাজন দৰাচলতে নাৰদৰ শিষ্য। এওঁ বহুৱা হিচাবে ওলাই দৰ্শকক হাঁহিৰ খোৰাক যোগায়। বিশ্বামিত্ৰৰ লগতো এজন বহুৱা আছে। তেওঁ হ'ল বিশ্বামিত্ৰৰ শিষ্য গালৱমুনি। এনেকৈয়ে নাৰদৰ চৰিত্ৰটি নাটকত আমালোকে দেখা পাওঁহক। ৰুক্মিণী হৰণত বেদনিধি, ৰাম বিজয়ত বিশ্বামিত্ৰ যেনেকুৱা, তেনেকৈয়ে পাৰিজাত হৰণত নাৰদক ধৰি ল'ব পাৰি।

পাৰিজাত হৰণ নাটত ইন্দ্ৰৰ চৰিত্ৰ এটি লেখত লবলগীয়া চৰিত্ৰ। নৰকাসুৰৰ অত্যাচাৰত অতিষ্ঠ হৈ ইন্দ্ৰ আৰু সতীৰ্থসকল কৃষ্ণৰ ওচৰত শৰণাপন্ন হয়হি। ইন্দ্ৰৰ আগে আগে নাৰদে আহি কৃষ্ণক নৰকাসুৰৰ বিৰুদ্ধে নিবেদন কৰিলেহি। ঠিক পিচতে শচীৰ সৈতে ইন্দ্ৰ আহি কৃষ্ণক নিবেদন কৰিলে এই বুলি "পাপী নৰকাসুৰে কোন নকৰল। বৰুণক ছত্ৰ, মনি পৰ্ব্বত এসব কাঢ়ি আনল। হে কৃষ্ণ! কি কহব, মাতৃ অদিতিক কুণ্ডল দোহো ৰাখিতে নাহি পাৰিলো। আৰ হামাৰ, কি হৈতে ৰহল" ইত্যাদি। বৰুণৰ ছত্ৰই হেনো জলবৰ্ষণ কৰে (বিষ্ণুপুৰাণ ৫/২৯/১০) আৰু মন্দৰ পৰ্ব্বতৰ অগ্ৰ ভাগত থকা মনি পৰ্ব্বত নামৰ অতি মূল্যবান শৃঙ্গটো নৰকাসুৰে লৈ আহিছিল। কেৱল সেয়ে নহয় মাতা অদিতিৰ অমৃতবৰ্ষী কুণ্ডল জোৰ, (বিষ্ণু পুৰাণ ৫/২৯/১১) বলপূৰ্ব্বক ভাবে আনিছিল। পূৰ্ব্বোক্ত বস্তু কেইপদ অতি মূল্যবান্ আছিল। তাৰ অভাৱ হোৱাত ইন্দ্ৰৰ দুখে শোকে ম্ৰিয়মান। আকৌ 'ভূতৰ ওপৰতে দানহ" সেইখিনি অনাৰ উপৰিও "আনল স্বৰ্গক মাৰি। দেৱক যতয়ো কুমাৰী"। ইয়াৰে উপায় বিচাৰি আহি কৃষ্ণক কৈছে "সৰ্ব্বস্ব নৰহে হামাৰি। তুৱা পাৱে কৰোহো গোহাৰি" আৰু 'বাপ জগন্নাথ ত্ৰাহি ত্ৰাহি"। কৃষ্ণৰ

"নৰকাসুৰ বধিতে আজু হামো প্ৰয়াণ কৰব" এই উক্তিত আশ্বস্ত হৈ তেওঁ 'কৃষ্ণ নাৰদক প্ৰদক্ষিণ কৰি কহো পৰি পৰণাম কয় বিদায় লৈয়া ঐৰাৱতে চড়ি ইন্দ্ৰ চলল"। ইন্দ্ৰই এই প্ৰসঙ্গত কৃষ্ণদেৱৰ মহিমা আৰু ঐশী শক্তিৰ এটি পৰিচয় ডাঙি ধৰিছে। স্বৰ্গৰ দেৱতা হৈ পৃথিবীৰ এজন মনুষ্যক স্বৰ্গ-ৰক্ষাৰ উপায় বিচৰাত দেৱ গৌৰৱ তথা অমৰত্বৰ সন্মান লাঘৱ হৈছে। কিন্তু উপায় নাই। বলে নোৱাৰা শিশুক পৰি নমস্কাৰ কৰিবই লাগিব। দেৱতা হলেও তেওঁলোক কালৰ অধীন। গতিকে ভগৱৎ সান্নিধ্য লাভ নকৰিলে তেওঁলোকৰ প্ৰতি পদে পদে বিঘিনি। এতেকে পৰব্ৰহ্ম শ্ৰীকৃষ্ণৰ মহিমা বিকাশত ইন্দ্ৰই আহিলা হিচাবে নাটকত থিয় দিছে। তেৱেঁই প্ৰকাশ কৰিছে "হে কৃষ্ণ! কোটি ব্ৰহ্মাণ্ডেশ্বৰ! তোহাৰি চৰণ চোড়ি হামাৰ গতি নাহি নাহি" ইত্যাদি। নৰকাসুৰ বধৰ পিচতো "দেৱসব আনন্দে দুন্দুভি বজাই জয় কৃষ্ণ জয় কৃষ্ণ বোলি শিৰে কুসুম বৰিষল"। ইন্দ্ৰই "নৰকাসুৰক মাৰি হামাক কৃতাৰ্থ কয়ল। বাৰম্বাৰ তোহো উদ্ধাৰ কৰহ। তোহাক গুণ গুজয়ে নাহি পাৰি" বুলি কৈ "প্ৰেমে লোতক ঝৰে"। কিন্তু ক্ষন্তেকৰ ভিতৰতে সেই দেৱৰাজ ইন্দ্ৰই মত সলালে। যিজনে "তোহাৰি চৰণ চোড়ি হামাৰ গতি নাহি নাহি" বুলি "বাপ জগন্নাথ ত্ৰাহি ত্ৰাহি" বুলি শৰণ পশিছিল সেই দেৱৰাজে তেওঁৰ উপকাৰী শ্ৰীকৃষ্ণক যিজনে 'মহেন্দ্ৰক দুঃখ দেখিয়ে পৰম কৃপাময় নাৰায়ণ হাতে ধৰি তুলি ইন্দ্ৰক আশ্বাসি", "তোহো তাপ তেজহ। তোহাৰি বৈৰি নৰকাসুৰ সে গতায়ু ভেল' তাহেক মাৰি দেৱতাসবক প্ৰয়োজন সম্বৰ সাধব" বুলি আশ্বস্ত কৰি মুৰ দাৰ আৰু নৰকাসুৰক মাৰি 'যশ সাধল", সেইজনৰ গুণ উপকাৰ পাহাৰ ক্ষন্তেকৰ ভিতৰতে "হামাকু আগু কৃষ্ণ কোন হয়? তাহেক জিনি পাৰিজাত এথনে আনব" আৰু 'অয়ে যাদৱ! শচীক পাৰিজাত কৈছে নিয়া যাব। ওহি তীক্ষ্ণ শৰে তোহাৰি প্ৰাণ চোড়াৱব। হামাক আগু কাহা যাব" বুলি কোৱাত ইন্দ্ৰক আমি "স্বাৰ্থপৰ দেৱাধম" অথবা "অকৃতজ্ঞ দেৱাধম" বুলি ক'লে দোষ হবনে? ঐশ্বৰ্য্য মদে অন্ধ তামসিক দেৱতা জনৰ বিষয়ে ভাগৱতেও কৈছে

যযাচ আনম্য কিৰীট কোটিভিঃ
পাদৌ স্পৃশন্নচ্যুতমৰ্থ সাধনম্।
সিদ্ধাৰ্থ এতেন বিগৃহ্যতে মহান্
অহো সুৰানাঞ্চ তমো ধিগাঢ্যতাম্॥

ভাগৱত ১০/৫৯/৪১

অৰ্থাৎ — স্বাৰ্থ সিদ্ধিৰ অভিপ্ৰায় কৰি স্বয়ং পুৰন্দৰে অৱনত মস্তক কিৰীটিৰ অগ্ৰভাগেৰে যি জন অতুল বিক্ৰমশালী অচ্যুত ভগৱানৰ দুই চৰণ স্পৰ্শ কৰি

প্ৰথমতে এনেকৈ প্ৰাৰ্থনা কৰিছিল, কিন্তু পিচত সেই পুৰন্দৰেই তেওঁৰ ভীষণ শত্ৰু ভৌম নৰকাসুৰ নিধনত নিজৰ ইষ্ট সিদ্ধি সমাপণত ক্ষন কালৰ মধ্যতে সৰ্ব্বশ্ৰেষ্ঠ ভগৱানৰ লগত এটি সামান্য পাৰিজাত তৰুক লৈ বিবাদ কৰিলে। এই কাৰ্য্যত দেৱতা তমোগুণী হিচাবে পৰিচিত হ'ল। ঐশ্বৰ্য্য মদক ধিক্কাৰ।

নৰকাসুৰৰ অত্যাচাৰত আৰু আক্ৰমণত পথিৱ সম্পত্তি হেৰুৱাই ইন্দ্ৰৰ পূৰ্ব্ব মদগৰ্ব্ব চূৰ্ণ হৈছিল। হেৰোৱা সম্পত্তি পুনৰ লাভ কৰি তেওঁৰ অহঙ্কাৰ ইমান বাঢ়িছিল যে জগদীশ্বৰ বুলি ভৱা শ্ৰীকৃষ্ণক তেওঁ পিচত মনুষ্য বুদ্ধিহে কৰিছিল। দৰিদ্ৰ হলেও ভগৱৎ চিন্তা কৰা আৰু ধনী হলেই "তৃণবৎ মন্যতে জগৎ" হলে ভগৱন্তই কেতিয়াও সহ্য নকৰে। যুদ্ধত পৰাজয় মানি ইন্দ্ৰই নিজৰ ভুল স্বীকাৰ কৰিলে আৰু "আপোনাক গৰিহা কয়ল" আৰু পুনৰ "তোহাৰি মায়ায়ে মোহিত অন্ধ। কয়লো যুদ্ধ হামো মহানন্দ "অত অপৰাধ সহব হৰি মোই। চৰণে শৰণ লৈলো অব তোই" বুলি ভগৱৎ স্তুৱন কৰিলে। সচা কথা যে ইন্দ্ৰই ভগৱৎ মায়াত অন্ধ হৈহে তেওঁৰ লগত যুদ্ধ কৰিছিল। সকলো মায়াৰ অধীন। এতেকে ইন্দ্ৰৰ যুক্তি মানিব-লগীয়া। এওঁৰ পৰা আমি আদ্যন্তত কৃষ্ণৰ পৰমেশ্বৰত্বৰ দুটা ইঙ্গিত পাওঁ। শেষতো তেওঁ প্ৰকাশ কৰিছে "ওহি কোটি কোটি ব্ৰহ্মাণ্ডেশ্বৰ, ব্ৰহ্মা, মহেশ সেৱিত পাদপঙ্কজ, জগতক পৰমগুৰু নাৰায়ণ শ্ৰীকৃষ্ণ" বুলি। গতিকে ইন্দ্ৰৰ ভ্ৰম দূৰ হৈছে। মায়া আৰু কালৰ অধীন কাৰণেই ব্ৰহ্মাদি দেৱতা সকলৰ স্বতন্ত্ৰতা নাই।

আনহাতে ইন্দ্ৰক আমি "ভাৰ্য্যাজিতঃ" অৰ্থাৎ তিৰোতা সেকৰা হিচাবে নাটকত দেখা পাওঁ। তেওঁ ভাৰ্য্যা শচীৰ গৰিহা শুনিহে বোধ হয় কৃষ্ণৰ লগত যুদ্ধ কৰিছিল। শচীৰ উচটনিত তেওঁ নাৰদৰ আগত বৰ কোমল সুৰেৰে এষাৰ কথা কৈছিল "দেবস্ত্ৰীক পাৰিজাত কিমতে দিতে পাৰি? স্ত্ৰীক কথা কৃষ্ণতে বিদিত" ইত্যাদি। সচাকথা যে সত্যভামাৰ কাৰণে কৃষ্ণৰ যি অৱস্থা ঠিক তেনেদৰে ইন্দ্ৰৰো একে অৱস্থাই। "বলীবলং বেত্তি" অৰ্থাৎ বলীয়েহে-বলীৰ কথা জানে। সাপে সাপৰ ঠেং দেখাৰ দৰে বৈষয়িক সুখ লিপ্ত জনেহে বিষয়ৰ কথা জানে ইন্দ্ৰয়ো সেই সুৰতেহে সুৰ মিলাই কৈছিল "স্ত্ৰীক কথা কৃষ্ণতে বিদিত" বুলি সেইবাবেই ইন্দ্ৰকো আমি তিৰোতা সেকৰা'ৰ লেখত ধৰিব পাৰোহঁক। তিৰোতাৰ কথাত ভোল গৈ প্ৰাণক কাতৰে ইন্দ্ৰ পলাহু" আৰু "ওহি পাৰিজাত তোহো নিয়া যাৱ" বুলি কবলৈ বাধ্য হ'ল। এয়ে ইন্দ্ৰৰ কথা।

শ্ৰীকৃষ্ণৰ আঠ গৰাকী প্ৰধান মহিষীৰ ভিতৰত "প্ৰথমা পত্নী" ৰুক্মিণী আৰু "প্ৰচণ্ড প্ৰগল্ভা" সত্যভামাও অন্যতমা। নাটকত আমি দুয়ো-গৰাকী পত্নীক দুটা দিশত দেখা পাওঁহক। এগৰাকী পত্নীৰ চৰিত্ৰৰ লগত আনগৰাকী পত্নীৰ চৰিত্ৰ মিল দেখা পোৱা নাযায়। ৰুক্মিণী দেৱী বিনয়ৰ প্ৰতিমূৰ্ত্তি স্বৰূপে দেখা দিছে আৰু নিষ্কাম ভক্তিৰ সতীৰ প্ৰতীক হিচাবে আছে। তেওঁ কৃষ্ণৰ ওচৰত পাৰিজাত পুষ্প প্ৰথম পত্নী হিচাবে গৰ্ব্ব কৰি দাবী কৰা নাই। বৰঞ্চ "নমিয়ে স্বামীৰ পাৱে, মাগে অঞ্জুলি যুৰি হাত। অৱপ্ৰাণ নাথ, মাথে মিলাৱ মোহি ওহি কুসুম পাৰিজাত" কিন্তু সত্যভামা "ভুবন অনুপমা", আৰু "পূৰ্ণিমাক চান্দ দশন পৰকাশা" হলেও তেওঁৰ প্ৰেম বিশুদ্ধ নহয় আৰু মান অভিমান আদিৰে ভৰা। তেওঁ ব্যক্তি কেন্দ্ৰীক আৰু তেওঁৰ ভক্তি মায়ামহী আৰু সকাম। তেওঁ নাৰদক গৰ্ব্ব কৰিও কৈছে "হামো জানো, মোহি সম সৌভাগিনী আৱৰি নাহি"। অভিমানিনী সত্যভামাই অনভিমানিনী আৰু অসূয়াহীনা ৰুক্মিণীয়ে পাৰিজাত পুষ্পলাভ কৰা (নাৰদৰ মুখে) সংবাদ পাই "কোপে অপমানে আন্ধাৰি দেখিয়ে দেবী সত্যভামা মূৰ্চ্ছিত হুয়া পৰল। যৈচে লবঙ্গ লতাক বাতে উৎপাৱল, তন্দৰৎকেশ মুক্ত ভেল, মুখে বচন হৰল, নাসাত প্ৰাণ বায়ু নাহি খেলে"। কিন্তু সত্যভামাক লগত লৈ গৈ পাৰিজাত পুষ্প আনি দ্বাৰকাত তেওঁৰ দ্বাৰ সন্মুখত ৰোপন কৰাৰ পিচতো ৰুক্মিণীৰ অকৃত্ৰিম কৃষ্ণ ভক্তি অটল অচল, অবিচলিত কৃষ্ণ প্ৰেম। কৃষ্ণক তেওঁ "সখীসব সহিত আমি কহো সপটে পৰণাম কয়ল"। স্বামী ভক্তি ৰুক্মিণী চৰিত্ৰৰ উজ্জ্বলতম অলঙ্কাৰ। সত্যভামাই শ্ৰীকৃষ্ণৰ অনুগ্ৰহ লাভ কৰি আৰু পাৰিজাত তৰু প্ৰাপ্তিত তেওঁ গৰ্ব্ব পৰ্ব্বতত উঠে। ৰুক্মিণীক তেওঁ গৰ্ব্ব কৰি কৰলৈ ধৰে "অয়ো বিদৰ্ভ ৰাজকুমাৰী। তোহো স্বামীক ঠামে গোটা এক পাৰিজাত পুষ্প পাৱল। পেখু, পেখু, হামৰ সোহি পাৰিজাত সমূলে উপাৰি কৃষ্ণক হাতে নাহি আনলো, তাৱত চাড়লো নাহি। হামাৰ সৌভাগ্যক মহিমা পেখু পেখু"। কিন্তু সত্যভামাৰ কথাত ৰুক্মিণীয়ে অতি বিনয় অথবা বিনম্ৰ সুৰত কৈছিল "অয়ে ভগিনী সত্যভামা। কি কহৈছ? জগতক পৰমগুৰু স্বামী কৃষ্ণ; উনিকৰ চৰণ সেৱা কৰিতে ব্ৰহ্মাণ্ড ভিতৰে কোন দুৰ্লভ থিক? ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ চাৰি পদৰস হাতে মিলাৱে। তোহাৰি পাৰিজাত কোন কথা?" গীততো ধ্বনিত হৈছে "হৰিত ভকতি সতী কোন নিমিলায়"। ৰুক্মিণীয়ে "ঐচন ভকতিক মহিমা কহিতে ৰুক্মিণীক প্ৰেম পৰশল"। এতেকে দেখা যায় যে সত্যভামাই অশাশ্বত পদাৰ্থটোক লৈ যি গৰ্ব্ব কৰিছে, ৰুক্মিণীয়ে কিন্তু ভাবৈ ভ্ৰুক্ষেপকে কৰা নাই। ভক্তা ৰুক্মিণীৰ এই কথাযাৰিয়ে নাটখনিত ভক্তিৰসৰ জোঁৱাৰ তুলিছে। পাৰিজাত

ক্ষেত্ৰত তেওঁ নায়িকা নহলেও তেওঁৰ কথাৰ মূল্য আছে। সত্যভামাৰ ৰুক্মিণীৰ প্ৰতি সম্বোধন "অয়ে বিদৰ্ভ ৰাজকুমাৰী।" পদটো তাচ্ছিল্যাৰ্থত প্ৰয়োগ হৈছে আৰু অশোভনীয় হৈছে। কাৰণ ৰুক্মিণী দেবী কৃষ্ণৰ "প্ৰথম পত্নী"। সেই ফালৰ পৰা সত্যভামাৰ বায়েক হিচাবে গণ্য হ'ব। কিন্তু ৰুক্মিণীৰ সম্বোধন পদ "অয়ে ভগিনী সত্যভামা"। এই পদটো সহানুভূতি-শীল আৰু সদ্ভাৱ সূচক অবশ্যে সত্যভামা গৰ্ব্বিতা তথা অভিমানিনী হলেও দুটা দৃশ্যত আমি তেওঁক ভক্তিপৰায়ণা আৰু বিনম্ৰ হোৱা দেখা পাওঁহক। প্ৰথমটো হ'ল তেওঁ "পেখি মুনিক ধনি অবনত কায়। পৰি পৰণাম কয়লি পুনু মাই"। দ্বিতীয়টো হ'ল শচীৰ কৃষ্ণ নিন্দাৰ সমুচিত প্ৰত্যুত্তৰ দি তেওঁ কৃষ্ণৰ প্ৰতি থকা ভক্তিৰ পৰিচয় দিছিল এই বুলি "অয়ে ইন্দ্ৰানী! জগতক পৰমগুৰু হামাৰ স্বামী। যাহেৰ নাম সুমৰিতে মহামহা পাপীসবো সংসাৰ নিস্তৰে, তাহেক তোহো অতয়ে নিন্দা কৰহ?"

সত্যভামাই দেৱৰাজ ইন্দ্ৰৰ প্ৰতি যি অশোভনীয় ব্যৱহাৰ কৰিছে, তাৰ পৰা তেওঁৰ নাৰীসুলভ বিনম্ৰতাৰ অভাৱ স্পষ্টভাৱে দেখা পোৱা হয়। ইন্দ্ৰই অশোভনীয় ব্যৱহাৰ নকৰি তদুৰত্তত "ওহি শ্ৰীকৃষ্ণক যত পত্নী থিক, তাহেক মধ্যে তোহো বৰি প্ৰচণ্ড প্ৰগল্ভা" বুলি কৈয়েই তেওঁ সন্তোষ লাভ কৰিছে। কিন্তু ইন্দ্ৰানী শচী আৰু সত্যভামাৰ মাজৰ দ্বিধন বিতৰ্ক বা কথাৰ কটাকটি, তাৎপৰ্য মন কৰিলে প্ৰকৃততে অসমীয়া পোহাৰীৰ মুখ চুপতিৰ এটি আমোদজনক লঘু হাস্য ৰসাত্মক চিত্ৰ ভাহি উঠে। শচীৰ কৃষ্ণনিন্দাৰ "ওহি গোপীবিটাল গোপাল"তকৈ সত্যভামাৰ "জাতিভ্ৰষ্ট কয়ল" বাক্যাংশটি বেচি গধুৰ। সত্যভামাই "চুণ্ডা চাই সোপা" টো টান কৈ মাৰিলে। শচীয় যথোচিত উত্তৰ দিব নোৱাৰি ইন্দ্ৰক "তোহাক জীৱন ধিক ধিক। মানুষী স্ত্ৰীক অতয়ে কদৰ্থনা শুনিয়ে ৰহৈছ" বুলি কৈ উৰহৰ খং ভগাচাৰিতে সাৰিছে। শচী সত্যভামাৰ সেই বাক্ বিতণ্ডা বা মুখ চুপতিখনে দুয়োগৰাকীকে দন্দুৰী নাৰীৰ শাৰীলৈ ঠেলি দিছে আৰু দেৱী পৰ্য্যায়ৰ পৰা অধঃ পতিত হৈছে। সত্যভামাই শেষতো অৰ্থাৎ পাৰিজাত তৰু ৰোপনৰ বেলিকাও সতিনীৰ কথা পাহৰা নাই। 'হামাৰ বহুত সতিনী থিক" বুলিকে "এথা নোহে, হামাৰ দবাৰ নিকটে নিয়া ৰোপন কৰহ" বুলি কৈছে। সত্যভামাই নিজৰ অভিলাষ পূৰাইছে। তেওঁ যি ইচ্ছা তাকে কৰিলে। তেওঁৰ লগত সহায়িকা হিচাবে ইন্দুমতী নামৰ এগৰাকী সখী আছে। তেওঁ "ওহি দুৰন্ত চিন্তা পৰিহৰ" বুলি কৈ মূৰ্চ্ছিতা সত্যভামাক আশ্বস্ত কৰিছে আৰু "উঠহ উঠহ" বুলি কৈ তুলি দিছে। সত্যভামাৰ সহচৰিণী হিচাবে সখী গৰাকীয়ে নিজৰ বান্ধবীৰ হিতসাধণ কৰি বিশ্বাস যোগ্য হৈ পৰিছে।

পাৰিজাত হৰণ নাটত বসুমতী আৰু অদিতি মাতাৰ দুটি চৰিত্ৰ কৃষ্ণ ভক্তি প্ৰচাৰ বা প্ৰকাশৰ মহিলা হিচাবে থকা দেখা যায়। জগতৰ বিপদকাৰী অসুৰ ধৰন্ধৰ নৰকৰ মাতৃ বসুমতীয়ে নিজৰ পুত্ৰেকৰ অন্তগালিৰ পৰিণামৰ কথা সুঁৰৰিছে "তোহাক দ্ৰোহ কৰিয়ে পাপী পুত্ৰ নৰক নিজ প্ৰাণে নাশ গেল" বুলি। কৃষ্ণক পৰমেশ্বৰত্বৰ চিনাকী কৰি দিছে 'কোটি ব্ৰহ্মাণ্ডেশ্বৰ পৰম পুৰুষ পুৰুষোত্তম। তোহো জগতক গুৰু" বুলি। তেওঁৰ পৰা আমি কৃষ্ণক জগতৰ গুৰু হিচাবে মানিবলৈ শিক্ষা পাওঁ। শ্ৰীকৃষ্ণয়ো তেওঁক "আশ্বাসিয়ে অন্তঃপুৰ প্ৰবেশি কহো ভগদত্তক ৰাজ্য অভিষেক কয়ল"। কৃষ্ণভক্তি বিকাশৰ আন এগৰাকী মহিলা হ'ল অদিতি। নৰকাসুৰে হৰণ কৰি নিয়া অমৃতস্ৰাৱী কুণ্ডল দোষোৰ শ্ৰীকৃষ্ণই অদিতিৰ হাতত সমৰ্পণ কৰিছে। প্ৰণম্য দেৱমাত্ৰে দাদমৃত স্ৰাবি- কুণ্ডলে—পাৰিজাত হৰণ নাট)। তেওঁ কৃষ্ণক পৰম ঈশ্বৰ জানিয়ে যৈচে তুতি আৰম্ভল"। অদিতিৰ কৃষ্ণ স্তুতিত তেওঁ কৃষ্ণক এগৰাকী জগত নিবাস, অসুৰ বিনাশ, হৃদক ভৰপাশ, তাৰক নিত্ৰদাস, ঈশ্বৰ মুৰাৰি, ব্ৰহ্ম অধিকাৰী, জগতক ধাতা, পাতক ঘাতা, মুকুতি দাতা, পূৰক মন কাম, ভৱভয় তাৰক নাম আদি বিশিষ্ট গুণেৰে অলঙ্কৃত কৰি দেখুৱাইছে। কিন্তু কৃষ্ণৰ বৈষ্ণৱী মায়া বিস্তাৰত অদিতিয়ে কৃষ্ণক পুনৰ পুত্ৰজ্ঞানেৰে "হে পুতা! তোহো চিৰজীৱ হৰ" বুলি "পৰম সকৰুণ চিত্তে কৃষ্ণক গলে ধৰি কহো বুলিতে লাগল"। এনেকৈয়ে আমি দুয়োগৰাকী সতী সাধ্বীৰ পৰা কৃষ্ণৰ ভক্তিৰ আদৰ্শ পাওঁহক।

পাৰিজাত হৰণ নাটত মুৰ নৰকাসুৰৰ কোনো সংলাপ নাই। তেওঁলোকৰ বাক্‌ৰুদ্ধ অৰ্থাৎ মূক্ অভিনয়। গীত ৰাগ কানড়া পৰিতালত নিবদ্ধ গীতৰ যোগেদি তেওঁলোকৰ প্ৰবেশ, যুদ্ধ, পৰাক্ৰম, মৃত্যু আদিৰ সাঙ্কেট দিয়া হৈছে। গীত আৰু "মুৰ নৰকক মাৰি শ্ৰীকৃষ্ণ যশ সাধল" এই সূত্ৰৰ দ্বাৰা দেৱতাৰ দাঁতৰ শূল আৰু চকুৰ কুটা অসুৰ দুটাৰ নিপাত কৰণৰ আভাস দিয়া হৈছে। গীতত দুয়োটা অসুৰৰ পৰাক্ৰম বৰ্ণনা কৰা হৈছে। জগতৰ অশিষ্ট তথা দেৱ দ্বিজৰ অপকাৰী আৰু কৰ্ত্তব্য কাৰ্য্যৰ সীমা লঙ্ঘন কৰিলে যে সকলোৰে তেনেকুৱা অৱস্থাই হয়, তাৰ ইঙ্গিত তথা আদৰ্শ নৰকাসুৰ বধৰ পৰাই জনা হয়।

পাৰিজাত ৰথীয়াসকলে নিজৰ দায়িত্ব ভালকৈ পালন কৰিছে। শক্তি চাইহে তেওঁলোকে ভক্তি কৰিছে। তেওঁলোক "কৃষ্ণক আগু কোন হয়"। তেওঁলোকে 'যে মুৰাই তা কৰহ" বুলি কৈ নিজৰ অসমৰ্থতা প্ৰকাশ কৰিছে। পক্ষীৰাজ গৰুড়য়ো নিজৰ দায়িত্ব সুচাৰুৰূপে পালন কৰা দেখা যায়।

## (২৯—ক)—নাটকীয় থূলমূল কাহিনী ঃ—

এদিন ৰুক্মিণীৰ সৈতে শ্ৰীকৃষ্ণ বহি আছে। এনেতে নাৰদ আহি স্বৰ্গৰ পাৰিজাত ফুল এপাহ শ্ৰীকৃষ্ণৰ হাতত দিয়ে। ৰুক্মিণীয়ে নাৰদৰ মুখত ফুলৰ মহিমা শুনি শ্ৰীকৃষ্ণৰ ওচৰত প্ৰাৰ্থনা জনায়। তেওঁৰ অনুৰোধ মতে কৃষ্ণই প্ৰিয়াক কোলাত বহুৱাই খোপাত নিজহাতে ফুল পিন্ধাই দিলে। ইপিনে দেৱৰাজ ইন্দ্ৰই দুৰ্দান্ত নৰকাসুৰৰ উৎপাত সহিব নোৱাৰি কৃষ্ণৰ ওচৰত শৰণাপন্ন হ'লহি। নৰকাসুৰক নিধন কৰি দেৱলোকত শান্তি প্ৰতিষ্ঠা কৰিবলৈ কৃষ্ণই প্ৰতিশ্ৰুতি দিয়াত ইন্দ্ৰ সভাৰ্য্যে স্বৰ্গপ্ৰস্থান কৰে। আনহাতে টুটকীয়া নাৰদে সেই মহিমামণ্ডিত পাৰিজাত ফুলপাহ সবাতোকৈ স্নেহবশতঃ কৃষ্ণই ৰুক্মিণীকহে পিন্ধালে বুলি সত্যভামাৰ আগত গজগজীয়াকৈ লগালে। সত্যভামাই ক্ৰোধ আৰু হিংসাত কম্পমান হৈ ৰোষঘৰত সোমাল। নাৰদে কৃষ্ণৰ আগত সেই বাতৰি দিয়াত কৃষ্ণই তৎক্ষণাৎ সত্যভামাৰ ওচৰলৈ যায় আৰু নানা সান্ত্বনা বাক্যেৰে তুষ্ট কৰি নৰকাসুৰ বধৰ লগতে পাৰিজাত তৰু সমূলে উঘালি আনি দিবলৈ প্ৰতিজ্ঞাবদ্ধ হয়। ইন্দ্ৰৰ প্ৰাৰ্থনামতে নৰকক বধ কৰি কৃষ্ণই স্বৰ্গলোকলৈ গৈ অদিতিৰ, বৰুণৰ সম্পদ সমূহ সোধাই দিয়ে। ইপিনে সত্যভামাৰ কথামতে পথতে পাৰিজাত তৰু খুজিবলৈ নাৰদক ইন্দ্ৰৰ ওচৰলৈ পঠায়। অকৃতজ্ঞ ইন্দ্ৰই শচীৰ কথামতে কৃষ্ণক পাৰিজাত দিবলৈ সন্মত নোহোৱাত বলপূৰ্ব্বক ভাৱে কৃষ্ণই পাৰিজাত উভালি লয়। পিচত শচী সত্যভামাৰ মাজত তৰ্কযুদ্ধও হয়। কৃষ্ণই ইন্দ্ৰক পৰাজয় কৰি পাৰিজাত আনি সত্যভামাৰ ইচ্ছামতে তেওঁৰ দুৱাৰ মুখতে পাৰিজাত তৰু ৰোপণ কৰে। নাটকৰ থূলমূল কাহিনী ইমানেই।

মূল পাৰিজাত হৰণৰ কাহিনী ভাগ ভাগৱত পুৰাণ, বিষ্ণু পুৰাণ আৰু খিল হৰিবংশত পোৱা যায়। ভাগৱত পুৰাণতকৈ বিষ্ণু পুৰাণৰ আৰু বিষ্ণু পুৰাণতকৈ হৰিবংশৰ আখ্যানভাগ ক্ৰমে বহল। ভাগৱত পুৰাণৰ (১০/৫৯ অধ্যায়ত) দশম স্কন্ধৰ উনষাঠী অধ্যায়ত পঞ্চত্ৰিশটা শ্লোকতে পাৰিজাত হৰণৰ কাহিনীভাগ সমাপ্ত কৰা হৈছে। বিষ্ণু পুৰাণৰ পঞ্চমাংশৰ উনত্ৰিশ অধ্যায়ৰ পয়ত্ৰিশটা শ্লোকত নৰক বধ, ত্ৰিশ অধ্যায়ৰ উনাশীটা শ্লোকত পাৰিজাত হৰণ আৰু একত্ৰিশ অধ্যায়ৰ ওঠৰটা শ্লোকত শ্ৰীকৃষ্ণ দ্বাৰকা প্ৰত্যাবৰ্ত্তন আৰু পাৰিজাত ৰোপণ কাহিনীভাগ কথিত হৈছে। হৰিবংশৰ বিষ্ণু পৰ্ব্বৰ তেষষ্ঠী অধ্যায়ৰ পৰা ছয়সত্তৰ অধ্যায় পৰ্য্যন্ত নৰক বধ আৰু পাৰিজাত হৰণৰ কথা পোৱা হয়। ভাগৱত পুৰাণত কথিত কাহিনী ভাগ এনেদৰে—

বসুমতীৰ পুত্ৰ নৰকাসুৰে বৰুণৰ ছত্ৰ, অদিতিৰ কুণ্ডল, মণি পৰ্ব্বত হৰণ আৰু অমৰাৱতীপুৰ অধিকাৰ কৰাত ইন্দ্ৰৰ অনুৰোধক্ৰমে শ্ৰীকৃষ্ণই সত্যভামাৰ সৈতে গৰুড়াৰূঢ় হৈ প্ৰাগ্‌জ্যোতিষপুৰলৈ যাত্ৰা কৰে। নগৰৰ দুৰ্ভেদ্য স্থান, পথ অতিক্ৰম কৰি চক্ৰৰ দ্বাৰা সেইবিলাক ছেদন ভেদন কৰি কৃষ্ণই নগৰৰ ভিতৰত প্ৰবেশ কৰে আৰু পঞ্চশিৰযুক্ত মুৰদানৱ আৰু নৰকাসুৰক সসৈন্যে নিহত কৰি বসুমতীৰ পৰা হৃত সম্পদ সমূহ গ্ৰহণ কৰি নৰক পুত্ৰ ভগদত্তক অভয় দি ষোল হাজাৰ কন্যা আৰু চৌষষ্ঠীটা শুক্ল হস্তী দ্বাৰকালৈ পঠাই তেওঁ স্বৰ্গলৈ গৈ অদিতিৰ কুণ্ডল, বৰুণৰ ছত্ৰ আৰু মণি পৰ্ব্বত সোধাই দিয়ে। শচী ইন্দ্ৰৰ দ্বাৰা পূজিত হৈ কৃষ্ণই বিদায় লৈ আহোঁতে সত্যভামাৰ অনুৰোধক্ৰমে পাৰিজাত বৃক্ষ উভাৰি আনে আৰু সেই সূত্ৰে ইন্দ্ৰাদি দেৱতা সকলৰ সৈতে কৃষ্ণৰ বিবাদ হয়। কৃষ্ণ আৰু ইন্দ্ৰৰ মাজত তুমুল সমৰ হয়। সমৰত ইন্দ্ৰক পৰাজয় কৰি কৃষ্ণই পাৰিজাত বৃক্ষ দ্বাৰকালৈ আনে আৰু সত্যভামাৰ গৃহোদ্যানৰ মাজত ৰোপিত কৰা হয়। সেই সময়তে কৃষ্ণই প্ৰাগ্‌জ্যোতিষপুৰৰ পৰা অনা ষোলহাজাৰ কন্যাৰ পাণি গ্ৰহণ কৰে আৰু কৃষ্ণই পৰম আনন্দৰে সৈতে গৃহস্থ ধৰ্ম্ম পালন কৰি থাকে।

ভাগৱতৰ সৈতে বিষ্ণু পুৰাণৰ কাহিনীভাগ প্ৰায় একে। সামান্য মাত্ৰ পাৰ্থক্য। বিষ্ণু পুৰাণৰ মতে প্ৰাগ্‌জ্যোতিষৰ ৰজা নৰকাসুৰৰ উৎপাত সহিব নোৱাৰি ইন্দ্ৰই শ্ৰীকৃষ্ণৰ শৰণাপন্ন হয়। কৃষ্ণই সত্যভামাৰে সৈতে গৰুড়ৰ স্কন্ধত উঠি মুৰ, হয়গ্ৰীৱ, পঞ্চজন, আৰু নৰকাসুৰৰে সৈতে অসংখ্য দৈত্য বধ কৰি বসুমতীক বৰ দি নগৰত থকা সুবৰ্ণ, ষোল হাজাৰ কন্যা, চাৰি-দন্তীয়া ছহেজাৰ হস্তী, একৈশ নিযুত অশ্ব দ্বাৰকালৈ পঠায় আৰু মণি পৰ্ব্বত, অদিতিৰ কুণ্ডল, বৰুণৰ ছত্ৰ লৈ স্বৰ্গলৈ যাত্ৰা কৰে। তাত দেৱতা সকলৰ দ্বাৰা আৰু অদিতি মাতাৰ দ্বাৰা পূজিত হৈ স্বৰ্গৰ শোভা দৰ্শন কৰা অৱস্থাত সত্যভামাৰ পাৰিজাত বৃক্ষ চকুত পৰে। তেওঁৰ প্ৰবল হেপাহ হয় আৰু পাৰিজাত বৃক্ষ নিবৰ কাৰণে কৃষ্ণক খাটনি ধৰে। কৃষ্ণই অৱলীলাক্ৰমে পাৰিজাত বৃক্ষ উভাৰি লয়। ৰখীয়া সকলক সত্যভামাই বহু বিকৰ্থনা কৰে আৰু তেওঁলোকে সেই প্ৰকাৰে ইন্দ্ৰ আৰু শচীক লগাইগৈ। তেওঁলোক কুপিত হৈ কৃষ্ণৰ সৈতে পাৰিজাত ৰক্ষাৰ কাৰণে সমৰ আৰম্ভ কৰে। কৃষ্ণৰ হাতত ইন্দ্ৰ পৰাজিত হয় আৰু স্বেচ্ছাই কৃষ্ণৰ হাতত পাৰিজাত বৃক্ষ অৰ্পণ কৰে। স্বৰ্গৰপৰা বিদায় লৈ কৃষ্ণই দ্বাৰকালৈ আহি সেই পাৰিজাত বৃক্ষ সত্যভামাৰ গৃহোদ্যানতে ৰোপন কৰে। ইয়াৰ পিছত কৃষ্ণই ষোল হাজাৰ কন্যাৰ পাণি গ্ৰহণ কৰি যত ভাৰ্য্যা তত স্বামী হৈ সুখেৰে দ্বাৰকাত বাস কৰিবলৈ ধৰিলে।

হৰিবংশৰ মতে নৰক বধ আৰু পাৰিজাত হৰণ দুটা বেলেগ কাহিনী, পৰস্পৰে সম্বন্ধ নাই বুলিলেও হয়। তাৰ মতে দেৱৰাজ ইন্দ্ৰ দ্বাৰকালৈ আহি শ্ৰীকৃষ্ণৰ আগত নৰকাসুৰৰ অত্যাচাৰৰ কথা আৰু অদিতিৰ কুণ্ডল দ্বয় হৰণৰ কথা জনায়হি। ইন্দ্ৰৰ অনুৰোধক্ৰমে সত্যভামাৰে সৈতে শ্ৰীকৃষ্ণই গৰুড়ৰ স্কন্ধত উঠি প্ৰাগ্‌জ্যোতিষ নগৰলৈ যায় আৰু নৰকক বধ কৰি স্বৰ্গলৈ গৈ অদিতিক কুণ্ডল ঘোধায়। তাৰ পিচত এদিনাখন নাৰদে এপাহ পাৰিজাত পুষ্প আনি শ্ৰীকৃষ্ণৰ হাতত দিয়েহি। কৃষ্ণই তেওঁৰ প্ৰিয়া ৰুক্মিণীক সেই পাৰিজাত পুষ্প দিয়াত আন গৰাকী পত্নী সত্যভামাৰ অন্তৰত ঈৰ্ষা ভাব জাগে আৰু নিজৰ অলঙ্কাৰ দলিয়াই দি ৰোহঘৰত সোমায়গৈ। কৃষ্ণই পিচত তেওঁৰ ওচৰলৈ আহি প্ৰেম প্ৰীতিৰে সান্ত্বনা বাক্য বুলি তেওঁৰ সন্তুষ্টিৰ কাৰণে পাৰিজাত হৰণ কৰিবলৈ নাৰদৰ আগত প্ৰতিজ্ঞা কৰে আৰু নাৰদৰ যোগেদি দেৱৰাজ ইন্দ্ৰক খবৰ দিয়ায়। ইন্দ্ৰই পাৰিজাত বৃক্ষ দিবলৈ সন্মত নোহোৱাত কৃষ্ণই একাকী স্বৰ্গলৈ গৈ ইন্দ্ৰৰ লগত যুদ্ধ কৰি ইন্দ্ৰক পৰাজয় কৰে আৰু পাৰিজাত বৃক্ষ দ্বাৰকালৈ লৈ আহি সত্যভামাক দিয়ে। এবছৰৰ পিচত সেই পাৰিজাত পুনৰ স্বৰ্গলৈ নিয়ে।

## (২৯—খ) মৌলিক আৰু নাটকীয় কাহিনীৰ ব্যৱধান ঃ

পাৰিজাত হৰণ নাটখনৰ মূল ভাগৱত আৰু বিষ্ণুপুৰাণৰ হলেও শঙ্কৰদেৱে তাৰ আখ্যানভাগ মনতে জুকিয়াই ৰাখি প্ৰধান ভাৱে হৰিবংশৰ পৰাই কাহিনীটো ধাৰ কৰিছে আৰু তাৰ লগতে নিজৰ সৃজনীমূলক কলাৰ বিকাশ কৰি নাটখন সজাই পৰাই তুলি প্ৰতিভা সাৰ্থক কৰিছে। হৰিবংশৰ দীঘলীয়া কাহিনীভাগক নাটত চমু কৰি পেলোৱা হৈছে। ইয়াৰে গোটাচেৰেক ব্যৱধান নিম্নভাগত দেখুউৱা হ'ল—

প্ৰাগ্‌জ্যোতিষপুৰৰ ৰজা নৰকৰ বিচেষ্টা তিনিও খনতে একে ধৰণৰ। নৰকৰ অত্যাচাৰ আৰু তেওঁক বধ কৰিবৰ কাৰণে জনাবলৈ কৃষ্ণৰ ওচৰত উপস্থিত হয় একমাত্ৰ দেৱৰাজ ইন্দ্ৰহে। কিন্তু নাটকত "আগহি নাৰদ হৰি গুণ গাৱে" আৰু নাৰদ মুনিয়ে কৈছে "সাম্প্ৰত পাপী নৰকাসুৰে দেৱতাসৱক বহুত দুখ লগাৱে"। হৰিবংশৰ মতে দ্বাৰকালৈ ইন্দ্ৰ যোৱাৰ পিচত বলৰাম, কৃষ্ণ, উগ্ৰসেন আৰু অন্যান্য বৃষ্ণ, অন্ধক বংশৰ দ্বাৰা তেওঁ স্বাগত সম্ভাষণ পায় আৰু পূজিত হয় ( হৰিবংশ বিষ্ণুপৰ্ব্ব ৬৩/২৮, ২৯,৩০,৩১ ) ৷ লগতে ইন্দ্ৰই কৃষ্ণৰ সুন্দৰ মুখাৰবিন্দত হস্তস্পৰ্শ কৰি (সান্ত্বপূৰ্ব্বং কৰেণাস্য সংস্পৃশ্য বদনং শুভম্ ঐ ৬৩/৩২) তেওঁৰ ওচৰত নৰকাসুৰৰ অত্যাচাৰৰ কথা বৰ্ণনা

কৰিছে। কিন্তু নাটত তেনে বিবৰণ নাই আৰু বিষ্ণু ভাগৱত পুৰাণতো পোৱা নাযায়। নাটত কৃষ্ণৰ ওচৰত দেৱতাৰ ৰজা হলেও ইন্দ্ৰ এজন সাধাৰণ মানুহৰ দৰে হৈছে। তেওঁ "কৃষ্ণক আগুপৰি পুৰন্দৰ পৰণাম কয় কহো সভাৰ্য্যে কৰযোৰি স্তুতি বোলল"। ভাগৱত আৰু বিষ্ণু পুৰাণত তেনেকুৱা নম্ৰতা নাথাকিলেও (হৰিবংশ আৰু ভাগৱতৰ বাহিৰে) নাটত থকা ইন্দ্ৰৰ কৃষ্ণ স্তুতিখিনি বিষ্ণু পুৰাণ শাস্ত্ৰত পোৱা যায়। নাটত থকা (ইন্দ্ৰৰ স্তুতি) "অঘ বক ধেনুক কংস। মাৰলি অসুৰ সবংশ" হৰলি ভূমি কেৰি ভাৰ। ভকতৰ হেতু অৱতাৰ" এই প্ৰশস্তিখিনি বিষ্ণু পুৰাণৰ (৫/২৯/৩,৪,৫) সৈতে এক।

নৰকাসুৰৰ সঙ্গীজনক বিষ্ণু পুৰাণত আৰু হৰিবংশত মুৰু দৈত্য বুলি কৈছে (ততো মুৰুঃ সমুত্তস্থৌ বিঃ পুঃ ৫/২৯/১৭, আৰু মুৰুঃ কালান্তকোপমঃ হৰিবংশ বিঃপঃ ৬৩/৫০)। কিন্তু ভাগৱতত মুৰ দৈত্য বুলিহে উক্তি কৰিছে (মুৰঃশয়ান উত্তস্থৌ দৈত্যঃ পঞ্চশিৰা জলাৎ। ভাগৱত ১০/৫৯/৬)। নাটতো নাৰদৰ ভাষাত "মুৰনৰকতস্তুং" আৰু গীতৰ ভাষাত "ধাৱে মুৰ নৰকাসুৰ ৰাগি" বুলিহে আছে।

বিষ্ণু পুৰাণ আৰু ভাগৱত পুৰাণত নাৰদৰ দৌত্য কাৰ্য্যৰ উল্লেখ নাই, হৰিবংশত আছে। নাটকীয় নাৰদ আৰু হৰিবংশৰ নাৰদৰ মাজত বহুত ব্যৱধান থকা দেখা যায়। হৰিবংশৰ নাৰদে পাৰিজাত পুষ্প আনি কৃষ্ণৰ হাতত অৰ্পণ কৰিলত তেওঁ ৰুক্মিণীৰ হাতলৈ দিয়ে আৰু পিন্ধিবৰ কাৰণে ইঙ্গিত কৰাত ৰুক্মিণীয়ে তেওঁৰ কেশ গুচ্ছত স্থাপিত কৰে (হৰিবংশ, বিঃ পঃ ৬৫/১৪,১৫,১৬)। কিন্তু নাটৰ নাৰদে দিয়া পুষ্প ৰুক্মিণীয়ে "প্ৰণম্য স্বামীচৰণং পাৰিজাতমযাচত" অৰ্থাৎ "কৌতুকে ৰুকামিণী নমিয়ে স্বামীক পাৱে, মাগে আঞ্জুৰি যোৰি হাত" (পাৰিজাত হৰণ নাট)। ৰুক্মিণীয়ে কৃষ্ণৰ ইঙ্গিতক্ৰমে পুষ্প পিন্ধিলত পুষ্পৰ মহিমা ভাঙি ধৰিছে নাৰদ মুনিয়ে। কিন্তু নাটত নাৰদে পুষ্প প্ৰদানৰ (কৃষ্ণৰ হাতত) পিচত তাৰ মহিমা ব্যাখ্যা কৰিছে। হৰিবংশত পুষ্পৰ মহিমা দীঘলীয়া আৰু নাটখনিয়ে সেই মহিমা সমূহক যথাযথ গ্ৰহণ কৰা নাই। "পাৰিজাতক গন্ধ তিনি প্ৰহৰক পথ যাই, ধনজন বিভৱে তাহেক ছাড়য় নাহি, পৰম সৌভাগিনী হয়, স্বামী কোথা যাৱয় নাহি" এইবোৰ পুষ্পৰ ব্যাখ্যা নাটৰহে, হৰিবংশৰ নহয়। মাত্ৰ ৰুকামিণীক (বোধহয়) উদ্দেশ্য কৰি কোৱা "ওহি দেব দুৰ্লভ পাৰিজাত যে নাৰী পৰিধান কৰে, সে পৰম সৌভাগিনী হয়" এই বাক্যাংশটিৰ লগত হৰিবংশৰ "সেব্যমানঞ্চ সৌভাগ্যং দদাতি বৰবৰ্ণিনি" (বিষ্ণু পৰ্ব্ব ৬৫/২৩) বাক্যাংশৰ মাত্ৰ মিল দেখা যায়। বাকীখিনি নিমিলে। ৰুক্মিণীয়ে "পাৰিজাতমযাচত"ৰ পিচত কৃষ্ণই তেওঁক

"কোলে বৈঠাই—মাথে পাৰিজাত পিন্ধাৱল"। কিন্তু হৰিবংশত তেনেকৈ নাই। মাত্ৰ "দদৌ কৃষ্ণেঙ্গিতানুগা" (ঐ ৬৫/১৬) অৰ্থাৎ কৃষ্ণৰ ইঙ্গিতানুসাৰে মূৰত পুষ্প পিন্ধিলে।

ৰুক্মিণীৰ পাৰিজাত পুষ্প প্ৰাপ্তিৰ খবৰটি হৰিবংশৰ মতে সত্যভামাই তেওঁৰ দাসীসকলৰ পৰা পায় আৰু ঈৰ্ষাযুক্ত হৈ নিজৰ পৰিবেশ সজনি কৰি কোপভৱনত সোমায় (হৰিবংশ বিষ্ণুপৰ্ব্ব ৬৫/৪৫—৫৫)। কিন্তু নাটত কলহপ্ৰিয় নাৰদৰ মুখৰ পৰা সত্যভামাই খবৰটি পায় আৰু সতিনীৰ অভ্যুদয়ত "মূৰ্চ্ছিতা পতিতা ভূমৌ যথা বাতাহতা লতা" (পাৰিজাত হৰণ) নাটত নাৰদৰ টুটকীয়া বাক্যবোৰ মৰ্ম্মস্পৰ্শী আৰু অকাৰণতে এনেকুৱা মিচা কথা কোৱাত সাধাৰণ লোকৰ খং উঠাই স্বাভাৱিক। নাটৰ সত্যভামা ইমান বিতত বা অধৈৰ্য্য হৈ পৰিছে যে সখীসকলে "শিৰে জল সিঞ্চল, আঞ্চোৰে বিঞ্চি কান্দি কান্দি প্ৰবোধ বোলল"। হৰিবংশৰ সত্যভামা ৰোষাম্বিত যদিও মাজে মাজে ভাঁবাবেগত হাস্যও কৰিছিল (বিহসন্তীং পুনঃ পুনঃ – ঐ ৬৬/৭)।

হৰিবংশৰ মতে সত্যভামাৰ এনেকুৱা অৱস্থাৰ কথা কৃষ্ণই সহজতে বুজি তেওঁৰ ৰোহ ভাঙিবলৈ যায়। কৃষ্ণক সেই প্ৰসঙ্গতে হৰিবংশই "অপ্ৰমেয়াত্মা" আৰু 'সৰ্ব্ববিদ' শব্দ দুটা ব্যৱহাৰ কৰিছে (ঐ—৬৬/১)। ইয়াৰ মতে কৃষ্ণই সত্যভামাৰ ঈৰ্ষা জনিত কথা সৰ্ব্ববিৎ কাৰণে বুজি ৰুক্মিণীৰ লগত নাৰদ বহি থকা দেখা পাই নাৰদৰ সৎকাৰৰ কাৰণে প্ৰদ্যুম্নক পঠাই দি তেওঁ সত্যভামাৰ ওচৰলৈ যায় আৰু তেওঁক নানা কৌশল কৰি বহুত বুজনি দিয়ে। কৃষ্ণৰ প্ৰবোধ বাক্য হৰিবংশত দীঘলীয়া। কিন্তু নাটত নাৰদে সত্যভামাক কথাবোৰ লগাই ঈৰ্ষাৰ জুইকুৱা বেচিকৈ জ্বলাই দি পুনৰ কৃষ্ণৰ ওচৰলৈ আহি নজনা ভাও ধৰি সত্যভামাৰ খিলাই বিপত্তিৰ কথাবোৰ এগুণত দুগুণকৈ প্ৰকাশ কৰেহি। কৃষ্ণই ততালিকে সত্যভামাৰ ওচৰলৈ আহে আৰু নাৰদেও কৃষ্ণৰ পিচে পিচে ধীৰ গতিৰে গতি গোত্ৰ নিৰীক্ষণ কৰিবলৈ যায়। নাটত কৃষ্ণৰ কথাবোৰ সংক্ষিপ্ত। অৱশ্যে সংক্ষিপ্ত যদিও কম কথাত বহুল অৰ্থ প্ৰকাশ কৰা হৈছে। কৃষ্ণৰ কৌশলপূৰ্ণ প্ৰেমবিহ্বল নাটৰ বাক্যবোৰ হৰিবংশৰ দৰে নহয়। মাজে মাজে মাত্ৰ কিছুমান শব্দ, বাক্য মিলে। হৰিবংশৰ 'দহন্তীব মমাঙ্গানি শোকঃ' বাক্যাংশৰ "তোহাৰি দুখ দেখি হামাৰ হৃদয় সহয় নাহি" আৰু "নসহে হৃদি দুখ দেখি তোহাৰি" নাটৰ বাক্যাংশে মিলে। তদুপৰি হৰিবংশৰ "শাপিতাসি" পদৰ 'কহলো সত্য সত্য শুন জায়া" বা "হামাক শপত খেৰ লও মাথ" আৰু "শ্ৰোতবং যদি ভক্তেন ভৰ্ত্ৰা" বাক্যাংশৰ লগত নাটৰ "ভাৰ্য্যাভক্ত" বাক্যাংশটিৰ মিল থকা দেখা যায়।

হৰিবংশৰ "বহুমানে পমান্যাসু স্ত্ৰীষু সৰ্ব্বাসু শোভনে। স্নেহশ্চ বহুমানশ্চ ত্বায়ুতেহন্যাসু নাস্তি মে" ( ঐ ৬৬/৪২ ) প্ৰবচনৰ লগত "সে ৰুক্মিণী জাম্ববতী তোহাক সম সৌভাগিনী নাহি হয়" তোহো হামাৰ প্ৰাণ সম প্ৰিয়া" বাক্যাংশও মিলিব খোজে আৰু নাটৰ "অত অপৰাধ সহব, অব মোই। ৰুক্মিণীক দেলোঁহা গোটা এক ফুল। তাহে লাগি তোহো অতয়ে আকুল ॥ পাৰিজাত তৰু সমূলে উপাৰি। ৰোপন কৰব আনি তুৱা বাৰী। যব মোহি বাক্যে নাহি পতিয়াৰা। কহলো সত্য সত্য শুন জায়া" কৃষ্ণৰ বচনৰ লগতো হৰিবংশৰ (৬৭/২৯,৩০,৩১) মিল আছে। শ্ৰীকৃষ্ণৰ উক্তিত সত্যভামাই কোৱা কথাখিনি হৰিবংশত দীঘলীয়া; কিন্তু নাটত সংক্ষিপ্ত যদিও প্ৰায় কিছু মিল থকা দেখা যায়। উদাহৰণ স্বৰূপে হৰিবংশৰ 'ত.দৱং সতি নেচ্ছামি জীৱিতুং মানবৰ্জ্জিতা" ৰ (ঐ-৬৭/১৫ লগত গীতৰ "ওহি অপমানে প্ৰাণ নাহি ধৰবোহো মোৰে, ছোড়লো জীৱনকু আশা" আৰু বচনৰ "ওহি অপমানে হামো প্ৰাণ ৰাখবো'? আৰু "নাহংত্বাং কিতবং ধূৰ্ত্তমজ্ঞাসিষমৰিন্দম। অদ্য জ্ঞাৰ্তোহসি তৎপক্ষচঞ্চলোজনবঞ্চক" ( ঐ ৬৭/২৫ ) শ্লোকটোৰ লগত নাটৰ "মাংনু ধূৰ্ত্তক দুৰ্ভাগাং কিমৰ্থং জল্পসে পুনঃ " বা "তোহাৰি কপট কৃষ্ণ, নাবুজি মানলো হামোৰে, নাহি সৌভাগিনী সম মোই। যৈচন পীৰিতি ৰতি, সবহি বিদিত ভৈলিৰে, আজু জানলো মতি তোই" গীতাংশৰ মিল আছে। হৰিবংশৰ বাকী দীঘলীয়া কথাবোৰ নাটত নাই।

হৰিবংশত নৰক বধ আৰু পাৰিজাত হৰণ দুটা বেলেগ আখ্যান। নৰক বধ কৰিবলৈ যাওঁতে কৃষ্ণই সত্যভামাকো লগত নিছিল আৰু পাৰিজাত আনোতে সত্যভামা তেওঁৰ লগত নাই। কিন্তু নাটত নৰক বধ আৰু পাৰিজাত হৰণ দুয়োটা কাৰ্য্য একেলগে সিদ্ধ হৈছে। সেই কথা সত্যভামাৰ আশু দেৱকাৰ্য্য সাধি, সোহি যাত্ৰায়ে পাৰিজাত আনহ। হামো তোহাৰি সঙ্গে চলবো" বচনত প্ৰকাশ পাইছে।

নৰকাসুৰ বধৰ পিচত বসুমতীয়ে কৰা প্ৰশস্তি সামান্য মাত্ৰ হৰিবংশত উল্লেখ আছে। সেইখিনিও নাটৰ লগত মিলা দেখা নাযায়। হুবহু নহলেও নাটখনিৰ বসুমতী বিলাপ বা কৃষ্ণ প্ৰশস্তি বিষ্ণু পুৰাণ আৰু ভাগৱত পুৰাণৰ লগতহে মিলে। নাটত থকা বসুমতীৰ "কোটি ব্ৰহ্মাণ্ডেশ্বৰ পৰম পুৰুষ পুৰুষোত্তম, তোহো জগতক গুৰু" এই কথাৰ লগত বিষ্ণু পুৰাণৰ "জগতাং ত্বং জগদ্রূপঃ, "পৰমাত্মা চ ভূতাত্মা" আৰু ভাগৱত পুৰাণৰ "ত্বানীয় সত্ত্বং জগতো জগৎপতে কালঃ প্ৰধানং পুৰুষো ভৱান্ পৰঃ" এই

উক্তিৰ আংশিক ইংগিত আছে (ঐ বিঃ পুঃ ৫/২৯/২৬,২৮ আৰু ভাগৱত ১০/৫৯/২৯ শ্লোক)। তদুপৰি বিষ্ণু পুৰাণৰ "পালয়াস্য চ সন্ততিম্" (৫/২৯/২৪) আৰু ভাগৱতৰ "তস্যাত্মজোঽয়ং তব পাদ পঙ্কজং ভীতঃ প্ৰপন্নার্তিহৰোপসাদিতঃ। তৎ পালয়ৈনং"ৰ (ঐ ১০/৫৯/৩১) লগত নাটৰ 'তাহেক পুত্ৰ ওহি শিশু ভগদত্ত নাতিক তোহাৰি পাৱে সমৰ্পলো। তাহেক ৰক্ষা কৰহ" এই উক্তিৰ মিল আছে।

কৃষ্ণই স্বৰ্গত পদাৰ্পণ কৰাৰ পিছত ইন্দ্ৰই কৃষ্ণক আৰু শচীয়ে সত্যভামাক গৌৰৱ সহকাৰে আলিঙ্গি সৎকাৰ কৰা কথা ভাগৱত আৰু বিষ্ণু পুৰাণত নাই হৰিবংশ পুৰাণতহে আছে (বিষ্ণুপৰ্ব্ব ৬৪/৫৩)। নাটখনে ইয়াক গ্ৰহণ কৰিছে। অদিতিক স্বৰ্ণ কুণ্ডল দিবলৈ গৈ তেওঁক প্ৰণাম জনোৱা কথাও ভাগৱতত নাই। বিষ্ণুপুৰাণ আৰু হৰিবংশৰ (বিঃপুঃ ৫/৩০/৪, হৰিবংশ ৬৫/৫৬) মতকে নাটখনে গ্ৰহণ কৰিছে। তদুপৰি অদিতিৰ কৃষ্ণ স্তুতিও নাটখনে বিষ্ণুপুৰাণৰ পৰাহে লোৱা দেখা যায়। কাৰণ বাকী দুখনত অদিতিৰ স্তুতি প্ৰসঙ্গ নাই। অদিতিৰ কৃষ্ণ স্তুতিখিনি যথাযথ ভাৱে নাটখনত নাপালেও আংশিক শব্দাৰ্থ আছে। নাটখনত থকা 'জগত নিবাস', 'তাৰক নিজদাস,' সাৰঙ্গধাৰী বাক্যাংশৰ লগত বিষ্ণুপুৰাণৰ সৰ্ব্বাত্মন, ভূতাত্মন, ভক্তানামভয়ঙ্কৰ, শাৰ্ঙ্গহস্তায়তে নমঃ" (৫/৩০/৫,২২) বাক্যাংশৰ প্ৰতিধ্বনি পৰিছে। অদিতিৰ প্ৰশস্তিৰ পিছত বৈষ্ণবী মায়া বিস্তাৰ নাট্যকাৰৰ কল্পনা। বিষ্ণুপুৰাণৰ কৃষ্ণোক্তি "মাতা দেবি ত্বমস্মাকং প্ৰসাদ বৰদা ভৱ" বাক্য নাটৰ "হে মাতা। তোহো হামাৰ পৰম দেৱতা। হামাক সৰ্ব্বদা আশীৰ্ব্বাদ কৰহ" বাক্য প্ৰায় এক। সেই প্ৰসঙ্গতে অদিতিৰ আশীৰ্ব্বচন বিষ্ণুপুৰাণৰ "এবমস্তু যথেচ্ছা তে ত্বমশেষৈঃ সুৰাসুৰৈঃ। অজেয়ঃ পুৰুষ ব্যাঘ্ৰ মৰ্ত্তলোকে ভবিষ্যতি ৫(৩০/২৫) আৰু হৰিবংশৰ "অধৃষ্যঃ সৰ্ব্বভূতানাং অবধ্যশ্চ ভবিষ্যসি" (বিষ্ণুপৰ্ব্ব-৬৪/৬০) বাক্যৰ সৈতে নাটৰ "হামাক বৰদানে দেৱে অসুৰে তোহাক জিনয়ে নাহি পাৰব" বাক্য মিলিছে।

ভাগৱতৰ সংক্ষিপ্ত ভাষাত সত্যভামাৰ অনুৰোধক্ৰমে পাৰিজাত বৃক্ষ উভাৰি দেৱতাক পৰাজয় কৰি দ্বাৰকালৈ আনিলে বুলি কৈছে মাত্ৰ (ভাগৱত-১০/৫৯/৩৯)। কিন্তু বিষ্ণুপুৰাণত বনৰক্ষী সকলৰ দ্বাৰা কৃষ্ণক পাৰিজাত হৰণত বাধাপ্ৰদান (৫।৩০।৩৯, ৪০,৪১,৪২,৪৩) আৰু ইন্দ্ৰৰ আগত সেই সংবাদ কথন (হৰিবংশ ৭৩।১৩) প্ৰভৃতি অংশ নাটখনিয়ে গ্ৰহণ কৰিছে। কিন্তু ৰখীয়া সকলৰ উক্তি নাটত শচীৰ আগতহে হৈছে, ইন্দ্ৰৰ আগত নহয়, ইমানেই পাৰ্থক্য। অৱশ্যে বিষ্ণু পুৰাণত ৰখীয়াসকলে শচীৰ আগতহে

পাৰিজাত হৰণৰ সংবাদ দিছে ( ঐ ৫/৩০।৫১ ) । এতেকে এই অংশটি নাটখনিয়ে বিষ্ণুপুৰাণৰ পৰা লৈছে বুলি ধৰিব লাগিব ।

পাৰিজাত বৃক্ষ হৰণ কৰিব লগা কাৰণটো ভাগৱতৰ মতে ( চোদিতো ভাৰ্যয়োৎপাট্য ১০/৫৯/৩৯ ) সত্যভামাৰ অনুৰোধক্ৰমে, বিষ্ণু পুৰাণৰ মতে আদেশক্ৰমে ( ৫/ ০/৩২—৩৭ ) আৰু হৰিবংশৰ মতে ৰোষান্বিত সত্যভামাৰ মনসন্তুষ্টিৰ কাৰণে পূৰ্ব্বপ্ৰতিজ্ঞা সুঁৱৰি (ঐ ৬৭/৩১) কৃষ্ণই কৰিব লগা হয় । নাটখনিত হৰিবংশৰ কাহিনীৰ অংশটো গ্ৰহণ কৰা হৈছে । অৱশ্যে হৰিবংশত সেই অংশটো অতি দীঘলীয়া । নাটত সংক্ষিপ্ত আৰু বহু ঠাইত এৰাধৰা নীতি গ্ৰহণ কৰা দেখা যায় । উদাহৰণ স্বৰূপে ইন্দ্ৰৰ ওচৰত বিদায় লৈ উভটি আহোতে পূৰ্ব্বপ্ৰতিজ্ঞা বিস্মৰণ ঘটা কৃষ্ণক সত্যভামাই "তোহো ভণ্ড সত্য কয়ল" বুলি "শ্ৰীকৃষ্ণক পীতবস্ত্ৰে ধৰি কহো মহাক্ৰোধ হুয়া বোলল" । এইখিনি নাটৰহে । আকৌ নাৰদৰ দৌত্য কাৰ্য্য ভাগৱত আৰু বিষ্ণু পুৰাণত নাই । হৰিবংশৰ পৰা তাক গ্ৰহণ কৰিলেও "একেদায় দ্বিতয় কাম" সমাপ্তিৰ কাৰণে হৰিবংশৰ নিৰ্দ্দেশ নাটখনে মানি চলিব পৰা নাই । হৰিবংশৰ মতে কৃষ্ণই দ্বাৰকাৰ পৰা নাৰদক ইন্দ্ৰৰ ওচৰলৈ পাৰিজাত খুজি পঠিয়ায় । নাটৰমতে স্বৰ্গৰ পৰা বিদায় হৈ আহোতে বাটতে পূৰ্ব্বপ্ৰতিজ্ঞা সুঁৱৰি পাৰিজাত হৰণ কৰিব লগা হয় । হৰিবংশৰ নাৰদ গহীন গম্ভীৰ আৰু মৰ্য্যাদাশালী; কিন্তু নাটৰ নাৰদ কলহপ্ৰিয় আৰু চঞ্চল । হৰিবংশত ইন্দ্ৰ নাৰদৰ সংবাদ বৰ দীঘলীয়া আৰু সেইখিনি নাটখনে গ্ৰহণ কৰা নাই । তাৰমতে নাৰদে স্বৰ্গ আৰু দ্বাৰকালৈ তিনিবাৰ অহাযোৱা কৰে আৰু ইন্দ্ৰৰ লগতেহে পাৰিজাত সম্বন্ধে কথোপকথন হয় । কিন্তু নাটত নাৰদে ইন্দ্ৰক পাৰিজাত খুজিলেও শচীয়েহে তাৰ উত্তৰ দিছে, ইন্দ্ৰ নিমাত । অৱশ্যে শচীৰ উত্তৰ প্ৰদানৰ পিচত লাহেকৈ "স্ত্ৰীক কথা কৃষ্ণতে বিদিত" বুলি কৈ শচীৰ পক্ষে একাষাৰ কৈছে । সিও শচীৰ ভয়ত । হৰিবংশৰ ইন্দ্ৰ স্পষ্টবাদী আৰু গৰ্ব্বী । শচীৰ প্ৰভাৱ তাত নাই । নাটত শচীয়েহে ইন্দ্ৰক পৰিচালনা কৰিছে "হামাৰ পাৰিজাত ইন্দ্ৰে দিতে পাৰয় নাহি" বুলি । নাটত কৃষ্ণকো সত্যভামাই সেই প্ৰসঙ্গতে পৰিচালনা কৰিছে এই বুলি "কাহুক ভয় থিক ? সত্বৰ পাৰিজাত আনহু" । সেই সুৰতে সুৰ মিলাই নাৰদেও সহায় কৰিছে "দেৱী ভণ্ড কহল । হে কৃষ্ণ ! সত্বৰে পাৰিজাত আনহ" বুলি । পাৰিজাত হৰণৰ পিচত ৰখীয়া সকলৰ সংবাদ জ্ঞাপন আৰু তাকে শুনি শচীৰ যি বিচেষ্টা সেইখিনি বিষ্ণু পুৰাণৰ ( ৫/৩০/৫১ ) পৰা নাটখনে আংশিক ভাৱে লৈ বাকী খিনি কাল্পনিক ৰূপত সজ্জিত কৈছে । ইন্দ্ৰ আৰু কৃষ্ণৰ ওচৰলৈ নৰদৰ আহা যোৱা আৰু পাৰিজাতক লৈ টনা আজোৰা তথা শচী, ইন্দ্ৰ,

সত্যভামাৰ প্ৰাৰম্ভিক পৰোক্ষ উক্তিখিনিৰ জকাটো হৰিবংশৰ আৰু কাল্পনিক ৰহণখিনি নাট্যকাৰৰ নিজা। ইন্দ্ৰৰ কৃষ্ণ বিপক্ষে যুদ্ধ যাত্ৰা কথা ভাগৱত পুৰাণ, হৰিবংশ পুৰাণ আৰু বিষ্ণু পুৰাণ একমত। মাত্ৰ ভাগৱতত সংক্ষিপ্ত আৰু বিষ্ণুপুৰাণ আৰু হৰিবংশত কমবেছি পৰিমাণে বহল ভাৱে যুদ্ধ যাত্ৰাৰ কথা বৰ্ণোৱা হৈছে।

নাটত থকা শচী সত্যভামাৰ বাক্-বিতণ্ডাবোৰ তিনিওখন পুৰাণত পাবলৈ নাই। জাত উভালি গালি পৰা অংশবোৰ নাট্যকাৰৰ নিজা কল্পনা। যুদ্ধৰ-বেলিকা ইন্দ্ৰই কৃষ্ণলৈ বজ্ৰ প্ৰহাৰ কৰোতে কৃষ্ণই বজ্ৰ লম্ফি ধৰা নাটৰ অংশটো বিষ্ণুপুৰাণৰ (৫/৩০/৬৮)। তদুপৰি ইন্দ্ৰৰ পলায়ণ প্ৰসঙ্গত নাটত সত্যভামাই ইন্দ্ৰৰ প্ৰতি কৰা কদৰ্থনাখিনিও বিষ্ণু পুৰাণৰ। তাত থকা "ত্ৰৈলোক্যেশ নতে যুক্তং শচীভৰ্ত্তুঃ পলায়ণম্। পাৰিজাত স্ৰগাভোগা ত্বামুপস্থাস্যতে শচী" (৫/৩০/৭০) শ্লোকৰ নাটত থকা "দেৱক ৰাজা হয়া মানষ কৃষ্ণক ভয়ে ভঙ্গ দেলহ, উচিত নোহে। তোহাৰি আশু পাৰিজাতক মঞ্জৰী পৰিধান কৰিয়ে শচী লাস বেশ কৰি বেবাৰে" সত্যভামাৰ এই প্ৰবচন হুবহু ভাঙনি। আকৌ "অলং শক্ৰ প্ৰয়াসেন ন ব্ৰীড়াং গন্তুমৰ্হসি" (৫/৩১/৭২) বাক্যৰ নাটত থকা "অৱ কৈছে পলাৱ? লাজক পিঠি দেলহ"? বাক্যাংশও তাৰে প্ৰতিধ্বনি বুলি ধৰিব পাৰি। সত্যভামাৰ কদৰ্থনাত ইন্দ্ৰই দিয়া প্ৰত্যুত্তৰখিনিৰ কিয়দংশও বিষ্ণু পুৰাণৰেই। উদাহৰণ স্বৰূপে "জিতস্য তেন মে ব্ৰীড়া জায়তি বিশ্বৰূপেনা" (৫/৩০/৭৭) বাক্যাংশৰ নাটত থকা "পৰম গুৰু নাৰায়ণ শ্ৰীকৃষ্ণ, তাহেত হামো যুদ্ধে হাৰলো, ইহাত হামাৰ কোন লাজ থিক"? বচনৰ মিল আছে। নাটৰ ইন্দ্ৰৰ দ্বাৰা কৃত কৃষ্ণ প্ৰশস্তিখিনি (ভঙ্গিমা) নাট্যকাৰৰ নিজা কল্পনা, পুৰাণত তেনেকৈ পাবলৈ নাই। অৱশ্যে বিষ্ণুপুৰাণত থকা "জগতঃ শল্যনিষ্কৰ্ষং কৰোষ্য-সুৰসূনদম্" (৫/৩১/৬) বাক্যৰ ছাঁতে ভেজাদি নাট্যকাৰে ইন্দ্ৰ স্তুতিখিনি বহল কৰা যেনো লাগে। যুদ্ধৰ অৱসানত কৃষ্ণই কোৱা "ধৰু, তোহাক বজ্ৰ লেহ" বাক্য বিষ্ণুপুৰাণৰ "বজ্ৰঞ্চেদং গৃহানত্বং" (৫।৩১।৪) বাক্যৰ লগত মিলে। ইন্দ্ৰই কোৱা "নীয়তাং পাৰিজাতোঽয়ং" (৫।৩১।৭), নাটৰ "ওহি পাৰিজাত তোহো নিয়া যাৱ" একাৰ্থক বাক্য। হৰিবংশত অদিতিয়েহে কৃষ্ণক পাৰিজাত নিবলৈ কৈছে (উপেন্দ্ৰ দ্বাৰকাংগচ্ছ পাৰিজাতং নয়স্ব চ ৭৫।৩৮)। তদুপৰি বিষ্ণুপুৰাণৰ "মৰ্ত্ত্য লোকে ত্বয়া ত্যক্তে নায়ং সংস্থাস্যতে ভুবি" (৫।৩১।৭) শ্লোকাংশৰ লগত নাটৰ "যাৱত তোহো ভূমিত বহ, তাৱত তোহাৰ উপযোগ হয়া ৰহোক" বচনৰ মিল থকা দেখা যায়। বাকীবোৰ নিমিলে।

দ্বাৰকালৈ পাৰিজাত গ্ৰহণ কৰি প্ৰস্থান কৰাৰ পিচত সত্যভামাৰ গৃহ সমীপত ৰোপণ কৰা কথাটো নাটত বিষ্ণুপুৰাণ আৰু ভাগৱত পুৰাণৰ পৰা লোৱা হৈছে (ভাগৱত ১০।৫৯।৪০ আৰু বিষ্ণুপুৰাণ ৫।৩১।১০)। নাৰদৰ মুখেদি প্ৰকাশ পোৱা "ওহি পাৰিজাতক গন্ধ তিনি প্ৰহৰক পথ যাই" বাক্যৰ লগত বিষ্ণু পুৰাণৰ "বাস্যতে যস্য পুষ্পগন্ধেনোৰ্ব্বী ত্ৰিযোজনম্" (৫।৩১।১১) বাক্যৰ মিল আছে। এনেকৈয়ে তিনিও খন পুৰাণ আৰু নাটখনৰ মাজত থকা ব্যৱধান সমূহ বা এৰাধৰা কাহিনী কিম্বা ঘটনা সমূহৰ সামান্য বিচাৰ কৰি চাব পৰা যায়।

## (২৯—গ) পাৰিজাত হৰণ নাটৰ নামকৰণ বিচাৰ :—

পাৰিজাত হৰণ নাটখনত আমি পৰিষ্কাৰকৈ তিনিটা ঘটনা দেখা পাওঁ— সেই কেইটা হল নৰকাসুৰ বধ, পাৰিজাত অপহৰণ, আৰু ইন্দ্ৰ পৰাজয়। এই তিনিওটাৰ ভিতৰত দৰাচলতে নাটখনৰ নাম "নৰকাসুৰ বধ" হোৱাই প্ৰশস্ত আছিল। কাৰণ স্বৰ্গত তেওঁৰ অত্যাচাৰ আৰু অধিকাৰ সাব্যস্ত কৰি প্ৰবল প্ৰতাপী বীৰ হিচাবে পৰিগণিত হৈছিল। স্বৰ্গ হল তিনিলোক নিয়ন্ত্ৰণৰ কেন্দ্ৰস্থান আৰু ইন্দ্ৰ হ'ল তাৰ অধিপতি। মস্তিষ্ক বিকৃতি হলে বাকী অঙ্গ প্ৰত্যঙ্গৰ স্বাভাৱিক অৱস্থা ঠিকমতে নথকাৰ দৰেই স্বৰ্গত অনধিকাৰ চৰ্চ্চা হোৱাত তিনিলোক নিয়ন্ত্ৰণত ব্যাঘাত তথা অসুবিধাৰ সৃষ্টি হৈছিল। সেই কথা ইন্দ্ৰৰ বাক্যত পৰিস্কাৰ হৈছে যেনে "অৱ নৰকাসুৰ পাপ। কয়লি বড়ি উপতাপ। আনল স্বৰ্গক মাৰি। দেৱক যতয়ে কুমাৰী। সৰ্ব্বস্ব নৰহে হামাৰি। তুৱা পায়ে কৰোহো গোহাৰি" ॥ ইত্যাদি। বিষ্ণুপুৰাণত কৈছে— "কৰোতি সৰ্ব্বভূতানাং উপঘাতমৰিন্দম" (৫।২৯।৮) অৰ্থাৎ হে অৰিদমনকাৰী কৃষ্ণ! সম্প্ৰতি সেই নৰকাসুৰে সকলো প্ৰাণীকে উপদ্ৰৱ কৰিছে ইত্যাদি। এতেকে সকলো প্ৰাণীকে অপকাৰ চিন্তা কৰা এটা প্ৰবল প্ৰতাপী অসুৰক বিনাশ কৰি জগতত শান্তি স্থাপন কৰাটো শ্ৰীকৃষ্ণৰ কাম্য আৰু সেয়ে নৰকাসুৰ বধ বিষয়টো অতি গুৰুত্বপূৰ্ণ। এনে এটা বিষয়ক গৌণ কৰি বা নাটখনৰ অন্যান্য অংশৰ দৰে আংশিক ঘটনা বুলি ধৰি লৈ নিজৰ ভাৰ্য্যাৰ মন সন্তুষ্টিৰ কাৰণে বলাৎকাৰ কৰি পাৰিজাত বৃক্ষ আনি সেই অংশটোক প্ৰধান স্থান দিয়াৰ কাৰণটো বিচাৰ কৰি চোৱাৰ প্ৰয়োজন আছে। আমি দেখিছোঁ দুজনা গুৰুৱে নাট কেইখনত বধ বিষয়ক প্ৰধান স্থান দিয়া নাই। দুৰ্দ্দান্ত, অজেয় বীৰ এজনক পৰাস্ত বা বধ কৰাটো ভগৱানৰ শক্তিৰ পৰিচয়হে, তাত ভক্তিৰ কথা নাই। এতেকে নৰকাসুৰক

বধ কৰি শ্ৰীকৃষ্ণই ত্ৰিলোকত শান্তি স্থাপনহে কৰিলে বা নিজৰ সৰ্ব্বোপৰি শক্তি প্ৰতিভা বিকাশ কৰিলে মাত্ৰ। ভাগৱত, বিষ্ণু পুৰাণ আৰু হৰিবংশত নৰকাসুৰ বধ প্ৰধান হিচাবে আৰু পাৰিজাত হৰণ গৌণ হিচাবে আছে। কিন্তু নাট্যকাৰজনাই পাৰিজাত হৰণক প্ৰাধান্য কৰাৰ নিশ্চয় এটি কাৰণ আছে। গুৰুজনাই অৱশ্যে নাটত "নৰকাসুৰ বধ, পাৰিজাত হৰণ লীলা যাত্ৰা কৌতুকে কৰব" বুলিও কৈছে। তেনেকৈ পাৰিজাত হৰণৰ লগতে নৰকাসুৰ বধ বিষয়টো জাপি দিলেও পুনৰ শেষত "নৰকাসুৰ মাৰি, দেৱকাৰ্য্য সাধি, ইন্দ্ৰক জিনিয়ে, পাৰিজাত আনি, প্ৰিয়াক দবাৰে ৰুপি কৃতকৃত্য হয়া" বুলি কোৱাত পাৰিজাত হৰণৰ লগতে সমানে বাকীবিলাক কাৰ্য্যৰো তুলাচনী ধৰা দেখা গৈছে। আকৌ নাটৰ আপিচ শ্লোকত "খগেন্দ্ৰং সমাৰুহ্য নিৰ্জ্জিত্য শক্ৰম্। মুদালীলয়া দেৱকীনন্দনো যঃ ॥ প্ৰিয়ং পাৰিজাতং জহাৰ প্ৰিয়াৰ্থং। পৰেশায় কৃষ্ণায় তস্মৈ নমস্তে' বুলি লিখি ইন্দ্ৰ পৰাজয় আৰু পাৰিজাত হৰণ এই দুটাকহে মুখ্য স্থান দিয়া দেখা গ'ল। কিন্তু নাটৰ একেবাৰে শেষত "ওহি পাৰিজাত হৰণ হৰিক পৰম লীলা চৰিত্ৰ শ্ৰদ্ধায়ে যে সবে শুণে ভনে, কৃষ্ণচৰণে তাহেৰ পৰম ভকতি বাঢ়ব", মুক্তি মঙ্গল ভটিমাত "পাৰিজাত হৰণ আহেৰ নাম। শুন বুধজন হৰি গুণ অনুপাম" আৰু আদি ভাগতো "শ্ৰীপাৰিজাত হৰণং যাত্ৰাং সম্প্ৰতি পশ্যত" আৰু 'সোহি কৃষ্ণক নাট উপাম। পাৰিজাত হৰণ তাহেৰ নাম" বুলি কোৱাত তথা নাটখনৰ নামকৰণ "পাৰিজাত হৰণ" হৈ থকাত আনবিলাক গৌণ হিচাবে আৰু পাৰিজাত হৰণ মুখ্য বা প্ৰধান হিচাবে থাকি গ'ল। দেখা যায়—নাটখনৰ উল্লেখ যোগ্য চৰিত্ৰ নাৰদৰ মুখতে প্ৰথম অৱস্থাতে "ওহি পাৰিজাতক গন্ধ তিনি প্ৰহৰক পথ যাই" বুলি পাৰিজাতৰ কথাহে কোৱা হৈছে, নৰকাসুৰ বধৰ কথা পিচলৈহে থাকিল। পাৰিজাতক লৈয়েই প্ৰেমৰ কাজিয়াখনৰ সূত্ৰপাতো হয়। ৰসৰ ভিতৰত শৃঙ্গাৰ ৰসেই আদি আৰু নাটকত এই ৰস থাকিবই লাগে। শৃঙ্গাৰ ৰসত প্ৰেম-খেলা জড়িত হৈ আছে বা শৃঙ্গাৰ ৰস মানেই প্ৰেমৰস। এতেকে পাৰিজাত হৰণত প্ৰেমবিহ্বল হোৱাৰ ইঙ্গিত আছে। পাৰিজাত হৰণকে কেন্দ্ৰ কৰি (যিহেতুকে ই প্ৰথমতে উল্লেখ হোৱাত) ইন্দ্ৰৰ পৰাজয় আৰু প্ৰেমৰ কাজিয়া খনৰ অন্ত পৰাত পাৰিজাত হৰণৰ কাহিনী ভাগ সাৰ্থক হ'ল। বিশেষকৈ পাৰিজাতক লৈ গৰ্ব্ব কৰা আৰু প্ৰেমৰ কাজিয়া খনত সত্যভামা জয়যুক্ত হৈ ৰুক্মিণীৰ আগত "হামাৰ সৌভাগ্যক মহিমা পেখু পেখু" বুলি কোৱাত ৰুক্মিণীৰ "অতয়ে কৈচে কহসি মাই। হৰিত ভকতি সতী কোন নিমিলাই" প্ৰবচনে পাৰিজাত হৰণৰ মুখ্য প্ৰেমখেলা খনক মধিমুৰ কৰি ভক্তিৰ খেলা

খনে বা ভক্তিৰসে ভুমুকি মাৰিলে। পাৰিজাত হৰণৰ নামকৰণে দৰাচলতে ভক্তিৰসকহে প্ৰধান কৰাৰ ইঙ্গিত পোৱা গ'ল। সেই কাৰণে পাৰিজাত হৰণ নাটৰ নামকৰণ সাৰ্থক হৈছে। এতদ্ব্যতিৰিক্ত 'বিচাৰ কৰাৰ প্ৰয়োজন দেখা নাই।

(গ—৩০)ঃ— ৰাম বিজয় নাটঃ—

শঙ্কৰদেৱৰ শেষ বয়সৰ, সকলো নাটৰ ভিতৰত নুমলিয়া আৰু ৰাম বিষয়ৰ একমাত্ৰ হ'ল ৰামবিজয় নাট। অনুমান ক্ৰমে ১৫৬৮ খৃষ্টাব্দত শঙ্কৰদেৱ কোচবিহাৰত থকা কালত চিলাৰায় দেৱানৰ অনুৰোধক্ৰমে নাটখন লিখা হয়। নাট্যকাৰ গুৰু জনাই নাটখনৰ শেষত চিলাৰায় দেৱানৰ কথা এইদৰে লিখিছে—

পৰম ৰসিক গুৰু শ্ৰীশুক্লধ্বজ
ৰাজা নৃপতি প্ৰধান।

আৰু শেষৰ ভটিমাত কৈছে—

ৰামক পৰম ভকতি ৰস জানা।
শ্ৰীশুক্লধ্বজ নৃপতি প্ৰধানা॥
ৰামক বিজয় যো কৰাৱত নাট।
মিলল তাহেক বৈকুণ্ঠক বাট ॥

চৰিতকাৰ সকলেও কৈছে—

দেৱানৰ বাণী শুনি সীতা স্বয়ম্বৰ।
ৰামায়ণ অঙ্ক কৰি দিলন্ত শঙ্কৰ॥

শঙ্কৰ-মাধৱ চৰিত/দৈত্যাৰি

ৰামৰ বিবাহ কথা সীতা স্বয়ম্বৰ।
অঙ্কক লিখিলা তৈতে শ্ৰীমন্ত শঙ্কৰ॥
শুক্লধ্বজ নৃপতিকো অঙ্ক নিবন্ধিলা।
অঙ্কতে শ্লোকক কৰি অঙ্ক সমাপিলা॥

গুৰুচৰিত/দ্বিজ ৰমানন্দ।

নাটত থকা দুটা (যি দুটাক বহুতেই প্ৰক্ষিপ্ত বুলি ক'ব খোজে) শ্লোকত শুক্লধ্বজৰ অনুৰোধত নাটখন ১৪৯৯ শকাব্দত শঙ্কৰদেৱে লিখিলে বুলি কৈছে যেনে—

শ্ৰীগোপাল পদছন্ত্ৰচ্ছায়া লালসমানসঃ।
শুক্লধ্বজঃ নৃপ শ্ৰেষ্ঠঃ কাৰয়ামাস নাটকম্ ॥
বিন্দু ৰন্ধ্ৰবেদ চন্দ্ৰ শাকে শঙ্কৰ সংজ্ঞকে।
শ্ৰীৰামবিজয়ং নাম নাটকং বিদধেঽধুনা ॥

ৰামবিজয় নাটখনত শ্লোক সংখ্যা (পাত্ৰৰ মুখৰ আৰু প্ৰক্ষিপ্তৰে সৈতে) ৪১ (একচল্লিশটা) টা। গীতৰ সংখ্যা ২০ টা, ৰাগৰ সংখ্যা ৮টা যেনে সুহাই, সিন্ধুৰা, কানড়া, মাহুৰ, ধনশ্ৰী, গৌৰী, ভাটিয়ালী, কল্যাণ। তাল ৬ খন যেনে এতালি, পৰিতাল, যতি, চুটকলা, বিষম, খৰমান। ভটিমাৰ সংখ্যা (পাত্ৰৰ ভটিমাৰে সৈতে) ৪টা। নাটখনৰ আদিতে সুহাই ৰাগত আৰু শেষত কল্যাণ ৰাগত নিবদ্ধ গীত আছে। ইয়াত নান্দী গীত আছে আৰু ৰামৰ প্ৰবেশ গীতটো সিন্ধুৰা ৰাগত বন্ধা হৈছে। নাটখনত ভক্তিৰস প্ৰধান ভাৱে আৰু বীৰ, শৃঙ্গাৰ, হাস্য ৰস অপ্ৰধান ভাৱে ঠাই দখল কৰি আছে।

মহাপুৰুষ শঙ্কৰদেৱে ৰামবিজয় নাটৰ কাহিনী ভাগ বাল্মীকি ৰামায়ণৰ আদি কাণ্ডৰ উনৈশ সৰ্গৰ পৰা সাতসত্তৰ সৰ্গ পৰ্য্যন্ত থকা বিস্তৃত আখ্যানৰ পৰা নৈচেৰি বুটলি আনি এটি মৌচাক নিৰ্ম্মাণ কৰিছে। তদুপৰি অগ্নিপুৰাণৰ পৰাও কাহিনীৰ অংশ বিশেষ উদ্ধাৰ কৰি অনাৰ আভাস পোৱা যায়। ভাগৱতৰ নৱম স্কন্ধৰ দশম অধ্যায়তো সাতোটা শ্লোকেৰে বৰ্ণিত সংক্ষিপ্ত কাহিনী ভাগ আছে। তাৰ পৰাও হয়তো কাৰ্য্যবিশেষে নাটত উল্লেখ থাকিব পাৰে। ইয়াৰ বাহিৰেও অন্য পুৰাণ বা পিচৰ কালৰ কবি সাহিত্যিকৰ দ্বাৰা ৰচিত গ্ৰন্থ ৰাজিৰ পৰাও গুৰুজনাই সাৰ সংগ্ৰহ কৰিছে। সেই বিলাকৰ বিচাৰ উত্তৰ পুৰুষ সকললৈ থাকিলে।

## (৩০-ক) ৰামবিজয় নাটৰ সংক্ষিপ্ত কাহিনী:—

এদিনাখন মুনি বিশ্বামিত্ৰই তেওঁৰ যজ্ঞবিঘ্নিকাৰী মাৰীচ সুবাহু নাশৰ কাৰণে ৰাম লক্ষ্মণক বিচাৰি দশৰথৰ ওচৰলৈ আহে। দশৰথৰ দ্বাৰা অভ্যৰ্থিত হৈ মুনিয়ে তেওঁৰ আগমনৰ অভিপ্ৰায় প্ৰকাশ কৰাত ৰজা মূৰ্চ্ছা যায় আৰু তাকে দেখি মুনি ক্ৰোধত অধীৰ হৈ ৰাজসভা ত্যাগ কৰিব ধৰাত ৰজাৰ প্ৰাৰ্থনাক্ৰমে মুনি ক্ষান্ত হয় তথা ৰামৰ ঐশী শক্তিৰ পৰিচয় ভাঙি ধৰাত দশৰথে মান্তি হৈ মুনিৰ লগত ৰাম লক্ষ্মণক পঠাই দিয়ে। বিশ্বামিত্ৰৰ লগত গৈ থকা অৱস্থাতে তাড়কা নিধন কৰি ৰাম লক্ষ্মণে মুনিকৃত যজ্ঞ নাশকাৰী মাৰীচক উৎক্ষেপন আৰু সুবাহু বধ কৰি মুনিৰ যজ্ঞসিদ্ধি কৰি দিয়ে।

বিশ্বামিত্ৰই ৰামৰ প্ৰত্যুপকাৰ হিচাবে মিথিলাপুৰৰ ৰজা জনকৰ দ্বাৰা অয়োজিত হোৱা সীতাৰ স্বয়ম্বৰ সভালৈ ( সীতাক প্ৰদান কৰাৰ উদ্দেশ্যে ) লৈ যায়। ইফালে ৰামৰ কথা ভাবি ব্যাকুল হোৱা সীতা দেবীয়ে ৰাম দৰ্শন লাভ কৰিবলৈ ব্যগ্ৰ হৈ আছে। তেওঁ জাতিস্মৰ কন্যা আছিল। ৰাম লক্ষ্মণ বিশ্বামিত্ৰ গৈ মিথিলা পালেগৈ আৰু জনক ৰজাৰ পৰা সৎকাৰ লাভ কৰি তেওঁলোক স্বয়ম্বৰ সভাত উপনীত হয়। অজগৰ ধনু ভঙ্গ কৰি জানকী সীতা লাভ কৰিবলৈ ৰজাসকল ব্যৰ্থ হোৱাত মুনি বিশ্বামিত্ৰৰ দ্বাৰা উৎসাহিত হৈ ৰামে অপ্ৰয়াসে অজগৰ ধনু ভঙ্গ কৰি সীতাক লাভ কৰে। খণ্ডৰ ডমৰুত ৰজা সকলে ৰামৰ লগত যুদ্ধ কৰি পৰাজিত হয় আৰু সীতাক লৈ নিজ ৰাজ্যলৈ উভতি আহোতে বাটতে পৰশুৰামে আগচি ধৰে। বিশ্বামিত্ৰৰ লগত পৰশুৰামৰ যুদ্ধ হয়। বিশ্বামিত্ৰ পৰাজয় হোৱাত ৰামে ধনুৰ্ব্বাণ গ্ৰহণ কৰি পৰশুৰামৰ বীৰদৰ্প মলান কৰি দিয়ে আৰু তেওঁৰ স্বৰ্গ পথো ছেদন কৰে। পৰশুৰামক পৰাজয় কৰি ৰামচন্দ্ৰই সীতা আৰু স্বজন সকলৰ সৈতে অযোধ্যা - পুৰত প্ৰৱেশ কৰি বিধিমতে সীতাৰ পাণি গ্ৰহণ কৰে। ৰাম আৰু সীতাদেবীয়ে- অতি আনন্দেৰে সৈতে অযোধ্যাত সংসাৰ পাতি লীলা বিলাস কৰি থাকিল। ইমানেই ৰামবিজয় নাটৰ কাহিনী।

(৩০-খ) মূল আৰু নাটৰ কাহিনী ব্যবধান বিচাৰ :—

বাল্মীকি ৰামায়ণৰ আদি কাণ্ডৰ অষ্টাদশ সৰ্গৰ উনচল্লিশ শ্লোকৰ পৰা আৰম্ভ কৰি সাতসত্তৰ সৰ্গৰ উনত্ৰিশ সংখ্যক শ্লোকৰ ভিতৰতে ৰজা দশৰথৰ ওচৰলৈ বিশ্বামিত্ৰ মুনিৰ আগমণকে ধৰি মিথিলাত ৰামচন্দ্ৰই সীতাৰ পাণি গ্ৰহণ কৰি অযোধ্যালৈ প্ৰত্যাবৰ্ত্তন কৰালৈকে সমস্ত কাহিনী- ভাগ বিস্তৃতভাৱে ব্যাখ্যা কৰা হৈছে। উক্ত বিস্তৃত কাহিনী ভাগৰ মাজৰপৰা প্ৰয়োজনীয়খিনি আহৰণ কৰি অতি সংক্ষিপ্তভাৱে এৰাধৰা নীতিৰে শঙ্কৰদেৱে ৰাম বিজয় নাটখন অঙ্কিত কৰিছে। দেখা যায় শ্ৰীগুৰুৱে বহু ক্ষেত্ৰত মূলক অতিক্ৰম কৰি গৈছে। উদাহৰণ স্বৰূপে প্ৰথমতে সীতাৰ কথাকে ক'ব পাৰি। নাটৰ সীতা এগৰাকী জাতিস্মৰ কন্যা। লগৰ সখী দুগৰাকীৰ আগত পৰম শোকাকুল ভাৱে "পূৰ্ব্বজনমক কথা" চিত্তত পৰি বিবৰিছে। তেওঁ কৈছে যে পূৰ্ব্ব জন্মত ঈশ্বৰক পতি পাবলৈ ইচ্ছা কৰি অনেক কষ্টেৰে তপস্যা কৰিছিলো। এনেতে আকাশবাণী যোগে এই জন্মত ঈশ্বৰক লগ নাপাবা আৰু সিজন্মতহে "শ্ৰীৰাম ৰূপে তোহাক বিবাহ কৰব" বুলি জানিবলৈ পাই অগ্নি প্ৰবেশ কৰি প্ৰাণ চাড়িলো"। সেই দৈৱবাণী সাৰ্থক ন'হল আৰু শ্ৰীৰাম চন্দ্ৰক লগ নাপালে। নাটৰ এই কথাখিনি মূল ৰামায়ণত ঘুণাক্ষৰেও

( আদি কাণ্ডত ) পাবলৈ নাই। সীতাই "দিশদশ দেখু আন্ধিয়াৰি" ৰমৰা-বিনে মন ঝামক, পৰল মূৰুচি কুমাৰী" ইত্যাদি ভাবাবেগপূৰ্ণ এই কথাখিনি নাট্যকাৰ শুকজনাৰ কাল্পনিক চিত্ৰ যেন লাগে। অৱশ্যে সীতাৰ পূৰ্ব্ব জন্মৰ কিঞ্চিৎ আভাস অসমীয়া পদ্য ৰামায়ণত আছে—

দশৰথ ঘৰে উপজিলা ভগৱন্ত।
পৰম ঈশ্বৰী লক্ষ্মী দেৱী দেখিলন্ত ॥
আপোনাৰ ৰূপ আতি কৰিয়া সুবেশ।
পৰ্ব্বতে আছন্ত বসি মুক্ত কৰি কেশ॥
সেহি বেলা ৰথে চড়ি ফুৰে লঙ্কেশ্বৰ।
গোসানীক দেখিলেক পৰ্ব্বত উপৰ ॥
ত্ৰৈলোক্য মোহন ৰূপ দেখি চমৎকাৰ।
ভৈল আতি মোহিত ৰাৱণ দুৰাচাৰ ॥
তাৰে বধ চিন্তি মনে অছন্ত গোসানী।
সিটো পাপী নিশাচৰে তাহাক নজানি ॥
ৰথত তুলিল আনি তাক বলে ধৰি।
লক্ষ্মী মাৰে তেখনে জানিলা ধ্যান কৰি ॥
কোপে শপি ৰাৱণক দিলন্ত উত্তৰ।
মোক নিচিনস তই শুনৰে বৰ্ব্বৰ ॥
জন্মিবাক যাও তোৰ বধৰ কাৰণে।
উপজিলা হৰি তোক মাৰিবাক মনে ॥
ভৈল অন্তৰ্ধান এহি বুলি ৰাৱণক।
শুনি ৰাৱণৰ মনে লাগিল চমক ॥
মহাভয়ে ভৈল আতি কম্পিত স্বভাৱ।
পাচে আপোনাৰ জন্ম চিন্তি লক্ষ্মীমাৱ ॥
সাগৰত জাম্প দেৱী দিলা বিদ্যমান।
শতেক যোজন তথা ভৈল দ্বীপখান ॥
পাচে বসুমতি গৈয়া লক্ষ্মীক সাদৰি।
তথাতে ৰহিলা তাঙ্ক উদৰত ধৰি ॥

অসমীয়া ৰামায়ণ/মাধৱদেৱ।

নাটৰ সীতা "ৰামক চৰণ চিন্তিয়ে চিত্ত লাই" হা হৰি হা হৰি জপয় জীৱ যৈচন যায়। ৰাম চৰণে মন লাও, গতি আৰবি নাই, আৰু ৰামক

চৰণ চিন্তিয়ে থিৰ চিত্তিয়ে নয়না মুদি বহু মাই"। কিন্তু মূলত এনে ভাব থকা দেখা নাযায়। অৱশ্যে অসমীয়া ৰামায়ণত আছে —

সীতা নাম ধৰি লক্ষ্মী জগত জননী ।
যেন চন্দ্ৰ কলা বাঢ়ি বাঢ়ে সুবদনী ।।
একচিত্ত মনে সদা বিষ্ণুক ধিয়ান্ত।
হৰিক নিচিন্তি সতী একোকে মথান্ত ।।

অসমীয়া ৰামায়ণ/মাধৱদেৱ

নাটত থকা বিশ্বামিত্ৰ আৰু দশৰথৰ কথোপকথনখিনি সংক্ষিপ্ত; কিন্তু মূলৰ শ্লোকত বিস্তৃত ভাবে কথোপকথনখিনি প্ৰকাশ কৰা হৈছে। মূলত থকা "তথৈবাগমনং মন্যে স্বাগতংস্তে মহামুনে। কচ্চত্তে পৰমং কামং কৰোমি কিমু হৰ্ষিত." (১৮/৫২) 'অদ্য মে সফলং জন্ম' (১৮/৫৩) "ব্ৰূহি যৎ প্ৰাৰ্থিতং তুভ্যং কাৰ্য্যমাগমনং প্ৰতি (১৮/৫৬), শ্লোকাংশৰ লগত নাটৰ "আহে মুনিৰাজ। তোহাৰি আগমণে আজু হামাৰ অযোধ্যাপুৰ (মূলত অযোধ্যাৰ নাম নাই) পৰম পবিত্ৰ ভেল। তুৱা দৰশনে হামাৰ জনম সাফল ভেল। মুনি! অব কোন প্ৰয়োজন সাধো হামাক আজ্ঞা কৰহু" এই কথা খিনি মিলে। নাটত দশৰথে "হামো ওহি সভামধ্যে সত্য অঙ্গীকাৰ কয়ে বোলন্তো—আজু তোহো যে দান মাগহ তাহেক সত্যে সত্যে দেবব" বুলি কোৱা কথাখিনি মূলত নাই। মূলত বিশ্বামিত্ৰ মুনিয়েহে নিজে বিচাৰিব খোজা বস্তুটো দিম বুলি অঙ্গীকাৰ কৰিবলৈ দশৰথক কৈছে (১৯/৩)। কিন্তু তেতিয়াও দশৰথে অঙ্গীকাৰ কৰিব খোজা নাই বা কৰা নাই। বোধহয় নাট্যকাৰ গুৰুজনে মূলৰ ইচ্ছাম্যনুগৃহীতোঽহং ত্বদৰ্থং পৰিবৃদ্ধয়ে। কাৰ্যস্য ন বিমৰ্শঞ্চ গন্তুমৰ্হসি সুব্ৰত" (১৮/৫৭) অৰ্থাৎ আমি আপোনাৰ অনুগ্ৰহ লাভ কৰি আপোনাৰ প্ৰাৰ্থনানুৰূপে কাৰ্য্য কৰিবলৈ ইচ্ছা কৰিছোঁ। আপুনি সন্দেহ বা সংশয় কৰা উচিত নহয়" এই উক্তিৰ ওপৰত নিৰ্ভৰ কৰিয়েই "আজু তোহো যে দান মাগহ, তাহেক সত্যে সত্যে দেবব" বুলি দশৰথৰ দ্বাৰা কোৱাইছে। দশৰথৰ শ্ৰুতিসুখকৰ বিনয়পূৰ্ণ বচন শুনি বিশ্বামিত্ৰ আনন্দিত হৈ কোৱা কথাখিনিৰ ভিতৰত মূলৰ বহু উক্তি প্ৰত্যুক্তি নাটত বাদ পৰিছে। নাটৰ "তোহো পৃথিবীক কল্পতৰু। তোহাক ঠাই প্ৰাৰ্থক কবহু বিমুখ নাহি হয় - ইহা হামো জানো" এই কথাখিনি মূলত নাই। তদুপৰি "হামো সিদ্ধাশ্ৰমত এক যজ্ঞ আৰম্ভলো" এই সিদ্ধাশ্ৰমৰ নামো মূলত পোৱা যায়। "মম অহং নিয়মমাতিষ্ঠে সিধ্যৰ্থং পুৰুষৰ্ষভ। তস্য বিঘ্নকৰৌ দ্বৌতু ৰাক্ষসৌ কামৰূপিনৌ" (১৯/৪) এই শ্লোকটোৰ ওপৰত নিৰ্ভৰ কৰিছে বাকীখিনি কথা

মিলা দেখা যায়। মূলত বিশ্বামিত্ৰই ৰামকহে বিচাৰিছে, লক্ষ্মণক বিচৰা নাই। কিন্তু দশৰথে "প্ৰহৃষ্ট বদনো ৰামমাজুহাব সলক্ষ্মণম্" (২২/১) অৰ্থাৎ আনন্দ মুখেৰে দশৰথে লক্ষ্মণৰ সৈতে ৰামক পঠাবলৈ আহবান কৰিলে। অৱশ্যে নাটত যজ্ঞ ৰক্ষাৰ কাৰণে "ৰামলক্ষ্মণ দোহো কুমৰক হামাৰ সঙ্গে পঠাব" বুলিহে কৈছে। বিশ্বামিত্ৰৰ কথাত দশৰথ ৰাজা মূৰ্চ্ছিত হৈ পৰাটো উভয়ৰ একমত। কিন্তু দশৰথৰ 'ৰামলক্ষ্মণক চোৰ্ড়ি হামাক নিয়া যাব", হামাৰ পুত্ৰ -ৰাম লক্ষ্মণ সে বালক" এই উক্তিৰ বাদে সেই প্ৰসঙ্গৰ আনখিনি কথা মূলৰ লগত মিল নাই। "কৰহু করুণা ঋষিসুত দান দেহু" এই উক্তিবোৰ নাট্যকাৰ গৰাকীৰ নিজা। "বাহু লাড়িয়ে কোপে দশন চৰ্ব্বয়" এই সূত্ৰোক্তিও কাল্পনিক। অৱশ্যে বিশ্বামিত্ৰৰ ক্ৰোধত "চচাল বসুধা কৃৎস্না দেবানাঞ্চ ভয়ং মহৎ" (২১/৪) মূলৰ এই উক্তি নাটত প্ৰয়োগ হোৱা নাই। নাটৰ "তোহো ৰামক চৰিত্ৰ কিছু জানয়ে নাহি" সেই প্ৰসঙ্গৰ বিশ্বামিত্ৰৰ উক্তিখিনি মূলৰ নহয়। ঋষিয়ে মাত্ৰ কৈছে "পূৰ্ব্বমৰ্থং প্ৰতিশ্ৰুত্য প্ৰতিজ্ঞাং হাতুমিচ্ছসি। ৰাঘবানাং অযুক্তঽয়ং কুলস্যাস্য বিপৰ্য্যয়ঃ" (২১/২) অৰ্থাৎ, তুমি প্ৰথমে প্ৰতিশ্ৰুতি দি এতিয়া প্ৰতিজ্ঞা ভঙ্গ কৰিছা। ৰঘুবংশজাত তোমাৰ পক্ষে এই আচৰণ নিতান্ত গৰিহণাৰ যোগ্য" বুলিহে কোৱা হৈছে। উভয়ৰ এই উক্তি প্ৰত্যুক্তি বোৰৰ মাজতে কুলগুৰু বশিষ্ঠই মধ্যস্থতা কৰা দেখা গৈছে। কিন্তু নাটত তেনেকুৱা মধ্যস্থতা নাই। এই মধ্যস্থতা অংশটো বোধহয় বশিষ্ঠ আৰু বিশ্বামিত্ৰৰ দুয়োটা সমধৰ্ম্মী চৰিত্ৰৰ সমাবেশত বিশ্বামিত্ৰৰ একক প্ৰাধান্যতো স্থাপনত বাধাপ্ৰাপ্ত হ'ব বুলি ভাবিয়েই নাট্যকাৰ গুৰুৱে বাদ দিয়া বুলি কোৱাৰ থল আছে। এতেকে নাটখনত কোনো মধ্যস্থতা নকৰাকৈয়ে ঋষিয়ে দশৰথৰ হাতৰ পৰা ৰাম লক্ষ্মণক উলিয়াই আনিব পাৰিছে। ৰামলক্ষ্মণৰ যাত্ৰা কালত কৰা মাঙ্গলিক কাৰ্য্যখিনি নাটত বাদ দিয়া হৈছে। বাটত যাওঁতে বলা আৰু অতিবলা নামৰ বিদ্যা শিক্ষা আৰু অন্যান্য শিক্ষাৰ কথা মূলত থাকিলেও নাট্যকাৰে অতি সংক্ষেপতে 'দেলহু ধনুৰ্ব্বেদ দিব্যবান। লক্ষ্মণ ৰাম পেখাহু সব জান" বুলি গীতৰ যোগে বিশ্বামিত্ৰৰ ওচৰত ৰাম লক্ষ্মণ ধনুৰ্ব্বিদ্যা শিক্ষাৰ কথা প্ৰকাশ কৰিছে। বাটত দুয়োজনা কুমৰৰ প্ৰতি ঋষিৰ উপদেশ, উপবেশন, ৰমনীয়-স্থান দৰ্শন প্ৰভৃতি কাৰ্য্য সমূহৰ বিস্তৃত বিবৰণ নাটত উল্লেখ কৰা নাই। মূলত বিস্তৃত ভাৱে সেই কাহিনী পোৱা যায়। তাড়কাৰ বিষয়ে ৰামে প্ৰশ্ন কৰা আৰু ঋষিয়ে উত্তৰ দিয়া কথাও মূলৰহে। নাটত নাই। নাটৰ মতে "আশ্ৰম যাইতে ঋষিক উচাট"; কিন্তু মূলৰ মতে "স্বস্তি ৰাঘবয়োৰস্তু জয়ং চৈৱাভ্যভাষত" (২৬/১৪) বুলিহে বিশ্বামিত্ৰই কৈছে অৰ্থাৎ

তোমালোক দুয়োৰে মঙ্গল আৰু জয়লাভ হওক বুলিহে কৈছে। মূলত ৰামচন্দ্ৰই ধনুত গুণ যোজনা কৰি ঘোৰতৰ শব্দ কৰিছিল আৰু সেই শব্দত শঙ্কিত তথা ৰোষিত হৈ তাড়কাই তাৰ অনুসন্ধান কৰি কৰি ৰামাভি মুখে অহাৰ কথা কৈছে ; কিন্তু নাটত "পেখিয়ে তাড়কা বেধল বাট"। নাটৰ মতে বিশ্বামিত্ৰই তাড়কাক দেখি "কাম্পে কৌশিক পৰিয়া তৰাসে" আৰু "ৰাক্ষসী খাই ৰাখ ৰঘুনাথ" এনেভাব প্ৰকাশ কৰা হৈছে কিন্তু মূলত তেনে ভয় প্ৰকাশ কৰাৰ কোনো চিন দেখা পোৱা নাযায়। ঋষিয়ে ৰামক উৎসাহ প্ৰদৰ্শনহে কৰিছে যেনে "বধ্যতাং তাবদেবৈষা পুৰ্ব্বা সন্ধ্যা প্ৰবৰ্ত্ততে" (২৬/২২) অথ্যাৎ এই মায়াবীনীক সন্ধ্যাকালৰ আগতে বধ কৰা ইত্যাদি। তাড়কা বধত আনন্দ প্ৰকাশ কৰি "সাধুসাধু ৰাম কহয় কৌশিক" আৰু মূলত বিশ্বামিত্ৰই আনন্দ পালেও সাধুৰ্ব্বাদ কৰিছে ইন্দ্ৰাদি দেৱগণেহে (২৬/২৭)। প্ৰথম কাৰ্য্য সম্পাদনৰ পিছত সিদ্ধাশ্ৰমত যজ্ঞ আৰম্ভণ আৰু মাৰীচ সুবাহুৰ হনন কাৰ্য বিবৰণি নাটৰ আৰু মূলৰ কোনো ব্যৱধান নাই। ৰামৰ অস্ত্ৰ শক্তিত মাৰীচৰ সাগৰত পতন আৰু সুবাহুৰ মৰণ হোৱাৰ কথা উভয়ৰে একমত যদিও অসমীয়া ৰামায়ণত সুবাহু ৰাক্ষস লক্ষ্মণৰ হাততহে মৃত্যু হোৱা বুলি কৈছে যেনে—

দেখি তল্লশৰ যুৰি লক্ষ্মণে গুণত।
সন্ধানে হানিলা সুবাহুৰ হৃদয়ত ।।
মহাছোটে ফুটিয়া মৰিল দুৰাচাৰ।
পৰিল ভূমিত সিটো পৰ্ব্বত আকাৰ ।।

অসমীয়া ৰামায়ণ/মাধৱদেৱ

সিদ্ধাশ্ৰমত যজ্ঞ কৰ্য্যসমাপন, ৰাক্ষস নিধন পৰ্ব সম্পাদন হোৱাৰ পিচত বিশ্বামিত্ৰই "আশীৰ্ব্বাদ তুলসী দেলহ" আৰু "শ্ৰীৰাম মাথা পাতি লেলহ"। মূলত থকা "কৃতাৰ্থোঽহামি মহাবাহো" (৩০।২৬) শ্লোকাংশৰ লগত নাটৰ "তোহো হামাৰ পৰম উপকাৰী" বুলি কোৱা কথাৰ সামান্য প্ৰভেদ আছে মাত্ৰ। নাট্যকাৰে ইয়াৰ পিচৰ কেইবাটাও দিশত মূলক অতিক্ৰম কৰি নিজে এখন কাল্পনিক চিত্ৰ ডাঙি ধৰিছে। বিশ্বামিত্ৰই ৰামৰ গুণ সুজিব নোৱাৰা আৰু কিনো প্ৰত্যুপকাৰ কৰিব তাৰ চিন্তাতে মগ্ন হোৱা দেখা গৈছে। আকৌ "সাধু প্ৰয়োজন মিলল" বুলি কৈ যোগবলে সীতাৰ স্বয়ম্বৰ সভাৰ নেদেখা নুশুনা বস্তুৰা এটি দিছে। কেৱল সেয়ে নহয় মহেশৰ ধনুত গুণ দিব পাৰিলে সেই সীতাক লাভ কৰিব পৰা সমৰ্থ হোৱা, ৰামৰ গৃহিনী হলে তেওঁ মনত আনন্দ লাভ কৰিব পাৰিব, সীতাই পূৰ্বজন্মত নাপাই এতিয়া ৰামৰ চৰণ চিন্তি থকা আৰু সীতাৰ স্বৰূপ প্ৰকাশক এটি দীঘলীয়া বৰ্ণনা দি ৰামৰ

মন চাঞ্চল্য কৰি দিয়া ইত্যাদি কথাবোৰ মূল ৰামায়ণত পোৱা নাযায়। ৰামেও সেই বজ্ৰাধিক কঠিন মহেশৰ ধনুখনত গুণ দিবলৈ নিজে অসমৰ্থতা প্ৰকাশ কৰি ভাবী পত্নীৰ কাৰণে পূৰ্ব্বৰাগ জন্মি "জানি সত্বৰে চলহু" বুলি কোৱাও নাটৰহে মূলৰ নহয়। মূল ৰামায়ণৰ মতে ৰাক্ষস বধৰ পিচত ৰাম লক্ষ্মণে সিদ্ধাশ্ৰমত থকা বিশ্বামিত্ৰৰ অনুগামী ঋষি সকলৰ কথামতে জনকৰ যজ্ঞানুষ্ঠান আৰু তেওঁৰ শ্ৰেষ্ঠ ধনুখন চাবৰ কাৰণে বিশ্বামিত্ৰৰ লগত যাত্ৰা কৰে। এনেকৈ তেওঁলোক গৈ মিথিলা নগৰ পালেগৈ। নাটৰ মতে তেওঁলোক পোনে পোনে ৰাজসভাত প্ৰবেশ কৰে। কিন্তু মূলত তেওঁলোকে "যজ্ঞ বাটমুপাগমৎ" (৫০।১) অৰ্থাৎ জনকৰ যজ্ঞ শালাতহে উপস্থিত হৈছেগৈ। জনকে "মেৰি মহাভাগ্য মিলল" বুলি কোৱা কথাষাৰ মূলৰ লগত মিলে আৰু বিশ্বামিত্ৰৰ আশীৰ্ব্বচন সহ সেই প্ৰসঙ্গৰ কথাখিনি মূলত নাই। ৰাম লক্ষ্মণক দেখি "পৰম আশ্চৰ্য্য হয়া" জনকে "কাহেৰ কুমাৰ, কিবা দেৱ, কিবা মানুষ হাঁমো বুজয়ে নাহি পাৰি" বুলি কোৱা আৰু বিশ্বামিত্ৰই ৰাম লক্ষ্মণৰ পৰিচয় জ্ঞাপন কৰা কথাখিনি (মূলতাকৈ সংক্ষিপ্ত হলেও) মূলৰ লগত প্ৰায় মিলিছে। কিন্তু বিশ্বামিত্ৰই "হামাৰ পৰম শিষ্য" আৰু "তোহাৰি দুহিতা সীতাৰ স্বয়ম্বৰ দেখিতে এথা আৱলি থিক। ইহা জানি সত্বৰে সমাজ মিলাই সে মহেশক ধনু আনহ" বুলি কোৱা কথাখিনি নাট্যকাৰ গৰাকীৰ নিজা, মূলত নাই। বিশ্বামিত্ৰই মাত্ৰ (মূলত) এই বুলহে কৈছে "দ্ৰষ্টুকামৌ ধনুঃ শ্ৰেষ্ঠং যদেতত্বয়ি তিষ্ঠতি" এতদ্দৰ্শয় ভদ্ৰংতে কৃতকামৌ নৃপাত্মজৌ। দৰ্শনাদস্য ধনুষো যথেষ্টং প্ৰতিযস্যাতঃ (৬৬।৫,৬) অৰ্থাৎ আপোনাৰ (জনকৰ) ওচৰত যি শ্ৰেষ্ঠ ধনু আছে, সেই ধনুখন চাবৰ কাৰণেই দুয়োজনৰে বৰ আগ্ৰহ। এতেকে এওঁলোকক ধনুখন দেখুৱাওক। তাকে চাই এওঁলোক যথাস্থানে যাত্ৰা কৰিব ইত্যাদি। নাটখনিত বিশ্বামিত্ৰই সমাজ গোটাই ধনুখন আনিবলৈ কোৱাৰ পিচত জনকে ৰামলক্ষ্মণক আলিঙ্গণ কৰি প্ৰশংসা বাণী বুলিছে আৰু "পৰম উৎসৱে শঙখ শবদে সম্বাদ নাদ বহুত" বজোৱাই নিজৰ মন্ত্ৰী মনিমন্তক 'যে নৃপতিসব বাসা কৰি ৰহিছে, তাহেক আনি সত্বৰে সমাজ মিলাব" বুলি আদেশ কৰা দেখা গৈছে। জনকৰ মন্ত্ৰীৰ নাম, বাদ্য বজোৱা আৰু ৰজা সকলক আনি সমাজ গোটোৱা কথা মূল ৰামায়ণত পাবলৈ নাই। তদুপৰি "তদনন্তৰে ঢোল, ডঙ্কা, শঙখ, গোমুখ, মৃদঙ্গ, তাল, কৰতাল, কাহাল, কোলাহল মহোৎসৱ ৰব শুনি" জানকী সীতাই সখী সকলক "কি নিমিত্তে সঙ্গীত হৰিষ বাজন শুনিয়ে, কোন ৰাজা আৱল" বুলি প্ৰশ্ন কৰিছে আৰু "হামাৰ বাম অঙ্গ স্পন্দে" বুলি শুভ সূচক এটি প্ৰসঙ্গৰো

অৱতাৰণা কৰিছে। কেৱল সেয়ে নহয় সীতাই "সত্বৰে জান গিয়া" বুলি সখীসকলক সেই বাদ্য বজোৱাৰ কাৰণ অনুসন্ধান কৰিবলৈ নিৰ্দেশ দিছে। সীতাৰ নিৰ্দ্দেশমতে কনকাৱতী নামৰ সখীগৰাকী (মূলত সখী নাই) তদন্তে গৈ অনুসন্ধান কৰিছে। সখী গৰাকীয়ে সীতাৰ "কোন ৰাজা আৱল"ৰ অনুমানকৈ ৰামচন্দ্ৰৰ প্ৰতিহে বেছি চকু দিয়া দেখা গৈছে। সেই প্ৰসঙ্গতে উত্থাপিত গীতটিত "কৌতুহলে চলে যাই। ৰাম পৰিচয় লাই॥ পাৱে সভাক সতী। দেখল ৰঘুপতি' বুলি লিখা কথাই তাকে প্ৰমাণ কৰে। আকৌ সখীয়ে "তোহাৰ মহা মহোদয় মিলল" বুলি কৈ প্ৰভু শ্ৰীৰামচন্দ্ৰৰ এটি স্বৰূপ ভাঙি ধৰিছে। ৰামচন্দ্ৰৰ ৰূপ লাৱণ্যৰ বৰ্ণনা শুনি সীতা "মহা হৰিষাবেশে মূৰ্চ্ছিতা হুয়া পৰল" আৰু "যৈচে প্ৰেমৰসে মহা আকুল ভেলি"। এই গোটেই কথাখিনি নাট্যকাৰৰ নিজা কল্পনা, মূলত ইয়াৰ আভাস মাত্ৰও নাই। "সখীসৱক বাণী শুনি সীতা আকুল ভাৱ তেজি ৰামক চৰণ চিন্তি একপাশ" হৈ থকাৰ পিচত মনিমন্ত্ৰ মন্ত্ৰীয়ে "ৰাজাসৱক আনিয়ে যৈচে সমাজ মিলাৱল" আৰু ইয়াৰ পিচতে ৰাজা মহাৰাজা সকলৰ প্ৰবেশ কৰোৱা হৈছে। তেওঁলোকৰ আগমনত "কাম্পে ধৰণী প্ৰৱম প্ৰতাপ" হলেও "বীভৎস ভাৱনা" যুক্ত আৰু "দৰপে কৰয় ধৰমাৰ বোল" অৰ্থাৎ এটি হুলস্থূলীয়া পৰিবেশ। তেওঁলোক শৃঙ্খলাবদ্ধ ভাৱে সভাত বহাৰ পিচতে ৰজা জনকে "অজগৰ ধনু কন্ধে কৰিয়ে দুহিতা সীতাক বস্ত্ৰ অলঙ্কাৰে মণ্ডিত কৰিয়ে সুবৰ্ণ পঙ্কজমালা হাতে দিয়া কহো সখীসৱ সহিত যৈচে উৎসৱ উৎসুকে সভা প্ৰবেশ কৰাৱল।" ৰাজসভাত সকলোৰে প্ৰবেশ হ'ল। সীতাৰ নৱ যৌৱন ৰূপ-লাৱণ্য দেখি ৰজা সকলক "কাম বাণে পীড়ল। মূৰ্চ্ছিত হুয়া পৰল"। পুনৰ চেতন পাই ৰজাসকলে সীতাক পোৱাৰ আশাৰে কাও-বাও কৰা দেখা গৈছে। তেওঁলোক উদণ্ড তথা সীমা অতিক্ৰম কৰা দেখি জনক ৰজাই সকলোকে সান্ত্বনা বাণী শুনালে। তেওঁ "সীতাক বিবাহ নিমিত্ত চিন্তিতে ওহি মহেশক ধনু গগণ হন্তে পৰল" বুলি কৈছে আৰু আকাশীবাণী যোগে "ওহি ধনুত যে গুণ দিতে পাৰয় তাহেক মাথে সীতা কুসুম মালা দিয়ে স্বামী বৰব" বুলি শুনিবলৈ পাই "ইহা সত্য, জানি যত্ন কৰহ" বুলি ধনুত গুণ লগাবলৈ নিৰ্দ্দেশ দিয়া দেখা গৈছে। উল্লেখযোগ্য কথা এই যে পূৰ্ব্বোক্ত কথাখিনিও ৰামায়ণত নাই। অৱশ্যে ধনুখনৰ ইতিহাস ৰামায়ণত পোৱা যায় যদিও নাটখনিৰ লগত সম্পূৰ্ণ অমিল পৰিলক্ষিত হৈছে। নাটৰ মতে উক্ত ধনুখনৰ নাম "মহেশক ধনু" আৰু "অজগৰ ধনু" বুলি কোৱা হৈছে যেনে "মাহেশ ধনুঃ স্বস্কন্ধে নিধায় শোভিতাং সভায়" আৰু "মহেশক অজগৰ ধনু কন্ধে কৰিয়ে" অথবা "প্ৰসহ্য সজ্যমকৰোল্লীলয়াজগৰং ধনুঃ" ইত্যাদি (ৰামবিজয় নাট)। মূল ৰামায়ণত ধনুখনৰ নাম

"সুনাভ" বুলি কোৱা হৈছে (খচিতং নৰশাৰ্দ্দুল সুনাভং সৰ্ব্বদৈৱতৈঃ — আদিকাণ্ড—৩১/১২)। তদুপৰি "মহেশক ধনু"ৰ ঠাইত মূলত "দেৱদেৱস্য ধনুৰত্নং মহাত্মনঃ" (৬৬/১২) বুলি কোৱাত আংশিক "মহেশ ধনু" নামটোৰ আভাস পোৱা যায়। বহুতৰ মতে "অজগৱ ধনু" নামটোৰ অৰ্থ হ'ল ছাগলী (অজ) আৰু গৰুৰ (গৱ) শিঙেৰে নিৰ্ম্মিত ধনু। সেয়ে নাম দিয়া হ'ল "অজ-গৱ ধনু"। এই শিৱ ধনুখনৰ নাম 'পিনাক' বুলিও কয় (পিনাকোহজগবধনুঃ — অমৰাৰ্থ চন্দ্ৰিকা স্বৰ্গবৰ্গ – ২৩)

নাটত জনকৰ মুখেদি প্ৰকাশ পোৱা সীতাৰ বিবাহ আৰু ধনুখনৰ ইতিহাস ৰামায়ণৰ মতে ভালেখিনি ব্যৱধান আছে। নাটত থকা কথাখিনিৰ লগত পাৰ্থক্য থকা বিষয়বোৰ এনেধৰণৰ —পূৰ্ব্বকালত নিমিৰ জ্যেষ্ঠ পুত্ৰ দেবৰাত নামৰ এজন বিখ্যাত ৰজা আছিল। সেই ৰজাৰ হাতত এই ধনুখন ন্যাস স্বৰূপে অৰ্পিত হৈছিল। পূৰ্ব্বে দক্ষযজ্ঞ ধ্বংস কৰিবৰ সময়ত বীৰ্য্যবান্ মহাদেৱ শিৱই এই ধনু আকৰ্ষণ কৰি যজ্ঞ নাশ কৰিছিল আৰু দেৱতাসকলক অতি ক্ৰোধেৰে কৈছিল যে মই বিধিমতে যজ্ঞ ভাগ পাবৰ অধিকাৰী। তথাপি তোমালোকে মোক যজ্ঞ ভাগ দিয়া নাই। সেই কাৰণে এই ধনুৰ দ্বাৰা তোমালোকৰ সৰ্ব্বজন পূজ্য শিৰ ছেদন কৰিম। এই কথা শুনি দেৱতাসকলে অতি ভয় আৰু উদ্বিগ্নতা বোধ কৰি মহাদেৱক প্ৰসন্ন কৰিবলৈ ধৰিলে দেৱতা সকলৰ কাতৰ বাক্যত মহাদেৱ সন্তুষ্ট হ'ল আৰু প্ৰীতিযুক্ত হৈ সেই ধনুখন দেৱতাসকলক দান কৰিলে। দেৱতাসকলৰ হাতত থকা সেই ধনুখনেই জনক ৰজাৰ (জনক ৰজাই বিশ্বামিত্ৰক কৈছে) হাতত প'ৰ আৰু দেৱতা সকলে দেৱতাৰ হাতত ন্যাসৰূপে ধনুখন ৰাখি থৈছিল (মূল ৰামায়ণ ৬৬/৮ ১৩)। সীতাৰ নামকৰণ সম্পৰ্কত মূলত কৈছে (জনকে বিশ্বামিত্ৰক) "ক্ষেত্ৰং শোধয়তা লব্ধা নাম্না সীতেতি বিশ্ৰুতা (৬৬/১৪) অৰ্থাৎ ক্ষেত্ৰ শোধন কৰি থাকোতে পোৱা কাৰণে সেই কন্যাৰ নাম 'সীতা' ৰখা হয় ইত্যাদি। নাটৰ মতে সেই ধনুখন স্বয়ং জনক ৰজাই "অভ্যন্তৰ প্ৰবেশিয়ে মহেশক অজগৱধনু স্কন্ধে কৰিয়ে" ৰাজসভালৈ উলিয়াই আনিছিল। কিন্তু ৰামায়ণৰ মতে সেই ধনুখন বিশ্বামিত্ৰৰ অনুৰোধক্ৰমে 'ধনুৰ্দ্দৰ্শয়ৰামায় ইতিহোবাচ পাৰ্থিবম্ (৬৭/১) জনকে পাঁচ হাজাৰ দীৰ্ঘকায় বিশিষ্ট বলবান্ পুৰুষৰ দ্বাৰা অতি কষ্টে অনাইছিল (৬৭/৪) ধনুখন আঠোটা চকা থকা এটা বৃহদাকাৰ পেৰাত (মঞ্জুষামষ্টচক্ৰাং তাং সমূহস্তে কথঞ্চন —(৬৭/৪) ৰক্ষিত হৈছিল। সেই পেৰাটো লৌহ নিৰ্ম্মিত আছিল। এনেকৈ এই ক্ষেত্ৰত মূলৰ আৰু নাটৰ ব্যৱধান ভালেখিনি আছে।

জনকৰ আদেশক্ৰমে মিথিলাত বাহৰ কৰি থকা বিভিন্ন দেশৰ ৰজা সকলক মন্ত্ৰীমন্ত্ৰই সমবেত কৰিলে। এইখন আছিল স্বয়ম্বৰ সভা। স্বয়ম্বৰ

মানে ৰাজ কন্যা গৰাকীয়ে নিজে মনে মিলা ৰূপ, গুণ, শৌৰ্য্য, বীৰ্য্য পৰায়ণ একোজন ৰজাক নিৰ্ব্বাচিত কৰি মালা পিন্ধাই স্বামী বৰণ কৰি লোৱা। তাৰ কাৰণেই প্ৰতিজন ৰজাই নিজক সৌন্দৰ্য্য কৰি লৈ সভাত প্ৰবেশ কৰে। নাটত এনেকৈয়ে কৰা হৈছে। কিন্তু মূল ৰামায়ণত ইয়াৰ সম্পূৰ্ণ বিপৰীত বা ব্যৱধান পৰিলক্ষিত হৈছে। ৰামায়ণত জনকে বিশ্বামিত্ৰক কৈছে "মই এই অযোনিসম্ভৱা কন্যাটি বীৰ্য্যশুল্কা (বীৰ্য্যশুল্কা মানে যিজনে সমুচিত পৰাক্ৰম দেখুৱাব পাৰে, তেৱেঁই সীতাক লাভ কৰিব পাৰিব) বুলি স্থিৰ কৰিলো। ভূতল সম্ভূতা কন্যা ক্ৰমে বৃদ্ধিপ্ৰাপ্ত হৈ বিবাহ যোগ্যা হোৱাত বহুতো ৰজা আহি সীতাক বৰণ কৰিবলৈ আশা প্ৰকাশ কৰিলে। কিন্তু মোৰ কন্যা বীৰ্য্যশুল্ক কাৰণে সমুচিত বল প্ৰদৰ্শন নকৰা হেতুকে উৎসুক ৰজাসকলৰ মাজত কাকো কন্যাটি দান নকৰিলো। তেতিয়া সকলো ৰজা সম-বেত হৈ মিথিলালৈ আহি নিজৰ নিজৰ শক্তি প্ৰদৰ্শন কৰিবৰ কাৰণে প্ৰতিজ্ঞা জিজ্ঞাসা কৰিলে। সেইমতে তেওঁলোকৰ আগত উক্ত শিৱধনু উপস্থাপিত কৰিলো। কিন্তু ৰজা সকলে সেই ধনু গ্ৰহণ আৰু উত্তোলন কৰিব নোৱাৰিলে। ৰজাসকলৰ অল্পশক্তি দেখি তেওঁলোকক প্ৰত্যাখ্যান কৰিলো; কিন্তু তেওঁ-লোক অতিশয় ক্ৰোধান্বিত হ'ল আৰু নিজ সামৰ্থ্যত সন্দেহান্বিত হৈ আমাৰ মিথিলা নগৰী আক্ৰমণ কৰিলে। আমি তেওঁলোকক অৱজ্ঞা কৰাৰ কাৰণেই মিথিলাত উৎপীড়ন কৰাত লাগিল। প্ৰায় এবছৰ কাল তেওঁলোকক প্ৰতিৰোধ কৰি থাকোতে সকলো যুদ্ধ সাধন সৈন্য সামগ্ৰী ক্ষয় হোৱাত আমি দুখীত হৈ দেৱতা সকলক তপস্যাৰ দ্বাৰা সন্তুষ্ট কৰিলো আৰু তেওঁলোকে চতুৰঙ্গ সৈন্য প্ৰদান কৰিলে। সেই চতুৰঙ্গ সৈন্যোৱে পৰাস্ত আৰু নিহত প্ৰায় হৈ শক্তিহীন অৱস্থাত ৰাজন্যবৰ্গ নানাদিশে পলায়ন কৰিলে" ইত্যাদি (ৰামায়ণ ৬৬।১৫-২৪)

পূৰ্ব্বোক্ত কাহিনীৰ লগত নাটৰ কাহিনী অমিল। জনকে ৰজা সকলক "ইহা সত্য, জানি যত্ন কৰহ" বুলি কৈছে; কিন্তু মূলত কৈছে "যদ্যস্য ধনুষো ৰামঃ কুৰ্য্যাদাৰোপনং মুনে। সুতাম যোনিজাং সীতাং দদ্যাং দাশৰথেৰহম্। (৬৬।২৬) অৰ্থাৎ (বিশ্বামিত্ৰক কৈছে) হে মুনিৰাজ! যদি ৰামে এই ধনুত গুণ আৰোপন কৰিব পাৰে, তেন্তে এই দশৰথীৰ হাতত অযোনিজা কন্যা সীতাক সম্প্ৰদান কৰিম ইত্যাদি।

মূল ৰামায়ণত যিসকল ৰজাই সীতা লাভৰ বাবে উৎকণ্ঠিত হৈ মিথিলা অৱৰোধ কৰিছিল, সেই সকল ৰজাৰ নাম ধাম আদি একো পাবলৈ নাই। তদুপৰি তেওঁলোকে সমুচিত শক্তি প্ৰদৰ্শন কৰিব নোৱাৰিলে অৰ্থাৎ মহেশৰ ধনুখন গ্ৰহণ তথা উত্তোলন কৰিব নোৱাৰিলে। কেনেকৈনো তেওঁলোকে

ধনুৰ্ভংগ গ্ৰহণ আৰু উত্তোলন কাৰ্য্য সম্পাদন কৰিছিল তাৰো ইঙ্গিত নাই। কিন্তু নাটখনত শতধনু, চন্দ্ৰকেতু, পুৰঞ্জয়, কুমুদাক্ষ এই চাৰিজন ৰজাৰ নাম পোৱা গৈছে। তেওঁলোকে ধনু তুলিবলৈ গৈ (শতধনু) "চিত হুয়া পৰল" (চন্দ্ৰকেতু) "ধনু সহিত পৰল" (পুৰঞ্জয়) "লাৰিবাক নপাৰি উফৰি পৰল" (কুমুদাক্ষ) "মহাপ্ৰয়াস পাই বিক্ষেপ কয়ল" ইত্যাদি বীভৎস ধৰণেৰে পলায়নবাদী মনোভাৱ অৱলম্বী হৈছিল। এওঁলোক পৰাস্ত হোৱাত বিশ্বামিত্ৰই ৰামচন্দ্ৰক "ওহি ধনুত সত্বৰে গুণ লগাৱ" বুলি আদেশ কৰিছে আৰু ৰামচন্দ্ৰই নিজৰ অসমৰ্থতা প্ৰকাশ কৰিছে যদিও "তথাপি তোহাৰি আজ্ঞা পালি যত্ন কৰব" বুলি কৈ "পীতবসন কাচনি কাছি লীলায়ে চলল"। ৰজাবিলাকে এই কাৰ্য্যত "কি উপালম্ভ ভেলি" বুলি নিজৰ অকৰ্ম্মণ্যতা তথা অৱমাননা বা তাচ্ছিল্য ভাৱ প্ৰকাশ কৰিছে। মূলত জনকৰ দ্বাৰা উপস্থাপিত পেৰাটোৰ পৰা ৰামচন্দ্ৰই ধনুখন উলিয়াই আনি তাত গুণ যোজনা কৰি শৰ সন্ধান কৰাৰ অভিপ্ৰায়েৰে আকৰ্ষণ কৰোতে ধনুখন মাজতে বিচ্ছিন্ন হৈ পৰে আৰু সেই শব্দ ইমান ভীষণ আছিল যে বজ্ৰ শব্দ, আৰু ভূমিকম্প হৈছিল। সেই ঘোৰ শব্দত জনক, বিশ্বামিত্ৰ, ৰাম আৰু লক্ষ্মণৰ বাদে তাত উপস্থিত থকা সহস্ৰ সহস্ৰ লোক মূৰ্চ্ছিত হৈ পৰিছিল।

নাটৰ মতে ৰামচন্দ্ৰই ধনুখন তুলি ধৰোতে "সীতা শঙ্কিত মানসা" অৰ্থাৎ "সীতা পৰম শঙ্কিত ভাৱে চিন্তিত ভেলি"। ৰামচন্দ্ৰই কেনেকৈ ধনু ভাঙিব এই ভাবি শঙ্কিত হৈছে। তেওঁ ৰামক ধনুভঙ্গত সহায় কৰিবৰ কাৰণে পৃথিবীক থিৰ হ'বলৈ, অনন্তক পৃথিবীখন ভালকৈ ধৰি ৰাখিবৰ কাৰণে, ঈশ্বৰ কূৰ্ম্মৰাজক অনন্ত আৰু পৃথিবীক থিৰ ভাৱে ৰাখিবৰ কাৰণে খাটনি ধৰিছে। এইখিনি মূল ৰামায়ণত নাই। "ঠাৎ ভাৰ শবদে মধ্য ভাগে ধনু ভাগি পচাৰো চিড়ল" আৰু "যৈ ন বজ্ৰপাত ভেল তদ্বৎ" এই ইঙ্গিত ৰামায়ণৰ লগত মিলে। নাটত সীতাই ৰামচন্দ্ৰক ধনু ভঙ্গ কৰাৰ পিচত "মাথে কুসুম মালা দিয়ে স্বামী বুলি বৰল" অথবা "স্বামীক মাথে মালা পৰিধাই। কৰি পৰণাম পাৱে পৰি যাই"। কিন্তু মূলত সীতাই তেনেকুৱা কৰা নাই। জনকেহে কৈছে "ইয়ং সীতা মম সুতা সহধৰ্ম্মচৰী তব (৭৩/২৬) অৰ্থাৎ মোৰ পুত্ৰী সীতা তোমাৰ সহধৰ্ম্মিনী হওক।

মাহেশৰ ধনুভঙ্গ আৰু সীতাৰ বৰমাল্যাৰ্পণ কৰাৰ পিচত ৰজাসকলৰ "ধৰুমাৰ বোল আন্দোল," সীতাৰ এনেকুৱা বিপজ্জনক সময়ত "হা হা দৈৱ! কোন অপৰাধে হামাক বঞ্চল" বুলি বিলাপ বাক্য, সীতাৰ প্ৰতি "হে হো কাহেক ভয় কৰহ" বুলি ৰামচন্দ্ৰৰ আশ্বাস বাক্য, ক্ৰুদ্ধ ৰজা সকলক

তীক্ষ্ণশৰে হৃদয় ভেদে, উৰু কৰ কাটি পেলোৱা, বাহু কন্ধ ছেদন কৰা আদি কাৰ্য্যবোৰ নাটৰহে, মূল ৰামায়ণৰ নহয় ।

ৰামচন্দ্ৰই অৱহেলে ৰজাসকলক পৰাজয় কৰাৰ পিচত জনক নৃপতিৰ ইচ্ছানুসৰি "দূত পঠাই ৰজা দশৰথক অতি সত্বৰে অনাৱল" । মূল ৰামায়ণটো দশৰথক অনোৱা কথা কৈছে (৬৭/২৪) । নাটত অতি সংক্ষেপতে দশৰথ অহাৰ বিবৰণ ভাঙি ধৰা হৈছে । কিন্তু মূলৰ কথা খিনি বাহুল্য । নাটত ৰজা জনকে "বিবাহক সম্ভাৰ মিলাৱল" আৰু "বিশ্বামিত্ৰ কুশণ্ডী ক ৰয়ে হোম আৰম্ভল" । কিন্তু মূল ৰামায়ণত মহৰ্ষি বিশ্বামিত্ৰই শিষ্য শতানন্দক লগত লৈ বিবাহ মণ্ডপত যথাবিধি বেদী নিৰ্ম্মাণ কৰিছে আৰু ৰশিষ্ঠ মুনিয়ে বিধি অনুসাৰে মন্ত্ৰ উচ্চাৰণ কৰি অগ্নিস্থাপন আৰু আহুতি দিছে (৭৩/২০,২৪) । নাটত মুখচন্দ্ৰিকা কৰোতে সীতাৰ ৰূপ দেখি বিশ্বামিত্ৰ মুনি "কামে আতুৰ ভেল । হাতক শ্ৰুৱশ্ৰুচ খসি পৰল" তাকে দেখি শিষ্য পালৰে "হে গুৰু তোহাৰ ওহি কোন ব্যৱহাৰ । স্বস্থ হৱ" বুলি প্ৰবোধ দিছে । তেতিয়া মুনিয়ে চেতনা পাই "বিষ্ণু বিষ্ণু স্মৰি হাতে শ্ৰুৱ ধৰিয়ে বিবাহক হোম কৰিতে লাগল" । মূলত এনেকুৱা কাহিনী নাই । সেই সময়তে "বৰকন্যাক কেশ এক ঠাম কৰিয়ে পানী ঢালিতে ব্ৰহ্মাৰুদ্ৰ ইন্দ্ৰাদি দেৱতাসৱক যৈচন আনন্দ মিলল" আৰু "সুৰপুৰে নিশান উৎসাহ । শম্ভু স্বয়ম্ভু গুণ গাৱে । ইন্দ্ৰ মৃদঙ্গ ৰঙ্গে বাৱে । বৰিষে কুসুম সুৰ ৰামা" ইত্যাদি । মূল ৰামায়ণটো ৰাজা জনকে কন্যাদান কালত ৰামচন্দ্ৰৰ হাতত মন্ত্ৰপূতজল দিওঁতে দেৱতা আৰু ঋষি সকলে আনন্দ প্ৰকাশ কৰিছিল আৰু সাধুৰ্ব্বাদ কৰিছিল । লগতে দেব দুন্দুভি নিনাদ আৰু পুষ্প বৃষ্টি কৰিছিল (৭৩/২৮,,২৯) । নাটৰ আৰু মূলৰ মাজত এই ধৰণৰ সামান্য মাত্ৰ প্ৰভেদ আছে । বৰকন্যাৰ কেশ একঠাম কৰি পানী ঢলাটো অসমীয়া সমাজৰ বিবাহ বিধিৰ এটি অপৰিহাৰ্য্য নীতি । এইটি নাট্যকাৰ গুৰুজনাই অসমীয়া বিবাহ বিধিৰ লগত মিলাকৈ নাটত উল্লেখ কৰিছে । এইটো এটা অসমীয়া সমাজৰ লোকাচাৰ ।

বিবাহ কাৰ্য্য সুসম্পন্ন হৈ যোৱাৰ পিচত ৰজা জনকে কন্যাৰ লগত যৌতুক হিচাবে "হৃত সৰ্ব্বস্ব পাৱল" তাকে ৰামক দান কৰিলে । মূল ৰামায়ণত যৌতুকৰ বস্তুৰ এখন বিস্তৃত তালিকা ভাঙি ধৰিছে (৭৪/৩,৪,৫) । "তদনন্তৰে প্ৰিয়া সোদৰ সহিত শ্ৰীৰামচন্দ্ৰ যৈচে আযোধ্যা চলল" । এনেতে মহেশ গুৰুক ধনুভঙ্গ শব্দ শুনিয়ে" প্ৰচণ্ড মূৰ্ত্তি ধৰি কান্ধত কুঠাৰ লৈ পৰশুৰামে সকলোকে বাটতে আগভেটি ধৰিলে । তেওঁ ৰামচন্দ্ৰক বেশ্যাৰ পুত্ৰ বুলি তাচ্ছিল্য সূচক বাক্য প্ৰকাশ কৰিছে । নাটত পৰশুৰামৰ মুখত যিখিনি উক্তি

দিয়া হৈছে, সেইখিনি মূলত সমৰ্থন নাই। দেখা যায় যে এই কাহিনীছোৱা মূল ৰামায়ণৰ পৰা সম্পূৰ্ণ স্বাতন্ত্ৰ্যই অনা হৈছে। মূল ৰামায়ণৰ মতে পৰশুৰামৰ আগমন কালত সকলো প্ৰাণীৰে ভয়ৰ সূচনা হৈছিল যদিও (৭৪/৯—১৯) তেওঁৰ পৰা ৰামচন্দ্ৰ প্ৰভৃতিৰ কোনো ভয়ৰ কাৰণ হোৱা নাছিল। অযোধ্যাভিমুখে সকলো গৈ থকা অৱস্থাত পৰশুৰামে যেতিয়া তেওঁলোকৰ সন্মুখত উপস্থিত হয়হি, তেতিয়া বশিষ্ঠ প্ৰভৃতি মুনিসকলে পৰস্পৰে আলোচনা কৰি অৰ্ঘ্য পাত্ৰ লৈ পৰশুৰামক পূজা কৰিবলৈ ধৰিলে আৰু পূজাগ্ৰহণ কৰাৰ পিচত পৰশুৰামে ৰামচন্দ্ৰক কলে তোমাৰ অদ্ভুত শক্তিৰ কথা শুনি আছোঁ আৰু সম্প্ৰতি তুমি মহেশৰ ধনুখনো ভাঙিছা। আমি সেই সংবাদ পাই অন্য এখন উত্তম ধনু আনিছোঁ। এই ধনুখনত তুমি শৰ যোজনা কৰা আৰু নিজৰ শক্তি প্ৰদৰ্শন কৰা। এই কাম সমাপ্ত কৰিব পাৰিলে তোমাৰ শক্তিৰ পৰিচয় পাম আৰু তোমাৰ সৈতে মল্লযুদ্ধ কৰিম। কিন্তু নাটত ইয়াৰ যথেষ্ট ব্যৱধান আছে। নাটৰ পৰশুৰামৰ উক্তি অতি নিষ্ঠুৰ, সদৰ্প আৰু "ৰাছ কামুৰি পৰম চৰ্চি চপটি কৰয়ে থিক"। তেওঁ "মেৰা গুৰুক ধনুভঙ্গ কয়ে তোহো কাহা যাব?" বুলিয়েই ক্ষান্ত নাথাকি "আজু তোহাক স্কন্ধ ৰুধিৰে নিকা কৰব" বুলি কুঠাৰ জোকাৰিছে। পৰশুৰামৰ উক্তিত দশৰথে ভয় পাই তেওঁৰ ওচৰত কৃতাঞ্জলি হৈ কাতৰ বাক্য বোলাটো মূলত আৰু নাটত একে হলেও নাটৰ মতে "গলে কাপৰ বান্ধি ভাৰ্গৱক পাৱে পৰিয়ে অনেক কাতৰ কয়ল" আৰু মূলৰ মতে "বিষণ্ণ বদনো দীনঃ প্ৰাঞ্জলিৰ্বাক্যমব্ৰবীৎ" (৭৫।৫) অৰ্থাৎ (দশৰথে) বিষণ্ণ বদনে অতি নম্ৰ ভাৱে কৃতাঞ্জলি সহকাৰে কবলৈ ধৰিলে। উভয়তে দশৰথৰ উক্তি একে নহয়। নাটৰ উক্তি হ'ল "হামাৰ পুত্ৰ ৰামচন্দ্ৰ সে বালকমতি। ইহাৰ দোষ মৰষ গোসাঁই"। কেৱল সেয়ে নহয়—তেওঁ "তোহাৰি চৰণক দাস ভেলো। মাথে খেৰধৰো, হামাক পুত্ৰ দান দেহ" বুলিও কাতৰ কৰিছে। মূল ৰামায়ণত পৰশুৰামৰ উক্তিৰ লগত মিলাই হে দশৰথে কাতৰ কৰিছে। তাত কৈছে—আপনি মহাতপস্বী ব্ৰাহ্মণ, বেদাধ্যয়ন কৰিছে আৰু ভৃগুবংশত জন্মগ্ৰহণ কৰিছে। এতেকে আমাৰ পুত্ৰ সকলক অভয়দান কৰক ইত্যাদি। নাটৰ সূত্ৰমতে দশৰথে "ঐচন প্ৰকাৰে অনেক কাতৰ কয়ল। তবহু ভাৰ্গৱে ক্ৰোধে বহুত বককয়"। মূলতো তেনেখে "অনাদৃত্যতু তদ্বাক্যং ৰামমেৱাভ্যভাষত" (৭৫।১৭) বুলি কৈছে অৰ্থাৎ দশৰথৰ এনে কাতৰ বাণীক অৱহেলা কৰি (পৰশুৰামে) ৰামক কবলৈ ধৰিলে। পৰশুৰামে ক্ৰোধ সম্বৰণ নকৰা দেখি দশৰথে "হৃদয়ে মুষ্টি হানি, ৰামচন্দ্ৰক গলে বান্ধি" বিলাপ কৰিবলৈ

লাগিছে। ইফালে সীতায়ো পৰশুৰামৰ খং দেখি "শৰীৰ কাম্পে" আৰু "পাৱলো কত পুন্যে পহু হামি। হাতে হৰল বিধি নৱনিধি স্বামী" বুলি খেদ কৰিছে। কিন্তু ৰামচন্দ্ৰই সীতাক "ওহি বনবাসী ঋষিক দৰ্প দেখিয়ে তোহাৰ ত্ৰাস মিলল। ওহি হামাকু আও কোন পতঙ্গ। দেখু, এতিক্ষণে দুষ্ট দ্বিজক দৰ্প চূৰ্ণ কৰব'' বুলি আশ্বাস বাণী শুনাইছে। ইয়াৰ পিচতো দশৰথে পৰশুৰামৰ পৰত ধৰি পুত্ৰদান ভিক্ষা কৰিছে। তথাপি পৰশুৰামৰ খং দুগুণে চৰিলহে। সেই সময়লৈকে ৰামচন্দ্ৰক নিজৰ হাতত থকা মন্ত্ৰপুত কুঠাৰখনে একো কৰিব নোৱাৰাত পৰশুৰামে নিজৰ কুঠাৰখনকে ধিক্কাৰ দিছে। এইখিনি মূল ৰামায়ণত নোহোৱা কথা। ইপিনে পৰশুৰামৰ তৰ্জ্জন গৰ্জ্জনত অতীষ্ঠ হৈ খণ্ডৰ ভয়কত বিশ্বামিত্ৰই 'যত শকতি থিক হামাক যুদ্ধ দেহু" বুলি নিজৰ শিষ্যক ৰক্ষাৰ কাৰণে পৰশুৰামলৈ চোচা ললে। পৰশুৰামো "টিভিৰি তুলা হৈ" বিশ্বামিত্ৰলৈ খেদা মাৰিলে। দুয়োজনে প্ৰথমে "দণ্ড ধৰি ধাৱল", দ্বিতীয়তে "চৰৰি ধৰিয়ে যুদ্ধ কয়ল", তৃতীয়তে ''বাহু যুদ্ধ কয়ল'' আৰু মাটিত বাগৰ দিলে। দুয়োজনা ঋষিৰ "পৰিধান চৰ্ম্ম খসি পৰল"। বিশ্বামিত্ৰই "ভঙ্গ মানি প্ৰাণ ৰক্ষা কৰি পলাৱল"। এইখিনি ৰাময়ণত নাই। ৰামায়ণৰ মতে ৰাম লক্ষ্মণাদি দশৰথৰ পুত্ৰ সকলৰ লগত বিবাহ কাৰ্য্য সম্পন্ন হোৱাৰ পিচত বিশ্বামিত্ৰ মুনিয়ে দশৰথ আৰু জনক ৰজাৰ ওচৰত বিদায় লৈ "জগামোত্তৰ পৰ্ব্বতম" (৭৮/১) অৰ্থাৎ উত্তৰ পৰ্ব্বতৰ ফালে প্ৰস্থান কৰিলে। ৰামচন্দ্ৰ আৰু পৰশুৰামৰ মাজত কোনো যুদ্ধও হোৱা নাই আৰু অত্যুগ্ৰভাবে কথাৰ কটাকটিও হোৱা নাই। ''মেৰা গুৰুক ধনু ভঙ্গ কৰিয়ে তোহো কাহা যাব" এই উক্তি নাটৰহে। মহাদেৱ শিৱ পৰশুৰামৰ গুৰু আছিল। সেই কাৰণেই গুৰুৰ ধনু ভঙ্গত তেওঁ ক্ৰোধান্বিত হৈছে। সেই সম্পৰ্কে মূলত উল্লেখ নাই। ৰাম চন্দ্ৰৰ লগত পৰশুৰামৰ ভেটাভেটি হওঁতে বিশ্বামিত্ৰৰ উপস্থিতি নোহোৱাত দৰাচলতে শিষ্যৰ প্ৰতি গুৰুৰ স্নেহ প্ৰদৰ্শন কৰি এটি আদৰ্শ ভাভি ধৰিবলৈ ৰামায়ণক অতিক্ৰম কৰি গুৰুজনাই নাটখনিত এই বিষয়টো উল্লেখ কৰিছে। সকলোৱে নিজৰ পক্ষ সমৰ্থন কৰে। বিশ্বামিত্ৰই নিজৰ প্ৰিয় শিষ্যৰ সপক্ষে থাকি ৰাম বিদ্ৰোহী পৰশুৰামৰ বিপক্ষে থিয় দিছে। নাটখনিৰ এই অংশটো গুৰুজনাৰ এটি কাল্পনিক চিত্ৰ।

বিশ্বামিত্ৰ ভঙ্গ মানি পলায়ন কৰাৰ পিচত ৰামৰ অনুজ লক্ষ্মণে ৰামৰ ওচৰত "আততায়ি দুষ্ট দ্বিজ" পৰশুৰামৰ প্ৰাণ লবলৈ আদেশ বিচাৰিছে আৰু নিজৰ পিতৃ দশৰথক "ক্ষত্ৰিয় ঘাতকী পৰম পাতকীক কত কাতৰ কৰৈছ'' বলি আতৰ হবলৈ অনুৰোধ কৰিছে। ৰামানুজ লক্ষ্মণৰ এই

সাহসত ৰামচন্দ্ৰ সন্তুষ্ট হ'ল আৰু "তোহো বালক, এহ ৰহ। ওহি দুষ্ট শিবভঙ্ক হামো দণ্ড কৰব" বুলি "ধনুষ্টঙ্কাৰমকৰোহ"। ৰামচন্দ্ৰই এইবাৰ চুঙা চাই সোপা দিলে। পৰশুৰামে "অয়ে ৰেণুসীক পুত্ৰ" বুলি তাচ্ছিল্য সূচক সম্বোধন কৰিছিল যদিও এইবাৰ ৰামচন্দ্ৰই "তোহাৰ মাতা ৰেণুকাক কাটি বহুত পাপ আচৰল" বুলি বেছি তাচ্ছিল্য কৰিছে। এইবাক্য বানত আৰু "শ্ৰীৰামক ধনুষ্টঙ্কাৰে পৰশুৰামক হৃদয় বিদাৰল। পৰম তৰাসে শৰীৰ কাম্পে। হাতক পৰশু খসি পৰল। প্ৰাণক কাতৰে যৈচে পলায়ল"। তাৰ পিচতে পৰশুৰামে "পৰল দণ্ডৱতে ৰামক আগ"। তেওঁ নিজক হীন মানি কৈছে "তেহো পৰম ঈশ্বৰ। হামো তোহাৰি অংশ। ইহা নজানি দৰ্প কয়লো। হামাৰ দোষ ময়ষ গোসাই"। পৰশুৰামৰ বাক্যত তেওঁৰ কাৰণে প্ৰস্তুত কৰা বান "ইহাক সম্বৰণ কৰিতে নাহি পাৰি" বুলি ৰামচন্দ্ৰই মাত্তি হব খোজা নাই আৰু "বান আকৰ্ণ পূৰল"। পৰশুৰামে গতি বিষম দেখি "হমাক প্ৰাণ দান দেহু" বুলি প্ৰাণ ভিক্ষা কৰিছে। ৰামচন্দ্ৰ সন্তুষ্ট হৈ তেওঁৰ প্ৰাণ ৰাখিলে আৰু তেওঁৰ "স্বৰ্গ-পথ ছেদ কৰোহো" বুলি "গগনক লাগি বান খেপল"। পৰশুৰামে প্ৰাণ ৰাখি ৰামচন্দ্ৰক আলিঙ্গন কৰি "তপোবনে প্ৰবেশল"। এই কথাখিনি মূল ৰামায়ণৰ লগত প্ৰায় নিমিলে। লক্ষ্মণে পৰশুৰামৰ বিপক্ষে থিয় দি অস্ত্ৰ ধৰাটো মূলত নাই। মূলৰ মতে পৰশুৰামে যেতিয়া ৰামচন্দ্ৰক গুণ যোজনা কৰিবলৈ নিজৰ ধনুখন আগলৈ দিয়ে, তেতিয়া ৰামচন্দ্ৰই তেওঁৰ হাতৰ পৰা ধনুখনলৈ ক্ৰোধান্বিত হৈ বানযোজনা কৰি সন্ধান কৰিলে। ৰামচন্দ্ৰই অতি সাহসেৰে কৈছিল "অবজানাসি মে তেজঃ পশ্যমেহদ্য পৰাক্ৰমম্" (৭৬/৫) অৰ্থাৎ মোক তুমি অবজ্ঞা কৰিছা। বাৰু এতিয়া মোৰ পৰাক্ৰম চাই লোৱা। আৰু কলে যে তুমি ব্ৰাহ্মণ কাৰণে আমাৰ নমস্য। এতেকে তোমাৰ প্ৰাণ-নাশী বান নিক্ষেপ নকৰো। কিন্তু এই বানৰ দ্বাৰা তোমাৰ এনেকুৱা উদ্ধত গতিশক্তি বিনাস কৰো — যিহেতু নিজ প্ৰভাৱে শত্ৰুপুৰ জয়ী দিব্য এই বৈষ্ণৱ বান কদাপি নিষ্ফল নহয়। এই বুলি কোৱাত ৰামৰ অদ্ভুত শক্তিত পৰশুৰামৰ বৈষ্ণৱ তেজ ম্লান হৈ পৰিল। ৰামৰ প্ৰভাৱত প্ৰভাৱান্বিত হৈ বীৰ্য্যহীন পৰশুৰাম অলপ সময় ৰামৰ প্ৰতি দৃষ্টিপাত কৰিলে। বিষ্ণুতেজ আৰু তপস্যা শক্তি ৰহিত হোৱাত জড়তুল্য পৰশুৰামে কবলৈ ধৰিলে তুমি আমাৰ গতি-শক্তি নষ্ট নকৰিবা। মই তপস্যাৰ দ্বাৰা যি সকল দিব্যলোক উপাৰ্জ্জন কৰিছিলো, তুমি এই বানৰ দ্বাৰা সেইলোক সমূহ নষ্ট কৰা। বিলম্ব নকৰিবা। তুমি যে দেৱশ্ৰেষ্ঠ, সেই কথা এই বৈষ্ণৱ ধনু আকৰ্ষণ কৰাতেই মই জানিব পাৰিছো। তুমি ত্ৰিভুবনৰ অধীশ্বৰ। তুমি মোক পৰাস্ত কৰাত কোনো দুখ নাই। এতিয়া এই অদ্ভুত শৰ ত্যাগ কৰা। শৰ ত্যাগ কৰিলে

যই মহেন্দ্ৰ পৰ্ব্বতলৈ প্ৰস্থান কৰিম। এই বুলি কোৱাত ৰামচন্দ্ৰই ধনু লগ্ন বাণ সন্ধান কৰে আৰু পৰশুৰামে তপস্যাৰ্জ্জিত নিজৰ দিব্য লোকসমূহ বিনষ্ট হোৱা দেখি মহেন্দ্ৰ পৰ্ব্বতলৈ প্ৰস্থান কৰিলে ইত্যাদি। এইখিনি মূল ৰামায়ণৰ সংক্ষিপ্ত কথা।

পৰশুৰামক পৰাজয় কৰি শ্ৰীৰামচন্দ্ৰ প্ৰিয়া আৰু পিতৃ ভাতৃ বন্ধু-জন সহিত অযোধ্যাপুৰী প্ৰবেশ কৰিলে। মাতৃ কৌশল্যাই শ্ৰীৰামৰ বিজয় বাতৰি শুনি বহুত নাৰীৰে সৈতে আহি পৰম মঙ্গল বাদ্য বজোৱাই বৰ কন্যাৰ হাত একেলগ কৰি গৃহলৈ প্ৰবেশ কৰোৱালে আৰু আসনত বহুৱাই "ৰাম সীতাক মাথে দুৰ্ব্বাক্ষত সিঞ্চাৰি আশীৰ্ব্বাদ" কৰিলে। এইখিনি কথা নাটৰহে। মূল ৰামায়ণৰ লগত প্ৰায় মিলিছেই। সামান্য মাত্ৰ ব্যৱধান আছে। ৰাম সীতাৰ মূৰত দুৰ্ব্বাক্ষত সিঁচি দিয়াটো শাস্ত্ৰীয় আচাৰ আৰু অসমীয়া বিবাহ বিধিৰ ই এটা মাঙ্গলিক কাৰ্য্য।

একেবাৰে শেষত "ত্ৰিভুবন মোহিনী পদ্মিনী জানকী সীতাক লতি কহোঁ শ্ৰীৰামচন্দ্ৰ আনন্দে মগন হুয়া মণিময় ৰত্ন মন্দিৰে প্ৰবেশিয়ে সীতা সহিত যৈচন পৰম কামকেলি কয় ৰহল" বুলি কোৱা নাটৰ এই বাক্যটিৰ লগত সামান্য ব্যৱধান থকা মূল ৰামায়ণৰ বাক্যটি হ'ল "ৰেমিৰে মুদিতাঃ সৰ্ব্বা ভৰ্ত্তৃভিঃ সহিতা ৰহঃ" (৭৭/১৪) অথবা "ৰামশ্চ সীতয়া সাৰ্দ্ধং বিজহাৰ বহূন ঋতূন্" (৭৭/২৫) অৰ্থাৎ ৰামে সীতাৰ লগত বহতো ঋতু কাল অতি-ক্ৰম কৰি বিহাৰ কৰিলে ইত্যাদি। ইমানতে নাটকৰো শেষ আৰু মূল ৰামায়ণৰ আদি কাণ্ড ও প্ৰায় শেষ। ইয়াত সামান্য মাত্ৰ ব্যৱধান দেখুওৱা হ'ল।

## (৩০-গ) নাটকীয় চৰিত্ৰ বিচাৰ ঃ

মহাপুৰুষ শঙ্কৰদেৱে প্ৰতিখন অঙ্কীয়া নাটৰ প্ৰতিটো চৰিত্ৰকে বেলেগ বেলেগ দৃষ্টিৰে চাই অঙ্কিত কৰিছে। প্ৰতিটো চৰিত্ৰ অঙ্কিত কৰোতে যাতে মুখ্য নায়ক পৰাকী আৰু ভক্তি ৰসখিনিত ক্ষুণ্ণ আৰু আৱৰ্জ্জনা পৰিব নোৱাৰে তালৈ লক্ষ্য ৰাখিছে। পূৰ্ব্বোক্ত নাট সমূহৰ চৰিত্ৰ বিশ্লেষণ কৰোতে কমবেচি পৰিমাণে সেইবিলাকৰ হাৱ ভাৱ আদি ডাঙি ধৰা হৈছেই। সম্প্ৰতি নাট্যকাৰ গৰাকীৰ এই একেবাৰে নুমলিয়া ৰামবিজয় নাটখনিৰ চৰিত্ৰ সমূহৰ একোটি বিশ্লেষণ সংক্ষেপতে ব্যক্ত কৰা হ'ল।

ৰাম বিজয় নাটৰ প্ৰধান নায়ক হ'ল শ্ৰীৰামচন্দ্ৰ। এওঁৰ আমি নাট-খনিৰ যোগেদি সকলো শোক, তাপ দূৰ কৰোতা, পাপৰ অপাৰ সাগৰ পাৰ কৰোতা, চণ্ডালকো পবিত্ৰ কৰোতা, মুক্তি লাভ কৰিবপৰা শক্তি থকা মহান্

ব্যক্তি স্বৰূপে পাওঁহক। কেৱল সেয়ে নহয় তেওঁক মহেশ ধনু ভঞ্জন, সীতা আশ্বাসন, পৰশুৰামক পৰাজয় কৰণ, স্বয়ম্বৰ সভাত নৃপতি সমাজক জয় কৰি সীতাৰ পাণি গ্ৰহণ আদি মহৎ কাৰ্য্য সম্পাদন কৰা ব্যক্তি স্বৰূপেও পাওঁহক। তেওঁ জগতক পৰম ঈশ্বৰ নাৰায়ণ, ভূমিক ভাৰ হৰণ নিমিত্ত দশৰথ গৃহে অৱতৰল"। তেওঁ "ৰূপেনা প্ৰতিমো ভূৰি" আৰু "শ্যাম ৰুচিৰ চিৰ পীত পৰকাশা। পঙ্কজ নয়ন বয়ন মন্দ হাসা"। ৰামচন্দ্ৰক নাট-খনিত "জগতক পৰম ঈশ্বৰ" বুলি কলেও নাট্যকাৰ গৰাকীয়ে বিশ্বামিত্ৰৰ দ্বাৰা কোৱাইছে "সোহি ৰামচন্দ্ৰ পৰম ঈশ্বৰ। মহাহৰিক অংশ অৱতাৰ" ইত্যাদি। আকৌ কণকাৱতীৰ মুখে কোৱাইছে "নবীন বয়স সুকুমাৰ। ভেলি নাৰায়ণ অৱতাৰ" আৰু "যৈচন মহাপুৰুষ লক্ষণ দেখালো, হামো জানলো সোহি ঈশ্বৰ নাৰায়ণ"। পৰশুৰামেও কৈছে "তোহো পৰম ঈশ্বৰ। হামো তোহাৰি অংশক ইত্যাদি। এনেবিলাক উদ্ধৃতিৰে ৰামচন্দ্ৰক ঈশ্বৰ স্বৰূপে আমি স্বীকাৰ কৰি লব পৰা হয়। শ্ৰীৰামচন্দ্ৰ যে শ্ৰীকৃষ্ণ দেৱৰ পৰা অংশাৱতাৰ স্বৰূপে বিকশিত হোৱা আৰু দশাৱতাৰৰ অন্তৰ্গত, সেই কথা ভাগৱতাদি শাস্ত্ৰ সমূহত অলেখ উদাহৰণ আছে। নামঘোষাতো আছে

মৎস্য কূৰ্ম্ম নৰসিংহ বামণ পৰশুৰাম
হলিৰাম বৰাহ শ্ৰীৰাম।
বুদ্ধ কল্কি নামে দশ আকৃতি ধৰিছা কৃষ্ণ
তযু পাৱে কৰোহো প্ৰণাম॥

এই কথা সত্য যে শ্ৰীৰামচন্দ্ৰ শঙ্কৰদেৱৰ মানস দেৱতা নহয়। তেওঁক "জগতক পৰম ঈশ্বৰ" বুলি কোৱাৰ অৰ্থ হল ৰাম নামৰ মহিমা বিস্তাৰ কৰা। শ্ৰীৰামচন্দ্ৰৰ ব্যক্তিত্ব পৰিষ্কাৰ ৰূপত প্ৰতিফলন কৰিব পাৰিলেহে নামটোৰ মহিমা বিকশিত হ'ব। জনসাধাৰণে প্ৰথমতে ব্যক্তিত্বৰ ওপৰতহে দৃষ্টি ৰাখে। নাম আৰু নামী আধাৰ আৰু আধেয় সম্বন্ধে আছে। এতেকে নামৰ মহিমা বিকাশ কৰিবলৈ যাওঁতে প্ৰথমতে শ্ৰীৰামচন্দ্ৰ নামৰ মানুহজনক উচ্চ ভাৱত ৰাখিব লাগিব। সেইবাবেই হবলা শংকৰদেৱৰ আদৰ্শকে গ্ৰহণ কৰি মাধৱদেৱেও নামঘোষাত লিখিছে—

( শ্ৰীৰামচন্দ্ৰৰ ব্যক্তিত্ব )

অনন্ত শকতি তুমি ৰাম লক্ষ্মণ সুগ্ৰীৱ বিভীষণ
হনুমন্ত আদি মহা মহা বীৰগণে।
আনি তৰু লতা পৰ্ব্বতক শতেক যোজন সমুদ্ৰক
সেতু বান্ধি পাৰ ভৈলাহা মহা যতনে॥

ৰাম নামৰ মহত্ত্ব )

হে প্ৰাণ প্ৰভু ৰঘুপতি ৰাম ৰাম ৰাম ৰাম ৰাম
তোমাত কৰিয়া তত্ত্ব গুণ নাম চাৰ।
বিনা সেতু বন্ধ কৰি নৰে ৰাম ৰাম ৰাম ৰাম ৰাম
অপাৰ সংসাৰ সমুদ্ৰৰ হোৱে পাৰ ॥

নামঘোষা/মাধৱদেৱ

শ্ৰীৰামচন্দ্ৰৰ ব্যক্তিত্বত অলৌকিকতা থাকিলেও নামটোৰ অলৌকিকতাত অসামান্য বা অসাধাৰণ শক্তি পৰিস্ফুট হৈছে। তেওঁ জগতৰ ঈশ্বৰ হৈছে নামটোৰ কাৰণে। দশাৱতাৰৰ অন্তৰ্গত হলেও পৰশুৰাম আৰু শ্ৰীৰামচন্দ্ৰৰ মাজত ব্যৱধান দেখুওৱা হৈছে। পৰশুৰামৰ মুখে প্ৰকাশ পোৱা "হামো তোহাৰি অংশ" এই বাক্যাংশটো মূল ৰামায়ণত নহলেও শঙ্কৰদেৱে ৰাম নামৰ মহিমা বিকশিত কৰা উদ্দেশ্যে 'অংশ' শব্দটো লগাই দিছে। অৱশ্য মূল ৰামায়ণত পৰশুৰামে এই বুলি কৈছে যেনে "ত্বয়া ত্ৰৈলোক্য নাথেন যদহং বিমুখীকৃতঃ" (৭৬/১৯ আদিকাণ্ড) অৰ্থাৎ "তুমি ত্ৰিভুবনৰ অধীশ্বৰ, তুমি যে মোক বিমুখ কৰিলা" ইত্যাদি। কিন্তু এটা কথা সত্য যে যদিও দুয়োজনা ৰাম দশৱতাৰৰ অন্তৰ্গত তথাপি শ্ৰীৰাম চন্দ্ৰৰ এটি সুকীয়া বৈশিষ্ট্য আছে। সেই বৈশিষ্ট্য হ'ল শ্ৰীৰামচন্দ্ৰৰ পৰিপূৰ্ণাৱতাৰ। পৰশুৰাম পৰিপূৰ্ণাৱতাৰ নহয়। শঙ্কৰদেৱৰ মানস দেৱতা ভগৱান শ্ৰীকৃষ্ণক পৰিপূৰ্ণতমাৱতাৰ বুলি কোৱা হয়। পৰিপূৰ্ণাৱতাৰ আৰু পৰিপূৰ্ণতমাৱতাৰৰ মাজত ব্যৱধান আছে। সেই ব্যৱধান হ'ল শ্ৰীকৃষ্ণ চন্দ্ৰবংশত জন্ম গ্ৰহণ কৰিছিল। চন্দ্ৰ ষোল কলাৰে পূৰ্ণ। শ্ৰীৰামচন্দ্ৰ সূৰ্য্য বংশত জন্ম গ্ৰহন কৰিছিল। সূৰ্য্য বাৰকলাৰে পূৰ্ণ। দেখা যায় যে শ্ৰীৰাম চন্দ্ৰতকৈ শ্ৰীকৃষ্ণ দেৱৰ চাৰি কলা বেচি। সেইবাবে শ্ৰীকৃষ্ণ শ্ৰীৰামচন্দ্ৰতকৈ বেছি বৈশিষ্ট্যৰ অধিকাৰী আৰু সেইহেতুকে শ্ৰীকৃষ্ণদেৱক পৰিপূৰ্ণতমাৱতাৰ বুলি কোৱা হয়।

শ্ৰীৰামচন্দ্ৰ 'জগতক পৰম ঈশ্বৰ" হোৱাৰ সাৰ্থকতা নাটখনত থকা ভটিমাটোতো পাওঁহক। ভটিমাটোত কৈছে—

জগতক অন্তক অন্তক সন্তক
পূৰল পৰম কাম।
ভূমিকা ভাৰ উতাৰণ তাৰণ
সুৰ নৰ ৰাজা ৰাম ॥

ব্ৰহ্মা মহেশ্বৰ কিঙ্কৰ যাকৰ
পৰি পৰি কৰতু সেৱা।
ত্ৰিভুবন কাৰণ তাৰণ মাৰণ
যোহি দেৱকু দেৱা॥

নাটখনত আমি শ্ৰীৰামচন্দ্ৰক কেইবাটাও দিশত বিভিন্ন ৰূপত দেখা পাওঁহক। বিশ্বামিত্ৰৰ মুখেদি পাওঁ অয়ে দশৰথ! তোহো ৰামক চৰিত্ৰ কিছু জানয়ে নাহি। হামো যোগবলে সব জানো। সোহি ৰাম চন্দ্ৰ পৰম ঈশ্বৰ। মহাহৰিক অংশ অৱতাৰ। অসুৰ ৰাকহু মাৰি ভূমিক ভাৰ উতাৰব"। আকৌ কৈছে—

জয় জয় ৰঘুনাথ প্ৰাৰ্থকত্ৰানহেতো।
ৰঘুকুল কমলাগ্নে সূৰ্য্যবংশস্য দেৱ॥
হৰতি দুৰিতৰাজিং নাম সংকীৰ্ত্তনেন।
সুহৃদ সুত কলত্ৰৈঃ জীৱতু ত্বং চিৰায়ুঃ॥

জনক ৰজাই কৈছে "ওহি বালক দোহো অদ্ভুত মধুৰ মূৰুতি দেখি হৃদয় পৰম সন্তোষ ভেলো। কাহেৰ কুমাৰ কিবা দেৱ কিবা মানুষ, হামু বুজয়ে নাহি পাৰি"। সীতৰে সখীয়েক কনকাৱতীয়ে কৈছে "মানুষ ঐচন ৰূপ। নাহি শুনি কহলো স্বৰূপ॥ "নবীন বয়স সুকুমাৰ। ভৌল নাৰায়ণ অৱতাৰ" পৰশুৰামে কৈছে "তোহো পৰম ঈশ্বৰ। হামো তোহাৰি অংশ আৰু "হামো তোহাৰি ধৰ্ম্মক পুত্ৰভেলো।'

আনহাতে ৰামচন্দ্ৰক আমি এগৰাকী অসীম ধৈৰ্য্যশালী, বিনয়ী আৰু ভক্তি পৰায়ণ ব্যক্তি হিচাবে দেখা পাওঁহক। তেওঁৰ গুৰু ভক্তি অতুলনীয়। তেওঁ ভগৱান পৰমেশ্বৰ হৈয়ো ইতৰ সকলৰ দৰে বিশ্বামিত্ৰৰ পিচে পিচে ৰক্ষ বধৰ কাৰণে যাত্ৰা কৰিছে। বিশ্বামিত্ৰৰ যজ্ঞ ৰক্ষক হিচাবে গৈ তেওঁ আপুৰু-গীয়া অস্ত্ৰ শস্ত্ৰৰ শিক্ষা কৰি নিজৰ লাভেই কৰিলে। তেওঁ পূৰ্ব্বতো অস্ত্ৰবিৎ আছিল। এতেকে এতিয়া আৰু বেছি সময় নষ্ট নহল। অতি কম সময়ৰ ভিতৰতে "লক্ষ্মণ ৰাম পেখহি সব জান"। ৰামে বিশ্বামিত্ৰৰ আদেশ অনুসৰি সভক্তিৰে সকলো কাৰ্য্য সমাধা কৰিছে। বিশ্বামিত্ৰই "ৰাক্ষসী খাই ৰাখ ৰঘুনাথ" বুলি বিভত হওঁতে "শুনিয়ে ৰাম ধৰল ধনু হাত"। বহুদিনীয়া ব্যাধি এটাৰ পৰা নিষ্কৃতি পালে। অতি সাহসেৰে ৰামে ৰক্ষবিজয় কৰি দিলে আৰু যি কাৰ্য্যত বিশ্বামিত্ৰই "মাৰীচ সুবাহু দোহো ৰাকচ মাৰি হামাৰ যজ্ঞ সিদ্ধি কয়ল" বুলি স্বস্তিৰ নিশ্বাস পেলাইছিল। ইয়াৰ পিচতে ৰামচন্দ্ৰই বিশ্বামিত্ৰৰ কথামতে মিথিলালৈ যাত্ৰা কৰিবলৈ উদ্যত হৈছে। গুৰুৰ আদেশ তেওঁ পালন নকৰি নোৱাৰে। ইয়াত ৰামচন্দ্ৰ এটি যন্ত্ৰ আৰু বিশ্বামিত্ৰ এজন মন্ত্ৰী। মুনিয়ে যেনেকৈ চকৰি ঘূৰাইছে, ৰামচন্দ্ৰই তেনিয়েই ঘূৰিছে। তেওঁৰ

সকলো দায়িত্ব মুনিৰ ওপৰত। বিশ্বামিত্ৰৰ নেতৃত্বত ৰামচন্দ্ৰ মিথিলাপুৰত উপস্থিত হৈ ৰজা জনকক নিজৰ প্ৰভাৱত প্ৰভাৱান্বিত হবলৈ বাধ্য কৰায়। কাৰণ জনকে ৰামক দেখি "কিবা দেৱ, কিবা মানুষ হামো বুঝয়ে নাহি পাৰি" বুলি কবলৈ বাধ্য হৈছিল। জনকে নিজে স্বাভাৱিক ধৰণে কৈছিল "ঐচন পৰম সুকুমাৰ কুমাৰ যাহেৰ, তাহেৰ ভাগ্যক মহিমা কি কহব"। এইখিনি ৰামৰ প্ৰভাৱ। ৰামচন্দ্ৰ যেনেকৈ বিক্ৰমশালী আৰু প্ৰভাৱশালী, তেনেকৈ ৰূপ সৌন্দৰ্য্যশালীও। সীতাৰ সখী কনকাৱতীৰ মুখে তেওঁৰ ৰূপ সৌন্দৰ্য্যৰ এখনি দীঘলিয়া চিত্ৰ ফুটি উঠিছে। তেওঁ "শ্যাম মুৰুতি পীতবাস। ঘন যচ বিজুৰি বিকাশ" ইত্যাদি। ৰামচন্দ্ৰৰ অতুলনীয় ৰূপ সৌন্দৰ্য্যত সীতা "মহা হৰিষা বেশে মূৰ্চ্ছিতা" হৈ পৰিছে আৰু "ভেলি পুলক তনু, চেতন আকুল, কমল নয়নে ঝুৰে বাৰি"।

ৰামচন্দ্ৰ "নবীন বয়স সুকুমাৰ" আৰু মূল ৰামায়ণৰ মতে তেওঁৰ বয়স "উনষোড়শ বৰ্ষো" (আদিকাণ্ড- ২০/২) অৰ্থাৎ পোন্ধৰ বছৰ মাত্ৰ। নাটৰ ভাষাত "কাম পহিল প্ৰবেশ" (গীত)। তেওঁ প্ৰথম যৌৱনাৱস্থাত এগৰাকী দিপ্‌লিপ্‌ সুন্দৰী সীতাৰ ৰূপ সৌন্দৰ্য্য বৰ্ণনা বিশ্বামিত্ৰৰ মুখে শুনিবলৈ পাই "কিঞ্চিত মদন বিগাৰল"; কিন্তু ধৈৰ্য্যচ্যুত হোৱা নাই। হৰধনু ভাঙিব পাৰিলেহে সেই সুন্দৰী কন্যাগৰাকীৰ পাণি গ্ৰহণ কৰিব পৰা হব— এই উক্তিটো ৰামচন্দ্ৰৰ কাৰণে নিচেই সামান্য কাৰ্য্য হলেও তেওঁ শিক্ষাগুৰুৰ ওচৰত গৰ্ব্ব কৰিব খোজা নাই। সীতা লাভৰ কাৰণে উৎকণ্ঠিত হৈ তেওঁ অতি নম্ৰ ভাৱে "সে মহেশক ধনু বজ্ৰাধিক কঠিন। হামো বালক, তাহেত গুণ দিতে হামাৰ কৈচন যোগ্যতা হুই। তথাপি তোহাৰি আজ্ঞা পালিতে লাগয়" বুলি কৈছে আৰু সীতাৰ কথা শুনি বেছি সময় উপেক্ষা কৰাটো তেওঁৰ পক্ষে কঠিন। সেয়ে তেওঁ কৈ উঠিছিল "জানি ঋষিৰাজ। সত্বৰে চলহ"। স্বয়ম্বৰ সভাত বহি থাকোতে তেওঁ অতি ধৈৰ্য্য সহকাৰে আছিল। অন্যান্য ৰজা সকলক সীতাৰ ৰূপ লাৱণ্য দেখি "কাম বানে পীড়ল" আৰু অচেতনে মূৰ্চ্ছিত হয়া পৰল" –তদুপৰি পৰস্পৰে নিজৰ পক্ষ সমৰ্থনৰ কাৰণে সীতাক পাবলৈ হেতা ওপৰা লগাওঁতে ৰামচন্দ্ৰ নিৰ্ব্বিকাৰ। যৌন শক্তি সকলোৰে আছে। কিন্তু সেই বুলিয়েই "সকৰী কৰকৰায়তে" হবনে ? স্বয়ম্বৰ মানেই কন্যা গৰাকীয়ে নিজে গুণী, জ্ঞানী, মানী, সৌন্দৰ্য্যশালী বুলি ভবা এজন পুৰুষক স্বামী বৰণ কৰিব লাগে। ৰজাসকলৰ নিজৰ ৰূপ, গুণ আৰু মানত আত্মবিশ্বাস নাছিল বা সন্দেহ আছিল। সেই বাবেই সীতা প্ৰাপ্তিৰ কাৰণে নিজৰ পক্ষ সমৰ্থন কৰি নিজেই কাতুৰ্ব্বাদ কৰা দেখা গৈছে। সীতাই যাক ভাল দেখে তাকে বৰণ কৰিব, তাত আনৰ হেতা ওপৰাৰ কি প্ৰয়োজন আছিল ? ৰামচন্দ্ৰ আত্ম-বিশ্বাসী আছিল। তেওঁ জানিছিল যে তেওঁহে সীতাৰ পাণি গ্ৰহণ কৰিব পাৰিব।

যিহেতু তেওঁ বিশ্বামিত্ৰৰ মুখে পুৰ্ব্বতে "সোহি সীতা পুৰ্ব্ব জনমত বহুত তপ আচৰি তোহাক স্বামী নপাৱল। তাহেক স্মৰিয়ে ওহি জনমে তোহাৰ চৰণ চিন্তি সৰ্ব্বথা থিক। পৰম বিৰহাতুৰ হুয়া তোহাক লাগি ৰহৈছে' বুলি এষাৰ কথা শুনি থৈছিল। তেওঁ বাহুবলতো বিশ্বাসী আছিল। ৰজাসকলৰ বল পৰাক্ৰম কিমান সেই কথা তেওঁ ৰাজসভাত থিয় হৈয়েই জানিব পাৰিছিল। তদুপৰি আমাৰ এষাৰি প্ৰবচন আছে বোলে "সৰু হ'লেহে ডাঙৰ হ'ব পাৰি"। সংস্কৃত শাস্ত্ৰতো আছে "নমন্তি ফলিনো বৃক্ষা: নমন্তি গুণিনোজনাঃ। শুষ্কং কাষ্ঠঞ্চ মূৰ্খশ্চ ভিদ্যতে ন তু নম্যতে" অৰ্থাৎ ফলবান্ বা গুটি লগা গছ আৰু গুণীলোক সকল সদায় নম্ৰ হয়; কিন্তু শুকান কাঠ আৰু মূৰ্খ মানুহ কেতিয়াও বেকা আৰু নম্ৰ নহয়। ৰামচন্দ্ৰ সদায় নম্ৰগুণ বিশিষ্ট ব্যক্তি। বিশ্বামিত্ৰই "তোহো কি নিমিত্ত আপেখি ৰহৈছ? উঠহ. উঠহ, ওহি ধনুত সত্বৰে গুণ লগাৱ" বুলি কোৱাত তেওঁ "হামো বালক, ওহি ধনু বজ্ৰাধিক কঠিন। ইহাত গুণ দিতে হামাৰ কৈচন যোগ্যতা হুই? তথাপি তোহাৰ আজ্ঞা পালি যত্ন কৰব। যে ধনুত গুণ দিতে মহা মহা ৰাজা সবে নাহি পাৰল, ইহাত হামাৰ কোন লাজ থিক" বুলি কৈ নিজক এগৰাকী সামান্য ব্যক্তি স্বৰূপে পৰিচয় দিছে আৰু নম্ৰ গুণ প্ৰকাশ কৰি "ফলিনো বৃক্ষাঃ" হৈ "গুণিনো জনাঃ"ৰ শাৰিত উঠিছে। ৰজাসকল গৰ্ব্বী আৰু শুকান কাঠ। তেওঁলোক "ভিদ্যতে নতু নম্যতে"। সেই বাবেই সীতা লাভৰ পৰা বঞ্চিত হ'ল আৰু ধনুতো গুণ লগাব নোৱাৰিলে। ৰামচন্দ্ৰই নম্ৰ গুণ আৰু গুৰু ভক্তি প্ৰকাশ কৰাৰ কাৰণে তেওঁ অতি গধুৰ অজগৱ ধনুখন "বামহাতে ধৰি কহো যৈচে কুসুম মালাক ওপৰক খেপি পুনৰ্ব্বাৰ লুফি ধৰল"। শ্ৰীৰাম চন্দ্ৰক এই প্ৰসঙ্গত এগৰাকী বিনয়ী অথচ বীৰ পুৰুষ স্বৰূপে দেখা পোৱা যায়। তেওঁৰ নম্ৰতা আৰু বীৰত্ব প্ৰতিভা বা সাহসী মন ইতৰ সকলৰ কাৰণে আদৰ্শ স্বৰূপে সদায় বিকশিত হৈ থাকিব।

ৰামচন্দ্ৰই অজগৱ ধনু তুলি লৈ "সীতাক সকৰুণ ভাৱ পেখি তৎকালে লীলায়ে ধনুত গুণ লগাৱল"। "যে ধনুত গুণ দিতে মহা মহা ৰাজা সবে নাহি পাৰল" সেই ধনুখন পোন্ধৰ বছৰীয়া এজন যুৱকে "হাসি হাসি অপ্ৰয়াসে কৰ্ণমানে টানি ধনুত টঙ্কাৰ" কৰাটো আশ্চৰ্য্যজনক বুলি কোৱাৰ থল আছে। ৰামচন্দ্ৰৰ চমৎকাৰ বীৰ প্ৰতাপ এই প্ৰসঙ্গত পৰিষ্কাৰ ৰূপে ফুটি উঠিছে। অজগৱ ধনু ভঞ্জনৰ পিচত সীতাৰ বৰমাল্যাৰ্পণ বা স্বয়ম্বৰ কাৰ্য্য বিধিমতে সম্পাদন হোৱাৰ পৰিণামত ৰজাসকলৰ মাজত এটি হুলস্থূলীয়া পৰিবেশৰ

সৃষ্টি হয়। তেওঁলোকে সীতা লাভৰ পৰা বঞ্চিত হৈ "ধৰমাৰ বোল আন্দোল বহুত কয়ল"। সীতায়ো তেওঁলোকৰ আন্দোলন দেখি শুনি "পৰম আকুল ভেলি"। কিন্তু ৰামচন্দ্ৰই সেই সকলো ৰজাৰ আৰু আন্দোলনৰ কাৰ্য্যসূচী বোৰলৈ মুঠেই ভয় কৰা নাই। তেওঁ কৈছে "ওহি ৰাজাসব হামাক আগু কোন হয়। যৈচে সিংহক আগু বালক হৰিণ"। তেওঁৰ এই বীৰত্ব সূচক আৰু তাচ্ছিল্য সূচক উক্তি আচলতে দাম্ভিক বা গৰ্ব্বিত মনৰ উক্তি নহয়। এই উক্তি বিধিসন্মত। কাৰণ (১) স্বয়ম্বৰ সভাত যেয়ে অজগৰ ধনুত গুণ লগাব পাৰিব, সেয়ে সীতাক লাভ কৰিব। সেইমতে ৰজাসকলে নানা চেষ্টা কৰিও ধনুখনত গুণ লগাব নোৱাৰিলে। ৰামচন্দ্ৰই পাৰিলে। সেয়ে তেওঁ কৈছে "হামো ধনুভঙ্গ কয়ে জানকীক পাৱলো। কি নিমিত্ত ইহাত বিপক্ষ আচৰহ" বুলি। (২) ৰামচন্দ্ৰ প্ৰভাৱে প্ৰগল্ভ। মহা মহা ৰজাসকলে যিটো কাম কৰিবলৈ সমৰ্থ নহল, তেওঁ পোন্ধৰ বছৰ বয়সতে অত্যাশ্চৰ্য্যজনক কাম ফেৰা কৰিব পাৰিলে। এতেকে ৰামচন্দ্ৰই নিজক আৰু আন ৰজা সকলক জুখি চাই তেওঁলোকৰ বিক্ৰমৰ অভিলেখ ঠিকমতে ৰাখি ললে। কাৰণ "ন বয়ঃ তেজসো হেতু" অৰ্থাৎ বয়সেই শক্তি বা বিক্ৰমৰ মাপকাঠি নহয়। বয়সত লঘিষ্ঠ হলেও ৰামচন্দ্ৰই নিজৰ বিক্ৰম ভালকৈ জানে। সেয়েহে তেওঁৰ মুখত বীৰত্বসূচক বাণী প্ৰকাশিত হৈছে। ৰামাচন্দ্ৰই নিজৰ বীৰত্ব আৰু তাচ্ছিল্য বাণী সাৰ্থক কৰিলে। তেওঁ 'পৰম সুকুমাৰ, নবীন বয়স, সঙ্গে সোদৰ মাত্ৰ সহায়" হলেও আৱলীলাক্ৰমে সকলো ৰাজাকে পৰাভূত কৰিলে। তেওঁৰ ঐশ্বৰীক শক্তি আৰু বীৰত্ব শক্তি বিকশিত হ'ল।

বিৰাট শক্তি সম্পন্ন ৰাজন্য বৰ্গক পৰাস্ত কৰি তেওঁ মিথিলাৰ বিবাহ মণ্ডপত বিধিমতে সীতাৰ পাণি গ্ৰহণ কৰে। ব্ৰহ্মচাৰী সন্যাসী বিশ্বামিত্ৰই সীতাৰ মুখচন্দ্ৰিকা কৰোতে ৰূপ জ্যোতি দেখি কামাতুৰ হৈ পৰে। কিন্তু গৃহী ৰামচন্দ্ৰ সেই সময়ত নিৰ্ব্বিকাৰ হোৱা দেখা গৈছে। তেওঁৰ বিবাহত "সুৰ পুৰে মিলল উৎসাহ" শম্ভু স্বয়ম্ভু গুণ গাৱে। ইন্দ্ৰ মৃদঙ্গ ৰঙ্গে বাৱে"। নিৰাপদে বিবাহ কাৰ্য্য সম্পন্ন কৰি তেওঁ সদলবলে অযোধ্যালৈ প্ৰত্যাবৰ্ত্তন কৰি আহোঁতে বাটতে পৰশুৰামে আগভেটা দিয়ে। তেওঁ তাতো অৱহেলে নিজৰ শৌৰ্য্য বীৰ্য্য প্ৰকাশ কৰি পৰশুৰামক পৰাভূত কৰে। পৰশুৰামৰ শক্তি সামৰ্থ্যও ৰামচন্দ্ৰই ভালকৈ জানিলে। কাৰণ "যিটো মহাবীৰ, স্বভাৱে গম্ভীৰ, ইতৰে লপ্-লপাৱে"। পৰশুৰামে আদিতে "অয়ে ৰেণ্ডসীক পুত্ৰ" বুলি অৰ্থাৎ অ'ই বেশ্যাৰ সন্তান বুলি অসভ্য তথা অসজ্জনোচিত বাক্য প্ৰয়োগ কৰি ফেটীসাপক জোকাই ললে। ৰামচন্দ্ৰই সমুচিত দণ্ড বিধান

কৰিলে। তেওঁক পৰাস্ত কৰাৰ উপৰিও স্বৰ্গলৈ যাতায়াতী পথটিও কাটি পেলালে। পৰশুৰামে "হামো তোহাৰি অংশ" বুলি কোৱা বাক্যাংশই শ্ৰীৰাম-চন্দ্ৰক মহতো মহীয়ান্ কৰি তুলিছে। দুয়োজনা দশাৱতাৰৰে অন্তৰ্গত যদিও শ্ৰীৰাম চন্দ্ৰৰ সামৰ্থ্য এই প্ৰসংগত অত্যধিক হোৱা দেখা গৈছে। স্বৰ্গৰ বিজয় কৰি তেওঁ স্বাচ্ছন্দ্য ভাৱেৰে অযোধ্যাত "কৰু ৰময়া ৰস কেলি। এনেকৈ আমি সংক্ষিপ্ত ভাৱেৰে ৰামচন্দ্ৰৰ চৰিত্ৰ বিচাৰ কৰিব পাৰোহঁক।

ৰামবিজয় নাটৰ বিশ্বামিত্ৰৰ চৰিত্ৰটি অতি আকৰ্ষণীয়। তেওঁক ৰামৰ অভিভাৱকৰ দৰে নাটখনিত চিত্ৰিত কৰা দেখা গৈছে। তেওঁ (নাটখনিত) কৌতুক সহকাৰে আহিলেও খণ্ডাল বা চন্দ্ৰৰ দৰে প্ৰকাশমান (চণ্ড—খণ্ডাল, চান্দ—চন্দ্ৰ)। তেওঁ আহোঁতে "লাড়য় বাহু হৰিগুণ গায়" অথচ "সচকিত লোচন চৌদিশে চায়"। এই ক্ষেত্ৰত তেওঁক ভয়াতুৰ হিচাবেও দেখা পোৱা যায়। তদুপৰি তাড়কা, মাৰীচ, সুবাহুৰ আগমণত তেওঁ "আশ্ৰম যাইতে ঋষিক উচাট"। আকৌ "কাম্পে কৌশিক পৰিয়া ত্ৰাসে, ৰাক্ষসী খাই ৰাখ ৰঘুনাথ" ইত্যাদি। তেওঁ দুষ্টক দমন কৰিব নোৱাৰে, সন্তকহে দমন কৰিব পাৰে। ৰাক্ষসী আৰু ৰাক্ষসৰ ওচৰত তেওঁ ভয়ত পেপুৰা, কিন্তু ৰজা দশৰথৰ ওচৰত তেওঁ ৰাম লক্ষ্মণক নপঠোৱাৰ কাৰণে 'পৰম কোপে ভৰচয়" আৰু "কোপে কম্পমান হুয়া বেগে চলল"। ইয়াকে কয় "হাঁহৰ ওপৰত শিয়াল ৰজা"। এওঁ ত্ৰিকালজ্ঞও আৰু যোগীসিদ্ধ পুৰুষ। তেওঁ ৰামচন্দ্ৰৰ মহিমা বিকাশ কৰিবলৈ গৈ "হামো যোগবলে সব জানো" বুলি যৌগিক কাৰ্য্যৰ সন্ধান দিছে। তেওঁ 'উপকাৰীক অজগৰে খোৱা" বিধৰ লোক নহয়। "তোহো হামাৰ পৰম উপকাৰী' বুলি সুঁৱৰিছে আৰু "সম্প্ৰতি তোহাক প্ৰত্যু-পকাৰ কা কৰব" বুলি প্ৰতি উপকাৰ কাৰ্য্য চিন্তিছে, তথা কৃতজ্ঞতা প্ৰকাশ কৰিব খুজিছে। কৃতজ্ঞতাৰ চিন স্বৰূপে তেওঁ সীতাৰ স্বৰূপ বৰ্ণনা কৰি ৰামচন্দ্ৰক পূৰ্ব্বৰাগ জন্মাইছে আৰু অজগৱ ধনু ভাঙি সীতাক লাভ কৰি-বলৈ মিথিলা ৰাজসভাত অনুষ্ঠিত স্বয়ম্বৰ ৰাজসভালৈ লৈ গৈছে। ৰামক পূৰ্ব্বৰাগ সঞ্চৰণ হবলৈ তেও মিথিলি সীতাৰ স্বৰূপ বৰ্ণনা কৰিছে, তাত "শীলা শ্ৰবে, তৰু মঞ্জৰে"। তেওঁ ৰামচন্দ্ৰক প্ৰত্যুপকাৰ কৰিবলৈকে সীতাৰ অতুলনীয় ৰূপ সৌন্দৰ্য্য বৰ্ণনা কৰিছে আৰু সফল হৈছে। তেওঁৰ কথাত ৰামচন্দ্ৰই "জানি ঋষিৰাজ সত্বৰে চলহ" বুলি কবলৈ বাধ্য হ'ল। মিথিলাত প্ৰবেশ হৈ জনকৰ ওচৰত ৰাম লক্ষ্মণৰ পৰিচয় ভাঙি ধৰিছে আৰু জনক নৃপতিক "ইহা জানি সত্বৰে সমাজ মিলাই সে মহেশক ধনু আনহ" বুলি আদেশ বা উপদেশ দিছে। পূৰ্ব্বোক্ত কাহিনীভাগ ভালকৈ পৰীক্ষা-নিৰীক্ষা কৰিলে বোধ

হয় যেন গোটেই ৰামবিজয় নাটখনত বিশ্বামিত্ৰইহে শুৰি ধৰিছে এনেকুৱা লাগে। কিন্তু নাটখনিত বিশ্বামিত্ৰৰ পৰিচালনাতে পৰিচালিত হলেও ইয়াৰ প্ৰধান নায়ক হল ৰামচন্দ্ৰহে। যিহেতু তেওঁৰ নামেৰেই নাটখনিৰ নামকৰণ হৈছে। ইয়াত বিশ্বামিত্ৰ মুনি উপনায়কহে।

সীতাৰ স্বয়ম্বৰ সভাত ৰজাসকলে মহেশ ধনুখন উত্তোলন তথা ভঞ্জন কৰিব নোৱাৰি বিফল হয় আৰু তাকে দেখি বিশ্বামিত্ৰই ৰামচন্দ্ৰক "সত্বৰে ওহি ধনুত গুণ লগাব" বুলি উৎসাহিত কৰা দেখা গৈছে। বিশ্বামিত্ৰই পূৰ্ব্বৰ প্ৰত্যুপকাৰ কৰ্ম্ম আৰু আশা কৰা মতে কাৰ্য্য সম্পাদন কৰিব পাৰিলে। ৰামচন্দ্ৰই ধনু ভাঙি সীতাক লাভ কৰাত বিশ্বামিত্ৰৰ আনন্দ কোনে চাই। ৰজাসকলে অপ্ৰয়োজনীয় হলেও ৰাজ সভাকে ৰণাঙ্গন কৰি ৰামৰ বিপক্ষে যুদ্ধ ঘোষণা কৰোতে বিশ্বামিত্ৰক নিৰ্ব্বিকাৰ যেন দেখা গল। অৱশ্যে এইটো ঠিকযে বিশ্বামিত্ৰ ৰামৰ শক্তি সামৰ্থ্যত নিঃসন্দেহ। তেওঁ সাধাৰণ শক্তিযুক্ত ৰজাক পৰাস্ত কৰিব পাৰিব বুলিয়েই ৰজাসকলৰ বিপক্ষে প্ৰতিযোদ্ধা স্বৰূপে থিয় দিয়া নাই। তেওঁ ভবামতে কামো হল। ৰামচন্দ্ৰই সমস্ত ৰজাক পৰাজয় কৰি সীতাক প্ৰাপ্ত কৰে আৰু বিশ্বামিত্ৰৰ প্ৰত্যুপকাৰ কাৰ্য্য সিদ্ধি হ'ল।

আমি বিশ্বামিত্ৰৰ চৰিত্ৰত কোনো কোনো ঠাইত চাঞ্চল্যৰ আতিশয্য দেখিবলৈ পাওঁহক। প্ৰথমতে ৰাক্ষস বধৰ সময়ত আৰু দ্বিতীয়তে ৰামৰ বিবাহ কাৰ্য্যত পৌৰুহিত্য কৰোতে। তেওঁ নিজে ৰামৰ বিবাহত "কুশণ্ডি কৰিয়ে হোম আৰম্ভল"। কিন্তু "মুখ চন্দ্ৰিকা কৰিতে সীতাক ভুবন মোহন ৰূপ নিৰেখি ঋষি কামে আতুৰ ভেল। হাতক শ্ৰুৱশ্ৰুচ খসি পৰল"। শৰীৰ কম্পি মূৰুচি পৰল"। পিচে নিজৰ শিষ্য গালৱ মুনিয়েহে "স্বস্থ হৱ" বুলি কৈ চেতনা আনি দিলে। এই প্ৰসঙ্গত বিশ্বামিত্ৰ কামমুগ্ধ হৈ চেতনা হেৰুওৱা কাৰ্য্য অতি নিন্দনীয় আৰু তেওঁক কামাতুৰ তথা চঞ্চল স্বৰূপে চিত্ৰিত হোৱা দেখা গৈছে। বোধ হয় ৰামৰ অভিভাৱকৰ দৰে নাটখনত ৰামলক্ষ্মণক পৰিচালনা কৰি নিলেও অথবা বাহ্যিক ভাবে নাটকৰ নায়ক স্বৰূপে থকা দেখা পালেও তেওঁ যে আচলতে নায়ক নহয় আৰু মহাবৈৰিক অংশ অৱতাৰ শ্ৰীৰাম চন্দ্ৰতকৈ বহু ক্ষেত্ৰত নিম্ন পৰ্য্যায়ৰ, তাকে দেখুৱাবলৈ গৈ নাট্যকাৰ জনাই বিশ্বামিত্ৰক কামমুগ্ধ কৰি তুলিছে তথা উপহাস্যৰ পাত্ৰ কৰি তুলিছে। তেওঁক আমি যোদ্ধা বা যুঁজাৰু স্বৰূপেও নাটখনত দেখা পাওঁ। পৰশুৰামৰ অতপালি দেখি তেওঁ সহ্য কৰিব পৰা নাই। চকুৰ আগতে নিজৰ শিষ্য ৰামচন্দ্ৰক বধ কৰাৰ অভিপ্ৰায় দেখি বিশ্বামিত্ৰৰ খঙে মূৰৰ চুলিৰ আগ পালেগৈ। তেওঁ ৰাম লক্ষ্মণৰ লগত ৰজা সকলৰ ঘোৰতৰ যুদ্ধ হওঁতে নিৰ্ব্বিকাৰ হৈ আছিল। এতিয়ানো এজন ঋষিৰ চটফটনিত কিয় ভয় খাই ৰামক ৰক্ষা

কৰিবলৈ ককালত টঙালি বান্ধিছে কৰ পৰা নাই। ইয়াৰ অৰ্থ হ'ল তেওঁ ৰাম-চন্দ্ৰক "মহাহৰিক অংশ অৱতাৰ" বুলি জানিলেও সময়ে সময়ে মধুমতি মায়াত মুগ্ধ হৈ থাকে। তদুপৰি "বিষ্ণুক অংশ অজয় বীৰ্য্য" পৰশুৰামৰ পৰাক্ৰমৰ কথা তেওঁ ভালকৈ জানে। কিজানি ৰামচন্দ্ৰক তেওঁ অপকাৰেই কৰে। এই ভাবি বিশ্বামিত্ৰই পৰশুৰামৰ বিপক্ষে থিয় দি তেওঁৰ কাৰ্য্যত বাধা দিব খুজিছে। বিশ্বামিত্ৰই দন্তালি মাৰি কৈছে— "যত শকতি থিক আজু হামাক যুদ্ধ দেহ"। প্ৰথমতে "দণ্ড ধৰি ধাৱল", তদনন্তৰে চুৰুৰি ধৰিয়ে যুদ্ধ কয়ল" তাৰ পিচত অৰ্থাৎ একেবাৰে শেষত পূৰ্ণাহুতি স্বৰূপে "বাহু যুদ্ধ কয়ল"। বাহু যুদ্ধত দুয়োজন ঋষি বাগৰি বাগৰি আউল বাউলি হৈ পৰিছে। দুয়োজনৰে ককালৰ "পৰিধান চৰ্ম্ম খসি পৰল"। তেওঁলোক উলঙ্গ হ'ল। পৰশুৰামৰ পৰাক্ৰম সহ্য কৰিব নোৱাৰি "বিশ্বামিত্ৰ ভঙ্গ মানি প্ৰাণ ৰক্ষা কয়ে পলাৱল"। আমি নাটখনিত বিশ্বামিত্ৰৰ চৰিত্ৰ বিচাৰ কৰিলে ভালকৈ দেখা পাওঁ — তেওঁ এজন ভীৰু কাপুৰুষ, খঙাল, কামাতুৰ আৰু পলায়ন-বাদী পৰাক্ৰমহীন পুৰুষ। অৱশ্যে এনেবিলাক বদগুণ থাকিলেও তেওঁ কিন্তু ৰামচন্দ্ৰৰ ঈশ্বৰিক মহিমা বিকাশত এজন প্ৰধান পুৰুষ স্বৰূপে বা আহিলা স্বৰূপে পৰিলক্ষিত হোৱা দেখা গৈছে। ৰামচন্দ্ৰক সকলো প্ৰকাৰে ৰক্ষণাবেক্ষণ দিয়াত তেওঁক আমি প্ৰশংসা কৰো। শেষ সময়ত তেওঁ ৰাম চন্দ্ৰক ৰক্ষা কৰিবলৈ গৈ পৰশুৰামক বাধা প্ৰদান কৰি পৰাস্ত হলেও ৰাম-চন্দ্ৰক পৰশুৰামৰ অতপালিৰ প্ৰতিশোধ লবলৈ কিছু সময় উপায় উলিয়া-বলৈ সময় দিলে। বিশ্বামিত্ৰৰ চৰিত্ৰটিয়ে আমাক পৰোপকাৰী আৰু প্ৰত্যু-পকাৰ হবলৈ আৰু কৰিবলৈ আদৰ্শ শিক্ষা দিছে।

নাট খনিৰ পৰশুৰাম ঋষিৰ চৰিত্ৰ বিচাৰ কৰিলে আমি দেখা পাওঁ তেওঁ এজন দাম্ভিক আৰু উগ্ৰপন্থী লোক। আদিৰে পৰা অন্তলৈকে তেওঁৰ দাম্ভিকতা আৰু উগ্ৰতা ব্যাপ্ত হৈ আছে। তদুপৰি তেওঁ ৰামচন্দ্ৰক "অয়ে বেশ্যসীক পুত্ৰ" বুলি এটি অশুৱনি অথচ অসভ্য বাক্যাংশ প্ৰয়োগ কৰিছে। "বেশ্যসীক পুত্ৰ" মানে বেশ্যাৰ সন্তান। ৰামৰ জননী কৌশল্যানো কেনেকৈ বেশ্যা হব পাৰে আচৰিত কথা। তথাপি পৰশুৰামে সত্যক গোপন কৰি ৰামচন্দ্ৰক অনাৱশ্যক গালি পৰাৰ কাৰণটো দেখা নাই। তেওঁৰ গুৰু মহাদেৱৰ ধনুখন ৰামচন্দ্ৰই ভঙাতনো কি জগৰ লাগিল। আনৰ জহত আনে পানী পিয়েনে? তেওঁৰ অত-খালি অনাৱশ্যক। যিকি নহওক তেওঁৰ ক্ৰোধ সম্বৰণৰ কাৰণে ৰজা দশৰথে নানা অনুনয় বিনয় কৰিছে। তথাপি তেওঁ "ক্ৰোধ এহত ৰকয়"। তেওঁ যি ফেৰা

ক্ৰোধ লৈ হাতত কুঠাৰ ধৰি ৰামচন্দ্ৰৰ প্ৰাণ লবলৈ আহিছিল, সেই ক্ৰোধ পূৰ্ণ মাত্ৰাই থাকিলেও মন্ত্ৰপুত কুঠাৰাস্ত্ৰ ম্লান পৰি গৈছে। তেওঁ কুঠাৰকো গালি পাৰিছে আৰু খণ্ডৰ ভমকত নিজৰ বাহুত কামোৰ মাৰিছে। তেওঁৰ ক্ৰোধৰ পৰিমাণ এনেকৈ থকাত বিশ্বামিত্ৰই তেওঁৰ বিপক্ষে ঠিয় দিয়ে আৰু যুদ্ধত বিশ্বামিত্ৰ পলায়ন কৰাত তেওঁ এইবাৰ এটি নতুন সাহস পালে। এইবাৰ কাকো ৰক্ষা কৰা নহব বুলি ভাবিলে আৰু "পুনৰ্ব্বাৰ কুঠাৰ তুলি শ্ৰীৰামক গৰ্জ্জয়"। লক্ষ্মণেও এবাৰ তেওঁৰ বিপক্ষে থিয় দি ৰামৰ বাধা পাই কাম কাঠি সামৰিলে। এইবাৰ "বুঢ়াৰ হাতত চেঙেলী পৰিল"। পৰশুৰামৰ অন্ত-পালি ভাঙিবলৈ ৰামচন্দ্ৰই হাতত ধনু তুলি ললে। "শ্ৰীৰামক ধনুটঙ্কাৰে পৰশু-ৰামক হৃদয় বিদাৰল। পৰম তৰাসে সৰ্বশৰীৰ কাম্পে। হাতে পৰশু খসি পৰল। প্ৰাণক কাতৰে যৈচে পলাবল" আৰু কবলৈ বাধ্য হল "তোহো পৰম ঈশ্বৰ। হামো তোহাৰি অংশ। ইহা নজানি দৰ্প কয়লো। হামাৰ দোষ মৰষ গোঁসাঞি। তেওঁৰ দৰ্পচূৰ্ণ হল আৰু তেওঁৰ স্বৰ্গপথ ছেদনো কৰা হল। তাৰ দ্বাৰা তেওঁৰ অপকাৰ হল যদিও প্ৰাণটিয়েই হ'ল আচল বস্তু। প্ৰাণৰক্ষা কৰি তেওঁ ৰামক আলিঙ্গি "তপোবনে প্ৰবেশল"। পৰশুৰামৰ চৰিত্ৰটিৰ পৰা আমি দাম্ভিকতা, উগ্ৰতা, অসভ্য গালি গালাজ আদি অসৎ কৰ্ম্ম বিৰতি আৰু বিনয়ী, নম্ৰ হবলৈ শিকিব পাৰোঁহক। দাম্ভিক আৰু উগ্ৰপন্থী লোকৰ ক'তো সন্মান নাই।

দশৰথ আৰু জনক দুয়োজনা ৰজা অতি ধীৰ, স্থিৰ, বিনয়ী, স্বৰূপে নাটখনিত দেখা পোৱা হয়। দশৰথ হল 'পৃথিবীনাথ, 'দুৰ্জ্জয় বীৰ,' কাম্পে ৰিপুগণ যাহে প্ৰতাপ"। আকৌ তেওঁক দেখিলেও "দূৰ হোৱে পাপ"। তেওঁ বিশ্বামিত্ৰক দেখা পাই বৰ আদৰ অভ্যৰ্থনা কৰিছে আৰু তেওঁ যিহকে বিচাৰে তাকে দিবলৈ সত্য অঙ্গীকাৰো কৰিছে। কিন্তু যজ্ঞ ৰক্ষা কৰিবলৈ ৰাম লক্ষ্মণক বিচৰাত তেওঁ "পপ ত মূৰ্চ্ছিতো ভুৰি"। ঋষিৰ খং দেখি তেওঁ "কৰহু কৰুণা ঋষিসুত দান দেহু" বুলি কাতুৰ্ব্বাদ কৰিছে। পিচত আগ্ৰস্ত হৈ তেওঁ ৰামলক্ষ্মণক ঋষিৰ লগত পঠাবলৈ বাধ্য হয়। পৰশুৰামে তৰ্জ্জন গৰ্জ্জন কৰোতেও নিজৰ পুত্ৰ ৰক্ষাৰ কাৰণে "মাথে খেৰধৰো হামাক পুত্ৰ দান দেহু" বুলি নানা কাতৰ কৰিছে। এওঁ দুয়োটা প্ৰসঙ্গতে নম্ৰগুণ বিশিষ্ট আৰু পুত্ৰ বৎসল স্বৰূপে চিত্ৰিত হৈছে। এই গুণখিনি সকলোৰে থকা উচিত। এবাৰ সত্য অঙ্গীকাৰ কৰি পিচত "কোন মুহে কহব ৰামক তোহো নেহ" বুলি কথা সলনি কৰাটো ক্ষত্ৰিয়ৰ ধৰ্ম্ম নহয়। ইয়াৰ দ্বাৰা আমাক সত্যনিষ্ঠ হবলৈ দশৰথৰ চৰিত্ৰটিয়ে শিক্ষা দিছে। জনক ৰজাও

বিনয় গুণ বিশিষ্ট। বিশ্বামিত্ৰক দেখি তেওঁ "প্ৰণামি স্তুতি বোলল" আৰু ঋষিৰ অনুৰোধক্ৰমে সোনকালে সমাজ গোটাই মহেশ্বৰ, ধনু আনি দিয়ে আৰু ধনু ভঙ্গৰ পিচত সীতাক ৰামৰ হাতত অৰ্পণ কৰি আত্ম সন্তুষ্টি লাভ কৰে। এওঁৰ পৰাও আমি বিনয় আৰু নম্ৰ গুণবোৰ শিকিব পাৰোহঁক।

নাট্যকাৰ শুৰুজনাই স্বয়ম্বৰ সভাত উপস্থিত থকা ভব্য গব্য ৰাজন্য বৰ্গক অতি চঞ্চল, লঘু, কামাতুৰ আৰু ঈৰ্ষাপৰায়ণ স্বৰূপে চিত্ৰিত কৰিছে। তেওঁলোকৰ আগমনত বা কাৰ্য্য বিশেষত "কাম্পে ধৰণী পৰম প্ৰতাপ" হলেও তেওঁলোক "বীভৎস ভাৱনা" কৰিহে সভাত প্ৰবেশ কৰিছে। তেওঁ-লোকে "দৰ্শন কামুৰি ঝঙ্কাৰয় মাথ" আৰু "দৰপে কৰয় ধৰমাৰ বোল"। এই কাৰ্য্যবোৰ দৰাচলতে তেওঁলোকৰ নিচিনা সম্ভ্ৰান্ত ৰাজন্যবৰ্গৰ কাৰণে সমুচিত হোৱা নাই। আকৌ যুৱতী তথা অতুলনীয়া ৰূপৱতী জানকী সীতাৰ নৱ যৌৱন ৰূপ লাৱণ্য দেখি কামবানে পীড়া কৰা আৰু অচেতন ভাৱে মূৰ্চ্ছিত হৈ পৰা কাৰ্য্য ৰজাসকলৰ কাৰণে অশোভনীয় আৰু নিন্দনীয়। চেতনা পাই প্ৰতিজন ৰজাই নিজৰ পক্ষ সমৰ্থনত সীতাৰ ওচৰত কাওঁ বাওঁ কৰি "কামসাগৰে মগন ভেলো" নিস্তাৰ কৰহ", "মদনে মন মৰ্দ্দয়, হামাক হস্তে পৰশ," "কামবানে হামাৰ প্ৰাণ ফুটি যায়", "হামো তোহাৰি চৰণক দাস ভেলো" ইত্যাদি সৰ্ব্বজন হাস্যাস্পদ তথা লঘু কাৰ্য্যবোৰ কৰি তেওঁলোক নিন্দাৰ ভাজন হৈছে। মুকলি ভাৱে এনেবোৰ কাম সৰ্ব্বসাধাৰণ মানুহেই কৰিব নোৱাৰে। কেৱল সেয়ে নহয়—তেওঁলোকৰ সেইবোৰ নিন্দ-নীয় তথা ঘৃণনীয় কাৰ্য্য বা বীভৎস ভাৱনা দেখি সীতাৰ সঙ্গী সখীসকলে "কাহু ৰজাক গোড় মাৰি ভৰচয়" "কাহুক হাতে ঠেঙ্গনা মাৰয়", "কাহুক গলে বস্ত্ৰ বান্ধিয়ে দুই তিনি সখী ঘষাৱে"। এনেবিলাক অপমানজনক তথা দুখজনক কাৰ্য্যতো ৰজাসকলে "তথাপি নৃপ কুমাৰীক কাতৰ কয় থিক" অৰ্থাৎ "অনেক ভৎসনি পাই, উচ্ছিষ্ট ভুঞ্জিবে যায়, যেন অ'ত কুকুৰ নিৰ্গতে"। নাট্যকাৰ গৰাকীয়ে ৰজাসকলক এনেকুৱা উপহাসৰ পাত্ৰ কৰাৰ অৰ্থ হ'ল পৃথিৱীত যিমানবোৰ সকৰৰ প্ৰাণী আছে, সেই সকলো বিলাক ভগৱানৰ অধীন। ভগৱানৰ ওচৰত সেইবোৰ দাৰু যন্ত্ৰবৎ। ভগৱান যন্ত্ৰী আৰু প্ৰাণী সমূহ যন্ত্ৰ। যন্ত্ৰী নহলে যন্ত্ৰ নিষ্ক্ৰিয়। তেওঁলোক ভব্য গব্য হলেও শ্ৰীৰামচন্দ্ৰৰ ওচৰত সামান্য কীট পতঙ্গৰ দৰেহে। সেয়েহে বাহ্যিক ভাৱে ভগৱান ৰামচন্দ্ৰৰ সমুখত ৰজাসকলক উপহাসৰ পাত্ৰ কৰি ৰখা হৈছে যাতে সুস্থ বা প্ৰকৃত তাত্ত্বিক দৰ্শক সকলে বাহ্যিক কাৰ্য্যৰ যোগেদি আধ্যা-ত্মিক কাৰ্য্যখিনি বুজিব পাৰে। ৰামচন্দ্ৰৰ সক্ৰিয়তা আৰু ৰজা সকলৰ নিষ্ক্ৰিয়তা ইয়াৰ দ্বাৰা পৰিস্কাৰ হৈছে। এই প্ৰসঙ্গতে নাট্যকাৰ গৰাকীয়

জন সাধাৰণক কামাসক্ত ভাব পৰিহাৰ কৰি একনিষ্ঠ মনে ভগৱৎ চৰণ চিন্তা কৰিবলৈ সকিয়াই দিছে। তেৰাই কৈছে "অয়ে লোক। হৰি ভকতিহীন কামাতুৰ পুৰুষক দেখহ। জগতক মাতা জনক নন্দিনী তাহেক জানয় নাহি। ইহা জানি নিৰন্তৰে হৰিবোল হৰিবোল" ইত্যাদি। বৰগীতত কৈছে "কামক্ৰোধ এ বৰ দোষ" অৰ্থাৎ কাম ক্ৰোধ এই দুদাল বৰ কঠিন দোল। এতেকে সেই দোল চিঙি একান্ত ভাৱেৰে হৰি ভক্তিত আশ্ৰয় কৰিবলৈ উপদেশ দিয়া হৈছে। ৰজাসকলৰ নিন্দনীয় কাৰ্য্যৰ দ্বাৰা জনসাধাৰণক তাৰ বিপৰীত-মুখী হবলৈ আকাৰ ইঙ্গিতেৰে কোৱা হৈছে।

ৰামচন্দ্ৰই ধনু ভঞ্জন কৰাত আৰু সীতাই কুসুম মালা পিন্ধাই স্বামী বৰণ কৰাৰ পিচত ৰজাসকলে "শোকে কোপে মোহিত হুয়া ধনুৰ্ব্বাণ ধৰিয়া ৰামক পৰম দৰ্পকয় গৰজে"। প্ৰসঙ্গক্ৰমে উল্লেখনীয় যে তেওঁলোক 'কাম্পে ধৰণী পৰম প্ৰতাপ" হলেও অজগৰ ধনুখন ভঞ্জন কৰিব নোৱাৰা কাৰণে তেওঁলোকৰ পৰম প্ৰতাপৰ কোনো মূল্য নাই। তদুপৰি এগৰাকী কন্যা লাভৰ কাৰণে ( সীতা প্ৰাপ্তিৰ কাৰণে ) জনক ৰজাই এটি চুক্তি ডাঙি ধৰিছে। তাত তোমালোক সফল নহলাহঁক বুলিয়েই এজনক এশজনে আগুৰি ধৰি আক্ৰমণ কৰিব লাগেনে? এগৰাকী কন্যা এজনেহে পাব, এশজনে নাপায়। "চন্দা এটা বোন্দা পোন্ধৰটা" হলে কাৰো ভাগত নপৰে। ৰামচন্দ্ৰই ধনু ভাঙি সীতাক লাভ কৰিছে, তাত তোমালোকৰ হানি বিঘিনি কি? যিহেতু লোকৰ কন্যা, লোকৰ ঘৰ। অতিথিৰ গৃহস্থালী লোকৰ ঘৰত কোনো পক্ষে স্বাধীনতা নাই। এতেকে তোমালোকে এই প্ৰসঙ্গত শোক আৰু কোপ প্ৰকাশ কৰাটো উচিত নহয়। পিচত কি হল "শেনটো যেন হৈ আহি ফেচাটো যেন হৈ" যুদ্ধত পলায়ণ কৰাত কেউ পক্ষৰ পৰা লাঘৱ হোৱা বুলি কোৱাৰ থল আছে। নাট্যকাৰ জনাই ইয়াৰ দ্বাৰা জনসাধাৰণক ঈৰ্ষা, অসূয়া, পৰৰ দ্ৰব্য ত্যাগ কৰিবলৈ প্ৰসঙ্গক্ৰমে ইঙ্গিত কৰিছে। ৰজাসকলৰ পৰা আমি এইখিনি আদৰ্শ লব পাৰোহঁক। আনহাতে মহা মহা ৰজাসকলে সীতা লাভৰ বাবে অজগৰ ধনুখন ভাঙিবলৈ নানা চেষ্টা কৰিও বিফল হোৱাত ইয়াৰ দ্বাৰা নাট্যকাৰ গৰাকীয়ে আমাক অধ্যৱসায় হবলৈ বা নেৰানেপেৰা চেষ্টা কৰিবলৈ উপদেশ দিছে। অৱশ্যে এই চেষ্টা ভগৱৎ লাভৰ কাৰণেহে কৰিবলৈ কৈছে, ক্ষণস্থায়ী বা অশাশ্বত পদাৰ্থৰ কাৰণে এনেকুৱা চেষ্টা কৰিবলৈ মানা কৰিছে।

ৰামবিজয় নাটৰ জনক নন্দিনী সীতা এগৰাকী দিপ্‌লিপ্ কন্যা। গীতৰ ভাষাত যি গৰাকী কন্যা "ঈষত হাসি চান্দ কচি চোৰ। নীল অলক লোচন চকোৰ" আৰু যাক "পেখিয়ে বদন মদন মন ক্লেশ"। তেওঁ সভাত

প্ৰবেশ কৰোতেও "ৰামক চৰণ চিন্তিয়ে চিত্ত লাই"। সীতা এগৰাকী জাতিস্মৰ কন্যাও। তেওঁৰ "পূৰ্ব্বজনমক কথা চিত্তে পৰল" আৰু তাহে সুমৰি পৰি ক্ৰন্দন কয় ৰহল। সখীসকলৰ প্ৰবোধ বাক্যত তেওঁ পূৰ্ব্বজন্মৰ কথাবোৰ ফঁহিয়াই কৈছে আৰু ৰামৰ অদৰ্শনত "বিলপই মৈথিলী মাই, নীৰ নয়ন ঝুৰাই। ঘন ঘন শ্বাস ফোকাৰত, তনু চেতন নাই"। ৰামৰ অবিহনে তেওঁৰ "মন ঝামৰ পৰল মুৰুছি কুমাৰী"। ইয়াৰ দ্বাৰা সীতা এগৰাকী পতিব্ৰতা, ভক্তি পৰায়ণা কন্যা স্বৰূপে চিত্ৰিত হৈছে। তেওঁ পৰমেশ্বৰক স্বামী ইচ্ছা কৰি সেই জন্মত লাভ কৰিব নোৱাৰি অগ্নিপ্ৰবেশ কৰি প্ৰাণ এৰিলে। এই জন্মতো ৰামচন্দ্ৰ ৰূপে ভগৱান আবিৰ্ভাব হল যদিও তেওঁৰ মনৰ আশা মনতে মাৰ গৈছে। তথাপি ভগৱানৰ বাহিৰে আনক স্বামী বৰণ নকৰে, এইটো তেওঁৰ দৃঢ় সঙ্কল্প। সীতাৰ এই আদৰ্শৰ পৰা আমি একমাত্ৰ পৰমেশ্বৰৰ বাহিৰে আনক যজন পূজন কৰাৰ পৰা বিৰত থাকিবলৈ ইঙ্গিত পাওঁহক। ইতিমধ্যে ৰাজসভাত কোনোবা এদিন তেওঁ নানা বাদ্যৰ ৰোল শুনি সখী কণকাৱতীক "কোন ৰাজা আৱল সম্বৰে জান গিয়া" বুলি তাৰ সম্ভেদ ল'বলৈ পঠাইছে। তদুপৰি তেওঁৰ বাম অঙ্গ স্পন্দিত হোৱাত কোনো শুভ ইঙ্গিত বুলি ধাৰণা কৰি লৈছে। সখী গৰাকীয়ে সকলো সম্ভেদ বুজি লৈ সীতাৰ আগত ৰামৰ স্বৰূপ বৰ্ণনা কৰিছে। সেই বৰ্ণনা শুনি তেওঁ আনন্দত আত্মহাৰা হৈ "মুৰ্চ্ছিতা হয়া পৰল"। তেওঁ "ভেলি পুলক তনু, চেতন আকুল কমল নয়নে ঝুৰে বাৰি"। ৰামচন্দ্ৰৰ প্ৰতি থকা তেওঁৰ অকৃত্ৰিম স্নেহ আৰু ভক্তিৰ কথা এই প্ৰসঙ্গত বৰ সুন্দৰকৈ ফুটি উঠিছে। তেওঁ এই কাৰণেই আনন্দত আত্মহাৰা হৈছে যে "যাহে বিৰহ দহ ৰহয় না জীৱন, সোপিউ পাৱল কোল"। অতি আনন্দ মনেৰে পিতা জনক ৰজাৰে সৈতে তেওঁ হাতত বৰমাল্য লৈ ৰাজ সভাত প্ৰবেশ কৰোতে তেওঁৰ ৰূপ-লাৱণ্য দেখি ৰজাসকল কাম মোহিত হৈ নানা প্ৰলোভন নানা কাতৰ বাক্যে ৰোলা সত্বেও সীতাৰ মন অটল অচল। ৰজাসকলে তেওঁলোকৰ যিবিলাক বাণী আছিল তেওঁলোকক সীতাৰ দাসী কৰি দিম বুলিও কৈছিল, তেওঁৰ চৰণৰ দাসো হৈছিল আৰু মুখত খেৰলৈ সকলো সক হৈ কাতৰ বচন বুলিছিল। তথাপি সীতাৰ মন নললিল। তেওঁ ৰামচন্দ্ৰৰে দাসী হব, তথাপি ৰাজপটেশ্বৰী সকলৰ ওপৰত মহাৰাণী হবলৈ নাযায়। ৰজাসকলক তেওঁ তৃণবৎ জ্ঞান কৰিছে। ৰাজ ঐশ্বৰ্য্য ক্ষণস্থায়ী আৰু মূল্যহীন; কিন্তু ভগৱৎ বস্তু অমূল্য আৰু স্থায়ী। সেই কাৰণে হ্ৰস্বমৰ্য্যাদী এৰি তেওঁ দীৰ্ঘমৰ্য্যাদী হবলৈ বিচাৰিছে। কিন্তু সীতাই ৰামক লাভ কৰা ক্ষেত্ৰত আশাৰ ৰেঙণি দেখিও তিনিবাৰ বাধা বিঘিনিত পৰি

কান্দিকাতি আকুল ব্যাকুল হৈ পৰিছে। প্ৰথমতে অজগৰ ধনুখন দাঙি ধৰোতে ৰামচন্দ্ৰই কিজানি ধনুত গুণ দিবই নোৱাৰে, এই সমস্যাত পৰি তেওঁ পৃথিৱী, অনন্ত, কূৰ্ম্মৰাজক ৰামক সহায় কৰিবলৈ খাটনি ধৰিছে। তেওঁ জানিছিল যদি ৰামে ধনুত গুণ যোজনা কৰিব নোৱাৰে, তেন্তে তেওঁ ৰামৰ কাৰণে কৰা আশাৰ মুৰত চেঙা পানী ঢালিব। সেই চিন্তা দূৰ হল যদিও আকৌ ৰজাসকলৰ তৰ্জ্জন গৰ্জ্জন কৰি ৰামক আক্ৰমণ কৰোতে দ্বিতীয়বাৰ শঙ্কিত হৈ উঠে। তেওঁ চিন্তা কৰিছে "বক্ৰিম বিধি, হাতক নিধি, হৰে অভাগীক মোহি"। কিন্তু তাতো তেওঁ দুৰাশলৈ ৰক্ষা পৰিল। শেষৰ বাৰত ৰামচন্দ্ৰক পৰশুৰামে আগচেটি ধৰি যেতিয়া যুদ্ধং দেহি মনোভাব লয়ে তেতিয়া "সীতা ৰোপিত মানসা" আৰু কলে 'সকল গুণভাজন হামাৰ স্বামী। আজু কাহেক দেলোহোঁ। বিহিক বিড়ম্বনা কি ভেল" ইত্যাদি দুখ কাতৰা হৈ "নীৰ ঝুৰয় ফোকাৰয় ঘন শ্বাসা"। পৰশুৰাম পৰাভৱৰ পিচতহে মন আকাশৰ ডাৱৰ ৰোৰ আতৰি চিত্ত প্ৰসন্ন হৈ পৰিল। এইবোৰ ভাৱেও সীতাদেৱী এগৰাকী স্বামী ভক্তি পৰায়ণা আৰু স্বামী দুখ কাতৰা স্বৰূপ চিত্ৰিত হৈছে। শোক, ভয়, দুৰ্ব্বল, কাতৰ এই গুণবোৰ স্ত্ৰীসকলৰ সহজাত প্ৰবৃত্তি। সীতাদেৱীকো তেনে ভাৱেই নাট্যকাৰ গৰাকীয়ে চিত্ৰিত কৰিছে। সীতাৰ সখী কণকাৱতী আৰু মদন মঞ্জৰীও তেওঁৰ অতি মৰমৰ আৰু তেওঁহে পাহৰ বুকু বান্ধে আৰু কথাৰ লগৰী। তেওঁলোকো সীতাৰ সখী স্বৰূপে উপযুক্ত পাত্ৰী হব পাৰিছে। এওঁলোকৰ সাহায্য সততে প্ৰশংসনীয়। সীতা নাটৰ নায়িকা।

(৩০—ঘ) ৰামবিজয় নাটৰ নামকৰণ বিচাৰ :—

শঙ্কৰগুৰু চৰিতত (দ্বিজ ৰমানন্দ কৃত) 'ৰামবিজয় নাট'ৰ ঠাইত "সীতা সয়ম্বৰ' বুলিহে উল্লেখ কৰিছে। সেই সম্বন্ধে আমাৰ (গ-৩০) শাখা দ্ৰষ্টব্য। নাটত "ৰাম বিজয় নাম নাটকং মুক্তিসাধকম্" বুলিহে আছে। "সীতা স্বয়ম্বৰ" নামটো চৰিত পুথিৰহে। দেখা যায় যে এই নামটো শুদ্ধ বুলি কব নোৱাৰি। যিহেতু ৰজা জনকে যিখন সভা আহ্বান কৰিছিল, সেই সভাখন দস্তাচলতে স্বয়ম্বৰ সভা নহয়। সেইখন হল সীতাক সম্প্ৰদান কৰিবৰ কাৰণে শক্তি পৰীক্ষাৰ সভা। নাটত মনিমন্ত্ৰৰ প্ৰতি জনকৰ উক্তিত আছে "অয়ে মনিমন্ত্ৰ! যে নৃপতিসব বাসাকয়ে ৰহিছে, তাহেক আনি সভৰে সমাজ মিলাব"। আকৌ নৃপতিসকলৰ উপস্থিতিত সেই ৰাজসভাতে জনকে সকলো ৰজাক লক্ষ্য কৰি কৈছে "ওহি ধনুত যে গুণ দিতে পাৰে, তাহেক মাথে কুসুম মালা দিয়ে সীতা স্বামী বৰব। ইহা সত্য, জানি যত্ন কৰহ"। এই উক্তিমতে জনক ৰজাই নৃপসকলৰ শক্তি পৰীক্ষা কৰিব খুজিছে। পশ্চাত

যেয়ে উন্নীত হব, সেয়ে সীতাক পাব। ইয়াত স্বয়ম্বৰৰ প্ৰশ্ন নুঠে। কাৰণ স্বয়ম্বৰ হল কন্যা গৰাকীয়ে নিমন্ত্ৰিত ৰাজন্যবৰ্গৰ মাজত উপনীত হৈ যি জনকে সুদৰ্শন, গুণী, জ্ঞানী, ঐশ্বৰ্য্যশালী যেন দেখে, তেওঁকে মালা দি স্বামী বৰণ কৰে। তেনেকুৱা দৃষ্টান্ত বহুতো আছে। এতিয়া দেখা গ'ল যে সীতাই কাকো নিৰ্ব্বাচন কৰা নাই (অৱশ্যে ৰামক স্বামীৰূপে বৰণ কৰাটো সুকীয়া কথা)। ৰাজ সভাত সকলো ৰজাই অজগৰ ধনুখনত গুণ লগাবলৈ যত্ন কৰিও নোৱাৰিলে আৰু শেষত ৰামচন্দ্ৰই অৱহেলে শক্তি পৰীক্ষাত উত্তীৰ্ণ হৈ সীতাৰ পাণি গ্ৰহণ কৰে। এনেকুৱা শক্তি পৰীক্ষাক আচলতে স্বয়ম্বৰ সভা নোবোলে। বিচাৰ কৰি দেখা যায় যে "ৰামবিজয়" নামটোৱেই অধিক সমৰ্থনযোগ্য আৰু অৰ্থপূৰ্ণ। যিহেতু ৰামবিজয় নাটখনত তিনিবাৰ তিনিঠাইত ৰামচন্দ্ৰই বিজয় লাভ কৰিছে। প্ৰথমতে মাৰীচ, সুবাহু, তাড়কা আদি ৰাক্ষসবোৰক নিধন, দ্বিতীয়তে অজগৰ ধনু ভঙ্গ কৰি সীতাৰ পাণি গ্ৰহণ তথা ৰাজন্যবৰ্গক পৰাজয় বৰণ আৰু তৃতীয়তে "যুদ্ধংদেহি" মনোভাবেৰে ৰামচন্দ্ৰক অযোধ্যাভিমুখী পথত আগভেটি ধৰোতে পৰশুৰামক পৰাভৱ কৰণ। অতি গুৰুত্বপূৰ্ণ তিনিওটা কাৰ্য্যত ৰামচন্দ্ৰই অৱলীলাক্ৰমে বিজয়ী হোৱাত উক্ত নাটখনৰ নাম "ৰামবিজয়" দিয়াত শুদ্ধ হৈছে। নাটৰ শেষত লিখিছে "ৰামক মাতা কৌশল্যা শ্ৰীৰামক বিজয় বাৰ্ত্তা শুনিয়ে" ইত্যাদি। এতেকে সকলো পক্ষৰ পৰা ৰামবিজয় নাটৰ নামকৰণ অৰ্থপূৰ্ণ, সমৰ্থনযোগ্য আৰু শুদ্ধ বুলি কোৱাৰ থল আছে। শেষৰ মুক্তি মঙ্গল ভটিমাটো লিখিছে "ৰামক বিজয় যো কৰাৱত নাট। মিলত তাহেক বৈকুণ্ঠক বাট"। আকৌ শ্লোবেৰে পূৰ্ণাহুতি কৰিছে —

"শ্ৰীৰামবিজয়ং নাম নাটকং পূৰ্ণতাং গতম্।
শ্ৰীকৃষ্ণ পাদ পদ্মস্য প্ৰসাদেন সুনিশ্চিতম্॥

## (ঘ-৩১) নাট্যকাৰ মহাপুৰুষ মাধবদেৱ ঃ—

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ দৰেই মহাপুৰুষ শ্ৰীমন্ত মাধৱদেৱেও ছখন অঙ্কীয়া নাট লিখিছিল। শঙ্কৰদেৱৰ একান্ত বাধ্য প্ৰিয় শিষ্য মাধৱদেৱো গুৰুজনাৰ নিচিনা ধৰ্ম্ম গুৰু, কবি, নাট্যকাৰ, সঙ্গীতজ্ঞ পুৰুষ আছিল। শঙ্কৰদেৱৰ লগত সমানে সকলো ক্ষেত্ৰতে আদৰ্শৰ খোজ মিলাই যোৱা পৰম পুৰুষ মাধৱদেৱৰ ৰচনা শৈলী, ভাব ভঙ্গী আদিত শঙ্কৰদেৱতকৈ কিঞ্চিৎ প্ৰাৰ্থক্য থকা দেখা যায়। মানুহ মাত্ৰেই ভাব, গতি আদি পাৰ্থক্য থাকেই। ইয়াৰ প্ৰধান কাৰণ হল শঙ্কৰদেৱ গৃহী আছিল আৰু মাধৱদেৱ উদাস আছিল। গৃহী আৰু উদাসীন মানুহৰ সাধাৰণতে স্বভাৱ, গতি

আদি নিমিলাতো স্বাভাৱিক সত্য। কিন্তু সেই বুলি মাধৱদেৱ শঙ্কৰদেৱৰ পৰা সম্পূৰ্ণ আতৰি আছিল বুলি ক'লে অশুদ্ধ হ'ব। শঙ্কৰদেৱৰ আদেশ, উপদেশ, পৰামৰ্শ তথা আদৰ্শক্ৰমেই মাধৱদেৱ মহাপুৰুষে কাব্য, নাটক, ধৰ্ম্ম পুথি আদি লিখিছিল। শঙ্কৰদেৱৰ লগত মাধৱদেৱৰ ৰচনা শৈলী, ভাব-ভঙ্গীৰ সামান্য পাৰ্থক্যৰ লক্ষণ হ'ল মাধৱদেৱৰ আছিল প্ৰশস্তাধিক দাৰ্শনিক, পাৰ-মাৰ্থিক, নৈষ্ঠিক, ভক্তি অনুভূতিৰ তীক্ষ্ণতা, আধ্যাত্মিক, একশৰণ, ভক্তিৰ প্ৰতি অধিক নিষ্ঠা ইত্যাদি। নাটকৰ ক্ষেত্ৰত মাধৱদেৱে গুৰুজনাৰ আদৰ্শ বা পথ অনুকৰণ কৰিছে উপৰুৱা বা সামান্য ভাবেহে। অকল সেয়ে নহয় তেৰাই সংস্কৃত নাট্য শাস্ত্ৰৰ বিধিবদ্ধ নীতিবোৰো উলঙ্ঘা কৰিছে বুলি ক'ব পাৰি। এনে কৰাৰ প্ৰধান কাৰণ হ'ল গুৰুজনাৰ নাটবোৰ কোনো ব্যৱসায়িক ভিত্তিত ৰচিত নহয়। জন সাধাৰণৰ মাজত ভক্তি ধৰ্ম্ম প্ৰচাৰ আৰু প্ৰসাৰৰ কাৰণে নাটবোৰ লিখা হৈছিল। নানা যত্নেৰে ভক্তি-কণা জন মানসত আৰোপ কৰিবৰ কাৰণে এনেবিলাক ভক্তিপৰ কৌশল অৱলম্বন কৰিছিল বুলি বাস্তৱিকতে কব পৰা যায়। শঙ্কৰদেৱৰ নাটৰ লগত মাধৱদেৱৰ নাট সমূহৰ অমিলবোৰ তলত দেখুউৱা হ'ল—

(১) শঙ্কৰদেৱৰ নাটবোৰ পূৰ্ণাঙ্গ ৰূপত পোৱা যায়। কিন্তু মাধৱদেৱৰ অৰ্জ্জুন ভঞ্জন বা দধি মথন নাটৰ বাহিৰে বাকীবোৰ নাটক ঝুমুৰা বুলিহে কোৱা হয় যেনে চোৰধৰা ঝুমুৰা, ভূষণ হৰণ ঝুমুৰা ইত্যাদি। ঝুমুৰা মানেই অপূৰ্ণাঙ্গ নাট অৰ্থাৎ সংক্ষিপ্ত নাট।

(২) মাধৱদেৱৰ নাটৰ প্ৰায়বোৰতেই (দধিমথনৰ বাহিৰে) নান্দী শ্লোক, প্ৰথম শ্লোক আৰু মাজৰ অন্যান্য শ্লোক, ভটিমা (ভোজন বিহাৰ ঝুমুৰাৰ বাহিৰে), আদি বৰ্জ্জিত। নান্দী গীতৰো অভাৱ দেখা যায়।

(৩) তেৰাৰ নাটকবোৰ বাল কৃষ্ণ চৰিত্ৰসুলভ যেনে খেল ধেমালি, ছলনা চতুৰালি, আহ্লাদদায়ক চৰিত্ৰ চিত্ৰণ, চোৰ-চাতুৰী আদি লক্ষণবোৰ আছে।

(৪) তেৰাৰ নাটবোৰ ব্ৰজাবলী ভাষাৰ হলেও শঙ্কৰদেৱৰ ব্ৰজাবলীতকৈ সামান্য পাৰ্থক্য আৰু অসমীয়া জাতীয় জীৱনৰ ঘৰুৱা পৰিৱেশৰ মাজত সোমাই পৰিছে। নাটবোৰত ঠায়ে ঠায়ে লঘু আৰু শিশু উপভোগ্য সৰল পৰিৱেশ একোটি উন্মোচন হোৱা দেখা গৈছে।

(৫) নাটৰ শ্লোকবোৰ মাধৱদেৱৰ (শংকৰদেৱৰ নিচিনাকৈ) নিজা ৰচনা নহয়। হৰিবংশ পুৰাণ, কৃষ্ণ কৰ্ণামৃত গ্ৰন্থৰ পৰা সংগ্ৰহ কৰি অনা হৈছে। তদুপৰি নাটবোৰৰ ভিতৰত বোধহয় সৰহ ভাগেই কাল্পনিক (আমি আগলৈ প্ৰকাশ কৰা হ'ব)।

দুজনা মহাপুৰুষে ৰচনা কৰা নাট সমূহক থোৰতে "বাৰচোৱা নাট" বুলি কোৱা হয়। এনেকৈ সন্ত সাধুৰ মুখত প্ৰচলিত হলেও মাধৱদেৱৰ নামত ভালেখিনি নাট পোৱা হৈছে (আমি ইয়াত 'ঝুমুৰা' নুবুলি 'নাট' হে বুলিম)। "বাৰচোৱা নাট" হলেও সন্ত-সাধুসকলে মাধৱদেৱৰ দ্বাৰা ৰচিত পাঁচখন নাটহে স্বীকৃতি বা সমৰ্থন দিয়ে, বাকীবোৰ নাটত সন্দেহ প্ৰকাশ কৰে। যি কি নহওক আমি নাটবোৰত সুষ্ঠু নিৰীক্ষণ কৰি তাৰ ভাব, গতি আদিৰ ওপৰত এটোকাটি আলোচনা ডাঙি ধৰিবলৈ যত্ন কৰা হৈছে।

চৰিত সমূহত কথিত আৰু বিলুপ্ত তথা হাতে পোৱা অৱস্থাত থকা নাট সমূহৰ নাম যথাক্ৰমে (১) অৰ্জুন ভঞ্জন বা দধিমথন, (২) চোৰধৰা (৩) পিম্পৰা গুচোৱা, (৪) ভূমি লেটোৱা (৫) ভোজন বিহাৰ (৬) ব্ৰহ্মামোহন (৭) ভূষণ হেৰোৱা (৮) কোটোৰা খেলা (৯) ৰাস ঝুমুৰা (১০) নৃসিংহ যাত্ৰা (১১) ৰাম ভাওনা (১২) গোবৰ্দ্ধন যত্ৰা।

উক্ত বাৰখন নাটৰ ভিতৰত নৃসিংহ যাত্ৰা, ৰাম ভাওনা আৰু গোবৰ্দ্ধন যাত্ৰাৰ নাট কেইখন এতিয়াও হাতে চুকি পোৱা অৱস্থাত নাই। কথাগুৰু চৰিতহে উল্লেখ আছে মাথোন। তদুপৰি ৰাম ভাওনাৰ (নাটখন পুৰি পেলোৱাৰ পিচত) "জয় জয় ৰাম, ৰঘুকুল পঙ্কজ, দিনকৰ ৰাম মুৰাৰি" আৰু "দেখুৱে নয়ন ভৰি লোই পৰম পুৰুষ ৰামৰাজা হোই" এই দুটা গীত থকা বুলিও চৰিতত উল্লেখ আছে; কিন্তু বাকী দুখনৰ নাট যে নাহেই, গীতো নাই।

পূৰ্ব্বোক্ত তিনিখন নাটৰ বাহিৰে আৰু যি নখন নাট থকা বুলি প্ৰমাণ আছে বা হাতত পোৱা অৱস্থাত আছে, তাৰ ভিতৰতো "বাৰছোৱা নাট'ৰ অন্তৰ্ভুক্ত নোহোৱা নাটো আছে অথবা সন্দেহযুক্ত নাটো আছে। ইয়াৰ ভিতৰতে ব্ৰহ্মা মোহন বা "ব্ৰহ্মামোহন ঝুমুৰা" নাটখনৰ ওপৰতে বেছি সন্দেহ হৈছে। এই নাটখনত একেলগে তিনিটা কাহিনী সন্নিবিষ্ট আছে— অঘাসুৰ বধ, ব্ৰহ্মামোহন আৰু ভোজন বিহাৰ। কিন্তু কোনো কোনো সাঁচী-পতীয়া পুথিত সুকীয়াকৈ (অঘাসুৰ বধ আৰু ব্ৰহ্মামোহন নথকা) ভোজন-বিহাৰ নাটখনো আছে। এতেকে ইয়াৰ পৰা এটি কথা অনুমান কৰিব

পাৰি যে ব্ৰহ্মমোহন আৰু অঘাসুৰ বধ সংযুক্ত এই নাটখন মাধৱদেৱৰ ৰচনা (ভোজন বিহাৰৰ বাদে) নহয়। অৱশ্যে নাটখনৰ লগত খাপ খোৱা এটি গীত বৰগীতত পোৱা হয়। গীতটি হ'ল "অন্ন ভোজনে আজুৰবি পৰমাদ ভেল" ইত্যাদি। গীতটিত ব্ৰহ্মাই গোবৎস চুৰ কৰি নিয়াৰ কাহিনীও আছে। যি কি নহওক গীতটি থাকিলেও ৰচনাৰ কাৰণৰ পৰা ভোজন-বিহাৰৰ বাদে বাকী ব্ৰহ্মমোহন আৰু অঘাসুৰ বধ নাটখন মাধৱদেৱৰ ৰচনা নহয় বুলি কলে দোষ নহ'ব যেন লাগে। সুকীয়াকৈ পূৰ্ণাঙ্গ হোৱা ভোজন বিহাৰ নাটখন আমি বাকী ৮ খনৰ লগত সংযুক্ত কৰিলে ভাল হ'ব যেন বোধ কৰা হৈছে।

মাধৱ পুৰুষৰ ছখন নাট "বাৰছোৱা নাট" ৰ অন্তৰ্ভুক্ত কৰিলে বাকী দুখন (৮ খনৰ ভিতৰৰ) নাট বাদ পৰি থাকে। এতিয়া আমি কোনখন এৰা হব আৰু কোনখন ধৰা হব, এই বিষয়ে এটি আলোচনালৈ অহা প্ৰয়োজন। আমি এই খণ্ডতে অধ্যায়টোত মাধৱদেৱৰ ছখন নাটৰ লেখ এটি দিয়া আছে। তাত অৰ্জ্জুন ভঞ্জন, চোৰধৰা, পিম্পৰা গুচোৱা, ভূমি লোটোৱা, ভোজন বিহাৰ আৰু ভূষণ হেৰোৱা এই নাট কেখন সামৰা হৈছে। প্ৰশ্ন হয় বাকী থকা কোটোৱা খেলা আৰু ৰাস ঝুমুৰা নাট দুখন বাদ পৰি থাকিব নেকি? তদুত্তৰত কোৱা হয় যে বাকী থকা দুখন নাটো বাদ পৰি নাথাকে। কাৰণ "বাৰচোৱা নাট" বা "বাৰ চোৱা অঙ্কীয়া নাট" নামটো শঙ্কৰ মাধৱদেৱৰ সৃষ্টি নহয়, এইটো পৰবৰ্ত্তী কালৰ সন্ত সাধু সকলে দিয়া নামহে। বো'হয় "বাৰ বৈষ্ণৱ", "বাৰ গোপাল", "বাৰকন্ধ ভাগৱত" আদি সংখ্যাবাচক নামকৰণ থকাৰ কাৰণত সেই আদৰ্শকে ৰক্ষা কৰি সন্ত সাধু সকলে দুজনা মহাপুৰুষৰ নাট কেখনৰ সন্মানৰ খাতিৰত "বাৰচোৱা অঙ্কীয়া নাট" নামকৰণ কৰিলে। অধুনা কালৰ বহুতো পণ্ডিতৰ মতে কোটোৱা খেলা, ভূষণ হেৰোৱা আৰু ৰাস ঝুমুৰা নাট তিনিখনত ৰাধাৰ নাম থকাৰ কাৰণে বৈষ্ণৱী পন্থৰ নহয় হেনো। আমি নাট কেখনৰ ভিতৰ চ'ৰাত প্ৰবেশ কৰি চাই কব খোজা হৈছে যে নাট কেখনত ৰাধাৰ নাম থাকিলেও তাত তেওঁৰ প্ৰাধান্য বা উৎকৰ্ষতা দেখা পোৱা নাযায়, ৰাধা কৃষ্ণৰ যুগল উপাসনাৰ প্ৰশ্ন নাই। নাট কেখনৰ বৰ্ণনা প্ৰসঙ্গত তাৰ কাহিনী আৰু ভাৱ তাৎপৰ্য সমূহ প্ৰকাশ হব কাৰণে ইয়াত প্ৰমাণ সমূহ উল্লেখ কৰা নহল। সম্প্ৰতি একাদিক্ৰমে নাট কেখনৰ ভাৱ, তাৎপৰ্য্য আৰু অন্যান্য বিৱৰণ ভাঙি ধৰা হল।

**(৩১—ক) মাধৱদেৱৰ অৰ্জ্জুন ভঞ্জন নাট:—**

মহাপুৰুষ মাধৱদেৱে ৰচনা কৰা গোটেই নাটৰ ভিতৰত অৰ্জ্জুন ভঞ্জন নাটখনহে পূৰ্ণাঙ্গ, বাকীবোৰ চুটি। নাটখন শ্ৰীমন্ত শঙ্কৰগুৰু জীৱিতাৱস্থাতে

লিখা হৈছিল বুলি বহুতে অনুমান কৰে। এই নাটখন অভিনীত কৰোতে শঙ্কৰদেৱে নন্দৰ ভাও লোৱা আৰু মাধৱদেৱে উপনন্দৰ ভাও লোৱা কথা বৰদোৱা চৰিতত আৰু লক্ষ্মীনাথ বেজবৰুৱা কৃত গুৰু চৰিতত পোৱা যায়। নাটখনৰ নামকৰণ শেষৰ খৰমান গীতটিতহে আছে (অৰ্জ্জুন ভঞ্জন বীতং) প্ৰথম অৱস্থাত কি নাট মেলা হৈছে তাৰ উমান পোৱা টান। বহুতে ইয়াৰ নাম 'দধি মন্থন' দিব খোজে (যেনেকৈ ৰামবিজয় নাটৰ ঠাইত সীতা স্বয়ম্বৰ কৰিছে)। কিন্তু নাটৰ "মথন মথে যশোমতী মাই" গীতটোৰ ওপৰত নিৰ্ভৰ কৰি "দধি-মথন" কৰিলেও দৰাচলতে ই 'অৰ্জ্জুন ভঞ্জন' হোৱাহে উচিত— যিহেতু নাটৰ শেষত মহাপুৰুষে এই নামটোকে ৰাখি গৈছে। তদুপৰি বৃহৎ অৰ্জ্জুন গছ দোজোপা উড়ুখল টানি ভাঙি যি অলৌকিক শক্তি প্ৰদৰ্শন কৰি শ্ৰীকৃষ্ণই তাৰপৰা বহিৰ্গত হোৱা দুগৰাকী শাপগ্ৰস্ত দেৱতাক মুক্ত কৰি দিছিল, সেই ঘটনাটোৰ ওপৰত নিৰ্ভৰ কৰি অৰ্জ্জুন ভঞ্জন নাম দিয়াত সাৰ্থক হৈছে বুলি কব পাৰি।

অৰ্জ্জুন ভঞ্জন নাটখনৰ ৰচনাকাল ১৫৩৮ খৃষ্টাব্দ বুলি এতিয়াৰ পণ্ডিতসকলে অনুমান কৰিছে। ৰচনাৰ স্থান গণককুচি। শঙ্কৰদেৱৰ জীৱিতাৱস্থাতে উক্ত নাট লিখা হৈছিল আৰু দুজনা গুৰুৱে নাট্যাভিনয়ত যোগ দিছিল বুলি চৰিত পুথিত কোৱা হৈছে। নাটখনিত গীতৰ সংখ্যা আঠটা। নান্দী গীত নাই। প্ৰথম আৰু অপিচ শ্লোকৰ সৈতে সংখ্যা সাতটা। ৰাগৰ সংখ্যা আঠটা যেনে সিন্ধুৰা, বৰাড়ি, গৌৰী, কামোদ, কানড়া, বেলোৱাৰ, তুড় ভাটিয়ালী, শ্যাম। তালৰ সংখ্যা ছখন যেনে একতালি, পৰিতাল, যতি ৰূপক, ধৰম যতি, খৰমান। ভটিমা নাই। সত্ৰত প্ৰাতঃসময়ে, যশোৱা জননী, মুখ চুম্বত শ্যাম জগাৱনু কু" ভটিমাটি অৰ্জ্জুন ভঞ্জন নাটত ব্যৱহাৰ কৰা দেখা যায়; কিন্তু ভটিমাটি দৰাচলতে ভোজন বিহাৰ নাটৰহে হব লাগে। কাৰণ অৰ্জ্জুন ভঞ্জন নাটৰ কৃষ্ণ স্তন্যপায়ী বালকিশোৰ, ভোজনবিহাৰ নাটৰ কৃষ্ণ গো-পালক। ভটিমাটিত থকা "বৃন্দাবনে যাহি, আনন্দ কৰু, যমুনা তটে ধেনু চৰাৱণুকু" অংশটি অৰ্জ্জুন ভঞ্জনৰ লগত মিলা নহয়, ভোজন বিহাৰ নাটৰ লগতহে মিলা দেখা যায়।

মাধৱদেৱৰ অৰ্জ্জুন ভঞ্জন নাটৰ বিষয়বস্তু ভাগৱত দশম স্কন্ধৰ নৱম, দশম আৰু একাদশ অধ্যায়ৰ পৰা গ্ৰহণ কৰা হৈছে। লগতে বিষ্ণুপুৰাণৰ পঞ্চমাংশৰ ষষ্ঠ অধ্যায়ত, হৰিবংশ পুৰাণৰ বিষ্ণু পৰ্ব্বৰ সপ্তম অধ্যায়ত আৰু শ্ৰীকৃষ্ণকৰ্ণামৃতম্ গ্ৰন্থত থকা কাহিনী ভাগৰ পৰাও আংশিক বিষয় গ্ৰহণ কৰা হৈছে। তদুপৰি আমি হাতে চুকি নোপোৱা বা আমাৰ দৃষ্টিত নপৰা অন্যান্য পুৰাণাদি গ্ৰন্থৰ পৰাও আংশিক বিষয় সন্নিবিষ্ট হ'ব পাৰে।

নাটখনত মাধৱদেৱৰ বাৎসল্য প্ৰেম ফুটি উঠিছে। করুণ, হাস্য, অদ্ভুত ৰসে অপ্ৰধানভাৱে আৰু ভক্তিৰসে প্ৰধানভাৱে নাটখনত সামৰি লৈছে।

( ৩১—খ ) অৰ্জ্জুন ভঞ্জন নাটৰ সংক্ষিপ্ত কাহিনী :

এদিনাখন নন্দৰাণী যশোদাই গোপীসকলৰ সৈতে দধি মথি থাকোতে নৱনী কমকৈ ওলোৱা দেখি দাসী গোপীসকলক ধমক দি নিজে দধি মথন কৰিবলৈ ধৰে। কৃষ্ণই এই কাণ্ড দেখি মনে মনে মাকক আমনি দিবৰ কাৰণে চিন্তা কৰি মথনি মাৰিত ধৰি দধি মথাত বাধা দিলে আৰু নিজৰ স্তনপান কৰাৰ অভিপ্ৰায় প্ৰকাশ কৰে। যশোদাই কৃষ্ণক স্তনপান কৰোৱাই। এনে অৱস্থাতে গোপীসকলে গাখীৰ উতলি পৰাৰ সংবাদ জ্ঞাপন কৰাত যশোদাই কৃষ্ণক স্তন এৰি দিবলৈ অনুৰোধ কৰে; কিন্তু কৃষ্ণই স্তনপান এৰি নিদিয়াত মাটিত পেলাই থৈ ততালিকে যশোদা ভিতৰলৈ যায়। কৃষ্ণৰ খং উঠে আৰু গাখীৰৰ পাত্ৰবোৰ ভাঙি চিঙি ক্ষীৰ নৱনীবোৰ নিজেও খাই বানৰকো দি নষ্ট কৰে। যশোদাই কৃষ্ণৰ এনে দুষ্টালি কাম দেখি উড়ালত বান্ধি শাস্তি বিধান কৰে। কৃষ্ণই লাহে লাহে ককাঁলত বন্ধা উড়ালটো টানি টানি নি ওচৰতে থকা দুজোপা অৰ্জ্জুন বৃক্ষৰ মাজেদি সৰকি যায় আৰু বৃক্ষদ্বয় উখৰি পৰে। তাৰ মাজৰ পৰা নলকুবেৰ আৰু মণিগ্ৰীৱ নামৰ দুজন দেৱতা ওলাই কৃষ্ণক নানা স্তুতি-নতি কৰি বিদায় লয়। গছ উভৰি পৰাৰ শব্দ শুনি নন্দ আদি গোপসকল দৌৰি আহে আৰু কৃষ্ণক যশোদাই বন্ধন কৰাৰ বাতৰিটি পাই যশোদাক নানা তৰ্জ্জন গৰ্জ্জন কৰে; কিন্তু যশোদাই চুঙা চাই সোপা দি নন্দৰ মাত বন্ধ কৰি দিয়ে। সিমানতে নাটৰ বিষয়বস্তু বা কাহিনী শেষ হয়।

(৩১—গ) মূলৰ লগত নাটকৰ ব্যৱধান বিচাৰ :—

মূল ভাগৱত, বিষ্ণুপুৰাণ, হৰিবংশ, কৃষ্ণ কৰ্ণামৃত গ্ৰন্থৰ আহিলা বা কাহিনীক লৈ ৰচনা কৰা অৰ্জ্জুন ভঞ্জন নাটখনিৰ মাজে মাজে মহাপুৰুষ জনাৰ অভিনৱ চিন্তাধাৰা, কাল্পনিক সংযোজনা থকা দেখা যায়। ইয়াৰ অভি-প্ৰায় হ'ল আদ্যন্ত ভক্তিৰসৰ প্ৰতিভা বিকাশ কৰা বা ভক্তিৰসৰ তৰঙ্গ তোলা। পূৰ্ব্বোক্ত গ্ৰন্থ সমূহৰ ওপৰত ভেজা দি চিত্ৰিত কৰা নাটখনত নিজস্ব কাল্প-নিক চিন্তাধাৰা কিমান ৰেকত কৰা হৈছে, তাৰ ব্যৱধান বিচাৰ এটি দাঙি ধৰা হৈছে।

ভাগৱতৰ দশম স্কন্ধৰ নৱম অধ্যায়ৰ প্ৰথম শ্লোকটোত আৰম্ভ কৰা হৈছে এনেকৈ —

একদা গৃহদাসীষু যশোদা নন্দ গেহিনী।
কৰ্ম্মান্তৰ নিযুক্তাসু নিৰ্ম্মমন্থ স্বয়ং দধি॥

ভাগৱত ১০/৯/১

অৰ্থাৎ—

দিনেক যশোদা নাৰী নন্দৰ ঘৰিণী।
ভিন্ন ভিন্ন কাৰ্যে নিযোজিলা সবে দাসী।
মথিবাক লাগিলা আপুনি দধি আসি।

ভাগৱত/শঙ্কৰদেৱ

নাটত "তদনন্তৰ একদিবসে যশোদা নানান গৃহকৃত্যে দাসী সবক নিযোজিয়ে যৈঁচে আপুনো দধি মথিতে লাগল" বুলি কলেও গোপীসকলক যশোদাই "তোৰাসবে কৈচন দধি মথন কৰহ ?... তোৰাসবক গাৱে কি বল নাহি ?" বুলি ধমক দিছে। পূৰ্ব্বৰ সমান দধিজাত লৱণু নেদেখি তেও "তোহো সবে আনকৃত্য কৰহ, আজু হামো আপোনে দধি মথন কৰব" বুলি সাজি কাচি ওলাইছে আৰু পূৰ্ব্বতকৈ বেচি লৱণু ওলালে "তোৰাসবক যে জানো তা কৰব" বুলিও কৰলৈ পাহৰা নাই। ভাগৱতৰ লগত এই ফেৰা ব্যৱধান দেখা যায়। এইখিনি নাট্যকাৰ গৰাকীৰ নিজস্ব কল্পনা বুলি মনে ধৰে। হৰিবংশ, বিষ্ণুপুৰাণ আৰু কৃষ্ণ কৰ্ণামৃতত এইখিনি পাবলৈ নাই।

যশোদাই দধি মথিবৰ কাৰণে 'দিব্য বস্ত্ৰ অলংকাৰ পৰিধান কৰিয়ে" সাজি কাচি ওলোৱা কথা ভাগৱতত নাই ; কিন্তু দধি মথন কৰি থকা সময়ত বাল চৰিত সমূহ কীৰ্ত্তন (ভাগৱত ১০/৯/২) কৰা ভাগৱতত বৰ্ণনা কৰা হৈছে। তাৰ লগত নাটৰ "মথন মথে যশোমতী মাই। হৰিগুণ গাৱত বয়ণ মিলাই" গীতাংশৰ মিল আছে। ভাগৱতৰ "বাল চৰিতানিচ" ৰ ঠাইত নাট্যকাৰে "হৰিগুণ গাৱত" বুলি কৈছে। ইয়াৰ দ্বাৰাই হৰিৰ গুণ কীৰ্ত্তন জ'ত ভক্তি ৰসকনা জনসাধাৰণ বা দৰ্শক সকলৰ হৃদয়ত সঞ্চৰণ কৰিবৰ কাৰণেই এই ব্যৱস্থা কৰা হৈছে।

ভাগৱতৰ "ক্ষৌমং বাসঃ পৃথুকটিতটে বিভ্ৰতী সূত্ৰনদ্ধং" (১০/৯/৩৩) শ্লোকাংশৰ লগত নাটৰ 'মনোৰম ক্ষৌম বসন পৰিধানে" "পুত্ৰ স্নেহস্নুতকুচ যুগং জাত কম্পং চ সুভ্ৰূঃ" শ্লোকাংশৰ লগত "কম্পয় কুচ যুগ ৰজ্জু সন্ধানে", "ৰজ্জ্বাকৰ্ষ শ্ৰমভুজচলৎ কঙ্কনৌ কুণ্ডলেচ" শ্লোকাংশৰ লগত "কঙ্কন হাৰ

কুণ্ডল গণ্ড ডোলে” আদি মিলে, বাকীখিনি (গীতাংশৰ) নিমিলে। যশোদাই কোৱা ‘তোহো হামাৰ কোটি পুৰুষৰ পৰম দেৱতা। মাথাৰ মুকুট, শিৰৰ ভূষণ” আদি কথা খিনিও নাট্যকাৰৰ নিজাহে। তদুপৰি কৃষ্ণই কোৱা “হামো পৰম ঈশ্বৰ, লক্ষ্মীক নায়ক” আদি স্বগতোক্তি খিনিও ভাগৱতত নাই। ভাগৱতত মাত্র “তাং স্তন্যকাম আসাদ্য মথ্নন্তীং জননীং হৰিঃ। গৃহীত্বা দধিমন্থানং ন্যষেধৎ প্রীতিমাবহন্” (১০/৯/৪) অৰ্থাৎ কৃষ্ণই স্তন পান কামনা কৰি দধি মথনত ব্যস্ত যশোদাৰ কাষ চাপি মথনি দণ্ডত ধৰি তেওঁৰ আনন্দ বঢ়াই দধি মথন নিবাৰণ কৰিলে। নাটৰ মতে মাৱক শ্ৰমপেখিয়ে তুলি হাসি। মথনি দণ্ড ধৰল হৰি আসি”। যশোদাই “লবণু তুলিতে সময় ভেল” বুলি কৃষ্ণক স্তনপান কৰাব খোজা নাই। কৃষ্ণয়ো নেৰানেপেৰাকৈ ‘তোহাৰি স্তনপান কৰিতে বহুত ইচ্ছা হুয়াছে” বুলি কৈছে। যশোদাই “আঃ ওহি চণ্ড বালক। পয়োধৰ নপায়া চাড়ব নাহি” বুলি স্তনপান কৰাইছে। সিপিনে গোপী সকলে বাতৰি দিলেহি “ঘোষি দিয়ে থালি ভৰিয়ে যে ক্ষীৰ থৈয়াছ, সে উথলি পৰয়, তোহো ৰাখ আসিয়া” বুলি। যশোদাই স্তন এৰিবলৈ কৃষ্ণক খাটনি ধৰিছে। কিন্তু কৃষ্ণ “নাচোৰ বান্দা”। শুণতে যশোদাই কৃষ্ণক থেকেচা মাৰি থৈ “ক্ষীৰ ৰাখিতে গেল”। এই গোটেই কথাখিনি ভাগৱতত নাই। মাত্র কৃষ্ণই মথনি দণ্ডত ধৰাতে যশোদাই “অপায়য়ৎ স্তনং স্নেহস্নুতং” (১০/৯/৫) অৰ্থাৎ কৃষ্ণক স্তনদুগ্ধ পান কৰাবলৈ ধৰিলে। পিচে “অতৃপ্তমুৎসৃজ্য জবেন সাযযা-বুৎসিচ্যমানে পয়সি ত্বধিশ্ৰিতে” (১০।৯।৫, অৰ্থাৎ ‘দেখন্ত উথলি দুগ্ধ পৰে। পুত্ৰ এৰি গৈলন্ত লৰৰে” (কীৰ্ত্তন)। নাটৰ মতে স্তনপান অতৃপ্ত কৃষ্ণই যশোদাৰ এনে কাৰ্য্যত কোপিত হৈ স্বগতোক্তি কৰিছে “হামো কোটি কোটি ব্ৰহ্মাণ্ডক নায়ক” বুলি। এইখিনি ভাগৱতৰ নহয়। যশোদাৰ স্বগতোক্তি “আঃ ওহি কৃষ্ণক কাম। তেখান কোলহন্তে নাময় নাহি। হামো বালসে নমাৱলো” খিনিও নাটৰহে। ভাগৱতত মাত্র “ভগ্নং বিলোক্য স্বসুতস্য কৰ্ম্মতজ্জহাসতং চাপি ন তত্ৰ পশ্যতি (১০/৯/৭) অৰ্থাৎ জানিলা পুত্ৰৰ কৰ্ম্ম গোপী। হাসিয়া দেখিলা পশি খুপি”। নাটৰ মতে “মাৱৰ উঠিছে ৰাগ, নপায় নচাড়িব লাগ”, ভাগৱতৰ মতে ‘জহাস’ (হাঁহিছিল)।

ইতিমধ্যে “লবণু চোৰা বুলি যশোৱা মাই। গোকণ্ঠ পাগে বান্ধয় যদুৰায়”। নাটৰ মতে গুণৰ ভমকত যশোদাই গৰুৰ পঘাৰে কৃষ্ণক বান্ধিছে। কিন্তু ভাগৱতত ‘দামন্’ অৰ্থাৎ ৰজ্জু বা ৰচিৰ কথাহে কৈছে (১০/৯/১২)। সেই সময়ত কিহৰ আশ্ৰয়ত বান্ধিছিল, তাৰো উল্লেখ নাই। যমলাৰ্জ্জুনৰ মাজত প্ৰবেশৰ বেলিকাহে উড়ুখল বা উড়াল শব্দটি পোৱা গৈছে। নাটতো

প্ৰথমাৱস্থাত উড়ালৰ কথা নাই। কঁকালতহে বান্ধিছিল। পিচতহে "কৃষ্ণক বন্ধন কয় কহোঁ পুনু উড়ুখল সহিত গাঠি দিয়ে ৰহল থিক"।

হৰিবংশ আৰু বিষ্ণুপুৰাণত "পভা পোক হানি, মথনি মাঠি" ভঙাৰ কাৰণে কৃষ্ণক উড়ালত বন্ধাৰ কথা কোৱা নাই। তাৰ মতে (হৰিবংশৰ মতে) কৃষ্ণৰ দুষ্টামি কাৰ্য্যত নন্দই বাৰণ কৰিব নোৱাৰা দেখি এদিন যশোদাই খঙত কৃষ্ণক উড়ালত দোল লগাই কঁকালত বান্ধি থলে (হৰিবংশ বিষ্ণু পৰ্ব্ব ৭/১২,১৩,১৪)। বিষ্ণু পুৰাণৰ মতে এদিন যশোদাই যেতিয়া ক্ৰীড়াসক্ত ৰাম কৃষ্ণক বাধা দিব নোৱাৰিলে, তেতিয়া খঙত যশোদাই কৃষ্ণক নানা ভৎৰ্সনা কৰি ৰজ্জু দ্বাৰা উড়ালত বান্ধি থলে (বিষ্ণু ৫/৬/১৩, ১৪,১১)। বোধহয় নাট্যকাৰে "মাৰৰ উঠিছে ৰাগ" আদৰ্শটো পূৰ্ব্বোক্ত গ্ৰন্থ দুখনৰ পৰাই গ্ৰহণ কৰিছে। মূল ভাগৱতত ক্ৰোধৰ ভাব নাই যদিও পদ ভাগৱতত "খাইবো তোৰ মুণ্ড পুতাই আজি যাইবি কই" বুলি থকাত কিছু ক্ৰোধৰ ইঙ্গিত থকা যেনেই লাগে। সেই প্ৰসঙ্গতে বিষ্ণু পুৰাণ আৰু হৰিবংশই কৃষ্ণক উড়ালত বন্ধাৰ কাৰণে 'দামোদৰ' নাম হল বুলিও কৈছে।

বিষ্ণু-পুৰাণত কৈছে—

তয়োৰ্মধ্যগতং বদ্ধং দাম্না গাঢ়ং তথোদৰে।
ততশ্চ দামোদৰতাং স যযৌ দাম বন্ধনাৎ।

(বিষ্ণু ৫/৬/২১)

অৰ্থাৎ যমলাৰ্জ্জুন বৃক্ষদ্বয়ৰ মাজেদি যোৱা আৰু উদৰত ৰজ্জুদ্বাৰা দৃঢ় ভাৱে বদ্ধ হোৱাত (দাম ৰজ্জু, উদৰ-পেট) কৃষ্ণৰ দামোদৰ নাম হ'ল। একাৰ্থক ভাৱে হৰিবংশতো—

স চ তেনৈৱ নাম্না তু কৃষ্ণো বৈ দাম বন্ধনাৎ।
গোষ্ঠে দামোদৰ ইতি গোপীভিঃ পৰিগীয়তে॥

(হৰিবংশ ৭/৩৬)

অৰ্থাৎ— সেই দাম' অৰ্থাৎ ৰজ্জু দ্বাৰা উদৰত বদ্ধ হোৱাত শ্ৰীকৃষ্ণৰ নাম দামোদৰ হ'ল। তেতিয়াৰ পৰা গোপীসকলে ব্ৰজধামত দামোদৰ নামেৰে লীলা গান কৰি থাকে।

কৃষ্ণক উডুখল বন্ধন কৰি থকা অৱস্থাত ৰোহিণী প্ৰমুখ্যে গোপী সকলৰ মুখত কৃষ্ণক নাবান্ধিবৰ কাৰণে যশোদাৰ প্ৰতি যিখিনি উক্তি দিয়া হৈছে, সেইখিনি নাটৰ বাদে ভাগৱতত পাবলৈ নাই। নাটৰ কাতৰ অনুৰোধখিনি নাট্যকাৰৰ নিজা কল্পনা বা আমাৰ দৃষ্টিত নপৰা কোনো গ্ৰন্থৰ পৰাও

গ্ৰহণ কৰি লব পাৰে। মূল ভাগৱতত আছে "এবংস্বগেহদামানি যশোদা সংদধত্যপি। গোপীনাং সুস্ময়ন্তীনাং স্ময়ন্তী বিস্মিতাভৱৎ" (১০/৯/১৭) অৰ্থাৎ

এহিমতে গৃহত পাইলন্ত যত জৰি।
আনি আনি জোৰা দিয়া বান্ধন্ত সুন্দৰী ॥
তথাপিতো নোজোৰে আঙ্গুল দুই আসি।
দেখি সব গোৱালীৰ বিজ জোট হাসি।
যশোদায়ো হাসন্ত বিস্ময় দেখি কৰ্ম্ম।

ইত্যাদি।

কৃষ্ণক বন্ধন মুক্ত কৰিলে গোপীসকলক শাস্তি দিম বুলি যশোদাই কোৱা, গোপীসকলে কৃষ্ণক বন্ধাহে নাজানে "জাগে খাওঁ হানিয়ে কাটিয়া খাব" বুলি কোৱা, লগৰ খেলাৰ বালকসকলে কৃষ্ণৰ বিলাই বিপত্তি দেখি যশোদাক গালি-শপনি পাৰি ক্ৰন্দন কৰা, আকাশত দেৱতাসকলে কৃষ্ণৰ ভকত বৎসল গুণ দেখিবৰ কাৰণে সমাবেশ হোৱা, কৃষ্ণই মন্দ ৰোদন কৰি উড়ুখল টানি নিয়া আদি বিষয়বোৰ নাটৰহে, ভাগৱতত নাই। তদুপৰি নাট্যকাৰ গৰাকীয়ে কৃষ্ণক সেই সুযোগতে উপনিষদৰ্থ ভগৱন্ত পৰমাত্মা হিচাবে দৰ্শক সকলক বা জন-সাধাৰণক বুজাবলৈ যত্ন কৰিছে। প্ৰসঙ্গক্ৰমে কুবেৰৰ পুত্ৰদ্বয় যমলাৰ্জ্জুন বৃক্ষ ৰূপে থকাৰ কথা আৰু তেওঁলোকৰ মুক্তিৰ কাৰণে কৃষ্ণই চিন্তা কৰা কথা তেওঁৰ স্বগতোক্তিৰ দ্বাৰাই নাট্যকাৰ গৰাকীয়ে ব্যক্ত কৰিছে। সেই সম্বন্ধে ভাগৱতত শুক পৰীক্ষিতৰ প্ৰশ্নোত্তৰ প্ৰসঙ্গত পৰিষ্কাৰ ভাৱে ব্যক্ত হৈছে। কৃষ্ণয়ো তেওঁলোকৰ মুক্তিৰ কাৰণে চিন্তা কৰিছে (ভাগৱত ১০/১০/১—২৬)। যমলাৰ্জ্জুন ভঞ্জনৰ পিচত কুবেৰৰ পুত্ৰদ্বয়ে কৰা কৃষ্ণ প্ৰশস্তিখিনি ভাগৱতৰ লগত প্ৰায় মিলিছে, মাত্ৰ এৰা ধৰা কৰা দেখা গৈছে। কৃষ্ণৰ উপদেশ খিনিও এৰা ধৰা কৰিছে। বৃক্ষ দ্বয় পতনত শঙ্কিত হৈ নন্দাদি গোপগণে আহি কোনে, কাৰ দ্বাৰা বৃক্ষভঞ্জন হল, তাৰ সংবাদ জানিব বিচাৰিছে গোপ বালকসকলে কোৱা কথাখিনিও বাকী খিনিৰে সৈতে মিলা দেখা যায়। কিন্তু নন্দই বৃক্ষ দ্বয়ৰ মাজত কৃষ্ণক দেখি আকুল ব্যাকুলযুক্ত উক্তি কৰা, যশোদাক নানা তিৰস্কাৰ কৰা, প্ৰহাৰ কৰিবলৈ খেদি যোৱা আৰু যশোদাই চুঙা চাই সোপা দি তাৰ প্ৰত্যুত্তৰ দিয়া কথাখিনি নাট্যকাৰৰ নিজা কল্পনা, ভাগৱতৰ নহয়। ভাগৱতৰ মতে "বিলোক্য নন্দঃ প্ৰহসদ্ বদনো বিমুমোচহ" (১০/১১/৬) অৰ্থাৎ 'কৃষ্ণৰ বন্ধন দেখি) হাসিলেক কোনে হেন কৰিলেক বুলি। বান্ধ মেলি কৃষ্ণক কোলাত লৈলা তুলি" (কীৰ্ত্তন)।

অৰ্জ্জুন ভঞ্জন নাটৰ সাতটা শ্লোকৰ ভিতৰৰ তিনিটা শ্লোক 'কৃষ্ণ কৰ্ণামৃতম্" গ্ৰন্থৰ পৰা আৰু এটা শ্লোক হৰিবংশ পুৰাণৰ পৰা লৈছে। বাকী

তিনিটা শ্লোক ক'ৰ পৰা কেনেকৈ সংগ্ৰহ কৰি অনা হৈছিল, সেই কথা ধৰিব পৰা নাই। নাটৰ প্ৰথম শ্লোকটো "বালায়নীল বপুৰে তনু কিঙ্কিণীক, ঘোষস্য মোহ শমনায় মিথো গুণেন, বৰমিমমুপদেশমাদ্ৰিয়ধ্বং" এই কেইটা ক্ৰমে কৃষ্ণকৰ্ণামৃত গ্ৰন্থৰ দ্বিতীয়শতকৰ ৭৪, ২৩ আৰু ২৮ সংখ্যক শ্লোক বুলি জনা যায়। "বিনা বাতং বিনা বৰ্ষং বিদ্যুৎ প্ৰপতনং বিনা? এই শ্লোকটো হৰিবংশৰ বিষ্ণুপৰ্ব্বৰ সপ্তমাধ্যায়ৰ উনত্ৰিশ সংখ্যক শ্লোক বুলি ধৰা পৰিছে। বাকী তিনিটা আমাৰ দৃষ্টিত পৰা নাই। সেই কেইটা মহাপুৰুষ জনাৰ ৰচিত নহয় বুলি জনা যায়। তেৰা যে সংস্কৃত শ্লোক ৰচনা কৰা'ত অক্ষম আছিল তেনে নহয়। বোধ হয় শ্লোক কেইটা কৃষ্ণ ভক্তি মূলক বা নাট খনিক অধিক সজীৱ কৰিবা'লৈ শ্লোক কেইটা সুবিধাজনক কাৰণে শাস্ত্ৰৰ পৰা সংগ্ৰহ কৰা হৈছিল। নাট খনি ৰচনা কালত কেইবা খনিও পুথিৰ যে সহায় লৈছিল, তাৰ প্ৰমাণ পোৱা গৈছে। নন্দ যশোদাৰ মাজৰ ঘৰুৱা কাজিয়া-খনৰ সূত্ৰটো হৰিবংশ পুৰাণৰ। তাত থকা "ততো যশোদাং গৃহন্ বৈ নন্দ গোপোৱিবেশহ" (ঐ-৭/৩৫) শ্লোকাংশৰ পৰা বুজিব পাৰি।

## (৩১—ঘ)—নাটকীয় পাত্ৰৰ গুণাগুণ বিচাৰ :—

অৰ্জ্জুন ভঞ্জন নাটৰ শ্ৰীকৃষ্ণক আমি দুটা দিশত লগ পাওঁ—এটা মানৱ শ্ৰীকৃষ্ণ আৰু আনটো ভগৱান্ শ্ৰীকৃষ্ণ। মানৱৰূপে তেওঁ অতি অঘাইটং বালক। আনৰ কথা শুনা বাদেই নিজৰ মাক-বাপেকৰ কথা নুশুনে, দধিদুগ্ধ আদিৰে নৈ বৈ থকা অৱস্থাতো চুৰ কৰি খায়। নিজেতো খায়েই, বানৰকো খুৱাই সাঁচতীয়া গাখীৰ নষ্ট কৰে। গাখীৰ বিচাৰি কোনো নথকা অৱস্থাত ভিতৰ সোমাইগৈ ঘৰৰ ভিতৰত "বস্তুক নপাইলে ধৰি মাৰন্ত হুৱালী। গৃহত ভৎসিয়া পলাই যান্ত বনমালী"। আকৌ "গাই নতু দোহন্তে দামুৰি মেলে গাই"। মাকে গাখীৰ মথি বোধহয় ভালৰ ভালকণ তেওঁকে দিব। কিন্তু মাজতে আমনি দি মথনি দণ্ডত ধৰি নিষেধ কৰি দিয়ে। শিশুৰ সহজাত সাধাৰণ লক্ষণ হিচাবে তেওঁ মাকৰ ওচৰত নিবেদন কৰিছে "তোহাৰি তন পান কৰিতে বহুত ইচ্ছা হৈয়াছে, হামাক তন পান কৰাব। হামো তন পান কৰিয়ে খেলানে চলব" ইত্যাদি। আকৌ একো খবলৈ নাপালে বা অতৃপ্ত অৱস্থাত থাকিলে সাধাৰণতে ল'ৰাই ঠেহ পাতে, অন্য প্ৰতিশোধ কৰিব নোৱাৰি মাকক গালি পাৰে বা ঘৰৰ কিবা মূল্যবান্ সম্পদ মৰিয়াই ভাঙি নষ্ট কৰি উৱহৰ খং ফটা কঠাত সাৰে। সেইদৰেই তেওঁ "তন পান বিনে ৰোষিত" হৈ "অৰুণ অধৰ দোহো কোপে কম্পাৱত"। অন্য প্ৰতিশোধ

কৰিব নোৱাৰি "পতা পোক হানি, মথনি মাখি ভাঙিয়ে, খুপি পৈশল ভগৱন্ত'। কিবা জগৰ লগালে সাধৰণতে ল'ৰাই মাকৰ চকুৰ আঁৰত থাকে আৰু পলাবলৈ চেষ্টা কৰে। ঠিক তেনেকৈ শিশু কৃষ্ণই "মাৱক দেখিয়ে ভয়ে শঙ্কিত নয়নে যৈচে পলাৱল', যশোদাই "পাচু পাচু খেদয়"। সাধাৰণতে ল'ৰাৰ দৌৰ সীমিত, বয়স অনুপাতেহে দৌৰ মাত্ৰা অধিক হয়। মাকৰ আগত শিশুৰ দৌৰ নিচেই নগণ্য। যদি মাকে ধৰো ধৰো অৱস্থা হয়গৈ, তেতিয়া সাধাৰণতে ল'ৰাই দৌৰ মাত্ৰা খিলাই দিয়ে বা বৈ দিয়ে আৰু কান্দি দিয়ে বা কান্দি কাতি আলৈ ৰিগৈ হে কান্দিয়েই ৰণ জিকিব খোজে। এই-বোৰ শিশুৰ সাধাৰণ লক্ষণ। কৃষ্ণয়ো "কান্দিয়া ৰহিলা যেন ডৰে"। বিস্তৰ অপৰাধত বিস্তৰ শাস্তি প্ৰদান অবৈধ নহয়। বেচি শাস্তি পালে ল'ৰাই অতি-পাত ভয় খাই আৰু কন্দাকতা কমি যায়। এতেকে কৃষ্ণৰো শাস্তি বিস্তৰ হোৱাত তেওঁ 'মন্দ ৰোদন কৰু নৱনীত চোৰে" আৰু 'মাৱক ভয়ে মাৰণক শঙ্কায়ে লাসে লাসে উড়ুখল" টানিবলৈ ধৰিলে। এনেকৈ আমি এই নাট খনত মানৱ শ্ৰীকৃষ্ণ হিচাবে তেওঁক লগ পাওঁহক।

আনহাতে আমি শ্ৰীকৃষ্ণক ভগৱান শ্ৰীকৃষ্ণ হিচাবেও দেখা পাওঁ। নাটৰ অপিচ শ্লোকত 'যো লোক ভাৰোদ্ধৰণায় চক্ৰী চক্ৰেস্থৰতাৰং বসদেৱ গেহে" বুলি আৰম্ভ কৰা হৈছে কৃষ্ণক ভগৱান হিচাবে। সমাজিক সকলকো বুজাই দিয়া হৈছে "যে চৰাচৰ গুৰু নাৰায়ণ, সৰ্ব্বলোক হিত কাৰণে নন্দক মন্দিৰে বেকত হয়া কহোঁ কপট গোপবেশে পৰম মঙ্গল ৰূপ নানান খেলনা কয় কহোঁ" ইত্যাদি। তেওঁ "ত্ৰিভুৱন মোহন মুৰুতি সুবেশ" আৰু "পঙ্কজ চৰণ ভকত ভয় ভঞ্জে"। কৃষ্ণই নিজ মুখেই নিজৰ দিব্যশক্তি সম্পন্নতাৰ পৰিচয় ঘোষণা কৰিছে "হামো পৰমেশ্বৰ, লক্ষ্মীক নায়ক, ইহাৰ গৃহে ভকতিক বশ্য হুয়া ৰহৈছি। হামো জীৱনক পৰম দুৰ্লভ", আকৌ "হামো কোটি কোটি ব্ৰহ্মাণ্ডক নায়ক, ব্ৰহ্মা আদি দেৱক পৰম দেৱতা" ইত্যাদি। গীততো ধ্বনিত হৈছে "মহা মহা যোগীজনে, পৰম নিৰ্ম্মল মনে, চিন্তিয়া নপাৱে লাগ যাৱে। সবাৰো আতমা হৰি, যাৰ সুমৰণে ডৰি কালো কম্পে তৰতৰি, যাৰ নামে মুকুতি ঠেলয়। পূৰ্ব্বাপৰ অন্ত নাহি যাহাৰ। যোহি জগত গুৰু জগত আধাৰ"। তেওঁ ভগৱান হলেও সদায় ভক্তাধীন। তেওঁৰ ভকতে তেওঁক যেনেকৈ পাবলৈ বিচাৰে, তেনেকৈয়ে পায়। যশোদা তেওঁৰ মাতৃ হলেও তেওঁৰ ভক্তা হিচাবেও পৰিগণিতা। ভগৱানে অখিল জগতকে মায়াৰ দোলেৰে বান্ধি থৈছে, (চৰাচৰ মায়াৰ কল্পিত) তেনেকুৱা এজনক

আৰু এই এৰবাকী গোপীৰ দোলেৰে ( পঘাৰে ) বন্ধাতো কিমান আশ্চৰ্য্য জনক সেই সম্পৰ্কে নাটতো ধ্বনিত হৈছে—

ববন্ধ মাধৱো সৰ্ব্বং মায়য়া মোহখিলং জগৎ ।
বধ্নাতি গোপীতমপি পশ্য ভক্তেৰ্ব্বলং মহৎ ॥

গীতটো কৈছে – যাহে চৰণ বেণু যোগী নপায় ।
ভকতিক বলে তাকু বন্ধন কায় ॥
কহয় মাধৱ দান দীন শুন মাই ।
ওহি জগত গুৰু সুত কাহা পাই ॥

সূত্ৰতো কৃষ্ণৰ মহিমা ধ্বনিত হৈছে—"ওহি গহন বেদ বন মাজে ব্ৰহ্মক নিতান্তে বিচাৰ কৰিতে বুদ্ধি সহিতে সব শৰীৰ ক্ষীণ ভেল; অব বেদ বন বিচাৰক চাড়ি গোৱাৰু যশোদাক ঘৰে সব উপনিষদৰ্থ ভগৱন্ত পৰমাত্মা ব্ৰহ্ম উদুখলে নিশ্চয় বন্দি হুয়া থিক। তাহেক চিনহ"।

কৃষ্ণই নিজেও নিজৰ মহিমা ব্যাখ্যা কৰিছে "হামাৰ মায়াক ঐচন অতৰ্ক প্ৰভাৱ। হামো অতয়ে মহিমা দেখাৱলো, তবহু হামাক নাহি জানল।"

যশোদাই কৃষ্ণক বান্ধিবৰ কাৰণে গোকৰ্ণ্ঠপাগ ( গৰুৰ পঘা ) ব্যৱহাৰ কৰিছিল। বহুতো যত্ন কৰিছে "তথাপি আঙুলা দুই নাটে"। বহুত ৰজ্জু লগ লগাই বান্ধিছে। "তবহু নোজোৰে আঙুল দোহো পাশে"। ইও আচৰিত কথা। সেই কাৰণেই ৰোহিণীয়ে কৈছে "দেখু দেখু অতয়ে জৰি জোৰায়া কৃষ্ণক কি বান্ধিতে পাৰহ? কৃষ্ণক সুন্দৰ কটি মুঠিতে লুকাই, আহেক অতয়ে জৰি জোৰয় নাহি। ঐচন মহিমা দেখিয়ে তবহু কৃষ্ণক নাহি জানহ। ওহি বালক নুহি প্ৰভাৱ দেখিয়ে হামো জানলো। ওহি জগত কাৰণ নাৰায়ণ। কোটি কোটি ব্ৰহ্মাণ্ড যাহেৰ ৰোম ৰন্ধ্ৰে থিক। জগত তাৰণ কাৰণে তোহাৰি উদৰে মানুষ ৰূপে অৱতৰল। ওহি জগতক আতমা" ইত্যাদি।

যশোদাই কৃষ্ণক বান্ধিব পৰা নাই এটা কাৰণত। সেই সময়লৈকে তেওঁ মনত দৈৰত ভাব ৰাখি আছে অৰ্থাৎ পৃথক ভাব ৰাখি আছে। তেওঁ অহঙ্কাৰ আৰু মমকাৰ কৰি আছিল কাৰণে বা কৃষ্ণক পুত্ৰ জ্ঞান আৰু নিজক তেওঁৰ মাক বুদ্ধি জ্ঞান কৰি থকাৰ কাৰণে দুই আঙুলে নাটিছিল। যেতিয়ালৈকে মায়া বা অজ্ঞান এন্ধাৰে আবৰি থাকিব, তেতিয়ালৈকে ভগৱানক পোৱা টান। যশোদাই যেতিয়া "কৃষ্ণক উদৰে ৰজ্জু টানিতে

টানিত বহুত শ্ৰম পাৱল" তেতিয়া তেওঁৰ কিঞ্চিৎ চেতনা আছে আৰু ভাবগ্ৰাহী ভগৱানে তেতিয়া "আপুনো বন্ধন লেলহ"।

শ্ৰীকৃষ্ণৰ মহিমা পুনশ্চ প্ৰকাশিত হৈছে যমলাৰ্জ্জুনৰূপী নল কুবেৰ আৰু মণিগ্ৰীৱৰ মুখত। তেওঁলোকে কৈছে --

তেঁহো নিৰঞ্জন যত জগত আধাৰু।
ভাৰ হৰণ হেতু ভয়ো অৱতাৰু॥
তাৰবি লোক বিনোদ পৰকাশি।
তুৱা পদ কমলে সেৱক ভৈলো আসি॥

তেওঁলোকে আকৌ কৈছে— "হে পৰমানন্দ পৰম পুৰুষ পুৰুষোত্তম, দেৱক পৰম দেৱতা, জগতক আদি কাৰণ, প্ৰধান পুৰুষনিয়ামক, সৃষ্টি স্থিতি প্ৰলয় প্ৰবৰ্ত্তক, ভগৱন্ত নাৰায়ণ। তোহো ভূমিক ভাৰ হৰণ নিমিত্ত কপট মানুষ ৰূপে বেকত হুয়াছ। তোহো মাত্ৰ কেৱলে সত্য, ওহি জগত মায়াময়" ইত্যাদি উক্তিত আমি শ্ৰীকৃষ্ণ অৰ্জ্জুন ভঞ্জন নাটত ভগৱান শ্ৰীকৃষ্ণ হিচাবে দেখা পাওঁহক। শেষৰ কল্যাণ খৰমান গীতটো ভগৱান কৃষ্ণৰ ঐশী শক্তিৰ পৰিচয় আছে।

নাটত যশোদাৰ চৰিত্ৰত চিৰন্তন মাতৃত্বৰ ছবিখন উজ্বল হৈ উঠিছে। পুত্ৰৰ কাৰণে যে মাতৃৰ স্নেহ সবাতোকৈ চৰা, সেই কথা যশোদাৰ চিত্ৰখনত পৰিষ্কাৰ হৈছে। এলাগি বা আপচু পুত্ৰও মাকৰ কাৰণে বা মাকৰ চকুৰ আগত সুন্দৰ বা দেহলাও। এই টা সকলোতে অৰ্থাৎ সকলো মাতৃতে খাটে। শ্ৰীকৃষ্ণ শ্যামবৰণীয়া হলেও তেওঁৰ দেহত লাবণ্য আছে বা ঠগ আছে। তেওঁ দেখাত "ত্ৰিভুবন মোহন মূৰুতি সুবেশ"। এতেকে যশোদাৰ মানত কৃষ্ণ দেহলাও নহৈ কি হব পাৰে? কিন্তু সেই দেহলাও শ্ৰীকৃষ্ণ যশোদাৰ মানত এবাৰ জগতৰ অস্পৃশ্য হ'ল। তেওঁৰ দেহলাওটোৱে অন্যৰূপ ললে। সেই বাবে নাটখনত আমি যশোদাক দুটা দিশত বা ৰূপত দেখা পাওঁহক। এটি হল স্নেহময়ী যশোদা আৰু আনটি হ'ল নিদাৰুণী যশোদা। তেওঁক প্ৰথমতে আমি স্নেহময়ী যশোদা হিচাবে দেখা পাওঁহক। তেওঁ দুগ্ধ মথি থাকোতেও "হৰিগুণ গাৱত বয়নে মিলাই" আৰু তেওঁৰ চকুৰ আগতে নৃত্য কৌতুক কৰি থকা অৱস্থাত কৃষ্ণক বৰ্ণনা কৰি কৈছে "তোহো হামাৰ কোটি পুৰুষক পৰম দেৱতা, মাথাক মুকুট, শিৰৰ ভূষণ, গলাৰ সাতসৰি, কৰ্ণৰ কুণ্ডল, কৰেৰ কঙ্কণ" ইত্যাদি। তেওঁ শেষত কৈছে "বহু শিশু ভাৱ কৰিয়ে হামাক বহুত আনন্দ কৰায়া থিক"। কৃষ্ণই স্তনপান কৰিব বিচৰাত তেওঁ "বদনে চুম্বন দিয়ে আনন্দে তন পান কৰাৱত"। কিন্তু "ক্ষন্তেকৰ ভোজ খাওঁতা নাহি"। সিফালে গোৱালী সকলে

উত্তলি পৰিব'লৈ ধৰা গাখীৰ ৰাখিবলৈ "সত্বৰে আর সত্বৰে আর" বুলি ডাক দিয়াত তেওঁ ক্ষন্তেকৰ ভিতৰতে নিষ্ঠুৰা মাতৃ হৈ কৃষ্ণৰ মুখৰ পৰা স্তন এৰুৱাই "কোপে কোলহন্তে মাটিত থেকেচায়া থৈয়া কহো নবৰি ক্ষীৰ ৰাখিতে গেল"। তেওঁ প্ৰাণ পুতলি আৰু "কোটি পুৰুষক পৰম দেৱতা" কৃষ্ণতকৈয়ো "কড়া দুইক ক্ষীৰ অধিক মানল" আৰু কৃষ্ণক সামান্য শিশু বুলিয়ে তন-পান চোড়াই মাটিত আচাৰি পেহলাই ক্ষীৰ ৰাখিতে গেল"। অতৃপ্ত স্তন পানত ক্ৰোধান্বিত হৈ কৃষ্ণই "পতা পোক হানি, মথনি মাখি ভাঙিয়ে" পিণ্ড লৱণু নিজেও খাই হানৰকো দি নষ্ট কৰিলে। যশোদাই আহি সেই ঘটনা দেখি ক্ৰোধান্বিতা হৈ কৃষ্ণক খেদি খেদি ধৰি "আপুন গৃহে আনিয়ে যৈচে গৰুক পাগে কৃষ্ণক বান্ধিতে লাগল"। কৃষ্ণক নাবান্ধিবলৈ কাতৰ কৰা ৰোহিনী প্ৰমুখ্যে গোৱাৰী সকলৰ বাক্যও নগনি "কৃষ্ণক বান্ধিতে আক্ৰোশ চাড়য় নাহি", আকৌ কৃষ্ণক উড়ালত বান্ধিও গোপী সকলক নিষ্ঠুৰ আৰু সাৱধান বাণী শুনাইছে "ওহি কৃষ্ণক কতিহু বন্ধন চোড়বি নাহি। যোহি বন্ধন চোড়ব, ইহাক শাস্তি তাহেক কৰব, হামো নিষ্ঠকয়ে বোললো"। তেওঁ ইমান নিষ্ঠুৰা হল যে কৃষ্ণক বান্ধোতে "বহুত শ্ৰম পাৱল। সব শৰীৰ ঘৰ্ম্মিত ভেল, গাৱৰ বসন খসিয়ে গেল, কেশ বেশ খসল, খোপাক কুসুম খসিয়ে পৰল। তবহু বন্ধন তেজয় নাহি"। এনে কাৰ্য্যত যশোদাক আমি নিদাৰুণী যশোদা হিচাবে চিহ্নিত কৰিব পাৰোহঁক।

আনহাতে যশোদাক আমি দন্দুৰা মহিলা বা চুঙা চাই সোপা দিব পৰা মুখ আগলীকা মহিলা হিচাবেও দেখা পাওঁহক। কোনো কোনো গাঁৱলীয়া মহিলাই সাধৰণতে কোনো কথাত স্বামীৰ সৈতে মুখ চুপতি মাৰে বা তৰ্কাতৰ্কি কৰে। ঠিক তেনেকৈ যশোদায়ো কৃষ্ণক বন্ধাৰ কাৰণে নন্দই কৰা তৰ্জ্জন গৰ্জ্জনৰ বিপৰীতে প্ৰত্যুত্তৰ স্বৰূপে বহুতো অকথ্য ভাষাৰে বিকৰ্থনা কৰা দেখা যায়। যশোদা কম বিধৰ তিৰোতা নহয়। গাওঁৰ দাম্পত্য কলহত কোনো কোনো স্বামীয়ে পত্নীক মুখ চুপটি মৰা বা মুখে মুখে উত্তৰ দিয়াৰ কাৰণে গেৰেলা কিলোৱা দিয়ে বা পিঠিত ৰাম টাঙোন সোধায়। কোনো স্বামীয়ে পত্নীৰ বিকৰ্থনাত "তিৰোতা সেকৰা" স্বভাৱৰ কাৰণে চুপ হয়। এইবোৰ দাম্পত্য কলহত সহজতে হৈ থকা কথা। নন্দক যশোদাই যিখিনি বিকৰ্থনা কৰিছে, সেইখিনি দেখি নাটকৰ প্ৰথমাৱস্থাৰ ভদ্ৰ মহিলা যশোদাক আমি শেষলৈ সাধাৰণ গাঁৱলীয়া মহিলা এগৰাকী বুলি সেই শাৰীলৈ ঠেলি দিব পাৰোঁহক। যশোদাই নিজক "আপোনাৰ ভৰি, থৰে আঁৰ কৰি, পৰ-কেশে বোলে গোধা" অৰ্থাৎ নিজেই গোৱাৰিণী হৈ নিজৰ স্বামীক "তোহো হামাৰ ৰাখোৱাল, নিশাভাগে উঠিয়, কলস কণ্ডিয়া, বাওঁকা, সিকিয়া জুৰিয়ে

কান্ধে কৰিয়ে, মলিন বসন পিন্ধিয়ে গোষ্ঠক চলবি, ধেনু ৰাখবি, গাই দুহবি দুগ্ধক ভাৰ বহবি", আকৌ "তোহো গৃহেৰ কোন অধিকাৰ", "হামো কথা কহিতে জানো, সবলোকে মন্দ বোলব" ইত্যাদি কথাবোৰে সাধাৰণতে মানুহক কলুষিত কৰে বা সজ চৰিত্ৰত চেকা পেলায়। ইয়াকে অসমীয়া সমাজত 'শুৱাল গালি' বুলি কয়। শুৱাল গালি মানে জধেমধে পৰা অতি বেয়া ধৰণৰ গালিকে বুজায়। এইখিনিত চুঙা চাই সোপা মাৰিব পৰা বিধৰ মহিলা হিচাবে যশোদা চিত্ৰিত হৈছে। মাধৱদেৱ মহাপুৰুষে অসমীয়া মহিলাৰ স্বভাৱ-জাত চিত্ৰ এটি নাটত যশোদাৰ চৰিত্ৰত ফুটাই তুলিবলৈ সক্ষম হৈছে।

যশোদাৰ সহকৰ্ম্মিনী হিচাবে ৰোহণী প্ৰমুখ্যে গোপীসকলক নাটত দেখা পোৱা যায়। যশোদাই কৃষ্ণক উড়ুখলত বান্ধোতে গোপীসকলে কৃষ্ণৰ প্ৰতি যি অকৃত্ৰিম স্নেহ প্ৰকাশ কৰিছে, তাৰ দ্বাৰা তেওঁলোকৰ (স্ত্ৰী জাতিৰ) স্বভাৱ-জাত সৰলতা তথা কোমলতা ভাৱ ফুটি উঠিছে। তেওঁলোকে কৃষ্ণৰ অতৰ্ক মহি-মাৰ কথা বুজিছে আৰু তাকে যশোদাক বুজাবলৈ চেষ্টা কৰিছে। কৃষ্ণক নাবা-ন্ধিবলৈ তেওঁলোকে "তোহাৰি পয়ৰে লাগো" বুলি খাটনি ধৰিছে। ৰোহিনী-য়েও সুকীয়াকৈ যশোদাক অনুৰোধ কৰিছে কৃষ্ণক নাবান্ধিবৰ কাৰণে। তেওঁ আশ্চৰ্য্য প্ৰকাশ কৰি কৈছে "আজু তোহো কি ভেলি? গোকণ্ঠ পাশে কৃষ্ণক বান্ধিতে লেলি"। আকৌ তেওঁ কৃষ্ণৰ প্ৰতি থকা অকৃত্ৰিম স্নেহ প্ৰকাশ কৰি কৈছে 'ওহি কৃষ্ণক আপোন পুত্ৰ বলাইতো কৰি শতগুণে অধিক দেখো" ইত্যাদি। অন্য গোপীতকৈ ৰোহিনীৰ স্নেহ কিছু পৃথক যেন লাগে। কাৰণ তেওঁ "তোহাৰি গোৰে লাগো" বুলি কোৱাৰ উপৰিও কৃষ্ণৰ অলৌকিকতা বিশদ ভাবে ব্যাখ্যা কৰিছে আৰু "কৃষ্ণক চোড়ি হামাক বান্ধহ" বুলি কৈছে। যশোদাই কৃষ্ণৰ বান্ধ খুলিলে সেই সকলকো তেনেকুৱা শাস্তিয়েই কৰা হব বুলি ঘোষণা কৰাত গোপী সকলে ক্ৰোধান্বিত অন্তৰেৰে "লাগে খাণ্ডা হানিয়ে কাটিয়া খাব, তব হামাৰ কি ভেল" বুলি কবলৈ ভয় কৰা নাই। দেখা যায় ৰোহিনী প্ৰমুখ্যে গোপীসকল ন্যায় পৰায়ণা, স্নেহ পৰায়ণা তথা সৰল পৰায়ণা।

কৃষ্ণ পিতৃ নন্দ গোৱালক আমি নাটখনিত এজনা পুত্ৰবৎসল পিতৃ হিচাবে দেখা পাওঁহক। কৃষ্ণৰ প্ৰতি থকা তেওঁৰ আন্তৰিকতা আৰু গভীৰ বাৎসল্য প্ৰেম প্ৰকাশ পাইছে। তেওঁ কৃষ্ণক উড়ুখল বন্ধনত গভীৰ দুখ কৰিছে। তেওঁৰ যে নিজৰ সম্পত্তিতকৈয়ো কৃষ্ণৰ ওপৰত অধিক আস্থা, সেই কথা প্ৰকাশ কৰিছে এনেকৈ "হামো যনত ধন জন জীৱন সবাতো অধিক ওহি কৃষ্ণক মানোহো" ইত্যাদি। তেওঁৰে পৰউৎপীড়নো নকৰে, সেই কথাও প্ৰকাশ পাইছে "হামো কতিহ প্ৰাণীক পীড়া নাহি কৰোহো, সোহি কাৰণে

কৃষ্ণক গোঁসাই ৰক্ষা কয়ল" । যশোদাক তেনে কাৰ্য্য কৰাৰ কাৰণে তাৰ প্ৰতি-কাৰ কৰিবলৈ প্ৰতিশ্ৰুতিবদ্ধও হল "তোহাৰি জননী যশোদাক যে জনো তা কৰব" বুলি । কিন্তু কথামতে কাম নহল । যশোদাক শাস্তি প্ৰদান কৰিবলৈ যেতিয়া বুঢ়া নন্দই খেদা মাৰিলে, তেতিয়া বুঢ়ী যশোদাই মুখ জোকাৰি আগ-বাঢ়ি আহিল কাকনো মাৰিব খুজিছা বুলি । নন্দক এই প্ৰসঙ্গত এজন তিৰোতা সেকুৰা স্বামী হিচাপে ধৰি লব পাৰি । অৱশ্যে যশোদাৰ কথা কেইটিত যুক্তি নথকাও নহয়। সেই বাবেও হয়তো নন্দই "দোৱাজ মাতিতে নাহি পাৰল" । নন্দ যশোদাৰ কাজিয়াখন সাধাৰণ গাৱঁলীয়া মানুহৰ প্ৰায় হৈ থকা কাজিয়া। অসমীয়া সমাজৰ সজীৱ চিত্ৰখন এই প্ৰসঙ্গত ভাঁহি উঠিছে । নন্দৰ "কৃষ্ণক ন খাই হামাক খাব,' তোহাক আজু মাৰিয়ে প্ৰাণ লেৱব, ৰহ, ৰহ, হামাৰ বাত বুঝব'' ইত্যাদি উক্তিবোৰ কৃষ্ণৰ প্ৰতি থকা গভীৰ অকৃত্ৰিম স্নেহৰ কথাকে সূচাইছে ।

যমলাৰ্জ্জুন বৃক্ষৰ ৰূপলৈ থকা নলকুবেৰ আৰু মণিগ্ৰীৱ বৃক্ষৰ পৰা বাহিৰ হৈ তেওঁলোকে কৃষ্ণক যিখিনি স্তুতি মিনতি কৰিছে, তাৰ দ্বাৰা তেওঁ-লোকক কৃষ্ণ মহিমা প্ৰকাশৰ আহিলা হিচাপে ধৰি লব পৰা যায় । তেওঁ-লোকে কৃষ্ণক ভালকৈ বুজি উঠিছে। নাৰদৰ শাপত বৃক্ষ জন্ম হোৱা তেওঁ-লোকে স্বীকাৰ কৰিছে "তোহাৰি নিজ দাস নাৰদক প্ৰসাদে তোহাক হামো জানলো" । তেওঁলোক 'হে পৰমানন্দ পৰম পুৰুষ পুৰুষোত্তম, দেৱক পৰম দেৱতা, জগতক আদি কাৰণ, প্ৰধান পুৰুষ নিয়ামক, সৃষ্টি স্থিতি প্ৰলয় প্ৰৱৰ্ত্তক, জগদন্ত নাৰায়ণ, তোহো ভূমিক ভাৰ হৰণ নিমিত্ত কপট মানুষৰূপে বেকত হুয়াছ । তোহো মাত্ৰ কেৱলে সত্য, ওহি জগত মায়াময়'', ইত্যাদি বাক্য কৃষ্ণ ভক্তিসূচক আৰু প্ৰশস্তিসূচক। এনে বাক্যত কৃষ্ণই কবলৈ বাধ্যত পৰিছে "তোহাক পৰমাৰ্থ যুক্ত বচন শুনিয়ে পৰম সন্তোষ ভেলো" ইত্যাদি। কৃষ্ণ ভক্তি প্ৰকাশৰ কাৰণে এওঁলোকৰ উপস্থাপন সাৰ্থক হৈছে। এনেকৈ আমি পাত্ৰ সকলৰ গুণাগুণ বিচাৰ কৰি চাব পাৰোঁহক। অৰ্জ্জুন ভঞ্জন নাটৰ নায়ক ভগৱান শ্ৰীকৃষ্ণ আৰু নায়িকা শ্ৰীমতী যশোদা অন্যান্য পাত্ৰ-পাত্ৰী সকল এওঁলোকৰ সহায়ক আৰু সহায়িকা হিচাবে আছে ।

(ঘ – ৩২) চোৰধৰা নাট ঃ –

"চোৰধৰা নাট (ঝুমুৰা) খন মাধৱদেৱ মহাপুৰুষে ১৫৫৭ খৃষ্টাব্দত লিখিছিল বুলি অধুনা পণ্ডিতে অনুমান ভিত্তিত কব খোজে। অৰ্জ্জুন ভঞ্জন নাটৰ দৰে এই নাটখন পূৰ্ণাঙ্গ নহয় । নাটখনত গীতৰ সংখ্যা ছটা, ৰাগৰ সংখ্যা পাঁচটা যেনে বসন্ত, আশোৱাৰী, বেলোৱাৰ, শ্ৰী, বৰাড়ি, তাল তিনিখন

এতাৰি, পৰিতাল, যতি। ভট্টিমা নাই। শ্লোক সংখ্যা এটা। শ্লোকটি উদ্ধৃত কৰা হ'ল—

কন্দু ক্ৰীড়া বিগলিত ঘন স্বেদ মুগ্ধাননশ্ৰীঃ।
কশ্চিৎদৃষ্টঃ কুবলয়দল শ্যামলঃ কোহপিবালঃ ॥
পৃচ্ছন্তেবং পথি পথি যথৌ ব্যাকুলা নন্দ পত্নী।
তীৰে তীৰে তপন দুহিতুঃ কৃষ্ণমন্বেষয়ন্তী ॥

নাটখনত উল্লেখ থকা শ্লোকটো নিতান্তই শ্ৰীকৃষ্ণ কৰ্ণামৃত গ্ৰন্থৰ নহয়। ক'ৰ পৰা ইয়াক সংগ্ৰহ কৰা হৈছে ধৰা টান। নাটখনৰ একমাত্ৰ শ্লোকটিক প্ৰথমতে দেখা পোৱা যায়। প্ৰথম শ্লোক আৰু অপিচ শ্লোকৰ কাম একমাত্ৰ সিয়েই কৰিছে। নাটখনৰ বিষয়বস্তু ভাগৱতৰ নহয়। পূৰ্ব্বোক্ত শ্লোকটিৰ ওপৰত ভেজা দি বা ভিত্তি কৰি মাধৱ মহাপুৰুষে নাটখন সজাই পৰাই তাক সৰ্ব্বাঙ্গ সুন্দৰ কৰি তুলিছে বুলি ধৰিব পাৰি। নান্দী গীত আৰু প্ৰৱেশৰ গীত নাই। মাত্ৰ "দেখত ৰে হৰি গোপিনী মেলা। কৰত চোৰ চাতুৰী ৰস খেলা" এই গীতটিৰে নাটকৰ পাতনি মেলা গৈছে। মহাপুৰুষে নৱৰসৰ অতিৰিক্ত আৰু এবিধ ৰসৰ সৃষ্টি কৰিলে। সেইটো হ'ল ওপৰৰ গীতটিত উল্লেখ থকা "চোৰ চাতুৰী ৰস"। নাটখনিৰ আৰম্ভণিতো "গোপীজন মধ্য চোৰ চাতুৰী নানা ৰস খেলনা কয় কহো গোপীসবক মনোৰথ পুৰিয়ে যৈছন ক্ৰীড়া কয়ল" বুলি কৈছে। ইয়াত কৰুণ আৰু হাস্য ৰসৰ কিঞ্চিৎ আভাস থাকিলেও "আহে সভাসদ লোক! শ্ৰীকৃষ্ণক পৰম কৃপালু গুণ দেখহ। কোটি ব্ৰহ্মাণ্ডক ঈশ্বৰ হুয়া নন্দক গৃহে বেকত হুয়া নানান বিনোদ নৃত্য কয়ল। ইহাক শ্ৰৱণ কীৰ্ত্তন কৰিয়ে সবলোক সংসাৰ ঘোৰ নিকাৰ তৰব। ইহা জানি শ্ৰীকৃষ্ণ চৰণে শৰণ সাৰ কৰিয়ে নিৰন্তৰে হৰিবোল হৰিবোল" এই উক্তিয়ে ভক্তিৰস ৰূপ সুতাহে সকলোকে স্পৰ্শ কৰি যোৱা যেন লাগে। নাটখনিত কৃষ্ণ, যশোদা আৰু গোপীসকলক পাত্ৰ পাত্ৰী হিচাবে দেখা পোৱা হয়।

চোৰধৰা নাটৰ সংক্ষিপ্ত কাহিনী হল এনেকৈ এদিনাখন এগৰাকী গোপীৰ শূণ্য গৃহ দেখি কৃষ্ণই "লৱণু চুৰ কৰিতে পৈশল"। তেনেতে গোপীয় আহি দেখা পাই দুৱাৰ বন্ধ কৰি ধৰি অন্যান্য গোপীসকলকো মাতি আনি লৱণু চোৰ কৃষ্ণক হাতে লোটে ধৰা পেলালে। কৃষ্ণয়ো চতুৰালি কৰি ৰাজ আলিলৈ ওলাই আহি নিজৰ নগৰীয়া ল'ৰাক মাতি আনি তেওঁক মিছাকৈ চোৰ ধৰিছে বুলি কৈ গোপীসকলৰ ওপৰতহে ওলোটাই চোৰ ধৰে। ইপিনে বহু পৰলৈ কৃষ্ণক নহা দেখি যশোদাই পুত্ৰ স্নেহত আকুলিত হৈ বিচাৰি

ফুৰিছে। এনেতে এগৰাকী গোপীয়ে কৃষ্ণক দেখি অহা বুলি সন্ধান দিয়াত তেওঁৰ সাহায্যত কৃষ্ণক ৰাজ পথত লগ পায়। তেওঁ কৃষ্ণক কোলাত লৈ স্তন পান কৰালে আৰু গোপীসকলক ধমক দি নিজ ঘৰলৈ উভটি আহিল। এয়ে নাটৰ সংক্ষিপ্ত কাহিনী।

চোৰধৰা নাটৰ কৃষ্ণক আমি এজন চতুৰ আৰু প্ৰবঞ্চক বালক হিচাবে দেখা পাওঁহঁক। গীতত কৈছে "কৰত চোৰ চাতুৰী ৰস খেলা"। কিন্তু সেই খেলা তেওঁৰ চতুৰালি বুলি ধৰিব নোৱাৰি। কাৰণ তেওঁৰ সেইখিনি "পৰমানন্দ লীলা পৰকাশী। বহুৰসে ৰঞ্জল গোকুলবাসী"। লোকৰ ঘৰত সোমাই চুৰ কৰিবলৈ আৰম্ভ কৰোতে ধৰাপৰিও তেওঁ গিৰীহঁতক ওভোটাই চোৰ ধৰি ৰাজপথলৈ উলিয়াই আনি নানা তৰ্জ্জন গৰ্জ্জন কৰাটো কম চতুৰালি নহয়। স্তন্যপায়ী এটি শিশুৰ এনে কাৰ্য্য অতিশয় আশ্চৰ্য্যজনক। কিন্তু এনে কাৰ্য্যই আমাক দৰাচলতে আদৰ্শ দেখুউৱা নাই। লোকৰ ঘৰত চুৰ কৰিবলৈ যোৱা আৰু চোৰ ধৰা পৰি গিৰিহঁতক ওলোটাই চোৰ ধৰাটো সজ্জনোচিত কাম নহয়। কিন্তু কৃষ্ণৰ এই খিনি বিনোদ লীলাহে। এই কাৰ্য্যৰ দ্বাৰা আনকো তেনেকুৱা কৰিবলৈ আদৰ্শ দেখুউৱা নাই। বৰঞ্চ বিপৰীতটোহে দেখুউৱা হৈছে। কৃষ্ণই কৰা এনে চতুৰালিত ভক্তসকলে আনন্দ প্ৰকাশ কৰে আৰু তেওঁলোকৰ মাজত হাস্য ৰসৰ সৃষ্টি হয়। তেওঁ নন্দৰ ঘৰত বেকত হৈ "নানান বিনোদ নৃত্য কয়ল। ইহাক শ্ৰৱণ কীৰ্ত্তন কৰিয়ে সৱলোক সংসাৰ ঘোৰ নিকাৰ তৰব। ইহা জানি শ্ৰীকৃষ্ণ চৰণে শৰণ সাৰ কৰিয়ে নিৰন্তৰে হৰিবোল হৰিবোল।"

নাটখনিত যশোদাক আমি এগৰাকী পুত্ৰবৎসলা মাতৃ হিচাবে দেখা পাওঁহক। "বিহানে বজাইল খেড়ি খেলাইবাৰ তৰে। ভৈগেল বিয়াল পুত এভো নাইল ঘৰে" এনেকৈ ভাবি যশোদা উদ্বিগ্ন হৈছে আৰু "যমুনাৰ তীৰে তীৰে কিৰে নন্দ জায়া"। অকল সেয়ে নহয়। তেওঁ "পৰম চিন্তায়ে কান্দি কান্দি মূৰচিত হয়া মাটি লোটি পড়ল"। কৃষ্ণৰ প্ৰতি থকা এনে অকৃত্ৰিম স্নেহৰ পৰা আমাৰ সমাজৰ মহিলাসকলে বহুতো আদৰ্শ লব পাৰে। তেওঁ বাটৰ বাটৰুৱাকো কৃষ্ণৰ কথা সুধিছে। শেষত এগৰাকী গোপীৰ মুখৰ পৰা কৃষ্ণৰ সন্ধান পাই কৃষ্ণক লগ ধৰে। তেতিয়াহে "আপুন পুত্ৰক দেখিয়ে যশোদা সব শৰীৰ জুড়াৱল"। চোৰধৰা গোপীসকলক যশোদাই নানা তৰ্জ্জন গৰ্জ্জন কৰিছে। আজিকালিও সাধাৰণতে মহিলা সকলে নিজৰ ঘৰতে নিজৰ সন্তানক দোষ থাকো মাধমাৰ দিব। কিন্তু আনসকলে সেই

সন্তানৰ দোষ খুচৰি গোচৰ দিলে মনত বেজাৰ পায় আৰু দোষ কওঁতা জনৰ ওপৰত ক্ৰোধ জন্মে। সাধাৰণ গাঁৱলীয়া মহিলা হিচাবে যশোদাক এই প্ৰসঙ্গতে দেখা পোৱা হয়। লোকৰ চুৰ কৰিবলৈ ধৰা কৃষ্ণক দোষ পায়ো নিৰ্দ্দোষী কৰি ওলোটাই গৃহস্থক গালি শপনি পাৰি নিজৰ পুতেকক আসৈ দিয়াটো বৰ ভাল কামো হব নোৱাৰে। ইয়াৰ পৰিণামে সন্তানটি চৰিত্ৰহীন হোৱাত ভয়। যশোদাৰ চৰিত্ৰত করুণ ৰস চিত্ৰিত হৈছে।

কৃষ্ণক চোৰধৰা গোপী সকলক অত্যন্ত ভয়াতুৰা হিচাবে দেখা পোৱা যায়। স্তন্যপায়ী শিশু এটাৰ চতুৰ কাৰ্য্যত এওঁলোকে ইমান ভয় খালে যে চোৰধৰিও এৰি দিব লগা হল। তেওঁলোকে কবলৈ বাধ্য হল "তোহাক হামো চোৰ নাহি বুলিয়ে। তোহো আপুন গৃহে যাব। তোহাক হামো সব চাড়লো"। এনেকৈ কোৱাৰ পিচতো চোৰে গিৰিহঁতক কিলালে অৰ্থাৎ কৃষ্ণক তেওঁলোকে চোৰৰ বিনিময়ত 'তোহাক হামো লৱণু দেৱব" বুলিহে কলে। আবশ্যে এই কাৰ্যৰ দ্বাৰা কৃষ্ণৰ প্ৰতি গোকুলবাসীৰ বা গোপী সকলৰ অটুট স্নেহ, প্ৰেম থকাও সূচায়। তেওঁ "সব গোকুলক জীৱন প্ৰাণ"। নিজৰ পুত্ৰৰ প্ৰতি স্নেহ থকাৰ দৰে আনৰ পুত্ৰৰ প্ৰতিও স্নেহ ৰাখিবলৈ গোপী সকলৰ এনে কাৰ্য্যই ইতৰ মহিলা সকলক আদৰ্শ দেখুৱাইছে।

পথৰ যাত্ৰী সকলক কিবা প্ৰয়োজনীয় কথা সোধাটো সাধাৰণ কথা। এনেকুৱা কথা সাধাৰণতে হৈ থাকে। যশোদাই পথৰ এজন লোকক কৃষ্ণৰ খবৰ সুধিছে। তেওঁ কব পৰা নাই। এগৰাকী গোপীয়েহে কৃষ্ণৰ বাতৰি দিছে। পথত যাতায়াত কৰা সকলে বহুতো কথা লক্ষ্য কৰি যোৱা উচিত। কৃষ্ণৰ সন্ধান দিওঁতা গোপী গৰাকীৰ পৰা এনেকুৱা এটি আদৰ্শ লব পাৰো-হঁক। কৃষ্ণক চোৰ ধৰাত "চোৰধৰা নাট" সফল হৈছে।

## (ঘ—৩৩)— পিম্পৰা গুছোৱা নাটঃ—

"পিম্পৰা গুছোৱা নাট" খন মহাপুৰুষ মাধৱদেৱ দ্বাৰা ৰচিত এখন কৃষ্ণৰ বাল্যলীলা বিষয়ৰ ক্ষুদ্ৰ নাট। গীতৰ সংখ্যা তিনিটা, ৰাগৰ সংখ্যা তিনিটা যেনে শ্ৰীগান্ধাৰ, শ্ৰী আৰু ভাটিয়ালী, তালৰ সংখ্যা দুখন যেনে যতি আৰু পৰিতাল। ভটিমা নাই। শ্লোক সংখ্যা এটা। শ্লোকটি শ্ৰীকৃষ্ণ কৰ্ণামৃত গ্ৰন্থত পোৱা যায় যদিও মাজৰ শ্লোকটো তাত নাই। বহুতে সেইটো শ্ৰীধৰ স্বামীৰ "ব্ৰজবিহাৰ কাব্য" ৰ পৰা আনিছে বুলি কয়। যি কি নহওক শ্ৰীকৃষ্ণ কৰ্ণামৃত গ্ৰন্থৰ দ্বিতীয় শতকৰ বিৰাশী সংখ্যাত আৰু সেই শতকৰে

পোন্ধৰ সংখ্যাত শ্লোক দুটি পোৱা হয়। নাটখনত শ্লোক দুটি সংখ্যাৰ ক্ৰমৰ পৰা শেষৰটি আগত আৰু আগৰটি শেষত দিয়া হৈছে। পূৰ্ব্বোক্ত গ্ৰন্থত থকা শ্লোক দুটি তুলি দিয়া হল –

কস্ত্বং বাল ? বলানুজঃ কিমিহতে ? মন্মন্দিৰাশঙ্কয়া
যুক্তন্তৎ নৱনীত পাত্ৰ বিবৰে হস্তং কিমৰ্থং ন্যসেঃ ?
মাতঃ কঞ্চন বৎসকং মৃগয়িতুং মা গা বিষাদং ক্ষণাৎ
ইত্যেবং বৰবল্লৱী প্ৰতিবচঃ কৃষ্ণস্য পুষ্নাতু নঃ ॥

কৃষ্ণকৰ্ণামৃতম্ —২/৫২

পূৰ্ব্বোক্ত শ্লোকৰ তৃতীয় আৰু চতুৰ্থ শাৰিটি নাটত নাই। নাটত থকা শ্লোকটি হল—

কৰ্ত্তুং তত্ৰ পিপীলিকাপনয়নং সুপ্তা কিমুদ্বোধিতা।
বালা বৎসগতিং বিবেক্তুমিতি সংজল্পন্ হৰি পাতু বঃ॥

নাটত কৃষ্ণ কৰ্ণামৃত গ্ৰন্থৰ প্ৰথম আৰু দ্বিতীয় শাৰি গ্ৰহণ কৰি তৃতীয় আৰু চতুৰ্থ শাৰিটি তলৰ শ্লোকটিৰে পূৰ কৰা হৈছে। দ্বিতীয় শ্লোকটি হ'ল—

বদনে নৱনীত গন্ধ বাহং বচনে তস্কৰ চাতুৰী ধুৰিনম্।
নয়নে কুহনাশ্ৰুমাশ্ৰয়েথাঃ চৰণে কোমলতাণ্ডৱং কুমাৰম্ ॥

কৃষ্ণকৰ্ণামৃতম্ – ২/১৫

নাটখনৰ কাহিনীটো ভাগৱতৰ নহয়। পূৰ্ব্বোক্ত গ্ৰন্থৰ শ্লোক দুটিৰ ওপৰতে ভেজা দি নাটৰ কাহিনী ভাগ সজাই পৰাই তোলা হৈছে আৰু নাট্যকাৰ গৰাকীৰ নিজা কাল্পনিক চিত্ৰ এখনিও ভাহি উঠিছে। শ্লোক দুটিৰ প্ৰতিটো পদৰ লগত গীতাংশ মিলাকৈ লিখা হৈছে যেনে—

শ্লোকাংশ — কস্ত্বং বাল ?
গীতাংশ — মোৰ ঘৰে কোন তুমি বোলয় গোৱালী।
শ্লোকাংশ — বলানুজঃ।
গীতাংশ — বলাইৰ কনিষ্ঠ মই বোলে বনমালী।
শ্লোকাংশ — কিমিহতে ?
গীতাংশ — গোপী বোলে এথা তুমি আইলা কি কাৰণে।
শ্লোকাংশ — মন্মন্দিৰা শঙ্কয়া।
গীতাংশ — মোৰ ঘৰ বুলি আইলো বোলে নাৰায়ণে।

শ্লোকাংশ — মুক্ত তৎ নৱনীত পাত্ৰ বিবৰে হস্তং কিমৰ্থং ন্যসেঃ ?
গীতাংশ — জানিলো আসিলা তুমি ঘৰ নজানিয়া।
লৱণু কলসে কেনে আছা হাত দিয়া ॥
শ্লোকাংশ — কৰ্তুংতত্ৰ পিপীলিকাপনয়নং।
গীতাংশ — হৰি বোলে গোপীবৰ দোষ পাইলি বাছি।
পিম্পৰা গুছাইতে লাগি হাত দিয়া আছি ॥
শ্লোকাংশ — সুপ্তা কিমুদ্বোধিতা বালা?
গীতাংশ — গোপী বোলে উপকাৰ কৰি আছা ভাল।
কিসক জগাইলা মোৰ নিদ্ৰাৰ ছৱাল ?
শ্লোকাংশ — বৎসগতিং বিবেক্তুং।
গীতাংশ — কানু বোলে বৎস মই বিচাৰি নপাইলো।
তাৰে পুছিবাৰ তৰে ছৱাল জগাইলো ॥
শ্লোকাংশ — বদনে নৱনীত গন্ধবাহং বচনে তস্কৰ চাতুৰী ধুৰিনম্।
গীতাংশ — গোপী বোলে শুন অৰে টেটন কানাই।
তোহাৰ মুখত কেনে লৱণু গন্ধাই ॥
ইত্যাদি।

এনেকৈ শ্লোকাংশৰ লগত গীতাংশ মিলাকৈ ৰচনা কৰা হৈছে। নাটখনিৰ প্ৰথমাৱস্থাৰ কথাখিনিয়ে হাস্য ৰসৰ সৃষ্টি কৰিছে। পিচৰ খিনিয়ে করুণ ৰসৰ কিছু আভাস দিয়া যেন লাগে। যশোদাৰ ক্ৰোধোক্তিৰ পিচত কৃষ্ণৰ "আলোমাই গালি তুমি নপাৰিবা মোৰে" গীতটোত যশোদাৰ অন্তৰত আঘাত লগাকৈ তেওঁ কথা কৈছে। গীতিকাৰ গৰাকীয়ে শেষত নিজেই কবলৈ বাধ্য হৈছে "কহয় মাধৱ প্ৰভু, আৰ কিছু নবুলিবা, তোমাৰ জননী দুখ পাই"। নাটৰ শেষত ভক্তি বাণীয়ে ভুমুকি মাৰিছে।

"পিম্পৰা গুছোৱা নাট"ৰ কাহিনীটো হল এনেকৈ—এদিনাখন এগৰাকী গোপীৰ ঘৰত সোমাই কৃষ্ণই লৱণু কলহৰ মুখত হাত ভৰাই চুৰ কৰি খাই আছে আৰু শুই থকা ল'ৰা এটিকো জগাই দুষ্টালি কৰিছে। হঠাতে গৃহস্থনী গোপী গৰাকী আহি ভিতৰত কৃষ্ণক আন্ধাৰতে দেখা পাই কোন বুলি সুধিলে আৰু নানা প্ৰশ্ন কৰিলে। কৃষ্ণই সকলো প্ৰশ্নৰ পানী নসৰকা যথাযথ উত্তৰ দিলে। গোপী গৰাকীয়ে উত্তৰত পৰাজয় মানি অন্য উপায় নাপাই অন্যান্য গোপীসকলক লগত লৈ যশোদাৰ ওচৰত কৃষ্ণৰ দুষ্টালিৰ

কথা নিবেদন কৰে। যশোদাই কৃষ্ণক বহুতো বিকৰ্থনা কৰে। কৃষ্ণই যশোদাৰ তদুক্তিত বিৰক্তি বোধ কৰি বহুতো আঘাত লগা কথা কৈ যশোদাক চুপ কৰি দিয়ে। এয়ে নাটৰ কাহিনী।

নাটখনত বাল কিশোৰ শ্ৰীকৃষ্ণক এগৰাকী চতুৰ-চালাক, চোৰ, মিথ্যাবাদী হিচাবে দেখা যায়। নিজৰ ঘৰত দধি, দুগ্ধ লৱণু আদি আৰু দুগ্ধজাত সামগ্ৰী প্ৰচুৰ পৰিমাণে থকা সত্বেও কিয়নো পৰৰ ঘৰত চুৰ কৰি খাবগৈ লাগে? যশোদাই নিজে কৈছে "মোহোৰ ঘৰত দধি মন দেও যদি। প্ৰতি দিনে দিনে বোৱাইবাক পাৰোনদী"। তেনেস্থলত "কঙ্গালক ছুৱাল যৈচন তস্বৎ" কিয়নো চুৰ কৰি খাব লগা হৈছে কব নোৱাৰি। ধৰা পৰাৰ পিচতো অৰ্থহু নাৱ গৈ ৰলি পোৱাৰ পিচতো টিঙৰ পৰা ননমাকৈ থাকি গোপীৰ আগত নানা চালাক-চতুৰালি কথাৰে মিচা কথা কোৱাটোও অসঙ্গত। সেইবাবেই হবলা নাট্যকাৰ গৰাকীয়ে কৈছে "সকল কলাৰ গুৰু প্ৰভু নাৰায়ণ। গোপীক ভাণ্ডিলা তুমি একোন যতন॥ কহয় মাধৱ হৰি চৰণ তোমাৰ। মিছা মাতিবাৰ হৰি কোন ব্যৱহাৰ" ইত্যাদি। এইখিনিত তেওঁক আমি মিথ্যাবাদী বুলি কব পাৰোহঁক। যশোদাই তেওঁক নানা বিকৰ্থনা কৰাত তেওঁ নিজে দোষ স্বীকাৰ কৰিব খোজা নাই। বৰঞ্চ তেওঁ "যত অপমান মোৰে, দিয়া আছা বাৰে বাৰে, ভালে আমি সৈয়া আছো তাৰে" বুলিহে লোকৰ ওপৰত দোষ জাপিছে। আকৌ তেওঁ আক্ষেপ কৰিছে "জগত চাকিয়া লৱণু চোৰ নাম দেলহ। আৰ হামাৰ কি হৈতে ৰহল"? কিন্তু কৃষ্ণই এটি সত্য কথা কৈছে যে "ৰাজাৰ কুমাৰ হুয়া, গৰু চাৰি খাওঁ ভাত, দুৰ্গম সংকট ঘোৰ বনে। তথাপিতো আমি ভাল, বোলাইবাক নপাৰিলো আৰ ভাল বোলাইবো কমনে"। যশোদাৰ মনত অত্যন্ত আঘাত লগাকৈ এষাৰ কথা কৈছে যে "অপমান সহিবাক, নপাৰি পলায়া যাইবো, কংসৰ নগৰী মধুপুৰী। আমাক নপায়া লাগ, কান্দিয়া মৰিবা পাচে, সকল ভাৱনা হৈব চুৰি"। সেইবাবেই হবলা নাট্যকাৰ গৰাকীয়ে এনেকুৱা দুখ লগা কথা কৰবলৈ মানা কৰিছে "যাহাৰ মায়াৰ অন্ত, ব্ৰহ্মাহৰে নপাৱন্ত, হেন হৰি চাতুৰী ভৈলাই। কহয় মাধৱ প্ৰভু, আৰ কিছু নবুলিবা, তোমাৰ জননী দুখ পাই"। কৃষ্ণৰ এনে ধৰণৰ চোৰ চাতুৰী ৰস খেলা সমূহ সাধাৰণ দৃষ্টিত আলোচনা কৰিব পাৰি। অন্তৰ্দৃষ্টিত তেওঁ এইবোৰ মায়া নৰতনু ধাৰণ কৰি লীলা বিনোদ প্ৰকাশ কৰিছে মাত্ৰ।

এইখন নাটৰ যশোদাক আমি নিজৰ পুতেকৰ এনে দুষ্টালি তথা চতুৰালি কাৰ্য্যত আমনি পোৱা আৰু লাজ শ্ৰম লগা মহিলা হিচাবে দেখা

পাওঁহক। তেওঁৰ নিজৰ মান মৰ্য্যদা আছে, ঘৰত উভৈনদীকৈ দধিদুগ্ধ আছে। অথচ সেইবোৰ থাকোতেও কৃষ্ণই আনৰ ঘৰত গৈ চুৰ কৰি লবণু খোৱাত ভাল পোৱা নাই। কৃষ্ণৰ কাৰণে তেওঁ দধি, দুগ্ধ আৰু তজ্জাতীয় প্ৰচুৰ সামগ্ৰী যতন কৰি থয় আৰু কৃষ্ণই সেইবোৰ খায়ো। তথাপি তেওঁ সেইবোৰ খাই হেপাহ নুগুচে, আকৌ আনৰ ঘৰত চুৰ কৰি খোৱাত যশোদাই বেয়া পাইছে। তেওঁ কৈছে "যত পাৰা মানে খাব পেট ভৰি ভৰি। দুখীৰ ছৱাল যেন ফুৰ চুৰ কৰি"। তেওঁ ভৱিষ্যতলৈ সতৰ্ক কৰি দিছে "আৰ যদি যাৱা তুমি গোৱালীৰ বাৰি। হেমনে মাৰিবো যেন গায়ে ৰহে খাৰি"। যশোদা এই প্ৰসঙ্গত এগৰাকী অৱস্থা সপন্ন ভদ্ৰ মহিলা হিচাবে চিত্ৰিত হৈছে। নাট্যকাৰে যশোদাক বুজনি দি কৈছে "কহয় মাধৱ মাই গালি পাৰা কাৰে। ওহিতো নিয়ন্তা হৰি আতমা সবাৰে"।

গোপী সকলক নাটখনত স্নেহ আৰু ভয় মিশ্ৰিত ভাৱৰ মহিলা হিচাবে দেখা পাওঁহক। কৃষ্ণই যদিও তেওঁলোকক অপকাৰ কৰিছে, তথাপিতো "সব গোকুলক জীৱন প্ৰাণ" কাৰণে আৰু যশোদা মহিলাৰ ভিতৰত নায়িকা কাৰণে তেওঁলৈ ভয় কৰে, কৃষ্ণলৈ স্নেহ কৰে। অপকাৰৰ প্ৰতি অপকাৰ নকৰি তেওঁলোকে যশোদাক কৃষ্ণৰ অকীৰ্ত্তি বখানিছে। যশোদাই তেওঁলোকৰ কথা মানি লৈছে। কৃষ্ণৰ ওচৰত প্ৰশ্নোত্তৰ বেলিকা তেওঁলোক পৰাজয় হোৱাতো লাজৰ কথা। কাৰণ কৃষ্ণ এগৰাকী দুগ্ধপোষ্য বালক। গোপী সকলক এনেকৈয়ে চাব পৰা হয়। নাটখনত এজন সঙ্গীও আছে। তেওঁ উপদেশ দিয়ে।

## (ঘ—৩৪) — ভূমি লোটোৱা নাট: –

ভূমি লোটোৱা নাট খনো কৃষ্ণৰ বাল্য লীলা বিষয়ক এখন ভাল নাট। ইয়াতো কৃষ্ণৰ চোৰ চাতুৰী ৰস পুষ্ট হৈ আছে। নাটখনত গীত পাঁচটা, ৰাগৰ সংখ্যা চাৰিটা যেনে আশোৱাৰী, ভাটিয়ালী, শ্ৰী, শ্যাম, তালৰ সংখ্যা তিনিখন যেনে এতালি, পৰিতাল, যতি। ভটিমা নাই। নাটখনত শ্লোক সংখ্যা দুটা পোৱা হৈছে। প্ৰথম শ্লোক এটা আৰু নাটৰ মাজৰ শ্লোক এটা। শ্লোক দুটা বহুতে কৃষ্ণকৰ্ণামৃত গ্ৰন্থৰ পৰা অনা হৈছে বুলি কব খোজে; কিন্তু সেই গ্ৰন্থৰ তৃতীয় শতক (অধ্যায়) পৰ্য্যন্ত বিচাৰিও শ্লোক দুটা পোৱা নাই। নাটত থকা দুটা শ্লোকতে ভিত্তি কৰি যে নাট্যকাৰে নাটখনৰ কাহিনী দীঘলীয়া কৰিছে বা নাটখনৰ অঙ্গ-প্ৰত্যঙ্গ পূৰ্ণ কৰিছে সেই কথা ভালকৈ জনা হৈছে।

ভাগৱতত এই কাহিনী পাবলৈ নাই। যি দুটা শ্লোকৰ ওপৰত ভিত্তি কৰি নাটখন পূৰ্ণাঙ্গ কৰা হৈছে, সেই শ্লোক দুটা নিম্নস্থানত উদ্ধৃত কৰা হল—

১। মুগ্ধং লিপিত দুগ্ধং দধিকন দিগ্ধং ঘনাঘনস্নিগ্ধম্।
অসুৰমিব তাকিতং কাঞ্চন গোপ বালকং বন্দে॥
২। নিত্যং নৱ নবনীতং কেন চ পীতং পয়ঃ ক্ৰমৈ মুৰলী।
ইতি সমুদীৰ্য্য লুণ্ঠন্তং ভূমৌ বাঙ্গং নমামি গোপালম্॥

নাটখনৰ কাহিনী হ'ল এদিন কৃষ্ণই নিজৰ ঘৰতে মাকৰ অনুপস্থিতিত "ক্ষীৰ লৱণু চুৰি কৰি খাবল"। এনেতে যশোদা উপনীত হোৱা দেখি তেওঁ "ভয়ে জননীক ভাণ্ডিতে যৈচে কপট কয় কান্দিতে লাগল"। তেওঁ কান্দি কান্দি কবলৈ ধৰিলে 'কেবানিয়া খাইলে মোৰ এনৱ লৱণি। ঘন ক্ষীৰ থৈয়াছিলো তাবে গেল খায়া। এথায়ে আছিলা বাংশী কেবা নিল তাৰে' ইত্যাদি। তেওঁৰ উক্ত একেলগে সিদ্ধ তিনিটা প্ৰমাদৰ গোচৰ শুনি "যশোদা পুত্ৰ স্নেহে নানাবিধ কাকুতি কৰিয়ে যৈছে শান্ত কৰি'ত লাগল"। যশোদাই কৃষ্ণক বুজনি দি শান্ত কৰিলে আৰু তন পান কৰাই নতুনকৈ মথা আৰু ভগৱৎ পূজা কৰিবলৈ থোৱা মাখনকে এবাব নোৱাৰি খাবলৈ দিলে। কৃষ্ণই তাকে খাই তৃপ্তি লাভ কৰিলে আৰু ভয়ৰ পৰা মোচন পালে। এয়ে নাটৰ কাহিনী। নাটখনত কৰুণ, আৰু প্ৰধান ভাৱে ভক্তি ৰসৰ সমবেশ আছে।

নাটখনত পাত্ৰ পাত্ৰী দুগৰাকী মাত্ৰ – কৃষ্ণ আৰু যশোদা। কৃষ্ণক নাটখনত এগৰাকী চতুৰ বুধিয়ক হিচাবে দেখা পোৱা যায়। তেওঁ নিজৰ ঘৰতে গাখীৰ চুৰ কৰি খাই মাকৰ ভয়ত "ভূমি লুটিয়া কান্দে গোপীনাথ ভাণ্ডিতে মাৱেৰে"। তেওঁ এনেকুৱা উপস্থিত বুদ্ধিপৰায়ণ ব্যক্তি যে লগে লগে তিনিটা প্ৰমাদৰ কথা মাকৰ আগত নিবেদন কৰে। তিনিটা প্ৰমাদ হ'ল নতুনকৈ থোৱা লৱণু কোনোবাই খোৱা, ঘনক্ষীৰ খাই যোৱা আৰু নিজৰ বাঁহীটো কোনোবাই লৈ যোৱা। তেওঁৰ বুদ্ধি খাটিল। নিজৰ মাকে তেওঁৰ টেঙৰালি ধৰিব নোৱাৰিলে। তেওঁৰ সংঘটিত তিনিটা প্ৰমাদৰ পৰিণতিত ভগৱৎ পূজালৈ সাঁচি থোৱা সুমিষ্ট মাখন পেট ভৰাই খাবলৈ পালে। ভগৱান কৃষ্ণই আমাক এনেকৈ উপস্থিত বুদ্ধি হ'বলৈ শিকাইছে; কিন্তু লোকৰ চুৰ কৰি খাবলৈ শিকোৱা নাই। এই নাটৰ আদৰ্শ হ'ল "ঐচন কৃষ্ণক মহিমা ইহা জানি কৃষ্ণক মনে ধৰিয়ে নিৰন্তৰে হৰি বোল হৰি বোল"।

যশোদাক আমি ইয়াত পুত্ৰ বৎসল পৰায়ণা এগৰাকী স্নেহময়ী মাতৃ হিচাবে দেখা পাওঁহক। তেওঁ কৃষ্ণৰ চাতুৰ্য্য ধৰিব পৰা নাই। কৃষ্ণৰ

তিনিটা প্ৰমাদৰ সন্দৰ্ভত নানা প্ৰলোভন দি কৃষ্ণক বুজাবলৈ চেষ্টা কৰিছে। তেওঁৰ স্নেহবাক্য "গোপাল শুনৰে বাপ বোল কৰ দূৰ। তোমাৰ পাৱৰ বালাই লও বাপৰ ঠাকুৰ" গীতটি মন কৰিবলগীয়া। আজিকালিও সাধাৰণতে বালকৰ ৰোহ ভাঙিবলৈ বহুতো প্ৰলোভন বহুতো কাতৰ কৰিব লগীয়া হয়। এইবোৰ সাধাৰণ ঘটনা। যশোদা আৰু কৃষ্ণৰ মাজৰ কথোপ-কথন, চতুৰালি, প্ৰলোভন, ৰোহ ভঙা কাৰ্য্যই দৰাচলতে এখন গাঁৱলীয়া চিত্ৰকে ডাঙি ধৰা হৈছে। নাট্যকাৰ গৰাকীৰ নাট্য প্ৰতিভা প্ৰশংসনীয়।

## (ঘ—৩৫) - ভোজন বিহাৰ নাট :—

মাধৱদেৱৰ "ভোজন বিহাৰ নাট" খনো বাকীবোৰ নাটৰে অন্তৰ্গত। নাটখনত গোৰক্ষক কৃষ্ণৰ লীলা বিষয় সন্নিবিষ্ট আছে। গীতৰ সংখ্যা দুটা, কিন্তু ছপা পুথিৰ মতে তিনিটা। ৰাগৰ সংখ্যা দুটা যেনে সিন্ধুৰা, বসন্ত। কিন্তু ছপা পুথিৰ মতে ৰাগ তিনিটা যেনে সিন্ধুৰা, বসন্ত আৰু শ্ৰী। তালৰ সংখ্যা দুখন – পৰিতাল আৰু যতি। ভটিমা আছে। ছপা পুথিত শ্লোক সংখ্যা পাঁচটা। নাটখনত অঘাসুৰ বধ আৰু ব্ৰহ্মমোহন এই দুটা কাহিনীও কোনো কোনো ছপা পুথিত সংযুক্ত কৰা আছে। দৰাচলতে ই স্বতন্ত্ৰ নাট হব লাগে। সাঁচী পতীয়া (সত্ৰৰ) পুথিত ই স্বতন্ত্ৰ নাট হিচাবে আছে। এতেকে এই প্ৰসঙ্গত ইয়াক স্বতন্ত্ৰ নাট হিচাবেহে দেখুউৱা হ'ব।

ভোজন বিহাৰ নাটখনৰ কাহিনীটো দশম স্কন্ধ ভাগৱতৰ ত্ৰয়োদশ অধ্যায়ৰ পৰা গ্ৰহণ কৰা হৈছে। অঘাসুৰ বধৰ পিচত ভোজন বিহাৰ আৰু তাৰ পিচতে ব্ৰহ্ম মোহন কাহিনীটো আছে (অৱশ্যে অঘাসুৰ বধ দ্বাদশ অধ্যা-য়তহে আছে)। এতেকে এতিয়া আমি ভোজন বিহাৰ খণ্ডটোহে ইয়াত গ্ৰহণ কৰাৰ আৱশ্যক।

নাটৰ কাহিনীটো এনেধৰণৰ-এদিনাখন কৃষ্ণই গোপ বালকৰ সৈতে গৈ বৃন্দাবনৰ সুকোমল বালি পাই গোবাচৰুক জল পান কৰাই তেওঁলোক পৰম ক্ষুধাতুৰ হৈ দধি ভাত ভোজন কৰিবলৈ ধৰে। এনেতে শ্ৰীকৃষ্ণক বিচাৰি দেৱৰ্ষি নাৰদ আহি তাতে উপস্থিত হৈ কৃষ্ণ গুণ বখানেহি আৰু খাদ্য সম্ভাৰ আগত লৈ বহি হুলস্থূল কৰি খাই থকা বালক সকলৰ পাতৰ পৰা অন্ন প্ৰসাদ গ্ৰহণ কৰি কৃতকৃত্য মানি তেওঁ প্ৰস্থান কৰে। সিমানতে নাট সমাপ্ত হয়। ছপা পুথিত অতিৰিক্ত ভাবে আছে এনেকৈ নাৰদৰ প্ৰস্থানৰ পিচত বালক সকলৰ গোবৎস বহুদূৰ স্থানলৈ যোৱাত তেওঁলোকে ভোজন গ্ৰাস এৰি গোবৎস বিচাৰি যোৱাৰ অভিলাষ কৰে। কিন্তু কৃষ্ণই তেওঁলোকক বাধা দি নিজেই গোবৎস

বিচাৰিবলৈ যায়। ইপিনে ব্ৰহ্মাই পৰীক্ষা কৰিবৰ কাৰণে গোবৎস সকল চুৰ কৰি নিয়ে। কৃষ্ণই গোবৎস বিচাৰি নাপাই চিন্তিত হয় আৰু ব্ৰহ্মাই নিয়া বুলি অৱগত হয়। সিমানতে নাটৰ কথা শেষ।

মূল ভাগৱতৰ লগত নাটৰ কাহিনীটো কিঞ্চিৎ অমিল পৰিলক্ষিত হয়। নাটত নাৰদৰ আগমন আৰু বালক সকলৰ পৰা উচ্ছিষ্ট খাদ্য গ্ৰহণ অংশটো মূল ভাগৱতত পাবলৈ নাই। বাকীখিনি নাটৰ কথা ভাগৱতৰ লগত একে। মাধৱদেৱ মহাপুৰুষে এই অংশটি কাল্পনিক ৰূপে চিত্ৰিত কৰিছে ভক্তি ৰস প্ৰাবল্যৰ হেতু। নাৰদৰ প্ৰস্থানৰ পিচত নাটকো পৰিসমাপ্ত হোৱা উচিত। কাৰণ ছপা পুথিত ব্ৰহ্মাই চুৰ কৰি নিয়া গোবৎস সকল বিচাৰি নাপাই কৃষ্ণ চিন্তিত হোৱা দেখা গৈছে; কিন্তু ব্ৰহ্ম মোহন হোৱা নাই। অৱশ্যে দুই এখন ছপা পুথিত ব্ৰহ্মমোহনো আছে। ৰচনা কৌশলত বা ৰচনাখিনিত নিপুণ হাত বহা নাই কাৰণে মাধৱদেৱৰ সৃষ্ট নহয় বুলি কবলৈ থল আছে। নাটবোৰ সত্ৰত সংৰক্ষিত হৈ আছিল। অঘাসুৰ বধ আৰু ব্ৰহ্মমোহন অংশ দুটা ভোজন বিহাৰ নাটত নথকাত অসম্পূৰ্ণ হোৱা যেন দেখি বোধহয় পিচৰ সত্ৰাধিকাৰ সকলে তাত নিজে ৰচনা কৰি সংযোগ কৰিছিল। এনে অনুমানো নিশ্চয় কৰিব পাৰি। গোবৎস বিচাৰি নাপাই কৃষ্ণই চিন্তিত হৈ থকা অৱস্থাত "অন্ন ভোজনে আজুবৰি পৰমাদ ভেল" গীতটি মহাপুৰুষ গৰাকীৰে ৰচিত হলেও ইয়াক নাটত নিদি বৰগীতৰ মাজত আবদ্ধ কৰি ৰখাই শ্ৰেয়ঃ।

নাটখনত কৃষ্ণ গোপালক হিচাবে আৰু বয়সত নিচেই সৰু (৫/৬ বছৰীয়া) হলেও সকলো বালকৰ মাজত প্ৰধান হিচাবে ঠাই পাইছে। তেও নাটত—

ৰূপে কোটি কাম- জিনি বহু ৰসে
খেলান খেলই ৰঙ্গে ॥
যাক ব্ৰহ্মজ্ঞানী ব্ৰহ্ম বুলি তাকে
বোলয় পৰম দেৱ।
মায়া বিমোহিত বোলে নন্দসুত
ব্ৰহ্মা কৰে যাক সেৱ ॥
অনেক জনমে যোগেশ্বৰো যাৰ
নপাৱে পদধূলাক।

গো বৎস, বালক ৰক্ষক কৃষ্ণই "সকল যজ্ঞ ভাগ, ভোজন কৰত যোহি, তাসুকৰ ফলদানা। সোহি মহেশ্বৰ, ভোজন কৰত বনে, ওহি

নিগম পৰমানা"। নাটখনত শ্ৰীদামাদি বালক সকলক কৃষ্ণ মুখাপেক্ষী বা কৃষ্ণৰ ওপৰতে সৰ্ব্ব ভাৰষা ৰাখি আগবাঢ়ি যোৱা দেখা গৈছে। নাটত নাৰদক আনি ভক্তি ৰস বৰ্দ্ধক আৰু বালকৰ পাতৰ উচ্ছিষ্টান্ন ভোজন কৰি তেওঁতকৈয়ো যে বালক সকল অধিক পবিত্ৰ আৰু ভক্ত, সেই কথাৰ প্ৰমাণ কৰি দেখুৱাইছে। ইয়াৰ দ্বাৰাই ভক্ত বালকৰ মহিমা উৎকৰ্ষতা বেছি হৈছে। তেওঁ কৃষ্ণক সাতখন বৈকুণ্ঠত বিচাৰি নাপাই বৃন্দাবনলৈ বিচাৰি আহি যমুনাৰ তীৰত "তোহাৰি পাদচিহ্ন ভেট পাৱলো। তোহাৰি চৰণক দাসক দাস কয় হামাক ভকতি দান দেহু" বুলি কোৱাতো যমুনা বা বৃন্দাবনৰ পবিত্ৰতা বৈকুণ্ঠতকৈয়ো অধিক আৰু কৃষ্ণৰ মহিমা তথা জগতৰ নায়ক হিচাবে প্ৰতিপন্ন হৈছে। মুঠতে ভক্তি ৰসৰ প্ৰাবল্যত নাটখনত ভালকৈ দেখা পোৱা যায়।

নাটখনত থকা পাঁচটা শ্লোকৰ ভিতৰত এটা শ্লোক (বিভ্ৰৎ বেণং জঠৰ পটয়ো শৃঙ্গ বেত্ৰেচ কক্ষে— ১০/১৩/১১) ভাগৱতৰ দশম স্কন্ধৰ ত্ৰয়োদশ অধ্যায়ৰ একাদশ সংখ্যক শ্লোক। বাকী কেইটা ক'ৰ পৰা সংগ্ৰহ কৰা হৈছে ধৰা টান।

## (ঘ—৩৬) — ভূষণ হেৰোৱা নাট :—

মাধৱদেৱৰ ভূষণ হেৰোৱা নাটখনৰ গীতৰ সংখ্যা পাঁচটা, ৰাগৰ সংখ্যা পাঁচটা, যেনে ভাটিয়ালী, শ্ৰী, গৌৰী, আশোৱাৰী, ধনশ্ৰী, তালৰ সংখ্যা দুখন যেনে এতালি আৰু পৰতাল, শ্লোক আৰু ভটিমা নাই। নাটখনৰ কাহিনী ভাগৱতৰ নহয়। বোধহয় কোনো এটি শ্লোকৰ ওপৰত ভিত্তি কৰি নাট্যকাৰ গৰাকীয়ে নিজৰো কাল্পনিক ৰহণ সানি নাটখনৰ কলেৱৰটো সাজিছে।

নাটৰ কাহিনীটো এনেকৈ— এদিনাখন কৃষ্ণই পিন্ধি থকা আ-অলঙ্কাৰৰে সৈতে কিবা কাৰণত নিজৰ মাকে মাৰে বুলি কদম্ব বৃক্ষৰ তলত মনে মনে শুই আছে। এনেতে পানী আনিবলৈ গৈ ৰাধা গোপীয়ে অলঙ্কাৰৰে সৈতে কৃষ্ণক শুই থকা দেখি কোনোবাই অলঙ্কাৰবোৰ চুৰ কৰি নিব বুলি ভাবি সকলো সম্পদ খুলি লুকাই ৰাখি কৃষ্ণক জগালে আৰু অলঙ্কাৰবোৰ কি হল সুধিলে। কৃষ্ণ নিমাত হল। ইতিমধ্যে ৰাধাই সকলোখিনি অলঙ্কাৰ যশোদাৰ হাতত সোধাই দি কাহিনীটো প্ৰকাশ কৰে। ইপিনে কৃষ্ণক পিচত কৃষ্ণ আহি যশোদাৰ আগত ৰাধাই তেওঁৰ অলঙ্কাৰখিনি চুৰ কৰি নিলে বুলি কয়হি। ৰাধা আৰু কৃষ্ণৰ মাজত তৰ্কাতৰ্কি হয়। শেষত কৃষ্ণই জয়লাভ কৰে আৰু যশোদাই ৰাধাক বিকৰ্থনা কৰি খেদি পঠায়। এয়ে নাটৰ কাহিনী।

নাটখনত আমি তিনি গৰাকী পাত্ৰ-পাত্ৰী দেখা পাওঁ। তেওঁলোক হ'ল কৃষ্ণ, যশোদা আৰু ৰাধা। নাটত ৰাধাৰ স্থান থকাৰ কাৰণে বহুতে মাধৱদেৱৰ ৰচনা নহয় বুলি এই নাটখনক অৱহেলা কৰিব খোজে। মাধৱদেৱ বাৎসল্যপ্ৰেমী ভক্ত মহাপুৰুষ বা শিশু কৃষ্ণৰ প্ৰতি অগাধ প্ৰেম থকাৰ কাৰণে তেৰাৰ নাটবোৰ শিশুসুলভ বুলি কোৱা হয়। ভূষণ হেৰোৱা নাটখনো শিশু সুলভেই। কিন্তু ৰাধা নামটো থকাত ই ঘৃণাৰ পাত্ৰ হৈছে। আমি দুটা কাৰণত এই নাটখন মাধৱদেৱৰ ৰচনা বুলি কব খোজা হৈছে। প্ৰথমটো হ'ল নাটখনত থকা পাঁচোটা গীত মাধৱদেৱ ৰচিত বৰগীতত বিদ্যমান। তেৰাৰ ৰচিত নোহোৱা হলে গীতখিনি বৰগীতত কেতিয়াও স্থান নাপালেহেঁতেন। দ্বিতীয়তে নাটখনত ৰাধাৰ নাম থাকিলেও তাত ৰাধাৰ প্ৰাধান্যতা থকা দেখা নাযায়। ৰাধা হল কৃষ্ণলীলা বিকাশৰ এটি আহিলাহে। যশোদাই "অয়ে দাসীক দাসী ধাণ্ডি গোৱাৰী" বুলি ৰাধাক যিখিনি বিকৰ্থনা বা গালি পাৰিছে তাৰ-দ্বাৰাই ৰাধাৰ সন্মানত আঘাত হৈছে। যশোদাৰ সংলাপত ৰাধা এগৰাকী দাসীৰো দাসী হিচাবেহে পৰিগণিতা হৈছে। এতেক ৰাধাক লৈ নাটখনিত সন্দেহ বা বিতৰ্কৰ অৱতাৰণা নকৰাই ভাল। ৰাধাৰ নাম থাকিলেই সেই ঠাইখন বা কিতাপ খন অশুচি নহয়। মহাপুৰুষৰ একশৰণ নামধৰ্ম্মত এজন পৰম পুৰুষৰ বাদে আনক প্ৰাধান্য বা স্থান দিয়া নহয়। মহাপুৰুষ গৰাকীয়ে কৃষ্ণক প্ৰাধান্য স্থাপনৰ কাৰণেই ৰাধা নামটোৰ অৱতাৰণা কৰিছে। কৃষ্ণৰ মহিমা প্ৰকাশ এনেয় ওপৰে ওপৰে নহয়গৈ। তাৰ কাৰণে কিছুমান আহিলাৰ প্ৰয়োজন হয়।

নাটখনত শ্ৰীকৃষ্ণক এজন চতুৰ আৰু সুবিধাবাদী বালক হিচাবে দেখা পাওঁহক। মাকৰ তাড়নাৰ ভয়ত কদম্বৰ তলত শুই থাকোতে ৰাধাই তেওঁৰ অলঙ্কাৰ সমূহ "চোৰুৱা মাৰি" নিব বুলি অনুভব কৰি সকলো সোলোকাই যশোদাৰ হাতত সোধাই দি ভালেই কৰিছিল। কিন্তু "গেল্লাতে টেঙা দিয়াৰ" ভয়ত মাকৰ আগত মিচা মাতি ৰাধাই সকলোবোৰ চুৰ কৰি আনিলে বুলি কোৱাত তেওঁক মিথ্যাবাদী আৰু সুবিধাবাদী হিচাবে আখ্যা দিব পাৰি। আকৌ এগৰাকী গোপীয়ে মিঠাই বুলি কিবা এটি নিচা লগা বস্তু দিয়াত সেইটো খাই তেওঁৰ "শিৰ ফিৰাৱত, নয়ন দুলাৱত, ঘনে ঘনে আৱত হাসি"। জ্ঞান বিৰহিত, হোই কদম্ব তলে, একা শুতাৱলো আমি" বুলি চতুৰ কথা কৈছে। এইখিনি কথা যশোদাৰ বিশ্বাসযোগ্য হবৰ কাৰণে কোৱা হৈছে। ৰাধাৰ লগত কথাৰ কটাকটি লাগি ৰাধাৰ পৰাজয় আৰু কৃষ্ণৰ বিজয় হোৱাত তেওঁ চতুৰালি, কথা চহকী বালক হিচাবে পৰিচিত হৈছে।

এনেকুৱা কিছুমান সময়ত উপস্থিত বুদ্ধি আৰু সুবিধা গ্ৰহণ কৰাৰ ভাৱ নাথাকিলেও বিপদ আছে।

যশোদা বুদ্ধিমতী আৰু চতুৰা নহয়। কৃষ্ণৰ চতুৰালি কথাত তেওঁ ভোল গল। ৰাধা আৰু কৃষ্ণৰ মাজৰ তৰ্কাতৰ্কিখিনি তেওঁ নীৰৱে শুনি থাকি তেওঁ শেষত যিটো ৰায় বান্ধি দিলে, সেইটো একপক্ষীয় হ'ল। তেওঁ "কৃষ্ণক বিনয় বাণী শুনি যশোদা স্নেহ ৰসে আকুল ভেল। ৰাধাক গাৰি দিয়ে খেদল"। সাধাৰণতে মাকে নিজৰ ঘৰত নিজৰ পুত্ৰেকক দোষ পালে পিটিত মাধমাৰো সোধায়। কিন্তু পৰৰ লোকে দোষ ধৰিলে, মৰিয়ালে বেজাৰ পায় আৰু কাজিয়া কৰে। এইটো গৃহস্থ লোকৰ স্বভাৱতে হোৱা কথা। যশোদাৰ ক্ষেত্ৰতো তেনেকুৱাই হৈছে।

নাটৰ মতে ৰাধা এগৰাকী যশোদাৰ তলতীয়া দাসী-বান্দি সেৱিকা মহিলা। তেওঁৰ প্ৰাধান্য ইয়াত থকা দেখা নাযায়। তেওঁ কৃষ্ণৰ দোষ খুচৰি দি হাতৰ কটাৰীয়েই হাত কাটিলে। কৃষ্ণৰ লগত হোৱা তৰ্ক যুদ্ধত তেওঁৰ পৰাজয় মন কৰিবলগীয়া। এগৰাকী গাভৰু মহিলাই সামান্য এটি বালকৰ লগত কথাৰ তৰ্কাতৰ্কিত পৰাজয় হৈ শেনটো হৈ আহি ফেচাটো হৈ উলটি যোৱাটো লাজৰ কথা। তেওঁ চুৰুণী নাছিল, কিন্তু ওলোটাই তেওঁহে জুন্টাবাত কোৱাতো হল আৰু দিন ডাকু হিচাবে অপযশ পালে। যশোদাই তেওঁক "ছিঃ তোহাৰি মুখে চাৰ পৰোক" বুলি কোৱাৰ কাৰণে ৰাধা এগৰাকী সামান্য মহিলা হিচাবে চিত্ৰিত হৈছে।

নাটখনত চোৰ চাতুৰী ৰস খেলা বা ভকতি আনন্দ ৰস খেলা প্ৰধান ভাৱে থাকি হাস্য ৰসকো ভুমুকি মাৰিবলৈ সুবিধা দিছে। কৃষ্ণৰ চতুৰ কথাখিনিত হাস্যৰ উদ্ৰেক হয়। নাটখনৰ শেষত নাট্যকাৰ গৰাকীয়ে কৈছে "ভাহে সামাজিক লোক! পেখু পেখু, শ্ৰীকৃষ্ণ ঐচন ভকতক আনন্দ দিয়ে সৰ্ব্বথা ৰহল। ইহা জানি কৃষ্ণ পাদ পদ্ম হৃদয়ে ধৰিয়ে হৰিবোল হৰিবোল"।

## (ঘ—৩৭) কোটোৰা খেলা নাট :—

কোটোৰা খেলা নাটখন (ৰাস ঝুমুৰাও) মাধৱদেৱৰ ছখন নাটৰ অন্তৰ্গত বুলি ইয়াত ধৰি লোৱা নাই। বাৰছোৱা নাটৰ বাহিৰ হ'লেও ইয়াক মহাপুৰুষৰ ৰচনা বুলি ঠাৱৰ কৰা হৈছে। ৰাধাৰ নাম থাকিলেও ইয়াত তেওঁৰ মহিমা অভ্যুদয় হোৱা নাই। সাধাৰণ গোপ বালকৰ হাতত গোপী-সকলৰ সৈতে তেওঁ অপদস্থ হৈছে। বাধ্যত পৰি কৃষ্ণক লৱণু দিম বুলি কোৱাত কোনোমতে তেওঁলোক ৰক্ষা পৰে আৰু কৃষ্ণই কোটোৰা খেলা পাতি

নৃত্য কৰে। নাটখনত কৃষ্ণৰ বাল্যক্ৰীড়াৰ যোগেদি আৰু ৰাধা প্ৰমুখ্যে গোপীসকলৰ যোগেদি তেওঁৰ মহিমা তথা ভক্তিৰস ফুটি ওলাইছে। নাটখনত কৃষ্ণৰ অবাইচমাত বা কৃষ্ণ সমন্বিতে গোপ বালকসকলৰ মুখত সাধাৰণ গাঁৱলীয়া মানুহৰ নিচিনাকৈ কুৎচিৎ বাক্য প্ৰকাশ পালেও যাৰ লগত যেনেকুৱা ব্যৱহাৰ কৰিলে ভাল হয় তাকেই কৰা হৈছে। নাটত থকা "কি সোধ তোঁৰ মায়েৰ পৈ" বাক্যটি সাধাৰণ ল'ৰাৰ মুখৰ বাক্য। বয়স আৰু শ্ৰেণী বিশেষে মানুহৰ বাক্য প্ৰকাশ আৰু ব্যৱহাৰ আদি থকাতো স্বাভাৱিক। নাটখনিতো তেনেকৈয়ে প্ৰয়োগ কৰা হৈছে। এতেকে নাটখনৰ ৰচনাৰ ক্ষেত্ৰত থকা সন্দেহ আঁতৰ কৰা ভাল।

নাটখনত গীতৰ সংখ্যা চাৰিটা, ৰাগৰ সংখ্যাও চাৰিটা যেনে শ্ৰী, ভাটিয়ালী, বৰাড়ি কানড়া। তালৰ সংখ্যা তিনিখন — এতালি, পৰিতাল আৰু ৰূপক। ভট্টিমা নাই। শ্লোকো নাই। ছপা পুথিত ভট্টিমা এটি আৰু প্ৰথম আৰু অপিচ শ্লোক দুটি পোৱা যায়। বিচাৰ কৰিলে তাত নিতান্ত সন্দেহ থকা যেন লাগে। সত্ৰীয়া পক্ষৰ পৰা সেইখিনি আমি গ্ৰহণ কৰিব পৰা নহয়।

নাটখনৰ কাহিনী এনেদৰে আছে বৃন্দাবনত কৃষ্ণ প্ৰমুখ্যে গোপবালক সকলে খেলা কৰি আছে। এনেতে ৰাধা সমন্বিতে গোপীসকলে দধি দুগ্ধ লৱণুৰ পোচাৰ লৈ যাওঁতে বাধাপ্ৰাপ্ত হৈ পোহাৰৰ বস্তু কোনে ল'ব বুলি ডাক দিয়াত বালক সকলে আমি ল'ম বুলি কলে। বালক সকলে বলৎকাৰ কৰি পোহাৰ নমাবলৈ যত্ন কৰে। গোপীসকলে বালকৰ নাম, জাতি সুধি লৈ পোহাৰৰ বস্তু দিবলৈ অস্বীকাৰ কৰে আৰু যমুনা ঘাটেদি পাৰ হবলৈ যায়। বালকৰ দ্বাৰা বাধাপ্ৰাপ্ত হৈ পুনৰ তেওঁলোক মথুৰা ঘাটেদি পাৰ হবলৈ যত্ন কৰোতে বালক সকলে আগভেটি ধৰে আৰু এইটো কানাই চকি বুলি দাবী কৰে। গোপীসকলে অন্য উপায় নেদেখি 'জবৰা বাপ' নামৰ এজন গোৱালৰ নাম স্মৰণ কৰে। জবৰা বাপে বালক সকলৰ প্ৰতি "হুল হুলি কৰিয়ে ধাৱল"। বালক সকলে তেওঁক "গলে বস্ত্ৰ দিয়া বিগুটি কৰি ঘসাৱল" আৰু "মহাচাট পাই জবৰা বাপ বেগে পলাৱল"। গোপীসকলৰ অন্য উপায় নোহোৱা হ'ল। তেওঁলোকে বাধ্যত পৰি নৃত্যৰ বিনিময়ত লৱণু দিবলৈ স্বীকাৰ কৰে। তেতিয়া কৃষ্ণই বালক সকলৰ সৈতে কোটোৰা খেল পাতে। এয়ে থূলমূল কাহিনী।

ইয়াত পাত্ৰ-পাত্ৰী হিচাবে কৃষ্ণ, বালকসকল, ৰাধা সহিত গোপীসকল আৰু জবৰা বাপ। পাত্ৰ-পাত্ৰীৰ বিচাৰ কৰিব লগা নাই। আগৰ

নাটকেখনৰ পাত্ৰ বিচাৰ ইয়াতো খাটে। ইয়াৰ "জবৰা বাগ" এজন বহুৱা বুলি ক'ব পাৰি। নাটখনৰ কাহিনী ভাগৱতৰ নহয়। নাট্যকাৰৰ ইয়াত কাল্পনিক চিত্ৰ আছে।

(ঘ—৩৮) ৰাস ঝুমুৰা নাট :—

ৰাস ঝুমুৰা নাটখন "বাৰচোৰা নাট"ৰ বাহিৰ বুলি কোৱা হৈছে। এইখনিও মাধৱদেৱৰে ৰচনা। পৰৱৰ্তী কালৰ সন্ত বৈষ্ণৱসকলে ইয়াক বাৰচোৰা নাটৰ অন্তৰ্ভুক্ত কৰা নাই। সেই কাৰণে ই পিচ পৰি থাকে। বহুতে এই নাটখনত ৰাধা কৃষ্ণৰ মিলন প্ৰসঙ্গ উত্থাপিত হোৱাত মাধৱ পুৰুষৰ ৰচিত নহয় বুলি কব খোজে। কিন্তু অভ্যন্তৰ প্ৰবেশ কৰি চোৱা হৈছে যে নাটখনত কৃষ্ণৰ মহিমা প্ৰকাশৰ কাৰণে ৰাধা এগৰাকী আহিলাহে। তেওঁৰ মহিমা বিকশিত হোৱা নাই, উৎকৰ্ষ হোৱা নাই আৰু ৰাধা কৃষ্ণৰ যুগল মূৰ্ত্তিৰ উপাসনাৰ কথা নাই। নাটত "দেখু জগত গুৰু কানু আৱত" বুলি কৃষ্ণ জগতৰ গুৰু হিচাবে চিহ্নিত হৈছে; কিন্তু তেওঁৰ "সঙ্গে সুন্দৰী ৰাধে ৰঙ্গে মিলাৱত" হলেও তেওঁ কৃষ্ণতকৈ অপ্ৰধানা হিচাবে গণ্য হৈছে। কৃষ্ণৰ ৰগত হে তেওঁৰ প্ৰবেশ হৈছে। ৰাধাৰ মুখত কৃষ্ণৰ মহিমা বিকাশিত হৈছে এনেকৈ "হে পৰমেশ্বৰ! তোহাৰি চৰণক আশু হামো কৰযোৰি মাগো ...। পৰম সুকোমল তোহাৰি চৰণ পল্লৱ ভুৱন দুৰ্ল্লভ। হামাৰ স্তন যুগলে যোহি ব্যাধি বাঢ়য়, তাহেক ওহি চৰণে দূৰ কৰহ। জানি তোহাৰি দাসী ভেলো, হামাক ওহি বাঞ্চা বঞ্চনা কৰবি নাহি"। কৃষ্ণই ক'লে

সুন্দৰী ৰাধে বাত বুজলোহোঁ তেৰা।
কোটি ব্ৰহ্মাণ্ড পালক হামো দেৱা
কান্ধে বগাৱলি মেৰা ॥
সবগোপ কামিনী তেজি সুন্দৰী ৰাধে
সঙ্গ বঢ়াৱলো তোই।
সবকহোধিক সৌভাগিণী মানিয়ে
মান গোৱাৱলি মোই ॥

কৃষ্ণৰ এই উক্তিত ৰাধাই পুনৰ কৈছে—

যাদৱ হে কৈচন বাত বেগাৰি।
সকল নিগমে ভেৰি অন্ত নপাৱত
হামো পামৰি গোপনাৰী ॥
তোহো পৰমগুৰু নিখিল ভুৱন পতি
মানুষ ভাৱ তোহাৰি।

চতুৰ বয়ন তেৰি মায়া বিমোহিত
জানে নাহি যোগ বিচাৰি ॥
তেৰা ঐচন ভাৱ নজানিয়ে
কয়ৰো গৰব নাথ তোই ॥

ৰাধাই পুনৰ কৈছে "তোহাৰি ঐচন অচিন্ত্য প্ৰভাৱ। মানুষ ভাৱ পেখিয়ে হামো মোহিত ভেলো, কান্ধে বগাৱলো, পৰম অপৰাধ আচৰলো। হে নাথ! ওহি অপৰাধ মৰষ স্বামী, তোহাক চৰণে মাগো, আঞ্চৰ পাতি কৰ যোৰি মাগো, তোহাৰি অধৰ মধুপান কৰাই হামাক ৰক্ষা কৰহ। হামো তোহাৰি চৰণক নিজ দাসী ভেলো, হামাক চাড়বি নাহি" ইত্যাদি।

কৃষ্ণ আৰু ৰাধাৰ মাজৰ এনেকুৱা উক্তি প্ৰত্যুক্তিখিনি চালে বুজা যায় যে উক্ত নাটখনত ৰাধাৰ উৎকৰ্ষতা মুঠেই নাই। কৃষ্ণৰ ওচৰত তেওঁৰ যিখিনি বিনম্ৰ কাতৰ বাক্য, তাৰ পৰা কৃষ্ণৰ প্ৰাধান্য প্ৰতিষ্ঠাহে হৈছে। ৰাধাৰ "হামো পামৰি গোপনাৰী," তোহাৰি চৰণদাসী ভেলো" ইত্যাদি উক্তিবোৰে ৰাধাক অপকৰ্ষ কৰিছে অৰ্থাৎ তেওঁৰ মৰ্য্যাদা ক্ষুণ্ণ হৈছে, কৃষ্ণৰ উজ্জ্বল উৎকৰ্ষ সাধিত হৈছে। এতেকে কৃষ্ণ নামৰ মহিমা বিকাশৰ কাৰণে ৰাধা এগৰাকী শ্ৰেষ্ঠ আছিলা আৰু নাটখনত ৰাধাৰ উপস্থাপন প্ৰয়োজন আছে। মহাপুৰুষ মাধৱদেৱৰ ভক্তি ৰস প্ৰচাৰৰ কাৰণে এনেকুৱা নাট্য কৌশল প্ৰশংসনীয়।

বহুতৰ মতে ৰাস ঝুমুৰা নাটখনৰ কাহিনী ভাগৱতৰ। কৃষ্ণৰ ৰাস লীলাৰ লগত ইয়াৰ সম্পৰ্ক আছে ইত্যাদি ইত্যাদি। কিন্তু আমি দেখা পাইছো ৰাসলীলা বা কেলি গোপালৰ লগত ইয়াক মুঠেই সম্পৰ্ক ঘটাব নোৱাৰি। যি কেইটা কাৰণত সম্পৰ্ক নঘটে, তাৰ গোটাচেৰেক উদাহৰণ দিয়া হ'ল --

(১) মূল ভাগৱতত আৰু কেলিগোপাল নাটত ৰাধাৰ নাম নাই। এতেকে এই নাটখনিত ৰাধাৰ কথা আছে।

(২) ভাগৱতৰ ৰাসলীলাত যি গৰাকী গোপীয়ে কৃষ্ণৰ কোলাত উঠি ভ্ৰমিছিল, তেওঁৰ অহঙ্কাৰ দুগুণে চৰিছিল। তেওঁ পুনৰ কান্ধত উঠিবলৈ চেষ্টা কৰোতে কৃষ্ণ অন্তৰ্ধান হৈছে। কান্ধত উঠি ফুৰাৰ কাৰণে ক্ষমা খুজিবলৈ সময় সুবিধা নাপাইছিল।

(৩) কৃষ্ণ অন্তৰ্ধান হোৱাৰ পিচত গোপী গৰাকীয়ে কৃষ্ণই তেওঁক কোলাত লৈ ফুৰোৱাৰ বাবে আৰু কান্ধত উঠিবলৈ যোৱাৰ বাবে দোষ সম্পৰ্কীয় কোনো কথা ঘূণাক্ষৰেও উল্লেখ কৰা নাই। এই নাটখনত অপৰাধ মাৰ্জ্জনৰ কাৰণে ক্ষমা খোজা হৈছে।

(৪) গোপী গৰাকীয়ে কৃষ্ণৰ কোলাত উঠাৰ বাবে আৰু কান্ধত উঠিবলৈ খোজাৰ বাবে কৃষ্ণই কোনো অপমান বোধ কৰা কথা ভাগৱতত নাই। নাটখনিত "কান্ধে বগাৱলি মেৰা" বুলি অপমানিত হোৱা কথা সূচিত হৈছে।

(৫) ভাগৱতৰ মতে "গোপীক লৈযান্ত কোলে আনগাই তুলি" হে; কিন্তু এই নাটখনিত কান্ধত উঠাতোৱেই প্ৰতিপন্ন হৈছে।

পূৰ্ব্বোক্ত উদাহৰণৰ পৰা বুজিব পৰা হয় যে ভাগৱতৰ ৰাসলীলাৰ লগত ইয়াৰ সম্পৰ্ক নাই। হয়তো কোনো পুৰাণ বা উপপুৰাণৰ পৰা ছাঁ লৈ নিজৰ ভক্তি মিশ্ৰিত কাল্পনিক চিত্ৰ এখনিৰে নাটখনি পূৰ্ণাঙ্গ কৰা হৈছে। এনেকৈয়ে আমি এই নাটখনৰ ওপৰত দৃষ্টিপাত কৰিব পাৰোঁ হঁক।

নাটখনৰ কাহিনীটো হল—ৰাধাই অতি বিনম্ৰ সহকাৰে কৃষ্ণৰ সঙ্গসুখ বিচাৰে। কৃষ্ণই তেওঁৰ কান্ধত বগোৱাত আক্ষেপ কৰাত ৰাধাই ক্ষমা খোজে আৰু কৃষ্ণই প্ৰসন্ন হৈ ৰাধাৰ লৈতে বিহাৰ আৰম্ভ কৰে। এয়ে নাটৰ কাহিনী। নাটখনত গীত পাচোটা, ৰাগৰ সংখ্যা চাৰিটা যেনে বেলোৱাৰ, শ্যামগড়া, মাহুৰ, কল্যাণ। তালৰ সংখ্যা ৰূপক, যতি, পৰিতাল, খৰমানভেদে চাৰিখন। ভটিমা, শ্লোক নাই।

(৬.১)— ফৌজীয়া ভাওনা :—

আজিৰ পৰা প্ৰায় এশ ষাঠী বছৰ মানৰ আগতে কমলাবাৰী সত্ৰত "ফৌজীয়া ভাওনা" নামৰ এবিধ ভাওনাৰ প্ৰবৰ্তন হয়। ইয়াৰ প্ৰবৰ্ত্তক কমলাবাৰী সত্ৰৰ মুকুটমণি প্ৰথিতযশা পণ্ডিত সঙ্গীতজ্ঞ বৈকুণ্ঠগত সত্ৰাধিকাৰ ৺কৃষ্ণকান্ত গোস্বামী প্ৰভু। সম্ভৱ কমলাবাৰী সত্ৰৰ বাদে আন ঠাইত এই নামৰ ভাওনা পাবলৈ নাই। ইয়াৰ উৎপত্তি কেন্দ্ৰ কমলাবাৰী সত্ৰহে। সত্ৰত বৰ্ত্তি থকা বন্ধাৰাগৰ প্ৰবৰ্ত্তনো সেই সময়ৰ পৰাই হৈছে। ফৌজীয়া ভাওনাত বন্ধাৰাগৰ সম্বন্ধ নেৰা নেপেৰা। ইয়াত মেলাৰাগ নাই। ৺সত্ৰাধিকাৰ গৰাকীয়ে সেই (১৭৪০ শক মানত) সময়ত যোৰহাট তৰাজানৰ বিখ্যাত গায়ক ৺লোকাই গায়ন বকৰাৰ (এওঁক অসম বজাই গায়নৰ ওপৰত বৰুৱা পাতিছিল) পৰা বন্ধাৰাগ শিকি সত্ৰত প্ৰবৰ্ত্তন কৰে আৰু সেই চলতে ফৌজীয়া নাট লিখি তাৰ গীত বিলাকত সুৰ বান্ধি লয়। লগতে ওজা-পালিতো বন্ধাৰাগৰ ভিত্তি কৰি তাত সুৰ সন্নিবিষ্ট কৰে। ৺গায়ন বকৰাক সত্ৰত ৰখা হৈছিল বহুদিন আৰু বিশিষ্ট সত্ৰীয়া গায়নক তালৈ পঠোৱা ৰাগ শিকোৱাইছিল। ৺সত্ৰাধিকাৰ প্ৰভুজনাই সত্ৰত তেওঁক ৰাখোতে নিজে ৰাগবোৰ শিকি লৈছিল। লগতে সেই সময়ৰ ডেকা সত্ৰাধিকাৰ ৺ধৰ্ম্মকান্ত দেৱ গোস্বামী প্ৰভুজনায়ো ৰাগবোৰ শিকি

হৈছিল। এক শতাধিক বন্ধাৰাগ শিকা হৈছিল। এনেকৈ কলা সঙ্গীতপ্ৰেমী সত্ৰাধিকাৰ, ডেকা সত্ৰাধিকাৰ আৰু বিশিষ্ট ভক্ত গায়ক সকলে ৰাগবোৰ আয়ত্ত কৰি সেইবোৰ সত্ৰত ব্যৱহাৰোপযোগী কৰি যথা স্থানত খটুৱাই লৈছিল। বন্ধাৰাগবোৰ প্ৰাক্-শঙ্কৰী যুগৰ। ইয়াক এতিয়াৰ ভাষাত অ-শঙ্কৰী ৰাগ বুলি কোৱা হয়। ই দবাচসতে ভক্তিমাৰ্গৰ ৰাগেই আছিল। ইয়াক কমলাবাৰী সত্ৰই মেলাৰাগ বা শঙ্কৰী ৰাগৰ সমপৰ্য্যায়ত ৰখা নাই অৰ্থাৎ মেলাৰাগৰ পিচত গৌণ হিচাবে ইয়াক ৰখা হয়। অসমত উক্ত ৰাগবোৰ কিছুত বা কিকি কাৰ্য্যত ব্যৱহাৰ কৰিছিল কোৱা টান। কিন্তু সত্ৰলৈ ইয়াক অনাৰ পিচত সৎপাত্ৰত ইয়াৰ ব্যৱহাৰ হয়। কমলাবাৰী সত্ৰই এনে নীতি গ্ৰহণ কৰাৰ পিচত অন্যান্য ঠাইলৈ ইয়াৰ সম্প্ৰসাৰণ হয়।

মেলাৰাগক শঙ্কৰী আৰু বন্ধাৰাগক অ-শঙ্কৰী ৰাগ বোলা হয়। উক্ত নাম দুটা কেনেকৈ উদ্ভৱ হল তাক স্থিৰ কৰা কঠিন যদিও সম্ভৱতঃ কমলাবাৰী সত্ৰতে দুয়োবিধ ৰাগৰ নাম দি লোৱা হয়। দুয়োবিধ ৰাগতে নিজস্ব বা স্বকীয় অৰ্থ বৈশিষ্ট্য নিহিত আছে। মেলাৰাগ মানে মুক্ত বা মুকলি, ব্যাপক, বিস্তাৰিত অৰ্থ সূচনা কৰে। বন্ধাৰাগ মানে মুক্তহীন বা বন্ধন, সীমাবদ্ধ, অবিস্তাৰিত অৰ্থ বুজায়। মেলাৰাগ সৰ্ব্বোপৰি শ্ৰেষ্ঠাসনাসীন কাৰণে ই ব্যাপক আৰু বন্ধাৰাগ তাতকৈ নিম্ন হোৱাৰ কাৰণে ই অব্যাপক বুলি কোৱা হয়।

'অঙ্ক' শব্দত 'ঈয়া' প্ৰত্যয় যোগ হৈ যেনেকৈ 'অঙ্কীয়া' পদসিদ্ধ হ'ল, ঠিক তেনেকৈ 'ফৌজ' শব্দটোত 'ঈয়া' প্ৰত্যয় যোগ কৰি 'ফৌজীয়া' কৰা হৈছে। ফৌজ শব্দটো যাবনিক শব্দ বুলি কোৱা হয়। আভিধানিক মতে ফৌজ শব্দটোৰ অৰ্থ হল সৈন্য, কটক আৰু সত্ৰীয়া ভকতীয়া অৰ্থ মতে হল সঙ্গীতজ্ঞৰ দল বা হৰি কীৰ্ত্তন কৰিব পৰা ভক্ত সমষ্টি। চৰিত পুথিতো আছে "কীৰ্ত্তনীয়া ফৌজ সমে সত্বৰে আসোক। নেতক ৰৰপেটাক লাগিয়া শীঘ্ৰে মোক" (গুৰুচৰিত/দৈত্যাৰিঠাকুৰ/পদ নং ১২৮) ইয়াত "কীৰ্ত্তনীয়া ফৌজ" মানে কীৰ্ত্তন কৰিব পৰা ভক্ত সমষ্টি বুলি বুজিব লাগিব। ফৌজীয়া ভাওনাত অধিক সংখ্যক গায়ন বায়নৰ প্ৰয়োজন হোৱা হেতুকে বোধহয় 'ফৌজীয়া' নামটো ৰখা বুলি ধৰিব পৰা হয়। ই শাস্ত্ৰীয় শব্দহে, অশাস্ত্ৰীয় নহয়।

**(৩৯—ক)— ফৌজীয়া ভাওনাৰ লক্ষণ ঃ**

অঙ্কীয়া ভাওনাৰ লগত ফৌজীয়া ভাওনাৰ কিছু বিলক্ষণ থকা দেখা যায়। ইয়াত বন্ধাৰাগহে ব্যৱহাৰ হয়, মেলাৰাগ নহয়। ভাৱৰীয়াৰ সাজ-

পোছাকত সামান্য ব্যৱধান মাত্ৰ, বাকীখিনি একে। সূত্ৰধাৰ গুলায় আৰু তাৰ সাজ,-পোছাকো একেধৰণৰ; কিন্তু ইয়াৰ সূত্ৰধাৰৰ কাৰ্য্য কিছু বছি। ইয়াত ঈশ বন্দনা, নান্দী গীত আৰু শঙ্কৰ মাধৱ গুৰু বন্দনা গীত আছে। গুৰু বন্দনাগীত (খনচেৰেকত) বৰ দীঘলীয়া। ধুৰা নামৰ এবিধ ত্ৰেতাল যুক্ত গীতো আছে। ভটিমাও বৰ দীঘলীয়া। ধৰণা নামৰ এবিধ গদ্যও আছে। সূত্ৰধাৰে কয় অৱ অৱধান কৰ, সঙ্গীয়ে কয় তা আজ্ঞা কৰহী। আকৌ সূত্ৰই কয় এমৎ প্ৰকাৰে শ্ৰীশঙ্কৰ মাধৱ দৱৰ স্থূল তত্ত্বপৰ্য্য স্বৰূপ বৰ্ণন হৈছে। ভূয়ঃ কিছু সম্পষ্টে বিবৰণ বৰ্ণাইতে চাহি। সঙ্গীয়ে কয়তা বল মোৰা সানন্দে শুনি - এনেকৈ সূত্ৰ আৰু সঙ্গীৰ মজত কথোপকথন হয়। ইয়াৰ ভাষা ব্ৰজাৱলী, হিন্দী, সংস্কৃত, আদিৰে মিশ্ৰিত। উদাহৰণ স্বৰূপে শ্ৰীকৃষ্ণৰ মুখত এষাৰি সংস্কৃত বাক্য দিয়া হৈছে যেনে "কস্ত্বং কিমৰ্থমাগতঃ", ৰাজদূতৰ মুখত আছে ব্ৰজাৱলী যেনে 'হে নাথ! তব পদ দৰশনে জন্মৰ সাফল ভেল। যদৰ্থে আৱলো তাশুনহ" আকৌ জৰাসন্ধৰ মুখত বিকৃত হিন্দী বাক্য আছে যেনে "হিয়াঁও মন্ত্ৰী! মেৰা মোকালিৰ যোসব ৰাজা হেঁ, মেৰা হুকুম ছ, সবকো পাকুৰকে লেকে কাৰাগাড়কা বিচমে পাই জিঞ্জিৰি লগাকৰ বন্ধ কৰকে ৰাখ। পিচু সবকা শিৰ কাটকৰ চণ্ডীকা পজেংগে"। এনেকৈ ফৌজীয়া ভাওনাৰ ভাৱৰীয়াৰ বচন বিচাৰ কৰিব পাৰি। ইয়াত থকা গীতবোৰত কেইবাখনো তালত বিভক্ত। ভাষা শতকৰা নবৈভাগ সংস্কৃতৰ। সূত্ৰবোৰ সংস্কৃত আৰু ব্ৰজাৱলী ভাষাত মিশ্ৰিত। অঙ্কীয়া নাটৰ লগত সামান্য ব্যৱধানেৰে ফৌজীয়া নাট সমূহ ৰচিত হৈছে। ফৌজীয়া নাটবোৰে দুজনা গুৰুক অনুকৰণ কৰা দেখা যায়।

(৩৯ খ) ফৌজীয়া নাটৰ সংখ্যা ঃ –

ফৌজীয়া নাটৰ সংখ্যা নিচেই সামান্য। নাটৰ বিষয় বস্তু ভাগৱত পুৰাণৰ পৰা লোৱা হৈছে আৰু কবি গৰাকীৰ নিজস্ব প্ৰতিভাও আছে। নাট সমূহৰ নাম যথাক্ৰমে (১) ৰাজসূয় (২) ৰুক্মিণী হৰণ (৩) দূতী সংবাদ (৪) দধি মথন (৫) কংস বধ (৬) অঘাসুৰ বধ ভোজন ব্যৱহাৰ ব্ৰহ্মমোহন আৰু (৭) মুক্তাহৰণ। নাট ৰচোঁতা যথাক্ৰমে ৺কৃষ্ণকান্ত দেৱ গোস্বামী, ধৰ্ম্মকান্ত দেৱ গোস্বামী, লক্ষ্মীকান্ত দেৱ গোস্বামী আৰু চন্দ্ৰকান্ত দেৱ গোস্বামী প্ৰভু সকল। নিম্ন স্থানত নাটসমূহৰ একোটি সামান্য আভাস দিয়া হ'ল।

(৩৯-গ) ৰাজসূয় নাট ঃ—

প্ৰসিদ্ধ নাট্যকাৰ ৺কৃষ্ণকান্ত দেৱ গোস্বামী প্ৰভুজনাই ৰাজসূয় নাটখন ১৭৭০ শকাব্দত লিখে। মাঘ মাহত নাটখন লিখি শেষ কৰা হৈছিল।

তাৰে প্ৰথম নকল কৰিছিল তেৰাৰ ভায়েক ৺হেমচন্দ্ৰ দেৱ গোস্বামী প্ৰভু জনাই ১৭৯৩ শকাব্দত। উক্ত প্ৰতিলিপিটি জৰাজীৰ্ণ অৱস্থাত আমাৰ হাতত ৰক্ষিত হৈছে। দ্বিতীয় নকল কৰা হৈছিল পুথি আকাৰে ১৮৩৪ শকৰ ১১ জেঠত। প্ৰতিলিপিকাৰ গৰাকী হ'ল ৺লম্বোৰাম গোস্বামী বা ৺লবো ভাগৱতী দেৱ। পিচৰ পুথিখন অতি সুন্দৰ অৱস্থাত আছে।

ৰাজসূয় নাটখন গীতি প্ৰধান। গীতৰ যোগেদি ভাঁৱৰীয়া সকলে ভাব প্ৰকাশ কৰিব লাগে। নাটখনত গীতৰ সংখ্যা পয়ত্ৰিশটা, ৰাগৰ সংখ্যা তেইশটা যেনে মাহুৰ, বসন্ত, পট মঞ্জৰী, পৰজ, তুড়, শ্ৰী, চালেঙ্গী, বিয়াহ গড়া, গান্ধাৰ, সৌভাগী, দেশাগ, সিন্ধুৰা, সৈ সিন্ধুৰা, শাৰঙ্গ, জয়শ্ৰী ৰাম-গিৰি, খট, বিভাষ, মল্লাৰ, পাহাৰিয়া, পূৰ্ব্বী, ভৈৰবী আৰু ধানশ্ৰী। তালৰ সংখ্যা ছখন যেনে ত্ৰেতাল, ক্ষেত্ৰতা তাল, ৰক্ততাল তীব্ৰৰক্ত, তাল, পৰিতাল আৰু যতি তাল। ভট্টিমা আগত আৰু পিছত দুটা পাত্ৰৰ মুখৰ, ভট্টিমা বেলেগে আছে। শ্লোক সংখ্যা ত্ৰিশটা, পাত্ৰৰ মুখৰ শ্লোক বেলেগে আছে। নাটৰ বিষয়বস্তু ভাগৱত পুৰাণ, মাধৱ মহাপুৰুষৰ ৰচিত ৰাজসূয় কাব্যৰ পৰা লোৱা হৈছে। লগতে স্বকীয় আভাসো আছে।

ৰাজসূয় নাটখন সত্ৰৰ বাহিৰে ভিতৰে বৰ নামজ্বলা বিধৰ নাট আছিল। সত্ৰৰ বাহিৰত ভাওনা কৰিব লগা হ'লে সত্ৰাধিকাৰ আৰু শকত সকলে উক্ত নাটখনতে নিৰ্ব্বাচিত কৰি লৈছিল। ১৮৮৭ খৃষ্টাব্দত ৰাণী ভিক্টো-ৰিয়াৰ সোণালী জয়ন্তী উপলক্ষ্যে শিৱসাগৰত বিভাগীয় কৰ্ত্তৃপক্ষৰ আমন্ত্ৰণ ক্ৰমে উক্ত নাটকখন কমলাবাৰী সত্ৰৰ ভকত সকলে অভিনীত কৰিছিল। নাটখনৰ আমোদজনক কাহিনীৰ বিষয়ে 'অসমীয়া নাট্য-সাহিত্যৰ জিলিঙণি (পৃষ্ঠা ১১৯) নামৰ কিতাপখনত ডঃ হৰিশচন্দ্ৰ ভট্টাচাৰ্য্যই সুন্দৰকৈ লিখিছে।

## (৩৯-ঘ) দূতী সম্বাদ নাট :—

দূতী সম্বাদ নাট (ফৌজীয়া) খন ৰচনা কৰিছিল ৺কৃষ্ণকান্ত দেৱ সত্ৰাধিকাৰ গোস্বামী প্ৰভুৱেই। ৰচনাকাল ১৭৭১ শকাব্দ। নাট্যকাৰ গৰাকীৰ স্বকীয় আভাস থকাৰ উপৰিও ভাগৱত পুৰাণৰ গোবৰ্দ্ধণ ধাৰণ, ইন্দ্ৰৰ মখ ভঙ্গ, কৃষ্ণাভিষেক আদি কাহিনী ভাগ আছে। প্ৰথম পৰ্য্যায়ত কৃষ্ণ আৰু ৰাধাৰ মাজত এগৰাকী দূতী (গোপী) অহা যোৱা কৰি দৌত্য কৰ্ম্ম কৰা কথা প্ৰকাশ পাইছে। প্ৰথম নান্দী গীততে উল্লেখ হৈছে "এদূতী সম্বাদ প্যাৰি হৰি প্ৰেম সাদ, বিষাদ প্ৰসাদ দোহাকাৰ" আকৌ গীতৰ শেষত "কহে কৃষ্ণ কান্ত সাৰ, গোবৰ্দ্ধন নাম আৰ, যাত্ৰা বাৰ্ত্তা নান্দিতে প্ৰকাশ" বুলিও কৈছে।

নাটখনিত গীতৰ সংখ্যা আঠাইশটা, ৰাগৰ সংখ্যা চাব্বিশটা যেনে সিন্ধুৰা, সৈ সিন্ধুৰা, চালেঙ্গী, তুড়, মাহুৰ, বসন্ত, শ্ৰী, মালশ্ৰী, সৌভাগী, খট, জয়শ্ৰী, এমত কল্যাণ, আশোৱাৰী, পূৰ্ব্বী, দেশাগ, সুহাই, কাফিৰ, পৰজ, পট মঞ্জৰী, ধনশ্ৰী, মধ্যাৰগী, শাৰঙ্গ, চৰথ, গৌৰী, বিভাষ, ভৈৰবী। তালৰ সংখ্যা আঠখন যেনে ত্ৰেতাল, ৰক্তমালি, তীব্ৰৰক্ত তাল, যতি তাল, থুকনি তাল, দীৰ্ঘৰক্ত তাল, খেমতা তাল, দীৰ্ঘ খেমতা তাল। ভটিমা দুটা। শ্লোক সংখ্যা একৈশটা। নাটখন গীতি প্ৰধান বা গীতি বহুল।

## (৩৯—ঘ) ৰুক্মিণী হৰণ নাট :—

ৰুক্মিণী হৰণ নাটৰ ৰচক ৺কৃষ্ণকান্ত গোস্বামী প্ৰভুজনা। নাটকৰ বিষয় বস্তু ভাগৱত পুৰাণৰ। নাট ৰচনা কালৰ শক তাৰিখ আদি পোৱা নাই। সম্ভৱ পূৰ্ব্বোক্ত দুয়োখন নাটৰ পিচতে এই নাটখন লিখা হৈছিল। ১৭৭১ ১৭৭৫ শকৰ ভিতৰতে এই নাটখন ৰচনা কৰাটো মনে ধৰে। নাট্যকাৰ গৰাকীৰ এইখন নাটেই অন্তিম ৰচনা। ইয়াৰ পিচতে তেৰাই কাপ কাঠি সামৰিছে।

নাটখনত গীতৰ সংখ্যা, ৰাগৰ সংখ্যা, তালৰ সংখ্যা, শ্লোক সংখ্যা আদি নাটখন পৰিষ্কাৰ অৱস্থাত নথকাৰ কাৰণে সঠিক ভাৱে ক'ব পৰা নাই। মোটামুটি ৰাগৰ সংখ্যা ওঠৰটা পোৱা হৈছে যেনে তুড়, দেশাগ, কেদ্ৰা, মল্লাৰ, এমত কল্যাণ, শ্ৰী, জয়শ্ৰী, শ্ৰীগান্ধাৰ, সিন্ধুৰা, চালঙ্গী, পূৰ্ব্বী, পটমঞ্জৰী, খট, পৰজ, আশোৱাৰী, বিভাষ, মধ্যাৰগী আৰু বসন্ত। তালৰ সংখ্যা এঘাৰখন পোৱা হৈছে আৰু কেইবাখনো নতুন তালৰ সন্ধান পোৱা হৈছে যেনে ত্ৰেতাল, খেমতা তাল, খৈৰা তাল, থুকনি তাল, ধামাজ তাল, একাৱলী তাল, আৰা তাল, পাঁচবাৰি তাল, জদ্ তাল, ৰূপক তাল, যতি তাল।

ৰুক্মিণী হৰণ নাটখন পৰিষ্কাৰ অৱস্থাত এতিয়াও পোৱা নাই। শক তাৰিখ আদিতো নায়েই গীতৰ সংখ্যাদিও একাদিক্ৰমে পোৱাত অসুবিধা হৈছে। ভৱিষ্যতৈ সুন্দৰ অৱস্থাত পোৱাৰ আশা থাকিল।

## (৩৯—চ) - দধিমথন নাট :—

দধি মথন নাট (ফৌজীয়া) ৰচোঁতা ৺কৃষ্ণকান্ত গোস্বামী প্ৰভুজনাৰ সহোদৰ তথা ডেকা সত্ৰাধিকাৰ ৺ধৰ্ম্মকান্ত দেৱ গোস্বামী প্ৰভু। তেৰাই কিমান বয়সত কোন শকত নাটখন লিখিছিল তাৰ সন্ধান পোৱা নহল। মাত্ৰ নাটখনৰ প্ৰতিলিপি এটি (১৮৫৭ শকৰ চ'তৰ ১৫ তাৰিখত চহী কৰা)

পোৱা হৈছে। প্ৰতিলিপিকাৰ এই সত্ৰৰে ৺মিঠাৰাম নাম লগোৱা আছে। নাটখনৰ আদি শ্লোকটি আৰু ভট্টিমাটি শ্ৰীশ্ৰীমাধৱদেৱ মহাপুৰুষৰ দধি-মথন আৰু ভোজন বিহাৰ অঙ্কীয়া নাটৰ পৰা ধাৰ কৰা হৈছে। নাটখনত নান্দী গীত নাই। প্ৰথমতে বসন্ত ৰাগত শঙ্কৰ মাধৱদেৱৰ বন্দনাৰে আৰম্ভ কৰা হৈছে। ইয়াকে "গুৰু বন্দনা" বুলি কোৱা হৈছে। নাটৰ বিষয়বস্তু সম্পূৰ্ণ ভাগৱতৰ নহয়। আদিতে নাট্যকাৰ গৰাকীৰ নিজৰ কাল্পনিক চিত্ৰ এখনি ডাঙি ধৰা আছে। পিচলৈ অঙ্কীয়া নাটৰ লগত মিল থকা দেখা যায়। নাটখনত গীতবোৰ সংক্ষিপ্ত আৰু কি কি ৰাগত গীতবোৰ বন্ধা হৈছে প্ৰতি-লিপিকাৰে উল্লেখ নকৰাত গীতৰ সংখ্যা, ৰাগৰ সংখ্যা আদি নিৰুপণ কৰিব পৰা নহল। নাটখনত ব্ৰজাৱলী, হিন্দী, সংস্কৃত, অসমীয়া ভাষা মিশ্ৰিত আছে।

(৩৯—ছ)—কংস বধ নাট ঃ

কংসবধ নাটৰ ৰচনা ৺ধৰ্ম্মকান্ত দেৱ ডেকা গোস্বামী প্ৰভুৰে। কোন শকত লিখা হৈছিল তাৰ সম্ভেদ পোৱা নহল। লগতে শুদ্ধ প্ৰতিলিপিৰো অভাৱ। নাটখনৰ বিষয়বস্তু বা কাহিনী দশম স্কন্ধ ভাগৱতৰ পৰা অনা হৈছে। নাটৰ ভাষা হিন্দী, সংস্কৃত; অসমীয়া আদি মিশ্ৰিত। গীতৰ সংখ্যা একত্ৰিশটা, ৰাগৰ সংখ্যা বাইশটা যেনে মাহুৰ, তুড়, পূৰ্ব্বী, কামোদ, গৌৰী বেলোৱাৰ, চালেঙ্গী, বৰাড়ি, মালগড়া, বসন্ত, এমৎকল্যাণ, বিভাষ, সুহাই, ৰামগিৰি, খট, পৰজ, ভূপালী, আৰহণা, ভৈৰৱী, বিয়াহগড়া, (ব্যাহ গড়া), শাৰঙ্গ, মল্লাৰ ইত্যাদি, তালৰ সংখ্যা পোৱা নাই। নান্দী গীত নাই। গুৰু বন্দনাৰে (শঙ্কৰ মাধৱ বন্দনাৰে) গীতৰ আৰম্ভণি কৰা হৈছে। শ্লোক সংখ্যা এঘাৰটা। নাটৰ ভট্টিমাটি শঙ্কৰদেৱৰ ৰচনা। "বন্দো গোবিন্দ গোপী জনমানন্দা" এই ভট্টিমাটি কংস বধ নাটত ৰজিতা খোৱাকৈ সংযুক্ত কৰা হৈছে। নাটৰ শেষত ভট্টিমা নাই। এনেকৈয়ে আমি কংস বধ নাটখনৰ সামান্য বিচাৰ কৰিব পৰা হয়।

(৩৯-জ) — অঘাসুৰ বধ, ব্ৰহ্মমোহন, ভোজন বিহাৰ নাট ঃ—

এই নাটখন ৰচোঁতা ৺কৃষ্ণকান্ত গোস্বামী প্ৰভুৰ অগ্ৰজ পুত্ৰ (ভতিজা) কমলাবাৰী সত্ৰাধিকাৰ সাধু পুৰুষ ৺লক্ষ্মীকান্ত দেৱ গোস্বামী প্ৰভু জনা। নাটখনৰ অৱশিষ্ট ভাগ দুষ্প্ৰাপ্য। বাৰপৃষ্ঠা পৰ্য্যন্ত থকা নাটখনহে আমাৰ হাতত পৰিছে। কোন শকত নাটখন লিখা হৈছিল তাৰ সন্ধান পোৱা নহ'ল। অনুমান নাট্যকাৰ গৰাকীৰ এই নাটখন তেৰাৰ শেষ বয়সৰ ৰচনা। নাটকৰ বিষয় বস্তু ভাগৱত পুৰাণ, ভোজন বিহাৰ অঙ্কীয়া নাট আৰু নিজৰ কাল্পনিক চিত্ৰ প্ৰতিফলিত হৈছে। নাটখনত একেলগে তিনিটা বিষয় বা

কাহিনী সংযোগ কৰা হৈছে। নাট্যকাৰে প্ৰথমতে "ৰাম কৃষ্ণ কৌতুক নাম নাটকং কল্যাণ সাধকম্" বুলি কৈছে আৰু তাৰ পিছতে "অঘাসুৰ নাশ, ভোজন ব্যৱহাৰ, ধাতাৰ মোহন স্তুতি ত্ৰয় লীলা আনন্দে কৰব" বুলিও কৈছে। নাটৰ ভাষা ব্ৰজাৱলী। ইয়াত থকা গীতবোৰ বন্ধাৰাগৰ নহয়, মেলাৰাগহে। তদুপৰি ইয়াৰ ভাষা ব্ৰজাৱলী। কিন্তু দুজনা গুৰু ৰচিত অঙ্কীয়া নাটসমূহৰ লগত ইয়াক অন্তৰ্ভুক্ত কৰিব নোৱাৰি কাৰণে ব্ৰজাৱলী ভাষা আৰু মেলা ৰাগতে নাটখন নিবদ্ধ হলেও উক্ত নাটখন ফৌজীয়া নাটৰ সম পৰ্য্যায়তে ৰাখিব লগা হ'ল। বাৰপৃষ্ঠা পৰ্য্যন্ত থকা নাটখনৰ গীতৰ সংখ্যা (মাধৱদেৱৰ "জয় জয় নন্দ" গীত এটিও আদিতে দিয়া হৈছে। তাৰ বাদে) বাৰটা, ৰাগৰ সংখ্যা আঠটা যেনে সুহাই, সিন্ধুৰা, কানড়া, তুড়, কামোদ, শ্ৰী নাটমল্লাৰ আৰু বসন্ত। তালৰ সংখ্যা তিনিখন এতালি; পৰিতাল আৰু যতি। শ্লোক সংখ্যা নটা। নাটখন পৰিপাটি বুলি ক'বলৈ থল আছে। অৱশিষ্ট অংশটো পূৰ্ণ কৰিব পাৰিলে নাটখনি উপাদেয় হ'ব বুলি ভবা হৈছে।

(৩৯-ঝ) মুক্তা হৰণ নাট ঃ—

মুক্তা হৰণ নাট লিখক কমলাবাৰী সত্ৰাধিকাৰ ৺চন্দ্ৰকান্ত দেৱ গোস্বামী প্ৰভু জনা। নাট লিখাৰ শক তাৰিখ আদি পাবলৈ নাই। নাটৰ ভাষা ব্ৰজাৱলী আৰু সংস্কৃত। নাটৰ নাম "ৰাধিকা দৰ্পচূৰ্ণাখ্যং মুক্তাহৰণ নাটকং" বুলি কৈছে। কাহিনীভাগ ভাগৱতৰ নহয়। কোনোবা পুৰাণৰ আৰু কাল্পনিক চিত্ৰেৰে নাটখন অঙ্কিত হৈছে। নাটখনত গীতৰ সংখ্যা একৈশটা, ৰাগৰ সংখ্যা উনৈশটা যেনে বিয়াহ গড়া, আৰহণা, দেশাগ, বসন্ত, বৰাড়ি, নৱনীত বৰাড়ি, চৰথ, জয়শ্ৰী, ধানশ্ৰী, মালশ্ৰী, পৰজ, সৌভাগী, আশোৱাৰী, মল্লাৰ, বিভাষ, গৌৰী, এমত কল্যাণ, সিন্ধুৰা আৰু ৰাইচা। তালৰ নাম নাই। ভটিমা এটা। শ্লোক তিনিটা।

৺কৃষ্ণকান্ত গোস্বামী প্ৰভুজনাই প্ৰবৰ্ত্তন কৰা ফৌজীয়া ভাওনাৰ লক্ষণৰ পৰা ৺চন্দ্ৰকান্ত গোস্বামী প্ৰভুজনা কিছু আতৰি আহা যেন লাগে। তাৰ নীতি, ক্ৰম মুক্তা হৰণ নাটত নাই। তথাপি বন্ধাৰাগৰ নীতি মানি চলাত শেষৰ জনাক ফৌজীয়া নাট্যকাৰ বুলি ধৰা হৈছে।

(ঘ - চ — ৪০) পুতলা ভাওনা—

পুতলা ভাওনাই সৰ্ব্ব প্ৰাচীন আৰু তাৰ পৰাই সুত্ৰধাৰৰ অৱতাৰণা হোৱা বুলি বহুতো পণ্ডিতে মত প্ৰকাশ কৰিছে। যি কি নহওক অসমত

পুতলা ভাওনা প্ৰাচীন কালৰ পৰা চলি আহিছে আৰু কমলাবাৰী সত্ৰই সেই স্বাদৰ পৰা এতিয়াও বঞ্চিত হোৱা নাই। কমলাবাৰী সত্ৰত পুতলা ভাওনা বা পুতলা নাচ চিন্তাৰে চুকি নোপোৱা কালৰে পৰা প্ৰচলিত আছিল। কিন্তু মাজ ছোৱাতে সেই অনুষ্ঠানটো সুপ্ত হৈছিল বা ম্লান পৰিছিল। "সৰ্ব্ব-নাশে সমুৎপন্নে অৰ্দ্ধংত্যজতি পণ্ডিতঃ" এই আদৰ্শ মানি লৈ সত্ৰৰে জনচেৰেক উদ্যমী শিল্পী ভকতে সুপ্তপ্ৰায় অনুষ্ঠানটো পুনৰুদ্ধাৰ কৰিবলৈ যত্ন লয়। ১৮৫০ শকাব্দত সেই সময়ৰ উদ্যোগী ডেকা ভকত শিল্পী ৺খগেশ্বৰ গায়ন আতৈয়ে তেখেতৰ সহযোগী হিচাবে সৰ্ব্বশ্ৰী সুনন্দ বায়ন আতৈ (বৰ্ত্তমান গৃহস্থী মাজুলী ভেকুলী মাৰি গাঁওত বসতি, ৺সোনাৰাম দেউৰী আতৈ ৺সৰুৰাম মুক্তি-য়াৰ আতৈৰ লগ লাগি পুতলা ভাওনা অনুষ্ঠানটো জাগ্ৰত কৰে। পুতলা ভাওনাৰ প্ৰথম নাট আছিল সীতা হৰণ, দ্বিতীয় হৰমোহন, তৃতীয় বালি বধ। হৰমোহন নাট লিখিছিল ৺চন্দ্ৰকান্ত দেৱ গোস্বামী কমলাবাৰী সত্ৰাধিকাৰ প্ৰভু জনাই। সীতাহৰণ আৰু বালিবধ নাট লিখিছিল ৺সৰুৰাম মুক্তিয়াৰ আতৈয়ে। পুতলা ভাওনা সেই সময়ত জনপ্ৰিয় হৈ উঠে আৰু বিভিন্ন ঠাইত প্ৰদৰ্শিত হয়। তাৰ পিচত কিছুদিন পুনৰ সুপ্ত অৱস্থাত থাকে। এই গ্ৰন্থ লেখকে পুনৰ ১৯৭৩ চনত ৺খগেশ্বৰ গায়ন আতৈক অনুৰোধ কৰি নিজৰ অৰ্থ ব্যয় কৰি সৰ্ব্বশ্ৰী ৰামনাথ বায়ন আতৈ, সোমেশ্বৰ নামলগোৱা আতৈ, দণ্ডীৰাম গায়ন আতৈক সহযোগী হিচাবে লৈ কাম আৰম্ভ কৰে। চিন্নাই কৰাত সহায় কৰে শ্ৰীযুত সুনন্দ বায়ন আতৈয়ে। এনেকৈ পুতলা ভাওনা আজিও চলি আছে। পুতলা ভাওনা সত্ৰৰ আপুৰুগীয়া সম্পদ। মানুহৰ দৰে হাত ভৰি সঞ্চালন কৰোতে ইয়াক যাদু বিদ্যাৰ কাম বুলিয়েই অজ্ঞ সকলে বুজে। পুতলা ভাওনাৰ কাৰণে বহুতো আহিলাৰ প্ৰয়োজন। পুতলা সাজিবৰ কাৰণে কুঁহিলা, কাগজ, আঠা, ৰং, সূতা, কাপোৰ-কানি আদি আৱশ্যক। পুতলা নচুৱাবৰ কাৰণে সুবিধা হবলৈ এখন ওখ মঞ্চৰ প্ৰয়োজন হয়। চাৰিওপিনে আবৰণ থাকে। প্ৰায় ৯/১০জন সূতা ধৰা মানুহৰ প্ৰয়োজন। আনপিনে গায়ন বায়নৰ এটি দল চোঁ ঘৰত লাগে। এজনে নাট পৰিচালনা কৰে। পুতলাৰ বচনবোৰ তেওঁ সৰসৰকৈ মাতি যায়। কেইজনমানে মুখত পেঁপা লৈ শব্দ কৰে আৰু নাট পৰিচালকজনে সেইবোৰৰ অৰ্থ ভঙাই দিয়ে। এনেকৈয়ে পুতলা ভাওনাৰ অনুষ্ঠান কৰা হয়। উৎসৱাদিত পুতলা ভাওনা প্ৰদৰ্শন কৰা হয়।

(ছ—৪৯)—অসমীয়া ভাওনা ঃ—

'অসমীয়া মাতৃভাষাৰ ভাওনাকে অসমীয়া ভাওনা বুলি কোৱা হয়। আহোমৰ ছণ বছৰীয়া ৰাজত্ব কালত বা বুৰঞ্জীয়ে চুকি নোপোৱা কালৰে পৰা

অসমত অসমীয়া ভাষা চলি আছিল। কিন্তু ইংৰাজ জাতিয়ে অসম দেশ অধিকাৰ কৰাৰ পিচৰে পৰা বিশেষকৈ ১৮৩৬ চনৰে পৰা এবিধ ৰঘুমলাই অসম বৃক্ষক আগুৰি ধৰিলে অৰ্থাৎ অসমীয়া ভাষাক বিদ্যালয়, বিচাৰালয় আদিৰ পৰা আঁতৰাই তাৰ ঠাইত বঙলা ভাষা প্ৰবৰ্ত্তন কৰিলে। ১৮৭৩ চন পৰ্য্যন্ত সেই ব্যৱস্থা বলবৎ থাকিল। কিন্তু অসমৰ আৰু অসমীয়া জাতিৰ সৌভাগ্য লক্ষ্মীৰ উদয় হল। জনচেৰেক অসমীয়া ভাষা সংস্কৃতি প্ৰেমী ব্যক্তিৰ আবির্ভাৱে বঙলা ভাষা বহিষ্কৃত হল আৰু অসমীয়া ভাষাই পুনৰ নিজৰ ঠাই দখল কৰি ললে। তেতিয়াৰে পৰা অসমত অসমীয়া ভাওনাৰ পুনৰ প্ৰচলন হয়।

কমলাবাৰী সত্ৰত অসমীয়া ভাওনা অৰ্থাৎ অসমীয়া ভাষাৰ ভাওনা পুনৰ আৰম্ভ হয় ১৯৩৪ চনৰ পৰা। 'প্ৰবীৰ পতন' আৰু 'সীতাহৰণ' নাট দুখনেৰে অসমীয়া ভাষাৰ ভাওনা পুনৰ শুভাৰম্ভ হয়। তেতিয়াৰে পৰা এতিয়ালৈকে অসমীয়া ভাষাৰ নাট অভিনীত হৈ আহি আছে।

কমলাবাৰী সত্ৰত অসমীয়া ভাওনা চাৰি প্ৰকাৰে অভিনীত কৰা হয় যেনে গীতৰ ভাওনা, ধুৰা ভাওনা, জুৰি ভাওনা আৰু চোক্ৰা গানৰ ভাওনা। চাৰিও বিধ ভাওনাৰ ব্যাখ্যা এনেদৰে—

(জ—৪২) -গীতৰ ভাওনা ঃ—

অসমীয়া নাট লিখে সত্ৰাধিকাৰ আৰু ভকতসকলে। নাটবোৰৰ সাধাৰণতে ৰামায়ণ, মহাভাৰত, মহাভাগৱতৰ ভক্তি মূলক কাহিনী হব লাগে। অন্য পুৰাণৰ, উপপুৰাণৰ বা কাল্পনিক ভাৱৰ নাট অভিনীত কৰাত বাধা নাই। কিন্তু সকলোবিলাকেই ভক্তিমূলক হোৱাটো উচিত। নাটৰ আদ্যন্ত ভক্তিৰস সমৃদ্ধ হলে নৱবিধ ভক্তিৰ আধাৰভূত কীৰ্ত্তন ঘৰত অভিনীত কৰিব পাৰিলে ভাল। শক্তিৰ প্ৰভাৱ থকা বা মদনানুকৰণ যুক্ত নাটক অভিনীত কৰাটো বৈষ্ণৱোচিত নহয় বা বৈষ্ণৱ শাস্ত্ৰী নহয়। সেয়ে সত্ৰত ভক্তিমূলক নাটহে লেখা হয়। নাটৰ গীত বিলাকো নাট্যকাৰ গৰাকীয়েই ৰচনা কৰে, কিন্তু সত্ৰাধিকাৰৰ বাদে ভকতসকলে গীতত নিজৰ নামৰ ভনিতা দিব নোৱাৰি। গীত বিলাকৰ সুৰ বৰ্দ্ধাৰাগৰ পৰা আহৰণ কৰি নিয়া হয়। ঈশ বন্দনা, গুৰু বন্দনা, নান্দী গীত আদি থাকে। গায়ন বায়ন সকলে পাগুৰি মাৰি নাধেমালি বজোৱাৰ

পিচত ধলনা বজাই গীত আৰম্ভ কৰে। দোহাৰৰ সন্মুখত তিনিজন বা চাৰিজন গায়ন ঠিয় হৈ গীতবোৰ গায়। প্ৰবেশৰ গীত গোৱাৰ পিচত সত্ৰীয়া নিজা বাজনাত ভাৱৰীয়াসকলে ঠেওঠমক ধৰি প্ৰবেশ কৰে। সত্ৰীয়া নিজস্ব ধৰা বন্ধা বাজনা আছে। বিলম্বিত, মধ্য আৰু দ্ৰুত এই তিনিটা ভাগত গীতবোৰ গাব লাগে। এনেকৈয়ে সত্ৰত গীতৰ ভাওনা কৰা হয়।

(ঝ—৪৩)—ধুৰা ভাওনা ঃ—

ধুৰা ভাওনাৰ উৎপত্তি কেন্দ্ৰ বৰপেটা সত্ৰ। বৰপেটা সত্ৰত কেতিয়াৰ পৰা এই ভাওনাৰ প্ৰচলন হয় জনা নাযায়। কিন্তু কমলাবাৰী সত্ৰত ধুৰা ভাওনাৰ প্ৰচলন হয় ১৮১৩ শকাব্দৰ (১৮৯১ চনৰ) পৰা। সেই সময়ত বৰপেটা সত্ৰৰ ৺শেহৰাম বাপু (এওঁ ব্ৰাহ্মণ) আৰু ৺চেনাৰাম তহচিলদাৰ আহি কমলাবাৰী সত্ৰত উক্ত ভাওনাৰ শিক্ষা দিয়ে। ৺শেহৰাম বাপুৱে জয়দ্ৰথ বধ নাট আৰু ৺তহচিলদাৰে সীতা বনবাস আৰু অভিমন্যু বধ নাট শিকায়। কমলাবাৰী সত্ৰত তেতিয়াৰ পৰা ধুৰা ভাওনাৰ প্ৰচলন হয় আৰু অসমৰ সত্ৰে-সভায়ে (সত্ৰ বশেষে) গাঁৱে ভূঞে প্ৰবল গতিৰে সম্প্ৰসাৰিত হয়। কমলাবাৰী সত্ৰৰ ভকতক নি গাওঁ সমূহে উক্ত ভাওনা শিক লয়। বৰ্ত্তমান বৰপেটা সত্ৰত ধুৰা ভাওনাৰ সঁচ কঠীয়া মৰিল বুলি জনা যায়। কমলাবাৰী সত্ৰত এতিয়াও উক্ত ভাওনা মাজে সময়ে প্ৰকাশ হয়।

অঙ্কীয়া ভাওনাৰ সূত্ৰধাৰৰ দৰে ধুৰা ভাওনাতো এজন সূত্ৰধাৰ থাকে। ইয়াত অঙ্কীয়া ভাওনাৰ দৰে শ্লোক (মাত্ৰ দুটা), ঈশ বন্দনা, গুৰু বন্দনা, নান্দী, ভট্টিমা, সূচনা, প্ৰবেশৰ, যুদ্ধৰ, বিলাপৰ গীত (ধুৰা) আদি আছে। মাত্ৰ সুৰ, সঞ্চাৰ, গতি-বিধি, পোছাক পৰিচ্ছদাদিত পৰস্পৰ বিৰোধী আছে। সূত্ৰধাৰ জনৰ সাজপোছাক এনে ধৰণৰ—ধৌত চুৰিয়া, বনকৰা চোলা, মূৰত কাপোৰৰ পাগুৰি, কঁপালত বগা ফোঁট আৰু হাতত চোঁৱৰ। গায়ন-বায়নসকলে হৰিধ্বনি কৰাৰ লগে লগে সূত্ৰধাৰজনে আসনলৈ সেৱা কৰি পোনে পোনে ঠিয় হৈ "হৰি অ' প্ৰভু নাৰায়ণহে" বুলি ৰামায়ণ, মহাভাৰত বা ভাগৱতৰ সঙ্গতি সূচক দুটা শ্লোক আবৃত্তি কৰে। তাৰ পিচতে ৰাগ দি ভগৱৎ বন্দনাৰ ধুৰা গীত আৰম্ভ কৰে। পদ চালনা কৰি আগবাঢ়ি গৈ থাকে। দুজন বায়নে সূত্ৰধাৰৰ পিচে পিচে পদচালনা কৰি যায়। মাজত বা শেষত ধুৰা গীত ভাঙে

আৰু ঘূৰি ঘূৰি ছুঁহুকি 'গ দোহাৰত ৰয়গৈ। অঙ্কীয়া ভাওনাৰ সূত্ৰৰ দৰে ইয়াতো এবিধ সূচনা আছে। ইয়াক সূত্ৰ নুবুলি সূচনা বোলা হয়। সূচনা মানে অবগতি বা জাননী। সূচনা বিলাকে ভাৱৰীয়াৰ প্ৰবেশ, প্ৰস্থান, আৰু কথ্য কোৱাত আঁট লগাই দিয়ে। অঙ্কীয়া ভাওনাত সূত্ৰধাৰে যেনেকৈ সূত্ৰ মাতি-লেহে ভাৱৰীয়াসকলে প্ৰবেশ, প্ৰস্থান কৰিব পাৰে আৰু বচন মাতিব পাৰে, ঠিক তেনেকৈ ধুৰা ভাওনাতো হয়। অঙ্কীয়া ভাওনাত গুৰু বন্দনা নাই। কিন্তু ইয়াত লগাই লোৱা হৈছে। কমলাবাৰী সত্ৰত ইয়াক সংস্কাৰ কৰি লোৱা হৈছিল। ধুৰা মানে ধৰণী বা অভিনয় খনিৰ আঁট ধৰি থাকে বাবে ধুৰা বোলা হৈছে। পূৰ্ব্বতে ধুৰা ভাওনা বঙলা ভাষাত চলিছিল। পিছত অসমীয়া ভাষালৈ ৰূপান্তৰিত হয়।

## (ক্ৰ-৪৪) জুৰি ভাওনা :—

কমলাবাৰী সত্ৰত ১৮১৩ শকাব্দৰ পৰা ১৮১৫ শকাব্দৰ ভিতৰত "জুৰি ভাওনা" নামৰ এবিধ ভাওনাৰ প্ৰচলন হয়। সেই সময়ৰ কমলা-বাৰী সত্ৰাধিকাৰ শ্ৰীশ্ৰী৺লক্ষ্মীকান্ত দেৱ গোস্বামী প্ৰভুজনাৰ দিনত বৰপেটা সত্ৰৰ ভকতসকলে "ৰাম বনবাস" নামৰ এখনি নাটক অভিনীত কৰি দেখুৱাইছিল কমলাবাৰী সত্ৰতে। তেওঁলোকে ইয়াক নাটক নুবুলি 'পালা' বুলি কৈছিল অৰ্থাৎ "ৰাম বনবাস পালা" বুলি কৈছিল। পালাখন বঙলা ভাষাত চলিছিল। পিছত সেই ভাওনাৰ আদৰ্শ লৈ তথা সত্ৰৰে ডেকা সত্ৰাধিকাৰ ৺চন্দ্ৰকান্ত দেৱ গোস্বামী প্ৰভুজনাই বিভিন্ন বন্ধা ৰাগৰ ছাঁ লৈ 'জুৰি ভাওনা" নামৰ এবিধ ভাওনাৰ প্ৰচলন কৰে। তেৰাই "ৰাম বনবাস" আৰু "মহিৰাৱণ বধ" নামৰ দুখন নাট ৰচনা কৰি তাত "জুৰি গান" বা "জুৰি গীত" লগাই লয়। ইয়াত বাদ্য ধুলুকী আৰু খুটি তাল। প্ৰবেশ আৰু যুদ্ধত খোল বজায়। জুৰি গীততহে ধুলুকীৰ প্ৰয়োজন। তিনিজন বা চাৰিজন গায়কে মূৰত মহাজনীয়া পাগুৰি মাৰে (মহাজনীয়া পাগুৰি মানে পাগুৰিৰ আগবোৰ জোঙা নহয়, ভোটোকা)। অঙ্কীয়া নাটৰ ভাওনাত গায়ন সকলে গীত গোৱাৰ দৰে শিৰত থাকি জুৰি গান লগাই দিয়ে আৰু দোহাৰত থকা বাকী গায়ক সকলে মূল সূত্ৰটোকে দোহাৰি গাই থাকে। "জুৰি ভাওনা" মানে দুজন বা তিনিজনে জোৰ পাতি একেলগে

গীত জগাই দিয়ে, বাকীসকলে একেটাকে দোহাৰি গাই থাকে কাৰণে জুৰি গান বা জুৰি গীত বা জুৰি ভাওনা বুলি কোৱা হয়। জুৰি ভাওনা অসমীয়া ভাষাত চলে আৰু ইয়াৰ প্ৰচলন প্ৰায় কমি গৈছে। ইয়াতো ঈশ বন্দনা আদি আছে।

**( ট-৪৫ ) চোক্ৰোগানৰ ভাওনা :—**

পূৰ্ব্বোক্ত বৰপেটা সত্ৰৰ ভকতে অভিনীত কৰা ভাওনাত চাৰিজন ল'ৰা সজাই লৈ গীত পৰিবেশন কৰিছিল। কিন্তু ৺চন্দ্ৰকান্ত দেৱ গোস্বামী প্ৰভুৱে চাৰিটি ল'ৰাক বালিকাৰ সাজত সজাই লৈ (উক্ত সাজক 'গন' বুলি কয়) তেওঁলোকক হস্ত ভঙ্গী সহকাৰে গীত গাবলৈ দিয়া হৈছিল। ঈশ বন্দনা, গুৰু বন্দনা আদিও ইয়াত আছে। বিভিন্ন ৰাগ ৰাগিনিৰ পৰা সুৰ আনি "চোক্ৰা গান" প্ৰস্তুত কৰা হৈছিল। সুৰকাৰ ৺প্ৰভুজনা নিজেই। ইয়াত বাদ্য ধুলুকী আৰু খুটি তাল। মাজে মাজে গানো দিয়ে। ভাষা অসমীয়া।

—x-

# ॥ পৰিশিষ্ট খণ্ড ॥

## (ক):—শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ সংক্ষিপ্ত ইতিহাস

### (ক – ১) আদিগুৰু শ্ৰীশ্ৰীমন্ত শঙ্কৰদেৱৰ মহাপুৰুষঃ—

পৃথিৱীখন সাতোটা দ্বীপ আৰু নটা বৰ্ষত বিভক্ত। ইয়াৰ ভিতৰত ভাৰতক "জম্বুদ্বীপমধ্যেসাৰ" বুলি কোৱা হয়। নৱবৰ্ষৰ ভিতৰতো ভাৰতবৰ্ষ অন্যতম বিশিষ্ট বৰ্ষ। বৰগীতত "ধন্য ধন্য কলিকাল, ধন্য নৰতনু ভাল ধন্য ধন্য ভাৰত বৰিষে" বুলিও কৈছে। ভাৰতখন এইবাবেই শ্ৰেষ্ঠ পুণ্যস্থান যে ইয়াত ভগৱানে "অনুগ্ৰহায় ভক্তানাং মানুষং দেহমাস্থিতঃ"। দুৰ্জ্জন দলন, সন্ত সাধুৰ ৰক্ষণ আৰু ধৰাধামত শান্তি প্ৰতিষ্ঠাৰ কাৰণে নানা অৱতাৰ ধাৰণ কৰি স্বকাৰ্য্য সমাপণে পুনৰ স্বস্থান প্ৰস্থান কৰে। ধৰ্ম্মৰ অৱনমিত আৰু অধৰ্ম্মৰ উন্নীত অৱস্থাত যে নিৰাকৰণৰ কাৰণে ভগৱানে আত্মপ্ৰকাশ কৰে, সেই কথা ভাৰতীয় ধৰ্ম্মগ্ৰন্থত প্ৰচুৰ উল্লেখ আছে। গীতাৰ উদ্ধৃতিয়েই এই প্ৰসঙ্গত যথেষ্ট হ'ব যেনে–

যদা যদাহি ধৰ্ম্মস্য গ্লানিৰ্ভৱতি ভাৰত।
অভ্যুত্থানমধৰ্ম্মস্য তদাত্মানং সৃজাম্যহম্।
পৰিত্ৰানায় সাধুনাং বিনাশায় চ দুষ্কৃতাম্।
ধৰ্ম্ম সংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে॥ গীতা – ৪/৭,৮

গীতাৰ অনুবাদ

যেতিয়াই ধৰ্ম্মৰ গ্লানি অধৰ্ম্ম সঞ্চাৰ,
তেতিয়াই হওঁ মই নিজে অৱতাৰ॥
ধৰ্ম্ম পথ ৰক্ষা কৰি বিনাশি দুৰ্জ্জন।
বাৰে বাৰে আহি কৰো ধৰ্ম্ম সংস্থাপন॥ পদ্যকাৰ। প্ৰশান্তমূৰ্ত্তি

গীতাৰ উক্ত প্ৰবচনানুসাৰে জগতৰ কলুষ দুৰীকৰণৰ বাবে সময়ে সময়ে ভগৱানে ভূভাগত অৱতৰণ কৰি স্বকীয় ঐশী শক্তি প্ৰকট কৰি যায়। পৰমব্ৰহ্মৰ অংশ কলা বিভূতিযুক্ত জগতৰ সমস্ত পদাৰ্থৰ ক্ষুদ্ৰ ক্ষুদ্ৰ তেজাংশ সমৃদ্ধ তথা পৰমব্ৰহ্মৰ পৰিপূৰ্ণতমাৱতাৰ শ্ৰীশ্ৰীকৃষ্ণৰ মহাপ্ৰয়াণৰ

পিচত কলিযুগ আৰম্ভ হয়। মাত্ৰ এপাদ পুণ্য আৰু ত্ৰিপাদ পাপপূর্ণ কলিযুগত নৰনাৰী সমস্তক নানা পাপ দুৰ্যোগে আচ্ছন্ন কৰি পেলালে। ৰাজনৈতিক উত্থান পতনৰ দৰে ধৰ্ম্ম-নীতিৰো উত্থান পতন হয়। সেইদৰেই জগতৰো উত্থান পতন আছে। জগত মানে জায়তে ইতি 'জ' আৰু গচ্ছতীতি 'গত' অৰ্থাৎ জন্ম আৰু মৃত্যু ( উত্থান আৰু পতন ) হয় বাবেই জগত বোলে। ধৰ্ম্ম-নীতিৰ উত্থান পতন হয় অন্য প্ৰকাৰে। এটা জাকত জিলিকা ধৰ্ম্মৰ ক্ৰমবিকাশত হঠাতে কিবা এটা কাৰণত অবনমিত হয় অৰ্থাৎ অনুজ্বল হয়। সেই সময়ত অন্য এটা ধৰ্ম্মৰ অভ্যুদয় হোৱাৰ ফলত তাৰ শক্তি হ্ৰাস পায়। তেনেকৈ হিন্দুধৰ্ম্ম, বৌদ্ধধৰ্ম্ম, ইছলাম ধৰ্ম্ম, খৃষ্টান ধৰ্ম্মৰ হ্ৰাস আৰু অভ্যুদয় সময় বিশেষে হোৱা কথা ইতিহাসে স্বীকাৰ কৰি আহিছে।

অসমৰ ধৰ্ম্ম আৰু সংস্কৃতি জগতখনত শক্তি পূজা, শিৱ পূজা আদি দেৱান্তৰ পূজাৰ অভাৱ নাছিল। কিন্তু একাদশ শতিকাৰ পৰা বৈষ্ণৱ ধৰ্ম্মৰ এটি ক্ষীণ সুঁতি ববলৈ ধৰে। ই ক্ৰমে প্ৰবাহিত হৈ ত্ৰয়োদশ শতিকাত পূৰ্ণতা লাভ কৰে। মহাপুৰুষ শঙ্কৰদেৱৰ আগছোৱাত অসমখনত কেনেকুৱা ব্যভিচাৰ চলিছিল, তাৰ ইঙ্গিত চৰিত সমূহৰ পৰাই পোৱা হয়।

চৰিতত কৈছে-

ঘোৰ কলিকাল আসি মিলিল সম্প্ৰতি।
অন্য দেৱ অন্য ধৰ্ম্মে কৰে লোকে ৰতি॥
হৰি কথা নাম গুণ নশুনয় কেৱ।
হংস ছাগ কাটি মাত্ৰ পূজে আন দেৱ॥
ভূত প্ৰেত পিশাচকো কৰে বলি দান।
গ্ৰাম্য দেৱতাত বিনে নজানয় আন॥
নস্মৰে নামক নকৰয় হৰিৰৱ।
শিৱ শিৱ বুলি মাত্ৰ কৰয় উৎসৱ॥
নুপূজে হৰিক নকৰয় হৰি কৰ্ম্ম।
ভৈৰৱক পূজে মাত্ৰ বুলি শ্ৰেষ্ঠ ধৰ্ম্ম॥
কূৰ্ম্ম ছাগলৰ তেজ বঢ়ায়া আগত।
প্ৰসাদ বুলিয়া পিয়ে হুয়া উনমত্ত॥

হেনয় পাষণ্ডমত আচৰণ কৰি।
নৰকক যায় পাচে অন্তকালে মৰি॥
বিপথে প্ৰবৰ্ত্তে কলিযুগে প্ৰজাগণ।
তাক উদ্ধাৰিতে ঈশ্বৰৰ ভৈল মন॥

গুৰুচৰিত/দ্বিজ ৰমানন্দ
পদ ২৫-২৮

শিৱ দুৰ্গা গ্ৰামদেৱ পূজয় সতত।
হৰিভক্তি কৰন্তা নাহিকে ইৰাজ্যত॥

দামোদৰ চৰিত/ৰামৰায়দ্বিবজ্ৰ।

ইদেশত পূৰ্বকালে নাছিল ভকতি।
নানা ধৰ্ম্ম কৰ্ম্ম লোকে কৰিল সম্প্ৰতি॥
নানা দেৱ পূজয় কৰয় বলিদান।
হংস ছাগ পাৰ কাটে অসংখ্য প্ৰমাণ॥
তপ জপ যজ্ঞ দান তীৰ্থ স্নান কৰে।
ঘোৰ নৰকত পৰি পৰি সবে মৰে॥
উপজয় মৰয় সংসাৰে বাৰম্বাৰ।
নাহি সুখ নেৰাৱয় সংসাৰ নিকাৰ॥
তল গৈল লোক কলি পাপ সাগৰত।
কৃপাময় কৃষ্ণ জানি গুনিলা মনত॥

শঙ্কৰ চৰিত/দৈত্যাৰি ঠাকুৰ।

প্ৰাক্ শঙ্কৰী যুগত ভক্তিবাদ যে নাছিল এনে নহয়। মাত্ৰ 'নঙ্গনয় অগ্নি যেন ভস্মে আছে পুতি"। নানা ব্যভিচাৰ চলিলত ভক্তিবাদে পুলুকা মাৰি আছিল। ইয়াত উল্লেখ থকা "ইদেশত পূৰ্ব্বকালে নাছিল ভকতি" ৰ অৰ্থও সেয়ে হ'ব। ভক্তিবাদক ভস্মৰ পৰা খুচৰি উলিয়াওঁতা ব্যক্তিৰ অভাৱ হোৱাত পৰব্ৰহ্মই শঙ্কৰৰূপে আত্ম প্ৰকাশ কৰে। এৰাই "ভকতিৰ চাৰিখুটি মাৰি" ব্যভিচাৰ ধৰ্ম্মৰ ওপৰত পোতক তোলে। এনে কাৰ্য্যৰ কাৰণে লৌকিক আৰু অলৌকিক কৰ্ম্মভেদে শঙ্কৰগুৰুক আমি দুটা দিশত চাব পাৰোহঁক। লৌকিক কৰ্ম্ম মানে মানৱীয়তা অথবা ঐশী শক্তি বিভৱৰ বহিৰ্ভূত কৰ্ম্ম অৰ্থাৎ সৰ্ব্বসাধাৰণ লোকৰ সহজাত প্ৰবৃত্তি-সমূহ আৰু অলৌকিক কৰ্ম্ম মানে অমানৱীয়তা অথবা ঐশী শক্তি বিভৱৰ কৰ্ম্ম অৰ্থাৎ মানৱৰ সহজাত প্ৰবৃত্তিৰ বাহিৰৰ কৰ্ম্ম। কীৰ্ত্তনত গুৰুজনাই

প্ৰকাশ কৰা "কেহো বেলা গোপীকাৰ শুনি আজ্ঞা বাণী। পাদুকা পিৰাক প্ৰভু ধৰি ধৰি থাকা আনি" এই কৰ্ম্ম লৌকিক কৰ্ম্ম। "লঘিমা গুণক আশ্ৰয়িয়া কৃষ্ণদেৱে। কংসৰ উচ্ছিত মঞ্চে চৰিলন্ত ডেৱে" এয়া অলৌকিক কৰ্ম্ম। পিচত উল্লেখ কৰা অলৌকিক কৰ্ম্ম সাধাৰণ মানুহে কৰিব নোৱাৰে। সাধনালব্ধ মহাপুৰুষেহে পাৰে। মহাপুৰুষ শঙ্কৰদেৱৰ ক্ষেত্ৰত কবলৈ হলে তেৰা একাদিক্ৰমে গীতিকাৰ, নাট্যকাৰ, সাহিত্যকাৰ, চিত্ৰকৰ, সমাজ সংগঠক, সমাজ সংস্কাৰক, নৰ্ত্তক, গায়ক, বায়ক, কবি, সাংগিতিক আদি "সবগুণ সম্পূৰ্ণ খিক"। এইখিনি এজন সাধাৰণ ব্যক্তিত ইমান গুণ কদাপি বিকশিত নহয়। সেই কাৰণেই এই ক্ষেত্ৰত শঙ্কৰদেৱক অলৌকিক শক্তিৰ নায়ক বুলি কবৰ থল আছে। বাকীবোৰ লৌকিক। গুৰুজনাৰ অলৌকিক শক্তিৰ কিছু আভাস তেৰাৰ শিষ্য আৰু প্ৰশিষ্য সকলৰ লেখনিৰ পৰা জানিবলৈ পোৱা হয়। মহাপুৰুষ মাধৱদেৱে লিখিছে—

ত্ৰিভুবন বন্দন দেৱকী নন্দন
যোহৰি মাৰল কংস।
জগজন তাৰণ দেৱ নাৰায়ণ
শঙ্কৰ তাকেৰি অংশ॥
মায়া নৰতনু ধৰি হৰি ভকতি
মুকুতি কয়লি বহু পৰচাৰ।
সবনৰ পাপ পয়োনিধি মজ্জল
তাহে কয়লি উদ্ধাৰ॥ (গুৰুভটিমা)

দামোদৰ দেৱৰ ব্ৰাহ্মণ শিষ্য গোপাল মিশ্ৰই লিখিছে:-

কৃষ্ণৰ একান্ত নিষ্ঠ শ্ৰীমন্ত শঙ্কৰ শিষ্ট
কামৰূপে ভৈলন্ত বেকত।
লোকৰ চিন্তিয়া হিত পাষণ্ডক দমি নিত
প্ৰচাৰিলা ভক্তি বহু মত॥
নানা শাস্ত্ৰ প্ৰচাৰিলা ভকতিক প্ৰকাশিয়া
আমাক দিলাহা চক্ষুদান॥
কোটি কোটি কল্প যদি উপকাৰ কৰি আতি
ভজো ঋণ সুজা নজায় তান॥

বান্ধৱ কৃষ্ণক তেহে আমাসাক চিনাইলন্ত
ভক্তক কৰাইলা পৰিচয় ।
জ্ঞান কৰ্ম্ম পথ খণ্ডি ভকতিক দেখাইলন্ত
হেন বন্ধু কেহো নাহিকয় ।।
ভগৱন্ত ঈশ্বৰৰ নিজ ভৃত্য প্ৰিয়তৰ
বৈষ্ণৱৰ যিটো অগ্ৰগণি ।
শ্ৰীমন্ত শঙ্কৰ নাম ৰূপে গুণে অনুপাম
আমাসাৰ মনৰ স্মৰণি ।। ভাগৱত/তৃতীয় স্কন্ধ

কেশৱ চৰণে লিখিছে ঃ—

শ্ৰীমন্ত শঙ্কৰ যিটো নামত কায়স্থ সিটো
পৰম পণ্ডিত গুণশীল ।
নানা যত্নে দীৰ্ঘ ছন্দে ভাগৱত পদবন্ধে
মহাযত্নে ৰচনা কৰিল ।।
লোকৰ নিস্তাৰ হেতু বান্ধিলন্ত ধৰ্ম্ম সেতু
যাৰ কীৰ্ত্তি গৈল বহু থান ।
ব্ৰাহ্মণ পৰম গুণ তান সম হৈব কোন
সন্ত জনে কৰে যাক মান ।।
ভাগৱত/নৱম স্কন্ধ

দামোদৰদেৱৰ শিষ্য শ্ৰীহৰি কবিয়ে লিখিছে ঃ—

বৰপেটা নাম থান অনুপাম
মুকুতিৰ সন্নিহিত ।
যাত হৰি ধ্বনি যাত্ৰা মহোৎসৱ
আছিলেক প্ৰতিনিত ।।
সেহি গ্ৰামে থিত শ্ৰীমন্ত শঙ্কৰ
মহাপাপ বিনাশন ।
লোকক কৃপায়ে মূৰ্ত্তি ধৰিলন্ত
আপুনিয়ো নাৰায়ণ ।।
ভকতি পথত প্ৰকাশ কৰিলা
বাদীক হেলি পেলায় ।
যাহাৰ প্ৰসাদে মহাপাপীসৱে
বৈকুণ্ঠ পুৰক যায় ।।
পঞ্চম স্কন্ধ ভাগৱত ( পদাভাগ )

সাৰ্বভৌম ভট্টাচাৰ্য্য ঃ— ( এওঁ ব্ৰাহ্মণ )

পূৰ্ব্বদিশে নিজ শক্তি হৰি অৱতাৰ।
নিজ যশ ধৰ্ম্ম কীৰ্ত্তি ভকতি প্ৰচাৰ॥
নামত শঙ্কৰ কায়স্থ কুলে জাত।
ব্ৰহ্মা হৰ আদি দেৱ জন্মিব তথাত॥

পদ্মপুৰাণ স্বৰ্গখণ্ড ( পদ্য ভাগ )

ৰাম সৰস্বতী ঃ— ( এওঁ ব্ৰাহ্মণ )

শ্ৰীমন্ত শঙ্কৰ আপুনি ঈশ্বৰ
নৰৰূপে জাত ভৈলা।
তাহাঙ্ক নসহি ব্ৰাহ্মণ সকলে
ৰাজা আগে খল দিলা॥
যদুকুলে হৰি জন্মিয়া আসিয়া
ক্ষিতী ভাৰ দূৰ কৈলা।
এহি মনে গুণি ব্ৰাহ্মণ সবৰ
কিছু মনে কোপ ভৈলা॥

কুলাচল বধ ( পদ্যভাগ )

দ্বিবজ ৰমানন্দ ঃ—

শুনিয়োক সবনৰ ভন্ম কথা শঙ্কৰৰ
জগতকে কৰয় নিস্তাৰ।
পূৰ্ণব্ৰহ্ম শ্ৰীকৃষ্ণ দেৱকী নন্দন দেৱ
তেন্তে আসি ভৈলা অৱতাৰ॥
বুলিবা ঈশ্বৰ বুলি শঙ্কৰক বৰ্ণাইলাহা
ইটো কথা নাহিকে শাস্ত্ৰত।
শুনিয়োক প্ৰত্যুত্তৰ গীতা শাস্ত্ৰে দামোদৰ
কৈলা যেন সখি অৰ্জ্জুনত॥
ধৰ্ম্মক স্থাপিবে লাগি হওঁ মই অৱতাৰ
পৰিত্ৰাণ কৰিবে সাধুক।
অধৰ্ম্মক বিনাশিয়া ধৰ্ম্ম পথ ৰক্ষা কৰি
প্ৰৱৰ্ত্তাইবে বৈষ্ণৱ মাৰ্গক॥

... ... ... ... ... ...

লক্ষ কোটি প্ৰজাচয় যাৰ বাক্যে প্ৰৱৰ্ত্তয়
তাঙ্ক কোনে মনুষ্য বোলয়।

দশ গোটা মনুষ্যক একমত কৰিবাক
কাহাৰনো শকতি আছয় ॥ গুৰুচৰিত

ৰামচৰণ ঠাকুৰ :—

শঙ্কৰ স্বৰূপে হৰি হৈয়া অৱতাৰ।
আপোনাৰ যশধৰ্ম্ম কৰিলা প্ৰচাৰ ॥
সাতো বৈকুণ্ঠৰ যিটো নাথ অতিশয়।
দয়া কৰি এথাক আসিলা কৃপাময় ॥ গুৰুচৰিত

পুৰুষোত্তম ঠাকুৰ :—

পূৰ্ব্বত কৃষ্ণৰ এক শৰণ ভকতি পথ
নাছিলেক একোৱে দেশত।
শঙ্কৰ স্বৰূপে হৰি নিজ অংশে অৱতৰি
তাৰিলন্ত সমস্ত জগত ॥ ন-ঘোষা

দৈত্যাৰি ঠাকুৰ :—

জয়তি পৰম গুৰু শ্ৰীমন্ত শঙ্কৰ।
লোকৰ হিতাৰ্থে জন্ম কেশৱৰ ॥ গুৰুচৰিত

কবি নৰোত্তম :—

দ্বাপৰ যুগত দেৱকী নন্দন
কলতি কুসুম ঘৰে।
কৃষ্ণেসে শঙ্কৰ স্বৰূপ ধৰিয়া
জগত উদ্ধাৰ কৰে ॥ ভক্তি প্ৰেমাৱলী

ভট্টদেৱ :— ( এওঁ দামোদৰদেৱৰ ব্ৰাহ্মণ শিষ্য )

"হে সভাসদসৱ! পূৰ্ব্বত সন্ত মহন্ত মহা গুণৱন্ত শ্ৰীশঙ্কৰে শ্ৰীভাগৱত শাস্ত্ৰৰ পয়াৰ কৰি লোক ভক্তি পন্থ প্ৰবৰ্ত্তাইলা, যাক পাই অন্ত্যজাতিও সংসাৰ তৰিলা। পাছে তাৰ অৱশেষ কথা অনন্ত কন্দলি পদ ৰচিলা। তাকো দেখি মোৰো কৃষ্ণগুণ বৰ্ণাইতে মনত ইচ্ছা হৈলা।"

কথাভাগৱত দশম স্কন্ধ / ভট্টদেৱ

গোপালচৰণ :— ( এওঁ দামোদৰৰ ব্ৰাহ্মণ শিষ্য )

(ক) "আৰে সভাসদ লোক দেখ! ওহি কামৰূপে ইমত হৰি ভক্তি নাছিল। আৰে কৃষ্ণৰ একান্ত দাস মহন্তসবৰ অগ্ৰগণি শ্ৰীমন্ত শঙ্কৰ উদিত হৈল যাতো, এতেকেসে লোকত ইমত ভক্তি প্ৰচাৰিল। তেন্তেসে

সমস্ত লোকৰ বান্ধৱ, যাৰ পুণ্য যশে জগত ঢাকিল। সিটো মহাপুৰুষৰ মক্তি কি মহিমা কহিবো অল্প ব্ৰাহ্মণ ছৱাল হৈয়া ?"

(২) "হে সামাজিক লোক দেখ! মহাপুৰুষ শ্ৰীশঙ্কৰৰ কেন কৃপা গুণ। যাৰ ভক্তি সম্প্ৰদায় ধৰি কলি যুগত কামৰূপ দেশত মহামূৰ্খ নৰনাৰীসবো অনায়াসে মায়াক জিনি সংসাৰ সাগৰে তৰে। হেন বান্ধৱক মক্তি সৰ্ব্বদায়ে হৃদয়ত চিন্তো। তোৰাসবো অসুয়া এৰি তাঙ্ক পৰম উপকাৰী মানি ভক্তি কৰা। ইদানীক উচ্চ কৰি হৰি বোল হৰি।"

ভক্তি ৰত্নাকৰ কথাবন্ধ / গোপালচৰণ

শ্ৰীমন্ত শঙ্কৰদেৱৰ আদিপুৰুষ (কথাগুৰুচৰিত পুথিমতে) প্ৰেম পূৰ্ণানন্দ গিৰি। এওঁক সুপন্থগিৰি বুলিও কয়। এওঁৰ পৰা শংকৰ গুৰুলৈকে ওঠৰ পুৰুষ হৈছে। একাদিক্ৰমে শংকৰদেৱৰ উপৰিপুৰুষৰ নাম লিখা হ'ল—

(১) প্ৰেম পূৰ্ণানন্দগিৰি বা সুপন্থগিৰি (২) ব্ৰহ্মগিৰি (৩) চন্দ্ৰগিৰি (৪) কৃষ্ণ গিৰি (৫) অগ্নিগিৰি (৬) সুবৰ্ণগিৰি (৭) গন্ধৰ্ব্বগিৰি (৮) ৰামগিৰি (৯) হেমগিৰি (১০) হৰিবৰগিৰি (১১) হৰিগিৰি (১২) কৃষ্ণকান্তি (কন্যা) (১৩) লণ্ডাবৰ (১৪) চণ্ডীবৰ (১৫) ৰাজধৰ (১৬) সূৰ্য্যবৰ (১৭) কুসুম্বৰ (১৮) শংকৰদেৱ।

ৰামচৰণ ঠাকুৰদেৱ কৃত চৰিত পুথিৰ মতে গন্ধৰ্ব্বগিৰিয়েই শংকৰদেৱৰ আদি পুৰুষ যেনে —

১। গন্ধৰ্ব্বগিৰি ২। কৃষ্ণকান্তি (কন্যা) ৩। লণ্ডাদেৱ ৪। চণ্ডীবৰ ৫। ৰাজধৰ ৬। সূৰ্য্যবৰ ৭। কুসুম্বৰ ৮। শঙ্কৰদেৱ।

ইয়াৰ বাদে দ্বিজ ৰমানন্দ আৰু দৈত্যাৰি ঠাকুৰ কৃত শংকৰদেৱৰ চৰিতটো লণ্ডাদেৱৰ পৰাই শংকৰগুৰুৰ আদিপুৰুষ আৰম্ভ কৰা দেখা গৈছে। যি কি নহওক উপৰি পুৰুষৰ সংখ্যাধিক্য বা সংখ্যাহ্ৰাসে শংকৰদেৱৰ গৌৰৱ উন্নীত বা অৱনমিত কৰিব নোৱাৰে। যি বংশত যিজনেই চৰিত্ৰবান, সৰ্ব্বগুণ সম্পন্ন, আদৰ্শপৰায়ণ আৰু নৈষ্ঠিক, তেঁৱেই সেই বংশৰ প্ৰদীপ বুলি কোৱা হয়। এনেকুৱা দৃষ্টান্ত ভাগৱত, মহাভাৰত, পুৰাণ, ৰামায়ণ আদি শাস্ত্ৰত অলেখ আছে। এই কথা সত্য যে শংকৰদেৱৰ উপৰি পুৰুষৰ সকলোৱেই গুণী, জ্ঞানী, সঙ্গীতজ্ঞ আৰু অৱস্থাপন্ন লোক আছিল। সেই কথা চৰিত পুথিত পোৱা যায়। শঙ্কৰদেৱে নিজ ভাষাৰেও প্ৰকাশ কৰি গৈছে যেনে—

বৰদোৱা নামে গ্ৰাম শস্যে মৎস্যে অনুপম
লৌহিত্যৰ অতি অনুকূল।
সেহি মহাগ্ৰামেশ্বৰ আছিলন্ত ৰাজধৰ
কায়স্থ কুলৰ পদ্মফুল ॥
তানে পুত্ৰ সূৰ্য্যবৰ মহাবৰা দেশধৰ
দানী মানী পৰম বিশিষ্ট।
যাৰ যশ এভোজ্বলৈ জয়ন্ত মাধৱ দলৈ
দুই ভাই যাহাৰ কনিষ্ঠ ॥
তানে পুত্ৰ কুলোদ্ধাৰ ভৌমিক মধ্যত সাৰ
প্ৰসিদ্ধ কুসুম নাম যাৰ।
তানে সুত শিশুমতি কৃষ্ণপাৱে কৰি নতি
বিৰচিল শঙ্কৰে পয়াৰ ॥

গ্ৰন্থকাৰ পৰিচয় / ভাগৱত দশম স্কন্ধ

তদুপৰি "বংশতে প্ৰখ্যাত, গন্ধৰ্ব্ব সাক্ষাত" বুলিও সঙ্গীত বিদ্যাত পাৰদৰ্শীতা থকা কথা পৰিষ্কাৰ ৰূপে জনা যায়। মূঠতে শংকৰগুৰুৰ আদি পুৰুষৰ পৰা আৰম্ভ কৰি তেৰালৈকে সকলোৱেই গন্ধৰ্ব্ব বিদ্যাত নিপুণ আছিল। ধনে, জনে, বিদ্যায়, বুদ্ধিয়ে পৰিপূৰ্ণ আছিল। কথাগুৰু চৰিত মতে আদি পুৰুষ প্ৰেম পূৰ্ণানন্দগিৰিয়েই "গীত, ৰাগ, গান, বান, তাল, সুৰ, নাট, সৰ্ব্বগুণাকৰ, সুলক্ষণ, সুশোভিত সুন্দৰ দিব্য পুৰুষ হল" (কথা গুৰু চৰিত) ইত্যাদি। ৰামচৰণ ঠাকুৰৰ মতে —

তাসম্বাৰ উৰ্দ্ধবংশ যত আছিলন্ত।
সবেয়ো গহন অতি পণ্ডিত মহন্ত ॥

ৰামচৰণ ঠাকুৰ গুৰুচৰিত

দৈত্যাৰি ঠাকুৰৰ মতে ঃ-

দাতা ভোক্তা জ্ঞাতা ধীৰ গহীন গম্ভীৰ ॥
পৰম পণ্ডিত যত শাস্ত্ৰত নিপুণ।
দৰশিত সুন্দৰ কহিবো কত গুণ ॥ গুৰুচৰিত

দ্বিজ ৰমানন্দৰ মতে ঃ-

চণ্ডীবৰ নামে পুত্ৰ তাতে ভৈলা জাত।
পৰম পণ্ডিত ধীৰ জগত প্ৰখ্যাত ॥

পৰম ঐশ্বৰ্য্যৱন্ত সৰ্ব্বগুণাকৰ।
আছিলন্ত অধিকাৰী কৌনজ ৰাজ্যৰ॥
কুলত কায়স্থ সবে আচাৰ বিপ্ৰৰ।
গৌৰেশ্বৰে যাৰ খ্যাতি শুনিছা বিস্তৰ॥ গুৰুচৰিত

শঙ্কৰদেৱৰ উপৰিপুৰুষ "কনৌজপুৰীয়া কায়স্থ" আছিল। সেই সম্বন্ধে সকলো চৰিত পুথি একমত। কথাগুৰু চৰিতৰ ভাষাৰে – "কনৌজ পুৰে পূৰ্ণানন্দক নাম দি গ'ল"। ৰামচৰণৰ ভাষাৰে "কনৌজপুৰত বাসা জানা তাসম্বাৰ"। দ্বিজ ৰমানন্দৰ ভাষাৰে--- "আছিলন্ত অধিকাৰী কনৌজ ৰাজ্যৰ" ইত্যাদি। যি কি নহওক কনৌজপুৰত যে উপৰিপুৰুষসকলৰ বসতি আছিল, সেই কথাত সকলো চৰিত পুথি একমত হৈছে। কনৌজপুৰ সেই সময়ত আৰু এতিয়াও অসমৰ বাহিৰ স্থান। এতেকে দেখা যায় তেৰাৰ উপৰি পুৰুষসকল অসমৰ থলুৱা লোক নাছিল। গহন পণ্ডিত চণ্ডীবৰ ভূঞাই পোন প্ৰথমবাৰৰ বাবে অসমৰ মাটিত ভৰি দিবহি লগা হয়। সেই সময়ত গৌড়েশ্বৰ আৰু কামেশ্বৰ নামৰ দুজন ৰজাৰ মাজত বিবাদ হয়। কামেশ্বৰ হ'ল আমাৰ অসমৰে এজন ৰজা দুৰ্লভ নাৰায়ণ। দুয়োজনা ৰজাৰ বিবাদৰ মাজভাগতে মিত্ৰতা হয় আৰু কামেশ্বৰ দুৰ্ল্লভ নাৰায়ণৰ অনুৰোধক্ৰমে গৌড়েশ্বৰে তেওঁৰ দেশৰ পৰা সাত ঘৰ ব্ৰাহ্মণ আৰু সাত ঘৰ কায়স্থ লোক অসমলৈ পঠায়। সাত ঘৰ ব্ৰাহ্মণ যথাক্ৰমে ১। কৃষ্ণ পণ্ডিত ২। ৰঘুপতি ৩। ৰামবৰ ৪। লোহাৰ ৫। বয়ন ৬। ধৰম ৭। মথুৰা আৰু সাত ঘৰ কায়স্থ হ'ল যথাক্ৰমে (১) শ্ৰীহৰি (২) শ্ৰীপতি (৩) শ্ৰীধৰ (৪) চিদানন্দ (৫) সদানন্দ (৬) চণ্ডীবৰ। এই চণ্ডীবৰেই শংকৰদেৱৰ পৰা পঞ্চমজনা উপৰিপুৰুষ। বিশেষভাৱে ব্ৰাহ্মণ থাকোতে কায়স্থ চণ্ডীবৰক সৰ্ব্বোপৰি (উক্ত চৈধ্যজনাৰ ওপৰত) শিৰোমণি ভূঞা পতাটো উল্লেখনীয় কথা। ইয়াৰ দ্বাৰা চণ্ডীবৰ সৰ্ব্বগুণাকৰ হোৱাটোকে প্ৰতীয়মান হয়। চণ্ডীবৰে স্বকীয় বৈশিষ্ট্যৰ বলত ৰজাৰ প্ৰিয়পাত্ৰ আৰু বিখ্যাত "শিৰোমণি ভূঞা" ৰূপে নিজক প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল।

কামেশ্বৰ ৰজাই মাটি বৃত্তি দি ব্ৰাহ্মণ আৰু কায়স্থ কেইঘৰক লেঙাগুৰিত পাতিলে। চণ্ডীবৰে নানা ঘাত প্ৰতিঘাতৰ মাজেদি অ'ত ত'ত বাস কৰি থাকিব লগা হৈছিল। তেওঁৰ মৃত্যুত ৰাজধৰ পুত্ৰ উত্তৰাধিকাৰী হয় আৰু এজনা বিখ্যাত ভৌমিক ৰূপে পৰিগণিত হয়। এনেকৈ ৰাজধৰৰ মৃত্যুত সূৰ্য্যবৰ আৰু সূৰ্য্যবৰৰ মৃত্যুত কুসুম্বৰ উত্তৰাধিকাৰী সূত্ৰে প্ৰতিজনেই "শিৰোমণি ভূঞা" বিষয়বাব চলাই বিখ্যাত হৈ পৰিছিল।

এওঁলোকৰ সকলো সন্তানেই দেৱতাৰ বৰলব্ধ বুলি সকলো চৰিত্ৰই এক-মুখে স্বীকাৰ কৰিছে। কুসুম্বৰো পূৰ্ব্বৰ সহজাত নীতিৰেই অপুত্ৰক আছিল। কিন্তু মহাদেৱ শঙ্কৰৰ আশীৰ্ব্বাদত তেওঁ এটি সন্তান লাভ কৰে- তেওঁৰ নাম হল শ্ৰীমন্ত শঙ্কৰদেৱ। মহাদেৱ শিৱৰ আশীৰ্ব্বাদ কুসুম্বৰৰ কাৰণে মহৎ হব পাৰে; কিন্তু অসমত চলা ব্যভিচাৰ, অনাচাৰ দূৰীকৰণৰ কাৰণে জগতলৈ মহাবাণী বিলাবৰ কাৰণে, অসম ভূমিক পবিত্ৰ কৰিবৰ কাৰণে পূৰ্ব পৰিকল্পিত পৰমব্ৰহ্মই শঙ্কৰৰূপে আত্মপ্ৰকাশ কৰে। শঙ্কৰদেৱৰ আৱিৰ্ভাৱ সম্বন্ধে ভিন্নজনৰ ভিন্নমত। পিতা কুসুম্বৰ আৰু মাতা সত্যসন্ধ্যাৰ নাম দুটা কোনেও লৰচৰ কৰিব পৰা নাই। গুৰুৰ জন্ম সম্পৰ্কে ৰামচৰণ ঠাকুৰে লিখিছে-

আশ্বিন প্ৰবেশি পঞ্চদিন বহি গৈল।
সেহিদিনা শংকৰদেৱৰ জন্ম ভৈল ॥
শুকুলা দশমী আসি ভৈলা শুক্ৰবাৰে।
ধৰ্ম্ম কহি পাপ নষ্ট কৈলা জগতৰে ॥

ৰামচৰণ ঠাকুৰ / গুৰু চৰিত

দ্বিজ ৰমানন্দৰ মতে-

ফাগুন মাসত শুক্লা দ্বিতীয়াত
অৰ্দ্ধৰাত্ৰি বহি গৈলা।
মহা শুভ যোগে উত্তম লগ্নত
শংকৰৰ জন্ম ভৈলা ॥

দ্বিজৰমানন্দ / গুৰুচৰিত

দৈতাৰি ঠাকুৰ আৰু কণ্ঠভূষণ দ্বিজৰ ৰচিত চৰিতত জন্মৰ মাহ, বাৰ, তাৰিখ আদি একো নাই। কথাগুৰু চৰিতৰ মতে "কালৰ প্ৰমাণে মাঘৰ পৰা আশ্বিনলৈ ন মাহ সম্পূৰ্ণে কাৰ্ত্তিকৰ সংক্ৰান্তি, বাৰ বৃহস্পতি, তিথি পূৰ্ণিমা. শ্ৰাৱণা নক্ষত্ৰ মধ্যনিশা, জ্যোতিষৰ তেৰশ একসত্তৰি শকত শ্ৰীশ্ৰীমন্ত ভক্তৰ তিনি নিৰ্ব্বন্ধৰ কল্পতৰু আত্মা মহাপুৰুষ গুৰু অৱতাৰ"। তামোল নোখোৱা সম্প্ৰদায়ৰ পুথিমতে আহিনৰ শুক্লা দ্বাদশীত আৰু আন এখন মদাৰগুৰি সত্ৰৰ চৰিত পুথিৰমতে "আহিন যায় কাতি সংক্ৰাতি অমাৱস্যা তিথিত দুই প্ৰহৰ নিশাতে বৃহস্পতিবাৰে জন্ম" বুলি গুৰুৰ জন্মৰ সন্ধান এটি দিছে। তদুপৰি অন্যান্য পদ্য আৰু গদ্য চৰিত পুথিতো শঙ্কৰদেৱৰ জন্ম সম্বন্ধে ভিন্নমত থকা দেখা যায় যদিও ৰমানন্দ দ্বিজৰ বাহিৰে বাকীসকল চৰিতকাৰে জন্ম মাহৰ লেখটোত সামান্য মাত্ৰ ঐক্যমত

পোষণ কৰিছে। বাকীবোৰতহে কিছু অমিল পৰিলক্ষিত হয়। ৰমানন্দ দ্বিজে শঙ্কৰদেৱৰ জন্ম ফাগুণ মাহৰ শুক্লা দ্বিতীয়াত বুলি উল্লেখ কৰি আমাৰ মাজত আউল লগোৱা দেখা গৈছে। এটা কথা ঠিক যে চৰিত পুথিবোৰ লিখা হৈছিল শঙ্কৰোত্তৰ যুগত অৰ্থাৎ শঙ্কৰ গুৰুৰ প্ৰয়াণৰ ৫০/৬০ বছৰৰ পিচত। চৰিতকাৰসকলে নানাজনৰ পৰা শুনি আৰু অন্যান্য তথ্যপাতিৰ ওপৰত নিৰ্ভৰ কৰি চৰিত পুথি লিখিছিল বুলি জনা যায়। দৈত্যাৰি ঠাকুৰে বুঢ়ীৰ পো গোবিন্দ আতৈৰ মুখেদি শুনি গুৰু চৰিতখনি লিখা বুলি কৈছে। পিতাক ৰামচৰণৰ পৰাও কিছু কথা লৈছে। তেওঁ লিখিছে

যিমান জানন্ত তেহে কহিলন্ত
আনত যিবা শুনিলো।
ৰামচৰণত শুনিছোঁ যিমত
সবাকে আমি লিখিলো।

তেওঁ কিন্তু এটা কথা স্বীকাৰ কৰিছে ---

নাহিকে আৰিহি মুখৰ কথাক
কহন্তে তেখনে লৰে।
কতো আন বুলি বাক লাগে আন
আসে এহিমতে পৰে ॥

গুৰুচৰিত/দৈত্যাৰি ঠাকুৰ

আমাৰ বিশ্বাস চৰিতকাৰসকলে নিজস্ব বৈশিষ্ট ৰক্ষা কৰাৰ অভিপ্ৰায়েৰে কোনো কোনো ক্ষেত্ৰত পৰস্পৰে সম্বন্ধ ৰক্ষা কৰিবলৈ টান পাইছে। গুৰুৰ জন্ম সম্বন্ধে পৰস্পৰ অমিল থকাৰ পিচত সাম্প্ৰতিক কালত তেৰাৰ জন্ম পত্ৰিকা এখন আৱিষ্কাৰ হৈছে। গুৰুজনাৰ জন্ম পত্ৰিকা লিখক সন্ধৰা দলৈৰ বংশৰ এজন মানুহৰ যোগেদি এখন সোঁৰৱণিৰ সন্ধান পোৱা গৈছে। সোঁৰৱণিখনৰ দুটা প্ৰতিলিপি আছে। প্ৰথম লিপিটো ১৪৯৯ শকাব্দত আৰু দ্বিতীয় লিপিটো ১৭৪৭ শকাব্দত কৰা হৈছে। উক্ত সোঁৰৱণিখনৰ পৰাই গুৰুজনাৰ জন্ম সম্বন্ধে বহুতো তথ্য পোৱা হৈছে। তাৰ মুখ্য অংশটো নিম্ন স্থানত তুলি দিয়া হ'ল।

ব্ৰহ্মমুনি ৰামচন্দ্ৰ সদা শকাব্দা।
মাসবাৰ পঞ্চম দিনত্ৰয় মধ্য ॥
ৰাত্ৰৌ বিংশ পলাধিক ত্ৰয়দণ্ড গন্ধা।
সিতদশে ঋষোদয়ে বিংশতি তাড়কা ॥

সৌৱৰণিখন সংস্কৃত ভাষাত লিখা আৰু কথাবাৰো সংক্ষেপ। সংস্কৃতত সংখ্যাবোৰ প্ৰায় একোটা নিৰ্দ্দিষ্ট হিচাবত উল্লেখ কৰা হয়। শ্লোকটোৰ অৰ্থ এনেকৈ কৰিব পাৰি যেনে ব্ৰহ্ম –১, মুনি—৭, ৰাম –৩, চন্দ্ৰ—১। সংখ্যাবোৰ বহুৱাওঁতে সোঁফালৰ পৰা বাওঁফাললৈ ক্ৰমে বহুৱাব লাগে। এনেকৈ বহুৱালে পূৰ্ব্বোক্ত সংখ্যাটো হ'ব ১৩৭১। সংস্কৃত ভাষাত লিখা শব্দ সংখ্যাৰ অৰ্থ এনেকৈ হয় যেনে জগতত পৰব্ৰহ্মই একমাত্ৰ। সেইবাবে এক-সংখ্যা, পুলস্ত্য, পুলহ, ক্ৰতু, নাৰদ, অঙ্গিৰা, ব্যাস আৰু বশিষ্ঠ প্ৰমুখো এই সাতগৰাকী মুনিৰ হিচাবত সাত সংখ্যা, শ্ৰীৰামচন্দ্ৰ, হলিৰাম আৰু পৰশুৰাম এই তিনিগৰাকী ৰামৰ হিচাবত তিনি সংখ্যা আৰু আকাশত একমাত্ৰ চন্দ্ৰৰ হিচাবত এক সংখ্যা ধৰিলে ১৩৭১ শকৰ হিচাবত ওলায়। সেই শকতে শঙ্কৰদেৱৰ জন্ম হৈছিল। "মাস বাৰ পঞ্চম" মানে মাহ পাঁচ আৰু বাৰ পাঁচ জ্যোতিষত বহাগ মাহক শূণ্য ধৰে। এতেকে মাহ পাঁচ হল আহিন মাহ। "বাৰ পাঁচ" মানে ৰবিবাৰৰ পৰা হিচাব কৰিলে বৃহস্পতি বাৰটো পাঁচ সংখ্যাত পৰে। "দিন ত্ৰয়মধ্যা" মানে (আহিনৰ) তিনিদিন যাওঁতে, "ৰাত্ৰৌ বিংশ পলাধিক ত্ৰয়দণ্ড গত্বা" মানে ৰাতি তিনিদণ্ড বিশ পল যাওঁতে। "সিতদশে" মানে (সিত শব্দে শুক্ল বুজায়) শুক্লা দশমী তিথিৰ দিনা। "ঝষোদয়ে" মানে মীন লগ্ন উদয় হওঁতে আৰু "বিংশতি তাড়কা" মানে পূৰ্ব্বষাঢ়া নক্ষত্ৰ। এতিয়া সম্পূৰ্ণ অৰ্থ হ'ল গুৰুজনাৰ জন্ম ১৩৭১ শকৰ আহিন মাহৰ তিনি তাৰিখ বৃহস্পতি বাৰ, শুক্লা দশমী তিথি, ৰাতি তিনি দণ্ড বিশ পল যাওঁতে, মীন লগ্ন আৰু পূৰ্ব্বষাঢ়া নক্ষত্ৰত। ইংৰাজী মতে ১৪৪৯ খৃষ্টাব্দৰ ১৩ চেপ্তেম্বৰৰ দিনা। সৌৱৰণিখনত সন্ধৰা দলৈয়ে ১৩৭১ শকৰ ৮ আহিনৰ দিনা চহী কৰিছে। উক্ত সৌৱৰণি খনিয়ে চৰিত্ৰ সমূহৰ সকলো আউল ভাঙি আমাৰ মাজত এটি নিৰ্ভুল তথ্য আৱিষ্কাৰ কৰিছে।

পূৰ্ব্বোক্ত শক তাৰিখতে সত্যসন্ধ্যাৰ উদৰত কুসুম্বৰ ভূঞাৰ ঔৰসত নগাঁও আলিপুখুৰীত শ্ৰীমন্ত শঙ্কৰদেৱৰ আৱিৰ্ভাৱ হয়। শিশুৰ সহজ সুলভ বাল্য ক্ৰীড়া সক্ত হয়। সৰুকালতে পিতৃ-মাতৃয়ে এৰি থৈ যায়। পিতৃ মাতৃহীন শঙ্কৰে বুঢ়ীমাক খেৰশুতীৰ আদৰ যত্নত ডাঙৰ দীঘল হয় আৰু "গুমলন্তে গৈল দশ বাহ্ৰয় বছৰ"। উপৰি পুৰুষ সকল আছিল "অস্ত্ৰত শস্ত্ৰত, শাস্ত্ৰত পাৰ্গত"। বুঢ়ীমাকৰ তাড়নাত শঙ্কৰদেৱে অধ্যাপক মহেন্দ্ৰ কন্দলিৰ টোলত অধ্যয়ন কৰিবলৈ লয়। সহপাঠী আছিল কণ্ঠভূষণ, বিদ্যা পাঠক, ৰাম সৰস্বতী, ৰাম ৰামগুৰু আদি তীক্ষ্ণধী ছাত্ৰসকল।

অতি সোনকালে শঙ্কৰদেৱ এগৰাকী প্ৰতিভাশালী মেধাবী ওজা ছাত্ৰৰূপে গণ্য হয় আৰু কন্দলিৰ অতি প্ৰিয়পাত্ৰ হৈ পৰে। টোলত থাকোতেই এটি কোমল গীত ৰচনা কৰে সেই কোমল গীতটি হ'ল—

করতল কমল কমল দল নয়ন।
ভবদব দহন গহন বন শয়ন ॥
নপৰ নপৰ পৰ সতৰত গময়।
সভয় মভয় ভয় মমহৰ শততয় ॥
খৰতৰ বৰশৰ হতদশ বদন।
খগচৰ নগধৰ ফণধৰ শয়ন ॥
জগদঘমপহৰ ভৱভয়তৰণ।
পৰপদ লয় কৰ কমলজ নয়ন ॥

অতি কম সময়ৰ ভিতৰত শঙ্কৰদেৱ শাস্ত্ৰত পাৰ্গত হয়। দৈত্যাৰি ঠাকুৰে লিখিছে —

বাৰেক দেখাই দিলে এতেক পাৰন্ত।
অতি অপ্ৰয়াসে গুৰু তাহাঙ্ক পঢ়ান্ত ॥
পঢ়িলন্ত নিৰন্তৰে শাস্ত্ৰ সমস্তয়।
অপ্ৰমাদী পণ্ডিত ভৈলন্ত মহাশয় ॥ গুৰুচৰিত/দৈত্যাৰিঠাকুৰ

কথাগুৰু চৰিতত অধ্যয়নৰ বিস্তৃত শাস্ত্ৰ তালিকা এখন ডাঙি ধৰা হৈছে। শেষত কৈছে "আনো শাস্ত্ৰ সবাকে পঢ়াই গুৰু কন্দলিয়ে বোলে, যি খানি জানো পঢ়ালো একা; নাই ও আৰ। আনে শতবৰ্ষ পঢ়িও নপাৰে একা। মই কাৰণেহে। আপুনি নিৰ্ম্মলা শাস্ত্ৰ, তাকো পঢ়া হয়া ছাত্ৰ, এই বুলি বিদায় দিলে"।

শঙ্কৰদেৱৰ বিদ্যাশিক্ষা আৰম্ভ হয় ১৪৬১ খৃষ্টাব্দত বা ১৩৮৩ শকাব্দত। মতান্তৰ ভেদে বিদ্যা শিক্ষা শেষ হয় ১৩৯০ শকাব্দত অৰ্থাৎ তেৰাৰ ঊনৈশ বছৰ বয়সত। এই হিচাবমতে আঠ বছৰ কালৰ ভিতৰতে সৰ্ব্ববিদ্যা পাৰদৰ্শী হৈ উঠে। কোনো কোনো চৰিতৰ মতে বাইশ বছৰ বয়সতহে শিক্ষা শেষ হয়। বহুতেই ভাবে যে আঠ বছৰৰ ভিতৰতে সৰ্ব্বশাস্ত্ৰাধ্যয়ন শেষ কৰাটো অসাধাৰণ শক্তিৰ পৰিচয়। শঙ্কৰদেৱ যে এগৰাকী সাধাৰণ লোক নাছিল সেই কথা সকলোৱে জনা উচিত। যিহেতু তেৰাই "একবাৰ কৈলে মাত্ৰ সবাকে জানন্ত" (দ্বিজ ৰমানন্দ) অথবা "একবাৰ

মাত্ৰ দিয়ে দেখাই, মাত আধ সবে আছে'' (কথাগুৰু চৰিত) এয়া মেধা শক্তিৰ পৰিচয়।

শঙ্কৰদেৱে যোগাভ্যাসো কৰিছিল। প্ৰায় আটাইকেইখন চৰিত্ৰই এক-মুখে এই কথা স্বীকাৰ কৰিছে। সেই বাবেই হবলা তেওঁৰ জীৱনকালত কোনো দৈহিক ব্যাধি হোৱাৰ ইঙ্গিত আমি নেপাওঁ। শেষলৈকে সুঠাম, তেজস্বী, ৰোগমুক্ত শৰীৰ লৈ ধৰ্ম্ম-কলা-সংস্কৃতি প্ৰচাৰত সবল মনোনিৱেশ কৰিব পাৰিছিল। তেওঁৰ যোগাভ্যাস পাঠশালাতে হৈছিল। চৰিত পুথিত সুন্দৰকৈ ইয়াৰ বৰ্ণনা আছে। অৱশ্যে শেষলৈ ইয়াৰ চৰ্চ্চা সাধনা ত্যাগ কৰে আধ্যাত্মিক ভক্তিতত্ত্বত কৈ নিকৃষ্ট বুলি। সেইবাবেই হবলা তেওঁৰাই কীৰ্ত্তন পুথিত ঘোষণা কৰিছে—

যোগক অভ্যাসে যিটো ভকতিক এৰে।
তাহাৰেসে মন দুনাই বিষয়ত পৰে॥ কীৰ্ত্তন। মুচুকুণ্ড স্তুতি

এই প্ৰসঙ্গত যোগাভ্যাস ত্যাগ কৰিবলৈ কোৱা হোৱা নাই। ভকতি নকৰি কেৱল যোগ সাধনা কৰাকে শ্ৰেষ্ঠ বুলি ভবাটোহে অনুচিত বুলি কোৱা হৈছে। যোগ সাধনা হ'ল ভক্তিৰ সহকৰ্ম্মী বা আনুষঙ্গিক কৰ্ম্ম। মুখ্য বিষয় হ'ল ভক্তি আৰু গৌণ বিষয় হ'ল যোগাভ্যাস আদি। ভক্তি সাধনাৰ কাৰণে যোগাভ্যাসে মন স্থিৰ কৰাত সহায় কৰে। শঙ্কৰদেৱে প্ৰয়াণ কালত ভগৱৎ চিন্তাত নিমগ্ন হওঁতে পদ্মাসন ভিৰি যোগসাধনাৰে আছিল। শ্ৰীকৃষ্ণ আৰু বলভদ্ৰয়ো যোগসাধনাৰেহে তনুত্যাগ কৰিছিল। "পাচে বলভদ্ৰ গৈল সাগৰৰ তীৰ। যোগ চিন্তি এৰিলন্ত মনুষ্য শৰীৰ" ইত্যাদি।

শিক্ষা সমাপ্ত কৰাৰ পিচত শঙ্কৰ গুৰুৱে চিহ্নযাত্ৰা ভাওনা পাতে। বহুতে তেওঁৰাই তীৰ্থ পৰ্য্যটন কৰাৰ পিচত চিহ্নযাত্ৰা ভাওনা পতা কথা কব খোজে। কিন্তু সেই কথা প্ৰমাণ সিদ্ধ নহয়গৈ। কাৰণ তীৰ্থযাত্ৰা কৰাৰ পূৰ্ব্বতে যদি ব্ৰাহ্মণ, ব্ৰাহ্মনেতৰ সকলে শঙ্কৰদেৱত শৰণাপন্ন হোৱা বুলি কব খোজা হয়, তেন্তে তাৰো আগতে চিহ্নযাত্ৰা ভাওনা অনুষ্ঠিত কৰাটো হব লাগিব। যিহেতু চিহ্নযাত্ৰাৰ চমৎকাৰ কৌশলত সকলোজন বিস্ময়ান্বিত হৈহে শৰণাপন্ন অৱস্থা প্ৰাপ্ত হৈছিল। বাৰ বছৰ ধৰি ভাৰতৰ নানা স্থান দৰ্শন, স্পৰ্শন কৰি তত্ৰস্থ সঙ্গীত কলা কৌশলৰ আদৰ্শ আহৰণ কৰি শঙ্কৰদেৱে নিজৰ সঙ্গীত কলাৰ মৌচাক ৰচনা কৰা বুলি বহুতৰে ধাৰণা। কিন্তু এইটো পাহৰিলে নচলিব যে শঙ্কৰদেৱে সমস্ত ধৰ্ম্মগ্ৰন্থ

অধ্যয়নৰ লগতে সঙ্গীত গ্ৰন্থও অধ্যয়ন কৰা নাছিল। যুগ, কাল সাপেক্ষে সঙ্গীতৰ মাধ্যমেৰে ধৰ্ম্ম প্ৰচাৰ কৰাৰ কৌশলখিনি শঙ্কৰদেৱে নিজেই উদ্ভাৱন কৰি লৈছিল। ভৰতৰ নাট্য শাস্ত্ৰ যুগৰ পৰা যি নাট্য পৰম্পৰা চলি আহিছে, সেই নাট্য পৰম্পৰাৰ লগত শঙ্কৰদেৱৰ নাট্য কলা কৌশলৰ কোনো ব্যতিক্ৰম দেখা নাযায়। জনা যায় যে প্ৰাক্ শঙ্কৰী যুগত ভাৰতৰ বিভিন্ন স্থানত নাট্য কলাৰ বিকশিত ৰূপ প্ৰতিফলিত হোৱা নাছিল। সেই কথাৰ বিস্তৃত কাহিনী আ'ম শঙ্কৰী সঙ্গীতৰ ধাৰা আৰু দিগদৰ্শন" নামৰ অধ্যায়ত পৰিস্কাৰ কৰি দিয়া হৈছে। অধিক নিষ্প্ৰয়োজন।

চিহ্নযাত্ৰাৰ চমৎকাৰ কলাকৌশল তথা অভূতপূৰ্ব্ব সাংস্কৃতিক অনুষ্ঠান প্ৰদৰ্শনত সৰ্ব্বসাধাৰণ ৰাইজ বিশেষকৈ ব্ৰাহ্মণ সমাজ চমকি উঠে। অসাধাৰণ শক্তি প্ৰকাশত শঙ্কৰদেৱৰ প্ৰতি সকলোৰে ভক্তি ওপজে। শিক্ষাগুৰু মহেন্দ্ৰকন্দলি, সতীৰ্থ ৰাম ৰাম গুৰু, চতুৰ্ভুজ, কৰ্ণপূৰ, কবিৰত্ন, বিদ্যাৰত্ন, ৰাম সৰস্বতী আদি ব্ৰাহ্মণ পণ্ডিত আৰু অন্যান্য ব্ৰাহ্মনেতৰ সকলে শঙ্কৰদেৱক গুৰু মানি শৰণ পশিলে। ভাগৱতৰ পৰা সাৰ তুলি "উদ্ধৱ সম্বাদ" শাস্ত্ৰ লিখি স্থাপন কৰি সকলোকে শৰণ দিলে। প্ৰথমতে ৰামৰামগুৰু উঠি শৰণ লোৱাৰ কথা চৰিত পুথিত কৈছে যেনে -

ৰাম ৰাম গুৰু আগে বস্ত্ৰ খসাইলন্ত।
গুৰুৰক লাগি দণ্ডৱত কৰিলন্ত ॥

গুৰু চৰিত। ৰামচৰণ ঠাকুৰ।

পদ্ম পুৰাণ স্বৰ্গ খণ্ডত পদ্যকাৰ সাৰ্ব্বভৌম ভট্টাচাৰ্য্যই শঙ্কৰদেৱত শৰণাপন্ন হোৱা বহুতো শিষ্যৰ লেখ দিছে যেনে -

তৰ্ক ভানু বিদ্যাপতি ভট্টাচাৰ্য্যবৰ।
ৰাঘৱ আচাৰ্য্য বিভূষণ যে ভূধৰ ॥
কবিৰত্ন, বিদ্যাৰত্ন উমা বাসুদেৱ।
সৰস্বতী শ্ৰীকান্ত গজেন্দ্ৰ মহাদেৱ ॥
ৰামচন্দ্ৰ কৃষ্ণদত্ত বিষ্ণু নাৰায়ণ।
গোপাল জৈমিনি দেৱ দেৱ জনাৰ্দ্দন ॥
তাৰাসবে আপোন কুশল চিন্তা কৰি।
শঙ্কৰক গুৰু মানি ভজিলন্ত হৰি ॥
সূৰ্য্য বিপ্ৰ কালিদাস ভানু হৰিহৰ।
চক্ৰধৰ চূড়ামণি জ্ঞানী ৰত্নেশ্বৰ ॥

জ্যোতিষ প্ৰধান শিল্পকাম নৰোত্তম ।
চন্দ্ৰধৰ সূৰ্য্যধৰ সূৰ্য্য শৰ্ম্মা নাম ।।
মৃত্যুৰজা ৰত্ন খৰি বিজয় খৰি নাম ।
ধৰ্ম্ম খৰি বজ্ৰ খৰি মহীৰ শ্ৰীৰাম ।।
শ্ৰীগুৰু গণেশ য শিৱ শৰ্ম্মা নাম ।
উদিত উদয় খৰি দিবাকৰ নাম ।।
সৰ্ব্বকালে গ্ৰহ উপাসক সৰ্ব্বজন ।
শঙ্কৰক গুৰু মানি লৈলন্ত শৰণ ।।
ক্ষত্ৰিয়ৰ মহাৰাজ ৰূপ সনাতন ।
শঙ্কৰক গুৰু মানি লৈলেক শৰণ ।।

পদ্মপুৰাণ স্বৰ্গখণ্ড । সাৰ্ব্বভৌম ভট্টাচাৰ্য্য

দামোদৰ দেৱৰ এজন শিষ্যৰ পৰা শঙ্কৰদেৱৰ ভালে কেইজন ব্ৰাহ্মণ শিষ্য থকাৰ ইঙ্গিত পোৱা হৈছে। সেই সকলৰ নাম একাদিক্ৰমে উদ্ধৃতি দিয়া হ'ল—

শ্ৰীশঙ্কৰৰ লগে ব্ৰাহ্মণ ভকত ।
পৰম আনন্দে কথা শুনে সমাগত ।।
প্ৰথমে দামোদৰ গোপাল বলোৰাম ।
পৰমানন্দ ভাগৱত ভট্টাচাৰ্য্য নাম ।।
কবি কণ্ঠ বিভূষণ গুৰু ৰাম ৰাম ।
সদস্য অনন্ত কন্দলি যাৰ নাম ।।
কলাপ কেশৰী হৰিমিশ্ৰ ৰত্নাকৰ ।
শ্ৰীধৰ কন্দলি হৰিমিশ্ৰ হৰিহৰ ।।
ৰঘুনাথ গোপীনাথ হৰি কৰ্ণপূৰ ।
জয়দেৱ বংশীবদন দাস সূৰ ।।
ভাগৱত মিশ্ৰ জয়হৰি নিৰঞ্জন ।
বনমালী গোপীনাথ মদন মন ।
শ্ৰীধৰ বিষ্ণু ৰাগ্ৰা পুৰি ভাগৱত ।
পদ্মপাণি চতুৰ্ভুজ জগন্নাথ সন্ত ।।
হৰিগুৰু চিৰিহৰি মাধৱ চৰণ ।
ৰমানন্দ তুলসী দাস বিচিত্ৰানন্দন ।।
মুৰাৰি দাস নাৰায়ণ কমললোচন ।
শিৱানন্দ শতানন্দ গোবিন্দ ৰাম ।।          ইত্যাদি ।

পূৰ্ব্বোক্ত সকলোৰেই ব্ৰাহ্মণ। ইয়াৰ পিচতে "মাধৱক মুখ্য কৰি আছে ভক্ত যত"। বুলি আৰম্ভ কৰি শেষলৈকে সাত কুৰি ব্ৰাহ্মণ, অব্ৰাহ্মণ শিষ্যৰ এখন নাম তালিকা দিয়া হৈছে। পদকৰ্ত্তা গৰাকী দামোদৰ দেৱৰ প্ৰধান শিষ্য বুলি শেষৰ ভণিতাত ধৰা পৰিছে। সাতকুৰি ভকতৰ লেখৰ পিচত পদকৰ্ত্তাই লিখিছে এনেকৈ —

এহি সাতকুৰি ভক্তে গাই থাকে নাম।
শঙ্কৰক আৱৰিয়া থাকে অবিশ্ৰাম॥
এসম্বাৰ পদ ৰেণু অভিলাষ মনে।
একেবাৰে প্ৰণামোহো সবাৰে চৰণে॥
ভকতৰ বান্ধৱ মাধৱ দেৱহৰি।
কুসুমৰ ঘৰে আসি অৱতাৰ ধৰি॥
সংসাৰি লোকক কৃপা কৰিলা অপাৰ।
কৃষ্ণে স.ম নামধৰ্ম্ম কৰিলা প্ৰচাৰ॥
হেনয় গুৰুৰ দুই অভয় চৰণে।
কায় বাক্য মনে তাত পশিলো শৰণে॥
অনাদি জনমে যাক কৰ্ণে নুশুনিলো।
হেনয় দুৰ্ল্লভ বস্তু হাততে লভিলো॥
গুৰুৰো পৰম গুৰু দেৱতাৰো দেৱ।
তোমাৰ চৰণে লক্ষ কোটিবাৰ সেৱ॥
দামোদৰ দাসৰো দাসৰো তাৰ দাস
ৰাম ৰাম ঘুষিয়ো। বেজবৰুৱা গ্ৰন্থাৱলী। প্ৰথম খণ্ড

১৩৯২ শকত শঙ্কৰদেৱে সূৰ্য্যাৱতী আইক বিয়া কৰে। তেতিয়া তেওঁৰ বয়স একৈশ বছৰ। মনু নামে এটি কন্যা সন্তান হোৱাৰ পিছত পত্নী বিয়োগ হয়। ইতিমধ্যে হৰিভূঞাক কন্যাটি সম্প্ৰদান কৰাও হৈছিল। শঙ্কৰগুৰুৰ মন উদাস আৰু প্ৰসন্ন হ'ল। বিষয় চিন্তাতকৈ ধৰ্ম্ম চিন্তাৰ প্ৰতি অধিক আগ্ৰহ প্ৰকাশ কৰি গুৰুজনাই ১৪০৩ শকত ৩২ বছৰ বয়সত নানা অভিজ্ঞতা লাভৰ মানসেৰে তীৰ্থ ভ্ৰমণলৈ ওলায় যায়। লগত সোতৰ গৰাকী সঙ্গী গৈছিল। তেওঁৰাই "দ্বাদশ বছৰ ব্যাপি" তীৰ্থ ভ্ৰমণ কৰে। কথা গুৰু চৰিতত সমস্ত তীৰ্থ ভ্ৰমণৰ বিৱৰণ ডাঙি ধৰা হৈছে। তীৰ্থ ভ্ৰমণ কালত নানা সন্তসাধু মহাপুৰুষৰ আৰু নানা দেশ দেশান্তৰৰ আচাৰ ব্যৱহাৰ, নিয়ম শৃঙ্খলা কৌশল আদিৰ সংস্পৰ্শলৈ আহে। লগতে কলা সঙ্গীত বিষয়তো অধ্যয়ন পুষ্ট হয়। বোধহয় ইয়াৰ পিছত শঙ্কৰদেৱে তেওঁৰ ধৰ্ম্ম আৰু

কলা সঙ্গীতত নতুন ৰূপ দিছিল অৰ্থাৎ পৰিবৰ্ত্তন আৰু পৰিবৰ্দ্ধন কৰিছিল অথবা এৰা ধৰা কিছুমান নীতি গ্ৰহণ কৰিছিল। উদাহৰণ স্বৰূপে অঙ্কীয়া নাট সমূহৰ ভাষা আৰু কৌশলৰ কথাকে আঙুলিয়াব পাৰি। তীৰ্থ ভ্ৰমণ কালত তেৰাই সেই ঠাইৰ বহুতকে শৰণ প্ৰদান কৰাৰ কথা চৰিত সমূহে ঘোষণা কৰিছে। শুনামতে উৰিষ্যাত এতিয়াও ঠাই বিশেষে শঙ্কৰদেৱৰ আহিত সত্ৰ ব্যৱস্থা আৰু আচাৰ ব্যৱহাৰ পালন কৰা লোক আছে হেনো। ভাৰতৰ বিভিন্ন ঠাইত ভ্ৰমণ কৰি তাৰ লোকক শৰণ দিয়াৰ কথা সাৰ্ব্বভৌম ভট্টাচাৰ্য্য ৰচিত পদ্ম পুৰাণৰ স্বৰ্গ খণ্ডত পোৱা যায় যেনে —

বৃন্দাবন নামে এক মহন্ত আছিল।
শঙ্কৰক লাগ পাই তেহেন্তে ভজিল ।।
ৰমাকান্ত নামে শিষ্য মথুৰাপুৰত।
শঙ্কৰক গুৰু মানি শৰণ লৈলন্ত ।।
ৰাধা নামে এক সন্ত আছিল গোকুলে।
শঙ্কৰক গুৰু মানি সিয়ো ভক্ত ভৈলে ।।
সন্যাসী ত্ৰিজটা নামে ব্ৰজত আছিল।
শঙ্কৰক গুৰু মানি হৰিক ভজিল ।।
গোপীনাথ নামে সন্ত পুষ্কৰ তীৰ্থত।
সিজনেও শঙ্কৰক গুৰু মানিলন্ত ।।
জগন্নাথ পাণ্ডাসুত বিষ্ণুদত্ত নাম।
ৰমানন্দ হৰিদাস জৈমিনি শ্ৰীৰাম ।।
কৃষ্ণ যদুনাথ কাম এহি অষ্টজন।
শঙ্কৰক গুৰুমানি লৈলন্ত শৰণ ।।

পদ্ম পুৰাণ স্বৰ্গখণ্ড/ সাৰ্ব্বভৌম ভট্টাচাৰ্য্য

শঙ্কৰদেৱে ১৪১৫ শকাব্দত তীৰ্থৰ পৰা প্ৰত্যাৱৰ্ত্তন কৰে আৰু নানা ঠাইত সত্ৰানুষ্ঠান পাতি ভক্তিৰ বীজ সিচে। গুৰুজনাই বংশীয় লোকৰ অনুৰোধত পৰি দ্বিতীয় বিবাহ কৰিব লগা হয়। ইয়াৰ মাজতে নানা গীত, পদ, নাটক, শাস্ত্ৰাদি লিখি পুণ্য অৰণ্যত মাধৱৰ নাম সিংহ প্ৰকাশ কৰে। গুৰুজনাই ইয়াৰ মাজতে তেৰাৰ "শিৰোমণি ভূঞা"ৰ বিষয় বাব সোধাই দি একাণপতীয়াকৈ ধৰ্ম্ম চৰ্চ্চাত লাগে। বিভিন্ন ঠাইত ধৰ্ম্মৰ কঠীয়া সিচি মাজুলীৰ ধুৱাহাটা নামৰ ঠাইত সত্ৰ পাতি ভকত সকলৰ সৈতে থাকিবলৈ লয়।

গুৰুজনা জীৱিত আছিল প্ৰায় ছকুৰি বছৰ। উক্ত ছকুৰি বছৰত প্ৰতি বছৰে একো একোটা সৎগুণৰ কাৰণে গুৰুজনাক বেলেগ বেলেগ ব্যক্তি সকলে

স্বকীয় অভিৰুচি মতে নাম দি লৈছিল। সেই বাবে বিভিন্ন শাস্ত্ৰ উদ্ঘাটন কৰোতে তেওঁৰ ছকুৰিটা নাম পোৱা হ'ল যেনে—

যশধৰ শিৰোমণি গুৰু গঙ্গাধৰ।
ডেকাগিৰি মহাপুৰুষ বাপ ৰত্নাকৰ॥
হৰিদেৱ গোমস্তা গৃহস্থ জগন্নাথ।
স্বামী সন্ত সৰ্ব্বানন্দ আৰু গোপীনাথ॥
বৰ আতা আচাৰ্য্য মহন্ত শিৱ দেৱ।
ককাই ভোলাই সূৰ্য্য শ্ৰীশঙ্কৰদেৱ॥
বৰ পাত্ৰ ইষ্টদেৱ সুন্দৰ নটুৱা।
মদন মোহন কাল আতা বৰভূঞা॥
মৎস হৰি জগৎ গুৰু মহাযোগেশ্বৰ।
বিশ্বকৰ্ম্মা বাণীনাথ দেৱ চিত্ৰকৰ॥
মহীমল্ল মহাকবি দেৱ পঞ্চানন।
নৃপ উপকাৰী আউৰ সত্য সনাতন॥
এহিৰূপে শঙ্কৰৰ ছয়কুৰি নাম।
গুৰুক চিত্তত ধৰি বোলা ৰাম ৰাম॥

ইয়াত ছকুৰি নাম সম্পূৰ্ণকৈ দিয়া নাই। আভাস মাত্ৰ দিয়া হ'ল। তদুপৰি উক্ত নামবোৰ কোনে কোনে দিছিল, তাৰো বিবৰণ আছে যেনে—

ক, খ পঢ়ি ৰচিলন্ত অদ্‌ভুত তোটয়।
বাণীনাথ নাম ৰাখে ৰাঘৱাচাৰ্য্যই॥
লৰি যায় ধৰি আনে ধুপুনি চৰাই।
বোলয় গৰুৰ কেতু বুঢ়া কেটাই খাই॥
কবিগণ নাম ৰাখে দেৱ পঞ্চানন।
আগম নিগম যাৰ মুখৰ বচন॥
দুষ্ট দৈত্যগণে নিন্দি বোলে ঢোল পেটা।
শিষ্ট গণে বন্দি বোলে ব্ৰহ্মাণ্ডৰ নেতা॥

তদুপৰি সঙ্কৰা দলৈয়ে-গঙ্গাধৰ, সত্যসন্ধ্যাই-সুচান্দ বয়ন, চন্দৰীয়ে জীৱৰ জীৱন, খেৰশুতীয়ে—মানিক পুতলি, বন গঞাই—ডেকাগিৰি, বেদজ্ঞ ব্ৰাহ্মণ সকলে—গৃহস্থ, মাধৱদেৱে—বাপ, জ্ঞানীসকলে—জগৎ গুৰু, ভক্ত বিপ্ৰগণে-মহাপুৰুষ, সাৰ্ব্বভৌম ভট্টাচাৰ্য্যই-নাৰায়ণ, অনন্ত কন্দলিয়ে-নন্দনন্দন, মহেন্দ্ৰ কন্দলিয়ে-দেৱ, বিহাৰৰ নৰ-নাৰীসকলে—মদন মোহন, ৰাধিকা শান্তিয়ে-খাতক ভঞ্জন, কছাৰীসকলে-দেৱ ধনমালী, শিল্পীসকলে-চিত্ৰকৰ, তাঁতীসকলে-বিশ্বকৰ্ম্মা,

মোক্ষকামী সকলে—দেৱ উপকাৰী, সুতাৰ সকলে বিশ্ব খনিকৰ, সহপাঠী সকলে—অতন্ত্ৰ শয়ন আদি অৰ্থসূচক নাম দি গুৰুজনাৰ মহৎ গুণৰ পৰিচয় ডাঙি ধৰিছে।

শ্ৰীমন্ত গুৰুজনাই ছাত্ৰ শালাৰ পৰা আৰম্ভ কৰি মহা প্ৰয়াণ পৰ্য্যন্ত অসমকে কেন্দ্ৰ কৰি সমগ্ৰ মানৱ জাতিলৈ বহুতো মূল্যবান্ উপদেশ আৰু আদৰ্শমূলক অৱদান দি গৈছে। তেওঁৰ জীৱন আদৰ্শ আৰু উপদেশৰ জীৱন। জীৱনৰ সমস্ত সময় ধৰ্ম্মীয় তথা মানৱ জাতিৰ কল্যাণৰ হকে উৎসৰ্গা কৰি গল। নানা বিৰোধ সংঘাতৰ চাকনৈয়াত পৰিও অটল অচল ভাৱে হিমাচল গিৰিৰ অৱস্থিতিৰ দৰে থাকি নিজৰ কৰ্ত্তব্য সম্পূৰ্ণ কৰি গৈছে। মহাত্মা গান্ধীয়ে গীতাৰ অনুবাদ কৰোঁতে পাতনিত লিখিছে যে ধনী, দৰিদ্ৰ সকলোকে সামৰি এটা যুগৰ বাণীয়ে যিজন পুৰুষত মূৰ্ত্ত ধৰে, সেই জনেই সেই যুগৰ অৱতাৰ হয় সঁচা কথা যে একেশ্বৰবাদী এই মহাপুৰুষ জনাই মানৱ জাতিৰ সামগ্ৰিক পৰিস্থিতিৰ ওপৰত দৃষ্টিপাত কৰি যুগধৰ্ম্মানুসাৰে অৰ্থাৎ যি সময়ত যি আচৰণ কৰিলে ধৰ্ম্ম, সমাজ, ব্যক্তিৰ কুশল সাধন হয়, সেইমতে কাৰ্য্য সমাধান কৰোঁতে বহুতো উল্লেখযোগ্য বৰঙণি আগবঢ়ালে। তাৰ ভিতৰত ধৰ্ম্মীয় বিশ্বাস আৰোপিত তথা অসমৰ সামগ্ৰিক জাতীয় ঐক্য সাধনৰ কাৰণে হাতে কামে লাগি প্ৰামাণিক গ্ৰন্থ ৰচনা কৰিলে। তেওঁৰ গ্ৰন্থ ৰচনা কেইবা ভাগত বিভক্ত। নিম্ন স্থানত সামান্য আভাস এটি দিয়া হ'ল—

(১) পদ্য সাহিত্য ঃ—

মূল ভাগৱতৰ প্ৰথম, দ্বিতীয়, তৃতীয় (অনাদি পাতন), ষষ্ঠ (অজামিল উপাখ্যান), অষ্টম (অমৃত মথন), দশম (আদ্য আৰু শেষৰ কুৰুক্ষেত্ৰ), একাদশ আৰু দ্বাদশ স্কন্ধৰ ভাঙনি। কীৰ্ত্তন ঘোষা, হৰিশ্চন্দ্ৰ উপাখ্যান, নিমিনৱসিদ্ধ, ভক্তি প্ৰদীপ, ৰুক্মিণী হৰণ কাব্য, উত্তৰাকাণ্ড ৰামায়ণ আৰু গুণমালা আদি ধৰ্ম্মগ্ৰন্থ।

(২) গীতি সাহিত্য ঃ -

বৰগীত, অঙ্কৰ গীত, তোটয়, ভটিমা আদি।

(৩) নাট্য সাহিত্য ঃ—

পত্নী প্ৰসাদ, কালিয় দমন, কেলি গোপাল, ৰুক্মিণী হৰণ, পাৰিজাত হৰণ আৰু ৰামবিজয় নাট।

(৪) প্ৰকৰণ সাহিত্য :—

ভাগৱত পুৰাণাদি গ্ৰন্থৰ পৰা মূলোদ্ধৃতি, ভাগৱতী ধৰ্ম্মৰ নীতিমূলক শাস্ত্ৰ ভক্তি ৰত্নাকৰ সংস্কৃত পুথি।

স্বৰচিত গ্ৰন্থৰ পদ্যভাগৰ শেষৰফালে থকা তেৰাৰ স্বকীয় ভাবোদ্ৰেকপূৰ্ণ অমূল্য উপদেশ আদি— যাক আমি "উপদেশ সাহিত্য" বুলি এটি পৃথক নামকৰণ কৰিব পাৰোহঁক। অসমীয়া জনসাধাৰণ তথা সমগ্ৰ মানবজাতিৰ আধ্যাত্মিক, সাংস্কৃতিক, সামাজিক জীৱনলৈ মহাপুৰুষজনাৰ যি দান, তাৰ মূল্য নিৰূপণ কৰিবলৈ যোৱাটো ধৃষ্টতা মাত্ৰ। বহু দেৱতাৰ ঠাইত এজন প্ৰধান দেৱতাৰ সন্ধান বহু সত্যৰ মাজত সনাতন সত্যৰ উপলব্ধি, ব্যভিচাৰী ধৰ্ম্মৰ বিভীষিকা নিবাৰণ, বিশুদ্ধ আধ্যাত্মিক উপলব্ধি প্ৰতিপাদন, সামাজিক শ্ৰেণী বিভাজন, ব্যৱধান, অপসাৰণ আদি শঙ্কৰদেৱৰ পবিত্ৰ অৱদানৰ আন এটা দিশ। "সমস্তে আমাৰ শিষ্য" হোৱাতকৈ "আমি সমস্তৰে শিষ্য" হোৱাটোহে শঙ্কৰদেৱে মনে প্ৰাণে দেহে-কেহে ভাল পাইছিল। আত্মবৎ সৰ্ব্বভূতেষু" উপলব্ধি শঙ্কৰী ধৰ্ম্মৰ প্ৰধান অঙ্গ আৰু আদৰ্শাপদেশ। সৰ্ব্বপ্ৰাণীত বিষ্ণুবুদ্ধি কৰাই হল নিভাজ বৈষ্ণৱ আদৰ্শ। এই আত্মিয়তা তথা সম্প্ৰীতিৰ বান্ধোন বৈষ্ণৱ ধৰ্ম্মাদৰ্শৰ মূল কথা। সচা কথা বা অপ্ৰিয় সত্য যে শঙ্কৰদেৱৰ পূৰ্ব্বোক্ত অৱদানৰ উদাহৰণ ভাৰতৰতো কথাই নাই, সমগ্ৰ পৃথিৱীৰ অৱতাৰী পুৰুষসকলতো নাখাটে বা তেৰাক সেইসকলৰ শাৰীত থিয় কৰাব নোৱাৰি। কাৰণ শঙ্কৰদেৱ সূৰ্য্যকিৰণৰ দৰে বহুমুখী প্ৰতিভা সম্পন্ন মহাপুৰুষ। মাধৱদেৱে সেই কাৰণেই গুৰু ভটিমাত "সৰ্ব্বগুণাকৰ" বিশিষ্ট শব্দটো ব্যৱহাৰ কৰিছে। দৰ্পণত যাৰ যি আকৃতি যেনেদৰে দেখে, ঠিক তেনেকৈ বহুমুখী প্ৰতিভাসম্পন্ন সৰ্ব্বগুণাকৰ শঙ্কৰদেৱক সাহিত্য, সংস্কৃত আৰু দৰ্শনাদিৰ সামগ্ৰিক অৱদানত দেখা পোৱা যায়। শঙ্কৰদেৱ একাদিক্ৰমে সাহিত্যকাৰ, গীতিকাৰ, নাট্যকাৰ, কলাকাৰ আদি সৰ্ব্বগুণেৰে বিভূষিত হোৱা হেতুকে ভিন্ন ৰুচিৰ লোকে ভিন্ন ভিন্ন ভাবেৰে তেৰাক দৰ্শন কৰিব পাৰে। দাৰ্শনিকসকলে দাৰ্শনিক, সাহিত্যিকসকলে সাহিত্যিক, কবিসকলে কবি, কলাপ্ৰেমীসকলে কলাকাৰ, গীতিকাৰসকলে গীতিকাৰ, ভাষাপ্ৰেমীসকলে ভাষাবিদ্, ধৰ্ম্মপ্ৰচাৰকসকলে ধৰ্ম্মগুৰু, নাট্যকাৰসকলে নাট্যকাৰ হিচাবে শঙ্কৰদেৱক দেখা পায়। তেৰাক এটা দিশত চাব নোৱাৰি। বহু দূৰদৃষ্টিসম্পন্ন লোকেহে তেৰাক পৰিষ্কাৰৰূপত দেখা পায়। শঙ্কৰদেৱক বহুতো পণ্ডিতে দুটা প্ৰধান কাৰণত অৱতাৰ হৈছিল বুলি আৰু সাহিত্য সৃষ্টি কৰিছিল বুলি কব খোজে।

প্ৰথমটো হল যি বিলাক পণ্ডিত আছিল তেওঁলোকে বেদৰ পুষ্পিত বাক্যত ভোল গৈ বা বেদৰ প্ৰকৃত তত্ত্ব বুজিব নোৱাৰি নানা ব্যভিচাৰত নিজকে বিলীন কৰি দি নৰকৰ কণ্টকাকীৰ্ণ পথেদি যাবলৈ ৰেলু চাইছিল। তেওঁলোকৰ আৰু দ্বিতীয়তে সৰ্ব্ববিষয়তে অনভিজ্ঞ স্ত্ৰী শূদ্ৰাদিয়ে ধৰ্ম্মাধৰ্ম্ম নেজানি বলৱন্ত জনৰ বা চতুৰ পণ্ডিতৰ চালনাত পৰি ভোল গৈছিল—তেওঁলোকৰ মাজত সুপথ দৰ্শনৰ কাৰণেই শঙ্কৰদেৱৰ অৱতাৰ। চৰিত পুথিত তাৰ ইঙ্গিত আছে। বিশেষকৈ দ্বিজ ৰমানন্দকৃত গুৰু চৰিতত তাৰ আভাস বেছিকৈ আছে। কথাগুৰু চৰিতত উল্লিখিত তিৰোতাক মেধি পতা আৰু নাতিনী বোৱাৰী কনকলতা আই সত্ৰাধিকাৰ হোৱা কথাই গুৰুৱে পুৰুষ আৰু মহিলাক সমানাধিকাৰ দিয়াৰ কথাকে সূচাইছে।

শঙ্কৰদেৱে অসমৰ ঠায়ে ঠায়ে ধৰ্ম্ম প্ৰচাৰৰ সুচল হোৱাকৈ সত্ৰানুষ্ঠান পাতি তাত একোজনা প্ৰচাৰক নিয়োগ কৰি থৈ অনুক্ৰমে আগবাঢ়ি গৈ আছিল। মাজে মাজে ৰজাঘৰীয়া শেনচকু, কায়স্থীয়া প্ৰজাৰ অত্যাচাৰ, স্বাৰ্থত আঘাত পৰাসকলৰ ঈৰ্ষা কোপানলত পৰি বিতত হৈছিল। সেই সকলোবোৰ অতিক্ৰম কৰি গুৰুজনাই নিজক সুথিৰ কৰি লব পাৰিছিল। এনেকৈ ধৰ্ম্ম প্ৰচাৰ কৰি মাজুলীৰ বেলগুৰীত সত্ৰ পাতি কিছুকাল বৈছিল। ইয়াক ধুঞাহাটা বুলিও কয়। সম্ভৱ 'ভূঞাহাট'ৰ পৰাই এই নামটো অপভ্ৰংশ ৰূপত আত্মপ্ৰকাশ কৰিছে। যি কি নহওক বেলগুৰী সত্ৰত গুৰুজনাই পূৰ্ণোদ্যমে ধৰ্ম্মবস্তু বিতৰণ কৰে। ইয়াতেই প্ৰাণবন্ধু বৰাৰ পো মাধৱদেৱে গুৰুজনাক লগ পায়। ইয়াকে মনিকাঞ্চনৰ সংযোগ বুলি কয়। দুয়োজনা গুৰুৰ আগম আৰু নিগম ধৰ্ম্মৰ প্ৰাধান্য লৈ নানা তৰ্ক হোৱাৰ পৰিপ্ৰেক্ষিতত নিগম ধৰ্ম্মৰ প্ৰতীক শঙ্কৰগুৰুৰ হাতত আগম ধৰ্ম্মৰ প্ৰতীক মাধৱদেৱে পৰাজয় বৰণ কৰে। দুয়াজনা গুৰুৰ মিলন হৈছিল ১৪৪৪ শকাব্দত। কথাগুৰুচৰিতৰ ভাষাৰে "গুৰুজনৰ তিনিকুৰি তেৰ বৰ্ষ যাওঁতে শ্ৰীমাধৱদেৱৰ একুৰি বাৰ বৰ্ষত লাগ পাইছে"। নিগমৰ জয় আৰু আগমৰ পৰাজয় বা দুয়োজনা বিদগ্ধ পণ্ডিতৰ পানী নসৰকা তৰ্ক যুদ্ধত আগম শাস্ত্ৰ আগশাৰীৰ পণ্ডিত মাধৱদেৱৰ পৰাজয়ে শঙ্কৰগুৰুৰ একশৰণ নামধৰ্ম্মই বিৰাট সাফল্য লাভ কৰিবলৈ সক্ষম হয়। শাক্ত মাধৱদেৱ যেতিয়া একশৰণীয়া হল, তেতিয়া তেৰাৰ পিচৰ পালি পহৰীয়া নেতাসকলো বিষয়টো চালিজাৰি চাই যুক্তিপূৰ্ণ বুলি বিবেচনা কৰি একশৰণীয়া হবলৈ বাধ্য হয়। এনেকৈ ধৰ্ম্মৰ উজ্বল পতাকাখন উৰাই থাকোঁতে হঠাতে দুয়োজনা গুৰু ভকতসকলৰ সৈতে আহোম ৰজাৰ কোপানলত পৰি কোচ ৰাজ্যৰ

অন্তৰ্গত কামৰূপলৈ যাত্ৰা কৰে। আহোম ৰাজ্য গুৰুশূণ্য হল। চুণপৰা বা চিন পৰা নামৰ ঠাইত সত্ৰ পাতি থাকোতে নাৰায়ণ দাস ঠাকুৰ আতাই গুৰুজনাত শৰণ লয়হি। তেওঁৰ নাম আছিল ভবানন্দ। গুৰুজনাই নাৰায়ণ দাস নাম দি লয়। ঠাকুৰ আতাই প্ৰধান সঙ্গী হিচাবে বা সখি হিচাবে লাভ কৰিলে মাধৱদেৱক। এনেকৈ ততে কেইবাখনো ঠাই সলাই নিগাজিক পাটবাউসীত সত্ৰ পাতি থাকিবলৈ লয়। তাৰ পৰাই ভকতসকলৰ সৈতে দুয়োজনা গুৰু দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমনলৈ যায়। এই ঠাইতো বিৰোধীসকলৰ অত্যাচাৰত গুৰুজন অতীষ্ঠ হয় আৰু ৰাজৰোষত পৰে। কিন্তু তাত উত্তীৰ্ণ হৈ তেৰাই একশৰণ ধৰ্ম্মৰ খুটি কল্পলি পুতিবলৈ সক্ষম হয়। পাটবাউসীত থকা অৱস্থাতে স্বাচ্ছন্দ্য গতিত মূল্যবান গ্ৰন্থ লিখিবলৈ সুবিধা লাভ কৰে। ইয়াৰ প্ৰধান কাৰণ হল পণ্ডিত নৰনাৰায়ণ আৰু চিলাৰায় দেৱানৰ আদৰ যত্ন। মূৰ্খ মিত্ৰতকৈ জ্ঞানী শত্ৰু বেছি ভাল যিহেতু দুয়োজনা কোচৰজা বিদগ্ধ পণ্ডিত আছিল। তেওঁলোক এসময়ত শত্ৰু হৈ উঠিছিল যদিও জ্ঞানী হোৱাৰ কাৰণে মাৰাত্মক ভুলৰ সংশোধন কৰি লৈছিল আৰু লব পাৰিছিল। নৰনাৰায়ণ আৰু চিলাৰায়ৰ অনুৰোধক্ৰমে গুৰুজনাই গুণমালা, লীলামালা, ৰামবিজয় অঙ্কীয়া নাট, বৃন্দাবনীয়া বস্ত্ৰ নিৰ্ম্মাণ কৰিছিল। চৰিতৰ মতে গুৰুজনাই ৰামবিজয় নাট লিখিয়েই কাপ কাঠি সামৰিছে। নাটখন লিখা হৈছিল ১৪৯০ শকাব্দত বা ১৫৬৮ খৃষ্টাব্দত। আচৰিত কথা যে গুৰুজনাৰ সৰ্ব্বপ্ৰথম ৰচনা 'চিহ্নযাত্ৰা নাট" আৰু শেষৰ ৰচনা "ৰামবিজয় নাট"। চিহ্নযাত্ৰা নাট লিখা হৈছিল ১৩৯০ শকাব্দত আৰু ৰামবিজয় নাট লিখা হৈছিল ১৪৯০ শকাব্দত অৰ্থাৎ এশবছৰৰ ইমুৰে সিমুৰে। ইয়াৰ দ্বাৰাই গুৰুজনাৰ সমগ্ৰ দীঘলীয়া জীৱন "নাটকীয় জীৱন" বুলি আখ্যা দিব পৰা যায়। মহাপ্ৰয়াণৰ বেলিকাও এটি ভক্তিমূলক গীত গাইহে নৰনাট সামৰিছে।

পাটবাউসীত থাকোতে গুৰুজনাই কোচ ৰাজধানীলৈ যাবলৈ ইচ্ছা কৰি নাও মানুহ যুগুতাই শিষ্য সকলক শেষবাৰৰ বাবে দেখা কৰি যোৱাৰ প্ৰবল হেপাহ কৰে। শিষ্যসকলৰ মনত ধাৰণা হৈছিল যে আগতো গুৰুজনা কোচবিহাৰলৈ গৈছিল, কিন্তু এতিয়া এনেকৈ নিমন্ত্ৰণ কৰি আলাপ আলোচনাৰ মাজেৰে যোৱা নাছিল। তেওঁলোকৰ মনত এইটোৱেই সিদ্ধান্ত হ'ল যে গুৰুজনাৰ লগত এয়েই শেষ দেখা দেখি। গুৰুজনায়ো সকলোকে দৰ্শন কৰি আলাপ আলোচনা কৰি সকলোকে বিদায় দিয়ে। নাও মানুহৰ প্ৰস্তুতিৰে গুৰুৱে শুভদিন শুভবাৰ চাই পাটবাউসী এৰি কোচবিহাৰ অভিমুখে যাত্ৰা কৰে। বাটত

গনককুছী মাধৱদেৱৰ থানত এৰাতি কটাই যায়। তাতে মাধৱদেৱৰ লগত মুক্তভাৱে বহুতো আলাপ কৰে আৰু ভক্তি তত্ত্ব বস্তুৰ "হৃদয় ভাণ্ডাৰ খুলি মাধৱক দিলা"। ধৰ্ম্মৰাজ্যৰ সমস্ত সম্ভাৰৰ অধিকাৰ মাধৱদেৱৰ ওপৰত ন্যস্ত কৰা হয়। গুৰুজনাৰ আজ্ঞাপৰ তথা ধৰ্ম্ম বস্তু বিতৰণ কৰোতা জানেকিজন প্ৰধান শিষ্যৰ ভিতৰত মাধৱদেৱো অন্যতম আছিল, কিন্তু বাকীসকল প্ৰধান শিষ্যতকৈ মাধৱদেৱ বহু ক্ষেত্ৰত শ্ৰেষ্ঠ প্ৰধান আছিল। মাধৱদেৱ শঙ্কৰদেৱৰ সমানে খোজ মিলাই যাব পৰা সামৰ্থ্য যুক্ত ব্যক্তি আছিল, একাগ্ৰতৰ ভক্তিত নিষ্ঠাৱান, আদৰ্শ পৰায়ণ, হিতৈষী, কবি, সাহিত্যিক আদি সৰ্ব্বগুণেৰে অলঙ্কৃত আছিল বাবেই তেওঁৰ প্ৰতি গুৰুজনাৰ স্নেহ দৃষ্টি পৰিছিল। গুৰুৰ আপদে-বিপদে, গুৰুত্বপূৰ্ণ সমস্যাত মাধৱদেৱে যেনেকৈ উদ্ধাৰ তথা সমস্যাৰ সমাধান কৰি দিব পাৰিছিল, আনে তেনেকৈ নোৱাৰিছিল। সেইবাবেই গুৰুৰ উত্তৰাধিকাৰী সূত্ৰে মাধৱদেৱে ধৰ্ম্মৰাজ্যৰ ভাৰধন বহন কৰিবলৈ সক্ষম হয়। কেন্দ্ৰই যেনেকৈ ৰাজ্যসমূহক নিয়ন্ত্ৰণ কৰে আৰু ৰাজ্য সমূহেও যেনেকৈ কেন্দ্ৰৰ মুখাপেক্ষী হৈ কেন্দ্ৰৰ অধীনত থাকি ৰাজ্য পৰিচালনা কৰে, ঠিক তেনেকৈ ধৰ্ম্মৰ কেন্দ্ৰীভূত মাধৱদেৱে গুৰুৰ আশীৰ্ব্বাদ পুষ্ট ধৰ্ম্ম প্ৰচাৰক অন্যান্য আচাৰ্য্য সকলক পৰিচালনা তথা নিয়ন্ত্ৰণ কৰিবলৈ দায়িত্ব লাভ কৰে। দেখা যায় যে শঙ্কৰদেৱৰ আজ্ঞাবহ ব্ৰাহ্মণ, অব্ৰাহ্মণ ধৰ্ম্মাচাৰ্য্যসকলে ধৰ্ম্মৰ ৰাষ্ট্ৰপতি মাধৱদেৱৰ নিয়ন্ত্ৰণত একেখন ধৰ্ম্মৰ পতাকা তলত থিয় দি অটল অচল ভাৱে একশৰণ ধৰ্ম্মত নিষ্ঠাপৰ হৈ গুৰুৰ আদেশ মানি চলিছিল। ধৰ্ম্মৰ কেন্দ্ৰীয় উত্তৰাধিকাৰী মাধৱদেৱে অসম, কামৰূপ উভয় দেশতে ধৰ্ম্মৰ সূতাদাল মেলি দিছিল। গুৰুজনাৰ ত্যাজ্য অসম দেশখনতো পুনৰ ধৰ্ম্মৰ খুটি পুতিবলৈ মাধৱদেৱ সমৰ্থ হয়। বদলা পদ্ম আতা, বংশীগোপাল দেৱেই তাৰ সাক্ষী। স্থানান্তৰত সেইখিনি প্ৰকাশিত হ'ব।

মাধৱদেৱৰ থান গণককুছীত গুৰুজনাই মাধৱদেৱক ধৰ্ম্মৰাজ্যৰ অধিকাৰ পাতি কোচবিহাৰলৈ পুনৰ নৌকাস্থ হয় আৰু নৌকাখন ভাটিমুখে ভাহি যায়। সেয়া আছিল শঙ্কৰদেৱৰ শেষ যাত্ৰা। কোচবিহাৰৰ কাকত কুটাত থিতাপী লৈ ৰাজবাৰীলৈ অহা যোৱা কৰি থাকে। এনেকৈ কিছুদিন যোৱাৰ পিছত গুৰুজনাৰ পাণ্ডিত্য, সুগভীৰ ভগৱৎ প্ৰেম দেখি ৰজা নৰনাৰায়ণে মুগ্ধ হৈ ভক্তি ধৰ্ম্মত শৰণ দিবলৈ তেওঁক প্ৰাৰ্থনা জনায়। কিন্তু ইপিনে গুৰুজনাই ৰাজা, স্ত্ৰী, কৰ্ম্মকাণ্ডীৰ গুৰু নহবলৈ দৃঢ়সঙ্কল্প হৈ আছে। ঘোৰ শাক্ত নৰনাৰায়ণে অব্যভিচাৰি ভক্তি ধৰ্ম্ম একাগ্ৰতাৰে ধৰিব নোৱাৰিব বুলি তেওঁৰ বিশ্বাস কৰিছিল। কি কৰোঁ আৰু কি নকৰোঁকৈ প্ৰায় ভালে দিন ৰজাৰ ঠাইলৈ

শঙ্কৰদেৱ যোৱা নাই। ৰজাই এদিন গুৰুজনাক মাতি নি পুনৰ একেটা প্ৰস্তাৱকে উত্থাপন কৰে। গুৰুজনে নানা বুজনি দিয়াতো ৰজা সৈমান নে'হোৱাত "বাৰু কাইলৈ দেখা যাব" বুলি কৈ চিন্তান্বিত ভাৱে নিজ বাহৰলৈ উভটি আহে। শঙ্কৰদেৱে শেষত পূৰ্ব্বৰ দৃঢ় সঙ্কল্পটো এৰিবলৈ ইচ্ছা নকৰিলে। দেহা গলেও বেহা নেৰিব। ৰজাৰ হাত সাৰিবলৈ দেহত্যাগৰ বাহিৰে আন একো উপায় নেদেখি যোগ সাধনাৰে ঈশ্বৰ চিন্তাত নিমগ্ন হয় (শঙ্কৰও পুনু, চিত্ত নিয়মিলা, লোচন কৈলা মুদ্ৰিত — গুৰুচৰিত। দ্বিজ ৰমানন্দ)। সামান্য ফোঁহোৰা এটা হোৱাৰ অজুহাত দেখুৱাই সকলো শিষ্য প্ৰশিষ্যক কন্দুৱাই গুৰুজন ১৪৯০ শকৰ ভাদ মাহৰ শুক্লা দ্বিতীয়া তিথিত কাকতকুটা থানত ৰৱনাট সামৰে। পুত্ৰ ৰমানন্দই গুৰুজনাৰ পাৰলৌকিক কাৰ্য্য সম্পন্ন কৰে। কোচবিহাৰৰ পৰা নৌকাযোগে পাটবাউসী পাই পুত্ৰ ৰমানন্দই পোনচে মাধৱদেৱক লগ কৰে। মাধৱদেৱে অনেক দুখ প্ৰকাশ কৰি গুৰুজনাৰ হকে তথা তেওঁসকলৰ মঙ্গলৰ হকে দহা কাৰ্য্য আৰু শুদ্ধি কাৰ্য্য সমাপন কৰে। শঙ্কৰগুৰুৱে কোচবিহাৰ নগৰ পৱিত্ৰ কৰি তোৰোচা নৈৰ পাৰত নশ্বৰ দেহাৰ চিন হেৰুৱাই পেলালে। পিচত ৰৈ গ'ল তেওঁৰ অপৰিসীম প্ৰতিভা, সঙ্গীত, সাহিত্য, শিল্পকলা, ধৰ্ম্ম, সমাজ নীতি, সৎভাবাদৰ্শ, নতুন সংস্কৃতি আৰু অন্যান্য। আজি পৰ্য্যন্ত তেওঁৰ সকলো কাৰ্য্য স্থায়ী ৰূপত প্ৰতিফলন হৈ আছে।

## (ক – ২) মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱঃ—

মহাপুৰুষ সন্ত শ্ৰীশ্ৰীমাধৱদেৱৰ আদি পুৰুষ নামাও চৰিত ভেদে মতভেদ আছে। কথাগুৰু চৰিত মতে এনেদৰে হয়

(১) কৃষ্ণ ভূঞা।
(২) বিষ্ণু ভূঞা
(৩) গোপাল ভূঞা
(৪) কৃপাল ভূঞা
(৫) ৰাম ভূঞা
(৬ জনাৰ্দ্দন ভূঞা
(৭) চিৰাম ভূঞা
(৮) মুকুন্দ ভূঞা
(৯) গোবিন্দ ভূঞা
(১০) শ্ৰীশ্ৰীমাধৱদেৱ।

ৰামচৰণ ঠাকুৰ কৃত গুৰু চৰিতত মাধৱদেৱৰ বংশাৱলী ক্ৰম নাই বুলি কব পাৰি। দৈত্যাৰি ঠাকুৰৰ মতে মাধৱদেৱৰ আদি পুৰুষৰ নাম দীঘল পুৰীয়াগিৰি ভূঞা বা গোবিন্দ বুলি কোৱা হৈছে। দ্বিজ ৰমানন্দৰো একমত। এওঁৰ বৰ ভনাগিৰি বুলিও কোৱা হৈছে।

মহাপুৰুষ মাধৱদেৱৰ জন্ম সম্পৰ্কেও চৰিত সমূহত মতদ্বৈধ আছে। জন্মৰ শক ভাৰিখ আদি সম্পৰ্কে ৰামচৰণ আৰু দৈত্যাৰি ঠাকুৰ নিমাত। কথা গুৰু চৰিতৰ মতে — "জ্যেষ্ঠ মাহ ৰবিবাৰ অমাৱস্যা তিথি, ভৰণী নক্ষত্ৰ ১৪১১ এদিন ৰাত্ৰিতে দুই প্ৰহৰ নিশা জন্ম নৰদেহা বেকত হৈছ গুৰুজন"। ৰমানন্দ দ্বিজে শক তাৰিখৰ কথা উল্লেখ নকৰিলেও মাহ আৰু তিথিৰ কথা জনাব পাৰিছে যেনে —

শুকুলা নৱমী তিথি বৈশাগ মাসত।
দিবা ভাগে জন্মিলন্ত দুই প্ৰহৰত ॥

মাধৱদেৱৰ পিতৃৰ নাম গোবিন্দগিৰি। তেওঁৰ দুগৰাকী ভাৰ্য্যাৰ ভিতৰত প্ৰথমা ভাৰ্য্যা অনুচিতাৰ গৰ্ভত দামোদৰ ঠাকুৰ বা ৰূপচন্দ্ৰৰ জন্ম হয় আৰু দ্বিতীয়া ভাৰ্য্যা মনোহাৰী বা মনুৰ গৰ্ভত শ্ৰীশ্ৰীমাধৱদেৱৰ জন্ম হয়। প্ৰথমাৱস্থাত পিতৃৰ ভূমি আছিল বাণ্ডুকা (বৰ্তমান বাংলাদেশান্তৰ্গত ৰংপুৰ নামৰ ঠাইত) পিছত অসমৰ লক্ষীমপুৰত বসতি কৰিবলৈ লয়। শঙ্কৰদেৱৰ পিতৃ কুসুমৰ ভূঞাই মাধৱৰ পিতৃ গোবিন্দ ভূঞাক মাটি ভেটি দি পাতিছিল। সেই সময়তে আহোম আৰু কছাৰীৰ মাজত বিবাদ হোৱাত গোবিন্দগিৰি নামৰ নৰস্তং হৈ হৰিসিঙা বৰা বা হৰহিং উজিৰৰ ঘৰত আশ্ৰয় লয়। উজিৰৰ ঘৰ আছিল নাৰায়ণপুৰৰ অন্তৰ্গত লেতেকুগুৰি পুখুৰীৰ পাৰত। তাতে যথা সময়ত মাধৱদেৱৰ জন্ম হয়। সেই সময়তে দেশত ঘোৰ দুৰ্ভিক্ষ হোৱাত পিতৃ-মাতৃ সহ মাধৱদেৱ সেই জিলাৰ ঘাঘৰি মাজিৰ ঘৰত আশ্ৰয় লয়। তাতে উৰ্ব্বশ্ৰী নামে এটি কন্যাও (মাধৱদেৱৰ ভনী) জন্ম হয়। তাতে চৈধ্যবছৰ বাস কৰি চাৰিওগৰাকী মাজুলীলৈ আহে আৰু গোবিন্দগিৰিয়ে কন্যা সন্তানটি ৰামদাসক গতাই দি মাধৱদেৱক লগত লৈ বাণ্ডুকালৈ যাত্ৰা কৰে। তাতে মাধৱদেৱে ৰাজেন্দ্ৰ অধ্যাপকৰ চতুষ্পাঠীত বিদ্যা আৰম্ভ কৰে। কথাগুৰু চৰিতৰ ভাষাৰে "একবৰ্ষে সাত ব্যাকৰণ, ভাৰত, পুৰাণ, ভাগৱতৰো শিক্ষিত হ'ল, একবাৰ ক'লে পুনু কব নালাগে"। বাণ্ডুকাতে পিতৃ গোবিন্দগিৰি পৰলোক হয়। তাতে খেলি-খোলা, বেহা বেপাৰ আৰু মাজতে ৰজঘৰীয়া কাম সমাপ কৰি দি জ্যেষ্ঠ দামোদৰ ঠাকুৰক

সহায় কৰে। বাণ্ডুকাৰ পৰা প্ৰত্যাবৰ্ত্তন কৰোতে বাটত মাতৃৰ টান নৰীয়াৰ বাতৰি পাই মাধৱদেৱে শাৰদীয় দুৰ্গা পূজালৈ এজোৰ বগা পাঠা আগ কৰে। দৈত্যাৰিয়ে লিখিছে —

হেন শুনি তেখনে দেৱীক বুলিলন্ত ।।
শুক্ল একজোৰ পাঠা দিবো মই য'ই।
. নপৰা সকাশ পাৰন্তোক মেৰ আই।। ( মাধৱদেৱ )

ইপিনে বৈণায়েক ৰামদাসক মাধৱদেৱে বগা পাঠা কিনি আনি দিবলৈ খাটনি ধৰি তেওঁ তামোল বেপাৰলৈ ওলাই যায়। কিন্তু ৰামদাসে শ্ৰীমন্ত গুৰুজনাত শৰণ লৈ পৰিপক্ক বৈষ্ণৱ হৈ আছে। তেওঁ মাধৱদেৱৰ কথাত মুঠেই কাণসাৰ নিদিলে। এই কথাত দুয়োজনৰ মাজত বাক্‌বিতণ্ডা হয় আৰু শাস্ত্ৰীয় তৰ্ক কৰি শক্তি পূজাৰ প্ৰাধান্য বঢ়াবৰ কাৰণে মাধৱদেৱ ৰামদাস আঁতৈৰে সৈতে শঙ্কৰদেৱৰ ওচৰলৈ যাত্ৰা কৰে। শঙ্কৰ মাধৱৰ মাজত দোৰ্ঘোৰ শাস্ত্ৰীয় তৰ্ক হয় আৰু শেষত মাধৱদেৱ পৰাজিত হৈ গুৰুজনাৰ চৰণত শৰণাপন্ন হয়। সেই দিনাৰ পৰা মাধৱদেৱ শঙ্কৰদেৱৰ যোগ্য উত্তৰাধিকাৰী নিৰ্ব্বাচিত হয়। গুৰুজনাক সকলো ক্ষেত্ৰতে সহায় সহযোগিতা আগবঢ়াবলৈ সক্ষম হয়। এনেকৈ গুৰুৰ সান্নিধ্যত থাকি গুৰুৰ পৰা প্ৰাপ্য কথা বস্তু আদায় কৰে। গুৰুজন বৈকুণ্ঠী হোৱাৰ আগে আগে গণককুছী থানত মাধৱদেৱ মহাপুৰুষ শঙ্কদেৱৰ পৰা ধৰ্ম্মৰ গুৰুভাৰখন বহন কৰে আৰু গুৰুজনাৰ আদ্য শ্ৰাদ্ধৰ দিনা যথানিয়মে সৰ্ব্বজন সমক্ষে ৰাজহুৱা ভাৱে ধৰ্ম্মৰ উত্তৰাধিকাৰী পদত অভিষিক্ত হয়। মাধৱদেৱে ধৰ্ম্ম-গুৰু হৈ অসমত ক্ষীপ্ৰতাৰে তথা নিৰ্ভীক ভাৱে ধৰ্ম্মৰ কঠীয়া সিচে। ধৰ্ম্মৰাজ্য পালন কৰি থকা উচটনিত তেৰাই ৰজা ৰঘুনাৰায়ণৰ কোপ দৃষ্টিত পৰে। নানা যাতনা ভোগ কৰিও ধৰ্ম্ম প্ৰচাৰত নিজৰ মন উটুৱাই দিলে। মাধৱদেৱৰ দ্বাৰা কেইবাখনো সত্ৰ প্ৰতিষ্ঠা হলেও বৰপেটা সত্ৰই সেই সকলৰ ভিতৰত প্ৰধান হিচাবে পৰিগণিত হয়। মাজে মাজে তেৰাই বিৰোধী সকলৰ উৎপাতত স্থান সলনি কৰিও আছিল। তথাপিতো বৰ-পেটাকে তেৰাই মুখ্য কৰি লৈছিল। তেৰাৰ দিনত কেইবাগৰাকী বিশিষ্ট ভক্তক আৱিষ্কাৰ কৰে। সেই সকলৰ ভিতৰত মথুৰা দাস বুঢ়াআতা, ভবানীপুৰীয়া গোপাল আতা, বৰবিষ্ণু আতা, হৰিহৰ আতা, কেশৱচৰণ আতা; বদলা পদ্ম আতা, বংশী গোপালদেৱ আদিয়েই প্ৰধান। ইয়াৰ আগতে শঙ্কৰগুৰুৰ দিনৰ নাৰায়ণ দাস ঠাকুৰ আতা, শ্ৰীৰাম আতা, দামোদৰ দেৱ, হৰিদেৱ আদি ধৰ্ম্ম প্ৰচাৰৰ প্ৰধান সঙ্গী সকল আছেই।

মহাপুৰুষ মাধৱদেৱে তেখাৰ জীৱন কালত কেইবাখনো ধৰ্ম্মগ্ৰন্থ লিখে। গ্ৰন্থ সমূহ যথাক্ৰমে নাম-ঘোষা, ভক্তি ৰত্নাৱলী, নাম মল্লিকা, ৰাজসূয়, ৰামায়ণৰ আদিকাণ্ড, জন্মৰহস্য, বৰগীত, ভটিমা, দধিমথন, চোৰ ধৰা-পিপৰা গুচোৱা, ভূমি লোটোৱা, ভোজন, ভোজন ব্যৱহাৰ, ৰাস ঝুমুৰা আদি কেইবাখনো অঙ্কীয়া নাট। ইয়াৰ বাদে কেইবাখনো অধুনা দুষ্প্ৰাপ্য নাট যেনে ৰাম যাত্ৰা, নৃসিংহ যাত্ৰা, জন্ম যাত্ৰা, গোবৰ্দ্ধন যাত্ৰা আদিও আছে।

কামৰূপত থাকোতে বিৰোধীৰ উৎপাত আৰু ৰঘু নাৰায়ণ ৰজাৰ অত্যাচাৰত গুৰুজনা অতীষ্ঠ হৈ পৰে। শান্তিৰে ধৰ্ম্ম প্ৰচাৰৰ কাৰণে মন মেলি শঙ্কৰগুৰুৰ শেষ বয়সৰ আদৰ্শক সাৰোগত কৰি লৈ কোচবজা লক্ষ্মী নাৰায়ণৰ ৰাজ্যলৈ যাত্ৰা কৰে। ভেলা স্থানতে নাও বান্ধি তাতে নিগাজীকৈ থাকিবলৈ লয়। ইপিনে লক্ষ্মীনাৰায়ণ ৰজাৰ ধাত্ৰী আইধাইৰ আদৰ যত্নত মাধৱদেৱে কিছুদিন সুস্থিৰে ধৰ্ম্মৰাজ্যখন চলাই থাকে। অৱশ্যে মাজতে বিৰূপাক্ষ কাজিৰ অত্যাচাৰো চলিছিল আৰু শাস্ত্ৰ পণ্ডিতৰ লগত বাক-বিতণ্ডাও চলিছিল। সেইবোৰ অতিক্ৰম কৰি মাধৱদেৱে ধৰ্ম্মৰ ধ্বজা উৰুৱাই আছিল। শংকৰদেৱৰ দুটি আদেশ তেৰাই পালন কৰিব নোৱাৰি মনতে বেজাৰ পাই-ছিল। প্ৰথমটো আদেশ আছিল গুৰুৰ ৰচিত কীৰ্ত্তন পুথিখন সংকলন কৰা আৰু দ্বিতীয় আদেশ আছিল উজনিত পুনৰ ধৰ্ম্মপ্ৰচাৰ কৰিবলৈ যোৱা। দুয়োটা কামেই নিজ হাতে হোৱাটো কাম্য আছিল; কিন্তু বাৰ্দ্ধক্য আৰু নানা কামৰ হেচাত সি সম্ভৱ হৈ নুঠিল। কীৰ্ত্তন পুথিখন সংকলন কৰিবৰ কাৰণে নিজৰ ভাগিন ৰামচৰণ ঠাকুৰৰ ওপৰত ভাৰ দিয়া হয় আৰু ঠাকুৰেও আদেশমতে এবছৰ খাটি কীৰ্ত্তন পুথিখন গোটাই আনে। কথাগুৰু চৰিতত লিখিছে—"আৰু ৰামচৰক বোলে মোৰ গুৰুজনে কীৰ্ত্তন ঘোষাখানি গোটাব দিছিল, নুৱাইলো গুৰুবাক্য ৰাখিব। তই গোটাই নিবি।" আকৌ কৈছে 'আৰু ৰামচৰণ ঠাকুৰ গল বেহাৰে। পাই সেৱা কৈলেগৈ। বা বাৰ্ত্তা সবাৰে সুধিলে। সুধি বোলে ৰামচৰণ কীৰ্ত্তন ঘোষা পুথিখান আনিছানে গোটাই? বোলে অনা হৈছে। লৈছেহে, বিজয় পুৰতে বলে নুৱাৰি থৈ আহিছোঁ। বোলে যদুমণি, দুজন ভকত দিয়া চাউল লোণ দি বিহানে যাব, দিনতে লৈ পোৱাকৈ দিল। গ'ল বেগাই লৈ, সন্ধ্যা পালেহি। দেখি গুৰু জনে আগবাঢ়ি গৈ মাথাতকৈ আনি থৈ পাচদিনা হৰিগৃহত মেলি চাই দেখে, যি ছোৱা য'ত দিব হব লাগে সেই ক্ৰমে হৈছে, দিছে। অমৃত মথনৰ প্ৰেমকলহৰ কীৰ্ত্তনহে জ'ইতা কছাৰীত থাকিল, নেপালে। পাচে প্ৰশংসাকৈ বোলে মোৰ গুৰুজনে গোটাব দিছিল, মই নুৱাইলো, গুৰু বাক্য পৰি আছিল সাৰ্থক ভাগিনধন, গুৰুবাক্য ৰাখিলে মোৰ।"

দ্বিতীয়তে ধুৱাহাটা বেলগুৰী থানৰ ( উজনি খণ্ডৰ ) পৰা ভাটি ৰাজ্যলৈ যাত্ৰা কৰাত উজনিৰ শিষ্য প্ৰশিষ্যসকলে মনত বেজাৰ পাইছিল। এইটো শঙ্কৰ গুৰুৰ দিনৰ কথা। উজনিৰ লোকসকলে বাৰজন লোকক ভাৰ দি গুৰুজনাক ওভোটাই আনিবৰ কাৰণে পঠাই দিছিল। যথাসময়ত গুৰুজনাক লগ ধৰি তেওঁলোকৰ প্ৰাৰ্থনা প্ৰকাশ কৰিলে। শঙ্কৰ গুৰুৱে তেৰাৰ ঠাই মাধৱদেৱক উজনিলৈ যাবলৈ আদেশ কৰে ; কিন্তু সেই সময়ত নাৰায়ণ দাস ঠাকুৰ আতাৰ হস্তক্ষেপত মাধৱদেৱ উজনিলৈ আহিব নোৱাৰিলে। গুৰুজনাৰ প্ৰয়াণৰ পিচত মাধৱদেৱে মৰণত শৰণ দি এবাৰ উজনিলৈ আহিবলৈ চেষ্টা কৰি কেশৱচৰণ আতাক নাৱ মানুহ বিচাৰি পঠাইছিল। তদুপৰি মহাপুৰুষজনা সুন্দৰী থানত থকাৰ সময়ত বংশীগোপালদেৱক শৰণ দি ধৰ্ম্মাচাৰ্য্য পাতি উজনিলৈ ধৰ্ম্ম প্ৰচাৰৰ কাৰণে পঠাইছিল যদিও সেয়াই যথেষ্ট হোৱা নাছিল। এখন বিশাল সমুদ্ৰত এটি অঙুলি স্পৰ্শই একো বিঘিনি নকৰে বা এপাচি কচুশাকত এটা জালুক দিলে কি হয়, ঠিক তেনেকৈয়ে বংশীগোপালদেৱৰ আগমনত আশা কৰা মতে সমগ্ৰ উজনি খণ্ডটো শঙ্কৰী ধৰ্ম্ম প্ৰবাহত প্লাৱন হোৱা নাছিল কাৰণে আৰু এজনা ধৰ্ম্মচাৰ্যৰ প্ৰয়োজন অনুভব কৰা হৈছিল। কেশৱচৰণ আতাই বংশীগোপালদেৱক মহাপুৰুষজনাই উজনি খণ্ডলৈ আহিবৰ কাৰণে ইচ্ছা প্ৰকাশ কৰা কথা জনায় আৰু নাৱ মানুহ বিচাৰে। গোপালদেৱে যথাসময়ত নাৱ মানুহ যোগাৰ কৰি দিব পৰা নাছিল। মহাপুৰুষজনা উজনি খণ্ডলৈ অহাটো প্ৰায় অনিশ্চিত অৱস্থা হল। কেশৱচৰণ আতাই নিজৰ ভনীয়েক মধুৰী আইৰ খবৰ লবলৈ গৈ হামৰা নামৰ ঠাইত উপস্থিত হয়। ভনীয়েকৰ তাত পাগ-পাত্ৰ কৰা আৰু থকা মেলাৰ অসুবিধা হোৱাত ভনীয়েকৰ পৰামৰ্শক্ৰমে আতাই বদলা পদ্ম আতাৰ থকা ঠাইলৈ যাত্ৰা কৰে। কথাগুৰু চৰিতত লিখিছে "আসন দিলে, বোলে খেৰ পাত বাজতে দিয়া। দিলে, বহিল, বাৰ্ত্তাবিদ সুধ ভোজনলৈ যুগুতকৈ বোলে বাপু, চাউল ক'ত হব ? পিৰা, চৰাতে নবহাদহোঁ ? খা কি ? ভোজন ক'ত হয় ? বোলে আই, কৰিব নোৱাৰো আত, গৃহ লৰা লুৰিএ বিয়োগ, নাম গোৱা আত ভকত বৈষ্ণৱ আছেন কতবা ? বোলে হৰি পুখুৰীৰ পাৰত বহাকৈ নৰনাতি গোঁসাই ভক্তে সমে হৰি গুণ গাই আছে তাতে। বোলে আমি গুৰুধৰ্ম্ম ধৰিছোঁ, অসন্তোষ নকৰিবা, তাতোকে যাওঁ তেনো, ইত্যাদি। বদলা আতাৰ পদ চৰিততো লিখিছে

এত বুলি আদ্য সতী গৃহ কৰ্ম্মৰত।
ভাট কুছি আতা সেহি সময়ে বেকত ॥

দদাক দেখিয়া সতী আনন্দিত মনে।
পুছিলা কুশল বাৰ্ত্তা মধুৰ বচনে ॥
আতা ৰহিবাৰ থান নাহিকয় ভাত।
বোলে দদা আছে থান পুখুৰী পাৰত ॥
লৰ নাতি গোঁসাই থাকন্ত সেহি ঠাই।
পৰম বৈৰাগ্য থাকে হৰিক ধিয়াই ॥
শুনিয়া আতাৰ বৰ হৰিষিত মন।
গোঁসাইৰ গৃহক লাগি কৰিলা গমন ॥

শ্ৰীশ্ৰীবদলা পদ্ম আতাৰ চৰিত—২৬৬, ২৬৭, ২৬৮

ডনীয়েক মধুৰী আইৰ পৰামৰ্শক্ৰমে যেতিয়া কেশৱচৰণ আতাই বদলা পদ্ম আতাৰ ওচৰলৈ আহে, তেতিয়া সেই সময়তে তেৰাই ভক্তি ৰত্নাৱলী পদ পুথিৰ পৰা প্ৰতিলিপি এটি কৰি আছিল। চৰিত পুথিত আছে—

ৰত্নাৱলী শাস্ত্ৰ লেখি আছন্ত কাথিত।
ভাটকুছি আতা গৈয়া ভৈলা উপস্থিত ॥
শাস্ত্ৰক লেখন্তে দেখিলন্ত ছাঁয়া খানি।
ভাটকুছি আতা হেন বুলিলন্ত বাণী ॥

ঐ চৰিত পুথি পদ নং ২৬৯

পদ্ম আতাই মূৰডাঙি দেখে এজন ভকত উপস্থিত হৈছে। বহিবলৈ দি পৰিচয় সুধিলে "হেহে চাই বোলে তোমাৰনো কৰতে অহা যায়?" (কৈৰহন্তে আতা তুমি আসি ভৈলা এথা ॥ ঐ চৰিত)। আতাই কলে "বোলে এই শাস্ত্ৰ যি পুৰুষে কৰিছে তবে পৰা অহা গৈছে"। পদ্ম আতাই আচৰিত হৈ পুনৰ কলে—

শুনিয়া গোঁসাই বাক্য বুলিলা বিনীত।
সিজনা পুৰুষনেকি আছে পৃথিবীত ॥
থেকায়োক মোক নিয়া সিজনাৰ পায়।
তাহান চৰণ আমি বাঞ্চোহো সদায় ॥
এহি বুলি সলোতক প্ৰেম উপজিলা। ঐ চৰিত পদ-২৭২

পৰস্পৰে এনেকৈ বাক্যৰ আদান প্ৰদান কৰি শেষত পদ্ম আতা মহাপুৰুষ মাধৱদেৱৰ ঠাইলৈ যাবৰ কাৰণে মন থিৰ কৰে। নাৱ মানুহ মুগুতাই লৈ দুয়োগৰাকী আতা ভাটিলৈ নাৱ মেলিলে। এনেকৈ ভালেদিন লৈ কোচবিহাৰ ভেলাথান পালেহি আৰু কেশৱচৰণ আতাই পদ্ম আতাক

গুৰুৰ ওচৰত ভেটালেগৈ। গুৰুজনাই আতাৰ উপস্থিতিত শৰীৰত নতুন শক্তিৰ লাভ কৰিলে। কাৰণ উজনিলৈ যোৱাটো তেখাৰ পক্ষে সম্ভৱ নহলেহেঁই। এতেকে ধীৰ স্থিৰ তেজস্বী পুৰুষ পদ্ম আতাকে উজনিলৈ পঠোৱাটো সিদ্ধান্ত কৰিলে। কথাগুৰু চৰিতত লিখিছে "পাচে গুৰুজনে বোলে মোক বাৰে ভূঞা ধৰাত বাউসীতে আমাক পাচিছিল, সখীয়ে ৰাখিলে গুৰু-বাক্য পৰি আছে, যাব নপাইলোঁ আমাৰ গা বদলে তুমি যোৱা। পদ্ম আতাই গুৰুৰ এই আদেশ পালন কৰিবলৈ পোনতে ইচ্ছা কৰা নাছিল। কিন্তু বাৰম্বাৰ এনে আদেশকে প্ৰকাশ কৰাত আৰু শ্ৰীৰাম আতাৰ অনুৰোধত আতাই উজনিত ধৰ্ম্ম প্ৰচাৰ কৰিবৰ কাৰণে মন দিলে। মহাপুৰুষে তেতিয়া দাতব্য সকলো বস্তু দি আৰু আচাৰ্য্য পাতি উজনি খণ্ডলৈ পঠালে। গুৰুৱে আশীৰ্ব্বাদ কৰি কলে "তুমি যোৱা, তোমাত হন্তে মহাশুদ্ধ ভক্তি পন্থ প্ৰচাৰ হ'ব। তাতে ধৰি অনেক জীৱ উঠিব গুৰুজনৰ পক্ষ পথ বাতি মুকলি হব, কব এতেকে পাচিছোঁ, যোৱাগৈ" ( কথাগুৰু চৰিত )।

কোচবিহাৰ ভেলা থানত মহাপুৰুষ জনা ( কথাগুৰু চৰিত মতে ) মাত্ৰ দুবছৰহে আছিল। সেই দুবছৰৰ ভিতৰতে তেৰাই এনেধৰণে ধৰ্ম্ম আৰু সংস্কৃতিৰ প্লাৱন আনিলে যে কোচবিহাৰ ৰাজ্যৰ প্ৰজা বৰ্গৰতো কথাই নাই স্বয়ং ৰজা লক্ষ্মীনাৰায়ণকো আকৃষ্ট কৰিবলৈ সক্ষম হয়। এই ক্ষেত্ৰত ৰাজমাৱ আইধাইৰ যত্ন আৰু আন্তৰিকতা উল্লেখনীয় আৰু প্ৰশংসনীয়। অৱশ্যে এনে অভূতপূৰ্ব্ব ধৰ্ম্ম প্লাৱনৰ মাজতো বিৰোধী সকলৰ উৎপাত, ঈৰ্ষা, হিংসা, চল্ল চাতুৰ্য্য চলি আছিল। কিন্তু সেই বিলাকে মাধৱদেৱৰ কাৰ্য্যত ইন্ধনহে যোগালে। তেৰাৰ অগাঢ় পাণ্ডিত্য, বাক্‌পটুতা, শাস্ত্ৰৰ যথাযথ প্ৰামাণ্য উদ্ধৃতি, নিৰ্ভীক মানৱতাবাদ তথা সত্য সংলাপ আদিত বিৰোধী পক্ষৰ মত আৰু অপ্ৰামাণ্য উক্তি ক্ষন্তেকতে চূৰ্ণ বিচূৰ্ণ হৈ গৈছিল। বিৰোধী সকলো মহাপণ্ডিত আছিল আৰু তেওঁলোকে শাস্ত্ৰীয় প্ৰবচন তথা জনকল্যাণকৰ কাৰ্য্যতকৈ স্বকীয় স্বাৰ্থ সিদ্ধিতহে বেছি মনোনিবেশ কৰিছিল। এনেবিলাক কাৰ্য্যত কেচু খান্দোতে সাপ ওলাল। মহাপুৰুষীয়া ধৰ্ম্মৰ ধ্বজা উৰিল। নামমালিকা নামৰ সৰু আৰু গুৰুৰ শেষ ৰচনা পুথি খন যি জনৰ অনুৰোধত লেখা হৈছিল, সেইজনা ৰাজবিষয়া বিৰুপাক্ষ কাজিয়ে তেৰাক বৰ ভক্তি কৰিছিল; কিন্তু শেষলৈ বিৰোধী সকলৰ ফুচুলনিত তেওঁ বিৰোধী হৈ পৰে। কিন্তু সকলো বিৰোধী কাৰ্য্যই ভস্মত ঘৃতাহুতিৰ দৰেই নিষ্ফল হ'ল। ৰজাৰ মন টলাব নোৱাৰিলে। ৰজাই এবাৰ ভেলাথানৰ বিশিষ্ট শিল্পী ভকত সকলক যি ৰাজ দৰবাৰত ভাওনা, নৃত্য

গীত আদি দৰ্শন কৰি তৃপ্তি লাভ কৰিছিল। গুৰুজনাৰ পাণ্ডিত্য তথা ঐশী শক্তি আৰু নৃত্য গীতত আপ্লুত হৈ ৰজাই মহাপুৰুষীয়া ধৰ্ম্ম গ্ৰহণ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰে। ইয়াৰ আগতে মহাপুৰুষীয়া ধৰ্ম্ম ৰাজধৰ্ম্ম ৰূপে স্বীকৃতি পাইছিলেই। ৰাজমাৰে এই কথাত আনন্দ প্ৰকাশ কৰে আৰু ভকত সকলৰো আনন্দৰ সীমা নোহোৱা হৈছিল। কিন্তু গুৰুজনাৰ বিষাদ উপজিল। শঙ্কৰ গুৰুৱে যিটো কৰি যোৱা নাই, সেইটো তেৰাই কেনেকৈ কৰে? ধৰ্মত বিভ্ৰাট হোৱাৰ ভয়ত আৰু শ্ৰীগুৰু নিৰ্দ্দিষ্ট পথকে অনুসৰণ কৰি ৰজাক শৰণ দিয়াৰ পৰা বিৰত থাকি "মুঠে আদ পাচ কম এশ বৰ্ষ সবলো থানেমুলি পৃথিবীত শ্ৰীশঙ্কৰদেৱৰ পাচত শুদ্ধ ধৰ্ম্ম প্ৰৰ্বত্তাই জীৱক কৃপাকৈ একুৰি আঠবৰ্ষ ৰহি মধুপুৰে ভাদ্ৰ মাহে কৃষ্ণা পঞ্চমীত সাতাইশ দিন যাওঁতে পুৰ্ব্বভদ্ৰ নক্ষত্ৰে মঙ্গলবাৰে ইতি ৰাজশক ১৫১৮। নৰনাট সম্বৰিছে পৃথিবী এৰি"। গুৰুৰ অন্ত্যেষ্টিক্ৰিয়া সম্পন্ন কৰে ৰামচৰণ ঠাকুৰে আৰু তিনিও ৰাজ্যত গুৰুৰ তিথি পালিত হয়।

(ক—৩):- মহাপুৰুষ শ্ৰীশ্ৰীবদলা পদ্ম আতাঃ

মহাপুৰুষ বদলা পদ্ম আতাৰ আদি পুৰুষৰ নাম কুণ্ডীন মুনি বা কুণ্ডিল মুনি। প্ৰাচীন বিদৰ্ভ ৰাজ্যৰ ৰাজধানী আৰু শ্ৰীকৃষ্ণদেৱৰ প্ৰথমা ভাৰ্য্যা ৰুক্মিণী দেৱীৰ জন্মস্থান সুবিখ্যাত কুণ্ডিল নগৰীয়েই বদলা আতা পূৰ্ব্ব পুৰুষৰ আদি বাসস্থান আছিল। শদিয়াৰ পূবফালে থকা কুণ্ডিল নামৰ নৈ এখনে এতিয়াও অমৰ স্মৃতি বহন কৰি আছে। উক্ত কুণ্ডিল বা কুণ্ডিন নামৰ নৈখনৰ দাঁতিত বাস কৰা কাৰণে তেওঁৰ নামো কুণ্ডিন হয়। তেওঁৰ অন্য নাম আছিল যদিও সেই নামেৰেই প্ৰখ্যাত হৈ পৰে। তেওঁ বৰ বাক্‌সিদ্ধ পুৰুষ আছিল আৰু ঋষি মুনিৰ দৰে আচৰণ কৰিছিল কাৰণে কুণ্ডিন মুনি নাম পায়। কথাগুৰু চৰিত মতে আতাৰ পূৰ্ব্ব পুৰুষৰ নাম মুনিকুণ্ডল। সেইমতে আতাৰ বংশলতা এনেধৰণে —

(১) মুনিকুণ্ডল
(২) সুৰৰাজ
(৩) যুবৰাজ
(৪) নলকুঁহ
(৫) সাম চোমদাৰ
(৬) গোপাল চোমদাৰ

(৭) তিতা চোমদাৰ
(৮) পদ্ম আতা

বদলা আতাৰ খুড়াকৰ ফালৰ পৰা বংশলতা বাড়ে এনেকৈ—

(তিতা চোমদাৰৰ ভায়েক) (১) নৰ চোমদাৰ
(২) চম্পা চোমদাৰ
(৩) শঙ্কৰ দাস

আনহাতে বদলা পদ্ম আতাৰ পদচৰিত পুথি মতে বংশলতা এনে-ধৰণেৰে—

(১) ইন্দুশ্বৰ
(২) সুবৰাজ
(৩) লৱ
(৪) তিতা চোমদাৰ
(৫) পদ্ম আতা

আকৌ বদলা আতাৰ গদ্য চৰিত পুথি মতে বেলেগ ধৰণেৰে বংশলতা পোৱা হৈছে। সেইবোৰৰ ক্ৰম স্থানান্তৰত প্ৰকাশ পাব। যি কি নহওক পূৰ্ব্ব পুৰুষ যে কুণ্ডিনৰ আছিল, সেই কথাত দ্বিমত নাই। পদ পুথিত লিখিছে —

কুণ্ডিনৰ লোক দুই অতি অনুপাম।
ইন্দুশ্বৰ বিন্দুশ্বৰ বুলি যাৰ নাম॥ ২৭

নিত্যানন্দ আতৈ/বদলা আতাৰ চৰিত

আতাৰ আজুককাক সুবৰাজ বা ইন্দুশ্বৰ কুণ্ডিন নগৰীৰ এগৰাকী সম্ভ্ৰান্ত তথা বিশেষ প্ৰভাৱশালী লোক আছিল। সুবৰাজৰ দিনতে দেশ বিভ্ৰাট হোৱাত অশান্তি পাই কুণ্ডিনৰ পৰা আহি লক্ষীমপুৰ জিলান্তৰ্গত নাৰায়ণ পুৰৰ সক্ৰাহি নামৰ ঠাইত নিগাজিকৈ বসতি কৰে। তাতে তেওঁৰ পুত্ৰ লৱৰ পৰা তিতা চোমদাৰৰ জন্ম হয়। উপযুক্ত বয়সত তিতা চোমদাৰে সত্যা নামে এগৰাকী সৰ্ব্বগুণ সম্পনা ৰূপৱতী কন্যা বিবাহ কৰে। সত্যা আইৰ গৰ্ভতে বদলা আতা পুৰুষৰ আবিৰ্ভাৱ হয়। চৰিতত লিখিছে —

তেঁহে বিহাইলন্ত কন্যা সত্যা নামে সতী।
তান গৰ্ভে আতা পুৰুষৰ উতপতি॥

গদ্য চৰিত পুথিৰ মতে সত্যা আইৰ গৰ্ভত তিনিটি সন্তান জন্ম হয়। তেওঁলোক হল জ্যেষ্ঠ শঙ্কৰ দাস, পদ্ম আতা আৰু বহুৰমা নামৰ

এটি কন্যা। পিতৃ-মাতৃয়ে সন্তান সন্ততি কেইটিক উপযুক্ত ভাৱে ভাগুৰ-দীঘল কৰিবলৈ নৌ পাওঁতেই তেওঁলোকৰ অৱস্থা হীন হৈ পৰে আৰু সেই সময়তে পিতৃ তিতা চোমদাৰো পৰলোক হয়। নিজৰ বন্ধুবৰ্গই ঈৰ্ষা কৰাত নৰা ছোৱালী তিনিটি বুকুত বান্ধি সত্যাদেৱী পিতৃৰ ঘৰত থাকিবলৈ লয়। পিতৃ আছিল ধলপুৰত, নাম হনুমন্তা ভূঞা। মাতামহৰ ঘৰতে তেওঁলোক লালিত পালিত হয়।

আতাৰ জন্ম শক— চৈধ্যশ আঠষষ্ঠী শক জেষ্ঠ যে মাসৰ।
শুক্লা একাদশী তিথি গুৰুৰ বাৰৰ।।
নানা সুমঙ্গল ভৈলা পূৰ্ণ দশমাস।
সেহি সময়তে আতা ভৈলন্ত প্ৰকাশ।।

বদলা আতাৰ চৰিত

আতাৰ সোঁৰৰণি নাম 'পদ্ম'। চৰিতত কৈছে—
অৰবিন্দ নিন্দি কান্তি জ্বলে কলেৱৰ।
গণি পটি পদ্ম নাম থৈল সেহিতৰ।।

'পদ্ম' নামটো সোঁৰৰণিৰ হলেও এই নাম প্ৰকাশ্য নাম। গুপ্ত নাম গোবিন্দ। আতাৰ দহোটা নাম জীৱনৰ বিভিন্ন কালত ভিন্ন ভিন্ন কাৰণত সন্তসকলে দি লৈছিল। সেই দহোটা নাম যথাক্ৰমে (১) পদ্ম (২) গোবিন্দ (৩) ৰূপধৰ (৪) জৰ নাতি (৫) গোঁসাই (৬) হৰিৰ পো (৭) মাণিক (৮) অমুকাই (৯) উজনিয়া বাপুঘৰ আৰু (১০) বদলা আতা। তদুপৰি কমলাকান্ত আতা নামো অন্যতম।

পদ চৰিতত কৈছে— পৰম সুন্দৰ মনোহৰ ৰূপ দেখি।
ৰূপধৰ নাম থৈলা সেহি ৰূপ দেখি।।
যিহেতু স্বপ্নত হৰি দেখা দিলা আসি।
হৰি পো নাম জানা ভৈলা সেহি ৰাশি।।

কি কি উদ্দেশ্যত কোনে কি নাম দিছিল তাৰ বিৱৰণ এনেদৰে—

(১) পদ্ম ঃ– আতাৰ শৰীৰৰ বৰণ শুক্ল পদুমৰ দৰে বগা আছিল। সেইবাবে পদ্ম নাম হৈছিল।

(২) গোবিন্দ ঃ- এই নামটো সোঁৰৰণিৰ গুপ্ত নাম আছিল।

(৩) ৰূপধৰ ঃ- মাতৃয়ে দিয়া নাম। ওপৰৰ পদটি দ্ৰষ্টব্য।

(৪) জৰ নাতি ঃ– আতাৰ ককাকৰ নাম আছিল জৰ। তেওঁৰ নাতি কাৰণে আতাক 'জৰ নাতি' বোলা হৈছিল।

(৫) গোঁসাই ঃ- আহোম বৰুৱাই মতা নাম।

(৬) হৰিৰ পো ঃ- কেশৱচৰণ আতাই মতা নাম । ওপৰৰ পদ্যটি দ্ৰষ্টব্যঃ।

(৭) মাণিক ঃ— আতা মাণিকৰ দৰে উজ্জ্বল আছিল বাবে এই নাম হৈছিল। এই নামটো নাৰায়ণ দাস ঠাকুৰ আতাই দিছিল।

(৮) অমুকাই ঃ- নাম ধৰি মাতিবলৈ বেয়া পাই মহাপুৰুষ মাধৱদেৱে দিয়া নাম।

(৯) উজনিয়া বাপুঘৰ ঃ- মথুৰাদাস বুঢ়া আতাই দিয়া নাম। উজনিত থকাৰ কাৰণে উজনিয়া বাপুঘৰ বোলা হৈছে।

(১০) বদলা আতা ঃ- মহাপুৰুষ মাধৱদেৱে নিজৰ গাৰ বদলি উজনিত ধৰ্ম্ম প্ৰচাৰ কৰিবৰ কাৰণে পঠোৱাত বদলা আতা নামকৰণ কৰা হয় 'বদলা'ৰ ঠাইত এতিয়া 'বদুলা আতা' নামেৰেহে বেছি প্ৰখ্যাত।

বদলা আতা মাতামহৰ ঘৰত থাকি লালিত পালিত হৈ বিদ্যা শিক্ষা কৰে। লগতে স্বভাৱজাত বা সহজাত শিশু সুলভ কৰ্ম্মও কৰে। গৰু ৰখা, ঘৰুৱা কাম বনতো তেৰাই গৃহস্থক সহায় কৰিবলৈ ধৰে। আৰ্থিক অৱস্থা একেবাৰে বেয়া হোৱা কাৰণে যদিও এনেবিলাক কাম কৰিব লগা হৈছিল, তথাপি তাৰ মাজতে বিদ্যা শিক্ষা কৰি আতাই অলপ দিনৰ ভিতৰতে এগৰাকী কৃতী ছাত্ৰ হিচাবে খ্যাতি অৰ্জ্জন কৰে। আতাৰ তীক্ষ্ণ বুদ্ধি, অধ্যৱসায় আৰু একাগ্ৰতা দেখি শিক্ষক বিস্ময় মানিলে। বিদ্যা শিক্ষা আৰু অন্যান্য কামতে ধলপুৰত আতাৰ পাঁচবছৰ পাৰ হৈ যায়। এনেতে নিজৰ খুড়াক গোপাল চোমদাৰ বা নৰ চোমদাৰৰ অনুগ্ৰহ তথা তত্ত্বাৱধানত নিজৰ তিনিটা সন্তান লগত লৈ পুনৰ সত্যা আই সত্ৰাহলৈ প্ৰত্যাৱৰ্ত্তন কৰে। তাতে সত্যা আইৰ বিয়োগ হয়। ককায়েক শঙ্কৰ দাসৰ বিয়া হৈ যোৱাৰ পিচত নিজৰ ভনীয়েককো এজন কৰ্ম্মঠ যুৱকক বিয়া দিয়া হয়। উক্ত ভনীয়েকৰ (বহুৰমা আইৰ) ঘৰাই জগন্নাথ চৰণ আতৈৰ জন্ম হয়। সত্ৰাহিত থকা অৱস্থাতে সেই অঞ্চলত ডফলা সকলে নানা অত্যাচাৰ উৎপীড়ন কৰাত থলুৱা ৰাইজ একত্ৰিত হৈ তেওঁলোকৰ বিৰুদ্ধে থিয় দিয়ে। ৰাইজে প্ৰতি ঘৰৰে এজনকৈ লোক গোটাই লৈ ৰণযাত্ৰী কৰিলে। এই যাত্ৰাত পদ্ম আতাও ৰণুৱা হিচাবে যাব লগা হৈছিল। যুদ্ধত অনেক প্ৰাণী নিধন হ'ল আৰু ঘৰবাৰী ভস্মীভূত হ'ল। ৰণৰ পৰা পৰিৱৰ্ত্তী আহোতে পতি-পুত্ৰহাৰা নাৰী সকলৰ করুণ বিননি, ৰণস্থলত পৰি থকা ক্ষত বিক্ষত তথা মৃত শৱ বিলাক আৰু ভস্মীভূত ঘৰবাৰী

বিলাকৰ কৰুণ দৃশ্য দেখি আতাৰ মনত আঘাত লাগে আৰু বৈৰাগ্য ভাৱ উদয় হয়। তেৰাই ভাবিবলৈ ধৰিলে এনেকৈ—

ধন জন পুত্ৰ ভাৰ্য্যা ঘৰবাৰী
ইঠাইত সবে ৰহিল।
এহি আৰাঙ্গনী চয় হৈয়া আছে
যমপুৰ চলি গৈল ॥
ইটো সবে মিচা মনবেসে ইচ্ছা
কৰয় আৰু প্ৰবন্ধ ॥
আগে পিতৃ মাতৃ ভ্ৰাতৃ মৰি যায়
তাক মেদেখয় অন্ধ ॥

এনেকৈ ভাবি গুণি আতাৰ মন উদাস হ'ল আৰু ক্ৰমে ক্ৰমে সংসাৰৰ সকলোকে অসাৰ আৰু অনিত্য বুলি চিন্তা কৰি পৰমেশ্বৰকে একমাত্ৰ সাৰ আৰু নিত্য বস্তু বুলি ভাবি দৃঢ় প্ৰতিজ্ঞ হৈ ঘৰৰ সকলো কাম বনলৈ পিঠি দিলে। পদ্ম আতা সৰুৰে পৰা কৃষ্ণভক্ত আছিল। কথাগুৰু চৰিতত "আৰু আৰা সদা সৰ্ব্বদা বালি ধূলি মাটিৰ কৃষ্ণ মূৰ্ত্তি প্ৰতিমাকে ফুলে ধূপে পূজি যেই আহে নামহে গায়। প্ৰসাদ বতৰ বস্তু আম কঠাল,, টেঙা জৰা দি গাই সবেও বাটি খাই যায়" ইত্যাদি। এতিয়া সোণত সুৱগা চৰিল। সৰু কালৰে পৰা কৃষ্ণ ভক্তি লক্ষণে বিৰাজ কৰা আতা পুৰুষক এতিয়া পূৰ্ব্বোক্ত কৰুণ দৃশ্য বিলাকে হেৰাৰ কোমল অন্তঃকৰণত বৈৰাগ্যৰ সঁচ দকৈ বহুৱাই কৃষ্ণ ভক্তিৰ অনুৰাগ প্ৰবল কৰি তোলে। সেই সময়তে সেই অঞ্চলত ৰামৰমীয়া (ৰামায়ণৰ কাহিনী সম্বলিত গীত পদ) বৈৰাগীৰ দল এটা ওলাই অ'ত ত'ত গীতপদ গাই ফুৰিছিল। আতায়ো কৰতাল বজাই গাঁৱে ভূঞে দেহ বিচাৰৰ গীত পদ গাই গাই শেষত সেই দলত অন্তৰ্ভুক্ত হৈ ৰামৰমীয়া গাবলৈ ধৰিলে। চৰিতত কৈছে—

ৰামকৃষ্ণ নামত আকুল ভৈল চিত্ত।
চলন্ত গোঁসাই যৈত নামৰ উদিত ॥
গান্ত ৰাম ৰামায়ণ একত্ৰে মিলিয়া।
আছন্ত বৈৰাগী সব ষোড়শ নমিয়া ॥
তৈকে লাগি প্ৰতিদিনে চলন্ত গোঁসাই।
ৰাম নাম আনন্দে ৰজনী বহি যায় ॥ বৰদলা আতাৰ চৰিত

আতাৰ এনেকুৱা মতি গতি দেখি ৰৰজনা শঙ্কৰদাস আৰু বৌৱেকে কেৰাদিনো বুজনি দিলে, কিন্তু, কৃতকাৰ্য্য নহল। তেওঁলোকে অন্য উপায়

সেদেখি আতাক ঘৰ সংসাৰখন পাতি দি মায়াবদ্ধ কৰাৰ সিদ্ধান্ত ললে। বিয়াহৰ প্ৰস্তাৱত আতাই দুৰ্ঘোৰ প্ৰতিবাদ আৰু আপত্তি দৰ্শালে। বন্ধু বান্ধৱে খোৰ কৰি ধৰাত অনিচ্ছা সত্বেও বাধ্যবাধকতাৰ মাজেদি বিবাহ কাৰ্য্য সম্পন্ন হ'ল। সূৰ্য্য বাৰৈ নামৰ এজনা সত্ৰ বংশৰ লোকৰ সূৰ্য্যাৱতী নামৰ কন্যাটি আতাই পাণি গ্ৰহণ কৰিলে। কিন্তু ভাৰ্য্যাৰ প্ৰতি আতা সমূলি আসক্ত নহল। বিবাহ কাৰ্য্যৰ দিনা মুখ চন্দ্ৰিকা কৰোতে পৰস্পৰ দৰ্শনৰ বাহিৰে বাকী দিনৰ পৰা সিমানতে আঁৰ কাপোৰ পৰিল। জিতেন্দ্ৰিয় আতাই দৃঢ় মনোবল আৰু কঠোৰ সংযমৰ দ্বাৰা উদাসীন জীৱনৰ পৱিত্ৰতা আৰু গৌৰৱ সম্পূৰ্ণ ৰূপে ৰক্ষা কৰি চলিল। কথাগুৰু চৰিতত লিখিছে—"আতা তাক চকুৰে নেচালে। পাচ দুৱাৰে সোমালে আতা আগ দুৱাৰে ওলায়। মহাবিৰকত বৈৰাগ্য হৈ নাম লৈ ফুৰে, খেত কৃষি এৰি" আতাৰ মতি গতি সলনি নোহোৱা দেখি শঙ্কৰ দাস ক্ৰোধান্বিত হৈ পৰে। সকলো চেষ্টা ব্যৰ্থ হোৱাত এতিয়া তেওঁ ভাৰ্য্যাক কঠোৰ ভাবে আতাক খোৱা-বোৱা বস্তু নিদিবলৈ আদেশ কৰিলে। কিন্তু কোমল চিতীয়া বোৱৰীয়েকে নিজৰ দেবৰেক-কনো ভাতপানী নিদিয়াকৈ কেনেকৈ থাকে? আতাই এই আদেশৰ বাতৰি পালে আৰু বৌৱেকক ৰক্ষাৰ কাৰণে ঘৰৰ চুকতে এটা চৰু জুৰি ললে আৰু নিজেই পাগ কৰি খাবলৈ ধৰিলে। ইয়াতো ৰবজনে ঈৰ্ষা কৰাত ঘৰৰ পৰা বাহিৰৰ চ'ৰাঘৰত চৰু জুৰিলে আৰু তাতো অত্যাচাৰ চলিলত গৃহ ত্যাগ কৰি কেৰা-ঠাইতো স্থান পৰিবৰ্ত্তন কৰি ককায়েকৰ পৰা ক'তো শান্তি নাপাই মৌন হৈ ভৱা চিন্তা কৰি থাকোতে হঠাতে জয় ভাৰতী নামৰ এজন ব্ৰাহ্মণে তেৰাক এফেৰি আশ্ৰয় দিলে। তাতো জয় ভাৰতীৰ লগত মতৰ অমিল হ'ল। এবাৰ আতাক এঘৰ লোকে হৰি কীৰ্ত্তনলৈ মাতিছিল আৰু ভাৰতীকো মাতিছিল। এনেতে একে দিনাই অন্য এজন লোকৰ পুখুৰী উৎসৰ্গালৈকো ভাৰতীক মাতিলেহি। আতাই ভাৰতীক একেদিনাই দুয়োটা উৎসৱলৈ কেনেকৈ যাব সোধাত তেওঁ কলে যে, হৰি কীৰ্ত্তনলৈ গলে সাধাৰণ মাননি পোৱা হ'ব; কিন্তু পুখুৰী উৎসৰ্গালৈ গলে বহুতো ধন, সোণ, বয়-বস্তু পোৱা যায়। এতেকে হৰি কীৰ্ত্তনলৈ যোৱা নহয়। এই খিনিতে আতা জয় ভাৰতীলৈ কষ্ট হৈ পৰে। আতাই হৰি কীৰ্ত্তনলৈ গৈ যথা সময়ত সমবেত ৰাইজৰ সাক্ষাতে ভক্তি ৰত্নাৱলী পুথিখনি পাঠ কৰে। তাতে "ভৰত প্ৰমুখ্য কৰি শুনা পুত্ৰ গণ" এইখিনিৰ পৰা আৰম্ভ কৰা পদ কেইটি পাই গ্ৰন্থকৰ্ত্তা মহাপুৰুষজনাৰ প্ৰতি ভক্তি ভাৱত বিগলিত হৈ তেওঁক গুৰু মানি ধৰ্ম্ম তত্ত্ব গ্ৰহণ কৰিবলৈ নিশ্চয় কৰে আৰু কেতিয়াকৈ পুৰুষ জনাক লগ পাই তাৰ কাৰণে উৎকণ্ঠিত হৈ থাকে। ইপিনে ভাৰতীৰ তাৰপৰা স্থান পৰিবৰ্ত্তন কৰি হৰি বিপ্ৰ নামৰ এজন ব্ৰাহ্মণৰ এনেয়ে পৰি

থকা পুখুৰী পাৰৰ মাটি এডোখৰ পাই তাতে ভাগিন জগন্নাথ চৰণৰ দ্বাৰা পঁজা এটি সজালে। ইয়াকে আতা থকা ভেটিটো "হৰি পুখুৰী পাৰ" বুলি প্ৰচাৰ হবলৈ ধৰে। সেই ঠাইতো আতাই ককায়েকৰ পৰা আতঙ্কিত হৈছিল। তাত থাকোতে আতাই যথেষ্ট কষ্টৰ সন্মুখীন হৈছিল। বিশেষকৈ সময়ে সময়ে আতাই চাউলৰ অভাৱত উপবাস কৰি আছিল। ঘৰৰ বৌয়েকৰ পৰা খুজি অনা ভগা কাচি এখনেৰে তুলসী কাঠ কাটি মালা গুটি কৰি গুঁঠি বিক্ৰী কৰি তাৰে জীৱিকা চলাইছিল আৰু তাৰে শাক-পাচলি কুটাৰ কামো কৰিছিল। এনেতে বৰজনা (শঙ্কৰ দাসে) ককায়েকে কাচিখনৰ খবৰ ললে। আতাৰ বৌৱেকে আতাই কাচিখন নিয়া বুলি কোৱাত তেওঁ খণ্ডত অগ্নিশৰ্মা হৈ "এতিয়াই কাচিখন নানিলে সুদাই নেৰিম" বুলি কোৱাত আই গৰাকীয়ে তুৰন্তে গৈ কাচিখন আনিলেগৈ। এই কথাত আতা অত্যন্ত বিমৰ্ষ হয়। সেইদিনা অভোজনে থাকিল পিচদিনা সুচুলি কমাৰৰ ঠাইলৈ কটাৰি বিচাৰি জগন্নাথ চৰণক পঠাই দিলে। কথাগুৰু চৰিতত আছে "সেই নিশা স্বপ্ন দেখিলে সুচুলি কমাৰে, ঈশ্বৰে গৈ এখানি কটাৰী খুজিলে। সাৰ পাই বোলে পুৱা আজি যাকে দেখোঁ তাকে দিম, এই বুলি প্ৰাতসে শাল পাতি গৰিছেগৈ। আতা পুৱা উঠি বোলে জগন্নাথ সুচলি কমাৰ ঘ'লৈ যাব পাৰা? এখনি কটাৰী কথা কোৱাগৈ আমাৰ। তেহে আতৈ গৈছে সিও গৰি উলিয়াই পাগ ধৰিছে। কলে, সিও বোলে তাৰালকেহে গৰিছে। দি বোলে কালৈ খুটি খৰি কটাকৈ দা এখানি গাড়ি থম, নিবাহি যোৱাগৈ। আহি কলেহি দি। পাচে আতা বোলে জগন্নাথ, আমাৰ ছিগা গুলি নহৈছে? ঈশ্বৰে দিছে, মন বড়াব নেলাগে আৰু, আশা নদীৰ কোনে তৰ পেলাব? আৰু মনক হয় মানে নাটে আৰু"। ইয়াৰ দ্বাৰা পৰম আতাৰ ত্যাগ তথা বিৰাগ ভাৱৰ দৃষ্টান্ত ফুটি উঠিছে। এনেকৈ আতাৰ জীৱনত বহুতো কথা পোৱা হয়।

সেই সময়ত ঋষি আশ্ৰম বা তপোবন তুল্য হৰি পুখুৰী পাৰৰ আতাৰ পঁজা ঘৰটিত থাকি তেৰাই আত্মবিকাশৰ সূচনা কৰিবলৈ সুযোগ পায়। নিত্যস্নান, সভক্তিৰে পূজা সেৱা, মালা জপ ইত্যাদি কৰি পৰমেশ্বৰ সেৱা কাৰ্য্যত ব্ৰতী হয়। সেই সময়ত তেৰাই কাৰো পৰা ধৰ্ম্ম বস্তু গ্ৰহণ কৰিবলৈ পোৱা নাছিল। কিন্তু ঈশ্বৰৰ ইচ্ছাত আতাৰ শৰীৰত ভক্তি ভাৱৰ চিহ্ন আৰু সজ গুণাৱলীয়ে থিতাপি লয়। তেৰাৰ সজ আচৰণ, সজ ব্যৱহাৰ, সাদৰ সম্ভাষণ আদিত জনসাধাৰণ মুগ্ধ হৈছিল। আতাৰ আকৰ্ষণ এনে আছিল যে সেই ঠাইখন সেই সময়ত জনশিক্ষাৰ এটি প্ৰধান কেন্দ্ৰ ৰূপে পৰিগণিত হৈছিল আৰু জনসাধাৰণে অত্যন্ত শ্ৰদ্ধাশীল হৈ তেৰাক

সম্মানসূচক সম্বোধন আৰু সহায়-সহযোগিতা আগবঢ়াইছিল। আতাই তাত থকা কেইদিন নিতৌ শাস্ত্ৰ পঠন আৰু ব্যাখ্যা কৰি শ্ৰোতাক ভক্তিৰসামৃত পান কৰাইছিল। চৰিতত আছে (বদলা আতাৰ চৰিতৰ পদ ২১৬–২২৪) যে হৰি নামৰ ধ্বনি শুনি হেনো এটা প্ৰকাণ্ড ঢেকীয়াপতীয়া বাঘে আতাৰ বহাৰ কাষতে (পজাঘৰৰ মূৰত) বহি আতাৰ ব্যাখ্যা শুনি থাকে আৰু শাস্ত্ৰ সমাপনে আতৰি যায়। শ্ৰোতা লোকসকলে ভয় পাই আতাক জনালত আতাই ইংগিত বাক্যেৰে তাক তালৈ আহিবলৈ নিষেধ কৰিলে। তেতিয়াৰে পৰা বাঘটো তালৈ নহা হ'ল। এনে কাণ্ড দেখি লোক সকলে আতাক এগৰাকী ঐশী শক্তিসম্পন্ন মহাপুৰুষ বুলি ভাবিবলৈ বাধ্য হ'ল।

হৰি পুখুৰীত থকা অৱস্থাত আতাই নিজৰ আলধৰা কৰিবলৈ কেইবাটিও ব্ৰাহ্মণৰ ল'ৰা আনিছিল। তাৰ ভিতৰত একেবাৰে শেষৰটি হৰি নামৰ ব্ৰাহ্মণৰ ল'ৰাহে আতাই নিগাজীকৈ ৰাখিবলৈ সক্ষম হয়। এৰাকে পিছত হৰিচৰণ আতৈ বুলি কোৱা হ'ল। ইয়াৰ বহুদিনৰ পিছত এৰাৰ ভায়েক শ্ৰীৰাম নামৰ ল'ৰা এটিও আনে যিজনে আতাৰ পিছত সৰ্ব্বপ্ৰথম আতাৰ থ'নৰ গাদীত বহিবলৈ তথা ধৰ্ম্মাধিকাৰ হ'বলৈ সুবিধ পায়। করুণাৰ অৱতাৰ আতাই নিতৌ যিখন পুথি পঢ়িছিল, সেইখন ভক্তি ৰত্নাৱলী আছিল। সেইখন আতাই জয় ভাৰতীৰ পৰা খুজি আনি পঢ়িছিল। আতাৰ শাস্ত্ৰ ব্যাখ্যাত মানুহৰ ভিৰ আৰু আতাৰ গুণ, যশ চৌদিশে সম্প্ৰসাৰিত হোৱাত জয় ভাৰতীৰ মনত ঈৰ্ষা হয়। তেওঁ ভাবিলে যে মোৰ পৰা ৰত্নাৱলী পুথিখন নি লৰ নাতি গোসাঁয়ে বৰ খিতাপ কৰিছে। যিবিলাক মানুহ মোৰ ওচৰলৈ আহিব লাগে, সেই বিলাক তেওঁৰ তালৈহে যায়। এতেকে পুথিখন খুজি আনিলেই তেওঁৰ মুদা মৰিব। এই বুলি ভাবি ভাৰতীয়ে নিজৰ এটি সমস্যা দেখুৱাই পুথিখন খুজি লৈ আহিল। আতাই মনতে বেজাৰ পাই অধোবদনে বহি আছিল। এনেতে ভাৰতীৰ ভায়েক হৰি ভাৰতীয়ে আতাক তেনেকৈ বহি থকাৰ কাৰণ সুধিলত আতাই সকলো বিৱৰি ক'লে। তেতিয়া ভাৰতীয়ে আশ্বাস দি ক'লে যে মোৰ ঘৰত বহুতো মূল্যবান্ পুথি আছে। আপোনাৰ ইচ্ছামতে পুথি আনি থাকিব পাৰিব। আতাই এই কথাত সন্তোষিত হৈ হৰি ভাৰতীৰ ঘৰৰপৰা পুথি আনি পুনৰ আগৰ দৰে ব্যাখ্যা কৰিবলৈ ধৰে। আতাই ভাৰতীৰ ঘৰৰ পৰা দুখন পুথি আনিছিল — এখন ভক্তিৰত্নাৱলী আৰু আনখন ৰাজসূয়।

এনেকৈ শাস্ত্ৰ পঠন পাঠন কৰি থাকোতে এদিন ৰাতি আতাই এটি অদ্ভুত স্বপ্ন দেখিবলৈ পালে। স্বপ্নটিৰ কথা চৰিত্ৰ পুথিত এনেকৈ আছে —

ৰাত্ৰি ভাগে মালা জপি থাকন্ত সদায় ।
নিদ্ৰাত থাকন্তে স্বপ্ন দেখিলা গোঁসাই ।।
দিব্যেক পুৰুষে দেখা দিলন্ত আগত ।
চাৰু শ্যাম কায় স্বৰ্ণ লাখুটি হস্তত ।।
শিৰে শৰীৰে ধৌত বস্ত্ৰ পৰিধান ।
প্ৰফুল্ল কমল মুখ পঙ্কজ নয়ন ।।
আজানু লম্বিত ভুজ অৰুণ চৰণ ।
শিখা নেদেখিয়া গোঁসাই বুলিলা বচন ।।
কোন তুমি আসিলাহা আমাৰ ইথান ।
শুনিয়া পুৰুষে হেন বুলিলা বচন ।।
ব্ৰহ্মসূত্ৰ শাস্ত্ৰক ৰচিল যিটোজন ।
ৰত্নাৱলী শাস্ত্ৰক কৰিছা নিৰুপণ ।।
কৰিয়া আছাহা যিটো ভাৰত যুমটি ।
সিটোজন আমি হেৰা দেখিয়ো সম্প্ৰতি ।।
তোমাক দয়ায়ে আমি দেখা দিলো আসি ।
এতেক বোলন্তে আমি পুহাইলেক নিশি ।।
চেতন লভিয়া প্ৰভু বসি আসনত ।
ধ্যেয়ধৰ দৃঢ় ভাব ভৈলেক মনত ।।

বৰদলা আতাৰ চৰিত-২৫৮—২৬২

স্বপ্নত দিব্য পুৰুষজনক দেখাৰে পৰা আতাৰ মন উগুল থুগুল কৰিবলৈ ধৰিলে। ইপিনে হৰি ভাৰতীৰ পৰা নিয়া ৰত্নাৱলী পুথিখনো নকল কৰিবলৈ ধৰিছে। কাৰণ জয় ভাৰতীৰ দৰে যদি এসময়ত হৰি ভাৰতীয়েও পুথিখন লৈ যায়, তেন্তে আতাৰ শাস্ত্ৰ পঠনত বাধা হব। সেইবাবে পুথিখন লিখিবলৈ সাঁচীপাত, মহী, কলম যুগুত কৰি লৈছে। পুথিখন লিখি আতাই স্বতন্ত্ৰীয়া ভাৱ ৰাখিব। আতাই শুভ মুহুৰ্ত্তত পিচবেলা পিৰাজিত বহি পুব মুখে পুথিখনৰ আঠেটা পদ লিখিছে মাত্ৰ। এনেতে আতাৰ পিচফালে কেশৱচৰণ আতা থিয় দিলেহি। কেশৱচৰণ আতাৰ ছাঁটো পদৰ আতাৰ লিখিত পৰাত তেৰাই মুৰ ডাঙি উভতি চাই বহিবলৈ দিলে। পৰিচয় সুধিলে। কেশৱচৰণ আতাই পৰিচয় দি কবলৈ ধৰিলে যে তোমাৰ কি শাস্ত্ৰ লিখা গৈছে? পাত, মহী ভাল হোৱা নাই, আহিও অশুদ্ধ। আতাই কলে তেন্তে শুদ্ধ আহিনো ক'ত পোৱা হ'ব? কেশৱ চৰণ আতাই বোলে শুদ্ধ আহি আমাৰ লগতে আছে। এনেকৈ পৰস্পৰে আলোচনা কৰি কেশৱ চৰণ

আতাক প্ৰথম আতাই আগমনৰ বাতৰি সুধিলে আৰু তেৰাই সকলো কথা বিবৰি কলে। সেই ছেগতে কেশৱচৰণ আতাই মহাপুৰুষ মাধৱদেৱৰ গুণ লীলা যশ কীৰ্ত্তন কৰিবলৈ ধৰিলে। আৰু কলে যে গুৰুজনাৰ ৰচিত শাস্ত্ৰৰ নকল কৰি পঢ়ি তৃপ্ত লাভ কৰাতকৈ তেৰাক লগ কৰি শ্ৰীমুখৰ পৰা ধৰ্ম্ম তত্ত্ব বস্তু পৰমাৰ্থ বস্তু গ্ৰহণ কৰিলে তোমৰা অধিক লাভবান্ হব পৰা যাব। এনেকৈ কোৱাত আতাৰ মন গুৰুজনাৰ প্ৰতি ধাবিত হয় আৰু ৰাতি দেখা স্বপ্ন দিঠকত পৰিণত হোৱা বুলি আৰু জনম সাৰ্থক হোৱা বুলি ভাবিলে। আতাই কলে তেন্তে তেৰাক ক'ত লগ পোৱা হ'ব। তেৰাই কলে আমি তোমৰাক গুৰুজনাৰ পাশত ভেটামগৈ চিন্তা কৰিব নালাগে।মাত্ৰ নাৱ মানুহ যোগাৰ কৰা যাওক, আমি শলখৰ পৰা আহোগৈ। এই বুলি আতা শলখলৈ গল।

কেশৱচৰণ আতা যোৱাৰ পিচৰে পৰা পদ্ম আতা গুৰুদৰ্শনৰ কাৰণে ব্যাকুল হৈ পৰে। কেশৱ চৰণ আতাৰ পৰামৰ্শ ক্ৰমে আতাই ইপিনে নাও মানুহো যোগাৰ কৰিলে। সেই সময়তে আতাৰ এটি বিপদ ঘটিল। ককায়েক শঙ্কৰ দাসে তাতো সুখেৰে থাকিবলৈ নিদিলে। তেৰাৰ অনুপস্থিতিৰ সুযোগতে এদিন ককায়েকে হাঁহ ছাগলী অনা এদল মানুহক সেই হৰি পুখুৰীপাৰৰ পঁজাটিতে থাকিবলৈ পঠালে। হৰি আতৈয়ে বাহিৰলৈ আহি আমন জিমনকৈ বহি আছে। গধূলি পৰত আতা আহি সেই কাণ্ড দেখি তবধ মানিলে। তেৰাই মনত বেজাৰ পালে আৰু "বৰজনে আমাক ইয়াতো থাকিবলৈ নিদিয়ে" বুলি ভাবি পৰোপকাৰী আৰু ধাৰ্ম্মিক তমাই ৰাজখোৱাৰ সাহায্যত তেওঁৰ কলনিবাৰী এখন পৰিষ্কাৰ কৰি তাতে বহাঘৰ কৰি থাকিবলৈ ললে। ইয়েই পিচত "কলানি ভেটি" নামে প্ৰখ্যাত হয়। ইপিনে এবছৰৰ মূৰত ঘূৰি পকি আহি কেশৱচৰণ আতাই সেই ভেটিতে পদ্ম আতাক লগ ধৰিলেহি। দুয়ো গৰাকী আতাই জনচেৰেক সঙ্গী লগত লৈ বনমালি কটকীৰ সাহায্যত ভটিয়াই যাত্ৰা কৰিলে। এইদৰে কিছুদিন নৌকাযোগে আহি চৌখুটিত নাৱ ৰাখি কেশৱচৰণ আতাই ভেলা থানত মহাপুৰুষ জনাক লগ ধৰেহি। পিচদিনা পদ্ম আতাই গুৰুদৰ্শন কৰি কৃতাৰ্থ মানিলে। গুৰুজনে আতাৰ বংশৰ পৰিচয় সুধিলে আৰু তেৰাৰ কথা কেনেকৈ জানিলে কবলৈ কোৱাত আতাই কলে "আমি স্বপ্নৰ যোগেদি আৰু শাস্ত্ৰৰ যোগেদি আপোনাক জনা হ'ল। সম্প্ৰতি আপোনাৰ অভয়পদ পঙ্কজত আমি বিক্ৰয় গলো। নিজ দাস কৰি আমাক চৰণৰ ছত্ৰ ছায়া দিয়ে যেন

এই ভৰষা কৰা হৈছে"। এনেকৈ পদ্ম আতাই গুৰুজনাক কাতৰ প্ৰাৰ্থনা কৰি জালুকৰ পাত্ৰটি আগবঢ়াই দিলে। মহাপুৰুষে "সেয়া কি বস্তুনো" বুলি সোধাত আতাই কলে "তীৰ্থলৈ বুলি কেৱাজনো যাত্ৰী আহিছিল। তেও লোকে আমাক জালুকৰ ভাগ এটি দিছিল। সেইফালে তীৰ্থলৈ যাওঁ বোলা লোক সকলক মানুহে জালুক দি সন্মান জনোৱা নিয়ম এটি আছে। সেয়ে তাৰে ভাগ এটি পোৱা হৈছিল"। গুৰুজনে কলে "তেন্তে তুমিও তীৰ্থলৈ যাব লাগে"। আতা বোলে "আপোনাৰ নিচিনা মহাতীৰ্থ লাভ কৰি এতিয়া আকৌ বেলেগ শ্ৰেষ্ঠতীৰ্থ হিচাবি যোৱাটো মহাপাপ। এতেকে আমাৰ তীৰ্থৰ প্ৰয়োজন নাই আমাক তীৰ্থলৈ যাবলৈ কোৱা নহয় যেন"। গুৰুজনে কলে "তোমাৰ তীৰ্থত প্ৰয়োজন নহব পাৰে ; কিন্তু তীৰ্থৰ তোমাত প্ৰয়োজন আছে।" আতাই বোলে "আপুনি আমাৰ অন্তৰৰ সকলো কথা জানে। আমাক যেন দূৰলৈ ঠেলি নপঠায়"। গুৰুজনে আতাৰ অন্তৰৰ সকলো কথা বুজি পালে। আতাৰ একান্ত শৰণৰ ভাব, শ্ৰদ্ধা ভক্তি, দৃঢ় সংকল্প আৰু নিশ্চয়তা পূৰ্ণ উক্তিত সন্তোষ পালে। এনেকৈ আলাপ আলোচনা কৰি গুৰুজনাৰ আশ্ৰয়ত আতা সাতদিন থাকিল।

পদ্ম আতা মহাপুৰুষ জনাৰ ঠাইত সাতদিন থাকি তেৰাৰ ওচৰত আধ্যাত্মিক, পাৰমাৰ্থিক ধৰ্ম্ম তত্ত্ব সমূহ গ্ৰহণ কৰে। আতাৰ শৰীৰত মহাপুৰুষৰ লক্ষণ সমূহ, আলোচনাৰ মাজত অন্তৰৰ শ্ৰদ্ধা ভক্তি, মনৰ দৃঢ়তা, জ্ঞানৰ গভীৰতা, সাংগঠিক নিপুণতা, ধৰ্ম্ম লাভৰ ব্যাকুলতা দেখা পাই মহাপুৰুষ জনাই তেৰাক শৰণ ধৰ্ম্ম বস্তু প্ৰদান কৰে। জীৱনৰ বিয়লি পৰত মহাপুৰুষে আতাৰ নিচিনা এগৰাকী সন্ত, সাধু, মহৎ আৰু সৎপাত্ৰ পাই হৃদয় খুলি শেষ বস্তুখিনি অৰ্পণ কৰিলে। আতা পুৰুষে সমৰ্পিত কথা বস্তুৰ পৰা পৰম তত্ত্বৰ সন্ধান, গুৰুৰ প্ৰয়োজনীয়তা, নাম মাহাত্ম্য, ভকতৰ শ্ৰেষ্ঠত্বৰ কথা অন্তৰত অনুভূত কৰিব পাৰিলে। সেইখিনি গুৰুজনাৰ অতি আদৰৰ আৰু অতি গোপনীয় বস্তু আছিল। তেৰাই গোপনে নাৰাখি পদ্ম আতাক আত্মবৎ বা তুল্য জ্ঞান কৰি এটি পাত্ৰৰ পৰা আন এটা পাত্ৰলৈ পানী বাকি দিয়াৰ দৰে তত্ত্ব কথা বস্তুখিনি প্ৰদান কৰিলে। আমি এই প্ৰসঙ্গতে উল্লেখ কৰি অহা হৈছে যে আতা পুৰুষ গুৰুজনাৰ ঠাইত সাতদিনহে আছিল। সেইবাবে তেৰাক "সাত দিনীয়া (সাঁদনীয়া) বাপুঘৰ" বুলিও কয়। আতাৰ দশ নামৰ ভিতৰত মতান্তৰে পূৰ্ব্বোক্ত নামটিও পৰে আৰু লগতে "কমলাকান্ত" নামটিও ধৰা হয়। কোনোৱে পূৰ্ব্বোক্ত দুটি নাম দশ নামৰ অতিৰিক্ত নাম হিচাবেও ধৰে। যি কি নহওক আতা পুৰুষ সাতদিন

থাকি "সাতদিনীয়া বাপুঘৰ" নাম লৈ ধৰ্ম্ম বস্তু গ্ৰহণ কৰি যি অভিজ্ঞতা সঞ্চয় কৰিলে, বোধ হয় আনৰ ভাগ্যত তেনেকুৱা অভিজ্ঞতা সঞ্চিত হোৱা নাছিল। ধৰ্ম্মীয় জগতখনৰ নানা বিষয়ৰ নানা কথা সামান্য সাতদিনৰ ভিতৰতে আয়ত্ত কৰাটো সম্ভৱপৰ নহয় বুলি আনে ধাৰণা কৰিলেও এটা উত্তৰেই ইয়াৰ বাবে যথেষ্ট হব বুলি ভবা হয় যে কৌৰব পাণ্ডৱৰ কুৰুক্ষেত্ৰ যুদ্ধস্থলীত সমবেত হোৱা অৱস্থাত কৃষ্ণাৰ্জ্জুনৰ মাজত যি প্ৰশ্নোত্তৰ শিতান আৰম্ভ হৈ শ্ৰীমদ্ভগৱদগীতাৰ জন্ম হৈছিল, তালৈ লক্ষ্য কৰিলেই হয়। ৰণ-ক্ষেত্ৰত অস্ত্ৰ শস্ত্ৰ লৈ যুদ্ধ আৰম্ভ হওঁ হওঁ অৱস্থাত অৰ্জ্জুনে শ্ৰীকৃষ্ণক নানা প্ৰশ্ন সুধিছিল আৰু তেওঁ তাৰ যথোচিত উত্তৰ দিছিল। গীতাৰ শ্লোক সাতশ বুলি জনা যায়। সেই শ্লোক সমূহ সস্বৰ পাঠ কৰিলে নিশ্চয় দুঘন্টাৰ কমে পাঠ সমাপ্ত হোৱাৰ আশা নাই। এতেকে ৰণক্ষেত্ৰত কৃষ্ণাৰ্জ্জুনৰ প্ৰশ্নোত্তৰত দুঘন্টা কাল অতিবাহিত হোৱাটো শুদ্ধ নহয়। তেন্তে কেনেকৈ সেইটো সম্ভৱ হৈছিল? জনা যায় যে শ্ৰীকৃষ্ণই অৰ্জ্জুনক মাত্ৰ সাতোটা শ্লোকত গীতা কৈছিল। সেই বাবেই গীতাখনক সপ্ত শ্লোকি বুলি কয়। সেই সাতোটা শ্লোকতে অৰ্জ্জুনে কৃষ্ণৰ ভাৱখিনি হৃদয়ঙ্গম কৰিবলৈ সক্ষম হ'ল। সেইটো সম্ভৱ হল এইবাবেই যে অৰ্জ্জুন মহাপণ্ডিত আছিল। যি সকলৰ জ্ঞানবোধ থাকে, তেওঁলোকে ইঙ্গিততে সকলো কথা বুজি পায়। মাধৱদেৱ মহাপুৰুষ মহাপণ্ডিত আছিল কাৰণেই শঙ্কৰ গুৰুৰ যুক্তিপূৰ্ণ উক্তিত পৰাজয় মানি শৰণ গ্ৰহণ কৰিছিল। মহামূৰ্খৰ ক্ষেত্ৰত সেইটো কেতিয়াও সম্ভৱ নহলহেতেন। নীতি শাস্ত্ৰত আছে—

নমন্তি ফলিনো বৃক্ষাঃ নমন্তি গুণি নো জনাঃ।
শুষ্কং কাষ্ঠঞ্চ মূৰ্খশ্চ ভিদ্যতে ন তু নম্যতে ।।

অৰ্থাৎ—গুটি লগা গছ ওলমি পৰে আৰু গুণীলোক সকল নম্ৰ হয়; কিন্তু শুকান কাঠ আৰু মূৰ্খ মানুহ কেতিয়াও ভাঁজ নলয় আৰু নম্ৰ নহয়।

দেখা যায় যে পৰম আতাৰ ক্ষেত্ৰতো তেনেকুৱাই হৈছিল। সাতদিন অতিবাহিত কৰি কৃষ্ণই অৰ্জ্জুনক সাতোটা শ্লোকেৰে গীতা কোৱাৰ দৰেই মহাপুৰুষে সমস্ত তত্ত্ব প্ৰদান কৰিলে। কায়মনোবাক্যে নিজৰ নিজত্ব পাহৰি আতা পুৰুষে গুৰুজনাৰ চৰণত নিজক বিলীন কৰি দিয়াৰ ফলত থন্তেকতে বিদ্যুৎ প্ৰৱাহিৰ দৰে গুৰুজনাৰ শক্তি ভক্তি বল পৰাক্ৰম তথাগুণাৱলী আতা পুৰুষত বিদ্যমান তথা বিভূষিত হৈ পৱিত্ৰ আৰু একাত্মত পৰিণত হ'ল। আতাপুৰুষে সাতদিন ধৰি নানা ধৰণৰ প্ৰশ্ন কৰি গুৰুৰ পৰা মনৰ সংশয়বোৰ আঁতৰালে। আতাৰ মনৰ সংশয়, আৰু প্ৰশ্ন থাকি যায় বুলি

গুৰুজনে আতা পুৰুষক চাৰিজনা আতাৰ ওচৰত কথা বস্তু গ্ৰহণ কৰিবলৈ উপদেশ দিয়ে। সেই চাৰিজনা হ'ল (১) নাৰায়ণ দাস ঠাকুৰ আতা, ভৱানী পুৰীয়া গোপাল আতা, মথুৰা দাস বুঢ়া আতা আৰু ৰবিষ্ণু আতা। এই চাৰিজনক গুৰুজনে পূৰ্ব্বতে চাৰিটি কথা বস্তু কীৰ্ত্তন কৰি থৈছে। সেই সম্পৰ্কে কথা গুৰু চৰিতত কৈছে "বোলে বিষ্ণুত ধৰিবৰ গৈ আহোতে ৰৰ নাওঁৰ আহনচৈ তলে যি সুখ কীৰ্ত্তন কৰিছোঁ চৈ দাঙ্গি দেখাব, আৰু মথুৰাত কৰাগৈ নেওৰাতলে দোমন্নাত পুৰা ভোজন কৰোঁতে যি বস্তু কৈ.চা, ন'ওৰা চিতাই দেখাব। মোৰ সখিত প্ৰাৰ্থনাকৈ ধৰিবাগৈ একাদশীত মজিয়াত চিৰা ভোজন কৰাত পৰম আনন্দত মজি ৰহস্য চাল যাৰ অস্থি মজ্জাৰে বস্তু কীৰ্ত্তন কৰিছোঁ চাৰিবাৰ গুচাই মাজৰো বাৰ দাঙ্গি দেখাব। নকলে পদ কৰছে ধৰি নেৰিৰা। এতেকে আমাৰ সম্পুৰ্ণে দেখি পাবা যোৱাগৈ"। ইয়াত ভবানীপুৰীয়া গোপাল আতাৰ নাম নাই যদিও এঠাইত কৈছে "আৰু বোলে বিষ্ণু ঠাই যাবা, মোৰ সখি ঠাই যাবা, বুঢ়া মথুৰা ত'ক যাবা, যদি যোৱা গোপাল ঠাইও যাবা" ইত্যাদি। পূৰ্ব্বোক্ত চাৰিজনৰ পৰা যি চাৰিটি কথা বস্তু গ্ৰহণ কৰিবলৈ কোৱা হৈছে ইয়াক থোৰতে "চাৰি-সুখৰ কথা" বুলি কোৱা হয়। সেই চাৰিসুখৰ নাম হ'ল (১) চৈ তলৰ সুখ, ২) নাওৰা তলৰ সুখ, (৩) মজিয়াৰ সুখ আৰু (৪) কলয়াৰ (কলিয়াৰ) সুখ। কলয়াৰ সুখ গোপাল আতাৰ ওপৰত পৰে।

মহাপুৰুষে এনেকৈ আতা পুৰুষক পৰমতত্ত্ব বস্তু ব্যাখ্যা উপদেশ দি একেবাৰে শেষত আতাক উজনি খণ্ডত ধৰ্ম্ম প্ৰচাৰ কৰিবৰ কাৰণে গুৰু ভাৰ অৰ্পণ কৰে। এই আদেশত আতা অতি আচৰিত হৈ উঠে। চৰিতত কৈছে —

গুৰুৱে কৈছে—

একদিনা আতাক যে বোলন্ত চাহিয়া ॥
জানা আমুকাই কহোঁ শুনা দিয়া মতি।
যাইবাক লাগয় তব উজানক প্ৰতি ॥

আতাই কলে —

গুৰুৰ শুনিয়া হেন বচন প্ৰচুৰ।
গুৰুক প্ৰণামি আতা বোলন্ত মধুৰ ॥
যাইবাক প্ৰতি যেবে নাহি আমি আসি।
তয় পাৱে সদা আমি থাকিবো উপাসি ॥

কথাগুৰু চৰিতৰ ভাষাৰে — "পাচে আতা অনেক কাতৰ স্তুতি নিবেদন কৈ গুৰুজনত প্ৰাৰ্থনা কৈলে, বোলে বাপ সংসাৰৰ তিনি তাপে দিন হলে পোৰ, নিশি যায় মোহ নিদ্ৰা মায়া শয্যাত পৰি। দাবাগ্নি জীৱক দগ্ধ কৈ শ্ৰেষ্ঠা জ্ঞান হৰাল। তযু পাদ পদ্ম শ্বেত ছত্ৰ প্ৰায়। অমৃত বৰিষে সৰ্ব্বদায়। আতে পৰি সতাই ছাঁহি চেতনকো দহো নৌৰভোঁ, অধম পাপীকনো কেনেই ঠেলে তিনিতাপলৈ আকৌ?"। আতাৰ কাতৰ বাক্যত গুৰুজনে কলে জানা অমুকাই। তুমি ইহ্মাত থকাতো মুঠেই কামনা নকৰিবা। কাৰণ মোৰ শিৰত গুৰুবাক্য আছে। মোৰ গাৰ বদলে তুমি উজনিলৈ যোৱা।

আতাৰ চৰিতত লিখিছে —

শ্ৰীশঙ্কৰ গুৰুদেৱে আমাক পাঞ্চিলা।
সখিয়ে কহিয়া নিবত্তিয়া যে ৰাখিলা॥
আমাসাৰ গাৱৰ বদল লৈয়া ভাগে।
উজানে তোমাৰ জানা যাইবাক লাগে॥

কথাগুৰু চৰিততো লিখিছে "পাচে গুৰুজনে বোলে মোক বাৰে ভূঞা ধৰাত বাউসীতে আমাক পাচিছিল, সখী এ ৰাখিলে গুৰু বাক্যে পৰি আছে, যাব নপাইলোঁ আমাৰ গা বদলে তুমি যোৱা"।

শ্ৰীশঙ্কৰ গুৰুৱে এসময়ত তেৰাৰ শিষ্য সকলৰ আগত এটি ভবিষ্যত বাণী কৰিছিল। মাধৱদেৱক কৈছিল "বোলে বৰা পো আৰু পূবদেশৰ দুই ব্ৰাহ্মণ আমাৰ পিছত আহিব জানু পৰাই জ্ঞান কৰা আশ্ৰম নিৰাশ্ৰম, ভাগৱতী ধৰ্ম্ম প্ৰৱৰ্ত্তাই জীৱ নিস্তাৰিব, আৰু বেল গাছে ধুবাহাটত মদন গোপাল থৈ আহিছোঁ কৈ দিবা, তানে আজ্ঞা লৈ অনেক শাখা বাঢ়িব আৰু আমাৰ দামোদৰ হন্তে আজ্ঞা ধৰ্ম্ম লৈ দহ বাহুজনেও প্ৰবৰ্ত্তাব ভাগৱতী তত্ত্বৰঙ্গা, আৰু উজানৰতে এজন পুৰুষ আছি শুদ্ধ একশৰণ ধৰ্ম্ম প্ৰবৰ্ত্তি অনেকক প্ৰৱৰ্ত্তাব, মহাজ্ঞান দিয়া অনেক জীৱ নিস্তাৰিব, মহাধৌত হৈ অনেকে ধৰি তৰিব" (কথাগুৰু চৰিত পৃষ্ঠা ২১২)।

গুৰুজনাৰ বাক্যত আতাই পুনৰ কলে : —

শুনিয়া গুৰুৰ আতা বুলিলন্ত বাক।
লাগয় সংশয় বাপ সিৰাজ্যে যাইবাক॥
বুজিতে প্ৰবন্ধ বাপ অসম বিষম।
গুৰু বোলে অসম যে হইবে জানা সম॥ আতাৰ চৰিত

আতাৰ প্ৰতিটো বাক্যতে মহাপুৰুষে যথোচিত উত্তৰ দি নিছে। আতাৰ পুনৰুক্তি নাই। কাৰণ গুৰুজনাৰ উত্তৰবোৰ নিশ্চিত সিদ্ধান্ত। যেনে "কহিলো তোমাত কথা নকৰা সংশয়। কংসাল গোমৰ বিষ মৰিব নিশ্চয় ॥" (আতাৰ চৰিত্ৰ) ইত্যাদি। আতাই আকৌ কলে যে বাপ। আমাৰ কোন লগ নাই। আমি উজনিলৈ গৈ কাৰ সাহায্যত ধৰ্ম্ম প্ৰৱৰ্ত্তাম। মহাপুৰুষে উত্তৰ দিলে —

জানা আমুকাই তুমি নকৰা সংশয়।
চাৰি খানি শাস্ত্ৰ লগ দিলোহো নিশ্চয় ।
দশম কীৰ্ত্তন গুৰু শঙ্কৰ জানিবা।
ঘোষা ৰত্নাৱলী শাস্ত্ৰ আমাক মানিবা ॥
চাৰি শাস্ত্ৰ সঙ্গ কৰি সুখে চলি যাইবা ।
দিলোহো সুগম লোক ভয় নকৰিবা । আতাৰ চৰিত

গুৰুজনে আকৌ কলে —

সেৱক সবৰ অন্ত পাইলো নুমলীয়া।
পাইলোহো তোমাক শুদ্ধ পুত্ৰ শেহতীয়া ॥
জানিবা সেৱক তোমাতেসে ভৈল সীমা ।
শ্ৰীনাম মালিকা শাস্ত্ৰ নামৰ মহিমা ॥
শেষ কালে এহি শাস্ত্ৰ আছোহো ৰচিয়া।
তুমি শেষ কালে ভালে আছাহা ৰাখিয়া ॥
কল্পিত ধৰ্ম্মৰ হৈবে এহিমানে অন্ত ।
সবাতে ৰহস্য আতি এহিসে হৈবন্ত ॥
নামৰ মালিকা শাস্ত্ৰে এৰিলোহো কাপ।
জানিবাহা তোমাতে ধৰ্ম্মৰ থৈলো থাপ ॥

এনেকৈ কোৱাত মাত হৰিল। সেই সুযোগতে গুৰুজনাৰ আদেশত হৰিবল্লভ আতৈয়ে তালমালাৰ সৰ্ব্বস খিনি আনি আগত যোগান ধৰিলেহি। মহাপুৰুষে কব'লৈ ধৰিলে—

জানা আমুকাই তুমি অৱধান কৰা।
এহি মালা খানি সাৱধান ৰূপে ধৰা ॥
শ্ৰীমন্ত শঙ্কৰ গুৰু পৰম কৃপালু ।
গুণৰ সাগৰ ভৱ ভঞ্জন দয়ালু ॥
কৰিলো ভকতি কিছু আমি তান পাৱে।
থাপিলা আমাত ধৰ্ম্ম অতি শুদ্ধ ভাৱে ॥
গুৰুৰ স্নেহৰ কথা কি কৈবে লাগয়।
পুত্ৰত কৰিয়া গুৰু মৰ্ম্মক কৰয় ॥

এহি মালা লৈয়া গুৰু জাপ্য কৰিছিলা।
সন্তোষক পায়া তাৰা আমাক যে দিলা ॥
এহি মালা আমাক দিলন্ত ধৰ্ম্ম থাপি।
আমি হৰি নাম লৈয়া আছোঁহো অদ্যাপি ॥
আমাৰ পাৱৰ বদলেসে অবিশ্ৰাম।
দিলোহো তোমাক জানা লইবাৰ নাম ॥
স্নেহে শ্ৰীশঙ্কৰ গুৰু দি আছে আমাক ॥
গুৰু বাক্যে আমি হেৰা দিলোহো তোমাক ॥
এহিবুলি গুৰু হাতে আতাক দিলন্ত।
সাৱধান মনে আতা সাদৰে লৈলন্ত ॥
বুলিলন্ত গুৰু আৰ বচন অমৃত।
এহিতাল লৈয়া নাম লৈলো প্ৰতিনিত ॥
হেমময় মজিৰা তাল দিলোহো তোমাক।
দিলন্ত আপোন হাতে বুলি হেন বাক ॥
পৰম সাদৰে আতা লৈলা ৰঙ্গমনে।
নমিয়া গুৰুৰ দুই অভয় চৰণে ॥
পুথি তাল মালা গুৰু দিলা বিদ্যমান।
সৰ্ব্ব শক্তি ভক্তি গুৰু দিলা ৰঙ্গ মন ॥
... ... ... .. ... ... ... ... ... ...
আতাক ধৰ্ম্মৰ গুৰু আচাৰ্য্য পাতিলা।
শঙ্কৰ-মাধৱ হৰি সমস্তে ঘোষিলা ॥

এনে ঘোষণা আৰু নিৰ্দ্দেশত আতা পুৰুষ নিৰুত্তৰ হ'ল। গুৰুজনাই পনৰ কলে আমুকাই। তোমাৰ কিবা প্ৰাৰ্থনা কৰিব লগা আছে যদি কৰা। আতাই সেই ফেৰা সুৰুঙা পাই কৰলৈ ধৰিলে—

পদ্য আতাই — পাৱে শিৰ থৈয়া নমি বোলে বাঞ্ছি কাম।
বাপ যেন ভকত বৎসক আমি পাম ॥
পুষিবো কাঙ্খত কৰি জোলোঙা পৰিয়া।

আতাৰ এনে নিস্বাৰ্থ তথা উদাৰ চিত্ত দেখি গুৰুজনাৰ চকুৰ পৰা সৰসৰকৈ পানী পৰিবলৈ ধৰিলে। তেখাঁৰো উদাৰ ভাৱে হৃদয় খুলি আশীৰ্ব্বাদ কৰিলে—

জানা/আমুকাই যেন বাঞ্ছা কৰা মন।
সেই সিদ্ধি হৈব আমি বুলিলো বচন ॥

মহাপুৰুষে ভৱিষ্যতলৈ কোনো খৰিয়াল নথকাকৈ তিনি ৰাজ্য অংশ কৰি দিয়ে। মহাপুৰুষে কলে —

জানা আমুকাই আৰু দেশৰ ব্যৱস্থা।
সোণকোঁহ পৰা কৰতিয়া গঙ্গা যথা ॥
এই দুই সীমা কৰি জানিবা আমাৰ।
সোণকোঁহ হন্তে বড় নদীৰ বিচাৰ ॥
এহিখানি দেশ জানা মথুৰা দাসৰ।
বৰনদী হন্তে ব্ৰহ্মকুণ্ডৰ গোচৰ ॥
দিলোহোঁ তোমাক আমি কহিলো সকলে।
কৰিবা প্ৰচাৰ তুমি গাৱৰ বদলে ॥

গুৰুজনাৰ "তুমি যোৱা, তোমাত হন্তে মহাশুদ্ধ ভক্তি পন্থ প্ৰচাৰ হ'ব। তাতে ধৰি অনেক জীৱ উঠিব গুৰুজনৰ পক্ষ পথ বাঢ়ি মুকলি হ'ব, ক'ব, এতেকে পাচিহোঁ, যোৱাগৈ" এই শেষ নিৰ্দ্দেশত আতা পুৰুষে মহাপুৰুষৰ সান্নিধ্যত সাতদিন মাত্ৰ থাকি পৰম তত্ত্ব বস্তু গ্ৰহণ কৰি "সাদিনীয়া বাপুঘৰ" নামলৈ, তেৰাৰ গাৰ বদলেৰে বৰনদীৰ পৰা পৰশুকুণ্ড পৰ্য্যন্ত এই বিশাল ভূখণ্ডৰ ধৰ্ম্মৰাজ্যৰ ভাৰ বহন কৰি "বদলা আতা" নামেৰে অভিহিত হৈ ১৫১৮ শকৰ বহাগ মাহৰ চাৰি তাৰিখে শুক্লা একাদশী তিথিৰ দিনা ভেলা থানৰ পৰা উজনি খণ্ডলৈ বুলি যাত্ৰা কৰিলে। বহাগ মাহ আৰু শুক্লা একাদশী তিথি সম্বন্ধে একমত পোৱা গৈছে যেনে —

বৈশাখ যে মাস শুক্লা একাদশী দিন।
প্ৰাতস সন্ধ্যাৰ কৰ্ম্ম কৰি তেতিক্ষণ ॥ আতাৰ চৰিত ৫৭৩

পুনশ্চ — জানা আমুকাই আজি একাদশী ব্ৰত।
লভিবা পৰম দুখ যাহন্তে পথত ॥ চৰিত—৬২৩

কথাগুৰু চৰিতত কৈছে — "সেইদিনা একাদশী, চিৰা দিছে সাতজনলৈ বেজিনি কলেৰে বোলে সবেদোৱাৰ মুখতে দুপৰ চাই দণ্ড হৱগৈ, স্নানকৈ তাতে ভোজনকৈ যাবাগৈ" ইত্যাদি।

বদলা আতা এনেকৈ গুৰুজনাৰ পৰা বিদায় হৈ আহি সবেদোৱাত গুৰুৰ আদেশমতে চিৰা (বা সান্দহ) ভোজন কৰি পৰমানন্দ সুখত মগ্ন হৈ কাঠনি ঘাটত নাৱ চপাই বৰবিষ্ণু আতাৰ চমৰীয়া থানত সাতদিন অতিবাহিত কৰে। বৰবিষ্ণু আতাই উজনীয়া বাপুঘৰ আহিছে বুলি

সমাদৰ পূৰ্ব্বক আতাক তাতে শুশ্ৰূষা কৰে। গুৰুজনাৰ বাক্যমতে বদলা আতাই বৰবিষ্ণু আতাৰ ওচৰত কথাবস্তু গ্ৰহণ কৰে। এই কথা বস্তুকে ছৈতলৰ সুখ বুলি কোৱা হয়। আতাই হৃদয় খুলি বদলা আতাক সাঙ্গোপাঙ্গে ভক্তি তত্ত্বসমূহ ব্যাখ্যা কৰি শুনায়। তাৰ পৰা বদলা আতা বিদায় হৈ নিজৰ ঠাইত থিতাপি লয়গৈ। আতাই ধৰ্ম্ম গ্ৰহণ কৰি ধৰ্ম্মাচাৰ্য্য হৈ আহিছে বুলি জানি সেই অঞ্চলৰ বহুত গণ্যমান্য আগ্ৰহশীল লোকে আতাক মান কৰিবলৈ ধৰিলে আৰু শৰণ ধৰ্ম্মও গ্ৰহণ কৰিলে। প্ৰথমতে জয়কৃষ্ণ নামৰ এজন ব্যাধ আৰু অতি হিংসুক লোকে আতাৰ হিত উপদেশত মাল্তি হৈ হিংসা ধৰ্ম্ম এৰি পৱিত্ৰ হৈ একশৰণ ধৰ্ম্ম গ্ৰহণ কৰে। এৰেঁই পিচত জয়কৃষ্ণ আতৈ নামে প্ৰখ্যাত হয়। আতা তাত ধৰ্ম্ম প্ৰচাৰ (কলানি ভেটিত) কৰি থাকোতে সেই শকৰ ভাদ মাহৰ কৃষ্ণা পঞ্চমী তিথিত মাধৱদেৱ বৈকুণ্ঠ প্ৰয়াণ কৰে। আতা খেদ যুক্ত হৈ গুৰুজনাৰ তিৰোভাৱ তিথি মহোৎসৱ সাতদিন সাতৰাতি অবিৰাম ভাৱে নাম কীৰ্ত্তনেৰে সমাপন কৰে। ইয়াতে কিছুদিন থাকি আতাই পূৰ্ব্বৰ গুৰু বাক্য শিৰত ধাৰণ কৰি তিনিজনা আতাৰ (বুঢ়া আতা, ঠাকুৰ আতা, গোপাল আতাৰ পৰা। পূৰ্ব্বতে বিষ্ণু আতাৰ পৰা কথা বস্তু গ্ৰহণ কৰিলে) পৰা ভক্তি পৰমাৰ্থ তত্ত্ব বস্তু গ্ৰহণ কৰিবৰ কাৰণে বৰ সন্দিকৈ ৰাজবিষয়াৰ অনুগ্ৰহত এখন বৰ নাও যোগাৰ কৰি বৰপেটা অভিমুখে যাত্ৰা কৰে। প্ৰথমবাৰ গুৰুদৰ্শনৰ কাৰণে যাওঁতে আতাই ৫ জন সঙ্গী লগত লৈ গৈছিল। সেই কেজন হল যথাক্ৰমে (১) জগন্নাথ চৰণ আতৈ (২) কনাৰি মাধৱ চৰণ আতৈ (৩) লোগুটি দামোদৰ আতৈ (৪) ৰামভদ্ৰ আতৈ আৰু (৫) যদুমণি আতৈ। কিন্তু এইবাৰ দ্বিতীয় যাত্ৰাত আতাই চৈধ্যজন সঙ্গী ভকত লগত নিবলৈ সক্ষম হয়। তেওঁলোক হ'ল যথাক্ৰমে (১) যদুমণি আতৈ (২) কাঠআলুৰ বিষ্ণু আতৈ (৩) ৰাজ পালৰ নিৰঞ্জন আতৈ (৪) বাংকঙীয়া গোপাল আতৈ (৫) ৰাব কানু আতৈ (৬) কাঁহি ধোৱা গোপী আতৈ (৭) বৰ পূৰ্ণানন্দ আতৈ (৮) কলাবৰিয়া জৰাম আতৈ (৯) চেংৰাকৃষ্ণ আতৈ (১০) বৈৰাগী কৃষ্ণ আতৈ (১১) দহ ঘৰিয়ালৰ নাৰায়ণ আতৈ (১২) হৰাম আতৈ (১৩) সৰসৰীয়া কানু আতৈ (১৪) দেউৰী মধু আতৈ।

বদলা আতা নৌকাযোগে গৈ বৰপেটাৰ ঘাটত নাও চপালে। মথুৰা দাস বুঢ়া আতাই এই বাতৰি পাই ভকত সকলৰে সৈতে ঘাটলৈ গৈ আতাক আদৰ সৎকাৰ কৰি আনি এখন উপযুক্ত বাসগৃহত (বৰপেটা সত্ৰৰ কীৰ্ত্তনঘৰৰ

দক্ষিণ ফালে কাষতে) থাকিবলৈ সুবিধা কৰি দিলে। বদলা আতা তাতে এবছৰ কাল অতিবাহিত কৰিলে। সেই কালছোৱাত আতাই শঙ্কৰ গুৰুৰ পত্নী, নাতি পুৰুষোত্তম ঠাকুৰদেৱ, বোৱাৰী আদিক দৰ্শন কৰি কৃতাৰ্থ মানিলে। দ্বিতীয়তে গুৰুৰ আদেশক্ৰমে মথুৰা দাস আতা, নাৰায়ণ দাস ঠাকুৰ আতা আৰু গোপাল আতাৰ পৰা ক্ৰমে দোমো-জাৰ সুখ, মজিয়াৰ সুখ আৰু কণয়াৰ সুখ কথা বস্তু সমূহ আতা পুৰুষে গ্ৰহণ কৰে। তৃতীয়তে কলা সঙ্গীতৰ কেন্দ্ৰীয় স্থান বৰপেটা সত্ৰৰ বিশিষ্ট সঙ্গীতজ্ঞ শিল্পী ভকত সকলৰ পৰা শঙ্কৰ-মাধৱ দুজনা গুৰুৰ পৰা প্ৰকাশিত, প্ৰচাৰিত, সম্প্ৰসাৰিত কলা-সংস্কৃতি সমূহ লগত নিয়া ভকত-সকলৰ দ্বাৰা শিক্ষা কৰোৱায়। ইয়াত থকা কাল ছোৱাত বদলা আতাই তিনিও গৰাকী আতাৰ পৰা প্ৰতিজনৰ ওচৰত সাতদিন বৰবিষ্ণু আতাৰ ওচৰলৈ) মুখ্য ভাৱে কথাবস্তু শিক্ষা কৰে। সেই বাবেও আতাক "সাত-দিনীয়া বাপুঘৰ" বুলি কোৱা হয়। আঠাইশ দিনৰ ভিতৰত তাত্ত্বিক, আধ্যা-ত্মিক কথা বস্তু গ্ৰহণ আৰু এবছৰৰ ভিতৰত সাংস্কৃতিক বস্তু সমহ ভকত সকলৰ দ্বাৰা গ্ৰহণ কৰোৱা হয়। আতা এনেকৈ এবছৰ কাল অন্তহীন সুখত নিমগ্ন থাকি পুনৰ-নিজ ঠাইলৈ প্ৰত্যাৱৰ্ত্তন কৰে। আতা নিজৰ স্থান পোৱাৰ পিচত স্থানীয় আৰু দূৰদূৰণিৰ লোক সকল আশি বা-বাতৰি শৈ আতাৰ প্ৰতি আকৰ্ষিত হৈ শৰণ ধৰ্ম্ম গ্ৰহণ কৰিবলৈ ধৰে। আতাৰ ধৰ্ম্ম প্ৰচাৰ এনেকুৱা কোৱাল গতিৰে চলিল যে বিৰোধীসকল চমকি উঠে আৰু দুজনা গুৰুৰ দৰেই ৰাজ নিগ্ৰহত পৰিব লগা হয়। বিৰোধী সকলে অসম ৰজাক বৰ বেয়াকৈ লগালে। ৰজাই তেওঁলোকৰ কথাত পতিয়ন গৈ দূত পঠাই আতাক ৰাজসভাত উপস্থিত কৰিলে। যথা সময়ত বিচাৰ আৰম্ভ হ'ল। বিচাৰত আতা জয়ী হ'ল। আতাক খালাচ দিলে। ইয়াৰ পিচতো মহন্ত ধৰা জগৰ লাগিল। বলভদ্ৰ মহন্তক ৰজাই বিশেষ কাৰণত জগৰ ধৰিলে। সেই ভয়তে সকলো গোসাঁই মহন্ত পলাই পত্ৰং দিলে। আতাও সবৈষ্ণৱে আত্মগোপন কৰে। আতা কেবাদিনো কৌশিকৰ আহতলিত লুকাই আছিল। মহন্তধৰা জগৰ ভাগিলত আতাই ইয়াৰ পিচত কেইবাখনো ঠাই পৰিবৰ্ত্তন কৰিলে। এই ঠাই বিলাকত আতাই বহুতো লোকক বিশেষকৈ বহুতো ৰাজবিষয়াক শৰণ দিয়ে। ভকতৰ সংখ্যাও বেছি হবলৈ ধৰে। আতাৰ ধৰ্ম্ম বিতৰণ আৰু তেজস্বীতা গুণত দশোদিশ খ্যাতি বিয়পি পৰিল। এই বিলাকতে আতাৰ ওচৰত ধৰ্ম্মগ্ৰাহী লোকৰ আগমণ বৃদ্ধি হবলৈ ধৰে। আতাৰ চৰিত মতে জনা যায় যে দুজনা গুৰুৰ দিনত একেলগে শিষ্য গোটালে যিমান সংখ্যা

ওলাব, বদলা আতাই অকলেই উজনি খণ্ডত সিমানখিনি শিষ্য সংগ্ৰহ কৰি-ৰলৈ সমৰ্থ হয়। বিশেষকৈ ৰাজ বিষয়াৰ সংখ্যা বহুতো। এবাৰ পুৰুষোত্তম বৰুৱাই তেওঁৱেই একমাত্ৰ বদলা আতাৰ ডাঙৰ শিষ্য বুলি গৰ্ব্ব কৰাত আতাই তেওঁৰ মনোভাব জানি তেওঁক এটা হৰি কীৰ্ত্তন কৰিবলৈ কয় আৰু সেই উৎসৱলৈ বিষয়াসকলক আতাইহে নিমন্ত্ৰণ কৰিম বুলি কলে। কথামতে কাম হ'ল। হৰি কীৰ্ত্তনৰ দিনা পুৰুষোত্তম বৰুৱাৰ ঘৰলৈ নিজ নিজ বাহনত উঠি আতাৰ ডাঙৰ ডাঙৰ বিষয়া শিষ্য সকল উপস্থিত হলহি। ৰাজ-বিষয়া শিষ্যৰ পয়োভৰ দেখি শিষ্য পুৰুষোত্তম বৰুৱাৰ গৰ্ব্ব চুৰ্ণ হ'ল। আতায়ো ৰাজবিষয়া শিষ্য সকলৰ সংখ্যা দেখুৱাই আনসকলৰ মনত নিজৰ প্ৰভাৱ প্ৰকাশ কৰিলে। আতাৰ ব্ৰাহ্মণ শিষ্যও বহুত আছিল। ইয়াৰ ভিতৰত পুৰুষোত্তম বৰুৱাও ( সাহিত্যৰথী বেজবৰুৱাৰ পূৰ্ব্বপুৰুষ ) অন্যতম। প্ৰায় একশজনা ব্ৰাহ্মণ শিষ্যৰ ভিতৰত প্ৰধান প্ৰধান শিষ্য কেইজনৰ নাম যথাক্ৰমে (১) পুৰুষোত্তম বৰুৱা (২) বৃন্দাবনীয়া আতৈ, (এওঁ বৃন্দাবনৰ পৰা অহা লোক), (৩) হৰি আতৈ, (৪) বাসুদেৱ গুৰু (৫) বিজয় হৰি আতৈ (৬) বৰ গুৰু মুকুন্দ আতৈ (৭) যদুগুৰু আতৈ (৮) ৰামগুৰু আতৈ (৯) লখৰগুৰ গুৰু আতৈ (১০) শ্ৰীৰাম গুৰু আতৈ (১১) হৰাম গুৰু আতৈ (১২) বলাই আতৈ (১৩) বৰগুৰু চক্ৰপাণি আতৈ (১৪) কৃষ্ণ আতৈ (১৫) জৰাম আতৈ, (১৬) অনন্ত কটকী, (১৭) ধৰাধৰ কটকী, (১৮) নাৰায়ণ আতৈ আদি। আতাৰ বলাই আতৈ নামৰ এজনা নগা সম্প্ৰদায়ৰ আৰু হৰিদাস আতৈ নামৰ এজনা বনিয়া সম্প্ৰদায়ৰ শিষ্যও আছিল। তদুপৰি অন্যান্য সম্প্ৰদায়ৰো ভালেখিনি শিষ্য থকাৰ প্ৰমাণ চৰিত পুথিৰ পৰা পোৱা যায়। আতাই উজনি খণ্ডত ইমান সঘনে ঠাই পৰিবৰ্ত্তন কৰিছিল যে থোৰতে ইয়াক "চন্দা ভেটি" অৰ্থাৎ চৌব্বিশখন ঠাই বুলি কোৱা হয়। অৱশ্যে প্ৰধান ভাৱেহে চৌব্বিশটা ভেটি আছে। গৌণভাৱে ভালেখিনি ভেটিৰ সংখ্যা পোৱা হৈছে। ইমনকৈ ভেটি পৰিবৰ্ত্তন কৰাৰ মূল উদ্দেশ্য হ'ল আতাই বিস্তৃত ভাৱে জনসাধাৰণৰ মাজত ধৰ্ম্ম বিতৰণ কৰা। সেই সময়ত উজনি খণ্ডৰ ( দুজনা গুৰুৱে এৰি যোৱাৰ পিচত ) জনসাধাৰণ অজ্ঞান অন্ধকাৰ সমুদ্ৰত ডুব গৈ আছিল। আতাই অন্ধকাৰাচ্ছন্ন লোক সকলক উদ্ধাৰ কৰিবলৈ যাওঁতে বহুতো কণ্টৰ সন্মুখীন হৈছিল। যি বিলাক ঠাই অত্যন্ত অন্ধকাৰাচ্ছন্ন আছিল, সেইবিলাক ঠাইতে আতাই খুটি পুতি বহিছিল। এনেকৈয়ে আতাই বহুতো ঠাইত বাস কৰি ধৰ্ম্মৰ অক্ষয় বন্তি গছ জ্বলাই থৈ গৈছে। আতাই বাস কৰা ভেটি বিলাকৰ নাম যথাক্ৰমে

(১) সক্ৰাহি (২) বিহানি (৩) মকামৰ গুৰি (৪) হাতীশাল (৫) ধনপুৰ (৬) হৰি পুখুৰী (৭) কন্নানি (৮) পচতীয়া (৯) চেচুকানি (১০) হামৰা (১১) দেবেৰাপাৰ (১২) ৰঘুগুৰি (১৩) বদুলা (১৪) জয়কৃষ্ণ আতৈৰ ভেটি (১৫) চুখনি (১৬) মুকুন্দ আতৈ ভেটি (১৭) কৰদৈগুৰি (১৮) যুলনি (১৯) কৰুণা ভূঞাৰ ভেটি (২০) নাৰায়ণ আতৈৰ ভেটি (২১) কেচেৰু গুৰি (২২) চকলা (২৩) পোতোকা খোৰা (২৪) মোৱামাৰি (২৫) ভাওগনি (২৬) ৰামগুৰু আতৈ ভেটি (২৭) জয়হৰি মুদৈ ভেটি (২৮) মুৰাৰি মুদৈ ভেটি (২৯) ৰঘুভেটি আৰু (৩০) কমলাবাৰী।

আতাই উত্তৰাঞ্চলত এখন সত্ৰ পাতিছিল। সেইখনৰ নাম হ'ল বদুলা স্থান। সেই স্থানখন নিৰ্ম্মাণ কৰি আতাই ভকত সকলক সুধিছিল— বাপুসকল! স্থান নিৰ্ম্মাণ হ'ল। এতিয়া ইয়াৰ নাম কি ৰখা হব সকলোৱে আলোচনা কৰা যাওক। ভকত সকলে কলে— আতা! তোমৰাই গুৰুৰ ঠাইৰ পৰা গাৰ বদল লৈ উভনিলৈ অহা হৈছিল। সেই কাৰণে ইয়াৰ নাম "বদলা স্থান" দিয়া হওক। আতাই সেই কথাত হয়ভৰ দিলে আৰু তেতিয়াৰে পৰা সেই ঠাইৰ নাম "বদলা স্থান" বা "বদুলা স্থান" নামেৰে প্ৰখ্যাত হয়। এই স্থানতে থাকি আতাই বিশেষভাৱে ধৰ্ম্মৰ ধ্বজাখন উৰুৱাইছিল। ইয়াতে নিগাজীকৈ সাতবছৰ ছমাহ কাল অতিবাহিত কৰি থাকোতে আতাই নিৰলভাৱে ধৰ্ম্ম চৰ্চ্চা আৰু আলাপ আলোচনা কৰিবৰ কাৰণে নিচেই ওচৰতে থকা ফুলনি স্থানখনি নিৰ্ব্বাচন কৰি লৈছিল। দিনৰ ভাগত আতা পুৰুষে ফুলনিত থাকে আৰু ৰাতি হ'লে বদুলালৈ আহে। এনেকৈয়ে দুয়োখন ঠাইত অহা যোৱা কৰি আছিল। এনেতে সেই অঞ্চলত কোনো উপদ্ৰৱ হোৱাত আতাই ভকত সমন্বিতে ঠাই পৰিবৰ্ত্তন কৰি কৰি পৰীক্ষিত মুদৈৰ প্ৰাৰ্থনাক্ৰমে তেওঁ দান কৰা এভাগি ভূমিতে সত্ৰ স্থাপন কৰে। সেয়ে তাৰ নাম হ'ল 'মুদৈ ভেটি"। মুদৈ ভেটিতে সত্ৰ-পাতি আতাই ধৰ্ম্ম প্ৰচাৰ কৰি থাকোতে এবাৰ ৰাজ কৰ্ম্মচাৰী পৰীক্ষিত মুদৈৰ মুখে আতা পুৰুষৰ স্থিতিৰ বাতৰি পাই অসম ৰজাই তেৰাক মাতি নিছিল। ৰজাই সুধিছিল :—

কোন ধৰ্ম্ম প্ৰকাশিছে ৰজায়ে সুধিলা।
অনন্তৰে হৰি গুৰু গীতক মাতিলা ॥
যে মন সেৱহু হৰি ৰাঙ্গো চৰণা।
এটি গীত শুনি ৰাজা কৰিলা বন্দনা ॥

ৰজাই আতা পুৰুষক বহুতো খাট-পাম, মাটি-বাৰী, পাইক আদি দিয়াৰ প্ৰস্তাৱ কৰিছিল। কিন্তু আতাই সকলোকে প্ৰত্যাখ্যান কৰি একমাত্ৰ নিৰাপদে নাম প্ৰসঙ্গ কৰিবৰ কাৰণে অভয় দান বিচাৰিছিল। আতাই কলে—

আতা বোলে আমাক নলাগে সিটো লোক।
আমাৰ ভকতক কোনো স্থানে নধৰোক॥
গ'ল মেলি হৰি নাম লৈবো মুখ ভৰি।
নিৰ্ভয় দিয়োক ৰাজা অনুগ্ৰহ কৰি॥ আতাৰ চৰিত

আতাৰ গদ্যচৰিত পুথিমতে আতাই তৃতীয়বাৰ পুনৰ কামৰূপলৈ গৈছিল। বৰপেটা সত্ৰত থাকি আতা পুৰুষে ধৰ্ম্মালাপ কৰি নিজ ঠাইলৈ পৰিবৰ্ত্তী আছে। আতাৰ লগত এইবাৰ চৌব্বিশ (২৪) জন ভকত গৈছিল। তেৰাসবৰ নাম যথাক্ৰমে (১) হৰি আতৈ (২) গুৰু আতৈ (৩) জৰাম আতৈ (৪) জগন্নাথ চৰণ আতৈ (৫) শ্ৰীৰাম আতৈ (৬) মোটা নাৰায়ণ আতৈ (৭) দেউৰী বনমালী আতৈ (৮) চাৰিঙ্গীয়া মধু আতৈ (৯) হৈ দাস আতৈ (১০) ধুলীয়া নাম হৰি আতৈ (১১) কমললোচন আতৈ (১২) চক্ৰপাণি আতৈ (১৩) ভৱানন্দ আতৈ (১৪) মৰলৰ নাৰায়ণ আতৈ (১৫) বিজয় হৰি আতৈ (১৬) গায়ন মুকুন্দ আতৈ (১৭) বায়নৰ নিত্যানন্দ আতৈ (১৮) তেলিয়া কোহো আতৈ (১৯) খাৰিয়া মোচাৰামচৰণ আতৈ (২০) ৰমানন্দ আতৈ (২১) কোচ মোহন আতৈ (২২) নিৰঞ্জন আতৈ (২৩) মাছকটা পুত্তম আতৈ (২৪) মনুৰ পো আতৈ। ইয়াৰ ভিতৰত ৫ (পাঁচ) জন ব্ৰাহ্মণ আছিল। এই সকলক লৈ আতা পুৰুষে তৃতীয়বাৰ ভাটিৰ ৰাজ্যলৈ নাৱেৰে (নাও চাৰিখন) যাত্ৰা কৰিছিল।

আতাপুৰুষৰ অলেখ ব্ৰাহ্মণ আৰু অব্ৰাহ্মণ শিষ্যৰ ভিতৰত নামী আৰু দামী শিষ্যৰ লেখ দিয়া হল যথাক্ৰমে (ইয়াৰ ভিতৰত প্ৰথম, দ্বিতীয় আৰু তৃতীয় বাৰ কামৰূপলৈ লগত নিয়া শিষ্য ভকতৰ সংখ্যা ধৰা হোৱা নাই) দক্ষিণকুলীয়া কৃষ্ণ আতৈ, বৃন্দাবনীয়া আতৈ, শতানন্দ আতৈ, মটীয়া বৰীয়া লক্ষ্মণ আতৈ, দীঘল টুপীৰ নিৰঞ্জন আতৈ, গজপুৰৰ ৰামহৰি আতৈ, মাকোৱাৰীৰ কমললোচন আতৈ, কুৰুৱাবাহীৰ গোপাল আতৈ, মৌ খোৱাৰ নিৰঞ্জন আতৈ, শীল পোতৰ ৰমানন্দ আতৈ, কমলাবাৰীৰ সৰ্ব্বানন্দ আতৈ, কোচৰ নিত্যানন্দ আতৈ, মাছকটা পুত্তম আতৈ, চমুৱা মধাই আতৈ, টেঙেলীয়াল বিষ্ণু আতৈ, কাকতি ৰাম কৃষ্ণ আতৈ, ৰাৰ নন্দ আতৈ, দিপ-চিঙিয়া নাৰায়ণ আতৈ, দাড়ি নগজা ৰামচৰণ আতৈ, নটৰ গোবিন্দ আতৈ, খোৱা ৰমানন্দ আতৈ, নাওবৈছাৰ কৃষ্ণ আতৈ, কছাৰী ৰামদাস আতৈ,

আহোমৰ নৰহৰি আতৈ, নগাৰ বনাই আতৈ, ফুলচোৰা হৰিচৰণ আতৈ, কণ্ঠাকৃষ্ণ আতৈ, পানীগঞা আতৈ, নাহৰ আটীৰ কৃষ্ণ আতৈ, ঔ খোৱা কনাই আতৈ, বনগঞা কানাই আতৈ, জোঙৰ বিজয় হৰি আতৈ, সকাই-মুখীয়া গোপাল আতৈ, আহু দিপঙীয়া কানাই আতৈ, নাহৰ বাটে আতৈ, ভুটীয়া হৰিচৰণ আতৈ, বেজিৰ ৰমানন্দ আতৈ, ভিতৰগোখা ভকতচৰণ আতৈ, বালিপৰীয়া ভকতচৰণ আতৈ চমুৱাৰ ৰঘু আতৈ, ওজা মাধৱচৰণ আতৈ, বহিৰা কানু আতৈ, কৃষ্ণ আতৈ, বলাই আতৈ, হৰাম আতৈ, জীউ-ধন আতৈ, সৰুধন আতৈ, আলধৰা গোবিন্দ আতৈ, মুদৰ আতৈ, ভকত-দাস আতৈ, মনুৰ পো আতৈ, জয়হৰি আতৈ, উদ্ধৱ আতৈ, সুন্দৰ বনমালী আতৈ, পৰমানন্দ আতৈ, ৰামচৰণ আতৈ, মুকুন্দ আতৈ, বৈৰাগীকৃষ্ণ আতৈ, বৰজগন্নাথ চৰণ আতৈ, ধুলীয়া ৰামহৰি আতৈ, বৰপূৰ্ণানন্দ আতৈ, মোহন কোচ আতৈ, বৰমুকুন্দ আতৈ, বাসুদেৱ গুৰু আতৈ, জয়কৃষ্ণ আতৈ, জয়ৰাম আতৈ, যদু আতৈ, কানাই আতৈ, পুৰুষোত্তম বৰুৱা, কৌপতীয়া বৰুৱা, তমাই ৰাজখোৱা, মাধৱ কোঁৱৰ, বৰকোঁৱৰ, প্ৰহ্লাদ মুদৈ, প্ৰহলাদ গোঁহাই, তেলীয়া হাজৰিকা, অনন্ত কটকী, বিৰিণা কটকী, কমললোচন বৰুৱা, পৰীক্ষিত কোঁৱৰ, কৰুণা ভূঞা আদি। ইয়াৰ বাহিৰে ভাটোকুছীয়া কেশৱ-চৰণ আতাই প্ৰয়াৰণ বেলিকা আতা পুৰুষক সোধোৱা চৌব্বিশ গৰাকী শিষ্য ভকত আৰু অলেখ নাম থকা শিষ্য ভকত আছে।' বাহুল্যৰ ভয়ত সেই সকলৰ নাম ইয়াত উল্লেখ কৰিব পৰা নহল।

আতা মুদৈ ভেটিত সত্ৰ পাতি ধৰ্ম্ম প্ৰকাশ কৰি থাকোতে এদিনাখন নিজৰ আলধৰা হৰি আতৈয়ে আতাক কলে।

গোঁসাই আছন্ত সুখে মুদৈৰ ভেটিত।
হৰি গুৰু বোলে আতা শুনিয়ো যুগুত ॥
মুদৈ ভেটি সংজ্ঞা কৰিবেক সৰ্ব্বজন।
এহিহেতু এৰিবাক কৰো নিবেদন ॥
স্থান এক ভাল চাই কৰিতে উচিত।
শুনি আতা বুলিলন্ত কৰিয়ো যুগুত ॥ আতাৰ চৰিত

পৰীক্ষিত মুদৈৰ ভেটিত সত্ৰ পাতি থকাত "মুদৈ ভেটি" নামকৰণ হোৱাত সকলো ভকতৰ এটি সন্দেহ হৈছিল। কাৰণ এজন ব্যক্তিৰ নামত সত্ৰ বহিব নোৱাৰে। গতিকে সুকীয়াকৈ অৰ্থাৎ স্বতন্ত্ৰ ভাবে সত্ৰ পতাৰ অভিলাষ কৰাত আতাৰ পৰামৰ্শক্ৰমে হৰি আতৈ প্ৰধান শিষ্য পুৰুষোত্তম

বৰুৱাৰ ওচৰলৈ গ'ল। বৰুৱাক আতাৰ প্ৰাৰ্থনা শুনোৱাত বৰুৱাই কবলৈ ধৰিলে—

শুনিয়া বৰুৱা বোলে কিনো ভাগ্য
বুলিলা সানন্দ মন।
কঠীয়াতলি মাটি একখণ্ড আছে
দিলো তাঙ্ক ৰঙ্গমনে ।। আতাৰ চৰিত

পুৰুষোত্তম বৰুৱাৰ প্ৰদত্ত উক্ত কঠীয়াতলিতে এখন স্বতন্ত্ৰভাৱে সত্ৰ পতা হ'ল। মাজুলীৰ আতাৰ এইখনেই নমলিয়া বা শেহতীয়া সত্ৰ। সত্ৰখনি স্থাপন হৈছিল ১৩৯৫ শকৰ আঘোণ মাহৰ শুক্লা একাদশী তিথিৰ দিনা। সত্ৰখনিৰ নাম ৰখা হৈছিল কমলাবাৰী সত্ৰ। কমলাবাৰী সত্ৰ নামকৰণ সম্বন্ধে পদ চৰিতত গ্ৰন্থ কৰ্ত্তাই পুৰুষোত্তম বৰুৱাৰ দ্বাৰাই কোৱাইছে —

পূৰ্ব্বে আমাসাক ৰাজায় দি আছে
কমলা টেঙাৰ বাৰী।
দত্ত কৰি আমি দিলোহো তাহাক
আমাৰ স্বত্বক চাৰি ।। আতাৰ চৰিত

পূৰ্ব্বোক্ত পদত কমলা টেঙাৰ বাৰীত সত্ৰ পতাৰ কাৰণে "কমলাবাৰী সত্ৰ" নামকৰণ হোৱাটো সুজাইছে। জনা যায় যে বদলা আতাই দেহ ৰক্ষা কৰাৰ কাৰণে কমলাবাৰী সত্ৰ নামকৰণ হোৱাটো কোনোপধ্যে বিশ্বাস কৰিব নোৱাৰি। আনহাতে 'কমলা' শব্দটোৰ অসমীয়া ৰূপ 'সুমথিৰা'। কমলা শব্দটো বঙলা শব্দ (হেমকোষ অভিধান, পঞ্চম সংস্কৰণ পৃষ্ঠা ১৭৭) বুলি জনা যায়। "কমলাবাৰী" বুলি নিদি "সুমথিৰা বাৰী" বুলি দিয়াই প্ৰশস্ত আছিল যেন লাগে। কিন্তু শুদ্ধ ভাৱে কবলৈ গলে কমলাটেঙাৰ বাৰীত সত্ৰ পতা কাৰণেই কমলাবাৰী সত্ৰ নামকৰণ হোৱা নাই। দৰাচলতে আতাৰ দশনামৰ ভিতৰত বা দশনামৰ বাহিৰত "কমলাকান্ত আতা" নামেৰেও প্ৰখ্যাত আছিল। মহাপুৰুষৰ গাৰ বদলি ধৰ্ম্ম প্ৰচাৰ ক'ৰবলৈ পোৱাৰ কাৰণে যেনেকৈ 'বদলা আতা' নামেৰে জনাজাত হয়, ঠিক তেনেকৈ কমলাকান্ত আতাৰ নামেৰেই 'কমলা বাৰী' নামকৰণ হোৱাটো নিৰ্ভুল সত্য। 'বাৰী' শব্দটো সংস্কৃত আৰু অসমীয়া দুয়োটাই হয়। তাৰ অৰ্থ হল উপবন অৰ্থাৎ ঘৰৰ চাৰিওফালে গছ থকা ঠাই। কমলাবাৰী মানে কমলাকান্ত আতাৰ বাসস্থান। চৰিতত থকা "কঠিয়া তলি মাটি" শব্দ দুটাই শুদ্ধ। জনা যায় যে পুৰুষোত্তম বৰুৱাৰ সেই ডোখৰ কঠিয়াতলি মাটি আছিল। চৰিতকাৰ গৰাকীয়ে

সেই কথাটি শুদ্ধকৈয়ে লিখিছে। কিন্তু পিচত "কমলা টেঙাৰ বাৰী" শব্দটো সংযোজনা কৰি চৰিতকাৰ গৰাকীয়ে আমাক বিবুদ্ধিত পেলাইছে। কমলাবাৰী নামকৰণ সম্বন্ধে চৰিতকাৰ গৰাকীয়ে চৰিতখনিৰ একেবাৰে শেষত পুনৰ এটি নতুন সন্ধান দিবলৈ যত্ন কৰিছে যেনে—

শ্ৰীকৃষ্ণে কমলা আই যেসানি হৰিয়া যায়
মাথাৰ কমল পুষ্প পৰি।
কমলাবাৰী নামে খ্যাত ঋষিৰো আশ্ৰম তাত
নৃত্য গীতে ধৰ্ম্ম থৈলা ভৰি ॥ আতাৰ চৰিত্ৰ

কমলাবাৰী সত্ৰখনিত চাৰি দিশে চাৰি হাটী আৰু সোমাজত আতাৰ বাস গৃহ নিৰ্ম্মাণ কৰা হৈছিল। সেই সম্বন্ধে চৰিতত কৈছে—

আত পৰে ভক্তে বাহা কৰিলেক
চাৰিকালে চাৰিহাটী।
মধ্যে কীৰ্ত্তন ঘৰ গুৰু গৃহ সাজি
মধ্যত আতাৰ হাটী ॥ আতাৰ চৰিত্ৰ

কোন হাটীত কোন কোন মুখ্য ভকত আছিল তাৰো ইঙ্গিত দিছে যেনে—

পূবে হৰি আতৈ আদি ভক্তে বহা
কৰিলা আতি শোভন।
চক্ৰপাণি আতৈ শ্ৰীৰাম আতৈ
বৰগুৰু ৰামচৰণ ॥
খৰিক কটীয়া ৰামচৰণ আতৈ
আদি আনো ভক্তগণ।
দক্ষিণত বৈলা মুদৈ আতৈ আদি
ভগন্নাথ যে ভাগিন ॥
দেউৰী মধু আতৈ নাৰায়ণ আতৈ
ধনিয়া ৰাম হটিয়া।
মোহন আতৈ আৰু বেহেৰীয়া কানু
আমিয়ো তথাতে বৈয়া ॥
পশ্চিমত বৈলা ভকত দাস আতৈ
মাছ কটা পুত্তম আতৈ।
মনুৰ পো বৰ জগন্নাথচৰণ
বৰ যে মুকুন্দ আতৈ ॥

উত্তৰত জয় হৰি আতৈ বৈলা
সুন্দৰ বনমালি আদি ।
এহিমতে স্থান নিৰ্ম্মাণ কৰিয়া
দিন চাই অপ্ৰমাদি ॥ [আতা চৰিত]

১৫৯৫ শকাব্দৰ আঘোণ মাহৰ শুক্লা একাদশী তিথিৰ দিনা কমলাবাৰী সত্ৰখনি লোৱা হ'ল। এই খনিয়েই আতাৰ নুমলিয়া স্থান। ইয়াতে আতা পুৰুষে দেহৰক্ষা কৰিবলৈ সংকল্প লয়। আতাই তেৰাৰ পিচতে সত্ৰৰ উত্তৰাধিকাৰী হিচাবে হৰি আতৈৰ নামটি প্ৰস্তাব কৰিছিল। কিন্তু সত্ৰকাৰ্য্যত বিঘিনি ঘটিল। হৰি আতৈ অকালতে আতাৰ জীৱন কালতে দেহত্যাগ কৰিলে আতাই মৰ্ম্মান্তক বেজাৰ পালে। এতিয়া কাক ধৰ্ম্মাধিকাৰ পাতিব ভাবি চিন্তি মন অস্থিৰ হ'ল। আতাৰ দুখন গদ্য চৰিত পুথিৰমতে আতা পুৰুষে হৰি আতৈৰ ভায়েক শ্ৰীৰাম আতৈকে জীৱিত কালতে ধৰ্ম্মৰ ভাৰখন সোধাই যায়। কিন্তু পদ চৰিতত কৈছে —

এহিমতে আলোচিয়া হৰি বাসৰত ।
ধৰ্ম্মক থাপিলা প্ৰভু বৈষ্ণৱ সৱত ॥ [আতাৰ চৰিত]

একাদশী তিথিৰ দিনা কমলাবাৰী স্থানৰ ভৱিষ্যত সত্ৰাধিকাৰৰ পদ নিৰ্ব্বাচন হৈ যোৱাৰ পিচত আতা পুৰুষৰ মনৰ গতি সলনি হ'ল। তেৰাই সংসাৰৰ পৰা চিৰ বিদায় লবলৈ স্থিৰ কৰিলে। লাহে লাহে বাৰ্দ্ধক্যই হেচা দিও ধৰিলে। আলধৰা গোবিন্দ আতৈদেৱে আতাক নানা প্ৰকাৰে শুশ্ৰূষা কৰিবলৈ লাগিল। আতাৰ শেষ সময়লৈকে ৰক্ষিত বস্ত্ৰ, পদজল আৰু অন্যান্য সামগ্ৰীবোৰ আলধৰা আতৈয়ে সযতনে আতৰাই ৰাখিলে। আতাৰ অন্তিম সময় ওচৰ চাপিল। তেৰাই মৌন হৈ একাগ্ৰ চিত্তে গুৰু প্ৰদত্ত নামমন্ত্ৰ স্মৰণ কৰিবলৈ ধৰিলে। সেইদিনা পবিত্ৰ ভাদ মাহৰ শুক্লা একাদশী তিথি। আতাই দেহ ত্যাগ কৰিবলৈ ঠিক কৰিছে। পুৱা বেলা কীৰ্ত্তন ঘৰত নাম প্ৰসঙ্গ সমাপণ গায়ন বায়ন সকলে তাল খোল লৈ অহিৰ ৰাগ দি "গোবিন্দ চৈতন্য বালগোপালং" এই গীতটি গাই আছে। এনেতে আতা পুৰুষৰ অৱস্থা হঠাতে সলনি হোৱাৰ ইঙ্গিতত কণাকণি হৈ সত্ৰত বিয়পি পৰাত কীৰ্ত্তন ঘৰত গীত বাদ্যৰত ভকতসকলে গীত এৰি দৌৰি আহি আতা পুৰুষক আবৰি ধৰিলেহি। আতাই তেনেকৈ ভকত সকলক গীত এৰি দৌৰি অহাত ক্ষীণ স্বৰেৰে খং কৰিলে। আতা পুৰুষে সেই গীতটি গাই শেষ কৰি পুনৰ সিন্ধুৰা ৰাগত "জয় জয় নন্দ নন্দন পৰমানন্দ, বন্দো বাল গোপালং" এই গীতটি গাবলৈ নিৰ্দ্দেশ কৰিলে। গায়ক বায়ক ভকত সকলে আতাৰ আদেশ

ক্ৰমে গীতটি শেষ কৰি পিচৰ গীতটি গাবলৈ ধৰিলে। এনেতে গীতটিৰ মাজত "ঠেলা ঘাত" ধৰিলে। সেই সময়তে আতাই গুৰুচৰণ স্মৰি নৰনাট্য সম্বৰণ কৰিলে। চৰিতত কৈছে —

আপোনাক আত্মা পৰমাত্মাতে থাপিয়া।
নিমিষেকে আতা নৰনাট্য সম্বৰিলা ।।
পোন্ধৰ শ আঠ'ম্বৰ্ব্ব শক জ্যোতিষৰ।
ভাদ্ৰ মাস শুক্লা একাদশী সিদিনৰ ।।
সেহি দিনা আতা নৰ ভাৱ সম্বৰিলা।       আতাৰ চৰিত

আতাই বৈকুণ্ঠ প্ৰয়াণ কৰাত সকলো ভকতই খেদযুক্ত হৈ সদল বলে কাঠ সংস্কাৰ কৰিবৰ কাৰণে টুনীৰ পৰাৰে নিয়ে। কান্ধত নিয়ে আলধৰা গোবিন্দ আতৈ, জগন্নাথচৰণ আতৈ, জয়হৰি আতৈ আৰু মুদৰি আতৈ এই চাৰিজনে। আতাৰ আলধৰা জয়হৰি আতৈয়ে মুখাগ্নি কৰিলে। আতাৰ নশ্বৰ দেহ চিতাগ্নিত স্থাপিত হ'ল আৰু ক্ষন্তেকৰ ভিতৰতে অগ্নিয়ে আতাৰ শৰীৰ আগুৰি ধৰি ভস্মীভূত কৰি পেলালে। আতাৰ শিষ্য প্ৰশিষ্য সকলোৱেই সহযোগ কৰি কমলাবাৰী স্থানৰ কীৰ্ত্তনঘৰত সৰ্ব্বজন কল্যাণৰ হকে আতাৰ তিৰোভাৱ তিথি মহাসমাৰোহেৰে উৎথাপিত হ'ল। আতাৰ হৰি-কীৰ্ত্তন ফেৰিও সাতদিন সাতৰাতি ব্যাপি পালন কৰা হ'ল। সেই সময়তে কমলাবাৰী স্থানত আতাৰ ধৰ্ম্মৰ উত্তৰাধিকাৰী হিচাবে হৰি আতৈৰ ভাতৃ শ্ৰীৰাম আতৈক সত্ৰীয়া বা সত্ৰাধিকাৰৰ নিৰ্ম্মালি প্ৰদান কৰা হয়।

আতা পুৰুষৰ জন্ম হয় ১৪৬৮ শকৰ জেঠ মাহৰ শুক্লা একাদশী তিথি শুকুৰ বাৰৰ দিনা আৰু প্ৰয়াণ হয় ১৫৯৮ শকৰ ভাদমাহৰ শুক্লা একাদশী তিথিৰ দিনা। হিচাব কৰিলে দেখা যায় যে আতা পুৰুষৰ পৰমায়ু আছিল ১৩০ ( এশ ত্ৰিশ বছৰ )। এটি আচৰিত কথা যে আতা পুৰুষক জন্মৰে পৰা প্ৰয়াণ পৰ্য্যন্তে শুক্লা একাদশী তিথিটোৱে লগ এৰা নাই। আকৌ পৰম পুৰুষ দুজনা গুৰুৱে প্ৰয়াণৰ বেলিকা নিৰ্ব্বাচিত কৰি লোৱা ভাদ মাহটোকে আতা পুৰুষেও গ্ৰহণ কৰাত ধৰ্ম্মভাৱ প্ৰদানৰ পৰম্পৰা এটি প্ৰকাৰ কথাকে সূচনা কৰে। এইটি আতা পুৰুষৰ জীৱনৰ মহৎ সফলতা। যি কি নহওক আতাৰ নশ্বৰ দেহ অগ্নিত জাহ গলেও তেৰাৰ পুণ্যকীৰ্ত্তি, জীৱন জোৰা সাধনালব্ধ মহৎ অৱদান সমূহে তেৰাৰ মহত্ত্ব চিৰকাল জিলিকাই ৰাখিছে আৰু ভৱিষ্যতলৈকো ৰাখিব।

বৰলা আতাৰ প্ৰয়াণৰ পিচত এই সকল লোকেই কমলাবাৰী সত্ৰৰ ধৰ্ম্মৰ গাদী শুৱনি কৰে। তেৰাসকল হ'ল যথাক্ৰমে শ্ৰীৰাম সত্ৰীয়া,

কৃষ্ণ আতৈ, উদ্ধৱ আতৈ, মুদৰি আতৈ, পৰমানন্দ বাপু, বিনন্দ বাপু বা ভজা সত্তৰীয়া, কমললোচন বাপু, কৃষ্ণ হৰি বাপু, নাৰায়ণ বাপু, ৰামকৃষ্ণ বাপু, পৰমানন্দ বাপু, মুকুন্দ বাপু, সহজানন্দ বাপু, ৰঘুদেৱ, সত্যব্ৰতদেৱ জগন্নাথদেৱ, শম্ভুনাথদেৱ, কৃষ্ণকান্তদেৱ, লক্ষ্মীকান্তদেৱ, চন্দ্ৰকান্তদেৱ, চন্দ্ৰহাসদেৱ,। বদলা আতা পুৰুষৰ পৰা শেষৰ জনাইলৈকে তেইশ গৰাকীয়ে সত্ৰৰ গাদী অধিকাৰ কৰে। এতিয়াৰ জনা অধিকাৰ শ্ৰীশ্ৰীভৱকান্তদেৱ গোস্বামীৰে সৈতে চৌৱিশজনা হৈছে। শ্ৰীশ্ৰী ৺ চন্দ্ৰহাসদেৱৰ দিনত আতৰি অহা (আগলৈ আছে) মাজুলী কমলাবাৰী সত্ৰৰ প্ৰথমজনা অধিকাৰ শ্ৰীশ্ৰী ৺ ঘনকান্তদেৱ গোস্বামী প্ৰভু আৰু এই গ্ৰন্থ লেখকৰে সৈতে পঁচিশ গৰাকীয়ে সত্ৰৰ গাদী ৰক্ষা কৰি আহিছে।

কমলাবাৰী সত্ৰত ধৰ্ম্ম কাৰ্য্যৰ শাসনকৰ্ত্তা সকলক প্ৰথম কাল ছোৱাত সত্ৰীয়া বা সতৰীয়া, আতৈ, বাপু আৰু দেৱ নামেৰে উপাধিযুক্ত কৰি লোৱা হৈছিল। কিন্তু একেবাৰে শেষৰ চাৰিজনাৰ বা শ্ৰীশ্ৰী৺কৃষ্ণকান্ত দেৱৰ দিনৰে পৰা "সত্ৰাধিকাৰ গোস্বামী" এই উপাধিযুক্ত শব্দৰ সংগতি লগোৱা হয়। এতিয়ালৈকে এনে নিয়মেৰেই চলি আছে। সময়বিশেষে তাৰতম্য হোৱাটো স্বাভাৱিক।

পূৰ্ব্বোক্ত সত্ৰীয়া বা সত্ৰাধিকাৰ সকলৰ ভিতৰত (আতা পুৰুষৰ বাদে) চৌধ গৰাকী ব্ৰাহ্মণ আছিল। বাকীসকল কায়স্থ। ব্ৰাহ্মণ আৰু কায়স্থৰ সাল-সলনিকৈ সত্ৰীয়া হোৱাৰ বা নিৰ্ব্বাচন কৰাৰ প্ৰধান কাৰণ হল উপযুক্ত অৰ্হতা সম্পন্ন ব্যক্তিৰ প্ৰয়োজন। যি সময়ত যি জনকে বা যি জনেই উপযুক্ত বুলি সত্ৰই আৰু শিষ্য বৰ্গই গণ্য কৰিছিল, সেইজন ব্ৰাহ্মণেই হওক বা কায়স্থই হওক তেঁৱেই কমলাবাৰী সত্ৰৰ শাসনভাৰ গ্ৰহণ কৰিছিল বা সৰ্ব্বসম্মতি ক্ৰমে তেওঁকেই নিৰ্ব্বাচিত কৰি লোৱা হৈছিল। এনে নিৰ্ব্বাচন পদ্ধতি শঙ্কৰ গুৰুৰ পৰম্পৰা ক্ৰমে চলি আহিছিল। এনে সংস্কাৰপূৰ্ণ নিয়ম অৰ্থাৎ নিৰ্ব্বাচন পদ্ধতি ৺কৃষ্ণকান্ত দেৱ গোস্বামী প্ৰভুজনাৰ দিনত কিছু সলনি হয়। তেখেতৰ দিনত কমলাবাৰী সত্ৰত কায়স্থ সত্ৰাধিকাৰৰ স্বায়ত্ত শাসন সাব্যস্ত কৰি লয় আৰু সৰ্ব্বসম্মতিক্ৰমে সামূহিক স্বীকৃতিৰ লগতে তৎ সংস্কাৰ সত্ৰ সমূহৰ সত্ৰাধিকাৰ গোস্বামী সকলৰ সৰ্ব্বজন সমক্ষে ৰাজহুৱা ভাৱে অৰ্থাৎ আড়ম্বৰপূৰ্ণ মুকলি অনুষ্ঠানত তেওঁলোকৰ মান্যদান স্বীকৃতি পদ্ধতি প্ৰবৰ্ত্তন কৰে। তেনে নিয়ম এতিয়াও আছে। এনে পদ্ধতিও গুৰু পৰম্পৰা নিৰ্ব্বাচন হিচাবে মানি লব পাৰি।

বদলা আতাৰ পিচত আৰু শ্ৰীশ্ৰী৺কৃষ্ণকান্তদেৱ প্ৰভুজনাৰ আগৰ সত্ৰীয়া সকলৰ জন্ম, মৃত্যু, শাসন কালৰ সময় সীমা আদিৰ শক তাৰিখ পাবলৈ নাই। মাত্ৰ শ্ৰীৰাম সতৰীয়া আৰু কৃষ্ণ সতৰীয় দেৱে প্ৰতিজন আঠ বছৰকৈ সত্ৰৰ গাদীত আছিল বুলি বদলা আতাৰ চৰিতত (পদ কৰ্ত্তাৰ পৰিচয় প্ৰসঙ্গত) পোৱা হৈছে। বাকীসকলৰ নাই। যদিও আছিল নানা দুৰ্যোগৰ সন্মুখীন হৈ বিশেষকৈ মুছলমানৰ প্ৰসম আক্ৰমণৰ সময়ত অত্যাচাৰত ছত্ৰ-ভঙ্গ দি তিনিকুৰি বছৰ (৬০ বছৰ) কমলাবাৰী সত্ৰৰ গোসাঁই ভকত আতৰি থকাত বহুতো আপুৰুগীয়া বস্তু সম্পদৰ আদৈ আথানি হোৱাত ইতিহাসৰ সমলবোৰ হানি হ'ল। ইয়াৰ পিচতে সত্ৰখনি অগ্নিদগ্ধও হৈছিল। আনুষঙ্গিক অন্যান্য প্ৰাকৃতিক দুৰ্যোগবোৰ আছিলেই। এনেবোৰ কাৰণতে ইতিহাসৰ সমলবোৰ পোৱাত আমালোক বঞ্চিত হলে হঁক।

সতৰীয়া বা সত্ৰীয়া (সত্ৰাধিকাৰ) সকলৰ জন্ম শক, তাৰিখ, শাসন ভাৰ গ্ৰহণ আৰু পৰলোক গমন আদিৰ সবিশেষ বিৱৰণ নাই যদিও কমলাবাৰী সত্ৰৰ (স্থানৰ) মৌখিক পৰম্পৰা আৰু সংক্ষিপ্ত ভাবে থকা ধাৰাবাহিক ইতিহাসৰ আংশিক বিৱৰণ লিখিত হিচাবে আছে। সত্ৰৰ সত্ৰাধিকাৰ সকলৰ ভিতৰত উদ্ধৱ সতৰীয়া আৰু কৃষ্ণকান্ত গোস্বামী প্ৰভুৰ নাম লেখত লব লগীয়া। উদ্ধৱ সতৰীয়াৰ দিনত সত্ৰখনি বিচিত্ৰ কৰি তোলা হৈছিল। চৰিতকাৰে কৈছে —

তান সদকৰ্ম্ম মত উদ্ধৱ গুৰুৱে কৰি
স্থান ধৰ্ম্ম প্ৰতিপালিছন্ত।
বৈষ্ণৱত সন্ত ইষ্ট মহাজন জ্ঞান নিষ্ট
বিষ্ণু ধৰ্ম্মকৰ দাতাৱন্ত॥
ভক্তি সবোবৰ আতি থাকন্ত সদায়ে পাতি
আহা প্ৰভু উদাৰ চৰিত্ৰ।
তাহান দিনত সাধু বাহ্য এক গণিলন্ত
কৰিলন্ত স্থানক বিচিত্ৰ॥

কেইগৰাকীমান সত্ৰীয়াৰ দিনত সত্ৰখনিত বিশৃঙ্খলাৰ সৃষ্টিও হৈছিল। বিনন্দ বাপুৰ (ওজা সতৰীয়াৰ) দিনত তেৰা ৰাজ নিগ্ৰহত পৰে। সত্ৰত তেতিয়ালৈকে বিষ্ণুবিগ্ৰহ আৰু পূজাৰী ব্ৰাহ্মণ নাছিল। আহোম স্বৰ্গদেৱে কুনীতি পৰায়ণ লগনীয়াৰ কথাত পতিয়ন গৈ তেৰাক ৰাজসভালৈ মতাই নিয়ে। সত্ৰত মূৰ্ত্তি আৰু পূজাৰী ব্ৰাহ্মণ আছেনে নাই সোধাত তেৰাই

আছে বুলি কয়। ৰাজনিগ্ৰহৰ ভয়ত এনেকৈ মিছা মাতিলে যদিও অথবা সত্যক গোপন কৰিলে যদিও ৰজাই সকলো কথা বুজি পালে। তেৰা মিথ্যাবাদী বুলি প্ৰমাণিত হৈ ৰজাৰ পৰা নানা লঘু লাঞ্চনা ভোগ কৰে। তেৰা এগৰাকী ব্ৰাহ্মণ সত্ৰীয়া আছিল। ব্ৰাহ্মণৰ ব্ৰাহ্মণত্ব আৰু সত্ৰীয়াৰ সন্মান ক্ষুণ্ণ হোৱাত তেৰাই অত্যন্ত বেজাৰ পালে আৰু কিছুদিনৰ পিচত মনোবেদনাতে গইনা লৈ পৰলোক প্ৰাপ্তি হয়। ইয়াৰ পিচত সত্ৰৰ ভকতৰ মাজত দলিয়াদলি আৰু নানা কাৰণবশতঃ সত্ৰীয়া বা সত্ৰাধিকাৰ ভঙা পতা কাৰ্য্য অনিয়মভাৱে চলে। ৰাজ নিগ্ৰহৰ ভয়ত সত্ৰলৈ অপ্ৰধান হিচাবে বিষ্ণু বিগ্ৰহৰো প্ৰবেশ হয়। কিন্তু সিও প্ৰদৰ্শনি হিচাবে ৰখা হয় আৰু তাত সেৱা পূজা কাৰ্য্য ৰহিত হৈ থাকে। কৃষ্ণহৰি বাপুৰ দিনত ভকতৰ মাজত খাম খিয়ালি আৰু সত্ৰীয়া ভঙা পতা লৈ নানা আলোচনা চলাত তেৰাই কমলাবাৰী সত্ৰৰ "সত্ৰীয়াসকলৰ কোনো কালতে সুখ নহব" বুলি অভিশাপ দি সত্ৰীয়া বিষয়বাব এৰি দিছিল। এসময়ত গণতান্ত্ৰিক পদ্ধতিৰে পতা আৰু ৰজাঘৰীয়াৰ পৰা পতা দুজন সত্ৰীয়াই সত্ৰৰ কাম কাজ চলাই আছিল। এনেকৈ কিছুদিন চলাৰ পিচত অসমত মানৰ আক্ৰমণ চলিল। সেই সময়ত সত্ৰীয়া আছিল সত্যৰৰ দেৱ। মান সকলৰ অমানুষিক অত্যাচাৰ, উৎপীড়নৰ কথা চুকে কোণে বিয়পিছিল আৰু তাৰ ভয়তে সত্ৰীয়া আৰু ভকতসবলে সত্ৰৰ কামৰ অৰণ্যত আত্মগোপন কৰিছিল। এনেকৈ আত্মগোপন কৰোতে অৰণ্যত এৰাতি অতি সংগোপনে বাস কৰিব লগাত পৰে। সত্ৰৰ সত্ৰাধিকাৰ আৰু ভকতৰ অতি লাগতিয়াল বস্তু কিছুমান তেৰাসকলে লগত লৈ গৈছিল যদিও লৰা ধপৰাৰ কোবত কিছুমান সম্পদ এৰি যোৱাত অনিবাৰ্য্য কাৰণত নষ্টও হৈছিল। সত্যৰৰ দেৱৰ দিনৰ মানৰ আক্ৰমণত সত্ৰৰ পৰা পলাই গৈ অৰণ্যত আশ্ৰয় লোৱা সময়ত দৈব্যক্ৰমে এজন ভকত পলাই সাৰিব নোৱাৰি নিজৰ বহাৰ বৰচাঙৰ ওপৰত উঠি ধানৰ দুলিত সোমাই আত্মগোপন কৰে। মানে ভকতৰ বহাত পিতাপিতকৈ ধনসোণ বিচাৰি চলাথ কৰি ফুৰোতে দুৰ্ভাগ্যক্ৰমে সেই ভকত জনৰ বৰচাঙত উঠৈগে। বহাখন ঘোপমৰা আন্ধাৰ আছিল। মানে দুলিবিলাকত বৰচা মাৰি লুকাই থোৱা ধন সোণৰ সন্ধান কৰিছিল। হঠাতে লুকাই থকা সেই ভকতজনৰ কলাফুলত মানে মৰা বৰচা সোমায়। মানুহ বুলি জানি সেই ভকতজনক তাৰ পৰা তুলি আনি ঔষত পাতি দিয়ে আৰু মানুহবোৰ কলৈ গল তাৰ কথা সোধে। ভকতজনে ভয়তে সকলো কথা বিবৰি কয় আৰু তেওঁক লগত লৈ মানবোৰ ভকত গোঁসাইক বিচাৰি হাবি সোমায়। মানে ঘেৰাও কৰি ধৰা হাবিৰ মাজৰ পৰা ভকত গোঁসাই পলাব নোৱাৰি

আত্মসমৰ্পণ কৰে। মানে গোঁসাই ভকতক একো অপকাৰ নকৰি ধন পালে এৰি থৈ যাব বুলি কয়। সত্ৰীয়া গৰাকী বৰ তেজস্বী আছিল। তেৰাৰ বাপ আৰু গুণত মানবিলাক বিস্ময়াভিভূত হৈছিল বুলি জনা যায়। তেওঁলোকে জীৱনৰ বিনিময়ত ধন সোণ বিচাৰে যদিও সত্ৰীয়া গোঁসাইৰ হাতত সামান্য মাত্ৰ ধন থকাত নিৰুপায় হৈ সত্ৰ, সত্ৰৰ ভকত আৰু নিজেও উদ্ধাৰ হোৱাৰ মানসেৰে সত্ৰৰে দুজন ব্ৰাহ্মণ ভকতৰ ওচৰত সত্ৰৰ শাসন ভাৰ অংশ কৰি দিয়াৰ চুক্তিত দুশ টকা ধাৰ কৰি লৈ মান সকলক সন্মান সহকাৰে ধন সোণ দি বিদায় দিয়ে। মানবোৰ সত্ৰ এৰি গল যদিও আন ফালৰ পৰা অচিনাকী মান আহি সত্ৰত অপকাৰ কৰাৰ আশঙ্কাত কিছুদিনলৈ সত্ৰৰ চাৰিহাটীৰ চাৰি চুকত চাৰিজন মানক ৰখীয়া দি থৈ যায়।

মান সকল আঁতৰি যোৱাৰ পিচত সত্ৰীয়া সত্যবৰদেৱে (এওঁ কায়স্থ) পূৰ্ব্বৰ চুক্তি অনুযায়ী দুয়োজন ব্ৰাহ্মণক সত্ৰৰ শাসন ভাৰ অংশ কৰি দিয়ে; কিন্তু সত্ৰৰ প্ৰধান নায়ক বা প্ৰধান শাসক হিচাবে তেৰাই নিজৰ হাততে শাসনৰ বাঘ জাঁৰদাল ধৰি থাকিবলৈ সক্ষম হয়। যি দুজন ব্ৰাহ্মণে শাসনৰ সাধাৰণ অংশ লাভ কৰিছিল, সেই দুজনৰ নাম হ'ল শম্ভুনাথদেৱ আৰু জগন্নাথদেৱ। সত্ৰৰ শাসনৰীতিত তিনিজনীয়া সত্ৰীয়াই এখন মৌখিক সংবিধান ঠিক কৰি লৈছিল। এনেকৈ কিছুদিন যোৱাৰ পিচত সত্যবৰ দেৱৰ সম্পৰ্কীয় শ্ৰীশ্ৰীকৃষ্ণকান্ত দেৱক তেৰাৰ উত্তৰাধিকাৰী হিচাবে সত্ৰলৈ অনা হয়। তেতিয়া কৃষ্ণকান্ত দেৱৰ বয়স আছিল আঠ (৮) বছৰ মাত্ৰ। সত্যবৰ দেৱ বৈকুণ্ঠী হোৱাত কৃষ্ণকান্ত দেৱ তেৰাৰ উত্তৰাধিকাৰী হিচাবে সত্ৰৰ মালিক হয়; কিন্তু বদুলা আতা কায়স্থ কাৰণে সেই সত্ৰত কায়স্থৰ একাধিপত্য বিস্তাৰৰ অভিলাষ কৰি ব্ৰাহ্মণ দুজনক সত্ৰৰ পৰা আঁতৰাবৰ কাৰণে তেতিয়াৰ নবাগত ইংৰাজ চৰকাৰৰ ওচৰত গোচৰ দাখিল কৰে। গোচৰৰ বিচাৰত কৃষ্ণকান্ত দেৱ জয়ী হয় আৰু দুয়োজন ব্ৰাহ্মণ সত্ৰীয়াই কমলাবাৰী সত্ৰ এৰি সত্ৰৰ উত্তৰফালে চৰকাৰে গ্ৰাণ্ট দিয়া মাটিত শম্ভুনাথদেৱ আৰু মহাপুৰুষ শঙ্কৰ-মাধৱদেৱৰ মিলন ভূমি ধুৱাহাটা বেলগুৰীত অৰণ্য কাটি মাটি উলিয়াই জগন্নাথ দেৱ থাকিবলৈ লয়। দুয়োজন দুয়োখন সত্ৰৰ অধিকাৰ হয়। কমলাবাৰী সত্ৰত একছত্ৰী শাসনত কৃষ্ণকান্ত দেৱ থাকে। **

## (৩-ক) -শ্ৰীশ্ৰীকৃষ্ণকান্ত দেৱ গোস্বামী প্ৰভু ঃ

শ্ৰীশ্ৰীকৃষ্ণকান্ত দেৱ গোস্বামী প্ৰভুজনাৰ জন্ম হয় লক্ষীমপুৰ জিলান্তৰ্গত সক্ৰাহি সন্নত। জন্মশক ১৭০৪ শক। পিতৃৰ নাম হৰিবৰ গোস্বামী,

মাতৃৰ নাম অজ্ঞাত। বদলা আতাৰ পৱিত্ৰ বংশত (আতাৰ বংশলতা দ্ৰষ্টব্য) তেৰাই জন্ম গ্ৰহণ কৰি কমলাবাৰী সত্ৰৰ সত্ৰাধিকাৰ সত্যব্ৰতদেৱৰ তত্ত্বাৱধানত সত্ৰত লালিত পালিত হয়। শুনামতে আঠ বছৰ বয়সতে তেৰাক কমলাবাৰী সত্ৰলৈ অনা হয়। সত্যব্ৰ দেৱৰ যত্নত তেৰাই প্ৰাথমিক শিক্ষা, সংস্কৃত, সঙ্গীত বিদ্যা আয়ত্ত কৰে। অলপদিনৰ ভিতৰতে সত্ৰীয়া কলা-সঙ্গীতত, সংস্কৃতত অগাঢ় পণ্ডিত হৈ উঠে। মতান্তৰভেদে তেৰাই আঠ-বছৰত বা চৌধ্য বছৰ বয়সতে সত্ৰাধিকাৰৰ গাদী শুৱনি কৰে। সত্ৰৰ গাদীত বহি কিছুদিন সত্ৰৰ কাম কাজৰ আলেখ লেখ চাই থাকি আমি পূৰ্ব্বতে উল্লেখ কৰা জগন্নাথ দেৱ আৰু শম্ভুনাথ দেৱৰ ওপৰত সত্ৰ ত্যাগৰ বাবে তেৰাই নিৰ্দ্দেশ জাৰি কৰে। কাৰণ তেৰাৰ মতে কমলাবাৰী সত্ৰ কায়স্থৰ সত্ৰ আৰু বদলা আতাৰ বংশানুক্ৰমিক যোগ্য ব্যক্তিয়েহে তাৰ উত্তৰাধিকাৰী হ'ব লাগে। ব্ৰাহ্মণ সকলৰ ইয়াত প্ৰৱেশ মানেই অনধিকাৰ প্ৰৱেশ। তেৰাৰ যুক্তত সত্ৰৰ ভকত, শিষ্যবৰ্গ আৰু অন্যান্য বিশিষ্ট লোক সকল সপক্ষবাদী হৈ তেৰাৰ কায়স্থৰ স্বাধিকাৰ পতাকাৰ তলত একত্ৰিত হয়। কিন্তু কমলাবাৰী সত্ৰত ভোগদখল কৰি থকা দুজন ব্ৰাহ্মণে এই যুক্তি মানি ল'ব নুখুজিলে। তেতিয়া গোস্বামী প্ৰভুৱে তেতিয়াৰ ইংৰাজ চৰকাৰৰ ওচৰত গোচৰ দিলে। বিচাৰত প্ৰভুজনা জয়ী হয় আৰু দুয়োজন ব্ৰাহ্মণ সত্ৰাধিকাৰক সত্ৰৰ পৰা উচ্ছেদ কৰি দিয়ে। জগন্নাথ দেৱ বেলগুৰী সত্ৰৰ লগৰ সকলোৰে সৈতে পুনৰ স্বীকাৰ কৰি তাত সত্ৰাধিকাৰ হয় আৰু শম্ভুনাথ দেৱে কমলাবাৰী সত্ৰৰ উত্তৰ কালে চৰকাৰে গ্ৰাণ্ট কৰি দিয়া ভূমিত সত্ৰ পাতি গাণ্ট সত্ৰ বা উত্তৰ কমলাবাৰী সত্ৰ নাম দি তাতে সত্ৰাধিকাৰ হয়। প্ৰভুজনা অধিকাৰ হৈ সত্ৰখনি সংস্কাৰ কৰে। নিজেও বাকী থকা শঙ্কৰী কলা সংস্কৃত সমূহ শিক্ষা কৰি লয়। তেতিয়াৰ বিশিষ্ট গায়ক (সত্ৰৰ বাহিৰৰ) বাঞ্চাৰাম আৰু চেনাৰাম নামৰ দুজনৰ পৰা যোৰহাট তৰাজানৰ স্ত্ৰলোকাই গায়ন বৰুৱাই বন্ধাৰাগবোৰ শিকাইছিল। তেখেতক সত্ৰলৈ আনি সত্ৰাধিকাৰ প্ৰভুৱে নিজৰ তত্ত্বাৱধানত ৰাখি সত্ৰৰ চাৰিজন (প্ৰতি নামৰ আগত 'ক' বৰ্ণ থকা) বিশিষ্ট গায়কে বন্ধাৰাগবোৰ শিকি লয়। তেখেত-সকলৰ নাম যথাক্ৰমে কৃষ্ণ কান্ত দেৱ গোস্বামী, কিনাৰাম ভাগৱতী, কিনাৰাম বায়ন আতৈ আৰু কিনাহৰি বুঢ়াভকত। নামৰ আগত 'ক' বৰ্ণ যুক্ত আটাইকেজনে সংগীতত পৰিপক্ক হয়। সত্ৰীয়া গীত মাত, বাজনা আদিও সত্ৰাধিকাৰ প্ৰভুৱে শিকে। মুঠতে প্ৰভু জনাৰ সত্ৰীয়া নৃত্য সঙ্গীত শিক্ষা কৰিবলৈ বাকী নাথাকিল। তেৰাই সেই বিদ্যাসমূহ সৎ পাত্ৰত দান কৰে। সত্ৰৰ ঘোষা কীৰ্ত্তন, ওজাপালি দুজনা গুৰুৰ কীৰ্ত্তন বদলা আতাৰ

কীৰ্ত্তনকে আদি কৰি বছেৰেকীয়া নৈমিত্তিক পৰ্ব্ব সমূহত প্ৰয়োজনীয় সঙ্গীতৰ নৱৰূপ দি শৃঙ্খলা কৰে অৰ্থাৎ সুৰ, তাল, মান আদি লগাই সংস্কাৰ তথা আবিষ্কাৰ কৰি লয়। সত্ৰীয়া সঙ্গীত কলা সংস্কৰ্ত্তা, আবিষ্কৰ্ত্তা হিচাবে প্ৰভু-জনাৰ খ্যাতি বিকশিত হয় আৰু আজিও ভকতসকলৰ মুখে মুখে শুনা যায়। তেৰাই ৰাজসূয়, ৰুক্মিণী হৰণ আৰু দূতী সংবাদ নামৰ তিনিখন ফৌজীয়া নাট ৰচনা কৰে। তাতে নিজে শিক্ষা কৰি লোৱা বদ্ধাৰাগবোৰৰ আধাৰতে গীতবিলাকত সুৰ বান্ধে। তেৰাই "ভক্তি ভাস্কৰ" নামৰ এখন কৃষ্ণভক্তি-মূলক গ্ৰন্থও ৰচনা কৰে আৰু ছপা কৰিও উলিয়ায়। শঙ্কৰদেৱৰ "মধু-দানৱ দাৰণ দেৱবৰং" এই টোটয়টিৰ আহিত তেৰাই এটি সংস্কৃত ভাষাৰ টোটয়ো ৰচনা কৰে আৰু এটি দশাৱতাৰ স্তোত্ৰও ৰচনা কৰে। টোটয় আৰু স্তোত্ৰটি মুখে মুখে বাগৰি আহোতে আৰু ছপাশালৰ বিজুতিত বহুত ভুটি বৈ গৈছে। তাক সংস্কাৰ কৰিবলৈ নগৈ যথা তথা দুয়োটি নিম্ন স্থানত তুলি দিয়া হ'ল। ইয়াৰ দ্বাৰা তেৰাৰ সংস্কৃত ভাষাৰ জ্ঞান তথা শব্দ বোধ কিমান আছিল, তাৰ সম্পষ্ট উমান পোৱা যায়।

টোটয় (১) ভূধৰ ধৰ সাদৰ কৰসেৱং।
সেৱকাসনি সদয় পদ্মপদৈৱং ॥
এবং আদি অনাদি বাদি নিগমং।
নিগম পাপাৰণ্য নাম সংযমং ॥
যমাধীন কালমায়া জায়াবিধজাং।
যাকৰ চাকৰ সুৰাসুৰ দ্বিৱজাং ॥
দ্বিৱজ গোত্তিহাৰী চাৰি চাৰুকৰং।
কৰ শঙ্খ চক্ৰ গদাম্বুজধৰং ॥
ধৰণী সৰণী ৰিপু বপুদূৰং।
দূৰ দূণিত ৰিত যশ মধুৰং ॥
মধুৰ মুৰুতি সতী কটিতনুং।
তনু তড়িৱত পীত বাসেন্দ্ৰ ধনুং ॥
ধনু শাৰঙ্গ জাতঙ্গ ভঙ্গ ভৃত্যং।
ভৃত্য কৃত্য শেষ শেষ ধ্যেয় নিত্যং ॥
নিত্যানন্দ কন্দ বন্দ্য পাদবিম্বং।
বিম্ব সৃজনথৈৰ্জ্জন বৰ্জ্জনম্বৰং ॥
স্বতন্ত্ৰ যন্ত্ৰ মন্ত্ৰ নাম মুমুক্ষ্যং।
মোক্ষদ সদন্তে ৰসেজি ৰহক্ষং ॥

কৃষ্ণ ৰবঙ্ক যশোদা কৃত্যা মাতৃং।
মাতৃতক্ষা নিল বসদিবা ৰাত্ৰিং ॥
ৰাত্ৰিঞ্চৰাৰিপ নিৰীহ নির্গুণং।
গুণধাম শ্যাম অভিৰাম পুনং ॥
পুনর্জ্জন্ম ন সংশ্রুত যশ উৰুং।
উৰুপাস্য হাস্য ভাষ্য সুধা গুৰুং ॥
গুৰু পুৰুষ প্ৰধান পৰগুণং।
গুণাতিত্তাৰঙ্গ পাক্ষী আক্ষি অৰুণং ॥
অৰুণ নিভ কৌস্তুভ কণ্ঠ ভূষং।
ভূষণানিভূষ স্ত্ৰীঅঙ্গ নিযুশং ॥
যুসতে খিল ইণ্টদ দুণ্ট দণ্ডং।
দণ্ডৱতী অতি ন স্ত্ৰী পুংস ষণ্ডং ॥
ষণ্ড বিন্দতি শুভ যস্য কৃপেশম।
পেশাকাৰাকাৰ গতি ধ্যান লেশং ॥
লেশাং সকল বিহাৰ ভাণ্ড অণ্ডং।
অণ্ডজাধিপগ চাৰু হনু গণ্ডং ॥
গণ্ড কুণ্ডল মণ্ডিত শ্ৰুতি পাণ্ডং।
পাণ্ডৱ ৰিপু ৰাশি নাশি প্ৰকাণ্ডং ॥
কাণ্ড খাণ্ডৱ দাহক জিষ্ণু ব্যূঢ়ং।
ব্যূঢ় বিশ্ব মনো পৰিচ্ছিন্ন গুঢ়ং ॥
গুঢ়পাধ্যক্ষ কক্ষ সুতল্প সুপ্তং।
সুপ্ত জাগ্ৰত স্বপ্ন জ্ঞানাদি গুপ্তং ॥
গুপ্ত গোধন সজ্জন অবিৰামং।
ৰাম নাম হৰি কৰি পাপ বামং ॥
বামন মৎস্য কূৰ্ম্ম আদি বিভূতিং।
বিভূতি ভূষণ বিধি বিষ্ণু স্তুতিং ॥
স্তুতি নতি হীন কৃষ্ণ কান্ত কবিং।
কবিতা সবিতা বিভাতি পদবীং।
পদবিশ্বাস আশ হৰি সুকৃতং।
কৃত স্তোত্ৰ টৌটক ছন্দ প্ৰগীতং ॥

**দশাৱতাৰ স্তোত্ৰঃ**

(২) শ্ৰীহৰি মৎস্য বপুসি প্ৰয়াপে ক্ষোণী নৌ ধৃতা।
সত্যব্ৰতায় মনঃয় বেদানুদ্ধৰতে নমঃ ॥

শ্ৰীহৰি কঠিন কমঠ ক্ষীৰাবেধ মন্দৰং ধৃতঃ।
মথিত্বামৃত সাধিত্বা দেৱায় তস্মৈ নমঃ॥
শ্ৰীহৰি নৃহৰি ভূত্বা দলিত দানব বপুঃ।
স্বভক্ত প্ৰহলাদ পাতু ভীমোগ্ৰমূৰ্ত্তিতে নমঃ॥
শ্ৰীহৰি বামন মূৰ্ত্তিং দধাৰ কৃত মানসম্।
ইন্দ্ৰায় স্বগমাদত্তে বলেৰধঃ নয়তে নমঃ॥
শ্ৰীহৰি জমদাৰণে পৰ্শুৰামাখ্যমূৰ্ত্তেহভূৎ।
ত্ৰিসপ্ত ক্ষোণী বিচৰণ নিক্ষত্ৰ ক্ৰিয়তে নমঃ॥
শ্ৰীহৰি হলিৰামোহভূৎ লাঙ্গল মুষলায়ুধম্।
প্ৰলম্বং মুষ্টিকং ৰুক্মীং দিবিবিদং হন্যতে নমঃ॥
শ্ৰীহৰি ক্ৰোড় বপু দধাৰ যজ্ঞহৃতবঃ।
ৰসাৎ উদ্ধৃতমৱনিং হিৰণ্যাক্ষ হতে নমঃ॥
শ্ৰীহৰি শ্ৰীৰাম মূৰ্ত্তিং ভবেত্ৰ ৰক্ষ দাৰণম্।
ক্ষীতিভাৰ দাৰোদ্ধাৰ দয়িত ক্ৰিয়তে নমঃ॥
শ্ৰীহৰি বুদ্ধ বপুঃ বৰ্ত্ততে বৰ্ত্তমানকম্।
বেদমাৰ্গ ভবেচ্ছন্নঃ হ্যবোধ বোধতে নমঃ।
শ্ৰীহৰি কল্কি শৰীৰ বভূব বিশ্ব সৌভগম্।
সীতাৰা খড়্গ হয় পহ্যধৰ্ম্মিনঃ ক্ষয়তে নমঃ॥ ইত্যাদি

প্ৰভুজনাই নিজৰ ভায়েক ধৰ্ম্মকান্ত দেৱক সত্ৰলৈ আনি ডেকা পদত বহুৱাইছিল, কিন্তু কালে তেওঁক বেচি দিন জীয়াই নাৰাখিলে। অতি কম বয়সতে ডেকাজনা বৈকুণ্ঠী হয়। ডেকাজনাৰ জন্ম আৰু মৃত্যু শক তাৰিখ আদি দুষ্প্ৰাপ্য। তেৰায়ো প্ৰভুজনাৰ আহিত দধি মথন আৰু কংস বধ নামৰ দুখন ফৌজীয়া নাট লিখিছিল। সত্ৰত উক্ত দুয়োখন নাট অভিনীত হয়। ডেকাজনাৰ মৃত্যুত প্ৰভুজনাই মৰ্মান্তিক বেজাৰ পালে। সত্ৰৰ পৰম্পৰা ৰক্ষাৰ কাৰণে বংশৰ হেমকান্ত দেৱক আনি ডেকা পদত শূণ্য স্থলাভিষিক্ত কৰে। এইজনা ডেকাৰ হাতৰ কাপৰ পৰা নাটক বা অন্য কোনো গ্ৰন্থ ৰচিত নহ'ল।

এইজনা প্ৰভুৰ দিনত সত্ৰত প্ৰায় তিনিশ মান উদাসীন ভকত আছিল। তাৰ ভিতৰত মুখ্য মুখ্য আৰু শীৰ্ষ স্থানীয় ভকত সকলৰ নাম হল যথাক্ৰমে (১) বিষ্ণু দেউৰী আতৈ (এৰা ব্ৰাহ্মণ আৰু গুৰু আতৈৰ বহাৰ বুঢ়াভকত) (২) জাতিৰাম আতৈ বুঢ়া ভকত (আলধৰা আতৈ বহাৰ বুঢ়াভকত) (৩) দণ্ডী ওজা আতৈ (ভাগৱতী আতৈ বহাৰ বুঢ়াভকত) (৪) কৃষ্ণৰাম আতৈ

(দক্ষিণকুলীয়া আতৈ বহাৰ বুঢ়াভকত) (৫) লংবো দেউৰী আতৈ (বৰকলীয়া আতৈ বহাৰ বুঢ়াভকত) (৬) দূতীৰাম দেউৰী আতৈ (চক্ৰপাণি আতৈৰ বহাৰ বুঢ়াভকত)। মুক্তিয়াৰ সকল হল — (১) বেথাৰাম বৰা আতৈ (এওঁ ব্ৰাহ্মণ) (২) ঘিন মুক্তিয়াৰ আতৈ আৰু (৩) দুতিৰাম পাঠক আতৈ। গায়ন বায়ন সকল হল — (১) দেৱাই বায়ন আতৈ (২) বাপিৰাম ওজা আতৈ (৩) ভোলা বায়ন আতৈ (৪) বিষ্ণু ওজা আতৈ (৫) কলিয়া গায়ন আতৈ। (৬) বাপুৰাম বৰা আতৈ (এওঁ ব্ৰাহ্মণ) (৭) ভকতৰাম গায়ন আতৈ। বিশেষকৈ সকলো ভকতৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব পৰা তিনিজন ভকত হল (১) কিনাহৰি বুঢ়াভকত, (২) কিনাৰাম ভাগৱতী (ব্ৰাহ্মণ) ৩) কিনাৰাম বায়ন আতৈ। তেৰাৰ প্ৰধান আলধৰা আছিল ভকত চৰণ আতৈ নামৰ এজন ভকত।

সত্ৰৰ ডেকা প্ৰভুজনা পূব হাটীৰ সুকীয়া বহাত থাকে। সময় বিশেষে সত্ৰাধিকাৰ জনাঁক তেওঁ সহায় কৰে। তেওঁৰ আলধৰাও সুকীয়া আৰু উপাৰ্জ্জনো সুকীয়া। হেমকান্তদেৱ ডেকা প্ৰভুজনা থকা অৱস্থাতে তেৰাই ভাবী ডেকাধিকাৰ হিচাবে নিজৰ ভতিজা লক্ষ্মীকান্তদেৱক সৰুতে আনি নিজৰ লগতে ৰাখি লালন-পালন, শিক্ষা-দীক্ষা দিছিল। হেমকান্তদেৱৰ জন্ম আৰু মৃত্যু শক তাৰিখ আদি পাবলৈ নাই। এনেকৈ প্ৰভুজনাই এটি শকত অথচ গুণী জ্ঞানী ভকতৰ দল আৰু ডেকাজনা তথা ভাবী ডেকাজনাক পাই সগৌৰৱে সত্ৰত বাস কৰি আছিল। প্ৰভুজনাৰ শৰীৰ নিগোল আছিল। উন্নত শৰীৰ আৰু মিঠা বৰণীয়া আছিল। তেৰাৰ দুয়োটা চকু ৰঙা আৰু দেখিলেই সকলোৱে বৰ ভয় কৰি চলিছিল। ভকত আৰু শিষ্য প্ৰশিষ্যই তেৰাৰ কোনো ক্ষেত্ৰতে আসৈ নাপাইছিল। প্ৰভুৰ সাহস আৰু উদ্যম সিংহ তুল্য আছিল। ৰাজদত্ত সম্পত্তি লৈ তেৰা এবাৰ ইংৰাজ চৰকাৰৰ কোপ দৃষ্টিত পৰিছিল। তেৰাৰ অদ্ভুত কৌশল আৰু বুদ্ধি বিক্ৰমত চৰকাৰ সেও মানে আৰু পূৰ্ব্বৰ দেবোত্তৰ সমূহ স্থিতাৱস্থাতে ৰাখিবলৈ সমৰ্থ হয়। সকলো ফালৰ পৰা সত্ৰখনিক সমৃদ্ধিশালী কৰি, সংস্কাৰ সাধন কৰি সত্ৰাধিকাৰ প্ৰভুৱে সত্ৰৰ প্ৰাচীন নীতি পৰম্পৰা ঐতিহ্য ৰক্ষা কৰি সকলোৱে প্ৰশংসা ভাজন তথা অভিলেখ স্থাপন কৰিবলৈ সক্ষম হৈছিল বুলি থোৰতে কব পৰা হয়। সেই কালত এনে সত্ৰাধিকাৰ খুব কমেই আছিল।

ভাৰতবৰ্ষৰ পৰা ইংৰাজ জাতিক খেদি দেশৰ স্বাধীন শাসনৰ কাৰণে ভাৰতীয় জনসাধাৰণে আন্দোলন কৰা সময়ত অসমতো তাৰ ঢৌ উঠে। অসমৰ মুকুট মণি আৰু সিংহ পুৰুষ মনিৰাম দত্ত দেৱানে অসমীয়া জাতিৰ

হে সৰ্ব্ব প্ৰথম আন্দোলন আৰম্ভ কৰোতে সত্ৰাধিকাৰ প্ৰভুজনাই তাত সক্ৰিয় সহযোগ আগবঢ়াইছিল । অসমৰ স্বাধীনতাৰ হকে আন্তঃশুধীয়া ভাবে কাম কৰা সেই সময়ত তেৰাইহে একমাত্ৰ সত্ৰাধিকাৰ আছিল। মণিৰাম দত্ত দেৱানৰ লগত প্ৰভুৰ ঘনিষ্ঠ সম্পৰ্ক আছিল । কমলাবাৰী সত্ৰলৈ দেৱান আহিছিল আৰু প্ৰভুৰ ৰাজবিষয়াজনক যথোপযুক্ত ভাবে আতিথ্য সৎকাৰ কৰিছিল। প্ৰভুৰ বাহৰতে আঁৰ কাপোৰ তৰি দি খোৱা বোৱাৰ ঠিকঠাক কৰি দিছিল। প্ৰভুৰ পৰা অৰ্থাৎ কমলাবাৰী সত্ৰৰ পৰা দেৱানে ভজন মুক্তি তত্ত্বও গ্ৰহণ কৰিছিল বুলি জনা যায়। ৺বেণুধৰ শৰ্ম্মাই "মণিৰাম দেৱান" নামৰ কিতাপত লিখিছে "কমলাবাৰী সত্ৰলৈয়ো মণিৰামৰ প্ৰগাঢ় ভক্তি আছিল। তাতো তেওঁ নাম কথা লৈছিল। শেষৰ বাৰ দেৱান কলিকতালৈ যাওঁতে সত্ৰৰ পৰা মানুহ আৰু ভাৰেমান সম্বল দি তেওঁক সহায় কৰা হৈছিল। কলিকতাৰ পৰা দেৱানে কমলাবাৰী গোঁসাইলৈও বিগ্ৰহৰ বিষয়ে চিঠিপত্ৰ লেখিছিল" ইত্যাদি, (মনিৰাম দেৱান, প্ৰথম প্ৰকাশ, পৃষ্ঠা ২০৫)।

৺বেণুধৰ শৰ্ম্মাৰ দ্বাৰা লিখিত "সাতাৱন্ন চাল বা স্বাধীনতাৰ প্ৰথম যুদ্ধ" নামৰ পুস্তকৰ ৩২ পৃষ্ঠাত আছে "হিন্দুস্থানত হোৱা চহা চিপাহীৰ বিদ্ৰোহ আৰু ৰাজন্যবৰ্গৰ স্বাধীনতা সংগ্ৰামৰ কথা তেওঁ কলিকতাৰ পৰা নানান ভঙ্গিমা আৰু ঠাৰে চিয়াৰে ৰজা আৰু বিষয়া সকলৰলৈ লেখিবলৈ ধৰিলে। কমলাবৰীয়া গোঁসাই, মধুৰাম কোঁচ, পিয়লী বৰুৱা, ময়াৰাম বৰবৰা, চিত্ৰসেন বৰবৰা, গণেশ চন্দ্ৰ বৰুৱা, মৰঙীখোৱা গোঁহাই এইসকল মুখীয়াল লোকলৈ বহল পৰামৰ্শ দি গাই গুটিয়াকৈও একোখন চিঠি দি পঠিয়ালে। চিঠিবোৰ পঠিয়াইছিল বিদ্ৰোহৰ বাতৰি অনা নিয়া কৰা ভাটৰ হাতত" (সাতাৱন্ন চাল দ্বিতীয় প্ৰকাশ)

মণিৰাম দেৱানৰ লগত প্ৰভুৱে হাত মিলোৱা বা সহযোগ কৰা কথা ইংৰাজ চৰকাৰে খবৰ পালে। তেতিয়া বিদ্ৰোহী সকলৰ বিপক্ষে আৰু ইংৰাজৰ সপক্ষে থকা হৰনাথ পৰ্ব্বতীয়া বৰুৱাই এই কথা চৰকাৰক অৱগত কৰে। ইংৰাজে অন্য একো শাস্তি বিধান নকৰি সত্ৰাধিকাৰ প্ৰভুক সত্ৰতে নজৰ বন্দি কৰি ৰাখে। সেই সম্পৰ্কে ৺শৰ্ম্মাই আমালৈ লিখিছিল এনেকৈ "গোস্বামী দেৱলৈ দিয়া চিঠিখনৰ মৰ্ম্মটো হৰনাথ পৰ্ব্বতীয়া বৰুৱাই কাপ্তান লুথাৰক বুজাই দিয়াত গোঁসাইক গ্ৰেপ্তাৰ কৰে, কিন্তু সত্ৰতে ৰাখে আৰু সত্ৰৰ বহু মাল বস্তু ক্ৰোক কৰি লৈ আছে"—

বিদেশী ইংৰাজ সকলে প্ৰভুজনাৰ ওপৰত তেতিয়াৰ পৰা সন্দেহৰ চকুৰে চাবলৈ ধৰে। অৱশ্যে প্ৰভুৱে বিদ্ৰোহী মনক আতৰাই ৰখা

নাছিল। দেৱানৰ লগত ৰহস্যভাৱে চিঠি পত্ৰ আৰু অন্য যোগাযোগ সম্পূৰ্ণে ৰাখিছিল। সত্ৰাধিকাৰ প্ৰভুৱে দেৱানৰ মৃত্যু দণ্ডত বহুত বেজাৰ কৰিছিল। মনে মিলা এজন ব্যক্তিক হেৰুৱাই আৰু দেশৰ এজন হিতৈষী লোকৰ বিয়োগ বেদনাত চট্ ফটাই আছিল। প্ৰভুলৈ দেৱানে দিয়া চিঠিৰ নকলটো এনেকুৱা আছিল—

"ভগৱন্তৰ অপাৰ মহিমা। হৰিৰ কৃপা হলে বেজী এটিৰেও পৰ্ব্বত ফুটাব পাৰি। চিন্তা ভাবনা কৰি কৰি মোৰ মন কেনেকুৱাকৈ অস্থিৰ হৈছে, তাক বুজাবৰ সাধ্য নাই। এনেকুৱাই হৈছে বৰ্ত্তমান দেশৰ অৱস্থা। গোটেই শৰীৰ মৰিল, ওপৰহোৱাতহে মথোন জীৱটো চিমিক চামাককৈ লাগি আছে। ইংৰাজৰ দুৰ্গতি এনেকুৱাই হৈছে। দ্ৰোণ, কৰ্ণৰ সদৃশ ৰথী মহাৰথীসকল মৃত্যু হ'ল। মৃত্যুত মঙ্গলেই হ'ল। সেইসকল আৰু দুনাই আহিব নোৱাৰে। ফিৰিঙ্গীহঁতৰ কাণ্ডবোৰ দেখি ভাবি গুণি চাইছোঁ বিশ্ব-কৰ্ম্মাৰ শালংখন সচাঁকৈয় অদ্ভুত সৃষ্টি— যি ৰজাৰ দিনত ৰাজবাটত চোৰ ডকাইতৰ সঞ্চাৰ নাছিল। বিধাতাৰ লিখন কেতিয়াও অথলে নেযায়। কথা বিশ্বাসী গুপুতে ৰাখিব। ৰজাৰ হুকুম বৰ কঠোৰ। আমাৰ চাৰিও-পিনে শত্ৰু পিয়াপি দি ফুৰিছে। সিহঁতৰ গৰ্ব্ব-অহঙ্কাৰ দিনে দিনে বাঢ়ি গৈছে। ৰজাবিলাক (ফিৰিঙ্গতীহঁত) বৰ চিন্তান্বিত হৈ পৰিছে। ভৱিষ্যতলৈ কি হয় কব নোৱাৰি।"

মণিৰাম দেৱান দ্বিতীয়বাৰ কলিকতালৈ (গভৰ্ণৰ জেনেৰেলক সাক্ষাত কৰি অসমৰ মান মৰ্য্যদা ৰক্ষা কৰিবলৈ খাটনি ধৰিবলৈ) যাওঁতে তেওঁৰ সঙ্গী হিচাবে কেইজনমান কমলাবাৰী সত্ৰৰ ভকতকো লগত লৈ গৈছিল (মণিৰাম দেৱান—পৃষ্ঠা-১৬৩)। ইয়াৰ দ্বাৰা জাতীয় অস্তিত্ব ৰক্ষাত সত্ৰাধিকাৰ প্ৰভুজনাৰ অমূল্য ৰৰঙণিৰ কথা পৰিষ্কাৰ ভাৱে প্ৰতিফলিত হৈছে। সত্ৰাধিকাৰ জনাৰ লগতে সত্ৰৰ ভকতসকলৰো জাতীয় অস্তিত্ব ৰক্ষাৰ চেতনা জাগৃত হোৱাৰ উমান পোৱা যায়।

মণিৰাম দেৱানৰ মৃত্যুদণ্ড হোৱাৰ পিচত প্ৰভুজনাৰ মনত বিষাদৰ মেঘে আবৰি ধৰে। কি কৰো কি নকৰো ইত্যাদি ভাৱবোৰে জুমুৰি দি থাকিল। কিন্তু সত্ৰৰ অভাৱত বিদ্ৰোহৰ জুইকুৰা জ্বলাবলৈ সুচল নাছিল। ইপিনে চৰকাৰৰ পক্ষৰ পৰা নজৰবন্দী অৱস্থাত থাকি নিজকে পৰাধীন বুলি গণ্য কৰিও লৈছিল। এতেকে বন্দী হৈ থকাতকৈ মৰণেই শ্ৰেয়ঃ এই ভাৱকে প্ৰভুজনাই মনতে ঠিক কৰি লৈছিল। তেৰাই নিজৰ মৰণ

আসন্ন বুলি ঠাঁইৰ কৰিছিল। সেই সময়তে সত্ৰৰ ডেকাজনা হেমকান্তদেৱে ভাৰতৰ তীৰ্থ ভ্ৰমণ কৰিবলৈ ওলাল। প্ৰভুজনাক আধলি এটিৰে সেৱা জনাই নিজৰ মনৰ কথা ব্যক্ত কৰিলত প্ৰভুজনাই কলে— মোৰ অৱস্থা বৰ ভাল নহয়, মোৰ মৃত্যু অনিবাৰ্য্য। এতেকে মোক এৰি নাযাবা। মোৰ মৃত্যুৰ পিচতো তীৰ্থভ্ৰমণ কৰিব পাৰিবা। এনেকৈ কেবাৰাত ডেকাজনাই নিজৰ তীৰ্থ যাত্ৰা সম্পৰ্কীয় অবিচলিত মনৰ কথা পুনৰ দোহাৰি কয়। প্ৰভুজনাই শেষত কলে— মোক এৰি যাব পাৰিবা; কিন্তু মোক হলে তুমি লগ নেপোৱা" এই বুলি কৈ আধলিটো আন এজন ভকতৰ হতুৱাই পুখুৰীত পেলোৱালে। ইপিনে ডেকাজনা তীৰ্থলৈ গ'ল।

প্ৰভুজনাক বয়সে হেচা দিলেও মানসিক সবলতা তথা উদামী ভাৱে লগ এৰা দিয়া নাই। প্ৰভুৱে সত্ৰীয়া আৰু ব্যক্তিগত কাৰণত নৌকা যোগে (খেল নাৱত) গুৱাহাটীলৈ ১৭৭৯ শকৰ জেঠ মাহত সত্ৰৰ পৰা যাত্ৰা কৰিছিল। তাতে বাহৰ কৰি থকা অৱস্থাত প্ৰভুজনাক পৃষ্ঠাঘাত (এবিধ মাৰাত্মক খহুজাতীয় ব্যাধি) ব্যাধিয়ে লগ লয়। চিকিৎসকৰ পৰামশক্ৰমে দিনে নিশাই নাৱেৰে সত্ৰলৈ অনা হয়। কিন্তু সত্ৰ পোৱাৰ আগে আগে নৈৰ বুকুতে প্ৰভুজনা বৈকুণ্ঠী হয়। প্ৰভুৱে হেনো ভকতসকলক সুধি আছিছিল "আমাৰ দেবোত্তৰ ভূমি পাইছোঁহিনে?" ইয়াৰ অৰ্থ হল আনৰ ভূমিত থাকি মৰাতকৈ সত্ৰ নাপালেও নিজৰ ভূমিতে মৰা ভাল। এয়ে তেখাৰ আশা আছিল। আশা ফলৱতী হ'ল। সত্ৰ পাওঁ পাওঁ অৱস্থাতে নিজৰ দেবোত্তৰ ভূমিতে ১৭৭৯ শকৰ জেঠ মাহৰ কৃষ্ণা ষষ্ঠী তিথি ৰাতি নাৱ আৰু টুনী নৈৰ বুকুত ইহলীলা সম্বৰণ কৰে। প্ৰভুৰ তেতিয়ালৈকে বয়স হৈছিল পয়সত্তৰ (৭৫) বছৰ। সত্ৰাধিকাৰ পদত থাকে ৬৭ বছৰ। সত্ৰৰ ঘাটত নাৱ চপাই ভকত সকলক খবৰ দিয়া হয়। প্ৰভুৰ লগত তেতিয়া শ্ৰীশ্ৰীলক্ষ্মীকান্ত দেৱ ভাবী ডেকা জনা আছিল। কিন্তু নিজৰ লগত লৈ যোৱা নাছিল, সত্ৰতহে আছিল। ভাবী ডেকা জনা আৰু ভকতৰ মাজত প্ৰভু বৈকুণ্ঠী হোৱাৰ বাতৰি প্ৰচাৰ হোৱাত সকলো জনৰে মূৰত বিনা মেঘে বজ্ৰপাত পৰে। স্বতন্ত্ৰৰীয়া শাসনৰ প্ৰথম সত্ৰাধিকাৰ জনৰ বিয়োগৰ বাতৰিয়ে সমগ্ৰ অঞ্চলতে ক্ষন্তেকৰ ভিতৰতে বিয়পি পৰে আৰু সকলোৱে ম্ৰিয়মান হৈ প্ৰভুৰ কাঠ সংস্কাৰ কাৰ্য্যত যোগ দিয়েহি। প্ৰভুক বামলৈ তোলা হয়। সত্ৰৰ ডেকা জনা হেমকান্ত দেৱৰ অনুপস্থিতিৰ কাৰণে ভাবী ডেকা লক্ষ্মীকান্ত দেৱেই প্ৰভুৰ মুখাগ্নি কৰে তথা অন্ত্যেষ্টি ক্ৰিয়া সম্পন্ন কৰে। প্ৰভুৰ আদ্য শ্ৰাদ্ধৰ ওচৰ চাপিল। সকলো শিষ্য আৰু সত্ৰৰ ভকত সমবেত হৈ সত্ৰাধিকাৰৰ নিৰ্ম্মালি গ্ৰহণৰ বিষয়ে আলোচনা কৰে। আদ্য শ্ৰাদ্ধৰ

দিনা সত্ৰাধিকাৰ নিৰ্ম্মালি গ্ৰহণ কৰাটো এটি সত্ৰীয়া নিয়মৰ ভিতৰত আছিল। শঙ্কৰ গুৰুৰ আদ্য শ্ৰাদ্ধাৰ দিনা মাধৱদেৱকো তেনেকৈ গুৰুভাৰ দায়িত্ব সৰ্ব্বজন সমৰ্থনত অৰ্পিত কৰা হৈছিল। এতিয়াও সেই নীতি অক্ষুণ্ণে ৰাখিবলৈ সকলোৱে মত প্ৰকাশ কৰে। ইপিনে প্ৰভুজনা বৈকুণ্ঠী হোৱাৰ পিচত সত্ৰাধিকাৰৰ নিৰ্ম্মালি গ্ৰহণ কৰাৰ দায়িত্ব নীতিগত ভাবে ডেকা হেমকান্ত দেৱৰহে আছিল। পিচে প্ৰভুৰ হকা বাধা সত্বেও তেওঁ নিজৰ মত সলনি নকৰি তীৰ্থলৈ ওলাই যোৱাত প্ৰভুৰ লগতে সত্ৰৰ ভকত সকলেও ভাল নাপাইছিল। প্ৰভুজনাই সত্ৰত আৰু অসুস্থ অৱস্থাত গুৱাহাটীৰ পৰা আহি থকা কালত সত্ৰাধিকাৰৰ পদবীৰ যোগ্যতম ব্যক্তি হিচাবে অতি বিনয়ী, শুশ্ৰূষাপৰায়ণ ভাবী ডেকা লক্ষ্মীকান্ত দেৱৰ নামটোকে প্ৰস্তাৱ কৰিছিল। হেমকান্তদেৱ অতি প্ৰখৰ, চঞ্চল তথা অহঙ্কাৰী আছিল। সেই কথাত প্ৰভুজনা সন্তুষ্ট নছিল। লক্ষ্মীকান্তদেৱৰ মহানতা, উদাৰতা, বিনয়ী আদি গুণ থকাত প্ৰভুজনাই তেৰাক নিৰ্ব্বাচন কৰি যায়। প্ৰভুজনাৰ বহুমূত্ৰ ৰোগ আছিল। ৰাতি বহুবাৰ প্ৰস্ৰাৱ কৰি থাকিব লগা কাৰণে শৰীৰ শুকাই গৈছিল। সেই কাৰণে ৰাতি সিদ্ধান্ন ভোজনৰ পিচতো প্ৰভুজনাই লক্ষ্মীকান্ত দেৱৰ পৰামৰ্শ তথা সযতনে ৰক্ষিত সান্দহৰ জলপান ভোজন কৰে। লক্ষ্মীকান্তদেৱৰ গুৰু শুশ্ৰূষা অতুলনীয় আছিল। "অকপটে গুৰুসেৱা যি জনে কৰয়। গুৰুৰ সমান শক্তি শিষ্যত লভয়" এই আদৰ্শ বাক্য আখৰে আখৰে ফলিয়ালে। প্ৰভুজনাৰ মনোনীত সত্ৰাধিকাৰ বাচনিত লক্ষ্মীকান্তদেৱ উঠিল আৰু সমূহ শিষ্য বৰ্গই তাকে সমৰ্থন কৰে। ইয়াকো আলোচনা কৰিছিল যদি হেমকান্ত দেৱ সত্ৰলৈ আহে, তেন্তে তেওঁক ডেকা পদতে ৰখাৰ ব্যৱস্থা কৰা হব ইত্যাদি। সেইমতে প্ৰভুৰ মহা পয়োভৰেৰে উৎযাপিত আদ্যশ্ৰাদ্ধৰ দিনা সৰ্ব্বজন সমক্ষে সত্ৰৰ সমূহ বৈষ্ণৱৰ হৈ সৰ্ব্ব প্ৰথমে গুৰু আতৈৰ বহাৰ বুঢ়াভকত বিষ্ণুদেউৰী আতৈয়ে নিৰ্ম্মালি প্ৰদান কৰে। তাৰ পিচতে সমবেত সত্ৰাধিকাৰ সকলে লক্ষ্মীকান্ত দেৱক একাদিক্ৰমে সত্ৰাধিকাৰৰ নিৰ্ম্মালি প্ৰদান কৰি সত্ৰৰ গদীত বহুৱায়। এনেকৈয়ে অতি উলহ মালহেৰে আদ্যশ্ৰাদ্ধ তথা সত্ৰাধিকাৰৰ নিৰ্ম্মালি প্ৰদান উৎসৱ পালন তথা সমাধান হল। শ্ৰীশ্ৰীকৃষ্ণকান্ত দেৱ গোস্বামী প্ৰভুজনাৰ নশ্বৰ দেহ টুনি নদীৰ পাৰত চিতাগ্নিৰ মাজত ভস্মীভূত হলেও তেৰাৰ অৱদান কমলাবাৰী আৰু তৎসংজাৰ সত্ৰসমূহ তথা অসমৰ সংস্কৃতিপ্ৰেমী ব্যক্তি সকলে পাহৰিব নোৱাৰে আৰু সেই অৱদান সমূহে তেৰাক চিৰ জ্যোতিষ্মান কৰি ৰাখিছে।

## ( ৩—খ ) শ্ৰীশ্ৰীলক্ষ্মীকান্ত দেৱ গোস্বামী প্ৰভুঃ

শ্ৰীশ্ৰীলক্ষ্মীকান্ত দেৱ সত্ৰাধিকাৰ প্ৰভুৰ জন্ম হয় পবিত্ৰ বদলা পদ্ম আতাৰ বংশত, লক্ষীমপুৰ জিলান্তৰ্গত সক্ৰাহি সত্ৰত। জন্ম শক ১৭৫৫, জেঠ মাহ মংগলবাৰৰ দিনা। পিতৃৰ নাম ৺কিনাৰাম দেৱ গোস্বামী। মাতৃৰ নাম অজ্ঞাত। প্ৰভুজনা সক্ৰাহি সত্ৰতে ডাঙৰ দীঘল হ'লত প্ৰায় ১০ বছৰ বয়সত কমলাবাৰী সত্ৰলৈ নিজৰ খুড়াদেৱ সত্ৰাধিকাৰ ৺কৃষ্ণকান্ত দেৱে আনি লালন পালন কৰে। শিক্ষা দীক্ষা সকলো শেষ হ'লত সত্ৰীয়া সংগীত কলাত মনোনিবেশ কৰে। কমলাবাৰী সত্ৰত সত্ৰাধিকাৰ আৰু ডেকা সত্ৰাধিকাৰ সুকীয়া সুকীয়া বহাত থাকে। কিন্তু লক্ষ্মীকান্ত দেৱক ভাবী ডেকা সত্ৰাধিকাৰ হিচাবে অনাত সত্ৰাধিকাৰ প্ৰভুৱে নিজ বহাতে নিজৰ তত্ত্বাৱধানত ৰাখে। তেতিয়াৰে পৰা প্ৰাচীন নীতি এৰি সত্ৰাধিকাৰৰ বহাতে ডেকা ধকাৰো থাকিবলৈ লয়। এতিয়াও তেনে নিয়মেই চলি আছে। কৃষ্ণকান্ত দেৱৰ আদৰ্শতে তাদশ পৰায়ণ হৈ প্ৰভুজনা অতি সুখে সন্তোষে শিক্ষা দীক্ষা সজ আচৰণ আদি কৰি নিজেও এগৰাকী চৰিত্ৰৱান্ প্ৰজ্ঞাৱান্ ব্যক্তি হিচাবে সকলোৰে প্ৰিয়পাত্ৰ হৈ পৰে। তেৰাৰ সজ চৰিত্ৰই ডেকা সত্ৰাধিকাৰ ৺হেমকান্ত দেৱক মলান কৰি পেলালে। প্ৰভুজনা মিঠা বৰণীয়া আৰু হৃষ্ট পুষ্ট আছিল। শান্ত, শিষ্ট, বিনয়ী, মধুৰভাষী আছিল। সত্ৰাধিকাৰ দেৱক শুশ্ৰূষা কৰাত তেখেতে সমগ্ৰ দিনটোৰ বেছিভাগ সময় অতিবাহিত কৰিব লগা হৈছিল। তেৰাৰ পাগ পাত্ৰ কৰা, নিৰ্দ্দেশমতে কাম সমাপণ কৰা আৰু ইঙ্গিত মতে বা প্ৰভুৰ মন বুজি কাম কৰি দিয়াৰ কাৰণে তেখেত সত্ৰাধিকাৰ দেৱৰ অতি প্ৰিয় 'হ উঠিছিল। সত্ৰাধিকাৰদেৱৰ আদৰ্শ গ্ৰহণ কৰাৰ কাৰণে তেৰা শেষ সময়লৈকে অতি সুখেৰে আৰু অতি গৌৰৱেৰে সৈতে দিন অতিবাহিত কৰিব পাৰিছিল। প্ৰভুজনাই সত্ৰাধিকাৰ দেৱৰ অনুকৰণ কৰাতকৈ অনুসৰণহে বেছিকৈ কৰিছিল। তেখেতৰ লগত মুখামুখিকৈ কোনো কালতে প্ৰভুজনাই আলাপ কৰা নাছিল। অন্যকি সিদ্ধান্ন ভোজনৰ বেলিকাও সত্ৰাধিকাৰদেৱৰ ভোজনৰ পিচহে নিজেও ভোজন কৰিছিল। সকলোবিলাক আদৰ্শ অতি সন্তৰ্পনে আঁৰে আঁৰে গ্ৰহণ কৰি উজ্বল ভৱিষ্যতৰ অধিকাৰী হৈছিল। সংক্ষেপতে কবলৈ হলে প্ৰভুজনা সত্ৰাধিকাৰদেৱৰ ছাঁ সদৃশ আছিল।

৺কৃষ্ণকান্তদেৱৰ তত্ত্বাৱধানত সকলোপিনে পাৰদশিতা লাভ কৰি তেৰাৰ প্ৰয়াণৰ পিচত ১৭৭৯ শকৰ জেঠ মাহৰ আদ্যশ্ৰাদ্ধৰ দিনা চৌবিশ বছৰ (২৪) বয়সত সত্ৰাধিকাৰৰ নিৰ্ম্মালি গ্ৰহণ কৰে। পদ গ্ৰহণ কৰাৰ কিছুদিনৰ

পিছত তেৰা এটি মোকৰ্দ্দমাৰ সম্মুখীন হয়। কৃষ্ণকান্তদেৱৰ দিনতে তীৰ্থলৈ ওলাই যোৱা শ্ৰীশ্ৰীহেমকান্তদেৱে বহুদিন তীৰ্থ ভ্ৰমণ কৰি থাকি গুৱাহাটী পাই প্ৰভুৰ লোকান্তৰৰ বাতৰি আৰু লক্ষ্মীকান্তদেৱৰ সত্ৰাধিকাৰ পদবী গ্ৰহণৰ বাতৰি পাই মৰ্ম্মাহত তথা চিন্তিত হৈ পৰে। সত্ৰলৈ নাহি গোনে গোনে প্ৰভুজনাৰ ওপৰত গোচৰ তৰে। বিচাৰত হেমকান্তদেৱ পৰাজয় হয়। উচ্চ ন্যায়ালয়তো পুনৰ আপত্তি কৰাত তাতো পৰাজয়বৰণ কৰে। এতিয়া ধৰণী ধৰিবলৈ থল নোহোৱা হল। অ'ত ত'ত অনাই বনায় ফুৰি থকাতে প্ৰভুজনাৰ কৰুণা ওপজে। কাৰণ হেমকান্তদেৱ তেৰাৰ বংশৰ ককাই। নিজৰ বংশৰে এজনক কেনেকৈনো দৰিদ্ৰয়াই পেলাই? সকলো শিষ্য ভকতৰে সৈতে আলোচনা কৰি সত্ৰৰে তেখেতক অনাটোকে সিদ্ধান্ত লয়। সেইমতে তেখেতক আনি সত্ৰৰ আগৰ বহাখনত থাকিবলৈ দিয়া হয়। সত্ৰাধিকাৰৰ বিষয়বাবো তেখেতক দিয়া হল। সত্ৰৰ কীৰ্ত্তনঘৰৰ নিৰ্দ্দিষ্ট গাদীত দুয়োগৰাকী সমানে বহে আৰু সমানে নিৰ্ম্মালি প্ৰসাদ গ্ৰহণ কৰে। এনেকৈ বহুদিন যোৱাৰ পিচত এসময়ত সত্ৰৰ এজন ভকতৰ হৰি-কীৰ্ত্তন হৈছিল। হৰিকীৰ্ত্তনৰ দিনা পূৰ্ব্বৰ ৰীতিমতে সত্ৰাধিকাৰ প্ৰভুজনাক পাটৰ চুৰিয়া, পাটৰ কাপোৰ, পাটৰ গামোচা আৰু অন্যান্য অৰিহণা দি সেৱা জনায়; কিন্তু শ্ৰীশ্ৰীহেমকান্তদেৱক পাটৰ চুৰিয়া আদিৰ পৰিবৰ্ত্তে কপাহী চুৰীয়া, কাপোৰ আদি অৰিহণা দিয়াত সিজনাই তেখেতক হীন ভাব পোষণ কৰাত অত্যন্ত ক্ষুণ্ণ হয়। এই কাৰ্য্যত হেমকান্তদেৱ বেজাৰ আৰু ৰোষান্বিত হৈ সেইদিনাই সত্ৰ ত্যাগ কৰে আৰু নানা ঠাইত আশ্ৰয় লৈ পূৰ্ব্বৰ বদলা আতাৰ ভেটি "বদলা স্থান" ৰ অটব্য অৰণ্য কাটি নতুনকৈ সত্ৰখনি সংস্কৰ কৰি তাতে সত্ৰাধিকাৰ পদবী লৈ তেখেত বাস কৰে।

৺লক্ষ্মীকান্তদেৱ প্ৰভুজনা নামে কামে মিলা আছিল। তেৰাৰ বহাত লক্ষ্মীদেৱীয়ে বিনা চৰ্ত্তে বাস কৰিছিল। ধনে-ধানে, ঐশ্বৰ্য্য-বিভূতিয়ে নদন-বদন আৰু জয়জয় ময়ময় অৱস্থা আছিল। দেৱোত্তৰৰ পৰা হোৱা আয় অপৰিমীম। হাতীও আছিল সাতোটা। খেল নাৱ দুখন আৰু অন্যান্য নাৱ অজস্ৰ। আলধৰা আছিল চৈধ্যজন। তাৰ ভিতৰত ৭ জন মুখ্য আছিল। তেওঁলোকৰ নাম যথাক্ৰমে (১) গুণাৰাম বৰআলধৰা (২) সোণাৰাম বৰ-আলধৰা (৩) খোলোক আলধৰা (৪) মণিৰাম আলধৰা ৫) সভাৰাম আল-ধৰা ৬) খগেশ্বৰ গায়ন আলধৰা আৰু (৭) নবীন বায়ন আলধৰা। মুক্তি-য়াৰ আছিল তিনিজন। যথাক্ৰমে (১) বিশ্ব মুক্তিয়াৰ (২) চক্ৰপাণি মুক্তিয়াৰ আৰু (৩) বাপিৰাম (শৰ্ম্মা) মুক্তিয়াৰ। তেৰাৰ দিনত সত্ৰৰ দুখীয়াল ভকত

আছিল যথাক্রমে গুৰু আতৈ বহাৰ জয়ৰাম আতৈ, দেহিৰাম আতৈ আৰু লক্ষ্মী দেউৰি আতৈ, ভাগৱতী আতৈৰ বহাৰ ৺ভকতৰাম ওজা আতৈ আৰু অন্যান্য ভকত যেনে ভোলা বায়ন আতৈ, পুনাৰাম বায়ন আতৈ, চন্দ্ৰ ওজা আতৈ, ৰসেশ্বৰ বায়ন আতৈ, বাঞ্চি ওজা আতৈ স্বৰূপ বায়ন আতৈ, দাসী বৰা বায়ন আতৈ, ভকতি বায়ন আতৈ, কোষ বায়ন আতৈ, মণিৰাম বায়ন আতৈ, দণ্ডী গায়ন আতৈ, ৰতি গায়ন আতৈ, হৰনাথ গায়ন আতৈ, ভ্ৰাহিৰাম গায়ন আতৈ, ভকতৰাম গায়ন আতৈ, লোকাই গায়ন আতৈ, বেথাই বৰা আতৈ, দেৱাই আতৈ, কৃষ্ণৰাম আতৈ, সোণাই ভৰালী আতৈ, দুতীৰাম শৰ্ম্মা আতৈ, সাধি বৰা আতৈ আদি।

প্ৰভুজনাক তিনিটা বস্তুৰে মৰণৰ সময়লৈকে এৰা নিদিলে। সেই কেইটা হ'ল মাণিকিমধুৰী জহা চাউলৰ ভাত, মগু মাহ, ঘিউ আৰু চেনি মিশ্ৰিত অঞ্জা। প্ৰত্যহ পূৰ্ব্বোক্ত প্ৰকাৰে ভোজন কাৰ্য্য সমাধা কৰিছিল। ইয়াৰ ব্যতিক্ৰম কোনো দিনাই হোৱা নাছিল। এবাৰ কিবা এটি কাৰণত এসাজৰ ব্যতিক্ৰম হোৱাত কৈছিল "আমাৰ বেছিদিন নাই। সকলো সাজু হবৰ হ'ল"।

প্ৰভুজনাই "অঘাসুৰ বধ, ভোজন ব্যৱহাৰ আৰু ব্ৰহ্ম মোহন" নামে এখন নাটক লিখিছিল। নাটকৰ ভাষা ব্ৰজাবলী। নাটকখনি অঙ্কীয়া নাটকৰ শ্ৰেণীতে ধৰিব পৰা হয় যদিও দুজনা গুৰুৰ নাটকৰ মান্যতা সৰ্ব্বাধিক কাৰণে পূৰ্ব্বোক্ত নাটখন ফেঁজীয়া নাটকৰ পৰ্য্যায়তে ৰখা হৈছে বুলি পূৰ্ব্বতে কৈ অহা হৈছে। নাটখনিৰ গাঠনি প্ৰাচীন ৰীতিৰ যদিও নিজস্ব কাল্পনিক চিত্ৰ প্ৰতিফলিত হোৱাত নাট্যকাৰ প্ৰভুজনাই পাণ্ডিত্য আৰু প্ৰবীন নাট্যকাৰ হিচাবে নিজক প্ৰকাশ কৰিব পাৰিছে। এইখনেই তেৰাৰ একমাত্ৰ নাট আৰু তেৰাৰ শেষ বয়সৰ ৰচনা বুলি জানিব পাৰি। সত্ৰাধিকাৰ সকলৰ নাট ৰচনাৰ পৰম্পৰা ৰক্ষা কৰাত প্ৰভুজনা সফল হৈছে।

প্ৰভুজনাৰ দিনত ভাওনা-সবাহ, গোৱা-ৰোৱা আদি কাৰ্য্য অতি ক্ষীপ্ৰ অথচ সঘনে চলিবলৈ ধৰে। ৺কৃষ্ণকান্ত প্ৰভুৰ ৰচিত "ৰাজসূয় নাট" খনে সেই সময়ত বৰ প্ৰশংসা পাইছিল। নাটখন কেইবা ঠাইতো কেইবাবাৰো চৰকাৰী আৰু বেচৰকাৰী ভাৱে নিমন্ত্ৰিত আৰু অভিনীত হৈছিল। এবাৰ এজন শিৱসাগৰীয়া বিষয়াই নাটক চাই সন্তোষ লাভ কৰি এটি হাতী উপহাৰ স্বৰূপে দান দিয়া কথা জনা যায়। হাতীটোৰ নাম ৰাখিছিল "তিৰুকলি"। নাটখনৰ চমৎকাৰিত্ব অভিনয়ৰ কথা অসমৰ চুকে কোণে বিয়পিছিল। ডঃ হৰিশ্চন্দ্ৰ ভট্টাচাৰ্য্যৰ দ্বাৰা লিখিত "অসমীয়া নাট্য সাহিত্যৰ জিলিঙনি"

নামৰ কিতাপত তেখেতে লিখিছে "১৮৮৭ খৃষ্টাব্দত ৰাণী ভিক্টোৰিয়াৰ সোণালী জয়ন্তী উপলক্ষে শিৱসাগৰত এখন ভাওনা পতা হৈছিল। উৎসৱ উপলক্ষে জুবিলিৰ দিনা নিশা কমলাবাৰী সত্ৰৰ বিখ্যাত শিল্পী বৃন্দই "ৰাজসূয় যজ্ঞ" ভাওনা পাতে। এই বিষয়ে আমোদজনক কথা এষাৰ শুনা যায়—ভাওনাৰ কোনোবা এটা দৃশ্যত ভীমে জৰাসন্ধৰ গাত এনে এটা বাঘচকা মাৰিলে যে জৰাসন্ধ থিতাতে লুটি খাই বাগৰি পৰিল আৰু মূৰ্চ্ছা গল। ভাওনাৰ দৰ্শক বৃন্দৰ মাজত নকচাৰি চাহ বাগিচাৰ ডাক্তৰ মিঃ গ্ৰে নামৰ এজন চাহাবো আছিল। জৰাসন্ধক মূৰ্চ্ছা যোৱা দেখি ডাক্তৰ চাহাব তৎক্ষণাৎ মঞ্চলৈ জাব মাৰি আহিল আৰু জৰাসন্ধৰ হাতত ধৰি নাড়ী জ্ঞান কৰিব ধৰিলে। বেচাৰা চাহাবে পাহৰিলে যে সেইখন ভাওনাহে, ডাক্তৰখানা নহয়। দৰ্শকৰ মাজত হাঁহিৰ গিজ্জনি উঠিল।" (ঐ পৃষ্ঠা-১১৯)

কমলাবাৰী সত্ৰৰ নাচ গানৰ বিষয়ে "বুৰঞ্জী বিবেক ৰত্ন" নামৰ গ্ৰন্থত ৺মণিৰাম দত্ত দেৱানেও লিখিছে "কমলাবাৰী ভকতৰ উঠা নাম, গান কৰাতো অতি প্ৰেমৰ দ্বাৰা চক্ষুৰ লোতক ঝাৰে, প্ৰেমত মুগ্ধ হয়, দেখা শুনাৰো প্ৰেম উপজি মগ্ন হয়, সৰ্ব্ব বিদ্যা পাৰগ সকল ভক্তলোক গান দেখিলে মূৰ্খৰো প্ৰেম ঝাৰে।" বুৰঞ্জী বিবেক ৰত্ন—৺মণিৰাম দেৱান

প্ৰভুৰ দিনত দুটা প্ৰাকৃতিক দুৰ্য্যোগ হৈছিল। প্ৰথমটো হল সত্ৰৰ আতাৰ গৃহটি (ভৰাঁলঘৰ) আংশিক অগ্নিদগ্ধ আৰু দ্বিতীয়টো হ'ল সত্ৰখন ব্ৰহ্মপুত্ৰৰ গৰা খহনীয়া। পুৰুষোত্তম বৰুৱাৰ দান আৰু বদলা আতাৰ দ্বাৰা স্থাপিত প্ৰাচীন পুত স্থানখনি ২০৫ দুশ পাঁচবছৰ) বছৰত ভৰি দিয়াৰ পিচতে ব্ৰহ্মপুত্ৰৰ কৰাল গ্ৰাসত পৰি নিঃচিহ্ন হৈ যায়। সত্ৰখনি নৈৰ বুকুত বিলীন হয় ১৮১০ শকাব্দত। অস্থায়ী ভাৱে পমুৱা হিচাবে কিছুদিন নৈৰ পৰা কিছু আতৰত বাস কৰিব লগা হৈছিল। ইয়াৰ আগতে আতাৰ গৃহত থকা বাই বন্তিৰ পৰা জুই জ্বলি ভৰাঁল ঘৰটি আংশিক ভাৱে অগ্নি দগ্ধ হৈছিল। অৱশ্যে অধিক তৎপৰতাৰ ফলত অগ্নি সম্প্ৰসাৰিত হব নোৱাৰিলে। প্ৰথমটো দুৰ্যোগতকৈ দ্বিতীয়টো দুৰ্যোগত সত্ৰাধিকাৰ জনাই বেছি আঘাত পায়। প্ৰকৃতিৰ বিধান মানুহে খণ্ডাব নোৱাৰে। "গতস্য শোচনা নাস্তি" এই ভাৱকে লৈ সত্ৰাধিকাৰ প্ৰভুৱে নতুন উদ্যমেৰে ব্ৰহ্মপুত্ৰৰ পৰা (গৰাখহনীয়া ঠাইৰ পৰা) প্ৰায় ১০ মাইল মানৰ দূৰত্বত নতুনকৈ মাটি নিৰ্ব্বাচন কৰি সত্ৰখনি পুনৰ প্ৰতিষ্ঠা কৰে। দ্বিতীয় খনি সত্ৰ নিৰ্ম্মাণ তথা সম্পূৰ্ণ ভাৱে সজীৱ হৈ উঠে ১৮১৫ শকাব্দত। সেই শকৰে ২৪ মাঘ মাহ শুক্লা একাদশী তিথিৰ দিনা সত্ৰ খনিৰ উদ্বোধনী

উৎসৱ উদযাপিত হয়। তেতিয়াৰ পৰা সত্ৰাধিকাৰ প্ৰভু আৰু ভকতসকলে অতি সুখেৰে আৰু নিৰ্ভয় মনেৰে তাত নিগাজীকৈ বসতি কৰে।

সত্ৰৰ প্ৰাচীন পৰম্পৰা নীতি অনুসৰি তেখেৰ উত্তৰাধিকাৰী হিচাবে নিজৰ ভগ্নী পুত্ৰ শ্ৰীশ্ৰীচন্দ্ৰকান্ত দেৱক ১৭৯৬ শকাব্দত সত্ৰলৈ আনে আৰু নিজৰ লগতে ৰাখে। তেখেতক সংস্কৃত শিক্ষা দিয়ে মুহিৰাম ভট্টাচাৰ্য্যদেৱে। সংস্কৃত শিক্ষাৰ লগতে সত্ৰীয়া সঙ্গীত শিক্ষাও কৰে। প্ৰভুজনাই সত্ৰখনি নৈৰ প্ৰকৃত নিচিহ্ন হৈ যোৱাৰ পিচত সত্ৰৰ পৰা প্ৰায় তিনিবছৰ কাল আতৰত আছিল। সেই সময়ত স্থায়ীভাৱে সত্ৰখনি নিৰ্ম্মাণ কৰিবলৈ লওঁতে কীৰ্তনঘৰ নিৰ্ম্মাণৰত (সত্ৰৰ ভকতসকলে নিজেই মন্দিৰ নিৰ্ম্মাণ কৰিছিল) অৱস্থাত কাৰু শিল্পী ভকত সকলৰ মাজত মতভেদ হয়। কীৰ্ত্তনঘৰ নিৰ্ম্মাণ আঁচনি খনত তেনেকৈ মতভেদ হোৱাত প্ৰভুজনাই নিজে তাৰ দিহা দিয়ে যদিও ভকত সকলে তাক গ্ৰহণ নকৰাত তথা অন্যান্য আনুষঙ্গিক কাৰণত প্ৰভুজনা ডেকা সত্ৰাধিকাৰ আৰু পোন্ধৰজন ভকত লগত লৈ বিষাদ মনেৰে খেদ নাৰেৰ কামৰূপলৈ যাত্ৰা কৰে। ১৮১১ শকাব্দত সত্ৰৰ পৰা যাত্ৰা কৰি গৈ পোনত বৰপেটা সত্ৰত ৰয়গৈ। তাতে কিছুদিন থকাৰ পিচত প্ৰভুজনাক থাকিবলৈ দিয়া ঘৰ খনিত অনিবাৰ্য্য কাৰণবশত: জুই লাগে। অমঙ্গলীয়া ঠাইত নাথাকো বুলি প্ৰভুজনা সুন্দৰী দিয়া সত্ৰলৈ আহি তাতে ভালে দিন বাস কৰে। তাতে বহুলোকে তেখেতৰ শৰণাপন্ন হয় আৰু সেই অঞ্চলত প্ৰভুজনাই, প্ৰভাৱ বিস্তাৰ কৰিবলৈ সমৰ্থ হয়। তাৰ পৰা ক্ৰমে মধুপুৰ সত্ৰ, জিনকাটা গোৱালপাৰা, নগাওঁ কলিয়াবৰ, বালিপাৰা আদিত পদাৰ্পণ কৰেহি। এই বিলাক ঠাইতো শৰণ ভজন ভক্তি দান কৰি সেই সেই অঞ্চলত ভক্তি ধৰ্ম্মৰ বীজ সিচে। এনেকৈ অ'ত ত'ত ভ্ৰমণ কৰি প্ৰভুজনা তিনিবছৰ ছমাহ কাল অতিবাহিত কৰিলত সত্ৰত তোলপাৰ লাগে। কাণ্ডাৰীহীন নাৱৰ দৰে ভকতৰ দুৰ্গতি কলাই পাচিয়ে নধৰা হ'ল। সকলো শিষ্য ভকত একত্ৰিত হৈ আলোচনা কৰি প্ৰভুজনাক ঘূৰাই আনিবৰ কাৰণে বহু ভকত কামৰূপ যাত্ৰা কৰে। প্ৰভুজনাক নানা প্ৰকাৰে বুজনি দি দোষৰ দণ্ড জৰিমনা আদায় কৰি কামৰূপৰ পৰা ওভোতাই আনিবলৈ সমৰ্থ হয়। প্ৰভুজনা ১৮১৫ শকত সত্ৰলৈ প্ৰত্যাবৰ্তন কৰে। সেই শকতে সত্ৰখনি আকৌ জিলিকাকৈ নিৰ্ম্মাণ কৰি সত্ৰৰ উদ্বোধনী উৎসৱ পাতে।

প্ৰভুৱে পুনৰ ১৮১৯ শকাব্দত নগাওঁ চহৰ'লৈ যায় আৰু তাত ভালে দিন বাহৰ কৰি শৰণ ভজন ভক্তিতত্ত্ব বীজ সিচে। তাতে তেখেৰ ভ্ৰাতৃৰ পুত্ৰ (ভক্তিজাক — আমাৰ "শ্ৰীশ্ৰীঘনকান্ত দেৱ গোস্বামী প্ৰভু অধ্যায় দ্ৰষ্টব্য)

শ্ৰীশ্ৰীঘনকান্ত দেৱ গোস্বামী প্ৰভুজনাক ভাবী ডেকাধিকাৰ হিচাবে লগতে সত্ৰলৈ লৈ আহে। তেখেতে নিজৰ তত্বাৱধানতে লগতে ৰাখে আৰু সংস্কৃত আৰু সত্ৰীয়া সঙ্গীত-ৰ শিক্ষা দিয়ায়। এনেকৈ প্ৰভুজনা সত্ৰাধিকাৰ হিচাবে বাৱন্ন বছৰ অতিবাহিত কৰি শঙ্কৰী ধৰ্ম্ম আৰু সংস্কৃতিৰ গুৰি ধৰি থাকোতে এদিনাখন দিনৰ ভাগত (পুৱাবেলা) সিদ্ধান্ত ভোজন কৰি থকা অৱস্থাতে আধা ভোজনতে এৰি শৌচাচাৰলৈ যায়। বাকীসকলে খোৱা বোৱা কাৰ্য্য চলায়েই আছে। শৌচান্তে পিচফালৰ দুৱাৰ মুখত বৈ ডেকাজনাক মাত লগাই কলে বাপা! বৃদ্ধলোকৰ গ্ৰহণী ৰোগ হলে জীয়াই নাথাকে! আমাৰো সেয়ে অৱস্থা। এতেকে সকলো সাজু হোৱাহঁক। কথাষাৰ কোনেও বিশ্বাস কৰা নাছিল। কাৰণ তেতিয়াও তেৰাৰ স্বাস্থ্য ভালে আছিল। কিন্তু কথামতেই কাম। প্ৰভুজনা পৰিল যি পৰিলেই, আৰু নুঠিল। সেইদিনা আছিল ১৮৩১ শকাব্দৰ ২৩ জেঠ সোমবাৰ। নানা চিকিৎসা কৰা সত্বেও আৰোগ্যৰ ফাললৈ নাহিল। নিজৰ শিষ্য হেজৰৰুৱা বংশধৰ সকলে প্ৰভুজনাৰ প্ৰতি লোৱা চিকিৎসা ব্যৱস্থা এই ক্ষেত্ৰত উল্লেখনীয়। প্ৰভু নৰীয়া পাতিত পৰি থকা অৱস্থাতে ডেকাজনা শ্ৰীশ্ৰীচন্দ্ৰকান্ত দেৱক সত্ৰাধিকাৰৰ নিৰ্ম্মালি প্ৰদান কৰে আৰু শ্ৰীশ্ৰীঘনকান্ত দেৱক ডেকা সত্ৰাধিকাৰ হিচাবে নিয়োগ কৰে। এনেকৈ কৰুণাৰ অৱতাৰ প্ৰভুজনা সৰ্ব্বমুঠ চৌৰিশ দিন নৰীয়া পাতিত পৰি থাকি ১৮৩১ শকৰ ১৪ আহাৰ বুধবাৰৰ দিনা পুৱা ৫ বজাত শুক্লা দ্বাদশী তিথিত বাৱন্ন বছৰ সত্ৰাধিকাৰৰ গাদী শুৱনি কৰি সকলোকে কন্দুৱাই নবনাট্য সামৰে। তেতিয়া তেৰাৰ প্ৰয়াণৰ বাতৰি সমগ্ৰ অঞ্চলতে বিয়পি পৰে। সত্ৰৰ ভিতৰত শিষ্য ভকতসকলে হৰিধ্বনি, দবা, শঙ্খ আদি বজাই প্ৰভুজনাৰ প্ৰয়াণৰ শুভ সূচনা কৰে। সত্ৰীয়া পাগুৰি, মালা পিন্ধাই সুশোভিত কৰি বাদ্যভাণ্ড দিবে ৰজনজনাই অসংখ্য শিষ্য ভকতেৰে সৈতে পৰিবেষ্টিত হৈ বিচিত্ৰ খাটত প্ৰভুৰ নশ্বৰ দেহ থাপি লৈ দুয়োজনা প্ৰভু টুনী নদীৰ পাৰলৈ আহে। প্ৰভুজনাক কান্ধত বহন কৰি নিছিল ক্ৰমে (১) ৰামহিৰাম ভৰালী আতৈ, (২) ভকত ৰাম ওজা আতৈ (৩) নোমল দেউৰী আতৈ আৰু (৪) হৰনাথ গায়ন আতৈয়ে। মুখাগ্নি কৰে শ্ৰীশ্ৰীচন্দ্ৰকান্ত দেৱ অধিকাৰ প্ৰভুৱে। প্ৰভুজনাৰ নশ্বৰ দেহ চিতাগ্নিত ভস্মীভূত হয়। তেৰাৰ পাৰলৌকিক কাৰ্য্যও অতি সুন্দৰ ভাৱে সমাধা কৰা হ'ল। আদ্য-শ্ৰাদ্ধৰ দিনা আৰম্বৰপূৰ্ণ ভাৱে আনুষ্ঠানিকৰূপে সমূহ বৈষ্ণৱ তথা সমবেত উপস্থিত শিষ্য ৰাইজ বৰ্গৰ হৈ মালা নিৰ্ম্মালি প্ৰদান কৰে গুৰু আতৈৰ বহাৰ শ্ৰীৰূপৰাম বুঢ়াভকতে। সেইদিনা নিৰ্ম্মালি গ্ৰহণ কৰি শ্ৰীশ্ৰীচন্দ্ৰকান্ত দেৱ কমলাবাৰী সত্ৰৰ সত্ৰাধিকাৰ হয়।

## (৩ -গ)ঃ— শ্ৰীশ্ৰীচন্দ্ৰকান্ত দেৱ গোস্বামী প্ৰভু ঃ

শ্ৰীশ্ৰীচন্দ্ৰকান্ত দেৱৰ জন্ম হয় ১৭৮৯ শকাব্দৰ পুণ্য ভাদমাহ বুধবাৰে। মাতৃৰ নাম পিয়লী (৺লক্ষ্মীকান্ত দেৱৰ ভনীয়েক)। পিতৃৰ নাম অজ্ঞাত। জন্মস্থান নগাওঁ জিলান্তৰ্গত বালিসত্ৰ (গুধৰিয়া সত্ৰ)। ১৭৯৬ শকাব্দত সাত বছৰ বয়সতে তেওঁক মোমায়েক শ্ৰীশ্ৰীলক্ষ্মীকান্তদেৱে সত্ৰলৈ আনে। প্ৰাথমিক শিক্ষা লাভ কৰাৰ পিচতে অগাত্ পণ্ডিত ৺মুহিৰাম ভট্টাচাৰ্য্যদেৱৰ ওচৰত সংস্কৃত শিক্ষা কৰিবলৈ দিয়া হয়। অলপ দিনৰ পিচতে শাস্ত্ৰত পাৰ্গত হৈ উঠে। ইয়াৰ লগে লগে সত্ৰীয়া গীত, বাদ্যাদি শিক্ষা কৰি তাৰ পৰা প্ৰচুৰ অভিজ্ঞতা সঞ্চয় কৰে। ৺লক্ষ্মীকান্ত দেৱৰ তত্বাৱধানত থাকি প্ৰভুজনা সকলো ফালৰ পৰা পাৰদৰ্শত হৈ পৰে। শান্ত, শিষ্ট, বিনয়, মধুৰ ভাষণ, সৰ্বপ্ৰাণীৰ প্ৰতি কৃপা পৰায়ণ, সুহৃদ বৎসল আদি গুণবিলাক তেওঁৰ নিত্য সহচৰ আছিল। এই বিলাক বিশিষ্ট শাস্ত্ৰাধ্যয়নৰ ফল। ৺লক্ষ্মীকান্তদেৱৰ লগত অসমৰ বিভিন্ন অঞ্চলত ভ্ৰমণ কৰি পোৱা অভিজ্ঞতাই তেওঁৰ সহায়ক হয়। উপনয়ন সংস্কাৰ, শিক্ষা, শৰণ, ভজন মালা মন্ত্ৰ গ্ৰহণ আদি সম্পূৰ্ণ সত্ৰতে সম্পাদন হোৱাৰ পিচত ডেকা পদতো অভিষিক্ত কৰা হয়। ৺লক্ষ্মীকান্ত দেৱৰ প্ৰয়াণৰ পিচত তেওঁাই সত্ৰাধিকাৰৰ পদবী গ্ৰহণ কৰি গাদী শুৱনি কৰে। কিন্তু বৈকুণ্ঠী প্ৰভুজনাৰ দৰে ঐশ্বৰ্য্যশালী আৰু আমোদ প্ৰমোদ আদিৰ পৰা বিৰত থাকে। নিজে এগৰাকী গৃহী সন্যাসীৰ দৰে আচৰণ কৰিবলৈ লয়। এবাৰ খেল নৌকা যোগে ভ্ৰমণ কৰিবলৈ গৈ প্ৰবল বন্যা বিপৰ্যায়ত পৰি সৰ্ব্বস্বান্ত হয়। প্ৰভুজনাৰ দিনত বিশেষ কৃতিত্ব হ'ল কীৰ্ত্তন ঘৰত, আতাৰ গৃহ, মণিকূট আদি উপাস্য স্থান বিলাক পুনৰ নিৰ্ম্মাণ? সেইবোৰ পকা কৰি ওপৰত খেৰৰ পৰিবৰ্ত্তে টিনপাত লগোৱা হৈছিল। ইয়াৰ কাৰণে তেওঁাই ভালেদিন কামৰূপত ( গুৱালকুছীত ) থাকি লৈ দান বৰঙণি বিচাৰিব লগা হৈছিল। সত্ৰ পুনৰ সংস্কাৰ কৰি প্ৰভুজনাক আনন্দিত আৰু নিশ্চিত হোৱা দেখা গৈছিল। প্ৰভুজনাৰ আলধৰা আছিল সাতজন। তেওঁসকল হ'ল যথাক্ৰমে সভাৰাম ( সভাই ) আলধৰা, ৰামচৰণ, খগেশ্বৰ গায়ন, নবীন বায়ন, কণ্ঠী আলধৰা, ৰাম হৰি আতৈ আৰু ৰত্নেশ্বৰ আলধৰা। মোক্তাৰ আছিল ৺নন্দীনাথ গায়ন, ৺সৰুৰাম মোক্তাৰ আৰু ৺মণিৰাম দত্ত বায়ন মোক্তাৰ। তেওঁৰ দিনত মুখীয়াল ভকত আছিল যথাক্ৰমে (মোক্তাৰ কেজনৰ বাদে ) নোমল আতৈ বুঢ়াভকত, সোণাৰাম ভাগৱতী, কণ আতৈ বুঢ়াভকত, ৰূপৰাম বুঢ়াভকত, ভকতৰাম ওজা আতৈ, বাপুৰাম আতৈ বুঢ়াভকত, গোপীনাথ বায়ন আতৈ, দণ্ডী গায়ন আতৈ, বেথাই বৰা আতৈ, বালোৰাম ভৰালী আতৈ, গেন্ধুৰ গায়ন আতৈ,

পানীৰাম মহাজন আতৈ, লোকাই গায়ন আতৈ, ভাবিৰাম বায়ন আতৈ, বাপুৰাম বায়ন আতৈ, বাপুৰাম গায়ন আতৈ, মণিৰাম গায়ন আতৈ আদি।

প্ৰভুজনা সত্ৰাধিকাৰ হোৱাৰ পৰা এবছৰৰ পিচত ৺লক্ষ্মীকান্তদেৱৰ দিনত ভাবি ডেকাধিকাৰ হিচাবে অনা আৰু লালিত পালিত হোৱা শ্ৰীশ্ৰীঘন-কান্তদেৱৰ লগত তেওঁৰ মতবিৰোধ হয়। সত্ৰাধিকাৰ জনাৰ লগত মত বিৰোধ হৈ থকাতকৈ সসন্মানে আতৰি অহাটোকে সিদ্ধান্ত কৰি লগত ভালেমানজন ভকত লৈ ১৮৩২ শকৰ আহিন মাহত শ্ৰীশ্ৰীঘনকান্তদেৱে বদলা আতাৰ প্ৰপন্ন শিষ্য সাৰজনীয়া কৃষ্ণ আতৈৰ বাসস্থান (তাত দিনচেৰেক বদলা আতাও আছিল) কৃষ্ণ আতৈৰ ভেটি চাই অটব্য অৰণ্য কাটি নতুনকৈ সত্ৰ এখনি আবিষ্কাৰ কৰে। সেইখন সাৰজান সত্ৰ নামেৰে অভিহিত হয়। সত্ৰখনি মাজুলী গড়মূৰ সত্ৰৰ নিচেই কাষতে।

সত্ৰাধিকাৰজনাই প্ৰাচীন পৰম্পৰা ৰক্ষা কৰি নিজহাতে কেবাখনিও নাট লিখে। তাৰ ভিতৰত মুকুতা হৰণ, কৰ্ণপৰ্ব্ব আৰু শঙ্খচূড় বধ নামৰ নাটক কেইখনেই প্ৰধান। এই কেইখন নাট ফৌজীয়া নাট বুলি কোৱা হয়। তদুপৰি অন্যান্য ভকতৰ দ্বাৰা ৰচিত নাটবিলাকত গীত, গান, ধুৰা আদি সংযোগ কৰি নিজৰ সঙ্গীত নিপুণতাৰ পৰিচয় দিয়ে। প্ৰভুজনা বায়ন বিদ্যাত সিদ্ধহস্ত আছিল। নিজে খোল ধলুকী আদি সুন্দৰকৈ বজাব পাৰিছিল। সমগ্ৰ মেলাৰাগ আৰু বন্ধাৰাগবোৰ, বৰগীতবোৰ আৰু অঙ্কীয়া গীতবোৰ নিখুঁটভাৱে গাব পাৰিছিল। শ্লোক ভাগৱত ব্যাখ্যা কৰাত প্ৰভুজনা সিদ্ধ-হস্ত আছিল। সেই সময়ত সংস্কৃত শাস্ত্ৰত সিমান বুৎপত্তি থকা সত্ৰাধিকাৰ প্ৰায় নাছিল। প্ৰভুজনাৰ দিনত অসমীয়া আৰু অনা-অসমীয়া বহুতো সংস্কৃত পণ্ডিত আহি তেওঁৰ লগত একোটা বিষয়ত ভীষণ তৰ্কযুদ্ধ কৰিছিল। প্ৰভুজনা অবহেলে পণ্ডিতক পৰাস্ত কৰি নিজৰ মত প্ৰতিষ্ঠিত কৰিবলৈ সমৰ্থ হৈছিল। তেওঁৱাই পণ্ডিত সকলক বৰ মান আৰু আদৰ সাদৰ কৰি টকা পইচা, কাপোৰ গামোচা দি বিদায় দিছিল। প্ৰভুৰ এনে সজ ব্যৱহাৰত পণ্ডিত সকলৰ শিৰ অৱনত হৈছিল আৰু তেওঁক শ্ৰেষ্ঠতম পণ্ডিত শিৰ অবনত হৈছিল আৰু তেওঁক শ্ৰেষ্ঠতম পণ্ডিত বুলি মান্য কৰি বিভিন্ন জনৰ আগত গুণ যশস্যাৱলী ব্যক্ত কৰিছিল। প্ৰভুজনাৰ হিন্দী ভাষাটো দখল আছিল। হিন্দী ভাষাতো তেওঁৱাই কথা পাতিব পাৰিছিল।

শ্ৰীশ্ৰীঘনকান্তদেৱ গোস্বামী ভাবী ডেকা সত্ৰাধিকাৰজনা সত্ৰৰ পৰা আতৰি গৈ সাৰজানত সত্ৰ স্থাপন কৰি সেই সত্ৰৰ সত্ৰাধিকাৰ হোৱাত প্ৰভু জনাই নিজৰ ভতিজা শ্ৰীশ্ৰীচন্দ্ৰহাঁস দেৱ গোস্বামীক সত্ৰলৈ আনি ডেকা

পদত ৰাখি লালন পালন কৰি শিক্ষা-দীক্ষা দি নিজৰ বহাতে ৰাখে। ডেকা জনাক সত্ৰলৈ আনিছিল ১৮৩৯ শকাব্দত। তেতিয়া তেখেতৰ বয়স হৈছিল বাৰ বছৰ। এনেকৈ প্ৰভুজনাই কমলাবাৰী সত্ৰৰ গাদীত বহি নানা জীৱ সমূহক শ্ৰৱণ ভজন তত্ব বস্তু দি থাকোতে হঠাতে এদিন নিজৰ বাওঁভৰিত জুই লাগি দগ্ধ হয়। সেই আঘাত সামান্য আছিল যদিও "কুশাগ্ৰেনৈৱ সংস্পৃষ্টঃ প্ৰাপ্তকালো ন জীৱতি" প্ৰবচন সাৰ্থক হ'ল। সেই আঘাতেই ফিৰিঙতিয়ে খাণ্ডৱ দাহ কৰিলে। ১৮৫৬ শকৰ ২৯ মাঘ বুধবাৰ শুক্লা নৱমী তিথিৰ দিনা ৰাতি ৯ বজাত ৬৭ বছৰ বয়সত ইহ সংসাৰত্যাগ কৰি বৈকুণ্ঠ প্ৰাপ্ত হয়। তেৰাৰ প্ৰয়াণৰ বাতৰিয়ে জাতিবৰ্ণ নিৰ্ব্বিশেষে সকলোজনে দুখ অনুভৱ কৰিলে। কাৰণ প্ৰভুজনা সকলোৰে বৰ প্ৰিয় আছিল। বিশেষকৈ দৰিদ্ৰ শ্ৰেণীৰ লোক সকল বেছি মৰ্ম্মাহত হয়। যিহেতু তেৰা দৰিদ্ৰবৎসল আছিল। সত্ৰৰ দেবোত্তৰ মাটি ভোগ কৰা মিচিং কৈৱৰ্ত্ত তথা অন্য সম্প্ৰদায়ৰ লোক সকলে সত্ৰত প্ৰতিবছৰে খাজনা আদায় দিব লগা হৈছিল। কিন্তু প্ৰভুজনাই সত্ৰীয়া পদবী গ্ৰহণ কৰাৰ পিচত সেই সকলে খাজনা দিব নোৱাৰি তেৰাক আবেদন কৰিলে তেৰাই অকুণ্ঠচিত্তে খাজনা ৰেহাই দিছিল। সেইবাবে সকলোৱে তেৰাক দেৱতা জ্ঞান কৰি চলিছিল। খাজনা ৰেহাই দিয়াৰ ফলত সত্ৰ চলোৱা একপ্ৰকাৰ বৰ কঠিন হৈছিল। সেয়ে প্ৰভুজনাই সত্ৰ চলাবলৈ প্ৰায় ধাৰ কৰিব লগীয়া হৈছিল।

প্ৰভুজনা প্ৰয়াণ হোৱাত তেৰাক খাটত তুলি টুনীৰ পাৰলৈ নিয়া হয়। কান্ধত নিয়ে শ্ৰীশ্ৰীঘনকান্ত দেৱ, শ্ৰীশ্ৰীচন্দ্ৰহাঁস দেৱ, শ্ৰীশ্ৰীবাপুকান্ত দেৱ আৰু বান্ধৱ কৃষ্ণ মহন্তদেৱে। মুখাগ্নি কৰে শ্ৰীশ্ৰীচন্দ্ৰহাঁসদেৱে। তেৰাৰ অন্ত্যেষ্টি ক্ৰিয়া সমাধা হোৱাৰ পিচত (আদ্যশ্ৰাদ্ধৰ দিনা) সত্ৰৰ প্ৰাচীন পৰম্পৰা ৰক্ষা কৰি সত্ৰৰ মান্যৱন্ত গুৰু আতৈৰ বহাৰ বুঢ়াভকত ৺ৰূপৰাম বুঢ়াভকতে সত্ৰৰ, ৰাইজৰ হৈ সত্ৰীয়া নিৰ্ম্মালি প্ৰদান কৰি শ্ৰীশ্ৰীচন্দ্ৰহাঁস দেৱ গোস্বামীক কমলাবাৰী সত্ৰাধিকাৰ নিৰ্ব্বাচিত তথা অধিষ্ঠিত কৰে।

প্ৰসঙ্গক্ৰমে উল্লেখনীয় যে সত্ৰাধিকাৰ প্ৰভুজনাৰ প্ৰপন্ন শিষ্য তথা কমলাবাৰী সত্ৰৰ এজনা পণ্ডিত ভকত শ্ৰীযুত ধৰ্ম্মেশ্বৰ নামলগোৱা আতৈয়ে নিজ হাতে ৰচনা কৰা শ্ৰীশ্ৰীচন্দ্ৰকান্ত দেৱৰ জীৱন চৰিত্ৰ আৰু ব্যক্তিত্ব পৰিচয় খিনিৰ পদ্যভাগ সিজনাৰ একান্ত আগ্ৰহ তথা আমিও কিঞ্চিৎ মাত্ৰ লোভ সামৰিব নোৱাৰি বাহুল্য হলেও ইয়াত তুলি দিবলৈ বাধ্য হলো।

**শ্ৰীশ্ৰীচন্দ্ৰকান্ত দেৱৰ জীৱন-চৰিত্ৰ আৰু ব্যক্তিত্ব :**

**পদ্য ভাগ**

জয় নমো নাৰায়ণ নিত্য নিৰঞ্জন।
দৈৱকী নন্দন জয় ব্ৰহ্ম সনাতন ॥

যাহাৰ সৃজনা ইটো চৈধ্যায় ভুবন।
হেন ব্ৰহ্মৰূপী পদে কৰোহো বন্দন ॥
নমো নমো জয়গুৰু শঙ্কৰৰ পাৱ।
কৃষ্ণ অংশে অৱতাৰ ভৈলা নৰভাৱ ॥
কৰিলাবেকত ধৰ্ম্ম শ্ৰৱণ কীৰ্ত্তন।
জয় নমো মাধৱৰ ৰাতুল চৰণ ॥
কৰিলা গুৰুত দাস্য অতি ভক্তিভাৱ।
অভেদ ঈশ্বৰ দুয়ো নমো তান পাৱ ॥
বন্দলা আতাৰ পাৱে কৰোহো প্ৰণাম।
যাহাৰ বদনে ব্যক্ত সদা ৰাম নাম ॥
মাধৱত ভক্তি কৰি ধৰ্ম্মাচাৰ্য্য ভৈলা।
কমলাবাৰী সত্ৰ পাতি বৈকুণ্ঠে চলিলা ॥
তানে নাতি পৰিনাতি সত্ৰে আছিলন্ত।
সতৰীয়া ৰূপে তেহো ধৰ্ম্ম পালিলন্ত ॥
তানে পৰিনাতি কৃষ্ণকান্ত নাম যাৰ।
বাৰম্ব বছৰ ভৈলা সত্ৰে অধিকাৰ ॥
নৰ নাট্য ধৰিয়া কৰিয়া নানা লীলা।
কৃষ্ণাষষ্ঠী জ্যৈষ্ঠ মাসে বৈকুণ্ঠে চলিলা ॥
তাহান ভাতিজ লক্ষ্মীকান্ত দেৱবৰ।
সতৰীয়া ৰূপে ধৰ্ম্ম প্ৰচাৰি বিস্তৰ।
নিজৰ ভাগিন চন্দ্ৰকান্ত নাম যাৰ।
বৈকুণ্ঠে চলিলা পাতি ধৰ্ম্ম অধিকাৰ ॥
পৰম পণ্ডিত সৰ্ব্বগুণৰ আলয়।
মহা যশৱন্ত গুৰু শশধৰ নয় ॥
তাহান চৰিত্ৰ কিছু কৰোহো বিদিত।
জানিয়া পিয়োক তান চৰিত্ৰ অমৃত ॥
মহা সদাচাৰী কৃষ্ণ ভকত প্ৰধান।
পৰমাত্মা বোধে কৰে সবাকে সন্মান ॥
কৰমালা জাপ্য কৰে ভোজনে গমনে।
অজপা জপৰ নাম নেৰে সৰ্ব্বক্ষণে ॥
সেহি চন্দ্ৰকান্ত পিয়লীত ভৈলা জাত।
মাতৃ নাম ৰৈলা পিতৃ নামক অজ্ঞাত ॥
নগাওঁ জিলাৰ এলেঙ্গীৰ বাজি সত্ৰ।
সিদ্ধ বসু ঋষি চন্দ্ৰ শাকে জন্মে তত্ৰ ॥

ভাদ্ৰ মাস বুধবাৰে ভৈলা পৰকাশ।
শশধৰ তুল্য যেন নিৰ্ম্মল আকাশ ॥
শিশুকাল হন্তে হয় সুশীল সুন্দৰ।
আজানু লম্বিত বাহু অতি শ্ৰেষ্ঠতৰ ॥
সপ্তম বছৰে সত্ৰে কৰে আনয়ন।
লক্ষ্মীকান্তে কৰাইলন্ত বিদ্যা উপাৰ্জ্জন ॥
উত্তৰী দিয়াইলা প্ৰভু দ্বাদশ বছৰে।
যিবা শিক্ষা দেই তাক লবয় সত্বৰে ॥
পৌতাগু বয়সে দিলা শৰণ ভজন।
সত্ৰীয়া সংস্কৃতি কৰিলন্ত অধ্যয়ন ॥
দূতীৰাম পাঠকত সঙ্গীত শিকিলা।
নাম, পাঠ প্ৰসঙ্গত প্ৰসিদ্ধি লভিলা ॥
ধুলুকি তবলা খোল বেহেলা আদিত।
নোহে গুণে হীন সৰ্ব্ব বিদ্যাতে পণ্ডিত ॥
মুহিৰাম ভট্টাচাৰ্য্য বিদ্যাৰত্ন নাম।
তাহাত শিকিলা ব্যাকৰণ অনুপাম ॥
সাঙ্গোপাঙ্গে কৰিলন্ত শাস্ত্ৰ অধ্যয়ন।
ডেকা অধিকাৰ পদ কৰিলা গ্ৰহণ ॥
পৰলোক গৈলে লক্ষ্মীকান্ত অধিকাৰ।
লভিলন্ত আদ্যশ্ৰাদ্ধে ধৰ্ম্ম গুৰু ভাৰ ॥
নৃত্য গীত যাত্ৰা নাট কৰ্ম্ম কৰি সাঙ্গ।
বৎসৰান্তে কৰি হৰিকীৰ্ত্তন সুসাঙ্গ ॥
সত্ৰে ৰহিলন্ত ভকতক প্ৰতিপালি।
প্ৰচাৰিলা নামধৰ্ম্ম অধৰ্ম্ম নিকালি ॥
এহিমতে চন্দ্ৰকান্ত দেৱ কৰে বাস।
বোলে ধৰ্ম্মেশ্বৰ কৰো চৰণক আশ ॥

## ছবি

গুৰু চৰিত্ৰ চয় পৰম অমৃতময়
ধ্যানৰ মূৰুতি গুৰুদেৱ।
যিবা আছে আৰু কথা বৰ্ণাইবোহো যথা তথা
তান পাৱে পৰি কৰি সেৱ ॥

প্ৰাতসাতে স্নান কৰি কৃষ্ণ ৰূপ হিয়ে ধৰি
কৰমালা জপয় সঘন।
মহাপুৰুষৰ ধৰ্ম্ম আচৰিয়া জানি মৰ্ম্ম
কৃষ্ণৰ ভক্তিত দিয়ে মন॥
মালা মন্ত্ৰ সম্বৰিয়া ভাগৱত শাস্ত্ৰ লৈয়া
দিবানিক কৰয় গমন।
বসে তাত কণ্ঠ পাৰি হাতে শাস্ত্ৰ তুলি ধৰি
তাৰ শ্লোক কৰয় পঠন॥
থাকে চাৰিদাঁৰ মাজে ভক্তে পুৰা গীত ধৰে
কৃষ্ণ ডাকি থাকে তাল ধৰে।
ভাগৱত শাস্ত্ৰ থৈয়া কৰে কৰমালা লৈয়া
যাত্ৰা কৰে হৰিৰ মন্দিৰে॥
সুললিত স্বৰ আতি ঘোষা গায় হৰ্ষে মাতি
নয়নৰ প্ৰেমাশ্ৰু নিগড়ে।
অনন্তৰে নাম থয় পাছে গুৰু কৃপাময়
ভাগৱত কয় সুমধুৰে॥
প্ৰসঙ্গৰ অৱসানে কৰমালা ধৰি ধ্যানে
নিজ বাসা প্ৰবেশ কৰয়।
ৰন্ধনৰ কাৰ্য্য কৰি অন্নে উদৰক পূৰি
কিছু কাল বসিয়া থাকয়॥
তাত পাছে ভক্ত সবে ভক্তি কথা সোধে যেবে
যাক যেন কহে অভিমত।
নাহি আউল পৰিপাটী নাহিকয় খুটি নাটি
শাস্ত্ৰ যুক্তি দেখাবে সতত॥
তাত পাছে দবা মাৰে বিয়লি প্ৰসঙ্গ কৰে
শুকদেৱ চলে ধীৰে ধীৰে।
গীত যে ভটিমা স্তোত্ৰ ঘোষা ৰত্নাৱলী শাস্ত্ৰ
পাঠকে মেলিয়া পাঠ কৰে॥
শুকদেৱে ব্যাখ্যা কৰে আনন্দে চিত্ত নধৰে
সমস্তৰে প্ৰেমাশ্ৰু বহয়।
এহিমতে শাস্ত্ৰ চৰ্চ্চা কৰয় হৰিক অৰ্চ্চা
উপদেশী কথা সম্বৰয়॥

এইমতে শুকদেৱে সদা ভক্তি দান দিয়ে
যাৰা সবে যিবা প্ৰশ্ন কৰে।
দুখী সবে যিবা খোজে সবাৰো মনক বুজে
কোনোজনে বিমুখ নকৰে ॥
যাক যিটো বাক্য বোলে থিতাতে সেইহতো ফলে
সৰ্ব্বলোকে পৰি কৰে সেৱ।
যত আসে শিষ্যগণ প্ৰশ্ন কৰে অগণন
সমিধান দিয়ে শুকদেৱ ॥
ভক্তি দানি গুৰুবৰে নাট গীত ৰচনাৰে
কৰিলাহা যাত্ৰা অভিনয়।
চপয় টোটয় ছন্দে লিখি অতি চন্দে বন্ধে
তিনিখান নাটক ৰচয় ॥
কিছুকাল অনন্তৰে নৌকা লৈয়া ভক্ত নৰে
কামৰূপ জিলাক গমন।
বহু শিষ্য কৰিলন্ত তত্ত্ব কথা শিকাইল
দিলা তাত শৰণ ভজন ॥
তাত পাছে মন্দিৰৰ হেতু গুৰু নিৰন্ত
ধন বিত্ত বিচাৰি প্ৰচুৰ।
পাইলন্ত বহুত ধন সবে আনন্দিত ম
ভ্ৰমিলন্ত আৰু বহু দূৰ ॥
অনন্তৰে সত্ৰ পাইলা সবে মিলি আলোচি
নিৰ্ম্মিলন্ত হৰিৰ মন্দিৰ।
পৰিষ্কাৰ কৰি আতি সত্ৰাখন পৰিপাটি
কৰিলন্ত বেষ্টনী প্ৰাচীৰ ॥
কতো দিন অনন্তৰে ভকত পঠাই ঘৰে
ভতিজাক আনিলা এজন।
তান নাম চন্দ্ৰহাঁস অধিকাৰী অভিলাষ
আনি সত্ৰে কৰিলা থাপন ॥
পঢ়াই শিক্ষা দীক্ষা দিয়া শৰণ ভজন দিয়া
ডেকা পাতি থৈলা কতো দিন।
তিনিকুৰি সাত বৰ্ষে প্ৰভুদেৱ আছে হৰ্ষে
দেহৰ অৱস্থা ভৈল হীন ॥

শয্যাগত ভৈলা ক্ৰমে বুঢ়াভক্ত মণিৰামে
কৰিলন্ত শুশ্ৰূষা বিস্তৰ।
ডেকাজনা সঙ্গে কৰি সুধিলন্ত ভক্তি কৰি
পৰমাৰ্থ কথা গুৰুতৰ॥
অষ্টাক্ষৰী চাৰি নাম জপি পাই হৰিধাম
প্ৰভুদেৱে সবে কৈলা খুলি।
মাঘ মাস নৱমীত অষ্টাদশ চাপন্নত
নিৰন্তৰে কৃষ্ণ হৰি বুলি॥
ডেকাক নিৰ্ম্মালি দিল নৱনাট্য সম্বৰিল
ভক্ত সবে আসি আবৰিলা।
শুক্ল পক্ষ বুধবাৰ জপি নাম বাৰম্বাৰ
গুৰুদেৱ বৈকুণ্ঠে চলিলা॥
পাছে ৰেথাই বৰা আতে প্ৰতি ঘৰে ঘৰে মাতে
ভক্ত সব গুৰু পাশে গৈলা।
সবেও দৰ্শন কৰি পৰিয়া কান্দে বাগৰি
পাছে শৱ টুনী পাৰে নিলা॥
চন্দ্ৰহাঁস ঘনকান্ত বাঙ্কৰকৃষ্ণ বাপুকান্ত
কান্ধে নিশা চৌদোলে চৰাই।
চিতাক নিৰ্ম্মাণ কৰি চন্দ্ৰহাঁসে মুখাগ্নি কৰি
কাঠ সব দিলন্ত দ'মাই॥
আকাশ লম্ভিঘল জুই সবে স্নানি শুদ্ধি হুই
তিলনী দশাহ কৰিলন্ত।
অপৰ্য্যাপ্ত ধনধান দিলা সবে পাৰে মান
আদ্যশ্ৰাদ্ধ উচৰ পাইলন্ত॥
নাম সংকীৰ্ত্তন কৰি খাই সবে ভৰি পুৰি
মহানন্দে স্বত প্ৰজাগণ।
চন্দ্ৰহাঁসে সন্তোষিলা বহুত দক্ষিণা দিলা
আসিছিল বহুত ব্ৰাহ্মণ॥
স্নান কৰি তাত পাছে বসিলা গাদীৰ পাশে
নামঘৰে পাতিয়া সমাজ।
ৰূপৰাম বুঢ়া ভক্তে দিলা মালা প্ৰথমতে
হৰিধ্বনি কৰে সাম্ৰবাজ॥

ভৈলা প্ৰভু অধিকাৰী গৈলা প্ৰজা ঘৰাঘৰি
বান্ধি ভাগে ভাওনা কৰিলা।
এহিমতে অৰ্চ্চি হৰি আদ্য শ্ৰাদ্ধ সাজ কৰি
বৎসৰান্তে উৎসৱ পাতিলা ॥
হৰিৰ কীৰ্ত্তন বুলি বহু ধনধান্য তুলি
মহোৎসৱে যাত্ৰা সমাপন।
সাতদিন সাতৰাতি ভাওনা উৎসৱ আতি
নৃত্য গীতে সন্তোষিত মন ॥
এহিমতে চন্দ্ৰহাঁস পুৰি মনোৰথ আশ
ৰহিলন্ত কমলাবাৰীত।
দীন ধৰ্ম্মেশ্বৰে কয় দিয়া মোক পদাশ্ৰয়
হোক যেন হৰি হৃদি স্থিত ॥

০ ০ ০

## (৫—ঘ)—শ্ৰীশ্ৰীচন্দ্ৰহাঁস দেৱ গোস্বামী সত্ৰাধিকাৰ প্ৰভুঃ

শ্ৰীশ্ৰীচন্দ্ৰহাঁস দেৱ সত্ৰাধিকাৰ গোস্বামীৰ জন্মস্থান নগাওঁ জিলাৰ এলেঙ্গী বালি সত্ৰ ( বৰবাৰজনীয়া সত্ৰ )। জন্ম শক ১৮২৭ বহাগ মাহ। বাৰ বছৰ বয়সতে বৰ দেউতাক কমলাবাৰী সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীচন্দ্ৰকান্তদেৱে উত্তৰাধিকাৰী হিচাবে আনি নিজৰ লগতে ৰাখে। সংস্কৃত, হিন্দী, ইংৰাজী আদি ভাষাজ্ঞান উপলব্ধি হোৱাৰ পিচত সত্ৰীয়া নীতি নিয়ম শিক্ষাৰে পৰিপক্ক হয়। শঙ্কৰী দৰ্শন আদিতো তেৰাই পাৰদৰ্শিতা লাভ কৰে। সৰুৰে পৰা তেৰা তীক্ষ্ণবুদ্ধি আৰু উপস্থিত বুদ্ধি সম্পন্ন ব্যক্তি আছিল। সত্ৰাধিকাৰ ৺চন্দ্ৰকান্ত দেৱে উপবীত, শৰণ, ভজন ভক্তি তত্ত্ব প্ৰদান কৰে আৰু তেৰাৰ প্ৰয়াণৰ পিচত ২৯ বছৰ বয়সত ( ১৮৫৬ শকত ) অধিকাৰী নিৰ্ম্মালি গ্ৰহণ কৰি কমলাবাৰী সত্ৰৰ ধৰ্ম্মৰ গুৰুভাৰধন বহন কৰে। ১৮৫৭ শকত সত্ৰত ( প্ৰায় এবছৰৰ পিচত ) বিপৰ্য্যয় হ'ল। সত্ৰাধিকাৰ শ্ৰীশ্ৰীচন্দ্ৰহাঁস দেৱৰ লগত সামান্য কথাতে মনোমালিন্য হৈ দুশ ভকতৰ ভিতৰত ১২০ ( এশ বিশজন ) ভকত সত্ৰ ত্যাগ কৰি সত্ৰৰ পৰা প্ৰায় দুমাইল দূৰত্বত টুনী নদীৰ পাৰত নতুনকৈ এখন সত্ৰ স্থাপন কৰে। সত্ৰ খনিৰ নাম হয় শ্ৰীশ্ৰীনতুন কমলাবাৰী সত্ৰ। সেই সত্ৰৰ প্ৰথম সত্ৰাধিকাৰ হয় শ্ৰীশ্ৰীধনকান্ত দেৱ গোস্বামী প্ৰভু। ০ ০

## (৩—ও)—শ্ৰীশ্ৰীঘনকান্ত দেৱ গোস্বামী সত্ৰাধিকাৰ প্ৰভু :

শ্ৰীশ্ৰীঘনকান্তদেৱ প্ৰভুজনাৰ জন্মস্থান নগাওঁ জিলাৰ মাধবতাৰি সত্ৰত। জন্ম শক ১৮০৫, আহাৰ মাহ, কৃষ্ণাপঞ্চমী তিথি সোমবাৰে। বাল্য কালতে বালকৰ সহজাত ক্ৰীড়া প্ৰবৃত্তিবোৰ সমাপ্তিৰ পিচত প্ৰাথমিক শিক্ষা শেষ কৰি ঘৰুৱা আৰ্থিক অভাৱ অনাটন তথা অৱস্থা সুস্থিৰ নোহোৱাৰ কাৰণে বহুদিন ঘৰতে বহি থাকিব লগা হয়। এনেতে প্ৰভুজনাৰ ভাগ্য ৰবি উদয় হয়। কমলাবাৰী সত্ৰাধিকাৰ শ্ৰীশ্ৰীলক্ষ্মীকান্ত দেৱ গোস্বামী প্ৰভু (সম্বন্ধত প্ৰায় তেৰাৰ বৰদেউতাক) দ্বিতীয়বাৰ ১৮১৯ শকাব্দত নগাওঁলৈ নৌকাযোগে যাওঁতে নিজৰে সম্বন্ধীয় শ্ৰীশ্ৰীঘনকান্ত দেৱৰ ওপৰত চকু পৰে। ঘৰুৱা অৱস্থা বেয়া হোৱাত তথা ল'ৰাটিৰ চেহেৰা পাতি ভাল দেখি ৺প্ৰভুজনাই সত্ৰলৈ উভতি আঁহোতে বহাগৰ ১৫ তাৰিখে নাৱতে লৈ আহে। সেই সময়ত তেৰাৰ বয়স চৈধ্য বছৰ আছিল। সত্ৰীয়া বিধিমতে সংস্কাৰ আদি কৰি নিজৰ বহাতে ভাৱী ডেকাধিকাৰ হিচাবে ৰাখে আৰু তেতিয়াৰ ডেকা সত্ৰাধিকাৰ শ্ৰীশ্ৰীচন্দ্ৰকান্ত দেৱৰ ওচৰত সংস্কৃত শিক্ষা আৰু ৺ৰতি গায়ন আতৈৰ ওচৰত বৰগীত, অঙ্কীয়া গীত শিকিবলৈ দিয়া হয়। প্ৰভুজনাই এইখিনি বিদ্যা আয়ত্ত কৰাৰ পিচত নামলগোৱা আৰু পাঠকৰ বিদ্যা শেষ কৰি সত্ৰীয়া সকলৰ ভিতৰত এজনা অৰ্হতাসম্পন্ন ব্যক্তি হৈ উঠে। প্ৰভুজনা মিঠা বৰণীয়া আছিল যদিও দৈহিক অঙ্গ-প্ৰত্যঙ্গ সবল তথা হৃষ্ট পুষ্ট আছিল। প্ৰভুজনা দিনে দিনে শকত আৰত হৈ যোৱাৰ কাৰণে ডেকাজনা চন্দ্ৰকান্তদেৱে হেনো এদিন কৈছিল - "তোমাৰ কাৰণে আমাৰ বহাৰ দুৱাৰ মুখখন বহলাব লাগিব যেনেই পালো" ইত্যাদি।

প্ৰভুজনা ৺লক্ষ্মীকান্ত দেৱৰ বৰ প্ৰিয়পাত্ৰ আছিল। গৃহ কৰ্ম্ম কেনেকৈ কৰিব লাগে, তাৰ পদ্ধতি কি ইত্যাদি কাম বিলাক অতি নিয়াৰিকৈ তেৰাক শিকাইছিল। প্ৰভুজনা ৰন্ধন কাৰ্য্যত বৰ পাকৈত আছিল। সেই বিলাক লক্ষ্মীকান্ত দেৱেই শিক্ষা দিছিল। তেখেতৰ মুখে উচ্চাৰিত বহুতো শ্লোক প্ৰভুজনাই গোপনে লিখি ধৰি ৰাখিছিল আৰু লিখাৰ পিচত সেইবোৰ দেখুওৱাত লক্ষ্মীকান্তদেৱে বৰ প্ৰশংসা কৰিছিল আৰু শ্লোকবোৰ শুধৰাই দিছিল। এনেকৈ তেৰাৰ সান্নিধ্যত বাৰ বছৰ কাল অতিবাহিত কৰি সত্ৰীয়া সঙ্গীত কলা, ঘৰুৱা কাম বন শিক্ষা কৰি এগৰাকী প্ৰতিভাশালী ব্যক্তি হিচাবে গঢ় দি লয়।

১৮৩১ শকত সেইবাৰ [illegible] প্ৰভুজনাই নিৰ্ভয়ে হয়।
সেই সময়ৰ নব নিৰ্ব্বাচিত সত্ৰাধিকাৰ শ্ৰীকান্তদেৱৰ শিষ্য পৰ ষড়যন্ত্ৰ অনেকেৰেক ভকতৰ সমনীয়া কথাত পাইছিল যে সেইটি সেটি প্ৰভুজনাক হত্যা কৰিবলৈ ধৰে। এই কাৰণে প্ৰভুজনা ক্ষুণ্ণ হয় আৰু বিৰক্তি বোধ কৰি সত্ৰৰ এখনৰ কাম অতিবাহিত কৰি ১৮৩২ শকৰ আহিন মাহত সত্ৰৰ পৰা ওলাই ধৈ সত্ৰাধিকাৰৰ দূৰত্বত অৱস্থিত সাৰজান নামৰ ঠাইত মঠুনকৈ সত্ৰ প্ৰতিষ্ঠা কৰি বৰপেটা সত্ৰত সত্ৰাধিকাৰৰ নিৰ্ম্মালি গ্ৰহণ কৰি সেই সত্ৰৰ সত্ৰাধিকাৰ হয়। প্ৰভুজনাৰ লগত সত্ৰৰ পৰা সোতৰ জন ভকত ওলাই গৈছিল। তেৱাসকলৰ নাম যথাক্ৰমে (১) বাপুৰাম শৰ্ম্মা বৰা আতৈ (২) সোণাৰাম শৰ্ম্মা ভাগৱতী আতৈ (৩) ৰতিৰাম কাকন আতৈ (৪) ভুবনেশ্বৰ (ধোলোক) আতৈ (৫) মণিৰাম আতৈ (৬) সোণাৰাম আলধৰা আতৈ ( পূৰ্ব্বোক্ত তিনিওজন শ্ৰীশ্ৰী কান্তদেৱৰ আলধৰা আছিল ) (৭) মেঘৰ আতৈ (৮) শম্ভু আতৈ (৯) কণী-ধৰ আতৈ (১০) কন্দুৰা বায়ন আতৈ (১১) ভুধৰ আতৈ (১২) নন্দেশ্বৰ বায়ন আতৈ (১৩) ধানুৰাম শৰ্ম্মা (১৪) হেম বৰা (১৫) নন্দী আতৈ (১৬) কমল বায়ন আতৈ (১৭ ৰসেশ্বৰ আতৈ আদি। সাৰজান মানেটো সাৰজান নামৰ এখন উপনৈৰ কিনাৰত স্থাপন কৰাৰ কাৰণেই হয়। তাতে বদলা আতাৰ শিষ্য কৃষ্ণ আতৈয়ে বাস কৰি থকা হেতুকে "সাৰজনীয়া কৃষ্ণ আতৈ" নামেৰে জনাজাত হয়। সেই স্থানত বদলা পদ্ম আতাৰ পদ ধূলিও পৰিছিল। প্ৰভুজনাই সেই ঠাইখনৰ অনুসন্ধান কৰি উলিয়াই কৃষ্ণ আতৈৰ ভেটিতে কীৰ্ত্তন ঘৰ আৰু বদলা আতাক থাকিবলৈ দিয়া ভেটিত মণিকূট নিৰ্ম্মাণ কৰে। চাৰিফালে চাৰিটা হাটীৰ নিৰ্ম্মাণ কৰা হৈছিল। প্ৰভুজনাৰ বহা পূব হাটীত আছিল। এনেকৈ উদাসীন সত্ৰ এখনি অতি আটোমটোকাৰিকৈ নিৰ্ম্মাণ কৰি ভকত সকলেৰে সৈতে প্ৰভুজনা অতি আনন্দেৰে বাস কৰি আছিল। ঠাইখনি অতি ভোগালি আছিল। সকলো ভোগেৰে পৰিপূৰ্ণ ঠাইখনিত নিত্য আৰু নৈমিত্তিক পৰ্ব্ববিলাক সুচাৰুৰূপে পালন কৰা হৈছিল। তাতে শ্ৰীভীমকান্ত গোস্বামী নামৰ এজনা অতি তেজস্বী পুৰুষক ডেকাধিকাৰ হিচাবে আনি প্ৰভুজনাই লগতে ৰাখি উপবীত, শৰণ ভজন, নীতি নিয়ম, কলা সঙ্গীতৰ শিক্ষাদি পৰিপক্ক কৰি তোলে। পিচত মাজুলীৰ কোণপুৰ সত্ৰত সেই জনেই সত্ৰাধিকাৰৰ গাদী শুৱনি কৰিছিল। সাৰজানত সত্ৰ পাতি আৰু বৰপেটাৰ পৰা সত্ৰাধিকাৰৰ নিৰ্ম্মালি লৈ আহি প্ৰভুজনাই মিচিং কৈৱৰ্ত্ত তথা অন্যান্য সম্প্ৰদায়ৰ মাজত মহাপুৰুষৰ একশৰণ নামধৰ্ম্ম প্ৰচাৰ কৰি বহু লোকক শৰণ ভজন দিয়ে। এনেকৈ কিছুদিন থকাৰ পিচত প্ৰভুজনাৰ দুৰ্ভাগ্যক্ৰমে শিৰা ব্যাধিয়ে লগ লয়। নানা চিকিৎসা কৰিও সুফল পোৱা নহল। ব্যাধিয়ে কেতিয়াবা উক দিলে প্ৰভু মৃত্যুতুল্য হয়। এই কাৰণে

কমলাবাৰী সত্ৰৰ ভালেকেজন প্ৰভুৰ হিতাকাঙ্ক্ষী ভকতে তেৰা এনে দুৰাৰোগ্য ৰোগত তাত থকাটো উচিত নহয় বুলি চিন্তা কৰি (এই ক্ষেত্ৰত ৺ভাবিৰাম ৰায়ন আতৈৰ পৰামৰ্শ উল্লেখনীয়) তেতিয়াৰ সত্ৰাধিকাৰ ৺চন্দ্ৰকান্ত দেৱক তেৰাক সত্ৰলৈ ঘূৰাই আনিবৰ কাৰণে খাটনি ধৰে। ভকত সকলৰ পৰামৰ্শ, ৺চন্দ্ৰকান্ত দেৱৰ আগ্ৰহ আৰু প্ৰভুজনাৰ উৎকট ব্যাধিত নিজৰ মনক পুনৰ কমলাবাৰী সত্ৰলৈ অহাটোকে বুজনি দি ১৮৫৩ শকত কমলাবাৰী সত্ৰত থিতাপী লয়। হিচাব কৰি দেখা যায় যে প্ৰভুজনা সাৰজান সত্ৰত এ:কুৰি বছৰ বাস কৰে। প্ৰভুজনাই সেই সত্ৰ পালনৰ ভাৰ নিজৰ আলধৰা শ্ৰীযুত কম্পুৰা বায়নৰ ওপৰতে ন্যস্ত কৰি আহে, কিন্তু মাজে মাজে খা-খবৰ লৈ অহা যোৱা কৰি থাকে। চন্দ্ৰকান্তদেৱে পূৰ্ব্বৰ কপটতা ত্যাগ কৰি নিজৰ বুলি ধৰি লৈ প্ৰভুজনাক অশেষ মৰম কৰিছিল। এ:ন সৌহাৰ্দ্দ্যপূৰ্ণ মনেৰে কিছুদিন চলাৰ পিচত ৺চন্দ্ৰকান্ত দেৱ বৈকুণ্ঠী হয় আৰু তেৰাৰ ঠাইত সত্ৰাধিকাৰ হিচাবে বহে চন্দ্ৰহাঁসদেৱ। ভগৱানৰে অকৃপা অথবা ভগৱানৰে মহিমা বিস্তাৰ তথা ধৰ্ম্ম বস্তি অধিক সম্প্ৰসাৰণ কৰিবৰ কাৰ:ণ তেৰাৰ ইচ্ছানুকূলে সত্ৰাধিকাৰ ৺চন্দ্ৰহাঁসদেৱ আৰু ভকত সকলৰ মাজত সামান্য কাৰণতে ১৮৫৬ শকত মনোমালিন্য হয়। সেই সময়ত কমলাবাৰী সত্ৰত ভকতৰ সংখ্যা দুশ আছিল। তাৰ ভিতৰৰ ছকুৰি (১২০ জন) ভকত সেই মনোমালিন্য প্ৰতিকূলৰ বলি হৰ লগা হল। পূৰ্ব্বোক্ত সংখ্যক ভকত সকল সম্মিলিত হৈ কমলাবাৰী সত্ৰ ত্যাগ কৰি পৃথকে এখন সত্ৰ প্ৰতিষ্ঠাৰ স:পান ৰচনা কৰে। সিদ্ধান্ত স্থিৰ হয় আৰু সেই সময়ৰ (১৮৫৮ শকৰ) শিৱসাগৰ জিলাৰ উপায়ুক্ত "ফ্ৰেচাৰ" চাহাব বাহাদুৰৰ অনুগ্ৰহ আৰু মাজুলী চক্ৰৰ তহচিলদাৰ (এচ, ডি, চি) শ্ৰীযুত শশীধৰ বৰুৱাৰ পৃষ্ঠপোষকতা তথা পৰামৰ্শ ক্ৰমে ভগৱন্তৰ নামধৰ্ম্ম বিস্তাৰাৰ্থে কমলাবাৰী সত্ৰৰ দুটা শাখাত বিভক্ত হোৱা বিচ্ছিন্ন বিভাগটিয়ে সত্ৰ সংস্থাপনৰ নিমিত্তে চাৰিশ চল্লিশ বিঘা মাটি চৰকাৰৰ পক্ষৰ পৰা লাভ কৰিবলৈ সক্ষম হয়। উক্ত মাটিৰ চাৰিসীমা হ'ল পূবে টুনী নৈ, পশ্চিমে ভেৰেক বিল, উত্তৰে আচাৰিখনা জান আৰু দক্ষিণে কমলাবাৰী সত্ৰ বা সাপকুহ। ইয়াৰ মধ্যস্থানতে দহবিঘা মাটি সত্ৰৰ মধ্য কৰি প্ৰায় পঞ্চাশ বিঘা মাটি সামৰি লৈ নতুন কমলাবাৰী সত্ৰ খনি স্থাপন কৰা হয়। সত্ৰখনি স্থাপনত তহচিলদাৰ হাকিম শ্ৰীযুত শশীধৰ বৰুৱাৰ সাহায্য, উপদেশ আৰু পৰামৰ্শৰ কথা সত্ৰৰ কোনেও পাহৰিব নোৱাৰে। সত্ৰখনি স্থাপনত প্ৰথমাৱস্থাত বহুতো বাধা বিঘিনিয়ে দেখা দিছিল; কিন্তু ভগৱন্তৰ কৃপাত সেই বাধা নেওচি অৱশেষত সত্ৰখনি স্থাপন কৰিব পৰা হল। সত্ৰৰ মাটিখিনি চৰকাৰী আছিল যদিও সেই মাটিৰ আশে পাশে থকা

মামকাটিনী আৰু ওপৰ কাটনী গাৱঁৰ ভালেকেজন ব্যক্তিৰ নিজা ৰবীয়া সত্ৰৰ মাটিও আছিল আৰু ঘৰ-দুৱাৰো আছিল। সেই সকল ব্যক্তিয়ে সেই মাটি এৰি ঘৰ-দুৱাৰ ভাঙি অন্য ঠাইত সাজি নৈ সত্ৰখনি নিৰ্ম্মাণত সহায় সহযোগিতা আগবঢ়োৱাৰ কাৰণে তেওঁলোকসকলৰ ওচৰত সত্ৰই কৃতজ্ঞতা জ্ঞাপন কৰি আছে। তেওঁলোকসকলৰ ভগৱন্তক্তি প্ৰশংসনীয়। উক্ত কৃতজ্ঞতা লাভ কৰিব পৰা আৰু মৰণ হলেও অমৰত্ব লাভ কৰা ব্যক্তি সকল হল যথাক্ৰমে আধাৰ সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰী৺ৰঘুনাথ দেৱ গোস্বামী, ৺মোহন বৰা, ৺কুশাই হাজৰিকা, ৺মেৰেলা শইকীয়া, ৺যদুবাপু, ৺ফেলেক মুক্তিয়াৰ আৰু শ্ৰীগোৱাল শইকীয়া আদি।

সত্ৰখনিৰ কাৰণে মাটি লাভ কৰি তাত অস্থায়ীভাৱে বসবাস কৰি মাটিকণ ৰক্ষা কৰি থকা ভকতসকল হল যথাক্ৰমে ৺বেথাই বৰা আতৈ, ৺নন্দী গায়ন আতৈ, ৺ভকতি বায়ন আতৈ, ৺বাঙ্কিৰাম ওজা আতৈ, ৺সোনাৰাম গায়ন আতৈ ৺সোনাৰাম দেউৰী আতৈ ৺গোপীনাথ দেউৰী আতৈ, ৺খগি পাচনি আতৈ, ৺গোপাল ওজা আতৈ, শ্ৰীমণিৰাম হাজৰিকা, শ্ৰীহৰি পাঠক, শ্ৰীবাপাই নামলগোৱা আৰু শ্ৰীভোলাৰাম বায়ন। পিচৰ চাৰিগৰাকী এতিয়াও জীৱিত আছে।

আদিতে বিভক্ত সত্ৰখনিৰ পৰা ওলাই অহা এশ বিশজন ভকতৰ নাম যথাক্ৰমে (১) ৺বাঙ্কি ওজা আতৈ (২) ৺বাপুৰাম বায়ন আতৈ, (৩) ৺নাৰায়ণ বায়ন আতৈ (৪) ৺খগেশ্বৰ গায়ন আতৈ (৫) ৺গঙ্গাই বায়ন বুঢ়াভকত (৬) ৺পৰমানন্দ বায়ন আতৈ (৭) ৺গোলোক আতৈ (৮) ৺নন্দী গায়ন আতৈ (৯) ৺হৰি পাঠক আতৈ (১০) ৺লবো গায়ন আতৈ (১১) ৺গেৰাই আতৈ (১২) ৺দীনাই মণ্ডল আতৈ (১৩) চন্দ্ৰেশ্বৰ বায়ন (১৪) ৺চেঙ্গা বায়ন আতৈ (১৫) ৺কোষ বায়ন আতৈ (১৬) ৺ভাবিৰাম বায়ন আতৈ (১৭) ৺নন্দ বায়ন (১৮) ৺ৰূপৰাম বুঢ়াভকত (১৯) ৺গুণাৰাম আলধৰা (২০) ৺লীলাই গায়ন (২১) ৺ভকতৰাম বৰা (২২) ৺চন্দ্ৰনাথ শৰ্ম্মা (২৩) ৺ৰূপৰাম হাজৰিকা (২৪) ৺ডম্বৰু আতৈ (২৫) ৺সৰ্ব্বানন্দ বৰুৱা (২৬) ৺গোপীনাথ দেউৰী (২৭) ৺পানীৰাম মহাজন (২৮) ৺নন্দনাথ ফুকন (২৯) ৺ভুগী ওজা (৩০) ৺খগি পাচনি (৩১) ৺বলোৰাম ভৰালী (৩২) ৺সোনাৰাম দেউৰী (৩৩) ৺মিঠাৰাম নামলগোৱা (৩৪) ৺বলো গায়ন (৩৫) ৺ঠগি সংহিতা (৩৬) ৺ৰূপৰাম গায়ন (৩৭) ৺সোনাৰাম গায়ন (৩৮) ৺বেথাই বৰা (৩৯) ৺ঘনশ্যাম ওজা (৪০) ৺দয়াৰাম বায়ন (৪১) ৺লোকাই গায়ন (৪২) ৺বংশী ওজা (৪৩ ৺দণ্ডী গায়ন (৪৪) ৺ভদ্ৰাম ৰাজমেধি (৪ ) ৺কিনাৰাম মিস্ত্ৰী (৪৬) ৺গোপীনাথ বায়ন

(৪৭) ৺টঙ্ক গায়ন (৪৮) ৺ডিম্ব ওজা (৪৯) ৺গোপাল আতৈ (৫০) ৺সৰ্ব্বেশ্বৰ গায়ন (৫১) ৺গোপাল ভূঞা (৫২) ৺নোমল আ'ত বুঢ়াভকত (৫৩) ৺ইন্দ্ৰেশ্বৰ বুঢ়াভকত (৫৪) ৺মণি বায়ন (৫৫) ৺বাপুৰাম ভূঞা (৫৬) ৺ভকতি বায়ন (৫৭) ৺গোপাল ওজা (৫৮) ৺কণ গায়ন (৫৯) ৺দীনৰাম গায়ন (৬০) ৺বাপুৰাম গায়ন (৬১) ৺ধনেশ্বৰ ওজা (৬২) সৰ্ব্বশ্ৰী যোগেশ্বৰ শৰ্ম্মা ভাগৱতী বুঢ়াভকত (৬৩) দেবেন্দ্ৰ নাথ বঢ়াভকত (৬৪) ৰূপাই বুঢ়াভকত (৬৫) কমল গায়ন বুঢ়াভকত (৬৬) উমাৰাম বৰা (৬৭) গুণাৰাম দেউৰী (৬৮) মুহি শইকীয়া (৬৯) তুলসী (৭০) পদ্ম বায়ন ৭১) মণিৰাম পাঠক (৭২) খগেশ্বৰ বায়ন - (৭৩) ৰূপাই আতৈ ৭৪) অকন (৭৫) নাৰায়ণ বৰা (৭৬) ইন্দ্ৰ (৭৭) কমল বায়ন আতৈ (৭৮) ইন্দ্ৰেশ্বৰ (৭৯) কেশ (৮০) ঘনশ্যাম (৮১) মনিৰাম হাজৰিকা (৮২) লোকাই বৰা (৮৩) শান্তি শইকীয়া (৮৪) পানীৰাম আতৈ (৮৫) সৰু ভকত (৮৬) বুদু বায়ন (৮৭) বলোৰাম বাট়ে (৮৮) খুদু ভকত (৮৯) হৰিচৰণ শইকীয়া (৯০) কোম (৯১ বগাই বায়ন (৯২) শান্তিৰাম গায়ন (৯৩) খগ গায়ন (৯৪) তুলসী দেউৰী (৯৫) ৰামনাথ বায়ন (৯৬) যোগ গায়ন (৯৭ ভোলাৰাম বায়ন (৯৮) গোপচন্দ্ৰ গায়ন (৯৯) ডম্বৰু নামলগোৱা (১০০) ভিম্বেশ্বৰ গায়ন (১০১ কমল চন্দ্ৰ বৰুৱা বায়ন ১০২) লক্ষ্মীভকত (১০৩) উমাৰাম বায়ন (১০৪) চিদানন্দ বায়ন (১০৫) ভোগৰাম বায়ন (১০৬) পানীৰাম আলধৰা (১০৭) কমল আলধৰা (১০৮) হৰিপদ বায়ন (১০৯) নিত্যানন্দ বায়ন (১১০) মন বৰা (১১১) কণ্ঠিৰাম বায়ন (১১২) হৰি পাঠক (১১৩ কুশৰাম গায়ন (১১৪) বাপাই নামলগোৱা (১১৫ দেৱানন্দ বায়ন (১১৬) সোমেশ্বৰ বৰুৱা ১১৭ সৰুৰাম শইকীয়া (১১৮) হেম আলধৰা ১১৯) সৰুকন গায়ন (১২০) গোনা।

৺লক্ষ্মীকান্তদেৱৰ পিচত ধৰ্ম্মগাদী লাভ কৰা চন্দ্ৰকান্তদেৱৰ উত্তৰাধিকাৰী হিচাবে ৺ঘনকান্তদেৱ অধিষ্ঠিত হব লগ টো উচিত আছিল যদিও পৰমেশ্বৰৰ সদিচ্ছাত সেই সত্ৰত তেওঁক থাকিবলৈ নিদিলে। নতুনকৈ স্থাপিত হব খোজা অথবা সত্ৰৰ পৰা বিচ্ছিন্ন হব খোজা সৰহ সংখ্যক (১২০ জন) ভকতৰ লগত প্ৰভুজনাৰ পৰস্পৰে হৰিগলি আৰম্ভ হ'ল। উভয়ৰ আলাপ আলোচনা বৰ ৰহস্য ভাৱে হবলৈ ধৰে। আলোচনা বোৰ নৈৰ মাজত নাৱত বহি মাজৰাতি কৰা হৈছিল। এনেকৈ আলোচনা কৰি থাকি ১৮৬৪ শকৰ শাওণ মাহৰ শুক্লা একাদশী তিথিৰ দিনা তেৰাই নতুন কমলাবাৰী সত্ৰৰ ধৰ্ম্মগাদী গুৰনি কৰে। নিৰ্ম্মালি প্ৰদান কৰে গুৰু আতৈৰ বহাৰ ৺ৰূপৰাম বুঢ়াভকতে।

যথা সময়ত সত্ৰাধিকাৰৰ দায়িত্ব বহন কৰি ৺ঘনকান্ত প্ৰভুৱে নাই হুকুৰি ভকতৰ লালন-পালন তথা নিজৰ এখন বহল সংসাৰত সোমাই পৰিল। পূৰ্ব্বতকৈ এতিয়া ক্ৰমশঃ দায়িত্ব বাঢ়িল।

বৰনগৰ আতাৰ দ্বাৰা ১৫৯৫ শকাব্দত স্থাপিত কমলাবাৰী সত্ৰখনি ১৮৫৮ শকাব্দ পৰ্য্যন্ত দুশ তেষষ্ঠী বছৰ কাল অব্যাহত গতিৰে বৈ থাকি নাম-ধৰ্ম্মামৃত নদীখনে গতি সলনি কৰা সেই শকত (১৮৫৮ শকাব্দৰে) কাতি মাহৰ ৯ তাৰিখে সোমবাৰ (১৯৩৬ চন) পুণ্য শুক্লা একাদশী তিথিৰ দিনা শুভযোগত স্থাপিত হলেও সত্ৰখনি সৰ্ব্বাঙ্গ সুন্দৰ আৰু অনুষ্ঠানটোৰ কাৰ্য্য সম্পূৰ্ণ হবলৈ বহু বাকী আছিল। সত্ৰাধিকাৰ প্ৰভু ৺ঘনকান্তদেৱে দায়িত্ব লোৱাৰ পিছত কামবোৰ ক্ষীপ্ৰ গতিৰে সম্পন্ন কৰা হয়। সত্ৰখনি নিৰ্ম্মাণৰ কাৰণে ৰাইজ-সকলৰ পৰা দান বৰঙণি তুলিবৰ কাৰণে সৰ্ব্বশ্ৰী ৺ভদ্ৰাম ৰাজমেধি আতৈ, ৺মঠাৰাম নামলগোৱা আতৈ, ৺বাপুৰাম বায়ন আতৈ, ৺দীনাৰাম গায়ন আতৈ, ৺ৰূপৰাম হাজৰিকা আতৈ, কমল বৰুৱা বায়ন আতৈ, আৰু সৰুৰাম শইকীয়া আতৈক পঠোৱা হয়। দান বৰঙণি তুলি সত্ৰ নিৰ্ম্মাণত অধিক অৱদান দিয়াৰ ক্ষেত্ৰত ভদ্ৰাম ৰাজমেধি আতৈৰ নাম সৰ্ব্বাগ্ৰে স্মৰণ কৰিব লাগিব। সত্ৰ নিৰ্ম্মাণৰ কাৰণে ৰাজহুৱা কাৰ্য্যত সকলোকে উলগনি তথা হাতে কামে লাগিবলৈ আহবান কৰি অনাৰ ক্ষেত্ৰত ৺ভকতৰাম বৰা আতৈৰ নাম চিৰ স্মৰণীয় হৈ থাকিব। তেখেতে সত্ৰৰ ৰাজহুৱা কামত বাৰেবাৰে গান গাই, বাৰেবাৰে মেৰেমেৰে, কাৰোবাক খঙেৰে আহবান কৰি কামত আটাইলগাকৈ শৃংখলাবদ্ধ ভাৱে কাম কৰোৱাইছিল। প্ৰথমতে অস্থায়ী ভাৱে খেৰ, বেত, বাঁহেৰে কীৰ্ত্তনঘৰ নিৰ্ম্মাণ কৰা হৈছিল যদিও পিছত ৰাইজৰ দান বৰঙণি তুলি যোৰহাটৰ দানী পুৰুষ ৺শ্ৰৱণ সিঙৰ পৰা ইটা আনি যোৰহাটৰ নাও বৈছাৰ ধনাই মিস্ত্ৰীক প্ৰধান মিস্ত্ৰী হিচাবে লৈ সত্ৰৰে সৰ্ব্বশ্ৰী পানীৰাম গায়ন সোমেশ্বৰ বৰুৱা আৰু ৺কিনাৰাম মিস্ত্ৰী আদি পালি মিস্ত্ৰীৰ সহযোগত কীৰ্ত্তন ঘৰৰ পকা কাম কৰা হয়। ৺ভকতৰাম বৰা আতৈৰ লগত সত্ৰৰে শ্ৰীউমাৰাম বৰা আতৈয়ো সত্ৰৰ কাৰ্য্যত বহুতো সহায়-সহযোগ আগবঢ়ায়। সত্ৰৰ পালি মিস্ত্ৰী আৰু বৰা কাম কৰা দুয়োজন ভকতে অবৈতনিক ভাৱে কাম কৰিছিল। সত্ৰৰ ধন ভৰালী আছিল শ্ৰীযুত দেবেন্দ্ৰ নাথ বুঢ়াভকত। তেখেতে ধনৰ জমা খৰছ নিয়াৰিকৈ ৰাখিছিল। দক্ষিণপাট সত্ৰৰ কৰেকাঠ অনা হৈছিল আৰু গড়মূৰ সত্ৰৰ হাতীৰে কাঠ টনোৱা হৈছিল। দক্ষিণপাট সত্ৰাধিকাৰ ৺হৰিদেৱ আৰু গড়মূৰ সত্ৰাধিকাৰ ৺পীতাম্বৰ দেৱে ৺ঘনকান্ত দেৱৰ প্ৰতি দেখুওৱা সহানুভূতি সদা স্মৰণীয়। কাঠখিনি নিজ সত্ৰলৈ অনাৰ ক্ষেত্ৰত মাজুলীৰ ভোগপুৰ সত্ৰৰ ভকতৰ অৱদান

উল্লেখনীয়। সত্ৰখনি নিৰ্ম্মাণত সেই সময়ৰ হিচাবত ২৪০০০.০০ (চৌবিশ হাজাৰ) টকা ব্যয় হৈছিল। সেই ধনৰ শতকৰা নব্বৈ ভাগ বাহিৰৰ লোকৰ দান আৰু বাকী দহ ভাগ সত্ৰাধিকাৰ প্ৰভু আৰু ভকতসকলৰ। তথাপি কীৰ্ত্তনঘৰৰ কাম তেতিয়াও অসম্পূৰ্ণ হৈ আছিল। পিছত অসমৰ দ্বিতীয়-জনা ৰাজ্যপাল ৺জয়ৰাম দাস দৌলতৰাম মহোদয়ৰ পৰা শ্ৰীশ্ৰীসত্ৰাধিকাৰ ঘনকান্তদেৱে কুৰি হাজাৰ টকা আনি অসম্পূৰ্ণ কীৰ্ত্তনঘৰটি সম্পূৰ্ণ কৰে। সত্ৰৰ কীৰ্ত্তন ঘৰৰ টিনপাতখিনি আবেদন কৰি আনিবৰ কাৰণে সত্ৰাধিকাৰ প্ৰভুক সহায় কৰে তেতিয়াৰ অসম বিধান সভাৰ সদস্য ৺নীলমণি ফুকনদেৱে। বাগ্মিবৰ ফুকনদেৱৰ দিহা পৰামৰ্শ, সহায় সহযোগ বিলাকে সেই সময়ত সত্ৰাধিকাৰ প্ৰভুক অনুপ্ৰাণিত তথা উৎসাহিত কৰিছিল। ৺ৰাধানাথ ফুকন বেদান্ত ৰাচস্পতিদেৱ, তেখেতৰ সুযোগ্য পুত্ৰ শ্ৰীযুত নলীনি নাথ ফুকন অধিবক্তা ভাণ্ডৰীয়া আৰু আমাৰ মানস পটত ভাহি নুঠা অনেক গণ্যমান্য লোকৰ সহায় সহযোগিতাই সেই সময়ত সত্ৰাধিকাৰ প্ৰভুক অনুপ্ৰাণিত কৰিছিল। তদুপৰি অৱস্থাপন্ন কেই ঘৰমান ভকতে আধকৰা কিছুমান কাম স্বেচ্ছাই নিজ অৰ্থব্যয়েৰে সম্পূৰ্ণ কৰি দি সত্ৰাধিকাৰ আৰু ভকতৰ শুভাশীষ শিৰত গ্ৰহণ কৰি ধন্য হৈছিল। কীৰ্ত্তন ঘৰৰ শেষৰ ফালে দুটা খোটালিৰ টিনপাতখিনি ৺সৰ্ব্বানন্দ বৰুৱাই আৰু কীৰ্ত্তনঘৰৰ টুপৰ টিনপাতখিনি ৺গুণাৰাম আলধৰাই দান কৰে। তদুপৰি ৺দয়াৰাম আতৈ, ৺পৰমানন্দ বায়ন আতৈ, ৺মিঠাৰাম নামলগোৱা আতৈয়ে নিজ অৰ্থেৰে ক্ৰমে আতাৰ গৃহ আৰু সিংহাসনখন, পদশীলা (গুৰু গৃহ) আৰু মণিকূট গৃহটি নিৰ্ম্মাণ কৰি দিয়ে। আতাৰ গৃহটি ভগ্নাৱস্থা প্ৰাপ্ত হোৱাত ১৯০৩ শকত (১৯৮১ চন) গুৰু আতৈ বহাৰ শ্ৰীযুত ৰমেশ্বৰ শৰ্ম্মা ভাগৱতী বুঢ়াভকতে পঁচিশ হাজাৰ টকা ব্যয় কৰি আতাৰ গৃহটি নতুনকৈ সাজি উলিয়াই দিয়ে আৰু জৰাজীৰ্ণ পদশীলা ঘৰটি নতুনকৈ নিৰ্ম্মাণ কৰি দিয়ে শ্ৰীসোমেশ্বৰ হাজৰিকা নামলগোৱাই। আতাৰ গৃহৰ মিস্ত্ৰী আছিল সৰ্ব্বশ্ৰী গোপাল চন্দ্ৰ গায়ন, সোমেশ্বৰ বৰুৱা, পানীৰাম আতৈ আৰু পদশীলাৰ মিস্ত্ৰী আছিল সৰ্ব্বশ্ৰী সোমেশ্বৰ বৰুৱা আৰু শান্তিৰাম গায়ন। ৺দয়াৰাম আতৈৰ দান কাঠৰ সিংহাসনখনি এতিয়াও সুন্দৰ অৱস্থাত আছে। সত্ৰৰ বাটচ'ৰা ঘৰটি দান কৰিছিল ৺কুৰ্ত্তা সাতোলাই (এওঁ মিচিং মানুহ) আৰু সেই ঘৰটি ভগ্ন হোৱাত পুনৰ শ্ৰীভোলাৰাম শইকীয়া আতৈয়ে নিৰ্ম্মাণ কৰাই দিয়ে। মিস্ত্ৰী আছিল শ্ৰীশান্তিৰাম গায়ন আৰু সোমেশ্বৰ বৰুৱা আৰু নিৰ্ম্মাণ কৰা হৈছিল ১৮৯৯ শক ৫ শাওণ (১৯৭৭/জুলাই) মাহত। ৺বাপুৰাম বায়ন আতৈয়েও সত্ৰৰ কাৰণে এখন ডাঙৰ শৰাই আৰু এটি

মাপৰ কৰণি দান দিয়ে। বৰপেটাৰ সুন্দৰীদিয়া সত্ৰৰ পৰাও এই গ্ৰন্থ লেখক আৰু ৺বামন আতৈৰ যোগে সত্ৰখনিয়ে এটি লোহাৰ গছা, তেল খোৱা পিতলৰ কলহ আদি দান সূত্ৰে পাইছিল। আউনীআটীৰ সত্ৰাধিকাৰৰ পৰাও বৰতাল আৰু এটি দবা দান সূত্ৰে লোৱা হৈছিল। এনেকৈয়ে দান বৰঙণি আৰু অন্যান্য সূত্ৰে বহুতো আৱশ্যকীয় সমল পাই সত্ৰৰ ৰাজকীয় ভঁড়াৰ পৰিপূৰ্ণ হৈছিল। সিংহাসন, পাঠ, ভাগৱত, আতাৰ গৃহ, মণিকূট, পদশীলাত ব্যৱহাৰোপযোগী সৰু ডাঙৰ বহুতো কাঁহ-পিতলৰ লোটা, কাপোৰ, গামোছা সত্ৰৰ ভকতে পতা হৰি কীৰ্ত্তন আৰু সত্ৰৰ বাহিৰৰ লোক কৰা দানৰ পৰাই পৰিপূৰ্ণ হৈছে।

১৮৭১ শকাব্দৰ বহাগ বিহুৰ দিনা অনাড়ম্বৰভাৱে সত্ৰখনিৰ উদ্বোধনী উৎসৱ উদযাপন কৰা হয়। সেইদিনা পুৱা নাম প্ৰসঙ্গ, দিহাৰ নাচ, বিয়লি বিহাৰ নাচ আৰু ৰাতিলৈ ভীষ্ম পৰ্ব্ব ভাওনা পতা হয়। ১৮৭০ শকলৈকে কীৰ্ত্তনঘৰত গুৰুৰ সিংহাসন স্থাপিত হোৱাই নাছিল। অস্থায়ী আতাৰ গৃহত সিংহাসন আছিল আৰু তাতে নাম প্ৰসঙ্গ চলিছিল।

প্ৰভুজনাই কমলাবাৰী সত্ৰৰ পৰা ভূমি আদি স্থাৱৰ বা অস্থাৱৰ সম্পত্তি আৰু শিষ্যৰ ভাগ আদি অনা নাছিল। কাৰণ সেইবিলাকৰ অংশ বিচাৰিবলৈ যাওঁতে আইনৰ আশ্ৰয় লোৱা, প্ৰাৰ্থনা ক্ৰমেও প্ৰত্যাখ্যান কৰা আদি লঘু কথাবোৰ আছেই। লগতে সেইবোৰৰ অংশ অনা মানেই সেইসকলৰ অধীন হোৱা। স্বাধীনভাৱে সত্ৰখনি স্থাপন কৰা হৈছে আৰু অৱশ্য কৰ্ত্তব্য, সদাচাৰ নীতি তথা কলা সঙ্গীতৰ বাদে বাকীবোৰ বৰ্জ্জন কৰা হয়। মুঠতে কমলাবাৰী সত্ৰৰ লগত ধৰ্ম্ম আৰু সংস্কৃতিৰ সম্পৰ্কৰ বাদে বাকীবোৰৰ লগত কোনো দিনে সম্পৰ্ক ৰক্ষা কৰা নহ'ল। এই সত্ৰৰ ওপৰত সেই সত্ৰৰ হস্তক্ষেপ, উপদেশ, আদেশ, পৰামৰ্শ আদি কোনোটোৱেই নাই। সেই সত্ৰখনি যেনেকৈ স্বাধীন বা সত্ৰাধিকাৰ পৰাকী যেনেকৈ স্বাধীন, ঠিক তেনেকৈ এই সত্ৰ আৰু সত্ৰাধিকাৰ পৰাকীও স্বাধীন। কমলাবাৰী সত্ৰৰ অধিকাৰ আৰু ভকতসকল প্ৰাচীন কালৰে পৰা স্বাৱলম্বী ভাৱৰ। সকলোৱেই কৃষিজীৱী। কোনেও কাৰো ওপৰত ভাৰষা কৰাৰ নীতি নাই। এনেকৈয়ে অতীজৰে পৰা অব্যাহত গতিৰে এই নীতি নৈশন বৈ আহি আছে। কৃষি আৰু সংস্কৃতি দুয়োটা দুটা হাতেৰে খামোছা মাৰি ধৰি মাজতে ধৰ্ম্মক নীতিগত ভাৱে বান্ধি চলাটো কমলাবাৰী সত্ৰৰ অধিকাৰ আৰু ভকত সকলৰ প্ৰাচীন সুস্থ নীতি। পূৰ্ব্বে সেই সত্ৰৰ পৰা আতৰি আহোঁতে শাখা হিচাবে বা পৰাধীন চুক্তিত এই সত্ৰ আতৰি অহা নাই। উভয়ৰে ক্ষমতা নিজা নিজা আৰু সমান।

প্ৰভুজনাই সত্ৰৰ দায়িত্ব গ্ৰহণ কৰাৰ পিচত যিবিলাক লোকক শিষ্য কৰিছিল, সেইবিলাক কমলাবাৰী সত্ৰ প্ৰমুখ্যে অন্যান্য সত্ৰৰ ভাৰী শিষ্য আছিল। তেওঁলোক সত্ৰৰ প্ৰতি বিশেষ আকৰ্ষিত হৈ প্ৰভুজনাৰ শিষ্যত্ব গ্ৰহণ কৰে। তেৰাই কিমান শিষ্য কৰিছিল তাৰ লেখ দিয়া টান। তেৰাই সত্ৰখনিত সময়ৰ খোজত খোজ মিলাই গোটচেৰক নতুন নীতিও প্ৰবৰ্ত্তন কৰিছিল। প্ৰভুজনাই সত্ৰত দায়িত্ব গ্ৰহণ কৰাতে তেতিয়া তেৰাৰ বয়স হৈছিল ৫৯ বছৰ। লগত এটি শিৰঃ ব্যাধি থকাৰ কাৰণ সত্ৰৰ পৰা দূৰ ভ্ৰমণত যাব পৰা নাছিল। তথাপি মৰণত শৰণ দি এবাৰ লক্ষীমপুৰ জিলা অন্তৰ্গত শ্ৰীশ্ৰী বদলা সত্ৰ, চৰাই দলনি গাওঁ আৰু খনচেবেক গাৱঁত ভ্ৰমণ কৰিছিল। ১৮৭৭ শকাব্দত পুহ মাহত তেতিয়াৰ ৰাজ্যপালক সাক্ষাত কৰি কীৰ্ত্তনঘৰ নিৰ্ম্মাণৰ কাৰণে সাহায্য বিচাৰি চিলং আৰু গুৱাহাটীলৈ কম দিনৰ কাৰণে গৈছিল। প্ৰভুৰ যাত্ৰা সফল হৈছিল। ৰাজ্যপাল ডাঙৰীয়াই প্ৰভুৰ হাতত নগদ দহ হাজাৰ টকা দিছিল। সেই টকাৰে প্ৰভুজনাই আধৰুৱা হৈ থকা কীৰ্ত্তনঘৰটি সম্পূৰ্ণ কৰিছিল। ইয়াৰ পিচতো ১৮৭৮ শকাব্দৰ ৰাজ্যপাল ৰাজ্যপাল ডাঙৰীয়া সত্ৰলৈ আহি প্ৰভুক পাঁচ শ টকা দি সেৱা জনায় আৰু উভটি গৈ পুনৰ দহ হাজাৰ টকাৰ এখন চেক্ পঠাই দিছিল। পূৰ্ব্বোক্ত টকাৰে সত্ৰৰ কীৰ্ত্তনঘৰৰ খুটা পলাষ্টাৰ, হাফ ৱাল, টুপৰ পকা বেৰ, এলিয়াল বেৰ আদি কামবোৰ সমাধা কৰা হৈছিল। উক্ত টকাখিনি সত্ৰৰ ধন ভৰালী শ্ৰীযুত দেৱেন্দ্ৰ নাথ বৰুভকতৰ হাতেদি খৰচ কৰা হৈছিল। ৰাজ্যপালৰ ধনেৰে সত্ৰৰ আধৰুৱা কামখিনি সম্পূৰ্ণ কৰি প্ৰভু নিশ্চিন্ত হয় আৰু সত্ৰখনিও সেৰ্দাময় হৈ উঠে।

প্ৰভুজনাৰ বয়স ভাটি দিলে। এতিয়া এই সময়ত তেৰাক প্ৰতি-পালন কৰা আৰু সত্ৰৰ ভবিষ্যত উত্তৰাধিকাৰী হিচাবে এজন গোঁসাই ল'ৰা প্ৰয়োজন হ'ল। প্ৰভুজনাই ভকত সকলক মাতি আনি সেই বিষয়ে আলোচনা কৰিলে। প্ৰভুৰ নিজৰ ভতিজা ল'ৰা আছিল যদিও বিশেষ কাৰণত অনাৰ পক্ষপাতী নহল। সেই আলোচনা কৰা পিচত এদিন সৌভাগ্যক্ৰমে মাজুলীৰ মেথেলী গাওঁৰ ৺কন্তিৰাম ৰাজখোৱাৰ মুখে চামগুৰি সত্ৰৰ সত্ৰাধিকাৰৰ এটি লৰা আছে বুলি খবৰ পাই প্ৰভুৱে সত্ৰৰ ভকত শ্ৰীযুত দেৱানন্দ বায়নক পঠাই দিলে। বায়নে চামগুৰি সত্ৰাধিকাৰ শ্ৰীশ্ৰীৰোমেশ্বৰ দেৱ গোস্বামী প্ৰভুৰ ওচৰত খবৰ কৰি আলাপ আলোচনা কৰি তেৰাৰ একেবাৰে নুমলীয়া সৰু লৰাটিকে দিবলৈ আৰু আনি লৈ উভয়ে মত বিনিময় কৰে। বায়ন আহি সত্ৰত প্ৰভু আৰু ভকতৰ সেই সম্বাদ দিয়াৰ পিচত সৰ্ব্বশ্ৰী ৺বাপুৰাম

বায়ন, ৺মিঠাৰাম নামলগোৱা আতৈ প্ৰমুখ্যে ভকত সকলে গোঁসাই ল'ৰা চাবলৈ আৰু বন্দবস্ত কৰিবলৈ গৈছিল। শুভ বাৰ শুভ দিন চাই ১৮৭০ শকৰ জেঠ মাহত সত্ৰৰ ভকতসকলে হাতী লৈ গৈ চামগুৰী সত্ৰৰ সত্ৰাধিকাৰ দেৱৰ নুমলীয়া পুত্ৰ শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামীক (এই গ্ৰন্থকাৰ) সদলবলে হাতীত তুলি সত্ৰলৈ অনা হয়। অ'হোতে বাটত ভোগপুৰ সত্ৰতো সোমাই আহিছিল। ভাবী ডেকাধিকাৰ হিচাবে শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামীক আনি (তেতিয়া বয়স আছিল ৬½ বছৰ) সত্ৰাধিকাৰ প্ৰভুৰ ৰহাতে ৰখা হয়। সত্ৰাধিকাৰ প্ৰভুৰ তত্ত্বাৱধানত লালিত পালিত, শিক্ষা দীক্ষা, শৰণ, ভজন, উপবীত আদিও দিয়া হয়। ১৮৭৮ শকত ডেকা সত্ৰাধিকাৰৰ নিৰ্মালিও দিয়া হ'ল। প্ৰভুজনাই ১৯৫৯ চনত সত্ৰত স্থায়ীভাৱে এখনি সংস্কৃত বিদ্যালয়ো প্ৰতিষ্ঠা কৰে। তাৰ নাম দিয়ে "নতুন কমলাবাৰী সত্ৰ সংস্কৃত টোল"।

প্ৰভুজনাৰ লগত তেতিয়াৰ অসম বিধান সভাৰ অধ্যক্ষ (পিচত মন্ত্ৰী) ৺মহেন্দ্ৰ মোহন চৌধুৰী, ৺যোগেন শইকীয়া, ৺ৰাধানাথ ফুকন, ৺নীলমণি ফুকন, ৺কুলধৰ চলিহা, ৺বিমলা প্ৰসাদ চলিহা আদি গুণী জ্ঞানী, ভক্তি পৰায়ণ লোকসকলৰ বেচ ঘনিষ্ঠ সম্পৰ্ক আছিল। তেখেতসকল কেইবাবাৰো সত্ৰলৈ আহিছিল। প্ৰভুৰ অমায়িক, ধীৰ, স্থিৰ, মৃদু ভাষণ আদি গুণত তেখেতসকল মুগ্ধ হৈছিল। তেখেতসকলে সময়ে সময়ে ধনে জনে প্ৰভুক বহুতো সহায় কৰিছিল। প্ৰভুজনাৰ আৰ্থিক অৱস্থা বৰ ভাল নাছিল যদিও কাৰো ওচৰত বিশেষভাৱে হাত পতাও নাছিল। সেই বাবে সেই প্ৰসঙ্গতে এবাৰ ৺মহেন্দ্ৰ মোহন চৌধুৰী ডাঙৰীয়াই কৈছিল "আন আন সত্ৰলৈ গলে গোঁসাই সকলে স্বাৰ্থৰ বাবে কথা কয়; কিন্তু নতুন কমলাবাৰীৰ প্ৰভুৱে ৰাইজৰ কাৰণে কয়" ইত্যাদি। ৺চৌধুৰী, ৺শইকীয়া প্ৰভুজনাৰ বৰপুত্ৰ তুল্য আৰু সোঁহাত স্বৰূপ আছিল। তেখেত সকলে প্ৰভুজনাক বৰ ভক্তি কৰিছিল। দুয়োজনে প্ৰভুলৈ দিয়া চিঠি বিলাকৰ পৰাই সেই কথা বুজিব পাৰি। মাজুলীলৈ আহিলে তেখেতসকল সত্ৰ নোসোমোৱাকৈ নাযায়। আলাপ কৰোঁতে "চৌধুৰী বোপা" আৰু "শইকীয়া বোপা" আদি 'তুমি' সম্বন্ধাত্মক শব্দহে ব্যৱহাৰ কৰা দেখা যায়। তদুপৰি প্ৰভুজনাৰ লগত তেতিয়াৰ গড়কাপ্তানি মন্ত্ৰী ৺ৰামনাথ দাস ডাঙৰীয়াৰো ভাল সম্পৰ্ক আছিল। ৺মন্ত্ৰী দাসৰ ইমানবোৰ চিঠি আছে যে পঢ়ি শেষ কৰিব নোৱাৰি। প্ৰভুৰ সৰলতা, নম্ৰতা, উদাৰতা, মহানতা গুণত সৰুৰ পৰা বৰলৈকে সকলো লোকেই আকৰ্ষিত তথা অভিভূত হৈ পৰিছিল। প্ৰভুৰ পূৰ্ব্বোক্ত গুণবিলাকৰ সম্পূৰ্ণ ব্যাখ্যা কৰিবলৈ যোৱাটো ধৃষ্টতা মাত্ৰ। আমাৰ নিচিনা সামান্য জনৰ তাত অধিকাৰ নাই।

প্ৰভুজনাই জীৱনকালত নাটকো লিখিছিল। নাটকৰ ভিতৰত "কীচক বধ" আৰু "মান্ধাতাৰ দান পৰীক্ষা"ই প্ৰধান। ইয়াৰ বাদেও প্ৰভুৰ দ্বাৰা ৰচিত আৰু নাট আছিল; কিন্তু হেৰাল। পূৰ্ব্বোক্ত নাট দুখনো এতিয়া দুষ্প্ৰাপ্য। প্ৰভুজনাই সত্ৰত ব্যৱহাৰ কৰিব পৰাকৈ ভক্তিৰত্নাকৰ পদ পুথি আৰু তেনেকুৱা দুই এখন সাঁচীপতীয়া পুথি লিখি গৈছে। সেইবোৰ এতিয়াও সত্ৰত ব্যৱহাৰ হয়। সত্ৰ প্ৰতিষ্ঠাতা অধিকাৰ গৰাকীয়ে জীৱন কালত আৰু কি কি উল্লেখযোগ্য আৰু অভিলেখপূৰ্ণ কাৰ্য্য কৰি গল সেইবিলাক কালৰ গৰ্ভত লীন গ'ল। মাত্ৰ এটি কাৰ্য্য আজিও জাকত জিলিকা হৈ বল— সেয়া হল তেৰাই নিজ হাতে প্ৰতিষ্ঠা কৰা দুখনি সত্ৰ সাৰজান সত্ৰ আৰু নতুন কমলাবাৰী সত্ৰ। সাৰজান সত্ৰখনি গৃহস্থী সত্ৰ। তাত এতিয়াও কন্দুৰা বায়ন, পানীৰাম ভূঞা আদি গৃহস্থী ভকতসকলে তিথি চলাই আছে।

প্ৰভুজনাৰ লগত কেইবাজনো আলধৰা আছিল। তাৰ ভিতৰত ৺চেঙা বায়ন, পানীৰাম ভূঞা, কমল ভূঞা, খগেশ্বৰ ভূঞা, কৃষ্ণৰাম কলিতা, সত্যানন্দ শইকীয়া, যোগেন পাঠকেই সৰ্ব্ব প্ৰধান। পিচৰ দুজনৰ বাদে বাকী সকল গৃহস্থী হ'ল আৰু এজনৰ মৃত্যু হৈছে।

প্ৰভুজনাক বাৰ্দ্ধক্যই হেচা দিলে। ইপিনে বৃদ্ধৰ স্বভাবজাত বহুমূত্ৰ ব্যাধিয়ে লগ লোৱাত প্ৰভু দিনে দিনে কৃশতা হৈ যাবলৈ ধৰিলে। মানুহৰ জন্মিলেই মৰণ আছে, ই অবধাৰিত। তেৰাৰ অৱস্থা বেয়াৰ ফাললৈ চাল খালে। ভোজন পাতিত বৰ মনোযোগ নাইকীয়া হ'ল। ১৮৯০ শকৰ ৮ আঘোণ বৃহস্পতিবাৰে বিয়লি প্ৰসঙ্গৰ পিচত (১ বজা মানত) ভিতৰৰ জুহালত জুইৰ সেক লৈ থকা অৱস্থাতে অনবধানবশতঃ হঠাতে দুৰ্ভাগ্যক্ৰমে তেৰাই গাত লৈ থকা কাপোৰত জুই ল'গিল। সীমাতে থকা ৺গোবিন্দ আতৈয়ে লৰালৰিকৈ আহি কাপোৰখন আতৰাই দিলেহি। সামান্য অগ্নিদগ্ধ আঘাততে প্ৰভুজনাৰ অৱস্থা ক্ৰমে বেয়ালৈ যায়। চিকিৎসাপাতি কৰা হৈছিল যদিও অগ্নিদগ্ধ ঘা বোৰৰ কোনো ব্যতিক্ৰম নহল যদিও প্ৰভুজনা শয্যাশায়ী হল। কথাতে কয় বোলে "অন্তকালে সবে বিসঙ্গতি" পিচদিনা ৯ আঘোণ শুক্ৰবাৰে বিয়লি ১ বজাত সত্ৰাধিকাৰ প্ৰভুজনাৰ ইচ্ছা সাপেক্ষে সৰ্ব্বশ্ৰী যোগেশ্বৰ শৰ্ম্মা ভাগৱতী বুঢ়াভকত, দেৱেন্দ্ৰ নাথ বুঢ়াভকত, ৰূপৰাম বুঢ়াভকত, ভাবিৰাম বায়ন আতৈ, বাপুৰাম বায়ন আতৈ, কমল গায়ন আতৈ, সোনাৰাম গায়ন আতৈ, খগেশ্বৰ গায়ন আতৈ, দেৱানন্দ বায়ন আতৈ, কমল বৰুৱা বায়ন আতৈ, সৰুৰাম শইকীয়া আতৈ,

নিত্যানন্দ বায়ন আতৈ, কমলচন্দ্ৰ নেওগ বায়ন আতৈ, ঠগি পাচনি আতৈ, খগেশ্বৰ আতৈ, সোমেশ্বৰ বৰুৱা আতৈ, মণিৰাম হাজৰিকা আতৈ প্ৰমুখ্যে সত্ৰৰ মুখীয়াল আৰু ভালেমান সৰুবৰ ভকতৰ উপস্থিতিত ডেকা সত্ৰাধিকাৰ শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামীক তেৰাই নিজ হাতে সত্ৰাধিকাৰ নিৰ্ম্মালি প্ৰদান কৰা হয়। এটি আচৰিত কথা যে নিৰ্ম্মালি প্ৰদান অনুষ্ঠানৰ পিচৰেপৰা প্ৰভুজনাক আলস্য, অৱশ ভাব দেখা পোৱা হয়। ভোজনৰ ভিতৰত, সুমথিৰা, গাখীৰ আদি হে আছিল। প্ৰভুৰ শঙ্কটজনক অৱস্থা দেখি সমগ্ৰ ৰাতি নাম ঘোষা আৰু কীৰ্ত্তন ঘোষা পাঠ আৰু পৰ দিয়া হয় ১০ আঘোণৰ দিনা বিয়লি উত্তৰ কমলাবাৰী সত্ৰাধিকাৰ শ্ৰীশ্ৰীকমলাকান্ত গোস্বামীদেৱে সবৈষ্ণৱে প্ৰভুৰ খবৰ লবলৈ আহে। দুয়োজনা সত্ৰাধিকাৰে আলাপ কৰে। ১১ আঘোণ ৰবিবাৰ শুক্লা একাদশী তিথিৰ দিনা ক্ৰমে প্ৰভুৰ অৱস্থা শঙ্কটজনক হয়। ৰাতি ১০½ মান বজাত প্ৰভুৱে সকলোকে কন্দুৱাই ৮৮ বছৰ পৰমায়ু লাভ কৰি অশাশ্বত শৰীৰ এৰি পৰমধাম প্ৰাপ্ত হয়। প্ৰভুজনাৰ মুখাগ্নি কৰে শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামীয়ে আৰু শৱ বহন কৰে সৰ্ব্বশ্ৰী ৰূপৰাম বুঢ়াভকত, কমল গায়ন বুঢ়াভকত, সৰুৰাম বুঢ়াভকত আৰু হৰিপ্ৰসাদ পাঠক আতৈয়ে। শৱ দাহন কৰি ৰাতিটো তাতে কটাই ( টুনী নৈৰ পাৰত) ভকতসকলে ঘোষা কীৰ্ত্তন কৰি থাকে। প্ৰভুৰ প্ৰয়াণৰ লগে লগে হৰিধ্বনী আৰু দবা, শঙ্খ বাজি উঠাত এটি স্বৰ্গীয় আনন্দ অনুভৱ হৈছিল। যদিও এজনা সৎপুৰুষৰ বিয়োগত সত্ৰৰ এগছি উজ্জ্বল বন্তিৰ অৱসান হোৱাত সেই আনন্দ ক্ষন্তেকতে ম্লান হৈ গৈছিল। প্ৰভুক চিতাত তোলাৰ আগে আগে সকলো ভকতে প্ৰভুৰ শ্ৰীমুখ শেষবাৰৰ কাৰণে দৰ্শন কৰি লয় আৰু সকলোৱে সভক্তিৰে সেৱা জনাই অশ্ৰু মোচে। প্ৰভুৰ শৱদেহ ক্ষন্তেকতে অগ্নিয়ে আৱৰি লয়।

পিচদিনা ১২ আঘোণ সোমবাৰে শৱ সংস্কাৰকৰণৰ পিচৰ কৰণীয় কাৰ্য্য সমাপণ কৰি প্ৰভুজনাৰ প্ৰয়াণৰ বাতৰি বিভিন্ন স্থানলৈ দিয়াৰ ব্যৱস্থা কৰা হয়। প্ৰভুৰ প্ৰয়াণৰ বাতৰি পোৱাৰ লগে লগে প্ৰভুৰ গুণমুগ্ধ সকলে থা-খবৰ লয়হি। খা-খবৰ লোৱাৰ ভিতৰত সৰ্ব্বপ্ৰথমে আহে আউনীআটী হেমচন্দ্ৰ হাইস্কুলৰ প্ৰধান শিক্ষক শ্ৰীযুত কৃষ্ণকান্ত গোস্বামী, সহশিক্ষক টুনীৰাম সভাপণ্ডিত আৰু অৱসৰপ্ৰাপ্ত কাননগো দেবেন বৰদলৈ ডাঙৰীয়া। তাৰ পিছৰ পৰা প্ৰভুৰ প্ৰয়াণৰ বাতৰি লোৱা ব্যক্তি সকলৰ সোঁত বৰলৈ লয়। সেইদিনাই কমলাবাৰী সত্ৰৰ শ্ৰীযুত কণ্ঠিৰাম শৰ্ম্মা বুঢ়াভকত, ৰত্নেশ্বৰ বৰ আলধৰা আদি কৰি ৫/৬ জন ভকত আহি খবৰ লৈ যায়হি। তদনুক্ৰমে সাৰজ্ঞান সত্ৰ, চামগুৰী সত্ৰ, উত্তৰ কমলাবাৰী সত্ৰ, কমলবাৰী সত্ৰ বেলসিদ্ধি সত্ৰ,

ভোগপুৰ সত্ৰ, গড়মূৰ সত্ৰ, বেলগুৰী সত্ৰ, আধাৰ সত্ৰ, বদুলা সত্ৰ, বেঙেনা-আটী সত্ৰ, বৰ এলেঙী সত্ৰ, বিহিমপুৰ সত্ৰৰ সমূহ সত্ৰাধিকাৰৰ পক্ষৰ পৰা মাত লগাইছি। গাওঁৰ ভিতৰত ওপৰ কাটনি, নাম কাটনি, বুঢ়া কলিতা, কমলপুৰ, বঙাটাহী, তেকুলীমাৰি, গোপালপুৰ, ভোগপুৰীয়া (লক্ষীম-পুৰৰ), দৰিয়া, সোনাৰীআটী, নাৰায়ণপুৰ আদিৰ জ্ঞাত অজ্ঞাত গাওঁৰ ৰাইজ, অন্যান্য ঠাইৰ অলেখ ব্যক্তিয়ে প্ৰভুৰ প্ৰয়াণৰ বাতৰি ল'বলৈ আহে। সকলো লোকৰ নাম ইয়াত উল্লেখ কৰাটো সম্ভৱপৰ নহয়। গতিকে উল্লেখ নহ'ল। বহুত লোকে মনি অৰ্ডাৰ যোগে প্ৰভুৰ অন্তেষ্টিক্ৰিয়ালৈ অৰিহণা পঠাইছিল।

প্ৰভুজনাৰ পৰলোক গমনৰ বাৰ্ত্তা পাই অসমৰ ৰাজ্যপাল ভাওৰীয়া, মুখ্যমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰী, বিত্তমন্ত্ৰী কামাখ্যাপ্ৰসাদ ত্ৰিপাঠী, আইনমন্ত্ৰী যোগেন শইকীয়া, বাণিজ্যৰ নীলমণি ফুকন, অসম সংস্কৃত শিক্ষা পৰিষদৰ সম্পাদক তথা সহ পৰিদৰ্শক শ্ৰীশিৱনাথ শৰ্ম্মা, মাজুলী চক্ৰৰ উপপ্ৰতি সমাহৰ্ত্তা শ্ৰীহৰিপ্ৰসাদ চলিহা প্ৰমুখ্যে কৰ্মীবৃন্দ, অসম শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ পদাধিকাৰ শ্ৰী সোনাৰাম চুতীয়া, যোৰহাট আইন কলেজৰ অধ্যক্ষ শ্ৰীনলীনি নাথ ফুকন, মাজুলীৰ অগ্ৰণী নেতা বেথাৰাম বৰা আৰু অন্যান্য বিশিষ্ট ব্যক্তিসকল আৰু সত্ৰাধিকাৰ সকলৰ ভিতৰত বেলগুৰী সত্ৰাধিকাৰ শ্ৰীশ্ৰীচন্দ্ৰ কান্ত দেৱ গোস্বামী, গড়মূৰীয়া সত্ৰাধিকাৰ শ্ৰীশ্ৰীকৃষ্ণচন্দ্ৰ দেৱ গোস্বামী, শ্ৰীশ্ৰীবৰএলেঙী সত্ৰাধিকাৰ গোস্বামীদেৱ, শ্ৰীশ্ৰীদক্ষিণপাটীয় সত্ৰাধিকাৰ দেৱ গোস্বামী, শ্ৰীশ্ৰীবদলা সত্ৰাধিকাৰ দেৱ গোস্বামী প্ৰমুখ্যে আগশাৰীৰ অধিকাৰ সকলে প্ৰভুৰ বিয়োগ দুখত সমবেদনা জনাই একোটি শোকবাৰ্ত্তা পঠায়। প্ৰভু যে এজন সাধু পুৰুষ আছিল সেই কথা সবহ সংখ্যক চিঠিত প্ৰকাশ পাইছে। শ্ৰীযুত শিৱনাথ শৰ্ম্মাভাওৰীয়াই লিখিছে "তাদৃশানাং ধৰ্ম্ম প্ৰাণানাং তথা ক্ৰিয়া পৃতানামাদৰ্শ পুৰুষানাং বিয়োগেন ভক্ত বৃন্দানাং কৃতে যা হানিঃ সংবৃত্তা সা সদৈব অপূৰণীয়া বৰ্ত্ততেত্ৰাম্। অতঃ প্ৰাৰ্থয়ামহে তেষাং মহাপুৰুষাণাং পৰমাত্মা শ্ৰীবিষ্ণুপাদ পদ্মৈঃ সহ মিলিত্বা চিৰ শান্তিং লভতামমিতিশম্"। শ্ৰীশ্ৰীবৰএলেঙী সত্ৰাধিকাৰ—"স্বৰ্গীয় সত্ৰাধিকাৰ এজন সুবিজ্ঞ ও অসাধাৰণ শক্তিৰ লোক বুলি পৰিগণিত। সত্ৰাধিকাৰ হিচাবে তেখে-তেই বহুতদিন সত্ৰ পৰিচালনা কৰিলে।" শ্ৰীশ্ৰীবেলগুৰী সত্ৰাধিকাৰ—'আমাৰ বাল্য জীৱনত তেৰাই দিয়া জ্ঞান আৰু কৰুণাৰ স্নেহ পাহৰিব নোৱাৰো। শেষাৱস্থাত তেৰাক দৰিশন কৰিলৈ নাপাই অতিশয় দুখীত। তেখেত যেনে অখণ্ডিত সাধু আছিল" ইত্যাদি। বেথাৰাম বৰা "এনে এজন সাত্ত্বিক ধৰ্ম্ম পৰায়ণ লোকৰ পৰলোক প্ৰাপ্তিত দুখীত হৈছো আৰু শোক পাইছোঁ।"

শ্ৰীনলীনি নাথ ফুকন—"প্ৰভুৰ নিচিনা মানুহ সংসাৰত বিৰল, তেখেতকেই আদৰ্শ কৰি আমি আশা কৰো আপুনি সত্ৰৰ কাম ভৱিষ্যতলৈ কৰিব।" শ্ৰীৰামমণি ফুকন—"এনেজন সৰল সাত্ত্বিক সত্ৰীয়া ধৰ্ম্মগুৰুৰ আত্মাই এতিয়া সদগতি পাই পৰমানন্দ লোকৰ সুখ শান্তি লাভ কৰিছে সেই কথা নকলেও হ'ব।" শ্ৰীযোগেন শইকীয়া "শ্ৰীশ্ৰীসত্ৰাধিকাৰ প্ৰভুৰ দৰে এজন সৰল আৰু প্ৰকৃত ভগৱদ ভক্ত গুৰুৰ হেৰুৱাটো অকল আপোনাৰে নহয় আমাৰো নিতান্তই দুখ আৰু বেজাৰৰ বিষয়" ইত্যাদি। এনেধৰণে ব্যক্তি সকলে ব্যক্তিগতভাৱে প্ৰভুৰ গুণাৱলী ব্যাখ্যা কৰি শোকবাৰ্ত্তা পঠোৱাৰ উপৰিও তেওঁৰ গুণমুগ্ধ কিছুমানে মৌখিক ভাৱেও গুণকীৰ্ত্তন কৰি আন্তৰিক অৰ্ঘ্য অৰ্পণ কৰিছিল। প্ৰভুৰ সৰল মন, সাধুতা, মহানতা, গাম্ভীৰ্য্যই সকলোৰেই আকৰ্ষিত হৈছিল। প্ৰভুক এবাৰ যি দৰ্শন কৰিছে, তেওঁ তেওঁৰ এনেকুৱা আকৰ্ষণত পৰে যে তেওঁ বাৰুকৈয়ে ভোল যায়। সেই বাবে প্ৰভুজনাৰ সজ কৰ্ম্মত একেৰি খৰছ লগাবৰ কাৰণে বহুলোকৰ অভিলাষ হৈছিল আৰু সেই মতে প্ৰভুৰ দশা কৰ্ম্মতে বহুত মনিঅৰ্ডাৰ আৰু ব্যক্তিগত ভাৱে সাক্ষাত কৰিও অলপ খৰছ আগবঢ়াইছিল।

১৯ আঘোণ মঙ্গলবাৰে বিয়লি ডেকা সত্ৰাধিকাৰে কীৰ্ত্তনঘৰৰ চৌপাশত সকলো ভকতক (পুৰণি নীতিমতে) একাত্ৰিত কৰি প্ৰভুজনাৰ পাৰলৌকিক কাৰ্য্য সম্পন্ন কৰিবৰ কাৰণে জনায়। সমূহ বৈষ্ণৱ আৰু সত্ৰাধিকাৰৰ আলোচনাক্ৰমে সকলো কাৰ্য্য সম্পাদন কৰিবলৈ এখন শক্তিশালী সমিতি গঠন কৰা হয়। সমিতিখনত বিষয়ববীয়া সকল হল যথাক্ৰমে সভাপতি—শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী, সম্পাদক - শ্ৰীডিম্বেশ্বৰ গায়ন, সভ্যসকল হল যথাক্ৰমে মণিৰাম গায়ন, ৰূপৰাম শইকীয়া, পুনাৰাম গায়ন, তুলসী দেউৰী, শৈলেন্দ্ৰ শইকীয়া, সোমেশ্বৰ বৰুৱা, সোমেশ্বৰ হাজৰিকা, কৃষ্ণৰাম বৰুৱা, ভোলাৰাম শইকীয়া। সমিতিয়ে যথাযোগ্য কৰ্ম্ম সম্পাদনত ব্ৰতী হয়। দশা আৰু আদ্যশ্ৰাদ্ধৰ কাৰণে সত্ৰৰ শিষ্য ভকতসকলে যথেষ্ট আৰ্থিক বৰঙণি আগবঢ়ায়। একেদিনাই সত্ৰৰ শিষ্য ভকত সকলৰ পৰা বৰঙণি হিচাবে ১৫৭৫·০০ (পোন্ধৰ শ পয়সত্তৰ টকা), চাউল তেত্ৰিশ পুৰা দুদোন আৰু ধান এশ তেপন্ন পুৰা পোৱা হয়। এইখিনি অবিহণা সত্ৰৰ চাৰিহাজাৰী ভকত সকলৰ পৰা পোৱা হৈছিল।

২০ আঘোণ মঙ্গলবাৰে প্ৰভুজনাৰ দশা (দহা) কাৰ্য্য পৰিল। ১৯ আঘোণৰ দিনা ভোগপুৰ সত্ৰাধিকাৰ গোস্বামীদেৱে আহি উৎসৱত যোগদান কৰিবলৈ। দহা কাৰ্য্যৰ দিনা পুৱা ৯ বজাত জাতি ভোজন কৰাব

পিচত নাম প্ৰসঙ্গ সমাপণ কৰি সাংস্কৃতিক অনুষ্ঠানৰ আয়োজন কৰা হয়। উত্তৰ কমলাবাৰী সত্ৰৰ ভকত সকলৰ দ্বাৰা বিহাৰ নাচ, ওজাপালি, ঘালি নৃত্য প্ৰদৰ্শন আৰু ৰাতিলৈ তেখেত সকলৰ দ্বাৰা "ৰাজসূয়" নাট-অভিনীত কৰা হয়। তেনেকৈয়ে সেইদিনাৰ মহাকাৰ্য্য সম্পন্ন কৰা হয়। অতিথি অভ্যাগত সকলক যথাযোগ্য জলযোগৰ ব্যৱস্থা ভালধৰণে কৰা হৈছিল। ভকত সকলকো ভগৱৎ অৰ্পিত নৈবেদ্য, চিৰা, দৈ আদিৰে আপ্যায়ণ কৰা হয়। বদুলা সত্ৰত আৰু বেলগুৰী সত্ৰতো এখনি শৰাই দিয়া হৈছিল।

৯ পুহৰ দিনা মুখ্যমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীদেৱে তেখেতৰ কটকী বা প্ৰতিনিধি হিচাবে প্ৰভুৰ বিয়োগত মাত একাষাৰ লগাবৰ কাৰণে আইন মন্ত্ৰী যোগেন শইকীয়াদেৱক সত্ৰলৈ পঠায়। শ্ৰীশইকীয়াই সেইদিনা তেখেতৰ মাতৃ আৰু পৰিবাৰক লগত লৈ দিনৰ ১২ বজাত সত্ৰত উপস্থিত হয়হি। হাতত আনিছিল এপাচি সুমথিৰা। নৱনিৰ্ব্বাচিত সত্ৰাধিকাৰ শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামীক সাক্ষাত কৰি মুখ্যমন্ত্ৰীৰ সমবেদনা জ্ঞাপন কৰি তেখেতে পঠোৱা ৫০০.০০ (পাঁচশ) টকা আৰু নিজৰ ফালৰ পৰা ২০০.০০ (দুশ) টকা আগবঢ়াই দি সেৱা জনায়। মুখ্যমন্ত্ৰী হিচাবে চৌধুৰী ডাঙৰীয়াই আৰু আইন মন্ত্ৰী হিচাবে শ্ৰীযুত শইকীয়াই প্ৰভুৰ প্ৰতি আনুগত্য প্ৰকাশ আৰু সত্ৰাধিকাৰৰ প্ৰতি দেখুউৱা ভক্তি তথা স্নেহত গৌৰৱবোধ আৰু কৃতজ্ঞতা জ্ঞাপন কৰা হয়। অসমৰ দুজনা কেবিনেট মন্ত্ৰীয়ে সত্ৰত এষাৰ মাত লগোৱাটো চিৰস্মৰণীয় কথা আৰু ভৱিষ্যতলৈকে সেই সম্পৰ্কে সোণালী আখৰেৰে লিখা থাকিব বুলি সত্ৰাধিকাৰে কয়। শ্ৰীযুত শইকীয়াই সত্ৰাধিকাৰৰ লগত প্ৰায় এঘণ্টা সময় কথা পাতি বিদায় লয় আৰু চাৰিও চাটী পৰিবেষ্টন কৰি যায়গৈ

১২ পুহ মঙ্গলবাৰৰ দিনা শুক্লা একাদশী তিথিত প্ৰভুজনাৰ আদ্য শ্ৰাদ্ধ মহোৎসৱ। ১০ পুহ ৰবিবাৰৰ দিনা বদুলা সত্ৰাধিকাৰ দেৱ গোস্বামী, ১১ পুহ সোমবাৰৰ দিনা ভোগপুৰ সত্ৰাধিকাৰ দেৱ গোস্বামী আৰু আদ্য শ্ৰাদ্ধৰ দিনা উত্তৰ কমলাবাৰী সত্ৰাধিকাৰ দেৱ গোস্বামীয়ে আদ্য শ্ৰাদ্ধত যোগদান কৰিবৰ নিমিত্তে নিমন্ত্ৰণক্ৰমে উপস্থিত হয়হি। তেখেত সকলক যথাযোগ্য বাসগৃহ আৰু ভোজনাদিৰ ব্যৱস্থা কৰি দিয়া হৈছিল। প্ৰাচীন নীতিমতে বদলা সত্ৰাধিকাৰক আলধৰা আতৈৰ ঘৰত আৰু উত্তৰ কমলাবাৰী সত্ৰাধিকাৰক চক্ৰপাণ আতৈৰ ঘৰত থাকিবলৈ দিয়া হয়। তেনেকৈ ভোগপুৰ সত্ৰাধিকাৰক উত্তৰ হাটীৰ কমল বায়ন আতৈৰ ঘৰত থাকিবলৈ দিয়া হৈছিল। সমীপবৰ্ত্তি আধাৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীবাসুদেৱ দেৱ গোস্বামীয়েও

উৎসৱত যোগদান কৰিছিল। সেইদিনা যথা সময়ত নৈবেদ্য অৰ্পণ, নাম প্ৰসঙ্গ, সাংস্কৃতিক অনুষ্ঠান আদি হৈছিল। হাজাৰ সংখ্যক সমাগত অতিথি অভ্যাগত সকলক জলযোগেৰে আপ্যায়িত কৰা হয়। ব্ৰাহ্মণ সকলক যথা-ৰীতি দান দক্ষিণাও কৰা হয়। সত্ৰাধিকাৰৰ দুৱাৰমুখত এখন প্ৰকাণ্ড ৰভা দিয়া হৈছিল। দিনৰ ভাগত উত্তৰ কমলাবাৰী সত্ৰৰ ভকত সকলৰ দ্বাৰা বিহাৰ নাচ, ওজাপালি আৰু "পাৰিজাত হৰণ" অঙ্কীয়া নাট আৰু ৰাতিলৈ সত্ৰৰে ভকত সকলৰ দ্বাৰা "কালযবন বধ" নাটখন অভিনীত কৰা হয়। বিহাৰ নাচৰ পিচতে প্ৰাচীন নীতি অনুসৰি শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামীক সত্ৰৰ গুৰু আতৈৰ বহাৰ বুঢ়াভকত শ্ৰীযুত যোগেশ্বৰ ভাগৱতীদেৱে গুৰু বংশাৱলী ব্যাখ্যা কৰি বদলা আতাৰ গুৰুৰ পদ গায়ন বায়ন আদি সদল বলে আনীত নিৰ্ম্মালি দি সত্ৰাধিকাৰৰ গাদীত বহুৱায়। নিৰ্ম্মালি প্ৰদান আদিৰে দিনতীয়া উৎসৱ সেইদিনা সমাধা হয়। ১৩ পুহৰ দিনা জ্ঞাতোল ভোজ আৰু ১৪ পুহৰ দিনা সত্ৰাধিকাৰে নিজৰ বহাত একাষাৰ নাম পাতে। উৎসৱৰ সমাপতি হোৱাৰ পিচত সকলো সত্ৰাধিকাৰক বিদায় দিয়া হয়। পূৰ্ব্বৰ নীতি অনুসৰি সত্ৰাধিকাৰে সত্ৰৰ সকলো ভকতকে ২৪ পুহৰ দিনা নিজ হাতে এটি ভোজ ৰান্ধি খুৱায়।

৺প্ৰভুৰ ষান্মাসিক (ছমহীয়া) তিথিও উলহ মালহেৰে পালন কৰা হয়। ১৮৯৪ শকৰ ৯ জেঠ শুক্ল একাদশী তিথিৰ দিন নাম প্ৰসঙ্গ, প্ৰসাদ বিতৰণ, বিহাৰ নাচ, ফৌজীয়া দধিমথন ভাওনা, ঘোষা কীৰ্ত্তন, ওজা পালি, চালি নাচ আদিৰে দিনতীয়া কাৰ্য্যসূচী সম্পাদন কৰা হয়। অতিথি অভ্যাগত আৰু ভকত সকলক জলযোগেৰে আপ্যায়ন কৰা হয়।

যথানিয়মে ১৮৯৪ শকাব্দৰ ১ আঘোণ শুক্ৰবাৰ শুক্লা একাদশী তিথিৰ দিনা প্ৰভুৰ বছেৰেকীয়া তিথিও বৰ পয়োভৰেৰে পালন কৰা হয়। পুৱা নাম প্ৰসঙ্গ, প্ৰসাদ বিতৰণ, জলযোগেৰে আপ্যায়ন, বিহাৰ নাচ, ঘোষা কীৰ্ত্তন, ওজা পালি, চালি নাচ আৰু ৰাতিলৈ "সীতা বনবাস" ভাওনা পতা হয়। এই তিথিলৈ ককা নীলমনি ফুকন প্ৰমুখ্যে বাহিৰৰ ভালেকিজন গণ্যমান্য লোক আহি যোগদান কৰি সত্ৰক আনন্দ দিয়ে। এনেকৈ সেই দিনাৰ বছেৰেকীয়া তিথি অতি উলহ মালহেৰে পালন কৰা হয়। প্ৰতি-বছৰে প্ৰভুজনাৰ তিথি নাচ, ভাওনা আদি সাংস্কৃতিক অনুষ্ঠানেৰে পালিত হৈ আহি আছে।

অতি সুখৰ বিষয় যে আমা, নতুন কমলাবাৰী সত্ৰৰ চক্ৰপাণি আতৈৰ বহাৰ বুঢ়াভকত শ্ৰীযুত দেৱেন্দ্ৰ নাথ বুঢ়াভকতে আমাৰ পৰামৰ্শক্ৰমে

*প্ৰভুজনাৰ প্ৰতি সভক্তিৰে তেৰাৰ জীৱনী পদ্যছন্দেৰে ৰচনা কৰি আমাৰ হাতত কেতিয়াবাই অৰ্পণ কৰি থৈছিল। বৃত্তাভকতৰ ইচ্ছা আৰু আমাৰো আকৰ্ষণ সাপেক্ষে প্ৰভুজনাৰ জীৱনী দীঘলিয়া হ'লেও এই প্ৰসংগতে সেই পদ্য ভাগ তুলি দিয়া হ'ল।

**শ্ৰীশ্ৰীঘনকান্তদেৱ সত্ৰাধিকাৰ প্ৰভুৰ জীৱন বৃত্তান্তঃ**

**পদ্য ভাগ**

জয় নমো শঙ্কৰ মাধৱদেৱ হৰি।
দিবধাৰূপে পৰব্ৰহ্ম আসি অৱতৰি ॥
পাপী তাপি সমস্তক উদ্ধাৰ কৰিলা।
পবিত্ৰ কৰিয়া ভূমি বৈকুণ্ঠে চলিলা ॥
মাধৱদেৱৰ শিষ্য পদ্ম আতা নাম।
পদ্মৰ সদৃশ বৰ্ণ অতি অনুপাম ॥
ধৰ্ম্মাচাৰ্য্য হুয়া তেন্তে ভক্তি প্ৰচাৰিলা।
অন্ত ভাগে কমলাবাৰী সত্ৰক থাপিলা ॥
শতাধিক ত্ৰিশ বৰ্ষ থাকি পৃথিবীত।
লোকক তাৰিয়া ভৈলা বৈকুণ্ঠত স্থিত ॥
তাহান বংশৰ লোক পবিত্ৰ পৰম।
কমলাবাৰীক পালি চল্তালি উত্তম ॥
আছিলন্ত কতোদিন ধৰ্ম্মচাৰ্য্য হুই।
তাৰ কিছু লেখা দেও' তাত দোষ নুই ॥
বদলা আতাৰ নাতি কৃষ্ণকান্ত নাম।
তাহান ভতিজা লক্ষ্মীকান্ত অনুপাম ॥
কমলাবাৰীত দুয়ো শ্ৰেষ্ঠ অধিকাৰ।
বৈকুণ্ঠে চলিলা কৃষ্ণকান্ত দিয়া ভাৰ ॥
লক্ষ্মীকান্তে কিছুদিন ধৰ্ম্মক পালিল।
চন্দ্ৰকান্তে ভাৰ দিয়া বৈকুণ্ঠে চলিল ॥
লক্ষ্মীকান্ত গুৰুৰ যে ভাতৃ পুত্ৰ হয়।
নাম ঘনকান্তদেৱ অতি শুভ নয় ॥
তাহাৰ জীৱিত কালে আঙ্ক আনিলন্ত।
অতি প্ৰীত ভাৱে নিজ সঙ্গে ৰাখিলন্ত ॥
ধীৰ স্থিৰ মতি সিটো সকলে কহয়।
ওঠৰ শ পাঁচ শকে তেৰা জন্ম হয় ॥

নাম ঘনকান্তদেৱ দেখিতে সুন্দৰ ।
শ্মশ্ৰুহীন গম্ভীৰ স্থূলত্বৰ কলেৱৰ ।।
ওঠৰ শ উনৈশ শকে বৈশাখ মাসৰ ।
পোষ্কৰ ওৰিখে আনে কৰি সমাদৰ ।।
সেহি কালে চতুৰ্দ্দশ বৰিষ তাহান ।
নৌকা যোগে আনি প্ৰভু পাইলা নিজ থান ।।
সত্ৰীয়া বিদ্যা প্ৰভু আয়ত্ত কৰিলা ।
অনুক্ৰমে ধৰ্ম্ম শাস্ত্ৰ সবাকে শিকিলা ।।
বৰ্ণাক্ষৰ যুক্তাক্ষৰ পূৰ্ব্বে শিকি আছে ।
সংস্কৃত শিকাইলন্ত চন্দ্ৰকান্তে পাছে ।।
গীতা ভাগৱত গীত ৰাগ অপৰ্য্যন্ত ।
শিকিলা সবাকে প্ৰভু ঘনকান্ত সন্ত ।।
বয়স অধিক ভৈল দেৱ লক্ষ্মীকান্ত ।
নপৰা দৰ্শাই প্ৰভু অসুস্থ ভৈলন্ত ।।
ভকত সৱক পাছে একত্ৰ কৰিলা ।
গুৰুভাৰ চন্দ্ৰকান্ত দেৱত অপিলা ।।
ডেকাপদে ঘনকান্তে কৰিলা ইঙ্গিত ।
ৰাম নাম স্মৰি ভৈলা বৈকুণ্ঠত থিত ।।
অন্ত্যোষ্টি কৰ্ম্মক কৰি কতো দিন আছে ।
দৈব্যৰ বিপাক আসি মিলিলেক পাছে ।।
চন্দ্ৰকান্ত ঘনকান্ত দুইহানো মধ্যত ।
সামান্যতে মতভেদ জন্মিল মনত ।।
সত্ৰাধিপ ঘনকান্তে স্থিৰ কৰি মন ।
পৃথক কৰিয়া সত্ৰ কৰিল গঠন ।।
সাৰজান নাম স্থানে সত্ৰক পাতিল ।
ভক্তে সমে প্ৰীতি ভাৱে তথাতে থাকিল ।।
ওঠৰশ বত্ৰিশত আহিন মাহত ।
সত্ৰ হন্তে সাৰজানে হোৱে উপগত ।।
চাৰীহাটী মধ্যে, নিৰ্ম্মিলন্ত নামঘৰ ।
মণিকূট বাটচ'ৰা দেখিতে সুন্দৰ ।।
চৈধ্যটি প্ৰসঙ্গ নিতে ভকতে কৰন্ত ।
হৰিগুণ গায়া প্ৰভু আনন্দে মজন্ত ।।

শিষ্য ভক্তে আলোচিয়া কৰিল সিদ্ধান্ত।
বৰপেটা স্থান হন্তে বস্তি আনিবন্ত॥
নৌকা যানে চড়ি গুৰু মঙ্গল লগ্নত।
দ্বাদশ সংখ্যাক ভক্ত গৈলন্ত লগত॥
শুনিয়োক তাৰাসব নাম ভিন্ন ভিন্ন।
গুৰুৰ সেৱাত সবে কাৰ্য্যাত নিপুণ॥
বাপুৰাম শৰ্ম্মা ৰতি গায়ন কন্দুৰা।
ফণিধৰ নন্দেশ্বৰ হেম আনধৰা॥
শম্ভুৰাম ভূধৰ নন্দী যে কমল।
ৰমেশ্বৰ মেঘৰ ভকত সকল॥
এহিমতে বাৰজন ভকত সহিতে।
নৌকা যানে চলিলন্ত হুয়া আনন্দিত॥
অনন্তৰে পাইলন্ত বৰপেটা স্থান।
বাৰ্ত্তা শুনি সমস্তকে কৰিল সন্মান॥
সত্ৰীয়া গোবিন্দ মিশ্ৰ সিকালে আছিল।
প্ৰভু যি কাৰণে আইলা সবে নিবেদিল॥
শুনি সত্ৰীয়া ভক্তে কৰি আলোচন।
শাস্ত্ৰ শলা বস্তি আনি দিলা তেতিক্ষণ॥
তাত পাছে আন দিনা দিলন্ত নিৰ্ম্মালি।
হৰিধ্বনি কৰিলন্ত জয় জয় বুলি॥
সাৰুজান সত্ৰীয়া ভৈল ধনকান্ত।
শাস্ত্ৰ বস্তু লৈয়া তৈৰ পাছে আসিলন্ত॥
পন্থে বাতে বহু লোক শৰণ কৰাইলা।
ধৰ্ম্ম প্ৰকাশিয়া আসি নিজ স্থান পাইলা॥
শিষ্য ভক্ত আদৰিলা কৰি কৌতুহল।
শাস্ত্ৰ বস্তি থাপিলন্ত ভকত সকল॥
যাত্ৰা মেহোৎসৱ কৰি থাপিলা শাস্ত্ৰক।
ৰহিলন্ত প্ৰতিপালি ভকত সবক॥
সিটো সাৰুজান সত্ৰ পৰম সুন্দৰ।
কহো তাৰ ইতিহাস অতি শ্ৰেষ্ঠতৰ॥
পূৰ্ব্বে সেহি স্থানে এক ভক্ত অনুপাম।
বদলা আতাৰ শিষ্য কৃষ্ণ আতৈ নাম॥

বঙালৰ উপদ্ৰৱ ভৈল সিকালত ।
সৰ্ব্বলোক লুকাইলন্ত প্ৰাণৰ ভয়ত ।।
হেন অনন্তৰ বাণী আতা আকলিল ।
নৌকা যানে ভক্তে সমে গোপনে চলিল ।।
টুনী নদী এৰি পাছে সাৰজানে গৈলা ।
বাৰ্ত্তা পায়া কৃষ্ণ আতৈ লোক সমে আইলা ।।
যতনা আতাক পাছে তথা আনিলন্ত ।
বাসাঘৰ দিয়া আতৈ শুশ্ৰূষা কৰন্ত ।।
কিছুদিন থাকি আতা ভৈলন্ত বিদায় ।
সোহি দিনা হন্তে সিটো ভৈল ভাল ঠাই ।।
তথাত থাকন্তে পাছে ভৈল অথন্তৰ ।
বৃদ্ধ বৃদ্ধ ভক্ত ভৈল মৰণ সবাৰ ।।
কতো ভক্তে পুনৰপি কমলাবাৰীক ।
আসিবাক স্থিৰ কৈলা আপোন মতক ।।
এহিমতে কিছু ভক্তে সাৰজান এৰি ।
যাৰ যেন ইচ্ছা স্থানে গৈলন্ত আতৰি ।।
থাকিলন্ত সেহিস্থানে ভক্ত আঠজন ।
নিত্য প্ৰসঙ্গাদি তেৰা কৰে অনুক্ষণ ।।
ইটো কথা সংহৰিলো বাহুল্যক ভবে ।
ভৈল যেন কথা পাছে আত অনন্তৰে ।।
কমলাবাৰীৰ ইটো গুৰুৰ চৰিত্ৰ ।
আক শুনি ভনি হোক জীৱন পবিত্ৰ ।।
সন্ত ভক্ত মুখে আমি যি কথা শুনিলো ।
বাল্য কাল হন্তে আমি কথা দেখিলো ।
সেহিমতে যথাক্ৰমে নিবন্ধিলো পদ ।
বড়া টুটা ক্ষমা কৰা গুচোক আপদ ।।
পদত দূষণ বহু ক্ষমিয়োক মোক ।
কহয় দেবেন্দ্ৰ হৰি বোলা সাধুলোক ।।

## দুলড়ি

আত অনন্তৰে শুনা সবে নৰে
যেন কথা ভৈলা পাছে ।
কমলাবাৰীত চন্দ্ৰকান্ত ধীৰ
সমাধিপে ভাবি আছে ।।

স্বভাৱে গম্ভীৰ অতি ধীৰ স্থিৰ
ঘনকান্তে গৈল এৰি।
আনিবো কিমতে সেহি স্থান হন্তে
ভাৱে চিত্ত স্থিৰ কৰি॥
সেহি সময়তে সমূহ ভকতে
প্ৰাৰ্থীলা গুৰুৰ প্ৰতি।
গুৰু কৃপাময় হুয়োক সদয়
ডেকাজনা বাল্যমতি॥
স্থান এৰি তেৰা ভকত সহিত
সাৰজান সত্ৰে আছে।
আনোক স্থানক বাসা দিয়ো তাঙ্ক
ইমতে প্ৰাৰ্থীলা পাছে॥
গুৰু গুণে স্থিৰ বচন গম্ভীৰ
বুলিলা মধুৰ বাণী।
তোমৰা সকলে যিবা দেখা ভালে
থাপিয়োক পুনু আনি॥
হেন মৃদু বাণী ভক্তসবে শুনি
আনন্দিত ভৈল বৰে।
সাৰজানে স্থানে যায় ভক্তগণে
কহন্ত অতি সাদৰে॥ ০ ০ ০

## পদ

কি কাৰ্য্যে আসিলো আমি শুনিয়োক কথা।
নিবাক পঠালে গুৰু তোম্ৰাসব এথা॥
নলাগে আশ্ৰয় হীন এথা ৰহিবাক।
হেন অনুমতি প্ৰভু কৰিলা আমাক॥
গুৰু আজ্ঞা শুনি প্ৰভু ঘনকান্ত ধীৰ।
আনন্দে আকুল ভৈল চক্ষে বহে নীৰ॥
ধৈৰ্য ধৰি ক্ষণপৰে বুলিলা বচন।
গুৰু আজ্ঞা হোৱে যেবে কৰিবো গমন॥

যায়ো এতিক্ষণে তোৰা প্ৰণতি আমাৰ ।
নিবেদিব গুৰু কাছে যত সমাচাৰ ॥
বিদায় কৰিয়া পাছে ভকত আসিল ।
শ্ৰীগুৰু চৰণে যথাযথ নিবেদিল ॥
বুলিল ভকতে প্ৰভু নিয়ো বাসা খানি ।
কোন স্থানে থাকিবন্ত বুলিয়োক বাণী ।
ভক্তৰ বিনয় বাণী গুৰু আদাৰিলা ।
ঘনকান্তে আনিবাক প্ৰভু আদেশিলা ॥
পুব হাতী মধ্যে বহা বিচাৰিয়া পাছে ।
বাপিৰাম ওজা আতৈৰ বহাখানি আছে ॥
তথাতে ৰহোক আমি বুলিলো বচন ।
পাছে সাৰজানে গৈলা ভক্ত দুইজন ॥
যথাক্ৰমে গুৰু আজ্ঞা বাণী নিবেদিলা ।
শুনি পাছে ঘনকান্ত আনন্দিত ভৈলা ॥
কন্দুৰা বায়ন সমে যত ভক্তগণ ।
সত্ৰ পালিবাক ভাৰ কৰিলা অৰ্পণ ॥
শুভক্ষণে সলোতকে নৌকাত উঠিলা ।
সৰ্ব্বস্ব সহিতে প্ৰভু গমন কৰিলা ॥
ওঠৰশ তেপন্নৰ শ্ৰাৱণ মাসত ।
সাৰজান এৰি প্ৰভু আসিল সত্ৰত ॥
ইটো কথা অনন্তৰে সংহৰিয়া থৈলো ।
চন্দ্ৰহাঁস প্ৰভুৰ যে বৃত্তান্ত লিখিলো ॥
ইতিপূৰ্ব্বে চন্দ্ৰকান্তদেৱ অধিকাৰী ।
ভাতৃ পুত্ৰ আনিলন্ত পৰম সাদৰি ॥
নাম চন্দ্ৰহাঁস তান তেজস্বী পুৰুষ ।
দেখিতে সুন্দৰ অতি কোমল বয়স ॥
চন্দ্ৰকান্তে দিলন্ত সংস্কৃত বিদ্যা দান ।
ভাগৱত পঢ়াইলন্ত পাইল দিব্য জ্ঞান ॥
সেহি সময়ত প্ৰভু দেৱ চন্দ্ৰকান্ত ।
নপৰা দৰ্শাই তেৰা বৈকুণ্ঠী ভৈলন্ত ॥
ভাতৃ পুত্ৰ চন্দ্ৰহাঁস ভৈল অধিকাৰ ।
পৰলোক কৰ্ম্ম সাঙ্গ কৰিল তাহাৰ ॥

এক বৎসৰৰ অন্তে দুই হানো মধ্যত।
সামান্য বিবাদ লাগি বিষাদ মনত ॥
ঈশ্বৰৰ ইচ্ছা তান গুণ বৃদ্ধি কৰি।
আসিলন্ত ভক্ত সব দোঁহ সত্ৰ এৰি ॥
ভৈল সঙ্গৰত্তী ঘনকান্ত গুৰুবৰ।
সত্ৰহন্তে তাৰা সব ভৈল স্থানান্তৰ ॥
অনন্তৰে শুভক্ষণে মৃত্তিকাক চাইলা।
চৰকাৰ হন্তে শুদ্ধ মৃত্তিকাক পাইলা ॥
ফেচাৰ চাহাব নাম পৰম উদাৰ।
স্থান চাহি ভূমি দিল অতি চমৎকাৰ ॥
পূৰত বাশিষ্ঠি গঙ্গা টুনী নদী নাম।
পশ্চিমে ভেৰেক বিল আতি অনুপাম ॥
উত্তৰে আচাৰিখনা জান নাম যাৰ।
দক্ষিণে সাপৰকুহ অৰণ্য দুৰ্ব্বাৰ ॥
সেহি মধ্য স্থানে ভূমি ধাৰ্য্য কৰিলন্ত।
চাৰি হাতী কৰি সত্ৰখনি নিৰ্ম্মিলন্ত ॥
ওঠৰশ আঠাৰয় শকত তথাত।
একাদশী সোমবাৰ নৱ কাৰ্ত্তিকত ॥
উনবিংশ দণ্ড গতে মধ্যাহ্ন সময়।
সেহিদিনা নৱস্থান স্থাপিত হোৱয় ॥
ভৈলা অধিকাৰ দেৱ প্ৰভু ঘনকান্ত।
স্থানৰ ঐতিহ্য ৰাখি ধৰ্ম্ম প্ৰবৰ্ত্তান্ত ॥
পাতিলন্ত চাৰিহাতী ভক্ত বাসা ঘৰ।
মধ্যে দশ বিঘা মাটি ৰাখিলা বিস্তৰ ॥
নামঘৰ মণিকূট ভৰাল পদশীলা।
চাৰিফালে চাৰিখন বহাক ৰাখিলা।
নতুন কমলাবাৰী সত্ৰ নামে খ্যাত।
শঙ্কৰী সঙ্গীতে ভৈলা জগত বিখ্যাত ॥
এহিমতে নামঘৰ কাম আৰম্ভিলা।
যথাযোগ্য প্ৰজাবৰ্গে দানক কৰিলা ॥
ঘনকান্ত প্ৰভু ভক্তে সমে যুক্তি কৰি।
দান তুলিবাক পঠাইলেক তৰাতৰি ॥
ভদ্ৰাম ৰাজমেধি আতৈ বাপুৰাম।
কমল বায়ন দীনাৰাম মিঠাৰাম ॥

সঙ্কৰাম ৰূপৰাম এহি সাতজন।
দান তুলি আনি দিলা সত্ৰে বহু ধন॥
ঘনকান্তে নিবেদিলা অসম চৰকাৰে।
বহু কাঠ টিনপাত দিলা সমাদৰে॥
মহামান্য অসমৰ ৰাজ্যপাল জনে।
বিংশতি হাজাৰ টকা দিলা একমনে॥
এহিমতে সত্ৰীয়া প্ৰভু ঘনকান্তে।
পাইলা বহু ধন দান হৰিৰ কৃপাতে॥
চতি মাৰলি যত সবাকে আনিলা।
দক্ষিণপাটৰ অধিকাৰক খুজিলা॥
গড়মূৰ অধিকাৰে হাতী গোট দিলা।
বৃহত আকাৰ কাঠ টানিয়া আনিলা॥
ভোগপুৰ ভক্ত সবে কৰিলা সহায়।
সত্ৰ কাৰ্য্যে সত্ৰলোক পাৰে সৰ্ব্বদায়।
ভকত্ৰাম উমাৰাম বৰা দুয়োজন।
কৰাইলেক কৰ্ম্ম সব কৰিয়া যতন॥
ধনৰ ভৰালী বুঢ়াভকত দেৱেন্দ্ৰ।
আদান প্ৰদান কৰে নাহি কোনো মন্দ॥
যোৰহাট হন্তে ভাল ভাল ইটা আনি।
নাৰবৈছা গ্ৰাম মিস্ত্ৰী কৰে কৰ্ম্ম খানি॥
নামঘৰ দুখোটালি টুপৰ টিনপাত।
সৰ্ব্বানন্দ গুণাৰামে দিলা কৰি দাঠ॥
আতাগৃহ টিনপাত আৰু সিংহাসন।
দয়াৰামে দানিলন্ত ভাঙি নিজ ধন॥
পৰমানন্দে দানিলন্ত পদশীলা ঘৰ।
মিঠাৰামে মণিকূট দিলা শ্ৰেষ্ঠতৰ॥
এগোটা চৰিয়া দিলা গোলোক ভকতে।
প্ৰসাদ সানিতে ভৈল সুবিধা তহিতে॥
ডাণ্ডৰ শৰাই আৰু ৰূপৰ কৰণি।
বাপুৰাম আতৈ দান দিলা মনে গুণি॥
আউনীআটী অধিকাৰে দিলা দবা তাল।
আনো আনো লোকে দ্ৰব্য দিলা ভাল ভাল॥

দিবাক নপাৰো তাৰ যত বিৱৰণি।
কতেক লিখিবো দান নচলে লিখনি।।
এহিমতে সত্ৰখনি ভৰপূৰ ভৈলা।
যাক যৈতে থৈবে লাগে সবাকে থাপিলা।।
চৌৱিশ হাজাৰ ধন তাত ব্যয় কৰি।
সাজিলা যতনে তাক আতি ভৰিপূৰি।।
নাওঁবেছা মুখ্য মিস্ত্ৰী ধনাই তান নাম।
সোমেশ্বৰ পানীৰাম আৰু কিনাৰাম।।
সবে কৰ্ম্ম সাঙ্গ কৈলা সাজিলা যতনে।
কিনাৰামে ভেটি বান্ধি দিলা ৰঙ্গমনে।।
দেখিতে সুন্দৰ ঘৰ যেন হেমগিৰি।
সূৰ্য্যৰ কিৰণে জ্বলে তিৰবিৰ কৰি।।
চৈধ্যটি প্ৰসঙ্গ নিতে কৰে সমাপন।
নৈমিত্তিক পৰ্ব্ব মুখ্য গুৰুৰ কীৰ্ত্তন।।
ভাদ্ৰমাসে মহাৰম্ভে পালন কৰয়।
ৰাসোৎসৱ ফল্গুৎসৱ জন্মোৎসৱ হয়।।
আৰু বিহুপৰ্ব্ব তিথি আতা সকলৰ।
বছৰি কৰয় তিথি সত্ৰাধিকাৰৰ।।
এহিমতে মহানন্দে ভকত সহিত।
সতৰীয়া প্ৰভু ৰঙ্গে হুয়া মহাপ্ৰীত।।
পাছে একদিনা প্ৰভু ভক্তৰ লগত।
আলোচিলা এক কথা অতৈব প্ৰশস্ত।।
প্ৰভুৰ পিচত লাগে হুইবে অধিকাৰ।
প্ৰতিপাল কৰিবাক আৰু গুৰু ভাৰ।।
মেখেলী গাওঁৰ এক কণ্ঠিৰাম নাম।
তেহো বোলে সবিনয়ে কৰিয়া প্ৰণাম।
আছে এক বালক পৰম ৰূপৱন্ত।
চামগুৰী অধিকাৰ পুত্ৰ গুণৱন্ত।।
শুনি ভক্তে সমে প্ৰভু আলোচ কৰিলা।
দেৱানন্দ বায়নক তথাক পঠাইলা।।
মাজুলীৰ চামগুৰী সত্ৰ অনুপাম।
আছে সতৰীয়া এক ৰোমকান্ত নাম।।

তাহান পঞ্চম পুত্ৰ নাৰায়ণ চন্দ্ৰ ।
ৰূপ কান্তি বিতোপন বয়ন সুচান্দ ।।
শুক্লবৰ্ণ মধ্যক্ষীণ বহল হৃদয় ।
মুখকান্তি চন্দ্ৰাকৃতি অতি শোভনয় ।।
সপ্তম বৰিষে তেহো উমলি ফুৰন্ত ।
দেখিলেক পন্থে গৈয়া বালক মহন্ত ।।
দেৱানন্দে গৈলা পাছে সতৰীয়া স্থান ।
বসিলা বায়নে কৰি গুৰুক সন্মান ।।
অনন্তৰে দেৱানন্দে কৰযোৰ কৰি ।
নিবেদিলা গুৰু আগে ভয় পৰিহৰি ।।
যিহেতু আসিলো আমি শুনিয়ো ভাৰতী ।
সতৰীয়া ভক্তে সমে কৰিয়া যুগুতি ।।
বিচাৰিবে চাহে তযু পুত্ৰ একজন ।
ডেকাপদে ৰাখিবাক তাসম্বাৰ মন ।।
দিয়োক কনিষ্ঠ পুত্ৰ নকৰি বিমন ।
সসন্মানে বিদ্যাদানে কৰিবো পালন ।।
শুনি সতৰীয়া প্ৰভু হয়া মন প্ৰীত ।
পুত্ৰক দিবাক লাগি ভৈলা শুদ্ধ চিত্ত ।।
দেৱানন্দে আসি প্ৰভু ভক্তক জনাইল ।
বালক আনিতে পাছে দ্ৰব্য যুগুতাইল ।।
দুই হস্তী স্কন্ধে কতো ভক্ত গৈল চলি ।
কতো ভক্ত গৈল আনন্দতে পাৰে বুলি ।।
অনন্তৰে পাইলা গৈয়া চামগুৰী থান ।
প্ৰণামিলা আগবঢ়াই গুৱা শৰাই খান ।।
ভক্তে বোলে তযু পুত্ৰ নিবাক লাগয় ।
আসিলোহে সমদলে ঐত ভক্ত চয় ।।
শুনি গুৰুদেৱ ভৈল সজল নয়ন ।
সবাকে আশ্বাসি প্ৰিয় বুলিলা বচন ।।
মাতৃহীন ভৈল শিশু অতি বাল্যকালে ।
দিলো তোমাসাক ৰাখিবাহা প্ৰতিপালে ।।
আজি ধৰি তোৰাসব পিতা মাতা ভৈল ।
ভাল মন্দ সুখ দুখ তোমাসাত ৰৈল ।

এহি বুলি পুত্ৰে কোলে ধৰিলা সাবটি।
বিগলিল নয়নাশ্ৰু দিলা জ্ঞান নীতি॥
বিদায় ভৈলন্ত শিশু পিতৃৰ চৰণে।
হস্তীস্কন্ধে আৰোহিলা অতি ৰঙ্গমনে॥
হস্তীয়ো প্ৰণাম কৈল শুণ্ড গোট তুলি।
ধীৰে ধীৰে লৰিলন্ত পশ্চিমক বুলি॥
ওঠৰশ সত্তৰ শকত জ্যৈষ্ঠ মাসে।
ভক্তে সমে নাৰায়ণ চন্দ্ৰ সত্ৰে আসে॥
অনুক্ৰমে পাইলা পাছে কমলাবাৰী থান।
পিন্ধাই খুৱাই বসাইলন্ত কৰি জল স্নান॥
সত্ৰীয়া গুৰুদেৱে পুত্ৰাধিক কৰি।
পালিলন্ত তাঙ্ক পাছে পৰম সাদৰি॥
প্ৰাথমিক বিদ্যালয়ে ভৰ্তি কৰিলন্ত।
বাপুৰাম ফুকন পণ্ডিতে পঢ়াইলন্ত॥
ত্ৰয়োদশ বছৰ যে ভৈল উপসন।
উপবীত দিলা প্ৰভু কৰিয়া যতন॥
নানা নৃত্য গীত বাদ্য ভাওনা পাতিলা।
সেহিদিনা ডেকা পদে তাহাঙ্ক থাপিলা॥
নিৰ্ম্মালি প্ৰদান কৰে সত্ৰাধিপ জনে।
হৰিধ্বনি কৰিলন্ত সভাসদ গণে।
সভা বিসৰ্জ্জিয়া সবে ঘৰাঘৰি গৈল।
মহানন্দে সত্ৰীয়া নিজস্থানে ৰৈল॥
অনন্তৰে ঘনকান্ত সন্ত কৃপাময়।
তাঙ্ক দিলা শৰণ ভজন তত্ত্বচয়॥
অজনীয়া ভক্তজনে গুৰুক চিনাইলা।
চাৰিনাম উচ্চাৰিয়া শৰণ কৰাইলা॥
লভিলন্ত তত্ত্বজ্ঞান সন্তৰ কৃপাত।
নাৰায়ণ ৰহিলন্ত আনন্দে তথাত॥
প্ৰাথমিক বিদ্যালয় শেষ কৰিলন্ত।
তাত পাছে হিন্দী দেৱভাষা শিকাইলন্ত॥
সৰ্ব্বেশ্বৰ ফুকন যে শৰ্ম্মা যোগেশ্বৰ।
শিকে তাত হন্তে হিন্দী সংস্কৃত সম্বৰ॥

খগেশ্বৰ গায়নে শিকাইলা বৰগীত।
ৰাগ তাল মান শিকি ভৈলা মন প্ৰীত।
পাছে ঘনকান্তে একদিনা চিন্তিলন্ত।
সংস্কৃত বিদ্যালয় যেন থাপিবন্ত ॥
ভকত সবৰ সঙ্গে আলচ কৰিলা।
শুভবাৰ শুভযোগ দিনবাৰ চাইলা ॥
উনৈশ শ উনষাঠী শকে অষ্টম চত'ত।
আৰম্ভিলা পাঠদান মঙ্গল যোগত ॥
টোলাধ্যক্ষ ভৈলন্ত গিৰীশ মহাশয়।
নাৰায়ণ চন্দ্ৰ তাতে শাস্ত্ৰক পঢ়য় ॥
আনো আনো ভকতে পঢ়িলা তাৰ কাছে
এহিমতে কিছুদিন শিক্ষা কৰি আছে ॥
সংস্কৃত বিভাগৰ শৰ্ম্মা জীৱেশ্বৰ।
হোৱয় পৰিদৰ্শক সমস্ত টোলৰ ॥
কৰিল অনুমোদন সিটো টোল খান।
সত্ৰীয়া প্ৰভুৰ তাত মহা অৱদান ॥
আদ্য মধ্য উপাধিক দিলা নাৰায়ণ।
হুয়া ব্যাকৰণ শাস্ত্ৰী আনন্দিত মন ॥
গীতা-ভাগৱত আদি ধৰ্ম্ম শাস্ত্ৰ চাই।
নানা জ্ঞান সু-পণ্ডিত ভৈলন্ত গোসাঁই ॥
ঘনকান্ত প্ৰভুদেৱে সন্তোষ পাইলন্ত।
নানা সময়ত তাঙ্ক উপদেশ দেন্ত ॥
অনন্তৰে লিখিলন্ত নাটক দুখান।
কহো তাক ভিন্ন ভিন্ন নামক ব্যাখ্যান ॥
মান্ধাতা ধৰ্ম্ম পৰীক্ষা কীচকৰ বধ।
অভিনয় দেখি সবে ভৈলন্ত তবধ ॥
এহিমতে ঘনকান্তে নাটক লেখিল।
আৰু যিবা লেখিছিল সবে লুপ্ত ভৈল ॥
নাৰায়ণ চন্দ্ৰে লিখে নাটক বহুত।
অভিনয় দেখি যাক মানিল অদ্ভুত।
শঙ্খাসুৰ হৰি পদলাভ ৰাসলীলা।
দ্বাপৰৰ দৰ্পচূৰ্ণ নাটক লিখিলা ॥

প্ৰহলাদ বৈকুণ্ঠ অভিযান নাম যাৰ।
অন্ধক অসুৰ বধ অবন্তী উদ্ধাৰ ॥
এহিতো প্ৰধান নাট আৰু লিখিলন্ত।
হস্তাহস্তি হোন্তে সেহি লপুত ভৈলন্ত ॥
সঙ্গীত বিদ্যাক গুৰু শিকাইলা যতনে।
পাঠ নামলগোৱা ভৈলন্ত কিছুদিনে ॥
বায়ন পৰমানন্দ আৰু খগেশ্বৰ।
আত শিকিলন্ত বিদ্যা অতি শ্ৰেষ্ঠতৰ ॥
সতীশ শৰ্ম্মাত হন্তে ইংৰাজী শিকিল।
পৰমাৰ্থ কথা যত সবাকে পাৰিল ॥
ঘনকান্ত প্ৰভু শিষ্য কৰিল অপাৰ।
তাৰ লেখা কৰিবাক শকতি কাহাৰ ॥
আত অনন্তৰে যেন কথা ভৈলা পাছে।
ঘনকান্ত প্ৰভু জৰাগ্ৰস্ত হয়া আছে ॥
ইদিন সিদিন কৰি অসুস্থ ভৈলেক।
সমূহ ভকতে তান সেৱা ধৰিলেক ॥
ডেকাজনা প্ৰভুদেৱে বিষাদিত মনে।
কৰিলা শুশ্ৰূষা নিতে গুৰুৰ চৰণে ॥
গুৰুদেৱে ধৰ্ম্মভাৰ দিতে ইচ্ছা কৰি।
ডেকাক অৰ্পিলা ভাৰ নীতি অনুসৰি ॥
ভকতৰ সাক্ষাতে কৰিলা মাল্যদান।
কৰিলন্ত গুৰুদেৱে বৈকুণ্ঠ প্ৰয়াণ ॥
ওঠৰ শ তিৰাসীৰ শক জ্যোতিষৰ।
এঘাৰ তাৰিখ আৰু আঘোণ মাসৰ ॥
শুক্লা একাদশী দিনা দশ ঘটিকাত।
সম্বৰিলা নৰনাটা দেহ সিবেলাত ॥
সলোতকে প্ৰভু আৰু সমূহ ভকতে।
হৰিধ্বনি কৰি দেহা থাপিলা চিতাতে ॥
খোল তাল আনো নানা বাদ্য বজাইলন্ত।
দেহ ভস্ম ভৈলে পাছে প্ৰভাত ভৈলন্ত ॥
পাগ পাত্ৰ দূৰ কৰি বস্ত্ৰক ভিজাই।
গৃহ শুদ্ধ কৰিলন্ত ভক্তসবে যাই ॥

তৃতীয় দিনাৰ কাৰ্য্য সবে সঙ্কালিলা।
অনন্তৰে দশা কৰ্ম্ম আসিয়া মিলিলা॥
শিষ্য ভক্ত সবে মিলি মহামহোৎসৱে।
পাতিলন্ত দশা কৰ্ম্ম পৰম গৌৰৱে॥
দশা কৰ্ম্ম অন্তে আদ্যশ্ৰাদ্ধ আসি ভৈল।
নানা স্থান হন্তে ধন-ধান দান কৈল॥
সমূহ ভকতে দান যাৰ যিবা চলে।
শক্তি অনুসৰি সবে খৰছা কৰিলে॥
অসমৰ মুখ্যমন্ত্ৰী আইনমন্ত্ৰী দ্বয়।
সপ্তশত টকা দিয়া সাহায্য কৰয়॥
উত্তৰ কমলাবাৰী আৰু ভোগপুৰ।
আসিলন্ত সত্ৰীয়া ভকত প্ৰচুৰ॥
আধাৰ বদলা সত্ৰ গোঁসাই আসিল।
যথাৰীতি স-সন্মানে বাসা সিধা দিল॥
আদ্যশ্ৰাদ্ধে প্ৰসঙ্গ প্ৰসাদ অভ্যুদয়।
নাটনৃত্য জলপান প্ৰচুৰ মিলয়॥
বহানাচ অঙ্কীয়া নাটক কৰিলন্ত।
ৰাত্ৰি ভাগে মাতৃভাষা নাটক ভৈলন্ত॥
যথাসাধ্য তুষিলন্ত ভক্ত গুৰুজনে।
দিলা দান দক্ষিণাদি ব্ৰাহ্মণ সজ্জনে॥
পাছে শুভ সময়ত কীৰ্ত্তন ঘৰত।
ডেকাজনা বসিলন্ত গাদীৰ মধ্যত॥
বাদ্য ভণ্ড বায়া পাছে মঙ্গল আচৰি।
সমাজে দানিল মালা পূৰ্ব্বৰীতি স্মৰি॥
উপস্থিত সাধুসন্তে আশীৰ্ব্বাদ কৰি।
দানিলন্ত ধৰ্ম্মমাল্য গুৰুক সুমৰি॥
জনগণ আজ্ঞা লৈয়া বেথাৰাম বৰা।
গুৰুমানি সেৱিলন্ত কৈ পূৰ্ব্বধাৰা।
বিষ্ণুৰাম বৰুৱা অঞ্চলিক সভাপতি।
অঞ্চলৰ হকে তেহো কৰিয়া প্ৰণতি॥
আজি ধৰি গুৰু প্ৰভু ভৈলেক আমাৰ।
এহি বুলি হৰিধ্বনি কৰে বাৰেবাৰ॥

এহিমতে আদ্যশ্ৰাদ্ধ সাঙ্গ কৰিলন্ত ।
সমাপণে সৰ্ব্বলোক গৃহক গৈলন্ত ॥
সত্ৰাধিপ পদে তথা বসি নাৰায়ণ ।
নাট্য নৃত্য প্ৰকাশিবে তান ভৈলা মন ॥
উনৈশ শ পয়সত্তৰ চনে দিল্লী নগৰীত ।
ৰাম বিজয়ৰ যাত্ৰা দেখাইলা তহিত ॥
যোগেন শইকীয়া তাত সহায় ভৈলন্ত ।
প্ৰভুৰ সহিত তান মিত্ৰতা আছন্ত ॥
হেন নাট নৃত্য দেখি ৰাষ্ট্ৰপতিজনে ।
ভাৰতৰ বাহিৰক নিবো বুলি মনে ॥
পঠাইলন্ত বাৰ্ত্তা সত্ৰে টেলিগ্ৰাম কৰি ।
ৰোমেশ্বৰ শইকীয়া আইল তৰাতৰি ॥
পাছে প্ৰভু শিল্পী ভক্ত দিলা চাৰিজন ।
তাসম্বাৰ নাম কহো কৰিয়ো শ্ৰৱণ ॥
বিজয় গোস্বামী আৰু তিলেশ্বৰ বৰা ।
পূৰ্ণানন্দ কলিতা যতীন্দ্ৰ চন্দ্ৰ বৰা ॥
এহি চাৰিজন শিল্পী কৰিয়া যুগুত ।
বিদায় দিলন্ত প্ৰভু হুয়া আনন্দিত ॥
ইণ্ডোনেচীয়াক পাছে নিলা ৰাষ্ট্ৰপতি ।
বিমানত আৰোহিয়া কৰিলন্ত গতি ॥
তাত পাছে নাট্য নৃত্য সবে প্ৰকাশিলা ।
দৰ্শক প্ৰজাৰ মনে সন্তোষ মিলিলা ॥
নাট ৰাম বিজয় কৰিলা চালি নৃত্য ।
ভাৰতৰ খ্যাতি বৈল ভৈল কৃতকৃত্য ॥
বিদেশৰো নৃত্য কলা কৰিলা দৰ্শন ।
তথাৰহি নানা স্থান কৰিলা ভ্ৰমণ ॥
দুয়োজনা ৰাষ্ট্ৰপতি বহু ধন দিলা ।
তথা হন্তে শিল্পী সব পৰিবৰ্ত্তী আইলা ॥
এহিমতে প্ৰভুদেৱে অন্যান্য স্থানত ।
প্ৰকাশিলা নৃত্য কলা সঙ্গীত সমস্ত ॥
অসমৰ বাহিৰতো হুয়া নিমন্ত্ৰণ ।
শঙ্কৰী সঙ্গীত প্ৰভু কৰে প্ৰদৰ্শন ॥

কাশী দিল্লী মাদ্ৰাজ পাঞ্জাব প্ৰদেশত।
শঙ্কৰদেৱৰ কৃত্য কৰিলা বেকত॥
বাপুৰাম বায়নকো ৰাষ্ট্ৰপতি জনে।
একাডেমী পুৰস্কাৰ দিলা ৰঙ্গমনে॥
পঞ্চ হাজাৰেক ধন আৰু তাম্ৰ পত্ৰ।
ভাওনা সবাহ কৰি আনিলেক সত্ৰ॥
এহিমতে প্ৰভু নৃত্যকলা প্ৰচাৰিলা।
সভা সমিতত বহু বক্তৃতা কৰিলা॥
একশৰণৰ কথা লোকক বুজাইলা।
সেহি দিনা হন্তে সত্ৰ উজ্জলিত ভৈলা॥
অদ্যাপিও অসমত আনো আনো স্থানে।
নিমন্ত্ৰণী পায়া যাত্ৰা কৰে পাৰে মানে॥
সমস্ত লোকৰ উচ্চ প্ৰশংসা লভিলা।
নানা স্থান হন্তে লোকে ধন্যবাদ-পত্ৰ দিলা॥
ৰাষ্ট্ৰপতিৰ পত্ৰ অদ্যাপিও আছে।
প্ৰশংসা বাণীৰ লিপি পাই প্ৰভু কাছে॥
নানান কিতাপ লিখি ধৰ্ম্ম প্ৰচাৰিয়া।
আছে প্ৰভুদেৱ সত্ৰ অদ্যাপি ৰহিয়া॥
তাহান অনুজ্ঞা আৰু পৰামৰ্শ পাই।
বিৰচিলো পদ নধৰিব দোষ দাই॥
হেৰা সমস্তৰ আছে চৰিত্ৰ অপাৰ।
মই মহামূঢ় কেনমতে পাওঁ পাৰ॥
সংক্ষেপতে মাত্ৰ বিৰচিলো পুথিখান।
থাকিল বহুত কথা এৰিলো ব্যাখ্যান॥
মোৰ যত দোষ ক্ষমিয়োক কৃপাময়।
চৰণে মিনতি কৰো হয়োক সদয়॥
ভকতৰ পদধূলা শিৰে লৈলো তুলি।
চৰণে প্ৰণামো মই জয়গুৰু বুলি॥
কহয় দেবেন্দ্ৰ নাথে এৰা আন কাম।
পাতক চাৰোক ডাকি বোলা ৰাম ৰাম॥ ০০

প্ৰভু ঘনকান্তদেৱৰ জীৱন বৃত্তান্তৰ পিচতে আমাৰ কাম প্ৰায় শেষেই হৈছিল। কিন্তু সত্ৰৰে এজনা প্ৰসিদ্ধ ভকত শ্ৰীযুত ধৰ্ম্মেশ্বৰ নামলগোৱা আতৈয়ে তেখেতৰ প্ৰবল আগ্ৰহ আৰু নেৰানেপেৰাভাবে আমাৰ জীৱন বৃত্তান্ত লিখিবলৈ লোৱাত সেই খণ্ডটিও ইয়াত তুলি দিয়া হ'ল। নামলগোৱা আতৈয়ে আমাক প্ৰতিদিনে এনেকৈ হেচা দিবলৈ লাগিল যে আমি আমাৰ কিছু কাম পিচ পেলাই থৈ আমাৰ বিগত জীৱনৰ কাম ছোৱাৰ তথ্যপাতিখিনি যোগাৰ কৰি দিব লগা হয়। তেখেতৰ লিখাখিনি আমাক দেখুউৱাত আমি পাৰ্যমানে সংক্ষিপ্ত কৰিবলৈ অথবা এৰাধৰা কৰি দিবলৈ বাধ্য হওঁ। আতৈৰ লিখাখিনিত দোষ ধৰিবলৈ থল নাই। তেখেত লিখাত সিদ্ধহস্ত। এতেকে সামান্য সংশোধনেৰে অনিয়ম হলেও এই খণ্ডটোত আমাৰ জীৱন বৃত্তান্তখিনি তুলি দিয়া হ'ল। ০

## (৩-চ)-সত্ৰাধিকাৰ শ্ৰীশ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী

মহাপুৰুষ শঙ্কৰদেৱৰ জীয়াৰী নাতি বুলি প্ৰখ্যাত চক্ৰপাণি আতাৰ বংশত সত্ৰাধিকাৰ শ্ৰীশ্ৰীনাৰায়ণ চন্দ্ৰ দেৱ গোস্বামী প্ৰভুৰ জন্ম হয়। জন্ম হয় ১৮৬৭ শক, আহিন মাহ, বুধবাৰ শুক্লাচতুৰ্থী তিথিৰ দিনা। পিতৃৰ নাম ৺বোমেশ্বৰ দেৱ গোস্বামী। জন্মস্থান মাজুলীৰ চামগুৰী সত্ৰ। চাৰিগৰাকী বায়েক-আৰু তিনিজন ককায়েক। তেখেত নিচেই পেটমোচা নুমলীয়া। সোঁৱৰণিৰ গুপ্ত নাম শ্ৰীতৰণি চৰণ গোস্বামী আৰু ব্যক্ত নাম বা প্ৰখ্যাত নাম শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী। ১৯৪৭ চনতে তেখেতৰ ছবছৰ বয়সতে মাতৃবিয়োগ হয়। পিতৃ আছিল চামগুৰী সত্ৰৰ সত্ৰাধিকাৰ। সৰুকালতে মাউৰা হৈ পৰিল। ঘৰুৱা অৱস্থাও বৰ সুবিধাজনক নাছিল। ইয়াৰ মাজতে এজন ককায়েকৰ মৃত্যু হৈছিল আৰু চাৰিগৰাকী বায়েককো উলিয়াই দিয়া হৈছিল। এনে সমস্যাতে ককায়েক শ্ৰীযুত কোমকান্ত দেৱ গোস্বামীৰ তত্ত্বাৱধান আৰু পিতৃদেৱৰ লালন-পালনত ডাঙৰ-দীঘল হয়। সৰুতে মাতৃহীন আৰু নিচেই নুমলীয়া হোৱাৰ কাৰণে ঘৰৰ সকলোৰে বৰ আদৰৰ পাত্ৰ হৈ পৰে। শিশুসুলভ কামবোৰ যেনে খেলা-ধূলা, ৰং-তামচা আদি কৰি দিন নিয়াইছিল। আমকঠালৰ বাৰীত সোমাই আম পাৰি, কঠাল চুৰ কৰি খেৰৰ ঘৰত সুমুৱাই থৈ পকিলে লগৰ ল'ৰাবোৰৰ সৈতে প্ৰীতি ভোজন কৰা নিয়ম এটি বা অভ্যাস এটি গৰম কেইদিনত প্ৰভুৰ বাল্য জীৱনৰ চিৰ সহচৰ আছিল। চামগুৰীৰ গোসাঁইসকল খোল-তাল, গীত-মাত, ভাওনা-সবাহ, হস্ত শিল্প কৰ্ম্মত পাকৈত আছিল। এই গুণবিলাক গুৰুজনাৰ দিনৰেপৰা পৰম্পৰা ক্ৰমে গুৰি লাগি অহা বিদ্যা। সৰুৰেপৰা শিশু নাৰায়ণ চন্দ্ৰৰ খোল-তালৰ বিদ্যাত অভ্যস্ত আছিল। এনেতে চামগুৰী জন্ম ভূমিতে বাল্য জীৱন অতিবাহিত কৰি থাকোতে তেখেতৰ ভাগ্যচক্ৰখন ঘূৰি গ'ল। নতুন কমলাবাৰী সত্ৰ প্ৰতিষ্ঠাতা সত্ৰাধিকাৰ শ্ৰীশ্ৰীঘনকান্ত গোস্বামী প্ৰভু ঈশ্বৰৰ উত্তৰাধিকাৰী এজনৰ আৱশ্যক হল। তেখেতে সেই সত্ৰৰ শিষ্য ভকত সকলৰে সৈতে আলোচনা কৰি মাজুলীৰ মেখেলী গাৱঁৰ ৺কঠিৰাম ৰাজখোৱাৰ মুখে চামগুৰী সত্ৰত এটি গোসাঁই লৰা থকাৰ সংবাদ পাই সত্ৰৰে ভকত শ্ৰীদেৱানন্দ বায়নক ল'ৰা চাবলৈ পঠাই দিয়ে। তেওঁ ল'ৰা চাই আহিল। সেই ল'ৰাজনেই হ'ল শিশু নাৰায়ণ চন্দ্ৰ। সকলো ভকতৰ মাজত আলোচনাক্ৰমে ১৮৭০ শকৰ জেঠ মাহত সত্ৰাধিকাৰ ৺বোমেশ্বৰ গোস্বামী প্ৰভুক খুজি নতুন কমলাবাৰী সত্ৰৰ উত্তৰাধিকাৰী হিচাবে সত্ৰৈল হাতীত তুলি অনা হয়। ল'ৰাটিক কমলা-

বাৰী সত্ৰলৈ দিয়াত পিতৃদেৱকৰ বাহিৰে বংশৰ আন সকলৰ বৰ ইচ্ছা নাছিল। কিন্তু চৰণেহে জানে মৰণৰ ঠাই। ল'ৰাটিৰ তেতিয়া বয়স আছিল ছবছৰ ছমাহ মাত্ৰ। সত্ৰৰ প্ৰাথমিক বিদ্যালয়ত পঢ়িবলৈ দিয়া হয়। তেখেতৰ শিক্ষক আছিল একাদিক্ৰমে শ্ৰীবাপুৰাম ফুকন, শ্ৰীবংশীধৰ দত্ত আৰু শ্ৰীপদ্মপাণি গোস্বামী। তিনিওজন শিক্ষকৰ ওচৰত পঢ়ি তেখেতে প্ৰাথমিক বিদ্যা শেষ কৰে। ইয়াৰ পিচতে মাজুলীৰ হাইস্কুলত নাম লগোৱা সম্পৰ্কত নানা আলোচনা হয়। নিজৰ ককায়েক শ্ৰীযুত কোষকান্ত গোস্বামীয়ে হাই-স্কুলত নাম ভৰ্ত্তি কৰাবলৈ টানি ধৰে, কিন্তু সত্ৰৰ ভিতৰৰ ভকতৰ মাজত দুটা দল হয়। সৰহ ভকতৰ মতে সত্ৰতে তেখেতক আৱদ্ধ ৰাখি পঢ়ুৱাব লাগে। সেইটোৱেই সিদ্ধান্ত হ'ল। তেতিয়াৰ সহশিক্ষক শ্ৰীযুত সৰ্বেশ্বৰ ফুকন আৰু শ্ৰীযুত ৰোষ শৰ্ম্মাক মাহিলি সামান্য বেতন দি সত্ৰতে তেখেতক সংস্কৃত, হিন্দী আৰু ইংৰাজী বিদ্যা শিকোৱা হয়। শিক্ষাৰ বেতন দিছিল সত্ৰাধিকাৰ প্ৰভু ঈশ্বৰে। ইয়াৰ কিছুদিনৰ পিচত তেতিয়াৰ মন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰী, ককা নীলমণি ফুকনে অসমৰ বাহিৰত (হৃষীকেশত) সংস্কৃত শিকাবৰ কাৰণে তেখেতক পঠাবলৈ প্ৰভু ঈশ্বৰক পৰামৰ্শ দিছিল আৰু তাৰ গোটেই খৰছ চৰকাৰে বহন কৰিব বুলিও কৈছিল। কিন্তু প্ৰভু-ঈশ্বৰৰ বয়সে ভাটি দিলে কাৰণে পঠাবলৈ ইচ্ছা নকৰিলে। এনেকৈ তেখেতে সত্ৰতে লাগতিয়াল বিদ্যা অভ্যাস কৰে।

শ্ৰীশ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী প্ৰভুক ১৮৭৬ শকৰ ১৯ মাঘ বুধবাৰৰ দিনা উপনয়ন সংস্কাৰ কৰা হয়। সেইদিনা সত্ৰীয়া প্ৰাচীন নীতি মতে ডেকাধিকাৰৰ নিৰ্ম্মালিও দিয়া হ'ল। তেতিয়া তেখেতৰ বয়স আছিল তেৰ বছৰ। সেই শকৰে শাওণ মাহত শুক্লা তৃতীয়া তিথিৰ দিনা পিতৃও হানি হৈছিল।

প্ৰভুৰ সৰুৰে পৰা ভাওনা সবাহ আদিত বৰ ৰাপ আছিল। ভাওনা চালে মাজত উঠি অহাটো অভ্যাস নাছিল আৰু একে থৰে বহি চাই থাকিব পাৰিছিল। ভাওনা, নাচ গান বুলিলে খোৱা বোৱাকো এৰিছিল। নিজে সৰুতে প্ৰায় ১০ বছৰ বয়সৰ পৰা লগৰ লগৰীয়া ভকতৰ ল'ৰাৰে সৈতে ধেমালিতে ভাওনা পাতে। ভাওনাখনত ভীম, দুৰ্য্যোধন, হনুমান, জাম্বুবান, ৰাৱণ, কৃষ্ণ, বলভদ্ৰ আদি একেলগে ওলায় আৰু সকলোৰে যুদ্ধ কৰাত লাগে। তেখেতে ল'ৰামতীয়া ভাৱেৰে দুখন নাটক লিখিছিল। সেই দুখন নাট হ'ল নৰকাসুৰ বধ। শ্ৰীকৃষ্ণৰ পোছাকখিনি তেখেতে নিজে তৈয়াৰ কৰি লৈছিল। পোছাকখিনি (চুৰিয়াৰ বাদে) কাগজৰ আছিল। ৰাৱণৰ মুখা সাজিছিল কলপতুৱা চুটিকৈ কাটি দহদাল বাঁহৰ শলাত সুমুৱাই তাত মাটিৰে চকু, কাণ, নাক লগাই দি পিঠিত বান্ধি লৈছিল। নিজেই ৰাৱণো হৈছিল। কেতিয়াবা নিজে খোল বজাই (প্ৰবেশ, প্ৰস্থান, যুদ্ধৰ বাজনা মাৰি) ভাওনা

পৰিচালনা কৰিছিল। ভাওনা পতা হৈছিল নিজৰ দুৱাৰমুখত নাইবা মণিকূটত। এনেকৈ ধেমালিতে ভাওনা পাতি সন্তোষ লাভ কৰিছিল। প্ৰভুৱে সৰুতে বিষ্ণু মূৰ্ত্তি স্থাপনা কৰি দৈনিক নাম-প্ৰসঙ্গও ধেমালিতে কৰিছিল। বয়স হৈ অহাৰ লগে লগে সেই ধেমালিবোৰে লগ এৰিবলৈ ধৰে।

শিক্ষাৰ কাৰণে শিক্ষক নিয়োগ কৰিলেও তাৰ পৰা কোনো ভাল ফল নোপোৱাত স্থায়ীভাৱে এখন সংস্কৃত টোল ৺সত্ৰাধিকাৰ প্ৰভু ঈশ্বৰৰ সদিচ্ছাত পতা হয়। সেইখন সংস্কৃত টোলত প্ৰথমতে প্ৰধান অধ্যাপক হিচাবে শ্ৰীযুত গিৰীশ চন্দ্ৰ শাস্ত্ৰীদেৱ নিযুক্তি হয়। তাৰ পৰা ক্ৰমে সৰ্ব্বশ্ৰী সুৰেণ শৰ্ম্মা শাস্ত্ৰী, ৺ৰসেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য, নৃপেন শৰ্ম্মা শাস্ত্ৰী, সতীশ শৰ্ম্মা শাস্ত্ৰীয়ে কাৰ্য্য চলায়। এই কেইজনেই প্ৰভুক সংস্কৃত শিক্ষা দিয়ে। বিশেষকৈ ৺ৰসেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য স্মৃতি ব্যাকৰণ তীৰ্থ আৰু শ্ৰীযুত গিৰীশ চন্দ্ৰ শৰ্ম্মা ব্যাকৰণ শাস্ত্ৰীদেৱৰ পৰা সংস্কৃত শিক্ষাত বিশেষ অৰিহণা পোৱা বুলি প্ৰভুৱে কয়। সতীশ শাস্ত্ৰীৰ পৰা ইংৰাজী শিক্ষাও লয়। ১৯৬২ চনৰ সংস্কৃতৰ আদ্য পৰীক্ষাত প্ৰভুৱে অধ্যাপকৰ মাননি সহ উত্তীৰ্ণ হয়। সেইদৰে ১৯৬৭ চনত চৰকাৰী বৃত্তি লৈ মধ্য আৰু ১৯৭১ চনত সংস্কৃতৰ উপাধি পৰীক্ষাত উত্তীৰ্ণ হয়। ইয়াৰ মাজতে অধ্যাপকৰ অভাৱত প্ৰভু ভালেদিন এনেয়ে বহি থাকিবলগীয়াও হৈছিল। প্ৰভুৰ উত্তীৰ্ণত ৺সত্ৰাধিকাৰ গৰাকীয়ে অশেষ আনন্দ লাভ কৰে। কাৰণ যি উদ্দেশ্যত টোলখনি পতা হৈছিল, সেই উদ্দেশ্য পূৰ্ণ হ'ল। ৺প্ৰভু ঈশ্বৰে যেনো তেখেতৰ ব্যাকৰণ শাস্ত্ৰী উপাধিত সন্তোষ প্ৰকাশ কৰি কৈছিল "মই এতিয়া মৰিলেও দোষ নাই। কাৰণ শেষ বয়সত মৰাৰ আগতে ভাল খবৰটো পালো।" প্ৰভুৱে সংস্কৃত শাস্ত্ৰত উপাধি গ্ৰহণ কৰি বহুত সংস্কৃত কিতাপ মগাই আনি অধ্যয়ন কৰে। তাৰ কাৰণে আগৰজন মুখ্যমন্ত্ৰী ৺বিমলা চলিহাই প্ৰভুক পাঁচশ টকা দিছিল। প্ৰভুৰ এতিয়াও তিনিটা আলমাৰি কিতাপেৰেই ভৰি আছে। সংস্কৃত, হিন্দী, অসমীয়া, বঙলা ভাষাৰ কিতাপ আছে।

১৮৯৩ শক (১৯৭১ চন) আঘোণ মাহত নতুন কমলাবাৰী সত্ৰাধিকাৰ শ্ৰীশ্ৰীঘনকান্ত গোস্বামী প্ৰভু ঈশ্বৰ বৈকুণ্ঠ গমন কৰাত তেৰাৰ উত্তৰাধিকাৰী হিচাবে আৰু দ্বিতীয়জনা অধিকাৰ হিচাবে শ্ৰীশ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী প্ৰভুৱে গাদীত বহে।

প্ৰভুৱে প্ৰায় ১১ বছৰ বয়সৰ পৰা ৺খগেশ্বৰ গায়ন আতৈৰ ওচৰত বৰগীত আৰু অঙ্কীয়া নাটৰ গীত শিক্ষা কৰে। অঙ্কীয়া গীতৰ ক্ষেত্ৰত

৺সত্ৰাধিকাৰ প্ৰভু উপস্থিত থাকি ভুল শুদ্ধ চাইচিতি দিছিল। ৺প্ৰভু ও এজন ভাল সঙ্গীতজ্ঞ পুৰুষ আছিল। প্ৰভুৱে ১৮৮৯ শকত নামলগোৱা আৰু পাঠক বিদ্যা শিকি সেই মহলাত উত্তীৰ্ণ হয়। নামলগোৱা বিদ্যা আৰু পাঠক বিদ্যা শিকাইছিল ক্ৰমে ৺খগেশ্বৰ গায়ন আতৈ আৰু ৺পৰমানন্দ বায়ন আতৈয়ে। ১৬ দিনৰ ভিতৰত নামলগোৱা আৰু ১৫ দিনৰ ভিতৰত পাঠকৰ মহলাত উত্তীৰ্ণ হয়।

প্ৰভু উপাধি গ্ৰহণ কৰে ১৯৭১ চনত আৰু সেই চনৰ অক্টোবৰ মাহৰ পৰা অস্থায়ীভাৱে নতুন কমলাবাৰী সত্ৰ সংস্কৃত টোলত দ্বিতীয় অধ্যাপক ৰূপে অধ্যাপনা কাম কৰে। ১৯৭৪ চনৰ পৰা স্থায়ী ভাৱে এতিয়ালৈকে প্ৰধান অধ্যাপকৰূপে টোলত কাম কৰি আছে। এখন সত্ৰৰ সত্ৰাধিকাৰ হিচাবে থাকোতে চৰকাৰী চাকৰি কৰাটো ভাল নহয় বুলি বহুতে প্ৰভু ঈশ্বৰৰ ওচৰত নিবেদন কৰিছিল। কিন্তু তেখেতে উত্তৰ দিছিল যে অসমৰ শঙ্কৰী ধৰ্ম্মৰ অসমীয়া পুথিবিলাক মূল সংস্কৃত শাস্ত্ৰৰ পৰা ওলোৱা। মূল শাস্ত্ৰ নপঢ়িলে শঙ্কৰী দৰ্শনৰ মহাপুৰুষীয়া শাস্ত্ৰৰ নিগূঢ় তত্ত্ব উপলব্ধি কৰাটো সহজ নহয়। এতেকে উঠি অহা যুৱক সকলক সংস্কৃত শিক্ষা দি তেওঁলোকক শঙ্কৰী শাস্ত্ৰ বুজিবলৈ সুবিধা দিয়াটো উচিত। তদুপৰি হিন্দু ধৰ্ম্মৰ মূলতে সংস্কৃত ভাষাৰ বেদ, বেদান্ত, পুৰাণ, মহাভাৰত, ৰামায়ণ আদি মূল্যৱান গ্ৰন্থসমূহ। আমি একোজন ধৰ্ম্ম প্ৰচাৰক কাৰণে ধৰ্ম্মৰ কেন্দ্ৰভূত সংস্কৃত ভাষা শিক্ষা দিয়াটো আমাৰ কৰ্ত্তব্য। ধৰ্ম্মৰ লগত সংস্কৃত ভাষাৰ নেৰানেপেৰা সম্পৰ্ক। চাকৰি হলেও ই এটা ধৰ্ম্মৰে অঙ্গ। লোকক সংস্কৃত শিক্ষা দিয়াৰ লগতে নিজৰ কাৰণেও ই এটা ভাল সুবিধাজনক উপায় ইত্যাদি।

সত্ৰাধিকাৰ প্ৰভু ঈশ্বৰে এতিয়ালৈকে কেইবাটিও মূল্যৱান্ ধৰ্ম্মমূলক প্ৰবন্ধ বিভিন্ন আলোচনীত নিজে লিখি প্ৰকাশ কৰিছে। ইয়াৰ ভিতৰত দুটা কবিতাও আছে। তেখেতে চৌব্বিশ বছৰ বয়সত লিখা প্ৰথম প্ৰবন্ধটো হ'ল "আৰ্য্যজাতি কায়স্থ"। যোৰহাটৰ পৰা প্ৰকাশিত "পাঞ্চজন্য" নামৰ গীতাৰ্থী সমাজ পত্ৰিকাত উক্ত প্ৰবন্ধটো প্ৰকাশ হৈছিল। সেইখন পত্ৰিকাতে প্ৰকাশ পোৱা দ্বিতীয়টো প্ৰবন্ধ হ'ল ( ১৮৮৮ বহাগ ১২শ বছৰ ১ম সংখ্যা ) "মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ অদ্বৈতবাদ বা একশৰণ নাম ধৰ্ম্ম"। তাৰ পিচৰে পৰা প্ৰকাশিত প্ৰবন্ধবোৰ হ'ল একাদিক্ৰমে (১) চেমনীয়া সকলৰ যুগোপযোগী কৰ্ত্তব্য ( বৰ্ণালী-১৯৭৩ ) (২) সত্ৰীয়া সংস্কৃতিৰ লগত চেমনীয়া সকলৰ সহযোগিতা ( বৰ্ণালী-১৯৭৩ ) (৩) শঙ্কৰদেৱৰ কীৰ্ত্তন-ঘোষাত উৰেষা বৰ্ণন

প্ৰসঙ্গ ( নামধৰ্ম্ম—১৯৭৪ ) (৪) শঙ্কৰ চৈতনাৰ সাক্ষাত প্ৰসঙ্গ ( নামধৰ্ম্ম—১৯৭৫ ) (৫) নামঘৰৰ দুৰ্দ্দশা ( কবিতা ) ( নামধৰ্ম্ম-১৯৭৬ ) (৬) কীৰ্ত্তন ঘোষাৰ অন্তৰ্গত "হৰমোহন" অধ্যায় ( জ্যোতি গ্ৰীষ্ম সংখ্যা—১৯৭৭ আৰু প্ৰাগ্‌জ্যোতিষ স্মৃতি গ্ৰন্থ - ১৯৭৮ ) (৭) গুৰুচৰিত সমূহৰ সামান্য বিচাৰ বিশ্লেষণ (শঙ্কৰজ্যোতি স্মৃতিগ্ৰন্থ - ১৯৭৯ ) (৮) বৰ্ত্তমান অসমীয়া সমাজৰ দুৰৱস্থা ( নামধৰ্ম্ম - ১৯৮০ ) (৯) ভকতৰ ভণ্ডামি ( কবিতা ) (নামধৰ্ম্ম - ১৯৮১ ) (১০) শঙ্কৰদেৱ আৰু অসমীয়া সংস্কৃতি ( স্মৃতিগ্ৰন্থ শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘ—১৯৮২ ) (১১) গুৰু কোন ? ( শ্ৰীমন্তত প্ৰকাশিত ধাৰাবাহিক প্ৰবন্ধ। এতিয়ালৈকে পাঁচটা খণ্ড প্ৰকাশ হৈছে )। কিতাপ আকাৰে প্ৰকাশিত গ্ৰন্থ (১) দামোদৰদেৱৰ গুৰু কোন ? ( ১৯৭৭—দামোদৰদেৱৰ বিষয়ে প্ৰতিবাদ প্ৰবন্ধ ) (২) শঙ্কৰী ধৰ্ম্ম সংস্কৃতিত অন্তৰ্জ্জ্বাস ( ১৯৭৪-শ্ৰীযুত আনন্দ চন্দ্ৰ বৰুৱাৰ (সাহিত্য সভাৰ প্ৰাক্তন সভাপতিৰ) ধৰ্ম্মমূলক চিঠিৰ প্ৰত্যুত্তৰ প্ৰবন্ধ ) (৩) অস্পৃশ্যতা বৰ্জ্জন ( ১৯৭৬-অসম ৰাজ্যিক সংহতি পৰিষদৰ দ্বাৰা প্ৰকাশিত প্ৰভুৰ সভাপতিৰ ভাষণ ) আৰু বৰ্ত্তমানে প্ৰভুৰ সাধনালব্ধ ধৰ্ম্ম আৰু সংহতিমূলক সুবৃহৎ গ্ৰন্থ সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা—( যন্ত্ৰস্থ )। তদুপৰি তেৰাৰ হাতেদি প্ৰকাশ পাব লগা আৰু আশা কৰি থকা গ্ৰন্থ হ'ল "ব্ৰজাৱলী ভাষাৰ অভিধান"। সম্পাদনা কৰিব লগা গ্ৰন্থ হ'ল (১) অঙ্কীয়া নাটকাৱলী (২) বৰগীত (৩) কীৰ্ত্তন-ঘোষা আৰু (৪) নাম ঘোষা। প্ৰভু ঈশ্বৰে মূল ৰামায়ণ আৰু মূল বিষ্ণু পুৰাণৰ পৰাও পদ্যানুবাদ কৰিছিল। দুয়োখন অসমাপ্ত হৈ আছে। ভৱিষ্যতে ৰাইজে সেই দুখন বৃহৎ পদ্য গ্ৰন্থ প্ৰকাশ পোৱাৰ আশা ৰাখিছে। প্ৰভুৱে বিভিন্ন ঠাইত দিয়া অভিভাষণবোৰ অসমৰ একশৰণ নামধৰ্ম্মৰ অমূল্য সম্পদ। বাতৰি কাকততো তেৰাই লিখনী চলাইছে। ধৰ্ম্ম আৰু সংস্কৃতিমূলক চিঠিৰ উপৰিও সুকীয়াকৈ মুকলি চিঠিও প্ৰকাশ কৰিছে। প্ৰভু ঈশ্বৰে শঙ্কৰ-মাধৱদেৱৰ বিষয়ে ক'ৰবাত কাৰোবাৰ হাতে বিৰূপ সমালোচনা হোৱা দেখিলে লেখনী অস্ত্ৰ ডাঙি ধৰি অপ্ৰতিহত প্ৰহাৰ কৰে। উদাহৰণ স্বৰূপে আউনীআটী সত্ৰৰ বুৰঞ্জীত শঙ্কৰদেৱৰ বিষয়ে হোৱা বিৰূপ মন্তব্যত সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীতীৰ্থনাথ শৰ্ম্মালৈ অকাট্য যুক্তিৰে লিখা "মুকলি চিঠি, ১৮৯৭ শক ৩৫৩ সংখ্যাৰ সাপ্তাহিক নীলাচলত শ্ৰীৰামেশ্বৰ শইকীয়াৰ "বিপ্লবী গুৰু পীতাম্বৰ গোস্বামী" সম্বন্ধে প্ৰকাশিত চিঠিৰ প্ৰতিবাদ টোকা আৰু অন্যান্য প্ৰতিবাদ চিঠিৰ কথা এইখিনিতে উল্লেখ কৰিব পাৰি। ১৯৭৯ চনৰ পৰা আৰম্ভ হোৱা বিদেশী বহিষ্কাৰ আন্দোলনত সক্ৰিয় সহযোগ, সমৰ্থন, যোগদান, চিঠি প্ৰকাশ আদিৰ কথাও উল্লেখ যোগ্য।

তেখেতৰ কাপৰ পৰা কেবাখনো অসমীয়া মাতৃভাষাৰ নাট আমি ওলোৱা দেখিছোঁ। তাৰ ভিতৰত (১) গয়াসুৰৰ হৰি পাদপদ্ম লাভ (২) ৰাসলীলা (৩) দ্বাপৰৰ দৰ্পচূৰ্ণ (৪) প্ৰহলাদৰ বৈকুণ্ঠ অভিযান (৫) অন্ধকাসুৰ বধ (৬) অৱন্তী উদ্ধাৰ কেইখনিয়েই প্ৰধান। সৰুকালত লিখা নাট এতিয়া পোৱা নাযায়। পূৰ্ব্বোক্ত নাটকেইখন সত্ৰত অভিনীত হৈছে।

প্ৰভু ঈশ্বৰে অসমৰ বিভিন্ন ঠাইৰ সভা-সমিতিত ভাষণ দিছে। শঙ্কৰ মাধৱদেৱৰ জন্মোৎসৱ, ধৰ্ম্মালোচনা সভা, শিল্পী সম্বৰ্দ্ধনা সভা আৰু অন্যান্য বিষয়ৰ সভাত সভাপতি, উদ্বোধক, বিশিষ্ট অতিথি হিচাবে যোগদান কৰিছে। তেখেতে ১৯৬২ চনতে শিৱসাগৰ সমাজৰ দ্বাৰা আয়োজিত শঙ্কৰদেৱৰ জন্মোৎসৱত উদ্বোধন কৰি সভা সমিতিত ভ্ৰমণৰ পাতনি মেলে। তেতিয়াৰে পৰা এতিয়ালৈকে ভালেকেইখন সভাত যোগদান কৰিছে। সভাৰ স্থান, বিষয়, তাৰিখ, চন আদি তলত উল্লেখ কৰা হ'ল—

(১) ১৯৬২ চন উদ্বোধন—শিৱসাগৰ জন্মোৎসৱ সভা।
(২) ১৯৬৮ ,, সভাপতি—সোণাৰিআটি গাওঁ (মাজুলী), জন্মোৎসৱ
(মন্তব্য-১৯৬৫-৬৭ চনৰ ভিতৰৰ সভাৰ বিৱৰণ লিখি ৰখা নহল)
(৩) ,, চন উদ্বোধন—গড়মূৰ সৰু সত্ৰ (মাজুলী), জন্মোৎসৱ
(৪) ,, ,, সভাপতি—মাজুলী জেংৰাইমুখ, জন্মোৎসৱ
(৫) ১৯৭০ ,, সভাপতি—মাজুলী গড়মূৰ সত্ৰ, জন্মোৎসৱ
(৬) ,, ,, উদ্বোধন—যোৰহাট নাওবৈছা, ধৰ্ম্মালোচনী সভা
(৭) ১৯৭১ ,, সভাপতি—মাগৌ আলি যোৰহাট, শঙ্কৰ সংঘ অধিবেশন
(৮) ,, ,, সভাপতি—কেন্দুগুৰি চেঙেলীগাওঁ, ধৰ্ম্মালোচনী সভা
(৯) ,, ,, সভাপতি—যোৰহাট পদুমনি মাজগাওঁ, জন্মোৎসৱ
(১০) ,, ,, সভাপতি—মাজুলী ৰত্নপুৰ গাওঁ, ,,
(১১) ,, ,, সভাপতি—যোৰহাট দুলীয়া গাওঁ, ,,
(১২) ১৯৭২ ,, উদ্বোধন—মাজুলী কমলাবাৰী, সমবায় মিল উদ্বোধন
(১৩) ,, ,, সভাপতি—যোৰহাট কেন্দুগুৰি, জন্মোৎসৱ
(১৪) ,, ,, উদ্বোধন—যোৰহাট জিলা পুথিভঁৰাল, জন্মোৎসৱ
(১৫) ১৯৭৩ ,, উদ্বোধন—ঢেকীয়াখোৱা নামঘৰ, মাধৱদেৱৰ জন্মোৎসৱ
(১৬) ,, ,, সভাপতি—তিনিকোৰীয়া যোৰহাট, ধৰ্ম্মালোচনী সভা
(১৭) ,, ,, সভাপতি—কমলাবাৰী মিলন সংঘ, কৈৱৰ্ত্ত সন্মিলন
(১৮) ,, ,, সভাপতি—মাজুলী গোপালপুৰ, ৺পীতাম্বৰদেৱৰ তিথি
(১৯) ,, ,, সভাপতি—যোৰহাট খ জুৰীগুৰি, ধৰ্ম্মালোচনী সভা

(২০) ১৯৭৩ চন সভাপতি—চামগুৰী সত্ৰ মাজুলী, ধৰ্ম্মালোচনী সভা
(২১) ১৯৭৪ ,, সভাপতি—কমলাবাৰী মিলন সংঘ, শিক্ষক দিৱস
(২২) ,, ,, সভাপতি—মাজুলী গড়মূৰ সত্ৰ, ৺পীতাম্বৰ দেৱৰ তিথি
(২৩) ,, ,, সভাপতি—যোৰহাট গড়মূৰ, জন্মোৎসৱ
(২৪) ,, ,, সভাপতি—যোৰহাট তিতাবৰ, মাধৱদেৱৰ জন্মোৎসৱ
(২৫) ,, ,, সভাপতি—যোৰহাট কমাৰখাটোৱাল, ধৰ্ম্মালোচনী সভা
(২৬) ,, ,, সভাপতি—মাজুলী সোণাৰিগুটি গাওঁ, ,,
(২৭) ১৯৭৫ ,, উদ্বোধন—যোৰহাট কেন্দুগুৰি, শাখা সাহিত্য সভা অধিবেশন
(২৮) ১৯৭৬ ,, সভাপতি—কমলাবাৰী মিলন সংঘ, ৰাজ্যিক সংহতি পৰিষদ
(২৯) ,, ,, সভাপতি—চাৰিগাওঁ, শঙ্কৰদেৱ জন্মোৎসৱ
(৩০) ,, ,, সভাপতি—বঙালপুখুৰী যোৰহাট, জন্মোৎসৱ
(৩১) ,, ,, সভাপতি—কাকজান সোণাৰি গাওঁ, জন্মোৎসৱ
(৩২) ,, ,, সভাপতি—কমলাবাৰী, ইউনাইটেড শাখা উদ্বোধন
(৩৩) ১৯৭৭ ,, সভাপতি—কমলাবাৰী মিলন সংঘ, নিখিল ভাৰত লোকযাত্ৰী অভ্যৰ্থনা সভা
(৩৪) ,, ,, উদ্বোধন—গড়মূৰ বংশীগোপাল নাট্য সমিতি, সম্বৰ্দ্ধনা সভা
(৩৫) ,, ,, সভাপতি—হেজাৰি মৌজা নাওঁবৈছা গাওঁ, জন্মোৎসৱ
(৩৬) ,, ,, সভাপতি—লগুৱাবৰা হৰিমন্দিৰ, জন্মোৎসৱ
(৩৭) ,, ,, সভাপতি—নামৰূপ সাৰকাৰখানা, জন্মোৎসৱ
(৩৮) ১৯৭৮ ,, সভাপতি—নাজিৰা, শঙ্কৰ সংঘ জিলা অধিবেশন
(৩৯) ,, ,, সভাপতি—মাজুলী ঢেকীয়াজুলি, ধৰ্ম্মালোচনী সভা
(৪০) ,, ,, সভাপতি—লক্ষীমপুৰ চবাইদলনি গাওঁ, জন্মোৎসৱ
(৪১) ,, ,, সভাপতি—মাজুলী ৰাৱণাপাৰ, জন্মোৎসৱ
(৪২) ,, ,, সভাপতি—যোৰহাট ফেটাগাওঁ (দেবগাওঁ) জন্মোৎসৱ
(৪৩) ,, ,, সভাপতি—যোৰাহাট কৰঙা, জন্মোৎসৱ
(৪৪) ১৯৭৯ ,, সভাপতি—টিয়া মিলন কৃষ্টি মন্দিৰ, সাংস্কৃতিক সমাৰোহ
(৪৫) ,, ,, উদ্বোধন—গড়মূৰ নাট্য মন্দিৰ, সাংস্কৃতিক সমাৰোহ
(৪৬) ,, ,, সভাপতি—কমলাবাৰী মিলন সংঘ, 'সঙ্গীতা'ৰ বঁটা বিতৰণি সভা
(৪৭) ,, ,, সভাপতি—লক্ষীমপুৰ ঢকুৱাখানা, জন্মোৎসৱ
(৪৮) ,, ,, সভাপতি—টীয়ক দুইনৈমুখ, জন্মোৎসৱ
(৪৯) ,, ,, সভাপতি—মালৌ আলি ঃ যোৰহাট, জন্মোৎসৱ

(৫০) ১৯৮০ চন সভাপতি—মাজুলী যুগুণীধাৰী গাওঁ, জন্মোৎসৱ
(৫১) ,, ,, সভাপতি—যোৰহাট দহোতীয়া, জন্মোৎসৱ
(৫২) ,, ,, সভাপতি—মাজুলী টেটিয়া মিলন কৃষ্টি মন্দিৰ, সম্বৰ্দ্ধনা সভা
(৫৩) ১৯৮১ ,, সভাপতি—মাজুলী নাম কাটনি গাওঁ, পুথিভঁৰালৰ বাৰ্ষিক অধিবেশন
(৫৪) ,, ,, বিশিষ্ট অতিথি—তিতাবৰ বৰহোলা, শঙ্কৰ সংঘৰ জিলা শাখা অধিবেশন
(৫৫) ,, ,, উদ্বোধন—ডিব্ৰুগড়, ডিব্ৰুগড় হিন্দু সম্মিলন
(৫৬) ,, ,, সভাপতি—কমলাবাৰী মিলন সংঘ, "সঙ্গীতা"ৰ বটা-বিতৰণি সভা
(৫৭) ,, ,, উদ্বোধন—যোৰহাট জিলা পুথিভঁৰাল, সাংস্কৃতিক কাৰ্য্যক্ৰম
(৫৮) ,, ,, উদ্বোধন—গুৱাহাটী বিশ্ববিদ্যালয়, সাংস্কৃতিক সভা (জন্মোৎসৱ)
(৫৯) ,, ,, সভাপতি—আগিয়া (গোৱালপাৰা), জন্মোৎসৱ
(৬০) ,, ,, সভাপতি—শ্যামৰায় সত্ৰ (গোৱালপাৰা), জন্মোৎসৱ
(৬১) ১৯৮২ ,, সভাপতি—কেন্দুগুৰি যোৰহাট, ডঃ ভূপেন হাজৰিকা সম্বৰ্দ্ধনা সভা
(৬২) ,, ,, সভাপতি—কমলাবাৰী মিলন সংঘ, "সঙ্গীতা"ৰ বটা-বিতৰণি সভা
(৬৩) ,, ,, সভাপতি—কমলাবাৰী পাৰঘাট, জন্মোৎসৱ
(৬৪) ,, ,, সভাপতি—কাকজান (যোৰহাট), জন্মোৎসৱ

প্ৰভু ঈশ্বৰে পূৰ্ব্বোক্ত হিচাবত পোষষ্ঠীখন সভাত যোগদান কৰিছে। ইয়াৰ মাজত সৰুসুৰা বহুত সভাৰ হিচাব বাদ পৰিছে। বিশেষকৈ ১৯৬৩ চনৰ পৰা ১৯৬৭ চনৰ মাজৰ ছোৱাৰ হিচাব এৰিব লগা হল। সেই সময়ৰ সভা ভ্ৰমণৰ লিখাখিনি হেৰাল। তদুপৰি ১৯৬৯ চনত প্ৰভুৱে ইচ্ছা-কৃতভাৱে জন্মোৎসৱৰ সভা বাতিল কৰিছিল। কোনো সভাতে যোগদান নকৰো বুলি সিদ্ধান্ত লৈছিল যদিও বাহিৰৰ বহুলোকে সেই সিদ্ধান্ত উঠাই লবলৈ অনুৰোধ কৰাত প্ৰভুৱে ১৯৭০ চনৰ পৰা একাদিক্ৰমে সভাত যোগ-দান কৰিবলৈ লয়। তদুপৰি অসমৰ বিভিন্ন স্থানত (নগৰ আৰু গাওঁ অঞ্চলত) ভ্ৰমণ কৰি তেৰাই শঙ্কৰী ধৰ্ম্ম দৰ্শন আৰু সংস্কৃতি দৰ্শন প্ৰচাৰত গুৰুত্ব

দিয়ে। প্ৰভুৱে নিজৰ অভিজ্ঞতা লাভৰ কাৰণে অসমৰ থান সত্ৰতো ভ্ৰমণ কৰে। তেৰাই বৰপেটা, সুন্দৰীদিয়া, গণককুছি, পাটবাউসী, কুমাৰকুছি, চেঙ্গপৰা, বাৰাদী, মধুপুৰ, বটদ্ৰৱা, বৰদুৱা, বেলগুৰী, সত্ৰাহি, হৰিপুখুৰী, ফুলনী, ভোগপুৰ, উত্তৰ কমলাবাৰী, আউনীআটী, দক্ষিণপাট আৰু গড়মুৰ আদি সত্ৰবোৰ পৰিদৰ্শন কৰে। ইয়াৰ পৰা প্ৰভুৱে বহুত ধাৰণা লাভ কৰে। ইয়াৰ বাদে ১৯৭৫ চনৰ পৰা ১৯৮২ চনলৈকে অসমৰ বাহিৰতো ভ্ৰমণ কৰিবলৈ সুবিধা পায়। অনুক্ৰমে দিল্লী, পাঞ্জাৱ, কাশী, বৃন্দাবন, মথুৰা আদিলৈ যায়। প্ৰভুৰ ১৯৭৬ চনৰ পাঞ্জাৱ ভ্ৰমণ অতি স্মৰণীয় আৰু মধুৰ বুলি তেৰাই কয়। তেতিয়াৰ অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী, শঙ্কৰী সেৱক শ্ৰদ্ধেয় মহেন্দ্ৰ মোহন চৌধুৰীদেৱ পাঞ্জাৱৰ ৰাজ্যপাল আছিল। ৰাজ্যপালৰ পদ গ্ৰহণ কৰাৰ পৰা প্ৰভু ঈশ্বৰলৈ তেখেতে ৩৮ খন চিঠি দিয়ে। তেখেত প্ৰভুৰ সোঁ বাহু স্বৰূপ আছিল আৰু সততে দুয়োজনৰ মাজত সৌহাৰ্দ্দ্যপূৰ্ণ মনোভাৱ চিৰস্থায়ীৰূপে প্ৰতিষ্ঠিত হৈছিল। ইয়াৰ প্ৰেৰণা হল ৺ঘনকান্তদেৱ সত্ৰাধিকাৰ প্ৰভু ঈশ্বৰ। চৌধুৰী ডাঙৰীয়াই প্ৰভু ঈশ্বৰক পাঞ্জাৱ ভ্ৰমণৰ কাৰণে নিমন্ত্ৰণ কৰে। এই নিমন্ত্ৰণ চৌধুৰী ডাঙৰীয়াৰ প্ৰভুলৈ থকা ভক্তি আৰু মৰমৰ চিন। ৺ঘনকান্ত প্ৰভু ঈশ্বৰৰ পৰাই যে সেই ভক্তি আৰু মৰম লাভ হৈছিল, সেই কথা প্ৰভু ঈশ্বৰে আমাক কৈছিল। চৌধুৰীদেৱে ২৮।১।৭৬ তাৰিখে দিয়া চিঠি এখনিত সেই কথা পৰিষ্কাৰ হৈছে। তেখেতে লিখিছে–"আপুনি সত্ৰলৈ অহাৰ আগতো মই আপোনালোকৰ সত্ৰলৈ অহা যোৱা কৰিছিলো। তেতিয়া ১৯৬৪ চনত সত্ৰৰ প্ৰভু অধিগ্ৰহণ সংক্ৰান্তত আমাৰ গোটেইটো কমিটিয়ে সত্ৰলৈ গৈছিলো। তেতিয়াহে আপোনাক মোৰ লগত আগৰজনা সত্ৰাধিকাৰ প্ৰভুৱে পৰিচয় কৰি দিছিল। আপোনাৰ মৰম স্নেহ মোৰ প্ৰতি যে আছে, সেইটোত মোৰ অলপো সন্দেহ নাই। আৰু সেই সম্বন্ধ গোটেই জীৱনতে ৰাখি চলিবলৈ চেষ্টা কৰিম"। ১৬।১২।৭৫ তাৰিখৰ চিঠি এখনতো একে কথাকে দোহাৰিছে "বোধকৰো যেতিয়া আপোনাৰ জন্ম হোৱা নাছিল, তেতিয়াৰ পৰাই মই আপোনালোকৰ সত্ৰৰ লগত সম্বন্ধত আছিছিলো। এসময়ত এনেকুৱা এটা বছৰ নাছিল, যি সময়ত বছৰত অন্ততঃ দুবাৰ মই আপোনালোকৰ সত্ৰলৈ যোৱা নাছিলো। আপোনাৰ পূৰ্ব্ববৰ্ত্তী পৰম আৰাধ্য অধিকাৰ প্ৰভুৰ মোৰ প্ৰতি থকা মৰমৰ টানতে মই তেনেকৈ ঘনাই আপোনালোকৰ সত্ৰলৈ অহা যোৱা কৰিছিলো। কিন্তু সেইবিলাক কথা এতিয়া পাহৰণিত নাইকীয়া হৈ গ'ল" ইত্যাদি।

চৌধুৰীদেৱে প্ৰভু ঈশ্বৰক কেনেকুৱা ভাৱত ধৰি ৰাখিছিল, সেই বিষয়ে ২৮।১।৭৬ তাৰিখৰ চিঠিৰ চতুৰ্থ স্তম্ভত লিখিছে" মানুহৰ গোটেই জীৱনটো যে শিক্ষাত ব্যয় কৰিব লাগে, সেইটো স্বতঃসিদ্ধ কথা। বয়সে মানুহক শ্ৰেষ্ঠ বা জ্যেষ্ঠ নকৰে। জ্ঞান আৰু আচাৰ ব্যৱহাৰে মানুহক শ্ৰেষ্ঠ বা জ্যেষ্ঠ কৰে। আপুনি এগৰাকী প্ৰাচীন সত্ৰৰ সত্ৰাধিকাৰ। সেই হিচাপে আপুনি বয়সত জ্যেষ্ঠ নহলেও গুণ আৰু জ্ঞানত যে জ্যেষ্ঠ তাত কোনো ভুল নাই" প্ৰভু ঈশ্বৰক এসময়ত চৌধুৰীদেৱ, যোগেন শইকীয়া, নীলমণি ফুকন আৰু শশীচন্দ্ৰ বৰবৰুৱা আদিয়ে হৰিদ্বাৰ বা কাশীত সংস্কৃত পঢ়ুৱাবলৈ যত্ন কৰিছিল। সম্পূৰ্ণ চৰকাৰী খৰচত পঢ়ুওৱা হব বুলি চৌধুৰীদেৱে মৌখিক ভাৱে প্ৰভু ঈশ্বৰক কৈছিল। সেইটো কিন্তু হৈ নুঠিল। সেই সম্বন্ধে ১৬।১২।৭৫ তাৰিখৰ চিঠিত তেখেতে লিখিছিল "আপুনি এগৰাকী পণ্ডিত আৰু বিজ্ঞলোক। নিচেই সৰু কালতে সংসাৰৰ সকলো বান্ধ চিঙি সত্ৰলৈ আহিছে। মই অপোনাক এসময়ত কাশীলৈ আহি সংস্কৃত পঢ়িবলৈ কৈছিলো। তেতিয়া সেই সময়ৰ অধিকাৰ প্ৰভুৰ শৰীৰ অৱশ হৈ অহাৰ কাৰণে আপুনি আহিব নোৱাৰিলে" ইত্যাদি। ১৯৭৬ চনত প্ৰভু পঞ্জাবলৈ যাওঁতে চৌধুৰীদেৱে সেই একেটা কথাকে পুনৰাবৃত্তি কৰিছিল। প্ৰভুৱে তেখেতক কৈছিল "যদি আপুনি সহায় কৰে, তেন্তে মই পঢ়িবলৈ এতিয়াও আহিব পাৰে।"। চৌধুৰীদেৱে কলে "আপুনি এতিয়া সত্ৰৰ ধৰ্ম্ম আৰু সংস্কৃতিৰ গুৰিয়াল। ধৰ্ম্ম আৰু সংস্কৃতিৰ প্ৰচাৰ প্ৰসাৰ এৰি আহিব পাৰিব বুলি মোৰ মনে নধৰে। যদি আহিব পাৰিম বুলি আপুনি ভাবে, তেন্তে মই ইয়াতে সংস্কৃত পঢ়াৰ ব্যৱস্থা কৰিব পৰা হব"। কথামতে কাম হ'ল। পাঞ্জাবৰ হোছিয়াৰপুৰ নামৰ ঠাইত সংস্কৃত শিক্ষাৰ ভাল চৰ্চা কেন্দ্ৰ এটাৰ লগত যোগাযোগ কৰিলে। পুনৰ এদিন প্ৰভুক লগ কৰি জনালে যে "ইয়াৰ হোছিয়াৰপুৰতে প্ৰভুৰ বাবে এটা চিট ৰখাৰ ব্যৱস্থা কৰা হৈছে। সেই সংস্কৃত কেন্দ্ৰৰ কৰ্তৃপক্ষই প্ৰভুক মাহিলি এটি বৃত্তি দিব আৰু মোৰ পক্ষৰ পৰা প্ৰভুক যি দিলে মাহিলি খৰছ বৰ্ত্তিব পাৰে, সেইমতে দিয়া হব। সেই বৃত্তি মই ইয়াৰ পৰা অসমলৈ ঘূৰি যোৱাৰ পিচতো বৰ্ত্তি থাকিব, সন্দেহ নাই" ইত্যাদি।

প্ৰভু ঈশ্বৰ আৰু চৌধুৰীদেৱৰ মাজত ধৰ্ম্ম আৰু সংস্কৃতি সম্পৰ্কেও চিঠি পত্ৰৰ আদান প্ৰদান আছিল। প্ৰভু ঈশ্বৰে তেখেতৰ পৰা বহুতো পৰামৰ্শ লাভ কৰে বুলি আমাক কৈছিল। ১৬।১২।৭৫ তাৰিখৰ চিঠিত তাৰ এটি আংশিক আভাস পোৱা যায় যেনে "মোৰ এটা কথা জনাবলগীয়া আছে। সেইটো হ'ল মহাপুৰুষ শঙ্কৰদেৱৰ সম্পৰ্কে। মহাপুৰুষ শঙ্কৰদেৱৰ কোনো কাম উদ্দেশ্য নোহোৱাকৈ কৰা নাছিল। তেখেতৰ সকলো কাম উদ্দেশ্যপূৰ্ণ আছিল আৰু সেই উদ্দেশ্য আছিল মই বিচাৰি পোৱামতে এটা বিৰাট সৰ্ব্ব

শক্তিমান আৰু সকলো সু-অভিজ্ঞ অসমীয়া জাতি গঢ়ি তোলাতো। তেৰাৰ উত্তৰাধিকাৰী সকলে এইখিনি কথা বুজিব নোৱাৰিলে আৰু সত্ৰবিলাকত এটা পৃথক অনুষ্ঠান কৰি সেইখনকে পৃথিবী বুলি গ্ৰহণ কৰি তাতেই পুৰণি কলীয়া নীতি-নিয়ম বিলাক সংৰক্ষিত কৰি ৰাখি পৃথিবীৰ বাহিৰৰ মানুহৰ লগত ক্ৰমে ক্ৰমে সম্পৰ্ক বিচ্ছিন্ন হৈ গল। ফলত বাহিৰৰ মানুহৰ সত্ৰৰ প্ৰতি আগৰ আস্থা নাইকীয়া হল। আপুনি শঙ্কৰী সংস্কৃতি প্ৰসাৰৰ বাবে চেষ্টা কৰিছে। কিন্তু তাৰ উদ্দেশ্য কি বোধকৰো আপোনালোকৰ এই বিষয়ে স্পষ্ট ধাৰণা নাই। মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱে সঙ্গীত, নৃত্য আৰু অভিনয় আদিৰ বিকাশ সাধন কৰিবলৈ চেষ্টা কৰিছিল তেখেতসকলৰ প্ৰচাৰিত ধৰ্ম্মটো সৰ্ব্বসাধাৰণ লোকৰ মাজত জনপ্ৰিয় কৰিবলৈ আৰু তাৰ বিস্তাৰ সাধন কৰিবলৈ। তেৰাসকলে সংস্কৃতিৰ বাবে সংস্কৃতিৰ আৱিষ্কাৰ কৰা নাছিল। আৰু সেই কাৰণে আজি যিসকল ভকতে সংস্কৃতিত মনোযোগ দিছে, তেওঁলোকৰ বহুতে নাম গাব নেজানে। বৰগীত চৰ্চ্চা তেওঁলোকৰ নাইকিয়া হ'ল। বৰগীতৰ ৰাগ-ৰাগিনী পাহৰি গ'ল। আৰু তেৰাসকলৰ সংস্কৃতিক এটা মনোৰঞ্জনৰ বস্তু বুলি গ্ৰহণ কৰিলে। তাৰ দ্বাৰা সংস্কৃতিৰ বিকাশ নহ'ল বৰং ধ্বংসমুখী হল। এই কাৰণে মই আপোনাক কব খোজো - পাৰিলে শঙ্কৰী সংস্কৃতিক আশ্ৰয় কৰি আমাৰ ৰাজ্যত বা অন্য ৰাজ্যত আপোনালোকে ধৰ্ম্ম প্ৰচাৰৰ ব্যৱস্থা কৰিব লাগে। ধৰ্ম্মৰ পুনৰ জাগৃতিয়ে আজি আমাৰ ধ্যেয় হোৱা উচিত। তেনেহলে আমাৰ সমাজখন পবিত্ৰ আৰু দোষমুক্ত হব পাৰে। সত্ৰৰ বাহিৰৰ মানুহ বিলাকে যিবিলাক সংস্কৃতি কৰিছে, সেই সকলৰ প্ৰতি মোৰ কব লগীয়া নাই। কাৰণ সেইটো তেওঁলোকৰ এটা আজৰি সময়ত ব্যস্ত থকাৰ আহিলা মাত্ৰ। এইটো তেওঁলোকৰ ব্যৱসায়ো। কিন্তু সত্ৰ বিলাকৰ পক্ষে তেনে উদ্দেশ্যে সংস্কৃতি চৰ্চ্চাটো উচিত হবনে নহয়, সেইটো বিচাৰ কৰি চাবৰ সময় হৈছে" ইত্যাদি। তেখেতে ২৯।৯।৭৪ তাৰিখে দিয়া চিঠি এখনতো এটি পৰামৰ্শ আগবঢ়াইছিল। তেখেতে লিখিছে "আমাৰ প্ৰত্যেকৰে কথা হল যে অঁৰিয়াঅঁৰি ভাৱ আমাৰ ভিতৰত থকাৰ কাৰণে আমাৰ সংস্কৃতিৰ পূৰ্ণ বিকাশ আমি আনিব পৰা নাই। আজি প্ৰত্যেক ৰাজ্যতে বিশ্ববিদ্যালয় বিলাকে তেওঁলোকৰ নিজ নিজ সংস্কৃতিৰ প্ৰসাৰৰ কাৰণে আৰু প্ৰচাৰৰ কাৰণে চেষ্টা চলাইছে। আমাৰ দৰে নানান কামত ব্যস্ত থকা তিনি চাৰিজন এনেকুৱা মানুহ গোটাই লৈ কৃষ্টি প্ৰচাৰ কৰাৰ কাৰণে চেষ্টা কৰাৰ ফলত আজি আমাৰ কৃষ্টি ভাৰতৰ কৃষ্টিত যি স্থান অধিকাৰ কৰিব লাগিছিল, তাৰ পৰা বঞ্চিত হৈছে। আৰু যেতিয়ালৈকে

শঙ্কৰী কৃষ্টিক বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে আৰু গবেষণাৰে প্ৰভাবান্বিত কৰিব নোৱাৰি তেতিয়ালৈকে ।চিৰাচৰিতভাৱে সত্ৰত চলি থকা কৃষ্টিয়ে চলি থাকিব। নানানভাৱে কৰ্ম্ম ব্যস্ততাৰে জীৱন যাপন কৰি কোনো মানুহ কলাৰ সাধনৰ ক্ষেত্ৰত অগ্ৰসৰ হব নোৱাৰে। আজি অসমৰ ভাগ্যই তেনেকুৱা এটা পৰিস্থিতি লৈছে" ইত্যাদি।

সত্ৰবিলাকৰ অনাকাংক্ষণীয় খামখিয়ালিৰ ফলত যে আমাৰ শঙ্কৰী সংস্কৃতিত ডাঙৰ অন্তৰায়ৰ সৃষ্টি হৈছে, সেই বিষয়ে চৌধুৰীদেৱে ২১।২।৭৫ তাৰিখৰ চিঠিত উল্লেখ কৰিছে "আমাৰ সত্ৰবিলাকৰ স্বেচ্ছাচাৰিতাও আমাৰ সংস্কৃতি সভ্যতাৰ এটা ডাঙৰ অন্তৰায়। সেই কাৰণে সত্ৰ বিলাকৰ প্ৰতি শিষ্যবিলাকৰ শ্ৰদ্ধা ভক্তি কমি গৈছে। আৰু যিখিনি আছে, সেইখিনিও লাহে লাহে যে নাইকীয়া হৈ যাব, সেইটোও স্পষ্টভাৱে আমি দেখা পাইছোঁ। তথাপি আপোনালোক যি সকলে নিজৰ জীৱনৰ সকলো সুখ সম্ভোগৰ পিঠি দি আধ্যাত্মিক জীৱন যাপন কৰিবলৈ আদৰ্শ হিচাবে গ্ৰহণ কৰিছে, সেই সকলে যিমান পাৰে চেষ্টা কৰি থকা উচিত। নহলে আমাৰ সভ্যতা সংস্কৃতিৰ চিনচাব লোপ পাব" ইত্যাদি।

চৌধুৰীদেৱে প্ৰভু ঈশ্বৰক পাঞ্জাৱ ভ্ৰমণৰ কাৰণে কেইবাখনো চিঠিযোগে আমন্ত্ৰণ জনাইছিল। সেই আমন্ত্ৰণৰ উদ্দেশ্য ২৩।১২।৭৩ তাৰিখৰ চিঠিত ব্যক্ত কৰা হৈছে। তেখেতে লিখিছে "কিন্তু ইয়াত কিছুমান ধৰ্ম্মীয় অনুষ্ঠান আছে। অৱশ্যে সেইবিলাক শিখ ধৰ্ম্মৰ যিবিলাক সকলোৱে দৰ্শন কৰা উচিত। সেই বিলাকৰ পৰিচালনা, সেইবিলাকৰ প্ৰতি ৰাইজৰ অসীম শ্ৰদ্ধা, তাৰ দৈনন্দিন কাৰ্য্যাৱলী আৰু পয়োভৰ সচাকৈয়ে মুগ্ধকৰ। দুই এজন নাম প্ৰসঙ্গ কৰিব পৰা, গীত পদ গাব পৰা আৰু নৃত্য আদিত ব্যুৎপত্তি থকা ল'ৰা ভকত লৈ আপুনি নিজে এবাৰ আহিলে বহুতো শিকিব পাৰিব। হৰিদ্বাৰ, কুৰুক্ষেত্ৰ আদি দৰ্শন কৰাৰো হয়তো ব্যৱস্থা কৰিব পৰা হব" ইত্যাদি। তেখেতৰ নিমন্ত্ৰণ গ্ৰহণ কৰি প্ৰভু ঈশ্বৰে তেখেতৰ লগত সৰ্ব্বশ্ৰী অৰুণচন্দ্ৰ গায়ন, মণিৰাম পাঠক আৰু গুণকান্ত দত্ত বায়নক লৈ ১৯৭৬ চনৰ ১২ নবেম্বৰ, ১৮৯৮ শক ২১ কাতি শুক্ৰবাৰে শুভক্ষণত পাঞ্জাব অভিমুখে যাত্ৰা কৰে। প্ৰভু ঈশ্বৰ ১৭ নবেম্বৰ ১ আঘোণৰ দিনা বিয়লি বেলা পাঞ্জাব ৰাজ্যত পদাৰ্পণ কৰেগৈ আৰু তাত ১৬ দিন থাকে। ৰাজভৱনৰ নাতিদূৰতে এটা ৰাজভৱনৰ অতিথি শালাত প্ৰভুক থাকিবলৈ দিয়া হয়। তাত থকা কেইদিনত প্ৰভু-ঈশ্বৰৰ পৰিচৰ্য্যাৰ কাৰণে ৰাজভৱনৰ পৰা ৮ জন কৰ্ম্মচাৰী নিযুক্ত কৰা

হৈছিল। প্ৰভুৰ ভ্ৰমণৰ সময়ত সহায়ক হিচাবে এজন, চিকিৎসক এজন, গাড়ীৰে সৈতে চালক এজন, বাচন-বৰ্ত্তন ধোৱা এজন, ধোবা এজন, ঠাই পৰিষ্কাৰ কৰা এজন আৰু বস্তু যোগান ধৰা দুজন। প্ৰভু ঈশ্বৰক সহায়ক হিচাবে আৰু ঠাই দেখুৱাবৰ কাৰণে ৰাজ্যপালৰ দেহৰক্ষক শ্ৰীঅমৰদীপ সিং আৰু ( সলনি হিচাবে ) ৰাজ্যপালৰ ব্যক্তিগত সচিব শ্ৰীযুত ৰমনী মালাকৰক দিয়া হৈছিল। প্ৰভুৰ অন্যান্য সহায়ক কৰ্ম্মীৰ ভিতৰত সৰ্ব্বশ্ৰী ডালিম তালুকদাৰ, কনক ডেকাও আছিল। প্ৰভুৰ আন এজন সহায়ক সহযোগী হল শ্ৰীযুত কনক ঠাকুৰীয়া। প্ৰভু ঈশ্বৰে কৈছিল যে পাঞ্জাবত যি যোল্লদিন বাস কৰি আছিল সেই কেইদিন অম্রাৱতী সুখতে থকাদি থাকিছিল আৰু নিজকে পাঞ্জাৱৰ উপৰাজ্যপাল যেন লাগিছিল হেনো। প্ৰভুৰ নিজ বাহৰত ৰাজ্যপাল চাৰিদিন দেখা কৰেহি। প্ৰভু ঈশ্বৰে অতিথিশালাতে ৮ দিন জিৰণি লৈ ২৫।১১।৭৬ তাৰিখে ৰাজভৱনৰ গাড়ীৰে ভাক্ৰানাঙল জলবিদ্যুৎ প্ৰকল্প, আনন্দপুৰ চাহিব ( গুৰুদ্বাৰ ) পৰিদৰ্শন কৰে। ২৬ তাৰিখে জিৰণি লৈ ২৭।১১।৭৬ তাৰিখে পাটিয়ালা বিশ্ববিদ্যালয়লৈ যায়। তাতে শঙ্কৰদেৱ আৰু গুৰু নানকৰ তুলনামূলক অধ্যয়ন কৰি থকা অধ্যাপক ডঃ কেশৱানন্দ দেৱ গোস্বামীদেৱৰ সহায়ত বিশ্ববিদ্যালয়, ৰাজ্যিক সংগ্ৰহালয় আদি চালে চকুৰোৱা অনুষ্ঠানবোৰ দৰ্শন কৰে। অসমতকৈ যে এই অনুষ্ঠানবোৰ বহু উন্নত, সেই সম্বন্ধে প্ৰভুৱে দ্বিমত নাই বুলি কয়। ২৮ তাৰিখে নগৰ পৰিদৰ্শন কৰা হয়। ২৯ তাৰিখে অমৃতসৰলৈ যাত্ৰা কৰি সেই ৰাতি অমৃতসৰ চাৰ্কুইট হাউচতে থাকি পিচদিনা ৩০ তাৰিখে অমৃতসৰ স্বৰ্ণমন্দিৰ পৰিদৰ্শন কৰে। লগত গৈছিল কেপ্তেইন অমৰদীপ সিং। মন্দিৰ পৰিচালনা, পৰিবেশ, নিষ্ঠা দেখি প্ৰভু ঈশ্বৰ মুগ্ধ আৰু অভিভূত হৈ পৰে। অসমৰ সত্ৰ সমাজ বা অন্যান্য মঠ-মন্দিৰ বিলাকত তেনেকুৱা পৰিচালনা, পৰিবেশ আৰু মানুহৰ একনিষ্ঠ ভাব এতিয়াও হোৱা নাই বুলি প্ৰভু ঈশ্বৰে ক্ষব খোজে। অসমৰ সত্ৰ সমাজত এতিয়াও ব্যৱহৃত হৈ থকা কেইপদমান বস্তু স্বৰ্ণ মন্দিৰত দেখা পাই প্ৰভু আচৰিত হয়। স্পষ্টভাৱে দেখা পোৱা বস্তু কেইপদ হল দবা আৰু বন্তি। মন্দিৰত দবা মাৰে উষা সময়ত। আমাৰ কমলাবাৰী সত্ৰতো উষা সময়ত চোপৰ দবা মাৰে। উদ্দেশ্য হ'ল সকলোকে জাগৰণ কৰি হৰি নাম উচ্চাৰণ কৰিবলৈ সূচাই দিয়া। তাৰ পৰিচালকজনক দবাটো কিয় উষা সময়ত মৰা হয় প্ৰভুৱে সুধিছিল। তেওঁ তাৰ কাৰণটো পূৰ্ব্বোক্ত প্ৰকাৰেই কয়। শঙ্কৰদেৱ আৰু গুৰু নানকৰ মাজত ধৰ্ম্ম সমন্বয় থকা বুলি প্ৰভু ঈশ্বৰে ভাবে। সেই কাৰণেই অসমৰ মহাপুৰুষীয়া ধৰ্ম্মৰ লগত শিখ ধৰ্ম্মৰ বহুতো মিল আছে। বিশেষকৈ বিষ্ণু বিগ্ৰহৰ পৰিবৰ্ত্তে শিখ ধৰ্ম্ম মন্দিৰত "গুৰু গ্ৰন্থ চাহেব"

শাস্ত্ৰ প্ৰতিষ্ঠাৰ লগত আমাৰ মহাপুৰুষীয়া সত্ৰ সমাজত কীৰ্ত্তন ঘৰত ভাগৱত প্ৰতিষ্ঠাৰ কথা তুলনা কৰিব পাৰি। মহাপুৰুষীয়া সত্ৰ সমাজত যেনেকৈ মূৰ্ত্তিৰ প্ৰাধান্য নাই, ঠিক তেনেকৈ শিখ ধৰ্ম্মতো মূৰ্ত্তিৰ ব্যৱস্থা নাই। উভয়ৰ ধৰ্ম্মতে চৈতন্য উপাসনা বা পৰব্ৰহ্ম ( একমাত্ৰ ) উপাসনা থকাত মহাপুৰুষীয়া আৰু শিখ ধৰ্ম্মৰ সমন্বয় থকা পৰিলক্ষিত হয়। অসমৰ মহাপুৰুষীয়া সত্ৰত চাৰিহাটী থকাৰ দৰে স্বৰ্ণ মন্দিৰতো চাৰিহাটী দেখিবলৈ পাইছিল। এটা প্ৰকাণ্ড ঘৰত এজন গোসাঁই গ্ৰন্থ চাহেবৰ বাণী মাইকত ব্যাখ্যা দি থকা আৰু কিছুমান পুৰুষ মাহলাক শ্ৰোতা হিচাবে তাত বহি থকা দেখা পোৱা গৈছিল। তদুপৰি মন্দিৰ দৰ্শনৰ কাৰণে অহা যাত্ৰীসকলৰ আপ্যায়নৰ কাৰণে ৪০/৫০ জনমান লোকে ৰুটি, দাইল, ভাজি তৈয়াৰ কৰি থকা অৱস্থাত প্ৰভুৱে দৰ্শন কৰিছিল। শুনামতে তাত দিনে হেজাৰ সংখ্যক যাত্ৰীৰ সমাগম হয়। এনেকুৱা আচৰিত পৰিবেশ অসমত এতিয়াও হোৱা নাই আৰু নহয় বুলিও প্ৰভু ঈশ্বৰে কয়। এই মন্দিৰ দৰ্শনে প্ৰভু ঈশ্বৰৰ অন্তৰত ৰেখাপাত কৰিলে আৰু ইয়াৰ কিছু আদৰ্শ অসমৰ গোসাঁইসকলে গ্ৰহণ কৰা উচিত বুলি প্ৰভু ঈশ্বৰৰ ভাবে। স্বৰ্ণ মন্দিৰ দৰ্শন কৰি বৰ আনন্দ মনেৰে প্ৰভু ঈশ্বৰ তাৰ পৰা বিদায় হয় আৰু ক্ৰমে ৰামতীৰথ ( বাল্মীকি আশ্ৰম ), ৰাধা কৃষ্ণ মন্দিৰ, ঐতিহাসিক জালিৱানাবাগ হত্যাকাণ্ড স্থান, ফতেগড চাহেব গুৰুদ্বাৰ আদি স্থান পৰিদৰ্শন কৰি পুনৰ ৰাজভৱনলৈ পৰিবৰ্ত্তি আহে।

পাঞ্জাব ভ্ৰমণ সমাপ্ত কৰি ৰাজ্যপাল মহোদয়ৰ ওচৰত বিদায় লোৱা হয়। প্ৰভু ঈশ্বৰৰ খোৱা বোৱা, থকা মেলা, যাতায়াত আদিৰ সকলো ব্যয় ৰাজ্যপালে নিজে কৰিব লগীয়া হৈছিল। আহিবৰ সময়ত প্ৰভু ঈশ্বৰক এটি মাননিও দিয়া হৈছিল। পাঞ্জাবৰ পৰা ৩।১২।৭৬ তাৰিখে বিদায় হৈ প্ৰভু ঈশ্বৰ কুৰুক্ষেত্ৰলৈ (হাৰিয়ানা ৰাজ্যলৈ) আহে আৰু তাতে কুৰুক্ষেত্ৰ বিশ্ববিদ্যালয়ৰ অসমীয়া উপাচাৰ্য্য শ্ৰীযুত শৰৎ চন্দ্ৰ দত্তৰ সহায়ক লোকজনৰ তত্বাৱধানত জিৰণি বাহৰতে ৰাতিটো থাকি ব্ৰহ্মকুণ্ড, দ্বৈপায়ন হ্ৰদ, বিৰলা ভৱন, লক্ষ্মী নাৰায়ণ মন্দিৰ আদি দৰ্শন কৰে। ৪/১২/৭৬ তাৰিখে তাৰ পৰা আহি দিল্লী পাইহি। অসম ভৱনতে প্ৰভু পাঁচ ৰাতি থাকে আৰু ৮/১২/৭৬ তাৰিখে তেতিয়াৰ ৰাষ্ট্ৰপতি ফকৰুদ্দিন আলি আহমদক সাক্ষাৎ কৰে। তেখেতৰ লগত প্ৰায় ৩০ মিনিট সময় ধৰ্ম্ম আৰু সংস্কৃতি সম্পৰ্কে আলাপ কৰি প্ৰভু ঈশ্বৰে তাৰ পৰা বিদায় হৈ ৯।১২।৭৬ তাৰিখে অসমলৈ বুলি ৰেলত উঠে। গুৱাহাটী পাই তাতো ৪ ৰাতি থাকি প্ৰভু সত্ৰলৈ ঘূৰি

আছে ১৫।১২।৭৬ তাৰিখে। প্ৰভু ঈশ্বৰ পাঞ্জাৱৰ পৰা পৰিবৰ্ত্তি আহি যোৰহাটত এৰাতি ৰওঁতে দৈনিক জনমভূমিৰ পক্ষৰ পৰা এটি সাক্ষাৎকাৰ লোৱা হৈছিল। সেই সাক্ষাৎকাৰ ১৫।১২।৭৬ তাৰিখে বাতৰিত প্ৰকাশ হৈছিল। প্ৰভু ঈশ্বৰে পাঞ্জাৱ ভ্ৰমণ কৰি যি অভূতপূৰ্ব্ব অভিজ্ঞতা সঞ্চয় কৰিলে, তাৰ মূলতে চৌধুৰীদেৱৰ অৱদান আৰু ঋণ চিৰদিন স্মৰণযোগ্য বুলি তেওঁৱাই কয়। সেই ভ্ৰমণে ধৰ্ম্ম আৰু সংস্কৃতিৰ এটি ওখ ভেটি প্ৰতিষ্ঠা হল বুলি প্ৰভু ঈশ্বৰে ভাবে।

প্ৰভু ঈশ্বৰৰ বিশেষ সাংস্কৃতিক জীৱন আৰম্ভ হয় ১৯৭৩ চনৰ পৰা। সেই চনৰে ২৭ অক্টোবৰ তাৰিখে কেন্দ্ৰীয় বাণিজ্যিক আইন আৰু কোম্পানী পৰিক্ৰমা মন্ত্ৰী শ্ৰীযুত নীতিৰাজ সিং চৌধুৰী ডাঙৰীয়া সপৰিয়ালে সত্ৰলৈ আহিছিল। বিশেষভাবে নতুন কমলাবাৰী সত্ৰ আৰু গড়মূৰ সত্ৰত শুভ পৰিদৰ্শন আৰু সাংস্কৃতিক কাৰ্য্যক্ৰম দৰ্শন কৰাই তেওঁৰ উদ্দেশ্য। ইয়াৰ গুৰি ধৰিছিল অসমৰ প্ৰাক্তন আইন মন্ত্ৰী তথা দিল্লীত আইন বিভাগৰ সদস্য হৈ থকা ৺যোগেন শইকীয়াদেৱে। শইকীয়াদেৱৰ ৯।১০।৭৩ তাৰিখৰ চিঠিত আছে "আজি এটি বিশেষ অনুৰোধেৰে এই চিঠি লিখিলো। আমাৰ আইন বিভাগৰ কেন্দ্ৰীয় মন্ত্ৰী শ্ৰীনীতিৰাজ সিং চৌধুৰী এজন বয়সস্থ আৰু আগৰ ৰাজবংশৰ ৰৰসৎ আৰু উচ্চ ভাৱৰ লোক। কথাই কথাই শ্ৰীমন্ত শঙ্কৰদেৱৰ কথা আৰু সত্ৰসমূহৰ কথা ওলালত তেখেতে বৰ ভাল পালে। বিশেষকৈ ৫০০ বছৰৰ আগতে যে অসমত তেনে এজন লোক ওলাই অস্পৃশ্যতা দূৰ কৰিবৰ যত্ন কৰি বহুখিনি কৃতকাৰ্য্য হল সেই কথাত তেখেতে বৰ অনুপ্ৰাণিত হল আৰু সত্ৰসমূহৰ দুই এখন চাবৰ ইচ্ছা কৰিলে। সেইমতে ... ... ... ২৭ তাৰিখৰ দিনা গধূলি গড়মূৰত আৰু ২৮ তাং গধূলি প্ৰভুৰ সত্ৰত তেখেতৰ বাবে দুটি সাংস্কৃতিক কাৰ্য্যক্ৰম ব্যৱস্থা কৰি দিম বুলি মই তেখেতক প্ৰভুৰ সাহতে কথা দিলো। ... ... ... এতিয়া প্ৰভুৰ আৰু বৈষ্ণৱসকলৰ ওচৰত প্ৰাৰ্থনা যেন ২৮ তাং গধূলিতে ২।২ ঘণ্টামানৰ ভিতৰত শেষ হোৱাকৈ সত্ৰীয়া নৃত্য-গীতৰ অনুষ্ঠান এটি ব্যৱস্থা কৰিব, যাতে তেখেতে আমাৰ সত্ৰীয়া সংস্কৃতি সংস্কৃতি সম্বন্ধে ভাল ধাৰণা এটা লৈ আহিব পাৰে"। কথামতে কাম হল। মন্ত্ৰীজনা সত্ৰলৈ সপৰিয়ালে আহি ( ২৭।১০।৭৩ তাং ) সত্ৰীয়া নৃত্য যেনে ন-ধেমালি, সূত্ৰধাৰ, ঝুমুৰ নাচ, চালি নাচ,, দশাৱতাৰ, ৰামবিজয় নাট ( খণ্ড দৃশ্য ), গোপবালকৰ নৃত্য পৰিবেশন দৰ্শন কৰে। ৺শইকীয়াদেৱ মন্ত্ৰীৰ লগত আহি সত্ৰক সহায় সহযোগিতা আগবঢ়াইছিল। মন্ত্ৰীৰ সাংস্কৃতিক কাৰ্য্যক্ৰম পৰিদৰ্শন আৰু প্ৰভু ঈশ্বৰলৈ শইকীয়াদেৱে দিয়া চিঠিয়েই প্ৰভু ঈশ্বৰৰ সাংস্কৃতিক জীৱনৰ

সূত্ৰপাত কৰে। শইকীয়াদেৱে দিল্লীলৈ গৈ লিখিলে "প্ৰভু ঈশ্বৰৰ আশীৰ্ব্বাদ হলে সত্ৰসমূহৰ পৰা সকলোকে হলেও এটি দল এইফালে অনাটো সম্ভৱ হব বুলি ভবা হৈছে। প্ৰাৰম্ভিক ভাৱে আলোচনা কৰা হৈছে আৰু সিদ্ধান্ত হলেগৈ প্ৰভু ঈশ্বৰক জনোৱা হ'ব। দলত প্ৰভু ঈশ্বৰৰ সত্ৰৰ বিশিষ্ট স্থান থাকিব বুলি ভবা হৈছে" (চিঠিৰ তাং ১৫।১১।৭৩)। পুনৰ ২৪।৬।৭৩ তাৰিখৰ চিঠিত উল্লেখিত বিষয়টি ভালকৈ পৰীক্ষা কৰি চাই প্ৰভু ঈশ্বৰে ভাওনা সম্বন্ধে এটি ভাল ধাৰণা লবলৈ সক্ষম হয়। শইকীয়াদেৱে লিখিছে— "সত্ৰীয়া সাংস্কৃতিক দল এটি গঠনা সম্পৰ্কে প্ৰভুৰ পৰামৰ্শ পাই বৰ আনন্দিত হৈছোঁ। প্ৰভুৰ পৰামৰ্শমতেইহে কৰিবলৈ লাগিব। তথাপি সৰহীয়া দল এটি দেখুৱাই কিছু টকা চৰকাৰৰ পৰা লোৱাৰ যত্ন কৰি থকা হৈছে। টকা পোৱাৰ খাটাং ব্যৱস্থা এতিয়াও হোৱা নাই বাবে প্ৰভুলৈ একো লিখা নাই। ফলেই বিতং ব্যৱস্থা কৰা হ'ব চৌধুৰীদেৱৰ লগত আলোচনা কৰি আৰু প্ৰভুক জনোৱা হব। প্ৰভুৰ সত্ৰৰ ফালৰ পৰা নিচেই তাকৰীয়া দল অনাৰ কথা হোৱা নাই, যিমান পাৰি বহল কৰাৰ যত্নতে আছোঁহঁত। ৰামবিজয় নাটকখনি দেখুৱাব পাৰিলে ভাল। শিৱসাগৰৰ দল এটাই আহি দেখুৱাই কিছু সুনাম অৰ্জ্জন কৰি গৈছে। কিন্তু অভিনয়ত প্ৰকৃত কথাখিনি ফুটাই তুলিব পাৰিব লাগিব কাৰণ ইয়াত আমাৰ ভাষা নুবুজে। কথাৰে বুজালে একো নুবুজিব, বচন বিলাকৰ মূল্য ইয়াত বিশেষ নাথাকিব, কেৱল নৃত্য, অভিনয়, ভঙ্গিমা, গীতৰ সুৰ আদিৰে গোটেই কথাখিনি বুজাব পৰাকৈ তাক সংগঠন কৰিব লাগিব- গতানুগতিক চলি থকা দৰে কৰিলে ইয়াত বদনামহে গোটোৱা হব। কাৰণ ইয়াৰ দৰ্শক সকল বৰ সমালোচনাৰ চকুৰে চোৱা মানুহ। তাত উত্তীৰ্ণ হব পৰাটোহে কথা। সেমেকা অভিনয়েৰে ইয়াত কেতিয়া'ও প্ৰশংসা অৰ্জ্জন কৰিব নোৱাৰে আৰু প্ৰশংসা অৰ্জ্জন কৰিব নোৱাৰিলে আমাৰ শঙ্কৰী কৃষ্টি প্ৰচাৰৰ মূল উদ্দেশ্যতে ব্যাঘাৎ জন্মিব"।

পূৰ্ব্বোক্ত চিঠিখন পাই প্ৰভু ঈশ্বৰে এটি ভাওনাৰ দল গঠন কৰে। ইতিমধ্যে আখৰাও আৰম্ভ হ'ল। আখৰা আৰম্ভ হল ১৯৭৪/১৮ জানুৱাৰী তাৰিখে। এনেকৈ ভালেদিন আখৰা চলিল। ৰামবিজয় ভাওনাখনকে দিল্লীত পাতিবলৈ সিদ্ধান্ত কৰা হয় আৰু নাটখন ২½ ঘণ্টা মানতে শেষ হোৱাকৈ প্ৰভু ঈশ্বৰে নিজে চমুকৈ সজাই পৰাই লিখে। প্ৰয়োজনীয় অংশবোৰ ৰাখি অপ্ৰয়োজনীয়বোৰ বাদ দিয়া হ'য়। এই কামত বহুতো ভকতে পেটতে ভাল নাপাইছিল। কাৰণ গুৰুজনাৰ লিখনীৰ ওপৰত হস্তক্ষেপ বাঞ্চনীয় নাছিল। এজন ভকতে এইটো গুৰুদ্ৰোহী কাম বুলিয়েই প্ৰত্যক্ষভাৱে প্ৰভু-ঈশ্বৰৰ ওচৰত ব্যক্ত কৰিছিল; কিন্তু প্ৰভু ঈশ্বৰে হাঁহিমুখে তাৰ প্ৰত্যুত্তৰ

দিছিল এনেকৈ—প্ৰভু ঈশ্বৰে কয় অপ্ৰয়োজনীয় অংশবোৰ বাদ দিয়াটো গুৰু-দ্ৰোহী বা তেৰাৰ ৰচনাত হস্তক্ষেপ নুবুজায়। গুৰুজনাক চাৰিবেৰৰ মাজত ৰখাটোহে গুৰুদ্ৰোহী। কাৰণ গুৰুজনাই অসমৰ বাহিৰতো অৰ্থাৎ বিদেশতো ধৰ্ম্ম প্ৰচাৰ কৰিছিল। এতিয়া বিদেশৰ কথাই নাই, নিজৰ দেশতে থকা মানুহেই গুৰুজনাক চিনি নেপায়। আপুৰুগীয়া অঙ্কীয়া নাট, সঙ্গীত আদি সত্ৰতে আবদ্ধ ৰাখি গতানুগতিকভাৱে কীৰ্ত্তনঘৰত পৰিবেশন কৰি গুণানু-কীৰ্ত্তন কৰিব নোৱাৰা, ভাল মন্দ বিচাৰ কৰিব নোৱাৰা, অসম্প্ৰসাৰণবাদী এচাম মানুহৰ মাজত দেখুৱালেই পৃথিবীৰ মানুহৰ মাজতে প্ৰচাৰ কৰিলো বুলি ভবাটো ভুল। কীৰ্ত্তন ঘৰৰ বৰ বৰ খুটা কেইটাৰ মাজত ভাওনা দেখুৱালেই বিশ্বজোৰা আলোড়ন নহয়। শঙ্কৰদেৱক আমি কাল্পিকভাৱে নেদেখো। কিন্তু তেৰাৰ ৰচনাৱলীৰ যোগেদি অথবা অঙ্কীয়া নাট সমূহৰ যোগেদি তেৰাৰ আচল চিত্ৰখন প্ৰকট হোৱা দেখা পাওঁ বা পাব লাগে। এতেকে গুৰুৰ সেই আপুৰুগীয়া বা দুষ্প্ৰাপ্য চিত্ৰখন নিজৰ ঘৰৰ ভিতৰতে গুলোমাই নথৈ বাহিৰৰ বেৰত লগাই দি নিজে চাই ধন্য হোৱাৰ উপৰিও আনকো দেখুৱাই ধন্য কৰাব লাগে। আজি শ শ বছৰ ধৰি শঙ্কৰক বৰপেৰাৰ ভিতৰত সুমুৱাই থৈ শেলাই ধৰা অৱস্থাত ৰাখি যি অন্যায় আপোনালোকে কৰিছিল, কৰি আছে আৰু কৰি থাকিব, তাতকৈ মহাপাপ আৰু গুৰুদ্ৰোহ বেলেগে নহব বুলিয়েই মই ভাবোঁ। মই যি আঁচনি লৈছোঁ, এই আঁচনি ভৱিষ্যতলৈ সুখকৰ হ'ব। আপোনালোকে ভৱিষ্যতলৈ এই কাৰ্য্যৰ শলাগ লব লাগিব। ইত্যাদি। এনেকৈ কিছুমান যুক্তিপূৰ্ণ কথা কোৱাত সেই সকলৰ মাত হৰিল। প্ৰভুৱে জানিছিল যে কীৰ্ত্তনঘৰত গতানু-গতিক কৰাৰ দৰে ভাওনা কৰিলে ভাওনাই সুনাম অৰ্জ্জন কৰিব নোৱাৰে। এখন অঙ্কীয়া নাট সম্পূৰ্ণ পৰিবেশনত প্ৰায় নাট বিশেষে ৪/৫ ঘণ্টা লাগে। সেই দীঘলীয়া সময় আজিৰ দিনৰ কৰ্ম্মবহুল আৰু চিনেমা জগতৰ দিনত অযথা ব্যয় কৰাটো দোষণীয়। আজিকালি মানুহে তিনিঘণ্টাতকৈ বেছি সময় এটা কামত ( ভাওনাত ) সময় ব্যয় কৰিব নোখোজে। এতেকে যুগৰ লগত খাপ খোৱাকৈ নাটবোৰ সংক্ষেপ কৰি লোৱাৰ প্ৰয়োজন আছে। এনে কৰিলে শঙ্কৰ-মাধৱক অৱহেলা কৰা বা দ্ৰোহ কৰা নুবুজায়। শঙ্কৰ-মাধৱক বাহিৰ কৰিবলৈ হ'লে সময় বিশেষে স্থান-কাল-পাত্ৰ ভেদে বহুতো পৰিবৰ্ত্তনৰ আৱশ্যক হয়।

নানাজনৰ নানা মত, নানা প্ৰতিবাদ, নানা অভিযোগ আৰু নানা বাধা বিঘিনি অতিক্ৰম কৰি প্ৰভু ঈশ্বৰে ভাওনাৰ দলটো ঠিকমতে ৰাখিবলৈ

সক্ষম হয়। যাৰ মাজতে ভাওনাৰ দুই এগৰাকী শিল্পী আনৰ ফুচুলনীত ভোল গৈ দলৰ পৰা আতৰিছিল; কিন্তু সেই সকলৰ সমকক্ষ আন শিল্পীক প্ৰভু ঈশ্বৰে দলত অন্তৰ্ভুক্ত কৰি খালি ঠাই পূৰ্ণ কৰি লৈছিল। এনে ভাবে ভাওনাৰ আখৰা কাৰ্য্য চলি থাকোতে হঠাতে অনিবাৰ্য্য কাৰণবশতঃ এবছৰলৈ দিল্লী যাত্ৰা স্থগিত থাকে। ইয়াৰ প্ৰধান কাৰণ হ'ল ৺যোগেন শইকীয়াদেৱৰ পত্নীৰ স্বাস্থ্য আৰু মাতৃ বিয়োগ। লগতে অন্যান্য অসুবিধা হ'ল। অৱশ্যে ভাওনাৰ আখৰা মাজে মাজে চলি আছিল। এই কাৰ্যাত সত্ৰৰে উদ্দীয়মান যুৱক সকল শ্ৰী প্ৰফুল্ল শইকীয়া আৰু শৈলেন্দ্ৰ নাথ শইকীয়াৰ সাহায্য আৰু মনোযোগ প্ৰভু ঈশ্বৰে পাহৰিব নোৱাৰে। এই এবছৰীয়া বিৰতিত দিল্লীৰ বাবে আখৰা কৰা ভাওনাটিত সুবিধা বুজি বহুতে বিধিপথালি দিছিল, কিছুমানে অনিশ্চিত ভৱিষ্যতৰ আশংকা প্ৰকাশ কৰিছিল কিছুমানে সত্ৰীয়া পেৰাত ভৰাই থোৱা বস্তুখিনি বাহিৰলৈ শঙ্কৰদেৱে কেতিয়াও ওলাব নিদিয়ে বুলি অন্ধবিশ্বাসৰ ভাওনাখনৰ আখৰা কৰি আছিল। আকৌ কিছুমানে প্ৰভু ঈশ্বৰক বিশ শতিকাৰ এটা মহা কলঙ্কস্বৰূপ বুলি আখ্যা দি শাও-শপনিও দিছিল। এই সকলো বিলাকেই পানীৰ ঔটেঙা হ'ল। প্ৰভু ঈশ্বৰৰ আশা অভিলাষ আৰু সপোন দিঠকত পৰিণত হ'ল। প্ৰভু ঈশ্বৰৰ উদ্যম আৰু ৺শইকীয়াদেৱৰ যত্নত দিল্লী যাত্ৰাৰ পাৰিজাত বৃক্ষ জোপা ফলে ফুলে জাতিষ্কাৰ হ'ল। শইকীয়াদেৱৰ অশেষ পৰিশ্ৰমৰ ফলত দিল্লীত "শ্ৰীশঙ্কৰদেৱ গবেষণা আৰু সাংস্কৃতিক প্ৰতিষ্ঠান" নামৰ এটি অনুষ্ঠানৰ জন্ম হয়। সেই অনুষ্ঠানটোৰ শুভ উদ্বোধন ১৯৭৫ চনৰ ১৫ মাৰ্চ্চত তেতিয়াৰ ৰাষ্ট্ৰপতি ফকৰুদ্দিন আলি আহমদে কৰিব। সেই খাটাং সিদ্ধান্ত ৺শইকীয়াদেৱৰ পৰা পাই প্ৰভু ঈশ্বৰে সত্ৰত ভাওনাৰ আখৰা পূৰ্ণোদ্যমে চলালে। আখৰাত দিহা পৰামৰ্শ আৰু খুটি নাটি মাৰি দিয়াত মাজুলী কলেজৰ উপাধ্যক্ষ শ্ৰীযুত মানিক নেওগ (এম, এ) দেৱ আৰু গড়মূৰ সৰু সত্ৰৰ শ্ৰীযুত দ্ৰোণকান্ত ভাগৱতীদেৱৰ নাম সততে স্মৰণযোগ্য বুলি প্ৰভু ঈশ্বৰে কয়। সেই সময়ত অসমৰ বাহিৰ যাত্ৰাত অনভিজ্ঞ আৰু ভাওনাৰ পোছাক পৰিচ্ছদাদি কিনিবলৈ প্ৰভু ঈশ্বৰৰ হাতত টকাৰ অভাৱ আছিল। কিন্তু ভগবানৰ অশেষ কৰুণাৰ ফলত দিল্লীলৈ নিব লগা দলটোৰ সকলো প্ৰকাৰ ৰক্ষনাবেক্ষণ আৰু ৰেলৰ আসন সংৰক্ষণ কৰিবৰ কাৰণে যোৰহাট ভকেচনেল কলেজ বিল্ডীং প্ৰতিষ্ঠাতা অধ্যক্ষ বৈষ্ণৱপ্ৰাণ শ্ৰীযুত দেৱানন্দ ভৰালীদেৱৰ ওপৰতে ভাৰ পৰে। প্ৰভু ঈশ্বৰে ৺শইকীয়াদেৱৰ যোগেদি তেখেতৰ লগত পৰিচয় হয়। তেখেতে ১৯৭৫/১৭ ফেব্ৰুৱাৰী তাৰিখে প্ৰভু ঈশ্বৰক সত্ৰতে দেখা কৰি দিল্লী যাত্ৰাৰ বাবে সকলো দিহা পৰামৰ্শ দি যায় আৰু ভাওনাত হ'ব লগা খৰছৰ বাবদ তেখেতৰ ব্যক্তিগত পুঁজিৰ

পৰা ৫০০'০০ ( পাঁচশ ) টকা দান দিয়ে। সেই টকাখিনি পাই প্ৰভু ঈশ্বৰৰ মন উৎফুল্লিত হয় আৰু ভাওনাৰ কাৰণে পোছাক পৰিচ্ছদ কিছুমান নিৰ্ম্মাণ কৰোৱায়। ভৰালীদেৱৰ এই অনুদান প্ৰভু ঈশ্বৰে কেতিয়াও নাপাহৰে বুলি কয়। প্ৰভু ঈশ্বৰ তেখেতৰ ওচৰত সদায় ঋণী বুলি কৈছে। ইয়াৰ কিছুদিনৰ আগতে অৰ্থাৎ ১৯৭৫/২৮ জানুৱাৰীত অসমৰ সাংস্কৃতিক সঞ্চালক ৰুদ্ৰ বৰুৱা আৰু তেতিয়াৰ শিৱসাগৰ জিলাৰ অতিৰিক্ত উপায়ুক্ত মেদিনী মোহন চৌধুৰীদেৱ যু য়াভাবে ৺শইকীয়াদেৱৰ পৰামৰ্শ আৰু অনুৰোধক্ৰমে ভাওনাৰ আখৰাও চাবলৈ আহিছিল।

শইকীয়াদেৱৰ এটি ইচ্ছা আছিল। সেই ইচ্ছা হল মাজুলীৰ আটাইকেইখন সত্ৰৰ সন্মিলিত প্ৰচেষ্টাত দিল্লীলৈ সাংস্কৃতিক দলটো আহিব লাগে। ভাওনাত প্ৰতি সত্ৰৰে বচা বচা শিল্পী সুমাব লাগে। সেই সম্পৰ্কে প্ৰভু ঈশ্বৰৰ ওপৰতে সকলো দায়িত্ব দিয়া হৈছিল। কিন্তু কম সংখ্যক দলত সকলো সত্ৰৰ শিল্পী অন্তৰ্ভুক্ত কৰাটো সম্ভৱপৰ নহয় বুলি প্ৰভুৱে তেখেতক জনালে। অৱশ্যে ভাওনাটো নতুন কমলাবাৰী সত্ৰৰ কাৰণে আছুতীয়া হিচাবে ৰখা হৈছিল আৰু প্ৰভুৰ ইচ্ছা সাপেক্ষে তাত সকলো সত্ৰৰে শিল্পী ভ নতক অন্তৰ্ভুক্ত কৰিবলৈ ক্ষমতা দিয়া হৈছিল। প্ৰভু ঈশ্বৰে বহল দৃষ্টিৰে চাই এখন সমিতি গঠন কৰাৰ অভিপ্ৰায়েৰে ৮।১।৭৫ তাৰিখে এখন "মিলিত সত্ৰ সমূহৰ বৈষ্ণৱ বৃন্দৰ বৈঠক" আহ্বান কৰিছিল। তালৈ গড়মূৰ সত্ৰ, উত্তৰ কমলাবাৰী সত্ৰ, পুৰণা কমলাবাৰী সত্ৰৰ ভকতসকলৰ বাদে আন সকল নাহিল। পূৰ্ব্বোক্ত তাৰিখৰ বৈঠকত শ্ৰীশ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী সত্ৰাধিকাৰ প্ৰভুক সভাপতি, মানিক নেওগদেৱক সম্পাদকৰূপে লৈ এখন সমিতি গঠন কৰা হয়। তিনিখন বৈঠকত হোৱা সিদ্ধান্তক্ৰমে নতুন কমলাবাৰী সত্ৰক ৰামবিজয় নাট, গড়মূৰ সত্ৰক ৰাসলীলা, কমলাবাৰী সত্ৰক চালিনাচ আৰু উত্তৰ কমলাবাৰী সত্ৰক ঝুমুৰা নাচৰ দায়িত্ব লবলৈ কোৱা হয়। ইতিমধ্যে কমলাবাৰী সত্ৰই চালিনাচৰ দায়িত্ব নিয়মিতভাৱে গ্ৰহণ নকৰাত উত্তৰ কমলাবাৰী সত্ৰকে সেই নাচখনো জাপি দিয়া হয়। দিন ঠেমুচাপি অহাৰ লগে লগে ভাওনাৰ আখৰাও ক্ষীপ্ৰ গতিৰে চলিবলৈ ধৰে। গুৱাহাটী সঙ্গীত সত্ৰৰ অধ্যক্ষ তথা সত্ৰীয়া সঙ্গীতৰ এগৰাকী প্ৰসিদ্ধ ওজা শ্ৰীযুত বোমেশ্বৰ শইকীয়া বায়ন ১।৩।৭৫ তাৰিখে সত্ৰলৈ আহি তিনিদিন থাকি ভাওনাৰ আখৰা পৰিচালনা কৰি খুটিনাটি মাৰি ঠিকঠাক কৰেহি। ভাওনাৰ প্ৰস্তুতি শেষ হ'ল আৰু ১৮৯৬ শক ১৯ ফাগুন ১৯৭৫ চন ১০ মাৰ্চ্চ

সোমবাৰৰ দিনা দিল্লীলৈ যাব লগা দলটোৰ নেতৃত্ব দি পুৱা বেলা দিল্লী অভিমুখে প্ৰভু ঈশ্বৰে যাত্ৰা কৰে। গড়মূৰ সত্ৰ এই যাত্ৰাত নগৈ অসুবিধাবশতঃ । উত্তৰ কমলাবাৰী সত্ৰৰ শিল্পী ভকতে সহযোগ কৰিলে। প্ৰভু ঈশ্বৰৰ লগত সত্ৰৰ ভকত গোবিন্দৰজন গৈছিল। উত্তৰ কমলাবাৰী সত্ৰৰ সত্ৰীয়া। সৌভাগ্যক্ৰমে মাজুলীৰ চামগুৰী সত্ৰয়ো এই যাত্ৰাত সহযোগ কৰি দিল্লীলৈ ওলায়। নানা অসুবিধা আৰু খেলিমেলি অতিক্ৰম কৰি ১৫।৩।৭৫ তাৰিখে দিল্লী পায়গৈ আৰু সেইদিনাই উদ্বোধনী উৎসৱত শিল্পী ভকতসকলে নৃত্য প্ৰদৰ্শন কৰে। সেইদিনাৰ উৎসৱত ৰাষ্ট্ৰপতি আহমদ ডাঙৰীয়াই উদ্বোধনী ভাষণ দিয়ে। সভাত উপস্থিত থাকে পাঞ্জাবৰ ৰাজ্যপাল সৰ্ব্বশ্ৰী মহেন্দ্ৰ মোহন চৌধুৰী, নীলমণি ফুকন, কুৰুক্ষেত্ৰ বিশ্ববিদ্যালয়ৰ অসমীয়া উপাচাৰ্য্য শৰৎ কুমাৰ দত্ত, ন্যায়াধীশ পাৰ্ব্বতী কুমাৰ গোস্বামী, কেন্দ্ৰীয় মন্ত্ৰী বিপিন পাল দাস আদি গণ্যমান্য সুধীবৃন্দ। পিচদিনা ১৬।৩।৭৫ তাৰিখে ৭-৩০ বজাৰ পৰা অঙ্কীয়া ৰামবিজয় নাট পৰিবেশন কৰা হয়। পৰিচালনা কৰে প্ৰভু ঈশ্বৰে। নাট শেষ হয় ৯ বজাত। দুয়োদিনাৰ সাংস্কৃতিক অনুষ্ঠান ইমান মনোগ্ৰাহী হৈছিল যে দৰ্শকসকলে নাচ আৰু নাটৰ শেষত ভাৱৰীয়া সকলক কৰমৰ্দ্দন কৰা দেখা গৈছিল বুলি প্ৰভু ঈশ্বৰে কয়।

সুখ্যাতিৰে দিল্লীৰ মাভলঙ্কা হলত অসমৰ প্ৰাচীন শঙ্কৰী নাট ৰামবিজয় পৰিবেশন কৰি প্ৰভু ঈশ্বৰে হৃদয়ত আনন্দত জোঁৱাৰ তুলিছিল। পোন প্ৰথম বাৰৰ বাবে প্ৰভু ঈশ্বৰে নিজ সত্ৰক দিল্লীৰ মাজ মজিয়াত উলিয়াবলৈ সক্ষম হোৱাত আনন্দত প্ৰকাশ কৰে আৰু সেইফেৰা সুবিধা দিয়া বাবে শইকীয়া দেৱক ধন্যবাদ জনায়। ইয়াৰ পিচৰ দুদিন অৰ্থাৎ ১৭ আৰু ১৮ মাৰ্চ্চত প্ৰভু ঈশ্বৰে সৰিফৰে দিল্লী পৰিদৰ্শন আৰু বৃন্দাবন, মথুৰা আদি দৰ্শন কৰিলে। ১৯ মাৰ্চ্চত সঙ্গীত নাটক অকাডেমীৰ সম্পাদক শ্ৰীযুত সুৰেশ অৱস্থি আৰু বাতৰি কাকতৰ সাংবাদিকসকলে পুনৰ নৃত্য আৰু নাটক চাম বুলি কোৱাত সেইদিনা অসম ভৱনৰ চোতালতে নাচ ভাওনা পুনৰ পৰিবেশন কৰা হয়। ২০ মাৰ্চ্চত প্ৰভু ঈশ্বৰে সবৈষ্ণৱে ৰাষ্ট্ৰপতি আহমেদ ডাঙৰীয়াক সাক্ষাৎ কৰে আৰু সেইদিনাই দিল্লীৰ পৰা অসম অভিমুখে যাত্ৰা কৰা হয়। সৌভাগ্যৰ বিষয় যে সেই চনৰে মে' মাহত ৰাষ্ট্ৰপতি গৰাকী ইণ্ডোনেচীয়ালৈ যাব লগা হল। সেই যাত্ৰাত প্ৰভু ঈশ্বৰৰ পৰিচালনাত দিল্লীত পৰিবেশিত ৰামবিজয় অঙ্কীয়া নাটখন বিদেশলৈ নিবলৈ ৰাষ্ট্ৰপতিয়ে ইচ্ছা কৰিলে। ইতিমধ্যে ৩০।৪।৭৫ তাৰিখে শইকীয়াদেৱৰ পৰা প্ৰভু ঈশ্বৰে এখন

টেলিগ্ৰামো পালে। লগে লগে সেই একেদিনাই চৰকাৰৰ হৈ প্ৰভু ঈশ্বৰৰ ওচৰত সৰ্ব্বশ্ৰী ৰোমেশ্বৰ শইকীয়া বায়ন আৰু আনন্দ মোহন ভাগৱতীদেৱ উপস্থিত হৈ ইণ্ডোনেচীয়ালৈ ভাওনা নিয়াৰ বিষয়টো ডাঙি ধৰে। সেইমতে দলটো ঠিক কৰি দিয়া হল যদিও ৰাষ্ট্ৰপতিৰ স্বাস্থ্য-জনিত কাৰণত সেইবাৰলৈ যাত্ৰা স্থগিত থাকে আৰু পুনৰ ১৯ মে' তাৰিখে দলটো মাজুলীৰ পৰা যাত্ৰা কৰে। যথা সময়ত ৰাষ্ট্ৰপতিৰ লগত ইণ্ডোনেচীয়ালৈ দলটো যায় আৰু দুঠাইত ভাওনা আৰু নৃত্য পৰিবেশন কৰে। এই যাত্ৰা "অসমৰ বাবে গৌৰৱৰ কথা। কাৰণ ৰাষ্ট্ৰপতিৰ লগত বিদেশলৈ যাওঁতে দলটোৱে ভাৰতক প্ৰতিনিধিত্ব কৰিব লগা হৈছিল। বিদেশলৈ যাওঁতে প্ৰভু ঈশ্বৰে ৰাষ্ট্ৰপতিলৈ এখন হাতে চিঠি দিছিল। বিদেশৰ পৰা ঘূৰি আহি ৰাষ্ট্ৰপতিয়ে প্ৰভু ঈশ্বৰলৈ চিঠিখনৰ প্ৰত্যুত্তৰো দিলে। চিঠিখনত বিদেশত পৰিবেশিত ভাওনাটিৰ উচ্চপ্ৰশংসা কৰা হৈছে। অসমৰ সত্ৰীয়া সংস্কৃতিৰ দল-টোৱো সুনাম অৰ্জ্জন কৰি উভটি অহাত প্ৰভু ঈশ্বৰ আনন্দিত হয়। ১৯৭৪ চনতে অতি কষ্ট কৰি সাংস্কৃতিক দলটো গঠন কৰি ১৯৭৫ চনত দিল্লীত নানা অসু-বিধা আৰু নিৰ্য্যাতন ভোগ কৰি, ভাওনা পাতি একেবাৰে শেষত তাৰ মধুময় ফল ভোগ কৰিবলৈ পোৱাত প্ৰভু ঈশ্বৰৰ ওচৰত অসমৰ সংস্কৃতিপ্ৰেমী সকলো ৰাইজ কৃতজ্ঞ আৰু ঋণী। সেই সম্বন্ধে ৺শইকীয়াদেৱৰ ১৯।৪।৭৫ তাৰিখৰ চিঠিত কথাটো স্পষ্ট হৈছে। তেখেতে লিখিছে — যি কি নহওক মহাপুৰুষৰ কৃপাত যে কৰ্ম্মফেৰা সুকলমে সম্পন্ন হ'ল, সেয়েই আমাৰ সকলোৰে সৌভাগ্য বুলি ভাবিছোঁ। শ্ৰীচৰণে আৰু বৈষ্ণৱবৃন্দই যি কষ্ট কৰি আৰু যেনেকৈ নিজৰ গাঁঠিৰ বিত্ত ব্যয় কৰি আহি মহাপুৰুষৰ বন্তিগছ জ্বলোৱাৰ কাৰ্য্যটি আগবঢ়াই থৈ গলহি, তাৰ কথা আমি পাহৰিব নোৱাৰোঁ। ইয়াৰ প্ৰতিদান দিয়া দূৰৰ কথা, কৃতজ্ঞতা জনাবৰো আমাৰ ভাষা নাই। প্ৰভুৰ এই বিষয়ত কেইবাসাহ জোৰা যত্ন আৰু পৰিশ্ৰমৰ কথা ভৱিষ্যতে সকলোৱে সুঁৱৰিব লাগিব। অকৃতজ্ঞতা আমাৰ মানুহৰ স্বভাৱ, কিন্তু শেহত গৈ সত্যৰেই প্ৰতিষ্ঠা হয়" ইত্যাদি।

সেই চনৰে অক্টোবৰ মাহত প্ৰভু ঈশ্বৰৰ প্ৰযোজনাতে দিল্লীত পুনৰ চালি নাচ, ওজাপালি আদি নৃত্যানুষ্ঠান হয়। ৺শইকীয়াদেৱেই দিল্লীত সাং-স্কৃতিক অনুষ্ঠানটোৰ গুৰি ধৰিছিল। তেতিয়াৰে পৰা আৰম্ভ কৰি এই পৰ্য্যন্ত দিল্লী, মাদ্ৰাজ, বাৰানসী, পাঞ্জাব আদিত আৰু অসমৰ গাঁৱে-ভূঞে, নগৰে-চহৰে অঙ্কীয়া নাট, নৃত্য, ওজাপালি আৰু অন্যান্য সাংস্কৃতিক অনু-ষ্ঠান সমূহ পৰিবেশন হৈ আহিছে। সাম্প্ৰতিক কালত অসমৰ জনসাধাৰণৰ

অঙ্কীয়া নাটৰ প্ৰতি আকৰ্ষণ হোৱা পৰিলক্ষিত হৈছে আৰু আদৰ বাঢ়িছে। পূৰ্ব্বতে এনে আকৰ্ষণ নাছিল বুলিয়েই জনা যায়। প্ৰভু ঈশ্বৰে কৈছে যে অসমৰ বাহিৰত আৰু অসমৰ ভিতৰত সত্ৰীয়া নৃত্য নাট্য প্ৰচাৰ কৰি তেখেতৰ যিখিনি অভিজ্ঞতা সঞ্চিত হৈছে, সেই অভিজ্ঞতা সত্ৰতে আবদ্ধ হৈ থকা হলে নহলহেঁতেন। সত্ৰত প্ৰথমাৱস্থাত অঙ্কীয়া নাটৰ প্ৰতি প্ৰভু ঈশ্বৰে বেছি মনোযোগ দিব পৰা নাছিল। নাটবোৰ সত্ৰৰ কীৰ্ত্তন ঘৰত গতানুগতিক ভাবেই অভিনীত হৈছিল আৰু তাত কিছুমান সংশোধন কৰিবলৈ স্থল আছিল। দিল্লীলৈ নাটখন নিবৰ কাৰণে ব্যৱস্থা কৰোতে বহুঠাইত সংশোধন কৰিব লগা হৈছিল। এই ক্ষেত্ৰত শ্ৰীযুত বোধেশ্বৰ শইকীয়া বায়নৰ ওচৰত প্ৰভু ঈশ্বৰ কৃতজ্ঞ বুলি কৈছে।

প্ৰভু ঈশ্বৰে ১৯৭৬ চনত আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰ যোগে ৰাম-বিজয় আৰু ৰুক্মিণী হৰণ অঙ্কীয়া নাট আৰু বৰগীত, ওজাপালি, নাম-প্ৰসঙ্গ, ৰজাঘৰীয়া গীত প্ৰচাৰ কৰে। ইয়াতো ক্ষান্ত নাথাকি যোৰহাটৰ তথ্য আৰু জনসম্পৰ্কৰক্ষী বিনয়া শ্ৰীযুতজগত বৰুৱা আৰু শ্ৰীযুত ভোলানাথ দত্ত কাকতিদেৱৰ লগ লাগি ৰামবিজয় নাটখনি ডকুমেণ্টৰী কথাছবিলৈ ৰূপান্তৰ কৰে। সত্ৰীয়া নৃত্য নাটক স্থায়ীৰূপে ৰাখিবলৈ আৰু প্ৰাচীন সাজ-পোচাক (ভাৱৰীয়াৰ) উদ্ধাৰ কৰাৰ পৰিকল্পনালৈ চৰকাৰী সাহায্য লাভৰ সুবিধা হোৱাকৈ ১৯৭৪ চনতে "শঙ্কৰী কলাকৃষ্টি বিকাশ সমিতি" নাম দি এটি সঙ্গীতানুষ্ঠান প্ৰতিষ্ঠা কৰি চৰকাৰী পঞ্জীয়নভুক্ত কৰে। অনুষ্ঠানটোৱে চৰকাৰৰ আৰ্থিক সাহায্যও লাভ কৰে আৰু প্ৰাচীন সাজ পোচাক পুনৰুদ্ধাৰ কৰাত প্ৰভু ঈশ্বৰে সুবিধা পায়। প্ৰভু ঈশ্বৰৰ সপোন দিঠকত পৰিণত হল। তদুপৰি প্ৰভু ঈশ্বৰে "শঙ্কৰী কলাকৃষ্টি বিকাশ সমিতি"ৰ যোগেদি ১৯৮০ চনত সত্ৰৰ বাহিৰত এটি স্থায়ী ৰঙ্গমঞ্চ প্ৰতিষ্ঠা কৰে। সেই চনতে আৰম্ভ হোৱা ৰঙ্গমঞ্চটি ১৯৮২ চনৰ ৰাস পূৰ্ণিমাৰ দিনা উন্মোচন কৰা হয়। সেই অনুষ্ঠানটিয়ে চৰকাৰৰ পৰা এটি শকত আৰ্থিক অনুদানো লাভ কৰে। প্ৰভু ঈশ্বৰে সত্ৰীয়া বা শঙ্কৰী কলা নৃত্য নাট্য সমূহ সত্ৰৰ ভকতৰ মাজতে আবদ্ধ নাৰাখি অসমৰ উঠি অহা যুৱক-যুৱতী সকলকো (সকলো সম্প্ৰদায়ৰ লোককো) তাৰ সোৱাদ দিয়াৰ অভিপ্ৰায় কৰি আৰু ইচ্ছা কৰিলে অসমৰ বাহিৰত আনকি ভাৰতৰ বাহিৰৰ লোক

সকলেও শঙ্কৰী সঙ্গীত শিক্ষা গ্ৰহণ কৰিব পৰাকৈ ১৯৮১ চনৰ ১৯ এপ্ৰিল তাৰিখে "মাজুলী সত্ৰীয়া সঙ্গীত মহাবিদ্যালয়" নাম দি এখনি সঙ্গীতানুষ্ঠান প্ৰতিষ্ঠা কৰে। উক্ত অনুষ্ঠানটোৰ প্ৰতিষ্ঠাপক সভাপতি হিচাবে প্ৰভুৱে এতিয়াও অনুষ্ঠানটোৰ গুৰি ধৰি আছে।

প্ৰভু ঈশ্বৰ মহাত্মা গান্ধীৰ প্ৰতিও অনুৰক্ত। গান্ধীক প্ৰভু ঈশ্বৰে কলিযুগাৱতাৰ মহাপুৰুষ বুলি কয়। তেখেতৰ প্ৰতি অনুৰক্ত হৈ প্ৰভু ঈশ্বৰে ১৮৯১ শকত (১৯৬৯ চনত) গান্ধী শতবাৰ্ষিকী পালন কৰে। উৎসৱলৈ গড়মূৰীয়া সত্ৰাধিকাৰ শ্ৰীশ্ৰীকৃষ্ণ চন্দ্ৰ দেৱ গোস্বামী, ককা নীলমণি ফুকন, চামগুৰী সত্ৰাধিকাৰ শ্ৰীশ্ৰীকমল চন্দ্ৰ দেৱ গোস্বামী, গান্ধীবাদী পুৰুষ কাকা চাহেব কালেলকাৰ, তেতিয়াৰ যোগান মন্ত্ৰী শ্ৰীযুত ৰমেশ চন্দ্ৰ বৰুৱা, বৈষ্ণৱ পণ্ডিত সোনাৰাম চুতীয়া আদি মহান লোক সকলক নিমন্ত্ৰণ কৰা হৈছিল। ১৯৭২ চনতো মহাপুৰুষ শঙ্কৰদেৱৰ জন্মোৎসৱো নিজৰ সত্ৰত আঞ্চলিক ভিত্তিত পালন কৰিছিল। পূৰ্ব্বোক্ত দুয়োটা উৎসৱৰ গুৰি ধৰিছিল প্ৰভু ঈশ্বৰে নিজে। ধৰ্ম্ম আৰু সংস্কৃতিৰ প্ৰতি প্ৰভু ঈশ্বৰৰ নিষ্ঠা শলাগিবলগীয়া। এই পৰ্য্যন্ত সংস্কৃতি বিকাশৰ প্ৰতি অধিক মনোযোগ তেওঁ যত্ন কৰি আছে। ৰাম বিজয় নাটখন চিনেমালৈ ৰূপান্তৰ কৰিবলৈ প্ৰভু ঈশ্বৰে অশেষ চেষ্টা কৰি আছে। গুণী জ্ঞানী আৰু সংস্কৃতিৰ ওজাসকলক প্ৰভু ঈশ্বৰে বৰ শ্ৰদ্ধা কৰে। নিজে মান লোৱাতকৈ আনক মান কৰি প্ৰভু ঈশ্বৰে আনন্দ পায়। ১৯৭৯ চনত আৰু ১৯৮১ চনত ক্ৰমে ৺বাপুৰাম বায়ন আতৈক আৰু শ্ৰীযুত ৰোষেশ্বৰ শইকীয়াদেৱক সঙ্গীত নাটক একাডেমীৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ দিবলৈ লিখালিখি কৰি প্ৰভু ঈশ্বৰে সফল হোৱাত তাৰেই সূচনা কৰে। ১৯৭৭ চনত যোৰহাটত চৰকাৰৰ পৰা মাটি অনুমোদন কৰি তাত সত্ৰ পাতি ধৰ্ম্ম আৰু সংস্কৃতি প্ৰচাৰৰ কাৰণে যত্ন কৰি আছে। প্ৰভু ঈশ্বৰ এতিয়াও কৰ্ম্মক্ষম হৈ আছে। ভবিষ্যতলৈ ধৰ্ম্ম আৰু সংস্কৃতিৰ বহুল প্ৰচাৰ আৰু উন্নতিৰ কাৰণে অসমৰ জনসাধাৰণে প্ৰভু ঈশ্বৰৰ পৰা কিবা পাবলৈ আশা কৰি আছে।

প্ৰভুজনা উদাৰতাৰ প্ৰতিমূৰ্ত্তি। যেয়ে যি বাঞ্চা কৰে কাকো বিমুখ নকৰে। তেখেতৰ সান্নিধ্যলৈ এবাৰ যি আহিছে, তেওঁ প্ৰভুজনাক পাহৰি যাব নোৱাৰে।

মানুহক মানুহ হিচাবে দেখা প্ৰভু অতিথি–সৎকাৰ পৰায়ন। তেখেতে অভিমান কি হক বোলে তাৰ খবৰকে নলয়। আগৰ অধিকাৰসকলে চাৰি-খনীয়া পাৰি নিজৰ বহাৰ বুকুজত বহি আঙুত দুই তিনিখনো শৰাই লৈ বহি থকা আমি দেখিছিলো। কিন্তু বৰ্ত্তমান প্ৰভুজনাই এখন খনীয়া কঠত বহিয়েই ধৰ্ম্মকৰ্ম্ম সাধনা কৰা দেখিবলৈ পোৱা গৈছে। সত্ৰৰ পৰা বাহিৰলৈ ওলাই যাওঁতে পৰিভ্ৰমণ কালত সাধাৰণ লোকৰ মাজতে বহি গল্প কৰি অহাযোৱা কৰি ফুৰা দেখা যায়। এনেকৈ প্ৰভুজনাৰ চাৰিত্ৰিক বৈশিষ্ট্যৰ কথা কব পাৰি। আমাৰ ভাব ভাষা নাই কাৰণে বহলাই লিখিব পৰা নহল। প্ৰভুজনাৰ উপনয়ন সংস্কাৰৰ তাৰিখৰ পৰাই আমাৰ লগত সম্পৰ্ক ঘটে। ধাৰাবাহিক ৰূপে তেখেতৰ সঙ্গ স্পৰ্শত এৰা এৰি নোহোৱাত পৰিল। প্ৰভুজনাই নিজে লিখা পুথিত নিজৰ জীৱনী নিদিলে পুথিখনি অসম্পূৰ্ণ হয়। এতেকে তেখেতৰ অনিচ্ছা সত্বেও আমি প্ৰভুজনাৰ জীৱনীফেৰা লিখি পুথিখনি সম্পূৰ্ণ কৰি ধন্য হলো। প্ৰভু ঈশ্বৰ দীৰ্ঘজীৱি হওক এয়ে মহাপুৰুষৰ চৰণত তাৰষা। ০ ০

শ্ৰীধৰ্ম্মেশ্বৰ হাজৰিকা নামলগোৱা
কমলাবাৰী সত্ৰ।

## (৩—ছ) গুৰু আতৈ বহা :—

কমলাবাৰী সত্ৰৰ মুখ্য আৰু মান্যৱন্ত বহাকেইখনৰ ইতিবৃত্ত ব্যাখ্যা-যোগ্য হোৱাত ইয়াত সেই সেই বহাকেইখনৰ পৰম্পৰা ক্ৰম আৰু সেই সকলৰ নাম উল্লেখ কৰা নহ'ল। শক তাৰিখ আদিৰ অভাৱত ইতিবৃত্ত খন নিৰ্ভুল কৰিব পৰা নহ'ল। মাত্ৰ সত্ৰত চলি অহা ধাৰামতে আৰু বহা কেইখনৰ আদি পুৰুষজনাৰ সামান্য জীৱনী এফেৰা ইয়াত ডাঙি ধৰা হ'ল।

গুৰু আতৈ বহাখন আটাইকেখন বহাতকৈ শ্ৰেষ্ঠ আৰু মান্য। ইয়াৰ প্ৰধান কাৰণ হ'ল কমলাবাৰী সত্ৰৰ সত্ৰাধিকাৰ প্ৰভুসকলে এইখন বহাৰ বুঢ়াভকতলৈ কথাবস্তু শিকে আৰু সত্ৰাধিকাৰৰ বৈকুণ্ঠী হ'লে সেই বহাৰ বুঢ়াভকতেই সকলোৰে হৈ মালা নিৰ্ম্মালি দি ডেকাধিকাৰ পদৰ পৰা সত্ৰাধিকাৰৰ পদলৈ উন্নীত কৰে। তদুপৰি বহাৰ বুঢ়াভকতসকল ব্ৰাহ্মণ প্ৰধান। ইত্যাদি কাৰণত গুৰু আতৈ বহাখন মান্যৱন্ত। এই বহাখনৰ আদি পুৰুষজনাৰ নাম গোবিন্দ। এখেত ব্ৰাহ্মণ। পিচত এখেত "গুৰু আতৈ" নামে জনাজাত হয়। গুৰু আতৈৰ আদি পুৰুষৰ বাসস্থান নলকুছি নামৰ ঠাইত আছিল। পিতৃৰ নাম কৃষ্ণ পণ্ডিত আৰু মাতৃৰ নাম শয়নী। এসময়ত ফল্গুৎসৱত পিতৃ কৃষ্ণপণ্ডিতে বৰ আড়ম্বৰপূৰ্ণ ভাৱে পালন কৰাত কিছুমান খল প্ৰকৃতিৰ লোকে ৰজাক তেওঁক চেৰপেলাই যাব খুজিছে বুলি লগোৱাত ৰজাই ক্ৰোধ কৰি ধৰি নিবলৈ মানুহ পঠালে। কৃষ্ণ পণ্ডিতে এই বাতৰি পাই সপৰিয়ালে পলাই লখৰও পালেগৈ আৰু তাতে হাহিনীপাৰ নামৰ ঠাইত বাস কৰি থাকিল। গুৰু আতৈ নলকুছিতে জন্ম। হাহিনীপাৰতে থাকোতে তেৰাই বিশিষ্ট গুৰু বিচাৰিবলৈ লাগিল। এনেতে ভগৱান গুৰুৰ মুখেদি বদলা পদ্ম আতাৰ বাতৰি পাই গুৰু আতৈ আহি আতাত শৰণ ধৰ্ম্ম গ্ৰহণ কৰে। হাহিনীপাৰ নামৰ ঠাইত বান বিধ্বস্তত থাকিব নোৱাৰি গুৰু আতৈ মাজুলীৰ মেৰাগড় নামৰ ঠাইতে বাস কৰিবলৈ লয়হি। ইয়াৰ আগতে বদলা আতাৰ বৈকুণ্ঠ প্ৰয়াণৰ পিচলৈকে কমলাবাৰী সত্ৰত আছিল। আতাৰে সৈতে হৰি কথা চৰ্চ্চা কৰি থাকে। আতা বৈকুণ্ঠী হোৱাৰ পিচত শ্ৰীৰাম সতৰীয়াই (সত্ৰাধিকাৰ গৰাকীয়ে) গুৰু আতৈক হিংসা কৰাত তেৰাই মেৰাগড়লৈ যায়। তাতে উদাসভাৱে শেষ বয়সলৈকে অতিবাহিত কৰি থাকি আহিন মাহৰ কৃষ্ণা পঞ্চমী তিথিত বৈকুণ্ঠী হয়। তেৰা কমলাবাৰী সত্ৰত যিখন বহা সাজি বাস কৰি হৰি

কথা চৰ্চ্চা কৰি আছিল, সেই বহাখনকে "গুৰু আতৈ বহা" নামেৰে প্ৰধান অঞ্জনীয়া ভাগৰ বহা হিচাবে প্ৰখ্যাত হয়। তেৰাৰ পৰা এতিয়ালৈকে ১৬ জনে বহাখনৰ বুঢ়াভকত হিচাবে কাৰ্য্য চলাই আহিছে। তেৰাসকলৰ নাম যথাক্ৰমে (১) গুৰু আতৈ (২) হ'ৰাম আতৈ (৩) বলাই আতৈ (৪) ৰাম কানাই আতৈ (৫) হৰি নাথ আতৈ (৬) বৰভঁৰালী আতৈ (৭) মথন আতৈ (৮) বৃকু দেউৰী আতৈ (৯) বুদু ভৰালী আতৈ (১০) জয়ৰাম দেউৰী আতৈ (১১) দয়াৰাম দেউৰী আতৈ (শূদ্ৰ) (১২) জাতিৰাম দেউৰী আতৈ (শূদ্ৰ), (১৩) শম্ভু দেউৰী আতৈ (শূদ্ৰ) (১৪) লক্ষ্মী বৰদেউৰী আতৈ (১৫) ৰূপৰাম বুঢ়াভকত আৰু (১৬) শ্ৰীযুত ৰোমেশ্বৰ শৰ্ম্মা ভাগৱতী বুঢ়া-ভকত। এখেত বৰ্ত্তমান জীৱিত। জন্ম ১৮২৬ শক, শাওণৰ ১৫ তাৰিখ, শুক্লা পঞ্চমী সোমবাৰ। পিতৃৰ নাম ৺লম্বোদৰ শৰ্ম্মা, মাতৃ ৺অম্বিকা দেৱী। জন্ম ঠাই শিৱসাগৰ জিলাৰ নামটি কাকতি গাওঁ। ৺ৰূপৰাম বুঢ়াভকত মোমায়েক হয়। ৫ বছৰ বয়সতে মোমায়েক বুঢ়াভকতে সত্ৰলৈ আনে। সত্ৰীয়া শিক্ষা আৰু সংস্কৃত শিক্ষা লাভ কৰে। ৺চন্দ্ৰকান্ত দেৱ গোস্বামী সত্ৰাধিকাৰ প্ৰভুজনাৰ ওচৰত সংস্কৃত শিক্ষা লাভ কৰি ২৫ বছৰ বয়সৰ পৰা ভাগৱতী হয়। ৺ৰূপৰাম বুঢ়াভকতৰ পৰলোকৰ পিচত এখেতেই সত্ৰৰ সমূহীয়া বুঢ়াভকত, আশীৰ্ব্বদীয়া, চৰিত তোলা বুঢ়াভকত হিচাবে সৰ্ব্বমান্যতা লাভ কৰে। এতিয়া এখেতৰ বয়স ৭৮ বছৰ। সুঠাম দেহ লৈ সত্ৰৰ পূৰ্ব্বোক্ত কৰ্ম্মসমূহ সুসম্পাদন কৰি আছে। গুৰু আতৈৰ মৃত্যু তিথি সেই বহাৰ পৰা এতিয়াও পালন কৰা হয়।

## (৬—জ)— দক্ষিণকুলীয়া কৃষ্ণ আতৈৰ বহা ঃ—

দক্ষিণকুলীয়া কৃষ্ণ আতৈৰ জন্মস্থান গোলাঘাট অঞ্চলৰ বৰকলা নামৰ ঠাইত। পিতৃৰ নাম পুত্তম আতৈ। এখেত বদলা আতাৰ বংশৰ লোক আছিল। বদলাআতাৰ খুড়াক সাম চোমদাৰৰ নাতি হয়। সেই হিচাবে এখেত বদলা আতাৰ ভতিজা সম্বন্ধ লাগে। কমলাবাৰী সত্ৰত 'কৃষ্ণ' নামেৰে কেবাজনো ভকত আছিল। এৰা দক্ষিণ অঞ্চলত জন্ম গ্ৰহণ কৰা বাবে বা বসতি কৰা বাবে দক্ষিণকুলীয়া কৃষ্ণ আতৈ নামেৰে প্ৰখ্যাত হয়। বদলা আতাৰ প্ৰয়াণৰ পিচত আৰু শ্ৰীৰাম সতৰীয়াৰ কোপানলত পৰি যেতিয়া গুৰু আতৈ মাজুলীৰে মেৰাগড়লৈ উঠি গ'ল তেতিয়া কমলাবাৰী সত্ৰত পৰমাৰ্থিক তত্ত্বৱস্তু ব্যাখ্যা দিওঁতা লোকৰ অভাৱ হোৱাত আলধৰা গোবিন্দ আতৈ আৰু মুদৰি আতৈ প্ৰমুখ্যে ভকতসকলে আলোচনা কৰি

পুনৰ গুৰু আতৈক সত্ৰলৈ ওলোটাই আনিবলৈ যায়। গুৰু আতৈয়ে পুনৰ সত্ৰলৈ নাহো বুলি কোৱাত আৰু তেৰাৰে পৰামৰ্শক্ৰমে ভকতসকলে বৰ-ক'লাত থকা কৃষ্ণ আতৈক সত্ৰলৈ লৈ আহে। তেৰাই কমলাবাৰী সত্ৰত উদ্ব কথাবস্তু ব্যাখ্যা কৰিবলৈ গুৰু আতৈৰ আজ্ঞাক্ৰমে আহি সত্ৰত মুদৰি আতৈৰ বহাতে থাকিবলৈ লয়। মুদৰি আতৈৰ বহাখন বৰ ডাঙৰ দীঘল আছিল। তেৰা আহিয়েই দুৱাৰ মুখত স্থিতি হৈ খুটাত হাত দি কলে "এইখন বৰবহা"। সেইদিনাৰ পৰা দক্ষিণকুলীয়া কৃষ্ণ আতৈৰ বহাখন "বৰবহা" নামেৰেও জনাজাত হয়। তেৰাই তাতে থাকি কথাবস্তু কীৰ্ত্তন কৰি সক-লোকে সোৱাদ দি আছিল। এনেকৈ কিছুদিন থকাৰ পিচত দক্ষিণকুলত থকা মনুৰপো আতৈৰ নৰীয়া হোৱাত খবৰ লবৰ কাৰণে মুদৰি আতৈ আৰু আলধৰা আতৈ যাবলৈ ওলাল। এই বাতৰি পাই কৃষ্ণ আতৈয়ো যাবলৈ ইচ্ছা কৰে। কিন্তু তেৰা বৃদ্ধাৱস্থা কাৰণে দুয়োজনে তেৰাক এৰিথৈ মনে মনে পিচদিনা দক্ষিণালৈ যায়। কৃষ্ণ আতৈয়ে এই বাতৰি পাই মনে মনে বেজাৰ কৰি কলে "আমি যাওঁ বোলাতো তেৰাসকলে নিনিলে। এতেকে আমি বুলিছোঁ — তাত মনুৰপোকো নাপায় আৰু ইয়াত আমাকো নাপায়"। এই বাক্য বুলি কৃষ্ণ আতৈয়ে ইচ্ছামৃত্যু হবলৈ মন কৰি বহাগৰ কৃষ্ণা একাদশী তিথিৰ দিনা দেহ ত্যাগ কৰে। তেৰাৰ বাক্য লাগিল। দুয়োজনে দুই ঠাইত দুজন ভকতক মৃত্যুৰ সময়ত লগ পাব নোৱাৰিলে। তেতিয়াৰে পৰা সেইজনাৰ তিথি দক্ষিণকুলীয়া কৃষ্ণ আতৈৰ বহাত এতিয়াও পালন কৰা হৈ আছে। তেৰাৰ নামেৰেই বহাখনৰ নাম হয় আৰু "বৰবহা" নামেৰেই বেছি প্ৰখ্যাত হৈ আছে। বহাৰ বন্তিগছ পৰম্পৰাগতভাৱে বুঢ়া-ভকত সকলৰ নাম যথাক্ৰমে এনেদৰে (১) দক্ষিণকুলীয়া কৃষ্ণ আতৈ (২) সৰ্ব্বানন্দ আতৈ (৩) গোপীনাথ আতৈ (৪) ৰঘু আতৈ (৫) যদু আতৈ (৬) নিৰ্ম্মল আতৈ (৭) ৰামচৰণ আতৈ (৮) লক্ষ্মী আতৈ (৯) কৃষ্ণৰাম আতৈ (১০) সিদ্ধৰাম আতৈ (১১) কলিয়া আতৈ (১২) জয় আতৈ (১৩) নোমল আতৈ (১৪) ইন্দ্ৰেশ্বৰ আতৈ আৰু (১৫) ৰূপৰাম আতৈ বুঢ়াভকত। এখেত বৰ্ত্তমান জীৱিত। সত্ৰৰ নামাজনীয়া কৰ্ম্মত বৰ্ত্তি আছে।

**(৩-ঝ)-আলধৰা আতৈৰ বহা :—**

আলধৰা আতৈৰ বহাৰ প্ৰথম প্ৰতিষ্ঠাপক পুৰুষ গৰাকীৰ নাম গোবিন্দ আতৈ। জন্ম শক ৯৫৮০। স্থান—গোলাঘাট মহকুমাৰ গুৰুযোগনীয়া মৌজাৰ বৰচোমনী গাওঁ। পিতৃৰ নাম সৰ্ব্বানন্দ, মাতৃৰ নাম সুমিত্ৰা।

আতৈৰ বাল্যজীৱনত ঈশ্বৰ লক্ষণ আৰু সাধু প্ৰকৃতৰ গুণ দেখা গৈছিল। সংস্কৃত বিদ্যাত পাৰদৰ্শিতা লাভ আৰু শ্ৰোত্ৰিয় বিদ্যাত আগ্ৰহী হৈ অধ্যয়ন আদি কৰিছিল। পিতৃ-মাতৃ সকলৰ দ্বাৰা আদৃত আৰু লালিত পালিত হৈ বাৰবছৰ বয়সতে আজীৱন উদাস ব্ৰত পালন কৰি থকা চেকেৰা কৃষ্ণ আতৈক অসহায় আৰু জৰা অৱস্থাত প্ৰতিপালন কৰি আশীষভাগী হয়। আতৈক মৃতাৱস্থাত শুশ্ৰূষা কৰা কথা বদলা আতাই শুনিবলৈ পাই তেৰাৰ প্ৰতি আতাৰ আকৰ্ষণ বাঢ়ে। এসময়ত দক্ষিণৰ বাবৰুৱা বদলা আতাৰ ওচৰলৈ (মুদৈ ভেটিলৈ) আহোঁতে মাতৃ সুমিত্ৰাদেৱীয়ে গোবিন্দ আতৈকো তেওঁলোকৰ লগত পঠাই দিয়ে আৰু কয় যে "বদলা আতাই যদি তোমাক ৰাখে থাকিবা"; আদেশমতেই কাৰ্য্য হল। আগতে আতৈৰ কথা শুনিয়েই আছিল। এতিয়া তেৰাক লগ পাই আতাই আনন্দ প্ৰকাশ কৰিলে আৰু শৰণ ভজন ভক্তি তত্ত্বৱস্তু দি সত্ৰতে ৰাখিলে। আতৈয়ে আতাৰ আলপৈচান ধৰা কামত নিযুক্ত হল। আতাক গৰম জলেৰে স্নান কৰোৱা, বস্ত্ৰ যোগান ধৰা, কীৰ্তন ঘৰলৈ নি নামত বহুউৱা, পক্কান্ন ভোজন কৰোৱা, শয়নত পাৰিপিতিকা, জ্ঞান পিপাসু সকলক আতাৰ সৈতে সাক্ষাত কৰোৱা আদি দৈনন্দিন কাৰ্য্য সমূহ আতৈৰ ওপৰতে ন্যস্ত হয় আৰু শেষ সময়ত আতাৰ পৰা জানিব লগীয়া কথাবস্তু সমূহো আয়ত্ত কৰে। "অকপটে গুৰুসেৱা যিজনে কৰয়, গুৰুৰ সমান শক্তি শিষ্যত লভয়" বাক্য আতৈত বিদ্যমান হয়। বদলা আতাৰ মহাপ্ৰয়াণৰ পিচত সতৰীয়া সকলক দিহাবুদ্ধি, সহায় আদি কৰাত গোবিন্দ আতৈ আৰু মুদৰি আতৈৰ অৱদান চিৰস্মৰণীয় তথা উল্লেখনীয়। বদলা আতাৰ আলধৰা কাম কৰাত তেৰা আলধৰা গোবিন্দ আতৈ নামে প্ৰখ্যাত হয়। তেৰাই প্ৰতিষ্ঠা কৰা বহাখনৰ নামো "আলধৰা আতৈ বহা" নামেৰেই প্ৰসিদ্ধি লাভ কৰে। তেৰা ১৬৫৯ শকাব্দৰ ভাদৰ পূৰ্ণিমা তিথিৰ দিনা ৭৯ বছৰ বয়সত হৰিক চিন্তি বৈকুণ্ঠী হয়। তেৰাৰ তিথি সেই বহাৰ উপাৰ্জ্জনেৰে আৰু শিষ্য প্ৰশিষ্যৰ পৰা তোলা বৰঙণিৰে পালন কৰা হয়। সেই বহাখনৰ শলা বন্তি নি (জাতিৰাম আতৈ বুঢ়াভকতৰ দিনত) লক্ষীমপুৰৰ শ্ৰীশ্ৰীবদলা স্থানত সুকীয়াকৈ প্ৰতিষ্ঠা কৰি সম্প্ৰসাৰিত কৰা হয়। ১৮৯৬ শকত বন্যা বিপৰ্য্যয়ত কমলাবাৰী সত্ৰ স্থানান্তৰ হওঁতে সেই বহাখন নতুন কমলাবাৰী সত্ৰলৈ অস্থায়ীভাৱে স্থানান্তৰ হয় আৰু এতিয়া (শ্ৰীযুত ভাজিৰাম আতৈ বুঢ়াভকতে) মাজুলীৰ দেওদিয়াআটি নামৰ ঠাইত প্ৰতিষ্ঠা কৰিছে। নতুন কমলাবাৰী সত্ৰত সুকীয়াকৈ সেই নামৰ বহা আছে। তাৰ বুঢ়াভকত আছিল ৺গঙ্গাধৰ আতৈ বুঢ়াভকত। বহাখনত একাদিক্ৰমে হোৱা বুঢ়াভকত সকলৰ নাম তালিকা এনেকৈ—

(১) আলধৰা গোবিন্দ আতৈ
(২) মুকুন্দ আতৈ
(৩) অভীয়া আতৈ
(৪) ভোলাই আতৈ
(৫) বেথাই ভৰালী আতৈ
(৬) শিশুৰাম আতৈ
(৭) কিঙ্কৰাম আতৈ
(৮) জাতিৰাম আতৈ
(৯) ৰাপুৰাম আতৈ

শ্ৰীযুত ভালিৰাম বুঢ়াভকত (কমলাবাৰী সত্ৰ) — ৺গঙ্গাধৰ বুঢ়াভকত (নতুন কমলাবাৰী সত্ৰ)

(৩ এও)— চক্ৰপাণি আতৈ বহা :—

মহাপুৰুষ বদলা আতাৰ আলধৰা আৰু শিষ্য ৺হৰি আতৈ (ব্ৰাহ্মণ) পুৰুষৰ তত্ত্বাৱধানত লালিত পালিত হয় শ্ৰীশ্ৰীচক্ৰপাণি আতৈ পুৰুষ। তেৰা হৰি আতৈৰ আলধৰা আছিল। অকালতে হৰি আতৈ লোকান্তৰ হোৱাত তেৰা সেই বহাৰ মূৰব্বী হয় আৰু সেই বহাখনি চক্ৰপাণি আতৈ বহা নামে জনাজাত হয়। তেৰা ব্ৰাহ্মণ আছিল। তেৰাৰে পৰা আৰম্ভ কৰি এতিয়ালৈকে এঘাৰজনা পুৰুষে বহাৰ বুঢ়াভকত হৈছে। তেৰা সকলৰ নাম যথাক্ৰমে (১) চক্ৰপাণি আতৈ (২) পৰমানন্দ আতৈ (৩) জীউৰাম আতৈ (৪) কৃপাময় আতৈ (৫) বিক্ৰয় আতৈ (৬) ব্ৰাহ্নিৰাম আতৈ (৭) আত্মা আতৈ (৮) দুতীৰাম দেউৰী আতৈ (৯) কণ আতৈ (শূদ্ৰ) (১০) সোনাৰাম ভাগৱতী আতৈ আৰু (১১) শ্ৰীযুত দেবেন্দ্ৰনাথ বুঢ়াভকত (শূদ্ৰ)। বাকী কেইজন ব্ৰাহ্মণ। এই বহাখনিৰ জৰিয়তে পূৰ্ব্বোক্ত স্বৰ্গগত বুঢ়াভকত সকলৰ মৃত্যু তিথি পালন কৰা হৈ আছে। বৰ্ত্তমান শ্ৰীযুত দেবেন্দ্ৰনাথ বুঢ়াভকত জীৱিত আছে আৰু বহাখনিৰ নিত্য উপাস্য বস্তুত বন্তি জ্বলাই বহাখনিৰ সম্পূৰ্ণ দায়িত্ব অক্ষুণ্ণে পালন কৰি আছে।

(৩—ট) ভাগৱতী আতৈ বহা:—

ভাগৱতী আতৈ বহাখনি পৰমানন্দ আতৈ নামে এজন ভকতে প্ৰতিষ্ঠা কৰিছিল। তেৰা ব্ৰাহ্মণ বা ভাগৱত ব্যাখ্যা কৰোতা লোক নাছিল।

যাত্ৰ তেৰা অতি বুদ্ধিমান আৰু ৰৰ কথকী লোক আছিল। উপস্থিত বুদ্ধি সম্পন্ন তথা চতুৰ মুখবক্তা কাৰণে সত্ৰৰ ভকত সকলে উপৰুৰাকৈ ভাগৱতী নাম দি লয়। তেতিয়াৰে পৰা তেৰাৰ নাম পৰমানন্দ ভাগৱতী আতৈ নামে জনাজাত হয় আৰু তেৰাৰ উপাধিযুক্ত নামেৰেই বহাখনি প্ৰতিষ্ঠা তথা প্ৰখ্যাত হয়। উক্ত বহাখনিত এতিয়ালৈকে চৌদ্দ পুৰুষে বুঢ়াভকতৰ গাদী অধিকাৰ কৰিছে। মাজুলীৰ কমলাবাৰী সত্ৰখন বন্যা বিপৰ্য্যয় তথা ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াত স্থানান্তৰ হোৱাত বৰ্ত্তমান যোৰহাটৰ টীয়ক অঞ্চলৰ মুদৈজানত সেই বহাখনিৰ এতিয়াৰ বুঢ়াভকত শ্ৰীযুত দামোদৰ আতৈয়ে ধৰ্ম্ম প্ৰচাৰৰ সুবিধা হোৱাকৈ স্থায়ীভাৱে প্ৰতিষ্ঠা কৰা শলা বন্তি জ্বলাই আছে। নতুন কমলাবাৰী সত্ৰতো শ্ৰীযুত কমল চন্দ্ৰ গায়ন আতৈক সেই বহাৰ বুঢ়াভকত হিচাবে লৈ বহাৰ দায়িত্ব পালন কৰিবলৈ দিয়া হৈছে। একাদিক্ৰমে বুঢ়াভকত সকলৰ নাম উল্লেখ কৰা হলঃ—

(১) পৰমানন্দ ভাগৱতী আতৈ
(২) ভদ্ৰ সন্তোষ আতৈ
(৩) ৰতন যদু আতৈ
(৪) ভকত দাস আতৈ
(৫) নিৰ্ম্মল আতৈ
(৬) গোপীনাথ আতৈ
(৭) কৃষ্ণ আতৈ
(৮) প্ৰাণনাথ আতৈ
(৯) বেথাই আতৈ
(১০) দণ্ডী ওজা আতৈ
(১১) ভকতৰাম ওজা আতৈ
(১২) গোবিন্দ আতৈ
(১৩) শ্ৰীদামোদৰ ভৰালী আতৈ
(১৪) শ্ৰীকমল চন্দ্ৰ গায়ন আতৈ

## (৩-ঠ) কমলাবাৰী সত্ৰৰ ভৰালীৰ লেখ :—

শ্ৰীশ্ৰীবদলা পদ্ম আতাৰ দিনৰে পৰা এতিয়ালৈকে ভৰালী হোৱা ভকতৰ সংখ্যা ৩০ জন পোৱা হৈছে। সেই সকলৰ নাম যথাক্ৰমে উল্লেখ কৰা হল।

(১) জয়হৰি আতৈ
(২) ভকতদাহ আতৈ
(৩) আলধৰা আতৈ
(৪) পৰীক্ষিত আতৈ
(৫) শুকমল আতৈ
(৬) ৰাম ভৰালী আতৈ
(৭) বৰ ভৰালী আতৈ
(৮) মনোহৰ ভৰালী আতৈ
(৯) মাকৰি ভৰালী আতৈ
(১০) ৰূপাই ভৰালী আতৈ
(১১) বটালি গায়ন আতৈ
(১২) প্ৰাণনাথ ভৰালী আতৈ
(১৩) মোলোকা ভৰালী আতৈ
(১৪) ভৰত ভৰালী আতৈ
(১৫) কোঙা ভৰালী আতৈ
(১৬) কাতিৰাম ভৰালী আতৈ
(১৭) বুদু ভৰালী আতৈ
(১৮) পৰীক্ষিত ভৰালী আতৈ
(১৯) বেথাৰাম ভৰালী আতৈ
(২০) বেথাই ভৰালী আতৈ
(২১) সুখিৰ ভৰালী আতৈ
(২২) সোণাই ভৰালী আতৈ
(২৩) ৰামহৰি ভৰালী আতৈ
(২৪) ব্ৰাহ্মিৰাম ভৰালী আতৈ
(২৫) বংশী বাপু ভৰালী আতৈ
(২৬) দামোদৰ ভৰালী আতৈ
(২৭) ঁভোগেশ্বৰ আতৈ
(২৮) শ্ৰীভোগেশ্বৰ দেউৰী আতৈ
(২৯) ঁবলো ভৰালী আতৈ
(৩০) শ্ৰীতুলসী দেউৰী আতৈ

# (৩—ড) কমলাবাৰী সত্ৰৰ সাংবিধানিক নীতিঃ

দুজনা মহাপুৰুষে জনসাধাৰণক হৰিভক্তি কৰিবৰ কাৰণে নিজে নিজে আঞ্চলিক ভাষাত ধৰ্ম্ম গ্ৰন্থ ৰচনা কৰি অৰ্থাৎ ধৰ্মীয় সংবিধান ৰচনা কৰি দি গৈছে। সেই ধৰ্মগ্ৰন্থ বোৰেই আমাৰ মহান সংবিধান — যি বিলাকতকৈ আৰু উচ্চ পৰ্য্যায়ৰ সংবিধান পোৱা নাই। কিন্তু সত্ৰ পৰিচালনা সম্পৰ্কীয় আৰু অন্যান্য বিষয়ত গুৰু দুজনাই কোনো সংবিধান ৰচনা কৰা নাই। যেতিয়া তেওঁলোকে ঠায়ে ঠায়ে ধৰ্ম্ম প্ৰচাৰৰ কেন্দ্ৰ পাতিছিল, সেই সেই কেন্দ্ৰবোৰৰ পৰিচালনা পদ্ধতিৰ বাবে তেওঁলোকে কোনো সংবিধান ৰচনা কৰাৰ ওপৰত গুৰুত্ব নিদিছিল। বোধহয় মৌখিক ভাৱেই কামবোৰ পৰিচালনা কৰি আছিল। তেওঁলোকৰ পিছৰ কালতো আতা সকলৰ দিনত কোনো সংবিধান ৰচিত হোৱা নাই। পিচত কালক্ৰমে দিন বাগৰি আহোতে আহোতে মানুহৰ বুদ্ধি বৃত্তিৰ ওপৰত নিৰ্ভৰ কৰি একোটা অনুষ্ঠান পৰিচালনা কৰিবৰ কাৰণে একোখন সংবিধানৰ প্ৰয়োজন হ'ল। সাম্প্ৰতিক কালত প্ৰতিখন দেশতে, প্ৰতিখন ৰাজ্যতে, প্ৰতিখন জিলাতে, প্ৰতিখন মহকুমাতে, প্ৰতিখন অঞ্চলতে, প্ৰতিখন গাঁৱতে আৰু প্ৰতিখন অনুষ্ঠানতে পৰিচালনাৰ বাবে একোখন সংবিধানৰ নীতি আছে বা বিধি বিধান কৰি লোৱা হৈছে। কমলাবাৰী সত্ৰ প্ৰতিষ্ঠাতা বদলা আতা আৰু পৰবৰ্ত্তী কালতো লিখিত কোনো সংবিধান নাছিল। সত্ৰ পৰিচালনাৰ কামবোৰ মৌখিকভাৱে চলি আছিল। সেই পৰিচালনাৰ সাংবিধানিক কামবোৰ এনেকৈ মনত আৰু মুখত দসাঁচ ৰহিল যে বেলেগে লিখি লোৱাৰ প্ৰয়োজনই নাছিল। সেইবোৰ পৰিচালনাৰ সাংবিধানিক নীতি সত্ৰৰ সত্ৰাধিকাৰ আৰু তেখেতৰ প্ৰতিনিধি মোক্তাৰ তথা সত্ৰৰ চাৰিখন বহাৰ বুঢ়াভকত সকলৰ মাজত আলোচিত হৈ সমাধা কৰা হৈছিল আৰু সত্ৰাধিকাৰৰ কৰ্ত্তৃত্বত চলিছিল। সত্ৰৰ সৰ্ব্বময় কৰ্ত্তা সত্ৰাধিকাৰ নিজে অৰ্থাৎ সত্ৰাধিকাৰ শাসক আৰু ভকত আৰু শিষ্য-বৰ্গ শাসিতৰ। কালক্ৰমত যুগ সাপেক্ষে সত্ৰবোৰত একোখন পৰিচালনা সভা পাতি তাৰ সাংবিধানিক নিয়ম লিখি সৰ্ব্বজন স্বীকৃতি স্বাক্ষৰ কৰি সত্ৰৰ পৰিচালনা কৰা দেখা গৈছে। এই নিয়ম খুব ভাল। কমলাবাৰী সত্ৰতো ইয়াৰ চৌ নুঠাকৈ থকা নাই। তলত সত্ৰৰ সাংবিধানিক নীতি কিছুমান উল্লেখ কৰা হ'ল।

(১)— মহাপুৰুষ শঙ্কৰদেৱৰ ধৰ্ম্মৰ উত্তৰাধিকাৰী নিজৰ পুত্ৰক দিয়া বা পতা নাছিল। পাৰ্থিব সম্পত্তিৰ উত্তৰাধিকাৰীহে পাতিছিল। তেৱাই গণতান্ত্ৰিক

পদ্ধতিৰে সকলো শিষ্যৰ মনোনীত তথা নিজৰ মনৰ পৰা নিৰ্ব্বাচিত কৰি মাধৱদেৱকে ধৰ্ম্মীয় গুৰুভাৰখন সোধাই যায়। মাধৱদেৱেও নিজৰ ভাগিন ৰামচৰণ ঠাকুৰক ধৰ্ম্ম ভাৰ নিদি গণতান্ত্ৰিক পদ্ধতিৰে অঞ্চল বিশেষ একোজনা পুৰুষক ( বদলা আতা , গোপাল আতা আদিক ) সেই সেই অঞ্চলৰ দায়িত্ব দি ধৰ্ম্মৰ ভাৰখন দি যায়। বদলা আতায়ো প্ৰাণ প্ৰয়াণৰ সময়ত সত্ৰৰ ভকত সকলৰ ওপৰতে বা শ্ৰীমান সতৰীয়াৰ ওপৰতে সত্ৰৰ ধৰ্ম্মীয় দায়িত্ব অৰ্পণ কৰে। তেৰাই নিজৰ আলধৰা হৰি আতৈকে সত্ৰাধিকাৰ পাতিব খুজিছিল ; কিন্তু তেৰাৰ অকাল বিয়োগত মৰণান্তিক বেজাৰ পায়। পিছত তেৰাৰে ভায়েক শ্ৰীৰাম সতৰীয়াই বদলা আতাৰ ধৰ্ম্মীয় গুৰু ভাৰ-খন লাভ কৰে। তেতিয়াৰে পৰা সত্ৰৰ একোজনা ভকতকে সত্ৰ পৰিচালনাৰ কাৰণে নিৰ্ব্বাচিত কৰি লোৱা হৈছিল গণতান্ত্ৰিক পদ্ধতিৰে। কিন্তু প্ৰায় দশ বছৰৰ পূৰ্ব্বে সেই গণতান্ত্ৰিক পদ্ধতিৰ কিছু সংস্কাৰ কৰা হ'ল। সত্ৰৰ ভকতসকলৰ মাজত সত্ৰাধিকাৰ নিৰ্ব্বাচিত পদ্ধতি আতৰাই বদলা আতাৰ বংশীয় বা সেই সংহতিৰ বা মনেমিলা একোজন গোঁসাই মহন্ত বিচাৰি নিৰ্ব্বাচন কৰি আনি সত্ৰাধিকাৰ পতা হ'ল। আকৌ সত্ৰাধিকাৰ জনৰ জীৱিতাৱস্থাতে এজন বংশৰ বা অন্য গৃহস্থী সত্ৰৰ গোঁসাই ল'ৰা আনি ডেকাধিকাৰ হিচাবে সত্ৰাধিকাৰৰ খালি ঠাই পূৰাবৰ কাৰণে ৰখা হ'ল। সত্ৰাধিকাৰ নিৰ্ব্বাচন পদ্ধতিৰো সাল সলনি কৰা হ'ল।

(ক) সত্ৰাধিকাৰৰ প্ৰাণ প্ৰয়াণৰ আগে আগে তেখেতে নিজ হাতে ডেকা সত্ৰা-ধিকাৰক সত্ৰাধিকাৰ হিচাবে বা তেখেতৰ ধৰ্ম্মীয় উত্তৰাধিকাৰী হিচাবে মালা নিৰ্ম্মালি দি যাব। স্বৰ্গগত সত্ৰাধিকাৰৰ আদ্যশ্ৰাদ্ধৰ দিনা শিষ্য প্ৰশিষ্য ৰাইজ বৰ্গক দেখুৱাবৰ বাবে আনুষ্ঠানিকভাবে সৰ্ব্বজন সমক্ষে সত্ৰৰ সমূহৰ বুঢ়াভকতজনে মালা নিৰ্ম্মালি দিব আৰু ইচ্ছা কৰিলে সেই সংহতিৰ অন্য সত্ৰাধিকাৰকো নিৰ্ম্মালি দিবৰ কাৰণে নিমন্ত্ৰণ কৰিব পাৰে। সত্ৰাধিকাৰে নিৰ্ম্মালি নিদিলেও চলে । সত্ৰৰ সমূহৰ বুঢ়াভকতে যি নিৰ্ম্মালি দিয়ে, সেই নিৰ্ম্মালি উপস্থিত সমজুৱা সকলৰ স্বীকৃতি অৰ্থাৎ সেইজনেই সেই সত্ৰৰ সৰ্ব্বেসৰ্ব্বা বা সৰ্ব্বময় কৰ্ত্তা হয় এই ভাব মনতে অনা । নিৰ্ম্মালি দিয়া দিনৰে পৰা নৱনিৰ্ব্বাচিত সত্ৰাধিকাৰ গৰাকী সত্ৰাধিকাৰৰ গাদীত বহিব আৰু সত্ৰ পৰিচালনাৰ ভাৰ গ্ৰহণ কৰিব ।

(খ) — সত্ৰাধিকাৰৰ দায়িত্ব গ্ৰহণ কৰা দিনৰে পৰা তেখেতৰ কাৰ্য্যকাল দীৰ্ঘম্যাদি হব অৰ্থাৎ বৈকুণ্ঠী হোৱাৰ সময়লৈকে তেখেতৰ ওপৰত গুৰু দায়িত্ব বৰ্ত্তি থাকিব । তেখেতক সত্ৰাধিকাৰৰ পদবীৰ পৰা কোনেও অপসাৰণ কৰিব নোৱাৰিব । সত্ৰাধিকাৰৰ কাৰ্য্যকাল স্থায়ী হ'ব । সত্ৰৰ সৰ্ব্বময়

কৰ্ত্তা হিচাবে তেখেতে সত্ৰৰ যাবতীয় বিভাগ চলাব । তেখেতৰ সহায়ৰ বাবে জনচেৰেক মোক্তাৰ বা প্ৰতিনিধি পাতি লব আৰু লগত চাৰিখন বহাৰ বুঢ়াভকতো সহায় থাকিব । সত্ৰৰ ভকতে বা শিষ্যই দায় দোষ লগালে বা সত্ৰৰ ভকতীয়া কৰ্ম্মৰ বিপৰীতে অসৎ কৰ্ম্মত লিপ্ত হলে অপৰাধ বিশেষে দণ্ড জৰিমনা বা সত্ৰৰ পৰা খেদি পঠাব পাৰিব বা তেওঁক সত্ৰৰ খেৰৱা বোৰা কাৰ্য্যত কিম্বা সামাজিক বিষয়ত জুই পানী নিষেধ হ'ব। সত্ৰৰ পৰিচালনা সভা থাকিলে সত্ৰাধিকাৰজন স্থায়ী সভাপতি, ডেকাধিকাৰজন স্থায়ী উপসভাপতি আৰু মুখ্য বুঢ়াভকত সকল তথা বিজ্ঞ ভকত সকল সদস্যৰূপে থাকিব । সংবিধান মতে সভা চলিব ।

(গ) সত্ৰাধিকাৰ আৰু ভকত সকলৰ যৌথ প্ৰচেষ্টা তথা আলোচনাক্ৰমে সেই সংস্কাৰ বা মনেমিলা গৃহস্থী সত্ৰৰ পৰা স্বাস্থ্যবান, সুদৰ্শন, ভৱিষ্যত আশাৰ স্থলী ডেকাসত্ৰাধিকাৰ হ'ব পৰা যোগ্যবান গোঁসাই ল'ৰা আনিব। সত্ৰাধিকাৰে নিজৰ তত্ত্বাৱধানত ৰাখিব আৰু ল'ৰাজনৰ ক্ষেত্ৰত যাৱতীয় ব্যয় বহন কৰিব তথা শিক্ষা দীক্ষা, উপনয়ন সংস্কাৰ, শৰণ—ভজন, সাংস্কৃতিক সাধনা কৰাব। সকলো বিষয়তে পৰিপক্ক হৈ উঠিলে সত্ৰাধিকাৰ জনৰ হৈ সকলো কাম কৰিব পাৰিব আৰু বৈকুণ্ঠী হোৱাৰ পিচত তেখেতেই সত্ৰাধিকাৰৰ দায়িত্ব বহন কৰিব । ডেকাজনাৰ স্বভাৱ-চৰিত্ৰ, চলন ফুৰণ, আচৰণ গতিবিধি বিপৰীতফালে গলে সত্ৰাধিকাৰে তেওঁক অপসাৰণ কৰি তেওঁৰ ঠাইত অন্য এজনক আনি তৎস্থলাভিষিক্ত কৰিব পূৰ্ব্বৰ দৰে।

(ঘ)— সত্ৰৰ বিষয়ববীয়া যেনে ভাগৱতী, পাঠক, নামলগোৱা, দেউৰী বিলনিয়া, ভৰালী, ধাই দেউৰী, বৰা, আলহী আলধৰা আদিক সত্ৰাধিকাৰে নিয়োগ কৰিব। বছেৰেকীয়া কৰ বৰঙণি শিষ্যসকলৰ পৰা আনিবৰ কাৰণে সত্ৰাধিকাৰে ৰাজমেধি পাতি এজন ভকতক গাঁৱলৈ পঠাব। এনেকৈয়ে সত্ৰৰ সমস্ত কাৰ্য্য সত্ৰাধিকাৰৰ দ্বাৰা পৰিচালিত হ'ব। শৰণ-ভজনো সত্ৰাধিকাৰেহে দিব ।

(২)— মহাপুৰুষ মাধৱদেৱ উদাসীন আছিল। শঙ্কৰগুৰুৰ ওচৰত শৰণাপন্ন হোৱাৰ পিচত জোৰোণৰ কন্যা পৰিহাৰ কৰি ভকত হৈছিল আৰু এবাৰ শঙ্কৰদেৱ মহাপুৰুষে তেওঁক বিয়া কৰাবলৈ জোৰদি ধৰা সত্বেও নিজৰ মতৰ ওপৰত অচল অটল হৈ থাকিল। তদুপৰি মহাপুৰুষ বদলা পদ্ম আতায়ো নৱ বিবাহিতা কন্যা পৰিত্যাগ কৰি একনিষ্ঠভাৱে ভকত হ'ল। দুয়োজনা পুৰুষৰ আহিকে লৈ কমলাবাৰী সত্ৰখনি উদাসধৰ্ম্মী। উদাস মানে ত্যাগ। গৃহৰ পিতৃ-মাতৃ, ভাতৃ, ভনী আৰু বংশীয় কুটুম্ব সকল আৰু

পাৰ্থিব স্থাৱৰ অস্থাৱৰ সম্পত্তি ত্যাগ কৰি আহি সত্ৰত শৰণ ভজন ভক্তি তত্ত্ববস্তু গ্ৰহণ কৰি ভকত হৈ সত্ৰীয়া ৰীতি নীতি সদাচাৰ ধৰ্ম্ম পালন কৰি সত্ৰীয়া সাংস্কৃতিক কাৰ্য্যত ব্ৰতী হৈ জীৱনৰ সমস্ত কালছোৱা সত্ৰতে অতিবাহিত কৰি থাকিব লাগিব। মানৱ সেৱা কৰাই সত্ৰৰ ভকতৰ একমাত্ৰ কাম। বৰপেটা আৰু কমলাবাৰী সত্ৰ নিকাসংহতিৰ সত্ৰ। নিকা মানে পৰিষ্কাৰ, পৰিচ্ছন্ন, সংস্কাৰ আদি বুজায় আৰু সংহতি মানে গোট, সমষ্টি আদি বুজায়। যদিও সংহতি বিভাজন দুজনা গুৰু, আতা, আতৈ সকলৰ দিনৰ নহয়, তথাপিতো পৰবৰ্ত্তী কালৰ হলেও তাক ব্যৱহাৰ হল যেতিয়া আৰু মানুহৰ মনত সেইবিলাকো দসাঁচ বহুৱালে যেতিয়া সি সকলোতে খোপনি পিতি আছে আৰু তাক হঠাতে লৰচৰ কৰা টান। নিকাসংহতিৰ কথা থুলমূলভাবে কোৱা হৈছেই। কমলাবাৰী সত্ৰ নিকাসংহতিৰ কাৰণে সত্ৰৰ গোঁসাই, ভকতসকল বৰ নীতি সদাচাৰসম্পন্ন। কঠোৰ নিয়ম সংযমবোৰ এখেতসকলৰ কাৰণে বৰ সহজ যেনেই লাগে। স্নান, পান, আচমন, ভোজন, গমন, উপবেশন, স্পৰ্শন, শয়ন আদিত সদায় কঠোৰ নীতি পালন কৰিব লাগে। সৰুৰে পৰা এনেকৈ চলি আহোঁতে আহোঁতে এনেকুৱা হয়গৈ যেন সেই কঠোৰ নিয়ম সদাচাৰবোৰো সহজেই। এই সত্ৰখনলৈ ভকত হবলৈ বা ভকত কৰিবলৈ কেনেদৰে ল'ৰা অনা হয়, তাৰ সামান্য বিৱৰণ ডাঙি ধৰা হল।

(ক) সত্ৰৰ ধৰ্ম্ম, কলা সঙ্গীত, আচাৰ-ব্যৱহাৰ, নীতি-সদাচাৰ সংস্কৃতি আদি ৰক্ষা কৰিবলৈ অথবা সত্ৰৰ পৰম্পৰা ৰক্ষা কৰিবলৈ ভকতৰ আৱশ্যক আৰু সেই ভকত সকল হব লাগিব মহান, উদাৰ, শিক্ষিত আৰু অন্যান্য দিশত নিপুণ। সেই কাৰণে প্ৰথম অৱস্থাতে ভকত কৰিবলৈ অনা ল'ৰা-জন সকলো প্ৰকাৰে পৰীক্ষিত হোৱা উচিত। কোমল অৱস্থাত তৃণতৰু-ৰাজীক যেনেকৈ বক্ৰতা, ছেদন, বা সমূলঞ্চে উৎপাতন কৰিব পাৰি, ঠিক তেনেকৈ কোমল বয়সতে শিশু সকলৰ চৰিত্ৰ গঠনত মনোনিবেশ কৰিব পাৰিলে ভবিষ্যতলৈকো শিশুটিৰ একে হিচাবে জীৱন ৰথখন চলি যাব আৰু শুভলক্ষণ বিৰাজ কৰিব। তেনেকুৱা একোটি স্বাস্থ্যৱান, চৰিত্ৰৱান, ৫ বছৰ বয়সৰ পৰা ১৩/১৪ বছৰ বয়সীয়া ল'ৰা সত্ৰলৈ ভকত কৰিবৰ কাৰণে আনিব পাৰে। বিশেষ কাৰণত সত্ৰৰ ভকত আত্মৰ বা ওচৰৰ গাওঁ-ভূঁইলৈ যাওঁতে কোনো এঘৰ মানুহৰ ল'ৰা থকা সম্ভেদ পালে বা কাৰোবাৰ মুখে সেইঘৰত ল'ৰা থকাৰ বাতৰি পালে গৃহস্থৰ মাক বাপেক, ভায়েক, ককায়েকৰ লগত আলোচনাক্ৰমে সন্মত হলে দিনবাৰ চাই ভকতৰ পক্ষৰ পৰা চোলা চুৰিয়া পিন্ধাই সত্ৰলৈ লৈ আহিব। কোনো

সম্বন্ধীয় ভাই, ভতিজা, ভাগিন, নাতি ল'ৰাও আনিব পাৰিব। এজন ব্ৰাহ্মণ ভকতেও তেওঁৰ লগলৈ কোঁচ, কলিতা, কেওঁট সম্প্ৰদায়ৰ ল'ৰা আনিব পাৰে। ল'ৰাজন অনাৰ পিচদিনা সত্ৰীয়া নীতিমতে নাম-প্ৰসঙ্গৰ সমাপনে কীৰ্ত্তন ঘৰত সেৱা কৰাব আৰু সত্ৰৰ অন্যান্য উপাস্য-স্থলত আৰু সত্ৰাধিকাৰজনাক সেৱা কৰোৱাব। এনেকৈ কৰাৰ পিচত সেই ল'ৰাজনৰ নামগ্ৰাম ভৰালৰ বৰবহীত ভৰালীয়ে তুলি থব। ল'ৰাজনক প্ৰথমতে এজন গুণী বুঢ়াভকতৰ ওচৰত গুৰুভট্টিমা শিকিবলৈ দিব আৰু সত্ৰীয়া নীতি সদাচাৰ কোমলভাৱে নিয়মীয়াকৈ শিকাব। লগতে বুঢ়াভকতজনে ল'ৰাটিৰ চৰিত্ৰ গঠনতো চকু দিব। গুৰুভট্টিমা, চপয়, টোটয়, দেৱ-ভট্টিমা আদি শিকা শেষ হলে সত্ৰীয়া বাধ্যতামূলক শিক্ষা যেনে গায়ন, বায়ন, পাঠক, নামলগোৱা, ওজাপালি, কীৰ্ত্তনীয়া বিদ্যা স্তৰ বিশেষে আৰু বয়স বিশেষে শিকিবলৈ দিব। ল'ৰাটিৰ মাত বা গলা ভাল হলে গায়ন, ওজাপালি, পাঠক বিদ্যা শিকাব নতুবা বায়ন বিদ্যা শিকাব। লৰাটিৰ ইচ্ছাৰ ওপৰতো বিদ্যা শিক্ষা নিৰ্ভৰ কৰিব। লৰাটিয়ে যি বিদ্যা শিকিবলৈ ভাল পায় বা যি বিদ্যাৰ বাবে ল'ৰাটি উপযুক্ত বুলি গণ্য হব, সেইমতে শিকাব। সত্ৰীয়া বিদ্যাৰ লগে লগে বিদ্যালয়ৰ শিক্ষাও চলি থাকিব। ল'ৰাটিক সত্ৰীয়া নৃত্যও শিকাব আৰু ধৰ্ম্ম চৰ্চ্চাত মনোনিৱেশ কৰাব। এনেকৈ সত্ৰীয়া সঙ্গীত কলা বিদ্যা শিক্ষা আৰু বাহিৰা বিদ্যালয়ৰ শিক্ষা কৰি ভকতৰ ল'ৰাজন পৰিপক্ক হব আৰু সত্ৰৰ বিষয়বাব চলাই আজীৱন উদাসী হৈ সত্ৰতে সেৱা বন কৰি প্ৰাচীন পৰম্পৰা ৰক্ষা কৰি তাতে তেওঁ দেহ বিসৰ্জ্জন দিব। তেওঁৰ মৃত্যুৰ পিচত তেওঁৰ কুলৰ এজনে পাৰলৌকিক কাৰ্য্য সম্পন্ন কৰিব।

(খ)— সত্ৰলৈ ভকত কৰিবলৈ ল'ৰা আনোঁতে পিতৃ-মাতৃ সকলৰ একোটি চুক্তি থাকে। সেই চুক্তি হ'ল ধৰ্ম্মীয়। তেওঁলোকে ভাবে যে গৃহস্থী ধৰ্ম্ম আচৰণ কৰি তেওঁলোকে পাপ সঞ্চয় কৰিছে মাত্ৰ। এতেকে পবিত্ৰ স্থান উদাসীন সত্ৰলৈ ল'ৰাটি দিলে তেওঁ তাতে শঙ্কৰী ধৰ্ম্ম ক'লা সঙ্গীত চৰ্চ্চা কৰি এজন ভাল ভকত হব আৰু তেওঁৰ যোগেদি পিতৃ পিতামহ তথা উপৰিৰ পুৰুষ সকলো উদ্ধাৰ হব ইত্যাদি। পিতৃ-মাতৃৰ সেই ধৰ্ম্ম ভাবৰ লগত মিলাই বুঢ়াভকত অভিভাৱকজনে আৰু সেই বাল্যাৱস্থাৰ পৰা বৃদ্ধ হোৱা ভকতজনে সততে সৎ চৰিত্ৰৱান হৈ তেওঁলোকৰ অভিলাষ পূৰ্ণ কৰিবলৈ যত্ন কৰিব।

(গ)— কোনো কোনো ভক্তিমান্ লোকে ভক্তি ভাৱেৰে তেওঁৰ ল'ৰা এটি সত্ৰলৈ আগবঢ়াই ধন্য হয় আৰু যথাসময়ত লৰাটি সত্ৰত সোধায় দিয়েহি। আকৌ কেতিয়াবা কাৰোবাৰ ল'ৰা এটি মৃত্যুমুখী হলে তেওঁৰ জীৱন ৰক্ষা পৰিবৰ কাৰণে তামোল-পাণৰ টোপোলা এটি বান্ধি সত্ৰলৈ ল'ৰাটি আগবঢ়াই দিয়ে। ল'ৰাটি ভাল হয় আৰু উপযুক্ত বয়সত ল'ৰাটি সত্ৰত সোধাই দিয়েহি আৰু সেইজনৰ যদি সেই ল'ৰাটিয়েই হে একমাত্ৰ, আন ল'ৰা নাই, তেন্তে সত্ৰত সেৱা কৰাই সত্ৰৰ পৰা খুজি আনিবও পাৰে। তেনেকুৱা আগবঢ়োৱা ল'ৰা সত্ৰত ৰাখিব আৰু আনৰ দৰেই শিক্ষা দীক্ষা দি পৈণত কৰাব। ভকত ল'ৰাক ১২ বছৰৰ ভিতৰত শৰণ আৰু ২০ বছৰৰ ভিতৰত ভজন ভক্তি দিয়াব। ভজন ভক্তি গ্ৰহণ কৰাৰ পিচত বিশ্বাসী হলে তেওঁক বুঢ়াভকতজনে ৰান্ধনি কাৰ্য্যত নিযুক্ত কৰিব। ল'ৰাজনৰ স্বভাব চৰিত্ৰ, নীতি সদাচাৰৰ ওপৰত সকলো কথা নিৰ্ভৰ কৰিব।

(ঘ)—উদাসীন সত্ৰসমূহত জ্যেষ্ঠানুক্ৰমে স্থাৱৰ অস্থাৱৰ সমস্ত সম্পত্তিৰ ওপৰত উত্তৰাধিকাৰী স্বত্ব সাব্যস্ত হব। একেখন বহাতে ব্ৰাহ্মণ, মহন্ত, কলিতা, কেওঁট, কোঁচ সম্প্ৰদায়ৰ ভকত থাকিব পাৰিব আৰু থাকেও। সেই সকলৰ ভিতৰত যি জনেই বয়োজ্যেষ্ঠ থাকিব, তেৱেঁই বহাৰ মুৰব্বী হব আৰু সমস্ত সম্পত্তিৰ স্বত্ব লাভ কৰিব। এখন বহাত যদি এজন ব্ৰাহ্মণ বুঢ়াভকতৰ পিচতে (বয়সানুপাতে সৰু) এজন কোঁচ সম্প্ৰদায়ৰ ভকত থাকে, তেন্তে সেই ব্ৰাহ্মণজনৰ মৃত্যুৰ পিচত জ্যেষ্ঠানুক্ৰমে কোঁচজনহে বহাৰ আৰু সম্পত্তিৰ মালিক হব। ব্ৰাহ্মণজনৰ লগত এজন বংশীয় বা অন্য বংশৰ ব্ৰাহ্মণ থাকিলেও বা মৃতকৰ কাজ কৰ্ম্ম কৰি পিণ্ড কাৰণ দিলেও তেওঁ বংশানুক্ৰমে সম্পত্তি আৰু বহাৰ মালিক হব নোৱাৰিব আৰু তেওঁৰ নামত মাটিৰ নামজাৰি পট্টা আদি হব নোৱাৰিব। সকলো ক্ষেত্ৰতে তেনেদৰে নীতি চলি থাকিব।

(ঙ)—দৈবাক্ৰমে বা অনিবাৰ্য্য কাৰণবশতঃ এজন আলধৰা সেই বহাৰ পৰা পৃথক হৈ নিজ স্বাধীনেৰে বা স্বাবলম্বীভাৱে চলিব খুজিলে বুঢ়াভকত জনে নিজৰ সমৰ্থ অনুসৰি আৰু নিজ ইচ্ছামতে সম্পত্তি (স্থাৱৰ অস্থাৱৰ) ভাগ কৰি দিব। ইয়াত আনৰ হস্তক্ষেপ নাথাকিব। জ্যেষ্ঠানুক্ৰমে উত্তৰাধিকাৰী সাব্যস্ত হোৱাজনেই বহাৰ সৰ্ব্বেসৰ্ব্বা হোৱা কাৰণে তেওঁৰ ইচ্ছা সাপেক্ষেহে সকলো কাৰ্য্য চলিব। সত্ৰৰ সকলো স্বাবলম্বী হব। নিজৰ উৎপন্ন সামগ্ৰীৰ ওপৰতহে নিজৰ স্বত্ব সাব্যস্ত হব; আনৰ ওপৰত হস্তক্ষেপ নচলিব, কিন্তু সামাজিক বা সামূহিক ক্ষেত্ৰত সত্ৰাধিকাৰ আৰু ভকত সকলৰ যৌথ

হিচাৰত সত্ৰৰ প্ৰতিঘৰ ভকতৰ স্বাধীনতা খৰ্ব্ব হব অৰ্থাৎ সমাজৰ স্বাৰ্থৰ খাটিৰত বহাৰ মালিক বা বুঢ়াভকত সকলে সম্পত্তিৰ ওপৰত বেছি স্বত্ব খজাই ৰাখিব নোৱাৰিব। সমাজৰ ইচ্ছা সাপেক্ষেও স্বত্ব এৰাধৰা হব ইত্যাদি।

এনেবিলাক বিধি খুলমূলকৈ ইয়াত প্ৰকাশ কৰা হ'ল। সত্ৰীয়া সাংবিধানিক বিধি প্ৰধান আৰু অপ্ৰধানভাবে বহুতো আছে। ইচ্ছাকৃত ভাবে এই প্ৰসঙ্গত সংক্ষেপকৰা হ'ল।

## (৩—ঢ়)—সত্ৰ দৰ্শনৰ কাৰণে অহা বিশিষ্ট ব্যক্তিৰ তালিকা :—

নতুন কমলাবাৰী সত্ৰখনি দৰ্শনৰ কাৰণে এতিয়ালৈকে অসমৰ, অসমৰ বাহিৰৰ আৰু বিদেশৰ বহুতো গণ্যমান্য আৰু সৰ্ব্বসাধাৰণ ৰাইজৰ আগমনে সত্ৰখনিক ধন্য কৰিছে। সকলোৰে নাম গ্ৰাম লিখা কঠিন। মাত্ৰ প্ৰধান প্ৰধান ব্যক্তিসকলৰ নাম উল্লেখ কৰা হ'ল।

(১) শ্ৰীশ্ৰী৺চন্দ্ৰহাস দেৱ গোস্বামী, কমলাবাৰী সত্ৰাধিকাৰ
(২) শ্ৰীশ্ৰীভৱকান্ত দেৱ গোস্বামী, কমলাবাৰী সত্ৰাধিকাৰ
(৩) শ্ৰীশ্ৰীকমলাকান্ত দেৱ গোস্বামী, উত্তৰ কমলাবাৰী সত্ৰাধিকাৰ
(৪) শ্ৰীশ্ৰী৺বাপুৰাম দেৱ গোস্বামী, বেলগুৰী সত্ৰাধিকাৰ
(৫) শ্ৰীশ্ৰীভদ্ৰাকান্ত দেৱ গোস্বামী, বেলগুৰী সত্ৰাধিকাৰ
(৬) শ্ৰীশ্ৰীমহীকান্ত দেৱ গোস্বামী, বদলা সত্ৰাধিকাৰ
(৭) শ্ৰীশ্ৰী৺চন্দ্ৰকান্ত দেৱ মিশ্ৰ, বৰপেটা সত্ৰাধিকাৰ
(৮) শ্ৰীশ্ৰী৺ভীমকান্ত দেৱ গোস্বামী, ভোগপুৰ সত্ৰাধিকাৰ
(৯) শ্ৰীশ্ৰী৺ঘোষেশ্বৰ দেৱ গোস্বামী, চামগুৰী সত্ৰাধিকাৰ
(১০) শ্ৰীশ্ৰী৺কমলচন্দ্ৰ দেৱ গোস্বামী, চামগুৰী সত্ৰাধিকাৰ
(১১) শ্ৰীশ্ৰী৺বংশীধৰ দেৱ গোস্বামী, চামগুৰি সত্ৰাধিকাৰ
(১২) শ্ৰীশ্ৰীবাসুদেৱ দেৱ গোস্বামী, আধাৰ সত্ৰাধিকাৰ
(১৩) শ্ৰীশ্ৰীদেৱকান্ত দেৱ গোস্বামী, লেটুগ্ৰাম সত্ৰাধিকাৰ
(১৪) শ্ৰীশ্ৰীগৌৰীকান্ত দেৱ গোস্বামী, জৰাবাৰী সত্ৰাধিকাৰ
(১৫) শ্ৰীশ্ৰী৺লক্ষ্মীকান্ত আতৈ, মধুপুৰ সত্ৰাধিকাৰ
(১৬) শ্ৰীশ্ৰী৺পীতাম্বৰ দেৱ গোস্বামী, গড়মূৰ সত্ৰাধিকাৰ
(১৭) শ্ৰীশ্ৰীকৃষ্ণচন্দ্ৰ দেৱ গোস্বামী, গড়মূৰ সত্ৰাধিকাৰ
(১৮) শ্ৰীশ্ৰীৰুদ্ৰকান্ত দেৱ গোস্বামী, চামগুৰী ডেকাধিকাৰ
(১৯) শ্ৰীশ্ৰীপৰমানন্দ দেৱ গোস্বামী, বেঙেনাআটী ডেকাধিকাৰ

(২০) শ্ৰীশ্ৰীবিষ্ণুচন্দ্ৰ দেৱগোস্বামী, আউনীআটী ডেকাবিকাৰ
(২১) ৺জয়ৰাম দাস দৌলতৰাম, ৰাজ্যপাল, অসম
(২২) ৺বিমলাপ্ৰসাদ চলিহা, মুখ্যমন্ত্ৰী, অসম
(২৩) ৺মহেন্দ্ৰমোহন চৌধুৰী, মুখ্যমন্ত্ৰী, অসম
(২৪) ৺যোগেন চন্দ্ৰ শইকীয়া, আইন মন্ত্ৰী, অসম
(২৫) শ্ৰীনীতিৰাজ সিং চৌধুৰী, কেন্দ্ৰীয় উপমন্ত্ৰী, আইন, কোম্পানী পৰিক্ৰমা
(২৬) শ্ৰীৰমেশ চন্দ্ৰ বৰুৱা, যোগান মন্ত্ৰী, অসম
(২৭) শ্ৰীগজেন তাতী, যোগান মন্ত্ৰী, অসম
(২৮) ৺ৰামনাথ দাস, গড়কাপ্তানী মন্ত্ৰী, অসম
(২৯) ৺কুলধৰ চলিহা, অধ্যক্ষ, অসম বিধান সভা
(৩০) শ্ৰীহৰেণ তালুকদাৰ, শিক্ষা মন্ত্ৰী, অসম
(৩১) ৺কাকা চাহেব কালেলকাৰ, বিশিষ্ট গান্ধীবাদী ধৰ্ম্ম প্ৰচাৰক
(৩২) শ্ৰীবিষ্ণুপ্ৰসাদ, ৰাজিাক মন্ত্ৰী, অসম
(৩৩) ,, মহেন্দ্ৰ চন্দ্ৰ পাঠক, মুখ্য ন্যায়াধীশ, অসম উচ্চ ন্যায়ালয়
(৩৪) ,, যোগেশ সিং ছেত্ৰী, সহকাৰী ন্যায়াধীশ, যোৰহাট
(৩৫) ,, ভূপেন্দ্ৰ সিং চাৰাও, আয়ুক্ত, উজনি অসম
(৩৬) ৺পাৰ্থসাৰথি, আয়ুক্ত, উজনি অসম
(৩৭) শ্ৰীনগেন হাজৰিকা, ন্যায়াধীশ, ডিব্ৰুগড়
(৩৮) ,, দেৱকান্ত কাকতি, আই, জি, পি, অসম
(৩৯) ,, উপায়ুক্ত, লক্ষীমপুৰ জিলা
(৪০) ,, ধৰ্ম্মানন্দ দাস, উপায়ুক্ত, ডিব্ৰুগড়
(৪১) ,, আৰ, ভিপিল্লাই, উপায়ুক্ত, শিৱসাগৰ
(৪২) ,, দিলীপ কুমাৰ গঙ্গোপাধ্যায়, উপায়ুক্ত শিৱসাগৰ
(৪৩) ,, ড° কেশৱানন্দ দেৱ গোস্বামী, সহপ্ৰাধ্যাপক, ডিব্ৰুগড় বিশ্ববিদ্যালয়
(৪৪) ,, ড° বীৰেন্দ্ৰ নাথ দত্ত, প্ৰধানাধ্যাপক, গুৱাহাটী বিশ্ববিদ্যালয়
(৪৫) ,, ভৱ প্ৰসাদ চলিহা, অধ্যাপক, গুৱাহাটী বিশ্ববিদ্যালয়
(৪৬) ,, প্ৰভাত চন্দ্ৰ দাস, যুটীয়া শিক্ষাধিকাৰ, অসম।
(৪৭) ৺নীলমণি ফুকন ককা, প্ৰাক্তন সদস্য, অসম
(৪৮) ৺ৰাধানাথ ফুকন, প্ৰাক্তন জিলা ন্যায়াধীশ
(৪৯) শ্ৰীমেদিনী মোহন চৌধুৰী, অতিৰিক্ত উপায়ুক্ত, শিৱসাগৰ
(৫০) ,, জিতেন শৰ্ম্মা, অতিৰিক্ত উপায়ুক্ত, শিৱসাগৰ
(৫১) ,, উমেশ নেওগ, অতিৰিক্ত উপায়ুক্ত, শিৱসাগৰ
(৫২) ,, ভক্ত দাস, অতিৰিক্ত উপায়ুক্ত, শিৱসাগৰ

(৫৩) শ্ৰীভিনটৰাজন, উপদেষ্টা, ৰাজ্যপাল, অসম
(৫৪) ,, জাফা, আয়ুক্ত, উজনি অসম
(৫৫) ৺ৰুদ্ৰ বৰুৱা, সঞ্চালক, সাংস্কৃতিক বিভাগ, অসম
(৫৬) শ্ৰীধৰণীধৰ চৌধুৰী, সঞ্চালক, সাংস্কৃতিক বিভাগ, অসম
(৫৭) ,, আনন্দ মোহন ভাগৱতী, উপ সঞ্চালক, সাংস্কৃতিক, বিভাগ অসম
(৫৮) ,, গোবিন্দ বিদ্যাৰ্থী, সঞ্চালক, কথক কেন্দ্ৰ, নতুন দিল্লী
(৫৯) ,, প্ৰফুল্ল চন্দ্ৰ বৰুৱা, প্ৰাক্তন সংসদী সদস্য, শিৱসাগৰ
(৬০) ,, জৰ্জ্জ গিলেস্পী, অধ্যাপক, খৃষ্টান কলেজ, যোৰহাট

সামান্যভাৱে এইখিনি উল্লেখ কৰা হল। আৰু বহুতো ব্যক্তিৰ আগমণ হৈছিল-যিবিলাকৰ নাম উল্লেখ কৰিলে প্ৰসঙ্গটো দীঘলীয়া হয়।

## (৩—ন) সত্ৰৰ প্ৰতি বিশিষ্ট ব্যক্তিৰ শুভেচ্ছা আৰু প্ৰশংসা বাণীঃ

● আজি নতুন কামলাবাৰী সত্ৰলৈ আহি সত্ৰাধিকাৰ প্ৰভু আৰু ভকত সকলৰ অতিথি সেৱাত মুগ্ধ হলো। এই সত্ৰৰ শিল্পীসকলে আমাৰ সত্ৰীয়া ঐতিহ্য অক্ষুণ্ণ ৰাখি নানা ঠাইত নৃত্য, নাট আদি প্ৰদৰ্শন কৰি আহিছে। সত্ৰাধিকাৰ শ্ৰীযুত নাৰায়ণ চন্দ্ৰ গোস্বামীদেৱৰ নেতৃত্বত এই সত্ৰই সকলো দিশতে উন্নতি কৰি ধৰ্ম্মীয় আৰু কলা কৃষ্টিৰ ক্ষেত্ৰত পথ প্ৰদৰ্শন কৰিব পাৰিব। অসমবাসী ৰাইজে তেৰাসৱক উদগনি দিয়া উচিত। আৰ্থিক দিশতো এই সত্ৰই ৰাইজ আৰু চৰকাৰৰ সহাৰ সহানুভূতি পোৱা উচিত। শেষত সত্ৰাধিকাৰ প্ৰভুলৈ মোৰ ভক্তিপূৰ্ণ শ্ৰদ্ধা নিবেদন কৰিলো। ০

স্বাঃ/ জিতেন শৰ্ম্মা,
অতিৰিক্ত উপায়ুক্ত, শিৱসাগৰ

● মাজুলীৰ সত্ৰ সমূহ চাবলৈ অহাৰ উদ্দেশ্য হল সত্ৰ-সংস্কৃতিৰ অধ্যয়ন আৰু দৰ্শন। সত্ৰ সমূহৰ ঐতিহ্য আৰু সমস্যা জনাৰ আগ্ৰহেই হল অহাৰ উদ্দেশ্য। সত্ৰ দৰ্শনত অতি মুগ্ধ হৈছোঁ। পৰিচ্ছন্নতা আৰু পৰিশ্ৰমৰ স্বাক্ষৰ পাই বিমোহিত হৈছোঁ। ভিতৰ চ'ৰা জনাৰ আৰু আগ্ৰহ আছে। সত্ৰৰ অৰ্থনৈতিক সমস্যা অনুভৱ কৰি কষ্ট পাইছোঁ। সকলো দিশলৈ লক্ষ্য কৰি বুজিলো—চৰকাৰৰ অৰ্থনৈতিক যথেষ্ট অনুদানৰ বাহিৰে সত্ৰ-সংস্কৃতি ৰক্ষা কৰা সম্ভৱ নহয়। চৰকাৰে অনতি বিলম্বে চকু দিয়া উচিত। ০

স্বাঃ/ নিৰ্ম্মল প্ৰভা বৰদলৈ
গুৱাহাটী - ৩

● পৰমেশ্বৰৰ কৃপাত মাজুলীলৈ অহা হল আৰু সৌভাগ্যবশতঃ শত জনমৰ আৰাধনাৰ বস্তু গুৰুজনাৰ সত্ৰ শ্ৰীশ্ৰীকমলাবাৰী সত্ৰ পদাৰ্পণ কৰি জীৱন ধন্য হল। সত্ৰত সোমাই কিবা যেন আমাৰ মন সাঁত পৰিল। সত্ৰৰ মহন্তসকলৰ লগত কথা পাতি কিবা যেন এক স্বৰ্গ ৰাজ্যত থকা যেন লাগিছিল—য'ত নাই সংসাৰৰ হাই উৰুমি, নাই বিষাদৰ ভাব, নাই চিন্তা। সচাকৈয়ে ইয়াৰ পৰিবেশ মই বহুত সত্ৰ দেখিছোঁ, কিন্তু ইয়াতকৈ ভাল পৰিবেশ ক'তো দেখা নাই।

সত্ৰৰ মহন্ত সকলৰ যত্নত অসমীয়া তথা বৈষ্ণৱৰ আপুৰুগীয়া নৃত্য গীত যাতে প্ৰচাৰ হয় তাৰ উদ্দেশ্যে অশেষ যত্ন লোৱাত আৰু সেই উদ্দেশ্যে এটি বিদ্যালয় পতাত আমি সন্তোষ পাইছোঁ। আশা ৰাখিছোঁ গুৰুজনাৰ আশীৰ্ব্বাদত অচিৰেই এই অনুষ্ঠানে ইয়াৰ উদ্দেশ্যত সফলতা লাভ কৰিব। ০

স্বাঃ/ প্ৰভাত চন্দ্ৰ দাস,
মুটীয়া শিক্ষাধিকাৰ, অসম

০ ০

● মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ সত্ৰীয়া কলা সংস্কৃতিৰ অন্যতম তীৰ্থভূমি-স্বৰূপ নতুন কমলাবাৰী সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী দেৱৰ সমীপলৈ আহি তেখেতৰ প্ৰতিভাৰ পোহৰত মই আপোন পাহৰা হৈ পৰিছোঁ। ০

স্বাঃ/ গুনমুগ্ধ—"অঘৰী
কলা সাংবাদিক

● আমি আমাৰ ভক্তি অৰ্পণ কৰিবৰ বাবেই আৰু সৎসঙ্গ লভিবৰ বাবেই কমলাবাৰী সত্ৰলৈ আহিছিলো। আমি আহি বৰ আনন্দ লভিলো। ভৱিষ্যতে আহিবৰ আশা ৰাখিলো। ০

স্বাঃ/ শ্ৰীদেৱকান্ত কাকতি
গুৱাহাটী
(আই, জি, পি,)

০ ০

● নতুন কমলাবাৰী সত্ৰলৈ এইয়ে মোৰ প্ৰথম অহা। সত্ৰাধিকাৰ প্ৰভু শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী, ডেকা সত্ৰাধিকাৰ প্ৰমুখ্যে ভকত সকলৰ সাধু-সঙ্গ লাভ কৰিলো আৰু ভাল লাগিল। নতুন কমলাবাৰী সত্ৰ শ্ৰীমন্ত শঙ্কৰকৃষ্টিৰ চৰ্চ্চাৰ এটা উল্লেখযোগ্য অনুষ্ঠান। সেয়ে আমি ৰাইজে চৰকাৰে

এই মহৎ অনুষ্ঠানখনৰ ৰক্ষণাবেক্ষণৰ কামত সক্ৰিয় সহযোগ কৰিব লাগিব। এই সত্ৰখনৰ উত্তৰোত্তৰ উন্নতি কামনা কৰিলো। ০

স্বাঃ/ দিলীপ কুমাৰ গঙ্গোপাধ্যায়
উপায়ুক্ত, শিৱসাগৰ।

● মাজুলী অঞ্চলত ৰাস চোৱাৰ উদ্দেশ্যে আহি নতুন কমলাবাৰী সত্ৰ চোৱাৰো সুবিধা গ্ৰহণ কৰো। পৰম্পৰা ৰক্ষা কৰি নিৰ্ম্মিত সত্ৰৰ হাটী সমূহ চাই ভক্ত সমন্বিতে সত্ৰাধিকাৰ প্ৰভুক লগ পাই পৰম কৃতাৰ্থ হলো। সত্ৰৰ উন্নতি কামনা কৰিলো। ০

স্বাঃ/ শ্ৰীৰুদ্ৰ বৰুৱা, সঞ্চালক,
সাংস্কৃতিক বিভাগ।

● নতুন কমলাবাৰী সত্ৰৰ ঐতিহ্যমণ্ডিত ইতিহাস জানি আৰু সাংস্কৃতিক অৱদানৰ উল্লেখ্য ইতিবৃত্তি পঠন কৰাৰ পৰাই এই সত্ৰখনত আহিবৰ সৌভাগ্য বিচাৰিছিলো। আজি সেই পবিত্ৰ সত্ৰত আহিবলৈ পাই আন্তৰিক সুখ আৰু আনন্দ লাভ কৰাৰ পৰম ভাগ্য হ'ল। পৰম পুৰুষৰ আশীৰ্ব্বাদ ধন্য এই অনুষ্ঠানৰ উন্নতি কামনা কৰাৰ আৰু সাৰ্ব্বজনিক আধ্যাত্মিক উন্নতিত তেওঁলোকক পথ প্ৰদৰ্শক হিচাবে পোৱাৰ বাসনা জনাই সত্ৰাধিকাৰ প্ৰভু আৰু ভকতসকললৈ মোৰ প্ৰণাম জনালোঁ। ০

স্বাঃ/ এচ, কে, চক্ৰবৰ্ত্তী.
উপায়ুক্ত. শিৱসাগৰ জিলা।

● অতি কম সময়ৰ ভিতৰতে আয়োজিত আপোনাসকলৰ নৃত্য, গীত অভিনয়ৰ পৰিৱেশনে আমাক অভিভূত কৰিলে। নতুন কমলাবাৰী সত্ৰৰ সাংস্কৃতিক অৱদানে অসমবাসীক বিশ্বৰ দৰবাৰত মহিমান্বিত কৰিছে আৰু ভবিষ্যতেও কৰি থাকিব বুলি আমাৰ বিশ্বাস। আপোনা সকলৰ সংস্কৃতি সাধনা উত্তৰোত্তৰ বৃদ্ধি পাওক এয়ে আমাৰ কামনা। ০

স্বাঃ-শ্ৰীভৱপ্ৰসাদ চলিহা
অধ্যাপক, অসমীয়া বিভাগ
গুৱাহাটী বিশ্ববিদ্যালয়।

● আজি ২৩।৪।৭৮ তাৰিখে মই সপৰিবাৰে শ্ৰীশ্ৰীনতুনকমলাবাৰী সত্ৰ ও শ্ৰীশ্ৰীসত্ৰাধিকাৰ প্ৰভুৰ দৰ্শন লাভ কৰি পৰম উপকৃত ও আকৃষ্ট হলো। এই সত্ৰৰ উন্নতি কামনা কৰি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিলো। ইতি,

স্বাঃ/ শ্ৰীযোগেশ সিং চেত্ৰী
সহকাৰী জিলা ন্যায়াধীশ
যোৰহাট : অসম

● আমাৰ দুই পুত্ৰ শ্ৰীমান জয়ন্ত কুমাৰ আৰু শ্ৰীমান ৰঞ্জিৎ কুমাৰ সহ আজি প্ৰথমবাৰলৈ শ্ৰীশ্ৰীকমলাবাৰী সত্ৰলৈ আহি সত্ৰাধিকাৰ প্ৰভু ঈশ্বৰৰ দৰ্শন লাভ আৰু সেৱা কৰিবলৈ পাই ধন্য মানিছোঁ। অসমৰ বিশেষকৈ অসমীয়া সমাজত সত্ৰ সমূহৰ কি ভূমিকা তাৰ পৰা অসমীয়া সমাজ কিমান উপকৃত তাক কোৱাৰ প্ৰয়োজন নাই। আমি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাওঁ যেন শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ উত্তৰোত্তৰ বৃদ্ধি পায়। গীতবাদ্য নৃত্যৰে সাংস্কৃতিক ক্ষেত্ৰত অসমক উচ্চ আসনত প্ৰতিষ্ঠিত কৰে ইয়াকে কামনা কৰা হ'ল।

শেষত শ্ৰীশ্ৰীনাৰায়ণ চন্দ্ৰ দেৱগোস্বামী সত্ৰাধিকাৰ প্ৰভু ঈশ্বৰৰ শ্ৰীশ্ৰীচৰণ কমলত সেৱা জনাই কৃতাৰ্থ মানিলো। ইতি,

সেৱকাধম

স্বাঃ/ শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱা।

● গুৱাহাটীৰ সঙ্গীত সত্ৰৰ তৰফৰ পৰা বৰগীতৰ সংৰক্ষণ আৰু গবেষণা সংক্ৰান্তত নতুন কমলাবাৰী সত্ৰত সত্ৰীয়া সঙ্গীতৰ কিছু সমল বাণীবদ্ধ কৰা হল। এই ক্ষেত্ৰত গোসাঁই ঈশ্বৰৰ সাগ্ৰহ সহযোগ আৰু সহৃদয় অতিথি পৰায়নতাই আমাক মুগ্ধ আৰু অভিভূত কৰিছে। লগতে বয়োবৃদ্ধ শ্ৰদ্ধেয় কমল গায়ন আৰু তেখেতৰ সহযোগী সকলে পৰম্পৰাগত সত্ৰীয়া সঙ্গীতৰ ঐশ্বৰ্য্যৰ প্ৰত্যক্ষ আভাস পাই বিস্মিত আৰু হৰ্ষিত হৈছোঁ। হাতত সময় তাকৰ হোৱাত সোনকালে যাবলগীয়া হোৱাত নিজৰে দুৰ্ভাগ্য যেন লাগিছে। আকৌ সৰহীয়াকৈ সময় হাতত লৈ এই অসাধাৰণ সাংস্কৃতিক পৰিবেশৰ লগত নিজকে যেন যুক্ত কৰিব পাৰো এই আশা আৰু প্ৰাৰ্থনা কৰিছোঁ। ০

স্বা/শ্ৰীবীৰেন্দ্ৰ নাথ দত্ত।

● কমলাবাৰী নতুন সত্ৰৰ আমন্ত্ৰণক্ৰমে মই আজি এই সত্ৰত উপস্থিত হৈছিলো। তেওঁলোকে তেখেতসকলৰ বিভিন্ন সমস্যা মোৰ আগত ডাঙি ধৰিছিল আৰু এই সমস্যা সমাধানৰ কাৰণে সহানুভূতিৰে চাম কিমানদূৰ সমাধান কৰিব পাৰি।

এই সত্ৰৰ উন্নতি সম্পৰ্কে মই আশা ৰাখিলো। ০

স্বা/- শ্ৰীভূপেন্দ্ৰ সিং চাৰাও

আয়ুক্ত, ভৈয়াম।

● চৰকাৰী কামত মাজুলীলৈ আহোতে সত্ৰখনি আৰু সত্ৰাধিকাৰ শ্ৰীশ্ৰীপ্ৰভু ঈশ্বৰৰ দৰ্শন লাভৰ সুবিধা পাই ধন্য মানিছোঁ। সত্ৰখনিৰ পৰিবেশ আৰু পৰিচালনাৰ যিকণ আভাস পাইছোঁ তাক জানি সন্তোষ পাইছোঁ। ভকত সকলৰ অমায়িক ব্যৱহাৰ আৰু সত্ৰাধিকাৰ প্ৰভুৰ আদৰ আপ্যায়নৰ বাবে আমি কৃতাৰ্থ।

মহাপুৰুষ সকলৰ দিনৰ কৃষ্টিকলা আৰু ধৰ্ম্মৰ মূল নীতিসমূহ পূৰ্ব্বাপৰ নীতিমতে প্ৰতিপালন কৰি অসমীয়া জাতিৰ অস্তিত্ব বজাই ৰখাত অসমৰ সত্ৰ সমূহৰ যি বৰঙণি এই সত্ৰখনিয়েও নিশ্চয় তাকে কৰিব পাৰিছে। শ্ৰীপ্ৰভু ঈশ্বৰ আৰু সদৌ ভকতসকলক আমাৰ কৃতজ্ঞতা জনালো। ০

স্বাঃ/ হীৰেন্দ্ৰ কুমাৰ বৰুৱা
মহকুমাধিপতি, সদৰ যোৰহাট.

স্বাঃ/ গণেশ চন্দ্ৰ ৰাজকোঁৱৰ
অতিৰিক্ত সহ আয়ুক্ত, যোৰহাট।

● শ্ৰীশ্ৰীবদুলা আতা পুৰুষৰ থান কমলাবাৰীলৈ আহি আমি পৰম কৃতাৰ্থ হলো। সত্ৰলৈ অহাৰ আমাৰ প্ৰধান উদ্দেশ্য আছিল বৰ্ত্তমান অসমৰ সত্ৰ সমূহৰ মাজত থকা কলা-সংস্কৃতিৰ বিভিন্ন দিশৰ তথ্য-পাতি সংগ্ৰহ, সংৰক্ষণ, উদ্ধাৰ আৰু প্ৰদৰ্শন কৰা। এই ক্ষেত্ৰত সত্ৰৰ ভক্ত আতৈ সকলে আৰু শ্ৰীশ্ৰীনকমলাবাৰী সত্ৰৰ ডেকা অধিকাৰ গোঁসাই প্ৰভুৱে আমাক বিবিধ তথ্য-পাতি দি সহায় কৰাৰ উপৰিও যি আতিথ্যেৰে আমাক আপ্যায়িত কৰিলে এই কথা আমি জীৱনত পাহৰিব নোৱাৰিম। পৰম প্ৰভুৱে সত্ৰখনিৰ গুণ গৰিমা শ্ৰীবৃদ্ধি কৰি মহান্ আদৰ্শৱান্ পুৰুষ শ্ৰীশ্ৰীবদুলা আতা পুৰুষৰ আদৰ্শৰ অক্ষয় বন্তি গছি জ্বলাই ৰাখক। এই আশাৰে সেই মহান পুৰুষৰ আদৰ্শৰ প্ৰতি আমি নতজানু হৈ সেৱা জনালো। এই সত্ৰত আমাৰ ৪ জনীয়া দলটি ৫ দিনেই থকা হ'ল। ইতি

স্বাঃ/শ্ৰীখগেন্দ্ৰ নাথ বড়া
অধিকাৰ আৰু পৰিচালক,
কুজিদাহ ৰংঘৰ কলাপৰিষদ
পোঃ হাতীচোং, নগাঁও (অসম)।

● শঙ্কৰদেৱেৰ দৰ্শন ও ভাগৱত সম্বন্ধে বিস্তাৰিত জ্ঞান কৰ্ম্মজ্ঞান ও ভক্তিৰ মাধ্যমে সেই পৰম পুৰুষেৰ ভাগৱত ধৰ্ম্ম ও কীৰ্ত্তন-দ্বাৰা এই কলিযুগেৰ ত্ৰিতাপদগ্ধ জীৱকুলেৰ পৰম শান্তিৰ কাৰণ হইবে। অস্মনাদেৰ

আতিথেয়তায় ও দয়া ধৰ্ম্মে আমি সত্যই মুগ্ধ। সত্ৰৰ উদ্দেশ্য ও শঙ্কৰদেৱ, মাধৱদেৱ ও বদলা আতাৰ জীৱন দৰ্শন সম্বন্ধে সংক্ষিপ্ত বিৱৰণী পুস্তিকা জনগণেৰ অধিকতৰ কল্যাণ আনয়ন কৰিবে বলিয়া আমি বিশ্বাস কৰি।

স্বাঃ/ বেৰেন্দ্ৰ চন্দ্ৰ বসাক
শিক্ষক,
গঙ্গানগৰ মধ্যম গ্ৰাম
পোঃ খড়্গপুৰ
জিলা—মেদিনীপুৰ।

● বদুলা আতাৰ তিথিত মহাপুৰুষীয়া পূৰ্ণ পৰ্য্যায়ৰ সংস্কৃতি পুনৰ চাবৰ উদ্দেশ্যে আহিছিলোঁ। ইয়াৰ বিষয়ে এখন পুস্তক প্ৰণয়ন কৰাৰ চেষ্টাত আছোঁ। তাৰ কাৰণে পুনৰ বিস্তৃত সম্বল সংগ্ৰহ কৰিলোঁহি। উদ্দেশ্য সফল হ'ল। আহৰণ কৰা হ'ল। বয়স্থ বায়ন গায়ন সকলত সংস্কৃতিসূচক "লীলা গজগতি"ৰ এতিয়াও পূৰ্ণ প্ৰকাশত দেখা পোৱা হল। ডেকা গায়ন বায়ন বৃন্দয়ো সুন্দৰ শিকনি লৈছে আৰু আশা কৰিছো—গৌৰৱময়ী মহাপুৰুষজনৰ দিনৰ পৰা উদ্ভাসিত হোৱা সংস্কৃতিৰ পৰম্পৰা সুঁতি অচ্যুত হৈ নিশ্চয় থাকিব। ইয়াতে আমাৰ পৰম আনন্দ। গুৰুজনাৰ কৃপা হক।

ইতি,
স্বাঃ/ শ্ৰীশশীচন্দ্ৰ বৰবৰুৱা
,, শ্ৰীকমলচন্দ্ৰ শইকীয়া

● মই নিজে শাক্ত ধৰ্ম্মত দিক্ষীত হলেও বৈষ্ণৱ ধৰ্ম্ম বিশেষকৈ অসমৰ মহাপুৰুষীয়া বৈষ্ণৱ মাৰ্গৰ ওপৰত সম্পূৰ্ণ আস্থাবান্। সেই হেতু মাজুলীৰ মহাপুৰুষীয়া সত্ৰ সমূহত তিথি মহোৎসৱত প্ৰায়ে আহো। মই বিশ্বাস কৰো অসমীয়া সংস্কৃতি ৰক্ষা কৰিবলৈ হ'লে এই সত্ৰ কিখনিৰ সৰ্ব্বাঙ্গীণ উন্নতি সাধনত অসমীয়া জাতি তৎপৰ হ'ব লাগিব।

স্বা :/শ্ৰী গৌৰীচৰণ বৰকটকী।

● আজি ২০ ভাদ ৬৷৯৷'৭৪ তাৰিখে শ্ৰীশ্ৰীনতুন কমলাবাৰী সত্ৰত মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ তিথিৰ উদ্দেশ্যে থকা হ'ল। অন্যান্য সত্ৰৰ দৰেই ইয়াতো তিনি কীৰ্ত্তন চাৰিদিনকৈ পালন কৰা হয়। মূল তিথিৰ বহা নাচ (বিহাৰ) উপভোগ্য হৈছিল। ইমানখিনি নতুৱা গায়ন বায়ন একেলগে কোনো সত্ৰতে বৰ্ত্তমানে পোৱা নাযায়। শ্ৰীদেৱানন্দ বায়নে বয়সক পিচ

হৈপলাই সকলোকে মুগ্ধ কৰিছে যিদৰে সন্ধ্যাৰ ন-ধেমালিত শ্ৰীনিত্যানন্দ বায়নে এই বয়সতো খোলৰ শক্তিশালী চাপৰেৰে কীৰ্ত্তনঘৰ ৰজনজনাই তুলিছে। নতুৱাখিনিৰ অভ্যাস কৰা ভাল হোৱা নাই যদিও ৰসভঙ্গ নৃত্যত হোৱা নাই। নৃত্যৰ গীত উচ্চস্বৰৰ হৈছিল। নতুৱা কেইজনৰ সাজ-পোচাকখিনিৰ প্ৰতি যত্ন লোৱা প্ৰয়োজন যিহেতু গায়ন বায়নৰ সাজ সজ্জাৰ তুলনাত নিম্ন পৰ্য্যায়ৰ হৈছে। সাজ-পোচাকখিনি নৃত্য ভেদে কিছু সালসলনি কৰি যুগৰ লগত খাপ খুৱাই সুৰুচি সম্পন্ন কৰাটো অতি প্ৰয়োজন বুলি মই ভাবো। গুৰু কীৰ্ত্তনৰ দিনা কীৰ্ত্তন ঘৰত গায়ন বায়ন আদি নৃত্য কাৰ্য্য চলি থাকোতে সত্ৰৰ ভকতসকল সত্ৰৰ বাহিৰত বজাৰে সমাৰে ফুৰা, বেদিগ্ৰ', খোল, হাৰমনিয়াম আদি বজাই থকাতোৱে সত্ৰৰ ঐতিহ্যতা ক্ষুন্ন কৰে। এই সম্পৰ্কে সকলো সজাগ হোৱা প্ৰয়োজন।

আজি সত্ৰৰ চাৰিওফালে হাটি ফুৰি ৪।৫ খন বহা বানপানীত ক্ষুন্ন হোৱা দেখিলো। নাটঘৰ জৰাজীৰ্ণ, কীৰ্ত্তন ঘৰৰো পিৰালি খহাইছে, সত্ৰৰ চৌবেৰত পানী। সত্ৰৰ পৰা অহা যোৱা কৰা বাট-পথবোৰ পানীত বুৰি আছে। সত্ৰত ৫।৬ জন ৮০ বছৰৰ ওপৰ হোৱা লোক আছে। শ্ৰীভাবিৰাম বৰুৱাৰ ১০ বছৰ প্ৰায়। তেখেতসকলৰ পৰা সত্ৰৰ পুৰণা বুৰঞ্জী পালো। শ্ৰীশ্ৰীবদুলা আতাই পতা সত্ৰত থকা ভকতো এই সত্ৰত বৰ্ত্তমানে আছে। মুঠতে শ্ৰীশ্ৰীকমলাবাৰী সত্ৰ বুলি যদি প্ৰাচীন কৃষ্টি সংস্কৃতি কিবা বিচৰা যায় বাকী কেইখন সত্ৰতকৈয়ো ইয়াত পুৰণি সাঁচতে পোৱা অৱস্থাত বৰ্ত্তমানে আছে। এইখিনি সংৰক্ষণ আৰু সঞ্জীৱিত কৰি ৰখাত বিশেষ ইন্ধন যোগাব লাগিব আমাৰ জাতীয় চৰকাৰ আৰু অসমবাসী ৰাইজে। শ্ৰীশ্ৰীসত্ৰাধিকাৰ, শ্ৰীশ্ৰীডেকা সত্ৰাধিকাৰ আৰু সমূহ ভক্ত বৃন্দৰ উত্তৰোত্তৰ মঙ্গল কামনা কৰিলো যাতে মহাপুৰুষ গুৰুজনাৰ কৃষ্টি সংস্কৃতি জীয়াই ৰাখিবলৈ ঈশ্বৰে সকলোকে শক্তি দিয়ে। ০

স্বাঃ/ শ্ৰীপ্ৰফুল্ল প্ৰাণ মহন্ত

প্ৰধান সম্পাদক,

সদৌ অসম শিল্পী সমাজ

৬।৯।৭৪।

● অসমীয়া কলাকৃষ্টিৰ কেন্দ্ৰ নতুন কমলাবাৰী সত্ৰত উপস্থিত হৈ বান পানীত জুৰুলা হৈ থকা সত্ৰৰ ভকত বৈষ্ণৱক দেখি মনত দুখ পালো। শঙ্কৰী ধৰ্ম্মৰ গুৰি বঠা ধৰা সত্ৰৰ ঐতিহ্যৰ কথা কোনো অসমীয়াই নুই

কৰিব নোৱাৰে। সমবায় আহিংে পৰিচালিত এই সত্ৰৰ আছি শল্লাগিবলগীয়া। তথাপি দুই এটা খুট থাকিলেও বৈজ্ঞানিক যুগত বিজ্ঞানৰ পোহৰে তাক হেৰুৱাই পেলাব। সত্ৰৰ নাম-কীৰ্ত্তন, পাঠ প্ৰসঙ্গই মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ গুৰুজনাক জীয়াই ৰাখিছে। বৰগীতৰ তাল সুৰ আদি আৰু খোল বাদ্যৰ চৰ্চ্চা এই সত্ৰৰ আপুৰুগীয়া সম্পদ। এইখিনি হেৰাই গ'লে অসমীয়া জাতিৰ এটা অঙ্গ হেৰাই যাব। ভক্ত-বৈষ্ণৱৰ প্ৰচেষ্টাত বহল প্ৰচাৰৰ চেষ্টা কৰা কৰ্ত্তব্য। সত্ৰৰ চাৰিহাটীৰ মাজত আবদ্ধ নাথাকিলে ভাল।

শঙ্কৰ-মাধৱ দুজনা গুৰু কৃপাৰ বলত সত্ৰৰ উন্নতি কামনা কৰো। কৰ্ত্তৃত্বশীল মহলে এই সত্ৰৰ উন্নতি কল্পে ইয়াত সহানুভূতি দেখুৱাব বুলি আমাৰ পৰম আশা।

ইতি,

শ্ৰদ্ধাৰে

স্বাঃ/শ্ৰীগোলাপ বৰুৱা, সভাপতি

অসম শ্ৰীমন্ত শঙ্কৰদেৱ সংঘ,

কমাৰখাটোৱাল প্ৰাথমিক শাখা সমিতি।

● আমি যোৱা সোমবাৰে ইংৰাজী ১৭।২।৭৫ তাৰিখে নতুন কমলাবাৰী সত্ৰলৈ আহিছিলো। দিল্লীত গুৰুজনাৰ নামত নামঘৰ অকণমান প্ৰতিষ্ঠা কৰা বিষয় লৈ শ্ৰদ্ধেয় শ্ৰীযুত যোগেন শইকীয়াদেৱে দিল্লীৰ পৰা সত্ৰাধিকাৰ প্ৰভুৰ লগত সাংস্কৃতিক দল এটি সত্ৰৰ ফালৰপৰা নিয়াৰ বিষয়ে প্ৰভু ঈশ্বৰৰ লগত যোগাযোগ কৰিবলৈ আমাক নিৰ্দ্দেশ দিছিল। সেই উদ্দেশ্য লৈয়ে আমি ইয়ালৈ আহিছিলো।

সত্ৰৰ আতিথ্যত আমি আত্মহাৰা হৈ পৰিছিলো। বিশেষকৈ অধিকাৰ প্ৰভুৱে ব্যক্তিগতভাৱে যি আতিথ্য শুশ্ৰুষাৰ ভাৰ গ্ৰহণ কৰিছিল তাৰ বাবে আমি চিৰ কৃতজ্ঞ। ডেকা সত্ৰাধিকাৰ গৰাকীয়ে আমাক চাৰিহাটী বৈষ্ণৱ সকলৰ বহা গৃহ দেখুৱাই আৰু ভাগৱতী বাপক লগ কৰাই দিয়ে। আমি ইয়াত আহি গুৰু দুজনাৰ স্থাপিত সত্ৰ আৰু চাৰিহাটীৰ নিৰ্ম্মাণ আদি যেন এতিয়াও জলন্ত হৈ আছে, এনে যেন লাগিল।

আমি সেৱা জনাই পাচদিনা ১৮।১০।৭৫ সত্ৰৰ পৰা বিদায় ললো। ০

স্বাঃ/শ্ৰীদেৱানন্দ ভৰালী

প্ৰাক্তন অধ্যক্ষ,

জকেচনেল ট্ৰেইনিং কলেজ, যোৰহাট।

নতুন কমলাবাৰী সত্ৰলৈ আহি ইয়াৰ সত্ৰাধিকাৰ আৰু ভকত সকলৰ দৰ্শন পাই নিজকে ধন্য মানিলোঁ। অসমীয়া প্ৰাচীন সংস্কৃতিৰ বাহক স্বৰূপে এই সত্ৰৰ উত্তৰোত্তৰ উন্নতি কামনা কৰিলোঁ। ইতি,

স্বাঃ/ শ্ৰীকমলেশ্বৰ বৰুৱা
আঞ্চলিক পৰিচালক,
ভাৰতীয় খাদ্য নিগম, অসম
স্বাঃ/ শ্ৰীজগৎপতি ৰায়চৌধুৰী
স্বাঃ শ্ৰীলোকেশ্বৰ গগৈ
সহ পৰিচালক,
ভাৰতীয় খাদ্য নিগম
স্বাঃ/ জেইদুৰ ৰহমান, পৰিদৰ্শক
ভাৰতীয় খাদ্য নিগম, কমলাবাৰী।

● আজি ইং ২৬।৬।৮১ তাৰিখে মই লগত সীমান্ত শাখাৰ পৰিদৰ্শক, যোৰহাট চাৰ্কোল পৰিদৰ্শক আৰু মাজুলী থানাৰ ভাৰপ্ৰাপ্ত বিষয়া সকলেৰে সৈতে নতুন কমলাবাৰী সত্ৰাধিকাৰ মহোদয়ৰ ওচৰত বাংলাদেশী অনুপ্ৰবেশ সম্বন্ধে জানিবৰ কাৰণে আহিলো। সত্ৰাধিকাৰ শ্ৰীনাৰায়ণ গোস্বামী দেৱৰ লগত পৰামৰ্শ কৰি বাংলাদেশী বহিষ্কাৰ ও স্থিতিৰ সম্বন্ধে বুজি ললো। o

স্বাঃ/ শ্ৰীনাৰায়ণ বড়া
উঃ আঃ অধীক্ষক।

● মোৰ ইয়ালৈ অহাৰ উদ্দেশ্য মহাপুৰুষ জগতগুৰু শ্ৰীমন্ত শঙ্কৰ-মাধৱদেৱৰ বিষয়ে জানিবৰ ইচ্ছুক ক্ষুধা নিবৃত্তি হেতু। ইয়াত আহি মই পৰ্যবেক্ষণৰ পৰা পালো ইয়াৰ লোকসকল সৰল সহজ ধৰ্মপ্ৰাণ আৰু শঙ্কৰদেৱৰ প্ৰতি প্ৰগাঢ় ভক্তি পৰায়ণ। ভাৰতত্ত্বদৰ্শী। শঙ্কৰ দামোদৰ আৰু হৰিগুৰু আটাইৰে প্ৰতি সমদৰ্শী। ইয়াৰ জীৱিকাৰ একমাত্ৰ সম্বল কৃষি। মানুহখিনিৰ শঙ্কৰী কৃষ্টিকলা যেনে দৰ্শন, সাহিত্য, সঙ্গীত নৃত্য শিল্পৰ প্ৰতি অনুৰক্ত। ইয়াৰ হস্ত শিল্পৰ বেজীৰে তৈয়াৰ ফুলাম কাপোৰে মোক মন্ত্ৰ মুগ্ধ কৰি তোলে। o

স্বাঃ/ শ্ৰীদেৱেশ্বৰ পাঠক
কামৰূপ (অসম)।

● অসমৰ সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ স্বৰূপ কমলাবাৰী সত্ৰলৈ আহিবলৈ পায় নিজকে পৰম সৌভাগ্যবান বুলি গণ্য কৰিছো আৰু সত্য সুন্দৰৰ সাধক পূজাৰী সয়াজলৈ আমাৰ আন্তৰিক শ্ৰদ্ধা আৰু সেৱা আগবঢ়াইছোঁ। ০

ইতি

স্বা/ শ্ৰীকমলেশ্বৰ শৰ্ম্মা

২৫।৮।৮১

পৰিদৰ্শক,

শিৱসাগৰ জিলাৰ স্কুল বিভাগ।

● ডিব্ৰুগড় বিশ বিদ্যালয়ৰ অসমীয়া স্নাতকোত্তৰ মহলাৰ ছাত্ৰ-ছাত্ৰী সকলৰ ক্ষেত্ৰ কৰ্ম্মৰ সন্দৰ্ভত ২১ ফেব্ৰুৱাৰী' ৮২ তাৰিখৰ পৰা এসপ্তাহ জোৰা দিন লৈ, অসমৰ বৈষ্ণৱ সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ মাজুলীত ৪৮ জনীয়া এটি দলে পৰিভ্ৰমণ আৰু অধ্যয়নৰ উদ্দেশ্যে প্ৰথমে নতুন কমলাবাৰী সত্ৰ দৰ্শন কৰে। আগন্তুীয়াকৈ পঠোৱা বাতৰি সময়ত নোপোৱাত আৰু ভ্ৰমণৰ কাৰ্য্যসূচীও হঠাৎ সাল-সলনি হৈ পৰাত কমলাবাৰী সত্ৰত ইয়াৰ ঐতিহ্য-মণ্ডিত বিশ্ববিশ্ৰুত সাংস্কৃতিক সম্ভাৰৰ সোৱাদ লবলৈ সুযোগ সুবিধা নঘটিল যদিও সত্ৰৰ চৌহদত সেমোৱেই চকুত পৰা নৱনিৰ্ম্মিত সঙ্গীত বিদ্যালয়ৰ আড়ম্বৰে আমাক তথা উত্তৰ পুৰুষক আশ্বস্ত কৰিছে। লুইতৰ প্ৰবল গৰা খহনীয়াই পৃথিৱীৰ এই বৃহত্তম নদী দ্বীপক খহাই উটুৱাই নিলেও অসমীয়া সংস্কৃতিৰ গৌৰৱময় ধাৰা সত্ৰ তথা বৈষ্ণৱ সংস্কৃতিক কোনেও নিচিহ্ন কৰিব নোৱাৰিব; বৰং এনে অনুষ্ঠানৰ যোগে বিকীড়িত কৰা প্ৰভাই উত্তৰ পুৰুষক ইয়াৰ সংৰক্ষণ সংবৰ্দ্ধনৰ বাবে সদাই অনুপ্ৰানিত কৰিব।

ইতি,

স্বাঃ/ ডঃ কেশৱানন্দ দেৱ গোস্বামী

শ্ৰীহিতেশ বৰদলৈ (গবেষক)

প্ৰমুখ্যে ৪৮ জন ছাত্ৰ-ছাত্ৰী।

● কটন মহাবিদ্যালয়ৰ অসমীয়া স্নাতকোত্তৰ আৰু অনাহৰ এটি কুৰিজনীয়া দল দুগৰাকী অধ্যাপকৰ লগত মাজুলীলৈ আহি বিভিন্ন সত্ৰ দৰ্শন কৰি নৱ-বৈষ্ণৱ ধৰ্ম্ম আৰু শঙ্কৰী কলা সংস্কৃতিৰ বিভিন্ন দিশ অধ্যয়ন কৰাৰ প্ৰয়াস কৰিলে। দক্ষিণপাট, গড়মূৰ, আউনীআটী আৰু বেঙেনাআটী সত্ৰ দৰ্শন কৰা হল। গড়মূৰ সত্ৰৰ বাহিৰে সত্ৰাধিকাৰ প্ৰভু সকলক লগ পোৱা নগল।

● নিশা ৮-৩০ বজাত নতুন কমলাবাৰী সত্ৰলৈ অহা হল। সত্রাধিকাৰ সুদৰ্শন শ্ৰীশ্ৰীনাৰায়ণ চন্দ্ৰ দেৱ গোস্বামীৰ লগত আমাৰ ছাত্ৰ-ছাত্ৰী সকলে বিভিন্ন বিষয়ে আলোচনা কৰিলে। তেৰাৰ স্পষ্ট উত্তৰ আৰু প্ৰগতিশীল চিন্তাৰ লগত আমাৰ পৰিচয় ঘটিল। আমাৰ আশা আছে তেৰাৰ বৈপ্লৱিক মতাদৰ্শই ভৱিষ্যত অসমীয়া জাতিৰ সংস্কৃতিৰ সংজ্ঞা বহলাই নিব পাৰে। ০

স্বাঃ/ শ্ৰীভুবনেশ্বৰী বৈশ্য
মুখ্য অধ্যাপিকা
কুঞ্জলতা দেবী প্ৰমুখ্যে কুৰিজনীয়া দল

স্বাঃ/ শ্ৰীপৱন বৰুৱা
২৪।৫।৮২
ভাৰপ্ৰাপ্ত অধ্যাপক,
অসমীয়া বিভাগৰ শিক্ষামূলক ভ্ৰমণ,
কটন মহাবিদ্যালয়।

● সত্রীয়া সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ নতুন কমলাবাৰী সত্ৰৰ গীত মাত সংগ্ৰহৰ উদ্দেশ্যৰে আহি সত্রাধিকাৰ প্ৰভুৰ উদাৰ ও সংস্কৃতিৰ প্ৰতি গভীৰ অধ্যয়নে আমাক মোহিত কৰিলে।

স্বাঃ/ শ্ৰীপুণ্যব্ৰত দেৱ গোস্বামী
তেজপুৰ ২৮/৫/৮২
স্বাঃ/ শ্ৰীগোপাল কৃষ্ণ গোস্বামী
২৮।৫।৮২

● নিজে এজন আজন্ম শিল্প কৰ্মী হিচাবে আৰু চৰকাৰৰ সাংস্কৃতিক বিভাগৰ বিষয়া হিচাবে অসমীয়া সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ স্বৰূপ সত্ৰ সমূহৰ সাংস্কৃতিক বিকাশ আৰু সম্পদৰাজীৰ সন্তেদ গ্ৰহণৰ বাবে মাজে মাজে সত্ৰ সমূহ ভ্ৰমণ কৰো। শাস্ত্ৰজ্ঞ আৰু সাংস্কৃতিক জ্ঞানেৰে পুষ্ট শ্ৰীশ্ৰীনতুন কমলাবাৰী সত্রাধিকাৰ প্ৰভুৰ পৰা উক্ত বিষয়ে দুগ্ধষাৰ অমৃত বাক্য শুনাৰ বাবেই এইবাৰো সত্ৰলৈ অহা হৈছিল। আহি অতিশয় আনন্দ পালো। ০

স্বাঃ/ আনন্দ মোহন ভাগৱতী
উপ-সঞ্চালক,
সাংস্কৃতিক বিভাগ, অসম
১৩।৬।৮২

● অন্তৰ শুদ্ধ কৰি শোধন হবৰ অভিপ্ৰায়ে সৎসঙ্গৰ মাজেৰে শান্তি পাবৰ বাবে আহিছিলো। আমাৰ মনত আনন্দ আহিল। আমি ইয়াত সৎসঙ্গ পালো। আশীৰ্ব্বাদ আমাক দিব। আশাৰে আৰু শ্ৰদ্ধাৰে সেৱা জনালো। ০

পংশ্চ প্ৰণামেৰে—
স্বাঃ/ শ্ৰীবুদ্ধীন্দ্ৰ নাথ দত্ত
উপ-সঞ্চালক,
অসম শিক্ষা বিভাগ, গুৱাহাটী ১৯
৭।৬।৮৩

● নতুন কমলাবাৰী সত্ৰৰ সত্ৰাধিকাৰ প্ৰভুৰ অনুগ্ৰহত ইয়াৰ আগতেও দুবাৰ এই সত্ৰলৈ আহি ইয়াৰ সাংস্কৃতিক সম্পদৰ ভু লোৱাৰ লগতে সত্ৰৰ অসাধাৰণ আতিথ্য আৰু সৌজন্য লাভ কৰাৰ সৌভাগ্য আমাৰ হৈছিল। এইবাৰ মাধৱদেৱৰ কীৰ্ত্তন উপলক্ষে চাউল ভোজনিৰ দিনাৰ পৰাই সত্ৰৰ আলহীৰূপে থাকি ক্ৰম অনুসৰি কীৰ্ত্তনৰ সকলোখিনি কাৰ্য্যসূচী প্ৰত্যক্ষ কৰা আৰু লগতে সেইবোৰক ভৱিষ্যতৰ গৱেষণা কাৰ্য্যত লগাব পৰাকৈ গ্ৰহণ কৰাৰ বাবে সত্ৰাধিকাৰ প্ৰভুৱে যি উদাৰতাৰে আমাৰ বাবে ব্যৱস্থা কৰি দিছে, তাৰ বাবে আমি তেখেতৰ ওচৰত আন্তৰিকভাৱে কৃতজ্ঞ। সত্ৰীয়া সংস্কৃতিৰ সংৰক্ষণ, সংবৰ্ধন আৰু উপযুক্ত সম্প্ৰসাৰণৰ ক্ষেত্ৰত তেখেতৰ আগ্ৰহ আৰু সক্ৰিয় সহযোগৰ বাবে তেখেত আমাৰ সকলোৰে শ্ৰদ্ধাপূৰ্ণ কৃতজ্ঞতাৰ পাত্ৰ। লগতে ভকতসকলৰ অকৃত্ৰিম আদৰ আপ্যায়নতো আমি মুগ্ধ আৰু অভিভূত হৈছোঁ।

স্বাঃ/ শ্ৰীবীৰেন্দ্ৰ নাথ দত্ত
লোকসংস্কৃতি গৱেষণা বিভাগ
গুৱাহাটী বিশ্ববিদ্যালয়
২৮ আগষ্ট, ১৯৮৩

● সত্ৰীয়া সংস্কৃতিৰ বৈচিত্ৰ অনুধাৱন কৰিবলৈ মাজুলীলৈ আহিছিলো। মাধৱদেৱ পুৰুষৰ তিথি উপলক্ষে তিনিদিনৰ কাৰ্য্যসূচী প্ৰায় সম্পূৰ্ণকৈ দেখাৰ সুযোগ আৰু সৌভাগ্য ঘটিল —যাৰ বাবে নতুন কমলাবাৰী সত্ৰৰ সত্ৰাধিকাৰ প্ৰভুৰ কাষত আমি কৃতজ্ঞ। বস্তুতন্ত্ৰই আমাক চৌদিশে গ্ৰাস কৰাৰ মাজত সকলো প্ৰাকৃতিক প্ৰতিকূলতাৰ মুখামুখি হৈ মাজুলীৰ সত্ৰ সমূহে বিশেষকৈ কমলাবাৰী সত্ৰই ঐতিহ্য আৰু পৰম্পৰাক সাৱটি নিষ্ঠা আৰু বিৰল ত্যাগেৰে সত্ৰীয়া সংস্কৃতিৰ সংৰক্ষণ আৰু সংবৰ্ধণৰ বাবে যিদৰে ব্ৰতী হৈ আছে, সি সদৌ অসমীয়া ৰাইজৰ বাবে অনুপ্ৰেৰণাৰ বিষয়। ০

স্বাঃ/প্ৰদীপ জ্যোতি মহন্ত
দক্ষিণ কামৰূপ কলেজ, মিৰ্জা
২৮।৮।৮৩

শ্ৰীশ্ৰীনতুনকমলাবাৰী সত্ৰৰ অধিকাৰ প্ৰভুঈশ্বৰৰ অনুগ্ৰহত শ্ৰীশ্ৰীমাধৱদেৱৰ পুৰুষৰ কীৰ্ত্তনভাগি আৰু সেই প্ৰসঙ্গৰ সেৱা নৃত্য সমূহ চোৱাৰ সৌভাগ্য হয়। আমি সত্ৰত কেইৰাৰাতিও থাকোঁ। প্ৰতিভাগ সেৱাত পৰিপাটি আছে আৰু সকলোকে ই মুগ্ধ কৰিব পাৰে। নৃত্য সমূহ অধিক শৃঙ্খলাবদ্ধ কৰিব

পাৰি আৰু গৱেষক সকলে নৃত্য সমূহৰ কৰণ কৌশলগত জ্যামিতি সহজভাৱে অনুধাবন কৰিব পাৰে। নৃত্যৰ আহাৰ্য্য ভাগ নিখুঁত ক'ৰব পাৰি আৰু পৰিচ্ছন্ন কৰি তোলাৰ সুবিধাও আছে। প্ৰায় তিনিশ বছৰৰ আগৰ অসমত ব্যৱহাৰ কৰা নটুৱাৰ পোছাক ইয়াত দেখিবলৈ পাইছোঁ। এনে পোছাকৰ ছবি বিষ্ণুৰাম আতাই পুতলা ক'ৰি লেখা অজামিল উপাখ্যান নাটত আছে। প্ৰভু ঈশ্বৰে প্ৰাচীনকো অক্ষত ৰখাত যি অনুৰাগ দেখুৱাইছে, তাৰ কাৰণে আনন্দ পাইছোঁ। প্ৰভু ঈশ্বৰলৈ সেৱাৰে—

স্বাঃ/ শ্ৰীনৰেণ কলিতা

নগাঁও এ,ডি,সি কলেজ.

২৮।৮।৮৩

৩০।৮।৮৩—মঙ্গলবাৰঃ

শ্ৰীমান নৰেণ কলিতাৰ লগত অঙ্কীয়া নাটৰ সম্পাদনা সম্পৰ্কে আলোচনা ক'ৰোঁতে তেওঁ নিজা কামত মাধৱদেৱৰ তিথিত কমলাবাৰী সত্ৰলৈ যোৱাৰ সিদ্ধান্ত কৰাৰ কথা জনালে। তেওঁ প্ৰাচীন অসমৰ পুথি চিত্ৰ সম্পৰ্কে চৰ্চ্চা কৰাৰ কথা জানোঁ। মোৰ ওপৰত প্ৰকাশন পৰিষদ অসমীয়া নাট সম্পাদনাৰ কাৰণে দিয়া দায়িত্বৰ কথাও তেওঁ জানে। গতিকে তেওঁৰ লগতে মোকো নিয়াৰ কথা কোৱাত তেওঁ বৰ বং পালে। যি কি নহওক মহাপুৰুষৰ কৃপাত মাধৱদেৱৰ তিথি উপলক্ষে চাৰিদিন চাৰি ৰাতি সত্ৰত সত্ৰাধিকাৰ প্ৰভুৰ আতিথ্য লৈ তিথিৰ অনুষ্ঠানখিনি উপভোগ কৰিলোঁ। ডঃ বীৰেন্দ্ৰ নাথ দত্তদেৱ আৰু শ্ৰীযুত বোধেশ্বৰ শৰ্মকীয়া বায়ন—এওঁ দুজনৰ সঙ্গ পাই নথৈ আনন্দ পালোঁ।

সত্ৰৰ কাৰ্য্য প্ৰণালী, ভকতৰ বহা, ৯০ বছৰৰ পৰা ৪।৫ বছৰীয়া ল'ৰালৈকে ভকত সকলৰ জীৱনযাত্ৰা প্ৰণালীয়ে মুগ্ধ কৰি পেলাইছে। নাম-প্ৰসঙ্গ, খোল-তাল, নৃত্য-গীতৰ উপৰিও ভকতসকলে যাৱতীয় কৰ্ম্ম সুচাৰুৰূপে কৰিব লাগে— ৰন্ধা-বঢ়া, ধোৱা-পখলা, খেতি-ৰাতি লগতে চিত্ৰ-কলা শিল্পকলাৰ চৰ্চ্চাও এই সত্ৰত পৰম্পৰাগত ৰূপে ৰক্ষা কৰা হৈছে। মহাত্মা গান্ধী বা বিনোৱাভাৱেই যদি কমলাবাৰী সত্ৰত এদিনো থাকিব পাৰিলেহেঁতেন তেনেহলে এই কথাটোৱে তেওঁলোকক শান্তি দিলেহেঁতেন যে তেওঁলোকে যিখন আদৰ্শ সমাজৰ কাৰণে জীৱন উৎসৰ্গা কৰি গল—সেই সমাজখন যোৱা অন্ততঃ চাৰিশ বছৰ ধৰি কমলাবাৰী সত্ৰত বাস্তৱত ৰূপায়িত হৈ আহিছে মোৰ এনে ধাৰণাই হল। সত্ৰত সংস্কৃত চৰ্চাৰ ব্যৱস্থা

আছে শ্ৰীশ্ৰীসত্ৰাধিকাৰ প্ৰভু ঈশ্বৰে স্বয়ং অধ্যাপনাৰ দায়িত্ব লৈছে। এই ব্যৱস্থা আমাৰ মহাপুৰুষীয়া সংস্কৃতিৰ ভৱিষ্যতৰ কাৰণে আশাপ্ৰদ।

শ্ৰীশ্ৰীসত্ৰাধিকাৰ প্ৰভু বয়সত তৰুণ, সংস্কৃত ভাষাত উপাধিধাৰী হোৱাৰ উপৰিও গভীৰ শাস্ত্ৰজ্ঞানৰ অধিকাৰী। তেখেতৰ নীতি সদাচাৰৰ দ্বাৰা পৰিচালিত জীৱন আৰু মানসিক পবিত্ৰতাই প্ৰথম দৰ্শনতে যি কোনো লোকৰ অন্তৰত ভক্তিৰ উদ্ৰেক কৰে। অন্ততঃ মোৰ হৈছিল। কিতাপে পত্ৰই সত্ৰ বা সত্ৰাধিকাৰ সম্পৰ্কে সৰুৰে পৰা যিবিলাক পঢ়ি আহিছিলোঁ তাৰ দ্বাৰা সত্ৰলৈ যাবলৈ বা সত্ৰ চাবলৈ মোৰ মন সৰুৰে পৰা দ্বিধাগ্ৰস্ত হৈ আছিল। কিন্তু সেইদিনা সত্ৰত ভৰি দিয়াৰ লগে লগেই প্ৰভু ঈশ্বৰৰ পৰা পোৱা ব্যৱহাৰত মোৰ সকলো দ্বিধা সংকোচ দূৰ হল।

আজি অসমৰ সংস্কৃতিৰ মূল কেন্দ্ৰ স্বৰূপ হৈ পৰিছে কমলাবাৰী সত্ৰ। অসমৰ বাহিৰত, ভাৰতৰো বাহিৰত কমলাবাৰী সত্ৰই আমাৰ সাংস্কৃতিক সম্পদৰ প্ৰতি আনৰ দৃষ্টি আকৰ্ষিত কৰিছে।

বৰ্ত্তমান সত্ৰাধিকাৰ প্ৰভুৰ উদাৰ আৰু গতিশীল দৃষ্টিভঙ্গী, ৰাইজৰ সহযোগ, ভকত সকলৰ আন্তৰিকতা, এই সকলোৱে মিলি আমাৰ মহামূল্যবান্ সম্পদৰাজি নিখুঁট ৰূপত ৰক্ষা কৰিব পাৰিব— এই বিশ্বাস মোৰ দৃঢ়।

আধ্যাত্মিক দৃষ্টিৰে কবলৈ গলে— মোৰ নিশ্চয় কোনো সঞ্চিত পুণ্যৰ ফলত এই দিন কেইটা সত্ৰৰ পুণ্যবান্ ভকত সমাজৰ সান্নিধ্য লাভ কৰিব পাৰিলোঁ।

আনহাতে সত্ৰাধিকাৰ প্ৰভুৰ শ্ৰীহস্তৰ অন্নব্যঞ্জন গ্ৰহণ কৰি তেখেতৰ আতিথ্য লাভ কৰাত বহুখিনি পুণ্য অৰ্জ্জন কৰিলো— লগতে তেখেতে আমাৰ প্ৰতি কৰা কষ্ট স্বীকাৰৰ কাৰণে মই নিজকে বৰ অপৰাধীও অনুভৱ কৰিলোঁ। প্ৰভুৱে অন্তৰৰ পৰা আশীৰ্ব্বাদ নকৰিলে এই অপৰাধ-বোধ দূৰ নহব।

স্বাঃ/ মহিম বৰা, অধ্যাপক,
অসমীয়া বিভাগ
নগাওঁ কলেজ
নগাওঁ, অসম

৩০।৮।৮৩

● নতুন কমলাবাৰী সত্ৰলৈ অহাৰ প্ৰয়াস বহুত দিনৰ পৰাই আছিল। তাক ৰূপায়িত কৰিবলৈ সুবিধা পালো শ্ৰীশ্ৰীমহাপুৰুষ মাধৱদেৱ গুৰুজনাৰ তিথি মহোৎসৱত।

এই সত্ৰৰ সত্ৰাধিকাৰ প্ৰবীন মহাপ্ৰভুৰ সৌজন্যত ইয়াত তিনিদিনীয়া কাৰ্য্যসূচীৰে আয়োজিত তিথি মহোৎসৱত বিভিন্ন সময়ৰ বিভিন্ন অনুষ্ঠান দেখি শুনি বৰ সন্তোষ পালো আৰু আমি অহাৰ সাৰ্থক যেন লাগিল। পুৰণি মহাপুৰুষীয়া কলা কৃষ্টি ৰক্ষাৰ উচ্চ নিদৰ্শন ইয়াত পোৱা হল। ওজাপালি, চালি নৃত্য, কৃষ্ণনাচ, সূত্ৰধাৰী নাচ, ঘোষা, বৰগীত আদিত সত্ৰীয়া সাঁচ আৰু মহাপুৰুষীয়া ধৰ্মৰ ওপৰত সুপ্ৰতিষ্ঠিত সুৰ - লয়-মান অতি আকৰ্ষণীয় হৈছে। অৱশ্যে আৰু উন্নত হোৱাৰ বা কৰাৰ থল নোহোৱা নহয়।

ইয়াত এই কেইদিন থাকি ভকতীয়া ভাৱৰ সৃষ্টি হৈছে আৰু এটা ঘৰুৱা পৰিৱেশ পায় বৰ সন্তোষ পালো।

উঠি অহা মুখোজ্জ্বল ডেকাসকলৰ মুকলিমূৰীয়া আৰু ধৰ্ম্ম চৰ্চ্চাৰ লগতে কৃষ্টি সংস্কৃতি চৰ্চ্চাৰ অদম্য হেপাহ আৰু আগ্ৰহ শলাগিবলগীয়া।

মহাপ্ৰভুৰ কৃপাত এই সত্ৰই কলাকৃষ্টিৰ শিক্ষা, নৈতিক শিক্ষা, স্কুল কলেজীয়া শিক্ষা আদি বিভিন্ন দিশত অদূৰ ভৱিষ্যতে বিশেষ উন্নতি লাভ কৰিব বুলি আশা হয়- যাৰ দ্বাৰা আমাৰ সমাজ তথা দেশবাসী উপকৃত হ'ব। প্ৰভু-ঈশ্বৰে প্ৰাচীনতা ৰক্ষা কৰি নতুনত্ব দি সকলো দিশতে যাতে দেশৰ ভিতৰত অন্যতম এখন সত্ৰ হিচাবে পৰিগণিত হব পাৰে তাকেই কামনা কৰোঁ। তেৰাৰ কৃপাত আমি ইয়াত থাকি পৰম সন্তোষ পালো। এই সত্ৰৰ উত্তৰোত্তৰ মঙ্গল আৰু উন্নতি কামনা কৰোঁ।

মহাপ্ৰভুৰ কৃপা কৰুণা যাতে প্ৰভু ঈশ্বৰে লাভ কৰি শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক উন্নতি লাভ কৰিব পাৰে তাৰেই কামনাৰে। ০

স্বাঃ/ শ্ৰীপ্ৰফুল্ল কুমাৰ শইকীয়া
(সহকাৰী বিদ্যালয় পৰিদৰ্শক)
স্বাঃ/ শ্ৰীনবীন শইকীয়া
স্বাঃ/ শ্ৰীকামেশ্বৰ শইকীয়া
পূৰনিগুৰাম, মিকিৰ হাট
হাতীৰ গাওঁ
নগাওঁ, অসম।

R. V. Pillai.

Deputy Commissioner,
Sibsagar District.
Jorhat.

I am to pay my regard and seek the blessings of the Satradhikar. I believe that the satra stands out as one of the foremost institution propagation Sri Sankar Deva's Philosophy of Hindu Dharma. o

Sd/ R. V. Pillai
23 3. 71

I come here having heard briefly about Sankar Deb I leave impressed by the calm and quiet here. I have also much to think about — how the life of one who travels constantly and one who travels not at all, can mean the same. o

Keith Ogborn
Australian history student
11 th January, 1975

Thank you for welcoming me so well and inviting me to your dance tonight. It is a pity that I cannot speak your language so that I may find out more about the ways you live in such seeming peace It is a pity much of the rest of the world could not also so deam. o

Mark Piddington 30 4 76
120 Victoria Rd Sydney
Australia.

Thank you for telling me to have a close look at the way you live here. It was very pleasant to meet such friendly people.

EDDY DEWIELDE
HOLLAND—26 Feb. '78

I had the prestige of visiting this ancient satra and witness some of the activities towards the propagation of this great heritage Sankardeva. This was the most cathotic of all faiths which integrated men belonging to divert cultures I wish the Satra all success in this noble task and would like to invoke the blessings of the Lord for all Sound Peace and prosperity. o

F S Parthasarathy
26 th August' 79
Commissioner, Upper Assam·

I had the privilage and honour of visiting the satra at Kamalabari in Majuli island to day This spiritual and religious outpost established by Sri Sri Sankar Dev gave me an interlude of peace and spiriual satisfaction. My thanks are due to the present Satradhikar, Deka Satradhikar and other disciples for this honour and immence experiences. o

Sd/ V. Natarajan
21.7.81

Adviser to the Governor
of Assam.

This my second visit to Natun Kamalabari Stara. I was relighted to see the new steps being taken for the promotion of Bhaona Ankia nat and Satriya Dance under an enlightened and energetic Satradhikar and his able followers, what I did not see last time. I saw this time. The Satra is running a Sanskrit School and a dance-music school where about 50 young students are getting training. These efforts of the Satradhikar are going to help very much in the promotion of this cultural tradition established by the great Guru Shankar Deva.

I wise all success. Sd/ ( Gobind Vidyarthi ).
8.9.81

● आगमन का उद्देश्य और मन्तव्य

आजकी सध्या नवीन कमलाबारी सत्रम में जिस आनन्द से कटी वह भुलाई नहीं जा सकती। यहाँ सस्कृति की रक्षा की जा रही है। ईश्वर इसमें सहायक हो ऐसी मेरी कामना है। o

नीतिराज सिंह
27-10-73

● सत्रिय सस्कृति को जीवित रखने में माजुली के सत्रों का बड़ा योगदान है। आज नतुन कमलाबाड़ी सत्र में आकर श्रीमत्राधिकार के दर्शन करने का सौभाग्य मिला। सत्रकी कार्यविधि के सम्बन्ध मे जानकारी मिली। मेरे लिये यह एक चिर स्मरणीय यात्रा रही। o

भवानी दत्त खकेवाल
15.11.78

● आगमन का उद्देश्य और मन्तव्य

भावना व सत्रिया नाच के प्रति मेरी श्रद्धा बरसों पहले से थी। आज से २०-२२ बरस पहले मुझे माजुली आने तथा कमलाबाड़ी सत्रमे रहनेका सौभाग्य प्राप्त हुआ था। उस वक्त मैंने सत्रिया नृत्यकी फिल्म बनाई थी तथा भावना, बड़गीत आदिकी रिकार्डिंग की थी। उसी अनुभव के प्रभाव से भावना देखने की प्रबल इच्छा मेरे अंदर बनी रही। कुछ वर्ष पहले जामागुड़ी में बारासहरिया भावना देखने को भी मैं आया था। यही उद्देश्य मेरे इस वक्त मेरे मित्र श्रीबसल तथा श्रीमल्होत्रा के साथ इस समय यहाँ आनेका है। मुझे अल्प समय के भीतर रामविजय भावना के कुछ अंशो की तस्वीरे खीचने की जरूरत पड़ी। इसलिए सिर्फ एक दिन के लिए माजुली आया। फिरसे शकरदेव तिथि के समय माजुली आने तथा सब सत्रों में जाकर भावना की परंम्परा का अध्ययन करने की बड़ी इच्छा है। इस इच्छा को लेकर कल सुबह वापस जा रहा हूँ। आशा है जल्दी ही यहाँ आने का अवसर प्राप्त होगा। o

गोविन्द विद्यार्थी
19.5.77

## (৩-ত) সাঙ্গীতিক কাৰ্য্যক্ৰমৰ সংখ্যা আৰু স্থান :

কমলাবাৰী সত্ৰখনি যে শঙ্কৰী ধৰ্ম্ম আৰু সংস্কৃতি সম্পৰ্কত অসমৰ সমূহ সত্ৰৰ ভিতৰতে আগবঢ়া সেই কথা দোহাৰিবৰ প্ৰয়োজন নাই। সেই সম্পৰ্কৰ ভূমিকা কেনে আমি নিজে দিব খোজা নাই। যি সকলে দেখিছে, শুনিছে, বুজিছে, সেই সকলেই দিব। মাত্ৰ সত্ৰখনিয়ে আগৰ কথা বাদদি ১৯৭৫ চনৰেপৰা অসমৰ বাহিৰে ভিতৰে কিমান স্থানত কিমান সংখ্যক সাংস্কৃতিক কাৰ্যক্ৰম প্ৰকাশ কৰিছে, তাৰ আভাস এটি দিয়া হ'ল। সত্ৰখনি স্থাপন হোৱাৰে পৰা ১৯৭৪ চনলৈকে সত্ৰৰ সাংস্কৃতিক ভূমিকাৰ কোনো লিখিত অভিলেখ পোৱা নগল। আমি ১৯৭৫ চনৰ পৰা নিজে হিচাব ৰাখিবলৈ ধৰো। তাৰ এটি সংক্ষিপ্ত বিৱৰণ দিয়া হ'ল। এই হিচাব অঙ্কীয়া নাটৰ ক্ষেত্ৰতহে প্ৰযোজ্য হব। লগতে নৃত্য আদিও।

| | | | |
|---|---|---|---|
| (১) | ১৬।৩।৭৫ | ৰামবিজয় নাট | নতুন দিল্লী, মাভলঙ্কা হল |
| (২) | ১৯।৩।৭৫ | ,, ,, | অসম ভৱন, নতুন দিল্লী |
| (৩) | ২৯।৫।৭৫, | ,, ,, | ইণ্ডোনেচীয়া। |
| | ৩০।৫।৭৫ | ,, ,, | |
| (৪) | ৯।৯।৭৫ | ,, ,, | দিশপুৰ জনতাভৱন |
| (৫) | ১৩।১০।৭৫ | ,, ,, | ৺নীলমণি ফুকনৰ সাৰ্ব্বজনিন নামঘৰ উদ্বোধনী উৎসৱ |
| (৬) | ১৪।১০।৭৫ | ,, ,, | যোৰহাট শঙ্কৰ মন্দিৰ |
| (৭) | ২৫।১০।৭৫ | চালিনাচ, ওজাপালি | নতুন দিল্লী, নেচনেল থিয়েটাৰ হল |
| (৮) | ৭।১১।৭৫ | ৰামবিজয় নাট | যোৰহাট জিলা পুথিভঁৰাল |
| (৯) | ৯।১১।৭৫ | ,, ,, | যোৰহাট কেন্দ্ৰুৱী সাহিত্য সভা |
| (১০) | ১৬।১১।৭৫ | দশাৱতাৰ নৃত্যাদি | যোৰহাট বি, টি, কলেজ |
| (১১) | ১৫।৪।৭৬ | ৰামবিজয় | যোৰহাট বিহু সন্মিলন |
| (১২) | ১৩।৫।৭৬ | ৰুক্মিণী হৰণ | যোৰহাট শঙ্কৰ মন্দিৰ |
| (১৩) | ২০।৬।৭৬ | চালিনাচ, দশাৱতাৰ | যোৰহাট বি, টি কলেজ |
| (১৪) | ২৭।৭।৭৬ | ৰামবিজয় নাট বাণীবদ্ধ | ডিব্ৰুগড় আকাশবাণী কেন্দ্ৰ |
| (১৫) | ২।১০।৭৬ | ৰুক্মিণী হৰণ | যোৰহাট বঙ্গাল পুখুৰী |
| (১৬) | ৫।১০।৭৬ | ,, | টীয়ক সোণাৰি গাওঁ |
| (১৭) | ৮।১০।৭৬ | ,, | কমলাবাৰী (মাজুলী) |
| (১৮) | ১৪।২।৭৭ | ৰামবিজয় | মাদ্ৰাজ |
| (১৯) | ৪।৩।৭৭ | ,, | নগাওঁ কুজিদাহ |

| | | | |
|---|---|---|---|
| (২০) | ১৭।৪।৭৭ | ৰামবিজয় | যোৰহাট বিহু সন্মিলন |
| (২১) | ১০।৩।৭৭ | চালিনাচ, দশাৱতাৰ | ডিব্ৰুগড় ইণ্ডিয়া ক্লাব |
| (২২) | ১২।৫।৭। | ৰুক্মিণী হৰণ নাট | বাণীবদ্ধ আকাশবাণী, ডিব্ৰুগড় কেন্দ্ৰ |
| (২৩) | ১৪।৫।৭৭ | ৰামবিজয় | ডিব্ৰুগড়, বৰবৰুৱা |
| (২৪) | ৭।৬।৭৭ | চালি নাচ, দশাৱতাৰ | ডকুমেণ্টৰী কলিকতা, বোম্বাই |
| (২৫) | ৫।৭।৭৭ | ৰামবিজয়, চালি, ঝুমুৰা | চিত্ৰ গ্ৰহণ পাব্লিচিটি বিভাগ (অসম) |
| (২৬) | ২৪।৭।৭৭ | ৰামবিজয় | নামৰূপ (ডিব্ৰুগড়) |
| (২৭) | ২৯।১০।৭৭ | ,, | গুৱাহাটী বিশ্ববিদ্যালয় |
| (২৮) | ৪।১।৭৮ | ,, | চাহ বাগিচা (৭ খনত) |
| (২৯) | ১১।৩।৭৮ | ,, | অসম সাহিত্য সভা (গোলাঘাট) |
| (৩০) | ২১।৫।৭৮ | পাৰিজাত হৰণ | লেটুগ্ৰাম সত্ৰ, যোৰহাট |
| (৩১) | ১২।১১।৭৮ | ,, ,, | মৰিয়নি, যোৰহাট |
| (৩২) | ২ ।১১।৭৮ | কেলিগোপাল | যোৰহাট শঙ্কৰ মন্দিৰ |
| (৩৩) | ২৯।১২।৭৮ | ৰামবিজয় | দিনজান, ডিব্ৰুগড। |
| (৩৪) | ৬।১।৭৯ | ,, | আঞ্চলিক গৱেষণাগাৰ, যোৰহাট |
| (৩৫) | ১৮।৩।৭৯ | ,, | ৰবীন্দ্ৰভৱন, নতুন দিল্লী |
| (৩৬) | ২।১০।৭৯ | ,, | চাউলধোৱা, লক্ষীমপুৰ |
| (৩৭) | ৫।১০।৭৯ | চালিনাচ, দশাৱতাৰ | টীয়ক দুই নৈ মুখ |
| (৩৮) | ২১।৯।৮০ | চালিনাচ, দশাৱতাৰ আদি | জামুগুৰী, লক্ষীমপুৰ |
| (৩৯) | ১১।১০।৮০ | ৰামবিজয় | দেৰগাওঁ (যোৰহাট) |
| (৪০) | ২৪।১১।৮০ | ,, | যোৰহাট তৰাজান। |
| (৪১) | ২১।২।৮১ | ৰুক্মিণীহৰণ | যোৰহাট চেঙেলী গাওঁ |
| (৪২) | ২৬।২।৮১ | ৰামবিজয় | যোৰহাট বঙালপুখুৰী |
| (৪৩) | ৬।৪।৮১ | ,, | যোৰহাট কৃষি বিশ্ববিদ্যালয় |
| (৪৪) | ২৬।৪।৮১ | ,, | ডিব্ৰুগড় বিশ্ব হিন্দু সন্মিলন |
| (৪৫) | ৮।১০।৮১ | ,, | গুৱাহাটী শঙ্কৰ মন্দিৰ |
| (৪৬) | ৯।১০।৮১ | ,, | গুৱাহাটী বিশ্ববিদ্যালয় |
| (৪৭) | ১০।১০।৮১ | ,, | গুৱাহাটী, নাৰেঙ্গী |
| (৪৮) | ১১।১০।৮১ | ,, | গোৱালপাৰা আগিয়া |
| (৪৯) | ১২।১০।৮১ | ,, | গোৱালপাৰা শ্যামৰায় সত্ৰ |
| (৫০) | ১৭।১০।৮১ | ,, | গুৱাহাটী ৰূপনগৰ |
| (৫১) | ২৩।১০।৮১ | ৰুক্মিণী হৰণ | কাশী বিশ্ব সংস্কৃত সন্মিলন |

| | | | |
|---|---|---|---|
| (৫২) | ৪।১১।৮১ | ৰামবিজয় | কমলাবাৰী মিলন সঙ্ঘ |
| (৫৩) | ২৭।১১।৮১ | ,, | যোৰহাট নৰ্ম্মাল স্কুল |
| (৫৪) | ১৯।২।৮২ | ৰুক্মিণীহৰণ | পূৰ্ব্বাঞ্চল হিন্দু সন্মিলন, গুৱাহাটী |
| (৫৫) | ৩।৩।৮২ | কালিয় দমন | মাজুলী সাৰজ্ঞান সত্ৰ |
| (৫৬) | ৮।৪।৮২ | ৰুক্মিণীহৰণ | মাজুলী চামগুৰী সত্ৰ |
| (৫৭) | ২২।১০।৮২ | ৰামবিজয় | পাঞ্জাবী বিশ্ববিদ্যালয় |
| (৫৮) | ২৩।১০।৮২ | ,, | চণ্ডীগড় পাঞ্জাব |
| (৫৯) | ২৭।১০।৮২ | চালিনাচ, সূত্ৰধাৰ আদি | চণ্ডীগড় |
| (৬০) | ১২।১২।৮২ | চালিনাচ আদি | ৰবীন্দ্ৰভৱন গুৱাহাটী |
| (৬১) | ২০।৭।৮৪, ২৩।৭।৮৪ | ৰামবিজয় | উৰিষ্যাৰ কটক আৰু পশ্চিমবঙ্গ |

মন্তব্য— এই হিচাবটো ১৯৭৪ চনৰ পৰা ধৰা হৈছে। সত্ৰ স্থাপন হোৱা তাৰিখৰ পৰা ১৯৭ চনলৈকে ক'ত ক'ত কি কি সাংস্কৃতিক অনুষ্ঠান প্ৰদৰ্শন কৰা হৈছিল, তাৰ অভিলেখ নথকাত উল্লেখ কৰিব পৰা নহল। পূৰ্ব্বোক্ত হিচাবত আকৌ কিছুমান সাংস্কৃতিক কাৰ্য্যক্ৰমৰ হিচাব বাদ দিয়া হৈছে। ৰাসলীলা, অসমীয়া ভাওনা আদি এই অঙ্কীয়া ভাওনাৰ মাজত ধৰা হোৱা নাই।

## (৩ থ) ৰাষ্ট্ৰীয় পুৰস্কাৰপ্ৰাপ্ত বাদ্যবিদ সকলৰ চমু জীৱনী :—

মহাপুৰুষ দুজনা গুৰুৰ দ্বাৰা বিকশিত আৰু বদলা পদ্ম আতাৰ দ্বাৰা গৃহীত তথা সম্প্ৰসাৰিত সাংস্কৃতিক অনুষ্ঠানৰ কেন্দ্ৰস্থান শ্ৰীশ্ৰীকমলাবাৰী সত্ৰ। শ শ বছৰ ধৰি কমলাবাৰী সত্ৰত প্ৰখ্যাত তথা প্ৰবীন মহান শিল্পী সকলে শঙ্কৰী নাট্য, নৃত্য কলা অতি সযতনে শিক্ষা আৰু ৰক্ষা কৰি আৰু আনকো শিক্ষা দি কৃষ্ণৰ চৰণত ভক্তি অৰ্ঘ্য প্ৰদান কৰি আছিল। কিমানজন গুণী জ্ঞানী সঙ্গীতজ্ঞ শিল্পী ভকত আছিল, তাৰ নাম আৰু সংখ্যা উল্লেখ কৰা এতিয়া অতি কঠিন হ'ল; কাৰণ সেই সময়ত সেই সকলৰ মহৎ কাৰ্য্যৰ অভিলেখ ৰচনা কৰাত গুৰুত্ব দিয়া নাছিল। চৰকাৰী ভাবেও সেই সকলক স্বীকৃতি দিয়াৰ কোনো নীতি নাছিল। সত্ৰত সামূহিকভাৱে স্বীকৃতি লাভ কৰিছিল আৰু তেওঁলোকৰ বিদ্যা সমূহ সময়ে সময়ে কাৰ্য্য বিশেষে উদ্গীৰণ কৰি আনন্দ পাইছিল তথা সেই বিদ্যাসমূহ ভক্তিৰ কাৰণে "কৃষ্ণাৰ্পণমস্তু" হৈছিল। কিন্তু ক্ৰমে ক্ৰমে নাট্য নৃত্য কলাৰ প্ৰতি চৰকাৰেও মনোযোগ দিবলৈ ধৰে আৰু সাংস্কৃতিক বিভাগ এটি খুলি গুণী শিল্পীক স্বীকৃতি দিয়াৰ সিদ্ধান্ত গ্ৰহণ কৰে। কমলাবাৰী সত্ৰৰ সাংস্কৃতিক পাৰিজাত বৃক্ষৰ কতজন প্ৰস্ফুটিত পুষ্প ৰূপ গুণী জ্ঞানী শিল্পী ভকত মৰহি শুকাই গ'ল তাৰ সীমা নাই। কিন্তু সৌভাগ্যৰ কথা যে

কমলাবাৰী সত্ৰৰ সংস্কৃতি পাৰিজাত বৃক্ষৰ তিনিটি প্ৰস্ফুটিত পুষ্প অকালতে বা বিনা কাৰণতে মৰহি নগৈ সি স্থায়ীভাৱে বৈ গ'ল। প্ৰাক্তন প্ৰয়াত গুণী শিল্পীসকলৰ মান মৰ্য্যদা ৰক্ষা হ'ল। সেই বৃক্ষৰ তিনি পাহি পুষ্প হ'ল যথাক্ৰমে ৺মণিৰাম দত্ত বায়ন মোক্তাৰ, ৺বাপুৰাম বায়ন আতৈ আৰু শ্ৰীযুত ৰোমেশ্বৰ শইকীয়া বায়ন। কমলাবাৰী সত্ৰৰ বিশিষ্ট বাদ্যবিদ্, নৃত্যবিদ্ মহান্ শিল্পী তিনিওগৰাকীয়ে ৰাষ্ট্ৰীয় সঙ্গীত নাটক একাডেমীৰ ৰাষ্ট্ৰপতি পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হৈছে। এই সংবাদ কমলাবাৰী সত্ৰ তথা অসমৰ সত্ৰীয়া সঙ্গীত জগতৰ কাৰণে গৌৰৱৰ কথা। এই মহান্ তিনি গৰাকীৰ সংক্ষিপ্ত জীৱনী একোটি লিখি তেখেতসকলৰ কলা সঙ্গীতৰ অৱদানৰ সামান্য মাত্ৰ ঋণ পৰিশোধ কৰিবলৈ বিচৰা হৈছে। বয়স অনুপাতে, পুৰস্কাৰপ্ৰাপ্ত অনুপাতে শিল্পী তিনিজনাৰ জীৱনী লিখা হৈছে।

ক) —৺মণিৰাম দত্ত বায়ন মোক্তাৰ আতৈ :—

৺মণিৰাম দত্ত বায়ন মোক্তাৰ আতৈৰ জন্ম ১৮০৩ শকৰ বাইশ জেঠ শুক্ৰবাৰৰ দিনা। পিতৃৰ নাম ৺যোগাই বৰমেধি। জন্ম স্থান গোলাঘাট মহকুমাৰ গুড় যোগনীয়া মৌজাৰ খঙীয়া গাওঁ। তেতিয়াৰ কমলাবাৰী সত্ৰৰ এজনা প্ৰসিদ্ধ সংগীতবিদ্ ৺ৰূপাই পাঠক আতৈয়ে ১৮০৭ শকত মোক্তাৰ আতৈক সত্ৰলৈ আনি নিজৰ তত্ত্বাৱধানত ৰাখি গুৰু ভট্টিমা, দেৱ ভট্টিমা, গুণমালা, লীলা মালা আৰু স্তৱ ক্ৰমে সত্ৰীয়া গীত, বাদ্য, নৃত্য, ওজাপালি, নাম-লগোৱা, পাঠক বিদ্যা শিক্ষা দিয়ায়। অলপ দিনৰ ভিতৰতে (প্ৰায় বাৰবছৰৰ ভিতৰতে) সত্ৰৰ সমস্ত বিদ্যা মোক্তাৰ আতৈয়ে আয়ত্ত কৰিবলৈ সক্ষম হয়। ১৮১৯ শকত মোক্তাৰ আতৈয়ে সত্ৰীয়া বিদ্যা শেষ কৰে আৰু স্তৱ ক্ৰমে সত্ৰৰ বিষয় বাব চলায়। ১৮৩৪ শকত তেতিয়াৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰী৺চন্দ্ৰকান্ত দেৱ গোস্বামী প্ৰভুৰ মোক্তাৰ হয় আৰু মৃত্যু পৰ্য্যন্ত সেই পদতে থাকে। মোক্তাৰ আতৈৰ সত্ৰীয়া বিদ্যা সত্ৰতে আবদ্ধ হৈ নাথাকিল। তেখেতৰ বায়ন বিদ্যাৰ গুৰু ৺ভোলা বায়ন আতৈৰ সন্মান বৃদ্ধি হল। "অকপটে গুৰুসেৱা যি জনে কৰয়। গুৰুৰ সমান শক্তি শিষ্যত লভয়" বাণী সাৰ্থক হল। তেখেতৰ গুণ গৰীমা চৌদিশে বিয়পি গ'ল। গুণীৰ মোল বুজা মানুহ আছে। ৺সবিতা ৰাজা ৰাণী, ডঃ মহেশ্বৰ নেওগ, গোবিন্দ বিদ্যাৰ্থী, প্ৰদীপ চলিহা, পুৰুষোত্তম দাস, বীৰেণ ফুকন আদি কলাপ্ৰেমীসকলে মোক্তাৰ আতৈক সত্ৰৰ চৌহদৰ পৰা বাহিৰ উলিয়াই নিলে। মোক্তাৰ আতৈয়ে দিল্লী, চিলং, চিলচৰ, গুৱাহাটী, কোকৰাঝাৰ, নগাওঁ, তেজপুৰ, লক্ষীমপুৰ, যোৰহাট, শিৱসাগৰ, ডিব্ৰুগড় আদিত সত্ৰীয়া বাদ্য নৃত্য প্ৰচাৰ কৰিবলৈ

সুবিধা পালে। ১৯৭৭ আৰু ১৯৭৯ শকত দিল্লী ৰাজধানীত সত্ৰীয়া নৃত্য দেখুৱাই মোক্তাৰ আতৈ সকলোৰে প্ৰসংসাভাজন হয়। এনেকৈ মোক্তাৰ আতৈয়ে অসমৰ বাহিৰে ভিতৰে সত্ৰীয়া নৃত্য গীত প্ৰচাৰ কৰি অসমীয়া সংস্কৃতিৰ ঘাই সুঁতিটো বোৱাই দিছিল। তেতিয়াৰ অসম সঙ্গীত নাটক একাডেমীৰ যোগেদিও মোক্তাৰ আতৈয়ে সত্ৰীয়া সঙ্গীত কলা প্ৰচাৰ আৰু বিকাশ কৰিবলৈ সুবিধা পাইছিল। মোক্তাৰ আতৈক সকলো প্ৰকাৰে দিহা পৰামৰ্শ, সহায়-সহযোগিতা কৰাৰ ক্ষেত্ৰত ডঃ মহেশ্বৰ নেওগ ডাঙৰীয়াৰ বৰঙণি সততে উল্লেখনীয়। নেওগদেৱৰ অভাৱে বোধহয় সত্ৰীয়া সংস্কৃতি আয়ে ওৰণি গুচাব নোৱাৰিলেহেঁতেন। সৌভাগ্যৰ বিষয় যে ৰাইজৰ অকৃত্ৰিম স্বীকৃতি পোৱাৰ পিচতে মোক্তাৰ আতৈক মহৎ গুণত ভাৰত চৰকাৰেও (সঙ্গীত নাটক একাডেমীয়ে) চৰকাৰী স্বীকৃতি দিবলৈ বাধ্য হয়। সেয়ে ডঃ নেওগ ডাঙৰীয়াৰ অপৰিসীম প্ৰচেষ্টাৰ ফলত ১৯৬৩ চনৰ ১০ নবেম্বৰ তাৰিখে বিয়লি বেলা সত্ৰীয়া নৃত্যৰ ক্ষেত্ৰত তেতিয়াৰ ভাৰতৰ বিৰতীয়জনা ৰাষ্ট্ৰপতি ডঃ ৰাধা কৃষ্ণণৰ পৰা সঙ্গীত নাটক একাডেমীৰ সৰ্ব্বপ্ৰথম পুৰস্কাৰ নতুন দিল্লীত মোক্তাৰ আতৈয়ে গ্ৰহণ কৰে। পুৰস্কাৰৰ ভিতৰত এখন তাম্ৰ পত্ৰ, পাঁচ হাজাৰ টকাৰ এখন চেক্ আৰু চন্দন কাঠৰ কুন্দোৱা এটি দীঘলীয়া টেমাত ভৰোৱা এখন প্ৰশংসা-পত্ৰ। লগতে অন্যান্য দিল্লীৰ পৰা পৰিবৰ্ত্তী আহি আতৈয়ে বিভিন্ন ঠাইত প্ৰশংসা, অভিনন্দন লাভ কৰে। তাৰ ভিতৰত আমাৰ হাতত পৰা দেৰগাঁৱৰ অভিনন্দন পত্ৰ খনিৰ অবিকল শুদ্ধ পাঠটি ইয়াত তুলি দিয়া হ'ল।

### ৰাষ্ট্ৰীয় পুৰস্কাৰপ্ৰাপ্ত শ্ৰীমণিৰাম দত্ত মুক্তিয়াৰ দেৱলৈ আমাৰ হিয়া ভৰা অভিনন্দন

শ্ৰদ্ধাভাজন দেৱ!

আপুনিয়েই মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ কৃষ্টি আধুনিক যুগত সৰ্ব্ব ভাৰতীয় ৰূপত অসমৰ বাহিৰত প্ৰদৰ্শন কৰি অসমৰ নিজস্ব কলা কৃষ্টি ভাৰতবৰ্ষৰ অন্যান্য প্ৰদেশৰ মানুহক দেখুৱাই অসমক আগবঢ়াই নিছে। আপোনাৰ কাৰণেই আজি আমি অসমবাসী এই বিষয়ত গৌৰবান্বিত।

আজি আমি দেৰগঞা ৰাইজে আপোনাক দিবলৈ একো নাই-আছে মাথো অন্তৰৰ শুভেচ্ছা আৰু অভিনন্দন।

হে দেৱ!

আপোনাৰ এই মহান্ প্ৰচেষ্টা আৰু সদ ইচ্ছাত অসমবাসী আপোনাৰ ওচৰত কৃতজ্ঞ। আপোনালৈ শত কোটি প্ৰণাম আৰু শুভেচ্ছাৰে—

আপোনাৰ গুণমুগ্ধ "দেৰগাওঁ ইউনাইটেড ষ্টেজ্ আৰ্টিষ্টছ" আৰু "কল্পতৰু" সাংস্কৃতিক অনুষ্ঠানৰ শিল্পী সকলৰ হৈ—

শ্ৰীখনীন কাকতী
শ্ৰীদুলাল বৰদলৈ
দেৰগাওঁ ২৬।৬।৬৬
০ ০

মোক্তাৰ আতৈয়ে ১৯৬৪ চনৰ প্ৰথম ভাগতে সত্ৰীয়া নৃত্যৰ বোল বিলাক লেখাবলৈ আৰম্ভ কৰে ইয়াৰ গুৰি ধৰিছিল ডঃ মহেশ্বৰ নেওগ ডাঙৰীয়াই। তাৰে ফলশ্ৰুতি ' স্বৰূপে সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল" নামৰ ডঃ নেওগৰ দ্বাৰা সম্পাদিত অসমৰ প্ৰথম আৰু বৃহত্তম গ্ৰন্থখনিয়ে আত্মপ্ৰকাশ কৰে। মোক্তাৰ আতৈৰ ভালেকিজন গুণী-জ্ঞানী মহাশিল্পী শিষ্য আছিল আৰু এতিয়াও ভালেকিজন জীৱিত। সিজনাৰ শিষ্যসকলৰ ভিতৰত সৰ্ব্বপ্ৰধান আছিল ক্ৰমে সৰ্ব্বশ্ৰী নিত্যানন্দ বায়ন, ৺পৰমানন্দ বায়ন ( এখেত আলধৰাও আছিল , দেৱানন্দ বায়ন, শ্ৰীধৰ বৰুৱা, ৰোমেশ্বৰ শইকীয়া বায়ন, ঘনকান্ত বৰা বায়ন ( এখেতো আলধৰা আছিল ) আদি। এখেতসকলৰ উপৰিও মোক্তাৰ আতৈৰ অনেক শিষ্য সত্ৰৰ ভিতৰে বাহিৰে পৰিপূৰ্ণ আছিল। এখেতে জীৱিত কালতে সত্ৰীয়া বিদ্যাখিনি পৰৱৰ্ত্তী সকলক দি যাবলৈ বৰ ইচ্ছা কৰিছিল আৰু নিজৰ বৰপুতেকৰ দৰে ভবা ডঃ মহেশ্বৰ নেওগ ডাঙৰীয়াক কথাটো জনাইছিল। কিন্তু কালৰ কুটিলা গতি। সেই আশা সম্পূৰ্ণে ফলৱতী নহ'ল। মোক্তাৰ আতৈয়ে ৮৫ বছৰ পৰমায়ু লাভ কৰি ১৮৮৮ শকৰ আঘোণ মাহত সংগ্ৰামী শিল্পী কলা প্ৰেমিকক কন্দুৱাই চিৰদিনৰ কাৰণে বিদায় ল'লে। কিন্তু থৈ গল সিজনাৰ কীৰ্ত্তি। সেইবাবেই শাস্ত্ৰত ধ্বনিত হৈছে "কীৰ্ত্তিৰ্যস্য স জীৱতি" অৰ্থাৎ যিজনাৰ কীৰ্ত্তি আছে, তেওঁেই জীয়াই আছে।"

(খ)— ৺বাপুৰাম বায়ন আতৈ : -

প্ৰসিদ্ধ সত্ৰীয়া সঙ্গীত শিল্পী ৺বাপুৰাম বায়ন আতৈ মাজুলীৰ কমলাবাৰী সত্ৰৰ ওচৰৰ বামুণ গাঁৱত ১৮১০ শকৰ শাওণ মাহৰ ১৫ তাৰিখে শুক্ৰবাৰে জন্ম হৈছিল। তেখেতৰ পিতৃৰ নাম আছিল ৺কৃষ্ণৰাম ঘিউঁবৰুৱা আৰু মাতৃৰ নাম আছিল ৺ভগৰ বৰুৱা। বায়ন আতৈৰ জন্মৰ এঘাৰ মাহৰ পিচতেই মাতৃবিয়োগ হয়। পাচ বছৰ বয়সতে তেখেতৰ মোমায়েক ৺লক্ষ্মীকান্ত আতৈয়ে কমলাবাৰী সত্ৰলৈ আনি নিজৰ বহাতে ৰাখে আৰু নিজৰ তত্ত্বাৱধানত পোহপাল দিয়ে। সেই সময়ত

কমলাবাৰী সত্ৰৰ অধিকাৰ আছিল বৈষ্ণৱ ধৰ্ম্ম আৰু কলা সংস্কৃতিৰ পৃষ্ঠপোষক শ্ৰীশ্ৰী৺লক্ষ্মীকান্ত দেৱ গোস্বামী প্ৰভু। বায়ন আতৈক সত্ৰাধিকাৰ প্ৰভুৱে বৰ মৰম কৰিছিল।

শৈশৱ অৱস্থাত ল'ৰাবিলাক খেলা-ধূলাত ব্যাপ থাকিলেও বায়ন আতৈক নিজৰ মোমায়েকে তেনে কাৰ্য্যত বেছিভাগ সময় কটাবলৈ দিয়া নাছিল। সত্ৰলৈ অনাৰ পিচত সত্ৰৰ পৰম্পৰা নীতি অনুসৰি সৰু অৱস্থাৰ পৰাই গুৰু ভটিমা, গুণমালা, লীলামালা, চপয়, টোটয় আৰু অন্যান্য শিক্ষা দিয়া হৈছিল। সেই সময়ত অসমত বিদ্যালয়ৰ সংখ্যা আঙুলিৰ মূৰত লেখিব পৰা অৱস্থাত আছিল। এতেকে প্ৰাথমিক বিদ্যা শিকিবৰ কাৰণে সত্ৰীয়া ইচ্ছুক ভকতৰ ল'ৰাক সত্ৰৰ যি কোনো এজন নিপুণ ভকতৰ ওচৰত বৰ্ণমালা শিকোৱা হৈছিল। সেইমতে বায়ন আতৈক সেই সময়ৰ বিখ্যাত সঙ্গীতজ্ঞ পুৰুষ আৰু অসমৰ ৰজা পুৰন্দৰ সিংহৰ পৰা পুৰস্কাৰপ্ৰাপ্ত ৺ৰূপিৰাম ওজা আতৈৰ ওচৰত বৰ্ণমালা শিকিবলৈ দিয়া হৈছিল। এনেকৈ প্ৰাথমিক বিদ্যা শেষ কৰি বায়ন আতৈক সত্ৰীয়া সঙ্গীত কলা বিদ্যা ৺ওজা আতৈৰ ওচৰতে শিকিবলৈ দিয়া হয়। ইয়াৰ পিচত ক্ৰমানুসাৰে ৺ভকতৰাম ওজা আতৈ আৰু ৺লোকাই গায়ন আতৈৰ ওচৰত সূত্ৰধাৰ আৰু ওজাপালি বিদ্যা আয়ত্ত কৰে। সত্ৰৰ সমস্ত ধেমালি যেনে বৰ-ধেমালি, ঘোষা-ধেমালি, ৰাম-ধেমালি, ন-ধেমালি, চো-ধেমালি প্ৰমুখ্যে বৰ আৰু সৰু ধেমালিবোৰ আৰু শঙ্কৰ-মাধৱদেৱৰ ৰচিত বাৰছোৱা অঙ্কীয়া নাট সমূহ আয়ত্ত কৰে আৰু তাৰ ব্যৱহাৰ কৰিবলৈ শিকে। তদুপৰি সত্ৰাধিকাৰ সকলে ৰচনা কৰা ঝুমুৰীয়া নাট সমূহ আয়ত্ত কৰে। এনেকৈ নাট, গীত, বাদ্যাদি শিকি আতৈ পৰিপক্ক হয় আৰু সেইবিলাক আগত ৰখাকৈয়ে বায়ন আতৈয়ে নাট পৰিচালনা কৰিব পৰা শক্তি আহৰণ কৰে। সত্ৰীয়া গীত বাদ্য নৃত্যাদিত আতৈৰ পাণ্ডিত্যৰ কথা নকলেও হয়। দুজনা গুৰু ৰচিত মহাপুৰুষীয়া শাস্ত্ৰৰাজীৰ ওপৰতো বায়ন আতৈৰ সৰ্ব্বতোপ্ৰকাৰ দখল আছিল। সকলো গীত পদ আতৈয়ে (শ্লোক সমন্বিতে) অনৰ্গল মুখস্থ মাতিব পাৰে। বায়ন আতৈৰ বাক শক্তিও আছিল বিস্ময়কৰ। বায়ন আতৈ ভাও দিয়াটো আছিল পাকৈত। সত্ৰৰ সকলো নাটতে মুখ্য ভাও দিয়াৰ উপৰিও অঙ্কীয়া, ঝুমুৰীয়া আৰু ধুৰা ভাওনাত সূত্ৰধাৰৰ ভূমিকাত সৰহভাগ অৱতীৰ্ণ হৈছিল। এনেকৈ বায়ন আতৈয়ে সত্ৰীয়া সাংস্কৃতিক জীৱনত ওতঃপ্ৰোতঃভাৱে জড়িত হৈ সকলো কাৰ্য্যতে অগ্ৰণী হোৱাৰ সুবিধা লাভ কৰিবলৈ সক্ষম হয়।

বায়ন আতৈয়ে ১৯১৭ চনত এটি চাৰ্কাছ দল (পাৰ্টি) সংগঠন কৰে। সেই সময়ৰ মাজুলী আৰক্ষী থানাৰ ভাৰপ্ৰাপ্ত বিষয়া শ্ৰীগোলাপ চন্দ্ৰ হাজৰিকাৰ অনুৰোধক্ৰমে আৰক্ষী চাহাব বাহাদুৰৰ সন্মানাৰ্থে বায়ন আতৈৰ দলটোৱে ২৮।১২।১৯১৮ তাৰিখে ৰাতি চাৰ্কাছ প্ৰদৰ্শন কৰি ভূয়সী প্ৰশংসা লাভ কৰে। এনেকৈ সত্ৰৰ ভিতৰত আৰু সত্ৰৰ বাহিৰত চাৰ্কাছ প্ৰদৰ্শন কৰি নানাবিধ অদ্ভুত কৌশল দেখুৱাই সকলোকে চমক লগাইছিল। দলটোৰ লোকখিনি সত্ৰৰ ভকতেই আছিল।

বায়ন আতৈ কেৱল নিজেই সঙ্গীতজ্ঞ হৈ নিজৰ মাজতে সম্পদখিনি আৱদ্ধ নাৰাখি আনকো তাৰ সোৱাদ উপভোগ কৰিবলৈ দিছিল। তেখেতে সত্ৰৰ সৰ্ব্বশ্ৰী দেবেন্দ্ৰ নাথ বুঢ়াভকত, ভৃগুৰাম শইকীয়া, নাৰায়ণ বায়ন, সোমেশ্বৰ নামলগোৱা, চেনীৰাম শইকীয়া, মণিৰাম পাঠক, গোপীনাথ বায়ন, হৰিনাথ শইকীয়া, সুনন্দ গায়ন, প্ৰফুল্ল শইকীয়া, শৈলেন্দ্ৰ শইকীয়া, চন্দ্ৰ নাথ বৰা আদিক বায়ন বিদ্যা, ওজাপালি বিদ্যা আৰু সূত্ৰধাৰী নৃত্য শিক্ষা দিয়ে। তদুপৰি আতৈয়ে কামৰূপ জিলাৰ বৰপেটাৰ সুন্দৰীদিয়া সত্ৰৰ নিমন্ত্ৰণক্ৰমে ১৮৮৬ শকত সেই সত্ৰলৈ গৈ তাত তিনিমাহ থাকি সত্ৰৰ সাতজন ভকতক ওজা পালি শিক্ষা দিয়েগৈ। সেই সাতজন ভকতৰ নাম যথাক্ৰমে সৰ্ব্বশ্ৰী বলভদ্ৰদেৱ অধিকাৰী, সুৰেন্দ্ৰ নাথ ওজা, দয়াল দেউৰী, কুলধৰ দাস, মহানন্দ দেউৰী, খনীন্দ্ৰ নাথ ওজা আৰু গুনীন্দ্ৰ নাথ ওজা। শ্ৰীযুত অধিকাৰীয়ে আমালৈ লিখিছিল এনেকৈ (৬।৫।৭৬ তাং) "আমি পোনতে শ্ৰদ্ধাভাজন শ্ৰীযুত বায়ন বুঢ়াভকতলৈ আমাৰ সত্ৰৰ বিশেষকৈ সাতজনৰ হৈ আমি শ্ৰদ্ধা যাচিছোঁ। তেওঁ আমাক স্বৰগৰ বস্তুৰ আভাস দিছিল। আমাৰ যোগ্যতা নোহোৱা বাবে আমি ৰাখিব নোৱাৰিলোঁ। এতিয়াও কিঞ্চিৎমান হলেও শ্ৰদ্ধাস্পদ বুঢ়াভকতৰ নাম স্মৰি তিথি মহোৎসৱ, বিহু পৰ্ব্ব আদিৰ ওপৰঞ্চিকৃত বিষয় হিচাবে বিয়লি প্ৰসঙ্গৰ আগতে ওজা-পালি গাই থকা হয়।" ইত্যাদি।

১৯২০ চনত বায়ন আতৈক মাজুলীৰ ভোগপুৰ সত্ৰলৈকো সাংস্কৃতিক শিক্ষা দিবৰ কাৰণে নিমন্ত্ৰণ ৰক্ষা কৰি গৈছিল। তাত তেখেতে ৺মুহিৰাম ওজাক ওজাপালি ৺গোপাল আতৈক বায়ন শিক্ষা আৰু শ্ৰীবহ্ন আতৈ প্ৰমুখে অন্যান্য ভকতক সঙ্গীত বিদ্যা শিক্ষা দিছিল। ইয়াতেই আৱদ্ধ নাথাকি তেখেতে গড়মূৰ সত্ৰতো ৰাসী-লীলা, সূত্ৰধাৰ নৃত্য আদি শিকাইছিল। তেখেতলৈ সত্ৰাধিকাৰ ৺পীতাম্বৰ দেৱ গোস্বামী আৰু শ্ৰীচাৰু কাকতিয়ে দিয়া নিমন্ত্ৰণী পত্ৰৰ পূৰ্ণ পাঠ তলত দিয়া হ'ল।

(১) শ্ৰীহৰিঃ

শুভাশীৰ্ব্বাদ

শ্ৰীযুক্ত বাপুৰাম বায়ন আতৈ মহোদয়েষু,

প্ৰিয় আতৈ! পত্ৰ বাহক বায়নৰ মুখে সকলো বুজি আহি সহায় কৰিবহি। লগতে অন্যান্য কথাও অলপ আছে।

ইতি,

স্বা/ শ্ৰীগড়মূৰীয়া গোস্বামী
২৪ বহাগ, ১৮৭৩।

(২) মাননীয় শ্ৰীযুত বাপুৰাম বায়ন আতৈৰ সমীপেষু,

বিশেষ আমাৰ গড়মূৰ বংশীগোপাল নাট্য সমিতিৰ যোৱা ২১।৯।৬০ তাৰিখৰ সভাৰ সিদ্ধান্ত অনুসৰি আগন্তুক ৰাস উৎসৱলৈকে ধৰি আপোনাক থাকী থকা সাংস্কৃতিক গায়ন বায়ন নৃত্যশিক্ষা দিবৰ কাৰণে আপোনাক সমিতিয়ে অনুৰোধ জনাইছে। এই বিষয়ে আপোনাৰ ওচৰলৈ সত্ৰৰ পৰা ৩ জন প্ৰতিনিধি পঠোৱা হল। আপোনাৰ থকা খোৱা সম্পূৰ্ণ খৰছ নাট্য সমিতিয়ে বহন কৰিব। আৰু তদাৰক কাৰিবৰ আৰু পৰিচৰ্য্যা কৰিবৰ কাৰণেও ব্যৱস্থা কৰা হৈছে।

সেই গতিকে আপোনাক বিনীতভাৱে অনুৰোধ জনাওঁ অন্তত: ২ দিনৰ পৰা ধৰি ৰাসলৈকে এই সম্পূৰ্ণ কেইদিনৰ কাৰণে আহি আৱশ্যকীয় শিক্ষাদান দি অনুগৃহীত ও কৃতাৰ্থ কৰেহি যেন।

ইতি,

বিনীত

স্বা:/শ্ৰীচাৰু চন্দ্ৰ কাকতি
চেক্ৰেটৰী,
বংশীগোপাল নাট্য সমিতি
পোঃ গড়মূৰ—মাজুলী
২১।৯।৬০।

বায়ন আতৈয়ে সত্ৰত দুবাৰ কি তিনিবাৰমান থাকি ৰাসলীলা, গায়ন-বায়ন, নৃত্যাদিৰ শিক্ষা দিছিল। গড়মূৰ সত্ৰৰ লগত সেই বাবেই আতৈৰ অতি ঘনিষ্ঠ সম্পৰ্ক গঢ়ি উঠিছিল। গড়মূৰ সত্ৰত ১৯৬০ চনত উৎযাপিত শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মোৎসৱ সভাত গুৰুজনাৰ চৰিত পাঠ কৰিবৰ কাৰণেও বায়ন আতৈ নিৰ্ব্বাচিত হৈছিল। সেই সম্পৰ্কে নিমন্ত্ৰণি পত্ৰৰ পূৰ্ণ পাঠ তুলি দিয়া হল।

মাননীয়

শ্ৰীযুত বাপুৰাম বায়ন আতাদেৱৰ সমীপেষু,

শ্ৰদ্ধেয় আতাদেৱ।

আগন্ত ১৪ আহিন ইং ৩০ চেপ্তেম্বৰ শুক্ৰবাৰে শ্ৰীমন্ত শঙ্কৰ গুৰুৰ ৫১২ তম জন্মবাৰ্ষিকী উৎসৱ গড়মূৰ হৰিমন্দিৰত গ্ৰামালোক ১৭ খন গাঁৱৰ ৰাইজে সন্মিলিতভাৱে পাতিবলৈ স্থিৰ কৰা হৈছে।

এই উৎসৱৰ ৰাজহুৱা সভাত গুৰুজনাৰ চৰিত্ৰ পাঠ ক'ৰবৰ আশাৰে আমাৰ অভ্যৰ্থনা সমিতিয়ে আপোনাক নিমন্ত্ৰণ জনালো। আশা-কৰো এই গুৰুভাৰ গ্ৰহণ কৰি আমাক উৎসাহিত কৰিবহি।

ইতি

বিনীত

স্বাঃ / শ্ৰীদেৱকান্ত ভূঞা,

সম্পাদক

স্বাঃ/ শ্ৰীকনক চন্দ্ৰ দত্ত } যুঃ সঃ
" শ্ৰীগজেন তামুলী }

অভ্যৰ্থনা সমিতি

শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মোৎসৱ সমিতি

গড়মূৰ সত্ৰ, ৭ আহিন

২৩।৯।৬০।

বায়ন আতৈৰ সংস্কৃতিৰ পাণ্ডিত্য চৌদিশে বিয়পি পৰিছিল। অসমৰ উল্লেখযোগ্য সত্ৰ কেইখনত শঙ্কৰী নাট্য নৃত্য কলাৰ বিকাশ তথা শিক্ষা দিয়াৰ কাৰণে বায়ন আতৈৰ গুণ যশ অসমৰ ইমূৰৰ পৰা সি-মূৰলৈকে বিয়পি গল। গুণীলোকৰ মান সদায় আছে। গুণৰ মোল বুজি তেতিয়াৰ অসম সঙ্গীত নাটক একাডেমীয়ে বায়ন আতৈক সক্ৰিয় সদস্য কৰি লয়। নতুন কমলাবাৰী সত্ৰতো তেখেত সঙ্গীত কলা সমিতিৰ সম্পাদক আছিল। সেই সুযোগতে বায়ন আতৈয়ে ১৯৫৩ চনৰ ১৪ জুন তাৰিখে আৰু ১৯৫৪ চনতে অনুষ্ঠিত সঙ্গীত নাটক একাডেমীৰ ছিলং আৰু নগাওঁ অধিবেশনত সত্ৰৰ পৰা এটি সাংস্কৃতিক দল নি নৃত্যগীত প্ৰকাশ কৰিছিল। নগাঁৱৰ সাংস্কৃতিক প্ৰতিযোগিতাতো তেখেতে প্ৰতিযোগী হিচাবে গৈছিল। সেই সময়তে বায়ন আতৈয়ে প্ৰখ্যাত সঙ্গীত শিল্পী ৺উদয় শঙ্কৰক লগ পায়। বায়ন আতৈৰ প্ৰতিভা দেখি উদয় শংকৰ অভিভূত হৈ পৰে আৰু তাতেই বায়ন আতৈৰ ভৰি চুই সেৱা জনাই

সকলোকে আচৰিত কৰি তোলে। এই কাৰ্য্য ঘটিছিল ছিলং অধিবেশনত। সেই অধিবেশনত বায়ন আতৈয়ে ওজাপালি নৃত্য নিজে পৰিবেশন কৰি সকলোকে মোহিত কৰে। তেতিয়াৰ একাডেমীৰ অবৈতনিক সম্পাদিকা বিজনী ৰাণী সবিতা বালা দেৱীৰ নিমন্ত্ৰণক্ৰমে বায়ন আতৈ ১৯৫৫ চনৰ ৭ জুলাই তাৰিখে ছিলঙলৈ গৈ তাত সত্ৰীয়া ওজাপালি পৰিবেশন কৰিছিল আৰু সেইবিলাক বিভাগীয় তৰফৰ পৰা বাণীবদ্ধ কৰি ৰখা হৈছিল। এনেকৈ বায়ন আতৈয়ে সত্ৰীয়া সঙ্গীতৰ দিশত বহুতো অৰিহণা যোগালে। নিজেও বাহিৰলৈ ওলায় গৈ তাৰ সোৱাদ আনকো বিলাই দিলে। নতুন কমলাবাৰীৰ সাংস্কৃতিক দিশত বায়ন আতৈৰ অৰিহণা অবিস্মৰণীয়। বায়ন আতৈৰ সত্ৰীয়া সঙ্গীত প্ৰতিভা আৰু সত্ৰৰ হৈ প্ৰদৰ্শন কৰা সঙ্গীতানুষ্ঠানত মুগ্ধ হৈ নতুন কমলাবাৰী সত্ৰক অসম সঙ্গীত নাটক একাডেমীয়ে এখন প্ৰমাণ—পত্ৰও দিছিল। অসম সঙ্গীত নাটক একাডেমী কিবা কাৰণত বন্ধ হৈছিল যদিও বায়ন আতৈয়ে কলা সঙ্গীতৰ বিকাশত নতুন কমলাবাৰী সত্ৰক অৰিহণা যোগাই আছিল।

বায়ন আতৈৰ এটা মূৰঘূৰণি ব্যাধিৰ বাদে অন্য ব্যাধি প্ৰায় নাছিলেই। কিন্তু ১৯৭৮ চনত প্ৰস্ৰাৱত তেজ পৰা ব্যাধি এটাই লগ লৈছিল। পিচে সৌভাগ্যৰ কথা যে যোৰহাটৰ দৈনিক জনমভূমি কাকতৰ কলা সাংবাদিক শ্ৰীযুত প্ৰমোদ বৰদলৈৰ (চদম নাম অঘৰী) যত্নত তথা কলা প্ৰেমৰ গুণত বায়ন আতৈৰ সুচিকিৎসাৰ কাৰণে তেতিয়াৰ যোৰহাটৰ চিকিৎসা বিষয়া গৰাকী (চিভিল চাৰ্জ্জন) আৰু উপাযুক্ত গৰাকীয়ে ব্যৱস্থা গ্ৰহণ কৰে। সত্ৰলৈ দুবাৰ চৰকাৰীভাৱে দুজনকৈ চিকিৎসকো পঠোৱা হৈছিল আৰু যোৰহাটতো বিনামূল্যে চিকিৎসাৰ ব্যৱস্থা কৰা হৈছিল। সুচিকিৎসাৰ কাৰণে বায়ন আতৈৰ সেই ব্যাধি নিৰ্ম্মূল হৈছিল। বায়ন আতৈৰ আৰোগ্য লাভত পূৰ্ব্বোক্ত তিনিও গৰাকী সদাশয় ব্যক্তিৰ অৰিহণা উল্লেখনীয় আৰু সেই সহায় সত্ৰই কেতিয়াও পাহৰিব নোৱাৰে। ১৯৭৬ চনত বায়ন আতৈক কলা সাংবাদিক শ্ৰীযুত বৰদলৈয়ে সত্ৰতে লগ ধৰিছিল আৰু আতৈৰ সঙ্গীত প্ৰতিভাত মুগ্ধ হৈ আতৈক বাতৰি কাকতৰ পোহৰলৈ অনাৰ চেষ্টা কৰে। আতৈৰ পূৰ্ব্বৰ কলাসঙ্গীতৰ অৰিহণাৰ ওপৰত ভেজা দি শ্ৰীযুত বৰদলৈয়ে দৈনিক জনমভূমিত চোকা লেখনী ধৰে। ৰজাঘৰে আৰু প্ৰজাঘৰে আতৈৰ প্ৰতিভা মহত্ব অতি সুন্দৰকৈ তেতিয়া বুজিবলৈ সুবিধা পালে। অসমৰ সাংস্কৃতিক বিভাগে আৰু চিকিৎসা বিভাগে বায়ন আতৈৰ ওপৰত চকু দিবলৈ বাধ্য হয়। বিভিন্ন প্ৰকাৰৰ গছ-গছনিৰে ভৰা অৰণ্যৰ মাজত যদি এজোপা চন্দন গছ বা এজোপা সুগন্ধী ফুল গছ থাকে, তাৰ

মোল বুঢ়া মানুহে সকলো গছ এৰি, তালৈ পিঠি দি সেই চন্দন বা সেই ফুল কাটি চিঙি তাৰ সুঘ্ৰাণ উপভোগ কৰে। ঠিক বায়ন আতৈৰ ক্ষেত্ৰতো তেনেদৰেই হ'ল। অসমৰ বিভিন্ন সাংস্কৃতিক অনুষ্ঠান ভাৰত আৰু ভাৰতৰ বাহিৰৰ অনুষ্ঠানেও বায়ন আতৈৰ প্ৰতিভা বুজি পালে আৰু তেখেতক মান-পত্ৰ, ফুলাম গামোচা আৰু ধনেৰে সম্বৰ্দ্ধনা জনালে। বায়ন আতৈক সৰ্ব্বপ্ৰথম সন্মান জনোৱা অনুষ্ঠানটোৰ নাম হল মাজুলী কমলাবাৰীৰ 'সঙ্গীতা' নামৰ সাংস্কৃতিক অনুষ্ঠান। উক্ত অনুষ্ঠানটোৰ গুৰি ধৰিছিল স্থানীয় সঙ্গীত-সেৱী শ্ৰীযুত তৰুণ বৰুৱা আৰু শ্ৰীযুত মনোৰঞ্জন সেনে। মাজুলী মিলন সংঘত আনুষ্ঠানিকভাৱে "সঙ্গীতা" ই বায়ন আতৈক ২।১০।৭৭ তাৰিখে এখন মান-পত্ৰ আৰু এখন ফুলাম গামোচাৰে সম্বৰ্দ্ধনা জ্ঞাপন কৰে। বায়ন আতৈৰ সেয়ে সম্বৰ্দ্ধনাৰ শুভাৰম্ভ। বায়ন আতৈক সম্বৰ্দ্ধনা জনাই 'সঙ্গীতা' ধন্যবাদৰ পাত্ৰ হল। তাৰ কাৰণে সত্ৰয়ো 'সঙ্গীতা'ৰ ওচৰত চিৰঋণী হৈ ৰ'ল।

দ্বিতীয়তে যিখন গড়মূৰ সত্ৰত বায়ন আতৈয়ে ৰাসলীলা আৰু গায়ন বায়ন নাচ গীত মাত শিকাই সত্ৰৰ শিল্পী সকলক জাকত জিলিকা কৰিলে সেই গড়মূৰ সত্ৰৰ সমূহ বৈষ্ণৱ, শিল্পীপ্ৰাণ ব্যক্তিসকলে বংশীগোপাল নাট্য সমিতিৰ যোগেদি ১।১।৭৮ তাৰিখে বায়ন আতৈক এখন মান-পত্ৰ আৰু এখন ফুলাম গামোচাৰে সম্বৰ্দ্ধনা জনায়।

তৃতীয়তে "সদৌ অসম শিল্পী দিৱস সমিতি"য়ে গুৱাহাটী ৰবীন্দ্ৰ ভৱনত বায়ন আতৈক (২০।১।৭৮ তাং) এটি ৰৌপ্য প্ৰতীকেৰে সম্বৰ্দ্ধনা জনায়। সমিতিৰ উপদেষ্টা আন্তৰ্জ্জাতিক খ্যাতিসম্পন্ন গীতিকাৰ সুৰকাৰ ডঃ ভূপেন হাজৰিকাই নিজে সেই প্ৰতীক প্ৰদান কৰি বায়ন আতৈৰ ভৰি চুই সেৱা জনোৱাটো সকলোৰে কাৰণে এটি বিস্ময়জনক কথা। সমিতিৰ সভাপতি শ্ৰীযুত ফণী তালুকদাৰ আৰু সম্পাদক শ্ৰীযুত সুৰেণ দত্তই অনুষ্ঠানৰ গুৰি ধৰিছিল।

চতুৰ্থতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক আৰু ছাত্ৰ-ছাত্ৰী সকলে ২৪।১।৭৮ তাৰিখে বায়ন আতৈৰ সঙ্গীত প্ৰতিভাৰ মূল্য বুজি পাই এখন পিতলৰ দ'ল শৰাই আৰু এখন ফুলাম গামোচাৰে সন্মান জনাই সম্বৰ্দ্ধনা জ্ঞাপন কৰে। এই অনুষ্ঠানৰ গুৰি ধৰিছিল ডঃ মহেশ্বৰ নেওগ ডাঙৰীয়াই।

পঞ্চমত এনেকৈ বায়ন আতৈ সম্বৰ্দ্ধিত হোৱাত অসমৰ সাহিত্য সংস্কৃতিৰ অদ্বিতীয় অনুষ্ঠান "অসম সাহিত্য সভা"ৰ দৃষ্টিগোচৰলৈ আহে আৰু বায়ন আতৈৰ সংস্কৃতিৰ অমূল্য অৱিহণাৰ বিনিময়ত সাহিত্য সভাৰ

গোলাঘাট অধিবেশনত এখন মান-পত্ৰ আৰু এখন ফুলাম গামোচাৰে সম্বৰ্দ্ধনা জ্ঞাপন কৰে। লগত ৭ খন কিতাপো আছিল, কিতাপবোৰ এটা টোপোলা কৰি বান্ধি দিয়া হৈছিল। কিতাপবোৰ হ'ল (১) অসমীয়া সঙ্গীতৰ ঐতিহ্য (২) নৃত্যৰ চমু আভাস (৩) অনন্দৰাম ঢেকীয়াল ফুকন (৪) কামৰূপীয় লোকগীত সংগ্ৰহ (৫) অসমৰ খনিজ সম্পদ (৬) বাতবিৰ বিভূতি আৰু (৭) ৰাসায়নিক আৱিষ্কাৰ আৰু আমি। কিতাপবোৰ অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত।

ষষ্ঠত ৯।৪।৭৮ তাৰিখে মাজুলীৰ নতুন কমলাবাৰী সত্ৰৰ সমূহ বৈষ্ণৱে বিখ্যাত "শঙ্কৰী কলাকৃষ্টি বিকাশ সমিতি"ৰ জৰিয়তে এখন মান-পত্ৰ আৰু এখন ফুলাম গামোচাৰে সম্বৰ্দ্ধনা জ্ঞাপন কৰে। ইয়াৰ গুৰি ধৰিছিল সমিতিৰ সভাপতি শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী আৰু সম্পাদক শ্ৰীঅকণ চন্দ্ৰ গায়নে। মান-পত্ৰ প্ৰদান কৰিছিল ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক ডঃ কেশৱানন্দ দেৱ গোস্বামীয়ে।

সপ্তমত ৪।১০।৭৮ তাৰিখে চাৰিগাঁও প্ৰাথমিক শ্ৰীমন্ত শঙ্কৰদেৱ সংঘাই বায়ন আতৈক এখন সম্বৰ্দ্ধনা মান-পত্ৰ আৰু এখন ফুলাম গামোচাৰে অভিনন্দিত কৰে। ইয়াৰ গুৰি ধৰিছিল সৰ্ব্বশ্ৰী জগন্নাথ বৰুৱা, দুৰ্ব্বা বৰা, হেমচন্দ্ৰ দত্ত, মোক্ষেশ্বৰ শইকীয়া, সোমনাথ বৰা আৰু চন্দ্ৰনাথ বৰাই।

অষ্টমত ১৯। ১।৭৮ তাৰিখে কেন্দুগুৰি শাখা সাহিত্য সভাই (যোৰহাট) সভাপতি শ্ৰীযুত উপেন্দ্ৰ নাথ বৰা, সম্পাদক শ্ৰীযুত সুৰেন্দ্ৰ নাথ ভৰালী আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীযুত নৰেন্দ্ৰ নাথ দত্ত, সম্পাদক শ্ৰীযুত লীলাধৰ বৰাৰ নেতৃত্বত বায়ন আতৈক এখন মান-পত্ৰ আৰু এখন গামোচাৰে সম্বৰ্দ্ধনা জ্ঞাপন কৰা হয়।

নৱমত অসমৰ খ্যাতিসম্পন্ন ভাষা সাহিত্য সংস্কৃতিৰ অনুষ্ঠান সমূহে এনেকৈ বায়ন আতৈক অভিনন্দন জ্ঞাপন কৰাত তাৰ প্ৰতিধ্বনি দিল্লীত উঠিলগৈ। সেয়ে সৌভাগ্যৰ কথা যে নতুন কমলাবাৰী সত্ৰৰ এই বয়োজ্যেষ্ঠ মহান শিল্পীজনাক ৰাষ্ট্ৰীয় সংগীত নাটক একাডেমীয়ে তেতিয়াৰ ৰাষ্ট্ৰপতি নীলম সঞ্জীবা ৰেড্ডীৰ হাতেৰে এখন তাম্ৰ-পত্ৰ আৰু নগদ পাঁচ হাজাৰ টকাৰে সম্বৰ্দ্ধনা জনায়। মুকলি সভা বহিছিল দিল্লীৰ ৰবীন্দ্ৰ ভৱনত। বায়ন আতৈক সত্ৰীয়া নৃত্যত আগবঢ়োৱা অৱিহণাৰ বিনিময়ত এই পুৰস্কাৰ প্ৰদান কৰা হৈছিল। এই সম্মান সমগ্ৰ অসমৰ সম্মান। এই পুৰস্কাৰ প্ৰদান অনুষ্ঠানতে আন আন ৰাজ্যৰ (বায়ন আতৈৰে সৈতে) ষোল্লজনক ৰাষ্ট্ৰীয় পুৰস্কাৰ প্ৰদান কৰা হয়। সেইসকল হল যথাক্ৰমে সৰ্ব্বশ্ৰী পুত্তচাময়, সুব্ৰহ্মণীয় পিল্লাই, খাদিম

হুছেইন খাঁ, মাদুৰাই এচ, সোমসুন্দৰম, লালগুডি জি, জয়ৰামন্, পুৰুষোত্তম দাস, দত্তাৰাম নাৰায়ণ বলৱইকৰ, ৰাইচান্দ বৰাল, সন্ধ্যাবন্দনম শ্ৰীনিবাস ৰাও কল্যাণিকুট্টি আম্মা, চিন্নকমাৰী ৰামাচাৰ্য্যলু, জব্বাৰ ৰজাক পেটেল, এন, কৃষ্ণ পিল্লাই, টি, কুঞ্জ কিশোৰ সিংহ, কাঠিনন্দ দাস।

ৰাষ্ট্ৰীয় পুৰস্কাৰ গ্ৰহণ কৰিবলৈ যাওঁতে বায়ন আতৈয়ে সম্পূৰ্ণ সত্ৰীয়া ধৰণেৰে সাজ পিন্ধি গৈছিল। আচৰিত কথা যে সেই অদ্ভুত সাজ দেখি মোহিত হৈ তথা সকলো পুৰস্কাৰ বিজয়ী লোকতকৈ বায়ন আতৈ বয়োজ্যেষ্ঠ হোৱাৰ কাৰণে লগৰে একাডেমী পুৰস্কাৰ লওঁতা শ্ৰীচিন্ন কমাৰী ৰামাচাৰ্য্যলু মহোদয়ে বায়ন আতৈৰ ভৰি চুই সেৱা জনোৱা দৃশ্য অতি চমৎকাৰ আছিল। সেই দৃশ্য আমি নিজে দেখিছিলো। বায়ন আতৈয়ে ৰবীন্দ্ৰ ভৱনত সত্ৰৰ পৰা নিঅৰ শিষ্যবৰ্গৰ হতুৱাই ৰামবিজয় নাট পৰিবেশন কৰিছিল। অসম চৰকাৰৰ সাংস্কৃতিক মন্ত্ৰী শ্ৰীযুত লক্ষ্যধৰ চৌধুৰীদেৱে আতৈৰ লগত সাংস্কৃতিক বিভাগৰ বিষয়া শ্ৰীযুত কৃষ্ণ মূৰ্ত্তি হাজৰিকাক পঠাইছিল। বিশিষ্ট বৈষ্ণৱ শ্ৰীযুত দেৱানন্দ ভৰালী ডাঙৰীয়াও গৈছিল।

দশমত ২৭।৩।৭৯ তাৰিখে সদৌ মাজুলী ছাত্ৰসন্থাৰ পক্ষৰ পৰা আনুষ্ঠানিকভাৱে মাজুলী কমলাবাৰী মিলন সংঘত বায়ন আতৈক এখন মান-পত্ৰ আৰু এখন ফুলাম গামোচাৰে সম্বৰ্দ্ধনা জনায়। ইয়াৰ গুৰি ধৰিছিল সদৌ মাজুলী ছাত্ৰ সন্থাৰ সভাপতি শ্ৰীযুত কৃষ্ণকান্ত গোস্বামী আৰু সম্পাদক শ্ৰীযুত যজ্ঞেশ্বৰ বৰাই।

বায়ন আতৈৰ কীৰ্ত্তি অকল ভাৰততে সীমাবদ্ধ হৈ নাথাকিল। ইংলণ্ডৰ "International Biographical centre, cambridge CB2 3QP England" এ বায়ন আতৈৰ জীৱনী বিচাৰি চিঠি দিলে। জীৱনী পঠোৱাও হল; কিন্তু পিচত তেওঁলোকে কি কৰিলে জনা নাযায়।

মানুহৰ যেতিয়া মৃত্যু আহে তেতিয়া স্বয়ং ধন্বন্তৰী দেৱতা আহিলেও তেওঁক ৰক্ষা কৰিব নোৱাৰে। কাৰণ মানুহৰ জন্ম মাত্ৰেই মৃত্যু অনিবাৰ্য্য। ঔষধৰ ব্যৱস্থা হল কেইটামান দিনৰ কাৰণে সাময়িক সুখৰ ব্যৱস্থাহে, ই মৃত্যুক বাধা দিব নোৱাৰে। বায়ন আতৈয়ে ৯৩ বছৰত ভৰি দিলেহি। তেতিয়াও বায়ন আতৈ কৰ্ম্মঠ পুৰুষ। খোজ কাঢ়োতে নতুন পুৰুষে আগবাঢ়িব নোৱাৰে। ৰন্ধা-বঢ়া কাৰ্য্য আৰু গৃহৰ ভিতৰৰ যাৱতীয় কাৰ্য্য কৰিব পৰা অৱস্থাত আছে। কিন্তু "জৰে এৰিলেও কৰ্পটিয়ে নেৰে"। যদিও বয়সে বায়ন আতৈক জুলাকলা কৰিব পৰা নাই, তথাপি মৃত্যু কাষ চাপি অহাত বায়ন আতৈক পূৰ্ব্বৰ মূৰ ঘূৰণি ব্যাধিয়ে লগ ললে

আৰু লগতে অযথা প্ৰলাপ বকি থকাৰ ব্যাধি এটিয়েও পোহ দিলে। ১৪।৭।৮১ তাৰিখে যোৰহাটৰ পৰা দুজন চিকিৎসকো চৰকাৰীভাৱে পঠোৱা হল আৰু ঔষধ পাতিও বিনামূল্যে যোৰহাটৰ পৰা যোগান ধৰা হল। কিন্তু সকলো ব্যৰ্থ হৈ গল। প্ৰায় দেড়মাহ কাল বিচনাত পৰি থাকি সত্ৰীয়া সংস্কৃতিৰ কৰ্ণধাৰ পুৰুষজনাই সকলোকে কন্দুৱাই ১৩।৮।৮১ তাং (২৯ শাওণ) শুক্ৰবাৰ শুক্লা চতুৰ্দ্দশী তিথিৰ দিনা ৰাতি ১০ বজাত ইহলীলা সম্বৰণ কৰে। মুখাগ্নি কৰিলে নুমলীয়া আলধৰা শ্ৰীমান মাধব বৰুৱাই। সত্ৰীয়া সংস্কৃতিৰ দিক্‌পাল পুৰুষজনাৰ বিয়োগৰ লগে লগে সত্ৰীয়া সঙ্গীতৰ ঐতিহ্যপূৰ্ণ ইতিহাসৰ এটি প্ৰাচীনতম অধ্যায়ৰ যৱনিকা পৰিল। সেই সম্বন্ধে দৈনিক জনমভূমিৰ কমলা সাংবাদিক অঘৰীয়ে ২১।৮।৮১ তাৰিখে কাকতত লিখিছে "যোৱা ১৪ আগষ্ট তাৰিখে ৰাতি দহ বজাত মাজুলীৰ নতুন কমলাবাৰী সত্ৰত অসমৰ সত্ৰীয়া নৃত্য গীতৰ অন্যতম দিক্‌পাল ৯৩ বছৰীয়া বাপুৰাম বায়ন আতৈৰ পৰলোক প্ৰাপ্তি ঘটে। বায়ন আতৈৰ পৰলোকৰ লগে লগে অসমৰ সত্ৰীয়া নৃত্য-গীতৰ ঐতিহ্যপূৰ্ণ ইতিহাসৰ এক প্ৰাচীনতম অধ্যায়ৰ যৱনিকা পৰিল। দৈনিক জনমভূমিৰ তৰফৰ পৰা আমি এই স্বৰ্গীয় শিল্পীজনালৈ শ্ৰদ্ধাঞ্জলী জনাইছোঁ। বিশ্ববন্দিত নৃত্য শিল্পী উদয় শংকৰে সত্ৰীয়া নৃত্যৰ দিশত গুৰু বুলি স্বীকাৰ কৰা বাপুৰাম বায়ন আতৈয়ে যোৱা ১৯৭৯ চনত সঙ্গীত নাটক একাডেমীৰ দ্বাৰাও পুৰস্কৃত হৈছিল। অসম শিল্পী দিৱস সমিতিয়েও বায়নক মুকলি সম্মান জনাইছল গুৱাহাটীত। বায়ন আতৈক হেৰুৱাই আমি গভীৰ শোক অনুভৱ কৰিছোঁ। যুগে যুগে যেন পৃথিৱীৰ শিল্পী প্ৰাণৰ আত্মাই চিঞৰি চিঞৰি কৈ আহিছে "তুমি মোক জীয়াই থাকিবলৈ দিয়া। মই তোমাক অমৃতৰ সন্ধান দিম।" বাপুৰাম বায়ন আতৈৰ স্বৰ্গগত আত্মাইও যে আমাক তাকেই কৈছে" ইত্যাদি।

বায়ন আতৈৰ পৰলোক গমনত শোক প্ৰকাশ কৰি বহুতো অনুষ্ঠানে শোক - বাণী পঠিয়ায়। বাতৰি কাকতৰ যোগেদিও পোৱা হয়। শোক প্ৰস্তাৱৰ প্ৰতিলিপি পঠোৱা সকলৰ ভিতৰত আছে (১) মণিপুৰত থকা সঙ্গীত নাটক একাডেমীৰ বিষয়া শ্ৰীযুত গোবিন্দ বিদ্যাৰ্থী, (২) কেন্দুগুৰী সাহিত্য সভা (৩) মাজুলী আউনীআটী হেমচন্দ্ৰ হাইস্কুল (৪) নতুন কমলাবাৰী সত্ৰৰ শংকৰী কলা কৃষ্টি বিকাশ সমিতি (৫) মাজুলী সত্ৰীয়া

সঙ্গীত মহাবিদ্যালয় (৬) নতুন কমলাবাৰী সত্ৰৰ শ্ৰীমন্ত মইনা পাৰিজাত (৭) ব্যক্তিগতভাৱে আৰু বহুতো। কেন্দুগুৰি সাহিত্য সভাৰ পক্ষৰ পৰা দিয়া শোক প্ৰস্তাৱত কোৱা হয় "অসমৰ সত্ৰীয়া কলা সংস্কৃতিৰ কৰ্ণধাৰ মহাপুৰুষীয়া ঐতিহ্য পৰম্পৰাৰ বৰ্ত্তমান কালৰ শ্ৰেষ্ঠ প্ৰতিভূ, মহাপুৰুষীয়া ধৰ্ম্মাদৰ্শ আৰু সত্ৰীয়া আধ্যাত্মিকতাৰ অন্যতম অগ্ৰণী ব্যক্তি ভাৰত চৰকাৰৰ ৰাষ্ট্ৰপতিৰ দ্বাৰা শ্ৰেষ্ঠ সত্ৰীয়া শিল্পীৰূপে পুৰস্কৃত, সত্ৰ সংস্কৃতিৰ বিভিন্ন দিশত বিদগ্ধ পণ্ডিত, নৃত্য-নাট্য, গায়ন, বায়ন, সৰ্ব্ববিদ্যা বিশাৰদ নতুন কমলাবাৰী সত্ৰৰ বুঢ়াভকত শ্ৰীবাপুৰাম বায়ন আতৈৰ পৰলোক প্ৰাপ্তিত আজি কেন্দুগুৰি সাহিত্য সভাই গভীৰ শোক প্ৰকাশ কৰে আৰু মৃতকৰ পৰলোকগত আত্মাৰ চিৰশান্তি কামনা কৰি ভগৱন্তৰ চৰণত প্ৰাৰ্থনা জনায়" ইত্যাদি।

৺বায়ন আতৈৰ পৰলোক গমনৰ পিচত সিজনাৰ দহা কৰ্ম্ম আৰু আদ্যশ্ৰাদ্ধৰ কাম সুকলমে সমাপণ কৰা হয়। বায়ন আতৈৰ বৰ আলধৰা শ্ৰীযুত তুলসী বৰ দেউৰী আতৈয়ে সিজনাৰ পাৰলৌকিক কামৰ গুৰি ধৰে। বায়ন আতৈৰ ছমহীয়া আৰু বছেৰেকীয়া কাৰ্য্যও শেষ হয়।

বায়ন আতৈৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শন কৰি যিকেইটা অনুষ্ঠানে অভিনন্দন-পত্ৰ দিছিল, তাৰ প্ৰতিলিপি কেইটা ইয়াত তুলি দিয়া হল।

(নং—১) ওঁ নমো ভগৱতে বাসুদেবায়

## অসমৰ বয়োজ্যেষ্ঠ শ্ৰেষ্ঠ সত্ৰীয়া শিল্পী শ্ৰীযুত বাপুৰাম বায়ন আতৈৰ প্ৰতি সাদৰ অভিনন্দন

পৰম শ্ৰদ্ধাভাজন বায়ন আতৈ,

আৰ্য্য ঋষিসকলৰ গুৰুকুলৰ পৰম্পৰা বহনকাৰী আধুনিক ভাৰতবৰ্ষৰ একমাত্ৰ অনুষ্ঠান হল অসমৰ মহাপুৰুষ দুজনাৰ দ্বাৰা প্ৰবৰ্ত্তিত সত্ৰ সমূহ। অসমৰ মহাপুৰুষীয়া চাৰি সত্ৰৰ অন্যতম প্ৰধান সত্ৰ শ্ৰীশ্ৰীপদ্ম আতা (বদুল্লা আতা)ৰ দ্বাৰা প্ৰতিষ্ঠিত শ্ৰীশ্ৰীকমলাবাৰী সত্ৰত পাঁচ বছৰ বয়সৰে পৰা লালিত হৈ আজীৱন ব্ৰহ্মচৰ্য্যাৱলম্বী উদাসীন জীৱনৰ দুষ্কৰ ব্ৰত গ্ৰহণ কৰি বিগত শতবৰ্ষপ্ৰায় সত্ৰীয়া নৈষ্ঠিকতাৰে জীৱন যাপনৰ মাজেদি

মহাপুৰুষীয়া কলা সমূহৰ অনুশীলন, চৰ্চা আৰু প্ৰচাৰৰ লগতে মহাপুৰুষীয়া সাত্ত্বিক ধৰ্ম্মচৰ্য্যাৰ আদৰ্শ আৰু ঐতিহ্যৰ সাৰ্থক উত্তৰাধিকাৰী আপোনাৰ দৰে স্থিতধী প্ৰজ্ঞাবান সুমহান্ শিল্পী শ্ৰেষ্ঠক আজি আমাৰ মাজত পাই কেন্দুগুৰী সাহিত্য সভাৰ লগতে স্থানীয় সকলো কলাকৃষ্টি শিক্ষা সংস্কৃতিমূলক অনুষ্ঠানৰ লগত সংশ্লিষ্ট কলাযোদী সংস্কৃতিপ্ৰেমী ৰাইজে নিশ্চয় কৃতকৃত্য মানিছে বুলি আমি নথৈ গৌৰৱ অনুভৱ কৰিছোঁ। হে আৰ্য্য, আমাৰ সশ্ৰদ্ধ প্ৰণিপাত গ্ৰহণ কৰি কৃতাৰ্থ কৰক।

হে কলা সাধক,

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ পুণ্য কীৰ্ত্তি বিমণ্ডিত কলা ক্ষেত্ৰস্বৰূপ অসমৰ মহাপুৰুষীয়া সঙ্গীত কলাৰ মন্দাকিনী প্ৰবাহক ভাৰতীয় সঙ্গীতৰ স্বীকৃতিপ্ৰাপ্ত অন্যতম ধাৰাৰূপে পৰিগণিত কৰাৰ অন্তৰালত আপোনাৰ দৰে কলাকুশল মহান্ শিল্পীসকলৰ আজন্ম সাধনাৰ অনৱদ্য স্বাক্ষৰ অসমৰ জাতীয় সংস্কৃতিৰ বুৰঞ্জীত অবিস্মৰণীয় হৈ ৰ'ব। শ্ৰীশ্ৰীকমলাবাৰী সত্ৰ ত্ৰিতয়ৰ লগতে শ্ৰীশ্ৰীপীতাম্বৰদেৱ অধিকাৰ গোস্বামী প্ৰভুজনাৰ তত্ত্বাৱধানত আপোনাৰ প্ৰশিক্ষণৰ দ্বাৰা পৰিপুষ্ট অসমৰ অন্যতম লব্ধপ্ৰতিষ্ঠ শিল্পকেন্দ্ৰ শ্ৰীশ্ৰীগড়মূৰ সত্ৰৰ ৰাসলীলা অনুষ্ঠানে আপোনাৰ শিল্পসাধনাৰ যুগমীয়া কীৰ্ত্তি বহন কৰিব। বৰপেটা সুন্দৰীদিয়া, পাটবাউসী, ভোগপুৰ প্ৰভৃতি অসমৰ বিভিন্ন থান সত্ৰত শঙ্কৰী কলা বিদ্যাৰ শিক্ষা প্ৰদানৰ যোগেদি মহাপুৰুষীয়া সাংস্কৃতিক ঐতিহ্য পৰম্পৰাৰ অবিচ্ছিন্নতাক সৰ্ব্বভাৰতীয় মৰ্য্যদা প্ৰদান কৰি আন্তৰ্জ্জাতিক মঞ্চলৈ আগবঢ়াই নিয়াৰ ক্ষেত্ৰত আপোনাৰ দৰে এচাম সত্ৰীয়া শিল্পীৰ আত্মোৎসৰ্গৰ মহান্ আদৰ্শই জাতীয় সংস্কৃতিৰ উত্তৰ সাধক সকলৰ অনুপ্ৰেৰণাৰ ইন্ধন যোগাব। আধুনিক যুগৰ আন্তৰ্জ্জাতিক খ্যাতিসম্পন্ন বিশিষ্ট শিল্পী কলা ৰসিকৰ সান্নিধ্য, সৰ্ব্বভাৰতীয় সঙ্গীতানুষ্ঠানৰ সংস্পৰ্শ তথা অসমীয়া জাতীয় অনুষ্ঠান প্ৰদত্ত সম্মান সম্বৰ্দ্ধনাই আপোনাৰ প্ৰতিভাক সমুজ্জ্বল কৰি তুলিছে।

মহাপুৰুষ দুজনাৰ উত্তৰকালত জাতীয় সংস্কৃতিৰ গতি নিৰ্দ্দেশকসকলৰ ভিতৰত প্ৰমথেশ বৰুৱা, জ্যোতি প্ৰসাদ আগৰৱালা, বিষ্ণু প্ৰসাদ ৰাভা প্ৰভৃতিৰ নাম জাতিৰ মানসত অজানিতে ভাহি উঠে। সেই সকলোৰে ওপৰত আপোনাসৱৰ দৰে সত্ৰৰ অভ্যন্তৰত থাকি পুৰুষানুক্ৰমে জাতীয় সংস্কৃতিৰ অখণ্ড প্ৰদীপগছি অনিৰ্ব্বাপিতভাৱে সংৰক্ষিত কৰি তাৰ পোহৰ জগতত বিতৰণ কৰাৰ বিনিময়ত আমি অসমীয়া জাতিৰ উত্তৰ পুৰুষৰ হৈ আপোনালৈ ওলগ সম্ভাষণ জ্ঞাপন কৰিছোঁ।

হে সন্ত, হে কলাগুৰু,

আপোনাৰ ধৰ্ম্মনিষ্ঠা কলাজ্ঞান আৰু সাত্বিক জীৱনাদৰ্শই ভৱিষ্যত অসমীয়া জাতিৰ কলা সংস্কৃতিৰ গতি প্ৰবাহক প্ৰভাৱান্বিত কৰক তাৰ বাবে আপোনাক শতায়ু কৰি মঙ্গল বিধান মানসে ভগৱন্তক প্ৰাৰ্থনা জনালো। ইতি,

সেৱাৰে

| | |
|---|---|
| শ্ৰীউপেন্দ্ৰ নাথ বৰা, | শ্ৰীনৰেন্দ্ৰ নাথ দত্ত, |
| সভাপতি | সভাপতি |
| শ্ৰীসুৰেন্দ্ৰনাথ ভঁৰালী, | শ্ৰীলীলাধৰ বৰা, |
| সম্পাদক | সম্পাদক |
| কেন্দুগুৰী সাহিত্য সভা, | অভ্যৰ্থনা সমিতি |
| যোৰহাট | ১নং বামুণ গাওঁ |
| ১৯ নবেম্বৰ, ১৯৭৮চন | ৩ আৰোণ, ১৯০০ শক |

( নং২- ) ৰসে মহাপুৰুষ তে চৰণাৰবিন্দম্

সত্ৰীয়া শিল্পী শ্ৰেষ্ঠ শ্ৰীযুত বাপুৰাম বায়ন আতৈ বুঢ়াভকতৰ কৰকমলেষু

শ্ৰদ্ধেয় বায়ন আতৈ!

আজি চাৰিগাওঁ শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ সৌজন্যত স্থানীয় সকলো সংস্কৃতিমূলক অনুষ্ঠানৰ প্ৰতিনিধিত্ব কৰা সমূহ কলামোদী সংস্কৃতিপ্ৰেমী ৰাইজৰ তৰফৰ পৰা আপোনাক সশ্ৰদ্ধ সম্ভাষণ জনাবলৈ পাই আমি নিজকে কৃতাৰ্থ মানিছোঁ। আমাৰ অকৃত্ৰিম ওলগ অভিনন্দন গ্ৰহণ কৰক।

হে সত্ৰীয়া কলা-সংস্কৃতিৰ গুৰু!

আপুনি আপোনাৰ সমগ্ৰ জীৱন সত্ৰীয়া শিক্ষানুষ্ঠানৰ প্ৰতি আনুগত্য প্ৰকাশ কৰি অসমৰ বিভিন্ন সত্ৰ সমূহত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ কলাকৃষ্টিৰ শিক্ষাদানৰ যোগেদি মহাপুৰুষৰ নৃত্য-গীত-বাদ্যৰ বিশিষ্ট ধাৰাটিক সৰ্ব্বভাৰতীয় মহিমামণ্ডিত ৰূপত প্ৰতিষ্ঠা কৰিলে। ভাৰতীয় সঙ্গীতৰ বুৰঞ্জীত মহাপুৰুষৰ গীত, মাত, পট, ভাওনা, গায়ন, বায়নৰ অনুষ্ঠানক স্বকীয় ৰূপত অধিষ্ঠিত কৰি অসমীয়া জাতীয় সংস্কৃতি তথা মহাপুৰুষৰ শিল্প গৰিমাক বিশ্বৰৰেণ্য মৰ্য্যদা প্ৰদানৰ ক্ষেত্ৰত আপোনাৰ অনবদ্য অৱদান অনস্বীকাৰ্য্য। বিশ্ববিশ্ৰুত নৃত্যশিল্পী উদয় শঙ্কৰে আপোনাৰ পৰা গুৰু মানি শিক্ষাগ্ৰহণ কৰাৰ ফলস্বৰূপে মহাপুৰুষীয়া কলা সংস্কৃতিৰ স্বীকৃতিও মহত্তো মহীয়ান্ হৈ সৰ্ব্বভাৰতোত সমুজ্বল ৰূপত ভাস্বৰ হৈ ৰ'ল।

হে ক্ৰান্তদৰ্শী কলা সাধক !

পাঁচবছৰ বয়সৰ পৰা মহাপুৰুষ পদ্ম আতাৰ (বদুলা আতা) প্ৰতিষ্ঠিত কমলাবাৰী সত্ৰত থাকি স্বৰ্গীয় বাঞ্চীৰাম ওজাৰ তত্ত্বাৱধানত শিক্ষা গ্ৰহণ কৰি আৰ্য্য ঋষিসকলৰ দৰে আশ্ৰম সুলভ উদাসীন জীৱন যাপনৰ মাজেদি মহাপুৰুষীয়া সাত্ত্বিক অনাড়ম্বৰ আদৰ্শ, ধৰ্ম্মনিষ্ঠা, কলা-সংস্কৃতিৰ অনুশীলনেৰে নিজৰ জীৱনক মণ্ডিত কৰাৰ লগতে অসমৰ মহাপুৰুষীয়া মতাদৰ্শক এক সুদৃঢ় ভূমিকাত অভিষিক্ত কৰি আপুনি আপোনাৰ জীৱন জোৰা সাধনাৰে জাতীয় সংস্কৃতিৰ প্ৰতি আগবঢ়োৱা সেৱাৰ বিনিময়ত অকিঞ্চন উত্তৰ পুৰুষৰ সশ্ৰদ্ধ ভক্তিৰ অঞ্জলী গ্ৰহণ কৰি আমাক কৃতাৰ্থ কৰে যেন। আপোনাৰ জীৱনাদৰ্শ উত্তৰ সাধকৰ অনুপ্ৰেৰণাৰ উৎসৰূপে পৰিগণিত হওক।

হে আৰ্য্য !

সাৰশেষত পৰম পিতা পৰমেশ্বৰৰ চৰণত আপোনাৰ স্বাস্থ্য আৰু মঙ্গলৰ কাৰণে প্ৰাৰ্থনা জনালোঁ।

ইতি,

সেৱাৰে—

| | |
|---|---|
| শ্ৰীজগন্নাথ বৰুৱা | শ্ৰীমোক্ষেশ্বৰ শইকীয়া |
| শ্ৰীদুৰ্ব্বা বৰা | শ্ৰীসোমনাথ বৰা |
| শ্ৰীহেমচন্দ্ৰ দত্ত | শ্ৰীচন্দ্ৰ নাথ বৰা |

৪।১০।৭৮।

চাৰিগাওঁ প্ৰাথমিক শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ হৈ

## (নং—৩) খ্যাতনামা সত্ৰীয়া শিল্পী শ্ৰীযুত বাপুৰাম বৰা বায়ন আতৈলৈ অভিনন্দন

হে চিৰ-সুন্দৰৰ পূজাৰী,

মহাপুৰুষৰ মহান তীৰ্থক্ষেত্ৰ কমলাবাৰী নতুন সত্ৰত সকতে নিজ পৰিয়াল পৰিজন বিসৰ্জ্জন দি আহি বৈষ্ণৱ ধৰ্ম্ম আৰু অসমীয়া কলা-সংস্কৃতিকে জীৱনৰ ব্ৰত হিচাবে লৈ আজি আপুনি সমগ্ৰ ৰাষ্ট্ৰৰ সন্মানিত ব্যক্তি হিচাবে ৰাষ্ট্ৰীয় সন্মান লাভ কৰাত মাজুলী আই আপোনাক লৈ গৌৰৱান্বিত। আপোনাৰ নীৰৱ সাধনা সফলকাম হৈছে—চিৰ সুন্দৰৰ পূজা পূৰ্ণ হৈছে। আমি আপোনাৰ গুণমুগ্ধ। আপুনি মাজুলী আইৰ বাবে যিখিনি দিলে একে মাতৃৰ সন্তান হিচাবে আপোনাৰ ওচৰত আমি ঋণী, চিৰ কৃতজ্ঞ।

হে মহান্ !

অগ্ৰজ জন হিচাবে আপোনাক আমি সদৌ মাজুলী ছাত্ৰ সন্থাৰ তৰফৰ পৰা হিয়াভৰা ওলগ জনোৱাৰ বাহিৰে দিবলৈ আৰু আছেইবা কি ? ভগৱানে আপোনাৰ সুন্দৰ জীৱন দীৰ্ঘায়ু কৰক এয়ে আমাৰ আন্তৰিক কামনা।

ইতি,

ভৱদীয়

শ্ৰীকৃষ্ণকান্ত গোস্বামী,

সভাপতি

সদৌ মাজুলী ছাত্ৰ সন্থা

শ্ৰীযজ্ঞেশ্বৰ বৰা,

সাধাৰণ সম্পাদক

সদৌ মাজুলী ছাত্ৰ সন্থা।

স্থান—কমলাবাৰী

দিনাঙ্ক—২৭ মাৰ্চ্চ'৭৯ চন

(গ)— শ্ৰীৰোমেশ্বৰ শইকীয়া বায়ন মোক্তাৰ ঃ

অসমৰ সত্ৰীয়া সংস্কৃতিৰ দিশত অন্য এজন দিক্‌পাল শিল্পীৰ নাম শ্ৰীৰোমেশ্বৰ শইকীয়া বায়ন মোক্তাৰ। ১৯২৮ চনতে টীয়কৰ টিঙৰ গাঁৱত জন্মলাভ কৰা বায়নে ৫ বছৰ বয়সতে কমলাবাৰী সত্ৰলৈ আহিবলৈ সুযোগ পায়। নিজৰ পিতৃ কনকেশ্বৰ শইকীয়াই ভক্তিৰ অৰ্ঘ্যৰূপে ৺বাপুকান্ত মহন্তৰ ( পিচত বেলগুৰি সত্ৰাধিকাৰ ) বহাত ল'ৰাটি সোধাইগৈ। ৫ বছৰ বয়সৰ পৰা ৺মহন্তদেৱৰ লগত আলধৰা হিচাবে থাকি বায়ন ডাঙৰ দীঘল হয়। কমলাবাৰী সত্ৰৰ সত্ৰীয়া নীতিমতে স্তৰ বিশেষে ভট্টিমা শিক্ষা শেষ কৰি দ্বিতীয়তে সত্ৰৰে বিশিষ্ট গায়ক শিল্পী ৺বাপুৰাম গায়ন আতৈৰ পৰা এবছৰ গায়ন বিদ্যা শিকি তাৰ পিচতে শ্ৰীযুত দেৱেন্দ্ৰ নাথ বুঢ়াভকতৰ ( বৰ্ত্তমান নতুন কমলাবাৰী সত্ৰৰ ) পৰা বায়ন শিক্ষা কৰে আৰু কমলাবাৰী সত্ৰৰ ঘাই বায়ন তথা অসমৰ সত্ৰীয়া নৃত্যত সৰ্ব্বপ্ৰথম ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰোঁতা প্ৰবীন শিল্পী ৺মণিৰাম দত্ত বায়ন মোক্তাৰ আতৈৰ ওচৰত সত্ৰীয়া নৃত্য শিক্ষা কৰিবলৈ লয়। বায়নে একাদিক্ৰমে ইয়াৰ পিচত ৺সৰুৰাম মোক্তাৰ আতৈৰ পৰা ওজাপালি বিদ্যা আৰু শ্ৰীৰাম চন্দ্ৰ শৰ্ম্মা আতৈৰ পৰা নামলগোৱা বিদ্যা আয়ত্ত কৰে। এনেকৈ বায়নে সত্ৰৰ কেইবাগৰাকী গুণী জ্ঞানী প্ৰবীন শিল্পী ভকতৰ পৰা সত্ৰীয়া যাবতীয় বিদ্যা আহৰণ কৰি নিচেই কম বয়সতে সত্ৰীয়া সঙ্গীতত পৰিপক্ক হৈ উঠে। বায়নে কেইবা-গৰাকী শিল্পীভকতৰ পৰা নানা বিষয়ৰ শিক্ষা গ্ৰহণ কৰিলেও একেবাৰে

শৈশৱৰেপৰা বাদ্য আৰু নৃত্য বিদ্যাত শিক্ষা গ্ৰহণ কৰা প্ৰধান গুৰু হল মণিৰাম দত্ত বায়ন মোক্তাৰ আতৈ। সত্ৰীয়া সংগীতত নিজৰ প্ৰতিভা বিকাশ কৰাৰ উপৰিও বায়নে সঙ্গীতৰ গুৰু স্বৰূপে সত্ৰীয়া স্বীকৃতি লাভ কৰে। বায়নে জীৱনৰ আগছোৱা সত্ৰত থাকিয়েই অসমৰ বিভিন্ন সত্ৰত আৰু সত্ৰৰ বাহিৰতো সত্ৰীয়া সঙ্গীত কলা প্ৰচাৰৰ বাবে এক উৎসৰ্গিত জীৱন যাপন কৰে। প্ৰায় দহবছৰ কাল বায়নে সত্ৰৰ সেৱা কাৰ্য্যত নিজক নিয়োজিত কৰি সেই সংস্কৃতিৰ মৌ-কোঁহকণৰ আনকো ৰসাস্বাদন কৰাৰ অভিপ্ৰায়েৰে মাজুলীৰ গড়মূৰ সত্ৰৰ, গড়মূৰ সৰু সত্ৰৰ আৰু মাজুলী বনগাঁৱৰ নিমন্ত্ৰণক্ৰমে তাতো ৰঙ্গমঞ্চৰ ব্যৱহাৰোপযোগীকৈ সত্ৰীয়া নৃত্য গীত শিক্ষা দিয়ে। এনেকৈ তাত চাৰিবছৰ কাল সত্ৰীয়া নৃত্যৰ শিক্ষা দি বায়নে ১৯৫০ চনত তিনি-চুকীয়ালৈ যায় আৰু তাৰ "প্ৰাগ্‌জ্যোতিষ কলা পৰিষদ"ত সত্ৰীয়া নৃত্য আৰু নাট্যৰ অধ্যাপনা কৰে। এই অনুষ্ঠানত কলাগুৰু ৺বিষ্ণু ৰাভাও জড়িত আছিল। তিনিচুকীয়াতে এইগৰাকী শিল্পীৰ যত্নতে, দেড়গাঁৱৰ মহান শিল্পী শ্ৰীযতীন্দ্ৰ নাথ গোস্বামীৰ পৃষ্ঠপোষকতাত "শঙ্কৰী কলা পৰিষদ" নামৰ এটা অনুষ্ঠান প্ৰতিষ্ঠা হয় আৰু বায়নে তাতে সঙ্গীত শিক্ষা দিয়ে। বায়নৰ প্ৰচেষ্টাতে গঢ়ি উঠা এই সঙ্গীতানুষ্ঠানটোৰ সভাপতি আৰু সম্পাদক আছিল ক্ৰমে প্ৰাক্তন বিধায়কদ্বয় যদুনাথ ভূঞা আৰু ৰাজেন ফুকন। প্ৰায় ৫ বছৰ কাল তাত অধ্যাপনা কৰি বায়নে ১৯৬৭ চনত তিনিচুকীয়া এৰি গুৱাহাটীত প্ৰবীন কলাকাৰ যুগল দাসৰ যত্নত গঠিত "সৌমাৰ জ্যোতি কলা পৰিষদ"ৰ সৌজন্যত সত্ৰীয়া সঙ্গীত প্ৰশিক্ষণ কেন্দ্ৰত অধ্যক্ষ হিচাবে কাৰ্য্যভাৰ গ্ৰহণ কৰে। ডঃ প্ৰফুল্ল দত্ত গোস্বামীৰ সভাপতিত্বত বহা সভাই অনুষ্ঠানটিৰ নাম ৰাখে "বায়নৰ স্কুল"। ১৯৬৯ চনৰ জানুৱাৰীত ডঃ মহেশ্বৰ নেওগ ডাঙৰীয়াৰ সভাপতিত্বত বহা সভাই অনুষ্ঠানটিৰ নাম ৰাখে "সঙ্গীত সত্ৰ"। এই ক্ষেত্ৰত বিশিষ্ট সেৱা, ত্যাগ স্বীকাৰ আৰু বৰঙণি দিয়া লোকসকল হ'ল ডঃ বীৰেন্দ্ৰ নাথ দত্ত আৰু ৺রুদ্ৰ বৰুৱা আদি। সঙ্গীত সত্ৰই এতিয়া ৰাষ্ট্ৰীয় সঙ্গীত নাটক একাডেমীৰ বছেৰেকীয়া অনুদান লাভ কৰি আহিছে আৰু এতিয়াও তাৰ অধ্যক্ষ শইকীয়া বায়নেই হৈ আছে। উক্ত সঙ্গীতানুষ্ঠানৰ পৰা ভালে কেগৰাকী শিক্ষিত আৰু শিক্ষিতা যুৱক-যুৱতী সত্ৰীয়া সঙ্গীত শিকি যথেষ্ট উপকৃত হোৱা দেখা গৈছে। তাৰ ভিতৰত উল্লেখযোগ্য কেইগৰাকীমান ছাত্ৰ-ছাত্ৰী হ'ল সৰ্ব্বশ্ৰী ঘনকান্ত বৰা বায়ন, গোবিন্দ শইকীয়া (এওঁলোক দুয়ো এতিয়া ৰাজ্যিক সঙ্গীত মহাবিদ্যালয়ৰ অধ্যাপক), জীৱন সিংহ দত্ত (তথ্য আৰু জনসংযোগ বিভাগৰ শিল্পী), ৰীতা দেৱী (বৰ্ত্তমান আমেৰিকাত), শাৰদী শইকীয়া (যোৰহাট বাহনা কলেজৰ অধ্যাপিকা), ৰীথা দেৱী (বৰ্ত্তমান আমেৰিকাত) আদি।

শইকীয়া বায়নক একালৰ আকাশবাণী কেন্দ্ৰৰ বিষয়া শ্ৰীযুত পুৰুষোত্তম দাসে চিনি পালে আৰু অনাতাৰ কেন্দ্ৰ যোগে তেখেতক সত্ৰীয়া সংগীত প্ৰকাশৰ সুবিধা কৰি দিয়ে। বায়নে কৰ্ণাটকী সঙ্গীত আৰু হিন্দুস্থানী সঙ্গীতৰ লগত সত্ৰীয়া সঙ্গীতৰ সমন্বয় সাধন কৰি পৰিবেশন কৰা অনুষ্ঠানটোৱে আকাশবাণী কেন্দ্ৰ যোগে শ্ৰোতাই শুনিবলৈ পাই সমাদৰ লাভ কৰিবলৈ সক্ষম হয়। বায়নে বহুবাৰ অসমৰ বাহিৰত সত্ৰীয়া নৃত্য প্ৰদৰ্শন কৰিবলৈ সুবিধা পাইছিল আৰু বিশেষ খ্যাতি অৰ্জ্জন কৰিছিল। একাদিক্ৰমে, ১৯৫৮ চনত ৰাষ্ট্ৰীয়-সঙ্গীত নাটক একাডেমীৰ দিল্লী অধিবেশনত, ১৯৭৪ চনত দিল্লীৰ অসম এচোছিয়েচনত, ১৯৭৫ চনত দিল্লী আৰু ইণ্ডোনেচীয়াত, ১৯৭৬ চনত উৰিষ্যাৰ পূৰ্ব্বাঞ্চলীয় লোক নৃত্য সমাৰোহত, ১৯৭৭ চনত মাদ্ৰাজত আৰু অন্যান্য ঠাইত বায়নে সত্ৰীয়া নৃত্য, গীত, বাদ্য পৰিবেশন কৰি অসমৰ সত্ৰীয়া সংস্কৃতিক বাহিৰৰ লোকক জানিবলৈ বুজিবলৈ সুবিধা দিয়াৰ উপৰিও নিজেও প্ৰশংসাভাজন হৈছিল। ৰাষ্ট্ৰপতি ফকৰুদ্দিন আহমেদ, গোবিন্দ বিদ্যাৰ্থী, ইন্দ্ৰানী ৰহমান, পণ্ডিত ডঃ কপিলা বাৎসায়ন, ডঃ উষা ভগত, গুৰু গোপীনাথ আদি বিশ্ববিখ্যাত শিল্পী মনিষা সকলৰ উপৰিও বিদেশৰ বহুজন কলা সংস্কৃতিৰ কৰ্ণধাৰে শইকীয়া বায়নক সত্ৰীয়া সঙ্গীত কলাৰ সৃষ্টি প্ৰতিভাক শ্ৰদ্ধাৰ চকুৰে গ্ৰহণ কৰিছিল। বায়নে সত্ৰীয়া সংগীত কলা সম্পৰ্কে বহুখিনি মূল্যবান প্ৰবন্ধ বিভিন্ন কাকত আৰু আলোচনীত লিখি সকলোকে তাৰ সোৱাদ দিছে। ডঃ মহেশ্বৰ নেওগ ডাঙৰীয়াৰ দ্বাৰা সম্পাদিত "সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল" নামৰ সুবৃহৎ গ্ৰন্থৰ আৱশ্যকীয় সমলবোৰ শইকীয়া বায়নে দি সঙ্গীতৰ সেৱা আগবঢ়ায়। ডঃ নেওগে এঠাইত লিখিছে "অসম সঙ্গীত নাটক একাডমীৰ গৱেষণা সমিতিৰ জৰিয়তে কমলাবাৰী সত্ৰৰ প্ৰায় সকলো নৃত্যৰ তাল মণিৰাম বায়ন মোক্তাৰ আৰু শ্ৰীশইকীয়াৰ পৰা আৰ্য্যা কৰি লেখা হৈছিল"। আৰু এঠাইত আছে "কমলাবাৰী সত্ৰৰ সকলো বোল পুণ্যস্মৃতি মণিৰাম বায়ন মুক্তিয়াৰ আৰু শ্ৰীযোগেশ্বৰ শইকীয়াৰ পৰা লোৱা" ইত্যাদি। এনেকৈ বায়নে সত্ৰীয়া নৃত্য কলাৰ প্ৰতি বিশিষ্ট সেৱা আগবঢ়াই আহিছে।

১৯৮১ চনৰ মে' মাহত অনুষ্ঠিত অসম সাহিত্য সভাৰ তিনিচুকীয়া অধিবেশনৰ সাংস্কৃতিক সন্মিলনত উদ্বোধকৰূপে শইকীয়া বায়ন নিৰ্ব্বাচিত হয় আৰু সেই সন্মিলনত বায়নে উদ্বোধক ৰূপে দিয়া প্ৰাঞ্জল ভাষণত সত্ৰীয়া নৃত্য সম্বন্ধে যি কথা ডাঙি ধৰিছে, সেই কথা প্ৰতিজন কলা প্ৰেমীৰ কাৰণে অতীব প্ৰয়োজন। বায়নে এঠাইত ক্ষোভ আৰু হতাশাৰে লিখিছে "এই ক্ষেত্ৰত আমি এটা কথা কব খোজো যে আমাৰ শিক্ষিত সমাজৰ এই

ক্ষেত্ৰত দায়িত্ব গধুৰ। কাৰণ আমাৰ শিক্ষিত সমাজে যেতিয়া ইয়াক ধৰ্ম-নিৰপেক্ষভাৱে কলা সংস্কৃতি বুলি গ্ৰহণ কৰিছে, তাক উপযুক্ত আৰু বিজ্ঞানসন্মত ভাৱে চৰ্চা আৰু প্ৰচাৰ কৰিবলৈ আগবাঢ়ি আহিব লাগে। কিন্তু দুখৰ বিষয় যে আমাৰ সমাজত সেইটোৱেই হৈ উঠা নাই। মণিপুৰী নৃত্যক যেতিয়াই ৰবীন্দ্ৰনাথ ঠাকুৰে কলাসুলভ মনোভাৱেৰে মণিপুৰৰ পৰা নি শান্তিনিকেতন সোমালেগৈ, তেতিয়াৰ পৰাই মণিপুৰী নৃত্যই ভাৰতত খ্যাতি লাভ কৰিবলৈ সক্ষম হ'ল। আমাৰ মাজতো তেনেকৈ এজন ৰবীন্দ্ৰ নাথ ঠাকুৰ ওলাব লাগিব। আনহাতে আমাৰ চৰকাৰেও আমাৰ জাতীয় এই নৃত্য গীত বাদ্যৰ প্ৰতি যি মাহী আইৰ ধৰম দেখুৱাই আহিছে, সি অতি দুখ-লগা বিধৰ। উদাহৰণ স্বৰূপে কব পাৰি স্বাধীনতাৰ পৰৱৰ্তী ৩৪ বছৰেও আমাৰ চৰকাৰে শিক্ষা বিভাগৰ স্কুলৰ পৰা নৃত্য গীত বাদ্য শিক্ষাৰ ক্ষেত্ৰত যি জলপানী দি আহিছে সেই জলপানী ভাৰতীয় অন্যান্য সঙ্গীতৰ শিক্ষাৰ বাবেহে দি আহিছে। আমাৰ এই সত্ৰীয়া নৃত্য, গীত, বাদ্যৰ ক্ষেত্ৰত দিয়া হোৱা নাই। ই দুখ আৰু পৰিতাপৰ কথা। এই বিষয়ে সাহিত্য সভায়ো সজাগ দৃষ্টিৰে চোৱা উচিত বুলি ভাবো"। ইত্যাদি।

সৌভাগ্য আৰু আনন্দৰ বিষয় যে ৰাষ্ট্ৰীয় সঙ্গীত নাটক একাডেমীয়ে শইকীয়া বায়নৰ সত্ৰীয়া সঙ্গীত কলাৰ প্ৰতি আগবঢ়োৱা বিশিষ্ট বৰঙণি আৰু সেৱাৰ বিনিময়ত ১৯৮১ চনৰ ১১ ফেব্ৰুৱাৰীৰ দিনা বিয়লি নতুন দিল্লীৰ ৰবীন্দ্ৰভৱনত সত্ৰীয়া নৃত্যত নগদ পাঁচ হাজাৰ টকাৰে সৈতে এখন তাম্ৰ পত্ৰেৰে পুৰস্কৃত কৰে। সেই সময়ত ৰাষ্ট্ৰপতি নীলম সঞ্জীৱ ৰেড্ডীৰ মাতৃ বিয়োগ হোৱাত তেওঁৰ হৈ একাডেমীৰ সভানেত্ৰী শ্ৰীমতী কমলাদেৱী চট্টোপাধ্যায়ে ভাৰতৰ মুঠ ওঠৰ গৰাকী শিল্পীক (বায়নেৰে সৈতে) পুৰস্কাৰ প্ৰদান কৰে। শইকীয়াই পুৰস্কৃত শিল্পীসকলৰ দ্বাৰা সপ্তাহ জুৰি কৰা সাংস্কৃতিক সন্ধিয়াৰ সংস্কৃতি সমাৰোহত সত্ৰীয়া নৃত্য গীত প্ৰদৰ্শন কৰি ভূয়সী প্ৰশংসা লাভ কৰে। অতি গৌৰৱৰ বিষয় যে সত্ৰীয়া নৃত্যত এতিয়ালৈকে তিনি-গৰাকী কমলাবাৰী সত্ৰৰ শিল্পীভকতে ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হৈছে। সেই সম্বন্ধে ডঃ মহেশ্বৰ নেওগ ডাঙৰীয়াই ১৯৮০/২৫ ডিচেম্বৰ তাৰিখত আমালৈ লিখিছিল "প্ৰভু ঈশ্বৰ। ৮ তাৰিখৰ পত্ৰখনি সময়মতে পোৱা গ'ল। শ্ৰীশইকীয়াই এইবাৰ পুৰস্কাৰ পোৱাত গুৱাহাটীৰ সংশ্লিষ্ট সকলো আনন্দিত হৈছে। একাডেমীয়ে মোৰ প্ৰস্তাৱ গ্ৰহণ কৰাত মইয়ো ভাল পাইছোঁ। কমলাবাৰীৰ তিনিজন ভকতে সত্ৰীয়া নৃত্যৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ পোৱাটো আনন্দৰ কথা। ইয়াৰ পৰা হয়তো ভৱিষ্যতলৈ মহাপুৰুষৰ সাংস্কৃতিক দান ভাগি বদনা আতাৰ থানতে সুসংৰক্ষিত হৈ থকাটো প্ৰতীয়মান হ'ব। এতিয়া বাজনাৰ

পৰা সাজ পোছাকলৈকে প্ৰাচীনতম ৰীতিত সংৰক্ষণ কৰাৰ কঠোৰ যত্ন লব লাগে। কলিকতীয়া বা মাথোন চকচকীয়া চকুত লগা বুলি যেন কোনো পদ সাজ বা নাচৰ চাচ যেন গ্ৰহণ কৰা নহয়। সেই সংৰক্ষণশীলতাতে সত্ৰীয়া নৃত্যৰ গৌৰৱ বৰ্ত্তি ৰ'ব।" ইত্যাদি।

বায়নক অসমৰ বিভিন্ন স্থানৰ সাংস্কৃতিক অনুষ্ঠানে ৰাষ্ট্ৰীয় পুৰষ্কাৰ প্ৰাপ্তিৰ আগে-পিচে আৰ্হ্নিকভাবে সম্বৰ্দ্ধনা-পত্ৰ প্ৰদান কৰি তেখেতৰ কলা কুশলতাৰ শলাগ লৈছে। নতুন কমলাবাৰী সত্ৰৰ "শঙ্কৰী কলাকৃষ্টি বিকাশ সমিতি" য়ে ১৯৮১ চনৰ ১৯ এপ্ৰিল তাৰিখে তেখেতক এখন মান-পত্ৰ আৰু এখন ফুলাম গামোচাৰে সম্বৰ্দ্ধনা জনায়। ইয়াৰ আগে পিচে অসমৰ কোন কোন সাংস্কৃতিক অনুষ্ঠানে বায়নক সম্বৰ্দ্ধনা জ্ঞাপন কৰিছিল, তাৰ অভিলেখ আমাৰ হাতত নথকাত সম্বৰ্দ্ধনা-পত্ৰ আৰু তাৰ পূৰ্ণ পাঠ উদ্ধৃতি দিব পৰা নহলু। যিকি নহওক শইকীয়া বায়নে এতিয়া ৫৩ বছৰত ভৰি দিছে। তেখেতৰ এতিয়াও ধৈৰ্য্য, সাহস আছে, পৰিশ্ৰম কৰিব পৰা বয়স আছে। সত্ৰীয়া সংস্কৃতি সাধনাত ব্ৰতী হৈ থকা এইগৰাকী মহান শিল্পীয়ে এতিয়াও ভাও দিয়ে, খোল লৈ কৌশল প্ৰদৰ্শন কৰে, নাটক পৰিচালনা কৰে আৰু আনকো শিকায়। এই গৰাকী সংস্কৃতি সাধকৰ পৰা সত্ৰীয়া সংস্কৃতিৰ বাকী ৰৈ থকা কাৰ্য্যখিনি সমাধান আৰু অদূৰ ভৱিষ্যতে আৰু কিবাকিবি পোৱাৰ আশা ৰাখিছোঁ—বায়ন চিৰজীৱি হওক।

(৩—দ)—মৃত আৰু জীৱিত সঙ্গীতবিদ, ভকতসকল :—

মাজুলীৰ নতুন কমলাবাৰী সত্ৰত এতিয়ালৈকে ভালেকেইজন সঙ্গীতজ্ঞ শিল্পী ভকতৰ পৰলোক হৈছে আৰু ভালে কেইজন এতিয়াও জীৱিত আছে। পৰলোকগত মহান্ শিল্পী ভকতৰ নাম যথাক্ৰমে (গায়নত) ৺ৰূপৰাম শৰ্ম্মা বুঢ়াভকত, ৺নন্দী গায়ন আতৈ, ৺বাপুৰাম গায়ন, ৺কণ গায়ন, ৺ঘনশ্যাম গায়ন, ৺সোনাৰাম গায়ন, ৺গোপাল ওজা আতৈ, ৺সৰ্ব্বেশ্বৰ গায়ন, ৺বলোৰাম গায়ন, ৺দীনাৰাম গায়ন, ৺খগেশ্বৰ গায়ন, ৺হলিৰাম পাঠক আৰু বায়নত- ৺পৰমানন্দ বায়ন, ৺গোপীনাথ বায়ন, ৺ভাবিৰাম বায়ন, ৺সোণাই দেউৰী আতৈ, ৺গোপীনাথ দেউৰী আতৈ, ৺ভকতৰাম বৰা বায়ন, ৺বাপুৰাম বায়ন আতৈ, ৺নাৰায়ণ বায়ন, ৺ভকতি বায়ন আতৈ, ৺মণি বায়ন আতৈ আদি। এইখিনি মুখ্য বায়নহে। পাচিনেতাৰ নাম দিয়া হোৱা নাই।

জীৱিত সকলৰ নাম যথাক্ৰমে সৰ্ব্বশ্ৰী কমল চন্দ্ৰ বৰুৱা বায়ন (বয়স ৯০) কমল চন্দ্ৰ নেওগ বায়ন (বয়স ৮৪) নিত্যানন্দ বায়ন (বয়স ৮০) দেৱানন্দ বায়ন (বয়স ৭১) দেবেন্দ্ৰ নাথ বুঢ়াভকত (বয়স ৭০) কণ্ঠিৰাম বায়ন (বয়স ৬৮) খগেশ্বৰ বায়ন (বয়স ৬৭) ভোলাৰাম বায়ন (বয়স ৬৫) উমাৰাম কাকতি বায়ন (বয়স ৬৪) হৰিচৰণ শইকীয়া বায়ন (বয়স ৫৭) হেম বৰুৱা বায়ন (বয়স ৫০) গুণকান্ত দত্ত বায়ন (বয়স ৪৭) হৰিনাথ বৰা বায়ন (বয়স ৪৫) বিশ্ব ফুকন (বয়স ৪৫) আদি। গায়নত সৰ্ব্বশ্ৰী কমল চন্দ্ৰ গায়ন (বয়স ৮৩) হৰিপ্ৰসাদ পাঠক (বয়স ৬৮) শান্তি গায়ন (বয়স ৬৭ ৰাপাই নামলগোৱা (বয়স ৬৫) মধুৰাম গায়ন (বয়স ৬৪) ডিম্বেশ্বৰ গায়ন (বয়স ৬৩) নাৰায়ণ বৰা (বয়স ৬২) গুণাৰাম দেউৰী (বয়স ৫৭) অৰুণ চন্দ্ৰ গায়ন (বয়স ৫৫) মণিৰাম পাঠক (বয়স ৫২) সোমেশ্বৰ নামলগোৱা (বয়স ৫০) পুনাৰাম ওজা (বয়স ৫০) গোপাল চন্দ্ৰ গায়ন (বয়স ৪৮ ভদ্ৰেশ্বৰ গায়ন (বয়স ৪৮) চন্দ্ৰ নাথ ভৰালী (বয়স ৪৭) যোগেশ্বৰ পটগীয়া (বয়স ৪৭) ৰূপৰাম শইকীয়া (বয়স ৪৭) ভকতৰাম গায়ন (বয়স ৪৬) গোপীনাথ পাঠক (বয়স ৪২) মুহিৰাম গায়ন (বয়স ৪২) ভোলাৰাম শইকীয়া (বয়স ৪৬) আদি।

(৩—ধ)—উদীয়মান শিল্পী ভকতসকল :—

নতুন কমলাবাৰী সত্ৰত এতিয়া উদীয়মান শিল্পী ডেকা ভকত ভালে কেইজন আছে। তাৰ ভিতৰত মনত পৰা গায়ক বায়কৰ নামবোৰ ইয়াত উল্লেখ কৰা হ'ল। যথাক্ৰমে (বায়নত) সৰ্ব্বশ্ৰী পদ্মধৰ বায়ন, কমল বৰুৱা, হৰি নাথ শইকীয়া, ৰত্ন বৰা, নবীন কলিতা, ৰামেশ্বৰ শইকীয়া, গোবিন্দ বৰা, ৰমা মুদৈ, যোগেন বৰা, বদন বায়ন, প্ৰেমধৰ ওজা, ফণীধৰ বায়ন, দণ্ডী বায়ন, গোলাপ বায়ন, জনাৰ্দ্দন ভূঞা, যতীন বৰা, দীনকান্ত শইকীয়া' হৰি চৰণ শইকীয়া, তিলেশ্বৰ বৰা, কৃষ্ণৰাম বায়ন, দেবেশ্বৰ ফুকন, সনাতন বায়ন আদি। গায়নত সৰ্ব্বশ্ৰী সুনন্দ গায়ন, প্ৰভাত বৰা, কৃষ্ণ চৰণ শইকীয়া, ৰূপৰাম গায়ন, মণিৰাম গায়ন, লক্ষ্মণ গায়ন, মুহিধৰ গায়ন, পূৰ্ণানন্দ গুণকান্ত ওজা, নগেন শইকীয়া, খগেশ্বৰ গায়ন, ভূপেন গায়ন, ভোগৰাম কলিতা, বীৰেণ গায়ন, নৰেন হাজৰিকা, প্ৰফুল্ল বৰুৱা, নন্দেশ্বৰ বৰা, হৰেশ্বৰ গায়ন, পৰমা কাকতি, সুনন্দ বৰা, ৰামনাথ বৰুৱা আদি।

(ত—ন)—উপসংহাৰ ঃ—

শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ এই খিনি নিচেই সমান্য মাত্ৰ ইতিহাস আমাৰ দ্বাৰা লেখা হ'ল। আমি কোনো উল্লেখযোগ্য বুৰঞ্জীবিদ্ নহওঁ। সীমিত জ্ঞানেৰে হাতত থকা সামান্য তথ্যপাতিৰ সহায়ত এইখিনি লেখা হ'ল। দৰাচলতে কবলৈ গলে গ্ৰন্থ খনৰ সমস্ত বিষয় বস্তুৰেই কমলাবাৰী সত্ৰৰ সম্পূৰ্ণ ইতিহাস বুলি কোৱাৰ স্থল আছে। কাৰণ কোনো এখন স্থানৰ বা কোনো এজন ব্যক্তিৰ জন্ম লগ্নৰ পৰা শেষলৈকে ঘটা ভাল মন্দ ঘটনাৱলীয়েই ইতিহাস নহয়। সেইখন স্থানৰ সেইজন ব্যক্তিৰ সাংস্কৃতিক, সামাজিক ধৰ্ম্মীয় বিষয়-বস্তুবোৰ সামৰিহে এখন ইতিহাস হব পাৰে। মহাপুৰুষ শঙ্কৰদেৱৰ পৰা আৰম্ভ কৰি মাধৱদেৱলৈকে আৰু মাধৱদেৱৰ পৰা আৰম্ভ কৰি বদলা আতালৈকে পৰম্পৰা ক্ৰম চলি আহি আহি আজিৰ এই অৱস্থা পাইছেহি। কমলাবাৰী সত্ৰৰ সাংস্কৃতিক, ধৰ্ম্মীয় দিশবোৰ শঙ্কৰ-মাধৱ দুজনা মহাপুৰুষৰ আদেশ, উপদেশ, আদৰ্শনীতিৰ পৰা পোৱা। দুজনা গুৰুৰ পৰা পৃথক বস্তু ই নহয়। দুজনা গুৰুৰ আদৰ্শনীতি লব্ধ বদলা আতাৰ সমগ্ৰ জীৱনেই ধৰ্ম্ম আৰু সংস্কৃতিৰে ভৰা আৰু সেই আদৰ্শ লাভ কৰিছে শ্ৰীশ্ৰীকমলাবাৰী সত্ৰই। দুজনা মহাপুৰুষক আগত ৰাখি বদলা আতাৰ সাংস্কৃতিক আৰু ধৰ্ম্মশিক্ষা লাভ কৰি কমলাবাৰী সত্ৰই দেশ, কাল, পাত্ৰভেদে কিছু এৰাধৰা মনোভাবেৰে সত্ৰীয়া কাৰ্য্য চলাই আছে। সমগ্ৰ অসমেই সাংস্কৃতিক আৰু ধৰ্ম্মীয় দিশত কমলাবাৰী সত্ৰৰ ওচৰত ঋণী বুলি কবলৈ স্থল আছে। সেই ব্যাখ্যাএ প্ৰসঙ্গত দিয়াৰ অভিলাষ আমাৰ নাই। কাৰ্য্য বিশেষে আৰু সময় বিশেষে অসমৰ জনসাধাৰণে লাভ কৰি আহিছে, লাভ কৰি আছে আৰু লাভ কৰি থাকিব। ভবিষ্যতলৈ কোনোবা বুৰঞ্জীবিদ্ লোকে কমলাবাৰী সত্ৰৰ ওপৰত ইতিহাস লিখিব খুজিলে তেওঁ যদি নিৰপেক্ষ হয়, তেন্তে সত্ৰৰ সাংস্কৃতিক আৰু ধৰ্ম্মীয় শক্তিৰ প্ৰভাৱ দেখা পাব বুলি ভবা হয়। আমি সংক্ষিপ্ত ভাবে ইয়াকে মাত্ৰ লিখি ইতিহাসৰ গুৰি ধৰা হল। কৃষ্ণাৰ্পণমস্তু। ০ ০

**মহাপুৰুষ শ্ৰীশ্ৰীবদলা আতাৰ বংশলতা (জন্ম-১৪৬৮ শক, জেঠ মাহ শুক্লা একাদশী,**
**প্ৰয়াণ-১৫৯৮ শক ভাদ মাহ, শুক্লা একাদশী**

**(ক) — বদলা আতাৰ বংশলতা ॥**

কুমুদাক্ষগিৰি (আদি পুৰুষ)
↓
যমুনা (কন্যা)
↓
কুণ্ডিন মুনি
↓

(১) ইন্দুচৰ → সুবৰাজ → লৱ
- (১) তিতা চোমদাৰ
  - (১) শঙ্কৰদাস আতা → কৰুণাময় আতৈ
    - (১) ৰামকানু বাপু
      - (১) নিত্যানন্দ বাপু ↓
      - (২) শতানন্দ বাপু (উদাস)
    - (২) নিৰঞ্জন বাপু (উদাস)
  - (২) মহাপুৰুষ শ্ৰীশ্ৰীবদলা পদ্ম আতা (উদাস) (কমলাবাৰী সত্ৰ প্ৰতিষ্ঠাপক)
- (২) গোপাল চোমদাৰ

(২) বিন্দুচৰ → যুবৰাজ → কুশ → শাম চোমদাৰ

[সিপঠিত]




সংগ্ৰাহক
শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী, সত্ৰাধিকাৰ
মাজুলী কমলাবাৰী সত্ৰ, মাজুলী
তাং ৩১।৩।৭৬।

( বদলা আতাৰ বংশানুক্ৰম প্ৰকাশ কৰা হল )

## মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ পৰৱৰ্ত্তী বংশলতা। মহাপুৰুষৰ জন্ম— ১৩৭১ শকাব্দ, প্ৰয়াণ ১৪৯০ শকাব্দ ॥

খ। শঙ্কৰদেৱৰ পৰৱৰ্ত্তী বংশলতাঃ

মহাপুৰুষ শঙ্কৰদেৱ
↓

- (১) বলানন্দ ঠাকুৰ
  ↓
  পুৰুষোত্তম ঠাকুৰ
- (২) কমললোচন ঠাকুৰ
- (৩) হৰিচৰণ ঠাকুৰ

১) প্ৰথমা ভাৰ্য্যাৰ পৰা — ১) অনন্তপ্ৰিয়া (কন্যা) স্বামী-ইন্দ্ৰজিত গায়ভৰুৰ্গিৰি

২) দ্বিতীয়া ভাৰ্য্যাৰ পৰা — ২) কেশৱপ্ৰিয়া (কন্যা) স্বামী-নিৰঞ্জন গাভৰুৰ্গিৰি

৩) তৃতীয়া ভাৰ্য্যাৰ পৰা — (সন্তানহীন)

কেশৱপ্ৰিয়াৰ পৰা:

১) চক্ৰপাণি আতা
২) শাৰঙ্গপাণি আতা
৩) গদাপাণি আতা
৪) পদ্মপাণি আতা

চক্ৰপাণি আতাৰ পৰা:

১) হৰিনন্দন
২) ধৰ্ম্মনাৰায়ণ
৩) লক্ষ্মীকান্ত
৪) কমললোচন

১) কৃষ্ণ দাস
২) বংশী দাস
(৩) বিষ্ণু দাস

বংশী দাসৰ পৰা:

১) চাৰু চন্দ্ৰ
↓
২) পুথিকলা
৩) সৰু আতা

(সিপিঠিত)

বাঞ্ছাৰাম আতা

প্ৰথমা ভাৰ্য্যাৰ পৰা — দ্বিতীয়া ভাৰ্য্যাৰ পৰা

১) কমলাদেৱী (কন্যা) — ১) ভ্ৰান্তি — ২) বুদ্ৰ — ৩) হলধৰ — ৪) কম্বুকণ্ঠ — (৫) ভদ্ৰকান্ত

হলধৰ → ৰত্নেশ্বৰ আতা

→ প্ৰথমা ভাৰ্য্যাৰ পৰা ঃ

১) স্বয়ম্বৰী  ২) মন্দাকিনী ঃ

→ দ্বিতীয়া ভাৰ্য্যাৰ পৰা

১) জগদা (কন্যা)  ২) মহেশ্বৰ  ৩) টঙ্কেশ্বৰ  ৪) মুখ্যেশ্বৰ  ৫) গুণেশ্বৰ  ৬) ৰোমেশ্বৰ  ৭) চৈতন্য  ৮) চন্দ্ৰকান্ত

ৰোমেশ্বৰ →

→ প্ৰথমা ভাৰ্য্যা বিদ্যাৱতী দেৱীৰ পৰা ঃ

১) কেশৱ কান্ত  ২) ৰবিকান্ত

→ দ্বিতীয়া ভাৰ্য্যা বসুন্ধৰী দেৱীৰ পৰা ঃ

১) গৌৰীবালা (কন্যা)  ২) হৰিণী (কন্যা)  ৩) প্ৰভাৱতী (কন্যা)  ৪) কুশকান্তি (কন্যা)  ৫) শ্ৰীকোষকান্ত দেৱ গোস্বামী  ৬) শ্ৰীনাৰায়ণ চন্দ্ৰগোস্বামী (উদাস, বৰ্ত্তমান সত্ৰাধিকাৰ)

সংগ্ৰাহক,
শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী, সত্ৰাধিকাৰ
নতুন কমলাবাৰী সত্ৰ, মাজুলী,
তাং ১৭।৩।৮৩ ।

(মহাপুৰুষ শঙ্কৰদেৱৰ পৰৱৰ্ত্তী বংশলতা)

(গ) প্ৰাচীন কমলাবাৰী সত্ৰৰ মানচিত্ৰ




মানচিত্ৰ অঙ্কন ঃ শ্ৰীহৰি শইকীয়া

(ঘ)—শ্ৰীশ্ৰীনতুন কমলাবাৰী সত্ৰৰ মানচি




মানচিত্ৰ অঙ্কণ ঃ শ্ৰীহৰি শইকীয়া



সত্ৰৰ কীৰ্ত্তন ঘৰৰ সিংহাসন



সত্ৰৰ কীৰ্ত্তন ঘৰৰ টুপ



সত্ৰৰ কীৰ্ত্তন ঘৰৰ (পশ্চিম ফালৰ) পকাৰ বেৰ।



নতুন কমলাবাৰী সত্ৰৰ প্ৰথম সত্ৰাধিকাৰ শ্ৰীশ্ৰী৺ঘনকান্ত গোস্বামী প্ৰভুজনাক সত্ৰীয়া পৰিবেশত থকা দেখা গৈছে।



নতুন দিল্লীৰ ৰাষ্ট্ৰপতি ভৱনত (১৯৭৫ চন, মাৰ্চ মাহ) শ্ৰী সত্ৰাধিকাৰ প্ৰভুক তেতিয়াৰ ৰাষ্ট্ৰপতি ফকৰুদ্দিন আলি আহমদৰ সৈতে দেখা গৈছে। সত্ৰাধিকাৰৰ বাওঁফালে তেতিয়াৰ উপবৈদেশিক মন্ত্ৰী শ্ৰীযুক্ত বিপিন পাল দাস আৰু সোঁফালে প্ৰাক্তন মন্ত্ৰী স্বৰ্গীয় যোগেন শইকীয়া আৰু শ্ৰীযুক্ত ভুবন বৰুৱাক (বৰ্তমান দিল্লীস্থ) দেখা গৈছে। ৰাষ্ট্ৰপতিৰ পিছফালে তেওঁৰ দেহৰক্ষকজন আছে।



নতুন দিল্লীৰ ৰাষ্ট্ৰপতি ভৱনত ( ১৯৭৬, চন ) তেতিয়াৰ ৰাষ্ট্ৰপতি ফকৰুদ্দিন আলি আহমদৰ লগত শ্ৰীশ্ৰীসত্ৰাধিকাৰক বহি থকা অৱস্থাত দেখা গৈছে।



১৯৭৬ চনত পঞ্জাব ভ্ৰমণৰ সময়ত জালিৱালাবাগ হত্যাকাণ্ড স্থান দৰ্শন কৰা অৱস্থাত সত্ৰাধিকাৰক দেখা গৈছে। তেখেতৰ আগে আগে চলন্ত অৱস্থাত আছে পঞ্জাবৰ ৰাজ্যপাল মহেন্দ্ৰ চৌধুৰীৰ দেহৰক্ষক শ্ৰীঅমৰ দীপ সিং আৰু পিচত আছে সঙ্গী ভকতসকল ক্ৰমে অৰুণ চন্দ্ৰ গায়ন, মণিৰাম পাঠক আৰু গুণকান্ত দত্ত বায়ন।



১৯৭৬ চনত ৰাষ্ট্ৰপতি ভৱনত তেতিয়াৰ ৰাষ্ট্ৰপতি স্বৰ্গীয় ফকৰুদ্দিন আলি আহমদৰ লগত সঙ্গী ভকতসকলৰ সৈতে সত্ৰাধিকাৰক দেখা গৈছে।



পঞ্জাবৰ অমৃতসৰ স্বৰ্ণ মন্দিৰৰ চোতালত সত্ৰাধিকাৰ, ভকতসকল আৰু অমৰ দীপ সিংৰ ( ৰাজ্যপালৰ দেহৰক্ষকৰ ) সৈতে স্বৰ্ণ মন্দিৰৰ কৰ্মী এজনক দেখা গৈছে।



পঞ্জাবৰ জালিয়ানাবাগত সত্ৰাধিকাৰ শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী, ৰাজ্যপাল চৌধুৰীৰ দেহৰক্ষক শ্ৰীঅমৰ দীপ সিং আৰু সত্ৰাধিকাৰৰ নগৰ ভকতসকলক দেখা গৈছে।



পঞ্জাবৰ ৰাজভৱনত সত্ৰাধিকাৰ শ্ৰীশ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী। হেঁখেতৰ বাওঁফালে ৰাজ্যপাল শ্ৰীযুত মহেন্দ্ৰ মোহন চৌধুৰী আৰু সোঁফালে ৰাজ্যপালৰ পত্নী শ্ৰীমতী চৌধুৰীক দেখা গৈছে।





ৰাষ্ট্ৰীয় সঙ্গীত নাটক অকাডেমী বঁটা বিজয়ী ৺বাপুৰাম বায়ন আতৈক পুৰস্কাৰ গ্ৰহণৰ সময়ত বহি থকা অৱস্থাত দেখা গৈছে।

(ফটো—সঙ্গীত নাটক অকাডেমীৰ সৌজন্যত)



নতুন দিল্লীৰ ৰবীন্দ্ৰ ভৱনত ( ১৯৭৯ চন ) তেতিয়াৰ ৰাষ্ট্ৰপতি নীলম সঞ্জীৱা ৰেড্ডীৰ পৰা ৺ৰাপুৰাম ৰায়ন আতৈয়ে সঙ্গীত নাটক অকাডেমীৰ পুৰস্কাৰ ( তাম্ৰপত্ৰ ) গ্ৰহণ কৰা ছবিত দেখা গৈছে। ৺ৰায়নৰ সোঁফালে আছে অকাডেমীৰ সহঃ সম্পাদক শ্ৰীজীৱন পাণী মহাশয়।



অসম শিল্পী দিৱস সমিতিৰ হকে ড° ভূপেন হাৰ্জৰিকাৰ পৰা ৺বাপুৰাম বায়ন আতৈয়ে ৰৌপ্য প্ৰতীক গ্ৰহণ কৰা দেখা গৈছে। তেখেতৰ বাঁৱে আছে মন্ত্ৰী হিতেশ্বৰ শইকীয়া আৰু সোঁৱে আছে সৰ্ব্বশ্ৰী ফণী তালুকদাৰ, যোগেশ্বৰ শইকীয়া বায়ন আৰু অন্যান্য সকল।

১৯৭৫ চনত নতুন দিল্লীৰ অসম ভৱনত তোলা সামূহিক ছবি ( গ্ৰুপ ফটো )। ছবিত তেতিয়াৰ কেন্দ্ৰীয় উপ-পৰৰাষ্ট্ৰ মন্ত্ৰী বিপিন পাল দাস আৰু ৺যোগেন শইকীয়া প্ৰমুখ্যে সত্ৰীয়া শিল্পী ভকত সকলক দেখা গৈছে।



ৰাষ্ট্ৰীয় সঙ্গীত নাটক অকাডেমীৰ সৌজন্যত (১৯৭৯ চনৰ মাৰ্চ্চ মাহ) অনুষ্ঠিত নতুন দিল্লীৰ ৰবীন্দ্ৰ ভৱনৰ বঁটা বিতৰণি সভাত পুৰস্কাৰ বিজেতা সকলৰ লগত ৺বাপুৰাম বায়ন আতৈক (বাওঁফালৰ পৰা তৃতীয়জন—পাগুৰি মাৰি থকা অৱস্থাত) দেখা গৈছে।

(ফটো—সঙ্গীত নাটক অকাডেমীৰ সৌজন্যত)



১৯৮১ চনৰ ফেব্ৰুৱাৰী মাহত সঙ্গীত নাটক অকাডেমীৰ ৰাষ্ট্ৰীয় বঁটা গ্ৰহণ কৰা অৱস্থাত শ্ৰীযুত বোষেশ্বৰ শইকীয়া বায়নক দেখা গৈছে। ৰাষ্ট্ৰপতিৰ হৈ অকাডেমীৰ সভানেত্ৰী শ্ৰীমতী কমলা দেৱী চট্টোপাধ্যায়ে বঁটা প্ৰদান কৰিছে।

( ফটো:--সঙ্গীত নাটক অকাডেমীৰ সৌজন্যত )



সত্ৰৰ বৰ্ত্তমান গুৰু আতৈ বহাৰ বুঢ়াভকত শ্ৰীযুত বোযেশ্বৰ শৰ্ম্মা ভাগৱতী বুঢ়াভকত



সত্ৰৰ পুব হাটীৰ ভকতৰ বহা বিলাক



সত্ৰৰ চক্ৰপাণি আতৈ বহাৰ বুঢ়াভকত শ্ৰীযুত দেবেন্দ্ৰ নাথ বুঢ়াভকত।



সত্ৰৰ ভাগৱতী আতৈৰ বহাৰ বুঢ়াভকত শ্ৰীযুত কমল গায়ন আতৈ বুঢ়াভকত



যাতনি ( মাটি আখৰা )

বাওঁফালৰ পৰা ক্ৰমে সৰ্ব্বশ্ৰী (১) কৃষ্ণকান্ত বায়ন (২) আনন্দ বায়ন (৩) নৰেণ গায়ন আৰু (৪) প্ৰফুল্ল গায়ন।



তমাল মোচৰা ( মাটি আখৰা )

শ্ৰীমান বীৰেণ গায়ন। বহা অৱস্থাত নিত্যানন্দ বায়ন, গুণকান্ত দত্ত বায়ন।







খোল বাদনৰ বিভিন্ন হস্ত
—চালনাত শিল্পী ৺ৰাপুৰাম বায়ন



আৰু



শিল্পী গুণকান্ত বায়ন



দিল্লীৰ ৰবীন্দ্ৰ ভৱনত অনুষ্ঠিত নতুন কমলাবাৰী সত্ৰৰ ৰামবিজয় ভাওনাত (সূত্ৰধাৰ বহি থকা অৱস্থাত) বিশ্বামিত্ৰ, ৰাম, লক্ষ্মণ আৰু জনক ৰজাক দেখা গৈছে।



ৰামবিজয় অঙ্কীয়া ভাও-নাৰ তাড়কাৰ মুখা। ১৯৭৯ চন। ৰবীন্দ্ৰ ভৱন, নতুন দিল্লী।

[ ফটো- সঙ্গীত নাটক অকাডেমীৰ সৌজন্যত ]



ৰাম বিজয় ভাওনাৰ ধনুভঙ্গ অৱস্থাত ৰামচন্দ্ৰ আৰু ক্ৰোধান্বিত ৰজাসকলক দেখা গৈছে। ১৯৭৯ চন। ৰবীন্দ্ৰ ভৱন, নতুন দিল্লী। ( ফটো-সঙ্গীত নাটক অকাডেমীৰ সৌজন্যত )



নতুন দিল্লীৰ ৰবীন্দ্ৰ ভৱনত সঙ্গীত নাট অকাডেমীৰ সৌজন্যত অনুষ্ঠিত ৰাম বিজয় ভাওনাৰ এটি দৃশ্য। তাৰত আছে বিশ্বামিত্ৰ প্ৰফুল্ল শইকীয়া, ৰাম—প্ৰভাত গায়ন, লক্ষ্মণ-গোলাপ বায়ন, জনক ৰজা- সোমেশ্বৰ নামলগোৱা।



শ্ৰীধৰ্মেশ্বৰ হাজৰিকা নামলগোৱা। বিভিন্ন ধৰ্মমূলক সাহিত্যৰ সম্পাদনা কৰি বৈষ্ণৱ সাহিত্যৰ এজন একনিষ্ঠ সেৱক হিচাবে পৰিচিত আৰু সমাদৃত ব্যক্তি।



সত্ৰৰ আলধৰা গোবিন্দ আতৈৰ বহাৰ বুঢ়াভকত শ্ৰীযুত ভালিৰাম বুঢ়াভকত।



সত্ৰৰ দক্ষিণ কুলীয়া কৃষ্ণ আতৈৰ বহাৰ বুঢ়াভকত শ্ৰীযুত ৰাপৰাম বুঢ়াভকত।



আঠুলন (মাটি আথৰা শ্ৰীমান পৰমা গায়ন (বাঁৱে) শ্ৰীমান দেবেন বায়ন (সোঁৱে) বহি থকা অৱস্থাত অধ্যাপক শ্ৰীনিত্যানন্দ বায়ন আৰু শ্ৰীগুণকান্ত দত্ত বায়ন।



তেলতুপি ( মাটি আথৰা )
বাওঁফালৰ পৰা ক্ৰমে সৰ্বশ্ৰী দীন বায়ন আৰু যতীন বায়ন
বহি— নিত্যানন্দ বায়ন, গুণকান্ত বায়ন।



সূত্ৰধাৰ নৃত্যৰত অৱস্থাত সত্ৰীয়া শিল্পী শ্ৰীশৈলেন্দ্ৰ শইকীয়া। (প্ৰদৰ্শন— ৰামবিজয় নাট ১৯৭৯, ৰবীন্দ্ৰ ভৱন, নতুন দিল্লী)

[ফটো—সঙ্গীত নাটক অকাডেমীৰ সৌজন্যত]



সীতাৰ দ্বাৰা ৰামচন্দ্ৰক মাল্যদান। ৰজাসকলৰ তীব্ৰ ক্ৰোধ। ৰাম—প্ৰভাত গায়ন, সীতা—বীৰেণ গায়ন, ৰজা ক্ৰমে সৰ্ব্বশ্ৰী সনন্দ গায়ন, ৰবীন বায়ন, হিমান বায়ন আৰু ৰামনাথ গায়ন।

(ফটো-সঙ্গীত নাটক অকাডেমীৰ সৌজন্যত)



চালি নাচৰ নতুৱা শিল্পী বাওঁফালে—শ্ৰীমান গোলাপ বায়ন সোঁফালে—শ্ৰীযতীন বায়ন। খোল শিল্পী—শ্ৰীযুত গুণকান্ত বায়ন।



তিলক ধাৰণ ভঙ্গিমাত শ্ৰীমান গোলাপ চন্দ্ৰ বায়ন।



ঠিয়লন- ( মাটি আখৰা )

বাওঁফালৰ পৰা-সৰ্ব্বশ্ৰী আনন্দ বায়ন আৰু কৃষ্ণকান্ত বায়ন।

বহি—নিত্যানন্দ বায়ন গুণকান্ত বায়ন।



গছকা (মাটি আথবা আবস্তুণ) পৰি থকা অৱস্থাত শ্ৰীমান দীন বায়ন। গছকি থকা অৱস্থাত শ্ৰীগুণকান্ত দত্ত বায়ন আৰু বহি থকা অৱস্থাত শ্ৰীনিত্যানন্দ বায়ন



কামিটনা (মাটি আথবা) বহি থকা অৱস্থাত সত্ৰীয়া নৃত্য অধ্যাপক সৰ্বশ্ৰী নিত্যানন্দ বায়ন আতৈ আৰু গুণকান্ত দত্ত বায়ন আতৈ কৰ্তৃব্যৱত অৱস্থাত শ্ৰীমান প্ৰফুল্ল গায়ন।



বুকু চোৱা ( মাটি আথৰা )
বাওঁফালৰ পৰা ক্রমে সৰ্ব্বশ্রী গোলাপ বায়ন আৰু দণ্ডী বায়ন
বাহি—নিত্যানন্দ বায়ন, গুণকান্ত বায়ন



উৰ্দ্ধলন ( মাটি আথৰা )
শ্রীমান দীন বায়ন।
বাহি—নিত্যানন্দ বায়ন, গুণকান্ত বায়ন।